# অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী

সম্পাদনা

ডঃ সত্যেন্দ্ৰনাথ শৰ্মা




অসম প্ৰকাশন পৰিষদ

# পাতনি

অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্মশতবাৰ্ষিকী উৎসৱ যোৱা বছৰৰ ডিচেম্বৰ মাহৰ পৰা অসম জুৰি উদ্‌যাপিত হৈছে। অসম প্ৰকাশন পৰিষদৰ তৰফৰ পৰা এইগৰাকী মহান অসমপ্ৰেমী সাহিত্যিক-চিন্তাবিদৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জনাই 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী' নামৰ বৃহৎ সংকলনটি প্ৰকাশ কৰা হ'ল। এই সংকলনৰ পৰিপূৰক হিচাপে পৰিষদে এখনি স্মৃতিগ্ৰন্থও প্ৰকাশ কৰিছে।

এই সংকলনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰকাশিত আৰু অপ্ৰকাশিত সমস্ত সাহিত্য-সম্ভাৰ সন্নিবিষ্ট কৰিবলৈ আমি যত্নৰ ত্ৰুটি কৰা নাই। এই কাৰ্যত অম্বিকাগিৰীৰ কন্যা শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰী, পুত্ৰ শ্ৰীভগগিৰী ৰায়চৌধুৰী আৰু পৰিয়ালবৰ্গই আমাক যথেষ্ট সহায় কৰিছে। তদুপৰি, বহুতো সদাশয় ব্যক্তিয়ে আমালৈ দিহা-পৰামৰ্শ আগবঢ়াইছে। এই সুযোগতে, আমি সকলোলৈকে আমাৰ কৃতজ্ঞতা নিবেদন কৰিলোঁ।

প্ৰখ্যাত সাহিত্যিক-পণ্ডিত ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই এই গ্ৰন্থ সম্পাদনাৰ গুৰু দায়িত্ব পালন কৰি আমাক অনুগৃহীত কৰিছে। অসম-কেশৰীৰ জীৱন, কৰ্ম আৰু দৰ্শন সম্পৰ্কে ডঃ শৰ্মাই ৰচনা কৰা আৰু এই ৰচনাৱলীত অন্তৰ্ভুক্ত হোৱা সুদীৰ্ঘ ভূমিকাটিয়ে গ্ৰন্থখনিৰ মূল্য বৃদ্ধি কৰিব বুলি আমাৰ নিশ্চিত বিশ্বাস।

অসমৰ জাতীয় জাগৰণৰ সন্ধিক্ষণত অসম-কেশৰীৰ ৰচনা-সম্ভাৰ ৰাইজৰ হাতত নিবেদন কৰিবলৈ পাই আমি ধন্য হৈছোঁ। আমাৰ একান্ত আশা, গ্ৰন্থখনিয়ে পঢ়ুৱৈ সমাজৰ পৰা অভূতপূৰ্ব সঁহাৰি পাব, আৰু আগন্তুক দিনৰ বাবে জন-মানসত অম্বিকাগিৰীৰ সাধনা আৰু কৰ্মৰাশিৰ চানেকি উজ্জ্বল কৰি ৰাখিব।

গুৱাহাটী
১০ জানুৱাৰী, ১৯৮৬

চন্দ্ৰপ্ৰসাদ শইকীয়া

# অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা

বজ্ৰনিৰ্ঘোষ মেঘত চিকমিক বিজুলী থকাৰ দৰে, কঠিন শিলাময় পৰ্বতৰ বুকুত জিৰ জিৰ নিজৰা থকাৰ দৰে, চন্দনদাৰুত সৌৰভ নিহিত থকাৰ দৰে আৰু কলীয়া কুলিৰ কণ্ঠৰ পৰা মধু নিঃসৃত হোৱাৰ দৰে অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বকো কঠিন-কোমলৰ এক অভিনৱ সংযোগে বিশেষ আকৰ্ষণীয়তা দান কৰিছে। এহাতে তেওঁৰ সৰস্বতীৰ বীণা, আনহাতে তাণ্ডৱী শিৱৰ ডম্বৰু। কবিভাৱ এটা দিশত নূপুৰৰ সিঞ্জন, আনটো দিশত ৰণ-দামামাৰ মেঘমন্দ্ৰধ্বনি। এফালে তেওঁ ভাৰতীয় ঐতিহ্য আৰু জাতীয়তাত অটল বিশ্বাসী, আনফালে তেওঁ আকৌ অসমীয়াৰ স্বতন্ত্ৰ ঐতিহ্য আৰু অস্তিত্ব ৰক্ষাত আপোচ নকৰা সংৰক্ষিণী নেতা; তেওঁৰ বাহ্যিক ব্যৱহাৰত কৰ্কশতা, কিন্তু অন্তৰত সংগীতমধুৰ কোমলতা বিৰাজমান; বাহ্যিক দৃষ্টিত মানুহজনৰ আৱয়বিক গঠন অনাকৰ্ষণীয়, কিন্তু অন্তদৃ'ষ্টিত মানুহজন সুন্দৰ। এনে বিপৰীতমুখী গুণৰ সামন্বয়িক সংযোগে অম্বিকাগিৰীক অসমীয়া সমাজ আৰু সাহিত্যত এক বিশিষ্ট আসন দিছে। ৰাজনীতিৰ পাশাটি খেলা ব্যক্তিৰ দুমুখীয়া ব্যক্তিত্ব অথবা বিচ্ছিন্ন ব্যক্তিত্বৰ মানুহো তেওঁ নাছিল। তেওঁ অখণ্ড ব্যক্তি-সত্তাৰ অধিকাৰী আছিল। ৰায়চৌধুৰীৰ বহুমুখী সংগ্ৰামী প্ৰতিভাৰ স্বৰূপ আলোচনা কৰাৰ আগতে তেওঁৰ জীৱনধাৰাৰ লগত পৰিচয় হোৱা প্ৰয়োজন।

**ৰায়চৌধুৰীৰ জীৱন-পৰিচয়ঃ** ৰায়চৌধুৰীয়ে বৰপেটাৰ বুনিয়াদী পৰিয়াল এটিত জন্ম গ্ৰহণ কৰে। এই পৰিয়ালটোৱে 'ৰসিক সুজান' ৰামৰায় ওৰফে জগতানন্দ দলপতিৰ পৰা পুৰুষনামাৰ জেৰ টানে; আনভাৱে কবলৈ গলে ৰামৰায় অম্বিকাগিৰীৰ পৰিয়ালৰ পূৰ্বপুৰুষ। এই ৰামৰায় আছিল মহাপুৰুষৰ খুড়াকৰ ল'ৰা। আহোম ৰজাই তেওঁক দলপতি উপাধি দি সন্মানিত কৰিছিল। শিৰোমণি ভূঞাৰ বাবটোও শঙ্কৰদেৱে তেওঁৰ ওপৰত ন্যস্ত কৰিছিল। মহাপুৰুষৰ কেইবাখনো নাটৰ অভিনয়ত তেৱেঁই গুৰি ধৰিছিল। এনে এটা ঐতিহ্যসম্পন্ন বংশত জন্মগ্ৰহণ কৰিছিল অম্বিকাচৰণে (পাছত তেওঁ 'চৰণ' গুচাই 'গিৰী' কৰে, সম্ভৱত শঙ্কৰৰ 'ভেকাগিৰী' নামৰ আদৰ্শত) ১৮৮৫ চনৰ পুহ মাহৰ চাৰি দিন যোৱাত। তেওঁৰ পিতৃ কৃষ্ণৰাম আৰু মাতৃ সুন্দৰীদিয়া সত্ৰৰ জীয়ৰী দেৱকী দেৱী। অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভাই-ভনী চাৰিটা, দুটা ল'ৰা আৰু দুটি ছোৱালী। ৰায়চৌধুৰীৰ অগ্ৰজ গিৰীশ ৰায়চৌধুৰী অসমৰ এগৰাকী সুখ্যাত শিক্ষাবিদ, সঙ্গীতজ্ঞ আৰু সকলো ক্ষেত্ৰতে এগৰাকী আদৰ্শনিষ্ঠ ব্যক্তি আছিল। অম্বিকাগিৰীৰ জীৱনত দাদাকৰ প্ৰভাৱ, উৎসাহ-উদ্দীপনা, বিপদত সহায় এক উল্লেখযোগ্য অধ্যায়। মাতৃদেৱী দেৱকী দেৱী সত্ৰৰ জীয়ৰী হিচাপে গীত-মাত, বৰগীত-ভটিমা আৰু নাম-প্ৰসঙ্গত পাকৈত আছিল। মাতৃদেৱীৰ মুখৰ পৰাই মৌ বৰষা গীত-মাত-বৰগীত শুনি ৰায়চৌধুৰী

ভ্ৰাতৃদ্বয় বৰগীত আৰু অন্যান্য শঙ্কৰী গীত-পদৰ প্ৰতি আকৃষ্ট হৈছিল আৰু তাৰ চৰ্চাত আত্মনিয়োগ কৰিছিল। দুয়োজনেই বৰগীত গোৱাত পাকৈত গায়ক হৈ উঠিছিল। 'মোৰ দাদা' প্ৰবন্ধত অম্বিকাগিৰীয়ে দাদাক গিৰীশ ৰায়চৌধুৰীক ভ্ৰাতৃসুলভ কৃতজ্ঞতা আৰু ভক্তিৰে সুঁৱৰিছে আৰু অগ্ৰজ-জনৰ বহুমুখী গুণৰো পৰিচয় দিছে। তেওঁলোকৰ ল'ৰালি কালত (১৮৯২-৯৩) কলিকতাত পঢ়া ছাত্ৰৰ যোগেদি বৰপেটাতো ব্ৰাহ্ম সংগীত মাজে মাজে প্ৰচলিত হৈছিল আৰু এই সংগীতত ৰায়চৌধুৰী ভ্ৰাতৃদ্বয়েও মাজে সময়ে অংশগ্ৰহণ কৰা বুলি লিখি গৈছে। অৱশ্যে এই সংগীত বেছি দিন নিটিকিল। তথাপি উনবিংশ শতাব্দীৰ শেষ আৰু বিংশৰ প্ৰথম দুই দশকমানত বঙলুৱা প্ৰভাৱে আন ঠাই নালাগে শংকৰী সংস্কৃতিৰ মাজ-মজিয়া বৰপেটাত কেনে প্ৰভাৱ পেলাইছিল তাৰ ইঙ্গিত দিয়ে।

ৰায়চৌধুৰীৰ সাত বছৰ বয়সতে পিতৃ কৃষ্ণৰাম চৌধুৰীৰ পৰলোক ঘটাত আঢ্যবন্ত পৰিয়ালটো অভিভাৱকবিহীন হৈ মোমায়েকৰ তত্ত্বাৱধানত দাস-দাসীবিহীন হৈ সাধাৰণভাৱে কাল কটাবলৈ বাধ্য হয়। দুইজন ককাই-ভাই, ৰায়চৌধুৰীৰ নিজৰ উক্তি মতেই, বিপৰীত স্বভাৱৰ আছিল। ডাঙৰজন ধীৰ-স্থিৰ, অত্যন্ত মৰমিয়াল, পঢ়া-শুনাত ভাল আৰু সংগীতপ্ৰিয়; সৰুজন উৎপতীয়া, অস্থিৰ, অলপ টটাটিঙা, কিন্তু ককায়েকৰ প্ৰতি শ্ৰদ্ধাশীল আৰু সমানেই সংগীতপ্ৰিয়। এই কালছোৱাত মাকৰ আৰু ককায়েকৰ প্ৰভাৱে ৰায়চৌধুৰীৰ চৰিত্ৰক গঢ় দিয়াত বিশেষ ভূমিকা গ্ৰহণ কৰে।

পেহীয়েকৰ ল'ৰা হৰমোহন চৌধুৰীয়ে তেতিয়া গুৱাহাটীত চাকৰি কৰিছিল। নিম্ন প্ৰাথমিক শিক্ষা শেষ কৰি জাহাজেৰে গুৱাহাটীলৈ আহোঁতে চৌদ্ধ বছৰীয়া কিশোৰ অম্বিকাগিৰীয়ে জনৈক বঙালী ভদ্ৰলোকক এজনী সামান্য পোহাৰীক অসৎ আচৰণ কৰা কাৰণে কেনেকৈ এশিকনি দিলে তাৰ পৰাই ল'ৰাজনৰ সৎ সাহস আৰু ভৱিষ্যৎ সম্ভাৱনাৰ ইঙ্গিত পোৱা যায়। গুৱাহাটী, গৌৰীপুৰ আৰু শিৱসাগৰত কেইবছৰমান মাধ্যমিক শিক্ষালাভ কৰাৰ পাছত ৰায়চৌধুৰীৰ আনুষ্ঠানিক শিক্ষাও শেষ হয়। প্ৰতিভা বা বুদ্ধিৰ দৈন্যৰ কাৰণে শিক্ষা সাং কৰিব লগা হোৱা নাছিল, ৰাজনৈতিক আন্দোলনত লিপ্ত বুলি উনৈশ বছৰীয়া ডেকা অম্বিকাগিৰীক বৰপেটাত নজৰবন্দী কৰি ৰখা কাৰণেহে শিক্ষা জীৱনৰ ইতি পৰে। ১৯০৫ চনৰ বঙ্গভঙ্গ আন্দোলনৰ লগত জড়িত সন্ত্ৰাসবাদী দলৰ লগতো ডেকা ৰায়চৌধুৰীৰ কিছু সম্পৰ্ক স্থাপিত হৈছিল, কিন্তু সেই সম্পৰ্ক বেছি দিন নাথাকিল। কলেজিয়েট স্কুলত পঢ়োতেই ৰচনা কৰা 'বন্দিনী ভাৰত' নামৰ নাটখনেই, যিখন বৃটিছ চৰকাৰে বাজেয়াপ্ত কৰি তাৰ কণকঠীয়া মাৰে, সম্ভৱতঃ ৰায়চৌধুৰীৰ প্ৰথম নাট আৰু সাহিত্যৰ প্ৰথম ৰচনা। এই সন্ত্ৰাসবাদীৰ দলত সোমায়ে দীঘলীপুখুৰীৰ উত্তৰ পাৰত থকা চাহাবৰিলাকৰ ক্লাব-ঘৰটো জুই দি পোৰে। ছাত্ৰ অৱস্থাত গুৱাহাটীত থাকোঁতেই ব্যায়াম-চৰ্চা আৰু সংগীত-অনুশীলন কৰি শাৰীৰিক সৌষ্ঠৱ আৰু সঙ্গীত-কলাত কিছু ব্যুৎপত্তি লাভ কৰে। এই সময়ছোৱাতে এগৰাকী এঘাৰ বছৰীয়া বঙালী কিশোৰী বালিকাৰ প্ৰেমত পৰি একনিষ্ঠতাৰ চিন স্বৰূপে আঙুলিৰ এটা পাৰ কাটি টেমাত ভৰাই প্ৰেমাস্পদক উপহাৰ দিয়ে। ই এক অনন্যসাধাৰণ কাৰ্য। এই প্ৰসঙ্গত ৰায়চৌধুৰীয়ে লিখিছে, "স্নিগ্ধোজ্জ্বল

ঝেঁটভিবে পূৰ্ণিমাৰ পৰোজন উপাটি পৰা সেই মুখচন্দ্ৰিমাৰ জিল হাঁহিটোৰ বিজুলী চমকটোৱে, এপাৰ হানি হোৱা মোৰ বাওঁহাতৰ কনিষ্ঠ আঙুলিটোৰ কাজে চাই চাই মোক চিন্তা আৰু কৰ্মধাৰাৰে আজিলৈকে প্ৰেৰণা দি আছে। এই জ্যোতি নিষ্প্ৰভ হোৱা নাই, একেদৰেই বিকিৰণ কৰি আছে।" ...."এহাতে এপাৰ নোহোৱা আঙুলিটোৱে সৰলাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনফালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনত অজ্ঞাতসাৰে কোনোবা সাগৰত নি পেলাইছিল। সেই ভাৱ-সাগৰত উটি-বুৰি কৰা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।" ( মোৰ জীৱন-ধুমুহাৰ এছাটি )

এই শতকৰ প্ৰথম দুই দশকত বৰপেটাত বঙলা যাত্ৰাৰ বাৰুকৈয়ে প্ৰচলন আছিল। অসমীয়াই বঙলা যাত্ৰা-নাটক অনুবাদ কৰি অভিনয় কৰিছিল। ১৯১১ চনত দিল্লীত অনুষ্ঠিত হোৱা সম্ৰাট পঞ্চম জৰ্জৰ অভিষেক উপলক্ষে ভাৰতৰ সকলো ঠাইতে উৎসৱৰ আয়োজন হৈছিল। বৰপেটাতো সেই উদ্দেশ্যে স্থানীয় ভদ্ৰলোকসকলে উৎসৱৰ লগতে অভিনয় কৰিবলৈ লৈ বঙলা যাত্ৰা-নাটক বাছনিত লাগিল, কাৰণ তেওঁলোকৰ মতে ৰঙ্গমঞ্চৰ উপযোগী অসমীয়া নাট নাছিল। ৰায়চৌধুৰীয়ে এইটো অসমীয়া ভাষাৰ অৱমাননা বুলি ভাবি প্ৰত্যাহ্বান ৰূপে গ্ৰহণ কৰি 'জয়দ্ৰথ বধ' নাট ৰচনা কৰি সফলভাৱে অভিনয় কৰায়। এই সময়তে 'ভক্ত গৌৰৱ' নামে আৰু এখন পৌৰাণিক নাটক আৰু 'কল্যাণময়ী' নামৰ এখন বুৰঞ্জীমূলক নাটকো ৰচনা কৰে। নাটকেইখন যাত্ৰাধৰ্মী, কিন্তু বঙলা নাট ৰঙ্গমঞ্চৰ পৰা আঁতৰ কৰাৰ ই এক বিশিষ্ট পদক্ষেপ।

'নজৰবন্দী'ৰ কালছোৱাৰ পাছত ৰায়চৌধুৰীয়ে ১৯১৪ চনৰ শেষত ডিব্ৰুগড়লৈ গৈ তাৰানাথ চক্ৰবৰ্তী সম্পাদিত 'আসাম-বান্ধৱ' আলোচনীৰ সহকাৰী সম্পাদক হয় আৰু লগতে সঙ্গীত শিক্ষকতাও কিছু কৰিবলৈ লয় আৰু আমোলাপটি থিয়েটাৰত মাজে-সময়ে অভিনয়ো কৰিছিল। বৰপেটাত থাকোঁতেই তেওঁ কেইবাখনো কবিতাৰ গ্ৰন্থ ৰচনা কৰে, তাৰ ভিতৰত 'তুমি' আৰু 'বীণা' ক্ৰমে ১৯১৫ আৰু ১৯১৬ চনত প্ৰকাশ পায়। 'বেণু' আন এখন গীতৰ পুথিও এই সময়তে ৰচনা কৰে। 'বীণা'ৰ পাছকালৰ বেটুপাতত 'বেণু'ৰ লগতে আন কেইবাখনো কবিতাপুথি প্ৰকাশৰ নিমিত্তে জাননি দিছিল, কিন্তু সেইকেইখন প্ৰকাশো নাপালে আৰু তাৰ পাণ্ডুলিপিও নাই। সম্ভৱতঃ সেইকেইখন ৰচনাৰ আঁচনিহে আছিল, কাৰ্যতঃ লিখা হোৱা নাছিল। ১৯১৭ চনত শিলংত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত ৰায়চৌধুৰীয়ে ডিব্ৰুগড়ক প্ৰতিনিধিত্ব কৰি কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য মনোনীত হৈছিল। তেতিয়াৰ পৰা মৃত্যুকাল পৰ্যন্ত সাহিত্য সভাৰ লগত তেওঁৰ সম্পৰ্ক অব্যাহত আছিল।

১৯১৭ চনত গুৱাহাটীলৈ উভতি আহি এটা নিজাকৈ প্ৰেছ খোলাৰ চেষ্টাত ব্ৰতী হয় আৰু অশেষ পৰিশ্ৰম, চিন্তা, দুৰ্যোগ, অৰ্থাভাৱ আৰু কায়িক ক্লেশ সহ্য কৰি অৱশেষত 'অৰুণা' প্ৰেছ স্থাপন কৰিবলৈ সমৰ্থ হয়। এই প্ৰেছ স্থাপন কৰিবলৈ নিজে ইটা কঢ়িওৱাৰ পৰা মাটি খন্দালৈকে সযোনে-তোকে থাকি যি অশেষ পৰিশ্ৰম কৰিব লগা হৈছিল তাৰ বিশদ বিৱৰণ 'মোৰ জীৱন-ধুমুহাৰ এছাটি'ত লেখকে দি

ক

গৈছে। মানুহ গৰাকীৰ ঐকান্তিকতা, কায়িক শ্ৰমত নিষ্ঠা আৰু অদম্য সাহসৰ পৰিচয় পোৱা যায়। এই প্ৰেছৰ পৰাই কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ সহযোগত জাতীয়তাবাদী মাহেকীয়া আলোচনী 'চেতনা' প্ৰকাশ পাবলৈ ধৰে। 'চেতনা'ত সেই সময়ৰ সকলো লেখকৰ প্ৰবন্ধ, কবিতা, আদি নিয়মিতভাৱে প্ৰকাশ পাইছিল। অসহযোগ আন্দোলন আৰু স্বাধীনতাৰ বাণী, পুৰণি অসমীয়া সাহিত্যৰ প্ৰসূনা, তত্ত্বপূৰ্ণ চিন্তা, প্ৰত্নতত্ত্বমূলক প্ৰবন্ধ, গল্প-কাহিনী আদিৰে 'চেতনা' সেইসময়ৰ আগশাৰীৰ আলোচনী হৈ পৰিছিল। এই আলোচনীয়ে ৯ বছৰ পূৰ্ণ কৰিছিল। ১৯২২ চনত চন্দ্ৰনাথ শৰ্মাৰ অকাল মৃত্যুৱে কিছু অসুবিধাৰ সৃষ্টি কৰিলেও তাৰ পাছতো দুবছৰমান 'চেতনা' প্ৰকাশ হৈ আছিল।

১৯২০ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে নবীনচন্দ্ৰ বৰদলৈয়ে ৰায়চৌধুৰীক কবিৰূপে চিনাকি কৰি দিয়ে। অসম এছোচিয়েচন ভাঙি সভ্যসকলে অসমত কংগ্ৰেছ স্থাপন কৰাত ৰায়চৌধুৰীও তাৰ সভ্য হৈ ১৯২১-২২ চনৰ আন্দোলনত দেহে-কেহে আত্মনিয়োগ কৰাৰ ফলত কাৰাৰুদ্ধ হয়। জেলত তেওঁক নিৰ্জন কোঠাত বৰ্ধা হৈছিল আৰু শিলভঙা আদি সাধাৰণ খুনী চোৰ-কয়েদীয়ে কৰিব লগা কামত নিয়োগ কৰিছিল। এনে পৰিস্থিতিত 'ভই ভাঙিব লাগিব শিল' আৰু তেনে ধৰণৰ দুই-এটা কবিতা মুখে মুখে ৰচনা কৰি গাইছিল। জেলত থাকোঁতেই অতি কষ্টেৰে স্থাপন কৰা 'অৰুণা প্ৰেছ'ত জুই লাগি প্ৰেছটো ধ্বংসপ্ৰায় হয়। প্ৰেছৰ লগতে ভালেকেইখন গ্ৰন্থৰ পাণ্ডুলিপিও নষ্ট পালে। তেওঁক দুবছৰ কাৰাদণ্ডৰ ম্যাদ আছিল যদিও এবছৰৰ মূৰত মুকলি কৰি দিয়া হয়।

১৯০৫ চনৰ পৰা ১৯২১ চনলৈকে ওপৰত উল্লেখ কৰা ঘটনাৰাজিৰ উপৰিও সংগীত বিদ্যালয় স্থাপন, লাঠিখেল-প্ৰশিক্ষণ, সেৱা-সঙ্ঘ প্ৰৱৰ্তন, যাত্ৰাপাৰ্টি সংগঠন-প্ৰৱৰ্তন, দৰিদ্ৰসহায়নিধি স্থাপন, সাময়িক শিক্ষকতা, কামৰূপী উপভাষাক ন্যায্য মৰ্যাদা দিয়াৰ প্ৰচেষ্টা আদি বহু কামত ৰায়চৌধুৰীয়ে সময়ে সময়ে আত্মনিয়োগ কৰিছিল। মানুহজনৰ মনত বহু আঁচনি আৰু কাৰ্যপন্থাই জুমুৰি দি ধৰিছিল, কিন্তু আৰ্থিক অভাব আৰু প্ৰতিকূল অৱস্থাই কোনো এটাকে সফল কৰিবলৈ সুবিধা নিদিলে, কিন্তু তেওঁৰ অদম্য কৰ্মপ্ৰেৰণা আৰু স্বদেশপ্ৰীতি নিশ্চয় আদৰ্শনীয় হৈ ব'ব।

কাৰাগাৰৰ পৰা মুকলি হৈ ১৯২৩ চনত অৰ্দ্ধদগ্ধ 'অৰুণা প্ৰেছ' দাদাক গিৰীশ ৰায়চৌধুৰীৰ অৰ্থসাহায্যত পুনৰ চালু কৰিবলৈ সক্ষম হয়। এই সময়তে ৰচনা কৰা 'শতধাৰ' নামৰ এখন গ্ৰন্থ চৰকাৰে বাজেয়াপ্ত কৰে। এইদৰেই ৰায়চৌধুৰীৰ দুখন স্বদেশভাবাপন্ন পুথি লুপ্ত হ'ল, প্ৰথমখন নাট 'বন্দিনী ভাৰত' আৰু দ্বিতীয়খন গদ্য 'শতধাৰ'। জেলৰ পৰা মুক্ত হোৱাৰ পাছত কৌশল্যা দেৱীৰ লগত অনাড়ম্বৰভাৱে তেওঁৰ বিবাহ সম্পন্ন হয়।

১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত হোৱা জাতীয় কংগ্ৰেছৰ ৪৬ তম অধিৱেশন সফল কৰি তোলাত বিশেষ অংশ গ্ৰহণ কৰে। এই সভাৰ উদ্বোধনী গীত 'আজি বন্দো কি ছন্দেৰে' আৰু অন্য এটি গীত 'কাৰ কি আৱাহন' ৰায়চৌধুৰীৰ ৰচনা আছিল। গায়কসকল আছিল উমেশ চৌধাৰী, জ্যোতি আগৰৱালা, পুষ্পলতা দাস, পুৰন্দৰ চলিহা, লীলা দেৱী ( বৰুৱা ), প্ৰিয়লতা কাকতি আৰু বহুত বহু।

সেই সভাৰ মণ্ডপতে 'অসম সংৰক্ষিণী সভা'ৰো শুভ উদ্বোধন হয় গড়মূৰীয়া সত্ৰাধিকাৰ ৺পীতাম্বৰ গোস্বামী প্ৰভুৰ সভাপতিত্বত। এই সংৰক্ষিণী সভাৰ উদ্দেশ্য আছিল অসম আৰু অসমীয়াৰ সকলো প্ৰকাৰ স্বাৰ্থ সংৰক্ষণ কৰা। ১৯৩৬ চনত এই সভাৰ উদ্দেশ্য আৰু আদৰ্শৰ পৰিসৰ বহলাই 'অসম জাতীয় মহাসভা' নামকৰণ হয়। ১৯৩৫ চনত পাণবজাৰৰ অৰুণা প্ৰেছৰ পৰা 'ডেকা অসম' ওলায়। অৰুণা প্ৰেছ প্ৰথমতে বহুৱা হৈছিল বৰপেটীয়া পাৰাত, তাৰ পাছত পাণবজাৰলৈ উঠাই অনা হয়। তাৰ পাছত ১৯২৬ কি ১৯২৭ চনত উজানবজাৰৰ শেষ মোৰতলৈ য'ত অশোক পেপাৰ মিল্চৰ অফিচ ৰহিছে তালৈ উঠাই অনা হয়। ১৯৫২ চনত এই ঠাইৰ পৰা মাটিৰ মালিকে উচ্ছেদ কৰাত অৱশেষত যেনিবা চৰকাৰৰ অনুগ্ৰহত চান্দমাৰীত এডোখৰ মাটিত নিজাকৈ এটা ঘৰ সাজি লয়।

অৰুণা প্ৰেছ স্থাপনৰ উপৰিও ডেকাদলক আত্মনিৰ্ভৰশীলতা আৰু স্বদেশী বস্তুৰ প্ৰতি আগ্ৰহ জন্মাবলৈ এটা কেমিকেল ৱৰ্কছ খুলি তাৰ পৰা চিয়াঁহী, স্ন' আদি প্ৰস্তুত কৰিছিল। অৱশ্যে এই উদ্যোগ কেইবছৰমানৰ বেছি নিটিকিল। সেই সময়ত বঙ্গদেশত 'বেঙ্গল কেমিকেল কোম্পানী', 'বেঙ্গল ইমিউনিটি' আদি কোম্পানী স্থাপিত হৈ স্বদেশী ৰাসায়নিক উদ্যোগৰ পাতনি মেলিছিল। ৰায়চৌধুৰীয়েও একে আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত 'মায়াবিনী কেমিকেল ৱৰ্কছ' খুলিছিল।

'অসম সংৰক্ষিণী সভা' আৰু 'অসম জাতীয় মহাসভা'ৰ যোগেদি পূৰ্ববঙ্গৰ পৰা অবাধ পৰিব্ৰজন, অসমৰ অনাবাদী মাটি দখল, ওচৰৰ অসমীয়া গাঁৱৰ ওপৰত পমুৱাৰ অত্যাচাৰ, বঙলা ভাষাৰ ক্ৰমবৰ্দ্ধমান প্ৰভাৱ, অসমীয়াৰ আসন্ন বিপদৰ প্ৰতি উদাসীনতা, ডেওঁলোকৰ মাজত স্বদেশপ্ৰীতি আৰু ঐক্যভাব সৃষ্টি, নিয়মানুবৰ্তিতা আৰু সংযমৰ প্ৰবৰ্তন, লীগ মন্ত্ৰীসভাৰ ষড়যন্ত্ৰৰ বিৰুদ্ধে শক্তি আহৰণ কৰা, ডমিচাইল্ড প্ৰশ্ন, শ্ৰীহট্ট বিচ্ছেদ, আত্মৰক্ষা বাহিনী গঠন, চেকাছ সমস্যা আৰু সৰ্বশেষত অসমৰ খিলঞ্জীয়া লোকৰ সকলো স্বাৰ্থ-সংৰক্ষণ এই সকলোবোৰ বিষয়ে জনমত গঢ় দিবলৈ চেষ্টা কৰিছিল আৰু শাখা-প্ৰশাখা স্থাপন কৰি সাধ্যানুসাৰে কাৰ্যকৰী ব্যৱস্থা লোৱাৰো ব্যৱস্থা কৰিছিল। ৰায়চৌধুৰীয়ে পঞ্চাশ-ষাঠি বছৰৰ আগতেই অসমীয়াৰ অস্তিত্ব বিপন্ন হোৱাৰ আশঙ্কা কৰি অসমীয়াক সাৱধান হ'বলৈ চিঞৰি কৈছিল, কিন্তু দুৰ্ভাগ্যবশতঃ সেই সময়ৰ নেতৃবৰ্গই, বিশেষকৈ ৰাইজৰ আস্থাভাজন কংগ্ৰেছ নেতাসকলে ৰায়চৌধুৰীৰ বিপদ-সংকেতত বৰ গুৰুত্ব নিদিলে। আনকি স্বাধীনতাৰ পাছতো পূব-পাকিস্তান আৰু তাৰ পাছত বাংলাদেশৰ পৰা লুকাই-চুৰকৈ অসমত সোমোৱা বিদেশীবোৰক চিনাক্ত কৰা আৰু বহিষ্কাৰ কৰাত লেখেমেখেমীয়া নীতি গ্ৰহণ কৰিলে। ৰায়চৌধুৰীৰ এচেটাক কলিকতীয়া কাগজে 'বাঙাল খেদা আন্দোলন' আৰু ৰায়চৌধুৰীক 'বাঙাল খেদা নেতা' ৰূপে আখ্যা দিছিল। ১৯৪৬ চনৰ কেবিনেট মিছনৰ গ্ৰুপিং প্ৰস্তাৱৰ বিৰুদ্ধে অসম কংগ্ৰেছ নেতাসকলৰ লগতে ৰায়চৌধুৰীয়েও সমানে উজান দিছিল আৰু স্বাধীনতা লাভৰ পাছতো বহিৰাগতৰ সোঁত বন্ধ কৰিবলৈ প্ৰচেষ্টা চলাইছিল।

অন্যান্য কৃতি : কৰ্মবহুল সংঘাতপূৰ্ণ আৰু দাৰিদ্ৰ্য-নিষ্পেষিত জীৱনৰ মাজে মাজে ৰায়চৌধুৰীৰ

কবিসকলৰ কৰিতাই কবিতাৰ মাজুলি সৃষ্টি কৰিছিল। ডেকা বয়সৰ যি উদ্‌ভ্ৰান্ত প্ৰেম সমজাতীয় সহানুভূতি-অনুভূতিৰ মাজেদি বিশ্বসৌন্দৰ্য আৰু ভগৱানৰ প্ৰেমত পৰ্যবসিত হৈছে তাৰে প্ৰকাশ 'তুমি', 'বীণা' আৰু 'বেণু'ত দেখা পাওঁ। এই তিনিওখন কাব্যগ্ৰন্থ তেওঁৰ যৌৱনৰ ৰচনা। কিন্তু সচৰাচৰ যৌৱন ৰচনাৰ দেহজ-পাৰ্থিৱ স্তৰতে আবদ্ধ নেথাকি বিশ্ব-সৌন্দৰ্যক আঁকোৱালি লৈ অনন্তৰ সন্ধানত তেওঁৰ প্ৰেম আগবাঢ়িছে। ১৯২০ চনৰ পাছত ৰচনা কৰা সৰহভাগ কৰিতাই জাতীয়তাভাবাপন্ন, কবিতাৰ বিষয়বস্তুৰ পৰিবৰ্তনৰ লগতে প্ৰকাশভঙ্গি, শব্দধ্বনি, ব্যঞ্জনা আৰু ছন্দয়ো মোট সলাইছে। বীণাৰ কোমল সুৰে তূৰ্যনিনাদলৈ ৰূপান্তৰিত হৈছে। এই শ্ৰেণীৰ কাব্যগুচ্ছ হৈছে 'অনুভূতি' ( ১৯৫৪ ), 'স্থাপন কৰ, স্থাপন কৰ' ( ১৯৫৮ ), 'বন্দো কি ছন্দেৰে' ( ১৯৫৮ ), 'বেদনাৰ উল্কা' ( ১৯৬৪ ), 'দেশেই ভগৱান' ( ১৯৬৫ )। তদুপৰি ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱাই ইংৰাজী অনুবাদ কৰা ১৫টা গীতৰ সমষ্টি 'Songs of the Cell' ( ১৯৪২ )।

ৰায়চৌধুৰী কেৱল কবিয়েই নাছিল, এগৰাকী সঙ্গীতজ্ঞ গায়কো আছিল। কিশোৰ আৰু ডেকা বয়সত নৃত্যতো অংশ গ্ৰহণ কৰিছিল। সঙ্গীত-বিদ্যালয় পৰিচালনা কৰিছিল। ৰাগ-সঙ্গীতত ওস্তাদ নহলেও সেই বিষয়ে যথেষ্ট জ্ঞান আছিল আৰু বৰগীত সুন্দৰকৈ গাব জানিছিল। ওপৰত উল্লেখ কৰি অহা কাব্যগ্ৰন্থৰ ভিতৰত 'বন্দো কি ছন্দেৰে' আৰু 'দেশেই ভগৱান'—এই দুখন গীতৰ সংকলন। 'বেণু' নামৰ ৰচনাত্মলীত সংযোগ কৰা আধ্যাত্মিক কৰিতাৰ থ্‌লটোও গীতৰে অন্তৰ্ভুক্ত। ৰায়চৌধুৰী গীতিকাৰ, সুৰকাৰ আৰু গায়ক—এই তিনিওটা আপুৰুগীয়া গুণ বা প্ৰতিভাৰ অধিকাৰী আছিল। তেওঁৰ গীতসমূহ দুটা ভাগত বিভক্ত—'বেণু'ৰ আধ্যাত্মিক গীতসমূহ আৰু বাকী দুখন গ্ৰন্থৰ জাতীয়তাভাবাপন্ন গীতসমূহ। সুৰৰ ক্ষেত্ৰতো দুয়ো শ্ৰেণীৰ প্ৰভেদো মন কৰিবলগীয়া।

কায়িক শ্ৰমৰ মৰ্যাদাত ৰায়চৌধুৰী নিষ্ঠাশীল আছিল। কমিছনাৰৰ বঙলাটো নতুনকৈ যেতিয়া চিৰাওঁতে পেলনীয়া খেৰবোৰৰ মাজৰ পৰা ভালখিনি নিজে বাছি নিজৰ ঘৰত লগাবৰ কাৰণে আনুতীয়া কৰি ৰখা আমাৰ চকুত পৰিছিল। 'অৰুণা প্ৰেছ' স্থাপন কৰোঁতে কি কায়িক শ্ৰমেই তেওঁ কৰিব লগা নহৈছিল! কাহত ইটা কঢ়িওৱাৰ পৰা টিপ্‌-বাং লৈ মাটি খান্দি মেছিন বহুৱালৈকে সকলো কাম নিজেই কৰিছিল। এই কাম কৰোঁতে বহুত সময়ত লঘোনে থাকি কাম কৰিব লগা হৈছিল। প্ৰেছ স্থাপন প্ৰসঙ্গত তেওঁ এঠাইত লিখিছে, "আজি চাৰি দিন ভাত খোৱা নাই। ভৱানী গোঁসানীৰ দুই পইচাৰ মুড়িৰ পিঠা সাজত দুখনকৈ দুসাজ খাই পানী পিয়েই বাতিক দিন কৰি কাম কৰি আছোঁ। জিৰণি-টোপনি নাম-গোন্ধেই নাই।" ( মোৰ জীৱন-ধুমুহাৰ এছাটি, পৃঃ ৮০ )। কৰ্মবিমুখতা, আলস্য তেওঁ ঘিণ কৰিছিল আৰু নিজে সৰু কামৰ মাজত হীন বা উচ্চ ভেদ নাৰাখিছিল। আন কথাত কবলৈ গলে তেওঁ আছিল একপ্ৰকাৰ কৰ্মযোগী।

ৰায়চৌধুৰীৰ চৰিত্ৰৰ সকলোতকৈ ডাঙৰ বৈশিষ্ট্য হ'ল অনমনীয়তা। যোৰকলো কমলাকান্ত ভট্টাচাৰ্যৰ পাছতে অসমৰ হকৰকা, স্বাৰ্থৰকা, উন্নতিৰ চিন্তা আৰু অসমীয়াৰ কৰ্মবিমুখতা, আলস্য

আৰু আত্মচেতনা হীনতাৰ দুখলগা কথা চিন্তা কৰি সেই উদ্দেশ্যে জীৱন উৎসৰ্গ কৰা ব্যক্তি আৰু এজন দ্বিতীয় নোলাব। যিবোৰ সমস্যাই আজি অনন্ত ৰূপ ধৰি অসমীয়াৰ অস্তিত্বক আঘাত কৰিবলৈ উপক্ৰম কৰিছে সেই সমস্যাৱলী সম্পৰ্কে ৰায়চৌধুৰীৰ সাৱধানবাণী আৰু সমাধান-সূত্ৰলৈ ৰাজনীতিৰ গুৰিধৰাসকলে যদি কৰ্ণপাত কৰিলেহেঁতেন তেন্তে আজিৰ সংকট নহ'লহেঁতেন আৰু দীৰ্ঘদিনীয়া আন্দোলনৰো প্ৰয়োজন নহ'লহেঁতেন।

ৰায়চৌধুৰীয়ে যে অসমৰ স্বাৰ্থক প্ৰথম স্থান দিছিল সেই বিষয়ে সন্দেহ নাই, কিন্তু সেই বুলি সৰ্বভাৰতীয় মনোভাৱ বিসৰ্জন দিয়া নাছিল। তেওঁ বিচ্ছিন্নতাবাদী নাছিল। ভাৰত যুক্তৰাষ্ট্ৰৰ প্ৰত্যেক অঞ্চলৰ স্বকীয় ভাষা, ঐতিহ্য আৰু সংস্কৃতিৰ সংৰক্ষণ বিচাৰিছিল। অসমলৈ স্থায়ীভাৱে বসতি কৰিবলৈ অহা সকলো অনা অসমীয়াই অসমৰ সুখ-দুখৰ লগত নিজৰ সুখ-দুখ মিলাই অসমীয়া মূল স্ৰোতৰ লগতে আগুৱাই যোৱাটোকে তেওঁ বিচাৰিছিল। বিভিন্ন ভাষাগোষ্ঠীয়ে নিজ ভাষাৰ স্কুল-কলেজ স্থাপন কৰি মূল জনস্ৰোতৰ ঐতিহ্যৰ পৰা আঁতৰি প্ৰত্যেকে স্ব-স্ব সংস্কৃতিৰ স্বতন্ত্ৰতা ৰক্ষা কৰি অসমক কেৱল শোষণভূমি ৰূপে ব্যৱহাৰ কৰাৰ তেওঁ ঘোৰ বিৰোধী আছিল। এনে ব্যৱস্থা নহলে ভাৰতৰ ৰাজ্যবোৰত সংহতিৰ পৰিবৰ্তে সদায় বিদ্বেষ, অস্বাস্থ্যকৰ পৰিবেশ চলি থাকিব। তেওঁৰ মতে ভাৰতীয় মহাজাতীয়তা আৰু বহল অৰ্থত অসমীয়া জাতীয়তাৰ কোনো বিৰোধ নাই।

তেওঁ অসমীয়া হৈয়ো যেনেকৈ ভাৰতীয় তেনেকৈ ভাৰতকো অতিক্ৰম কৰি মানৱতন্ত্ৰৰ ওপৰত প্ৰতিষ্ঠিত এখন বিশ্বৰাষ্ট্ৰৰো পৰিকল্পনা কৰিছিল, য'ত সীমা-বিবাদ, বাণিজ্যিক অৰিয়া-অৰি, উপনিবেশিকতা, শ্বেতাঙ্গ-কৃষ্ণাঙ্গৰ ভেদাভেদ, শক্তি-আহৰণৰ ভয়াবহ প্ৰতিযোগিতা আদি বৰ্তমান জগতক অশান্ত কৰা সমস্যাবোৰ নেথাকিব। মানৱতা আৰু আধ্যাত্মিকতা এই বিশ্বৰাষ্ট্ৰ বা আদৰ্শ ৰাষ্ট্ৰৰ দুটা প্ৰধান আধাৰ স্তম্ভ হ'ব। প্লেট'ৰ আদৰ্শ ৰাষ্ট্ৰ (Republic), টমাচ মূৰৰ 'ইউটপিয়া' (Utopia) বাটলাৰৰ 'এৰেহ্‌ৱ'ন (Erchwon<Nowhere)—এই সকলোবোৰত কাল্পনিক কল্যাণময়,—সুখময় ৰাষ্ট্ৰৰ অলীক আঁচনি পোৱা যায়। ৰায়চৌধুৰীয়ে কেনেকৈ বিশ্বৰাষ্ট্ৰ গঠিত হ'ব তাৰ সংবিধানৰো চমু আভাস দিছে। এই প্ৰসঙ্গত তেওঁ সাতটা মৌলিক নীতিৰো উল্লেখ কৰিছে যাৰ ভিত্তিত সংবিধান ৰচিত হ'ব। জনবিস্ফোৰণৰ হেঁচা কমাই, তিক্ত কটা প্ৰতিযোগিতা হ্ৰাস কৰি, প্ৰত্যেকত উপনিবেশ বাতিল কৰি শান্তি প্ৰতিষ্ঠাৰ এক অভিনৱ সম্ভাৱনাও তেওঁ দাঙি ধৰিছিল তিনি কুৰি বছৰৰ আগতে। তেতিয়া হয়তো ই কবিৰ কল্পনা হৈয়ে আছিল, আজি কিন্তু সি নিচক কল্পনাৰ বস্তু হৈ থকা নাই। অদূৰ ভৱিষ্যতত এই কল্পনা বাস্তৱত পৰিণত হোৱাৰ সম্ভাৱনাই দেখা দিছে।

**ৰায়চৌধুৰীৰ ওপৰত ব্যক্তিৰ প্ৰভাৱ:** ৰায়চৌধুৰীৰ কোমল বয়সত মাতৃ সেৱকী দেৱীৰ স্নেহস্পৰ্শ আৰু গীত-মাতে তেওঁৰ চৰিত্ৰ গঠন আৰু সাংগীতিক প্ৰতিভা উন্মেষত প্ৰথম ইন্ধন যোগাইছিল। সুন্দৰীদিয়া গোসাঁই ঘৰৰ জীয়ৰী সেৱকী দেৱী বৰগীত, ঘোষা, কীৰ্ত্তন আদি সুৰুলি

গীত-মাত আদিত পাকৈত পাৰ্গিকা আছিল। তেওঁৰ মুখৰ পৰাই ল'ৰা অম্বিকাই সেইবোৰ শিকি ভালকৈ যেনে-মিচিঙে দাদাকৰ লগত গাব পৰা হৈছিল। মহাপুৰুষীয়া ধৰ্মৰ প্ৰতি অচলা ভক্তিৰ বীজ তেওঁৰ অন্তৰত বপন কৰিছিল মাতৃ লেৱকী ৰায়চৌধুৰীয়ে। এই প্ৰসঙ্গত গিৰীশ ৰায়চৌধুৰীৰ প্ৰভাৱ আৰু তেওঁৰ প্ৰতি ভায়েক অম্বিকাগিৰীৰ স্নেহশ্ৰদ্ধামিশ্ৰিত কৃতজ্ঞতা বিশেষভাৱে মন কৰিবলগীয়া কথা। ৰায়চৌধুৰীয়ে আত্মকথাত দাদাকৰ আদৰ্শনিষ্ঠ সংযত চৰিত্ৰৰ লগত নিজৰ প্ৰভেদ অথচ স্নেহপূৰ্ণ সম্পৰ্ক আৰু বিপদ-দুৰ্যোগৰ দিনত দাদকে আগবঢ়োৱা সহায়-সাৰথিৰ কথা কৃতজ্ঞতাৰে স্মৰণ কৰিছে। গিৰীশ ৰায়চৌধুৰীৰ বহুৰূপী চাৰিত্ৰিক গুণাৱলী যেনে আদৰ্শনীয় শিক্ষকতা, সততা, ছাত্ৰৰ চৰিত্ৰ-গঠন কৰিব পৰা ক্ষমতা, সমাজ সংস্কাৰকামিতা, সংগীত-অভিনয়পটুতা আৰু সহনশীল উদাৰতাই ভায়েকক যথেষ্ট প্ৰেৰণা দান কৰিছিল। 'মোৰ দাদা'—এই শীৰ্ষক আত্মকথাৰ অংশই দাদাকৰ প্ৰতি ৰায়চৌধুৰীৰ গভীৰ শ্ৰদ্ধাৰ পৰিচয় দিয়ে। তৃতীয় গৰাকী ব্যক্তি আছিল সুখ্যাত চিকিৎসক কংগ্ৰেছ অনুষ্ঠানৰ একনিষ্ঠ সেৱক, সমাজকৰ্মী, বদান্য পুৰুষ ডাক্তৰ হৰিকৃষ্ণ দাস। ৰায়চৌধুৰীয়ে অকুণ্ঠ হৃদয়ে এই গৰাকী ব্যক্তিৰ সেৱা, সহায় আৰু অনুপ্ৰেৰণাৰ কথা স্বীকাৰ কৰিছে। হাইজা বেমাৰত ব্ৰহ্মপুত্ৰৰ পানীয়ুঁৱলিত পৰি থকা মুমূৰ্ষু ল'ৰা এজনক বুটলি আনি কম-বয়সীয়া ৰায়চৌধুৰীয়ে শুশ্ৰূষা কৰোঁতে চিকিৎসক ডাক্তৰ দাস ডাঙৰীয়াই কেনে ধৰণে সহায়ৰ হাত আগবঢ়াইছিল সেই কথা এই প্ৰসঙ্গত স্মৰণীয়। ৰায়চৌধুৰীক আৰ্থিক সংকটতো ডাঃ দাসে কেৱাবাৰো সহায় কৰা বুলি 'জীৱন ধুমুহাত' কৃতজ্ঞভাৱে উল্লেখ কৰিছে। ডাক্তৰ দাসৰ নিস্বাৰ্থ কৰ্ম আৰু সেৱাৰ আদৰ্শ ৰায়চৌধুৰীৰ কান্তাৰ পথৰ অমূল্য পাথেয় আছিল। ৰায়চৌধুৰীৰ অন্য এগৰাকী প্ৰেৰণাদায়ক বন্ধু আছিল বাণীকান্ত কাকতি। বয়সত ৭-৮ বছৰমান সৰু হলেও পাণ্ডিত্য আৰু জ্ঞানত গভীৰ কাকতিৰ লগত ১৯০৮ চনৰ পৰাই সৌহাৰ্দ্য গঢ়ি উঠিছিল আৰু কাকতিয়ে তেওঁক কাব্য ৰচনাত আত্মনিয়োগ কৰিবলৈ বাৰে বাৰে সকীয়াই দিছিল। এই সকল ব্যক্তিৰ সান্নিধ্য আৰু তেওঁলোকৰপৰা পোৱা উৎসাহ-উদ্দীপনাৰ উপৰিও বৰপেটা সত্ৰৰ বৈষ্ণৱ পৰিবেশ, শঙ্কৰীপ্ৰভাৱ আদিয়েও ৰায়চৌধুৰীৰ ব্যক্তিত্ব আৰু চৰিত্ৰগঠনত কিছু প্ৰভাৱ নেপেলোৱাকৈ থকা নাই।

**ৰায়চৌধুৰী মানুহজন:** প্ৰাচীন ঐতিহ্যসম্পন্ন বুনিয়াদী পৰিয়ালত জন্ম গ্ৰহণ কৰিলেও 'ধৰণিত সুন্দৰ, গৌৰ কলেৱৰ' তেওঁ নাছিল। মুখাৱয়ৱ, অঙ্গসৌষ্ঠৱ আৰু গাৰ বৰণত আভিজাত্যৰ ছাপ নাছিল, কিন্তু শৰীৰ সুস্থ, সবল আৰু কৰ্মঠ আছিল। উজনীয়া ভাষাত কবলৈ হলে মানুহজন আছিল 'খুন্দাই লাখুটি' অৰ্থাৎ বৰ ওখও নহয়, চাপৰো নহয়, কিন্তু হৃষ্টপুষ্ট সবল দেহৰ গৰাকী। গাৰ ৰং কিছু মাঠ বা মিঠা, কপাল উচ্চ আৰু বহল, চকু উজ্জ্বল, নাকটো চুটিও নহয় বৰ জোঙাও নহয়। পাতল ওঁঠৰ ওপৰত একোছা গোঁফ (পাছলৈ গোঁফ নাৰাখিছিল), আঁঠুমূৰীয়া চুৰিয়া আৰু হাতত সদায় এডাল শকত লাখুটি। দেখাত এজন চকুত লগা পুৰুষ নাছিল যদিও তেওঁৰ ব্যক্তিত্বই জুইৰ দৰে এক তাপ বিকিৰণ কৰিছিল। বেয়ে তেওঁৰ ওচৰ চাপি গৈছিল সেয়ে এই তাপ অনুভৱ কৰিছিল। কথা-বাৰ্তা আৰু ব্যৱহাৰত যথ মোলায়েম আৰু মিঠা যেনু প্ৰথম পৰিচয়ত অনুভৱ

নহলেও আৰু বহু ক্ষেত্ৰত তেওঁৰ স্পষ্টবাদিতাৰ কাৰণে বা অপ্ৰিয় সত্য কবলৈ ইতস্ততঃ নকৰা কাৰণে ব্যৱহাৰত ৰুক্ষ যেন প্ৰাথমিক ধাৰণা জন্মালেও নিকট দৃষ্টিত আৰু ঘনিষ্ঠ সম্পৰ্কত সেই ধাৰণা আঁতৰি যায়। নাৰিকলৰ কঠিন খোলাৰ ভিতৰত সুস্বাদু, উপকাৰী পানী থকাৰ দৰে তেওঁৰ আপাত-ৰুক্ষ কথা আৰু ব্যৱহাৰৰ অন্তৰালত আছিল এখন কোমল হৃদয়, মাতৃভূমিৰ দুখ-দৈন্যত কান্দি থকা এখন অন্তৰ, দপদপকৈ জ্বলি থকা দেশপ্ৰেম আৰু জাতিপ্ৰেম। জীৱনটোক বিলাস-ভোগৰ বস্তু বুলি তেওঁ ভবা নাছিল, বৰং তেনে জীৱনক ঘৃণা কৰিছিল। দেশৰ কাৰণে, জাতিৰ কাৰণে আৰু সমাজৰ কাৰণে উৎসৰ্গীকৃত কৰ্মময় আৰু সংগ্ৰামশীল জীৱনকহে তেওঁ আদৰ কৰি মূল্য আৰোপ কৰিছে। 'জীৱনৰ ৰূপ', 'জীৱনৰ উদ্দেশ্য', 'অগ্নিবীণাৰ তান' আদি বহুতো কবিতাত জীৱনৰ আদৰ্শ আৰু স্বৰূপ ব্যক্ত কৰিছে।

যি জীৱনত বজ্ৰকঠোৰ দুখবেদনা, নিৰ্যাতনৰ ঘোৰ ঘৰিষণ লাগি
মত্ত মহৎ কালবিজয়ী ৰুদ্ৰলীলাৰ ডমৰু ভেদি অনল উঠে জাগি;
সেই অনলত অট্টহাসৰ সচল-আবেগ আৱেশ ক্ষুব্ধ কৰা আছি জাবৰ ভুল
ভস্ম কৰি, শ্ৰান্তিবিহীন স্বচ্ছ ধাৰাৰ বিচিত্ৰভাৱ ফুলাই জীৱন ফুল।
যি জীৱনত তাচ্ছিল্যাপমান অন্তৰাৰ হান খোচ খাই মুক্তা মাণিক জ্বলে;
প্ৰৱঞ্চনা, হিংসাদ্বেষৰ অস্ত্ৰকেপাট উফৰি গৈ কান্দে দলে দলে;
পূৰ্ণ জীৱন, নিটোল জীৱন, নিখুঁত জীৱন, সফল জীৱন, তাকেই জীৱন কয়,
সেই জীৱনে কৰে কেৱল উপদ্ৰৱৰ দম্ভ ছেদি জগত নিৰাময়।

(জীৱনৰ ৰূপ)

ব্যক্তিগত জীৱনত বহু ক্ষেত্ৰত ৰায়চৌধুৰীয়ে ওপৰত উল্লেখ কৰা নিটোল জীৱনৰ আদৰ্শ মানি চলিবলৈ চেষ্টা কৰিছিল। বিলাস-আড়ম্বৰবিহীন সংগ্ৰামনিষ্ঠ আৰু কৰ্মচঞ্চল জীৱন যাপন কৰি, অভাৱ-অনাটনৰ মাজেদিয়ে তেওঁ কাল অতিবাহিত কৰিছিল। ইচ্ছা কৰা হ'লে, তেওঁ নীতিৰ লগত সামান্য আপোচ কৰিব পৰা হলেও সচল জীৱন যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু বহুত ক্ষেত্ৰত ক্ষমতাসীন-সকলৰ অপ্ৰিয়ভাজন হৈয়ো নিজৰ খুঁটি এৰি দিয়া নাছিল আৰু তাৰ ফলত দাৰিদ্ৰ্যকে সাৰথি জীৱন অতিবাহিত কৰিব লগা হৈছিল। উত্তৰ স্বাধীনতাৰ কালছোৱাত কংগ্ৰেছৰ লগত সম্পৰ্ক এৰি নিদিয়াহেঁতেন তেওঁ বিধায়ক বা তেনে মৰ্যাদাৰে সচ্ছল জীৱন কৰা একো অসম্ভৱ নিশ্চয় নহ'লহেঁতেন। কিন্তু কংগ্ৰেছৰ সৰ্বভাৰতীয় দৃষ্টিৰে অসমৰ স্বকীয় সমস্যাবোৰ অৱহেলা কৰা কাৰণে ৰায়চৌধুৰীয়ে তৃতীয় দশকৰ শেষৰফালে কংগ্ৰেছৰ দল এৰা দি অসম সংৰক্ষিণী সভা স্থাপন কৰি অসমৰ স্বাৰ্থ-সংৰক্ষণৰ উদ্দেশ্যে আত্মনিয়োগ কৰে।

**ৰায়চৌধুৰীৰ দৃষ্টিত ভাৰত বনাম অসম:** ৰায়চৌধুৰীক সমসাময়িক কোনো কোনো ৰাজনীতিকে বহু সময়ত ভুল বুজি প্ৰাদেশিকতাৰ দোষত দোষাৰোপ নকৰা নহয়। বহুনা কাকতত তেওঁক

'ৰাজাল খেদা আন্দোলন'ৰ নেতা বুলিও অভিযুক্ত কৰিছিল। কিন্তু যিসকলে তেওঁৰ ৰচনাৱলী, সংৰক্ষিণী সভাৰ আদৰ্শ আৰু ইস্তাহাৰ, 'চেতনা' কাকতত প্ৰকাশ হোৱা জাতীয়তাভাবাপন্ন প্ৰবন্ধ আৰু সম্পাদকীয় মন্তব্য আদি ভালকৈ পঢ়িছে তেওঁলোকে ৰায়চৌধুৰীক প্ৰাদেশিকতা দোষৰ পৰিবৰ্তে সংহতিৰ পৰিপোষক ৰূপেহে প্ৰত্যয় মানিব। ভবিষ্যদ্বিপদসূচক অসমৰ সমস্যাৱলীৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি ৰায়চৌধুৰীয়ে যি সাৱধান-বাণী শুনাইছিল আৰু সমাধানৰ যি পথ নিৰ্দেশ কৰিছিল তাক আওকাণ নকৰি যদি অসমৰ ৰাজনৈতিক ভাগ্য-বিধাতাসকলে সময়মতে প্ৰতি-ব্যৱস্থা ললেহেঁতেন, তেনেহলে স্বাধীনতা লাভৰ ত্ৰিশ বছৰৰ পাছত ছাত্ৰসমা আৰু অসমীয়া ৰাইজে ছবছৰীয়া সংগ্ৰাম চলাব লগা নহ'লহেঁতেন। ভাৰতৰ পৰা বিচ্ছিন্ন ৰূপত ৰায়চৌধুৰীয়ে অসমক চোৱা নাছিল। কিন্তু অসমৰ স্বকীয়া বৈশিষ্ট্য সংৰক্ষণ, অসমীয়াৰ স্বকীয় অস্তিত্ব সংৰক্ষণ, অসমত অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ প্ৰাধান্য ৰক্ষা, অসমৰ পতিত মাটি ভবিষ্যতৰ কাৰণে সংৰক্ষণ, কাম-কাজ, চাকৰি-বাকৰি, বেপাৰ-বাণিজ্যত অসমৰ নিগাজী বাসিন্দাৰ স্বাৰ্থৰক্ষা আৰু বঙালী পমুৱা প্ৰব্ৰজন নিৰোধ—এইবোৰৰ কাৰণে অকলশৰে চিঞৰিছিল, আৰু জনমত গঠন কৰিবলৈ চেষ্টা কৰিছিল। নিজৰ জনম ঠাই আৰু মাতৃভাষাৰ স্বাৰ্থসংৰক্ষণৰ চেষ্টাক অনা-অসমীয়া, বিশেষকৈ বঙ্গভাষীসকলে প্ৰাদেশিকতা বুলি অভিহিত কৰিলেও প্ৰকৃতাৰ্থত এনে চেষ্টাক কেতিয়াও প্ৰাদেশিকতা বুলিব নোৱাৰি। নিজৰ ঘৰখন, তাৰ পাছত নিজৰ গাঁওখন আৰু তাৰ পিছত নিজ অঞ্চল, নিজ ৰাজ্য আৰু তাৰ পিছত নিজ ৰাষ্ট্ৰৰ স্বাৰ্থ-চিন্তা সকলোৱে কৰে আৰু ই মানৱ ধৰ্ম। আজি ভাৰতৰ বিভিন্ন ৰাজ্যত আঞ্চলিক দলবোৰ সৃষ্টি হোৱাৰ মূলতে সেই সেই ৰাজ্যৰ স্ব-স্ব বৈশিষ্ট্য আৰু স্বাৰ্থ সংৰক্ষণৰ আদৰ্শ। তামিল, মহাৰাষ্ট্ৰ, অন্ধ্ৰ, পঞ্জাব, কাশ্মীৰ, কৰ্ণাটক আদি ৰাজ্যত আৰু উত্তৰ-পূৱ ভাৰতৰ সৰু সৰু ৰাজ্যবোৰত আঞ্চলিক ৰাজনৈতিক দল গঢ়ি উঠাৰ মূলতে আঞ্চলিক স্বাৰ্থ-সংৰক্ষণ।

ৰায়চৌধুৰীয়ে অসমৰ স্বাৰ্থ-সংৰক্ষণৰ লগত সৰ্বভাৰতীয় স্বাৰ্থৰ কোনো সংঘৰ্ষ সৃষ্টি কৰা নাছিল। বা তেনে কোনো ধাৰণাও তেওঁ পোষণ কৰা নাছিল। 'আজি বন্দো কি ছন্দেৰে' আৰু 'দেশেই ভগৱান'—এই দুটা থুপৰ প্ৰকাশ হোৱা কবিতাসমূহত ভাৰতৰ জয়গান, ভাৰতীয় ঐতিহ্যৰ মহিমা আৰু ভাৰতৰ অখণ্ডতা ঘোষিত হৈছে। সেই কাৰণে কবিয়ে গাইছে :

ওঁ তৎসৎ ভাৰত মহৎ
এক চেতনাত, এক ধিয়ানত,
এক সাধনাত, এক আবেগত
        এক হৈ যা, এক হৈ যা।
নিজ ঐতিহ্যত নিজ বিত্তত,
নিজ ধাতু-তেজ, নিজ চিত্তত,
নিজ আচাৰত, নিজ ভক্তত,
এক গোট খা, এক গোট খা॥

'আহুতি'ত প্ৰকাশ হোৱা 'চেতনাৰ উন্মেষ', 'ভাৰতীয় স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ', 'জাতীয়তা আৰু মহাজাতীয়তা', 'আহিছা যদি মোৰ লগত একেটা হৈ মিলি যোৱা' আদি প্ৰবন্ধত সৰ্বভাৰতীয় মহাজাতীয়তাৰ সন্দৰ্ভত অসমীয়া জাতীয়তাৰ সম্পৰ্ক আৰু অসমীয়া জাতীয়তা ৰক্ষা কৰিহে ভাৰতীয় মহাজাতীয়তাৰ অংশভাগী হ'ব পাৰি সেই কথা প্ৰকাশ কৰিছে। ভাৰতীয় নাগৰিক হবলৈ অসমীয়াৰ স্বৰলে কৰিব লাগিব—এনে কথা কেতিয়াও হ'ব নোৱাৰে। তেনে হবলৈ হ'লে ভাষাভিত্তিক ৰাজ্য পুনৰ-গঠন কেতিয়াও নকৰিলেহেঁতেন। এই প্ৰসঙ্গত ৰায়চৌধুৰীয়ে মহামানৱীয়তাৰ আদৰ্শও পাহৰি যোৱা নাই। তেওঁ লিখিছে, "মহামানৱীয়তা, ভাৰতীয় মহাজাতীয়তা আৰু তাৰ অচ্ছেদ্য অঙ্গ অসমীয়া জাতীয়তাই পৰস্পৰ সামঞ্জস্যিক পূৰ্ণতা লাভ কৰা নিৰ্বিৰোধ প্ৰণালীও একেটা—একো বিভিন্নতা নাই⋯মাত্ৰ প্ৰত্যেকেই কেন্দ্ৰীয় লক্ষ্য এৰি পিছলি পৰা দোষত দুষ্ট হৈ নুঠিলেই হয়।" (জাতীয়তা আৰু মহাজাতীয়তা)। আন এটা প্ৰবন্ধত তেওঁ আকৌ লিখিছে, "অসমীয়াও ভাৰতীয় আৰু আন এটা প্ৰাদেশিক লোক সকলো ভাৰতীয়, গতিকে ভাৰতীয় লোক আন ভাৰতীয় ঠাইত আহি বসতি কৰাত আপত্তি তোলাটো অন্যায়—এই কথাষাৰ অসমীয়াৰ আগত সুস্থ আৰু সত্য হৈ দেখা দিব কেতিয়া? যেতিয়া আন প্ৰদেশৰ লোকসকল অসমলৈ নিজ নিজ প্ৰাদেশিক পৰিচয়ৰ দাবীৰ বোজা লৈ নাহি, ভাৰতীয়ৰ পৰিচয়েৰে ভাৰতীয় হিচাপে আহি অসমীয়াৰ মাজত সোমাই ভাষা, সংস্কৃতি, জাতীয়তা, আশা-আকাঙ্ক্ষা আদি সকলো বিষয়তে তাৰ লগত সনাসনিৰ ভালেৰে একেটা হৈ পৰিব" (ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ)। কিন্তু ভাৰতীয় সংবিধানে যি কোনো ঠাইৰ ভাৰতীয়ক নিজৰ ইচ্ছা মতে যি কোনো প্ৰান্তৰ যি কোনো ঠাইত স্থানীয় নিগাজী বাসিন্দাৰ লগত কোনো সামাজিক-সাংস্কৃতিক সম্পৰ্ক নাৰাখি নিজৰ ভাষা-সংস্কৃতি সংৰক্ষণৰ অধিকাৰ দিয়াত ৰায়চৌধুৰীয়ে আশা কৰা সনাসনিৰ সম্বন্ধ গঢ়ি উঠাত বাধা সৃষ্টি কৰিছে আৰু বিভিন্ন ৰাজ্যত এই সাংবিধানিক অধিকাৰ-স্বীকৃতিয়েই সংহতিত অন্তৰায় ৰূপে থিয় দিছে। ৰায়চৌধুৰী যে অখণ্ড ভাৰতীয় সাৰ্বভৌমত্বত বিশ্বাসী আছিল তাৰ অন্যতম প্ৰমাণ দাঙি ধৰে পাকিস্তান আৰু চীনা আক্ৰমণৰ সময়ত ৰচনা কৰা কবিতাকেইটাই।

**সাংবাদিক ৰায়চৌধুৰী :** তিনিখন কাকতৰ লগত ৰায়চৌধুৰী ঘনিষ্ঠভাৱে জড়িত আছিল। তাৰানাথ চক্ৰৱৰ্তী বিদ্যাবিনোদৰ সম্পাদনাত 'আসাম বান্ধৱ' ডিব্ৰুগড়ৰ পৰা ১৯১০ চনৰ পৰা আঠ বছৰমান চলি লোপ পায়। এইখন মাহিলী কাকত আছিল আৰু কামৰূপীয়া উপভাষাৰ শব্দ আৰু খণ্ডবাক্যাদি প্ৰয়োগৰ প্ৰয়োজনীয়তা পৰিপোষণ কৰি ৰচনা-প্ৰবন্ধাদিত ঠাই দিছিল। ১৯১৪ চনৰ শেষৰকালে ৰায়চৌধুৰী বৰপেটাৰ পৰা ডিব্ৰুগড়লৈ যায় আৰু 'আসাম বান্ধৱ'ৰ সহকাৰী সম্পাদকৰ পদত থাকি আলোচনীখনৰ প্ৰকাশত সহায় কৰে। প্ৰেছৰ যাৱতীয় কাম আৰু আলোচনী প্ৰকাশৰ প্ৰক্ৰিয়া এই সময়ছোৱাতে জানিবলৈ সক্ষম হয়। 'তুমি' আৰু 'বীণা'—দুয়োখন কাব্য-পুথি ডিব্ৰুগড়ৰ পৰাই ছপাই উলিয়ায়।

১৯১৭ চনত ডিব্ৰুগড় এৰি পুনৰ গুৱাহাটীলৈ উভতি আহি নিজে এটা প্ৰেছ কিনি এখন আলোচনী উলিওৱাৰ কথা চিন্তা কৰে। এই উদ্দেশ্য সাধন কৰিবলৈ তেওঁ কিমান কষ্ট কৰিব লগা হৈছিল তাৰ বিশদ বিৱৰণ 'মোৰ জীৱন-ধুমুহাৰ এছাটি'ত পোৱা যায়। তেওঁ স্থাপন কৰা 'অৰুণা' প্ৰেছৰ পৰাই ৺কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু নিজৰ যুটীয়া সম্পাদনাত 'চেতনা' আলোচনী ১৯১৯ চনত প্ৰকাশ হয় আৰু ৯ বছৰমান চলি ১৯২৭ চনত বন্ধ হয়। এই কাকত জাতীয়তাবাদী আছিল আৰু স্বাধীনতা-আন্দোলনৰ সমৰ্থক আছিল। এই আলোচনীখনত ডঃ বাণীকান্ত কাকতি, ডঃ সূৰ্যকুমাৰ ভূঞাকে প্ৰমুখ্য কৰি সেই সময়ৰ প্ৰায়বিলাক প্ৰতিষ্ঠাশীল লেখকে গল্প, প্ৰবন্ধ, কবিতা আদি দি আলোচনীখন উচ্চমানবিশিষ্ট কৰি তুলিছিল। ৺চন্দ্ৰনাথ শৰ্মা এই আলোচনীৰ অন্যতম সম্পাদক আছিল যদিও ৰায়চৌধুৰীৰ ওপৰতে অধিক দায়িত্ব পৰিছিল। ১৯২২ চনত চন্দ্ৰনাথ শৰ্মাৰ অকাল মৃত্যুত ৰায়চৌধুৰীয়ে অকলশৰে সকলো দায়িত্ব পালন কৰিছিল। এই আলোচনীত ড° কাকতিৰ পুৰণি অসমীয়া সাহিত্য শীৰ্ষক প্ৰবন্ধৰাজি প্ৰকাশ পাইছিল। গ্ৰাহকৰ সংখ্যাও দুহেজাৰলৈ উঠিছিল। সেই সময়ৰ শিক্ষিতৰ সংখ্যালৈ চাই দুহেজাৰ গ্ৰাহক যথেষ্ট আছিল বুলিয়েই কব লাগিব। দুগৰাকী একনিষ্ঠ দেশপ্ৰেমিকৰ সম্পাদনা আৰু প্ৰচেষ্টাৰ ফলতে 'চেতনা'ই অসমীয়া জাতীয় জীৱনত চেতনা সঞ্চাৰ কৰিব পাৰিছিল।

অসম সংৰক্ষিণী সভাক ১৯৩৫ চনত যেতিয়া অসম জাতীয় মহাসভালৈ পৰিবৰ্তন কৰা হয়, তেতিয়া ইয়াৰ মুখপত্ৰ স্বৰূপে 'ডেকা অসম' নামৰ পষেকীয়া কাকত প্ৰকাশ কৰা হয়। 'ডেকা অসম'ক প্ৰকৃতাৰ্থত আলোচনীও বুলিব নোৱাৰি, খবৰ-কাগজো বুলিব নোৱাৰি। সংৰক্ষিণী তথা অসম জাতীয় মহাসভাৰ আদৰ্শ আৰু কাৰ্যপন্থা আগত ৰাখি অসমৰ সমস্যাৱলী, আগন্তুক বিপদ আৰু তাৰ প্ৰতিকাৰ, সমস্যাৱলীৰ প্ৰতি অসমীয়াৰ উদাসীন মনোভাৱ আৰু চৰকাৰৰ পমুৱা তোষণ নীতি, সেই সময়ত ঘটা কিছুমান ঘটনাৰ বিৱৰণকে আদি কৰি অসমৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক দিশৰ প্ৰতি ৰাইজক সচেতন কৰি স্বকীয় মন্তব্য কাকতখনত দাঙি ধৰিছিল। অৰ্থাভাৱ হেতুকে আৰু নিজেই সম্পাদক, কম্পʼজিটাৰ আৰু প্ৰুফ-বিভাগৰ কাম কৰিব লগা হোৱাত নিয়মীয়াকৈ হয়তো কাগজখন উলিয়াব নোৱাৰিছিল, তথাপি অনিয়মীয়াকৈ হলেও বহু বছৰ অসম আৰু অসমীয়াৰ হিত-চিন্তা কৰি অসমৰ সমস্যাৱলীৰ ওপৰত আলোকপাত কৰি কাগজখন উলিয়াই আছিল আৰু প্ৰয়োজন অনুসৰি তিতা, কেঁহা মন্তব্য দিবলৈকো কুণ্ঠাবোধ নকৰিছিল। অন্তৰত জাতি-প্ৰেম আৰু দেশপ্ৰেমৰ জুই একুৰা অহৰহ জ্বলি নাথাকিলে অৰ্থক্লিষ্ট, অকলশৰীয়া সম্পাদকে কাগজখনত লাগি নাথাকিলেহেঁতেন। বহুতে হয়তো তেওঁৰ স্পষ্ট-কঠোৰ মন্তব্য ভাল নাপাইছিল, কিন্তু ব্যক্তিগত ভাল পোৱা-নোপোৱালৈ ভ্ৰূক্ষেপ নকৰি নিজে যিটো অসমৰ কাৰণে হিতকাৰক বুলি ভাবিছিল সেই মতে লিখি গৈছিল। অসমৰ সাংবাদিকতাৰ ইতিহাসত ৰায়চৌধুৰীৰ ভূমিকা উপেক্ষণীয় নহয়।

**সংগীতজ্ঞ আৰু গীতিকাৰ :** ৰায়চৌধুৰীৰ বাহ্যিক ৰূপ আৰু ব্যৱহাৰৰ আঁৰত যে কলামোদী, গায়ক, সুৰকাৰ আৰু ৰসজ্ঞ ব্যক্তি এজন লুকাই আছিল প্ৰথম দৃষ্টিত বা আপাত দৃষ্টিত সেই ধাৰণা নহয়। শাস্ত্ৰীয় সংগীতত বিশাৰদ বা পাৰদৰ্শী বুলি কব নোৱাৰিলেও সেই বিষয়ত যথেষ্ট জ্ঞান আহৰণ কৰি লৈছিল। ৰাগ-সংগীতৰ ওস্তাদৰ ওচৰত কিছু দিন তেওঁ তালিম লৈছিল বুলিও জনা যায়। অসমীয়া বৰগীত আৰু গীত-মাতৰ সুৰৰ জগতত-প্ৰবেশ লাভ কৰিছিল মাতৃ দেৱকী দেৱীৰ সাংগীতিক পোষণৰ মাজেদি। বৰগীত গায়কৰূপে গিৰীশ চৌধুৰী আৰু অম্বিকাগিৰী দুয়োৰে অসমযোৰা সুখ্যাতি আছিল। ১৯০৫ চনৰ বংগভংগ আন্দোলনৰ সময়ত কেইজনমান সন্ত্ৰাসবাদী বঙালী যুৱকে গুৱাহাটীত আস্তানা পাতি হাৰমনিয়মেৰে স্বদেশী গীত গাই শ্ৰোতাসকলক মুগ্ধ কৰিছিল; ৰায়চৌধুৰীকো এই গীতবোৰে উদ্বুদ্ধ কৰিছিল। সেই সময়তে প্ৰভাৱতী নামৰ মণিপুৰী নৰ্তকী-গায়িকাই মুকুন্দ দাসৰ জাতীয়তাবাদ-উদ্দীপক গীত গাই গুৱাহাটীৰ যুৱক সমাজত আলোড়ন তুলিছিল আৰু ৰায়চৌধুৰীও ইয়াৰদ্বাৰা প্ৰভাৱিত আৰু অনুপ্ৰাণিত হৈছিল বুলি নিজেই স্থানান্তৰত উল্লেখ কৰিছে। মুকুন্দ দাস নিজেও দলবলে স্বদেশী গীতৰ ধ্বনি-প্ৰতিধ্বনি তুলি গুৱাহাটীত উপস্থিত হৈছিল। এই সময়ৰ পৰাই ৰায়চৌধুৰীয়ে স্বদেশী ভাবাপন্ন গীত ৰচনা আৰু সুৰ সংযোজনাত দৃষ্টি নিবদ্ধ কৰে। আধ্যাত্মিক গীত ৰচনাৰ প্ৰেৰণা-উৎস হ'ল বৰপেটাৰ সত্ৰীয়া পৰিবেশ আৰু মাতৃ দেৱকী দেৱী আৰু সংগ্ৰামমুখৰ স্বদেশীয়ানা গীতবোৰৰ আদিম প্ৰেৰণা মুকুন্দ দাসৰ গীতসমূহ।

ৰায়চৌধুৰীয়ে বৰপেটা, গুৱাহাটী আৰু ডিব্ৰুগড় এই তিনিও ঠাইতে সংগীত শিক্ষাৰ কেন্দ্ৰ স্থাপন কৰি সংগীত-চৰ্চাৰ পৰিবেশ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল আৰু নিজেও তাত অংশ গ্ৰহণ কৰিছিল। এই প্ৰসঙ্গও ৰবীন্দ্ৰনাথ ঠাকুৰ আহোঁতে ৰায়চৌধুৰীয়ে গোৱা বৰগীতৰ ৰাগ সম্বন্ধে লক্ষ্মীনাৰায়ণ চাটাৰ্জী, গোপালকৃষ্ণ দে, তাৰক বাবু আদিৰ লগত হোৱা আলোচনাই তেওঁৰ ৰাগ-জ্ঞানৰ কিছু আভাস দিয়ে। এতিয়ালৈকে তেওঁৰ তিনিকুৰিৰ অধিক গীত প্ৰকাশ হৈছে। ইয়াৰ কিছু সংখ্যক তেওঁ নিজে সুৰ দি গাইছিল আৰু গোৱাইছিল। তেওঁ নিজে সংযোগ কৰা সুৰ, কিছু গীতত বাণীবদ্ধ হৈ ৰৈছে যদিও সৰহভাগতে ৰক্ষিত হোৱা নাছিল। সম্ভৱতে সুৰতীৰ্থই প্ৰকাশ কৰা 'চেতনাৰ কণ্ঠ' নামৰ গীতৰ পুথিত পাঁচটা গীতৰ স্বৰলিপি দিয়া হৈছে আৰু ৬৮টা আধ্যাত্মিক ভাবৰ গীত সন্নিবিষ্ট হৈছে। আমাৰ হাতত পৰা 'বেণু' নামৰ গীতৰ শৰাইত ১৪টা গীত পোৱা গৈছিল। ইয়াৰ ১৩টা 'চেতনাৰ কণ্ঠ'তো পোৱা যায়। 'বেণু' নামটো ৰায়চৌধুৰীৰ নিজা, কাৰণ 'বীণা'ৰ প্ৰথম সংস্কৰণৰ পাছকালৰ বেটুপাতত 'বেণু' ( গীতৰ পুথি ) যন্ত্ৰস্থ বুলি জাননী দিছিল। 'চেতনাৰ কণ্ঠ'ৰ ৬৮টা আৰু তাত নথকা 'তোমাৰ পুলক পৰশ লাগি, ফুলিল যি মোৰ ফুলনিহে প্ৰিয়'—এই গীতটি যোগ দিলে সৰ্বমুঠ ৬৯টা আধ্যাত্মিক তথা অতীন্দ্ৰিয় কবিতা পাওঁ। এই সকলোখিনি গীতেই ১৯১২—১৯২০ চনৰ ভিতৰত ৰচিত যেন ধাৰণা হয়, কিছুমানত ৰচনাৰ চন দিয়া আছে, কিছুমানত নাই। ৰচনাৱলীৰ 'গীতৰ শৰাই' বা 'বেণু'ত সন্নিবিষ্ট গীতখিনি যে ১৯১৮ চনৰ আগৰ ৰচনা সেই বিষয়ে সন্দেহ নাই কাৰণ 'বীণা' ৰচনাৰ

এইখিনি গীত প্ৰায় সমসাময়িক। কিন্তু 'চেতনাৰ কণ্ঠ'ত ইয়াৰ পৰৱৰ্তী অৰ্থাৎ ১৯২০-২২ চনৰ গীত দুটামানো পোৱা যায়। এই গীতৰ খ্‌লটো 'তুমি' আৰু 'বীণা'ৰ কবিতাগুচ্ছৰ একেটা সাঁচতে ঢলা ৰচনা। সকলোবোৰ গীত আধ্যাত্মিক ভাবাপন্ন আৰু ভক্তিব্যঞ্জক, কিন্তু দুই-চাৰিটাত মিষ্টিক সুৰে প্ৰাধান্য লাভ কৰিছে। 'তোমাৰ চৰণ ধূলিৰ তলত', 'প্ৰভু সকলো তোমাৰে দান', 'প্ৰভু, যিমানে উধাই যাওঁ', 'নালাগে দয়া, নালাগে মায়া' আদি গীতসমূহত ভগৱানৰ সত্য, শিৱ আৰু মঙ্গলময় ৰূপ উপলব্ধি কৰি কৰিয়ে ভক্তিৰ আঁজলি যাচিছে, দয়া-কৰুণা ভিক্ষা কৰিছে, বিৰহৰ উপশম ঘটাবলৈ সান্নিধ্য ভিক্ষা কৰিছে আৰু ভগৱানৰ অপাৰ মহিমাত মুগ্ধ হৈছে। 'ৰিণিকি ৰিণিকি, টিমিকি টিমিকি', 'নিতাল নিশাৰ আজি বাজে কি গহীন গান', 'আজি মঙ্গল মন্দিৰ মোহি', 'মধুৰ নিৰ্মল নিয়াত জোনালী', 'তোমাৰ পুলক পৰশ লাগি', 'নিয়াত নিশাত আজি', 'তুমিয়ে যিমান বিশ্বৰ মাধুৰী'—আদি গীতসমূহত বিশ্ব-সৌন্দৰ্যৰ মাজত এক সত্তাৰ অস্তিত্ব, একৰ মাজত বহুৰ অস্তিত্ব, বৈচিত্ৰ্যময় একৰ প্ৰকাশ-মাধুৰ্যত পুলকভৰা আনন্দ, ছয়া-মায়া ৰূপত বিস্ময়ানন্দ আদি মিষ্টিক বা অতীন্দ্ৰিয় ৰাহস্যিক ভাবৰ উন্মেষ দেখা যায়। তলত উদ্ধৃত কৰা গীত দুটাৰ চানেকিত কিছু আভাস পোৱা যায়।

(ক) বাজে কাৰ কিনো সুমধুৰ
আকুল চঞ্চল অন্তৰপুৰ
মেঘাল ওৰণি কাষৰ কৰি
ফুলাই চাৱনি চন্দ্ৰমা
আকাশে আকাশে ফুৰি
বুলাই মধুৰ ভঙ্গিমা।
হাঁহি ভাঙি পৰা বেণু
জেউতি বুলোৱা বেণু
উদয়-অস্ত সমূলি বুৰাই
তৃপ্তি লভিছা কিনো!

(খ) তোমাৰ পুলক পৰশ লাগি
ফুলিল যি মোৰ ফুল হে প্ৰিয়,
ফুলিল যি মোৰ ফুল
তাৰেই গোন্ধত গোটেই জীৱন
বিভোৰ ব্যাকুল হে প্ৰিয়
বিভোৰ ব্যাকুল।

আধ্যাত্মিক ভক্তিভাৱৰ গীতসমূহত ভগৱানৰ ওচৰত গীতিকাৰৰ আত্মনিবেদন, তেওঁৰ আশ্ৰয়-ভিক্ষা আদি লোলুঠ্যমান ভক্তৰ হৃদয়াকৃতি জাজল্যমান ৰূপত প্ৰকাশ পাইছে। আনপিনে, মিষ্টিক ভাৱৰ গীতৰ লগত আধ্যাত্মিক গীতৰ সাদৃশ্য থাকিলেও স্বকীয় বৈশিষ্ট্য লক্ষ্য কৰা যায়। এই শ্ৰেণীৰ গীতত কবিৰ বিস্ময়পুলক-প্ৰেমানন্দৰ প্ৰকাশ ঘটি এক হৈয়ো বহু ৰূপত প্ৰকাশ হোৱা মূল সত্তাক কেতিয়াবা কেতিয়াবা 'প্ৰিয়' কেতিয়াবা 'আই', 'সখি', কেতিয়াবা 'বাণী' বুলি সম্বোধন কৰিছে, কিন্তু ভক্তিসূচক গীতবিলাক সাধাৰণতে 'নাথ' আৰু 'প্ৰভু' সম্বোধনহে দেখা যায়। সুফী কবিসকলে ভগৱানক বা সৃষ্টিৰ মৌলিক সত্তাৰ লগত 'প্ৰিয়তম' বা 'প্ৰিয়তমা'ৰ সম্পৰ্ক স্থাপন কৰি জাগতিক প্ৰতীকৰ সহায়ত সেই সম্পৰ্ক, অন্বেষণ, বিৰহ আৰু মিলনৰ মানসিক অৱস্থাৰ মাজেদি কাব্য বা কবিতাত প্ৰকাশ কৰা দেখা যায়। ৰায়চৌধুৰীৰ অতীন্দ্ৰিয়তাৰৰ কবিতাত প্ৰতীকৰ প্ৰয়োগ নাই বুলিলেও হয়। কিন্তু গীতবোৰ, ভক্তিমূলক বা অতীন্দ্ৰিয়বাচক হুয়ো বিধেই, মধুৰ প্ৰকাশভঙ্গি আৰু অনুভৱৰ আন্তৰিকতাৰ ফলত হৃদয়স্পৰ্শী আৰু ৰসোত্তীৰ্ণ হৈছে।

স্বাধীনতাৰ সংগ্ৰামত প্ৰত্যক্ষভাৱে জড়িত হৈ পৰাৰ পাছত অৰ্থাৎ ১৯২০ চনৰ পাছত গীত ৰচনাই মোৰ্ট সলালে। কবি আধ্যাত্মিক জগতৰ পৰা বাস্তৱ জগতলৈ নামি আহিল। 'দেশেই ভগৱান' বুলি বাস্তৱ প্ৰতীতি জন্মিল। এই শ্ৰেণীৰ গীতৰ ভাষা, ছন্দ আৰু শব্দধ্বনিয়ে উদ্দাম, যৌৱনোচ্ছল গতি আৰু শক্তি লাভ কৰে। যুদ্ধ-প্ৰয়াসী সৈনিকৰ বীৰোচিত পদবিক্ষেপ, ৰণহুংকাৰ, প্ৰত্যাহ্বান, উদাত্ত বাণী আৰু স্থান বিশেষে তিৰস্কাৰ-আক্ষেপৰ ধ্বনি অনুৰণিত হৈছে এইবিধ গীতত। 'ৰন্দো কি ছন্দেৰে' নামৰ গীতৰ থূলত এনে ধৰণৰ ২৫টা গীত সন্নিবিষ্ট হৈছে। স্বাধীনতা আন্দোলনৰ পটভূমিত ৰচিত সৰহখিনি ভাৰত-মাতৃৰ উদ্ধাৰৰ অৰ্থে গোৱা জাগৰণ গীত য'ত ভাৰতৰ অতীত গৌৰৱ সুঁৱৰি আৰু বৰ্তমানৰ দীনতা, নীচতা, দাসত্বৰ শিকলি ছিঙি দেশবাসীক 'দুৰ্গম গিৰি কান্তাৰ মৰু দুস্তৰ পাৰাবাৰ' অতিক্ৰম কৰি মুক্ত জীৱন লাভ কৰিবলৈ উদাত্ত আহ্বান জনাইছে। ভাৰত-উদ্ধাৰ প্ৰসঙ্গই যদিও সৰহখিনি গীতৰ প্ৰধান সুৰ, কেইটামান গীতত অসমৰ দুৰ্দশাৰ কথাও বৰ্ণনা কৰি অসমীয়াক সাৱধান-বাণী শুনাইছে। এই তেজ উতলোৱা ব্ৰজনিনাদী গীতবোৰত আধ্যাত্মিক ভাৱৰ গীতৰ কোমলতা, সুষমা আৰু সূক্ষ্ম ব্যঞ্জনা নাই যদিও স্বাধীনতা আন্দোলন তীব্ৰ কৰাত, দেশবাসীৰ সুপ্ত শক্তি জগোৱাত ধাৰাল অস্ত্ৰৰূপে কাম কৰিছিল। মনত ৰাখিব লাগিব ইয়াৰ বহুতো গীতৰ প্ৰধান গায়ক কবি নিজেই আছিল। গীতৰচক, গায়ক আৰু সুৰ-সংযোজক—এই তিনিওটাৰ ত্ৰিবেণী-সঙ্গম ৰায়চৌধুৰীৰ ব্যক্তিত্বৰ অন্যতম প্ৰধান বৈশিষ্ট্য।

**ৰায়চৌধুৰীৰ কবিতা:** মানসিক বা আনুভূতিক দৃষ্টিত ৰায়চৌধুৰী আছিল মুখ্যতঃ কবি। ড° বাণীকান্ত কাকতিয়ে বোধ কৰো সেই কাৰণে বন্ধু ৰায়চৌধুৰীক ৰাজনীতি এৰি বা ৰাজহুৱা জীৱনৰ হুলস্থুলৰ পৰা নিজকে আঁতৰাই আনি কাব্য ৰচনাত মনোনিৱেশ কৰিবলৈ সকীয়াই দিছিল। কাকতিদেৱৰ কথা শুনি ৰাজহুৱা কামত বিশেষকৈ অসম আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ থুঁজত

জাগি থাকি নৈসৰ্গিকী প্ৰতিভাৰ অপচয় ঘটোৱাৰ কাৰণে কাকতিয়ে ৰায়চৌধুৰীক The Spoilt Child of Assam বুলি হেনো মন্তব্য কৰিছিল। এই কথা কিমান সত্য কব নোৱাৰো। কিন্তু আনহাতে কাকতিদেৱে 'তুমি'ৰ পাতনিত এইদৰে মন্তব্য কৰি গৈছে "...ৰায়চৌধুৰী মুক্তকণ্ঠীয়া পুৰুষ। তেওঁ একালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশকৰ্মী, আনকালে তেনে অন্তস্পৰ্শী আবেগপূৰ্ণ প্ৰেমৰ কবি। তেওঁৰ সুগভীৰ প্ৰেমেই তেওঁৰ বিশাল কৰ্মপ্ৰেৰণা।" গতিকে দেখা যায় কবিতা ৰচনা আৰু দেশসেৱা ৰায়চৌধুৰীৰ ব্যক্তিত্বৰ পৰস্পৰ বিৰোধী দুটা শক্তি নাছিল, বৰং পৰিপূৰকহে আছিল। দেশসেৱাৰ কৰ্মপ্ৰেৰণাই কবি অম্বিকাগিৰীক স্বদেশ প্ৰেমৰ তেজোদ্দীপ্ত কবিতা লিখিবলৈ শক্তিহে দান কৰিছিল বুলি ধাৰণা হয়। দেশৰ বাঞ্ছিত-অবাঞ্ছিত পৰিস্থিতিয়ে কাব্যিক ছন্দক আগভেটি ধৰি অছান্দিক, অকাব্যিক হিল্লোল তোলে বুলি 'অনুভূতি'ৰ পাতনিত কবিয়ে উল্লেখ কৰিছে। কিন্তু পাতনিখন ভালদৰে পঢ়ি চালে এই কথাই স্পষ্ট হয় দেশকৰ্মই তেওঁক কাব্যৰচনাৰ ধাৰাবাহিকতা ৰক্ষা কৰাত অথবা একান্তভাৱে কাব্যৰচনা কৰাত বাধা জন্মাইছিল যদিও প্ৰতিকূল পৰিস্থিতিয়ে অভিজ্ঞতাৰ বৈচিত্ৰ্য আৰু গভীৰতা দান কৰাত সহায়ো কৰিছিল। কবিৰ নিজা ভাষাত কবলৈ গলে, "মোৰ গোটেইটো জীৱনত কাব্যিক ছন্দৰ নিৰৱচ্ছিন্ন চাল ৰক্ষা পৰা নাই। কোনো মুহূৰ্তত কাব্যিক-ছান্দিক চাল এটা ঠন ধৰি উঠিবলৈ কাণ্ড-ধাও কৰি কিছুদূৰ আগবাঢ়িলেও, দেশৰ বাঞ্ছিত-অবাঞ্ছিত নানান পৰিস্থিতিয়ে তাক আগবেটি ধৰি হয় কেঁকোৰা কৰি থয় নাইবা আনকালে চাল ঘূৰাই লৈ গৈ তাত অকাব্যিক, অছান্দিক হিল্লোল তোলে আৰু তাতেই মোৰ কাব্যিক ছন্দৰ জপলণীয়া গতিটোও লেওসেও হৈ মূৰ্ছিত পৰে। গোটেইটো জীৱনত এইদৰে কাব্যিক-অকাব্যিক ছন্দ-অছন্দৰ, উঠা-নমাৰ তাল-কাল ইতিবৃত্ত ঘটি আহিছে, সেই কাৰণেই মোৰ প্ৰায়বিলাক ছন্দতেই দৈশিক আৰু সামাজিক পৰিস্থিতিগত একোটা স্পৰ্শও আছে। হয়তো ইয়াত পৰিপুষ্টিগত কাব্যি ছান্দিক যোগসূত্ৰ উলিওৱাটোও টান হ'ব। সেইকাৰণে মোৰ ছন্দবিলাকৰো বেছিভাগ জটিল— অকবাচক ছান্দিক জগতত খাপ নোখোৱা বিধৰ।" ওপৰৰ উক্তিটো 'অনুভূতি'ৰ কবিতাৱলী উদ্দেশ্য কৰি লিখা যদিও তেওঁৰ সমস্ত কবি-জীৱনৰ ক্ষেত্ৰতে প্ৰয়োগ হয়। তেওঁৰ গোটেই জীৱনত এটা কাব্যিক-অকাব্যিক, ছন্দ-অছন্দৰ উঠা-নমা তাল-কালৰ প্ৰতিক্ৰিয়াৰ ফলেই কবিতাসমূহ। জীৱনৰ ঘাত-প্ৰতিঘাত, অনুকূল-প্ৰতিকূল অৱস্থাৰ মাজেদি লাভ কৰা অভিজ্ঞতাই মানসিক শোধনাগাৰত পৰিস্তুত হৈ কাব্য বা কবিতাৰ ৰূপ লয়। ৰায়চৌধুৰীৰ কবিতাৰ ৰূপতো এনে প্ৰভাৱ আৰু প্ৰক্ৰিয়াৰ অনুভোগৰ কৰ্ম।

প্ৰকাশভঙ্গি,ভাষা, ছন্দ আৰু আভ্যন্তৰিক সুৰ বা বাচ্য—এই সকলোবোৰ দিশৰ পৰা বিচাৰ কৰি চালে ৰায়চৌধুৰীৰ কবিতাবোৰক দুটা স্তৰত ভাগ কৰিব পাৰি। প্ৰথম স্তৰটোৱে 'তুমি', 'বীণা', 'বেণু' আৰু 'অনুভূতি'ৰ কিছু কবিতা সামৰি লয়। এই স্তৰৰ কবিতাবোৰ ৰচিত হৈছিল ১৯১০ চনৰ পৰা ১৯২০ চনৰ ভিতৰত। মহাত্মাগান্ধীৰ আন্দোলনৰ পৰা মুক্ত হৈ স্বদেশীত সক্ৰিয়কৰ্মী হৈ

থকা কালছোৱাতে সম্ভৱতঃ পাৰিবাৰিক মনোৰম ধৰ্মীয় পৰিবেশত জগতৰ বিচিত্ৰ সৌন্দৰ্য আৰু সেই সৌন্দৰ্যৰ পোহাৰ মেলা, এক হৈও বহু ৰূপ ধাৰণ কৰা, পৰম সত্তাৰ অৱস্থিতি উপলব্ধি কৰে। ১৯০৩ চনত পোন প্ৰথমে লাভ কৰা কিশোৰী প্ৰেমেই অৱস্থা-পৰিৱেশত ব্যাপকতা লাভ কৰি "সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি, প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি, বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলো আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰিছে।" এই উদ্‌ভ্ৰান্ত প্ৰাৰ্থিৱ প্ৰেম ইন্দ্ৰিয়াতীত প্ৰেমলৈ ৰূপান্তৰিত হোৱাৰ প্ৰক্ৰিয়াটো একাধিক কবিতাত সূচিত হৈছে। 'তন্দ্ৰাভঙ্গ' নামক কবিতাটিয়েই কবিৰ দৃষ্টি পৰিবৰ্তন আৰু প্ৰসাৰৰ চানেকি দাঙি ধৰে :

বাণীৰ ওঁঠত ফটিকা এটুপি পি
যুগ বহুশত আছিলো নিচাল দি,
স্বপ্নবিভোৰ তন্দ্ৰাহালুক মত্ত চিত্তৰ পাল
বতাহে বোলাই চৰিল কিমান—
অবুজ বেথাৰ জাল।
সেই আলাটোৰ আঁৰে আঁৰে বাণীৰ ৰূপুজুপু
ৰূপটো আগত মুঠে চুলি কেৱল সাৰি গুনো।
আজি তন্দ্ৰা টুটিল বাঁহী ভাঙিল
বাণীক আগত পালোঁ,
ইবাৰ ওঁঠত নহয়, পদত অমৰ সুধা পিলোঁ।

যেতিয়ালৈকে কবিয়ে বাণীৰ ওঁঠৰ মদিৰা পান কৰি স্বপ্নবিভোৰ তন্দ্ৰাহালুক হৈ নিচাল দি পৰি আছিল, অৰ্থাৎ ইন্দ্ৰিয়-উপভোগৰ উপাদান ৰূপেই আসক্তিক সৌন্দৰ্য গ্ৰহণ কৰিছিল তেতিয়ালৈকে সৌন্দৰ্যৰ স্বৰূপ উপলব্ধি কৰিব পৰা নাছিল। মদিৰাসক্তৰ দৰে অৰ্দ্ধ-চৈতন্য অৱস্থাত অবুজ বেদনাৰ অন্তৰালত একোটি মুহূৰ্তত সৌন্দৰ্যবাণীৰ মাত্ৰ অস্তিত্বৰ উমানহে পাইছিল। কিন্তু যেতিয়া উপভোগ বাসনাৰ বাঁহী টুটিল, তন্দ্ৰাও ভাঙিল তেতিয়াহে বাণীৰ সম্পূৰ্ণ ৰূপটো দেখা পালে আৰু তেতিয়া ওঁঠৰ মদিৰাৰ পৰিবৰ্তে পদ-প্ৰান্তত ভক্তিৰ অঞ্জলি যাচিলে, ফটিকাৰ ঠাইত অমৃত সুধা পান কৰিলে।

ওপৰত উল্লেখ কৰা মানসিক ৰূপান্তৰটো 'তুমি' কাব্যৰ সাতোটা স্তৰৰ মাজেদি প্ৰকট হোৱা দেখা যায়। 'বীণা' আৰু 'বেণু' কবিতা-গীতকো এই একেটা সুৰৰ ধ্বনি-প্ৰতিধ্বনি বিভিন্ন চিত্ৰ, কল্পচিত্ৰ আৰু আবেগ-আকুতিৰ মাজেদি শুনা যায়। এইবিলাকতে মন কবিবলগীয়া যে 'বাণী', 'প্ৰিয়', 'তুমি' আদি সম্বোধনেৰে আহ্বান কৰা চিৰসুন্দৰৰ লগত কবিক দি সম্পৰ্কৰ চিত্ৰ অংকিত হৈছে তাত পাৰ্থিৱ প্ৰেমৰ পূৰ্বৰাগ, ঔৎসুক্য, সন্দেহ, সৌন্দৰ্য-বিভোৰতা, বিৰহ-কাতৰতা মিলন-প্ৰয়াস,

ক্ষোভ, অভিমান, প্ৰত্যাহ্বান, বিস্ময়, ব্যাকুলতা. আত্মনিবেদন, ঈশ্বৰোপলব্ধি আদি বিচিত্ৰ আৰু বিভিন্ন ভাবাবেশ প্ৰকাশ পাইছে যদিও এইবোৰ ইন্দ্ৰিয়াতীত প্ৰেম-প্ৰকাশৰ মাধ্যম ৰূপেহে প্ৰয়োগ হৈছে।

১৯২০ চনত অসমত কংগ্ৰেছ মহাসভা আনুষ্ঠানিকৰূপে প্ৰতিষ্ঠা হয় আৰু এবছৰৰ পাছত মহাত্মা গান্ধীৰ অসম ভ্ৰমণৰ লগে লগে স্বাধীনতা আন্দোলনে অসমত তীব্ৰতা লাভ কৰে। ১৯০৪-৫ চনৰ পৰা উমি উমি জ্বলি থকা স্বদেশ প্ৰেমৰ জুইকুৰাই এতিয়া জাজ্বল্য ৰূপত প্ৰকাশ পাবলৈ নিৰ্ভৰযোগ্য মাধ্যম এটা পালে। সন্ত্ৰাসবাদীৰ স্বদেশপ্ৰীতি প্ৰকাশৰ মাধ্যম আছিল হিংসাত্মক, কিন্তু গান্ধীজীৰ আন্দোলন অহিংসাত্মক। ৰায়চৌধুৰীয়ে পৰাধীনতাৰ গ্লানিৰে আৱৰ্জিত বাস্তৱ সমাজ আৰু দেশৰ দৰিদ্ৰতা, নিষ্পেষণ, কলুষতা, নীচতা-হীনতা আদিলৈ লক্ষ্য ৰাখি অনুভৱ কৰিলে যে আধ্যাত্মিক অতীন্দ্ৰিয় কিবা এটাৰ পাছত মৰীচিকা খেদাৰ প্ৰয়োজন আৰু সাৰ্থকতাতকৈ বাস্তৱ সমাজ আৰু দেশখনক ধুই-পখালি নিকা কৰি, পৰাধীনতাৰ শিকলি ছিণ্ডি মুক্ত কৰিব পৰাতহে অধিক সাৰ্থকতা আছে। নৰনাৰায়ণৰ সেৱাহে প্ৰকৃত সেৱা। এই উপলব্ধিৰদ্বাৰা অনুপ্ৰাণিত হৈ ১৯২০ চনৰ পৰৱৰ্তী কালছোৱাত ৰচনা কৰা কবিতা-গীতজানিত দেশপ্ৰেমৰ জাগৰণী ভৈৰৱ সুৰ আৰু আত্মিক, সামাজিক আৰু দৈশিক কলুষ-কালিমা ধুই নিব পৰা সম্মাৰ্জনী-মন্ত্ৰ উচ্চাৰিত হৈছে। 'অনুভূতি'ৰ শেষাংশ, 'স্থাপন কৰ, স্থাপন কৰ', 'বেদনাৰ উল্কা', 'দেশেই ভগৱান'ৰ কবিতাসমূহ আৰু 'বন্দো কি ছন্দেৰে' নামৰ গীত-সংকলনৰ গীতসমূহত ওপৰত উল্লেখ কৰি অহা জাতীয় প্ৰেম দেশপ্ৰেম আৰু আত্মশোধনৰ অগ্নিবৰ্ষী ওজস্বী সুৰ ধ্বনিত হৈছে। 'তুমি' আৰু 'বীণা'ৰ মধুৰ গুঞ্জন, মসৃণ বাক্-ভঙ্গি আৰু নিমজ লাস্যময়ী ছন্দগতি ইয়াত নাই। তাৰ ঠাইত পাওঁ ওজস্বী ভাষা, ধ্বন্যাত্মক শব্দ, যুদ্ধলৈ আগবাঢ়ি যোৱা সৈনিকৰ বীৰত্বব্যঞ্জক পদবিক্ষেপ আৰু 'কালবিজয়ী ৰুদ্ৰলীলাৰ ডমৰু ভেদি' উঠা অনলশিখা। সৰস্বতীৰ বীণাৰ মধুৰ ধ্বনিৰ ঠাইত নটৰাজৰ তাণ্ডৱ নৃত্য আৰু সংগ্ৰামৰ ৰণ-দুন্দুভিৰ ভৈৰৱ ধ্বনিয়ে ঠাই পাইছে। 'তুমি' আৰু বীণা'ৰ তান-প্ৰধান যৌগিক ছন্দৰ ঠাইত 'বেদনাৰ উল্কা' আৰু 'অনুভূতি'ৰ পাছৰ কবিতাবোৰত শ্বাসাঘাতপ্ৰধান বা মাত্ৰাবৃত্ত ছন্দৰ প্ৰয়োগ মন কৰিবলগীয়া বিশেষত্ব। ৰাচ্যৰ প্ৰকৃতি অনুসৰি সুৰো সলনি হয়, জাতীয় ভাবোদ্দীপক সংগ্ৰামী কবিতাৰ ছন্দোগতি প্ৰেম-বিৰহৰ মধুৰ সংগীতৰ ছন্দোগতিৰে একে কেতিয়াও হ'ব নোৱাৰে। কিন্তু প্ৰথম স্তৰত ৰচনা কৰা দুই-এটা কবিতাতো শ্বাসাঘাতপ্ৰধান ছন্দই ভুমুকি নমৰাকৈ থকা নাই। 'তন্ত্ৰাভঙ্গ' শীৰ্ষক কবিতাটোৰ ছন্দোগতিলৈ লক্ষ্য কৰিলেই ইয়াৰ প্ৰমাণ পোৱা যায়। কিন্তু ১৯১০-১৯২০ চনৰ ভিতৰত ৰচনা কৰা সৰহভাগ কবিতাতে যৌগিক ছন্দৰীতি ব্যৱহাৰ কৰিছে। স্বাধীনতা আন্দোলন আৰু সংৰক্ষিণী সভাৰ পটভূমিত ৰচনা কৰা কবিতাসমূহৰ ছন্দ মাধ্যম মাত্ৰাবৃত্তিক বুলি মোটামুটিভাৱে ক'ব পাৰি, কিন্তু ওপৰত উল্লেখ কৰা দুই শ্ৰেণীৰ ছন্দৰ আকৌ প্ৰত্যেকৰে ছন্দসজ্জাৰ বিবিধ ৰূপভেদ আমি দেখিবলৈ পাওঁ। সেই সম্পৰ্কে বহলাই আলোচনা কৰাৰ থল ইয়াত নাই।

স্বাধীনতাৰ পাছৰ সময়ছোৱাত ৰচনা কৰা কবিতাত কবিৰে ছন্দৰ ক্ষেত্ৰত স্পন্দিত গন্ত আৰু মুক্তক ছন্দৰ প্ৰভাৱ চাপি থকা দেখা যায়। 'বঙালী বিহুৰ ভাক' শীৰ্ষক কবিতাটোৰ ছন্দলৈ মন কৰিলেই এইটো বুজিব পাৰি।

বিহুৱা কাই আহিছে,
প্ৰতি বছৰৰ মুক্তমস্তা চৌবৰৰ পাৰ হই
উঠা-নমাৰ বতিয়াল ঢেকাবোৰ গাত পিন্ধি
বছৰে পতি আহে বিহুৱা কাই,
এই বাৰো আহিছে।
কিন্তু এইবাৰ এই বছৰত আহিছে সি,
ৰূপ সদাই নতুন হৈ।

এইটো স্পন্দিত গন্তৰ নিদৰ্শন। সেই দৰেই 'দেশেই ভগৱান' নামৰ কবিতাটোৰ ছন্দসজ্জা মুক্তক। তলৰ উদাহৰণটোলৈ মন কৰক:

আছেনে কোনোবা এনে ভাৰত সন্তান।
ভাৰত মাতাৰ, ভাৰত জাতিৰ,
সহে এনে লাঞ্ছনা অপমান?
নাই নাই, নিশ্চয় নাই, কোনো নাই
আছে যদি কোনোবা লুকাই
সি ভাৰতদ্ৰোহী, দেশদ্ৰোহী, জাতিদ্ৰোহী
মাতৃদ্ৰোহী, ভ্ৰাতৃদ্ৰোহী,
অকৃতজ্ঞ, বক্তপাণ্ড, বিষধৰ সাপ
অসভ্য বৰ্বৰ,
ভাৰতৰ সুসভ্য সমাজত নাই তাৰ স্থান।

এই কথা দুই কৰিব নোৱাৰি যে স্বদেশপ্ৰেমৰ কবিতাই বাহ্যিক শক্তি লাভ কৰিছে, কিন্তু প্ৰথম স্তৰৰ কবিতাৰ আভ্যন্তৰিক শক্তি ইয়াত হ্ৰাস পালে।

**জুমি:** বায়চৌধুৰীৰ কবিতা-সংকলনকেইটাৰ পৰিচয়েৰে আলোচনা সামৰা যাওক। তেওঁৰ প্ৰথম কাব্যপুথি 'জুমি' ১৯১৫ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশ হয়। 'জুমি' কাব্য ৰচনাৰ আঁতিগুৰি বায়চৌধুৰীয়ে অকপটভাৱে 'মোৰ জীৱন-ধুমুহাৰ এছাটি'ত ব্যক্ত কৰিছে। সেই বিষয়ে লোহাবিৰ প্ৰয়োজন নাই যদিও এবাৰি উদ্ধৃতি বৰ মূল্যবান। তেওঁ লিখিছে, "নিজোজন মৌতিতৰ, পূৰ্ণিমাৰ পৰোজৰ উপৰি পৰা সেই মুকচন্দ্ৰিমাৰ তিন হাঁহিটোৰ বিজুলী চমকটোৱে, এপাৰ হানি হোৱা মোৰ

বাঁও হাতৰ কনিষ্ঠ আঙুলিটোৰকালে চাই চাই মোৰ চিন্তা আৰু কৰ্মধাৰাৰে আজিলৈকে মোক প্ৰেৰণা দি আছে; একেদৰেই বিকিৰণ কৰি আছে।" ··"একালে এপাৰ নোহোৱা আঙুলিটোৱে লখনাই সৌৰবাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনকালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনক অজ্ঞাতসাৰে কোনোবা সাগৰত পেলাইছিল। সেই ভাব সাগৰত উটি-বুৰি পোৱা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।" 'বীণা' কাব্যৰ পাতনিত কবিয়ে আকৌ লিখিছে, "আকাশতকৈয়ো উদাৰ, আলোকতকৈ উজ্জ্বল, প্ৰেমতকৈয়ো পৱিত্ৰ, ভক্তিতকৈয়ো কোমল, তত্ত্বতকৈয়ো গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত মোৰ অন্তৰ জগত সদায় উদ্ভাসিত হৈ আছে সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ এই প্ৰীতিভৰা অঞ্জলি।" মহাকবি ডাণ্টেই La Vita Nouva (The New Life) নামৰ গ্ৰন্থত তেওঁৰ প্ৰেৰণাদাত্ৰী বিয়েট্ৰিচক কেৱল কিশোৰী বা নাৰী ৰূপত নাচাই God-bearing Image ৰূপে দৃষ্টি কৰাৰ দৰেই ৰায়চৌধুৰীয়েও এঘাৰ বছৰীয়া কিশোৰী বঙ্গবালাক জীৱনদেৱতা ৰূপে মহিমাময় স্থান দিছে। 'ৱিটা নৱা'ত ডাণ্টেই লিখিছিল, "Behold, a God, stranger than I, that is come to bear rule over me." ৰায়চৌধুৰীৰ 'তুমি' আৰু 'বীণা'ৰ স্থানো কাব্যজীৱনত সমজাতীয় বুলি কব পাৰি। 'তুমি' কাব্যৰ আলোচনা প্ৰসঙ্গত ড° কাকতিয়ে কিশোৰীৰ ইন্দ্ৰিয়প্ৰমাথী শাৰীৰিক সৌন্দৰ্যই স্তৰে স্তৰে ক্ৰমে উঠাই গৈ কেনেকৈ অসীমত মিলি ভূমাস্পৰ্শ কৰিছে দেখুৱাইছে।

**বীণা:** ১৯১৬ চনত ডিব্ৰুগড়ৰ পৰাই 'বীণা' প্ৰকাশ হয়। 'তুমি' এটা দীৰ্ঘায়তন কবিতা, কিন্তু 'বীণা' সৰু সৰু ১৮৮টা গীতি-কবিতাৰ সমষ্টি। প্ৰত্যেকটো কবিতাৰ একোটা শিৰোনামাও দিয়া হৈছে। 'বীণা'ৰ শেষৰ বেটুপাতৰ পিঠিত 'মই' আৰু 'বেণু' নামৰ দুখন কবিতাৰ পুথি যন্ত্ৰস্থ বুলি জাননী দিয়া হৈছিল। চৌদ্দটা গীতৰ সমষ্টি 'বেণু' নামৰ এখন হাতেলেখা বহী পোৱা গৈছে, কিন্তু 'মই' নামৰ কোনো গ্ৰন্থ এতিয়াও হাতত পৰাহি নাই।[১] সম্ভৱতঃ অকণা প্ৰেছত জুই লাগোঁতে অথবা উজানবজাৰৰ পৰা তেওঁৰ ঘৰ উচ্ছেদ কৰোঁতে এইখন নষ্ট পালে। এই দুখনৰ বাহিৰেও প্ৰকাশক বিচাৰি আৰু কেবাখনো কবিতাৰ পুথিৰ জাননী দিয়া হৈছিল। সম্ভৱতঃ সেই কেইখন কল্পনাতেহে আছিল, বাস্তৱ ৰূপ পোৱা নাছিল।[২]

'বীণা'ৰ অকণি অকণি কবিতাবোৰত আধ্যাত্মিক বিৰহৰ বেদনা প্ৰধানকৈ প্ৰকাশ পাইছে। যিজনৰ বিৰহত কবি ব্যথাতুৰ সেইজনক সুন্দৰী, প্ৰিয়তমা, প্ৰাণধন, সখী, নাথ, বিশ্বপতি, অন্তৰ্যামী আদি বিবিধ বিভূষণেৰে সম্বোধন কৰিছে, আৰু 'তই', 'তুমি' দুয়ে ধৰণে মাতিছে। বিৰহানুভূতিৰ বিভিন্ন

---

১. 'বেণু'ৰ গীতখিনিৰ লগত আৰু কুৰিটামান একে পৰ্য্যায়ৰ গীত সংযোগ কৰি সুৰতীৰ্থই 'চেতনাৰ কণ্ঠ' নাম দি, কেইটামানৰ স্বৰলিপিও দি এখন গীতৰ পুথি যোৰা তিচেৰৰ মাহত প্ৰকাশ কৰিছে।

২. প্ৰকাশক বিচাৰি জাননী দিয়া পুথিৰ নাম এনে—তুমি-মই, তোমাৰ-মোৰ, তোমাক-মোক, ইত্যাদি।

আৰু বিচিত্ৰ mood কবিতাবোৰত প্ৰকাশ হৈছে। বিৰহৰ তপ্তদগ্ধ বেদনা, সঁহাৰি নিদিয়া প্ৰিয়তমৰ নিৰ্দয়তা, তেওঁৰ সান্নিধ্যত ৰিক্ত জীৱন পূৰ্ণ কৰাৰ কামনা, তেওঁৰ অবিচাৰ প্ৰেমৰ গামোচাৰে চৰণ-যুগলটি অভ্যৰ্থনা জনাবৰ হেঁপাহ, সুৰমাধুৰীৰ সাগৰ সৃষ্টি কৰি প্ৰিয়জনাক আকৰ্ষণ কৰিবলৈ প্ৰবল আকাংক্ষা কিছু কবিতাত প্ৰকাশ পাইছে। জোনাকৰ মৌসনা টো ফালি প্ৰিয়তমাৰ সুখ ভাহি আহি কবিৰ বিৰহাগ্নি জ্বলাই তোলে। প্ৰিয়তম অসীম সৌন্দৰ্যৰ ভৰাঁল, কবি কুৰূপ, সেই কাৰণেই অৱহেলা কৰা বুলি কবিৰ সন্দেহ জন্মিছে, তথাপি তেওঁৰ ৰসভৰা অন্তৰ এবাৰ পৰখি চাবলৈ অনুৰোধ কৰিছে। আকাশৰ নীলিমাৰ আঁৰত মিঠা হাঁহিভৰা প্ৰিয়জনৰ মুখৰ ৰেখাহে কবিয়ে দেখা পাইছে। যদি ভগা ঘৰ বুলি প্ৰিয়জনে তেওঁৰ ওচৰলৈ আহিবলৈ সংকোচ কৰিছে তেন্তে হৃদয়ত ফুলি থকা প্ৰেম শতদলৰ আঁৰত আত্মগোপন কৰিব পাৰিব। কবিৰ দৃঢ় বিশ্বাস যে তেওঁক উপেক্ষা কৰিলে প্ৰিয়জনৰ অন্তৰতো সমানেই বিৰহৰ জুই জ্বলিব।

কেতিয়াবা প্ৰত্যাহ্বানৰ সুৰত প্ৰিয়জনক জনাইছে :

বিৰহৰ দগ্ধশিখা যিমানে জ্বলাবা,
সিমানে কাৰত মোৰ পৰাজয় হবা।
অসীমকো তুলি লম বিশীৰ্ণ শিৰত,
তেতিয়া তোমাৰ গপ পৰিব তলত।
.... .... .... ....
আছে এনে কান্দ মোৰ
তাক যদি পাতি থওঁ মই,
কলিজা কুমটি বান্ধি ডোলৰ মূৰত—
বিশ্বময় ফুল তোৰ, ফুৰোঁতে ফুৰোঁতে শুঙি
বান্ধ খাই পৰি ৰবি কান্দৰ মাজত।

বিৰহত থকাটোও এক আনন্দময় অনুভূতি। সেই অনুভূতিকে প্ৰিয়জনৰ দান বুলি সাদৰি লবলৈ কুণ্ঠাবোধ কৰা নাই। প্ৰিয়তমৰ সাক্ষাৎ নাপালেও ঐশ্বৰিক হাঁহিটি অন্তৰত উপলব্ধি হলেই যথেষ্ট বুলি ভাবিছে :

গোটেই মুখনি তোৰ নালাগে দেখাব,
গোটেই মাধুৰীখিনি নালাগে ফুলাব,
.... .... .... ....
আধা ফুটা সুৰে তুলি মিলনৰ গান,
গোৱা যদি তাৰে মোৰ পমিব পৰাণ।

বিশ্বসুন্দৰীৰ সপোনপুৰীতকৈ নিজৰ দেশখনক কবিয়ে উচ্চ স্থান দি ইয়াতে চিৰকাল জীৱন কটাবলৈ স্থান বিশেষে বাসনা প্ৰকাশ কৰিছে।

থাকা ভেনেহলে বাক লৈ তুমি তোমাৰ গৌৰৱ,
নোখোজোঁ তোমাত আৰু বিশ্বজয়ী নন্দন সৌৰভ।
তোমাৰ দেশতকৈ মোৰ দেশ ভাল,
ইয়াতে কটাম হাঁহি হাঁহি চিৰকাল।

ভগৱানে যদি কবিক চঞ্চল মানৱ বুলি উপেক্ষা কৰিছে তেন্তে কবিৰ মতে ভগৱানতকৈ চঞ্চল কোনো নাই, কাৰণ চঞ্চলতাৰ ভেটিতে জগতত বিচিত্ৰতা সৃষ্টি কৰিছে। বিশ্বস্ৰষ্টাই কবিক সামান্য বুলি উপেক্ষা কৰিব নোৱাৰে, কাৰণ কবি অবিহনে বিশ্বস্ৰষ্টাৰ আশ্ৰয় নাই।

অনন্ত হাতত লৈ, সুখত বিভত হৈ,
মোক নিৰাশ্ৰয় দেখি, বিশ্বকাব্য লেখি লেখি—
হাঁহি আছ মোৰফালে চাই।
লাখ বাৰ মৰি মৰি, অনন্তৰ টৌ টু ধৰি
আনিম বেতিয়া টানি, উৰাম বিজয় বাণী
নিৰাশ্ৰয় হৈ ৰবি চাই॥

কেতিয়াবা প্ৰিয়তমক পোন বাট ধৰি, কেতিয়াবা গোপনে, কেতিয়াবা হেডাৰ অতিক্ৰম কৰি হৃদয়-মন্দিৰত থিত দিবলৈ কবিয়ে আকুতি জনাইছে। 'তুমি' কাব্য সন্তুষ্টিৰ; 'বীণা' কাব্য বিৰহ আৰু অসন্তুষ্টিৰ কাব্য। এই অসন্তুষ্টি আধ্যাত্মিক অসন্তুষ্টি আৰু এই আকাংক্ষা 'the desire of the moth for the star,' 'ৰূপতৃষ্ণা চিৰমুন্দৰৰ'।

**অনুভূতি (১৯৫৪):** 'অনুভূতি' তিনি কুৰি এটা কবিতাৰ সংকলন, তাৰ ভিতৰত প্ৰথমৰ ছকুৰি ছয়টা কবিতা প্ৰাক্-স্বাধীনতা কালৰ ৰচনা, বাকী পোন্ধৰটা উত্তৰ-স্বাধীনতা যুগৰ। প্ৰথম কবিতা 'সুৰী দৌত্য' ১৯১০ চনত আৰু শেষৰ 'নিকাৰ নতুন সৃষ্টি গজক' ১৯৫৪ চনত ৰচনা কৰিছিল। ১৯১০ চনৰ পৰা ১৯১৭ চনৰ ভিতৰত ৰচনা কৰা কবিতাসমূহৰ বিষয় আৰু প্ৰকাশন-শৈলী 'তুমি' আৰু 'বীণা'ৰ সমধৰ্মী। এইবোৰ কবিতাতো অতীন্দ্ৰিয়-আধ্যাত্মিক প্ৰেম, বিৰহ, ক্ষোভ, অভিমান, আনন্দ, নিজৰ দীনতা ভাব আদি প্ৰকাশ হৈছে। প্ৰকাশভঙ্গি, কল্পচিত্ৰৰ বিভিন্নতাৰ বাহিৰে বিষয়-বস্তুত নতুনত্ব নাই। সংস্কৃত সাহিত্যৰ দূতকাব্যৰ দৰে কবিয়েও প্ৰথম কবিতাটোত বিৰহ-বীণাৰ সুৰক সুনীল সিপাৰত বহি থকা প্ৰিয়ালৈ প্ৰেমৰ বাতৰি পঠাইছে। প্ৰিয়ালৈ পঠোৱা সন্দেশ বা বাতৰিসমূহেই বিভিন্ন কবিতাসুৰত প্ৰকাশ পাইছে। চমুকৈ ক'বলৈ গলে এই সংগ্ৰহত স্থান পোৱা কবিতাখিনি 'বীণা'ত প্ৰকাশ পোৱা ভাৱেই পৰিৱৰ্তিত ৰূপত ব্যক্ত হৈছে। কোনো কোনো কবিতাত ভগৱানেই সকলতো প্ৰকাশমান আৰু কোনো ঠাইত সকলো ভগৱানত অৱস্থিত— এই দুয়োটা ধাৰণাই স্থান বিশেষে প্ৰকাশ পাইছে। 'একত বহু, বহুত এক—একে ৰূপত নানান ভেশ' ( ৰহস্যধাম )—এই

উক্তি প্ৰণিধানযোগ্য। কবিৰ অস্তিত্বৰ লগত বিশ্বস্ৰষ্টাৰো অস্তিত্ব জড়িত। সেই কাৰণেই কবিয়ে গাইছে :

যি কালেহি ফুল ফুলে মোৰ
সেই কালেহি চলে তোমাৰ গোন্ধ
যি খিনিতে মোৰ গীত পৰে ওৰ
তাতেই তোমাৰ জীৱনো হয় বন্ধ॥

বিশ্বস্ৰষ্টাৰ পৰশ লাগি কবিৰ অন্তৰত একালে যেনেকৈ পুলক জাগি মিলনৰ আকাংক্ষা তীব্ৰ কৰি তুলিছে তেনেকৈ সৃষ্টিৰ বিচিত্ৰ-মোহনীয় সৌন্দৰ্যই কবিক অভিভূত কৰিছে আৰু তাৰ মাজত বিশ্বপতিৰ মহিমা উপলব্ধি কৰিছে। এইখিনিতে এটা কথা মন কৰিব লগীয়া। যেতিয়াই কবিয়ে বাণীৰ ওঁঠৰ পৰশ বিচাৰি ব্যাকুল হৈছে তেতিয়া তেওঁ ব্যৰ্থ হৈ নিৰাশাত পৰিছে, কিন্তু তাৰ বিপৰীতে যেতিয়া পদ-প্ৰান্তত আশ্ৰয় বিচাৰিছে তেতিয়া ওচৰ চাপি সান্নিকট্য লাভ কৰিছে।

বাণীৰ বুকত যেন-বকুলৰ গোন্ধ বিচাৰ কৰি
আকাশ খিয়াই লব যেতিয়া ধৰোঁ
অন্ধকাৰৰ অতল গুহাত পৰোঁ।
পদ-পদুমৰ ৰেণু খুজি আকুলতাত পৰি
পৰাণ ঢালি প্ৰণাম যেবে কৰোঁ
আলোকময়ীৰ সন্নিকটত সৰোঁ॥
বাণীয়ে নিদিয়ে ধৰা, আছে পিছুৱাই;
ইদৰে অনন্তকাল ওঁঠ দুটি মোৰ
চুমা লৈ বাণীক খেদিছে—নাই পৰা ওৰ।

'তন্দ্ৰাভঙ্গ' কবিতাটোত একে ভাৱেই প্ৰকাশ পাইছে। কবিয়ে শেষত ভকিছে বিশ্বস্ৰষ্টা চিৰ সুন্দৰৰ সান্নিধ্য লাভ কৰা উৎকৃষ্ট মাধ্যম বুলি অনুভৱ কৰি গাইছে :

দিয়া শক্তি, তোমাৰ খিখিনি গভীৰ গুপ্ত
মোক্তে কৰি আজি সকলো লুপ্ত,
আপোন পাহৰা হৈ
তাতে থাকো লীন হৈ;
নোখোজোঁ তোমাক নালাগে ভয়,
নালাগে, নলওঁ মিলনময়,
দিয়া ভক্তি।

এই সংকলনৰ পাছৰ কৱিতাখিনি ভিন্নমুখী। জীৱনৰ ৰূপ আৰু আদৰ্শৰ, নীচতা-দীনতা, হীনতা আদি ঝাৰু দি সমাজ নিকা কৰাৰ প্ৰয়াস; জগতৰ সকলো দুখ-বেদনা নিজৰ কান্ধত লৈ নীলকণ্ঠ হোৱাৰ উদগ্ৰ বাসনা, ডেকা শক্তিক জাগি উঠিবলৈ আহ্বান, অসমৰ অস্মিতাৰ জয়গাঁথা, কলা-সংস্কৃতিৰ নামত সৃষ্টি হোৱা কদৰ্যতাৰ অৱসান, 'মোৰেই জগতখনে মোকেই মাতিছে' ভাৱৰ প্ৰতিধ্বনি, সময়-স্ৰোতৰ অবিৰামতা, চলিষ্ণু গতিৰ সাৰ্থকতা আৰু জীৱন সম্পৰ্কে আশাবাদ— এই সকলোবোৰেই 'অনুভূতি'ৰ দ্বিতীয় পৰ্যায়ৰ কৱিতাৰ মূল প্ৰকাশিতব্য বিষয়। এইখিনি কৱিতাৰ প্ৰকাশন-ৰীতি আৰু ছন্দসজ্জাও প্ৰথম পৰ্যায়ৰ পৰা পৃথক। ৰায়চৌধুৰীৰ এই শ্ৰেণী কবিতাত শব্দ-প্ৰয়োগৰ স্বকীয়তাই বিশিষ্ট শক্তি দান কৰিছে। সংযুক্ত ধ্বনিৰ ব্যৱহাৰে ছন্দক তেজস্বী কৰাত সহায় কৰিছে। কৱিতাত তাণ্ডৱ নৃত্যভঙ্গি দান কৰাত ৰায়চৌধুৰীৰ সমকক্ষ দ্বিতীয় এজন অসমীয়া কবি নাই। অৱশ্যে প্ৰসন্নলাল চৌধুৰীৰো কিছু কৱিতাত এই গুণ নথকা নহয়। তলত উদ্ধৃত কৰা নিৰ্দেশনে তাৰ আভাস দাঙি ধৰিব:

কৱি, কৱিতা ৰচিবা? ৰচা তেনেহলে—
ঝঙ্কৃত কৰি ত্ৰিলোক-তন্ত্ৰী,
স্তম্ভি জগত যন্ত্ৰ-যন্ত্ৰী,
মৃতামৃতৰ বিধান মন্ত্ৰি
পৰাজিত কৰি ব্ৰহ্মনাদকো গাজক
তোমাৰ কৱিতা-ঢলে।
....    ....    ....    ...
বিলাসালস্যৰ ক্লৈব্যী পৰশত
জীৱনদীপ্ত কৰ্মোল্লাসী পুলকোৎসব
ছন্দ পৰিছে ভাগি;
আত্মানন্দী সেৱাহৰষত
গ্লানিৰ জটিল বেদনা জমিছে মত্ত খকৰ
বজ্ৰ আঁচোৰ লাগি,
তাতে তোলোনেকি তাণ্ডৱ মোৰ
তাতে তোলোনেকি বিপ্লব?

**বেদনাৰ উল্কা (১৯৬৪):** সাতচল্লিশটা কৱিতাৰ সংকলন এই কৱিতা-গুচ্ছৰ দ্বিতীয় কৱিতাটোৰ বাহিৰে বাকীবোৰ স্বাধীনতাৰ পাছৰ ৰচনা। এই কৱিতাখিনিৰ সৰহভাগেই সাময়িক সমস্যা বা ঘটনাক উপলক্ষ্য কৰি ৰচনা কৰিছিল। চৰিত্ৰস্খলন, দুৰ্নীতি, দেশ আৰু স্বজাতি সম্পৰ্কে উদাসীনতা, কৰ্মবিমুখতা, ৰাজনৈতিক ভণ্ডামি, ধনলিপ্সা-ক্ষমতালিপ্সা আদি অধঃপতনত ক্ৰোধ আৰু

ক্ষোভ প্ৰকাশ কৰাৰ লগতে পাকিস্তান আৰু চীনা আক্ৰমণ পৰিপ্ৰেক্ষিতত দেশাত্মবোধ জগাবলৈ ৰচনা কৰা কবিতা কেইটামানো ইয়াত সন্নিবিষ্ট হৈছে। 'বেদনাৰ উল্কা'ই অকাডেমি পুৰস্কাৰ লাভ কৰিলেও ইয়াৰ কবিতাখিনিৰ স্থায়ী মূল্য 'অনুভূতি' বা 'তুমি'তকৈ অধিক নহয় বুলি কবৰ যথেষ্ট থল আছে। কবিয়ে এইটো উপলব্ধি কৰিয়ে উল্কা বা পপীয়া-তৰা শব্দটো নামৰ লগত জড়িত কৰি দিছিল যেন লাগে। উল্কাৰ পোহৰ ক্ষণস্থায়ী, খন্তেক জ্বলি নুমাই যায়। সমসাময়িক সমাজৰ অধঃপতনেও কবিৰ অন্তৰ জ্বলাইছিল। কিন্তু সেই অৱস্থাৰ পৰা নিষ্কৃতি হ'ব বুলিও আশা পোষণ কৰিছিল। এই কৱিতাখিনিয়ে ভাৰতত, বিশেষকৈ অসমত উত্তৰ-স্বাধীনতা কালছোৱাত ঘটা বা হোৱা অৱস্থাৰ পৰিপ্ৰেক্ষিতত ক্ৰোধ, নিন্দা, ভৰ্ৎসনা, উদ্‌গনি, বেদনা, অনুতাপ, ঘৃণা উদ্‌গীৰণ কৰাৰ লগতে এখন নিকা, নিষ্পেষণহীন সমাজ গঢ়িবলৈ আহ্বান জনাইছে। সংকলনটোৰ প্ৰায় ভুক্‌ৰি কৱিতাত ঠায়ে ঠায়ে কিছুমান থলুৱা ভাবদ্যোতক শব্দ প্ৰয়োগ কৰি বাচ্য প্ৰভাৱশীল কৰিছে –

ৰূপৰসগন্ধ শূন্য-সোলা, জুলুং ঠেও, এলাহ-লেপা, লাহবিলাহত হেলান দি, কৰ্মকাতৰ চুষ্টিমি, গলচিতিকি পেলাই গোৱা গীত, কামহাফৰত অলিগলি, ফেন্তা কথাৰ সিতা চোবাই, টনা ধোহা খাই কান্দে অসমী আই, ফোপোলা বজোৱা ফুচ ছিলৈ, চুঙাত সোমোৱা ভেম, এঠাৰ লেপেট, কোৱাৰি বিদৰা 'আইডোলজী'ৰ কাকধ্বনি, দগ্‌ধা চোৰৰ কিটিপ, চোতাল-কাথি, উল্টাচোচা জিলিক তোলা সাজ-কাচোন, ভুখা নাৰায়ণ, ৰাক্ষসী খক, কুঁহি মেল খাই হলফলি, ঘোপমৰা খ্ৰিয়মান অন্নদাদ, জীয়াৰ নামত হিহঁনি তুলি, সোলা ভেমৰ মূৰ্খপ্ৰতাপ, দুৰ্নীতিৰ কুষ্ঠক্লেদ, ক্লেদৰ পোক, অঙ্গ উদাই 'বৈলা চুটিল', শিল্পীনামাৰ নিধক ঠেও, যৌনক্লেদী অৱসাদ, সেৱাৰ বজ্ৰবাঢ়নি, মেওখুজীয়া খালপানী,— এনেবোৰ নিজস্ব বাকভংগীৰ লগত জোৰাল সংস্কৃত শব্দৰ সংযোগ-সমন্বয় ঘটাই প্ৰকাশিতব্য ভাবক শক্তিশালী কৰিছে।

**অন্যান্য কৱিতা ঃ** 'বেদনাৰ উল্কা'ৰ সহধৰ্মী 'স্থাপন কৰ, স্থাপন কৰ' (১৯০৮) নামৰ দীঘলীয়া কৱিতাটো লেখকে স্বতন্ত্ৰ পুস্তিকা ৰূপত প্ৰকাশ কৰে। উছৰ্গা-পত্ৰত কৱিতাটো ৰচনা কৰাৰ পটভূমি বৰ্ণনা কৰি তথাকথিত অসমীয়া নেতাসকলৰ দুৰ্বলতা, হীনমণ্যতা, স্বজাতি-স্বদেশ প্ৰীতিৰ অভাৱ, ভেদনীতি আদিৰ ভয়াবহ পৰিণতি সম্পৰ্কে বেদনা আৰু ক্ষোভ প্ৰকাশ কৰিছে, লগতে অসমীয়া ৰাইজক আত্মসচেতন আৰু কৰ্মতৎপৰ হ'বলৈ ঐকান্তিক আহ্বান জনাইছে। অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ মৰ্যাদা দান কৰি অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ ভেটি স্থাপন কৰিবলৈ ই এক উদাত্ত আহ্বান। আন এটা ক্ষুদ্ৰ সংকলন 'দেশেই ভগৱান' (১৯৬৫) চাৰিটা কবিতাৰ সমষ্টি। এই কৱিতাকেইটাত ভাৰতৰ মহিমা-জয়গান গোৱাৰ লগতে দেশসেৱা আৰু দেশৰক্ষাৰ পৱিত্ৰ কৰ্তব্য সম্পাদন সম্পৰ্কেও দেশবাসীক সোঁৱৰাই দিছে। কবিয়ে জন্মভূমিক ভগৱানৰ মৰ্যাদা দান কৰি গাইছে ঃ

দেশৰ বিহনে জনম নাই,
জনম নহলে জীৱন নাই,

জীৱন যেখানে ভগৱান নাই
জীৱনতেইতো ভগৱানৰ পূৰ্ণ অধিষ্ঠান
শেষ নহলে, জীৱন গলে ভগৱানৰ হয় অন্তৰ্দ্ধান।

আগতে উল্লেখ কৰি অহা হৈছে যে গতানুগতিক ছন্দৰ গঠন, শেষৰফালৰ কবিতাত শিথিল হোৱাৰ প্ৰৱণতা লক্ষ্য কৰা যায়। শেষত ইয়াকে থূলমূলকৈ কব পাৰি যে সাহিত্যিক ৰূপে ৰায়চৌধুৰীৰ প্ৰকৃত পৰিচয় কবিত্বত নিহিত।

নাট্যকাৰ ৰায়চৌধুৰী : ৰায়চৌধুৰীৰ পূৰ্ণাঙ্গ নাট তিনিখন, 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ' আৰু 'কল্যাণময়ী'। তিনিখন আগবয়সত, বৰপেটাত নজৰবন্দী হৈ থকা অৱস্থাত, ৰচনা কৰা নাট। নাট্যকাৰে 'জয়দ্ৰথ বধ'ৰ পাতনিত নাটকেইখন ৰচনাৰ পটভূমি আৰু উপলক্ষ্য বৰ্ণনা কৰিছে। সেই প্ৰসঙ্গত তেওঁ লিখিছে যে এই শতাব্দীৰ প্ৰথম দশকৰ বৰপেটাৰ মুকলি মঞ্চত বঙলা নাটৰ অনুবাদহে অভিনীত হৈছিল আৰু অভিনয়প্ৰেমীসকলেও অসমীয়া ভাষাত যে তেজাল আৰু প্ৰভাৱপাতী সংলাপ আৰু বচন ৰচনা কৰিব পাৰি সেই সম্বন্ধে ঘোৰ সন্দিহান আছিল। এনে ভুল ধাৰণা আঁতৰ কৰি বঙলা নাটৰ ঠাইত অসমীয়া নাটক স্বস্থানত প্ৰতিষ্ঠা কৰাই আছিল নাট্যকাৰৰ মুখ্য উদ্দেশ্য। নাট্যকাৰে 'জয়দ্ৰথ বধ'ৰ পাতনিৰ এঠাইত লিখিছে, "পাছ দিনা (পঞ্চম জৰ্জৰ অভিষেক উৎসৱত কি নাটক অভিনয় কৰা হ'ব সেই সম্পৰ্কে পঢ়া সভাৰ পাছ দিনা) পুৱাৰ পৰাই বৰপেটাৰ অভিনেতা-সকলৰ মনোভাব আৰু ৰুচিলৈ লক্ষ্য ৰাখি, কথা-বচনবিলাক যথাসাধ্য বলী হোৱাকৈ অৰ্থাৎ অভিনেতাসকলে আবৃত্তি কৰি সুখ পোৱাকৈ, জনসাধাৰণৰ মুকলি মঞ্চৰ উপযোগী কৰি অমিত্ৰাক্ষৰ ছন্দত লিখিবলৈ আৰম্ভ কৰিলোঁ—আৰু অসমৰ তথা কামৰূপৰ পুৰণি আৰু বৰগীত-দেহবিচাৰ-কীৰ্ত্তন-নাম আদিৰ সুৰবোৰৰ সমন্বয় ঘটাই গীতবিলাকো ৰচনা কৰি গলো।"—এই নাট ৰচনাৰ প্ৰথম প্ৰয়াসত নাট্যকাৰৰ মাতৃ দেৱকী দেৱী আৰু ভাতৃ গিৰীশ ৰায়চৌধুৰীৰো কিছু অৱদান নথকা নহয়। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য অসমীয়া পৰম্পৰাগত গীত-পদবোৰৰ সুৰৰ সমন্বয় ঘটাই নতুন প্ৰয়োগ প্ৰচেষ্টা বোধ কৰো এয়ে প্ৰথম। 'জয়দ্ৰথ বধ' তাৰ পাছত আৰু কেবাবাৰো অভিনীত হয়। 'ভক্ত গৌৰৱো' এই সময়তে ৰচনা কৰে। 'জয়দ্ৰথ বধ'ৰ পাতনিত এই নাটখনৰ এটা খণ্ডিত অংশহে নাট্যকাৰে ৰচনাৰ প্ৰায় পঞ্চাশ বছৰৰ পাছত উদ্ধাৰ হোৱা বুলি লিখিছে যদিও আমাৰ হাতত পৰা পাণ্ডুলিপি সম্পূৰ্ণ। অৱশ্যে পাণ্ডুলিপিত দুজন লেখকৰ হস্তাক্ষৰ পৰিলক্ষিত হয়। 'ভক্ত গৌৰৱ' চিৰকাললৈ হেৰাল" বুলি 'জয়দ্ৰথ বধ'ৰ পাতনিত লিখিছে যদিও সম্ভৱতঃ পাছত ইয়াৰ সম্পূৰ্ণ পাণ্ডুলিপি উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ল। 'কল্যাণময়ী'ৰ উপৰ্যুক্ত দুখন নাটৰ পাছত ৰচনা কৰে। সম্ভৱতঃ ১৯১৩-১৪ চনমানত এই নাট ৰচিত হয়। 'মোৰ জীৱন-ধুমুহাৰ এছাটি'ৰ এঠাইত লিখিছে, "ইংৰাজী ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈকে মোৰ ঘৰ বৰপেটাত 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী', 'তুমি', 'বীণা', 'বেণু' আৰু নানান গীত-পদ-প্ৰবন্ধ আদি এবাধৰ্যাকৈ প্ৰায় একে সময়তে ৰচনা কৰাত লাগোঁ। এয়েই

মোৰ সাহিত্য-চৰ্চাৰ আৰম্ভণী মুহূৰ্ত" ( পৃঃ ৩৬ )। 'কল্যাণময়ী' সম্পৰ্কে লিখিছে, "ৰঙ্গমঞ্চৰ বাবে লিখা 'কল্যাণময়ী' নাটখনো চক্ৰধ্বজ সিংহৰ সময়ত মিৰজুম্লাৰ অসম আক্ৰমণত বিধ্বস্ত হোৱা ঘটনা লৈ এটি সংগ্ৰামী মানসিকতাৰেই লিখা হৈছিল।" বৰপেটাৰ পৰা ডিব্ৰুগড়লৈ ১৯১৪ চনৰ শেষৰ ফালে যায়। গতিকে .৯১৩ চন অথবা ১৯১৪ চনৰ আগভাগত এই নাট ৰচনা কৰা বুলি ধাৰণা কৰিব পাৰি। এটা কথা মন কৰিবলগীয়া যে প্ৰথম দুখন মুকলি ৰঙ্গমঞ্চৰ উপযোগী কৰি ৰচনা কৰিছিল আৰু শেষৰখন বন্ধ ৰঙ্গমঞ্চক উদ্দেশ্য কৰি ৰচনা কৰিছিল। সেই কাৰণে নাটৰ দৈৰ্ঘ্য আৰু কৌশলতো কিছু প্ৰভেদ লক্ষ্য কৰা যায়।

তিনিওখন নাট অংক আৰু দৃশ্যবহুল। চাৰি-পাঁচটাকৈ অংক আৰু প্ৰত্যেক অংকতে তিনিত কৈ অধিক গৰ্ভাংক প্ৰতিখন নাটত সংযোজিত হৈছে। দৃশ্য বা গৰ্ভাংকবোৰো যথেষ্ট দীঘল; একোটা দৃশ্যই ছপা পৃষ্ঠাৰ ২০-২২ টা পৃষ্ঠাও লৈছে। ভঙ্গ অমিত্ৰাক্ষৰ ছন্দ প্ৰধান বা উচ্চ শ্ৰেণীৰ পাত্ৰ-পাত্ৰীৰ বচন-সংলাপত প্ৰয়োগ কৰিছে, কিন্তু নিম্ন শ্ৰেণীৰ চৰিত্ৰৰ মুখত সাধাৰণতে কথিত ভাষাৰ গদ্য-সংলাপ ব্যৱহাৰ কৰিছে। সংলাপ বা বচনসমূহ উচ্ছ্বাসপ্ৰধান, আৱেগধৰ্মী আৰু অপৰিমিত। নাটকীয় ঘটনা আৰু গতিৰ কাৰণে যিখিনি সংলাপৰ প্ৰয়োজন আৰু চৰিত্ৰৰ আত্মপ্ৰকাশৰ অৰ্থে যি বচন আৰু ক্ৰিয়া অপৰিহাৰ্য তাতকৈ অতিৰিক্ত বহুতো বৰ্ণনাধৰ্মী বা বক্তৃতাধৰ্মী উক্তি নাটৰ চৰিত্ৰাৱলীৰ মুখত দিয়া হৈছে। এনে কৰিবলগীয়া হৈছে প্ৰধানকৈ সেই সময়ৰ বঙলা যাত্ৰাভিনয় চাই অভ্যস্ত হোৱা আৰু তাৰদ্বাৰা নাট্যৰুচি গঢ়ি উঠা বৰপেটীয়া দৰ্শকৰ মনোৰঞ্জনাৰ্থে। তদুপৰি অৰ্দ্ধ শতাব্দীৰ আগতে অভিনয় আজিকালিৰ দৰে গধূলি ছয় বজাত আৰম্ভ হৈ নবজাত শেষ কৰা প্ৰথাও প্ৰচলিত নাছিল। দৰ্শকে ৰাতিৰ সাজ খাই গোটেই ৰাতি নহলেও শেষ ৰাতিলৈকে অভিনয় চাবলৈ ঘৰৰ পৰা ওলাই গৈছিল। এনে অৱস্থাত স্বাভাৱিকতে দৰ্শকক সন্তুষ্ট কৰিবলৈ নাট্য-প্ৰয়োজন নাথাকিলেও কিছুমান দৃশ্য আৰু ঘটনা সংযোগ কৰি নাট্য-কাহিনী দীঘলীয়া কৰিব লগা হৈছিল। তিনিখন নাটতে এনে পৰিস্থিতি আৰু দৃশ্য আছে যিবোৰ পৰিহাৰ কৰিলেও নাট্যবস্তু পঙ্গু নহয়।

নাটকেইখনৰ আন এটা বৈশিষ্ট্য হৈছে ছোকৰাৰ গীত। 'জয়দ্ৰথ বধ'ত এনে ছোকৰাৰ গীত অধিক। বাকী দুখন নাটত ছোকৰাৰ গীত বুলি কোৱা নাই। কিন্তু ঠায়ে ঠায়ে গীত প্ৰয়োগ নকৰাকৈ থকা নাই। তিনিওখন নাটত ভেৰকুৰিমান গীত আছে। সৰহভাগেই পৰিস্থিতিসাপেক্ষে উদ্ভৱ হোৱা পাত্ৰ-পাত্ৰীৰ মানসিক অৱস্থাৰ চিত্ৰণ। 'জয়দ্ৰথ বধ'ৰ গীতসমূহৰ কিছুত ৰাগ-তাল উল্লেখ কৰা হৈছে, কিন্তু বাকী দুখনৰ গীতত তেনে কৰা নাই। 'জয়দ্ৰথ বধ'ৰ পাতনিত থলুৱা গীতৰ সুৰ প্ৰয়োগ কৰা কথা কৈছে; বোধ কৰো পাছৰ দুখন নাটৰ গীতৰ ক্ষেত্ৰত নাট্যকাৰৰ সেই উক্তি অধিক প্ৰযোজ্য, অৱশ্যে প্ৰথমখনতো ৰাগ-তাল উল্লেখ নথকা গীত দুটামান আছে, সেই কেইটা গীত থলুৱা সুৰত বদ্ধ আছিল যেন অনুমান হয়। আধুনিক ৰুচিয়ে সকলো গীতৰ নাটকীয়

প্রয়োজন স্বীকাৰ নকৰে, কিন্তু যাত্ৰাভিনয়ত এইবোৰ অপৰিহাৰ্য বুলিয়ে গণ্য কৰা হৈছিল 'কল্যাণময়ী'ৰ গীত কেইটাৰ কাব্যিক আবেদনো নোহোৱা নহয়।

নাট্যকেইখনৰ দৃশ্য-পৰম্পৰা সঞ্জাত পৰিমিতাচাৰ দেখা নাযায় বুলি আগতে উল্লেখ কৰা হৈছে আৰু সুচিন্তিত দৃশ্য-পৰিকল্পনাৰো অভাৱ চকুত নপৰাকৈ নাথাকে। 'ভক্ত গৌৰৱ'ত এনে অবাঞ্ছনীয় আৰু অতিনাটকীয় দৃশ্যৰ প্ৰয়োগ অধিক পৰিমাণে লক্ষ্য কৰা যায়। অৱশ্যে 'প্ৰচেনিয়াম' মঞ্চৰ উপযোগিতালৈ চাইহে এই মন্তব্য কৰা হৈছে। মুকলি মঞ্চৰ ক্ষেত্ৰত এনে মন্তব্য দিয়া যুক্তিযুক্ত নহবও পাৰে। 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ' পৌৰাণিক নাট কাৰণেই লঘু সামাজিক চিত্ৰ সংযোজিত হোৱা নাই। কিন্তু 'কল্যাণময়ী' ইতিহাসৰ পটভূমিত ৰচিত হেতুকে কেইটামান সামাজিক লঘু চিত্ৰও ঘটনা-প্ৰৱাহৰ মাজত সুমুৱাই দিয়া হৈছে।

'জয়দ্ৰথ বধ' ১৯১১ চনত ৰচনা কৰে আৰু সেই চনতে মহাপুৰুষ মাধৱদেৱৰ তিথিত ইয়াৰ অভিনয় হয়। ইয়াত পাঁচটা অংক আৰু ষোলটা গৰ্ভাংক আছে। এই নাটৰ কাহিনী ভাগ মহাভাৰতৰ দ্ৰোণপৰ্বৰ অন্তৰ্গত; অৰ্জুনপুত্ৰ বীৰ অভিমন্যুৰ অন্যায় বধৰ প্ৰতিক্ৰিয়াত সৃষ্টি হোৱা, পুত্ৰশোকাতুৰ অৰ্জুনৰ প্ৰতিজ্ঞা পূৰণ আৰু জয়দ্ৰথ বধ। নাটখনত মহাভাৰতীয় কাহিনীটো নাটকীয় ৰূপ দিওঁতে নাট্যকাৰে মূল কাহিনী অব্যাহত ৰাখি নিজস্ব কল্পনাৰে কিছু নতুনত্ব প্ৰদান কৰিবলৈ চেষ্টা কৰিছে। পুত্ৰহন্তা জয়দ্ৰথক সূৰ্যাস্ত নহওঁতে বধ কৰিবলৈ কৰা অৰ্জুনৰ প্ৰতিজ্ঞা এফালে আৰু আনফালে সূৰ্য আকাশত থকালৈকে জয়দ্ৰথক ৰক্ষা কৰিবলৈ দ্ৰোণাচাৰ্যই কৰা প্ৰতিজ্ঞা— দুজন একান্ত ভক্তৰ প্ৰতিজ্ঞা কেনে ধৰণে কৃষ্ণই ৰক্ষা কৰি ভক্তৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিলে নাটখনত সেয়ে নাট্যকাৰৰ মৌলিক সৃষ্টি বুলি কব পাৰি। শ্ৰীকৃষ্ণই মায়াদেৱীৰ সহায়ত সূৰ্য অস্ত যোৱাৰ আগতে অন্ধকাৰ সৃষ্টি কৰি কৌৰৱসকলৰ বিভ্ৰান্তি ঘটাই জয়দ্ৰথ সহ তেওঁলোকক অৰ্জুনৰ অগ্নিপ্ৰৱেশ চাবলৈ ব্যূহৰ পৰা উলিয়াই আনে। জয়দ্ৰথৰ উপস্থিতিত মায়া অপসৰণ কৰি সূৰ্যক আকাশত দৰ্শনীয় কৰে আৰু সেই অৱস্থাত অৰক্ষিত জয়দ্ৰথক অৰ্জুনে বধ কৰে। ইয়াৰদ্বাৰা দ্ৰোণৰ প্ৰতিজ্ঞাও একপ্ৰকাৰে ৰক্ষা হয় আৰু অৰ্জুনেও জয়দ্ৰথক বধ কৰিবলৈ সক্ষম হয়। নাটখনত প্ৰধান চৰিত্ৰাৱলীক স্বকীয় বৈশিষ্ট্য প্ৰদান কৰিবলৈ নাট্যকাৰে যত্নৰ ত্ৰুটী কৰা নাই। যুধিষ্ঠিৰ সত্যপৰায়ণ, আৰ্দ্ৰ হৃদয় আৰু কৃষ্ণনিৰ্ভৰশীল; ভীম কক্ষ, বীৰ ভাৱাপন্ন আৰু কৃষ্ণভক্ত; কৰ্ণও কৃষ্ণভক্ত, ভ্ৰাতৃকেইজনৰ প্ৰতি গোপনে স্নেহাসক্ত অথচ আশ্ৰয়দাতা দুৰ্যোধনৰ প্ৰতি অনুৰক্ত আৰু উদাৰ; দ্ৰোণো অৰ্জুনৰ সমানে কৃষ্ণভক্ত, ন্যায়-অন্যায় সম্পৰ্কে সচেতন, আশ্ৰয়দাতা দুৰ্যোধনৰ ওচৰত কৃতজ্ঞতাপাশত আবদ্ধ। অৰ্জুনক মহাভাৰতৰ অনুৰূপেই চিত্ৰিত কৰিছে। পুত্ৰৰ মৃত্যুৰ বিপদ-সংকেত তেওঁ আগতেই পাই অধৈৰ্য হৈছে। নাৰী-চৰিত্ৰৰ ভিতৰত উত্তৰা আৰু সুভদ্ৰাতকৈ দ্ৰৌপদী আৰু দুঃশীলা অধিক আবেদনশীলা ৰূপত অংকিত হৈছে। দ্ৰৌপদীয়ে প্ৰকৃত ক্ষত্ৰিয় ৰমণী ৰূপে আৰু দুঃশীলাই পতিপ্ৰাণা ভাৰ্যা আৰু পুত্ৰস্নেহাতুৰা মাতৃৰূপে পৰিচয় দিবলৈ সক্ষম হৈছে। পৌৰাণিক কাহিনীৰ কালচক্ৰৰ

অবাধিত গতি, অনুপ্ৰাস আৰু ভক্তিৰসৰ প্ৰাধান্য অনেক ঠাইত প্ৰত্যক্ষভাৱে ব্যক্ত হৈছে। এই নাটখন আন দুখন নাটতকৈ সংহত আৰু প্ৰত্যয়শীল। নাটকীয় বা ভাব অনিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ সাৱলীল।

দ্বিতীয় নাট 'ভক্ত গৌৰৱ' বা 'শিখিধ্বজৰ দান পৰীক্ষা'ৰ কাহিনী জৈমিনীৰ আশ্বমেধিক পৰ্ব আৰু মহাভাৰতৰ অশ্বমেধ পৰ্বত পোৱা যায়। প্ৰতিশ্ৰুত দানৰ অৰ্থে শিখিধ্বজৰ আত্ম-বলিদান আৰু তেওঁৰ কৃষ্ণভক্ত বীৰপুত্ৰ তাম্ৰধ্বজৰ বীৰত্বৰ যি কাহিনী ভাৰত মহাকাব্যত পোৱা যায় তাৰ ভিত্তিত এই নাটৰ কাহিনী ৰচিত হৈছে। পাণ্ডৱৰ যজ্ঞাশ্ব ৰত্নাৱতী নগৰত প্ৰৱেশ কৰাত যুৱৰাজ তাম্ৰধ্বজে ঘোঁৰাটো বান্ধি থৈ পাণ্ডৱ বাহিনীক যুদ্ধলৈ আহ্বান কৰে। ফলত তাম্ৰধ্বজৰ সৈন্যৰ লগত পাণ্ডৱ-পক্ষৰ সংঘৰ্ষ ঘটে। অৰ্জুনকে প্ৰমুখ্য কৰি পাণ্ডৱ সৈন্যৰ তাম্ৰধ্বজৰ হাতত পৰাজয় ঘটে। কৃষ্ণই পৰমভক্ত শিখিধ্বজ আৰু তাম্ৰধ্বজৰ গৌৰৱ-মহিমা দেখুৱাবৰ উদ্দেশ্যেই পাণ্ডৱ পক্ষৰ পৰাজয় ঘটায়। পাছত শ্ৰীকৃষ্ণ আৰু অৰ্জুনে ব্ৰাহ্মণৰ ছদ্মবেশত শিখিধ্বজৰ (ময়ূৰধ্বজ) ওচৰ চাপি দান দিবলৈ প্ৰতিজ্ঞাবদ্ধ কৰাই তেওঁৰ আত্মদানৰ চৰম পৰীক্ষা লয়। পাছত অৱশ্যে ৰজাৰ ভক্তি আৰু আত্মদানৰ পৰাকাষ্ঠাৰ প্ৰমাণ পাই প্ৰকৃত পৰিচয় প্ৰদান কৰি দ্বিখণ্ডিত মৃত ৰজাক পুনৰ জীৱন দান কৰে আৰু যজ্ঞাশ্ব মোকলাই আনিবলৈ সক্ষম হয়। নাট্যকাৰে পুৰাণৰ মূল কাহিনীটো সামান্য লৰচৰ কৰিছে, কিন্তু সেই কাহিনীৰ ওপৰত স্বকল্পিত বহু কথা সংযোগ কৰিছে। নাটৰ সংঘন, পুষ্পক, ইন্দুমতী, প্ৰতিভা, সৰ্বানন্দ, সত্যশীল আদি চৰিত্ৰ আৰু তেওঁলোকৰ কাৰ্যকলাপো নাট্যকাৰৰ সৃষ্টি। প্ৰতিভা আৰু ইন্দুমতী উভয়ে তাম্ৰধ্বজক পতিৰূপে পাবলৈ বাঞ্ছা কৰি যি দ্বন্দ্বৰ সূচনা কৰিছিল তাক আগবাঢ়িবলৈ নিদি খোৰতে অৱসান ঘটোৱাত নাটৰ ঘটনা-প্ৰৱাহৰপৰা আকস্মিকভাৱে প্ৰতিভা আঁতৰি যাব লগা হ'ল। দ্বিতীয় অংকৰ পৰা শেষলৈকে প্ৰতিভাক ঘটনা-প্ৰৱাহৰপৰা আঁতৰাই ৰখা হ'ল। ইন্দুমতী আৰু প্ৰতিভাক বাই-ভনী বুলি প্ৰথম অংকত উল্লেখ কৰি পাছত ইন্দুমতীক মন্ত্ৰী-দুহিতা আৰু প্ৰতিভাক সেনাপতি সংঘনৰ কন্যাৰূপে দেখুওৱাৰ ফলত আগৰ আৰু পাছৰ উক্তিৰ সঙ্গতি নোহোৱা হৈছে। সংঘন আৰু পুষ্পক-সংক্ৰান্ত ঘটনাৱলীৰ লগত মূল কাহিনীৰ কোনো সম্পৰ্ক স্থাপন কৰিব পৰা নাই। বিনা কাৰণত, কোনো ধৰণৰ প্ৰৰোচনা নথকা সত্বেও তাম্ৰধ্বজে সংঘনক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰাৰ (১/৩) কোনো যুক্তি নাই। সেইদৰে তাম্ৰধ্বজ-প্ৰতিভাৰ গুপ্ত বিবাহ সম্পন্নত ভগৱতী, জয়া-বিজয়া, নন্দী-ভৃঙ্গীৰ হস্তক্ষেপ আৰু আগতাগ খোৱা দৃশ্য আৰু জয়া-বিজয়া আদি ভগৱতীৰ অনুচৰীবিলাকে বিয়াৰ জলপানৰ ভাগ লৈ খোৱা-কামোৰা কৰা দৃশ্য কাহিনী বিকাশৰ কাৰণে অপৰিহাৰ্য নহয়, কাৰণ বিয়াৰ পাছতে প্ৰতিভা নাটকৰ পৰা একেবাৰে আঁতৰি গৈছে আৰু তাম্ৰধ্বজে ভুলক্ৰমেও ইয়াৰ পাছত প্ৰতিভাৰ নাম লোৱা নাই আৰু প্ৰতিভাৰ কথা মনলৈ অনা নাই। ইন্দুমতীয়ে প্ৰতিভাৰ কাৰণে তাম্ৰধ্বজক পতি লাভ কৰাৰ আকাংক্ষা স্বেচ্ছাই পৰিত্যাগ কৰিছে যদিও (১/২) তাম্ৰধ্বজৰ মন এৰা নাই, বালকৰ বেশত তেওঁক অনুসৰণ কৰি পাণ্ডৱৰ বিপক্ষে যুদ্ধ কৰিবলৈ উদ্দীপনা যোগাইছে আৰু যুদ্ধত আহতক

ৰূপে আহত হৈ শেষত তাম্ৰধ্বজৰ বুকুত আশ্ৰয় লৈ কৈছে, "এবাৰ কোৱা কুমাৰ, হাঁহিমুখে এবাৰ কোৱা যুৱৰাজ, মৃত্যুৰ শেষ মুহূৰ্তত এবাৰ কোৱা, ইন্দুমতীক পত্নীৰূপে ভাল পোৱা," (৪/৪)। এই উক্তিৰ লগত ১/২ দৃশ্যৰ কথাৰ সংগতি নাই যদিও ঘটনাৰ বৈচিত্ৰ্য সম্পাদন আৰু ৰোমাঞ্চকৰ অনুভূতি জগাবলৈ এনে ধৰণৰ চিত্ৰ ঠায়ে ঠায়ে সংযোগ কৰিছে। অৰ্জুনৰ কাষত যেনেকৈ পৰামৰ্শদাতা শ্ৰীকৃষ্ণ, তাৰ বিপৰীতে তাম্ৰধ্বজৰ পৰামৰ্শদাত্ৰী হ'ল ভগৱতী। নাটখনৰ একাধিক ঠাইত কৃষ্ণই প্ৰতিনিধিত্ব কৰা পিতৃশক্তি আৰু ভগৱতীয়ে প্ৰতিনিধিত্ব কৰা মাতৃশক্তিৰ পৰীক্ষা বুলি উক্তি কৰিছে। ভগৱতীয়ে এঠাইত নিজেই কৈছে :

পৰীক্ষাৰ মহাকাল উপস্থিত আজি
একফালে মাতৃশক্তি, আনফালে পিতৃশক্তি
একফালে তাম্ৰধ্বজ মাতৃশক্তি লৈ মতলীয়া
সমুখ ৰণত। আনফালে ধনঞ্জয়ে
মাতৃশক্তি অৱহেলা কৰি
হৰিকে নিৰ্ভৰ কৰি সকলো কামতে
ফুৰি আছে দিগ্বিজয় কৰি।
সম্প্ৰতি দুয়োৰে আজি দেখাদেখি হ'ব।
দেখোচোন. পিতৃশক্তি কিমান প্ৰৱল,
আৰু মাতৃশক্তি কিমান দুৰ্বল।

কিন্তু এই দুটা শক্তিৰ সংঘাতটো স্পষ্টৰূপত প্ৰতিফলিত নহ'ল, কাৰণ তাম্ৰধ্বজ আৰু শিখিধ্বজক বহু ঠাইত কৃষ্ণভক্ত বুলিও কোৱা হৈছে। নাট্যকাৰৰ সম্ভৱতঃ উদ্দেশ্য আছিল পিতৃশক্তি-মাতৃশক্তি পৰস্পৰ সে অন্বিত, এটাৰ অবিহনে আনটো সে সম্পূৰ্ণ নহয় সেইটো প্ৰদৰ্শন কৰা, কিন্তু নাটৰ ঘটনাৰ পৰিণতিত বা উক্তিত সেইটো স্পষ্ট হৈ নুঠিল।

নাটখনত দৈৱ, কাল, কৰ্ম আৰু ভক্তিৰ প্ৰভাৱ আৰু শক্তিৰ মহত্ত্ব আৰু অনিবাৰ্যতাৰ কথা বিভিন্ন চৰিত্ৰৰ উক্তিত প্ৰকাশ পাইছে। কিন্তু দৃশ্য আৰু চৰিত্ৰৰ অপৰিমিত আৰু উবাজুৱা প্ৰয়োগে কাহিনীক সংহত আৰু প্ৰভাৱপাতী ৰূপ গ্ৰহণ কৰাত বাধা প্ৰদান কৰিছে। সৰ্বানন্দ চৰিত্ৰটোত চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধৰ সৰ্বানন্দৰ কিছু প্ৰভাৱ পৰা যেন ধাৰণা হয়। অযথা আত্মহত্যাৰ প্ৰচেষ্টাও একাধিক চৰিত্ৰৰ ক্ষেত্ৰত দেখা যায়। মুঠতে, নাটখন পৌৰাণিক কাহিনী অৱলম্বন কৰি ৰচনা কৰা কাৰণে অবাস্তৱতা আৰু অলৌকিতাৰ কাৰণে কিছু স্থান স্বীকাৰ কৰি ললেও অতি-নাটকীয় দোষৰ পৰা সম্পূৰ্ণ মুক্ত নহয়। এই নাটত চাৰিটা অংক আৰু যোলটা গৰ্ভাংক আছে, কিন্তু গৰ্ভাংকবোৰ অস্বাভাৱিক দীঘল। মুকলি ৰঙ্গমঞ্চত এনে নাটৰ সকল প্ৰয়োগ সম্ভৱ হলেও বদ্ধ মঞ্চত যথাযথভাবে অভিনয় কৰা সম্ভৱ নহয়।

ৰায়চৌধুৰীৰ তৃতীয় পূৰ্ণাঙ্গ নাট 'কল্যাণময়ী' পাঁচটা অংকত বিভক্ত আৰু তেইশটা গৰ্ভাংকত নাট্যকাহিনীক ৰূপ দিছে। আগৰ দুখনৰ দীৰ্ঘায়তন দৃশ্যৰ ঠাইত এই নাটৰ দৃশ্যবোৰ তুলনামূলক-ভাৱে নাতিদীৰ্ঘ। বদ্ধ ৰঙ্গমঞ্চৰ উপযোগী কৰি এই নাট ৰচনা কৰা কাৰণে বোধ কৰোঁ দৃশ্য বা গৰ্ভাংকবোৰ চুটি কৰা হয়। নাটৰ কথাবস্তু ঐতিহাসিক পটভূমিত সংস্থাপিত, কিন্তু ঐতিহাসিক ঘটনাৰ অসঙ্গতিয়ে কালবিৰোধ ঘটাইছে। মিৰজুমা আৰু ৰামসিংহক একেখন যুদ্ধৰ অধিনায়ক পাতি অসম আক্ৰমণ কৰা দেখুৱাইছে চক্ৰধ্বজ সিংহৰ ৰাজত্বত। চক্ৰধ্বজ সিংহৰ দিনত অম্বৰাধিপতি ৰাজা ৰামসিংহৰ সেনাপতিত্বত অসম আক্ৰমণ হৈছিল আৰু কেবাখনো খণ্ড যুদ্ধৰ পাছত শৰাইঘাটৰ যুদ্ধত মোগল বাহিনীৰ শেষ পৰাজয় ঘটে। মিৰজুমাৰ ইয়াৰ আগতেই মৃত্যু হয়। দ্বিতীয়তে যি যুদ্ধৰ চিত্ৰ ইয়াত দেখুৱাইছে সেই যুদ্ধ ইতিহাসসন্মত নহয়, নাট্যকাৰৰ কাল্পনিক যুদ্ধহে। গতিকে নাটৰ ঘটনাৱলী বুৰঞ্জীৰ পৰিবেশত সংস্থাপিত যদিও বুৰঞ্জীসন্মত নহয়। নাটখনত প্ৰধান চৰিত্ৰ আৰু নায়িকা কল্যাণময়ী কাল্পনিক চৰিত্ৰ, তেওঁৰ মাতৃ জগদম্বা, লগৰী কুসুমিকা-জয়দিকা আদিও কাল্পনিক। কল্যাণময়ীৰ পিতা কোনোবা এজন ফুকন, চক্ৰধ্বজ সিংহৰ এজন সেনাধ্যক্ষ, লাচিত ফুকন বুলি উল্লেখ কৰা নাই। চক্ৰধ্বজ কল্যাণময়ীৰ পাণিপ্ৰাৰ্থী, কিন্তু তেজস্বিনী ফুকনকন্যাই মোগলৰ দাসত্ব ওফৰাই সিংহৰ দৰে আত্মবিক্ৰম প্ৰতিষ্ঠা কৰিহে তেওঁৰ প্ৰেমপ্ৰাৰ্থী হ'বলৈ অনুৰোধ জনাই যুদ্ধলৈ ৰজাক উজ্জীবিত কৰিছে। কল্যাণময়ীৰ নেতৃত্বত নাৰীবাহিনীয়ে পুৰুষৰ ছদ্মবেশত মোগল সৈন্যক বিপথগামী কৰি শ'লঠেকত পেলাই পৰাজয় ঘটায়। কল্যাণময়ী যুদ্ধত আহত হয়, কিন্তু ৰামসিংহই দৈৱক্ৰমে লগ পাই কল্যাণময়ীৰ ভূয়সী প্ৰশংসা কৰি অসম ৰজাৰ হাতত প্ৰত্যাৰ্পণ কৰে। কাহিনী ইমানেই। নাটখনত অসমীয়া নাৰীৰ স্বাধীনতা স্পৃহা আৰু শক্তি প্ৰদৰ্শন কৰাই মুখ্য উদ্দেশ্য ৰূপে প্ৰকট হৈছে, বাকী পুৰুষশক্তি গৌণৰূপেহে চিত্ৰিত হৈছে। প্ৰসঙ্গক্ৰমে দুটামান লঘু চিত্ৰত এনেহেন নাৰীশক্তি কেনেকৈ সমাজত প্ৰপীড়িত হয় তাৰ নিদৰ্শনো দাঙি ধৰিছে। নাটখন ঐতিহাসিক পটভূমিত ৰচনা কৰা কাল্পনিক নাটক বুলি ক'ব পাৰি।

ওপৰত উল্লেখ কৰা তিনিখন পূৰ্ণাঙ্গ নাটৰ বাহিৰেও কেইটামান স্বয়ংপূৰ্ণ নাটকীয় দৃশ্যও ৰচনা কৰি গৈছে। 'বিপ্লৱৰ শেষ' নামৰ চাৰিটা দৃশ্যযুক্ত একাংকত দেখুওৱা অহিংস বিপ্লৱৰ বিৰুদ্ধে স্বেচ্ছাচাৰী-অত্যাচাৰী শাসনৰ নতি স্বীকাৰ বোধ কৰো কংগ্ৰেছৰ অহিংস আন্দোলনৰ আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত। 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা' দৃশ্যত স্বামীশোকাতুৰা তাৰাৰ অভিশাপ ৰামে নিৰ্বেদ সহকাৰে মূৰ পাতি লৈ কৈছে:

তোমাৰেই মানসিক শান্তিৰ কাৰণে
নিদাৰুণ অভিশাপ এই
লৈছো শিৰত তুলি মহামূল্য ভূষণৰ দৰে।
তুমি মাথোঁ সুখী হোৱা,
কল্যাণেৰে পূৰ্ণ হক কিষ্কিন্ধ্যাৰ প্ৰজাৰ জীৱন
মোৰ বাবেই সেয়েই সান্ত্বনা।

এই কথাখিনিয়ে ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'কচ ও দেবযানী'ৰ কচৰ শেষ উক্তি আমাক মনত পেলাই দিয়ে। 'স্বৰ্গ মৰ্ত্য-ডাকবিভাগ' নামৰ দৃশ্যত্ৰয়ত ৰূপকৰ ছলেৰে মানুহ আৰু প্ৰকৃতিৰ সম্পৰ্ক, জগৎস্ৰষ্টাৰ লগত এইবোৰৰ পাৰস্পৰিক সম্বন্ধ, মানুহৰ দুমুখীয়া নীতি আদিৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছে। 'বিশ্বনাট্য'ও ৰূপক। চৰিত্ৰবোৰৰ নামো অসাধাৰণ, জগতৰ গতিধৰ্ম ইয়াৰ বিষয়বস্তু। 'কৰাচী মহিলাৰ একোক্তি'ত স্বদেশপ্ৰেম আৰু 'ধুনপেচ' নামৰ দৃশ্যত কৰ্মৰ বিপৰীতে আলাস্যজড়িত ধুনপেচৰ অসাৰতা প্ৰতিপন্ন কৰাৰ প্ৰচেষ্টা দেখা যায়।

সৰ্বশেষত এই কথা ক'ব পাৰি যে ৰায়চৌধুৰীয়ে অন্তৰৰ প্ৰেৰণাতকৈ দেশপ্ৰেমৰ তাগিদাতহে নাট ৰচনা কৰিছিল। তথাপি তেওঁৰ অৱদানৰ মূল্য অস্বীকাৰ কৰিব নোৱাৰি।

**গদ্য ৰচনা :** 'আসাম বান্ধৱ'তে সম্ভৱতঃ ৰায়চৌধুৰীয়ে নিয়মিতভাৱে প্ৰবন্ধাদি লিখিবলৈ লয়। তাৰ পাছত 'চেতনা' আৰু 'ডেকা-অসম'ত বহু প্ৰবন্ধ আৰু সম্পাদকীয় ৰচনা প্ৰকাশ পায়। তেওঁৰ প্ৰথম পুস্তিকা 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব-শান্তি স্থাপনৰ পথ' ১৯১৬ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশ হয়। আন এখন গদ্য গ্ৰন্থ 'শতধাৰ' ১৯২৩ চনত চৰকাৰে বাজেয়াপ্ত কৰি ঘূৰাই নিদিলে। 'ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ' নামৰ পুস্তিকা ১৯৩৪ চনত, 'ডেকা-ডেকেৰীৰ বেদ', ৰচনা ১৯৩৫, কিন্তু ১৯৪২ চনতহে প্ৰকাশ পায়। 'ভাৰতীয় ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' নামৰ পুস্তিকা ১৯৪২ চনত প্ৰকাশ পায় আৰু 'আত্মৰক্ষী-বাহিনী-গঠন', ভাৰত বিভাজনৰ পৰিপ্ৰেক্ষাত ১৯৪৭ চনত প্ৰকাশ হয়। 'ডেকা-ডেকেৰীৰ বেদ'ৰ দ্বিতীয় সংস্কৰণত (১৯৫৮) পাছৰ দুখন পুস্তিকা অন্তৰ্ভুক্ত কৰে। 'চেতনা' আৰু 'ডেকা অসম'ৰ কিছু ৰচনা-প্ৰবন্ধ সংগ্ৰহৰ লগত 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ', 'ভাৰতীয় স্বৰাজ বনাম অসমীয়া স্বৰাজ' একেলগ কৰি 'আহুতি'ত ৯৫৩ চনত প্ৰকাশ কৰে। 'বাণী বিদ্যুৎ', 'অসম কেশৰীৰ বচন' মৰণোত্তৰ প্ৰকাশ। এই দুখন পুস্তিকাত ৰায়চৌধুৰীৰ কিছুমান বছা বছা উক্তি সংগৃহীত হৈছে। এইবোৰৰ বাহিৰেও 'আসাম বান্ধব', 'চেতনা' আৰু 'ডেকা অসম' আৰু বিভিন্ন কাকতত বহুখিনি প্ৰবন্ধ, প্ৰায় আঢ়ৈ কুৰিমান হ'ব, প্ৰকাশ হৈছিল যিবোৰ ওপৰত উল্লেখ কৰা কোনো গ্ৰন্থত সন্নিবিষ্ট হোৱা নাই। এইবোৰত স্বাধীনতা আন্দোলন, ভাৰতৰ তৎকালীন ৰাজনৈতিক সমস্যা, অসমৰ স্বকীয়া সমস্যাৱলী আৰু বিবিধ বিষয় আলোচিত হৈছে। ইয়াৰ বাহিৰেও সভাপতিৰ অভিভাষণ তিনিখন উল্লেখযোগ্য। সকলোবোৰ প্ৰবন্ধৰ সাহিত্যিক গুণ আৰু মূল্য সমান নহলেও প্ৰাক-স্বাধীনতা কাল-ছোৱাৰ অসমৰ আৰু ভাৰতৰ সমস্যা সম্পৰ্কে কিছু ধাৰণা দিয়াৰ উপৰিও ৰায়চৌধুৰী মানুহজনৰ ভাব, চিন্তা, দৃষ্টিভঙ্গি আৰু ধাৰণাৰ ওপৰত প্ৰবন্ধবোৰে কিছু পোহৰ পেলায়। ৰায়চৌধুৰীক বুজিবলৈ এই প্ৰবন্ধখিনিৰ তথা বিভিন্ন গ্ৰন্থৰ অন্তৰ্ভুক্ত ৰচনাৱলীৰ অধ্যয়ন অপৰিহাৰ্য।

ৰায়চৌধুৰীয়ে নিজে সংকলন কৰা উল্লেখযোগ্য প্ৰবন্ধ-সংগ্ৰহ হৈছে 'আহুতি'। ই দুকুৰি এটা প্ৰবন্ধৰ সমষ্টি। ইয়াৰ সৰহ ভাগেই 'চেতনা' আৰু 'ডেকা-অসম'ত হয় সম্পাদকীয় আলোচনা ৰূপে, নহয় স্বতন্ত্ৰ ৰূপে প্ৰকাশ পাইছিল। আলোচনী দুখনত প্ৰকাশ নোপোৱা প্ৰবন্ধৰ ভিতৰত 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তিৰ পথ', 'জাতি-গঠনত শঙ্কৰদেৱ' আৰু 'আকৌৱালি লোৱা আৰু ৰচোৱা

সাংস্কৃতিক অভিমান' এই তিনিটাই প্ৰধান। এই প্ৰবন্ধৰাজিত তলত উল্লেখ কৰা বিষয়সমূহ প্ৰধানকৈ আলোচনা কৰি স্বকীয় মতামত দাঙি ধৰিছে।

(১) অসমীয়া জাতীয়ত্ব আৰু অসমৰ জাতীয় স্বাৰ্থ সংৰক্ষণ, (২) অসমৰ বাহিৰৰ পৰা অহা ভাৰতীয়সকলক অসম তথা অসমীয়াৰ স্বাৰ্থৰ লগত জড়িত হ'বলৈ অনুৰোধ, (৩) ভাৰতীয় মহাজাতীয়তা আৰু অসমীয়া জাতীয়তাৰ স্বৰূপ বিশ্লেষণ, পাৰস্পৰিক অবিৰোধী সম্বন্ধ আৰু ভাৰতীয় আৰু অসমীয়া স্বৰাজৰ বৈশিষ্ট্য ব্যাখ্যা, (৪) জাতীয় আত্মচেতনা, আত্মৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ উদ্দেশ্য, আদৰ্শ আৰু আহিলাৰ বিশ্লেষণ, (৫) অসমীয়াৰ নিশ্চেষ্টা, উদাসীনতা, চৈতন্যহীনতা আৰু জাতিগত অধঃপতনৰ কাৰণে আক্ষেপ আৰু ক্ষোভ, (৬) লেখকৰ আত্মাদৰ্শ আৰু অভিলাস প্ৰকাশ। এইবোৰৰ উপৰিও মানৱীয় আদৰ্শ আৰু গুণাৱলীৰ ওপৰত প্ৰতিষ্ঠিত বিশ্বমানৱ ৰাষ্ট্ৰৰ পৰিকল্পনা স্বকীয় দৃষ্টিৰে উত্থাপন কৰিছে। আধ্যাত্মিকতা আৰু মানৱতাৰ ভেটিত এই ৰাষ্ট্ৰ পৰিকল্পিত। ৰাষ্ট্ৰ সংবিধানৰ সাতোটা মৌলিক নীতিও লগতে দাঙি ধৰিছে। মহাকাশযান উপগ্ৰহ স্থাপনৰ কল্পনা-পৰিকল্পনাৰ বহু আগতেই ১৯১৪ চনতেই ৰায়চৌধুৰীয়ে ভৱিষ্যদ্ৰষ্টাৰ দৰে জনবিস্ফোৰণৰ হেঁচা কমাবলৈ আৰু শোষণমূলক উপনিবেশ বঢ়োৱাৰ অকল্যাণকৰ প্ৰতিযোগিতা থমাবলৈ গ্ৰহ-উপগ্ৰহ জয় কৰি মানৱ বসতিৰ ওপৰঞ্চি স্থান উলিয়াবলৈ যি আঁচনি কল্পনা কৰিছে সেই আঁচনি ১৯১৪ চনত কৰিব সপোন যেন লাগিলেও এতিয়া সম্ভাৱনাৰ সীমাৰেখাত থিয় দিছেহি বুলি কব পৰা যায়।

'মোৰ জীৱন-ধুমুহাৰ এছাটি' ( ১৯৭৩ ) ৰায়চৌধুৰীৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ। এই গ্ৰন্থৰ বিভিন্ন অংশ 'চেতনা', 'ৰামধেনু' 'অসম বাণী' কাকতত প্ৰকাশ হৈছিল। সকলোবোৰ অংশ সংগ্ৰহ কৰি ১৯৭৩ চনত গ্ৰন্থাকাৰে প্ৰকাশ কৰা হয়। জীৱন-স্মৃতিমূলক এই গ্ৰন্থত একাদিক্ৰমে লেখকৰ জীৱনৰ সকলো ঘটনা লিপিবদ্ধ হোৱা নাই যদিও আগছোৱা জীৱনৰ প্ৰায়বোৰ গুৰুত্বপূৰ্ণ কথা ইয়াত পোৱা যায়। ৰায়চৌধুৰীৰ জীৱন-চৰিত লিখিবলৈ আৰু মানুহজনক জানিবলৈ-বুজিবলৈ এইখিনি বিৱৰণ পৰ্যাপ্ত নহলেও বিশেষ গুৰুত্বপূৰ্ণ। সন্ত্ৰাসবাদীৰ লগত সংযোগ, শিক্ষা-দীক্ষা, সঙ্গীত-নাট্যৰ লগত সম্পৰ্ক, অসহযোগ আন্দোলনত সহযোগ আৰু কাৰাবাস, অৰুণা প্ৰেছ স্থাপন, 'চেতনা' প্ৰকাশ, ড° কাকতি আৰু ডাঃ হৰিকৃষ্ণ দাসৰ লগত সম্পৰ্ক, বিভিন্ন অনুষ্ঠান স্থাপন, সঙ্গীত শিক্ষা, 'আসাম বান্ধৱ'ৰ লগত সম্পৰ্ক, সংৰক্ষিণী আৰু জাতীয় মহাসভা স্থাপন, শ্ৰীহট্ট বিচ্ছেদ, লোক-পিয়ল, পমুৱা-ভগনীয়া সমস্যা আৰু গ্ৰ.পিং সমস্যাত লেখকৰ ভূমিকা, আত্মৰক্ষা-বাহিনী-গঠন, 'তুমি' কাব্যৰ অনুপ্ৰেৰণা-উৎস, দাদাক গিৰীশ ৰায়চৌধুৰীৰ চৰিত্ৰ, জেল-জীৱন আদি বহুতো সংবাদ গ্ৰন্থখনে দিয়ে। বৰ্ণনাৰ এটা ডাঙৰ বিশেষত্ব এয়ে যে আত্মগৌৰৱ বা আত্মপ্ৰশংসাৰ প্ৰচেষ্টা ইয়াত দেখা নাযায়, নিজৰ সকলো কথা অকপটে প্ৰকাশ কৰিবলৈ লেখকে কুণ্ঠাবোধ কৰা নাই।

'ডেকা-ডেকেৰীৰ বেদ'ৰ দ্বিতীয় সংস্কৰণত ( ১৯৫৮ ) তিনিটা খণ্ড সন্নিবিষ্ট হৈছে। প্ৰথম খণ্ডত নতুন অসম গঢ়াত ডেকা-গাভৰুৰ চাৰিত্ৰিক গুণাৱলীৰ ওপৰত গুৰুত্ব আৰোপ কৰি নিয়মানুবৰ্তিতা, ঐকান্তিক দেশপ্ৰেমৰ ভাৱ, আত্মবিশ্বাস, কৰ্মতৎপৰতা, সংকল্প, ত্যাগ খাদ্যাখাদ্য বিচাৰ, সমাজ-সেৱা আদি গুণ আয়ত্ত কৰাৰ অপৰিহাৰ্যতা দেখুৱাইছে। দ্বিতীয় খণ্ডত জাতি গঠনৰ সপোন কাৰ্যত পৰিণত

কৰিবলৈ স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ সাত খলপীয়া আঁচনি দাঙি ধৰিছে। এই পৰিকল্পনা কিছু পৰিমাণে Utopian যদিও কিছুমান কাৰ্যকৰী ব্যৱস্থায়ো তাত ঠাই পাইছে। এই ৰাষ্ট্ৰৰ আঁচনি শ্ৰেণী-সংগ্ৰামৰ ভেটিত প্ৰতিষ্ঠিত নহয়, ইয়াত সকলো শ্ৰেণীৰ, সকলো সম্প্ৰদায়ৰ সহ-অৱস্থানৰ ব্যৱস্থা আছে, কিন্তু পাৰস্পৰিক শোষণ-নিষ্পেষণৰ স্থান নাই। এই শাসন, ব্যৱস্থাত অসমৰ বাহিৰৰ ভাৰতীয়সকলে অসমত নিগাজিকৈ বসতি কৰিব খুজিলে অসমীয়াৰ লগত মিলি যাব লাগিব। তৃতীয় খণ্ড হৈছে প্ৰাক্-স্বাধীনতাৰ আগমুহূৰ্তত মুছলিম লীগৰ অসম গ্ৰাস কৰা অপচেষ্টা ৰোধ কৰিবলৈ দুই লাখ আত্মৰক্ষা বাহিনী গঠন কৰাৰ পৰিকল্পনা আৰু সেই বাহিনীৰ কৰ্তব্য নিৰ্দ্ধাৰণ। ৰায়চৌধুৰীৰ 'ডেকা-ডেকেৰীৰ বেদ'ৰ আঁচনি কিমানদূৰ কাৰ্যকৰী আছিল সেইটো বিচাৰ কৰা এতিয়া নিষ্প্ৰয়োজন, কিন্তু সেই পৰিকল্পনা-আঁচনিয়ে মানুহ গৰাকীৰ দেশ-প্ৰেম, অসম প্ৰেম আৰু আৰ্থ-সামাজিক চিন্তাধাৰাৰ পৰিচয় বহন কৰে। মাৰ্ক্সবাদ বা সমাজবাদত তেওঁৰ গভীৰ আস্থা নাথাকিলেও সকলো প্ৰকাৰ শোষণৰ তেওঁ বিৰোধী আছিল, কিন্তু শোষণ নিৰ্মূল কৰাৰ উপায় লৈ মতভেদ আছিল। এই গ্ৰন্থৰ তিনিটা খণ্ড প্ৰথমতে স্বতন্ত্ৰ ৰূপত প্ৰকাশ হৈছিল, পাছত একেলগে এখন গ্ৰন্থৰূপে প্ৰকাশ কৰা হয়।

বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পোৱা, কিন্তু কোনো প্ৰকাশিত গ্ৰন্থত স্থান নোপোৱা প্ৰায় আঢৈ কুৰিমান বিবিধ বিষয়ক নিবন্ধ আছে। এই প্ৰবন্ধ-নিবন্ধবোৰৰ সৰহভাগেই সমসাময়িক সমস্যা, পৰিস্থিতি আৰু ঘটনাক উপলক্ষ্য কৰি ৰচনা কৰিছিল। এতিয়া সেইবোৰৰ কিবা ঐতিহাসিক মূল্য থাকিলেও ব্যৱহাৰিক মূল্য নাই বুলিব পাৰি। এই শ্ৰেণীৰ ভালেকেইটা প্ৰবন্ধ মহাত্মা গান্ধী, স্বাধীনতা আন্দোলন, বৃটিছ চৰকাৰৰ সমালোচনা আদি বিষয়ক, কেইটামান হিন্দু-মুছলমানৰ সমস্যা বিষয়ক আৰু কিছুমান অসম আৰু অসমীয়াৰ বিভিন্ন সমস্যা বিষয়ক প্ৰবন্ধ। ভাৰতৰ স্বাধীনতাৰ তেওঁ ঘোৰ সমৰ্থক আছিল যদিও স্বাধীনতাৰ নামত অসমীয়াৰ স্বাৰ্থ-বিসৰ্জন দিয়াৰ তেওঁ মুঠেই পক্ষপাতী নাছিল। সেই সময়ৰ কংগ্ৰেছৰ নেতাসকলৰ লগত এই বিষয়ে একমত হ'ব নোৱাৰাৰ কাৰণেই কংগ্ৰেছ মহাসভাৰ পৰা আঁতৰি আহি সংৰক্ষিণী সভা স্থাপন কৰিছিল।

ৰায়চৌধুৰীৰ শংকৰী ধৰ্মত প্ৰগাঢ় নিষ্ঠা আছিল আৰু হিন্দু ধৰ্ম আৰু সমাজৰ সংস্কাৰ আৰু উন্নয়ন সম্বন্ধেও সচেতন আছিল। একাধিক প্ৰবন্ধত হিন্দু ধৰ্ম আৰু সমাজৰ তৎকালীন অৱস্থা আৰু সমস্যা আলোচনা কৰি ধৰ্ম আৰু সমাজক গতিশীল কৰাৰ সপক্ষে মন্তব্য দাঙি ধৰিছে, কিন্তু ধৰ্মান্ধতাক প্ৰশ্ৰয় দিয়া নাছিল। হিন্দুৱে হওক, মুছলমানে হওক, নিজ ধৰ্ম পালন কৰাটো যেনেকৈ উচিত কৰ্তব্য বুলি ভাবিছিল তেনেকৈ আন ধৰ্মক হিংসা বা নিন্দা কৰাও অনুচিত বুলি বিবেচনা কৰিছিল।

**ৰায়চৌধুৰীৰ গদ্যৰীতি :** আধুনিক অসমীয়াত ৰায়চৌধুৰী এগৰাকী বলিষ্ঠ গদ্য লেখকৰূপে পৰিচিত। তেওঁৰ গদ্যৰ এক স্বকীয় বৈশিষ্ট্য আছে। এই গদ্য ৰায়চৌধুৰীৰ ব্যক্তিত্বৰ পৰিচায়ক।

চুটি-মাজি, ধঁহি-পিহি চাকতা দান কৰাৰ প্ৰয়াস তেওঁৰ গদ্য ৰচনাত দেখা নাযায়। লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা, পদ্মনাথ গোহাঞিবৰুৱা, বেণুধৰ শৰ্মা আদিৰ গদ্যৰীতিত সচেতন গদ্য-শিল্পীৰ যি পৰিচয় পোৱা যায়, ৰায়চৌধুৰীৰ গদ্য ৰচনাত তেনে সচেতন মনোভাৱৰ দেখা নাযায়। ভাব আৰু আবেগে তেওঁৰ গদ্যৰীতিক গঢ় দিয়ে, ভাব আৰু আবেগক নিয়ন্ত্ৰণ কৰি প্ৰকাশভঙ্গিক শিল্পসম্মত ৰূপ দিবলৈ তেওঁ চেষ্টা কৰিছিল বুলি ধাৰণা নহয়। বাহ্যিক ব্যৱহাৰত মানুহজন যেনে স্পষ্টবাদী, সময় অনুসৰি ৰুক্ষ, কিন্তু মুখত মৌবৰষা, অন্তৰত কি আছে জানিবৰ উপায় নথকা ব্যক্তি নাছিল, গদ্য-ৰীতিতো সেই অন্তৰ উজাৰি দিয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। ভাব আৰু আবেগে তেওঁৰ লেখনী নিয়ন্ত্ৰণ কৰে কাৰণেই সাধাৰণতে তেওঁৰ কলমে ক'ত সাময়িক জিৰণি লয় তাৰ খবৰ তেওঁ বৰ নাৰাখে। এই কাৰণেই সাধাৰণতে তেওঁৰ ৰচনাত সৰল-চুটি বাক্যৰ প্ৰয়োগ কম, জটিল-যৌগিক বাক্যৰ প্ৰয়োগ অধিক পৰিমাণে দেখা যায়। কেতিয়াবা ভাবৰ সোঁতত উটি গৈ এনে বাক্যও লিখে য'ত কৰ্তা আৰু ক্ৰিয়াৰ সম্পৰ্ক দুৰান্বয়ী নহৈ নাথাকে। যদৃচ্ছাক্ৰমে উদ্ধৃত কৰা 'আহিছা যদি মোৰ লগত একেটা হৈ মিলি যোৱা' প্ৰবন্ধটোৰ প্ৰথম বাক্যটোৱেই এনে প্ৰচুৰ দুৰান্বয়ী বাক্যৰ চানেকি দাঙি ধৰিব :

"একে ধৰণৰ পাৰিপাৰ্শ্বিকতা উদ্ভূত ভাষা, সংস্কৃতি, মনোবৃত্তি, ভাৱপ্ৰকাশক ঠাঁচভঙ্গি, সামাজিকতা, জীৱন-নিৰ্বাহৰ প্ৰণালী, সাজ-কাচোনৰ ধৰণ-ধাৰণ আদি লৈ বাস কৰা লোকসমষ্টিয়ে কোনো এটা ভৌগোলিক সীমাৰ ভিতৰত বিশেষ জনসমষ্টিৰ নামত গঢ়ি উঠি সেই ভূমিখণ্ডক যি এখন দেশ বা প্ৰদেশ নামেৰে পৰিচিত কৰায়, সেই দেশ বা প্ৰদেশখনৰ সেই পাৰিপাৰ্শ্বিক লোকসমষ্টিৰ মাজত আন দেশী বা প্ৰাদেশিক জাতিৰ লোক কিছুমান আহি স্থায়ীভাৱে বাস কৰি থাকিলে, সি ভাষা, সংস্কৃতি, জাতীয়তা আদি সকলো বিষয়তে সেই দেশৰ সেই জাতীয় লোক বুলি গণ্য হ'ব লাগিব, অৰ্থাৎ সি যেতিয়া মূল দেশত জী থাকিবলৈ একো অৱলম্বন নাপাই আন এখন দেশলৈকে সেই দেশৰ জনসমষ্টিৰ সহযোগ-সহানুভূতিৰেই জীৱন ধাৰণ কৰিম বুলি আশা কৰি আহিছে, তেনে স্থলত, যিখন দেশে তাক ৰসামৃত যোগাই জী থাকি বংশ বৃদ্ধি শান্তিৰে জীৱিকা চলাই থাকিবলৈ সুবিধা দিছে, যি নৰসংঘৰ আশ্ৰয় আৰু সাহায্যৰ ওপৰতে তাৰ জীৱন নিৰ্ভৰ কৰিছে—সেই দেশখনক তাৰ নিজ দেশ বুলি গ্ৰহণ কৰি সেই লোকসংঘৰ সুখ-দুখ, অভাৱ-অভিযোগ, বিপদ-আপদৰ সমভাগী হ'বলৈ বাজি নহলে নতুন সামাজিক গঠনৰ স্বাভাৱিকতাত বিভ্ৰাট ঘটে।"

উদ্ধৃত কৰা ছেদটো এটা বাক্য ; এনে ধৰণৰ দীৰ্ঘায়তনৰ বাক্য ৰায়চৌধুৰীৰ ৰচনাত বহুতো ওলাব। দৰাচলতে কবলৈ গ'লে এনে দীৰ্ঘ বাক্য-গঠনেই তেওঁৰ গদ্যৰীতিৰ প্ৰধান বৈশিষ্ট্য। সমাসবদ্ধ শব্দৰ প্ৰয়োগো আন এটি গৌণ লক্ষণ। বাক্যবোৰ দীঘল হোৱা কাৰণে কেতিয়াবা বাচ্যাৰ্থ অস্পষ্ট হৈ পৰে আৰু কেতিয়াবা ব্যাকৰণগত ত্ৰুটিও চকুত পৰে। ইংৰাজীত যাক rugged prose বুলি কোৱা হয় ৰায়চৌধুৰীৰ গদ্যও সেই শ্ৰেণীতে পৰে। এই গদ্যৰ চাকতা নাথাকিলেও শক্তি

আছে আৰু ওজঃ গুণেৰে পৰিচিহ্নিত। কবিতাত যেনেকৈ তৎসম শব্দৰ প্ৰয়োগ এক লক্ষ্যণীয় বৈশিষ্ট্য আৰু তাৰ মাজত একোটি আকস্মিক কামৰূপীয় শব্দই জেউতি চৰায়, গদ্যৰীতিতো সেইটো গুণ বহু ঠাইত লক্ষ্য কৰা যায়। কিন্তু তেওঁৰ গদ্যৰীতি মসৃণ, পৰিশীলিত নহয়। কিন্তু ইয়াত শক্তিমত্তা তথা ওজস্বিতাৰ অভাব দেখা নাযায়।

**ৰায়চৌধুৰীৰ ৰচনাৰ ইংৰাজী অনুবাদ :** ৰায়চৌধুৰীৰ পোন্ধৰটা গীত ড° বাণীকান্ত কাকতিয়ে ইংৰাজীলৈ অনুবাদ কৰে। এই অনুবাদ গ্ৰন্থখন ফ্ৰী ইণ্ডিয়া পাব্লিছিং হাউছে ১৯৪২ চনত প্ৰকাশ কৰে। The Servant of India Societyৰ লক্ষ্মীনাৰায়ণ সাহুৱে ইয়াত এখন পাতনি লিখি দিয়ে। অনুবাদকৰ নাম নাই, by an eminent scholar বুলি উল্লেখ কৰিছে। ৺নন্দ তালুকদাৰে কাকতিৰ লগতে বিৰিঞ্চিকুমাৰ বৰুৱাৰ নামো উল্লেখ কৰিছে। কিন্তু গ্ৰন্থখনত দুজন নহয়, এজনহে অনুবাদক বুলি কৈছে। গতিকে ড° কাকতিকে অনুবাদক বুলি ধৰিব লাগিব। হয়তো ড° বৰুৱাই কাকতিক অনুবাদত কিছু সহায় কৰি দিছিল। 'এইটো নহয় হাঁহি-তামাচাৰ ভাগৰ জুৰুৰা গান', 'জাগ, জাগ ভাৰত সন্তান হিন্দু-মুছলমান', 'তই ভাঙিব লাগিব শিল', 'আৰু কি দেখাবি ভয় কাৰাগাৰ, আৰু কি দেখাবি ভয়'—আদি ১৫ টা গীতৰ অনুবাদৰ সৰহভাগেই জাতীয় ভাবাত্মক, কেইটামান মাত্ৰ আধ্যাত্মিক ভাবৰ গীত আছে। ১৯১৪ চনত লিখা আৰু যোল চনত প্ৰকাশ কৰা 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' নামৰ দীঘল নিবন্ধটো অধ্যাপক মহেন্দ্ৰ বৰাই ইংৰাজীলৈ অনুবাদ কৰিছে। এই ইংৰাজী গ্ৰন্থ দুখন যি হেতুকে ৰায়চৌধুৰীৰ নিজস্ব অনুবাদ নহয়, সেই কাৰণে ইয়াৰ আলোচনা নিষ্প্ৰয়োজন।

ৰায়চৌধুৰীৰ আধ্যাত্মিক কোনো কোনো গীত-কবিতাৰ লগত ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীত-কবিতাৰ সমধৰ্মিতা লক্ষ্য কৰা যায়। ৰায়চৌধুৰীৰ লগত ৰবীন্দ্ৰ-কাব্যৰ কিমান ঘনিষ্ঠ পৰিচয় আছিল সঠিককৈ জনা নাযায়। কিন্তু একেবাৰে পৰিচয় নাছিল বুলি একে আষাৰে কোৱাও টান। ১৯১৩ চনত ৰবীন্দ্ৰনাথে বিশ্বখ্যাতি অৰ্জন কৰে; ৰায়চৌধুৰীৰ 'তুমি', 'বীণা' আৰু 'বেণু' ১৯১৪-১৯১৬ চনৰ ৰচনা। গতিকে তেওঁৰ ৰচনাৰ ওপৰত ৰবীন্দ্ৰনাথৰ দূৰান্বয়ী প্ৰভাৱ হয়তো থাকিব পাৰে। সেই বিষয়ে দুয়োজন কবিৰ কবিতাৰ তুলনামূলক অধ্যয়ন নকৰাকৈ সিদ্ধান্ত দিয়া টান। আনহাতে নজৰুল ইসলামৰ উন্মত্ত, বিদ্ৰোহী আৰু বিস্ফোৰক স্বদেশ-প্ৰীতিমূলক কবিতাৰ লগতো ৰায়চৌধুৰীৰ একশ্ৰেণী কবিতাৰ সাদৃশ্য কোনো কোনোৱে লক্ষ্য কৰিছে। কিন্তু নজৰুলৰ প্ৰথম কবিতাৰ সংগ্ৰহ 'অগ্নিবীণা' ১৯২২ চনত প্ৰকাশ পায়। কিন্তু ৰায়চৌধুৰীয়ে তাৰ অলপ আগতে বা সমসাময়িক ভাবেই স্বদেশ প্ৰেমৰ উদ্দীপনাময়ী কবিতা ৰচনা কৰিবলৈ আৰম্ভ কৰে। 'মোৰ জীৱন-ধুমুহাৰ এছাটি'ত নজৰুলৰ কোনো উল্লেখ নাই। তথাপি, আকস্মিক হলেও দুয়োজনৰ কবিতাৰ কিছু সাদৃশ্য মন কৰিব লগীয়া।

অনুভৱৰ গভীৰতা, আন্তৰিকতা, গীতিময়তা আৰু মাধুৰ্যৰ প্ৰতি দৃষ্টি ৰাখি বিচাৰ কৰিলে

অগ্নিবৰ্ষী পাছৰ স্তৰৰ কবিতাতকৈ আগৰ আধ্যাত্মিক ভাবৰ কবিতা থ্‌লৰ আবেদন যে অধিক মৰ্মস্পৰ্শী সেই বিষয়ে কাৰো দ্বিমত নাই। কিন্তু জনপ্ৰিয়তাৰ ফালৰ পৰা বিপ্লবী, প্ৰচণ্ড উচ্ছ্বাস-পূৰ্ণ, আৰু উদ্দাম জাতীয়ভাৱাপন্ন কবিতাসমূহৰ আৰ্কষণ অস্বীকাৰ কৰিবৰ উপায় নাই।

চাৰি কুৰিৰো ওপৰ আয়ুস লাভ কৰি, তিনি কুৰিৰো বেছি বছৰ দেশ আৰু জাতিৰ মঙ্গলৰ অৰ্থে যুদ্ধ কৰি জীৱনত তিতা-কেঁহা-মিঠা সকলো প্ৰকাৰ অভিজ্ঞতা লাভ কৰি ৰায়চৌধুৰীয়ে ১৯৬৭ চনৰ জানুৱাৰী মাহত কৰ্মময় জীৱনৰ অৱসান ঘটায়। মৃত্যুৰ সময়ত তিৰাশী বছৰত তেওঁ ভৰি দিছিল। বৃহত্তৰ বংগৰ বিভীষিকাই তেওঁক সদাজাগ্ৰত কৰি ৰাখিছিল। এনে এটা বিভীষিকাৰ সংবাদ মৃত্যুৰ কেইদিনমানৰ আগতে জাৰ্মান বাতৰিসম্থাই প্ৰচাৰ কৰাত আৰু তেনে এখন মানচিত্ৰ দেখা পাই ৰায়চৌধুৰী অসুস্থ অৱস্থাত বৰ বিচলিত হৈছিল। হয়তো তেওঁৰ মৃত্যু ক্ৰুততৰ কৰাৰ ইও এক কাৰণ। ৰায়চৌধুৰীয়ে তিনিটি কন্যা শুচিব্ৰতা, যোগব্ৰতা, নীতিব্ৰতা, পুত্ৰ ভগগিৰী আৰু পত্নী কৌশল্যা ৰায়চৌধুৰীক এৰি যায়। অসমত অসমীয়াৰ অস্তিত্ব থাকে মানে ৰায়চৌধুৰীৰ স্মৃতি ম্লান নহ'ব বুলি আশা কৰা যায়।

ৰচনাৱলী মুদ্ৰণৰ মাজেদি পোহৰলৈ অনাত প্ৰকাশন পৰিষদৰ সহকাৰী সচিব শ্ৰীকুমুদ গোস্বামী, সাহিত্য সম্পাদক শ্ৰীভুৱনচন্দ্ৰ কলিতা আৰু শ্ৰীপ্ৰবীণ শইকীয়াৰ সহায় উল্লেখযোগ্য।

কম সময়ৰ ভিতৰতে অন্য কাম পাছলৈ থৈ পূৰ্বদেশ মুদ্ৰণে ৰচনাৱলী ছপাই দিয়াৰ কাৰণে শ্ৰীপ্ৰশান্ত শৰ্মাৰো শলাগ ললো।

ড° সত্যেন্দ্ৰনাথ শৰ্মা

# অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনৰ থূলমূল ঘটনাৱলী

জন্ম : ইং ১৮৮৫ চনৰ ১৮ ডিচেম্বৰ
( ৪ পুহ, শকাব্দ ১৮০৭ )

জন্মস্থান : বৰপেটা ( দক্ষিণহাটী )

প্ৰাথমিক শিক্ষা : গণককুছি প্ৰাথমিক স্কুল।

হাইস্কুলীয়া শিক্ষা : গৌৰীপুৰ, শিৱসাগৰ ; অৱশেষত গুৱাহাটীৰ সোণাৰাম স্কুলত। থাৰ্ডক্লাচ পৰ্যন্ত।

১৯০৪ চনত এনাৰ্কিষ্ট দলত যোগাযোগ। 'বন্দিনী ভাৰত' নাট ৰচনা।

১৯০৮ চনত বৰপেটাত আটকবন্দী। ঘৰ খানা-তালাচ ( ইং ১৯১০ )।

১৯১০ চনত বৰপেটাত 'জয়দ্ৰথ বধ' আদি ৰচনা। যাত্ৰাদল গঠন, শঙ্কৰদেৱ চাৰ্কাচ পাৰ্টি গঠন, দৰিদ্ৰ ফাণ্ড প্ৰতিষ্ঠা ইত্যাদি সামাজিক কাম।
ডিব্ৰুগড়ত টাইপিষ্টৰ চাকৰি, গানৰ শিক্ষকতা ( ঘৰুৱা আৰু হাইস্কুলত )।

১৯১৪ চনত বিশ্বশান্তি স্থাপনৰ শেষ উপায় প্ৰকাশ।

১৯১৫ চনত 'তুমি' কাব্য প্ৰকাশ।

১৯১৬ চনত 'বীণা'—খণ্ড কবিতা প্ৰকাশ, ডিব্ৰুগড়।

১৯১৮ চনত গুৱাহাটীলৈ আহি অৰুণা প্ৰেছ স্থাপন।

১৯১৮ চনৰ পৰা 'চেতনা' প্ৰকাশ। ( ভাদ্ৰ মাহৰ পৰা প্ৰকাশ হয় ) ন বছৰ চলে।

১৯২১ চনত অসহযোগ আন্দোলনত অংশ গ্ৰহণ আৰু কাৰাবাস।

১৯২৪ চনত ৰচনা কৰা বিদ্ৰোহাত্মক গদ্য-পুথি 'শতধাৰ' চৰকাৰৰদ্বাৰা বাজেয়াপ্ত।

১৯২৩ চনত বিবাহ।

১৯২৬ চনত পাণ্ডু কংগ্ৰেছ উপলক্ষে বিখ্যাত গীত 'বন্দো কি ছন্দেৰে' ৰচনা।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ মণ্ডপতেই পীতাম্বৰ দেৱ গোস্বামীৰ সভাপতিত্বত 'অসম সংৰক্ষিণী সভা'ৰ ১ম বাৰ্ষিক অধিৱেশন।

১৯৩০ চনত 'স্বদেশী কিনক সংঘ' আৰু 'মায়াবিনী কেমিকেল ৱৰ্কচ' স্থাপন।

১৯৩৫ চনত 'ডেকা অসম' প্ৰকাশ আৰু সংৰক্ষিণী সভাক 'অসম জাতীয় মহাসভা'লৈ ৰূপান্তৰকৰণ।

১৯৩৯-৪১ চনত 'অসম শিক্ষা প্ৰচাৰ সমিতি' স্থাপন কৰি অনা অসমীয়া অসমবাসীৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ যত্ন। চেঞ্চাচত অসমীয়া জনসংখ্যাৰ ভাৰসাম্য ৰক্ষাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি চেঞ্চাচ চক্ৰৰ।

১৯৪২ চনত 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠন'ৰ প্ৰাথমিক আঁচনি ৰচনা আৰু প্ৰচাৰ।

১৯৪৬—৪৭ চনত গ্ৰুপিঙৰ বিৰুদ্ধে জনমত সংগঠন আৰু 'আত্মৰক্ষী বাহিনী' সংগঠন।

১৯৫০ চনত অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচন। দিল্লীত অনুষ্ঠিত 'ভাৰতীয় সংস্কৃতি সংগম'ত যোগদান। তাৰ পৰা আহি 'অসম সংস্কৃতি সংগম'ৰ পৰিকল্পনা। অসমীয়া ৰাজ্যভাষা দাবী দিৱস পালনৰ আহ্বান আৰু জনমত সংগঠন।

১৯৫৫ চনত 'ভাৰত ঐক্য সাধন সমাজ' গঠনৰ পৰিকল্পনা আৰু সংৰক্ষিণী আদৰ্শবাদ সম্ভূত— 'আহিছা যদি মোৰ লগত এটা হৈ মিলি যোৱা' নীতিৰ জৰিয়তে সৰ্বভাৰতীয় ঐক্য স্থাপনৰ আদৰ্শ প্ৰচাৰ।

১৯৫৬ চনৰ ২৬ জানুৱাৰী উপলক্ষে সৰ্বভাৰতীয় কবি-সন্মিলনত আকাশবাণীৰ অনুষ্ঠানত অংশ গ্ৰহণ।

১৯৬০ চনত সাহিত্যক পেঞ্চন ত্যাগ।

১৯৬৭ চনৰ ২ জানুৱাৰীত মৃত্যু। মৃত্যুৰ পিছত 'বেদনাৰ উল্কা'ৰ সাহিত্য অকাডেমি বঁটা লাভ।

# সূচী-পত্ৰ



অম্বিকাগিরী রায়চৌধুরী

জন্ম : ১৮ ডিসেম্বর, ১৮৮৫ মৃত্যু : ২ জানুয়ারী, ১৯৬৭

# জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত

মুকলি-মঞ্চৰ এই গীতি-নাটখন ৰচনাৰ ৫০ বছৰৰো আগৰ এটা জাতীয় ইতিবৃত্ত আছে। মোৰ বয়স তেতিয়া ২৩।২৪ বছৰ। ইং ১৯০৪।৫ চনত তেতিয়াৰ ভাৰতৰ বৰলাট লৰ্ড কৰ্জ্জনৰ বঙ্গভঙ্গই জন্ম দিয়া স্বদেশী আন্দোলনৰ যুগ। গুৱাহাটীত এনাৰ্কিষ্ট দল গঠন কৰা সন্দেহৰ চেকা লৈ মই গুৱাহাটীৰ পৰা মোৰ নিজঘৰ বৰপেটাত গৈ থিতি লব লগীয়াত পৰেঁ। ইং ১৯০৮ চনৰ শেষ ভাগত। সেই সময়ত, গীতি-নাট্য আমোদী বৰপেটাবাসীৰ বঙলা ভাষাৰ গীত-নাট অভিনয়ত বুৰ গৈ থকা অৱস্থা। সভা-সমিতি মেল-মজলিছ, বিয়া-বাৰু আদি সকলো আনুষ্ঠানিক উৎসৱতে শিক্ষিত-অৰ্দ্ধ-শিক্ষিত-অশিক্ষিত ডেকা-আদহীয়া বৰপেটীয়া গায়ক-অভিনেতাৰ বঙলা গীত-অভিনয়ত লেপেট খোৱা অভিৰুচি। নাম-বৰগীত আদি অসমীয়াৰ আপুৰুগীয়া গীত-মাতবিলাক মূৰ্চ্ছাত পৰা অৱস্থা লৈ বুঢ়া-ভকতীয়াসকলৰ ভিতৰতে সীমাবদ্ধ। মই ৭ বছৰমান বয়সতে গুৱাহাটীলৈ আহোঁ। মাজেসময়ে স্কুলৰ বন্ধ, দৌল-দোমাহী আৰু গুৰুতিথি উপলক্ষে বৰপেটালৈ কেতিয়াবা যাওঁ যদিও, ২।৪ দিন তাত থাকিয়েই গুৱাহাটীলৈ উভতি আহোঁ। গতিকে তেতিয়াৰ সেই সককালিত বৰপেটাৰ এই বঙলা গীত-নাট অভিনয়ৰ অভিৰুচিয়ে মোৰ মনত বিশেষ একো প্ৰতিক্ৰিয়া জন্মোৱা নাছিল। কিন্তু একে লেঠাৰিয়ে ১৬।১৭ বছৰ গুৱাহাটীত থাকি দেশৰ ভা-ভু পাই কিছু পুৰঠ হৈ উঠা মনটোৱে যেতিয়া বৰপেটালৈ গৈ এই অৱস্থাটো দেখা পাওঁ, তেতিয়া মোৰ মনটো আকুল হৈ উঠে। বৰপেটাৰ ভাই-ভনীৰ মনৰ পৰা বঙলা ভাষাৰ গীত-নাট অভিনয়ৰ প্ৰতি জমি ঘন হোৱা অসম্মানী ৰাপটোৰ শিপা উভালি পেলাবলৈকে মনত দৃঢ় সঙ্কল্প সোমায়। কিন্তু কৃতকাৰ্য্য হোৱা যায় কেনেকৈ ? গীত-পদ গাবলৈ জানেঁ৷ যদিও, লিখা অভ্যাস নাই। কিন্তু চিন্তিত হলোঁ যদিও, সি মোক থিৰেৰে থাকিবলৈ নিদিলে।

সেই সময়ত বৰপেটা নগৰত হাটীয়ে হাটীয়ে মুকলি মঞ্চত বঙলা ভাষাৰ গীত-নাট অভিনয় কৰা ৩।৪ টা মান দল চালুক হৈ চলি আছিল। গায়ক-অভিনেতাসকলে দিনৰ দিনটো কাম-কাজত ব্যস্ত থাকি, গধূলি আজৰি লৈ, হাটীয়ে হাটীয়ে নিৰ্দ্দিষ্ট ঠাইত লগ লাগি বঙলা গীত-নাটৰ তালিম দিয়ে। মই প্ৰত্যেকটো দলৰ ওচৰলৈ গৈ গায়ক-অভিনেতাসকলক এই জাতীয়-মৰ্য্যাদা হানিকৰ অৱস্থাটোৰ কথা কৈ বঙলা-ভাষাৰ গীত-নাট এৰি অসমীয়া গীত-নাটৰ অভিনয়ত ধৰিবলৈকে অনুৰোধ কৰিলোঁ। প্ৰত্যেকটো দলেই কলে—অসমীয়া ভাষাত অভিনয়ত ধৰিবলৈকে ভাল মনলগা অৰ্থাৎ

ৰচনবোৰ মাতি সুখ পোৱা উপযোগী গীত-নাট নাই। মই ৺চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ-বধ' আৰু ৺দুৰ্গেশ্বৰ শৰ্ম্মাৰ 'পাৰ্থ-পৰাজয়' নাট দুখন আনি দিলোঁ। কিন্তু দুয়োখন নাটককেই ৰচনবিলাক কৈ ভাল নালাগে বুলি কোনোটো দলেই পছন্দ নকৰিলে।

এনেতে আহি পৰিল ইং ১৯১০ চনৰ মাজভাগ। তেতিয়া ৺কনকলাল বৰুৱা বৰপেটাৰ মহকুমাধিপতি। ইং ১৯১১ চনত, তেতিয়াৰ ভাৰত সম্ৰাট পঞ্চম জৰ্জ্জ আৰু সম্ৰাজ্ঞী মেৰীয়ে ভাৰতলৈ আহি দিল্লী নগৰীত ৰাজ-দৰবাৰ পাতি ৰাজ-মুকুট পিন্ধি অভিষিক্ত হ'ব। সেই উপলক্ষে সমগ্ৰ ভাৰতৰ চহৰ-নগৰবোৰ এই মহোৎসৱৰ আগতীয়া আয়োজনৰ হুলস্থুলত উদ্বাউল।

বৰপেটাতো এই উৎসৱৰ পাতনি মেলি, অন্যান্য আয়োজনৰ লগতে এই উপলক্ষে নাটক এখনৰ অভিনয়েৰেও উৎসৱটো কেনেকৈ ৰমক-জমক ৰসাল কৰি তুলিব পৰা হয়, তাৰে আলোচনা কৰিবলৈকে মহকুমাধিপতি ৺কনকলাল বৰুৱাই, সেই সময়ত বৰপেটাৰ বয়োবৃদ্ধ গীত-নাট্যামোদী ৺মনহৰি দাস (এওঁ সেই সময়ত বঙলাভাষাৰ নাট অভিনয় কৰা বৰপেটাৰ যাত্ৰাদল এটাৰ মেনেজাৰ আছিল), ৺হৰিপ্ৰসাদ দাস (এওঁ ইং ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি, এচ, ডি, চি, পদ ইস্তাফা দি, আশ্ৰমাদি পাতি পাচত ৺হৰিপ্ৰসাদ ব্ৰহ্মচাৰী নামেৰে পৰিচিত হয়) ৺গৌৰীকান্ত দাস, ৺কমলাকান্ত দাস আৰু আমি ডেকা কেজনমানক নিমন্ত্ৰণ কৰি মাতি নি এখন মেল পাতে। এই মেলত মই উৎসাহেৰে যোগ দিওঁ,—জানোবা এনাৰ্কিষ্ট সন্দেহৰ দুৰ্ব্বহ বোজাটোত পুলিচৰ চোকা দৃষ্টিৰ হানৰ পৰা কিছু ৰেহাই পাওঁৱেই—এই বুলি নিমন্ত্ৰিত আমি আটাইবিলাক গৈ মেলত ওলালোঁ। উপস্থিত সকলো কেজনে এখন এখনকৈ ৪।৫ খন বঙলা-ভাষাৰ নাটকৰ নাম উল্লেখ কৰিলে। মই অকলে অসমীয়া ভাষাৰ নাটকৰ কথা কলোঁ। আন কেজনে উপলুঙা কৰি কলে, অভিনয় কৰি সুখ পোৱা কথা-বচনেৰে অসমীয়া ভাষাত হেনো নাটক নাই আৰু হবও নোৱাৰে। গাই-বাই ভাল লগা গীত-পদো হেনো অসমীয়া-ভাষাত নাই আৰু হবও নোৱাৰে। অসমীয়া ভাষাটো হেনো নাট-গীতৰ উপযোগী নহয়। মই অপমানৰ আঘাতত জোৰেৰে প্ৰতিবাদ কৰি মেলৰ পৰা ওলাই গুচি আহিলোঁ। তেওঁলোকে বঙলা 'হৰিৰাজ' নাটকৰ অভিনয়েৰে এই অভিষেক উৎসৱ পালন কৰিবলৈকে স্থিৰ কৰিলে আৰু কৰিলেও।

ঘৰলৈ আহি সিদিনাখন বহুত ৰাতিলৈকে চিন্তা কৰিলোঁ। এই সম্বন্ধে মই মোৰ আইক সুধিলোঁ। আইৰ সৰুৰে পৰা মহাভাৰত, ৰামায়ণ, পুৰাণাদিৰ আখ্যানবিলাক সাধুকথাৰ দৰে আমাক (মোৰ দাদা ৺গিৰীশচন্দ্ৰ ৰায়চৌধুৰীক, মোক আৰু সৰুভনী দুজনীক) গধূলি গোট খুৱাই চোতালত বা কাথিত ঢাৰা পাৰি বহুৱাই কৈ শুনোৱা নিত্য-নৈমিত্তিক কাম আছিল। আইয়ে কলে, বৰপেটাৰ বৈষ্ণৱী ধাতুত লগাকৈ মহাভাৰতৰ আখ্যান এটা লৈ নাটকখন লিখাটোৱে উচিত হব। আইৰ কথা মতেই, কৌৰৱ পক্ষৰ সপ্তৰথীয়ে অন্যায় ৰণ-নীতিৰে একেলগে আক্ৰমণ কৰি অৰ্জ্জুন-পুত্ৰ বালকবীৰ অভিমন্যুক জয়দ্ৰথৰ দ্বাৰা হত্যা কৰোৱা আৰু সেইবাবে সূৰ্য্যাস্তৰ আগতে অৰ্জ্জুনৰ জয়দ্ৰথক বধ কৰা কঠোৰ প্ৰতিজ্ঞাৰ আখ্যানটোকেই মই

বাছি ললোঁ। সেই কালত বৰপেটা নগৰত চাৰিটা যাত্ৰাদলে 'ৰামবনবাস', 'সীতাহৰণ', 'কীচক বধ', 'যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ', 'নল-দময়ন্তী' আদি বঙলা নাটকৰ যাত্ৰাভিনয় চলাই আছিল। মুকলিমঞ্চৰ বাবে যাত্ৰানাট লিখাৰ ধৰণ বুলি লবলৈকে বঙালী নাটক কেখনমান মই গোটাই ললোঁ। কাৰণ, সেই সময়ত এই বিষয়ত মই একেবাৰে কেচা। অন্ততঃ কিছু ভাবো বঙলা নাটকৰ পৰা লোৱা হৈছিল। কাৰণ, তেতিয়া মোৰ সাহিত্য সৃষ্টি কৰাতকৈ বঙলা নাটকক খেদাহে ঘাই উদ্দেশ্য আছিল।

পাছদিনা পুৱাৰ পৰাই বৰপেটাৰ অভিনেতা-সকলৰ মনোভাৱ আৰু ৰুচিলৈ লক্ষ্য ৰাখি, কথা-বচনবিলাক যথাসাধ্য বৰ্ণা হোৱাকৈ, অৰ্থাৎ অভিনেতাসকলে আবৃত্তি কৰি সুখ পোৱাকৈ, জনসাধাৰণৰ মুকলি মঞ্চৰ উপযোগী কৰি অমিত্ৰাক্ষৰ ছন্দত লিখিবলৈ আৰম্ভ কৰিলোঁ—আৰু অসমৰ তথা কামৰূপৰ খিলঞ্জীয়া বৰগীত-দেহবিচাৰ-কীৰ্ত্তন-নাম আদিৰ সুৰবোৰৰ সমন্বয় ঘটাই গীতবিলাকো ৰচনা কৰি গ'লোঁ,—দিনৰ ৰচনা দিনে আবৃত্তি কৰি গাই আইক শুনাই থাকিলোঁ। আইয়েও বচনবিলাক ভাল হৈছে বুলি উৎসাহ দি লগে লগে গীতৰ সুৰবোৰৰ আঁৰ-উৰ বিলাকো শুধৰাই দি থাকিল। মোৰ আই আছিল ৺সুন্দৰীদিয়া সত্ৰৰ ডেকা অধিকাৰ ৺জিতৰাম দেৱাধিকাৰীৰ জীয়াৰী। সৰুৰে পৰা বৰগীত-নাম-পদ গোৱাৰ বংশগত ঘৰুৱা চৰ্চ্চাত আছিল অতি পাকৈত। আইৰ কণ্ঠস্বৰ আছিল অতি মধুৰ। সেই কণ্ঠস্বৰত বৰগীতৰ শুদ্ধ ৰাগবিলাকৰ মাধুৰিমা প্ৰত্যক্ষ ভাৱে জীৱন্ত হৈ ফুটি ওলাইছিল। সেইবাবে আইক সকলোৱে "গহনী-আই" (গোসানী আই) বুলি মাতিছিল। বৰপেটা, গুৱাহাটী আৰু তেজপুৰতো আইয়ে ফুট্-পুৱাতেই সাৰ পৈ উঠি বিছনাত বহি বৰগীতৰ ললিত-শ্যাম আদি প্ৰভাতী ৰাগৰ "তেজৰে কমলাপতি পৰভাত নিন্দ"—"যশোমতী পেখিতে নয়ন জুৰাই" আদি ৰাগ টানি টানি গাই অমিয়-সুৰ-মাধুৰীৰ কুণ্ডলীকৃত আলোড়ন তুলি "ৰজনী বিদূৰ দিশ ধৱলী বৰণ, তিমিৰ ফাড়িয়া আসে ৰবিৰ কিৰণ"ৰ জ্যোতিষ্মান জীয়া জাননীৰে তৰপে তৰপে মুকলি হৈ অহা দিৱাকৰৰ জীৱন্ময় কৰ্ম্ম-প্ৰবাহৰ আগমন জনাইছিল, আইৰ সেই অপূৰ্ব্ব সম্মোহনী সুৰ-লহৰীৰ বৰ্ণনা দিবলৈকে মোৰ ভাষা নাই। সেই বৰগীতৰ সুৰ আলোড়নৰ স্পৰ্শত চুবুৰীয়া সকলোৱে শয্যা ত্যাগী উঠি ভক্তি গদ্‌গদ চিত্তেৰে আইৰ পুৱাৰ গীত শুনিছিল,—এনেকি, বৰেৰ-পুৱাতে আমাৰ ঘৰৰ আগৰ আলিয়েদি প্ৰাতঃভ্ৰমণ কৰিবলৈ যোৱা লোকসকলেও থমকি ৰৈ মুগ্ধ মনেৰে আইয়ে গোৱা সেই বৰগীত শুনিছিল। বৰগীতৰ এই প্ৰাণস্পৰ্শী আৰু শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ কীৰ্ত্তণঘোষা-নামঘোষাৰ বিচিত্ৰ ৰূপৰ সুৰবিলাককেই মই, মোৰ দাদা ৺গিৰীশ ৰায়-চৌধুৰী, ভনীদ্বয় ৺লক্ষ্মী আৰু শ্ৰীমতী ৰোহিণী গোস্বামী, চাৰিওজনে সৰুৰে পৰা মাতৃদেৱীৰ পৰা নিয়াৰিকৈ শিকিছিলোঁ। এই প্ৰসঙ্গতে, বৰগীতৰ প্ৰাণস্পৰ্শিতা সম্বন্ধে তিনিটা কথাৰ উল্লেখ কৰা অনুচিত নহ'ব।

১। ইং ১৯১৬ চনত, গুৱাহাটীত সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত পুৱা ৮টা বজাত বহা পোন প্ৰথমৰ অসম-ছাত্ৰ-সাহিত্য-সম্মিলনীত উদ্বোধনী-গীত গোৱাৰ ভাৰ মোৰ ওপৰত পৰে। মই অৰ্গেণৰ সহযোগত আইৰ

পৰা শিকা শ্যাম ৰাগৰ "তেজৰে কমলাপতি পৰভাত নিন্দ" বৰগীতটো গাওঁ। ৰভাতলৰ বিপুল জনতাৰ হৰ্ষোল্লাসী হাত চাপৰিৰ লগে লগে "পুনৰ গাওক পুনৰ গাওক" ৰব উঠে। সভাপতিৰ মঞ্চৰ পৰাও ৺বেজবৰুৱা, ৺চন্দ্ৰকুমাৰ আগৰৱালা, ৺সত্যনাথ বৰা, ৺নবীন বৰদলৈ আদিৰ বিমুগ্ধ ধন্যবাদৰ আশীৰ্ব্বাদ মোৰ ওপৰত পৰে। বিপুল জনতাৰ আধুনিক ৰাজহুৱা অনুষ্ঠানত তেনে বৰগীতৰ মনোমুগ্ধকাৰী সফল প্ৰৱেশ সেয়ে প্ৰথম। মোৰ সেই বৰগীতৰ পাচত বেজবৰুৱাৰ জ্যেষ্ঠা দুহিতা শ্ৰীমতী অৰুণা বেজবৰুৱাই (তেতিয়াৰ) তেওঁৰ ওপৰত অৰ্পণ কৰা দ্বিতীয় গীত গাবলৈকে সঙ্কোচ কৰি কৈছিল—"এই গীতৰ পাচত মই আৰু কি গীত গাম" বুলি।

২। ইং ১৯১৯ চন। বিশ্বকবি ৺ৰবীন্দ্ৰনাথ ঠাকুৰে গুৱাহাটীলৈ আহি তেতিয়াৰ আৰ্ল-ল-কলেজৰ প্ৰিন্সিপাল ৺জ্ঞানদাভিৰাম বৰুৱাৰ আলহি হয়। আগতে কৰা নিৰ্দ্ধাৰিত সময়ত মই যাওঁ তেখেতক দেখা কৰিবলৈ। ৺জ্ঞে-বৰুৱাই, ৰবীন্দ্ৰ ঠাকুৰৰ অভিপ্ৰায় মতেই, মোক এটা বৰগীত গাবলৈ কলে। মই গালোঁ মহাপুৰুষ মাধৱদেৱৰ কৌ-ৰাগৰ "প্ৰাণনাথ নকৰা বঞ্চিত" বৰগীতটো। চকু মুদি ৺ৰবীন্দ্ৰনাথে শুনিলে গোটেইটো গীত। গীতটো গোৱা শেষ হোৱাৰ পাচতো ঠাকুৰে কিছু পৰলৈকে চকু মুদি থাকি চকু মেলিলে। মই কলোঁ,—এয়ে শ্ৰীমন্ত শঙ্কৰ-মাধৱ দুজনা মহাপুৰুষে আমাক দি যোৱা বৰগীত আৰু তাৰ সুৰ। মই ঠাকুৰৰ অভিমত সুধিলো। ঠাকুৰে কলে,—"ভালইতো"। বুলি। আৰু একো নকলে। ঠাকুৰৰ মুখত দেখিলো গভীৰ ভাৱ। হয়তো বৰগীতৰ মাধুৰ্য্যই তেখেতৰ প্ৰাণ স্পৰ্শ কৰিছে। সেইবাবে বেছি একো কবলৈকে ইচ্ছা নকৰিলে।

৩। এই চনতেই বঙ্গৰ বিখ্যাত ইতিহাসবিদ্ ৺যদুনাথ চৰকাৰ আহে গুৱাহাটী-বঙ্গ-সাহিত্য-পৰিষদৰ সভাপতি হৈ গুৱাহাটীলৈ। এই পৰিষদৰ পক্ষৰ পৰা তেতিয়াৰ কৰ্জ্জন হলৰ (এতিয়াৰ নবীন বৰদলৈ হল) লাইব্ৰেৰীয়ান ৺গোপালকৃষ্ণ দেৱে তাত মোক বৰগীত গাবলৈকে অনুৰোধ জনায়। সম্ভৱতঃ তেওঁ উক্ত পৰিষদৰ সম্পাদক আছিল। মই অনুৰোধ ৰক্ষা কৰি তাত উপস্থিত হওঁ। পৰিষদৰ সভাখন হৈছিল উক্ত হলতেই পুৱা ৮টা বজাত। সভাত কটনৰ তেতিয়াৰ অধ্যাপক লক্ষ্মী বাবু আৰু তাৰক বাবু, (দুয়ো সঙ্গীতজ্ঞ,) আৰু হল-ভৰা অন্যান্য বঙ্গভাষীৰ উপৰিও, ৺কমলাকান্ত ভট্ট, ৺সত্যনাথ বৰা, ৺নবীন বৰদলৈ, ৺সোণাৰাম চৌধুৰী আদি আমাৰ বিশিষ্ট সাহিত্যিক, দাৰ্শনিক, প্ৰত্নতাত্বিক সকলো উপস্থিত আছিল। পৰিষদৰ অনুৰোধক্ৰমে হাৰমোনিয়ামেৰে প্ৰথমতে মই পুৱাকাল কাৰণে বৰগীতৰ কৌ-ৰাগৰ "উঠৰে উঠ বাপু গোপালহে, নিশি পৰভাত ভৈল"টো গাওঁ। ৺যদুনাথ চৰকাৰ সমন্বিতে উপস্থিত সকলোৱে নিস্তব্ধ মনেৰে শুনে। লক্ষ্মীবাবুৱে মোক পুনৰ এটা গাবলৈ অনুৰোধ কৰে। মই পুনৰ কেদাৰ ৰাগৰ "পাৰে পৰিহৰি কৰোহো কাতৰি, প্ৰাণ ৰাখবি মোৰ" বৰগীতটো গাওঁ। তাকো সকলোৱে একান্ত মনেৰে শুনে। লক্ষ্মীবাবু আৰু তাৰকবাবু দুয়ো কয় মই গোৱাটো কেদাৰ ৰাগ নহয় বুলি। মই কওঁ হয় বুলি। তেওঁলোক কয় নহয় বুলি। মই স্বৰগ্ৰাম আওৰাই কওঁ হয় বুলি,—তেওঁলোকে কয় নহয় বুলি, ভুল বুলি। "মই তেওঁলোকক সোধোঁ।

কৌ ৰাগটো ভুল নে শুদ্ধ বুলি। তেওঁলোক দুয়ো কয় "কৌ ৰাগটো সম্বন্ধে সম্প্ৰতি কব নোৱাৰো, কিন্তু "কেদাৰ ৰাগটো ভুল" বুলি। মই কওঁ— "মই গোৱা কৌ-কেদাৰ, দুয়োটা ৰাগ ভাৰতীয় সঙ্গীতৰ খানদানী ৰূপ। ভাৰতীয় সঙ্গীতৰ এই খানদানী ৰূপটোৰ লগত আপোনালোকৰ পৰিচয় নাই। মুছলমান শাসনত ভাৰতীয় সঙ্গীতৰ খানদানী ৰূপত যি সনা-পোতোকা হৈছে, তাৰ লগতহে আপোনালোক পৰিচিত। কামৰূপ-অসমত মুছলমান শাসনে স্থিতি লব পৰা নাছিল কাৰণে ইয়াত ভাৰতীয় মূল সঙ্গীতৰ ব্যতিক্ৰম ঘটা নাই, অবিকৃত হৈ আছে। তৰ্ক কিছু ঘন হৈ অহা দেখি ৺যদুনাথ চৰকাৰে লক্ষ্মীবাবুক এটা কেদাৰা ৰাগ গাবলৈ কলে। লক্ষ্মীবাবু আৰু তাৰকবাবু দুয়ো কেদাৰ ৰাগৰ দুটা গীত দুটা তালত গালে। কিছুপৰ পাচত ৺যদুনাথ চৰকাৰে মত প্ৰকাশ কৰি কলে, "কেদাৰ ৰাগৰ শুদ্ধ ৰূপ কি মই নাজানো। কিন্তু ৰায়চৌধুৰীয়ে গোৱা গীতৰ সুৰটোৱে মোৰ মনত যি প্ৰভাৱ বৰ্ত্তালে, লক্ষ্মীবাবু আৰু তাৰকবাবুৰ গীতে সেইটো কৰিব নোৱাৰিলে।"

এই বৰগীত আৰু কীৰ্ত্তন-নামঘোষাৰ বিচিত্ৰ অমিয় সুৰ-বিলাককেই সৰুৰে পৰা মই মোৰ আইৰ ওচৰত শিকিছিলো আৰু সেই সুৰবিলাকৰ সংমিশ্ৰণ ঘটায়েই মই জয়দ্ৰথ-বধৰ গীতবোৰ ৰচনা কৰিলোঁ আৰু লোকবাবিলাকক নিজে শিকালোঁ।

প্ৰায় ৩ মাহমানৰ ভিতৰত নাটখন লিখি উলিয়াই দক্ষিণ-হাটীৰ নাট-অভিনয় আৰু গীত-পদত পাকৈত শ্ৰীঅম্বিকাচৰণ পাটোৱাৰী, ৺শম্ভুনাথ মজিন্দাৰ, ৺নাৰায়ণ পূজাৰী, ৺হৰেণ পূজাৰী, ৺ধৰ্ম্মকান্ত পূজাৰী, ৺লোহিত মহাজন, ৺কালিচৰণ ওজা, ৺কৃষ্ণৰাম দাস (এওঁ অল ইণ্ডিয়া ৰেডিঅ'ৰ গুৱাহাটী কেন্দ্ৰৰ গীত পৰিচালক শ্ৰীমান পুৰুষোত্তম দাসৰ পিতৃ), শ্ৰীৰামোৰাম তালদাৰ, ৺পদ্ম চৌধুৰী, ৺গোবিন্দ ৰায়ন আদি কেইজনমানক মাতি আনি গোট খুৱাই লৈ নাটখনৰ বচন কিছুমান আবৃত্তি কৰি আৰু গীত কেইটামান গাই শুনালোঁ। সকলোকেইজনে শুনি খুব উৎসাহিত হ'ল আৰু সোনকালে নাটখন অভিনয় কৰিবলৈকে আগ্ৰহ প্ৰকাশ কৰিলে। এটা অনুষ্ঠানৰ নামত আয়োজন কৰিলে ভাল হব বুলি ভাবি, মই পাচদিনাখনেই উক্ত সকলোকেইজনক মোৰ ঘৰত গোটাই লৈ "বৰপেটা সনাতন-সঙ্গীত-সমাজ" নাম দি অনুষ্ঠান এটা স্থাপন কৰি, নিয়ম প্ৰণালী আদি লিখি উলিয়াই,—তেতিয়াই মেনেজাৰ, মজিন্দাৰ, তালিমদাৰ আদি পদ কেইজনমানক দি গায়ে গায়ে কৰ্ত্তব্য ভগাই দিলোঁ। সকলো কেইজনে নিজ নিজ কামত উৎসাহেৰে লাগি গ'ল। ৺ধৰ্ম্মকান্ত পূজাৰীৰ দ্বাৰা ভাওৰীয়াসকলৰ বচনবিলাক নামে নামে লিখোৱাই লৈ ৪ দিনমানৰ ভিতৰত অভিনেতাসকলক ভগাই দিলোঁ। গীতবিলাক মই নিজে শিকাব পৰাকৈ দিন-ৰাতি লাগি ৰেহেলা আৰু হাৰমোনিয়াম শিকি ললোঁ। নিয়ম মতে তালিম আৰম্ভ হ'ল। আবৃত্তি, গীত, নৃত্য মইয়েই শিকালোঁ। গীত-নৃত্যৰ বাবে ১০ জনমান ১০।১১ বছৰীয়া ৺ধৰম, ৺অতুল, ৺কুলদা, ৺অচ্যুৎ, ৺খগেন, ৺স্ফটিক আদিক সংগ্ৰহ কৰিলোঁ। ইহঁত হ'ল ছোকৰা। যাত্ৰাভিনয়ত এই নামেৰেই সিহঁতৰ পৰিচয়। নিয়মাদি সকলোৱে কটকটীয়াকৈ মানি চলাত, অভিনয়, নৃত্য, গীত, পৰিচালনা

সকলো সোনকালে পূৰঠ হৈ উঠিল। এই সকলক আজি মোৰ বৰকৈ মনত পৰিছে। এই সকলৰ ভিতৰত অভিনেতা শ্ৰীঅম্বিকা পাটোৱাৰী আৰু শ্ৰীৰামো তালদাৰ, শ্ৰীমহেশ পাটোৱাৰী আৰু শ্ৰীনৰেণ পাঠকৰ বাহিৰে এজনো জীৱিত নাই।

দুমাহমান নেৰানেপেৰাকৈ তালিম দি যেতিয়া দেখিলোঁ যে অভিনয়টো বাহিৰলৈ উলিয়াব পৰা হৈছে, তেতিয়া মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ তিথিৰ দিনা ৺বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰৰ বাহিৰৰ চোতালত প্ৰকাণ্ড ৰভা তৰি, সেই অসমীয়া ভাষাত ৰচন মাতি স্থখ পোৱা নাটক হবই নোৱাৰে বুলি ইতিকিং কৰি কোৱা কেজনৰ সৈতে পুৰুষ-মহিলা নিৰ্ব্বিশেষে বৰপেটা চহৰখনৰ প্ৰায়বিলাক মুখিয়াল লোককেই নিমন্ত্ৰণ জনালোঁ অসমীয়া 'জয়দ্ৰথ বধ' গীতি-নাটৰ অভিনয় চাবলৈকে। ৬।৭ হেজাৰ পুৰুষ-মহিলাৰ উপস্থিতিত প্ৰকাণ্ড ৰভাতল উপচি পৰিল। গধূলিৰ আগতে ৬মান বজাত গীত-নৃত্য-বাদ্যেৰে অভিনয় আৰম্ভ হ'ল। সেই বিৰাট পুৰুষ-মহিলাৰ জুমটোৱে ভাত-পানী খাবলৈকে পাহৰি নিমিষ নকঢ়াকৈ নিতাল মাৰি ৰাতি ৩।৪ বজালৈকে অভিনয় চালে। উত্তৰা আৰু স্থভদ্ৰাৰ অভিনয়ত মহিলাসকলে কেবাবাৰো চকুলো টুকিলে। অসমীয়া ভাষাৰ 'জয়দ্ৰথ-বধ' গীত-নাটৰ জয় জয় ঘোষিত হ'ল। বিপুল জনতাই মোৰফালেও জয় জয় হৰিধ্বনি জনালে। অসমীয়া ভাষাত ভাল গীত-নাট হব নোৱাৰে বুলি কোৱা কেজন সকলোৰে আগত বঙ্গুওৱা হৈছিল। সেই কেজনৰ ধন্যবাদৰ বোলতো মোৰ উশাহ বন্ধ হোৱা যেন লাগিল। সিদিনাৰ পৰাই বৰপেটাৰ পৰা বঙলা ভাষাৰ গীত-নাট নিৰ্ম্মূল হবলৈ আৰম্ভ হ'ল। বাটে-পথে, ঘৰে-দুৱাৰে কেৱল 'জয়দ্ৰথ-বধ'ৰ আলোচনা আৰু গীতবিলাককেই সকলোৱে গাবলৈ ধৰিলে। বিয়া-বাৰু উৎসৱত সকলোকে কেৱল 'জয়দ্ৰথ-বধ' নাটখনহে লগা হ'ল। বঙলা ভাষাৰ অভিনয় কৰা আটাইকেওটা দল ভাগি গ'ল। সকলোৱে আৰু এখন নতুন গীতি-নাটক লিখিবলৈ মোক অনুৰোধ কৰিলে। মই পুৰাণৰ শিখিধ্বজ ৰজাৰ আখ্যান লৈ 'ভক্তগৌৰব' নাম দি চাৰিমাহ মানৰ মূৰত দ্বিতীয়খন গীতি-নাট লিখি উলিয়ালোঁ। এইখনকো শিক্ষা দিলোঁ মই নিজে। জয়দ্ৰথ বধৰ দৰে এইখন নাটেও সমানে আদৃত হ'ল। দুয়োখন নাটক সমানে চলিব ধৰিলে। দুয়োখন নাটৰ মুকলি মঞ্চৰ অভিনয়েৰে বৰপেটা তথা অসমৰ পৰা এইবিধ বঙলা ভাষাৰ গীত-নাটৰ আলু উঠিল।

এই দুয়োখন নাটক অসম-এছোচিয়েছনৰ আৰু সাহিত্য সভাৰ অধিৱেশন, দুৰ্গাপূজা, লক্ষ্মীপূজা, সৰস্বতী পূজা আৰু বিয়া-বাৰু উপলক্ষে বৰপেটা ধুবুৰী, গুৱাহাটী, ডিব্ৰুগড়, ডুমডুমা, বিজনী, টিহু, জনীয়া, চেঙা, নলবাৰী আদি অসমৰ নানা ঠাইত ইং ১৯৩০ চনলৈকে পূৰা ২০ বছৰ চলিছিল। ইং ১৯১৭ চনত "অসম-এছোছিয়েচন"ৰ অধিবেশনত বৰপেটাত, ইং ১৯২৬ চনত ধুবুৰীত ৺বেনুধৰ ৰাজখোৱাৰ সভাপতিত্বত, আৰু ইং ১৯৩৭ চনত গুৱাহাটীত পণ্ডিত শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ সভাপতিত্বত বহা সাহিত্য সভাৰ অধিবেশন দুটাত মুকলি মঞ্চত 'জয়দ্ৰথ বধ' আৰু 'ভক্ত-গৌৰব' দুয়োখন গীত-নাট বিপুল সমাৰোহৰ মাজত অভিনীত হৈছিল। এই দুয়ো ঠাইতে শ্ৰীঅম্বিকা পাটোৱাৰী, ৺পৱন দত্ত, শ্ৰীফটিক বায়ন আদি কেবাজনেও অভিনয় আৰু গীত-বাদ্যৰ বাবে পদক

উপহাৰ পাইছিল। যোৱা বছৰ গুৱাহাটী অল-ইণ্ডিয়া ৰেডিওৰ যোগেৰে ডেকা নাট্যকলাবিদ্ শ্ৰীমান ফণী তালুকদাৰৰ সংযোজনাত 'জয়দ্ৰথ-বধ' গোটেই ভাৰতত প্ৰচাৰিত হৈছিল।

দুৰ্য্যোধন নাটকৰ পাণ্ডুলিপি আজি ৫০ বছৰৰো বেছি কাল মোৰ হাতত নাছিল। মই আন নানা ৰাজহুৱা কৰ্ম্ম-ব্যস্ততাত একৰকম পাহৰিয়েই গৈছিলোঁ। এতিয়া বুঢ়া কালত মোৰ অতীতৰ কাৰ্য্যাৱলীৰ স্মৃতি টানি আনিবলৈ মন যোৱাত খবৰ কৰিলোঁ। উক্ত সনাতন-সঙ্গীত সমাজৰ অন্যতম অধ্যক্ষ ৺হৰেণ পূজাৰীয়ে মই 'অসমবাণী'ত লিখা "মোৰ জীৱন-ধুমুহাৰ এচাটি"ত এই বিষয়টোৰ উল্লেখ পঢ়ি 'জয়দ্ৰথ বধ'ৰ পাণ্ডুলিপিখন ৫০ বছৰীয়া এলাহুৱা ফটা-চিটা আকাৰেৰে মোক আনি দিলে। কিন্তু 'ভক্ত-গৌৰৱ'খনৰ ফটা-চিটা নিগনি খোৱা, আখৰ মাৰ যোৱা, পাত কেখনমানৰ বাহিৰে এঁকো নাপালোঁ। 'ভক্ত-গৌৰৱ' চিৰকাললৈ হেৰাল। ইয়াৰ ভিতৰতে তেওঁৰ মৃত্যু হ'ল। ৺হৰেণ পূজাৰীয়ে এলেহুৱা ফটা-চিটা হলেও, ইমান বছৰ যত্ন কৰি মোৰ নিজ হাতৰ আখৰেৰে সৈতে 'জয়দ্ৰথ-বধ'ৰ পাণ্ডুলিপিটো ৰক্ষা কৰা বাবে তেওঁৰ শলাগ লৈ তেওঁৰ স্বৰ্গগত আত্মাৰ উদ্দেশ্যে মোৰ কৃতজ্ঞতা জনালোঁ।

সম্ভৱতঃ শ্ৰীমন্ত শঙ্কৰী যুগৰ অঙ্কীয়া নাটবোৰৰ পাচত, জনসাধাৰণৰ মুকলি-নাটমঞ্চৰ বাবে বৰ্ত্তমান যুগৰ উপযোগীকৈ বিৰাট সাফল্যেৰে অভিনীত হোৱা গীত-নাট অসমীয়া ভাষাত এই 'জয়দ্ৰথ-বধ' আৰু 'ভক্ত-গৌৰৱ'েই প্ৰথম।

এতিয়া, অৰ্দ্ধশতাব্দীৰো আগৰ পুৰণি এই সাহিত্য-সম্পদ 'জয়দ্ৰথ-বধ' গীতি-নাটখন অসম প্ৰকাশন পৰিষদৰ আৰ্থিক সাহায্যৰ অনুগ্ৰহত প্ৰকাশ কৰিবলৈ পাই প্ৰকাশন পৰিষদৰ ওচৰত কৃতজ্ঞতা দাণ্ডি ধৰি, প্ৰথম দিনাখনেই সফল অভিনয়েৰে সকলোকে আনন্দ দি মোৰ উদ্দেশ্য পৰিপূৰণ কৰা স্বৰ্গগত আৰু জীৱিত অভিনেতা সকলৰ নাম-পৰিচয় উল্লেখ কৰি ধন্য হলোঁ।

জয়দ্ৰথ-বধৰ গীতবিলাকৰ সুৰ-সঞ্চয় বিলাক বৰ মনোৰম আছিল। সকলোবিলাক গীত বৰগীত, দেহবিচাৰ, কীৰ্ত্তন-নামঘোষা আদিৰ নানা সুৰৰ সমন্বয়ত ৰচনা কৰিছিলোঁ। বহু দিন চৰ্চ্চা নথকাত দুই এটা সুৰ মই পাহৰি যোৱা যেন হৈছেঁ। যদিও, বৰপেটাৰ সেই সময়ৰ পুৰণি জীৱিত গায়ক-অভিনেতা সকলে এতিয়াও পাৰে। গীতবিলাকৰ স্বৰলিপিও ইয়াত দিয়াৰ ইচ্ছা আছিল ; কিন্তু নানা অসুবিধাত দিব পৰা নহ'ল।

গুৱাহাটী, ইং ১৯৬১ ইতি

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

## জয়দ্ৰথ-বধৰ প্ৰথম অভিনেতা, গায়ক-বাদক আৰু পৰিচালকসকল

**পাণ্ডৱপক্ষ**

| | | |
|---|---|---|
| শ্ৰীকৃষ্ণ | — | পদ্মনাথ মজিন্দাৰ |
| যুধিষ্ঠিৰ | — | শ্ৰীৰামোৰাম তালদাৰ |
| ভীম | — | শ্ৰীঅম্বিকাচৰণ পাটোঁৱাৰী |
| অৰ্জ্জুন | — | হৰেন্দ্ৰনাথ পূজাৰী |
| নকুল | — | দীননাথ দৈৱজ্ঞ |
| সহদেৱ | — | মঙ্গলাৰাম দাস, শ্ৰীনৰেন পাঠক |
| দ্ৰৌপদী | — | পূৰনচন্দ্ৰ দত্ত |
| সুভদ্ৰা | — | শ্ৰীমহেশচন্দ্ৰ পাটোৱাৰী |
| উত্তৰা | — | মহোদৰ দাস |

**কুৰুপক্ষ**

| | | |
|---|---|---|
| দুৰ্য্যোধন | — | লোহিতচন্দ্ৰ মহাজন |
| দুঃশাসন | — | কমলাকান্ত দাস |
| কৰ্ণ | — | কালিচৰণ ওজা |
| শকুনি | — | গোকুলৰাম দাস |
| দ্ৰোণ | — | ধৰ্ম্মকান্ত পূজাৰী |
| জয়দ্ৰথ | — | পদ্ম চৌধুৰী, নবীন পাঠক |
| দুঃশলা | — | গোলোকৰাম দাস |
| ভানুমতী | — | বিলাস দাস |
| মণিভদ্ৰ | — | শ্ৰীকৃষ্ণৰাম দাস |

**বাদক**

| | | |
|---|---|---|
| বেহেলা বাদক | — | গোবিন্দ বায়ন। |
| তবলা খোলোক বাদক | — | চন্দ্ৰ কাৰিকৰ, চাবন, ফটিক বায়ন। |
| হাৰমোনিয়াম বাদক | — | নাৰায়ণ পূজাৰী |
| মন্দিৰা বাদক | — | হৰমোহন দাস |
| সাজ-সজ্জা | — | পৰমানন্দ পাঠক |

**নটুৱা**

শ্ৰীঅচ্যুৎ, শ্ৰীভোগী, অতুল, কুলদা, ধৰম, ফটিক, খগেন।

**মেনেজাৰ**

গোলকচন্দ্ৰ দাস ( আতশবাজীদাৰ )

নাৰায়ণ চন্দ্ৰ পূজাৰী ( বৰপেটা সত্ৰৰ পূজাৰী )

# জয়দ্ৰথ-বধ
## ( গীতি-নাট্য )

## প্ৰথম অঙ্ক

### ১ম গৰ্ভাঙ্ক, কৌৰৱৰ ৰণস্থল

কৃষ্ণ আৰু অৰ্জ্জুন

অৰ্জ্জুন :

বাসুদেৱ !
সহায় সম্বলহীন পাণ্ডৱৰ
তুমিয়ে ভৰষা মাথোঁ ।
বল, বীৰ্য্য, গতি, মুক্তি, পৰামৰ্শদাতা,
পাণ্ডৱৰ তুমিয়ে সকলো ।
তোমাৰে শৰণাগত অধম পাণ্ডৱ ।
বিপুল বিশ্বৰ এই বিমান সম্পদ
নোখোজে পাণ্ডৱে একো তোমাৰ বাহিৰে ।
লোকে কয়—
কৃষ্ণ মাথোঁ পাণ্ডৱৰে ধন ।
পাণ্ডৱৰো অন্তৰত অটল বিশ্বাস
কৃষ্ণ মাথোঁ পাণ্ডৱৰ গতি-মুক্তিদাতা ।
যদুনাথ !
শুনো যেয়ে আনৰ মুখত
কৃষ্ণৰ বলতে মাথোঁ,
পাণ্ডৱ বীৰৰ ঈমান,—
বাজানো কি গৌৰৱৰ বিজয়-দুন্দুভি
বাজি উঠে পাণ্ডৱৰ অন্তৰ উপচি ।
কুৰুক্ষেত্ৰৰ এই ভীষণ ৰণত
তোমাৰে আদেশমতে পৰিছোঁ সোমাই
অকস্মাতে কিবা দোষ পাই,
এখন্তেক পাণ্ডৱক এৰি দিয়া যদি,—
তেতিয়াই পাণ্ডৱৰ
অস্তিত্ব বিলোপ হ'ব ধৰণীৰ পৰা ।
নহ'লে মাধৱ !
কুৰুক্ষেত্ৰ সমৰত এনে বীৰবৃন্দৰে
কেনেকৈবা যুদ্ধ জয় কৰিলোহেঁতেন ?
কিন্তু, তথাপি পাণ্ডৱনাথ !
সদায় মনত ভয়,—
কিজানোবা কেতিয়াবা কিবা ছল কৰি
পাণ্ডৱক এৰি দিয়া তুমি ।
ছল মাথোঁ খেমালি তোমাৰ ।
তোমাৰ মনত—
অভক্ত ভক্ত সকলো সমান ।
নহ'লে মাধৱ !
সদায় সাৱধি হৈ ওচৰত থাকি
সখি সখি বুলি, কত কথা কৈ
কতনা সান্ত্বনা দিয়া অবোধ প্ৰাণত,—
তথাপিতো দীননাথ !
বুজিব নোৱাৰোঁ তুমি মনৰ আশয় ।

কোৱাঁ কোৱাঁ সখি !
অন্তৰত কি আছে তোমাৰ ?

শ্ৰীকৃষ্ণ :

কিয় সখি !
কিবা এনে ভাৱ মোৰ দেখা অন্তৰত
যাক তুমি নোৱাৰা বুজিব ?
কৃষ্ণৰ মনৰ ভাৱ
কৃষ্ণ সখি অৰ্জ্জুনৰ অজানা কেতিয়া ?

অৰ্জ্জুন :

সখি !
যিটো তুমি ভাল বুলি কোৱা পাণ্ডৱক
মনে-প্ৰাণে তাকে কৰে তোমাৰ পাণ্ডৱে ।
নিজৰ ইচ্ছাৰে কোৱাঁ !
কাহানি পাণ্ডৱে কৰিছে কি কাম ?
তোমাৰে আদেশ মানি,
দিনে দিনে ৰণ কৰি
নাৰায়ণী সেনাৰ লগত
সংগ্ৰাম কৰিছোঁ জয়—
তেন্তে আজি কিয় ?
সংসপ্তক সংগ্ৰামৰ ছল কৰি মোক
আনিলা সুদূৰ এই
দ্বৈপায়ণ হ্ৰদৰ ইফালে ?
সখি !
বৰ ভয় লাগে মোৰ তোমাৰ ছলক,—
কোৱাঁ, কোৱাঁ ছলনাময় ?
আলচিছা কিবা ছল তোমাৰ মনত ?

শ্ৰীকৃষ্ণ :

সখি !
ভাবিছিলোঁ,
কিবা মহা গুৰুতৰ ঘটিছে কাৰণ ।
নাই একো ছলনা ইয়াত ।
সকলো কামতে মোৰ
ছলনাকে দেখা পোৱা তুমি ।
কোৱা সখি !
কাহানি কৰিছোঁ ছল পাণ্ডৱৰ স'তে ?

অৰ্জ্জুন :

কেনেকৈ কওঁ সখি !
ছলনা নকৰা বুলি তুমি ?
তুমি যদি ছল কৰি পাণ্ডৱক এৰি
নাথাকিলাহেঁতেন দূৰত,—
তেন্তে নো পাণ্ডৱনাথ !
পাশা খেলি তোমাৰ পাণ্ডৱে
সৰ্ব্বস্বান্ত নিঠৰুৱা হৈ
লাগিলেহেঁতেন কিয় বনবাসী হব ?
আৰু,—
পাপী দুষ্ট দুঃশাসনে,
ৰজঃস্বলা, একবস্ত্ৰা দ্ৰৌপদী সতীৰ
কেশাৰ্ষণ কৰি,
সভাৰ মাজত নি বিবস্ত্ৰা কৰাৰ,
সাহস কৰিব কিয় পাৰিলেহেঁতেন ?
কোৱা, কোৱা সখি !
অন্তৰ্য্যামী তুমি—
কাহানি দুৰ্ব্বৃত্ত পৰি তোমাৰ পাণ্ডৱে
কৰিলে অন্যায় কিবা কাম,
তুমি কিয় নকৰা বাৰণ ?

শ্ৰীকৃষ্ণ :

সখি !

যেতিয়া কৃষ্ণাক আনি সভাৰ মাজত
দুষ্ট দুঃশাসনে
কৰিছিল আয়োজন বস্ত্র হৰণৰ,—
নাৰাখিছিলোঁনে মৰ্য্যাদা
দ্রৌপদীৰ লজ্জাধন বস্ত্ৰৰূপ ধৰি ?
আৰু,—
বনবাসী হৈ
ভুগিছা যে অশেষ যাতনা,—
সিটো মাত্র বুজাবৰ হেতু
দুখৰ পাছত সুখ কিমান মধুৰ।
দুভুগিলে দুখ-কষ্ট
কোনেও নেপায় পূৰ্ণ সুখৰ সোৱাদ।
অতীতৰ তিক্ত কটাক্ষত
ভুগিছা অশেষ দুখ—
এতিয়া পুনৰ,
ভাৰতৰ একচ্ছত্ৰী অধিপতি হৈ
অশেষ সুখ-মৰ্য্যাদা লভিবা হাতত।

অৰ্জুন :

সখি !
যি বুজোঁৱা তাকেই বুজিছোঁ।
কিন্তু,
উদ্দেশ্যবিহীন হৈ
একোকে নকৰা তুমি।
এই যে সমৰ আজি
দ্বৈপায়ন হ্ৰদৰ পাৰত—
নাইনে উদ্দেশ্য একো ইয়াৰ মাজত ?

শ্রীকৃষ্ণ :

হয়,
নিশ্চয় উদ্দেশ্য আছে।
কিন্তু,
সিটো মাত্র মহাবীৰ পাৰ্থৰ হাতত
নাশ হেতু নাৰায়ণী সকলো সেনাৰ।
কোনো এক সময়ত,
নিগূঢ় উদ্দেশ্য এটা সাধনৰ বাবে,
নিজ শৰীৰৰ পৰা
জন্ম দিলোঁ। সিহঁতক মই।
উদ্দেশ্য সাধিত হ'লে,
ইচ্ছা কৰিছিল সকলো সেনাই
মৃত্যু হেতু মোৰ হাততেই।
কিন্তু—
নিজ সৃষ্টি নিজে নাশ কৰা
উচিত নহয় কাৰো।
সেইবাবে কৈছিলোঁ। মই—
মোৰ অংশ মহাবীৰ পাৰ্থৰ হাতত
নাশ হব তোমাসকলৰ,—
তাতেই লভিবা মুক্তি।
নাৰায়ণী অসংখ্য সেনাৰে
কৌৰৱক কৰিলোঁ। সহায়।
তোমাৰ বাহিৰে সখি আন কোনো বীৰ
নাই এনে পাণ্ডৱ পক্ষত,
সমকক্ষ বীৰত্বৰে
নাশিব অসংখ্য এই নাৰায়ণী সেনা।
মিলিছে সুযোগ এই—
দেখুৱাই বীৰত্ব বিক্রম
নাশ কৰা যতবোৰ নাৰায়ণী সেনা।
আৰু যে আহিছোঁ আমি
দ্বৈপায়ন হ্রদৰ ইকালে,—
তাৰো আছে উদ্দেশ্য মহৎ।

অস্ত্ৰগুৰু দ্ৰোণাচাৰ্য্যে চক্ৰব্যূহ ৰচি,
কৰিব সমৰ আজি পাণ্ডৱৰ সতে।
( অৰ্জুনে চমক খাই শুনে )
সেইবাবে নাৰায়ণী সকলো সেনাই
প্ৰভাত কালতে আজি আছিছে ইফালে।
তাভেহে আনিছোঁ ৰথ এই ফাললৈ।
কি ছলনা দেখিলা ইয়াত ?

অৰ্জুন :

কি ক'লা, কি ক'লা সখি,
যুদ্ধ হেতু পাণ্ডৱৰ স'তে
আচাৰ্য্যই চক্ৰব্যূহ কৰিব ৰচনা ?
মহা সৰ্ব্বনাশ আজি উপস্থিত তেনে !
মোত বাদে পাণ্ডৱ পক্ষত
কোনেও নাজানে সেই ব্যূহৰ কৌশল।
প্ৰাণপুত্ৰ অভিমন্যু মোৰ,—
সিয়েহে কেৱল জানে প্ৰৱেশৰ পথ।
কুমাৰ কোমলমতি পুত্ৰে যদি মোৰ
ৰমাব নোৱাৰি তাৰ মনৰ আৱেগ,
খেমাজিবে ব্যূহত সোমায়,—
তেন্তেইতো সৰ্ব্বনাশ হব মোৰ !..
শুনা, শুনা, সখি !
কৌৰৱৰ শিবিৰত
আনন্দৰ কেনে কোলাহল,—
নিস্তব্ধ নিমাত কিন্তু পাণ্ডৱ শিবিৰ।
নিশ্চয় বুজিছোঁ মই,
পাণ্ডৱৰ
সৰ্ব্বনাশী বিপদ ঘটিছে কিবা।

শ্ৰীকৃষ্ণ :

অৰ্জুনৰ অনুমান ঠিক। ( মনে মনে )
কেনেকৈ আজুনি আজি
হত হ'ল কৌৰৱৰ অন্যায় ৰণত !
ৰ'তেই কি সন্তানৰ বিয়ে নঘটক,
পিতৃ-মাতৃ অন্তৰত মিলেহি সজেন।
কিন্তু—
নিয়তিৰ অনিবাৰ্য্য বিধান এৰাই
কোনে পাবে জগতত তিষ্ঠিব খন্তেক ?
জন্ম-মৃত্যু দুটি পথ—
জীৱ মাত্ৰে যোৱা-অহা কৰিব লাগিব।
( অলপ ভাবি )
আহা !
সখি মোৰ প্ৰাণাধিক পুত্ৰৰ শোকত,
তেনেই আকুল হ'ব।
সুভদ্ৰা ভনীয়ে—
প্ৰাণ ভেদি উত্তলাৰ কৰুণ বিলাপ।
বিৰাট দুহিতা—উত্তৰা সুন্দৰী—
কোমল যৌৱন,—
ঢালি দিব প্ৰাণ শোক-সাগৰত—
কিন্তু কি কৰিম ?
নেদেখোঁ উপায় একো।
নিয়তিৰ নিৰ্ঘাত বিধান,—
অব্যাহতি কাৰো নাই।
যদিও শাসন সেই মোৰ অধীনত—
প্ৰতিবাদী হোৱা তাত নহয় উচিত ;
প্ৰতিবাদী হ'লে,
বেমেজালি উপজিব সৃষ্টিৰ গতিত !—

অৰ্জুন :

মাধৱ !
নিমাত থাকিলা কিয় ?

উচিত নহয় বুলি অনিচ্ছা কৰিও,
আত্মীয় স্বজন নাশি
মহা ধনুৰ্দ্ধৰ বুলি সুখ্যাতি লভিছোঁ,—
তোমাৰে আদেশ মানি
শিখণ্ডীক সন্মুখত লৈ
কুৰুবৃদ্ধ পিতামহ ভীষ্মক নাশিলোঁ।
পিন্ধিলোঁ যশৰ কীৰ্ত্তি শিৰোপৰত কৰি,—
কৰ্ণ, দ্ৰোণ, মহাৰথী সকলক এৰি,
ক'লা তুমি
নাৰায়ণী সেনাৰে যুঁজিব,—
পাণ্ডৱ শিবিৰ এৰি
আদেশি আনিলা মোক দ্বৈপায়ন কালে—
কাঠৰ পুতলা যেন,
তোমাৰে আদেশ মানি,
চলি আছোঁ তোমাৰে ইচ্ছাত,—
কোৱা সখি! কি কৰিম আৰু?

শ্ৰীকৃষ্ণ:

কিয় সখি!
কি বাবে ইমান কথা কোৱা মোক আজি?
ভাবি চোৱা,—
কুৰুক্ষেত্ৰ সমৰ অনল
জ্বলিছেনে মোৰ ইচ্ছাতেই?
কৌৰৱৰ অন্যায়-অত্যাচাৰ
নহয় ইয়াৰ জানো প্ৰধান কাৰণ?
ভীমক বিহৰ লাড়ু খুওৱাৰ কথা,—
জতুগৃহ দাহ কৰি,
পাণ্ডৱক নিৰ্ম্মূল কৰাৰ ষড়যন্ত্ৰ।
দুৰ্ব্বাসাৰ কোপত পেলাই
পাণ্ডৱৰ সৰ্ব্বনাশ কৰা কুচিন্তা,—
কাম্যবনত জয়দ্ৰথে
দ্ৰৌপদীক হৰণৰ আলচা কৌশল,—
পাহৰিছা কিয় আজি?
সৰ্ব্বস্ব হৰণ কৰি পাশাৰ পণত
নিছিল কুলাঙ্গাৰে সভাৰ মাজত,
বিবস্ত্ৰা কৰিবলৈ,—
তেতিয়া,—তেতিয়া,—কোনে কোৱা,
কৌৰৱক সমূলক্ষে বিনাশিম বুলি,
কৰিছিল প্ৰতিজ্ঞা কঠোৰ?
কৰ্ণক নিজ হাতেৰে বিনাশিম বুলি,—
দুঃশাসনৰ বুকু ফালি ৰক্ত পিম বুলি,—
দুৰ্য্যোধনৰ উৰু ভাঙি গদাৰে কোবাই
নিশ্চয় ভোগাম বুলি নৰক যন্ত্ৰণা,
কোৱা, কোনে কৰিছিল প্ৰতিজ্ঞা ভীষণ?
কোৱা,
মই কি নিজেও শান্তিৰ কাৰণে
যোৱা নাই দূত হৈ কুৰু-সভালৈ?
মাগিছিলো মাত্ৰ পঞ্চগ্ৰাম
পঞ্চ-পাণ্ডৱৰ হেতু,—
সেই প্ৰস্তাৱকো প্ৰত্যাখ্যান কৰি
কৌৰৱপতিয়ে,
ৰাজনীতি বিপৰীতে
খুজিছিল বান্ধি থ'ব মোক।
নাইনে মনত তুমি এইবোৰ কথা?
কৌৰৱৰ পাপময় অন্যায় আচাৰে,
বাধ্য কৰি নিজে নিজে
জ্বলাইছে সমৰ অনল।—
কি দোষ ইয়াত মোৰ?

অৰ্জ্জুন:

সখি!

অগতিৰ গতি তুমি,
পাণ্ডৱৰ নাথ ;—
অধম পাণ্ডৱ মই,
মনৰ ভ্ৰান্তিৰে যদি
কৰোঁ কিঁবা অপৰাধ,
কওঁ কিবা ৰূঢ় কথা,—
নিজগুণে ক্ষমা কৰা তাকঁ !
তোমাক নকৈ কাক ক'ম মই ?
মধুসূদন ! কোৱাচোন—
মন মোৰ কিয় আজি ইমান চঞ্চল ?
চোৱা, চোৱা, সখি !
চোৱা অকস্মাতে,
শেষ হ'ল মোৰ
অগ্নিদত্ত অক্ষয় তূণীৰ !
ছিন-ভিন গাণ্ডীৱৰ গুণ,—
ত্ৰিলোক বিজয়ী এই
অজেয় গাণ্ডীৱ ধৰি
যি বজ্ৰ মুঠিয়ে মোৰ
নাশিছিল অসংখ্য শত্ৰুক,—
সি মুঠিৰ পৰা মোৰ
কিয় আজি খহি পৰে গাণ্ডীৱৰ গুণ ?
দুৰ্মদ শত্ৰুৰো দেখি বিপুল বাহিনী
কোনোকালে কঁপা নাই যি অন্তৰ মোৰ,
আজি কিয়, কি কাৰণে,
কঁপে সেই হিয়া থৰথৰে ?
সখি !
নোৱাৰোঁ কৰিব আৰু ৰণ,—
অৱশ শৰীৰ মোৰ
নাথাকে গাণ্ডীৱ আৰু হাতৰ মুঠিত ।

**শ্ৰীকৃষ্ণ :**

সখি !
ইকি কৰা তুমি ?
এনে বিয়াকুল হোৱা দেখিলে শত্ৰুৱে
নথৈ আশয় পাব ।

**অৰ্জুন :**

সখি !
নাই, নাই আৰু ৰণৰ হেঁপাহ,—
শত্ৰুৰ হাতত আজি
সমৰ্পিলো পাৰ্থৰ গৌৰৱ ।
ফিৰোৱা, ফিৰোৱা ৰথ শিৱিৰৰ ফালে,—
দেখোঁ গৈ—
কি ঘটিছে সৰ্ব্বনাশ পাণ্ডৱৰ আজি ।

**শ্ৰীকৃষ্ণ :**

যি পাৰ্থই কালান্তক বীৰ বিক্ৰমেৰে
বীৰ সমাজত,
ওপজায় প্ৰলয়ৰ প্ৰচণ্ড ধুমুহা—
ক্ষত্ৰিয়ৰ সমাজত—
যি বীৰৰ গৌৰৱ মহিমা
উচ্চাসন লভে গৈ মহা বিক্ৰমেৰে,—
সেই ধনঞ্জয়ে আজি
পিঠি দিলে সন্মুখ ৰণত
কি ভাবিব শত্ৰুৱে ভেতিয়া ?
লোৱা, লোৱা সখি !
লোৱা তুলি অজেয় গাণ্ডীৱ—
কৰা ৰণ,—
প্ৰদৰ্শন কৰা,
অৰ্জুনৰ প্ৰচণ্ড বিক্ৰম ।

অৰ্জুন :

নকৰা, নকৰা সখি এনে কথা আৰু—
আত্মীয়-স্বজন নাশি
লভিবৰ অমৰ গৌৰৱ
নাই আৰু প্ৰাণত হেঁপাহ।
আত্মীয়-স্বজন হীন হৈ
ভাৰতৰ অধীশ্বৰ হ'ম ?
নালাগে নালাগে মোক এনুৱা গৌৰৱ।
পৰিব কলঙ্ক বীৰত্বত মোৰ,
হবা তুমি কষ্ট মোৰ প্ৰতি,
সকলো শলাগি লম,
তথাপি নকৰোঁ আৰু আত্মীয় বিনাশ।

শ্ৰীকৃষ্ণ :

ই কি সখি!
কিয় তোলা আৰু সেই পুৰণি কাহিনী ?
সিদিনা ইমান কৰি বুজালোঁ তোমাক—
কিদৰে পাহৰি গ'লা সেইবোৰ কথা ?
কোৱাঁ,
কোন কাৰ পৰ, কোন বা আপোন ?
যিমান দেখিছা তুমি
নানান বিচিত্ৰময় অসংখ্য পৰাণী,
নিয়তিৰ বিধানৰ এটি কটাক্ষতে
আগতে সুমৰি আছে মৰণ নিশ্বাস,
তুমি আৰু কি মাৰিবা তাক ?
বিপুল সৃষ্টিৰ এই বিকাশৰ বেগ
ৰক্ষাৰ হেতুকে মাত্ৰ,
জনমি ধৰাত,
তুমি উপলক্ষ্য হৈ,
মোকলাবা কাটি-কুটি বিকাশৰ বাট।
এইবাবে ইমান আকুল কিয় সখি !
বিশেষকৈ,
আত্মাৰ বিনাশ কেতিয়াও নাই।
তুমি যাক মৃত্যু কোৱা,
আত্মাৰ লগত,
অকণো সম্বন্ধ নাই তাৰ।
সেইবাবে কিয় তুমি চিন্তিত ইমান ?

অৰ্জুন :

ইকি সখি ! ইকি আচৰিত !
আচম্বিতে কিয় মোৰ কঁপিছে অন্তৰ ?
কাৰ যেন পিতা মাতে
খুন্দিয়ায় অন্তৰত মোৰ।
শুনা, শুনা দামোদৰ,
কৌৰৱৰ বিজয়-দুন্দুভি—
নিমাত, নিশ্চল কিন্তু পাণ্ডৱ শিবিৰ ;

শ্ৰীকৃষ্ণ :

সখি !
এনুৱা আকুল হোৱা সমৰাঙ্গনত
নহয় বীৰৰ কাম।
নিতান্ত অনিচ্ছা যদি ৰণত তোমাৰ,
নহবা বিকল ;
ফিৰি গৈ
শিবিৰৰ পাণ্ডৱ পক্ষক
দিওঁ ব'লা সংসপ্তক বিজয় বাতৰি।

অৰ্জুন :

শুনা, শুনা যদুনাথ !
পাণ্ডৱৰ শিবিৰত হাহাকাৰ ধ্বনি।

হায় !
নাজানো কি সৰ্ব্বনাশী কথা,
শুনি পাম শিৱিৰত গৈ ।

শ্ৰীকৃষ্ণ :

ব'লা তেন্তে,
নকৰা পলম আৰু ।
( দুয়োৰো প্ৰস্থান )

**দ্বিতীয় গৰ্ভাঙ্ক**

পাণ্ডৱ শিৱিৰ

[ যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ, সাত্যকি আদি ]

সাত্যকি :

ধৰ্ম্মৰাজ !
স্থিৰ হোৱা ;
উপস্থিত কৰ্ত্তব্যৰ কঠোৰ ক্ষণত
অতীত ঘটনা লৈ
জ্ঞানীৰ বিকল হোৱা নহয় উচিত ।
প্ৰাণাধিক অভিমন্যু যদিও বালক,
সিংহ বিক্ৰমেৰে
ভাৰতৰ মহাৰথী অতিৰথী
সৱাকো পৰাস্ত কৰি
পশিছে গৈ অমৰ ধামত ।
বিশ্বজয়ী পাণ্ডৱৰ যোগ্য সন্তানৰ
দিছে যোগ্য পৰিচয়,
নহয় শোকৰ কথা—
মনত কৰিলে,
পাণ্ডৱ-গৌৰৱ
আৰ্জ্জুনিৰ অদ্ভুত বিক্ৰম,
নাচি উঠে হিয়া-তন্ত্ৰী ।
এনেকুৱা বিশ্বজয়ী যশস্যা-কীৰ্ত্তিত—
শোকৰ প্ৰলেপ ঢলা নহয় উচিত ।

যুধিষ্ঠিৰ :

সাত্যকি !
কুলৰ প্ৰদীপ মোৰ অভিমন্যু ধনে
বিক্ৰমেৰে যুঁজি শত্ৰু স'তে
বিচুৰ্ত্তি লগাই সকলোকে
আলিঙ্গিছে শান্তিৰ জিৰণি,
নাই শোক সেইবাবে ;
তাৰ গৌৰৱতে আজি গৌৰৱী পাণ্ডৱ ।
কিন্তু,
অন্যায় ৰণেৰে তাক নাশিলে শত্ৰুই,
এই মাত্ৰ শোকতেহে বিদৰে অন্তৰ ।
সাত্যকি ! কোৱা,
যদিহে শত্ৰুই
ধৰ্ম্মযুদ্ধ কৰিলেহেঁতেন,
তেন্তে নেকি প্ৰাণ ধন আৰ্জ্জুনিয়ে মোৰ
কোমল জীৱন তাৰ,
ঢালিলেহেঁতেন এই অকাল মৃত্যুত ?
উঃ ! কি নিদাৰুণ শোক !
অন্তৰ বিদীৰ্ণ হয় ।

সহদেৱ :

ধৰ্ম্মৰাজ !
পাণ্ডৱৰ তুমিয়ে গৌৰৱ ।
পাণ্ডৱৰ সকলোবোৰ কৰ্ত্তব্য পালন
তোমাৰ আদেশৰেই হয় ।
এনেইতো কৌৰৱৰ বিজয় হুঙ্কাৰ—
তাতে আৰু পাণ্ডৱৰ দুৰ্দ্দশা ইমান !

এনে সময়ত যদি
হোৱা তুমি শোকত অস্থিৰ,
পাণ্ডৱক ভবিষ্যৎ পথ
দিব্য আলোকেৰে দেখুৱাব কোনে ?
মহাৰাজ !
নকৰিবা শোক—
কাল পুৰুষৰ প্ৰয়োজন মানি
লোৱা যোগ্য কৰ্ত্তব্য হাতত ।

যুধিষ্ঠিৰ :

সহদেৱ !
কিদৰে সান্ত্বনা পাওঁ মই ?
ময়ে যে কাৰণ তাৰ অকাল মৃত্যুৰ !
প্ৰাণৰ অভিয়ে মোৰ
ক'লে মোক ঠাকুৰা মাতেৰে—
"ব্যূহৰ আগম জানো, নাজানো নিগম" বুলি—
তথাপিও হায় !
ইমান উন্মত্ত হলোঁ ৰাজ্যৰ লোভত,
আগ-পাচ অলপো নুগুণি
অনুমতি দিলোঁ মই
প্ৰৱেশিব ব্যূহৰ মাজত ।
হায় !
সহোদৰ অৰ্জ্জুনৰ,
সুভদ্ৰা দেৱীৰ
ময়ে হেতু প্ৰাণান্তক পুত্ৰ-শোকাগ্নিৰ ।
মোৰ দোষতেই
মহাত্মা বিৰাটবালা উত্তৰা মাতৃয়ে
পালে আজি বৈধব্য যাতনা ।
সুমৰি ইবোৰ কথা
কেনেদৰে স্থিৰ থাকোঁ মই ?

## শোকৰাৰ গীত

( ৰাগিণী দেশমল্লাৰ বৰগীত—তাল যাপ )

কিদৰে সুথিৰ কৰোঁ অথিৰ পৰাণ !
থাকি থাকি বাজে শোক-বেদনাৰ তান ।
প্ৰাণৰ পুতলা মোৰ অভিমন্যু ধন
অন্যায় ৰণত পৰি হেৰালে জীৱন,
ৰাজ্যৰ লোভত মই হেৰুৱাই জ্ঞান,
ৰণত পঠাই তাৰ মাগিলোঁ পৰাণ ।
নসহে প্ৰাণত আৰু শোকানল তাৰ
নোখোজোঁ ৰাখিব লৈ এই শোক-ভাৰ ।

নকুল :

দাদা !
তুমিয়ে শোকত যদি হোৱা বিচলিত,
ক্ষুদ্ৰ প্ৰাণীবোৰে তেন্তে
সহিবৰ শোকৰ বেদনা
কেনেকৈ পাব পথ ?
জানা তুমি ভালমতে,
শোকৰ যাতনা মাত্ৰ
অল্পজ্ঞানী, ক্ষুদ্ৰচেতা, স্বাৰ্থপৰলৈ—
সঙ্কীৰ্ণ ইন্দ্ৰিয়বোৰ অতিক্ৰম কৰি
লভিছা তুমিয়ে নাম ধৰ্ম্ম যুধিষ্ঠিৰ—
তেন্তে কিয় ক্ষুদ্ৰ এই শোকৰ তাপত
ইমান আকুল হোৱা তুমি ?
ৰিপুৰ অধীন হৈ অবোধ পাণ্ডৱে,
বিপথৰ বাটকুৰা হ'লে কেতিয়াবা
তুমিয়ে ফিৰাই আনা সৎপথলৈ
কৈ কত তত্বৰ কাহিনী ।
এতিয়া তুমিয়ে যদি

হোৱা এনে শোকৰ অধীন,
কোনে তেন্তে বুজাব আমাক ?

যুধিষ্ঠিৰ :

নকুল !
সমাজত যিজন ডাঙৰ,
ক্ষণে পতি মহৎ কৰ্ত্তব্য তাৰ।
তাৰ বিবেচনাতেহে
সকলো নিৰ্ভৰ কৰে মঙ্গলামঙ্গল।
তাৰ যদি কোনো কিবা ত্ৰুটীৰ কাৰণে
অকস্মাতে ঘটি পৰে কিবা অমঙ্গল,
সেইটো দোষতে মাথো
গোটেই সমাজখনে
অশান্তিত পৰে উঁট খাই।
সেইবাবে সমাজৰ প্ৰধান জনৰ
সকলো কামতে,
সুস্থ বিবেচনা হোৱা নিতান্ত উচিত।
কিন্তু মই পাণ্ডৱৰ অধম অগ্ৰজ,
পাণ্ডৱৰ সকলো কৰ্ত্তব্যবোৰে
মোৰে উপদেশ মানি
লক্ষ্য স্থিৰ কৰে।
কিন্তু আজি ঘটালোঁ যি মহা সৰ্ব্বনাশ,
তাৰবাবে, কি কব পাণ্ডৱে মোক ?
হায় !
সোমাব অৰ্জ্জুনে যেৱে
বাসুদেৱ স'তে এই শিৱিৰত আহি,
সুভদ্ৰা দেৱীয়ে সুধিব যেতিয়া আহি
"ক'ত মোৰ অভিমন্যু" বুলি,
কি বুলি সান্ত্বনা দিম মই ?
ভাই !
ধনঞ্জয়ে ফিৰি আহি পোৱাৰ আগতে—
মৰণে মঙ্গল মোৰ !

হোৰাৰ গীত

নাই কাম আৰু মোৰ এই জীৱনত
কিদৰে দেখাম মুখ পাৰ্থৰ আগত ?
তেনেই অধম মই
জ্ঞান-ধৰ্ম্ম হেৰুৱাই
বিসৰ্জ্জিলোঁ প্ৰাণধন কাল সমৰত।
অৰ্জ্জুনে সুধিব যেৱে,
ক'ত অভিমন্যু এৱে
কি বুলি সান্ত্বনা দিম ভ্ৰাতৃৰ প্ৰাণত ?

ভীম :

ধৰ্ম্মৰাজ !
নাভাবিবা তুমি,
আৰ্জ্জুনিৰ মৃত্যু শোকে
কৰা নাই অভিভূত মোক।
ভীমৰ বচনবোৰ কঠোৰ কৰ্কশ,
কাৰ্য্যত একণো নাই স্নেহৰ কণিকা,
কিন্তু,
তথাপি হৃদয় আছে মোৰো।
সুখ-দুখ, শোক-বেদনাৰ অনুভূতি
মোৰো এই হৃদয়ত আছে।
প্ৰাণধন অভিমন্যু মোৰ
অন্যায় ৰণত,
শত্ৰুৰ হাতত পৰি,
গুচি গ'ল স্বৰ্গবাসী হৈ—
সেই শোকে,
ছিনভিন কৰি দিছে ভীমৰ অন্তৰ,

কিন্তু, সেই বুলি,
বাঞ্ছা কিয় কৰিম মৃত্যুৰ ?
অভিমন্যুহন্তা কৌৰৱক
সবংশে বিনাশ কৰি,
প্ৰতিশোধ লৈ,
লম তেত্ৰে মৃত্যুৰ শৰণ।
নহলে,
কাপুৰুষ হৈ, ক্ষত্ৰিয়ৰ বিক্ৰম পাহৰি,
প্ৰতিশোধ-প্ৰতিজ্ঞা তিয়াগি,
মৃত্যু কিয় কামনা কৰিম ?
মহাৰাজ !
শোক-দুখ পাহৰি পেলোৱা—
অন্তৰ ভৰাই লৈ পাণ্ডৱ বিক্ৰম
নাশ কৰা কৌৰৱৰ পাল।

যুধিষ্ঠিৰ :

নাই,—নাই আৰু ৰণৰ হেপাঁহ।
নাই আৰু প্ৰয়োজন ৰাজ্য উদ্ধাৰৰ।
সামান্য ৰাজ্যৰ বাবে
জ্ঞাতিবধ, ভ্ৰাতৃবধ মহা পাতকত
পৰিবৰ বাঞ্ছা নাই আৰু।
হায় ! কি কুক্ষণত ৰাজ্যৰ আশাই
ললে অন্তৰত ঠাই—
তাৰবাবে
দয়া, মায়া, চেনেহ, মৰম,
বিস্মৃতিৰ সিন্ধুত বুৰাই
মহা হৰষেৰে,
নাশিছোঁ আত্মীয়কুল।
আনিছোঁ সমৰানল শান্তিৰ বুকত।
মোৰ বাবে,
পৃথিৱীৰ মানী পূজ্য নৃপতি সকলে,
এজন এজনকৈ,
দিছে আহি জীৱন আহুতি এই সমৰানলত।
নালাগে, নালাগে ভাই, এনে ৰাজ্য মোক।
যিফালে ফিৰাওঁ চকু—
সেইফালে মৰ্ম্মভেদী-কৰুণ বিলাপ।
ভাই বৃকোদৰ !
এৰি দিয়া ৰণৰ হেপাহ !
সুখ-শান্তি বিৰাজক দেশৰ বুকত—
বনবাসী জীৱ আমি—
ৰাজ্য সপি দি দুৰ্য্যোধনক,
পুনু যাওঁ বনবাসী হৈ।
ভাবি চোৱা ভাই !
আছিলোঁ যেতিয়া, বনৰ মাজত,
ফল মূল খাই,
পাঁচোজনে এটা প্ৰাণ হৈ,—
ক'ত দেখিছিলা এনে অশান্তি ভীষণ ?

ভীম :

ক্ষত্ৰিয়ৰ প্ৰধান ধৰম,
প্ৰতিহিংসা পাহৰি পেলাই,
যাব খোজা বনবাসী হৈ ?—
যোৱা তেন্তে সকলোৱে,—
নকৰোঁ বাৰণ।
অকলে ভীমেই লব
শত্ৰুতাৰ প্ৰতিশোধ।
প্ৰতিহিংসা চিতাগ্নিত
ভস্ম কৰি দিম কৌৰৱক।
হয় হ'ক অশান্তি নাশৰ মূল,—
অশান্তিতে আনি পুনু অশান্তি অনল,

অশান্তিৰ অগ্নিশিখা
উজাৰিম অম্বৰ আগুৰি—
কৌৰৱ সমূলে ভস্ম হব তাত পৰি।
বিশ্বগ্ৰাস অশান্তিৰ
জয়ডঙ্কা বজাম তুমুল।
সকলোকে শুনাম বিশ্বৰ,
গোলোক বিহাৰী কৃষ্ণ দয়াময় হৰি
যতবোৰ অশান্তিৰ মূল।
তেওঁৰেই ইচ্ছা পূৰ্ণ হেতু—
শোক জৰ্জ্জৰিত এই অন্তৰৰ পৰা
জ্বলিছেই প্ৰতিহিংসানল।

যুধিষ্ঠিৰ :

ভাই বৃকোদৰ !
নজ্বলাবা প্ৰতিহিংসা আৰু !
অশান্তিত অশান্তি ঢালিলে
সৃষ্টি নাশ হয়—
বিধাতাৰ মহা ইচ্ছা নহয় পূৰণ ;
সেইব্যাবে বিধাতাই সৃষ্টি ৰক্ষা হেতু
যিমানে নিৰ্দ্দয় যেন দেখা পাওঁ আমি,
কিবা এটা ঘটনাৰ গৌণ ইঙ্গিতেৰে,
অশান্তিত—শান্তি ঢালি দিয়ে।
আমিতো নুবুজো তাৰ সৃষ্টিৰ ৰহস্য,
ইও তাৰে তেনে এটা কিবা হব পাৰে।
ভাই, শান্ত হোৱা—
বিধাতাৰ নকৰা বিৰোধ।—
এৰি দিয়া প্ৰতিহিংসা ভাৱ।
যাৰ ইচ্ছামতে এই অমঙ্গল ঘটি,
শোকাগ্নিৰে জ্বলাইছে পাণ্ডৱ অন্তৰ,
তেওঁৱেই প্ৰতিকাৰ কৰিব ইয়াৰ।

তুমি মই কোন ভাই ?

( ওপৰলৈ প্ৰণাম কৰি )

গোলোক বিহাৰী হৰি।
ভীমৰ কোপত পৰি
হয় আজি জগতৰ মহা সৰ্ব্বনাশ—
জগত পালক তুমি—
লোৱা আহি ৰক্ষাভাৰ তোমাৰ সৃষ্টিৰ।

( প্ৰস্থান। )

## তৃতীয় গৰ্ভাঙ্ক

পাণ্ডৱ শিৱিৰৰ সমুখ

( শোকত সকলো নিস্তব্ধ হৈ আছে, অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণৰ প্ৰৱেশ। )

অৰ্জ্জুন :

ইকি সখি !
ক'লৈ আনিলা মোক ?
শিৱিৰলৈ আহোঁ বুলি
বেগাই চলালা ৰথ,—
কিন্তু কিয়,
মহাশ্মশানত আনি সুমুৱালা মোক ?
চোৱা সখি !
কি ভীষণ শ্মশান !
ঘন কৃষ্ণ আন্ধাৰ সাৰটি
কত অভাগাৰ জীৱশূন্য মৃতদেহ
পৰি আছে বাগৰি ধূলাত ?

শ্ৰীকৃষ্ণ :

সখি !
নহয় শ্মশান এই—
স্থিৰ হৈ চোৱাচোন,
এয়েই পাণ্ডৱ শিবিৰ ।

অৰ্জ্জুন :

সখি !
এয়ে যদি পাণ্ডৱ শিবিৰ
ক'ত তেন্তে পাণ্ডৱ সকল ?
অন্যান্য দিনৰ দৰে
পাণ্ডৱৰ অভ্ৰভেদী ৰণজয়ী ধ্বনি
হোৱা নাই কিয় আজি ?
কিয় বা নুশুনোঁ তেন্তে আনন্দ কল্লোল ?
কোৱা, কোৱা সখি !
পাণ্ডৱ শিবিৰ কিয় নিৰানন্দ আজি ?

শ্ৰীকৃষ্ণ :

কিয় সখি আকুল ইমান ?
সংসপ্তক বায়ু-মণ্ডল
আছিল নে ভৰপূৰ আজি অক্লান্ত বেণুৰে ;
সেই বাবে এনুৱা প্ৰলাপ ?
শ্মশান দেখিলা ক'ত ?
পাণ্ডৱ শিবিৰ এই—
আগবঢ়া ?

অৰ্জ্জুন :

সখি ?
সঁচাকে যদিহে এই পাণ্ডৱ শিবিৰ
কিয় তেন্তে কোনো জনে মোক
সোধা নাই ৰণৰ বাতৰি ?
আনন্দিলা শিবিৰ সোমালে,
সকলোৱে আগ্ৰহেৰে
কত কথা সোধে মোক ?
আজি,
জয় কৰি নাৰায়ণী সেনা
পালোঁহি শিবিৰ আহি—
তথাপি কোনেও কিয় সোধা নাই একো ?
কৌৰৱৰ তীক্ষ্ণ শৰে
ছেদন কৰিলে নে কি পাণ্ডৱৰ জিভা ?
বাৰু,
ময়ে সোধোচোন,—
ধৰ্ম্মৰাজ ! দাদা !
ক'ত তুমি ?
তোমাৰ আশীষ লৈ তোমাৰ অৰ্জ্জুনে
সংসপ্তক ৰণ জিতি আহিছে উভতি,—
তেন্তে কিয় ?
আনন্দৰ আলিঙ্গন দিয়া নাই মোক ?
আৰ্য্য বৃকোদৰ !
তোমাৰে বা মাত আজি শুনা নাই কিয় ?
মেঘৰ গৰ্জ্জন যেন আনন্দৰ ধ্বনি
কিয় বা নুশুনোঁ আজি তোমাৰ মুখৰ ?
সাত্যকি, সহদেৱ, নকুল, ধৃষ্টদ্যুম্ন,
কিয় আজি তোমালোকে
সোধা নাই একো কথা মোক ?
ক'ত মোৰ অভিমন্যু হৃদয়ৰ ধন ?
ক'ত আজি তাৰ
সুধাময় পিতা সম্বোধন ?

### হোকৰাৰ গীত

ৰাগিনী-বৰগীত-ভৈৰৱী—তাল ঠেকা।

ক'ত মোৰ অভিমন্যু প্ৰাণৰ নন্দন !
পিতা বুলি এটিবাৰ কৰা আহি সম্বোধন।
সংগ্ৰাম জয় কৰি পালোহি শিৱিৰ মই
দেখা দিয়া আহি মোৰ জীৱনৰ ধন ?
মাতিছো কাতৰ হৈ কিয়নো নামাত তই
কৰিছা নে মোৰ প্ৰতি কিবা অভিমান।

ভীম :

ভাই ধনঞ্জয় !
কি বা আজি সুধিম তোমাক ?
পাণ্ডৱৰ প্ৰাণবোৰ
খণ্ড খণ্ড হৈ আজি
পৰি আছে মৃত্যুত ৰাগৰি।
সেই জীৱশূন্য পৰাণেৰে
সংসপ্তক বিজয় বাতৰি সুধি
আনন্দেৰে সম্ভাষিম কিদৰে তোমাক ?
তুমি ভাই।
সমৰ বিজয়ী হৈ আহিছা উভতি—
আৰু আমি ঘৃণিত ক্লীবত্ব লৈ,
গ্লানিৰ কলঙ্ক সানি ক্ষত্ৰিয় শৌৰ্য্যত,
শিৱিৰৰ চুকত লুকাই,
পৰি আছোঁ, ভয়ত আৱষ্ট হৈ;
তেনে পাণ্ডৱৰ পৰা,
আনন্দৰ সম্বৰ্দ্ধনা পাবা কিয় তুমি ?
ভাই !
বীৰত্ব উজ্জ্বল সেই পৰমাণুবোৰে
গুচি গ'ল পাণ্ডৱক এৰি।
সমৰ উন্মত্ত সেই উত্তপ্ত তেজৰ সোঁত
চেঁচা হ'ল পাণ্ডৱৰ শিৰৰ মাজত,
নহলে,
পাণ্ডৱৰ হৃদয়ৰ অভিমন্যু ধন
দলিয়াই বিপক্ষৰ অস্ত্ৰৰ মুখত,
প্ৰতিহিংসা এৰি
এতিয়াও কিয়
প্ৰাণ লৈ থাকিব পাণ্ডৱে ?

অৰ্জ্জুন :

কি কলা, কি কলা দাদা !
অভিমন্যু নাই ?
কেশৱ ? ( মূৰ্চ্ছা গৈ পতন )

যুধিষ্ঠিৰ :

মূৰ্খ যুধিষ্ঠিৰ !
তোৰে ৰাজ্যলোভ হেতু
পৰিল পাণ্ডৱ আজি ধ্বংসৰ মুখত—
আঁতৰাই জীৱনৰ সুবৃত্তিবিলাক
কুবৃত্তিৰে অন্তৰ ভৰালোঁ,
পৰিলোঁ উন্মত্ত হৈ ৰাজ্যৰ লোভত—
তোকেই নে লোকে কয় ধৰ্ম্ম যুধিষ্ঠিৰ ?
যা—বুৰি যা অস্তিত্ব মোৰ
বিস্মৃতিৰ অতল সিন্ধুত।
জ্ঞাতিহন্তা, ভ্ৰাতৃহন্তা, পুত্ৰহন্তা,
ৰাজ্যলোভী যুধিষ্ঠিৰ নাম,—
কোনেও নলয় যেন বিশ্ব-জগতত।
কোনো কিবা ইচ্ছা যদি পুৰণৰ হেতু,
সৃজিছিল কোনোবাই মোক,—
উটাওক সেই ইচ্ছা অনন্ত সোঁতত—

অযোগ্য, অযোগ্য মই--
মোৰ পৰা কাৰো একো নহয় মঙ্গল—
( মূৰ্চ্ছা পতন )

ভীম

কৃষ্ণ !
পাইছানে তৃপ্তি ?
লভিছানে আনন্দ প্ৰাণত এৰে ?
অৰেও জীৱন ঢালি কৃষ্ণৰ সেৱাত,
লভিছিল যি পাণ্ডৱে আনন্দ অপাৰ,
তেনুৱা পাণ্ডৱ আজি এই ;
আৰু, যিজনে ইঙ্গিতে ইঙ্গিতে,
দেখুৱাই পাণ্ডৱক
বিচিত্ৰ ভৱিষ্যতৰ বিমোহিনী ছবি,
ৰাখিছিল শান্তিত বুৰাই,
সেই কৃষ্ণ তুমি,
লভিছা নে মহা তৃপ্তি প্ৰাণত এতিয়া ?
কোৱা, কোৱা যত্নুনাথ ?
আৰু কিবা লাগে নে তোমাক ?
প্ৰকাণ্ড শৰীৰ দেখি মোৰ
অন্তৰত হিংসা হয় যদি,
কোৱা, কোৱা পাণ্ডৱনাথ !
হৃৎপিণ্ড উভাৰি তেনেই
তোমাক উছৰ্গা কৰি
ততালিকে উটুৱাওঁ তৃপিতি তোমাৰ।

শ্ৰীকৃষ্ণ

দাদা বৃকোদৰ,
উপস্থিত কৰ্ত্তব্য পাহৰি,
ধৈৰ্য্যহীন হোৱা এৰে নহয় সময়
সকলোৰে মিলি
কৰা এৰে নৃপতিক উচিত শুশ্ৰূষা-
চাওঁ মই সখিক ইফালে।

ভীম ঃ

নালাগে,
নুশুনো নুশুনো আৰু বিহভৰা মিঠা কথা তোৰ,
নোখোজোঁ অকণো তোৰ স্নেহৰ কণিকা।
তোৰে মাত্ৰ কপট ইচ্ছাত
জীৱনৰ গতি-মতি সমৰ্পণ কৰি
লভিলে পাণ্ডৱে আজি এই পৰিণাম।
নালাগে, নোখোজোঁ আৰু তোমাৰ সহায়,
নচলোঁ পাণ্ডৱে আৰু তোমাৰ ইচ্ছাত।
নিদিবা, নালাগে মুক্তি,
কোন তুমি মুক্তিৰ গৰাকী ?
জগতৰ কোনোবা কোণত,
মহা অন্ধকাৰময় অতল গুহাত,
পৰি ৰম হুঙ্কাৰি ভীষণ,
জীৱনৰ সুখ-শান্তি সৌভাগ্যৰ পৰা
সমূলি বঞ্চিত হৈ,
অনন্ত বিষাদ মাথোঁ কৰিম আশ্ৰয়,
আনন্দৰ হাঁহি এৰি
উৰুৱাম বিকট ক্ৰন্দন,
তথাপিতো নামাতো তোমাক
পাণ্ডৱৰ বিপদ কালত।
কেতিয়াবা যদি,
বেদনাৰ কাতৰ ধ্বনিৰে
ওলায় কোনোবা কথা অন্তৰৰ পৰা,
সিটো মাত্ৰ নামহে তোমাৰ।

তথাপিতো সশৰাৰে নামাতো তোমাক ।
অৰ্জ্জুনৰ দৰে
তোমাক সাৰথি লৈ সখি সখি বুলি
নোসোমাওঁ ৰণৰ ক্ষেত্ৰত ।
নলওঁ নলওঁ খুজি অকাল মুকুতি
তোমাৰ নামহে মাত্ৰ অন্তৰত লৈ
সমৰত সোমাম হুঙ্কাৰি ।

অৰ্জ্জুন ঃ

( চেতনা লাভ কৰি ) অভিমন্যু নাই !
সুভদ্ৰাই যাক ভাবি জীৱনৰ ধন
ৰাখিছিল হৃদয়ৰ আচলত বান্ধি,
সেই অভিমন্যু আজি নাই ?
যাৰ মুখ চাই চাই অধম অৰ্জ্জুনে,
গুণিছিল সুখভৰা কিমান কল্পনা,
সেই প্ৰাণধনে আজি এৰি গ'ল মোক ?

( শ্ৰীকৃষ্ণলৈ চাই )

অন্তৰ্যামী !
জানা তুমি সকলো কথাকে,
কোৱা,
কোন কালে গুচি গ'ল অভিমন্যু মোৰ ?
এই গাণ্ডীৱেৰে মই
কিমান অসাধ্য কাম কৰিলোঁ সাধন,
কোৱা কোৱা বিপদ তাৰণ,
নোৱাৰিম আনিবনে ফিৰাই অভিক ?
নাপাম নে আৰু মোৰ প্ৰাণৰ ধনক ?
যদিহে নাপাওঁ আৰু, কোৱা,
গাণ্ডীৱ সম্বল মাথোঁ লৈ
চৰাচৰ ব্ৰহ্মাণ্ড ঘূৰিম,
তাতো যদি নাপাওঁ অভিক,
তোমাৰ কৃপাতে লভা বিজয়ী গাণ্ডীৱ
তোমাৰেই চৰণত সপি,
লুপ্ত হম অদৃশ্য দেশত ।

শ্ৰীকৃষ্ণ ঃ

সখি ।
জানো মই পুত্ৰৰ শোকত
কিমান অস্থিৰ হয় পিতৃৰ অন্তৰ,
সন্তানৰ শোকৰ কাষত
জগতৰ যিমান যন্ত্ৰণা
সকলোৱে মানে পৰাভৱ ।
কিন্তু, সেই বুলি ক্ষত্ৰিয়ৰ
অন্তৰ অধীৰ হোৱা নহয় উচিত ।
বিশেষতঃ—ক্ষত্ৰ সমাজত
বীৰ চূড়ামণি বুলি তুমিয়ে বিখ্যাত ।
শোক মাথোঁ—
মায়া-মোহ বিজড়িত
অজ্ঞানী সংসাৰী আৰু নাৰীৰ কাৰণে,
স্থিৰ হোৱা, ভাবি চোৱা,
কোনে কাক সংহাৰিব পাৰে ?
সকলোতে নিয়তিৰ অব্যৰ্থ বিধান ।
ক্ষত্ৰিয়ৰ ওপৰতে
জগতৰ শাসনৰ ভাৰ !
সেইবাবে, শোকে-দুখে
কৰিব নোৱাৰাকৈ অধীৰ বিকল
সৃষ্ট হ'ল ক্ষত্ৰিয় হৃদয় ।
এনুৱা ক্ষত্ৰিয় হৈ
হোৱা যদি তুমি আজি শোকত কাতৰ,
শৃঙ্খলা ৰাখিব কোনে শাসন নীতিৰ ?

অমূলক শোকাতুৰ হৈ
কৰ্ত্তব্য পাহৰা কিয় সখি ?

অৰ্জ্জুন ঃ

সখি !
মানৱ ধৈৰ্য্যৰ সীমা পাৰ হৈ
অৰ্জ্জুনৰ হিয়া আজি
সোমাইছে অধৈৰ্য্যৰ পূৰ্ণ শাসনত ।
কিদৰে ধৰিম ধৈৰ্য্য মই ?
তুমিতো নিজেই জানা
দুৰ্দ্ধৰ্ষ শত্ৰুৰ কত সুতীক্ষ্ণ শৰেও
নোৱাৰি ভেদিব মোৰ বুকু
ভাঙি পৰে পৰাভৱ মানি ,
দেখিছানে যদুনাথ !
শত্ৰুৰ তাণ্ডৱ দেখি
ধৈৰ্য্যহীন হোৱা কেতিযাবা মোক ?
আজি যে বাজিছে এই শোক অন্তৰত,
নহয সামান্য কথা এই ।
যদুনাথ !
তোমাৰ সখিৰ প্ৰাণ
ছিন ভিন কৰোঁ বুলি এই শেল মাৰি,
সংসপ্তক ৰণৰ ছলেৰে
নিছিলানে দূৰলৈ মোক ?
বিপদ ভঞ্জন !
তোমাৰেই নাম-ধন অন্তৰত লৈ
জগতৰ সকলো জীৱই
আঁতৰায় বিপদ-বিঘিনি,
কিয় তেন্তে দয়াময় !
তোমাৰ লগত থাকি,
এনে দূৰদশা আজি মোৰ ?
কোৱা, কোৱা অনাথ বান্ধৱ,
কিয় আজি পাণ্ডৱৰ এই অমঙ্গল ?

শ্ৰীকৃষ্ণ ঃ

সখি ?
এই কাল নহয় শোকৰ ।
তোমাক বিকল হোৱা দেখিলে শত্ৰুই
নথৈ আশয পাৱ ।
পৰাভূত শত্ৰুদলে
লাই পাই আক্ৰমিব বিপুল দাপেৰে ।
তুমি যদি হোৱা এনে শোকত অধিৰ,
পাণ্ডৱ পক্ষই তেন্তে,
কাৰ মুখ চাই,
কাক আশা কৰি,
কাৰ অনুপ্ৰেৰণাত বলৱন্ত হৈ,
সিংহ বিক্ৰমেৰে
আক্ৰমিব শত্ৰুৰ সেনাক ?
সোমাই পৰিছা আহি সমৰ ক্ষেত্ৰত,
শোকত অধীৰ হোৱা
উচিত নে এনুৱা সময় ?
লক্ষ্য ৰাখি অনিবাৰ্য্য কৰ্ত্তব্যৰ ফালে
কৰা এৱে প্ৰতিজ্ঞা পালন !

অৰ্জ্জুন ঃ

যদুনাথ !
কি কৰ্ত্তব্য কৰিম পালন ?
পুত্ৰ, ভ্ৰাতৃ, জ্ঞাতি, আত্মীয়ৰ
শোক অগ্নি বুকুত জ্বলাই লৈ
ভাবিছো মনত,
উচিত কৰ্ত্তব্য মোৰ কৰিছোঁ পালন,

য'ক, থ'ক—
অতল সিন্ধুত বুৰি এনুৱা কৰ্ত্তব্য ;
ধ্বংসৰ ধুমুহা আহি,
অৰ্জ্জুনক উৰুৱাই নি,
পেলাওক প্ৰতিজ্ঞা তাৰ
নিৰুদ্দিষ্ট ঘোৰ আন্ধাৰত ;

শ্ৰীকৃষ্ণ ঃ

চোৱা, চোৱা সখি ?
তোমাৰ অৱস্থা দেখি
পাণ্ডৱ পক্ষৰ সকলো সেনাই,
কেনে নিৰুৎসাহ হৈ পৰিছে ৰণত ;
চোৱা, ধৰ্ম্মৰাজ নিজে,
মৃতপ্ৰায় পৰি আছে বাগৰি ধূলিত ;
ইবোৰ দেখিও বাৰু
উচিতনে হোৱা তুমি ইমান অধীৰ ?
জগতত প্ৰকৃততে,
কোনো কাৰো নহয় আপোন।
মায়াৰ কুহকী ছলনাতে—
মোৰ মোৰ বুলি ফুৰে সকলো প্ৰাণীয়ে।
পলুৰ যেনেদৰে
এটাৰ পাছত এটা চোকোলা এৰাই,
অকণো নাযায় পোৱা—
সেইদৰে
মায়াশূন্য চিতেৰে ভাবিলে -
অকণো নাথাকে এই জগতৰ সাৰ।
মায়াময় কায়াটোৰে যদি
অলপো সম্বন্ধ নাই আত্মাৰ লগত,
পিতা পুত্ৰ সম্বন্ধত তেন্তে
কি সত্য থাকিব পাৰে ?
তাৰবাবে যোৱা কিয় কৰ্ত্তব্য পাহৰি ?

অৰ্জ্জুন ঃ

যি জনক বহুৱাই
হস্তিনাৰ ৰাজ-আসনত—
পাৰ্শ্বচৰ হৈ—
ধৰ্ম্মৰাজ্য স্থাপনৰ
কৰিছিলো কল্পনা কিমান !
যি জনৰ অঙ্গত কোনোৱে
একবিন্দু শোণিত কৰিলে পাত,
নকৰি বিনাশ তাক
নলওঁ জিৰণি বুলি
কৰিছিলো কঠোৰ প্ৰতিজ্ঞা,
সেই দাদা আজি মোৰ বাগৰে ধূলাত !
কোৱা, কোৱা সখি !
এয়ে নে কি পৰিণাম কৰ্ত্তব্য ৰক্ষাৰ ?
হায় !
তোমাৰ কৃপাত সখি,
এনেও দেখিব লগা হ'ল,
( পৰি থকা যুধিষ্ঠিৰৰ ওচৰলৈ গৈ )
দাদা, দাদা !
তোমাৰ দাসানুদাস অধম অৰ্জ্জুনে
সংসপ্তক জয় কৰি
নিৰাপদে আহিছে উভতি,
সোধা তাক ৰণৰ বাতৰি ?
অভিমন্যু পৰা শুনি অন্যায় ৰণত
পোৱা নাই যন্ত্ৰণা যিমান,
তোমাৰ অৱস্থা এই দেখি
ভাঙিছে অন্তৰ মোৰ টুকুৰা-টুকুৰ।

উঠা দাদা ! কথা কোৱা—
দিয়া মোক সান্ত্বনা প্ৰাণত—।

### ছোকৰাৰ গীত

( ৰাগিনী নাম-কীৰ্ত্তনাঙ্গ-তাল ঠেকা )

দাদা সান্ত্বনা দিয়াহে প্ৰাণত—
দেখি তোমাৰ এই দশা
বজ্ৰাঘাত পৰিছে বুকুত ।
উঃ ! কি যন্ত্ৰণাত পৰি
আছা তুমি ধূলাত বাগৰি,
( দেখি বুকু ফাটি যায় )
( তোমাৰ এনে দুখ দেখি বুকু ফাটি যায় )
( মোৰ জীৱনত আৰু নাই প্ৰয়োজন )
( পুত্ৰহাৰা জীৱনত আৰু নাই প্ৰয়োজন )
কাৰ মুখ চাই আমি বাচোঁ আনন্দত ?

যুধিষ্ঠিৰ ঃ

( মূৰ্চ্ছা মুক্ত হৈ ) কিয় মোৰ জগালা চেতনা ?
মোহনিদ্ৰা কৱলত
পাহৰি শোক-যন্ত্ৰণা
আছিলো নিচালে পৰি শান্তিৰ কোলাত,
কিয় মোৰ যাতনা জগালা ?
ভাই যদুপতি ! কৈ দিয়া,
কি দৰে পাহৰো মই অভিমন্যু-শোক ?

ভীম ঃ

ধৰ্ম্মৰাজ !
নকবা নকবা এনে কথা,
অভিমন্যু-শোক পাহৰাৰ
নকৰিবা কল্পনা কদাপি ;
পাহৰিলে অভিমন্যু-শোক—
দুঃশাসনৰ ৰক্তপান কৰি,
কিদৰে বান্ধিব দিম
দ্ৰৌপদীৰ বিমোহিনী খোপা ?
দুৰ্য্যোধনৰ উৰু ভাঙি,
বন্ধুৱাম কিদৰে তোমাক
হস্তিনাৰ ৰাজ আসনত ?
পাহৰিলে অভিমন্যু-শোক
নহ'ব ভীমৰ একো প্ৰতিজ্ঞা পালন ।
অভিমন্যু-শোক !
মূৰ্ত্তিমান হৈ তই
সন্মুখত নাচিবি সদায়,
আগ্নেয়গিৰিৰ দৰে দীপ্ত শিখা হৈ,
কুৰুকুল নিৰ্ম্মূলৰ
হবি তই পথৱন্তি,
এখন্তেকো তই
নাথাকিবি স্মৃতিৰ আঁৰত ;
কৌৰৱৰ সেই
ঘৃণিত লাঞ্চনাভৰা
মহা অবিচাৰবোৰ
দিন ৰাতি জ্বলাবি হিয়াত ।
হৃদয় !
গাবি সেই আৰ্জ্জুনিৰ
মৰ্ম্মভেদী করুণ বিলাপ
প্ৰতিহিংসা ৰাগিনীৰে অনল উগাৰি ;
অন্যায় ৰণত পৰি অভিমন্যু ধনে
যি করুণ সুৰ তুলি
মাতিছিল পাণ্ডৱক প্ৰাণ ৰক্ষা হেতু,
সেই প্ৰাণভেদী সুৰ
পিংলিব কাচিতো নিদিবি

তোৰ অন্তৰৰ পৰা।

শ্ৰীকৃষ্ণ ঃ

ক্ষত্ৰিয় গৌৰৱ ৰক্ষা হেতু
এয়েহে আচল কথা।
ধৰ্ম্মৰাজ !
অভিমন্যু শোকানল,
জ্বলোৱা প্ৰাণত এনে উন্মত্ত তেজেৰে,
নিমিষতে যেন দুৰ্দ্দান্ত কৌৰৱ
ভস্ম হৈ লুপ্ত হয় পৃথিৱীৰ পৰা।
তেহে শান্তি লভিবা কিঞ্চিৎ।

যুধিষ্ঠিৰ ঃ

কৃষ্ণ !
প্ৰতিহিংসা অগ্নিজালি
নাশিলেও কৌৰৱ পক্ষক,
অভিমন্যু শোকানল,
নুনুমাব কদাপিতো অন্তৰৰ পৰা।
আৰ্জ্জুনিক এৰি
কি আছে অতুল সম্পদ মোৰ।

শ্ৰীকৃষ্ণ ঃ

নৰপতি ?
স্নেহৰ ধৰ্ম্মই এনে—
আনপক্ষ দেখা যায় সদায় অতুল।

যুধিষ্ঠিৰ ঃ

কৃষ্ণ ?
মনে মোৰ একোতেই নামানে প্ৰবোধ।
থাকি থাকি শোকৰ যন্ত্ৰণা
উঠি আহে আলোড়ি অন্তৰ।
ভাবি চোৱা ভাই !
আৰ্জ্জুনিৰ অকাল মৰণ
অসম্ভৱ হয় নে নহয় ?

শ্ৰীকৃষ্ণ ঃ

সঁচা কথা মহাৰাজ !
কিন্তু,
নিয়তিৰ অব্যৰ্থ বিধান লিপি
খণ্ডাবৰ সাধ্য নাই কৃষ্ণ-অৰ্জ্জুনৰ।

ভীম ঃ

কৃষ্ণ !
এনে ছলনাৰ কথা শুনিলে তোমাৰ
বিষাক্ত কৃপাণে যেন হানে অন্তৰত।
কোৱা,
নিয়তিৰ লিপি কোন ?

শ্ৰীকৃষ্ণ ঃ

মাজ দাদা !
নিজে মই নিয়তিৰ লিপি।

ভীম ঃ

তুমিয়েই কৰিছা তেন্তে অভিমন্যু বধ ?

শ্ৰীকৃষ্ণ ঃ

মাজ দাদা,
দুগ্ধ যেনে একেটি হলেও
ঘিউ, সৰ, আছে তাৰ নানান বিভাগ,
সেইদৰে,

বহু দেৱদেৱী,
মোৰে পৰা সমুদ্ভূত হৈ
মোৰে কাৰ্য্য সাধনত নিযুক্ত সদায়।
যদিওবা সকলোৰে ময়ে মাথোঁ মূল,
তথাপিতো,
সময়ে সময়ে সিহঁতৰ,
ময়ো মানি লব লাগে বশ্যতা স্বীকাৰ।
ভাবি চোৱা,
নিয়তিৰ শাসনত
নিজে মই ভোগ কৰোঁ যন্ত্ৰণা কিমান?

ভীম :

কৃষ্ণ !
নিজে তুমি হলা বুলি
নিয়তিৰ ক্লেশৰ অধীন,
তোমাৰ ভকতই কিয় ভুগিব যন্ত্ৰণা?

শ্ৰীকৃষ্ণ :

দাদা,
ভক্তৰ লগত মোৰ
বিভিন্নতা একো নাই।
পৃথিৱীৰ পানী যেনে
নীল আকাশৰ ছায়া পৰি
নীল সাজ লয়,
তেনেকৈ,
নিজে মই থাকোঁ যেনেদৰে
ভকতেও তেনেদৰে তৃপ্তি লাভ কৰে।

ভীম :

নোৱাৰোঁ বুজিব কৃষ্ণ
তুমিয়েবা কোন আৰু ভক্তই বা কোন?

(দূৰত সুভদ্ৰাৰ প্ৰৱেশ)

সুভদ্ৰা :

এয়ে নে কি পাণ্ডৱ শিবিৰ?
ইয়াতে নে,
শত্ৰুজয় কৰি আহি
অভিমন্যু ধনে মোৰ লভিছে বিশ্ৰাম?

যুধিষ্ঠিৰ :

কৃষ্ণ ! কৃষ্ণ !
সৰ্ব্বনাশ উপস্থিত।
চোৱা, চোৱা !
পুত্ৰ হেৰুওৱা ভদ্ৰাদেৱী,
সন্তান বিচাৰি
এইফালে আহিছে বেগাই।
কোৱা হৃষিকেশ?
কি বুলি সান্ত্বনা দিম
পুত্ৰ-শোকাতুৰা মাতৃৰ প্ৰাণত?

সুভদ্ৰা :

(আগুৱাই আহি)—ইকি?
আনন্দ দুন্দুভি ভৰা পাণ্ডৱ শিবিৰ
কিয় আজি নিঃশব্দ নিমাত?
উথলিছে অশ্ৰু কিয়
পাণ্ডৱৰ দীপ্ত নয়নত?
আনন্দৰ কল্লোলত উদ্ভাসিত পুৰী
কিয় আজি আন্ধাৰত লীন?
বিপদ ঘটিছে নেকি কিবা?
ক'ত মোৰ প্ৰাণাধিক ধন?

(চাৰিওফালে চাই)।

দেখিছোতো সকলোকে পাণ্ডৱ পক্ষৰ,
অভিক নেদেখো কিয় ?

যুধিষ্ঠিৰ ঃ

কৃষ্ণ ?
বাসৱৰ বজ্র হানি
মুহূৰ্ত্ততে দীৰ্ণ কৰি দিয়া মোৰ শিৰ।

সুভদ্ৰা ঃ

হে কি মহাৰাজ !
নিমাত থাকিলা কিয় ?
ঘৃণা কৰি,
নিদিয়া উত্তৰ নেকি দুখুনী ভদ্ৰাক ?
কাতৰেৰে মিনতি কৰিছো,
কোৱা,
ক'ত মোৰ দুখুনীৰ ধন ?

শ্ৰীকৃষ্ণ ঃ

ভদ্ৰা, ভনী, শান্ত হোৱা !
জ্ঞানশীলা নাৰীৰত্ন তুমি,
সকলো কথাকে বুজি পোৱা,
অভিমন্যু শোকাগ্নিত
যিমান কাতৰ হৈছে পাণ্ডৱ প্ৰধান,
জননী হৈও তুমি
হোৱা নাই সিমান কাতৰ।
আৰু,
ধৰ্ম্মৰাজে নিজে
যুদ্ধলৈকে আদেশি অভিক,
লজ্জিত, জীৱনমৃত তোমাৰ কাষত।
সেইবাবে
ভাবি তেওঁ পোৱা নাই কি দিব উত্তৰ।

সুভদ্ৰা ঃ

দাদা, যদুপতি !
নাই তেন্তে অভিমন্যু মোৰ ?
দুখুনী ভদ্ৰাৰ আঁচলৰ ধন তেন্তে
গুচি গল হিয়া ভাঙি মোৰ ?
নহয়, নহয় বিশ্বাস—
দাদা !
চৰণত ধৰোঁ,
নকৰা ছলনা মোক,
কোৱা ! অভিধন ক'ত মোৰ ?

ভীম ঃ

ভদ্ৰা দেৱী ?
অভিমন্যু ধন আজি নাই সংসাৰত—
ৰাজ্যলোভী পশু
পাণ্ডৱ অধম ভীমে
নিজ হাতে সাজি তাক সমৰ সাজেৰে
বিসৰ্জ্জি আহিছে কাল সমৰ ক্ষেত্ৰত।

সুভদ্ৰা ঃ

কি ? কি ? (পতন আৰু মূৰ্চ্ছা)

অৰ্জ্জুন ঃ

ভাল হ'ল,
পুত্ৰ-শোকাতুৰা অভাগিনী,
এই মোহতেই
শান্তি লাভ কৰে যেন অনন্ত মোহত।
(সুভদ্ৰাক শুশ্ৰূষা কৰিবলৈ যোৱা কৃষ্ণলৈ)

ইকি সখি ! ইকি ?
নকৰা শুশ্ৰূষা,
নাভাঙিবা মোহ অভাগীৰ ।
সাৱটি অনন্ত নিদ্ৰা
পাহৰক অভাগিনী পুত্ৰ শোকানল ।

**ছোকৰাৰ গীত**

(ৰাগিনী মিশ্ৰঝিঝিত—তাল-পঞ্চ চোৱাৰি)
থাক অভাগিনী
অনন্ত নিদ্ৰা কৰি আলিঙ্গন ।
পাহৰি যাতনা
শোক দুখ বেদনা শিতলিছে দগ্ধ প্ৰাণ ।
ভাঙি দিলে মোহ
সন্তানৰ শোকে পীড়িব অন্তৰ,
পুত্ৰ পুত্ৰ বুলি
হৃদয় আকুলি কৰিব মহাৰোদন ।
(শুশ্ৰূষা কৰি মূৰ পিহি পিহি)

শ্ৰীকৃষ্ণ :

সুশীলা ভনীটি মোৰ ?
শান্ত হোৱা,শোক এৰা,
ক্ষত্ৰিয় নন্দিনী তুমি ক্ষত্ৰিয় কামিনী,
অভিমন্যু বীৰপুত্ৰ, ক্ষত্ৰিয় গৌৰৱ,
ঘটুৱাই একেলগে
সাতবাৰ সপ্ত সুৰথীক
অমৰ যশস্যা লভি
বীৰত্বৰে পশিছে গৈ অমৰ লোকত ।
বীৰ সন্তানৰ বীৰ মাতৃ তুমি,
যোগ্য মাতৃ বুলি বীৰ সুপুত্ৰৰ
তুমিও লভিছা যশ ক্ষত্ৰ সমাজত ।
সামান্য নাৰীৰ দৰে
শোক অশ্ৰু ঢালি
নুজুমাবা প্ৰতিহিংসানল ।
ধৈৰ্য্য ধৰি শান্ত কৰা শোকিত অন্তৰ ।

সুভদ্ৰা :

(চেতনা লৈ) দাদা :
কিহেৰে কৰিম শান্ত অস্থিৰ অন্তৰ ?
ধৈৰ্য্যকে বা ধৰিম কিদৰে ?
সি দেখোন প্ৰাণৰ তৃপিতি মোৰ !
ক্ষণে ক্ষণে দৃষ্টিৰ আগছি আগ
থিয় হয় সন্মুখত আহি ?
দাদা, কাকুতি কৰিছো,
আনি দিয়া অভিধন মোৰ ?
সি দেখোন মোৰেই ধন,
মই বিনা কোন আছে অভিৰ গৰাকী ?
ঠিক জানো মই—
এবাৰ মাতিলে মই অভি অভি বুলি,
উপস্থিত হব আহি মোৰ ওচৰত ।

শ্ৰীকৃষ্ণ :

সবলা ভনীটি,
সেয়ে যদি সঁচা হয়,
ইমান মাতিছা তুমি অভি অভি বুলি
কিয় তেন্তে নাহে কাষলৈ ?

সুভদ্ৰা :

বহুত দূৰত গৈ পৰিছে জানোবা,
কাতৰ আহ্বান মোৰ
নাই হেনো শুনা মোৰ ধনে।
দাদা ?

হয়, আজ্ঞি দিয়া অভি ধন মোৰ,
নাইবা কৈ দিয়া,
কোন বাট ধৰি গ'লে
পাম মোৰ অভিমন্যু ধন ?
ভগা হিয়া লৈ মই
যাম সেই বাট ধৰি,
অভি অভি বুলি মই চিঞৰি চিঞৰি
জগতকে আকুল কৰিম,
শুনিলে অভিয়ে মোৰ কাতৰ বিননি
নোৱাৰি থাকিব স্থিৰ,
নিশ্চয় লগাব মাত আই আই বুলি,
লৰি আহি সোমাবহি
বুকৰ মাজত মোৰ ।
বোপা ! অভিধন মোৰ !
দিন ৰাতি দেখোঁ তই
অমৃত বৰষি আই আই বুলি মাতি
কৈছিলি কত কথা,
আজিনো কি খং কৰি
মোক এৰি গুচি গ'লি কোন দেশলৈ ?
লুকালি গৈ জননীৰ চকুৰ আঁৰত ?
নাজাননে তই,
দেখা তোক নাপালে খন্তেক
কিমান অস্থিৰ হয় সুভদ্ৰাৰ হিয়া ?
পাণ্ডৱে বিজয় কৰি সমগ্ৰ পৃথিৱী
হস্তিনাৰ সিংহাসন উজ্জলাম বুলি
তোকে দেখোঁ ভাবিছিলোঁ আশাৰ প্ৰদীপ ?
কিহত আমনি পাই আজি
উটাই সকলো আশা পাণ্ডৱকুলৰ
লুকালি গৈ অদৃশ্য দেশত ?
আহ বোপা,
নাথাকিবি বেছি পৰ তেনে ঠুলস্থানত ।

ছোকৰাৰ গীত

ৰাগিনী জয়জয়ন্তী মিশ্ৰ—তাল যৎ

ক'তনো আছাহে পৰি প্ৰাণৰ সোণাই মোৰ ?
ভাঙি ছিঙি পাণ্ডৱৰ সুখৰ কল্পনাবোৰ ।
পাণ্ডৱৰ অন্তৰত সুখ স্বপ্ন আঁকি কত,
উটাই সকলোবোৰ ক'তনো হলি আঁতৰ ?
তই দেখোঁ মোৰে ধন,—নেদেখি ভাঙিছে প্ৰাণ,
দেখা দি সান্ত্বনা দিহি আকুল মাতৃক তোৰ ।

( গীত গাই গাই দূৰত বিধবাৰ সাজেৰে
উত্তৰাৰ প্ৰৱেশ )

সাহানা—একতাল

উত্তৰা (গীত) ঃ
হিয়াৰ যাতনা নধৰে হিয়াত
শুনিব বা কোনে, আছে বা কোন ?
তোমাকেহে কৃষ্ণ কম প্ৰাণখুলি
মন পাতি তুমি শুনিবাচোন ।

যুধিষ্ঠিৰ ঃ
কৃষ্ণ, কৃষ্ণ ?
কাৰ আৰু শুনো এই করুণ সঙ্গীত ?
(উত্তৰাৰ পুনৰ গীত)
কিয় দীনবন্ধু ! কৰিলানো তুমি
এনুৱা বিজাই অকালতে মোৰ,
সুখৰ কুলনি পাতিছিলোঁ মই
নসহিলে হেনো হিয়াত তোৰ ।

যুধিষ্ঠিৰ ঃ
কেশৱ !

বুজিছানে ?
সঙ্গীতৰ ছল কৰি কোন অভাগীয়ে
এৰি দিছে মৰ্ম্মভেদী কৰুণ বিলাপ ?
(উত্তৰাৰ পুনৰ গীত)
তয় চৰণৰ চিৰ দাস দেখোঁ
পৰম ভকত পাণ্ডৱকুল
সি কুলৰ মই কুলবধূ হৈ
কিয় পালোঁ এই যন্ত্ৰণা অতুল ?

যুধিষ্ঠিৰ :

আহা !
নোৱাৰোঁ সহিব আৰু ।
কৃষ্ণ, কৃষ্ণ,
মানা কৰা, মানা কৰা,
কোন সেই অভাগিনী,
তুলিছে ই কৰুণ বিননি ?
(উত্তৰাৰ পুনৰ গীত ক্ৰমে ওচৰ চাপি আহি)
জীৱনৰ মোৰ সুখ শান্তি বুলি
অৰপি দিছিলা হাতত যাৰ,
তাকে তুমি কিয় নিলা আজি কাটি—
বান্ধি দিলা মোক বৈধব্যৰ ভাৰ ?
(উত্তৰাৰ শিৱিৰত প্ৰৱেশ)

যুধিষ্ঠিৰ :

ই কি কৃষ্ণ ?
ই কি দেখোঁ যদুনাথ !
কুললক্ষ্মী উত্তৰা দেখোন ?
আহিছে কি সাজ লৈ ?
ভীম ! ভীম !
অৰ্জুন, অৰ্জুন,
চিতানল জ্বলোৱা তুৰন্তে,
নাই আৰু জীৱনৰ প্ৰয়োজন ।
আহা !
কাক কওঁ কি যন্ত্ৰণা জলিছে হিয়াত ?
কৃষ্ণ !
পাণ্ডৱ অধম যুধিষ্ঠিৰৰ ভাগ্যত—
আছিলনে ইমানো যন্ত্ৰণা ?
অভিমন্যু স্মৃতি,
বালিকা উত্তৰা,
দেখি এই দৃশ্য নিদাৰুণ
এতিয়াও আছোঁ মই
প্ৰাণ লৈ জীৱিত পাষাণ ।
লুকা, লুকা মুখ পাপী যুধিষ্ঠিৰ—
জগতৰ লোকচক্ষু অন্তৰাল হ'—
এতিয়াও আশা কিয় পুহিছ প্ৰাণত
হস্তিনাৰ সিংহাসন লভাৰ কাৰণে ?
কৃষ্ণৰ লগত থাকি,
ৰাজ্যনাশ, বনবাস, আত্মীয় নিধন,
কিমান অসহনীয় দুখ-শোক ভাৰ
কৰিছ বহন ।
লাগে তোক আৰু কিমান দুৰ্ভোগ ?
আশাৰ তৃপিতি নুপূৰে ইয়াত,
শতদল কেতিয়াও নুফুলে মৰুত ।
আশাৰ মোহত পৰি
উদ্দেশ্য সিদ্ধিৰ বাবে যিমান ভ্ৰমিবি
তিমানে নিৰাশ হবি,
পাবি দুখ-শোক,
নুপূৰিব আশা ।
বাঢ়িব যন্ত্ৰণা পুনু দুগুণ তেজেৰে ।
তাতকৈ তুমি হৰ সকলো বাসনা—

শুধু হে যা এই পৃথিৱীৰ পৰা।

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ!
মহাজ্ঞানী হৈ তুমি
হোৱা কিয় অবুজ ইমান?

যুধিষ্ঠিৰ :

বুজিবৰ ঠাই আৰু কি আছে যাদৱ?

শ্ৰীকৃষ্ণ :

স্থিৰ হোৱা ধৰ্ম্মৰাজ!

যুধিষ্ঠিৰ :

কি মোহিনী চিত্ৰ দেখুৱাই আৰু
স্থিৰ হব কোৱা মোক?
এই দৃশ্য দেখি,
কি সতেৰে কোৱা মোক স্থিৰ হবলৈ?
হায়!
কি হ'ল যাদৱ!
সুখৰ সংসাৰ মোৰ
কোনে দিলে চুৰমাৰ কৰি? (ৰোদন)

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ,
নকৰিবা অশ্ৰুপাত,
তোমাৰ অশ্ৰুই
ওপজায় প্ৰচণ্ড অনল,
যি ঠাই তিতিব এই অনল অশ্ৰুৰে
সেই ঠায়ে শ্মশানত হ'ব পৰিণত।

যুধিষ্ঠিৰ :

কৃষ্ণ!
শ্মশান হবলৈ,
বাকী আৰু আছে কি?
কুৰুক্ষেত্ৰ অকল নহয়,
অশ্ৰু টুকি পাপী যুধিষ্ঠিৰে
শোকৰ অনল জ্বালি
গোটেই ভাৰতবৰ্ষ
কৰি দিব ভীষণ শ্মশান।
তেহে,
মনোৰথ পূৰ্ণ হ'ব তোমাৰ যাদৱ।
আহা কৃষ্ণ!
আহা যাওঁ কুৰু সভালৈ—
সমৰ বিগ্ৰহ এৰি
ৰাজ্যভাৰ সঁপি কৌৰৱক
পুনু যাওঁ বনবাসী হৈ,
দুৰ্য্যোধনে শুনি এই কথা
নিশ্চয় সম্মতি দিব আনন্দ মনেৰে।
প্ৰাণীহন্তা সমৰৰ ঘটিব বিৰাম।

ভীম :

নহব, নহব এই ৰণৰ বিৰাম,
অভিমন্যু হন্তা কৌৰৱক
নকৰিলে সমূলি নিৰ্ম্মূল
কদাপি নহব এই ৰণৰ বিৰাম।

যুধিষ্ঠিৰ :

আই উত্তৰা!
কোনে দিলে এই সাজ তোক?

উত্তৰা :

জেঠা !
শৰীৰ ৰাজ্যৰ মোৰ
মন বোলা ৰজাজনে দিলে এই সাজ।

যুধিষ্ঠিৰ :

তাৰ কথা তই শুনিলি কিয় ?
নিচেই নিৰ্দ্দয় সি,
আই !
দেখি তোৰ এই সাজ
হৃদয় বিদীৰ্ণ হয় মোৰ।

উত্তৰা :

জেঠা ?
নিদিবি, নালাগে বুলি বহু কলোঁ তাক,
শুনিলে বাধা মোৰ,
নিজে সি নিজ-হাতেৰে
কাটি লৈ নিজা সাজ মোৰ
পিন্ধালে এনুৱা সাজ।

যুধিষ্ঠিৰ :

সুধিলা কিয় তুমি কাৰণ ইয়াৰ ?

উত্তৰা :

সুধিছিলোঁ—
হাঁহি হাঁহি কলে মোক সি,
হতভাগী !
যাৰ প্ৰাণ নাই,
তাৰ কিয় শৰীৰত সাজ ?
অভাগিনী !
তই যদি গ'লি হয় তাৰ লগতেই
ই সাজৰ নাছিল প্ৰয়োজন।
নোৱাৰিলি যাব—
সেইবাবে,
শোক চিহ্ন ৰাখি তাৰ
অলি মৰ সাজ লৈ।
জেঠা !
দয়াহীন মনৰাজে মোৰ
কপালৰ মুচিছে সিন্দুৰ,
কাঢ়ি নিছে অলঙ্কাৰবোৰ।
শেষত,
পুতলা খেলোৱা ঘৰটিকো
পুৰি দিছে ছাই কৰি।

যুধিষ্ঠিৰ :

দয়াময়।
ৰোধ কৰি নিশ্বাসৰ বাট
ততালিকে মাৰি নিয়া মোক।
আই !
নাই বাট প্ৰতিবিধানৰ।

উত্তৰা :

আছে জেঠা প্ৰতিবিধানৰ বাট।
আপোনালোকৰ কিন্তু হাত নাই তাত
যাদৱ ৰায়েহে পাৰে প্ৰতিবিধানিব।

শ্ৰীকৃষ্ণ :

আই মোৰ ?
মোৰ তাত হাত নাই।

উত্তৰা :

তেন্তে কিয়
বালিকা বয়স মোৰ
কৰি দিলা আলাই আথানি ?
দয়াময় !
কুমলীয়া জীৱনত
এনে কিবা কৰিছিলোঁ পাপ ?

শ্ৰীকৃষ্ণ :

আই !
নুতুলিবা সেই কথা আৰু—
আশীৰ্ব্বাদ কৰিছোঁ তোমাক—
থাকিবা যিমান দিন এই সংসাৰত
দিনে পাই স্বামীৰ সাক্ষাৎ
পাহৰিবা বৈধব্য যাতনা ।

যুধিষ্ঠিৰ :

কৃপাময় হৰি !
বালিকাক কৃপা যদি কৰিলা ইমান,
পাপী পাণ্ডৱকো তেন্তে দিয়া কৃপাকণ ।
দিয়া বৰ—
প্ৰাণাধিক আৰ্জ্জুনিক
নিতে যেন দেখা পাওঁ আমি ।

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ ।
পূৰিব তোমাৰ ইচ্ছা,
বৰ দিলোঁ মই,
তোমালোক পাচোঁ ভাই
ভদ্ৰা আৰু উত্তৰা আইৰ স'তে
একেলগে মিলি,
যি ক্ষণতে অভিমন্যু বুলি
ভাবি লবা মোক,
তেতিয়াই আৰ্জ্জুনিৰ মধুৰ মূৰুতি
দেখা পাবা চকুৰ আগত—

যুধিষ্ঠিৰ :

বাঞ্ছাকল্পতৰু হৰি !
পাণ্ডৱৰ ওপৰত
অশেষ কৰুণা তয়—
যদুনাথ ।
ইচ্ছা কৰোঁ,এতিয়াই পূৰোৱা বাসনা

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ ।
পূৰ্ণ হক অভিলাষ—
সকলোৱে একাগ্ৰ চিত্তেৰে
চিন্তা কৰা হৰিৰ চৰণ—
( সকলোৱে একাগ্ৰ মনেৰে চকু
মুদি চিন্তা কৰে )
চোৱা, চোৱা ধৰ্ম্মৰাজ, সকলোৱে মিলি,
উজলায় আৰ্জ্জুনিয়ে
কেনেদৰে কুৰুক্ষেত্ৰ বীৰৰ সাজৰে—
( শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান আৰু অভিমন্যু
মূৰ্ত্তিৰ আবিৰ্ভাৱ )

গীত

ৰাগিনী ঝিঁঝিট খাম্বাজ—একতাল ।
(অভিমন্যুৰ মূৰ্ত্তিলৈ চাই চাই)

যুধিষ্ঠিৰ :

সকলোৱে মিলি চোৱা কৃষ্ণ বুলি,
সমৰ ভূমিত শোভিছে কুমাৰ—

ভীম :

কেনেনো সুন্দৰ, ৰূপ মনোহৰ,
দেখি আঁতৰিল যাতনাৰ ভাৰ—

অৰ্জ্জুন :

চোৰাচোন চোৰা, হয় নেকি মোৰ
সঁচাসঁচিকৈয়ে অভিমন্যু ধন,

সুভদ্ৰা :

সঁচা সিয়ে মোৰ আঁচলৰ ধন,
দুখুনী ভদ্ৰাৰ হৃদয়ৰতন।

নকুল :

আহা কি সুন্দৰ বীৰৰ মূৰুতি
দেখি শিতলিল দগধ পৰাণ,

সহদেৱ :

আহা, আহা, বোপা, উঠাহি কোলাত
তুমি পাণ্ডৱৰ হৃদয় ৰতন।

উত্তৰা :

কথাৰ ছলেৰে অবলাক ভুলাই
আহোঁ বুলি নাথ! কিয়নো পলালা?
শোকৰ সিন্ধুত ভাহিছে দুখুনী
পতি হৈ এনে কিয়নো কৰিলা?
( অভিমন্যু মূৰ্ত্তিৰ অন্তৰ্দ্ধান আৰু শ্ৰীকৃষ্ণ
পুনৰ আবিৰ্ভাৱ )

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ!
পুৰিছেনে ইচ্ছা সকলোৰে?

যুধিষ্ঠিৰ :

নাৰায়ণ!
তোমাৰ কৃপাত,
সকলোৰে পুৰিছে বাসনা।
( ৰণৰ বেশেৰে দ্ৰৌপদীৰ
বেগাই প্ৰৱেশ )

দ্ৰৌপদী :

ইকি দেখোঁ?
নিৰানন্দ পাণ্ডৱ শিবিৰ
আনন্দত মতলীয়া কিয়?
কোৱা কৃষ্ণ পাণ্ডৱৰ সখি!
কোৱা পাণ্ডৱৰাজ ধৰ্ম্ম কৃপামণি!
কোৱা বীৰ বৃকোদৰ!
কোৱা পুত্ৰহাৰা বীৰ ধনঞ্জয়!
কিয় এনে আনন্দৰ ৰোল?
কিয় দেখোঁ প্ৰফুল্লিত মন সকলোৰে?
অভিৰ মৃত্যুত মোৰ
বজ্ৰাঘাত বাজিছে বুকুত,
তোমাসৱে শুনি সেই দাৰুণ বাতৰি
কিয় হেৰুৱালা শোকৰ উচ্ছ্বাস?
বুজিব নোৱাৰোঁ একো।
মুৰাৰি!
স্মৃতিভ্ৰষ্ট হ'লনেকি পাণ্ডৱসকল?
পুত্ৰৰ শোকত কৰ্ত্তব্যৰ জ্ঞান
আঁতৰিল নেকি,
পাণ্ডৱৰ অন্তৰৰ পৰা?
তাকেই দেখিছোঁ—
শোকৰ উচ্ছ্বাস হেনো নধৰে হিয়াত
সেইবাবে আনন্দ ইমান;
নাইবা—,

অজেয় গাণ্ডীৱধাৰী বীৰ ধনঞ্জয়ে
নাশিছে কুমাৰহন্তা সপ্ত শত্ৰুৰক—
সেইবাবে আনন্দৰ ইমান কল্লোল ?
নাইবা,
ভুৱন বিজয়ী ৰথী দুৰ্ম্মদ অৰ্জ্জুনে
পুত্ৰৰ শোকত জ্ঞান হেৰুৱাই
অস্ত্ৰানল জ্বালি
পুৰি দিছে ধৰিত্ৰীৰ বুক,
সেইবাবে,
হৰষ-বিষাদ ভৰা মুখৰ আকৃতি ? -
কোৱা সব্যসাচী !
কি কাৰণে স্থিৰ এনে পাণ্ডৱৰ হিয়া ?

কৃষ্ণ :

(নিৰুত্তৰ)—

দ্ৰৌপদী :

নিদিয়া উত্তৰ কিয় অৰ্জ্জুন সাৰথি যদুনাথ ?
সদায় আনন্দ ভৰা মুখ
কিয় আজি মোক দেখি মলিন দেখিছো !
ভদ্ৰা ! অভাগিনী !
কোৱা !
চকুলো মচিছা কিয়,
পাই কাৰ মঙ্গল বাতৰি ?
সন্তান হত্যাৰ কথা
মিছা বুলি ভাবিছানে ?
পাইছানে কুমাৰক তোমাৰ কোলাত ?
নাইবা—
অন্যায় সমৰ কৰি
পুত্ৰ হত্যা কৰাসকলৰ
দেখিছানে ছিন্ন মূৰ চকুৰ আগত ?
সপ্ত শত্ৰুৰ শিৰ
উপহাৰ সঁপি স্বামীয়ে তোমাক,
মচি দিছে অশ্ৰুনেকি আপোন হাতেৰে ?
কি সতেৰে অভাগিনী পুত্ৰ হেৰুৱাই,
উন্মত্তা নহৈ,
আছা এনে স্থিৰ হৈ ?

সুভদ্ৰা :

কিঞ্চিৎ সান্ত্বনা লভিছোঁ মনত—
দয়ালু হৰিয়ে
দয়া কৰি শিবিৰ মাজত
দেখুৱালে কুমাৰৰ মধুৰ মূৰতি,
প্ৰাণৰ তৃপ্তিৰে দেখিছোঁ অভিক ।

দ্ৰৌপদী :

সিবাবে ভাহিছা হেনো আনন্দ সিন্ধুত ?
সেইবাবে হেনো আজি
শোকত নিমগ্ন হোৱা পাণ্ডৱৰ মুখ
আনন্দৰ আলোকেৰে হৈছে বঞ্চিত ?
সেইবাবে হেনো এই আনন্দ উৎসৱ ?
অভাগিনী !
মহা ইন্দ্ৰজাল এই—
তাতে বিমোহিত হৈ,
হৃদয়ৰ দীপ্ত স্মৃতি বিসৰ্জ্জিবা কিয় ?
ছলি যদুৰায়ে
ছলনাৰে ইন্দ্ৰজাল পাতি
মোহিলে তোমাক,
মোহিলে অবলা যেন পঞ্চপাণ্ডৱক ।
অসম্ভৱ—অসম্ভৱ !

হীনপ্ৰাণানেকি তুমি ক্ষত্ৰিয় কামিনী ?
তেজোদ্দীপ্ত তোমাৰ ক্ষত্ৰিয় স্বামী,
তেন্তে কিয় ?
ক্ষত্ৰিয় নাৰীৰ বিক্ৰম পাহৰি
নকৰি বিনাশ
পুত্ৰহন্তা সপ্ত শতুৰক
নিৰাশ্ৰয় অবলাৰ দৰে
ভোল গ'লা হৰিৰ মায়াত ?
কিয় পাহৰিব দিলা
পুত্ৰশোক পতিক তোমাৰ ?
কোৱা, এয়েনে ধৰম ক্ষত্ৰিয় জায়াৰ ?
চাই লোৱা—
দ্ৰৌপদীৰ খোলা খোপা
এতিয়াও বন্ধা নাই—
কাৰণ কি জানানে ইয়াৰ ?
পঞ্চপতি অন্তৰত
পুত্ৰশোক মাৰ যায় বুলি ।
নিতে ফুৰোঁ পঞ্চপতি সতে,
খোলা খোপা দেখি মোৰ
হুঙ্কাৰি হুঙ্কাৰি উঠে বৃকোদৰ বীৰে,
গণি চায় ক্ষণে ক্ষণে,
কেতিয়া কৰিব স্নান
দুঃশাসন নাৰকীৰ বুকৰ তেজেৰে—
বান্ধি দিব খোলা খোপা মোৰ ;
মুক্ত চুলি দেখি মোৰ,
চকি উঠে বীৰ ধনঞ্জয়ে,
দৃঢ় কৰে পণ—
কোনদিনা প্ৰিয়তমা লাঞ্ছনাকাৰীক
অস্ত্ৰ অনলেৰে কৰিব দহন,
মেলা খোপা দেখি মোৰ,
চকি উঠে দুয়ো মাদ্ৰীসুত,
কোনদিনা সমৰ ক্ষেত্ৰত
ধ্বংস কৰি পাপী কৌৰৱক
আঁতৰাব মনৰ বেদনা,
নুমাব প্ৰিয়তমাৰ ক্ৰোধ হুতাশন ;
জানা ভদ্ৰা !
প্ৰতিহিংসা অগ্নি জ্বালিবৰ
এই মেলা চুলিটাৰে অমোঘ সম্বল ।

সুভদ্ৰা :

কাক কোৱা হীনপ্ৰাণা সতী ।
নাজানানে,
মৃগয়াৰ ছল কৰি অৰ্জ্জুনে যেতিয়া
হৰণ কৰিলে মোক,
বলৰাম স'তে মিলি
সয়লৰ যদুবীৰ দলে
আক্ৰমণ কৰিলে পাৰ্থক,
ফাল্গুনীয়ে বিপদ গণিলে,
সেই সময়তে মই প্ৰবোধি পাৰ্থক,
ধৰিলোঁ ৰথৰ হাল,
যুঁজালোঁ প্ৰচণ্ড বিক্ৰমেৰে
যদুবীৰ স'তে অৰ্জ্জুনক,
কৃষ্ণ সহোদৰা মই,
মই ডৰোঁ শক্ৰ নিধনত,
এনেও ভাবিব পাৰা তুমি ?

দ্ৰৌপদী :

আঁহা তেন্তে মোৰ স'তে বীৰৰ ঘৰণী,
চাই ল'ক বীৰশ্ৰেষ্ঠ ক্ষত্ৰিয় সমাজে,
চাওক পঞ্চ পাণ্ডৱে,

চাওক পাণ্ডৱসখি দেৱ নাৰায়ণে,
নাৰীৰ প্ৰাণত
প্ৰতিহিংসা কিমান প্ৰৱল।
পুত্ৰহন্তা শতুৰক ভস্ম কৰি দিয়া।
কিমান প্ৰচণ্ড অগ্নি
বুকুভৰি আছে জননীৰ।
থাকা ধৰ্ম্মৰাজ!
থাকা কৃষ্ণ কমললোচন,
থাকা বীৰ ভীম ধনঞ্জয়
বীৰত্ব ভেমত ফুলি,
থাকা, থাকা যত বীৰ পাণ্ডৱ পক্ষৰ,
সুভদ্ৰাক লৈ আজি আহিল দ্ৰৌপদী
মৃত পুত্ৰ মুখ চিন্তি প্ৰতিশোধ লব,
আহ অভাগিনী! (সুভদ্ৰাক হাতত ধৰি টানে)

অৰ্জ্জুন :

পাঞ্চালী!
ক্ষন্তেক অপেক্ষা কৰা,
কেশৱ! অন্তৰ্য্যামী তুমি,
কোৱা,
কোন মোৰ পুত্ৰহন্তা অৰি?

যুধিষ্ঠিৰ :

সব্যসাচী!
ময়েই তোমাৰ পুত্ৰহন্তা,
মোৰে আজ্ঞা মানি,
ব্যূহত সোমাই,
প্ৰাণ দিছে প্ৰাণৰ কুমাৰে।
লোৱা তীক্ষ্ণ শৰ ধনঞ্জয়,
বিনাশা পুত্ৰহন্তাক বুকুত সন্ধানি।

শ্ৰীকৃষ্ণ :

ভুল কোৱা কিয় নৰপতি!
তুমি কিয় হবা পুত্ৰহন্তা?
অভিমন্যু হন্তা হ'ল দুষ্ট জয়দ্ৰথ;
শিৱৰ বৰত,
অধমে অজেয় হৈ,
ৰোধিলে সোমাৱা বাট ব্যূহৰ মাজত
পাণ্ডৱৰ কোনো বীৰে।
পাৰ্থ নোহোৱাত,
বাৰে বাৰে চেষ্টা কৰি আন চাৰি বীৰে
নোৱাৰিলে ব্যূহ ভেদি যাব,
নোৱাৰিলে কুমাৰক কৰিব সহায়,
অকলে কুমাৰে যুঁজি শত্ৰুৰ লগত
সপ্ত সুৰথীক
সাতবাৰ পৰাজয় কৰি,
অস্ত্ৰ অভাৱত পৰি তেজিলে জীৱন।

অৰ্জ্জুন :

দামোদৰ! দামোদৰ!
উঃ!
সপ্তৰথী একেলগে আক্ৰমণ কৰি
নাশিছে অভিক মোৰ?
কিমান কাতৰ হৈ,
কিমান মাতিছে মোক পিতা পিতা বুলি—
ভাগৰি বাটৰ ফালে চাইছে কিমান!
নহয়, নহয়,
কদাপি নহয় কাপুৰুষ পুত্ৰ মোৰ,
খুজিব সহায় মোৰ ৰণক্লান্ত হৈ;
যদুনাথ!
তুমি তাৰ মাতুল দেখোন?

শ্ৰীকৃষ্ণ :

(নিজে নিজে) আহা !
কাতৰ হৈছে পাৰ্থ পুত্ৰৰ শোকত।
(প্ৰকাশ্যে) শুনা সখি !
হোৱা নাই এতিয়াও প্ৰতিজ্ঞা পূৰণ,
বুক বান্ধি লোৱা বল প্ৰতিবিধানৰ,
শোকৰ সময় আছে।

অৰ্জ্জুন :

বুজিছোঁ, বুজিছোঁ কৃষ্ণ,
অভিমন্যু হন্তা সেই পাপী সিন্ধুৰাজ—
বাৰু,
চাই ল'ম কালি মই সমৰ ক্ষেত্ৰত
কিমান বীৰত্ব আছে তোৰ।
ত্ৰিলোক শক্তিও যদি একেলগ হৈ,
ৰাখিবৰ পণ কৰে তোক
নোৱাৰিব ৰাখিব তথাপি,
বধিম, বধিম তোক কৰিলোঁ প্ৰতিজ্ঞা।
অতল সিন্ধুতো যদি
ৰাখ সুমুৱাই ঘৃণ্য প্ৰাণ তোৰ,
তাতো তোৰ পৰিত্ৰাণ নাই ;
তাতো গৈ পাৰ্থৰ অনলে
ভস্ম কৰি দিব তোক ;
কিম্বা যদি সোমা পতালত -
গাণ্ডীৱৰ অব্যৰ্থ সন্ধানে
পতালৰ স'তে তোক কৰিব সংহাৰ।
সাক্ষী হোৱা চন্দ্ৰ, সূৰ্য্য, যম, হুতাশন,
সাক্ষী হোৱা দেৱতা তেত্ৰিশ কোটি,
সাক্ষী হোৱা তুমি যদুনাথ !
পাৰ্থৰ প্ৰতিজ্ঞা শুনা,
জয়দ্ৰথ দুৰ্ম্মতিক
নিশ্চয় কৰিম বধ কালিৰ ৰণত।

শ্ৰীকৃষ্ণ :

কি কৰিলা সখি ধনঞ্জয় !
কৰিলা কি প্ৰতিজ্ঞা ভীষণ ?

অৰ্জ্জুন :

কি ভীষণ সখি ?
শুনাই তোমাক কওঁ—
আকাশ পতাল যদি একেলগ হয়,
সতীয়ে তিয়াগে যদি নিজৰ পতিক,
যজ্ঞৰ সুফলো যদি নাপায় কোনেও,
তথাপি নহব মোৰ প্ৰতিজ্ঞা বিফল,
আৰু শুনা দামোদৰ,
ৰঙা সূৰ্য্য মাৰ গ'লে কালি
থাকে যদি জয়দ্ৰথ ধৰাত জীৱিত,
নহয়, নহয় যেন,
গতি মোৰ পিতৃ পুৰুষৰ।
তেন্তে যেন চন্দ্ৰবংশ,
ধ্বংস হয় সেই মুহূৰ্ত্তে।
তেন্তে যেন পাপী ধনঞ্জয়ে
হেৰুৱাই তোমাৰ কৰুণা,
প্ৰতিজ্ঞাত ব্যৰ্থ হোৱা বাবে
পৰেগৈ মহা নৰকত।

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজ !
ঘটে হেনো পুনু আজি মহা সৰ্ব্বনাশ।
ক্ৰুদ্ধ হৈ ধনঞ্জয়ে

কৰিলে যি মহাপণ,
কি জানোবা নহব পূৰণ।

যুধিষ্ঠিৰ :

কি হব কেশৱ তেন্তে ?
পাণ্ডৱৰ চিন্তা তুমি সদায় মঙ্গল,
সদায় করুণা তযু পাণ্ডৱৰ প্ৰতি,
চিন্তা কৰা যদুনাথ।
ৰক্ষা যাতে হয় আজি প্ৰতিজ্ঞা পাৰ্থৰ।

শ্ৰীকৃষ্ণ :

বক্ষ্যম সংশয় !
শিৱৰ নিজৰ বৰ মতে,
জয়দ্ৰথ বধ কৰা শিৱৰো অসাধ্য।

ভীম :

জয়দ্ৰথ বধ কৰা অসাধ্য শিৱৰ
কিন্তু,
পাণ্ডৱৰ অসাধ্য নহয়।
ধ্বজ্ব বজ্ৰাঙ্কুশ অঁকা
চৰণ যুগল তযু,
মনে-প্ৰাণে অন্তৰত সাৱটি ধৰিলে,
অসাধ্যও সাধ্য হয় তোমাৰ কৃপাত।

শ্ৰীকৃষ্ণ :

শিৱ শিষ্য জয়দ্ৰথ—
শিৱশক্তি ভৰপূৰ অন্তৰত তাৰ,
যাৰ প্ৰভাৱত কালি বীৰ বৃকোদৰে
বাৰে বাৰে পৰাভৱ মানি
উভতি আহিছে লাজ পাই।
সুখী যাতে হয় শিৱ,
এতিয়া কৰিব লাগে তাৰেহে উপায়।
আহা সখি !
নিৰ্জ্জনত দুয়ো মিলি
ধ্যান কৰোঁ শিৱৰ সাক্ষাৎ।
ধৰ্ম্মৰাজ !
কৌৰৱ শিবিৰলৈ দূত পঠিয়াই
ঘোষি দিয়া অৰ্জ্জুনৰ পণ।
বীৰ বৃকোদৰ !
উদিল অৰুণ সৌৱা পূব আকাশত,
সমৰৰ কৰা আয়োজন।
যোৱা কৃষ্ণা ! যোৱা ভদ্ৰা !
বৰ তুষ্ট হলোঁ আজি দুয়োৰে কথাত।
যোৱা আই উত্তৰা সতী !
সোমোৱা পুৰীত গৈ—
সকলোৰে পূৰিব বাসনা,
সন্ধ্যাৰ আগতে কালি
নিশ্চয় মৰিব জয়দ্ৰথ।

দ্ৰৌপদী :

নাৰায়ণ !
পালিলোঁ আদেশ বাৰু,
যুদ্ধ আশা এৰিলোঁ এতিয়া—
কিন্তু হৰি !
যুদ্ধ সাজ নেৰিব কৃষ্ণাই,
কালি যদি বীৰ ধনঞ্জয়ে
পালন নকৰে পণ,
তেন্তে, মোৰ পণ এই—
মৰিম ৰণত—
কিম্বা,

বিনাশিম নিজ হাতে
পুত্ৰহন্তা পাপী অধমক।

শ্ৰীকৃষ্ণ :

ভাল কথা বীৰাঙ্গনা—
যোৱা এৱে সকলোৱে—
আহা সখি!
( সকলোৰে প্ৰস্থান )

**চতুৰ্থ গৰ্ভাঙ্ক**

জয়দ্ৰথৰ ৰাজ অন্তেষপুৰ

ফুলনি, ৰাতি-দুপৰ।

দুঃশলা :

কিয় আজি হিয়া মোৰ চঞ্চল ইমান?
আন দিনা হলে,
কিমান মধুৰ কল্পনা কল্লোল
হিয়া মন ভৰি থাকে,
আজি দেখোঁ থাকি থাকি
উৰি যায় সকলোবিলাক?
কিবা কিবি বেদনাত ভৰি উঠে প্ৰাণ?
প্ৰবোধিছোঁ যিমানে মনক
সিমানে উপচি উঠে দুগুণ তেজেৰে?
(সখীসকলৰ প্ৰৱেশ আৰু গীত)

**গীত**

ঝিঝিট—কাৱালী তাল

কিয় আজি কোৱা সখী এনেকুৱা বিমন,
বিষাদ উপছি পৰা হাঁহি ভৰা বদন?
গাথি হাৰ কুসুমৰ সজাম তোমাক লৈ
প্ৰেমিক স্বামীয়ে দেখি প্ৰেমত মজাব মন।

দুঃশলা :

নাজানোঁ কি কাৰণত
এনুৱা চঞ্চল আজি মন।
একোতে নাপাওঁ শান্তি—
কোনে জানে কি আছে ভাগ্যত।

সখী :

চোৱা সখী!
ৰাতি দুপুৱাতে সৌ
আহি পালে প্ৰেমিক তোমাৰ
(জয়দ্ৰথৰ ফালে দেখুৱাই)
(জয়দ্ৰথৰ প্ৰৱেশ আৰু সখীসকলৰ প্ৰস্থান)

জয়দ্ৰথ :

হিয়া আকাশৰ মোৰ ইন্দুনিভাননী—
কিয় আজি বিষাদিত দেখিছোঁ তোমাক?
তোমাক দেখিলে এনে
কি শক্তিৰে জিতিম সমৰ?
তোমাৰ মুখনি দেখি শক্তি লবলৈকে
আহিছো ইমান ৰাতি ৰণক্ষেত্ৰ এৰি।

দুঃশলা :

হৃদয় ঈশ্বৰ মোৰ!
মোক এৰি,
নিদিম তোমাক আৰু ৰণলৈ যাব।
তুমি সুধাকৰ, মই চকোৰিনী
দুয়ো ৰম একেলগে সুধাপান কৰি।
চৰণৰ দাসী মই—

জয়দ্ৰথ ঃ

দাসী হবা কিয় তুমি ?
হৃদয়ৰ ৰাণী তুমি মোৰ !
তুমি ধ্যান, তুমি প্ৰাণ,
তুমি মোৰ তৃপ্তিৰ অমৃত।
তুমি মোৰ জীৱনৰ অমূল্য সম্পদ।
তুমি প্ৰাণ—মই কায়া ;
প্ৰাণ ৰাখি পুৰীৰ মাজত
কায়া যায় সমৰ কৰিব।
যেতিয়া মনত জ্বলে,
প্ৰেমময়ী লাজসনা বদন তোমাৰ,
চকু মুদি মুদি
কি আনন্দ কৰোঁ উপভোগ,
নোৱাৰো বুজাব !
প্ৰাণেশ্বৰী কোৱা -
ক'ত নো শিকিলা এনে মধুৰ কুহক
শিকলি বান্ধিব এই মত্ত মাতঙ্গক ?
সোমাওঁ যেতিয়া সমৰ ক্ষেত্ৰত,
বিজয় হুঙ্কাৰ তোলোঁ,
চকু দুটি পাহৰিব নোৱাৰোঁ তোমাৰ।
তোমাৰ ৰহস্য ভৰা প্ৰেমৰ ডোলত
মনপখী বান্ধি থৈ
ভ্ৰান্ত হওঁ খোজে পতি,
তোমাৰ মোহিনী মুখ
হিয়াৰ মাজত লৈ,
ইচ্ছা হয়,
দিনে ৰাতি চাই থাকো,
সেইবাবে ৰাতিতেই ৰণসজ্জা এৰি
আহিলো তোমাক চাবলৈ।
নাজানে কৌৰৱৰাজে -
ৰাতি থাকোঁতেই
ফিৰি যাব লাগিব পুনৰ।
সুলোচনা !
দিয়া আলিঙ্গন,
সোনকালে তৃপ্ত কৰা প্ৰেমৰ পিয়াহ।
যুদ্ধ সাজ লবলৈ
এতিয়াই বাজিব দুন্দুভি।

দুঃশলা ঃ

কি সকাম সমৰত নাথ !
প্ৰেয়সী নালাগে ভাল ?
নিজান ফুলনি—বহা প্ৰাণেশ্বৰ—
নিজ হাতে বনদেৱ সজাওঁ তোমাক,
মই হওঁ বনদেৱী ;
সম্ভোগ বিভোৰ হওঁ
দুয়োজনে প্ৰেমৰ খেলাত।
অৱলা ৰমণী মই,
ৰণৰ কি বুজোঁ নাথ !
বুজোঁ মাত্ৰ স্বামীৰ মৰম।

জয়দ্ৰথ ঃ

বুজা মাথোঁ স্বামীৰ মৰম
নুবুজা ক্ষত্ৰিয় নীতি ?
বীৰ অঙ্গনাই,
ভাল জানে, সমৰ কালত,
স্বামীৰ গৌৰৱ ক'ত।
তোমাৰ সকলো ভায়ে শত্ৰুৰ লগত
যুঁজি আছে প্ৰাণপণ কৰি,
এনেকুৱা সময়ত উচিতনে মোৰ,
তোমাৰ আঁচল ধৰি আঁতৰত থকা ?

মঙ্গল কামনা কৰা কৌৰৱৰ—
সমূলে নিৰ্ম্মূল কৰি কৌৰৱ শত্ৰুক
ৰণজয়ী বীৰ দাপ লৈ
উভতি পামহি পুনু তোমাৰ ওচৰ।

(দুঃশলাৰ গীত)

ৰাগিনী আসোৱাৰী—তাল আড়াঠেকা

নাযাবা ই অধিনীক এৰি নাথ ৰণলৈ,
নকৰা নিৰাশ মোক এনে নিৰদয় হৈ।
তুমি মোৰ হৃদয়ৰ
ধন সুখ সম্পদৰ
হৃদয়ৰ আশা মোৰ নেপেলাবা দলিয়াই।
চৰাই সঙ্গীত শুনি
চকি উঠে হিয়াখনি
কি জানোবা সুৰ টানে বিৰহ আকুল হৈ।

দুঃশলা ঃ

নাথ!
নিবাৰণ এনেয়ে কৰোনে মই
যাবলৈ সমৰ ক্ষেত্ৰক?
দেখিছোঁ সপোন আজি অমঙ্গল ভৰা—
সেই মুহূৰ্ত্তৰ পৰা
চকি উঠে প্ৰাণ মোৰ,
নাচে আগ চকু—
অলক্ষণ দেখোঁ ক্ষণে ক্ষণে।
সেইবাবে,
নোখোজে অন্তৰে মোক এৰিব তোমাক।
কাকুতি কৰিছোঁ নাথ চৰণত ধৰি
থাকা মোৰ ওচৰত,
নাযাবা পুনৰ আৰু ৰণক্ষেত্ৰলৈ।

জয়দ্ৰথ ঃ

স্বপ্নৰ ভয়ত ৰম
তিৰোতাৰ আঁচল সাৰটি?
অন্ধৰাজ পুত্ৰী।
খোজানে কৰিব মোক ক্ষত্ৰ সমাজত
কলঙ্কিত কাপুৰুষ ঘৃণিত এজন?
মিছা সপোনৰ কথা—
হাঁহি হাঁহি আনন্দ মনেৰে
জনোৱা বিদায় মোক প্ৰিয়া?
ভাল ফল ফলিব ৰণত।
শঙ্কা যদি কৰিছা তথাপি
আহা তেন্তে,
পূজোঁ দুয়ো শঙ্কৰৰ অভয় চৰণ?

(প্ৰথম অঙ্ক সমাপ্ত।)

## দ্বিতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

**কৰ্ণৰ শিবিৰ ( অকলে কৰ্ণ )**

কৰ্ণ ঃ

(নিজে নিজে) অস্থিৰ হৃদয় মোৰ—
ভাবোঁ কেতিয়াবা,
নাশ কৰি আত্মীয় বৰ্গক
শলাগি লোৱাতকৈ পাপৰ শাসন,
কোন জন বীৰৰ হাতত
শ্ৰেয় মোৰ প্ৰাণ এৰা আপোন ইচ্ছাৰে।
আৰু চিন্তা কৰোঁ,
তাতো আছে ক্ষত্ৰিয়ৰ মহা অপবাদ,
বিসৰ্জ্জি বীৰৰ ধৰ্ম্ম
বিনাযুদ্ধে প্ৰাণ এৰা আনৰ হাতত
ক্ষত্ৰিয়ৰ নহয় উচিত।
বাঢ়ে তাত ক্ষত্ৰিয়ৰ ঘৃণিত কলঙ্ক।
আৰু কেতিয়াবা ভাবোঁ,
ইমান দেখাতকৈ আত্মীয় বিনাশ,
আত্মহত্যা কৰো নিজে মই,
কিন্তু—
মনে মোৰ কৈ দিয়ে,
নকৰিবি তেনে কৰ্ণ,
আত্মহত্যা মহাপাপ,
পাণ্ডৱ আপোন তোৰ—
এতিয়াও মিল হ' পাণ্ডৱৰ স'তে,
ইমান বিষাদ তোৰ নাথাকিব তেনে।
নালাগিব দেখা পাব আত্মীয় বিনাশ
জ্যেষ্ঠ্য বুলি মান কৰি ধৰ্ম্ম যুধিষ্ঠিৰে,
বহুৱাব তোক,
হস্তিনাৰ ৰাজ আসনত।
কিন্তু,
জননীৰ ওপৰত অভিমান আহি
কৈ দিয়ে এনে কথা নুশুনিব মোক,
কুন্তী-মাতৃ !
তুমিয়েতো জন্মদাতৃ মোৰ,
কিয় তেন্তে, লোকনিন্দা লুকাবৰ বাবে
সন্তানৰ চেনেহত দিলা জলাঞ্জলি ?
আহা !
পাণ্ডৱ অগ্ৰজ মই—
আচৰিছো সিহঁতৰে শত্ৰুতা তথাপি।
যিমান লাঞ্ছনা আজি ভূগিছে পাণ্ডৱে,
সকলোৱে একমুখে কয়,
মূল তাৰ কৰ্ণহে কেৱল।
কিন্তু জানিব বা কোনে,
পঞ্চ পাণ্ডৱলৈ
কিবাবে কৰিছোঁ মই শত্ৰুতা ইমান ?
কৰিছোঁ ইমানখিনি,
দুৰ্য্যোধন দুৰ্ম্মতিৰ
জ্ঞান চকু উন্মিলন হেতু।
একমাত্ৰ শ্ৰীকৃষ্ণই জানে সেই কথা।
নহলে,
নিজে কুমন্ত্ৰণা কৰি
আৰ্জ্জুনিক বিনাশি ৰণত
বুকু ফাটি বয় কিয় শোকৰ উচ্ছাস ?

কৰ্ণপত্নী পদ্মাৱতী
হব কিয় কাতৰ ইমান ?

ছোকৰাৰ গীত
ৰাগিনী কানেড়া—ঝাপতাল।

নাজানে কোনেও মোৰ অন্তৰৰ কথা,
অন্তৰ্যামী কৃষ্ণে মাত্ৰ জানে এই ব্যথা।
তেওঁলোক পাঁচো ভাই, ভাবে ৰাধা সুত মই,
মহাপাপী দুৰমতি পাপহে আশ্ৰয় মোৰ,
কত কুমন্ত্ৰণা কৰি, পাণ্ডৱক হিংসা কৰি,
দুঃখময় লাঞ্ছনাৰে জমাইছো পাপভাৰ।
পাণ্ডৱ আপোন মোৰ, সিহঁত যে চেনেহৰ,
জানে মাথোঁ হৃষিকেশে কত মোৰ স্নেহ গথা।
( নিজে নিজে )

কৰ্ণ :

ইকি ?
মহাৰাজ দুৰ্যোধন
সিন্ধুৰাজ জয়দ্ৰথ সতে,
বেগাই আহিছে মোৰ শিৱিৰৰ ফালে ?
( বেগেৰে দুৰ্যোধন আৰু জয়দ্ৰথৰ প্ৰৱেশ )

দুৰ্যোধন :

সখি ! সখি !
ৰক্ষা কৰা, ৰক্ষা কৰা,

জয়দ্ৰথ :

অঙ্গৰাজ ! মহাবলী !
ৰক্ষা কৰা, ৰক্ষা কৰা—

কৰ্ণ :

আচৰিত হলোঁ মহাৰাজ দুৰ্যোধন !
ইমান আঁতুৰ হৈ
কি কাৰণে শিৱিৰত সোমালা কৰ্ণৰ ?

জয়দ্ৰথ :

ভীষণ বিপদগ্ৰস্ত আজি মই—

কৰ্ণ :

কি বিপদ সখি ?

দুৰ্যোধন :

সখি !
সিন্ধু নৃপতিক জানি
আৰ্জ্জুনিৰ বধৰ কাৰণ,
অৰ্জ্জুনে কৰিছে পণ
সূৰ্যাস্তৰ আগতেই আজি
ধনঞ্জয়ে বিনাশিব সিন্ধু নৃপতিক—

কৰ্ণ :

কেতিয়া বাতৰি পালা এই

দুৰ্যোধন :

পাণ্ডৱৰ দূতে আহি অলপ আগতে
দিলেহি বাতৰি এই।

কৰ্ণ :

মহাৰাজ !
ইটো অতি সামান্য কাৰণ,
সিবাবে ইমান কিয় বিচলিত হোৱা ?
বাৰু,

শুনিছানে দূতৰ মুখত আৰু
অৰ্জ্জুনে যদ্যপি
কৰিব নোৱাৰে তাৰ প্ৰতিজ্ঞা পালন,
কি কৰিব প্ৰায়শ্চিত্ত প্ৰতিজ্ঞা ভঙ্গৰ ?

জয়দ্ৰথ :

শুনিছোঁ,
নোৱাৰিলে প্ৰতিজ্ঞা পালিব
তেতিয়াই অগ্নি জ্বালি
বিসৰ্জ্জিব পাৰ্থ ই জীৱন।

কৰ্ণ :

বুজিলোঁ,
শত্ৰুহীন অতদিনে হব কুৰুকুল।

জয়দ্ৰথ :

তেন্তে অঙ্গনাথ !
পাৰিবা ৰাখিব মোক
সূৰ্য্য অস্ত যোৱালৈকে ?

কৰ্ণ :

পাৰিম,
যদিহে পাৰ্থ ই
সমৰত সোমায়েই
মোৰ স'তে কৰে ৰণ।

জয়দ্ৰথ :

আপোন ইচ্ছাৰে যদি প্ৰথমতে
পাৰ্থ ই নকৰে ৰণ তোমাৰ লগত—
তেন্তে,
নিজে তুমি কৰিবা আহ্বান।

কৰ্ণ :

ৰণ-নীতি মতে,
দোষ আছে তাত।
দুপক্ষৰ সেনাপতি দুয়ো
প্ৰথমতে পৰস্পৰে কৰিব সমৰ।
উপস্থিত সমৰত কৌৰৱ পক্ষৰ
দ্ৰোণাচাৰ্য্য সেনাপতি—
ধনঞ্জয়, ধৃষ্টদ্যুম্ন পাণ্ডৱ পক্ষৰ—
সেইবাবে প্ৰথমতে মই
নোৱাৰিম অৰ্জ্জুনক কৰিব আহ্বান

দুৰ্য্যোধন :

কি উপায় তেন্তে সখি ?

কৰ্ণ :

শুনিছেনে আচাৰ্য্যই এই কথা ?

দুৰ্য্যোধন :

তোমাৰ শিবিৰলৈ আহিবৰ বাবে
জনাইছোঁ বাতৰি তেওঁক।

কৰ্ণ :

আহক আচাৰ্য্য তেনে—
কৌৰৱ পক্ষৰ মঙ্গলামঙ্গল
নিৰ্ভৰ কৰিছে আজি
আচাৰ্য্যৰ মন্ত্ৰণাতে মাত্ৰ।
পণ যদি কৰে আচাৰ্য্যই
বেলিমাৰ নোযোৱালৈকে
ৰাখিব পাৰিব বুলি সিন্ধু নৃপতিক
তেন্তে মোৰ নাথাকিব প্ৰয়োজন।

জয়দ্ৰথ :

যদিহে নকৰে তেওঁ পণ,
তেনেহলে কি হব উপায় ?

কৰ্ণ :

নাই তেন্তে আন একো দিহা।

দুৰ্য্যোধন :

ইকি সখি !
ইমান কালৰ পৰা সাৱটি আমাক
আজি কিয় এৰি দিব খোজা ?
এয়েনে উচিত কথা মহাত্মা কৰ্ণৰ ?

কৰ্ণ :

মহাৰাজ !
তোমাৰ কাৰণে,
বিসৰ্জ্জিব সকলো কৰ্ণ ই।
আজি যে কৈছোঁ এনে কথা,
আচাৰ্য্যই কৌৰৱৰ সেনাপতি বুলি।
ভাবি চোৱা,
গুৰু মাননীয় সকলো কথাতে—
গুৰুদেৱে নিজে যদি
সেনাপতি পদ মোক নিদিয়ে আপুনি,
তেন্তে মই হ্ৰাস কৰি গুৰুৰ সন্মান
কি শক্তিৰে যুঁজিম ৰণত ?

দুৰ্য্যোধন :

বাৰু,
সেনাপতি পদ পালে
পাৰিবানে বিফলিব পাৰ্থৰ প্ৰতিজ্ঞা ?

কৰ্ণ :

নিশ্চয় পাৰিম—
কিন্তু,
মোৰ পক্ষে অসম্ভৱ সেনাপতি হোৱা—
আচাৰ্য্যই কৰিছে প্ৰতিজ্ঞা
যেতিয়ালৈকে তেওঁ নিজিতিব ৰণ
কিম্বা,
নকৰিব মৃত্যু আলিঙ্গন,
কোনেও নেপাব সেনাপতি পদ।
সৌৱা দেখোঁ, আচাৰ্য্য আহিছে।
(দ্ৰোণ, শকুণি আৰু দুঃশাসনৰ প্ৰৱেশ)

কৰ্ণ :

আহক আচাৰ্য্যদেৱ !
পদধূলি পাই,
পৰিশুদ্ধ হ'ল আজি কৰ্ণৰ শিৰিৰ।

দ্ৰোণ :

অঙ্গনাথ !
বাহিৰত দেখিছোঁতো আহ্লাদ তোমাৰ—
কিন্তু,
বিষাদৰ ছায়া কিয় মুখ-মণ্ডলত ?

কৰ্ণ :

আৰ্য্য !
বিপদৰ পূৰ্ব্বচিন দেখিছোঁ আগত।
দেখিছেনে কৌৰৱপতিয়ে
বুৰি আছে বিষাদ সিন্ধুত।

দ্ৰোণ :

আচম্বিত বিপদৰ এনে কি কাৰণ ?

দুৰ্য্যোধন ঃ

ভৱিষ্যত আশঙ্কাৰে ভৰিছে অন্তৰ।

দ্ৰোণ ঃ

ভৱিষ্যৎ আশঙ্কাতে যদি
আতঙ্কৰ ইমান কাৰণ,
কিয় তেন্তে জন্মা নাই আগতে ই জ্ঞান?
তেনেহলে,
সমৰ যজ্ঞত এই
লক্ষ লক্ষ জীৱন আহুতি—
কদাপিতো নহ'লহেঁতেন!
কৰ্ণ,
সঁচাতে তোমাৰ সখি কুৰুৰাজে
কদাচিতো চিন্তা নাই ভৱিষ্যতলৈ।
চতুৰ জনেহে ভাবে
ভৱিষ্যৎ পৰিণাম,
কুৰুপতি দুৰ্য্যোধন আত্ম-অভিমানী;
মত্ত হৈ অন্ধাভিমানত,
নিজে নিজে জ্বলাইছে সমৰ অনল,
অনুতাপানল এৱে পৰিণাম তাৰ,
মহাৰাজ দুৰ্য্যোধন!
মনত পেলোৱাচোন অতীতৰ কথা,
পাপমন্ত্ৰী শকুণিৰ পৰামৰ্শ লৈ
পাশাৰ পণত যেৱে
সৰ্ব্বস্ব হৰণ কৰি,
পঞ্চ পাণ্ডৱক,
খেদিছিলা বনবাসী কৰি,
অসহায়া পাঞ্চালাক
গুৰুজন ভৰি থকা সভাৰ মাজত
খুজিছিলা বিৱস্ত্ৰা কৰিব,
পৰেনে মনত সেই ঘৃণনীয় কাম?
মহাৰাজ!
মনত পৰিছে আৰু,
অসহায়া দ্ৰৌপদীয়ে যেৱে
ধাৰাসাৰে অশ্ৰু টুকি,
কাকুতি মিনতি কৰি,
কৈছিল আৰ্ত্তৰাৱ তুলি,
মহাৰাজ! কুলবধূ মই আপোনাৰ,
ৰক্ষা কৰা লাজ-মান মোৰ—
দয়া কৰি দুঃশাসন দেৱৰক
বাধা দিয়া বিৱস্ত্ৰা কৰিব,
হিয়া ভাঙি অশ্ৰু টোকা
দ্ৰৌপদীৰ সেই কথাবোৰ,
মনত পেলোৱা আজি,
ক'ত যাব পৰিণাম তাৰ?

শকুণি ঃ

(নিজে নিজে) দেখিছ, ক'ৰ পানী আহি
ক'ত পৰিল। মই জানোঁ। ইহঁত ঘৰ পোহা
ইন্দুৰ। খাইছে-দাইছে যাৰ, সৰ্ব্বনাশ
চিন্তিছে তাৰ। (প্ৰকাশ্যে) বোলো বীৰাচাৰ্য্য!
অকল দুৰ্য্যোধনৰেইনো এনে বিপদ
হৈছেনে? পাণ্ডৱৰ জানো হোৱা নাই?

দ্ৰোণ ঃ

পাণ্ডৱৰো নিশ্চয় ঘটিছে—
কিন্তু পাণ্ডৱৰ তুলনাত
কৌৰৱৰ ক্ষয়-ক্ষতি অতি ভয়ঙ্কৰ।
বহুদিন চলিছে সমৰ,
ইমান দিনেও কিন্তু পাণ্ডৱ পক্ষৰ

মহাৰথী হোৱা নাই এজনো নিহত।
কিছুমান সাধাৰণ সৈনিক মাথোন
পৰিছে ৰণত।
গণি চোৱা!
বৰ্ত্তমান মহাৰথী কৌৰৱ পক্ষত,
দেৱতায়ো ডৰে যাক—
তেনে যেন মহাবীৰ
ভীষ্ম আদি পৰিছে ৰণত,
আৰু
যিবিলাক কৌৰৱ সেনানী
ৰণত নিপুণ বুলি বিখ্যাত ধৰাত,
সিহঁত আগতে মৰে
পাণ্ডৱৰ শৰৰ মুখত।
যি আছিল কৌৰৱৰ প্ৰধান সম্বল
সিসকল নাৰায়ণী সেনা
কালিৰ ৰণত পাৰ্থৰ হাতত,
সকলোৰে মৃত্যু ঘটিছে।

শকুনি :

আৰু এইফালে কেনে সৰ্ব্বনাশটো হৈছে! বোপাই যে ৰণজয় কৰি আহি পুত্ৰমুখ দেখা পাব—সিও নহ'ল। মোৰ বিশ্বাস, অভিমন্যুক বধ কৰাত যিমান লাভ হৈছে, অৰ্জ্জুনক বধিলে তিমান নহ'লহেঁতেন। উৱা—ল'ৰা কালতেই তাৰ কিমান প্ৰতাপ! সাত সাতজন মহাৰথী, সাত সাত বাৰ পৰাজিত। এনেকি, মহাবীৰ কৰ্ণও যাওঁ যাওঁ হৈ পৰিছিল!

দ্ৰোণ :

সৌবল,
অন্যায় ৰণেৰে অভিমন্যু বধ পাপে
জ্বলাব যি প্ৰচণ্ড অনল,
কৌৰৱ আশ্ৰিত যত বীৰ
ভস্ম হৈ যাব তাত পৰি।

জয়দ্ৰথ :

ৰণাচাৰ্য্যদেৱ!
কি হব গতি তেন্তে মোৰ?
বীৰশ্ৰেষ্ঠ অৰ্জ্জুনৰ
কোপত পৰিছোঁ মই,
মোকে ভাবি পুত্ৰহন্তা,
কৰিছে প্ৰতিজ্ঞা তেওঁ,
সংহাৰিব প্ৰাণ মোৰ সূৰ্য্যাস্ত আগতে,
দ্বিজবৰ! ৰক্ষা কৰা প্ৰাণ মোৰ!
চৰণত ধৰি মাগিছোঁ আশ্ৰয়।

ছোকৰাৰ গীত

ৰাখা মোক দ্বিজবৰ ধৰোঁ চৰণত,
মাগিছোঁ শৰণ পৰি পাৰ্থৰ কোপত—
পাৰ্থৰ বিক্ৰম মই জানো ভালদৰে,
যমকো অস্থিৰ কৰে তাৰ তীক্ষ্ণ শৰে,
বিশ্বকো বুৰায় সি প্ৰলয় সাগৰত।

দ্ৰোণ :

মহাৰাজ দুৰ্য্যোধন।
এয়েনে ঘটিছে সৰ্ব্বনাশ।
সেইবাবে আহ্বানিছে
কৰ্ণৰ শিৱিৰলৈ মোক?
মহাৰাজ!
নোৱাৰোঁ কৰিব মই উপায় ইয়াৰ,

নাই একো প্ৰতিকাৰ—
যথাৰ্থতে ধনঞ্জয়ে যদি
কৰিছে প্ৰতিজ্ঞা এই,
নাই এনে বীৰ জগতত
নিৰাপদে ৰক্ষা কৰে সিন্ধু নৃপতিক।

জয়দ্ৰথ :

মহাৰাজ দুৰ্য্যোধন!
কৰিলে কি সৰ্ব্বনাশ মোৰ?
পাৰ্থৰ কোপানলত—
ভস্ম হৈ যাম মই নিশ্চয় বুজিছো।
এয়েনেকি আছিল ভাগ্যত?

দুঃশাসন :

মামা! সিন্ধুৰাজ বলিয়া হ'লনেকি?

শকুণি :

বলিয়া হ'লনেকি! কবহে লাগিছে?
আচাৰ্য্যদেৱে যি শঙ্কা-ফটিকা খুৱালে, তাত
সিন্ধুপতিয়ে বলিয়া নহে কোন হ'ব? মোৰো
প্ৰাণটোৱেই কেনে কেনে লাগিছে! কি
জানোবা ময়ো বলিয়া হওঁ!

দ্ৰোণ :

(শকুণিলৈ চকু ৰঙা কৰি চাই)
শঠ! কুট!
এতিয়াও নুগুচিল কুটিলতা তোৰ?
এতিয়াও নৰকৰ প্ৰলয় কল্লোল
কাণত সোমোৱা নাই তোৰ?
নোৱাৰোঁ বুজিব,
কোন বিধাতাই তোক কৰিছে সৃজন।
ভাবিছনে,
তোৰ কুমন্ত্ৰণা লোৱা দুৰ্য্যোধনে
জয় কৰি কুৰুক্ষেত্ৰ ৰণ
নিৰ্ব্বিঘ্নে ভুগিব ৰাজ্য হস্তিনাপুৰৰ?
যি পক্ষত যদুৰায় থাকি
নিয়ন্ত্ৰিছে অদৃষ্টৰ গতি,
ভাবিছ মনতনেকি,
সি পক্ষৰ হব পৰাজয়?

শকুণি :

যিমান দিন বাচিম, তিমান দিন আশাই
গাব পাণ্ডৱৰ পৰাজয়, কৌৰৱৰাজ
দুৰ্য্যোধনৰ জয়।

দ্ৰোণ :

দুৰাশা মাথোন সিটো—
দেখা যাব আজিৰ ৰণতে
কৌৰৱৰ দুৰাকাঙ্ক্ষা,
ভাঙি যাব চুৰমাৰ হৈ,
চাৰিফালে দেখিব মাথোন
নিৰাশাৰ দগ্ধ মৰুভুমিয়া।

শকুণি :

তেন্তে আজি আচাৰ্য্যৰো শেষ দশা হব পায়?

দ্ৰোণ :

মোৰ শেষ দশা?
জীৱনৰ যৱনিকা মোৰ
বহুকাল আগতে পৰিছে।

অকলে নহয় মোৰ—
যি পক্ষত আছোঁ মই
সিপক্ষৰো তেনে দশা ঘটিছে আগতে।
আজি যে দেখিছোঁ
কৌৰৱৰ ইমান যুঁজাৰু,
সি মাথোন নল-খাগৰিৰ মেলা,
পাণ্ডৱৰ সমৰৰ
এটা মাত্ৰ মৃদু ধুমুহাতে—
বাগৰি বিচূৰ্ণ হ'ব।

দুঃশাসন :

মিছা কথাত সময় নষ্ট কৰিবৰ প্ৰয়োজন নাই। অঙ্গনাথ! আপুনি আছে, দাদা আছে, আচাৰ্য্যদেৱ আছে, আৰু তীক্ষ্ণবুদ্ধি মামাও উপস্থিত আছে। এই সময়তে কৰ্ত্তব্য স্থিৰ কৰা যাওক। সিন্ধুপতিয়ে গাণ্ডীৱপতিৰ প্ৰতিজ্ঞা শুনি প্ৰাণৰ আশা তেনেই এৰি দিছে। এই সময়ত তেওঁৰ অলীক ভয়টো যাতে গুচি যায়, উৎসাহ দি তাৰে চেষ্টা কৰা হওক। আৰু আত্ম অভিমানী অৰ্জ্জুনৰ প্ৰতিজ্ঞা কি কৰিলে নিষ্ফল হয়, তাৰে মন্ত্ৰণা কৰক। সৌৱা শুনক, তূৰ্য্যধ্বনি আৰম্ভ হ'ল—যুদ্ধৰ সময় আহিল।

কৰ্ণ :

(দ্ৰোণৰ ফালে চাই)
আচাৰ্য্যদেৱ!
কৰ্ত্তব্য কি এতিয়া আপোনাৰ?

দ্ৰোণ :

কৰ্ত্তব্য এতিয়া মোৰ—
মঙ্গল সাধন কৰা প্ৰতিপালকৰ।

কৰ্ণ :

আওকাণ কৰি ধৰ্ম্ম অধৰ্ম্মৰ ফালে,
পালকৰ উপকাৰ হেতু,
ধৰিছে যি কৰ্ত্তব্য-পালনৰব্ৰত,
তাকে তেন্তে পালন কৰক।

দ্ৰোণ :

কৰ্ণ!
দেখিছা কেতিয়া তুমি
প্ৰতিপালকৰ মঙ্গলৰ হেতু
কৰা নাই প্ৰাণপণ মোৰ?
নিজ ধৰ্ম্ম পৰিহৰি,
যি দুৰ্য্যোধনৰ পৰা
একমুঠি অন্নৰ কাৰণে,
ধৰ্ম্মাধৰ্ম্ম দিছো বিসৰ্জ্জন,
কেতিয়া কৰিছে দ্ৰোণে
অৱহেলা তেওঁৰ আদেশ?
পাণ্ডৱক নিষ্পাপ জানিও,
অধীনতা বেড়ী পিন্ধি,
বুৰাই স্বাধীন চিন্তা
অন্নদাতা প্ৰভুৰ আজ্ঞাত,
কাহানি নিশ্চিন্ত আছোঁ
পাণ্ডৱৰ নকৰি বিৰোধ?
পৰেনে মনত কৰ্ণ কালিৰ সমৰ?
কুমলীয়া অভিমন্যু,
ক্ষত্ৰিয়ৰ জীৱন্ত মুৰতি—
নাশি তাক অন্যায় ৰণত,
অন্তৰত কৰিছোঁ যদিও
অধৰ্ম্মৰ কঠোৰ তীব্ৰতা অনুভৱ,
কাৰ মুখ চাই আছোঁ

এতিয়াও সামৰি জীৱন ?
যি সিংহ বালক বীৰে
সপ্ত সুৰথীক কৰি
সাতবাৰ পৰাজিত সিংহ বিক্ৰমেৰে,
থাপিলে অক্ষয় কীৰ্ত্তি ক্ষত্ৰ সমাজত,
ক্ষত্ৰিয় গৌৰৱ সেই বালক বীৰৰ
অস্ত্ৰহীন অৱস্থাত নাশিছোঁ জীৱন,
কৰ্ণ !
লাগে নে ইয়াতকৈও প্ৰভুভক্তি আৰু ?
ইয়াতো অধিক যদি আজি
লাগে কিবা অধৰ্ম্ম সাধিব,
নিমাতে সাধিম তাকো,
তথাপিতো প্ৰভু দ্ৰোহী নহ'ম কদাপি ।

দুৰ্য্যোধন :

গুৰুদেৱ !
ক্ৰুদ্ধ হ'লে অধমৰ প্ৰতি
কিদৰে পৰিম ৰক্ষা
এই মহা সঙ্কট কালত ?
কৌৰৱৰ দুৰ্গতিৰ একো নাই বাকী ;
এনেইতো আত্মীয়সৱৰ, মৃত্যু বাতৰিয়ে,
ভাঙি দিছে অন্তৰৰ তেজাল উৎসাহ,
তাতে আৰু আপোনাৰ তীক্ষ্ণ বাক্যবান,
গুৰুদেৱ !
নোৱাৰোঁ সহিব আৰু,
মিনতি কৰিছোঁ,
হয়,
সেনাপতি হৈ আপুনি
ৰক্ষা কৰি সিন্ধু নৃপতিক
কৌৰৱৰ মঙ্গল সাধক—
কিম্বা,
তিয়াগক সেনাপতি পদ ;
কৰি মই সেনাপতি সৌৰাষ্ট্ৰপতিক
মোকলাওঁ সিন্ধুপতি ৰক্ষাৰ উপায় ।

দ্ৰোণ :

আনন্দেৰে নিলোঁ অৱসৰ
(ধনু শৰ পেলাই যাব খোজে)

শকুনি :

গ'লেই ৰক্ষা পাওঁ—

কৰ্ণ :

ৰণাচাৰ্য্যদেৱ !
কৌৰৱৰ ভাগ্যৰবি
আগুৰিছে বিপদ ডাৱৰে,
উচিতনে এই সময়ত,
ক্ৰোধ কৰা কৌৰৱপতিক ?
বিশেষকৈ,
ব্ৰাহ্মণৰ ক্ষমাই প্ৰধান গুণ ।

দ্ৰোণ :

কৰ্ণ !
নাই ক্ষমা মোৰ ওচৰত,
নহওঁ ব্ৰাহ্মণ মই,
যেতিয়াৰ পৰা মই ব্ৰাহ্মণ গৌৰৱ
এমুঠি ভাতৰ বাবে
সঁপি দিছোঁ ব্ৰাহ্মণত্ব ক্ষত্ৰিয় পদত,
তেতিয়াৰে পৰা মই ব্ৰাহ্মণ সুলভ
ক্ষমা, দয়া সুবৃত্তিবিলাক
খেদি দিছোঁ অন্তৰৰ পৰা ।

নহ'লে,
জীৱহত্যা ঘৃণিত কামত—
আজ্ঞা মানি কৌৰৱপতিৰ,
ঢালিলোঁহেঁতেন কিয় দ্ৰোণৰ কৌতুক?
তপস্বী ব্ৰাহ্মণ হ'লে মই
দুৰ্য্যোধনে এনে মহা অপমানী কথা
কিয় কব পাৰিলেহেঁতেন?
বুজিলোঁ যি হক,
নিজ ধৰ্ম্ম এৰি যেয়ে
পৰধৰ্ম্ম আঁকোৱালি লয়,
এয়ে তাৰ পৰিণাম।

কৰ্ণ:

গুৰুদেৱ!
সমৰৰ বিৰুদ্ধ গতিয়ে
চঞ্চল কৰিছে মন কুৰু নৃপতিৰ,
ক্ৰুদ্ধ হৈ তেওঁৰ কথাত,
উচিতনে এৰা তুমি সেনাপতি পদ?
(দুৰ্য্যোধনৰ ফালে চাই)
মহাৰাজ!
প্ৰকৃততে অপমান কৰিছে গুৰুক,
ক্ষমা ভিক্ষা কৰা,

দুৰ্য্যোধন:

গুৰুদেৱ!
নিচেই অধম মই শিষ্য আপোনাৰ,
চিন্তাৰ বিকাৰে মোক
কৰি দিছে তেনেই অজ্ঞান;
অজ্ঞানতা এন্ধাৰত পৰি
আপোনাৰ অন্তৰত
দুখ দিছোঁ কঠোৰ কথাৰে,
ক্ষমা ভিক্ষা কৰিছোঁ কাতৰ হৈ—
নাৰাৰ আঁতৰি এই অধমক এৰি?

দ্ৰোণ:

থাক, মহাৰাজ!
হলোঁ মই সন্তুষ্ট তোমাৰ প্ৰতি।
কিন্তু
জয়দ্ৰথ ৰক্ষাভাৰ লোৱাৰিম লব।
আছে যদি এনে বীৰ কৌৰৱ পক্ষত,
নিষ্ফল কৰিব পাৰে
মহাবলী পাৰ্থৰ প্ৰতিজ্ঞা,
আজিৰ কাৰণে, সেনাপতি পদ মোৰ
তেওঁকে কৰিলোঁ দান।
কিন্তু,
প্ৰতিজ্ঞাত বদ্ধ হৈ অৰ্জ্জুনে নিজে
বিসৰ্জ্জিব খুজিছে জীৱন,
সেইদৰে,
সিন্ধুৰাজ ৰক্ষাৰ দায়িত্ব লোৱাজনে
প্ৰাণপণ কৰিব লাগিব।

কৰ্ণ:

(নিজে নিজে)
কি কৰা কৰ্ত্তব্য এয়ে?
শ্ৰীকৃষ্ণ সাৰথি হৈ যাৰ
নিয়ন্ত্ৰিছে ভাগ্য গতি,
ভুৱনবিজয়ী সেই অৰ্জ্জুনৰ
প্ৰতিজ্ঞা নিষ্ফল কৰা
অসম্ভৱ কথা।
কিন্তু যদি অৰ্জ্জুনকেও

শ্ৰীকৃষ্ণৰ আছে কোনো ভক্ত মহাত্মাৰ,
তেওঁহে পাৰিব,
নিষ্ফলিব এইভক্তৰ পাৰ্থৰ।
কিন্তু,
কোন তেনে ভাগ্যৱান ভাবিতো নাপাওঁ!
থাক,
চাওঁচোন চিন্তা কৰি—
(চিন্তিত হৈ কৰ্ণ ই ইফালে সিফালে ঘূৰে আৰু দুৰ্য্যোধন, দ্ৰোণ আদিয়ে আনকালে চিন্তাত মগ্ন হয়। এনেতে কৰ্ণৰ অন্যমনস্কতাতে শ্ৰীকৃষ্ণৰ ব্ৰাহ্মণ বালকৰ বেশেৰে প্ৰৱেশ।)

বাঃবেশী শ্ৰীকৃষ্ণ :

কৰ্ণ! পালানে বিচাৰি চিন্তা কৰি?
কোন ভাগ্যৱান ভক্ত অৰ্জ্জুনৰ দৰে,

কৰ্ণ :

কোন তুমি?
কিদৰে জানিলা তুমি কি চিন্তিছোঁ মই?

বাঃবেশী শ্ৰীকৃষ্ণ :

ব্ৰাহ্মণ বালক মই চিৰব্ৰহ্মচাৰী—
চিৰদিন তপস্যাতে থাকোঁ,
ধ্যানেৰে বুজিছোঁ মই কি চিন্তিছা তুমি।

কৰ্ণ :

অৰ্জ্জুনৰ দৰে কাকো নেদেখোঁ দেখোন?

বাঃবেশী শ্ৰীকৃষ্ণ :

অৰ্জ্জুনতকৈও আছে সুভক্ত এজন
দেখিও নেদেখা তুমি তাক।
ভ্ৰান্তি আঁতৰাম বুলি
আহিছোঁ তোমাৰ।

কৰ্ণ :

কি আচৰিত,
সামান্য বালক হৈ
কিয় কোৱা এনে কথা?
তুমি মোৰ ভ্ৰান্তি আঁতৰাবা!

বাঃবেশী শ্ৰীকৃষ্ণ :

পাৰ্থৰ বাহিৰে আৰু
নাই কোনো কৃষ্ণভক্ত—
মহাভ্ৰান্তি সেইটো তোমাৰ।

কৰ্ণ :

ক'তা?
কোন তেনে ভাগ্যৱান?

বাঃবেশী শ্ৰীকৃষ্ণ :

কিদৰে দেখিবা তুমি?
তোমাৰ যে আত্ম-অভিমান নাই!
বাৰু, চাবানেকি কোন সেইজন?

কৰ্ণ :

নিশ্চয়,
তেনে ভক্ত সন্মুখ
নিশ্চয় প্ৰাণৰ আকাঙ্ক্ষা মোৰ।

বাঃবেশী শ্ৰীকৃষ্ণ :

মোৰ ওচৰত

দৰ্পণ এখন আছে—নাম প্ৰীতি—
সেই দৰ্পণত
প্ৰতিবিম্ব পৰে প্ৰকৃত মানুহ।
সন্মুখত ধৰোঁ মই,
মন স্থিৰ কৰি চোৱা,
দেখিবা ভকত শ্ৰেষ্ঠ অৰ্জ্জুনতকৈ,
(দৰ্পণ দেখুৱাই)
চোৱা কৰ্ণ,
কোন এওঁ দৰ্পণত
অদ্বিতীয় কৃষ্ণভক্ত ?

কৰ্ণ :

(দৰ্পণলৈ চাই)
ইকি বালক !
কাৰ এই প্ৰতিবিম্ব ?

বাঃবেশী শ্ৰীকৃষ্ণ :

চিনি পাবা,
মন স্থিৰ কৰি চোৱা—

কৰ্ণ :

ক'তা —
নিচিনো দেখোন !

বাঃবেশী শ্ৰীকৃষ্ণ :

বাৰু।
কাৰ প্ৰতিমূৰ্ত্তি যেন লাগে ?

কৰ্ণ :

কিদৰে নো কম মই ?
অখিল ব্ৰহ্মাণ্ড এই
অনুৰূপ বিশ্ব বঢ়োঁতাৰ,
তেওঁৰ ৰূপতো মই
কেতিয়াও দেখা নাই পাপৰ চকুৰে ?
কেনেকৈ জানো এই প্ৰতিমূৰ্ত্তি কাৰ ?

বাঃবেশী শ্ৰীকৃষ্ণ :

দৃষ্টি এৰি মিছা কোৱা,
কাৰ প্ৰতিমূৰ্ত্তি এই,

কৰ্ণ :

নিতান্ততে নেৰা যদি,
কওঁ তেনেহলে,
পৰঅন্নভোজী, কৃষ্ণভক্তিহীন
কৰ্ণাধম নামে আছে ক্ষত্ৰিয় এজন,
তাৰে অনুৰূপ যেন ভাব হয় মোৰ।

বাঃবেশী শ্ৰীকৃষ্ণ :

অনুৰূপ কিয় ?
পুণ্যাত্মা কৰ্ণৰে এই নিখুঁত মুৰতি।
পৰম সাধক তুমি,
তুমিহে সক্ষম মাথো
নিস্ফলিব অৰ্জ্জুনৰ পণ।

কৰ্ণ :

বিশ্বাস নহয় মোৰ।
কৰ্ণ ই যদিহে পাৰে
নিস্ফলিব অৰ্জ্জুনৰ পণ,
কিয় তেন্তে অৰ্জ্জুনৰ সাৰথি কৃষ্ণক
নোৱাৰে আনিব টানি নিজ ৰথলৈ ?

বাঃবেঃ শ্ৰীকৃষ্ণ :

ইকি কৰ্ণ!
জ্ঞানী হৈ কোৱা কিয় অজ্ঞানীৰ দৰে ?
নিজ ৰথ কাক কোৱা তুমি ?
য'ত নিজে আৰোহণ কৰি,
যুদ্ধ কৰে শত্ৰুৰ লগত,
নকয়নে তাকে নিজ ৰথ ?

কৰ্ণ :

হয় তাকে কয় নিজ ৰথ—

বাঃবেঃ শ্ৰীকৃষ্ণ :

তেন্তে চোৱাচোন—
প্ৰাণৰথী যি ৰথত আৰোহণ কৰি
যুদ্ধ কৰি জয় কৰে
পঞ্চ ইন্দ্ৰিয় শত্ৰুক,
সেইখনি কি ৰথ ?

কৰ্ণ :

সেইখনি দেহৰথ—

বাঃবেঃ শ্ৰীকৃষ্ণ :

কোন সেই ৰথৰ সাৰথি ?

কৰ্ণ :

কৰ্ম্মৰূপী ভগৱান।

বাঃবেঃ শ্ৰীকৃষ্ণ :

অৰ্জ্জুনৰ সাৰথিক তেন্তে,
আনিব আপোন ৰথলৈ
বাকী কি ৰাখিছা তুমি ?

কৰ্ণ :

বালক!
নজন্মে বিশ্বাস মোৰ তোমাৰ কথাত।

বাঃবেঃ শ্ৰীকৃষ্ণ :

কিয় ?
শিশু বুলি মোৰ কথা
নকৰা প্ৰত্যয় হেনো ?

কৰ্ণ :

শিশু যেন শিশু হ'লে
নিশ্চয় বিশ্বাস কৰিলোহেঁতেন।

বাঃবেঃ শ্ৰীকৃষ্ণ :

তেন্তে সামান্য বালক বুলি ভাবানেকি মোক ?

কৰ্ণ :

নোৱাৰোঁ ভাবিব তেনে
তুমি যে গোলোকপতি ভূলোক পালক,
আগতে বুজিছোঁ মই,
কৃষ্ণ!
অভক্ত কৰ্ণক যদি
কৃপা কৰি দিলা দৰশন,
দেখুৱা স্বৰূপ তেন্তে ছদ্মবেশ এৰি,
যি ৰূপত জগত মুগ্ধ, মুগ্ধ ব্ৰজবাসী;
দেখুৱা, দেখুৱা কৃষ্ণ সেই বিশ্বৰূপ—
সাৰ্থকো জীৱন আজি অধম কৰ্ণৰ।

কৰ্ণৰ গীত

আগতে চিনিছোঁ হৰি,
তুমি যে গোলোকবিহাৰী,

দেখা দিছা অধমক এনে ছদ্মবেশ ধৰি।
দিছা যদি দৰশন, ভক্তনাথ কৃপা কৰি,
দেখুৱা এবাৰ তেন্তে সেই বিশ্বৰূপ ছবি,
যি ৰূপত ব্ৰজনাৰী স্বামী-পুত্ৰ-পুত্ৰী এৰি,
( সেই বিশ্বমোহন মাধুৰী—
প্ৰাণ মতলীয়াকাৰী
সেই বিশ্বপ্লাবিত ৰূপ—
সেই অনন্ত অমৃত ৰূপ—
দেখি সেই প্ৰেমভৰা ৰূপ,
দেখি সেই পুণ্যময় ৰূপ, )
হৈছিল মতলীয়া আপোন জ্ঞান পাহৰি।

শ্ৰীকৃষ্ণ :

কৃষ্ণভক্ত কৰ্ণৰ বাসনা
হ'ক তেন্তে পূৰণ এতিয়া—
( ছদ্মবেশ এৰি নিজ ৰূপ ধৰে )

কৰ্ণ :

নহলে ইমান দয়া,
জগতত তেন্তে
দয়াময় নাম তযু
কিয় হব প্ৰচাৰ ইমান ?
আহা !
কেনে প্ৰাণ-মনোহৰ সুন্দৰ মুৰতি,
অমিয় ৰসৰ খনি হৃদয়ৰ পতি।
সুধাৰ আকৰ কেনে অমৃত মধুৰ,
শ্যামল মুখনি কেনে প্ৰেম ভৰপূৰ।
কেনেনো সুন্দৰ হাঁহি সুন্দৰ কাছোন,
দৰশি ত্ৰিভঙ্গ ৰূপ মুগুধ জীৱন।

### জোকৰাৰ গীত

হেৰা বিশ্বৰ কাণ্ডাৰী, নিদিবা কদাপি এৰি,
মই মহা অধমক থাকা যেন কৃপা কৰি।

মোৰ অন্তৰত পৰিলে পাপ,
তুমি অমৃত কিৰণ লৈ
তুমি মলয় মলয়া লৈ
হবাহি উদয়, দয়া কৰি গুচাবাহি তাপ।
এই প্ৰেমময় হাঁহিটিলৈ
এই বিশ্ব-ভুলোৱা ভঙ্গিমাৰে,
তুমি হবাহি উদয় দয়া কৰি।

শ্ৰীকৃষ্ণ :

কৰ্ণ ! ভক্তমণি !
হ'লনে বাসনা পূৰণ ?

কৰ্ণ :

পূৰ হ'ল মনৰ বাসনা,
কিন্তু,
কি ইচ্ছা পূৰণ হেতু
দেখা দিলা অধম কৰ্ণক আজি ?

শ্ৰীকৃষ্ণ :

( নিজে নিজে )
মহাজ্ঞানী কৰ্ণ—
বুজিছে উদ্দেশ্য মোৰ অন্তৰে অন্তৰে।
( প্ৰকাশ্যে )
শুনা ভক্তশ্ৰেষ্ঠ,
বৰ আজি পৰিছোঁ শঙ্কাত—

কৰ্ণ :

শুনিলোঁ নতুন কথা আজি,
যাৰ মাত্ৰ নাম শুনি
মৃত্যুসুতে আঁতৰি পলায়,

তেওঁ আজি সশঙ্কিত হৈ
আহিছে কৰ্ণৰ ওচৰত ?
দীনবন্ধু !
পানীয়ে হৰণ কৰে অগ্নিৰ উত্তাপ,
কিন্তু আজি কিয় দেখোঁ এই বিপৰীত ?

শ্ৰীকৃষ্ণ :

কিয় ভক্তমণি !
জলপতি সিন্ধুৰ গৰ্ভত—
নাথাকেনে বাৰৱ অনল ?
যদিও নামত মোৰ
মৃত্যুদূতো দূৰ হয়,
সময়ে সময়ে কিন্তু
ময়ো হব লাগে সশঙ্কিত।

কৰ্ণ :

ভয়হাৰী !
কোন তেওঁ শঙ্কাদাতা ?

শ্ৰীকৃষ্ণ :

বন্ধা পৰো যাৰ ওচৰত,
সেই ভক্ত—

কৰ্ণ :

ভক্তত ভগৱানৰ শঙ্কা,
আচৰিত কথা !
বাৰু,
ভক্ত-হৃদয়বিহাৰী !
কোন তেন্তে তেনে ভক্ত ?

শ্ৰীকৃষ্ণ :

শ্ৰীমান কৰ্ণ আৰু অৰ্জুন—

কৰ্ণ :

নহয়·মাধৱ !
কৰ্ণ তেনে নহয় ভকত—
অৰ্জুনৰ ওচৰতে ভয় পোৱা তুমি।

শ্ৰীকৃষ্ণ :

পাৰ্থ, কৰ্ণ, দুয়ো মোৰ সমান ভকত-
ভয় পাওঁ দুয়োৰে কাষত।

কৰ্ণ :

বুজিছোঁ যাদৱ !
পাৰ্থৰ কোনোবা কাম উদ্ধাৰৰ হেতু
দেখা দিছা অভক্ত কৰ্ণক আজি।

শ্ৰীকৃষ্ণ :

জ্ঞানীপ্ৰৱৰ !
প্ৰকৃততে,
আন কাৰো কাৰ্য্য মই নকৰোঁ সাধন,
নিজৰ কাৰ্য্যকে মাথো কৰোঁ।
জানা তুমি মতিমান,
কৰ্মৰ জৰিত মাত্ৰ কৰ্মসূত্ৰ লৈ
দিন-ৰাতি থৈজি থাকোঁ মই।

কৰ্ণ :

নাৰায়ণ !
আজাদাৰো নাই একো কাম ?
কিয়নো নতুন মোহ

যেদি আছা মিলে মিলে নতুন ছন্দেৰে ;
যোৱা কালি আদেশি পাৰ্থক
বুজালা জনগুৰুক্ত
নাশি অষ্ট অক্ষৌহিনী নাৰায়ণী সেনা,
এইকালে আৰু,
সপ্তৰথী উপলক্ষ্য কৰি—
বিনাশালা তযু
ভগিনীৰ আঁচলৰ ধন,
নিজে তুমি আৰ্জ্জুনিক কৰিলা বিনাশ,
আৰু,
নিজে তুমি সুখী হৈ ভগ্নীৰ শোকত
কান্দিলা দুখেৰে,
আৰু, নিজে তুমি
কোপানল উজ্বাই পাৰ্থৰ মনত
ইঙ্গিতেৰে বুজালা পাৰ্থক,
একমাত্ৰ জয়দ্ৰথ
অভিমন্যু বধৰ কাৰণ।
ৰব খেমেলীয়া তুমি,
শান্তি স্থাপনৰ বাবে অৰ্জ্জুন ভক্তক,
জয়দ্ৰথ বিনাশৰ প্ৰতিজ্ঞা কৰাই,
কিবাবে ৰহস্যৰাজ,
আহিছা কৰ্ণৰ ওচৰত ?

শ্ৰীকৃষ্ণ :

কৰ্ণ,
খেমালিতে দিন যায় মোৰ।
খেমালিয়ে প্ৰাণ মোৰ,
খেমালিয়ে জ্ঞান,
খেমালিকে জ্ঞান পাওঁ মই।

কৰ্ণ :

দীননাথ !
কোটিবাৰ কৰোঁ প্ৰণিপাত।

শ্ৰীকৃষ্ণ :

কৰ্ণ,
নোৱাৰোঁ থাকিব বেছি পৰ,
সং লগৰীয়া পাই,
সং আলাপত,
সুখেৰে কটাওঁ বহুপৰ,
কিন্তু, নোৱাৰোঁ থাকিব আৰু,
কৰ্ম্মসোঁতে আকৰ্ষণ কৰিছে মোনাই।
বীৰমণি,
অনুৰোধ এটা ৰক্ষা কৰা মোৰ।
সূৰ্য্য অস্ত নোযোৱালৈকে
ৰক্ষা কৰো বুলি তুমি সিন্ধু নৃপতিক
কৰিছা যি প্ৰতিজ্ঞা মনত,
পাহৰি পেলোৱা সেই পণ
অৰ্জ্জুনতকৈও তুমি শ্ৰেষ্ঠ ভক্ত মোৰ,
তুমি যদি দৃঢ় হোৱা
ব্যৰ্থ কৰোঁ বুলি পাৰ্থ পণ,
তোমাৰ প্ৰতিজ্ঞা ৰক্ষা
ময়ে ভেন্তে কৰিব লাগিব,
আৰু যদি—
ৰাখো মই তোমাৰ প্ৰতিজ্ঞা,
পাৰ্থই নোৱাৰে যদি
বিনাশিব সিন্ধু নৃপতিক,
সৃষ্টি জুৰি ঘটিব বিপদ।
ভক্তবীৰ !
দিবাবে শক্তি আজি মই।

কৰ্ণ :

শঙ্কাহাৰী ?
নাই একো শঙ্কা,
কৌৰৱৰ দ্ৰোণাচাৰ্য্য সেনাপতি এবে,
পালিম যাদৱ বাক তোমাৰ আদেশ—
আচাৰ্য্যৰ পৰা তেন্তে
নলওঁ সেনাপতিত্ব মই।

শ্ৰীকৃষ্ণ :

কৰ্ণ,
ধন্য তুমি—
তুমি মাথোঁ ভক্তধন
বুজিছা প্ৰাণৰ কথা মোৰ।
হওঁ তেন্তে চকুৰ আঁতৰ।

কৰ্ণ :

যোৱা হৰি।
চকুৰ আঁতৰ হোৱা—
কিন্তু,
কদাপিতো হৃদয়ৰ নহবা আঁতৰ,
হিয়া মন্দিৰত মোৰ—
থাকা যেন চিৰকাল জ্বলি।

শ্ৰীকৃষ্ণ :

কৰ্ণ,
নোৱাৰিব কৃতান্তেও ওচৰ চাপিব,
দেহান্ত হলে তোমাৰ
লভিবা আশ্ৰয় তুমি বৈকুণ্ঠধামত।

কৰ্ণ :

নালাগে বৈকুণ্ঠ মোক—
লাগে মাত্ৰ তোমাৰ অভয় পদ।

(শ্ৰীকৃষ্ণৰ প্ৰস্থান আৰু কৰ্ণৰ নিজ শিবিৰত প্ৰৱেশ আৰু শিবিৰত চিন্তামগ্ন দুৰ্য্যোধন-দ্ৰোণৰ আগত উপস্থিত— দুঃশাসনৰ প্ৰৱেশ)

দুঃশাসন :

বোলোঁ, সকলো দেখোন নিমাত। এইটো জানো নিশ্চিত থাকিবৰ সময় ? শুনক, বিপক্ষই কেনে ঘনঘনকৈ ৰণ-দুন্দুভি তুলি আছে। মোৰ অনুমান, পাণ্ডৱ সৈন্য ৰণক্ষেত্ৰত সোমাইছেহি।

দুৰ্য্যোধন :

(কৰ্ণৰ প্ৰতি) সখি,
শুনিলেতো আচাৰ্য্যৰ কথা—
নিজে তেওঁ সম্পূৰ্ণ অক্ষম
নিষ্ফলিব পাৰ্থৰ প্ৰতিজ্ঞা।
তাৰ ওপৰত,
নিষ্ফল কৰিম বুলি অৰ্জ্জুনৰ পণ
যেয়ে ভাৰ কৰিব গ্ৰহণ,
তেৱেঁ। পণ কৰিব লাগিব
অৰ্জ্জুনৰ দৰে ;
নহলে নেৰিব তেওঁ সেনাপতি পদ।

কৰ্ণ :

ভাল কথা—
এবে যদি আচাৰ্য্যাই সেনাপতি পদ
নিশ্চয় কৰিম প্ৰাপ্তি মই।

দ্ৰোণ :

কৰ্ণ,
ভাবি-চিন্তি কথা কবা—
কৃষ্ণ যাৰ ৰথৰ সাৰথি,
সেই অৰ্জ্জুনৰ পণ ব্যৰ্থ কৰা
বাতুলৰ কথা।

কৰ্ণ :

ব্ৰাহ্মণ !
কৌৰৱ পাণ্ডৱ
দুপক্ষৰে অস্ত্ৰগুৰু তুমি,
নেখোজোঁ তোমাৰ মান লাঘৱ কৰিব,
প্ৰকাশি আপোন শৌৰ্য্য সমৰ ক্ষেত্ৰত
খুজিছোঁ তোমাৰ মাত্ৰ সন্তোষ বঢ়াব।

দ্ৰোণ :

সুখী হলোঁ কৰ্ণ,
এনে বীৰবাক্য শুনি তোমাৰ মুখত
পৰম সন্তোষ পালোঁ।
ক্ষত্ৰিয়ৰ ওচৰত
ময়ো নতি নকৰোঁ স্বীকাৰ।
শুনা মোৰো পণ—
সূৰ্য্য অস্ত যোৱালৈকে
যদিহে সিন্ধুৰাজক
নিৰাপদে নোৱাৰোঁ ৰাখিব,
বিশ্বপতি চৈতন্যত বিশ্বাস হেৰাই
পৰে যেন আত্মা মোৰ মহা নৰকত,

শকুনি :

এতিয়াহে ধনুৰ্দ্ধৰ দ্ৰোণাচাৰ্য্যৰ দৰে কথা কোৱা হৈছে। ব'লা, বোপা জয়দ্ৰথ, বুকৰ ছাতি এইবাৰ কুৰি হাতলৈ তুলি দিয়া। অৰ্জ্জুনৰ অকলেতো কথাই নাই। পঞ্চপাণ্ডৱ আৰু শ্ৰীকৃষ্ণই স্বয়ং একেলগ হৈও যদি আক্ৰমণ কৰে, তথাপি তোমাৰ ছায়াটোও ছুব নোৱাৰিব।

কৰ্ণ :

নিশ্চয়।
আচাৰ্য্যই কৰিছে যি পণ
কিঞ্চিতো নহব ব্যতিক্ৰম।

দুৰ্য্যোধন :

সখি !
সিন্ধুৰাজৰ কাৰণে
নাথাকিল একো তেন্তে শঙ্কাৰ কাৰণ ?

কৰ্ণ :

সূৰ্য্য অস্ত যোৱালৈকে
নাই একো শঙ্কাৰ কাৰণ।

দুৰ্য্যোধন :

সূৰ্য্য অস্ত যোৱালৈকে যদি
নিৰ্ভয়ে কটাব পাৰোঁ আমি,
নাই একো চিন্তাৰ কাৰণ ;
প্ৰতিজ্ঞাৰ চিতানল জ্বালি
নিশ্চয় তেজিব প্ৰাণ ধনঞ্জয়ে ;
শত্ৰুহীন হব কুৰুকুল।

দুঃশাসন :

কিন্তু এটা কথা। অৰ্জ্জুনে যদি প্ৰাণৰ মায়াত প্ৰতিজ্ঞা পালন নকৰে ?

দ্ৰোণ :

মূৰ্খ দুঃশাসন !
কৃষ্ণ যাৰ ৰথৰ সাৰথি,
সেই ধনঞ্জয়ে
নকৰিব প্ৰতিজ্ঞা পালন !
কদাপিতো নাভাবা মনত

শকুনি :

কি এনে সাক্ষাৎ ধৰ্ম্মৰ অৱতাৰ !—প্ৰাণৰ মায়া নাৰাখি ধৰ্ম্ম প্ৰতিজ্ঞা ৰক্ষা কৰিব ?

দ্ৰোণ :

সৌবল !
পাণ্ডৱ যে ধৰ্ম্মৰ অৱতাৰ
নাই তাত অলপো সন্দেহ ;
এই যে দেখিছা ৰণ কুৰু-পাণ্ডৱৰ
যথাৰ্থতে ধৰ্ম্ম-অধৰ্ম্মৰ ৰণ ;
পাণ্ডৱ ধৰ্ম্মৰ অৱতাৰ
কৌৰৱ অধৰ্ম্মৰ ছায়া ।
প্ৰমাণ—
য'তে ধৰ্ম্ম তাতে কৃষ্ণ,
য'তে কৃষ্ণ তাতে জয় ।

শকুনি :

সেইবোৰ পুৰণি কথাৰ প্ৰয়োজন নাই। সেইবোৰ কথা বহুত দিনৰপৰা ভীষ্মৰ মুখত আৰু আপোনাৰ মুখত শুনিয়ে আহিছোঁ। এতিয়া ৰণমুখী হৈ যাতে আপোনাৰ পণ ৰক্ষা পৰে, তাৰে দিহা কৰক,— আহক—

দ্ৰোণ :

সৌবল !
নিজ নিজ শিবিৰত গৈ সকলোৱে
কৰাগৈ ৰণৰ উদ্যোগ ;
লোৱাগৈ ৰণ-সজ্জা সকলোৱে ;
যাম মই অলপ পিচতে ।

দুৰ্য্যোধন :

( কৰ্ণলৈ চাই )
সখি !
লোৱাগৈ তুমিও তেন্তে সমৰৰ সাজ,
হওঁগৈ আমিও প্ৰস্তুত ।
( সকলোৰে প্ৰস্থান )

## দ্বিতীয়া গৰ্ভাঙ্ক

হস্তিনা ৰাজোদ্যান
( অকলে দুঃশলা । )

দুঃশলা :

ভালদৰে নপৰে মনত—
ছায়া-মায়াকৈ হয় মনত উদয় ;
দেখিলোঁ সপোন, যেন
বহিছে ত্ৰিস্ৰোতস্বিনী গঙ্গাৰ তলত,
মোৰে দৰে যেন তেওঁ ;
আহা !
দিপলিপ শিশু এটি যেন
তেওঁৰ কাষত থাকি
খেলি আছে আপোন মনেৰে,

কেতিয়াবা হাঁহি হাঁহি যায় দুৰ্ব্বল'কে,
কেতিয়াবা মুক্তা যেন দাঁতকিটি মেলি,
আই আই বুলি,
জঁপিয়াই পৰে আহি মাকৰ কোলাত।
কেতিয়াবা আক,
বসন্তৰ কুঁহি যেন
মুখখনি ওলোমাই
ভেম কৰে মাকৰ কাষত।
এনেতে সুন্দৰী এজনীয়ে
থুলবগা সাজ পিন্ধি
থিয় হ'ল ওচৰত আহি,
বৰণটো সুউজ্জ্বল
কিন্তু, চকু দুটি অশ্ৰুভৰা।
কিছুপৰ সুন্দৰীজনীয়ে
ল'ৰাটোৰ মুখলৈকে একেথিৰে চাই
সম্বোধন কৰি ক'লে পুত্ৰৰ মাতৃক—
অভাগিনী !
সুখৰ সূৰুয তোৰ অস্ত গ'ল আজি,
আজিৰ পৰাই এই নবীন শিশুটি
পিতৃহীন হ'ল,
নিদাৰুণ কথাষাৰ শুনি,
কান্দিলে নাৰীজনীয়ে আৰ্ত্তনাদ কৰি !
এনে সময়তে,
টোপনি ভাগিল মোৰ, সাৰ পালোঁ।

( মণিভদ্ৰৰ প্ৰৱেশ )

মণিভদ্ৰ :

( দুঃশলাৰ গাচকাপোৰ ধৰি )
আই !

দুঃশলা :

( কিৰি চাই )
কোন ! মণিভদ্ৰ ?
পাঠৰ সময় এৰি
আহিলা ইয়াত কিয় ?

মণিভদ্ৰ :

আই !
বিপদ ঘটিছেনেকি কিবা ?
দেখিলোঁগৈ ৰাজসভা বিষণ্ণ ভাৰত,
অন্তঃপুৰতো,
গান্ধাৰী দেৱীয়ে,
নিমাতে চকুলো টুকি আছে।
কোৱা আই !
কি বিপদ ঘটিছে আমাৰ ?

দুঃশলা :

( নিজে নিজে )
ক্ষুদ্ৰ এই শিশুৰ মনত—
এতিয়াই সোমাইছে বিপদ ভাৱৰ,
( প্ৰকাশ্যে )
প্ৰাণৰ সোণাই মোৰ,
তোমাৰ জ্যেষ্ঠ মাতুল দুৰ্য্যোধনে নিজে
জ্বলাইছে সৰ্ব্বনাশী ধ্বংসৰ অনল এই,
সেইধাৰে সকলোৱে আছে বিষাদত।

মণিভদ্ৰ :

আই !
কিবা এনে সৰ্বনাশ ঘটালে অ আই ?

দুঃশলা :

সোণাই !
কৰিছে প্ৰতিজ্ঞা তেওঁ—
পঞ্চ-পাণ্ডৱক
নিদিব সূচ্যগ্ৰ ভূমি যুদ্ধ ব্যতিৰেকে—
সেই পণে হ'ল এই ধ্বংসৰ কাৰণ।

মণিভদ্ৰ :

আই !
নাইনে উপায় একো
নুমাবৰ এই ধ্বংসানল ?

দুঃশলা :

আছে মোৰ সোণাই !
ধৰ্ম্মৰাজ যুধিষ্ঠিৰ দয়াৰ সাগৰ,
তোমাৰ জ্যেষ্ঠ মাতুলে যদি
যুদ্ধৰ বিৰাম হেতু
একেষাৰ কয়গৈ পাণ্ডৱ শ্ৰেষ্ঠক,
ততালিকে শান্ত হ'ব এই যুদ্ধ জুই।
সকলোৰে বিষাদ গুচিব।

মণিভদ্ৰ :

কওঁগৈ মাতুলক তেন্তে—

দুঃশলা :

নাযাবা, নাযাবা বোপা—
তোমাৰ জ্যেষ্ঠ মাতুল
অতি অভিমানী—অতি দৰ্পী,
কাৰো কথা শুনা নাই তেওঁ,
তোমাৰ কথাও নুশুনিব।

মণিভদ্ৰা :

আই।
পাণ্ডৱৰ বেছি বলনেকি ?

দুঃশলা :

নহয় সোণাই !
সৈন্যবল, অৰ্থবল নাই পাণ্ডৱৰ,
কিন্তু,
সিপক্ষত ধৰ্ম্মবল বেছি।

মণিভদ্ৰ :

ধৰ্ম্ম কোন আই !

দুঃশলা :

স্বয়ং শ্ৰীকৃষ্ণ—
ধৰ্ম্মৰ দোলেৰে বন্ধা পাণ্ডৱৰ স'তে—

মণিভদ্ৰ :

আই !
শ্ৰীকৃষ্ণক কৌৰৱ পক্ষই
বান্ধি লব নোৱাৰিলে কি ?

দুঃশলা :

অজলা সোণাই !
শ্ৰীকৃষ্ণক বান্ধি লোৱা
নহয় মুখৰ কথা।
পাণ্ডৱেহে পাৰিছে মাথোন
বান্ধি লব শ্ৰীকৃষ্ণক ভক্তিৰ ডোলেৰে,
আনৰ অসাধ্য সেই কাম।

মণিভদ্ৰ :

কিয়, আই !
ভক্তিডোল নাইনেকি কৌৰৱ পক্ষত,

দুঃশলা :

প্ৰাণৰ সোণাই,
স্বাৰ্থান্ধ পক্ষৰ কালে
ভক্তিডোল নাথাকে কদাপি ।

মণিভদ্ৰ :

আই ?
দিয়া মোক ৰণসাজ,
গৈ মই ৰণক্ষেত্ৰলৈ
বাধ্য কৰি শ্ৰীকৃষ্ণক
টানি আনোঁ আমাৰ পক্ষক,
জয় হক কৌৰৱৰ ।

দুঃশলা :

অবোধ সন্তান মোৰ,
জগতৰ পতি শ্ৰীকৃষ্ণক
বাধ্য তই কৰিবি কিহেৰে ?

মণিভদ্ৰ :

আই !
প্ৰেমৰ ফুলত সানি ভকতি চন্দন
একান্তে পূজিম গৈ শ্ৰীকৃষ্ণ চৰণ,

দুঃশলা :

সেই সময়ত যদি ৰিপু বৈৰী হয়,
ভক্তি যদি নাচালে ওচৰ ?

মণি :

কায়মনোবাক্য সাধনাৰে
তুৰন্তে কৰিম ৰিপু জয়,
নিজে আহি ভক্তিডোল পৰিব হাতত ।

দুঃশলা :

কি সাধনা শ্ৰেষ্ঠ বাক কোৱাচোঁ, সোণাই,

মণিভদ্ৰ :

শিক্ষা দিছে গুৰুদেৱে
শ্ৰেষ্ঠ বুলি ভক্তিৰ সাধনা,
এয়ে হেনো বেদৰো নিৰ্দ্দেশ ।

দুঃশলা :

যেয়ে ধৰে প্ৰথমতে সাধনাৰ বাট
কিনো কাৰ্য্য কৰে তেওঁ জানানে সোণাই !

মণিভদ্ৰ :

প্ৰথমতে নাশ কৰি ৰিপুৰ প্ৰভাৱ
প্ৰাণ সমৰ্পিব লাগে শ্ৰীহৰি সেৱাত,

দুঃশলা :

তাৰ পাছে লাগে আৰু কি কাৰ্য্য সাধিব ?

মণিভদ্ৰ :

চৰণ সেৱাৰে লাগে ভক্তি ৰস পিব ।

দুঃশলা :

তাৰ পাছে প্ৰাণধন !
কি ফল লভিব ?

মণিভদ্ৰ :

শ্ৰীহৰিয়ে মোক ফল
নিজে আনি দিব।

দুঃশলা :

ধন্য তুমি পুত্ৰ মোৰ,
পাই এনে ৰত্ন মোৰ বুকুৰ মাজত
বৰ ভাগ্যৱতী মই।

মণি :

আই!
দিয়া মোক বিদায় এতিয়া।
মাতুল বংশৰ বিঘ্নি আঁতৰাম মই।
পাণ্ডৱ সাৰথি শ্ৰীকৃষ্ণক
ধৰি আনি লম মই
কৌৰৱ সাৰথি কৰি।

দুঃশলা :

হয় যদি পাণ্ডৱ বিবাদী তোৰ
আশা পূৰ্ণ কৰিবি কিদৰে?

মণি :

শ্ৰীকৃষ্ণ চৰণ ধৰি হৃদয়ত মোৰ
জিনি লম পঞ্চ পাণ্ডৱক।

দুঃশলা :

নিশ্চয় পাৰিবি তই,
কিন্তু মোৰ হৃদয়ৰ ধন
কাম নাই ৰণলৈ গৈ,
একমনে ধ্যান কৰি শ্ৰীকৃষ্ণ চৰণ
মঙ্গল কামনা কৰ মাতুল বংশৰ।

মণি :

দিয়া তেন্তে আশীৰ্ব্বাদ আই,
পাওঁ যেন শ্ৰীকৃষ্ণ সাক্ষাৎ।

দুঃশলা :

সিদ্ধ হক বাঞ্ছা তোৰ,
লাভ কৰ শ্ৰীকৃষ্ণ কৰুণা।
( মণিভদ্ৰৰ প্ৰস্থান। )

দুঃশলা :

( নিজে নিজে )—
এনে হৰিভক্ত পুত্ৰ লাভ কৰা
অশেষ তপস্যা ফল,
দীনবন্ধু হৰি!
শিশু মণিভদ্ৰ মোৰ,
স্থান দিয়া তাক চৰণ ধূলাত!
( এখন পত্ৰ লৈ ভানুমতীৰ প্ৰৱেশ )

ভানুমতী :

ৰাজনন্দিনী।
কিমান সহিম আৰু দগ্ধ পৰাণত?
দিনে দিনে শুনো মাথোঁ অশুভ বাতৰি।

দুঃশলা :

ৰাণী!
কি শুনিলা অশুভ বাতৰি?

ভানুমতী :

ভনী? সকলোকে হেৰুৱালোঁ—
পঢ়ি চোৱা পত্ৰখনি ( চিঠিখন দুঃশলাক দিয়ে )

দুঃশলা :

কাৰ পত্ৰ, ৰাণী ?

ভানুমতী :

লিখিছে তোমাৰ পতি—

দুঃশলা :

অঙ্গ মোৰ কঁপিল দেখোন—
ৰাণী !
নাজানো কি বজ্ৰ আছে পত্ৰৰ মাজত ।
( পত্ৰ পঢ়ি )
ৰাণী !
যেতিয়াই শুনি পালোঁ,
স্বামী মোৰ অভিমন্যু বধৰ কাৰণ,
তেতিয়াই বুজিলোঁ মনত,
জীৱনৰ সুখ-শান্তি
ইয়াতেই শেষ মোৰ ।

ভানুমতী :

ভনী !
একেবাৰে নহবা নিৰাশ,
আশাৰে হৃদয় বান্ধি
চিন্তা কৰা এক ধ্যানে
বিশ্ব জননীৰ অভয় চৰণ ।

দুঃশলা :

নাই,
একো নাই ইয়াৰ উপায়,
ধৰ্মবীৰ অৰ্জ্জুনৰ অব্যৰ্থ প্ৰতিজ্ঞা
কদাপিতো নহব খণ্ডন,
বিশ্বশক্তি নিজে,
আৰু বিশ্বৰ সকলো,
ধৰ্মশীল পাণ্ডৱৰ কাষে

ভানুমতী :

নহবা নিৰাশ তেনে,
শিৱৰ বৰতে কালি তোমাৰ স্বামীয়ে
বিনাশিছে আৰ্জ্জুনিক সমৰ-ক্ষেত্ৰত ।

দুঃশলা :

ভক্তনাথ ভোলানাথে
ছলিলে স্বামীক মোৰ মিছা বৰ দি,
দিছিল আশীষ তেওঁ—
অৰ্জ্জুনক এৰি,
আন চাৰি পাণ্ডৱক এদিনৰ বাবে
সমৰত জিনিব পাৰিব,
সেইবাবে কালি মোৰ স্বামীৰ হাতত
বৃকোদৰ পৰাজিত হ'ল,
নোৱাৰিলে আৰ্জ্জুনিক কৰিব সহায় ।
নিজে ধনঞ্জয়ে যেৱে কৰিছে প্ৰতিজ্ঞা,
কিদৰে পৰিব তেওঁ ৰক্ষা এইবাৰ ?
কিন্তু ৰাণী ?
আছে এটা ৰক্ষাৰ উপায়—
ধৰ্মৰাজ যুধিষ্ঠিৰে ইচ্ছা কৰে যদি
ভঙ্গ হব পাৰে অৰ্জ্জুনৰ পণ ।

ভানুমতী :

ভনী,
মৰুভূমি হ'ল প্ৰাণ,
মনত ধাৰণা,
সমৰত নহব মঙ্গল,

ভায়ে ভায়ে বিৰোধৰ নাই প্ৰয়োজন,
কৌৰৱ শিবিৰলৈ নিজে যাওঁ মই,
কওঁ গৈ কৌৰৱ-পতিক
নাই আৰু ৰণত সকাম।

দুঃশলা :

ৰাণী ?
গৰ্ব্ব আৰু অভিমান
দুয়োটাই ধ্বংসৰ কাৰণ,
কৌৰৱ-পতিয়ে,
দুয়োটাতে আছে উচ্চশিৰ,
নিৰ্ম্মূল নহয় মানে
দুয়ো শত্ৰু অন্তৰৰ পৰা ;
কাৰ সাধ্য নিবাৰে তেওঁক ?

ভানুমতী :

পুত্ৰহীনা অভাগিনী মই
নিশ্চয় পাৰিম,
আত্মীয় স্বজন আৰু সন্তানৰ শোকে,
নৃপতিৰ জ্ঞান চকু নিশ্চয় খুলিছে,
এই ৰণ বিহ বুলি,
নিশ্চয় বুজিছে তেওঁ,
যাওঁ তেন্তে ভনী,
কৌৰৱ-পতিক মই চৰণত ধৰি
নিবেদিম মুমুৰাবল'কে
এই কাল সমৰ অনল। (প্ৰস্থান)

দুঃশলা :

(নিজে নিজে) উন্মাদিনী।
নহব একোতে ফল।
ভক্ত-থুৰা বিদুৰৰ
বহুদিন শুনিছো মুখত,
কুৰুকুল নাশ হেতু
দুৰ্য্যোধনে লভিছে জনম।
যি পৰ্য্যন্ত এটি পৰাণীও
কৌৰৱ পক্ষত থাকিব জীয়াই
নিদিব কদাপি তেওঁ ৰণৰ বিৰাম।
(অলপ ভাবি)
বৰ বিপদত আজি মোৰ স্বামী,
পাৰ্থৰ ভীষণ পণ
কদাপিতো নহব খণ্ডন—
আজিতে অভাগিনীৰ সুখৰ সূৰুয
মাৰ যাব কাল সাগৰত ;
বাৰু, নহৈ নিৰাশ এনে,
কৰোঁচো পতিৰ মোৰ ৰক্ষাৰ উপায়।
ধৰ্ম্মৰাজ যুধিষ্ঠিৰ মহা দয়াৱান,
তেওঁৰ কাষত গৈ
স্বামী ভিক্ষা মাগো চৰণত,
তথাপি নিৰ্দ্দয় হৈ
নকৰে যদিহে মোৰ প্ৰাৰ্থনা পূৰণ,
দেখিম তেতিয়া,
সতীৰ কোপতকৈ
অৰ্জ্জুনৰ অস্ত্ৰবল কিমান প্ৰবল,
সাবিত্ৰী সতীয়ে যদি
মৃত্যুৰ হাতৰ পৰা
আনিছিল পতিক ফিৰাই,
ময়ো তেনেহলে,
আছে যদি নিখুঁত সতীত্ব মোৰ,
নিশ্চয় পাৰিম মৃত্যুক খেদাই
নিৰাপদ কৰিব পতিক,

দীনবন্ধু !
অধিনীক কৰিবা করুণা,
সিন্ধুপতি শত্রু বুলি
তয়্ ভক্ত পঞ্চ পাণ্ডৱৰ,
নিৰ্দ্দয় নহবা তুমি অবলাৰ প্ৰতি ।

ছোকৰাৰ গীত

মই অভাগিনী নাৰী নাৰায়ণ,
নিৰদয় হৈ নহবা বিমন,
মোহৰ জালত পতি-জ্ঞান হেৰুৱাই,
আচৰিছে এই মহা অধৰ্ম্ম অন্যায়,
পতি মোৰ তয় ভক্ত পাণ্ডৱ শত্ৰুৰ
সেই বুলি মোৰ ফালে নহবা নিষ্ঠুৰ ।
সকলোৱে কয় তুমি দয়াময় প্ৰাণ,
স্বামীক করুণা কৰি দিয়া জ্ঞান দান,
অবলা দুৰ্ব্বলা মই কৰা কৃপা দান,
ৰক্ষা কৰা অধিনীৰ পতিৰ পৰাণ ।
দিলে ই অভাগিনীক বৈধব্যৰ ভাৰ,
নহবনে দয়াময় কলঙ্ক তোমাৰ ?
( ছদ্মবেশী শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

শ্ৰীকৃষ্ণ :

তুমিয়েনে অন্ধৰাজ পুত্ৰী,

দুঃশলা :

হয়, ময়ে সেই দুৰ্ভাগিনী—

শ্ৰীকৃষ্ণ :

এনে কথা কোৱা কিয় ?

ৰাজাৰ নন্দিনী তুমি ৰাজাৰ ভাগিনী,
ৰাজাৰ ৰমণী—
কিয় হবা দুৰ্ভাগিনী তুমি ?

দুঃশলা :

কোন তুমি ?
প্ৰহৰী ৰক্ষিত এই অন্তঃপুৰত
কি সাহেৰে সোমালাহি তুমি ?

শ্ৰীকৃষ্ণ :

ভগৱান শঙ্কৰৰ প্ৰিয় শিষ্য মই,
শিৱৰ পৰম ভক্ত
তোমাৰ স্বামীৰ প্ৰতি
অৰ্জ্জুনৰ পণ শুনি
শঙ্কৰৰ কঁপিছে অন্তৰ,
সেইবাবে ভোলানাথে
মঙ্গল কামনা কৰি তোমাৰ পতিৰ
এই মহা অস্ত্ৰ দি পঠিয়ালে মোক,
লোৱা এই অস্ত্ৰ তুমি ।
বিশ্বাসী কোনো এজন দূতৰ হাতেদি
এই অস্ত্ৰ,
পঠোৱা তোমাৰ পতিলৈ,
এই অস্ত্ৰ পালে তেওঁ
নোৱাৰিব ধনঞ্জয়ে একোকে কৰিব ।

দুঃশলা :

( আচৰিত ব্যস্ততাৰে অস্ত্ৰ হাত পাতি লয় । )
দেৱ !
অতিকে কৃতাৰ্থ হলোঁ,
ভক্তাধীন শঙ্কৰৰ অভয় পদত

কোটি কোটি প্ৰণিপাত মোৰ।

ছ:বেশী বা:শ্ৰীকৃষ্ণ :

যাওঁ তেন্তে মই,
চতুৰ বিশ্বাসী চাই ভৃত্য এজনক
পঠোৱা পতিলৈ তুমি এই অস্ত্ৰ দি।

দুঃশলা :

নিজে মই যাম অস্ত্ৰ লৈ,

ছ:বেশী বা:শ্ৰীকৃষ্ণ :

নাযাবা, নাযাবা তুমি নিজে,
নিজে তুমি গ'লে এই অস্ত্ৰ লৈ,
নষ্ট হব অস্ত্ৰৰ প্ৰভাৱ।

দুঃশলা :

নাযাওঁ তেন্তে মই,
পঠিয়াম আন এজনকে।

বা:বেশী শ্ৰীকৃষ্ণ :

বিশেষ সতৰ্ক হৈ
সুচতুৰ এজনক নিযুক্ত কৰিবা,
মনত ৰাখিবা,
চক্ৰীহৰি পাণ্ডৱৰ প্ৰধান সহায়।

(প্ৰস্থান)

দুঃশলা :

নোৱাৰিলোঁ একোকে বুজিব,
মনত সন্দেহ হয়,
সঁচাতেনে শিৱ দূত এওঁ ?
নহয় বিশ্বাস মোৰ শিৱ দূত বুলি—
যিমান সময় তেওঁ আছিল ইয়াত,
পৱিত্ৰ ভাবৰ এটা শান্তি লভিছিলোঁ।
তেন্তে,
শ্ৰীহৰিয়ে নিজে আহি ছলি গ'লনেকি ?
সিও অসম্ভৱ—
এনে পুণ্য কৰা নাই মই,
তেওঁৰ অভয় পদ পাম দৰশন,
যিহওক,
দেৱকৃপা মঙ্গলৰ চিন।
যাওঁ—
জননীৰ হাতেৰেই অস্ত্ৰখনি
পঠিয়াও স্বামীৰ কাষক।

(প্ৰস্থান)

(ছদ্মবেশেৰে শ্ৰীকৃষ্ণৰ পুনৰ প্ৰৱেশ)

শ্ৰীকৃষ্ণ :

(নিজে নিজে)
এতিয়াও নিশ্চিন্ত হব পৰা নাই মই,
দুঃশলাক দিয়া অস্ত্ৰখনি
যি পৰ্য্যন্ত আন কৌশলেৰে
নোৱাৰিম ফিৰাই আনিব,
নহম নিশ্চিন্ত মই,
কিমান দুখেৰে মই
অসংখ্য কৰ্তব্য লাগে কৰিব সাধন—
একফালে অৰ্জ্জুনৰ
জয়দ্ৰথ বধ হেতু কঠোৰ প্ৰতিজ্ঞা,
আনফালে,
দ্ৰোণাচাৰ্য্য প্ৰতিবাদী তাত,
দুয়োজন সমভক্ত মোৰ,

দুয়োৰো প্ৰতিজ্ঞা লাগে কৰিব পূৰণ।
আৰু এইফালে,
দুঃশলাৰ অটল সঙ্কল্প,
যুধিষ্ঠিৰৰ ওচৰত গৈ
প্ৰাণভিক্ষা কৰিব পতিৰ,
যুধিষ্ঠিৰে নিদিলে ভিক্ষা দান,
সতীত্ব বলেৰে ৰক্ষা কৰিব পতিক,
উজু এই নহয় সঙ্কট,
যুধিষ্ঠিৰে বৰ স্নেহ কৰে দুঃশলাক,
দুঃশলাৰ বৈধব্য যন্ত্ৰণা ভাবি
নিৰস্ত কৰিব পাৰে
অৰ্জ্জুনক প্ৰতিজ্ঞাৰ পৰা,
অৰ্জ্জুনৰ লক্ষ লক্ষ ভীষণ প্ৰতিজ্ঞা
ভঙ্গ হব পাৰে,
কিন্তু, নোৱাৰে নুশুনি তেওঁ জ্যেষ্ঠৰ আদেশ।
সেইবাবে,
দুঃশলাৰ সান্ত্বনাৰ বাবে
দিলোঁ এই মায়া অস্ত্ৰ,
এতিয়া,
কৌৰৱৰ দূতৰ বেশেৰে
মায়া অস্ত্ৰ হৰিব পাৰিলে,
পূৰ্ণ হব সকলোৰে পণ,
যাওঁ,
তাৰে চেষ্টা কৰোঁ গৈ এৰে।

### তৃতীয় গৰ্ভাঙ্ক

কৌৰৱ শিবিৰ—ৰণস্থলৰ একাষ
শকুনি আৰু দুঃশাসনৰ প্ৰৱেশ।

দুঃশাসন :

মামা, মামা,

শকুনি :

কি বোপা ?

দুঃশাসন :

তেন্তে আজি দুয়ো মামা ভাগিনে মিলি সেই ভীমটোক শেষ কৰিম। কি কোৱা ?

শকুনি :

নিশ্চয়, নিঃসন্দেহে—

দুঃশাসন :

বাৰু মামা, তুমি তাক বৰ ভয় কৰানেকি ?

শকুনি :

কোৱা কি ভাগিন ? মোৰ দৰে অসামান্য, অজেয়, অদ্ভুত বীৰ এজনে সেই মাংসপিণ্ড ডোখৰক ভয় কৰিব ? ভয় কৰিবৰ আৰু ঠাই নাই।

দুঃশাসন :

মই কিন্তু ভাবোঁ, তুমি তাক বৰ ভয় কৰা।

শকুনি :

তুমিয়ে বা কি কম ভয় কৰা ? তুমি দেখোন তাক যমতকৈও বেছি ভয় কৰা ?

দুঃশাসন :

অৱশ্যে মিছা কথা নহয়। তাৰ সকলো কথা বিপৰীত।

শকুনি :

বিপৰীততকৈও বেছি বিপৰীত। তাৰ প্ৰকাণ্ড শৰীৰটো এটা বিপৰীতৰ অৱতাৰ।

দুঃশাসন :

যি আছে কপালত। আজি হয় তাকেই মাৰিম, নহয় নিজেই তাৰ হাতত মৰিম।

শকুনি :

বোপা, তেনে পণ নকৰিবা। তুমি-যে এজন মহাবীৰ, মই ভালকৈয়ে জানো। কিন্তু মাৰিম কথাটোৰ ঠাইত মৰিম কথাটোহে সঁচা হব। ঔৱা! তাৰ গলৰ মাত শুনিলে পিলাইৰ সৈতে গোটেইটো শৰীৰ চমকি উঠে। তাক মাৰিম বুলি আগবঢ়াটো মৰিবৰে লক্ষণ। বোপা, নাগুৱাবা, নাগুৱাবা হঠাৎ তাৰ ওচৰ নাচাপিবা।

দুঃশাসন :

কোৱা কি মামা?

শকুনি :

ইচ্ছা কৰি নো কওঁ নে বোপা! তাৰ ঢকা গতাৰ তেজ ভয়ানক। তাকেহে ভয় কৰোঁ।

দুঃশাসন :

য'ক মামা। পাছ কথালৈ আৱশ্যক নাই। আহা, যি আছে কপালত—কামত লাগি যাওঁ গৈ।

শকুনি :

ব'লা, যিমান দিন জী আছোঁ, তিমান দিন তো বেহাই নাই? তাৰ পাছ কেতিয়াও নেৰিম।

( দুয়োৰো প্ৰস্থান—দ্ৰোণৰ প্ৰৱেশ )

দ্ৰোণ :

( নিজে নিজে )
আজি দহ দিন,
কুৰুক্ষেত্ৰ সমৰ অনল
উন্মত্ত তেজেৰে,
জ্বলিবৰ হ'ল আজি দহ দিন,
বিশ্বক তধা লগাই মহাত্মা ভীষ্মই
অসীম শৌৰ্য্যেৰে যুদ্ধ কৰি,
পৰি আছে শৰৰ শয্যাত।
দুইদিন আজি মই
সেনাপতি কৌৰৱ পক্ষৰ—
কিন্তু,
কিমান পলম আৰু সেই দিনলৈ?
যিদিনা,
কৃষ্ণ-অৰ্জ্জুনৰ সেই মধুৰ মিলন,
চকুৰ আগত লৈ
চাই চাই তেজিম জীৱন?
কেতিয়া আহিব সেই মাহেন্দ্ৰ সুযোগ?
হবনে সৌভাগ্য তেনেকুৱা মোৰ?
নহব, নহব তেনে,
জীৱনৰ শান্তিময় সৰল বাটত
নিজে মই কই থলোঁ দুখৰ কণ্টক,
সপ্তৰথী লগ লাগি অন্যায় ৰণেৰে
নাশ কৰি নিৰ্দ্দোষী শিশুক,
বান্ধিলোঁ হেণ্ডাৰু নিজে মুক্তি দুৱাৰত,
অৰ্জ্জুনৰ অন্তৰত দিছোঁ যি যন্ত্ৰণা,

তাৰবাবে ভক্তাধীন বাসুদেৱে
নিশ্চয় নিদিব মোক চৰণত ঠাই,
কিন্তু,
একেটি আশাৰ স্থল আছে,
পাৰ্থ মোৰ প্ৰিয় শিষ্য,
সৰু কালৰেই পৰা
গুৰুলৈকে ভক্তিমান তেওঁ।
সেইবাবে মই,
আপোন পুত্ৰতকৈও
স্নেহ কৰোঁ অৰ্জ্জুনক।
অৰ্জ্জুন, অৰ্জ্জুন, ক্ষমা কৰা মোক,
পুত্ৰহন্তা বুলি মই,
তোমাৰ কৃষ্ণক,
নকৰাবা মোলৈ বিমন ?
প্ৰিয় শিষ্য !
গুৰু হৈও নিচেই অজ্ঞান মই,
সেই বুলি নহবা বিমুখ।
তুমি মোৰ শিষ্য হৈও
বিশ্বপতি শ্ৰীকৃষ্ণৰ চিৰলগৰীয়া—
অন্তৰৰ ভাব মোৰ
নিশ্চয় দেখিছা তুমি জ্ঞান দাপোণেৰে—
নিচেই নিৰ্দ্দোষী মই,
পাপ-দাসত্বই মোক
কলঙ্কিত কৰিছে ইমান।
পুত্ৰৰ শোকত যদি
কৰা দোষী গুৰুক তোমাৰ—
সোধা তেন্তে তোমাৰ সখিক—
তেওঁ মাথোঁ বুজে মোৰ
অন্তৰত যন্ত্ৰণা কিমান--
সেই যন্ত্ৰণাৰ
পোৰণি জুৰাবলৈকে
গুৰু হৈও,
তোমাৰ শৰণাগত হলোঁ ;
প্ৰিয় শিষ্য !
কৰা মোৰ মুক্তিৰ উপায় !

### দ্ৰোণৰ গীত

কালেংড়া—তাল দহকুছি।

হৰি হে ! কৰিবা কৰুণা দয়াময়,
মই মূঢ় প্ৰাণী অধীনতা মানি
পাপকেহে মাথোঁ কৰিছোঁ আশ্ৰয়।
তয় প্ৰাণ সখি অৰ্জ্জুনক মই
দিছোঁ যি যন্ত্ৰণা নিৰদয় হৈ,
সেই বুলি হৰি, মোক কোপ কৰি
নহবা নিৰ্দ্দয় ( অধমক কোপ কৰি তুমি
নহবা নিৰ্দ্দয় )
( মই মহা অধৰমী, তুমি নহবা নিৰ্দ্দয় )
( ভাবি শত্ৰু বুলি, অধমক ভুলি
নাঁতৰাবা মোক নিৰদয় হৈ )
মই কৰিছোঁ কাকুতি, খুজিছোঁ মুকুতি,
অন্তিমত যেন মোৰ গতি হয়।
তোমাকো খাটিছোঁ প্ৰিয় শিষ্য মোৰ
যি যন্ত্ৰণা দিছো আঘাতি অন্তৰ,
তোমাৰ সখীক নুভুলাবা মোক,
( মই নিৰাশ্ৰয় )
( জ্ঞানহীন গুৰু তোমাৰ মই নিৰাশ্ৰয় )
( পাপী কৌৰৱৰ দাস মই মহা নিৰাশ্ৰয়)
( অন্ধ গুৰু মই, দয়াবান হৈ মুক্তিৰ
উপায় দিয়া ধনঞ্জয়)

মই তোমাৰ সাহতে কৰিছোঁ নিৰ্ভৰ,
নহ'বা গুৰুৰ প্ৰতি নিৰদয়।
( জয়দ্ৰথৰ বেগেৰে প্ৰৱেশ। )
( নিজে নিজে )

জয়দ্ৰথ ঃ

হ'ল মোৰ প্ৰাণৰ সংশয়,
কি জানো কি হয় মোৰ সূৰ্য্য অস্ত গ'লে
কোনে মোৰ অন্তৰত কৈ দিয়ে যেন
—নাই তোৰ ৰক্ষা এইবাৰ—
অৰ্জ্জুন কৃতান্ত তোৰ।
হায়!
অকালতে জীৱনৰ সুখ-শান্তি এৰি
সপিব লাগিব প্ৰাণ পাৰ্থৰ হাতত।
প্ৰাণৰ দুঃশলা মোৰ,
বিদায় কালৰ সেই
অশ্ৰুভৰা চকু দুটি আৰু
নেদেখিম এই জীৱনত।
আহা!
পদুমী চকুত তোৰ
কি মধুৰ ৰস সানি
চাই চাই মোৰ ফালে দিছিল বিদায়,
নেদেখিম আৰু
সুধা সনা সেইখনি মুখ,
প্ৰাণপুত্ৰ মণিভদ্ৰ মোৰ!
আনন্দ অমৃত ভৰা তোৰো মুখখনি
নাই আৰু দেখিবৰ আশা,
তোৰে বাবে, মাত্ৰ তোৰেই কাৰণে,
ৰাখিছিলোঁ যি অন্তৰ স্নেহেৰে ভৰাই
সেয়ে আজি নাশ হব পাৰ্থৰ হাতত।
তোৰে মুখ চাই চাই
কৰিছিলোঁ আনন্দৰ কল্পনা যিমান,
বুৰিব সকলো আজি মৃত্যু সাগৰত,
( সূৰ্য্যৰ ফালে চাই )
হেৰা দিবাকৰ! মিনতি কৰিছোঁ,
ৰাখা এই অধমক আজি,
অস্তাচল এৰা আজি তুমি,
যেনেদৰে থাকি তুমি মধ্য আকাশত
বিলাইছা উদ্দীপ্ত কিৰণ
থাকা ঠিক তেনেদৰে বিশ্ব পোহৰাই—
তেজোময় তোমাৰ দীপ্তিৰ
চিকিমিকি পৰি যেন পাৰ্থৰ চকুত
নিদিয়ে দেখিব মোক,
নোহোৱা নিৰ্দ্দয় যেন।
তোমাৰ পৰাই দেৱ,
লাভ কৰে জগতে জীৱন,
আজি তুমি অস্ত যোৱা বাবে
নাশ হলে মোৰ দৰে ক্ষুদ্ৰ প্ৰাণী এটি,
নহব নে কলঙ্ক তোমাৰ?
চোৱা দেৱ—
( মৃত্যু বিভীষিকা দেখি চকি উঠি )
উহুহুহু—
ইকি মূৰ্ত্তি ভয়ঙ্কৰ,
বিকট বদন মেলি
কালান্তক অগ্নি লৈ দুচকুত
বেগাই আহিছে মোৰ ফালে।
কোন তুমি ভীমদণ্ড লৈ
ধৰিব আহিছা মোক?
কুৰুৰাজ! কুৰুৰাজ!
ইকি দেখোঁ?

সহস্ৰ সূৰুয আজি উঠিছে শূন্যত
এক-দুই-তিনি-চাৰি—
অসংখ্য—অসংখ্য—
কোটি কোটি সূৰ্য্য জ্বলে আকাশ ভৰাই,
গ'ল—গ'ল—জ্বলি গ'ল দুই চকু মোৰ,
ইকি !
ঘোৰ এন্ধাৰত আৰু বুৰিল জগত,
নিমাত—নিমাত—নিমাত সকলো—
ইকি ! ইকি !
পুনৰ উঠিল সূৰ্য্য, পুনৰ বুৰিল—
উল্কাবৃষ্টি—উল্কাবৃষ্টি চাৰিফালে,
উঃ ! দগ্ধ হ'ল নিখিল জগত,
ক'লৈ যাওঁ ! ক'ত গৈ লুকাওঁ,
চাৰি ফালে দীপ্ত দাবানল ।
নাপাওঁ বিচাৰি পথ ।
ইকি ?
কোন তুমি গাণ্ডীৱ হাতত লৈ ?
অৰ্জ্জুন ! নামাৰিবা, নামাৰিবা মোক,
উঃ ! তীব্ৰ শৰ —তীব্ৰ শৰ--
কুৰুৰাজ ? ৰক্ষা কৰা—ৰক্ষা কৰা মোক--

দ্ৰোণ :

ইকি সিন্ধুপতি ?
উন্মাদ হৈছা তুমি প্ৰাণৰ ভয়ত ?
অৰ্জ্জুনৰ শত্ৰু হুলা বুলি
হোৱা কিয় আতঙ্কত বিহ্বল ইমান ?
স্থিৰ হোৱা সিন্ধুৰাজ !
নাই ইয়াত অৰ্জ্জুনৰ ভয় ।

জয়দ্ৰথ :

তৃতীয় পাণ্ডৱ !
উপহাস কৰা কিয় ?
পৰিছোহি শত্ৰু বুলি হাতত তলত
কৰা কিয় ঘৃণাৰে বিদ্ৰূপ ?

দ্ৰোণ :

ভীতত্ৰস্ত বীৰ !
চোৱা চকু মেলি
নহওঁ অৰ্জ্জুন মই,
কিন্তু,
অৰ্জ্জুনৰ অস্ত্ৰগুৰু দ্ৰোণাচাৰ্য্য মই,

জয়দ্ৰথ :

সঁচানে আপুনি
অস্ত্ৰগুৰু দ্ৰোণাচাৰ্য্য ?

দ্ৰোণ :

কিয় ?
দ্ৰোণাচাৰ্য্য বুলি,
হোৱা নাই অনুমান ?

জয়দ্ৰথ :

প্ৰভু !
চিনিলোঁ ইমান পৰে,
গুৰু !
দয়া কৰি প্ৰাণৰক্ষা কৰা মোৰ ?

দ্ৰোণ :

নিশ্চিন্তে থাকা তুমি,
পণ মই কৰিছোঁ যেতিয়া,
ৰক্ষা তুমি পৰিবা নিশ্চয় ।

আহা এৰে ৰণক্ষেত্ৰলৈ,
ৰচিম দুৰ্ভেদ্য ব্যূহ আজি,
সুমুৱাই তাৰ ভিতৰত
নিৰাপদে ৰাখিম তোমাক।
সূৰ্য্য অস্ত যোৱালৈকে
প্ৰাণপণ কৰিও পাৰ্থ ই,
নোৱাৰিব সোমাব ব্যূহত।

**জয়দ্ৰথ :**

গুৰুদেৱ।
তথাপিতো মনে মোৰ নামানে প্ৰবোধ।
ক্ষণে ক্ষণে যেন
অৰ্জ্জুনৰ উগ্ৰ মূৰ্ত্তি
দেখা পাওঁ চকুৰ আগত।
যিমানে ফুৰাওঁ চকু,
পাৰ্থময় দেখো সকলোতে।

**দ্ৰোণ :**

অতিৰিক্ত ভয়ৰ লক্ষণে এনেকুৱা—
ধৈৰ্য্য ধৰি
দিয়া এৰে মনক উৎসাহ।
নিশ্চয় বিফল হব অৰ্জ্জুনৰ পণ।

**জয়দ্ৰথ :**

প্ৰভু !
আপোনাৰ ভৰসাতে তেন্তে
থাকিলোঁ নিৰ্ভয় হৈ—
আপোনাতে প্ৰাণ মোৰ কৰিলোঁ অৰ্পণ।
সময়ত ৰণ উল্লাসত
নোযোৱা পাহৰি যেন অধম শিষ্যক।

( দুয়োৰে প্ৰস্থান )

## চতুৰ্থ গৰ্ভাঙ্ক

যুধিষ্ঠিৰৰ শিৱিৰ

( কৃষ্ণ-অৰ্জ্জুনৰ প্ৰৱেশ )

**যুধিষ্ঠিৰ :**

ভাই অৰ্জ্জুন !
অনুৰোধ এটা ৰক্ষা কৰা মোৰ,

**অৰ্জ্জুন :**

সদায় প্ৰস্তুত দাদা—

**যুধিষ্ঠিৰ :**

ভাই !
বৰ দুখ বাজিছে প্ৰাণত,
কৌৰৱ-পাণ্ডৱ মিলি এশ পাঁচ ভাই আমি,
তাৰ ভিতৰত মাত্ৰ এজনী ভগিনী ;
এনেইতো পুত্ৰশোকে
সকলোৰে দহিছে অন্তৰ,
তাতে আৰু দিনে দিনে
আত্মীয় নাশৰ বাতৰিয়ে,
তিলে তিলে পুৰি নিছে
অন্তৰৰ সুস্থ ভাববোৰ,
নিজেই বুজিছা তুমি,
পাইছা কিমান পুত্ৰ-শোকৰ যন্ত্ৰণা,
ভাই !
প্ৰাণধন আৰ্জ্জুনিক
কৌৰৱে কৰিলে নাশ অন্যায় ৰণেৰে,
তাৰবাবে কি কৰিবা শাস্তিৰ বিধান ?
বিধাতাৰ ইচ্ছাতেই পুত্ৰ গুচি গ'ল ;
বিধাতাৰ ওপৰত কি আছে বিধান ?

তাৰবাবে,
পুত্ৰ শোকাকুল হৈ
কিয় আৰু জ্বালি দিয়া শোকৰ অগনি ?
ভাই ধনঞ্জয় !
পুত্ৰৰ শোকত
দগ্ধ হোৱা এই অন্তৰেৰে,
যিদৰে সহিবা তুমি
চকুৰ আগত লৈ
দুঃশলাৰ বৈধব্য যন্ত্ৰণা ?
ভাই ! চিৰদিন বাধ্য তুমি মোৰ,
এৰি দিয়া,
জয়দ্ৰথ বধৰ প্ৰতিজ্ঞা !

শ্ৰীকৃষ্ণ :

ভাল কথা ধৰ্ম্মৰাজ !
ধনঞ্জয়ে নিশ্চয় পালিব আদেশ তোমাৰ,
তৃতীয় পাণ্ডৱ !
নাই প্ৰয়োজন তেন্তে সমৰ সাজত,
কৰা আয়োজন এৱে চিতা সাজিবৰ,
সকলোৱে দেখক বিশ্বৰ,
প্ৰতিজ্ঞা বিমুখ হৈ পাৰ্থ মহাবীৰ
আত্মহত্যা কৰে আজি চিতাৰ অগ্নিত,
দলিয়াই পেলোৱা গাণ্ডীৱ
সৌ সাগৰৰ অতল তলিত,
( ভীমৰ প্ৰৱেশ )

ভীম :

কিয় কৃষ্ণ !
কিয় লাগে গাণ্ডীৱ পেলাব
দলিয়াই সিন্ধুৰ বুকত ?

শ্ৰীকৃষ্ণ :

ধৰ্ম্মৰাজৰ আজ্ঞা পালন হেতু,

ভীম :

পুত্ৰৰ শোকত হেনো
ক্ষিপ্ত হ'ল ধৰ্ম্মৰাজ আজি ?

শ্ৰীকৃষ্ণ :

মাজুদাদা, হোৱা নাই ক্ষিপ্ত ধৰ্ম্মৰাজ,
কিন্তু, জয়দ্ৰথ বধ হ'লে
দুঃশলাৰ বৈধব্য বেশ
কি সতেৰে ৰব চাই চকুৰ আগত—
তাকে ভাবি ধৰ্ম্মৰাজ আকুল, অধীৰ।

ভীম :

ধৰ্ম্মৰাজ !
পুত্ৰহন্তা শত্ৰুৰ কাৰণে ভাবিছা
উত্তৰাৰ বৈধব্য পাহৰি ?
কিয় তেন্তে আছা তুমি সংসাৰ ক্ষেত্ৰত ?
কিয় তেন্তে জ্বালি এই সমৰ অনল
ঢালি দিছা লক্ষ লক্ষ প্ৰাণীৰ আহুতি ?
তোমাৰে আদেশ মানি
ৰাজ্যনাশ, বনবাস, অজ্ঞাতবাস, জতুগৃহ দাহ,
ভুগি আছোঁ অশেষ যন্ত্ৰণা,
ভুগিছে পত্নীয়ে কত ঘৃণিত লাঞ্ছনা ;
আজি আৰু তোমাৰে আজ্ঞাত
প্ৰতিজ্ঞা বিমুখ হৈ তৃতীয় পাণ্ডৱে,
নাশিব জীৱন নিজে চিতাৰ অগ্নিত ;
ভাল কথা,
নিষ্কণ্টকে কৌৰৱৰ ৰাজ্যলাভ হ'ব।

তেন্তে ভাই অৰ্জ্জুন !
কৰা আয়োজন চিতা সাজিবৰ,
হোৱা সাজু মৃত্যুৰ কাৰণে,
দাদাৰে আদেশ মানি
নিমাতে ভুগিছা কিমান যন্ত্ৰণা,
আজি আৰু তেওঁৰে আদেশ মতে,
ভস্ম হৈ চিতাৰ অগ্নিত
যন্ত্ৰণাৰ কৰা অৱসান।

যুধিষ্ঠিৰ :

(নিজে) ভীমৰ বাবেই মই শঙ্কিত সদায়,
ভাই বৃকোদৰ !
যন্ত্ৰণাৰ মূল বুলি তোমাৰ দাদাই
ক্ৰুদ্ধ তুমি হৈছা ইমান ?
থ'ক তেন্তে অপূৰ্ণ ইচ্ছা মোৰ,

ভীম :

অপূৰ্ণ থাকিব কিয় তোমাৰ ইচ্ছা ?
জধদ্ৰথ বধিবৰ
নাই আৰু প্ৰয়োজন ;
স্নেহৰ অৰ্জ্জুন !
পালা তুমি দাদাৰ আদেশ,
এৰি দিয়া প্ৰতিজ্ঞা তোমাৰ,
প্ৰাণাহুতি দিয়া আজি চিতাৰ অগ্নিত,
চিতাগ্নিত তোমাৰ বিনাশ দেখি
পাহৰক ধৰ্ম্মৰাজে অভিমন্যু শোক।

যুধিষ্ঠিৰ :

প্ৰাণাধিক বৃকোদৰ,
কিয় কৰা বিদ্ৰূপ ইমান ?
ভাই !
জয়দ্ৰথ বধৰ কাৰণে
যেতিয়াই দানিছে শঙ্কৰে
পাশুপাত অস্ত্ৰ অৰ্জ্জুনক,
দুঃশলাৰ বৈধব্য ভাগ্য
নিয়তিৰ অখণ্ড বিধান বুলি
তেতিয়াই বুজিছোঁ সঠিক।

ভীম :

সি কি ধৰ্ম্মৰাজ ?
সুভদ্ৰাৰে বৈধব্য যন্ত্ৰণা
নিয়তিৰ অখণ্ড বিধান,
দুঃশলাৰ হব কিয় ?
সিন্ধুপতি জয়দ্ৰথ
মহাবন্ধু আপোনাৰ,
সেইবাবে জয়দ্ৰথে কালিৰ ৰণত
আৰ্জ্জুনিক নাশ কৰি অন্যায় ছলেৰে
সুখ দিছে তোমাৰ প্ৰাণত,
কিদৰে সহিবা তুমি
দুঃশলাৰ বৈধব্য যন্ত্ৰণা ?

যুধিষ্ঠিৰ :

কৃষ্ণ ! কৃষ্ণ !
শুনা ভাই ভীমৰ বিদ্ৰূপ।

শ্ৰীকৃষ্ণ :

মাজুদাদা ক্ষান্ত হোৱা—
তোমাৰ কথাত
ধৰ্ম্মৰাজে অন্তৰত
মৰ্ম্মান্তিক পাইছে বেদনা,

ভীম :

কিমান সহিম কৃষ্ণ ?
যি শত্ৰুৱে অন্যায় ৰণত কালি
বিনাশিছে প্ৰাণৰ পুত্ৰক,
তাৰবাবে ইমান দয়ালু—
নহয় নে অসহ্য প্ৰাণত ?
ধৰ্ম্মৰাজ ! দাদা !
নোৱাৰা সহিব যদি ভীমৰ বিদ্ৰূপ,
আনন্দ মনেৰে তেন্তে
পাৰ্থক আদেশ দিয়া
বিনাশিব জয়দ্ৰথ পাষণ্ডৰ প্ৰাণ ।

যুধিষ্ঠিৰ :

ভাই ধনঞ্জয় !
আনন্দেৰে দিলোঁ অনুমতি,
কৃষ্ণৰ সম্মতি আৰু পৰামৰ্শ লৈ
জয়দ্ৰথ বধ হেতু কৰা আয়োজন ।

শ্ৰীকৃষ্ণ :

মধ্যম দাদা,
হৈছে নে বাসনা পূৰণ ?
অগ্ৰসৰ হোৱা এৱে কুৰুক্ষেত্ৰলৈ,
যোৱা ধৰ্ম্মৰাজ, সোমোৱা শিৱিৰ,
আহা সখি !
কৰোঁ গৈ সমৰ উদ্যোগ ।
( সকলোৰে প্ৰস্থান )

# তৃতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

শকত ব্যূহৰ সন্মুখ
( ৰণ-সজ্জাৰে দ্ৰোণ । )

দ্ৰোণাচাৰ্য্য :

( নিজে নিজে ) দীনবন্ধু হৰি !
নিজ ধৰ্ম্ম ত্যাগী বুলি মোক
নিদিবা নে প্ৰতিজ্ঞা পালিব ?
ভক্তিৰ চন্দন সানি অন্তৰ-দেশত
তোমাকে দেখোন মই পূজিছোঁ সদায় ?
দিবানে কৰিব মোক প্ৰতিজ্ঞা পালন ?
পাৰিমনে নিষ্ফলিব অৰ্জ্জুনৰ পণ ?
( দূৰত কৃষ্ণাৰ্জ্জুনক দেখি ) ইকি দেখোঁ !
আহা !
ভুবনমোহন ৰূপ লৈ
কৃষ্ণাৰ্জ্জুন আহিছে দেখোন ?
( কৃষ্ণাৰ্জ্জুনৰ প্ৰৱেশ )
আহা মোৰ প্ৰিয় শিষ্য ধনঞ্জয় !
আহা জগন্নাথ !

অৰ্জ্জুন :

গুৰুদেৱ ! প্ৰণিপাত কৰোঁ চৰণত—

পুত্ৰশোক প্ৰপীড়িত অধম শিষ্যৰ
লোৱা আজি অস্ত্ৰৰ পৰীক্ষা,
গুৰুদেৱ !
শুনিছোঁ সখিৰ মুখে—
জয়দ্ৰথ পুত্ৰহন্তা মোৰ ;
সেইবাবে কৰিছোঁ প্ৰতিজ্ঞা,
সূৰ্য্যাস্তৰ আগতেই আজি
নাশিম সিন্ধুৰাজক,
গুৰুদেৱ !
কৃপা কৰি অধমক দিয়া আশীৰ্ব্বা
হয় যেন প্ৰতিজ্ঞা পালন মোৰ ।

দ্ৰোণ :

প্ৰিয় শিষ্য !
আশীৰ্ব্বাদ কৰিছোঁ তোমাক,
লাভ কৰা বিজয় গৌৰৱ,
তোমাৰ প্ৰতিজ্ঞা শুনি,
জয়দ্ৰথে মাগিছে আশ্ৰয় মোৰ,
আশ্ৰিতক আশ্ৰয় নিদিয়া
ধৰ্ম্মৰ বিৰোধী কাম,
সেইবাবে,
কৰিছোঁ প্ৰতিজ্ঞা ময়ো,
সূৰ্য্যাস্তৰ আগতে কোনেও
নোৱাৰিব বিনাশিব সিন্ধু নৃপতিক ;
প্ৰিয় শিষ্য !
নিজৰ শক্তিৰে এৰে
চেষ্টা কৰা প্ৰতিজ্ঞা ৰক্ষাৰ ।

অৰ্জ্জুন :

আহাঁ তেন্তে গুৰুদেৱ !
দেখক সখিয়ে, দেখক জগতে,
গুৰুশিষ্য সমৰত কাৰ পৰাজয় ।
( দুয়োৰো যুদ্ধ )

শ্ৰীকৃষ্ণ :

( নিজে নিজে )
আচাৰ্য্যই ভাবিছে মনত,
অৰ্জ্জুনক ৰণত নিযুক্ত ৰাখি,
কোনোমতে কটাব সময়,
বুজা নাই সখিয়ে কিন্তু আচাৰ্য্যৰ ভাব,
( অৰ্জ্জুনলৈ চাই ) সখি !
প্ৰতিজ্ঞাৰ কথা আছেনে মনত ?
অসংখ্য শত্ৰুক দলি
কেতিয়া কৰিবা তুমি প্ৰতিজ্ঞা পূৰণ ?
ক্ষান্ত হোৱা সমৰত এৰে,

অৰ্জ্জুন :

( ইঙ্গিত বুজি ) গুৰুদেৱ ! যাওঁ এৰে—
আন সময়ত তেন্তে পূৰ্ণ হব ৰণৰ আকাঙ্ক্ষা,

দ্ৰোণ :

যুদ্ধৰীতি এয়েনে তোমাৰ ?

অৰ্জ্জুন :

ক্ষমা কৰা গুৰুদেৱ—
( কৃষ্ণাৰ্জ্জুনৰ প্ৰস্থান । ভীমৰ প্ৰৱেশ । )

ভীম :

গুৰুদেৱ ।
প্ৰণিপাত কৰোঁ চৰণত,

দ্ৰোণ :

জয় হুক তোমাৰ ধীমান,

ভীম :

গুৰুদেৱ !
ধৰা অস্ত্ৰ ততালিকে,
ছিন ভিন হিয়া মোৰ শোকৰ হেঁচাত,
দৈৱ আশীৰ্ব্বাদ লভি
বধিছা শিশুক কালি সপ্তৰথী মিলি,
বাৰ বাৰ কৰি চেষ্টা,
দৈৱ বিপাকত,
বাৰে বাৰে হৈছোঁ পৰাজিত,
কিন্তু গুৰুদেৱ !
দিম আজি সমুচিত প্ৰতিফল তাৰ,
যি সকল ক্ষত্ৰিয় গ্লানিয়ে
অস্ত্ৰহীন অৱস্থাত অন্যায় ৰণেৰে,
আৰ্জ্জুনিক বিনাশিছে কালি,
আজিৰ ৰণত,
এটা এটাকৈ সিহঁতৰ
হৃৎপিণ্ড উভাৰি আনিম।

দ্ৰোণ :

বৰ তুষ্ট হলোঁ তোমাৰ কথাত,
তাতোকৈও তুষ্ট হম,
কাৰ্য্য যদি হয় কথা মতে,

ভীম :

বৃকোদৰ বাক্যবীৰ নহয় অকল,

দ্ৰোণ :

হোৱা তেন্তে ৰণ উল্লাসিত,

ভীম :

হোৱা সাৱধান ( বলেৰে গদাঘাত )

দ্ৰোণ :

ধন্য শিক্ষা—
( যুদ্ধ কৰি কৰি দুয়োৰো প্ৰস্থান )

## দ্বিতীয় গৰ্ভাঙ্ক

### ৰণস্থল

( এফালৰ পৰা সাত্যকি, ভূৰিশ্ৰবা, ধৃষ্টদ্যুম্ন, কৃপাচাৰ্য্য, আৰু এফালৰ পৰা কৰ্ণ আৰু আন বীৰসকলৰ যুদ্ধ কৰি কৰি প্ৰৱেশ। )

অৰ্জ্জুন :

আহাঁ মহাৰথী !
অদ্ভুত বীৰত্ব হেনো
দেখুৱালা কালিৰ ৰণত,
লোৱা আজি পৰিচয় তাৰ, ( শৰ মাৰে )

কৰ্ণ :

পৰিচয় ?
পুত্ৰৰ কাষত গৈ
নিজে নিজে পাবা পৰিচয়,

অৰ্জ্জুন :

বীৰকুল গ্লানি কৰ্ণ !
সপ্তৰথী একেলগে আক্ৰমণ কৰি,
অন্যায় ৰণেৰে কালি,

নিৰস্ত্র শিশুক বধি
নাৰকী কলঙ্ক লেপি ক্ষত্রিয় কুলত,
এতিয়াও লাজ পোৱা নাই,
বীৰত্বৰ পৰিচয় এয়ে তো তোমাৰ ?
খুজিছিলা তুমিয়ে এদিন
একমাত্র ৰথ লৈ সমৰ জিনিব,
সেইবাবে হেনো,
ষোল বছৰীয়া শিশু
পাইছিলা সমান যুজাৰু ?
ছিঃ ছিঃ কর্ণ !
ঘিণ লাগে দেখিলে তোমাক,
কি কম কর্ণ !
আছিলোঁ দূৰত –
নহলে পাষণ্ড,
সপ্তৰথী স'তে
গোটেই পাণ্ডৱ কুল
চূর্ণ কৰি পেলালোহেঁতেন।

কর্ণ :

জানো মই ধনঞ্জয় বীৰত্ব তোমাৰ,
চাওঁ মই আজি তাৰ শেষ পৰিচয় ;
অস্ত্র লোৱা ধনঞ্জয় ! আত্মৰক্ষা কৰা—
( শৰ মাৰে )

অর্জ্জুন :

পুত্রহন্তা ঘৃণিত পামৰ !
নাই আজি নিস্তাৰ তোমাৰ।
( দুয়ো যুদ্ধ কৰে আৰু কর্ণ পলায়। )
ছিঃ ! ছিঃ ! ছিঃ !
ক'লৈ পলোৱা কর্ণ ?
নোলোৱানে অর্জ্জুনৰ শক্তিৰ চিনাকি,
পলোৱা—পলোৱা—
পলোৱা শত্রুক শৰ নাহানে পার্থ ই,
আজি হক,—কালি হক—
সমুচিত শিক্ষা পাবা পার্থৰ হাতত।
( দুর্য্যোধনৰ প্রৱেশ। )

দুর্য্যোধন :

( সেনাসকললৈ )
শুনা, শুনা, যুজাৰুসকল,
নিয়তিৰ লিপি,
অর্জ্জুন নিধন হব আজিৰ ৰণত,
নপলাবা কোনোজনে,
নিপিন্ধিবা কপালত কলঙ্কৰ ফোঁট,
প্রাণপণে ৰণ কৰা সকলো সেনাই,

অর্জ্জুন :

আহাঁ কুৰুপতি ?
আনিছোঁ উচিত অস্ত্র
কৰোঁ বুলি তোমাক সাক্ষাৎ,

দুর্য্যোধন :

অন্তৰত পুত্র শোক
বৰকৈ বাজিছে হেনো ?

অর্জ্জুন :

পুত্রশোক কেনেকুৱা
বুজাম অন্ধৰাজক আজি,
( যুদ্ধ কৰি দুয়োৰো প্রস্থান। বেগেৰে দ্রোণৰ প্রৱেশ। )

দ্ৰোণ :

(নিজে নিজে) মহা শঙ্কা উপস্থিত আজি,
ভুৰিশ্ৰৱা মহাবীৰ আদি
সংখ্যাহীন কুৰুসেনা পৰিছে ৰণত,
কোনফালে চাওঁ মই অকলে অকলে ?
পাৰ্থৰ শৰৰ বিদ্যুৎ শিখাত
পৰিছে সকলো সেনা পতঙ্গৰ দৰে,
বৃকোদৰে বজ্ৰ আঘাতেৰে
উৰাইছে কুৰুসেনা তৃণ খণ্ড যেন,
সৌৱা !
যুজিছে পুত্ৰই মোৰ কেনে বিক্ৰমেৰে,
কৰা পুত্ৰ ! কৰা ৰণ মহা উল্লাসেৰে,
তিলমানো নলবা বিৰাম,
( প্ৰস্থান । )

## তৃতীয় গৰ্ভাঙ্ক

ৰণস্থলী

( এফালৰ পৰা কৃষ্ণ-অৰ্জ্জুন আৰু আনফালৰ পৰা অশ্বত্থামাৰ প্ৰৱেশ । )

অশ্বত্থামা :

খন্তেক অপেক্ষা কৰা ৰথী !
যুজিম তোমাৰ স'তে
আনন্দেৰে তৃপ্তি পলুৱাই,

অৰ্জ্জুন :

গুৰুপুত্ৰ !
কিভাৱে আহিলা তুমি পাৰ্থৰ আগত ?
নাজানানে,
অৰ্জ্জুনৰ হুতাশন কিমান তেজাল ?
মনত আশঙ্কা হয়,
কিজানিবা গুৰুদেৱে পায় পুত্ৰশোক !

অশ্বত্থামা ঃ

এৰা গৰ্ব্ব পাণ্ডুৰ নন্দন,
পণ মোৰ—
অৰ্জ্জুনৰ নাম আজি কৰিম বিলোপ ।

অৰ্জ্জুন :

ভাল কথা বীৰ,
হওক পৰীক্ষা তেন্তে অস্ত্ৰৰ আগত ।
(যুদ্ধ কৰে । যুদ্ধত পৰাস্ত হৈ অশ্বত্থামা পলায় ।)

শ্ৰীকৃষ্ণ :

( অৰ্জ্জুনৰ প্ৰতি )
অসামান্য বীৰ তুমি মহী মণ্ডলত,
আচৰিত শিকিছা কৌশল ।
( কৃষ্ণ-অৰ্জ্জুনৰ প্ৰস্থান । ধৃষ্টদ্যুম্ন আৰু সহদেৱৰ প্ৰৱেশ )

ধৃষ্টদ্যুম্ন :

তাকেই ভাবিছো মই—
কিদৰে পূৰণ হব অৰ্জ্জুনৰ পণ !

সহদেৱ :

কি চিন্তা কৰিছা তুমি ?
শ্ৰীকৃষ্ণ সাৰথি যাৰ,
অসাধ্য কি তাৰ ?
চোৱা সৌ অৰ্জ্জুনক সমৰ ক্ষেত্ৰত
শোভে কেনে দ্বিতীয় ভাস্কৰ যেন ।

ধৃষ্টদ্যুম্ন :

সঁচা কথা কণিষ্ঠ পাণ্ডৱ ।
পৃথিবীত নাই বীৰ পাৰ্থৰ সমান,
তথাপিতো শঙ্কা হয়,
চোৱা, চোৱা,
কিমান শত্ৰুৱে আহি
বেঢ়ি ধৰিলেহি অৰ্জ্জুনক,

সহদেৱ :

নকৰিবা শঙ্কা,
চোৱাচোন,
পাৰ্থ ই আকাশ ছাটি নিক্ষেপিছে শৰ,
পলাইছে শত্ৰু-সেনা শিয়ালৰ দৰে ;
আৰু চোৱা সৌ—
অগ্নিবৰ্ণ ৰথৰ মাজত—
অচেতন কৰ্ণবীৰ,
ৰথ লৈ পলাইছে বেগেৰে সাৰথি ;
সৌৱা চোৱা পাৰ্থৰ শৰত
অশ্বত্থামা বীৰৰ দেহত
বাগৰিছে শোণিতৰ ধাৰ ।

ধৃষ্টদ্যুম্ন :

চোৱা, চোৱা,
বিষম সঙ্কট যেন উপস্থিত হ'ল,
পুত্ৰৰ দুৰ্গতি দেখি,
আহিছে আচাৰ্য্য সৌৱা
আগুৱাই পৱন বেগেৰে,

সহদেৱ :

আচৰিত শিক্ষা,
চোৱা বীৰ !
আচাৰ্য্যৰ কি হ'ল দুৰ্গতি,
গুৰু বুলি নিদিলে অলপো ক্ষমা,
কাটিলে ধনুৰ গুণ কেনে কৌশলেৰে,

ধৃষ্টদ্যুম্ন :

চোৱা, চোৱা,
তুলি ললে ধনু পুনু ভীষণ ক্ৰোধেৰে,
গুৰু-শিষ্যে লাগি গ'ল তুমুল সংগ্ৰাম,

সহদেৱ :

আহাঁ বীৰ !
দুয়ো মিলি বিনাশো শত্ৰুক, (দুয়োৰে প্ৰস্থান
গদাযুদ্ধ কৰি ভীম আৰু দুঃশাসনৰ প্ৰৱেশ )

ভীম :

দুঃশাসন ! কলঙ্ক কুৰুকুলৰ,
নাই তোৰ ৰক্ষা আজি,
কলঙ্কিত হৃৎপিণ্ড তোৰ
বিদাৰিম আজি,
হব মোৰ প্ৰতিজ্ঞা পূৰণ ।

দুঃশাসন :

দাম্ভিক !
কদাপিতো নকৰিবি কল্পনা মনত,
শুনি তোৰ অসাৰ গৰ্জ্জন,
অন্তৰত ভয় পাম মই,

ভীম :

আহ তেন্তে নৰাধম—
( দুয়োৰো অসি-যুদ্ধ । দুঃশাসনৰ অসি
কাটি ভীমে দুঃশাসনৰ হাতত ধৰে । )

এইবাৰ কি কৰিবি ?
মহাপাপী দুঃশাসন !
আগৰ যিমান তোৰ ঘৃণ্য আচৰণ
স্মৃতিলৈ টানি আনি
লম আজি শেষ প্ৰতিশোধ,
ক'ত আছা পতিব্ৰতা পাঞ্চালী সুন্দৰী,
হাঁহি হাঁহি চোৱা আজি
পাষণ্ডৰ কুকৰ্ম্মৰ পৰিণাম,
মিলিছে সুযোগ আজি,
পাপীৰ স্পৰ্শত হোৱা অপবিত্ৰ খোপা,
বুকৰ তেজেৰে তাৰ সুৰঞ্জিত কৰি
হোৱা আহি বিশ্ব-বিমোহিনী—
( দুঃশাসনক বধিবলৈ অসি তুলি ধৰে )

দুঃশাসন :

ভীম ! এৰি দিয়া মোক,
বৰ ইচ্ছা অন্তৰত মোৰ
কুৰুক্ষেত্ৰ সমৰৰ দেখোঁ পৰিণাম,

ভীম :

(অট্টহাঁহিৰে)—কুৰুক্ষেত্ৰ সমৰৰ এয়ে পৰিণাম,
( দুঃশাসনক তলত পেলাই লৈ বুকত
অস্ত্ৰাঘাতৰ উদ্যোগ )

দুঃশাসন :

আহঁা ! শেষ হ'ল প্ৰাণৰ আকাঙ্ক্ষা,
( বেগেৰে অশ্বত্থামা আৰু কৰ্ণৰ প্ৰৱেশ )

কৰ্ণ :

গুৰুপুত্ৰ ! হানা অস্ত্ৰ, হানা অস্ত্ৰ,



কৰে হেনো সৰ্ব্বনাশ ভীমে,
( ভীমলৈ দুয়ো শৰ মাৰিব ধৰে )

ভীম :

( দুঃশাসনক এৰি দি )
আহ তেন্তে,
একেলগে সকলোকে চূৰ্ণ কৰি থওঁ,
( অশ্বত্থামা, কৰ্ণ, দুঃশাসনৰ লগত অসিযুদ্ধ
কৰি কৰি প্ৰস্থান )

# চতুৰ্থ অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

মায়া কুঞ্জ
( মায়া-সখীসকলৰ গীত )

গীত

মিলন মাধুৰী জিলিকাওঁ আহা আহা প্ৰাণ লগৰী,
কুঞ্জ আমোদি নাচি নাচি তোলোঁ প্ৰেমৰ লহৰী,
মধুৰ কুঞ্জ উঠিব হাঁহি
পমিব আমাৰো হিয়া পাহি
লয়লাসে যাম ভাহি ভাহি,
আমাৰ লগতে প্ৰেমিকো ভাহিব বিৰহ বেদনা
পাহৰি।

( মায়া আৰু শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

শ্ৰীকৃষ্ণ :

দেৱী ! জানা তুমি—
গোলোক তিয়াগি নামিছোঁ ধৰাত

কৰিবলৈ কি কাৰ্য্য সাধন,
মাত্ৰ মোৰ প্ৰাণ সম ভকতৰ বাবে।
শুনা মায়া কুহকিনী—
ভক্তবাণী কেতিয়াও নহব বিফল,
সাগৰ শুকাব, সূৰ্য্যও খহিব,
দৃশ্যমান বিপুল জগত—
গুড়ি হৈ মিলি যাব শূন্যৰ লগত,
তথাপি নহব মোৰ ভকতৰ
প্ৰতিজ্ঞা লংঘন,
তথাপিতো হয় যদি,
নিশ্চয় জানিবা মায়া,
তেতিয়াই ব্ৰহ্মাণ্ডৰ হব সৰ্ব্বনাশ।

মায়া :

প্ৰভু!
চিৰদিন ভক্তপ্ৰিয় তুমি,
এনে কাম নাই জগতত,
কৰিব নোৱাৰা তুমি ভক্তৰ কাৰণে,
দিয়া মোক আদেশ মুৰাৰি,
কি কাম সাধিম মই?

শ্ৰীকৃষ্ণ :

কুহকিনী!
অনুভৱ কৰিছোঁ মনত,
বীৰেন্দ্ৰ পাৰ্থই যেন
নোৱাৰিব প্ৰতিজ্ঞা পালিব,
সেইবাবে আশঙ্কিত মই ;
সেইবাবে দেৱী!
মনত গুণিছোঁ,
ছলনাৰে ৰক্ষা কৰোঁ অৰ্জ্জুনৰ পণ।

মহামায়া! তুমি শক্তিশ্বৰী,
লাগে মোক সহায় তোমাৰ,
কৰা দেৱী, কৰা মোৰ উপকাৰ
পণ ৰক্ষা হুক মোৰ ভক্ত অৰ্জ্জুনৰ।

মায়া :

কি আদেশ কৰিবা দাসীক,
কোৱা ৰমাপতি!
আনন্দেৰে কৰিম পালন,

শ্ৰীকৃষ্ণ :

বেলা এতিয়া তৃতীয় প্ৰহৰ,
একপৰ বাকী মাত্ৰ সূৰ্য্য অস্তলৈকে,
এই সময়তে তুমি মায়াৰ জালেৰে,
ঢাকি থোৱা সূৰ্য্যক,
সকলোৱে বুজে যেন, সন্ধিয়া নামিল বুলি,

মায়া :

নাৰায়ণ,
ইয়াতে হবনে তব বাসনা পূৰণ?

শ্ৰীকৃষ্ণ :

তেনেই নিশ্চিন্ত হম মই—
সফলিব ভক্তৰ প্ৰতিজ্ঞা।

মায়া :

সূৰ্য্য কেতিয়া মুক্ত হব?

শ্ৰীকৃষ্ণ :

পাঞ্চজন্য বজাম যেতিয়া,

কাৰ্য্যসিদ্ধি হ'ল বুলি,
তেতিয়াই সামৰিবা মায়া আৱৰণ,

মায়া :

সাবোগত তোমাৰ আদেশ।

শ্ৰীকৃষ্ণ :

পলম নকৰা তেন্তে,
সোনকালে কৰা সৈ সূৰ্য্য আৱৰণ,

মায়া :

প্ৰণাম কৰিছোঁ প্ৰভু ৰাজীব পদত।
(শ্ৰীকৃষ্ণৰ প্ৰস্থান)
সঙ্গিনীসকল,
গোৱা সকলোৱে মিলি
"জয় বিশ্বপতি শ্ৰীকৃষ্ণৰ জয়"

সঙ্গিনীসকল :

"জয় বিশ্বপতি শ্ৰীকৃষ্ণৰ জয়"
(সকলোৰে প্ৰস্থান)

## দ্বিতীয় গৰ্ভাঙ্ক

(জয়দ্ৰথ, দুৰ্য্যোধন, শকুনি, কৰ্ণৰ প্ৰৱেশ।
পিছত শ্ৰীকৃষ্ণৰ প্ৰৱেশ)

কৰ্ণ :

আহক যদুপতি!

দুৰ্য্যোধন :

(নিজে নিজে) সখিৰ কি ভুল!

কৃষ্ণক আৰু "আহক যদুপতি" বুলি মাতিলে।

শ্ৰীকৃষ্ণ :

মহামানী, মহাৰাজাধিৰাজ দুৰ্য্যোধন! পৃথিৱীত আপুনি মহা ভাগ্যৱান। বিনাযুদ্ধে আপোনাৰ প্ৰবল শত্ৰু অৰ্জ্জুন আজি মৃত্যুৰ মুখত পৰিব। ৰাজেন্দ্ৰ! শুভদাতা বিধি আজি আপোনাৰ কালে সুপ্ৰসন্ন।

দুৰ্য্যোধন :

কি কলা কৃষ্ণ! তোমাৰ মুখত আজি আচৰিত কথা শুনিলোঁ। সকলোৱে জানে, তুমি জানা, দুৰ্য্যোধন মহাপাপী, মহা পাষণ্ড— ধৰ্ম্মযুদ্ধত দুৰ্য্যোধনে শাস্তি পাব, বিজয়ী পাণ্ডৱ পৃথিৱীৰ ৰজা হব। বিশেষকৈ, তুমি পৰম ধাৰ্ম্মিক। সেইবাবে ধৰ্ম্মপ্ৰাণ পাণ্ডৱ লগ লাগি অধাৰ্ম্মিক ৰজা দুৰ্য্যোধনক সবংশে নাশ কৰিবলৈকে সঙ্কল্প কৰিছিলা। আজি তেনেহলে অধৰ্ম্মৰ জয় আৰু ধৰ্ম্মৰ ক্ষয় বুলি কৈছা কিয়?

শ্ৰীকৃষ্ণ :

মহীপাল! বাস্তৱতে মোৰ তেনেকুৱাই বিশ্বাস আছিল। কিন্তু কুটিল কালৰ মাহাত্ম্যত দেখোন আজি সকলো বিপৰীত হ'ল!

দুৰ্য্যোধন :

কৃষ্ণ! ৰজা দুৰ্য্যোধন পাপী, অধাৰ্ম্মিক বুলি এতিয়াও তোমাৰ বিশ্বাস আছেনে?

**শ্ৰীকৃষ্ণ :**

সম্পূৰ্ণ বিশ্বাস আছে মহাৰাজ।

**শকুনি :**

তোমাৰ বিশ্বাস হলেনো হানি হ'ল কি? জগতৰ লোকে দেখক, পৰম ধাৰ্ম্মিক ৰাজা দুৰ্য্যোধনৰ ধৰ্ম্ম ফলত অধাৰ্ম্মিক ৰাজা যুধিষ্ঠিৰৰ সহোদৰ ধনঞ্জয়ে আজি নিজে সজা চিতাৰ জুইত পৰি মৰিবলৈ ওলাইছে। ভাল হৈছে— বোপাই, নিজৰ ফান্দত নিজে পৰিছে।

**কৰ্ণ :**

বাসুদেৱ! এতিয়া কি ভাবি ইয়ালৈ আহিছে?

**শকুনি :**

বুজা নাই! সখিৰ প্ৰাণ ভিক্ষা কৰিবলৈ,

**শ্ৰীকৃষ্ণ :**

সৌবল! সখিৰ প্ৰাণ ভিক্ষা কৰিবলৈ অহা নাই। সখিয়ে চিতাগ্নিত প্ৰাণ বিসৰ্জ্জিব, সেই শুভ বাতৰি দিবলৈহে আহিছোঁ। তোমালোক সকলোৱে তাত উপস্থিত থাকিলে তেওঁৰ সত্যধৰ্ম্ম পালন নিজ চকুৰে দেখা পাবা, বুজিবা আৰু গোটেইখন ব্ৰহ্মাণ্ডেও দেখিব আৰু বুজি পাব। নহলে, তোমালোকৰ মনত সন্দেহ থাকিব পাৰে। তোমালোকে হয়তো ভাবিবা, অৰ্জ্জুনে প্ৰতিজ্ঞা পালন নকৰি প্ৰাণৰ ভয়ত পলাই গৈ নিৰুদ্দেশ হৈছে।

**শকুনি :**

সঁচা কথা, সঁচা কথা—ইয়াত আমাৰ একো ক্ষতি নাই, সম্পূৰ্ণ লাভ। কি কোৱা বোপা দুৰ্য্যোধন।

**জয়দ্ৰথ :**

সঁচাকৈয়েতো মামা! এনে সুখৰ দিন আৰু কেতিয়া আহিব?

**কৰ্ণ :**

( নিজে নিজে ) একোকে বুজিব নোৱাৰোঁ। কৌৰৱ পাষণ্ডসকলক কি ছলেৰে বুজাবলৈ যে ছলি চূড়ামণি আহিছে, বুজিব পৰা নাই।

**শ্ৰীকৃষ্ণ :**

মহাৰাজ দুৰ্য্যোধন! আজি সন্ধিয়া তৃতীয় পাণ্ডৱ অৰ্জ্জুনে চিতাগ্নিত প্ৰাণাহুতি দি ধৰ্ম্ম-প্ৰতিজ্ঞা পালন কৰিব। আপোনালোক সবান্ধৱে শুভাগমন কৰি—

**শকুনি :**

ভাল, ভাল, শুভকাৰ্য্যত আমি নিশ্চয় যোগ দিমগৈ,

**দুৰ্য্যোধন :**

( শকুনিক বাধা দি ) আঃ, কয় কি মামা— মনে মনে থাকক—( কৃষ্ণৰফালে চাই ) আপোনাৰ বক্তব্য শেষ কৰক,

**শ্ৰীকৃষ্ণ :**

শুভাগমন কৰি সখিৰ ধৰ্ম্ম-প্ৰতিজ্ঞা সৰ্ব্বতোভাৱে ৰক্ষা কৰাব। বিনয়েৰে নিমন্ত্ৰণ জনালোঁ। যাওঁ নৰনাথ—

( শ্ৰীকৃষ্ণৰ প্ৰস্থান )

দুৰ্য্যোধন :

( কৰ্ণলৈ ) সখি ! কৰ্ত্তব্য কি এতিয়া ?

কৰ্ণ :

কৰ্ত্তব্য এতিয়া মৰণ কালত ধনঞ্জয়ৰ প্ৰতি সৎ আচৰণ কৰা। অৰ্জ্জুনে আমাৰ সকলোৰে আগত প্ৰাণ ত্যাগ কৰিলে তেওঁৰ মুক্তিৰ পথ মুকলি হব। কাৰণ, সত্য-প্ৰতিজ্ঞা পালনৰ বাবে আমি সকলোৱে অন্তঃকৰণেৰে তেওঁক ধন্যবাদ দিম।

দুৰ্য্যোধন :

সঙ্গত কথা। বলা তেন্তে সখি, আহক মামা !—জয়দ্ৰথে কি কৰিব ?

শকুনি :

জয়দ্ৰথো যাব।

কৰ্ণ :

জয়দ্ৰথ নগলেও হয়—

শকুনি :

ভাল বিবেচনা তোমাৰ। যাৰ প্ৰাণৰ শত্ৰু আজি নিজে মৰিবলৈ ওলাইছে, তেওঁ নাযাব ? বৰঞ্চ, আমিয়ে নাযাব পাৰোঁ। কি বোপা জয়দ্ৰথ ? তুমি নাযাবানে ?

জয়দ্ৰথ :

মই নাযাওঁ যদি কোনে যাব মামা ?

কৰ্ণ :

সখি ! সকলোৱে মিলি তেনেহলে এতিয়া যোৱা যাওক,

শকুনি :

কিন্তু দুঃশাসন ক'ত আছে ? তাকো লগত নিব লাগিব। দুঃশাসন নগ'লে দুই-চাৰি-আষাৰ তিতা-মিঠা শুনাব কোনে ?

দুৰ্য্যোধন :

নহয় মামা, তাত গৈ বিদ্ৰূপ কৰিবৰ আৱশ্যক নাই।

শকুনি :

ভাল কথা কৈছো মহাৰাজ ! বিদ্ৰূপ নকৰিম ? বিদ্ৰূপ কৰি কৰি ভীমৰ কেচু মাৰিম, তেহে এৰিম। বোপা, এনে দিন কেতিয়াবা হৈছে নে হব ?

কৰ্ণ :

বাস্তৱতে—

জয়দ্ৰথ :

মহাৰাজ দুৰ্য্যোধন ! মোৰ পণ আছে জানেই নহয় ? মই এদিনৰ বাবে হলেও দ্ৰৌপদীক উপভোগ কৰিম।

শকুনি :

সেইটো তুমি যিমান পাৰা কৰিবা। অকল দ্ৰৌপদীক কিয় ? দ্ৰৌপদীৰ জননী পাঞ্চাল

বাণীক পৰ্য্যন্ত তোমাৰ মনমোহিনী কৰি লবা। সৌৱা দেখোঁ সূৰ্য্য মাৰ গৈ আছিল?

দুৰ্য্যোধন :

বলা তেন্তে--পলম কৰিবৰ আৱশ্যক নাই।

শকুনি :

শুভস্য শীঘ্ৰম—
(সকলোৰে প্ৰস্থান)

**তৃতীয় গৰ্ভাঙ্ক**

দ্বৈপায়ণৰ একাষ।

(শ্ৰীকৃষ্ণ আৰু মায়া)

শ্ৰীকৃষ্ণ :

শক্তিশ্বৰী!
আচৰিত তোমাৰ শকতি,
তোমাৰ মায়াবল ধন্য,
আৱৰিছা দিনমণি মায়াৰ জালেৰে,
বাঞ্ছা মোৰ নিশ্চয় ফলিব।

মায়া :

ইচ্ছাময় নাৰায়ণ!
তোমাৰ ইচ্ছাত
কি কাৰ্য্যনো নহয় সাধন?
তোমাৰ ইচ্ছাতে
ক্ষুদ্ৰতম প্ৰাণী এটিয়েও
খন্তেকে কৰিব পাৰে ব্ৰহ্মাণ্ড বিনাশ।

শ্ৰীকৃষ্ণ :

সৌৱা, আহিছে সন্ধিয়া এৱে,
আহিছে কৌৰব কুল জয়দ্ৰথ সতে;
সকলোৱে ভাবিছে মনত,
সোমাব অৰ্জ্জুন আজি চিতাৰ অগ্নিত,
মনত ৰাখিবা দেৱী,
পাঞ্চজন্য বজাম যেতিয়া,
সামৰিবা মায়াৰ জাল,

মায়া :

সাৰোগত প্ৰভুৰ আদেশ— (প্ৰস্থান)
(গীত গাই গাই ইন্দ্ৰাদি দেৱতাসকলৰ প্ৰৱেশ)

শ্ৰীকৃষ্ণ :

ইকি! আচম্বিতে মধুৰ সঙ্গীত?

দেৱতাসকল :

হেৰা কমললোচন, কমলা ৰঞ্জন,
কালিয়দমনকাৰী,
হেৰা নিত্যনিৰঞ্জন, নিখিল তাৰণ,
মদনমোহন হৰি,
হেৰা সত্য সনাতন, সঙ্কটভঞ্জন,
মধুকানন বিহাৰী,
হেৰা বিশ্ব আৰাধন, ব্ৰজৰ জীৱন,
গিৰিগোৱৰ্দ্ধনধাৰী—
হেৰা প্ৰেমৰ আকৰ, দেৱ দামোদৰ,
সৰ্ব্বগুণাকৰ নাম,
হেৰা বিশ্বৰ আৰাধ্য, ভক্তজন বাধ্য,
সিদ্ধিদাতা গুণধাম—
হেৰা বেণুবাদক, ভুৱনপালক,
অমেকদেৱ শ্ৰীনাথ,
হেৰা বেদস্বৰূপ, ত্ৰিজগত ভূপ,
অপৰূপ জগন্নাথ।

শ্ৰীকৃষ্ণ :

( ইন্দ্ৰৰ প্ৰতি ) অমৰ পতি !
কি ভাবি আহিলা আজি?

ইন্দ্ৰ :

সৰ্ব্ব জ্ঞানময় গোবিন্দৰ
কি আছে অজানা ?
দামোদৰ !
সকলোৰে কাতৰ অন্তৰ ।

শ্ৰীকৃষ্ণ :

বাসৱ,
কি কাৰণে কাতৰ ইমান ?

ইন্দ্ৰ :

ইকি শুনো দামোদৰ আচৰিত কথা ?
নাৰায়ণ সখি যাৰ,
সেই ধনঞ্জয়ে আজি
নোৱাৰি পালিব পণ,
তিয়াগিব অগ্নিত জীৱন ।
কেশৱ !
অৰ্জ্জুনৰ শৰৰ আগত
কোনে পাৰে সুস্থিৰ থাকিব ?
দেখিছোঁ খাণ্ডৱ দাহনত,
দেখিছোঁ কিমানবোৰ দৈত্য নিধনত,
ফাল্গুনিৰ সমৰত অস্থিৰ সকলো,
আজি তেন্তে কিয়,
ক্ষুদ্ৰ এই কুৰুসেনা ভেদি
নোৱাৰিলে জয়দ্ৰথক বিনাশ কৰিব ?
বিশ্বপতি, কৰিছোঁ সংশয়—
নহয় কিজানি ৰক্ষা অৰ্জ্জুনৰ পণ ?

শ্ৰীকৃষ্ণ :

জয়দ্ৰথ বধ কৰা অৰ্জ্জুনৰ পক্ষে
নহয় কঠিন কাম,
কিন্তু, দুইজন ভক্ত লৈ
পৰিছোঁ বিষম সঙ্কটত ।
ভক্ত ধনঞ্জয়ে কৰিছে প্ৰতিজ্ঞা
“সূৰ্য্যাস্তৰ ভিতৰত জয়দ্ৰথ বধ”
ভক্ত দ্ৰোণাচাৰ্য্যে তাত প্ৰতিদ্বন্দ্বী হৈ
কৰিছে প্ৰতিজ্ঞা—
সূৰ্য্য অস্ত যোৱালৈকে
নিৰ্ব্বিঘ্নে ৰাখিব বুলি সিন্ধু নৃপতিক,
কাৰ কথা অৱহেলি কাৰ কথা পালোঁ ?
দুয়োজন সম ভক্ত মোৰ,
সেইবাবে ভাবিছোঁ মনত,
ছলনাৰে ভক্ত পণ কৰিম পূৰণ ।
চোৱা, চোৱা দেৱৰাজ !
দীপ্ত বেলি এতিয়াও যোৱা নাই মাৰ,
কিন্তু,
মায়াৰ ইঙ্গিত মতে
অকালতে ধৰণীত আন্ধাৰ নামিব,

ইন্দ্ৰ :

কৃপাময় ! কোৱা কৃপা কৰি—
সূৰ্য্যক আবৰি ৰাখি
কিদৰে সাধিবা কাৰ্য্য ?

শ্ৰীকৃষ্ণ :

সন্ধিয়া নামিল বুলি

বুজিব পৃথিৱীবাসী,
জয়দ্ৰথ, কৌৰৱেও বুজিব মনত
অস্ত গ'ল সূৰ্য্যদেৱ—
অৰ্জ্জুনৰ পণ ব্যৰ্থ হ'ল বুলি ;
সেইবাবে সকলোৱে আনন্দ মনেৰে
চাবলৈ আহিব
অৰ্জ্জুনৰ প্ৰাণ বিসৰ্জন ;
আদেশিম মায়াক তেতিয়া
গুচাবলৈ মায়াৰ ঢাকোন,
সকলো পৃথিৱীবাসী দেখিব তেতিয়া
অৰ্দ্ধবেলা এতিয়াও আছে আকাশত,
তাৰ পিছে কি ঘটিব
সহজতে বুজি লবা,

ইন্দ্ৰ :

ধন্য নাৰায়ণ,
ধন্য তযু মহিমা অপাৰ ।

শ্ৰীকৃষ্ণ :

দেৱৰাজ !
যোৱা এৱে অমৰ দেশত,
যাওঁ মই দ্বৈপায়ণলৈ,

ইন্দ্ৰ :

মুৰাৰি !
ইচ্ছা কৰোঁ অলক্ষ্যত থাকি
চাম এই বিচিত্ৰ মহিমা ।

শ্ৰীকৃষ্ণ :

ভাল কথা —
( সকলোৰে প্ৰস্থান । )

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

ৰণস্থল

( শৰ গৃহৰ মাজত জ্বলোৱা চিতাৰ আগত অৰ্জ্জুন । )

অৰ্জ্জুন :

মিলিব জীৱন আজি কাল সাগৰত,
খন্তেক খন্তেককৈ
ক্ষয় গৈ কৰ্ত্তব্য সোঁতত,
মিলিব জীৱন মোৰ অনন্তত গৈ,
জীৱন মঞ্চত
খেলিলোঁ কিমান খেলা,
কিমান আশাৰ ফুল সুগোন্ধ ভৰাই
ফুলিল অন্তৰ মোৰ আমোদিত কৰি,
কিন্তু, সকলো অসত্য হ'ল !
অৰ্জ্জুন থাকিব ক'ত—
কপিধ্বজ ৰথ সতে ক'ত বা গাণ্ডীৱ—
ক'ত বা প্ৰাণৰ সখি পৰম দয়ালু !
সখি ! নাৰায়ণ ! দীননাথ !
দুদিনীয়া সংসাৰত আহি,
তোমাৰ লগত একপ্ৰাণ হৈ মিলি,
কৰিলোঁ কিমানবোৰ কৰ্ত্তব্য পালন,
আজি আৰু সেই কৰ্ত্তব্যকে
পালন কৰিবলৈ,
থিয় হলোঁ অগ্নিৰ মুখত ;
সম্পৰ্কবিহীন হৈ তোমাৰ লগত,
নাজানো যাদৱ !
অনন্ত বিশ্বৰ কোনখন কোণত গৈ

পৰি ৰ'ম অচিনাকি হৈ ;
ভাই, বন্ধু, পিতৃ, মাতৃ, আত্মীয় স্বজন,
সকলোকে এৰি
চিৰকাললৈকে আজি মাগিম বিদায়।
দীনবন্ধু ! এতিয়াই আছিলা ইয়াত,
ক'ত নো লুকালা এৱে ?
এই আসন্ন কালত তোমাৰ সখিক
দেখা দিয়া সুপ্ৰসন্ন হৈ ?
( ভীম— লগতে নকুল, ধৃষ্টদ্যুম্ন, সহদেৱৰ প্ৰৱেশ)

ভীম :

( দূৰৰ পৰা ) অৰ্জ্জুন, অৰ্জ্জুন,
এৰ পণ ভাই,
কৰ দৃঢ় পণ,
নাশ কৰি কুৰুকুল
একেলগে সকলোৱে এৰিম জীৱন।

অৰ্জ্জুন :

দাদা,
শেষ হ'ল জীৱনৰ খেলা,
পণ পালনত অসমৰ্থ দুৰাচাৰে,
কিদৰে ধৰিব অস্ত্ৰ হাতৰ মুঠিত ?
তোমাকে সপিলোঁ ভাৰ,
সমৰত শত্ৰুক বিনাশী
চেষ্টা কৰা প্ৰাণ পণ কৰি,
হয় যেন ধৰ্ম্মৰাজ
একচ্ছত্ৰী অধিপতি
ভাৰতৰ স্বৰ্ণ আসনত,
নকুল, সহদেৱ, ধৃষ্টদ্যুম্ন,
সকলোৰে সহায়েৰে ৰণ জয় কৰি
লাভ কৰা জয়লক্ষ্মী।
( দুৰ্য্যোধন, কৰ্ণ, দুঃশাসন, শকুনি আৰু জয়দ্ৰথৰ প্ৰৱেশ )
আহাঁ, মহাৰাজ দুৰ্য্যোধন !
আহাঁ বীৰ কৰ্ণ ! আহা মামা !
আহা দুঃশাসন ! আহা ভাই জয়দ্ৰথ !
নাভাবিবা মোক আৰু
শত্ৰু বুলি তোমালোকে ;
পূৰ্ব্বৰ সকলোবোৰ ৰোষ, অভিমান,
খোলা মনে পাহৰি পেলাই,
দিয়া মোক সকলোৱে প্ৰীতিৰে বিদায় !

দুঃশাসন :

( আনবিলাকক আঁৰ কৰি দুঃশাসন আৰু শকুনিয়ে কাণে কাণে )
মামা ! মামা।

শকুনি :

ভাগিন ! ভাগিন !

দুঃশাসন :

ধনঞ্জয়ৰ ৰগৰটো চোৱা !

শকুনি :

ফান্দৰ মুখত পৰিলেই এনে হয়। ইমান দিন তেজৰ গৰমত ভৰি-মূৰৰ জাপত ঠায়েই নাছিল। এতিয়া বপুৰা চেপাত পৰি হিম যেন চেঁচা হৈ পৰিছে,

দুঃশাসন :

( কাণে কাণে ) ঠিক কথা মামা,

(প্ৰকাশ্যে) আহা ! বিশ্বজয়ী ধনঞ্জয় আজি
পুৰি মৰিব বৰ দুখৰ কথা ।

ভীম :

পাষণ্ড দুঃশাসন ! ধনঞ্জয় মৰিব সঁচা —কিন্তু
তহঁতকো নামাৰাকৈ মৰিবনে পশু ? একেলগে
কিয় তহঁতক ইয়ালৈ অনা হৈছে, বুজা নাইনে ?

জয়দ্ৰথ :

( ভীত হৈ ) মামা ! মামা ! ইকি সৰ্ব্বনাশী
কথা ? অ' মহাৰাজ ! অ' মহাবীৰ কৰ্ণ !
অ' মামা,

শকুনি :

আৰু মামা—মামা, কি জানো মামা পৰ্য্যন্ত
গৈ শিওত উঠে,

জয়দ্ৰথ :

হায় ! হায় ! পাণ্ডৱবিলাক বৰ অধাৰ্ম্মিক,

ভীম :

তোতকৈও অধাৰ্ম্মিক নে নৰপশু ?

অৰ্জ্জুন :

দাদা ! নকৰিবা ক্ৰুদ্ধ মন,
ধৰ্ম্মব্ৰত পালনৰ সঙ্কল্পেৰে মই
হিংসা দ্বেষ সকলো
জোকাৰি পেলাই দিছো অন্তৰৰ পৰা,
ক্ৰুদ্ধ হৈ এই সময়ত
অনৰ্থ ঘটালে কিবা,
ব্যৰ্থ হব মোৰ ধৰ্ম্মব্ৰত পালনৰ পণ,
বহু দূৰ যাম মই,
কোনেও নাযাব সঙ্গী হৈ,
ভীষণ—ভীষণ সেই বাট,
অকলে লাগিব যাব সেই বাট ধৰি ;
কেতিয়াবা উল্কাৰাজি
প্ৰচণ্ড বেগেৰে আহি ভেটিব সন্মুখ,
কেতিয়াবা আৰু বিশ্বব্যাপী অন্ধকাৰে
আগুৰি ধৰিব দৃষ্টিপথ ;
কেতিয়াবা শুনা পাম মহা হাহাকাৰ,
কেতিয়াবা সূৰ্য্যৰ উত্তপ্ত কিৰণে
ডেৱা-পোৰা কৰিব শৰীৰ ;
নাই তাত চন্দ্ৰমাৰ শীতল কিৰণ,
নাই তাত তাৰকাৰ স্নিগ্ধ মিচিকনি,
নবলে বতাহ তাত শীতলতা সানি ;
যেয়ে যাব সেই বাট ধৰি,
তাৰে প্ৰাণ দগ্ধ হব আগ্নেয় শিখাত ;
তথাপিতো যাবই লাগিব মই,
দাদা ! এনেকুৱা সঙ্কট কালত,
মাতা সেই অনাথ বন্ধুক,
হয় যেন লগৰীয়া মোৰ ।

ভীম :

ধনঞ্জয় ! প্ৰাণাধিক ধনঞ্জয় ভাই !
ময়ে নে আত্মীয় তোৰ ?
ভাই, কি কৰিছোঁ আত্মীয়ৰ কাম ?
প্ৰাণপুত্ৰ আৰ্জ্জুনিক, মোৰেই দোষতে,
আগুৰি চাৰিওফালে ঘৃণ্য শত্ৰুদলে,
হত্যা কৰি অন্যায় ৰণত
তৃপিতিছে তেজৰ পিয়াহ ;

আৰু, তোৰ এই জ্যেষ্ঠ বৃকোদৰে,
গ্লানি সানি ক্ষত্ৰিয় কুলত,
নকৰি বিনাশ
পুত্ৰহন্তা নাৰকী দলক,
বাঁচি আছোঁ এতিয়াও ;
আজি আৰু তাৰে বাবে প্ৰাণৰ অৰ্জ্জুন,
নিজে তুমি বিসৰ্জ্জিব খুজিছা জীৱন ;
ময়ে নে তোমাৰ জ্যেষ্ঠ সহোদৰ ?
যাক ভাবি পাণ্ডৱৰ প্ৰধান সম্বল,
খুজিছিলোঁ পাণ্ডৱৰ বিশ্বজয়ী নাম
অটুট ৰাখিব,
মহাপাপী ভীমৰ দোষতে
সিয়ে আজি বিসৰ্জ্জিব প্ৰাণ।

অৰ্জ্জুন :

দাদা !
কোনোৱে নহয় কাৰো বধৰ কাৰণ,
হৰিৰ চৰণ বাদে অনিত্য সকলো ;
ল'ক সকলোৱে হৰি নাম—

ভীম :

ভাই অৰ্জ্জুন !
নাই আৰু হৰিত বিশ্বাস,
হৰিৰ ৰকম দেখি,
অলপো প্ৰবৃত্তি নাই হৰিৰ নামত ;
হৰি হৰি বুলি আজন্ম কটাই,
দেখিব লগীয়া হ'ল আজি,
হৰি সখি অৰ্জ্জুনৰ অকাল মৰণ,
এয়ে নেকি পৰিণাম হৰিত ভক্তিৰ ?
হৰিৰ লগত থাকি, হৰি নাম গাই,
হৰিভক্ত নাম কিনি,
কিটো সৰ্ব্বনাশ ঘটা নাই পাণ্ডৱৰ ?
হৰিৰ নামকে অন্তৰত সাৰ কৰি
তুলিছোঁ শিৰত মাত্ৰ বিপদৰ ভাৰ।
কি সকাম এনেকুৱা হৰিৰ নামত ?

অৰ্জ্জুন :

দাদা,
ক্ৰোধৰ অধীন হৈ
নকৰিব হৰিনিন্দা,

ভীম :

এইটো হৰি নিন্দানে ?
হৰি গুণ আলোচনা,
কোৱা ভাই !
হৰিকে সম্পদ ভাবি ওৰেও জীৱন,
কি বিপদ ঘটা নাই পাণ্ডৱৰ ?
এইবাৰ আৰু বিশ্বত জাননী দিম
নলয় কোনেও যেন শ্ৰীহৰিৰ নাম,

দুঃশাসন :

বোলোঁ, ভায়ে ভায়ে দেখোঁন বহুত কথা হব ধৰিছা, আচল কামত ফাঁকি দিয়া হবনেকি ? অ' অৰ্জ্জুন ! ইমানেই যদি প্ৰাণৰ মায়া, তেন্তে লোকক দেখুৱাই এইবিলাক নাক কটা কাম কৰিলা কিয় ? এই চিতাগ্নিকে বা জলালা কিয় ? মৰিব খুজিছা যদি মৰা। নহলে কোৱা মৰা নহব, আমি গুচি যাওঁ।

ভীম :

শুন দুঃশাসন !

তোৰ এই অসভ্যালি দেখি
শোণিত উতলি উঠে শিৰৰ মাজত—
দুৰ্ম্মুখ, তোৰ এই পশু-ব্যৱহাৰৰ প্ৰতিফল তই এই ঠাইতে পাবি। অকলে নহয় তই, দুৰ্য্যোধন, কৰ্ণ, জয়দ্ৰথ, আৰু এই পাশা খেলাৰু ধৰ্ত্ত কপট শকুনি, সকলোৱে আজি ভীমৰ হাতত প্ৰাণ এৰিবি। কেৱল অৰ্জ্জুনৰ দেহ দগ্ধৰ কাৰণেই এই চিতা জ্বলোৱা নাই। এই চিতাত কুৰুকুল পাণ্ডুকুল সকলো পুৰি ভস্ম হব। নাভাবিবি, অৰ্জ্জুনৰ মৃত্যুৰ পিছত তইঁতে নিস্তাৰ পাবি।

দুঃশাসন :

নাপাওঁ নাপাম, পিছত যি হয় হব। এতিয়া *ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ তৃতীয় ভাই ধাৰ্ম্মিক ধনঞ্জয়ৰ ধৰ্ম্ম-প্ৰতিজ্ঞা পালন* হওক।

( দ্ৰোণৰ প্ৰৱেশ )

দ্ৰোণ :

( নিজে নিজে ) এইটো কেনে কথা হ'ল? দীন দয়াময়ে এই দীন ব্ৰাহ্মণৰ প্ৰতিজ্ঞাৰ সহায়ক হৈ, তেওঁৰ পৰম ভক্ত অৰ্জ্জুনৰ প্ৰতিজ্ঞা পূৰণলৈ অমনোযোগী হ'ল কিয়? অৰ্জ্জুনৰ অনল প্ৰৱেশ সঁচাই হবনেকি? বিশ্বাস নহয়, বাৰু শেষলৈকে চোৱা যাওক,
( প্ৰকাশ্যে ) অৰ্জ্জুন, প্ৰিয়শিষ্য মোৰ?

অৰ্জ্জুন :

গুৰুদেৱ! আহক,
অধম শিষ্যৰ অন্তিম কালত
থিয় হ'ক সমুখত মোৰ,
চাই লওঁ চৰণ দুখনি,

দ্ৰোণ :

ধনঞ্জয়, প্ৰিয়শিষ্য!
তুমি মোৰ পুত্ৰতো অধিক,
ভাবিছিলোঁ,
তুমিয়ে বিলাবা মোৰ মান-যশ
বিশ্ব সমাজত,
কিন্তু আজি ময়ে প্ৰতিবাদী হৈ
ঘটালোঁ এই দুৰ্দ্দশা তোমাৰ,

দুৰ্য্যোধন :

ধনঞ্জয়। পলম কৰা কিয়? জগতত তুমি এজন অদ্বিতীয় বীৰ। বীৰধৰ্ম্ম পালনত তোমাৰ দৰে বীৰ এজনে ইমান ইতস্ততঃ কৰা উচিত নহয়। পলম কৰিলে তোমাৰ বীৰধৰ্ম্ম পালনৰ সঙ্কল্পত বাধা ঘটিব পাৰে।

ধৃষ্টদ্যুম্ন :

পৃথিৱী-পতি দুৰ্য্যোধন? ধনঞ্জয় এতিয়া আপোনাৰ কৃপা ভিখাৰী। দয়া কৰি অলপ সময় দিয়ক।

দুঃশাসন :

ধৃষ্টদ্যুম্ন! ভয় নাই। তোমাৰ ভনীৰ প্ৰধান বল্লভ পাৰ্থ মৰিলেও আৰু চাৰিজন থাকিব। বিধবা নাম কিনিব নালাগিব।

ধৃষ্টদ্যুম্ন :

দুঃশাসন! সাৱধান হৈ কথা কবি

অৰ্জ্জুন :

( ধৃষ্টদ্যুম্নলৈ ) ক্ষান্ত হোৱা বীৰ !
নহবা ক্ৰোধান্ধ,

ভীম :

পশু দুঃশাসনৰ পশু ব্যৱহাৰ কোনে সহ্য কৰিব পাৰে অৰ্জ্জুন ?

অৰ্জ্জুন :

দাদা, ক্ষমাৰ দৰে গুণ নাই। যাৰ ক্ষমা গুণ আছে, সি আটাইখন পৃথিৱীক জয় কৰিব পাৰে। দাদা, মন শান্ত কৰক। তৰোৱাল খাপৰ পৰা উলিওৱাতকৈ খাপত বন্ধ ৰখাটোৱেই বীৰত্ব।

দুঃশাসন :

শুনা অৰ্জ্জুন, তুমি পৃথিৱীৰ পৰা বিদায় ললেই সকলো শান্ত হব। ইমান পলম কৰাটো ভাল হোৱা নাই।

অৰ্জ্জুন :

ভাই দুঃশাসন, মোৰ পলম কৰিবৰ প্ৰয়োজন নাই। এবাৰ মোৰ সখি অনাথ বন্ধুৰ লগত সাক্ষাৎ হবৰ ইচ্ছা আছে মাত্ৰ।

শকুনি :

শুনিলা বোপা দুঃশাসন ! অৰ্জ্জুনৰ কথা শুনিলা ? তেনেহলেই বুজি ল'—অনাথ বন্ধুৰ লগত সাক্ষাৎ নকৰাকৈ বাপুকণে আৰু পৃথিৱী নেৰে।

অৰ্জ্জুন :

গান্ধাৰপতি। সন্দেহ নকৰিব। মই তেন্তে পাণ্ডৱনাথ হৰিৰ চৰণ দৰ্শনৰ আকাংখ্যা নকৰোঁ। হৰি, হৰি বুলি এতিয়াই চিতাগ্নিত প্ৰবেশ কৰিম। ভাই নকুল, ভাই সহদেৱ, তোমালোকে মোৰ এই বীৰ সাজ-খহাই দিয়া মোক অন্তিম সাজেৰে সজাই দিয়া।

নকুল :

( আকুল সুৰেৰে ) দাদা, দাদা চৰণত ধৰিছোঁ দাদা, আমাক এনে নিদাৰুণ আদেশ নিদিব দাদা—

কৰ্ণ :

( নিজে নিজে ) বৈষ্ণৱৰ অন্তত অন্তিম কালত বৈষ্ণৱৰ সাজেই উচিত হব। ( প্ৰকাশ্যে ) ধনঞ্জয়, যদি তুমি ইচ্ছা কৰা, ময়েই তোমাক বৈষ্ণৱৰ সাজ পিন্ধাব পাৰোঁ।

অৰ্জ্জুন :

বীৰবৰ ! মোৰ আৰু শত্ৰু ভাব নাই। এতিয়া জগতখনেই মোৰ বন্ধু—আপুনিও মোৰ মিত্ৰ। তেন্তে মিত্ৰৰ কাম আপুনিয়ে কৰক মোক বৈষ্ণৱ সাজেৰে সজাই দিয়ক।

কৰ্ণ :

( ভীমৰ প্ৰতি ) মধ্যম পাণ্ডৱ, তোমাৰ কি অভিমত ?

ভীম :

মোৰ অভিমত, ভাই ধনঞ্জয়ৰ এই বীৰ সাজ
এইদৰেই থাকক, খহাব নালাগে।

অৰ্জ্জুন :

নহয় দাদা, স্নেহৰ অধীন হৈ সহোদৰৰ কৰ্ত্তব্য
পালনত বাধা নিদিব দাদা।

ভীম :

তেন্তে আৰু কি কম অৰ্জ্জুন! হায় ভাগ্য!

কৰ্ণ :

আহা ধনঞ্জয়, তোমাৰ সাজ সলাই দিওঁ—
(অৰ্জ্জুনৰ বীৰসাজ সোলোকাই বৈষ্ণৱসাজ
পিন্ধাই দিবলৈ ধৰে)।
(শ্ৰীকৃষ্ণৰ প্ৰৱেশ)

কৃষ্ণ :

(দূৰৰ পৰা) ৰবা, ৰবা, অঙ্গপতি,
নকৰিবা বিমোচন পাৰ্থৰ ভূষণ,
বীৰজনে, উচিত জীৱন এৰা বীৰৰ বেশেৰে।
শত্ৰু বুলি ধনঞ্জয়,
অন্তিম কালতো, কিয় কৰা
শত্ৰুতা সাধন?
ইকি, সখি?
এৰিছা গাণ্ডীৱ কিয়?
মাটিত বাগৰে কিয় অক্ষয় তূণীৰ?
বিষাদিত কিয় দেখিছোঁ তোমাক?
এয়েনে জীৱন এৰা বীৰৰ দাপেৰে?
এয়েনে পালন কৰা বীৰ আচৰণ?
লোৱা তুলি গাণ্ডীৱ হাতত,
এৰি দিয়া বিষাদিত ভাব :
মধ্যম দাদা!
থিয় হোৱা অস্ত্ৰগৃহ দুৱাৰ মুখত ;
পাৰ্থৰ শোকত ধৰ্ম্মৰাজ
বিয়াকুল বৰ,
কদাপি তেওঁক
প্ৰৱেশিব নিদিবা ইয়াত ;
উপস্থিত হলে তেওঁ,
নহব সখিৰ ধৰ্ম্ম-প্ৰতিজ্ঞা পালন।

ভীম :

কৃষ্ণ!
বৰ নিদাৰুণ তুমি,
দয়া মায়া আছে নাই তোমাৰ প্ৰাণত
নোৱাৰোঁ বুজিব একো।
কোৱা,
কোন প্ৰাণ লৈ তুমি
কৰা এনে নিষ্ঠুৰ আদেশ?
এয়ে নেকি পৰিণাম
পাণ্ডৱৰ কৃষ্ণ ভকতিৰ?

শ্ৰীকৃষ্ণ :

মধ্যম দাদা, নিয়তি কেন বাধ্যতে—
একোকে নকৰোঁ মই,
কোনো শক্তি নাই মোৰ,
মোৰ ভক্ত হোৱাতকৈ
কৰ্ম্মভক্ত হোৱা শ্ৰেয়,
কৰ্ম্ম গুণেৰেই জীৱে

শুভাশুভ ফল পায় এই জগতত ;
যি কামত ব্ৰতী এৱে তুমি
ততালিকে কৰা সমাপন,

ভীম :

কৃষ্ণ ! কৰ্ম্মপূজ্য জানো মই,
কিন্তু ভাই, কৰ্ম্ম কোন আৰু তুমি কোন ?
তুমিয়েতো কৰ্ম্মৰূপী ভগৱান ।

শকুনি :

( দুঃশাসনৰ কাণে কাণে বিদ্ৰূপৰ সুৰত )
বোপা, শুনিছা শুনিছা ভীমৰ কথা, গুৱালৰ নন্দন হ'ল শ্ৰীভগৱান । —হায় ! হয় !

দুঃশাসন :

মামা, কি কাণ্ডখন যে হৈ পৰিল । পাণ্ডৱৰ ভগৱান গুৱালৰ নন্দন কৃষ্ণৰো আজি চাৰে চাৰি পোণ বাহিৰ হব ।

শকুনি :

চাচোন এতিয়া—ইমান দিনৰ মূৰত সাত ঘাটৰ পানী এটা ঘাটত গোট খাইছেহি,

কৃষ্ণ :

মাজু দাদা,
শুনিছেনে কান্দোনৰ ৰোল ?
কি জানোবা ধৰ্ম্মৰাজে
শোকত উন্মত্ত হৈ আহিছে ইফালে ।
ৰক্ষা কৰা তুৰন্তে দুৱাৰ,

ভীম :

কৃষ্ণ ! জানো মই,
অমঙ্গলে ভৰপুৰ তোমাৰ আদেশ,
কিন্তু তথাপিতো
নাজানো কি কাৰণত,
নোৱাৰোঁ নুশুনি আমি তোমাৰ আদেশ .
তোমাৰ নামতে মজিছোঁ যেতিয়া,
তোমাৰ আশাকে কৰি লৈছোঁ সাৰ,
( শৰ গৃহৰ দুৱাৰ ৰক্ষণত নিযুক্ত হয়গৈ )

কৃষ্ণ :

ধৃষ্টদ্যুম্ন, শিবিৰ সোমাই তুমি
দিয়াগৈ সান্ত্বনা নাৰীসকলক,
সাৱধান হবা,
কোনেও নোৱাৰে যেন সোমাব ইয়াত ।
( ধৃষ্টদ্যুম্নৰ প্ৰস্থান )
( অৰ্জ্জুনলৈ )
সখি ! নকৰা পলম আৰু
প্ৰদক্ষিণ কৰা অগ্নি,
অগ্নিৰ চাৰিওকাষে সাতবাৰ ঘূৰি
অগ্ৰগুৰু চৰণত প্ৰণিপাত কৰি
অগ্নিত প্ৰৱেশ কৰা ;

অৰ্জ্জুন :

মাধৱ, কি কম তোমাক,
দাদাক এৰিলোঁ, তোমাক এৰিলোঁ,
দাদাৰ বাসনা মই
নোৱাৰিলো কৰিব পূৰণ ;
ভাবিছিলোঁ,
দাদাক ভাৰতপতি কৰি

ধৰ্ম্মৰাজ্য কৰিম স্থাপন ;
কিন্তু,
নহ'ল সঙ্কল্প মোৰ পুৰ,
চোৱা সখি ! চোৱা হৰি !
মৰণ কালত কৰিছোঁ কাকুতি,
ভাৰত সিংহাসনত
বহুৱাই ধৰ্ম্মৰাজক,
এদিনৰ কাৰণেও
কৰা যেন ধৰ্ম্মৰাজা ভাৰতবৰ্ষক,
এয়ে মোৰ অনুৰোধ অন্তিম কালত ;

দুৰ্য্যোধন :

ধনঞ্জয়, -অসহ্য, অসহ্য এনে কথা,
সেইবাবে, অন্তিম কালত, তোমাৰ প্ৰাণত
বাধা হলোঁ আঘাতিব ৰূঢ় কথা কৈ,
কৰা যেন ক্ষমা,
ভাৰতবৰ্ষৰ ক'তো এনে ঠাই নাই,
অধিপতি হব য'ত ভণ্ড যুধিষ্ঠিৰ ;
কিন্তু, শ্মশান ক্ষেত্ৰত মাত্ৰ
এচমকা ঠাই আছে,
প্ৰেতাত্মাৰ প্ৰজা হব তাৰ,

ভীম :

কি পামৰ ? ইমান সাহস তোৰ ?
ধৰ্ম্মৰাজৰ স্থান হব শ্মশানত ?
দেখোঁচোন বাৰু,
কোন হয় অভিষিক্ত
ভাৰতৰ সম্ৰাট পদত ?
অৰ্জ্জুন,
লোৱা তুলি গাণ্ডীৱ হাতত,
বুৰক প্ৰতিজ্ঞা তোৰ বিস্মৃতি সিন্ধুত,
আক্ৰমণ কৰা,—আক্ৰমা জয়দ্ৰথক,
তোমাৰ প্ৰতিজ্ঞা ভঙ্গ পাপ-পৰিণাম,
মই লম মূৰ পাতি আনন্দ মনেৰে ;
মাৰা, মাৰা, মাৰা,
সমূলি নিৰ্ম্মূল কৰা পাপী কুৰুকুল,
( আক্ৰমণৰ উদ্যোগ )

শ্ৰীকৃষ্ণ :

( বাধা দি ) কি কৰা, কি কৰা দাদা,
সামান্য ক্ৰোধৰ বশ হৈ
বিসৰ্জ্জন নিদিবা ধৰম,

ভীম :

ধৰ্ম্ম ? য'ক ধৰ্ম্ম ৰসাতললৈ,
এৰা, এৰা, এৰি দিয়া কৃষ্ণ,
গদামুষ্টি কৰোঁ অধমক,

কৰ্ণ :

মূৰ্খ ভীমসেন ?
যেনে তেনে জন হেনো ৰাজা দুৰ্য্যোধন,
গদাৰে পাৰিবা তুমি বিচূৰ্ণ কৰিব ?
এৰা এনে বাতুলতা এই সময়ত,

শ্ৰীকৃষ্ণ :

কৰা সখি ! প্ৰদক্ষিণ কৰা অগ্নি,

অৰ্জ্জুন :

সাৰোগত তোমাৰ আদেশ,
( অৰ্জ্জুনে অগ্নি প্ৰদক্ষিণ কৰে )

শ্ৰীকৃষ্ণ :

সপ্তবাৰ প্ৰদক্ষিণ হ'জলে সখি ?

অৰ্জুন :

পূৰ্ণ হ'ল সপ্তবাৰ এইবাৰ,

শ্ৰীকৃষ্ণ :

গুৰুক প্ৰণাম কৰা,

অৰ্জুন :

( দ্ৰোণলৈ )
গুৰুদেৱ !
প্ৰণামিছোঁ চৰণত,
অন্তিম বিদায় মাগে তোমাৰ শিষ্যই,
দিয়া মোক শুভ অশীৰ্ব্বাদ— ( প্ৰণাম কৰে )

দ্ৰোণ :

ধনঞ্জয় ! ধনঞ্জয় !
পুত্ৰাধিক স্নেহৰ ডোলত বান্ধি
কিমান অস্ত্ৰৰ ছল শিকাই তোমাক
এয়েনে লভিলোঁ শেষ ফল ?
হায় !
মাৰ গ'ল সূৰ্য্য আজি ভৱ দুৱাৰত,
কি হ'ল, কি হ'ল কৃষ্ণ ?
কি কৰিলা দয়াময় ?
উঃ ! যাওঁ মই—
নোৱাৰোঁ থিবেবে চাব
নিদাৰুণ দৃশ্য এই,
( দ্ৰোণৰ প্ৰস্থান )

শ্ৰীকৃষ্ণ :

ধনঞ্জয় ! প্ৰাণসখি !
প্ৰণামা ধৰ্ম্মৰাজক,

অৰ্জুন :

ধৰ্ম্মৰাজ ! দাদা !
প্ৰণামিছোঁ দাসে চৰণত,

শ্ৰীকৃষ্ণ :

প্ৰণামা পদত সখি মাজু পাণ্ডৱৰ,

অৰ্জুন :

দাদা, মাজুদাদা,
প্ৰণামিছে চৰণত দাস ধনঞ্জয়ে,
নকৰিবা একো শোক অৰ্জুনৰ বাবে,
আহা ভাই নকুল, আহা ভাই সহদেৱ,
দিয়া আহি আলিঙ্গন অন্তিম কালত ।
সন্তপ্ত জীৱন মোৰ কৰা সুশীতল ?
( দুয়োকে আলিঙ্গন )
সখি ! সখি ! অৰ্জুনৰ প্ৰাণ সখি !
দিয়া আলিঙ্গন— ( কৃষ্ণক আলিঙ্গন )
মাধৱ ! সখিভাৱে দিলোঁ আলিঙ্গন,
প্ৰভুভাৱে এইবাৰ নমিছোঁ পদত ।
আশীৰ্ব্বাদ দিয়া,
নলভে নৰক যেন তোমাৰ কিঙ্কৰে ।

শ্ৰীকৃষ্ণ :

দিওঁ আশীৰ্ব্বাদ, দূৰ হ'ক মনৰ বিষাদ,
ৰিপু জয় কৰি,
বিশ্বজয়ী হোৱা জগতত,

অৰ্জ্জুন :

ইকি নাৰায়ণ !
আচৰিত আশীৰ্ব্বাদ দিলা কিঙ্কৰক,
শেষ কৰি সংসাৰৰ খেলা,
ওলাইছোঁ গুচি যাব মায়া ডোল ছিঙি,
এনে সময়ত কিঙ্কৰক,
কিয় দিলা এনে আচৰিত আশীৰ্ব্বাদ ?

শ্ৰীকৃষ্ণ :

ধনঞ্জয় ! সখি !
কদাপি নহয় মোৰ আশীষ নিষ্ফল,
দিয়া সখি ! দিয়া জাপ চিতাৰ অগ্নিত,
দৃঢ় হাতে ধৰা ধনুৰ্বান,
বান্ধিছানে ভালদৰে অক্ষয় তুণীৰ ?
সোমোৱা অগ্নিত এৱে পুত্ৰক সুমৰি,

অৰ্জ্জুন :

অভিমন্যু ! প্ৰাণাধিক পুত্ৰ মোৰ,
ক'ত আছা তুমি ?
মনৰ বেদনা মোৰ মনতে থাকিল,
শাস্তি দিব নোৱাৰিলোঁ পুত্ৰ ঘাতকক,
কাপুৰুষ অপদাৰ্থ পিতৃ মই তোৰ,
ক্ষমা কৰ গুণৰ মাণিক,

ছোকৰাৰ গীত

দাদা মাতা সেই দীননাথ বিপদবাৰণ,
এই অন্তিম কালত যেন বৰষে কৰুণাকণ,
প্ৰাণৰ হেঁপাহ মানে প্ৰাণত সামৰি,
বিসৰ্জ্জিম আজি দগ্ধ চিতাত পৰি,
মোৰ অন্তৰৰ বাসনা—
জীৱনৰ মোৰ সুখময় সেই বাসনা,
আজি সকলোটি দিম বিসৰ্জ্জন,
যাওঁ—যাওঁ তেন্তে সখি—
(চিতাত জাপ দিবলৈ উদ্যোগ)
(অগ্নি-দেৱতাৰ আবিৰ্ভাৱ আৰু অৰ্জ্জুনক ধৰে।)

অগ্নি :

ধনঞ্জয় ! সদায় স্নেহৰ তুমি মোৰ,
সদায় মনত কৰোঁ তোমাৰ প্ৰতাপ.
খাণ্ডৱ দাহন কৰি,
কৰিছা নিস্তাৰ মোক,
মহা বিপদৰ পৰা,
প্ৰতি উপকাৰ ৰূপে মই,
কপিধ্বজ ৰথ আৰু অক্ষয় তুণীৰ,
গাণ্ডীৱৰ স'তে মই দানিছোঁ তোমাক,
বিশ্বজয়ী বীৰ তুমি,
আত্মনাশ কৰিবৰ ইচ্ছা কৰা কিয় ?
বাসুদেৱ সখি যাৰ,
থাকেনে অপূৰ্ণ তাৰ পণ ?
গাণ্ডীৱ হাতত লৈ,
পাশুপাত অস্ত্ৰ হানি,
নাশ কৰা পুত্ৰ ঘাতকক ;
(চিতাত অগ্নি-দেৱতাৰ অন্তৰ্দ্ধান। শ্ৰীকৃষ্ণই পাঞ্চজন্য বজায় আৰু আকাশত সূৰ্য্য উঠে।)

কুৰুপক্ষ সকলোৱে :

(বিমূঢ় হৈ)
ইকি ! ইকি ! ইকি !

শ্ৰীকৃষ্ণ :

চোৱা, চোৱা,
কৌৰৱ পাণ্ডৱ
সকলোৱে চকু মেলি চোৱা,
উঠিল সূৰুয সোৱা অন্ধকাৰ ঠেলি,
এতিয়াও অৰ্দ্ধবেলা শূন্য গগণত,
পাৰ্থৰ প্ৰতিজ্ঞা হ'ক পূৰণ এতিয়া।
ধনঞ্জয় !
বিধাতা প্ৰসন্ন তোমালৈ,
চোৱা সখি !
সূৰুযৰ উজ্জ্বল ৰশ্মিয়ে
কেনেদৰে ইন্দ্ৰজালে ধৰা,
সোনকালে শত্ৰু কৰা নাশ।
বৈ যায় মাহেন্দ্ৰ সুযোগ,
আক্ৰমা জয়দ্ৰথক,

জয়দ্ৰথ :

কি হ'ল, কি হ'ল হায় !
হেৰুৱালোঁ প্ৰাণ,
ক'লৈ যাওঁ—ক'লৈ যাওঁ—
( পলাবলৈ দুৱাৰৰ ফালে যায় )

ভীম :

আহ, আহ, সমৰ আলহী
দেখুৱাই দিওঁ বাট যমপুৰীলৈ,

জয়দ্ৰথ :

হায় ! হায় !
গ'ল প্ৰাণ—গ'ল প্ৰাণ,
কোনে ৰাখে অভাগাক ?
ধনঞ্জয় ! দয়াৰ সাগৰ !
কৃপা কৰা অধমক,
প্ৰাণ দান দিয়া মোক ?
লওঁ মই তোমাৰ শৰণ,

অৰ্জ্জুন :

ছিঃ ছিঃ ! —সিন্ধুৰাজ ইকি কাৰ্য্য ?
বীৰ হৈ কৰা কিয় প্ৰাণৰ সংশয় ?
ইমান ভীকতা কিয় ?
কৰা যুদ্ধ মহা বিক্ৰমেৰে,

জয়দ্ৰথ :

হেৰা বিশ্বজয়ী ৰথী ?
তুমি শত্ৰু যাৰ—
জীৱনৰ আশা ক'ত তাৰ ?
দিয়া প্ৰাণ দান—
মাগিছোঁ অভয় ভিক্ষা তোমাৰ পদত।

দুৰ্য্যোধন :

ধিক্ ধিক্ তোমাক ভীৰু সিন্ধুৰাজ !
প্ৰাণৰ ভয়ত, শত্ৰুৰ পদত,
কৰিছা প্ৰাণৰ ভিক্ষা ?
ক'ত পালা এনে নীচ শিক্ষা ?
ধৰা ধনুৰ্ব্বাণ,
কৰা ৰণ প্ৰাণপণ কৰি।
যায় যাব প্ৰাণ ক্ষতি নাই তাত,
প্ৰাণ গ'লে সন্মুখ ৰণত—
গৌৰৱেৰে গুচি যাবা স্বৰ্গধামলৈ,

কৰ্ণ :

নাই ভয়, নাই ভয়,

বাখিম নিশ্চয়,
অৰ্জ্জুনে অকলে হাতে যুঁজিব কিদৰে ?
একেলগে সকলোৰে নাশিম সাৰ্থক ।

ভীম :

ভীমে হেনো জড়পিণ্ড হৈ
থাকিব ইয়াত ?
ধৰা অসি বীৰেন্দ্ৰ নকুল,
ধৰা সহদেৱ সুতীক্ষ্ণ কৃপাণ,
গদাৰে মই কৰোঁ আক্ৰমণ ।

শকুনি :

অ' বোপা দুঃশাসন ! হ'ল কি ?

ভীম :

ভাল হ'ল মামা,
দুষ্ট দুঃশাসনে সৈতে—
তোমাকো পঠাওঁ যমপুৰীলৈ,

শ্ৰীকৃষ্ণ :

সখি ! নকৰা পলম আৰু,
সাজু হোৱা সমৰত ।

অৰ্জ্জুন :

সিন্ধুৰাজ !
আত্মৰক্ষা কৰা এৱে,

ভীম :

যুদ্ধ, যুদ্ধ,
যুদ্ধ মতলীয়া হোৱা সকলোৱে,
কৃষ্ণৰ কৃপাত আজি—
বিষাদত আনন্দ মিলিল,
( জয়দ্ৰথ-অৰ্জ্জুন, ভীম-দুৰ্য্যোধন, কৰ্ণ-নকুল,
দুঃশাসনৰ যুদ্ধ । )

## দ্বিতীয় গৰ্ভাঙ্ক

ৰণস্থলৰ একাষ

( ৰক্তাক্ত দেহেৰে পলাই আহি জয়দ্ৰথৰ প্ৰৱেশ )

জয়দ্ৰথ :

অৰ্জ্জুন ! অৰ্জ্জুন !
নামাৰিবা—নামাৰিবা মোক—
নিৰদয় নহবা ইমান,
ইকি ! ইকি !
শুশুনি প্ৰাৰ্থনা মোৰ
উগ্ৰ মূৰ্ত্তি ধৰি
আগুৱাই আহিছা যেদি ?
নাহিবা, নাহিবা, নামাৰিবা মোক,
ইকি ! ইকি !
শুশুনিলা, শুশুনিলা—
প্ৰদীপ্ত গাণ্ডীৱ লৈ
ওচৰ চাপিলা আহি ?
অৰ্জ্জুন ! অৰ্জ্জুন !
মিনতি কৰিছোঁ চৰণত,
নাহানিবা তীক্ষ্ণ শৰ আৰু,
উঃ ! কি ভীষণ ! কি ভীষণ !
উপস্থিত মহাকাল শৰৰ মুখত,

মৰিলোঁ—মৰিলোঁ—
সৌৱা, সৌৱা,
সেই পাশুপাত মোৰ প্ৰাণ অন্তকাৰী ;
ইকি ! ইকি !
ইকি দেখোঁ—
আগুৰিছে চাৰিফাল উদ্ভ্ৰান্ত অনলে,
হ্ৰদ, নদী, সাগৰ, পৰ্ব্বত, বন-উপবন,
দগ্ধ হ'ল—দগ্ধ হ'ল পৃথিৱী তেনেই,
ক'লৈ যাওঁ—কেনি পলাওঁ ?
ইকি ! ইকি !
অৰ্জ্জুন—অৰ্জ্জুন—চাৰিফালে অৰ্জ্জুন—
ক'ত গৈ লুকাওঁ এতিয়া মই ?
নাই—নাই—লুকাবৰ ঠাই নাই মোৰ।
সেই—সেই—আৰ্জ্জুনিৰ করুণ বিলাপ,
উঃ ! নোৱাৰোঁ শুনিব আৰু,
কি অন্যায় ! কি অধৰ্ম্মাচৰণ !
চৰায়ে ডালত সৌ
চিঞৰিছে আৰ্ত্তনাদ তুলি—
"মহাপাপী তই জয়দ্ৰথ"
বায়ুবাজে তুলিছে হুঙ্কাৰ—
"ঘোৰ পাপী তই জয়দ্ৰথ"—
খৰস্ৰোতা নদীয়ে গাইছে—
"শিশু হত্যাকাৰী পাপাচাৰী জয়দ্ৰথ"—
গাইছে নীল আকাশে বজ্ৰ গাজোনেৰে
"অধৰ্ম্মী অন্যায় যোদ্ধা পাপী জয়দ্ৰথ"—
চাৰিফালে ধিক্কাৰ মাথোন,
চাৰিফালে আক্ৰমণ,
উঃ !
অধৰ্ম্মীৰ পৰিণাম কিমান ভীষণ,
(গাণ্ডীৱত পাশুপাত অস্ত্ৰ লগাই অৰ্জ্জুন আৰু পাছে পাছে শ্ৰীকৃষ্ণৰ প্ৰবেশ।)

শ্ৰীকৃষ্ণ :

সখি ! সখি !
শিৱক স্মৰণ কৰি,
ততালিকে এৰি দিয়া পাশুপাত বাণ,
কিন্তু সখি, সাৱধান হবা,
মাটিত নপৰে যেন ছিন্ন মূৰ তাৰ,
শৰৰ মুখত তুলি ৰাখিবা শূন্যতে,
মোৰ অনুমতিমতে ভক্ত সুদৰ্শনে
লৈ যাব সেই মূৰ
সমন্তপঞ্চক তীৰ্থলৈ—
য'ত জয়দ্ৰথ পিতৃ
ধ্যানত নিমগ্ন হৈ
চিন্তি আছে শঙ্কৰক ;
তুলি দিব সেই ছিন্ন মূৰ
আচম্বিতে তেওঁৰ হাতত ;
চক খাই যোগীৰাজে ধ্যানভঙ্গ হৈ
ছিন্ন মূৰ পেলাব মাটিত—
ভাঙি গুড়ি হৈ যাব সন্তানৰ মূৰ,
নাপাব যোগীয়ে চিনি সন্তান নে কোন ;
বিধিৰ নিৰ্ব্বন্ধ এই,
নোৱাৰে খণ্ডাব তাক কোনো শকতিয়ে,
নহলে,
যোগবলে বলীয়ান জয়দ্ৰথ পিতৃ
শুনে যদি সন্তানৰ মৃত্যুৰ বাতৰি
ওপজাব কালানল
দণ্ড দিব বুলি তেওঁ সন্তানহন্তাক ;
সাৱধান হবা সখি ! সাৱধান হবা !

অৰ্জ্জুন :

জয়দ্ৰথ ! জয়দ্ৰথ !

মোৰ পুত্ৰহন্তা জয়দ্ৰথ !
যা, যা, তয়ো যা সেই বাট ধৰি,
যমৰ কিঙ্কৰ হৈ
ভুঞ্জি থাক অনন্ত নৰক ;
হেৰা মহাকাল ! হেৰা অৰিন্দম ?
হোৱা আহি স্থিতি তুমি বাণৰ মুখত—

শ্ৰীকৃষ্ণ :

শুনা, শুনা, দিকপালগণ,
সাৱধান ! সাৱধান !
দশোদিশ ৰক্ষা কৰা সাৱধান হৈ ;
ভূচৰ, খেচৰ নাগ, গন্ধৰ্ব্ব, কিন্নৰ,
সকলোৱে শিৱ নাম কৰা উচ্চাৰণ,
উপস্থিত ভীষণ সঙ্কট,

অৰ্জ্জুন :

জয় শিৱ শম্ভু !—( বুলি জয়দ্ৰথক লক্ষ্য কৰি পাশুপাত অস্ত্ৰ এৰি দিয়ে )

জয়দ্ৰথ :

আহিল, আহিল বাণ উল্কাৰ বেগেৰে,
গ'ল প্ৰাণ গ'ল প্ৰাণ—
শঙ্কৰ !—( পাশুপাতে জয়দ্ৰথৰ মূৰ কাটে )

শ্ৰীকৃষ্ণ :

সুদৰ্শন ! সুদৰ্শন !
লোৱাহি জয়দ্ৰথৰ ছিন্ন মূৰ তুলি,
শূন্যে শূন্যে লৈ যোৱা
সমন্তপঞ্চক তীৰ্থ লৈ,
জয়দ্ৰথৰ জনকে য'ত
পুত্ৰৰ মঙ্গল হেতু
পূজি আছে নিতে শঙ্কৰক,
তেওঁৰ কোলাত তুলি
দিয়াগৈ এই ছিন্ন মূৰ,

( সুদৰ্শনে মূৰ্ত্তিমান হৈ আহি জয়দ্ৰথৰ ছিন্ন মূৰ লৈ প্ৰস্থান )

অৰ্জ্জুন :

যাদৱ।
ছিন্ন মূৰ পৰিলে মাটিত
ঘটিলহেঁতেন কোৱা কিবা অমঙ্গল ?

শ্ৰীকৃষ্ণ :

যেয়ে তাৰ মূৰ কাটি মাটিত পেলাব,
তাৰো মূৰ ছিণ্ডিব লগতে,
শঙ্কৰে সন্তুষ্ট হৈ
দানিছিল তেওঁক এই বৰ।

অৰ্জ্জুন :

হেৰা পাণ্ডৱ জীৱন
গুপুত ৰহস্য এই ;
পাণ্ডৱক কৃপা তুমি নকৰাহেঁতেন
বহুত আগতে পাণ্ডৱৰ নাম,
লুপ্ত হৈ গ'লহেঁতেন পৃথিৱীৰ পৰা।
পাণ্ডৱৰ মঙ্গলদাতা তুমিয়ে মাথোন।

শ্ৰীকৃষ্ণ :

আহা সখি !

শিৱিৰত ধৰ্ম্মৰাজে
হৈ আছে চিন্তাত আকুল।
দিওঁ গৈ বাতৰি তেওঁক—

অৰ্জ্জুন :

আহা বনমালী !
বনফুল তুলি
পুষ্পাঞ্জলি দিওঁ চৰণত,
( দুয়োৰো প্ৰস্থান )

ছোকখাৰ গীত

কেনেলো শোভিছে পূণ্য মূৰতি বিমল মধুৰ সুন্দৰ ;
প্ৰাণৰ সকলো দগধ যাতনা পলালে তিয়াগি অন্তৰ।
এই ৰূপেৰেই সুখ-দুখ ভৰা সৰজি কিমান কামনা,
মতলীয়া কৰি প্ৰেমত বুৰোৱা সকলো মানৱ যাতনা।
দিছা যি সান্ত্বনা আমি সকলোকে তোমাৰ অভয় কোলাত,
অন্তিমতো আমাক দিয়া যেন সেই জিৰণি চৰণ ছায়াত।

---

# ধুন-পেচ

১ম দৃশ্য

( মায়েক-জীয়েকৰ প্ৰৱেশ )

মায়েক :

ছোৱালীজনীয়ে মোৰ ধুন-পেচ মাৰে
সেইবাবে লোকে বোলে সহিব নোৱাৰে।
সিহঁতৰ দৰে মোকো দুখীয়া ভাবিছে,
সেইবাবে এনে ভাব মনত আহিছে।
মোৰ ছোৱালীক মই সজাম-কচাম,
লোকে তাত কৰলৈ কি আছে সকাম ?
দহোগুণে ছোৱালীক সজাম কাচোনে,
সিহঁতৰ ওচৰত খুজিব গইছোনে ?
( জীয়েকৰ কালে চাই )
আইদেউ। দুপৰ বেলিকা আজি তই,
নানাবিধ সোণ, মণি সাঁজ কাচ লই,
ঘৰে ঘৰে দেখুৱাই আহিবি এবাৰ,
চখু পুৰি জ্বলি যক অসহন যাৰ।
( মায়েক-জীয়েকৰ প্ৰস্থান। )

২য় দৃশ্য

( নাৰী উন্নতি বিধায়িনী সভাৰ অধিবেশন।
সভাপতিৰ বক্তৃতা। )

সভাপতি :

ভগিনীসকল !
আজি আমি বুকুভৰা কত আশা অভিলাস লই,
কি মহা সিদ্ধিৰ কালে মনে-প্ৰাণে আকৰ্ষিত হই,
মিলিছোঁ ইয়াত আহি, তাক আমি সকলে জানিছোঁ।
আমাৰ উদ্দেশ্য সৎ—তাকো আমি সকলে বুজিছোঁ।
তিৰোতা জাতিৰ ভালে সকলো জাতিৰ ভাল বুলি,
জগতৰ ইতিহাসে কই আছে মুক্ত কণ্ঠে খুলি।
কোনো জাতি জ্ঞানে-মানে অত্যুন্নত সভ্য বুলি ক'লে,
বুজিম তিৰোতা তাৰ অতি সুশিক্ষিতা তেনেহলে।
লক্ষ লক্ষ সুসন্তানসকলৰ দীপ্ত প্ৰতিভাই,
জ্ঞানৰ কিৰণ ঢালি যি দেশৰ মুখ উজ্জলায়;
সেই পুত্ৰসকলক জ্ঞানে-গুণে শক্তিশালী কৰা,
সামৰ্থ্য সম্বলখিনি লাভ হয় জননীৰ পৰা।
সেই মহা মাতৃত্বৰ অতি উচ্চ পবিত্ৰ আসন,
দুদিন পিছতে আৰু আমিয়ে কৰিম সুশোভন।
আমি যদি সকলোৱে হ'ব পাৰো জ্ঞানে-গুণে বৰ,
সন্তানসকলো তেহে হ'ব পাৰে মহৎ ডাঙৰ।
সৰগ শুৱনি সেই স্বদেশৰ ভাগ্যলক্ষ্মী আহি,
আমাকেই চাম বুলি বাট চাই আছে হাঁহি হাঁহি।
যদিহে আমাৰ এই কৰ্ত্তব্যৰ সাধনাৰ পথ,
শেষ হ'ব দিও সৰ্ব্বনাশী বিলাসিতাৰ অনলত
দেৱীয়ে আমাক এৰি হ'ব তেন্তে দূৰতো বিদূৰ,
তেতিয়া আমাৰ দেশ নিৰাশাৰে হ'ব ভৰপূৰ।
যেতিয়াই যি দেশৰ শক্তিৰূপা তিৰোতা জাতিয়ে,
ধুন-পেচ ধুমুহাত আত্মশক্তি উৰি যাব দিয়ে,
তেতিয়াই সি দেশত বিনাশৰ ভিৰিঙতি পৰি,

সকলো গৌৰৱ মানে পুৰি দিয়ে ছাই মাটি কৰি।
এই কথা জগতৰ সকলোৰে বুৰঞ্জীত কয়,
যদিহে নামানো আমি তেনেহলে বিনাশ নিশ্চয়।
এতেকে ভনীটিহঁত ! ধুন-পেচ প্ৰলোভন এৰি,
আগুৱাই যাওঁ আহা সাধনাৰ মহা সূত্ৰ ধৰি।
( হাত তালি দি সকলোৰে প্ৰস্থান। )

৩য় দৃশ্য

( নানা সাজে-কাচে সুসজ্জিতা হৈ, নানাবিধ হাস্যজনক লাস-ভাস কৰি আইদেউৰ প্ৰৱেশ। )

আইদেউ :

মোক আজি সজালে আই,
আনৰ চকুত পৰক ছাই।
আইৰো নিজৰ গহনা-পাতি,
পিন্ধালে মোক গাঁথি গাঁথি।
যাওঁ আগেয়ে প্ৰভাৰ ঘৰক
তেওঁৰে চোন চকু পোৰক।
( আইদেউৰ প্ৰস্থান। )

৪ৰ্থ দৃশ্য

( প্ৰভাৰ ঘৰত প্ৰভাই সৰু ভায়েক-ভনীয়েকৰ ফটা কাপোৰ, কিতাপ আদি সী আছে, এনেতে আইদেউৰ মুখত গৰ্ব্বিত ভাবেৰে প্ৰৱেশ। )

আইদেউ :

প্ৰভা ! তুমি কি কৰিছা ?
ফটা কাপোৰ কিয় সীছা।

প্ৰভা

সৰু ভাই-ভনীহঁতৰ,
এইবোৰ ফটা কাপোৰ।
অলপতে সী নিদিলে,
বেয়া হ'ব বেছি ফাটিলে।

আইদেউ :

ফটা কিতাপো সীছা দেখোন.
বেচ ইয়াৰ পইচা মাথোন।
তুমি বৰ কিৰ্পিণ হে,
ইয়াত মোৰ মন নাহে।

প্ৰভা :

নহওঁ নিচেই কিৰ্পিণ মই,
আইয়ে দিছে শিক্ষা এই।
সৰু ভাই-ভনীহঁতে,
ছিৰে কিতাপ নিতে নিতে।
দিনৌ যদি এইদৰে,
ডুপইচাকৈ খৰচ কৰে,
বহু পইচা খৰচ হ'ব,
দেউতাই ইমান ক'ত পাব ?

আইদেউ :

এইটো জানো তোমাৰ কাম ?
নাশ কৰিলা আমাৰ্ নাম।
ধনী মানুহৰ ছোৱালীয়ে,
ফটা বস্ত্ৰ জানো সীয়ে ?
আমাৰ কাপোৰ ফাটিলেই,
নলওঁ পুনৰ কাপোৰ সেই
নতুন চাই কিনি আনোঁ,
বজাৰত নাই জানো !
মোক হলে আইয়ে মোৰ
কৰিব নিদিয়ে এইবোৰ।

প্ৰভা :

আমি হলে নহওঁ তেনে,
তুমি ভাগ্যৱতী যেনে
আইয়ে মোৰ দিছে ব'ই,
যিমান পাবো সিমানকৈ
লব পাৰা বস্তুখিনি
এৰি নতুন পালো কিনি—
তাকেই বাটি-বুটি লই,
ৰম আমি সুখী হই।
আমি যদি ধুন মাৰোঁতে,
খৰচ কৰো তোমাৰ মতে,
বেয়া পাব পিতাই মনত,
আদৰ নাপাম কাৰো কাষত।
ধুন কোনেও নাপায় ভাল
তাত মানুহৰ ছিঙে ছাল।

আইদেউ :

তুমি লব নোৱাৰা বুলি
আনকো দেখিলে যোৱা জ্বলি।

প্ৰভা :

আইয়ে মোক শিখালে যি
তাকেহে ক'লো, ছি! ছি!
এনে কথা কিয় কোৱা!
কাম হ'ল যদি যোৱা,
মোৰ বহুত কাম আছে,
নহলে আইয়ে বকিব পাছে।
( প্ৰভা গৈ ভিতৰ সোমাল ; আইদেউ মুখত খং অভিমানৰ ভাব লই ফিৰি আহিল। )

৫ম দৃশ্য

বিধুয়ে ঘৰত কাম-কাজ কৰি উঠি জিৰণি লোৱাৰ লগে লগে অলপ কিতাপ পঢ়িছে।

আইদেউ :

বিধু! কিনো কৰিছাঁহে।

বিধু :

অ' ধুন-পেচটো আহিছানে?
আহা, আহা, চকিখনত ওচৰ চাপি বহাচোন।
আগতকৈয়ো আজি তোমাৰ ধুন-পেচটো
চৰাচোন।

আইদেউ :

ৰাতি পুৱাবৰে পৰা সজাই কচাই আই,
ফুৰি ফুৰি আহিবলৈ দিলে পঠিয়াই।

বিধু :

পুৱাৰ পৰা তোমাৰ আয়ে সজাইছে তোমাক,
সেই কাৰণে দিছা আজি এনে ধুনৰ পাক।
আমাৰ আয়ে পুৱাই উঠি আমাক জগাই দি,
গাইপতি দিলে ভগাই যাৰ কাম যি যি।
প্ৰথমতে মুখ হাত ধুই জলপান খাই লই,
কিতাপ-পুথি লেখা-পঢ়া কৰি আটাই থই।
ময়লা দুখান কাপোৰ আছিল চাবোনমাৰি ধুলোঁ,
ৰ'দত শুখাই জাপি জুপি ভাৰত আলাই থলোঁ।
তাৰ পাছত গা-পা ধুই ভাত-পানী সিজালোঁ,
আই, পিতা, ভাই, ভনী, মই সকলোৱে খালোঁ।
এতিয়া অলপ আজৰি পাই চাইছো ক্লাছৰ পাঠ
নহলে কালি শিক্ষয়িত্ৰীৰ শুনিম বেয়া মাত।
( আইদেৱে ক্ৰমে মনত লাজ পাই আহিছে )

আইদেউ :

যাওঁ এতিয়া মই কিতাপ পঢ়ো গই
( উঠে )

বিধু :

বহা, বহা কমলা,
কথা এটা কওঁ মই
বেয়া পাবা হবলা।

আইদেউ

নাপাওঁ একো বেয়া,
কিনো কবা কোৱা।

বিধু :

ধুন-পেচটোক গায়ে মুৰে
বান্ধি লব যি,
তাৰ তাপতে সিজি সিজি কোমল হ'ব সি।
কোমল গাত শ্ৰম নসহে- এলেহুৱা হয়,
তাৰ পাছে সেই গাত বেমাৰে বাঁহ লয়।
বিনা শ্ৰমত যি শৰীৰত বেমাৰ আহি ধৰে,
কোনো ওঝাৰ দৰৱে তাত গুণকে নধৰে।
এই ৰকমে মানুহবোৰৰ অকাল মৃত্যু ঘটে,
এই কথাটো আই-দেউতাই কয় নিতে নিতে।
আৰু কয় ছোৱালী হলে গৃহিণী এদিন হ'ব,
পৰিয়ালৰ সকলো কাম কৰিব লাগিব।
ভুৰ পৰিলে অলপ বেলি তাঁতত বহিম গই,
পৰহিতে এখান কাপোৰ উলিয়াব লাগিব বই।
ভাই, ভনী, আই, পিতা সকলোকে মই
নিজে কৰি ৰান্ধি-বাঢ়ি খুৱাব লাগিব গই।
নিজ হাতেৰে পিন্ধা কাপোৰ লাগিব দিব বই,
ময়লা হলে কাণি-কাপোৰ লব লাগিব ধুই।
সেই কাৰণে লেখা-পঢ়াৰ লগে লগে আয়ে,
সকলোবোৰ ঘৰুৱা কাম শিখিবলৈ দিয়ে।
( আইদেৱে মনত আঘাত পাই গুমুটকৈ
গুচি আহিল )

### ৬ষ্ঠ দৃশ্য

( মায়েক বহি আছে, আইদেৱে মুখ ভাৰ কৰি
আহি মায়েকত গোচৰ দিছে। )

আই, মই আৰু ধুন-পেচ নামাৰো, মোক
সকলোৱে লাজ দিয়ে।

[ ৮ম বছৰ ১২শ সংখ্যা 'আসাম বান্ধৱ'ত
প্ৰকাশিত। ]

# একোক্তি

**ফৰাচী মহিলাৰ উক্তি**

নানা বয়-বস্তুৰ দ্বাৰা সুসজ্জিত, আনন্দদায়ক আলোকত উদ্ভাসিত এটা কোঠালি। আৰ্চি, গহণাৰ বাকচ আৰু সাজ-পোছাকৰ দ্বাৰা পৰিপূৰ্ণ এখন মেজ আগত লৈ ফৰাচী মহিলা এজনী সাজ-পাৰত ব্যস্ত।

চাম অভিনয় আজি—
প্ৰাণ মন হৰা
বিয়াকুল কৰা
উঠিছে বাজনা বাজি;
চাম অভিনয় আজি।
শত্ৰু অত্যাচাৰৰ পীড়নে কঠুৱা কৰিছে মন,
নাট-উৎসৱৰ মধুৰতা আনি কোমলাম হিয়াখন।
সাজিছো ধুনীয়া কেনে।
মণি মুকুতাৰ,
বালা-বাজু, হাৰ
সোণালী সাজত এনে
সাজিছো ধুনীয়া কেনে।
বহুদিন আজি সাজ কাছোনত
কৰা নাই একো যত্ন,
জনম-ভূমিয়া বেদনা বেথাত মন কিয় দেহাবয়?
দিবনে কোনোৱে লাজ?
এই বিপদৰ
কৰ্তব্য কামৰ
হোৱা বুলি মই কাজ
দিবনে কোনোৱে লাজ?

শত্ৰু আক্ৰমণৰ কালত ক্ষুদ্ৰ যি আছে
শক্তি,
আহতক সেৱি জনমভূমিক কৰিছো
যি পাৰো ভক্তি।
পিন্ধি সেৱিকাৰ সাজ.
সমৰ ভূমিত
নিৰভয় চিত,
কৰিছো সেৱাৰ কাম,
পিন্ধি সেৱাৰ সাজ।
তাৰ পাছে আজি ইমান দিনত নাট
অভিনয় হ'ব,
অলপ সময় চাব গলে তাক কোনে দোষ
বুলি কব?
( অলপ ভাবি )
পৰিছে মনত আহা!
তেজে বাণ্ডি যোৱা,
মৰোঁ মৰোঁ হোৱা
ৰণুৱাৰ এটি দেহা
পৰিছে মনত আহা।
ওৰেও ৰাতিটো ওচৰত বহি সেৱিছো
কত কি কৰি!
প্ৰাণ কটা তাৰ বেদনা দেখিছো চকু মুখ
উঠা ভবি।
ক'জেনো কিমান কথা
গোটাই লোকৰ
বেদনাৰ ভৰ

মুখখনিত ভৰি উঠা :
ক'লেনো কিমান কথা।
আই, ভাই, ভিৰী, ল'ৰা, ছোৱালীৰ
চেনেহৰ গাঁঠি কাটি
জনমভূমিৰ আহ্বানে তাক নিছিল
ৰণলৈ মাতি।
কথাই কথাই তাৰ শেঁতা পৰা চখুৰ চুকত
ভমকি ভমকি জুই জ্বলিছিল প্ৰলয় কোপত
উদ্দীপ্ত অগনি শিখা জ্বলিছিল বিজুলী বেগত।
শক্তি নাই তথাপিতো দুয়োহাত বজ্ৰ মুঠা বান্ধি,
আতুৰ কণ্ঠেৰে কত ক'লেনো কি আৱেগত
কান্দি!
"দুৰ্দ্দান্ত শত্ৰুই আজি গৰ্ব্ব কৰি সোমাই
দেশত,
অত্যাচাৰ কৰি কত বুৰাইছে দেশ
বিবাদত।
আত্মীয় স্বজন বন্ধু-বান্ধৱৰ প্ৰতি ঘৰে ঘৰে,
অকথ্য অত্যাচাৰত হিয়া ভগা আৰ্ত্তনাদ সৰে।
তেজ পানী কৰি অৰ্জ্জা স্বদেশৰ অপৰ্য্যাপ্ত
ধন।
বিদেশী দস্যুৱে আজি লুটি নিয়ে নিৰ্ভয়
মন—
অবলা কুল কামিনীয়ে ঘৰে ঘৰে কৰে
হাহাকাৰ।
ঘাটে, বাটে জুই জ্বলা হুমুনিয়া অলে যাতনাৰ।
সুখ-শান্তি হাঁহি ভৰা স্বদেশৰ মুখখনি আজি,
ঘৃণিত শত্ৰুৱে আহি দিছে দুখ, দৈন্য দি বাজি।
দুৰ্ভিক্ষৰ চেপা খাই জননীৰ সোণালী শৰীৰ,
জীৰ্ণ, দীৰ্ণ, শক্তিহীন, শোভাহীন, অথিৰ
অধীৰ।

বুঢ়া, পিতা, মাতা মোৰ বালকজকৈও বলহীন,
কি দৰে সহিব এনে দাৰুণ যাতনা দিন দিন?"
সি কথাই স্মৃতি মোৰ এতিয়াও কৰিছে কাতৰ,
নহব নহব মোৰ মৰিলেও মনৰ আঁতৰ।
দেশৰ বতাহ, পানী, আলোক আকাশে কাণে
কাণে
এই কু কাহিনী কই অন্তৰত অগ্নি অস্ত্ৰ হানে।
দিনে দিনে অবিচাৰ কৰিছে কিমান,
নিলাজ দম্ভেৰে হৰি নিছে লাজ-মান।
দেশময় হাহাকাৰ ভৰা,
কি সতেনো যাওঁ মই নাটোৎসৱ চাব?
ধিক এই আয়োজন কৰা।
সিহঁতেনো কি লাজেৰে অভিনয়
গাব?
গোটেই স্বদেশ আজি দাসত্বত ঢাকা
বাট, ঘাট, আলো, বায়ু কলঙ্কেৰে আঁকা।
ই কলঙ্কলৈ আজি বাক,
বাজিছেনো কি সতেৰে নাটৰ সঙ্গীৰত?
লাগে নেকি উৎপীড়ন আক।
নহলে ইমান কিয় হ'ব উল্লাসিত?
(নিজলৈ) তয়ো ধিক জননীৰ নিলাজী দুহিতা।
হীনমনা অভাগিনী এনে লঘুচিতা
দেশখন শত্ৰু-পদানত
প্ৰপীড়িছে পশুত্বৰ শাসনে;
কি লাজেনো যাবি উলাহত,
অভিনয় চাব আজি আনন্দিত মনে?
লাজ-মান কাটি কৰি কি লাজেনো আজি,
ইমান গুৱনি হই ওলাইছ সাজি?
সুগন্ধি আতৰ ঢালি ঢালি
আমোল-মোলোৱা এই সাজ-পাৰ পিন্ধি,

গ'লে এই বাট-পথ ফালি,
গালি দিব গাছে-পাতে গায়ে-মূৰে বিন্ধি
ই সাজ নিপিন্ধো আৰু,
দিয়ে লাজ দিব বাৰু !
আনন্দৰ কাল এই নহয় আমাৰ,
যন্ত্ৰনাৰে ভৰপূৰ অন্তৰৰ পাৰ।
যা যা তই সোণালী কাচোন
যা যা মণি-মুকুতা ৰতন ;
জননী জনমভূমি যাৰ,
দাসত্বত কৰে হাহাকাৰ,
কদাপি নোশোভে এনে সাজ-পাৰ তাৰ।
অলঙ্কাৰহীনা হই
যাম নাট চাব মই।
মাননীয় সভাসদসকলে যেতিয়া
সুধিব সাজৰ কথা ; শুনাম তেতিয়া
বেদনাৰ অগনি উগাৰি
হিয়া পোৰা কথা একেষাৰি
দাসত্ব ফান্দত যাৰ মাতা,
তাৰ এনে আয়োজন পাতা,
উচিত নে কোৱা বাৰু দেশৰ বিধাতা ?
জননী জনমভূমি মোৰ আই
দুৰ্ব্বহ শোকৰ বোজা বই
পৰি আছে যাতনাত চাটিফুটিকৈ
লাজ-মান হেৰুৱাই আধা মৰা হই।
হই মই তেওঁৰে দুহিতা
সাজে-পাৰে হই সুসজ্জিতা,
মৰা মুখ গ্লানি দুখ খাই
সুখ সনা হাঁহিত বোলাই
কিদৰে আনন্দ পাম নাটোৎসৱ চাই ?
মাতৃৰ করুণ বেথা
গলি উঠা সুৰ এটা
কি জানোবা বাজি উঠি তোমাৰ নাটত
অকণি শান্তিও ঢালে ব্যথিত প্ৰাণত
সেইবাবে সাজ-অলঙ্কাৰ
এৰি অশ্ৰু ঢালি যাতনাৰ
দুখুনীৰ ফটা সাজ লই,
মন মৰা, প্ৰাণ মৰা হই,
নাট উৎসৱত আজি উপস্থিত মই।*

*ইং ১৮৭১ চনত ফ্ৰাঙ্কো-জাৰ্মান যুদ্ধৰ সময়ৰ এটা ঘটনা লৈ লেখা ফৰাচী কবি কোপ্পেৰ কবিতাৰ শ্ৰীজ্যোতিৰিন্দ্ৰনাথ ঠাকুৰৰ বঙলা অনুবাদৰ ভাব লৈ লিখা। ৭ম বছৰ ৩য় সংখ্যা 'আসাম-বান্ধৱ'ত প্ৰকাশিত।

# ভক্ত গৌৰব

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

### সখীসকলৰ গীত

ফুলে ফুলে ফুৰিছে উৰি
ভোমোৰা কলীয়া
বসন্ত পৱন এবে
প্ৰেম মতলীয়া ;
কিহৰ আৱেগে তোলে মন নচুৱাই ?
কানুৰ বেণুৰ সেয়া ৰিণিৰিণি ধ্বনি
শুনা কাণ পাতি সখী শুনি কি শুশুনি
প্ৰাণৰ ভাৱনা আজি
ভাবতে বিভোৰ
দূৰ গগণৰ ফালে চাই।
শুভ্ৰ-শাৰদী জোনকত জ্বলি আছে
যমুনাৰ নিৰ্জন বালি
বিয়াকুল গোপীগণে বিচাৰি ফুৰিছে তাত
কৃষ্ণৰ চৰণৰ ধূলি
—বিৰহৰ উচটনি পাই।

প্ৰতিভা :

সখী, সংগীত শুনিবৰ মোৰ আৰু অলপো ভাল নালাগে। দুই-চাৰিদিন আগতে চৰাই-বোৰৰ ম'উ সনা মাত শুনিলেও অন্তৰত আপোনা আপুনি সংগীতৰ সুৰ বাজিব ধৰে, প্ৰাণ নাচি উঠে। কিন্তু এতিয়া কব নোৱাৰোঁ সঙ্গীতৰ সুৰ কাণত পৰিলেও সুখ-শান্তিৰপৰা বঞ্চিত হৈ চাৰিওফালে মাথোন অসুখ-অশান্তিৰ ছবিহে দেখা পাওঁ। সঙ্গীতৰ লগে লগে সুখৰ ভঁৰাল বুলি নতুন এটা অভাৱে আহি অন্তৰত থিত হয়। মই জানো, সেই অভাৱ পূৰ্ণ হবলৈকে মোৰ একো বিপদ নাই। মোৰ অন্তৰৰ ধন মই সোনকালে পাম। কিন্তু যি সঙ্গীতকেই মোৰ জীৱনৰ সকলোখিনি বুলি ভাবিছিলোঁ সেই সঙ্গীতেই মোৰ কামনাৰ ছবিখনি বহুত নিলগাই নি, মোক প্ৰলোভিত কৰি জনায় যেন মোৰ সাধনাৰ ধন, মোৰ অন্তৰৰ ধন, এই জীৱনত আৰু নেপাম। সখী। মই বৰ দুৰ্ভাগিনী।

সখী :

সখী, ইমান বুকু ভৰা ৰূপ, মুখ ভৰা ম'উ প্ৰাণভৰা প্ৰেম লৈ এনে অমঙ্গলীয়া কথা কিয় কোৱা? তুমিয়ে যদি এনে কথা কোৱা, আমি কি কৰিম সখী?

প্ৰতিভা :

সখী, আকাশত চন্দ্ৰ উঠে বনত নানা বৰণীয়া ফুল কুঁৱৰীসকলে মুখত নানা দৰৰ সুগন্ধ সানি প্ৰাণ ভৰাই থাকে, কিন্তু সিহঁতৰ সেই ৰূপ, সেই সুগন্ধ ভোগ কৰিবলৈকে কোনো ভাগ্যৱান পাত্ৰ

নাথাকিলে, সিহঁতৰ মনতেই বা কি সুখ আৰু জীৱনৰেই বা কি সকাম ভাবি চোৱাচোন সখী !"

সখী :

কুৰঁৰী, তুমিতো আৰু সিহঁতৰ দৰে উপেক্ষিতা হোৱা নাই। তোমাৰ ৰূপ, তোমাৰ প্ৰেম ভোগ কৰিবলৈকে উপযুক্ত পাত্ৰ এজন দেখোঁ দিনে ৰাতি সাজু হৈ আছে !

প্ৰতিভা

"সখী, তুমি কেনেকৈ জানিলা ? মোৰ নিচিনা দুৰ্ভাগিনী এজনীৰ মনৰ দুখ দূৰ কৰিবলৈকে মোৰ কোন আছে ? আহা ! যদি এনেকুৱা সৌভাগ্যৱতী হব পাৰিলোহেঁতেন !

সখী :

কিয় সখী, যুৱৰাজে দেখোঁ দিনে ৰাতি তোমাকে ভাবি থাকে ?

প্ৰতিভা :

সখী, প্ৰথমতে মইও বুজিছিলোঁ, যুৱৰাজে মোক বৰ ভাল পায় ; বৰ মৰম কৰে ; মোৰ প্ৰাণত সুখ দিবলৈকে তেওঁ সকলো এৰিব পাৰে। কিন্তু আজি দুই দিনমানৰ পৰা মোৰ সেই সুখ শান্তিময় বিশ্বাস গৈ কল্পনাত পৰিণত হ'ল।

সখী :

এনে অসম্ভৱ কথা কোৱা কিয় সখী ? ৰজা সকলো ঠাইতে ৰজা। মানুহৰ ওপৰত ; ৰাজ্যৰ ওপৰত যেনে ৰজা, প্ৰেমৰ ওপৰতো তেনে ৰজা। তোমাৰ প্ৰেমৰ ওপৰত যুৱৰাজৰ যেনে আসক্তি হৈ পৰিছে, তাত ৰাজ্য নকৰালৈ তেওঁ এৰিব বুলি কেতিয়াও বিশ্বাস নকৰিবা সখী !"

প্ৰতিভা :

কিন্তু তথাপিতো, মোৰ অন্তৰত কি এটা ভয় সোমাই পৰিছে কব নোৱাৰোঁ। যেন যুৱৰাজৰ লগত মোৰ আৰু মিলন হবৰ আশা অলপো নাই।

সখী :

এনেকুৱা মিছা ভয় অন্তৰত কেতিয়াও ঠাই নিদিবা।

প্ৰতিভা :

সখী, বহুত ভাবিছো, বহুত চেষ্টা কৰিছো, কিন্তু একোতে একো নহয়। সাহত ভৰ দি বুকু বান্ধি, এই বিচ্ছেদৰ ভয়টো খেদিবৰ ইমান চেষ্টা কৰোঁ, কিন্তু সেই ভয়টোৱেই নানা ৰকম মূৰ্ত্তি ধৰি চাৰিফালৰপৰা মোক এনেদৰে বিদ্ৰূপ কৰে যে মোৰ বুকু ভাঙি যায়। উৎসাহ, আনন্দ সকলোখিনি নোহোৱা হয়। তেতিয়াই এনে এটা প্ৰবল ইচ্ছা হয়, ভৱিষ্যৎ জীৱনৰ সকলোখিনি সুখ-শান্তিকেই বুকুত বান্ধি হেজাৰ হেজাৰ মানুহৰ হা-হুতাৰ সঙ্গ এৰি দি জন-প্ৰাণীহীন কোনোৱে নজনা নুশুনা ঠাইত গৈ লুকাই থাকো। সংসাৰৰ জ্বালা-যন্ত্ৰণাই যেন আৰু লগ নাপায়।

( ধাত্ৰীৰ প্ৰৱেশ )

ধাত্ৰী :

প্ৰতিভা, তোক কিহে পাইছে কচোঁন। আজি দুদিনমানৰপৰা কিয় এনে মন মাৰি থাক? খাব লবৰে বা বিচাৰ নাই কিয়? আই, এনেখন ছোৱালীতো আৰু ক'তো দেখা নাই! আহ এতিয়া তই ঘৰলৈ। ভোক লগা নাইনে?

সখী :

(ধাত্ৰীক) মাধৈৰ মাক, আজি সখীৰ মনত এটা বৰ বেজাৰ লাগিছে।

ধাত্ৰী :

কিয়! বেজাৰ লাগিছে কিয়? এইটোকে এৰাব নোৱাৰিলোঁ তোৰ আৰু! আজি বোলে এনেখন বেজাৰ লাগিছে, কালি বোলে এনেখন দুখ লাগিছে! আইকণ, তই নো সদায় এনেকৈয়ে জীৱন কটাবিনে? কচোঁন তোৰ কি বেজাৰ লাগিছে? দিন ৰাতি এনেকৈ থাকিব লাগিলে আৰু কেনেকৈ হয়, হু!

প্ৰতিভা :

(তলমূৰ কৰি নিমাত।)

ধাত্ৰী :

এইটোকে গুচাব নোৱাৰিলোঁ তোৰ! থাকিবি জুমুক মাৰি, মনত বেজাৰ লাগিছে! সুধিলে তলমূৰ কৰি থাকিবি; একো নামাতিবি। এনে হলে কেনেকৈ হয় কচোঁন? মনত বেজাৰ লাগিছে—লাগিছে, লাগিছে। এতিয়া ক'লেহে বুজিব পাৰি মনত কি বেজাৰ লাগিছে। মইও তোৰ ধাত্ৰী হোৱাৰ সফল, আৰু তোকো মই তালি-তুলি ডাঙৰ কৰাটো সফল। তোৰ সৰু কালতে আই মৰিছে। তেতিয়াৰ পৰাই তোক তুলি-তালি ডাঙৰ কৰি ভাবিছিলোঁ, বুঢ়া কালত তোৰ সুখ দেখিয়েই মইও সুখ পাম। মোৰ ফুটা কপাল! তোৰ আৰু সুখ দেখা নাপালোঁ। হৰি! হৰি! মই এই জীৱনটোহে লৈ আছিছিলোঁ?

প্ৰতিভা :

ধাত্ৰী আই, এনে কথা কিয় কোৱা তুমি? মই নো····(তলমূৰ কৈ চকুলো টুকিব ধৰে)।

ধাত্ৰী :

ক, কি কব খুজিছিল! আৰু নামাতা হলি দেখোঁ?

সখী :

ধাত্ৰী আই, সখীয়ে তোমাৰ আগত মনৰ কথা খুলি কব লাজ কৰিছে।

ধাত্ৰী :

মোৰো আগত কবৰ লাজ কৰিব লাগিছেনে? তই দেখোন মোৰ বুকুৰ জীউ! মোৰ আগতো আৰু কথা ভাঙি কবৰ লাজ কৰিব লাগেনে? (সখীলৈ চাই) ইন্দিৰা, তয়ে কচোঁন কিবা জাননে?

সখী :

ধাত্ৰী আই, সখীয়ে যুৱৰাজক বৰ ভাল পাইছিল, আৰু যুৱৰাজেও সখীক বৰ ভাল পাইছিল। দুয়োৰে প্ৰেম পৰস্পৰে দিয়া লোৱাও কৰিছিল। এতিয়া হেনো সখীয়ে আৰু যুৱৰাজৰ আশা এৰি দিবলগীয়া হৈ পৰিছে। সেইবাবে সখীৰ মনত বেজাৰ লাগিছে।

ধাত্ৰী :

অ', এইটোহে কথা! মোৰ আই! যুৱৰাজৰ আশা এৰি দিব? যুৱৰাজে নিজে আহি বান্ধ খাই পৰিব! এনে চকচকীয়া মুখ, এনে প্ৰাণ-ভুলোৱা ৰূপ, এনে ঠামুৱা গঠন—যুৱৰাজ নাহিব? আহ আইকণ, তই এইবাবে অলপো ভয় নকৰিবি। তহঁত সৰু ছোৱালী একোকে ভু নাপাৱ। ফুল ফুলিলে হাজাৰ হেঙাৰ ভাঙিও ভোমোৰাই লৰ ধৰে। আহ এতিয়া, আহ। এনেকৈ মন মাৰি নাথাকিবি।

প্ৰতিভা :

ধাত্ৰী আই, মোৰ ইয়াত অলপমান সকাম আছে। তুমি অলপ আগ বাঢ়া। মই অলপপৰ পিছতে যাম। সখী, তুমিও অলপ আগ বাঢ়া।

ধাত্ৰী :

কৰ ভয়ে কি কৰ।

(ধাত্ৰী আৰু সখী দুয়োৰে প্ৰস্থান)।

প্ৰতিভা : (অকলে অকলে)

যাগ-যজ্ঞ পূজা আয়োজন
মনস্থিৰ একোতে নহয়
আৰম্ভতে নৱ জীৱনৰ
সুখভৰা কল্পনাৰ কিমান লহৰি
উঠিছিল অন্তৰত ঢোলকে ঢোলকে
ভাবিছিলোঁ—
এই সুখ হ'ব মোৰ জাউতি যুগীয়া।
এইটো সুখতে মোৰ
পলুৱাই সকলো হেপাহ
উটি বুৰি থাকিম সুখেৰে।
কিন্তু—
কিয় তেন্তে প্ৰাণ মোৰ আকুল
আচম্বিতে কিয়বা মনত
নিৰাশাৰ বজ্ৰ পৰি
ভাঙি দিব খোজে মোৰ অন্তৰৰ বল!
নিৰাশ হ'বৰ দেখো
আগন্তুকো দেখা নাই একো
যুৱৰাজে কেতিয়াও দেখো
কোৱা নাই নিৰাশাৰ কথা মোক।
কিয় তেন্তে প্ৰাণ মোৰ কাতৰ ইমান?
কদাপিতো নহয় বিশ্বাস।
কুমাৰ নহয় এনে হৃদয় বিহীন।
যিখনি অন্তৰ লৈ
ভাল মোক পাইছে কুমাৰে
সেই অন্তৰেৰে পুনু
দয়াহীন হৈ
সেই ভালপোৱা পুনু
কদাপিতো নলব কোঁচাই।
তেন্তে

কি আছে কাৰণ মোৰ কাতৰ হবৰ ?

( তাম্ৰধ্বজৰ প্ৰৱেশ )

তাম্ৰধ্বজ :

আহা !
হিয়া সৰসাৰ মোৰ কল্পনা কুসুম
অকলে অকলে আছে মাধুৰি বিলাই।
এনুৱা সৌন্দৰ্য্যময়ী সুন্দৰীৰ প্ৰেম
পাৰো যদি প্ৰাণত মিলাব
হব মোৰ সাৰ্থক জীৱন।
প্ৰতিভা !
আছা তুমি অকলে ইয়াত ?
এনেদৰে অকলে থাকিলে
চোৰ দস্যু অনেক ইয়াত
চুৰ কৰি নিব পাৰে।
এনেকুৱা ৰূপৰ কাৰণে
কাৰণো প্ৰাণত লোভ নহব, প্ৰতিভা !
নানান চৰাই সৌৱা গছৰ ডালত
সিহঁতেও চোৰ—
ইডাল সিডাল কৰি
নানান অঙ্গী ভঙ্গী ধৰি
কত গান গাই
কত ছল চাই আছে
লুভীয়া ভোমোৰাবোৰে
গুণগুণ সুৰে
ফুলনি মুখৰ কৰি ফুৰিব লাগিছে।
সিহঁতেও ছল চায় আছে
কেতিয়াবা তোমাৰ
গোলাপী গালত বহি
মউ পিব হেঁপাহ পলাই।
আজি পূৰ্ণিমা
সূৰ্য্যদেৱ মাৰ গ'লে
এতিয়াই উঠিব জোনাই।
তোমাৰ তেজাল ৰূপ তুলি নিবলৈকে
সোণৰ ধৰণি জুৰি আলোকত জানে ?
তেনে আজলা তুমি।
সংসাৰৰ কুটিলতা
নোৱাৰা বুজিব একো।

প্ৰতিভা :

কুমাৰ ?
অবোধ বালিকা মই
কিয় কৰা বিদ্ৰূপ ইমান ?
কি দোষত দোষী দাসী তোমাৰ পদত ?

তাম্ৰধ্বজ :

প্ৰতিভা সুন্দৰী।
তুমিয়ে প্ৰাণ মোৰ আনন্দ ইমান।
তোমাৰ মউ সনা
মুখখনি ভাবি ভাবি
নাপাওঁ অলপো ভু
কোন কালে শেষ হব দিন-ৰাতি মোৰ
থাকিলেও হাজাৰ চিন্তাত
তোমাৰ মুখৰ এই
গান ভৰা হাঁহিখিনি মনত পেলাই
টিপতে পাহৰি যাওঁ।
প্ৰাণ মোৰ
পমি যায় সুখ সাগৰত।
কি দোষ কৰিবা তুমি
দেখিমে বা কি দোষ তোমাৰ

প্ৰাণৰ প্ৰতিভা।
বুজিলাহেঁতেন যদি তুমি
কেনে ভাল পাওঁ প্ৰাণেৰে তোমাক
তেন্তে মোক খুলি কোৱা প্ৰাণৰ কথা
বিদ্ৰূপ কৰিছো বুলি নকলাহেঁতেন।
তুমিয়ে প্ৰাণত মোৰ শান্তিৰ জোনাক
পিয়াহ পলোৱা মোৰ তুমিয়ে সাগৰ,
প্ৰাণ ভৰা হেঁপাহৰ তুমিয়ে অমৃত
তুমিয়ে প্ৰাণৰ মোৰ একমাত্ৰ ৰাণী
বিদ্ৰূপ কৰিছো বুলি কিয় কোৱা তুমি ?

প্ৰতিভা :

কুমাৰ ?
মূৰ্খ নাৰী মই
কি কথাত কব লাগে কি কথা তোমাক
ভাব মোৰ নাছিল মনত।
চৰণত পৰি মিনতি কৰিছো
ক্ষমা কৰা জ্ঞানহীনা বুলি
যুৱৰাজ।
কোৱাচোন
দুদিনৰ পৰা আজি
কিয় দেখো বিষম তোমাক ?
আগে দেখো দেখিছিলোঁ
দিনে দিনে ক্ষুদ্ৰ এই বালিকাৰ বাবে
কৰিছিলা কিমান আগ্ৰহ
দেখি পালে নিলগতে মোক
হাঁহি হাঁহি
কাষ চাপি
কৰা আহি কিমান আদৰ।
কিন্তু আজিকালি
দিনৰ শেষতো
কিয় দেখা নাপাওঁ তোমাক ?
আগে দেখো
মোৰ সতে আলাপ কৰিলে
সুখ ভৰা কল্পনাৰ কিমান কাহিনী
কব ধৰা কিমান সুখেৰে।
দিনৰ পোহৰ গুচি সন্ধিয়া হলেও
কথাৰ নপৰে ওৰ।
আজিকালি দেখোঁ
কথা এটি পাতিবৰ তিমান আগ্ৰহ
দেখা মই নাপাওঁ তোমাৰ
কথা পাতি থাকোতে থাকোতে
আনমনা হৈ পৰা।

তাম্ৰধ্বজ :

মানিনী প্ৰতিভা
সেই বাবে হেনো তুমি অভিমান কৰি
ভাবি চিন্তি থাকা এনে অকলে অকলে।
প্ৰাণৰ প্ৰতিভা
কি কম তোমাক
বহুত দিনৰে পৰা
দমাব নোৱাৰা এটা উদ্ভ্ৰান্ত উপাই
সোমাইছে মনৰ মাজত।
সেয়ে মোক মনে মনে কৰিছে আকুল।
সুখৰ সোৱাদখিনি
লওঁ বুলি হেঁপাহ পলাই
চাপো আহি তোমাৰ ওচৰ।

কিন্তু

টিপতে মনত পৰি সেই চিন্তাটোৱে

তত্তালিকৈ কৰে মোক সুখ শান্তিহীন।
তোমাৰ মুখৰ দুটা মিঠা কথা শুনি
হওঁ বুলি আনন্দ বিভোৰ
তোমাৰ অমিয় মুখখনি
একেথিৰে চায় থাকো
কিন্তু কি কৰিম
ক্ষন্তেকতে সেই চিন্তা আহি
এনোটো সুখৰ পৰা ওভোতাই আনে।

প্ৰতিভা :

যুৱৰাজ।
বৰ দুৰ্ভাগিনী মই·—

তাম্ৰধ্বজ :

সাদৰী প্ৰতিভা
কিয় কোৱা দুৰ্ভাগিনী বুলি
তুমি হেনো সৰগৰ মোহিনী প্ৰতিভা
মই হেনো পৃথিৱীৰ কদৰ্য্য মানৱ ?
নগন্য মানৱ হৈ
খুজিছো তোমাৰ প্ৰেম
সেই বাবে কোৱা হেনো দুৰ্ভাগিনী বুলি ?

প্ৰতিভা :

কুমাৰ !
নাই মোৰ ৰূপ গুণ মুহিব তোমাক
টিপতে ভুলাব পাৰো
তেনে মই কথাও নাজানো।
কথাই কথাই মোক
কিয় কৰা বিদ্ৰূপ ইমান।
দিনৰ দিনতো মই
ভাবি থাকো তোমাকে মাথোন
দেখা কিয় নাপাওঁ তোমাক,
অবলা তিৰোতা মই
কিয় দিয়া যন্ত্ৰণা ইমান ?
কিয়বা আগৰ দৰে নাই তেনে ভাব।

তাম্ৰধ্বজ :

প্ৰতিভা
আগৰ অলপো ভাব মাৰ যোৱা নাই
ক'ইছিলো আগেয়ে যিদৰে
প্ৰাণ খুলি এতিয়াও কওঁ,
বৰ ভাল পাওঁ মই প্ৰাণেৰে তোমাক।
চোৱাচো প্ৰতিভা
দুদিন পাছতে মই
ৰত্নাৱতী নগৰৰ অধীশ্বৰ হ'ম
তাতকৈ
কি আছে সৌভাগ্য মোৰ ?
কিন্তু
তোমাৰ প্ৰেমকে ভাবি
মনত কৰিছোঁ স্থিৰ
একফালে জগতৰ সকলো সম্পদ
আনফালে তুমি মোৰ তৃপ্তিৰ ভঁৰাল
নকৰিবা অসন্তোষ একো
বুক বান্ধি
থাকা আৰু কিছুদিন।
দুয়োৰো হৃদয় গাঁথি দুয়োৰো প্ৰেমত
সুখেৰে কটাম কাম সুখ হিল্লোলত।
কিন্তু মোৰ চেনেহী প্ৰতিভা।
সৰুৰে পৰাই মই
শিকিলোঁ ইমানবোৰ সমৰ কৌশল,

জগালো প্ৰাণত মোৰ
সমৰৰ অদম্য পিয়াহ
তপাপিতো
সমানে সমৰ কৰি সমৰ ক্ষেত্ৰত
পলুৱাম বুলি এই ৰণৰ হেঁপাহ
নাপালোঁ বিচাৰি কোনো সমান যুঁজাৰু।
এই ভাৱনাতে মাথোন
অশান্তিত কটাইছো কাল।
সেই বাবে তোমাৰ লগত
কথা পাতি থাকোঁতে থাকোঁতে।
সেই ফালে মন যায় মোৰ—
সুবদনী
নকৰিবা চিন্তা একো
আহা এবে যাওঁ দূৰলৈ।
বহুপৰ নেদেখিলে ধাত্ৰীয়ে তোমাক
তেনে কাতৰ হব।
( দুয়োৰো প্ৰস্থান )।

দ্বিতীয় দৃশ্য

( ইন্দুমতীৰ বিশৃঙ্খল উদাসভাৱে প্ৰৱেশ )

ইন্দুমতী :
কি সুন্দৰ!
মনৰ চিন্তাৰ ধাৰা বাগৰি বাগৰি
মিলিব যেতিয়া আহি বিশ্বৰ লগত
এনেটো বিশ্বাস হয় তেতিয়া মনত
মোৰ হৃদয়ৰ এই সুখ-দুখ সতে
সকলোৰে আছে এটি অদৃশ্য বন্ধন।
সুখত বাগৰি পৰি হাঁহিম যেতিয়া
জগতেও হাঁহিব লগতে।
দুখত আতুৰ হৈ
কান্দি-কাতি থাকিম যেতিয়া
লগে লগে জগতে কান্দিব।
কিন্তু
এৰিলো সঁচাত সাচ
নাই মোৰ এনে বিশ্বাসত।
দেখা পালোঁ
সকলোৱে স্বাৰ্থপৰ এই জগতত।
কাকো সুখ দিবলৈকে
কাৰো নাই প্ৰাণত আগ্ৰহ।
নিজৰ সুখকে মাথোঁ লভিবৰ হেতু
সকলোৱে স্বাৰ্থত মগন।
নহলে—
অবলা বালিকা মই
জগতৰ এচুকত পৰি
কান্দি কাতি আছো দিনে-ৰাতি
আৰু
জগতৰ সকলোৱে একেলগে মিলি
বিকৰ্ষনা কৰি মোক
হাঁহি আছে প্ৰাণৰ সুখত।
অথচ ই অভিযোগ
মন পাতি কোনোজনে শুনিব নোখোজে।
মনৰ দুখৰ কথা খুলি কবলৈকে
নাথাকিল যদি মোৰ এজনো আপোন
কি আছে সকাম ভেন্তে এই জীৱনত?
তীক্ষ্ণ আখি।
তোমাৰ মাথোন এই ধাৰাল মুখত
জীৱনৰ সুখ-শান্তি দেখা পায় মোৰ
আলিঙ্গণ কৰিছোঁ তোমাক।
আহা আখি! আহা তুমি উদ্দীপ্ত তেজেৰে

পৰাহি বুকুত মোৰ বিজুলি বেগেৰে।
দুখৰ তাপত
ডোৱা পোৰা প্ৰাণখনি মোৰ
টিপতে বুৰোৱা আছি শান্তিৰ বুকুত।
জগত !
পাব্লা হেনো সুখ-শান্তি আজি
পথৰ কণ্টক বুলি তোমাৰ সুখৰ
ভাবি যাক কৰিছিলা অৱহেলা ইমান
সেই ইন্দুমতী আজি তোমাৰ কাষত
কাতৰেৰে খুজিছে বিদায় !
নিজৰ সুখকে লৈ অকলে অকলে
ভোগ কৰি থাকা চিৰকাল।
বলায়া বতাহ।
য'ত তুমি আছা ফুৰি আনন্দ মনেৰে
কৰিছো কাকুতি মই
তাৰ পৰা এক্ষন্তেক উঠি
যোৱা লাহে লাহে
য'ত তাম্ৰধ্বজে বহি প্ৰতিভাৰ সতে
ফুলৰ সুগন্ধ সুঙি
শুনি নানা চৰাইৰ মধুৰ সঙ্গীত
প্ৰেম সুখ ভুঞ্জিছে সুখেৰে
য'ত পৰি চন্দ্ৰমাৰ শীতল কিৰণ
ঢালছে আনন্দ সোঁত
তাম্ৰধ্বজ প্ৰতিভাৰ দুয়োৰে প্ৰাণত
থিয় হৈ তাৰ ওচৰত
গাবা এই অভাগাৰ কৰুণ কাহিনী।
"তোমাৰ প্ৰেমৰ ভাগ লভিব নোৱাৰি
ইন্দুমতি আত্মহত্যা কৰি দিলে আজি।"
দীপ্ত দিবাকৰ—
জগতৰ সকলোকে দেখি পোৱা তুমি।
তাম্ৰধ্বজ কুমাৰক য'ত দেখি পোৱা
সোঁৱৰাই দিবা অভাগীৰ কথা।
কবা আৰু
প্ৰতিভাকে লৈ যেন
আনন্দেৰে কটায় জীৱন।
কুমাৰ ! যুৱৰাজ ! তাম্ৰধ্বজ !
যাওঁ তেন্তে মই
আনন্দৰ ফুল তুলি
পিন্ধি লবা প্ৰেমৰ মালিকা
আঁতৰিলো পথৰ কণ্টক।
পাইছিলোঁ ভাল মই প্ৰাণেৰে তোমাক
দোষ যদি হৈছে তাত অভাগীৰ
ক্ষমা কৰি লবা তেন্তে নিজৰ গুণেৰে
থাকিবা থাকিবা সুখে প্ৰতিভাক লৈ।
( বুকুত চুৰি বহুৱাব খোজে
লৰালৰিকৈ প্ৰতিভা প্ৰৱেশ। )

প্ৰতিভা :

ইকি !
চেনেহৰ বাইদেউ
কিয় এনে কৰিব খুজিছে ?
ইন্দুমতী ? বাইদেউ ?
ইকি অসম্ভৱ আজি কৰিব খুজিছা
আত্মহত্যা কৰা কিয়।

ইন্দুমতী :

কোন তুমি !
বিচাৰি বিচাৰি এই গোটেই জগত
আসিতেই দেখি মোৰ শান্তিৰ ভঁৰাল
খুজিছিলোঁ নাশিব জীৱন।

কিয় তুমি অনর্থক ঘটালা জঞ্জাল ?
তুমিও শত্রুৰ নেকি মোৰ !

প্ৰতিভা :

চেনেহৰ বাইদেউ ।
নহওঁ শত্রুৰ
চোৱাচোঁ প্ৰতিভা মই ।
বাইদেউ কোৱাচোন
কি দুখত আজি তুমি
আত্মহত্যা কৰিব খুজিছা ?

ইন্দুমতী :

প্ৰাণৰ ভগিনী মোৰ ;
সৰলা বালিকা তুমি
কি বুজিবা অন্তৰৰ দুখ মোৰ ?
বিশ্বৰ যিমানখিনি হা হুমুনিয়া
সকলোখিনিতকৈও
বহুত গধুৰ মোৰ অন্তৰৰ দুখ
আজলী বালিকা তুমি
সংসাৰৰ কোনোবিধ বিপত্তিবিলাকে
পাৰা নাই অন্তৰ ভেদিব
কিদৰে বুজিবা তুমি
কি দুখ পাইছো মই অন্তৰত মোৰ ?

প্ৰতিভা :

বাইদেউ !
খুজি কোৱা নোৱাৰিম কিয়নো বুজিব ?
সকৰ পৰাই দেখো দুয়ো ভনী মিলি
বুৰিছিলো কিমান সুখেৰে ।
দুয়োৰো মনৰ কথা দুয়োৰো আগত
কইছিলো খোলাখুলিকৈ ।
আজি কিয় এনে ভাব দেখিছো তোমাৰ
বাইদেউ !
কোৱাচোন কি দুখ তোমাৰ ?

ইন্দুমতী :

প্ৰতিভা
এনে দুখ বুজাব নোৱাৰি কাকো
এই দুখ এনে বিষধৰ
যি জনে শুনিব সেয়ে পুৰি ছাই হ'ব
আদৰুৱা ভনী তুমি
কিদৰে শুনিবা এই দুখৰ কাহিনী ।
প্ৰাণৰ অধিকতকৈও
এই দুখ বহুত তেজাল ।
শিলৰ অন্তৰ মোৰ
সেইবাবে লৈ এই যাতনাৰ বোজা
এতিয়াও আছো প্ৰাণ ধৰি
তুমি তাক কিদৰে সহিবা ?

প্ৰতিভা :

বাইদেউ, মৰমৰ বাইদেউ
নিশ্চয় শুনিম মই ।
তোমাৰ দুখৰ ভাগ ময়ো লব খোজোঁ ।
তোমাৰ দুখৰ কথা শুনি
মৰি যদি যাওঁ মই
তথাপিতো শতগুণে ভাল ।
দেখি পালে বিৰম তোমাক
নাজানানে সকৰ পৰাই
কিমান কাতৰ হওঁ মই ?
কোৱা বাইদেউ ! কোৱা সোনকালে
কি দুখ পাইছা তুমি ?

ইন্দুমতী :

( নিজে নিজে )

আহা ! প্ৰতিভা ভনীটি মোৰ তেনেই সৰল ।
জগতৰ কুটভাব
তিলমানো নোৱাৰে বুজিব
নিচেই আজলী
আভুৱা ভনীটি মোৰ ।
তোমাৰে সুখ সহিব নোৱাৰি
মন মোৰ জ্বলিছে সদায়
তুমিয়ে সুধিছা আৰু কি দুখনো মোৰ
আহা !
কোন প্ৰাণ লৈ তোক
কওঁ মোৰ অন্তৰৰ কথা ।

( প্ৰকাশ্যে )

প্ৰতিভা :

ই দুখৰ ভাগী হ'ব নোৱাৰে কোনেও ।
যেনে জুই মোৰ জ্বলিছে প্ৰাণত
হাজাৰ হলেও
নোৱাৰোঁ দেখাব মই আন এজনক ।
তাৰ তাপতে মই
অন্তৰৰ তৰপে তৰপে
পুৰি আছো দিনে-ৰাতি ।
থাকেমানে হৃদয়ৰ এটিও কণিকা
এনেদৰে পুৰিয়ে থাকিম ।
শেষত
হিয়া পুৰা ছাইকিটি লৈ
উৰুৱাই দিম বতাহত ।
বতাহেও জগতক জনাব জাননী
"চোৱা কেনে পৰিণাম নিৰাশ প্ৰেমৰ ।"
মইও প্ৰতিভা,
হৃদয় নোহোৱা এই বুকুখনি লৈ
দেশে দেশে কৰিম ভ্ৰমণ
যি জনে দুখত দুখী হ'ব অভাগীৰ
তাৰে ওচৰত এই বুকুখনি মেলি
কান্দি কান্দি ক'ম—চোৱাচোঁ কলিজা মোৰ
পুৰিছে কিমান ;
নিৰাশ প্ৰেমৰ এই কেনে পৰিণাম !
আজলী সৰলা তুমি
কি শুনিবা মোৰ দুখৰ কাহিনী ?

( গায় )

গীত

দগধ হৃদয় কি যাতনাত
কিদৰে বুজাই কম
মগ্ন মন মোৰ কিনো সাধনাত
পাব নে কোনোৱে গম ?
নিজৰ দুখতে নিজে ৰ'ম মই
বোৱাই অশ্ৰু বাৰিধিৰ নই
আকাশৰ জোন জিলিকি থাকিব
নিশাক শুৱনী কৰি
মোৰ প্ৰাণৰ কুণ্ড হ'ব হৰষিত
প্ৰতিবিম্ব তাৰ পৰি
তাতে মই সুখী হ'ম । (ৰয়)

প্ৰতিভা :

প্ৰাণৰ বাইটি মোৰ,
ময়ো দেখো দুখী হৈ তোমাৰ দুখত
কাকুতি মিনতি কৰি সুধিছোঁ তোমাক
কিয়নো নোকোৱা তেন্তে মোক ?

ইন্দুমতী :

কিয়নো নকওঁ তেন্তে তোক ?
( বয় ) বৰ কষ্টকৰ কথা ।
অন্যজন হ'লে ভই
নাছিল অলপো ভয় কৰৰ কাৰণে ।

প্ৰতিভা :

তেনেহলে, বাইদেউ !
মই হেনো শতৰু তোমাৰ ?
—কবলৈকে ভয় কৰা অন্তৰৰ কথা !

ইন্দুমতী :

প্ৰাণৰ ভনীটি মোৰ,
নোহোৱা শতৰু তুমি ।
যদিও তুমিয়ে মোৰ যন্ত্ৰণাৰ
প্ৰধান কাৰণ ।
তথাপিও আগতকৈও
মিত্ৰ বুলি ভাবিছোঁ তোমাক ।
কিন্তু কি কৰিম ?
শুনামাত্ৰে সেই কথা তুমি
মাধৱী লতিকা যেন
বায়ুৰ কোবত
খন্তেকতে পৰিবা বাগৰি ।
আভুৱা ভনীটি তুমি
চিৰদিন সুখতেই আছা—
কিয় খোজা দুখ ভৰা কাহিনী শুনিব ?
যিটো মোৰ দুখৰ কাৰণ
সেয়ে তোমাৰ অন্তৰৰ ধন ।

প্ৰতিভা :

কোৱা বাই—কোৱা সোনকালে
যি ধনে নহক মোৰ
তোমাৰ সুখৰ বাবে
নিশ্চয় তোমাক দিম ।

ইন্দুমতী :

নহয়—নহয়—
দিব লগা সেই ধন নহয় প্ৰতিভা
সেই ধন প্ৰাণতকৈও
বেছি মৰমৰ—কেনেদৰে দিবা মোক ?

প্ৰতিভা :

নিশ্চয় দিম ।
কলিজা হলেও মোৰ
দিবলৈকে আনন্দ তোমাক
নিশ্চয় নিশ্চয় দিম মই—।

ইন্দুমতী :

প্ৰাণৰ ভনীটি মোৰ
সৰ্ব্বনাশী মই তোৰ ।
মহা বিষধৰী মই ।
কৰো বুলি তোৰে সৰ্ব্বনাশ
সাজিছোঁ দুখৰ বাহা হৃদয়ত মোৰ ।

প্ৰতিভা :

কিয় কোৱা এনে কথা তুমি ?

ইন্দুমতী :

কিয় কওঁ এনে কথা ?
মই যদি সৰ্ব্বনাশী নহওঁ তোমাৰ
তোমাৰ সুখত মই প্ৰতিহিংসা লৈ
কিয়বা ভুগিছো তেন্তে অশান্তি ইমান ?

প্ৰতিভা :

বাইদেউ!
আকুল অন্তৰ মোৰ
কোৱা সতকাই
কিবা সৰ্ব্বনাশ মোৰ কৰিব খুজিছা ?

ইন্দুমতী :

নেৰা যদি, যাচি—
শুনা তেন্তে
প্ৰাণেশ্বৰ যিজন তোমাৰ
মোৰো তেওঁ হৃদয় ঈশ্বৰ।
যদিহে বুজিছা তুমি
কৰিবা কৰিবা ক্ষমা।
প্ৰাণৰ ভনীটি মোৰ।
কোৱাচোন কৰিবানে ক্ষমা !

প্ৰতিভা :

কি দোষ কৰিছা তুমি
তাৰ বাবে ক্ষমা খোজা?
তোমাৰ মনৰ কথা শুনি পাই মই
বৰ সুখ পালোঁ অন্তৰত।
বাইদেউ,
নিশ্চয় নকৰো আৰু নিৰাশ তোমাক
যদিওবা তেওঁ মোৰ অন্তৰৰ ধন
আজিৰ পৰা মই তোমাকে শঁপিলো।
নাই একো অসন্তোষ মোৰ।

ইন্দুমতী :

কিন্তু মোৰ প্ৰাণৰ ভনীটি
তোমাৰ বুকৰ ধন
লোখোজো আনিব কাঢ়ি
পতিৰ প্ৰেমৰ ভাগ
মোক আৰু অকণো নালাগে।
মোৰ ভাগো তোমাকে দিলোঁ।

প্ৰতিভা :

তোমাৰ ভাগ কিয় নিম মই।
তুমিয়ে বা দিবা কিয়?
তাতকৈ মোৰো ভাগ তোমাকে সপিলোঁ।
সকলোখিনিৰে তুমি অধিশ্বৰী হৈ
ভোগ কৰি থাকা চিৰকাল।

ইন্দুমতী :

এইটো তোমাৰ মুখৰ কথা

প্ৰতিভা :

নহয় মুখৰ কথা !
অন্তৰেৰে কওঁ মই—
মোৰ সুখ লৈয়ে যদি সুখী হোৱা তুমি
তেনেহলে তাতকৈ
কি আছে সৌভাগ্য মোৰ
দিয়াচোন ছবীখন মোক ?

ইন্দুমতী :

ছবী লৈ কি কৰিবা তুমি ?

প্ৰতিভা :

তেওঁৰ প্ৰাণ গাঁথা মোৰ প্ৰাণৰ লগত।
নজলে প্ৰাণটো মোৰ
কেনেদৰে লভিবা তেওঁক ?
( তাম্ৰধ্বজৰ চিত্ৰ-পট হাতত লৈ )

চোৱাচোন !
তেওঁৰ প্ৰাণ
কেনেদৰে গাঁথা মোৰ প্ৰাণৰ লগত।
দুয়োটিকে লোৱা তুমি।

ইন্দুমতী :

( বিস্মিত হৈ নিজে নিজে )
প্ৰতিভা কোন ? মানৱী নে দেৱী ?
নহয়—নহয়
তাতোকৈ বেছি।
দেৱীতকৈও তেওঁৰ পবিত্ৰ অন্তৰ।
নালাগে নেখোজো আৰু
এনেকুৱা কুমলীয়া লতিকাৰ গাত
বিৰহ ধুমুহা ঢালি
জীৰ্ণ-শীৰ্ণ নোখোজো কৰিব।
তাম্ৰধ্বজে বহু তপ কৰি
এনেকুৱা গুণৱতী পাইছে সঙ্গিনী।
প্ৰতিভা প্ৰতিভাৰেই তুলনা মাথোন
প্ৰতিভা তাম্ৰধ্বজৰ, তাম্ৰধ্বজ প্ৰতিভাৰ।
ভাঙি এনে সুন্দৰ মিলন
নোখোঁজো জ্বলাব জুই ভনীৰ বুকত
যাওঁ—যাওঁ—তাতে
প্ৰতিভাৰ দৰে
স্বাৰ্থত্যাগ শিকিবৰ হেতু।
( প্ৰকাশ্যে )
প্ৰতিভা চেনেহৰ ভনী মোৰ
তোমাৰ ধন নোৱাৰিম লব মই।
দান শক্তি দেখিয়ে তোমাৰ
লোৱা শক্তি নাশ হ'ল মোৰ।
ভাবিছিলো মই
শুনিলে মনৰ কথা মোৰ
কাল সাপিনীৰ দৰে
খুকত্তে কামুৰি দিবা মোৰ।
কিন্তু তুমি অনল ৰূপিনী পবিত্ৰ জাহ্নবী।
তোমাৰ সংস্পৰ্শ পাই বাসনাৰ জুই
সমূলে নুমাই গ'ল অন্তৰৰ পৰা
প্ৰতিভা
লোৱা মোৰ সকলোখিনিকে।
দিয়া মোক বিদায় এতিয়া।

প্ৰতিভা :

কেনেদৰে লম
প্ৰতিজ্ঞা কৰিছো মই
কলিজা হলেও মোৰ
নিশ্চয় তোমাক দিম।

ইন্দুমতী :

বাৰু
কৰো মই মুক্ত তোমাক
প্ৰতিজ্ঞাৰ পৰা।

প্ৰতিভা :

তাকে যদি কৰা
আহা তেনেহলে
দুয়ো বাই-ভনী মিলি
সেৱা কৰো পতিৰ চৰণ।

ইন্দুমতী :
তেনেকুৱা কেনেদৰে হ'ব।

প্ৰতিভা :
যেনেদৰে আকাশৰ বুকু উজলাই
চন্দ্ৰ সূৰ্য্য দুয়ো থাকে।

ইন্দুমতী :

তেনে জানো হ'ব পাৰে আজলী ভনীটি।

প্ৰতিভা :

নোৱাৰিব কিয় ?
মুকুলেনে ছুটা কুল এড়াল ঠাৰিতে।

ইন্দুমতী :

কেতিয়াও মাস্থি তেওঁ নহব প্ৰতিভা
মই তেওঁক বৰ ভাল পাওঁ।
কিন্তু তেওঁ হলে মোক
অলপো নাপায় ভাল।

প্ৰতিভা :

কাকুতি কৰিম মই চৰণত ধৰি।

ইন্দুমতী :

তথাপি নিনিব মোক।

প্ৰতিভা :

তথাপিতো নিনিব তোমাক ?

ইন্দুমতী :

হয়, তথাপি নিনিব মোক।

প্ৰতিভা :

তথাপি দেখিম মই
শেষত নোৱাৰো যদি
বলি দিম প্ৰাণ মোৰ স্বামীৰ পদত।

ইন্দুমতী :

পাগলিনী।
তথাপিতো নহব সি মোৰ
প্ৰতিভা, তোমাৰ কোমল এই
কলিজাৰ তেজো যদি
ঢালি দিয়া স্বামীৰ পদত
তথাপিতো ভাল পাব নোৱাৰিব মোক।

প্ৰতিভা :

বৰ ভাগ্যৱতী তুমি
লাভ কৰি পতি প্ৰেম
থাকা ভনী চিৰ সুখী হৈ।
তোমাৰ সুখকে মোৰ সুখ বুলি
লম মই সান্ত্বনা প্ৰাণত।
মৰমৰ ভনী !
আহা এৱে মোৰ সতে
পিতৃ-মাতৃ-ভৱনৰ চেনেহ-মৰম
এৰি যোৱা সকলোখিনিকে।

প্ৰতিভা :

ক'ত যাম তোমাৰ লগত

ইন্দুমতী :

য'ত গ'লে
ইহকাল পৰকাল
দুয়োটিৰে সাধিব পাৰিবা হিত।

প্ৰতিভা :

গুণৱতী বাইদেউ !
ক'ত সেই ঠাই !

ইন্দুমতী :

নাজানানে তুমি ! স্বামীৰ ঘৰ।
( ইন্দুমতীৰ গীত )
স্বামী যে নাৰীৰ শিৰৰ ভূষণ
কত সাধনাৰ অমূল্য ৰতন।

পিতৃ-মাতৃ গৃহ এৰি সেয়ে নাৰী
স্বামী-চৰণতে সঁপি দিয়ে এৰি
ভবিষ্যতৰ আশা প্ৰত্যাশা
সুখ-শান্তিৰ সকলো ভৰসা—
পাহৰি সকলো ভাব ভিন পৰ
ইহ পৰকাল সকলোটি জীৱনৰ
স্বামীৰ ঘৰেই হয় নিজ ঘৰ
সেয়ে ৰমণীৰ নাই, নাই, নাই
স্বামী অবিহনে আপোনাৰ জন।
বুজিলা নে প্ৰতিভা—এতিয়া ?

প্ৰতিভা :
বুজিলোঁ।

ইন্দুমতী :
আহা তেনেহলে।
( দুয়োৰে প্ৰস্থান। ঐক্যতান বাদন। )

## তৃতীয় দৃশ্য

তাম্ৰধ্বজৰ, সজ্জন

তাম্ৰধ্বজ :
সেনাপতি
বহুত দিনৰে পৰা
ৰত্নাৱতী নগৰৰ সকলোৰে মুখে
শুনি আছো অৰ্জ্জুনৰ বীৰত্ব কাহিনী।
জগতৰ সকলোকে হেনো
জগত পালক সেই শ্ৰীকৃষ্ণৰ পৰা
সমূলি বঞ্চিত কৰি
অৰ্জ্জুনে হেনো বান্ধিছে অকলে।
সেইবাবে
গপত উন্মত্ত হৈ
সকলোকে হেয় জ্ঞান কৰি
লাভ কৰি বিশ্বজয়ী নাম
ফুৰি আছে দেশে দেশে দিগ্বিজয় কৰি।
ভাবিছো মনত
নাই আৰু কোনো তাৰ সমান ঘুঁজাৰু।
নাই এনেজন,
প্ৰদীপ্ত বীৰত্ব লৈ ৰণ কৰো বুলি
থিয় হ'ব তাৰ সন্মুখত।
হৈ এনে ভ্ৰান্তিৰ অধীন
অহঙ্কাৰ ভৰপূৰ গৌৰৱ নিচান
উৰাইছে আকাশত আনন্দ মনেৰে।
সেইবাবে
বৰ ইচ্ছা অন্তৰত মোৰ
সমৰ ঘোষণা কৰি
দেখি লওঁ অৰ্জ্জুনৰ বীৰত্ব কিমান।
দেখুৱাওঁ আৰু
তাৰ এনে অলীক গৰ্ব্বত
নাই একো দেৱ আশীৰ্ব্বাদ।

সজ্জন :
কুমাৰ !
উজলোৱা দশোদিশ বীৰত্ব বোলবে
দেখি পালে এজন বীৰৰ
সমকক্ষ বীৰৰ অন্তৰ
স্বভাৱতে নাচি উঠে প্ৰতিদ্বন্দ্বী হৈ।
কিন্তু সেই
দৈৱবাণী অৰ্জ্জুনৰ অন্তৰ আগত
পাৰিবানে থিয় হ'ব নিৰ্ভয় মনেৰে ?

তাম্ৰধ্বজ :
যাৰ তুলনাত এই বিপুল জগতো

ছাৰ মানে তল মূৰ কৰি
হৈ এনে বীৰৰৰ অদ্ভূত গৰাকী
সুধিছা সন্দেহ কৰি,
"পাৰিবানে থিয় হ'ব নিৰ্ভয় মনেৰে।"
এনে কথা কবলৈকে
নহল নে অলপো সঙ্কোচ,
লৈ এনে ভয়াতুৰ প্ৰাণ
খোজা তুমি পৰিচয় দিব
জন্ম বুলি ক্ষত্ৰিয় কুলত।
কি লাজৰ কথা!
মই হোৱা হলে
আছিলেও এনেকুৱা কল্পনা মনত
ততালিকে এই অসি বুকত বহুৱাই
এতালৈঁ হেঁতেন এই ঘৃণিত জীৱন
অৰ্জ্জুনে প্ৰিয় হেনো বিশ্ব-বিধাতাৰ?
সেইবাবে কোৱা তাক দৈৱবলী বুলি?

সঞ্জন:

কুমাৰ
যুক্তিহীন কথা মই নকওঁ কদাপি
ভাবিচোৱা
যাৰ প্ৰতাপৰ প্ৰদীপ্ত শিখাত পৰি
দৈৱ-দৈত্য আদি সকলোৱে
হেৰুৱাই স্বাধীনতা সম্ভ্ৰম গৌৰৱ,
মৃত প্ৰায় হৈ আছে পৰি
তেনেহেন মহাতেজা পাৰ্থৰ লগত
কোমল কুমাৰ তুমি
কিদৰে কৰিবা ৰণ নোৱাৰো বুজিব।

তাম্ৰধ্বজ:

তুমিয়ে নে সেনাপতি
ৰত্নাৱতী নগৰৰ ধাই সেনাপতি।
বুজিলাহেঁতেন যদি
ক্ষত্ৰিয়ৰ উজ্জ্বল তেজত—
থাকে কেনে বিশ্বত্ৰাসী উন্মত্ত উল্লাহ
তথাপিতো এনে কথা নকলাহেঁতেন।
জন্ম লভি ক্ষত্ৰিয় কুলত
কৰিছা সন্দেহ পুনু তাৰে প্ৰতাপত।
ছি! ছি!
শুনি এনে কথা
ওপজে মনত ঘৃণা
কোন আছে এনেকুৱা
কাপুৰুষ ক্ষত্ৰিয় কুলত
শুনি কোনো ক্ষত্ৰিয়ৰ অলীক ডাঙ্কোপ
নিমাতে থাকিবা বহি ঘৰৰ চুকত।

সঞ্জন:

কিন্তু তথাপিতো
দীপ্তিময় প্ৰকৃত গৌৰৱ
কদাপি নাথাকে বহি আনৰ ভয়ত।
থাকিলে লক্ষ লক্ষ প্ৰতিদ্বন্দ্বী তাৰ
আঁতৰাই সকলোকে আপোন বলেৰে
জ্বলি উঠে বিশ্ব পোহৰাই।
ভাবি চোৱা
বিৰাট ৰাজ্যত অজ্ঞাতবাসত
দাস হৈ আছিল যেতিয়া
পাণ্ডৱৰ তাতো বীৰ্য্য নাশ হোৱা নাই
ভীষ্ম, দ্ৰোণ, কৰ্ণ আদি মহাৰথীবোৰে
উত্তৰৰ গোহপুৰি সিঁচিল তেতিয়া
কোনে সিহঁতৰ গৰ্ব্ব চূৰ্ণ কৰিছিল।
বৃহন্নলা নাম ধৰি
ধনঞ্জয় নহলে কিহায়

বালক উত্তৰে কোৱা।
কেনেদৰে ৰণ জয় কৰিলেহেঁতেন!
আৰু চোৱা—
জানিছিল দাস হৈ যাৰ অধীনত
সেই বিৰাটৰে ঘাই সেনাপতি
মহাবলী কীচক বীৰক
বধিছিল বিৰাট ৰাজ্যত।
কুৰুক্ষেত্ৰ সমৰত
ৰথী অৰথী আদি
লক্ষ লক্ষ বীৰৰ লগত
অকলে অকলে যুঁজি
বৃন্দামাৰ কৰি
কৰিছে সমৰ জয়।
যেয়ে অহঙ্কাৰ কৰি
খুজিছে কৰিব ৰণ পাৰ্থৰ লগত
অকালতে মৃত্যুৰ কোলাত
জীৱনৰ সুখ-শান্তি
সিয়ে দিছে বিসৰ্জ্জন।
নাজানো যুৱৰাজ
বিশ্বপতি বাসুদেৱ
পাৰ্থৰ সাৰথি হৈ ফুৰিছে সদায়।

তাম্ৰধ্বজ :

সেইবাবে কোৱা হেনো
অৰ্জ্জুনক দৈৱবলী বুলি।
অৰ্জ্জুনেও সেইবাবে
শ্ৰীকৃষ্ণ অধীন বুলি
গৰ্ব্ব কৰি ফুৰি আছে মতলীয়া হৈ
যদিহে ক্ষত্ৰিয় হওঁ মই
ক্ষত্ৰিয়ৰ উদ্‌ভ্ৰান্ত শোণিত
এটোপাও আছে যদি শিৰৰ মাজত
হওঁ যদি বাস্তৱতে পিতৃৰ সন্তান
তেন্তে প্ৰতিজ্ঞা কৰিলো মই
নিশ্চয় পাৰ্থক ঘটুৱাই সমৰত
কৰিম কৃষ্ণক মোৰ নিজৰ সাৰথি
অৰ্জ্জুনে ভক্ত হেনে অকলে কৃষ্ণৰ।
তেনে অসহ্য এনে কথা।

সজ্জন :

কি কৰিবা যুৱৰাজ।
বিধতাই যাক যেনে কৰিছে স্ৰজন
তাৰ ওপৰত
কাৰ কিবা হাত আছে?

তাম্ৰধ্বজ :

পাৰ্থকে সৃজিছে হেনো
বিশ্বজয়ী কৰি বিধতাই।
নোখোজো মই ইমান কথা
শুনিব তোমাৰ!
ৰত্নাৱতী নগৰৰ সেনাপতি তুমি
লোৱা খুলি তীক্ষ্ণ তৰোৱাল
দেখাওঁ তোমাক আজি
অৰ্জ্জুনক পৰাজয় কৰিব ৰণত
আছে নাই বল বীৰ্য্য মোৰ।

সজ্জন :

কুমাৰ।
বহুত কৰ্কশ কথা কৈ আছা তুমি।
তুমি মোৰ প্ৰভু পুত্ৰ।
সেইবাবে
স্নেহৰ অধীন হৈ

সহিছিলো সকলোখিনিকে।
জানো মই—
ৰণ কৰো বুলি কোনো অযোগ্য জনেও
আহ্বান কৰিলে কোনো ক্ষত্ৰিয় বীৰক
বীৰ্য্যহীন কাপুৰুষ যেন
প্ৰত্যাখ্যান কৰা নহয় উচিত।
নহয় জনম বুলি ক্ষত্ৰিয় কুলত
বাৰে বাৰে তুমি
কৰিছা তাচ্ছিল্য মোক।
আহা তেন্তে
ৰণ সাগৰৰ
এটা মাথোন উৰ্ম্মি আজি দেখাওঁ তোমাক।
কিন্তু যুৱৰাজ
সমৰৰ ধুমুহনি শুনি
ধৈৰ্য্যহীন নহবা অলপো।

তাম্ৰধ্বজ :

ভাবিছানে সেনাপতি
তাম্ৰধ্বজ হ'ব ধৈৰ্য্যহীন?
বৰঞ্চ
কথাৰ বিলম্ব কৰি
অধৈৰ্য্য কৰিছা মোক।

সজ্জন :

আহা তেনেহলে।

(দুয়োৰো যুদ্ধ। যুদ্ধ কৰি কৰি থাকোতে
ছদ্মবেশে ইন্দুমতীৰ বেগাই প্ৰৱেশ)

ইন্দুমতী :

সৰ্ব্বনাশ সৰ্ব্বনাশ
সামৰা সামৰা অস্ত্ৰ
স্থিৰ হোৱা দুয়ো বীৰ নকৰিবা ৰণ।

(এই বুলি তাম্ৰধ্বজ আৰু সজ্জনৰ মাজত
ইন্দুমতী থিয় দিয়ে, তাম্ৰধ্বজ আৰু সজ্জনে
যুদ্ধ এৰি চমকি দুই ফালে থিয় দি অনিমিষ
দৃষ্টিত ইন্দুমতীৰ ফালে চাই থাকে।
ইন্দুমতীয়ে দুয়োৰো ফালে চাই গীত গায়।)

(গীত)

তাম্ৰধ্বজ :

তপ্ত সুবৰ্ণৰ দীপ্ত বৰণেৰে
বীৰৰ সাজেৰে সাজি
কোন তুমি সুন্দৰ বালক,
মাজতে ভাঙিলা কিয় সমৰৰ বেগ?

ইন্দুমতী :

ঘৰে ঘৰে বিবাদ সৰজি
অনৰ্থ ঘটোৱা কিয়?
পুৰণি ফালৰে পৰা
ৰত্নাৱতী নগৰৰ গৌৰৱ বেলিয়ে
ঢালিছে যি উজ্জ্বল কিৰণ,
সানিব খোজানে তাত কলঙ্ক আন্ধাৰ।

তাম্ৰধ্বজ :

ৰত্নাৱতী নগৰৰ গৌৰৱ সুৰুয
দুগুণে জলাব খোজো সজ্জনক নাশি।

সজ্জন :

মূৰ্খ তুমি।
সেইবাবে দুৰ্ব্বলতা বুজিও নিজৰ
অটল হিমাদ্ৰি শৃঙ্গ লবাব খুজিছা।

তাম্ৰধ্বজ :

নিতান্ত অসহ্য এনে কথা
সেনাপতি
মহাবলধৰ তুমি
সামৰিলা ৰণ কিয় ?
এতিয়াও হোৱা সাজু
প্ৰমাণিত হওক
সবলতা দুৰ্ব্বলতা কাৰনো কিমান ।

ইন্দুমতী :

যুৱৰাজ !
অনৰ্থক কিয় আৰু ঘটোৱা জঞ্জাল ।
নিজৰ গৌৰৱ গৈ আনৰ মনত
ওপজায় বিচুৰ্ত্তিৰ উদ্দীপ্ত আলোক
তোমালোকে দুয়ো বীৰে নিজে নিজে দেখো
বুৰাব খুজিছা আজি নিজৰে গৌৰৱ ?

সজ্জন :

ৰাজপুত্ৰ !
দুগ্ধ পোষ্য শিশু তুমি ।
বিশাল বাহুয়ে মোৰ বজ্ৰ শকতিৰে
অসংখ্য বিপুৰ পৰা
আহিছে ইমান দিন
ৰত্নাৱতী ৰাজ্য ৰক্ষা কৰি ।
তোমাৰ লগত যুঁজি
সি গৌৰৱ কলঙ্কিত
নোখোজো কৰিব ।
নিজৰ মনতে ভাৰি মহাবীৰ বুলি
থোৱা তুমি সান্ত্বনা মনত ।
( সজ্জনৰ প্ৰস্থান )

তাম্ৰধ্বজ :

কি আচৰিত !
ক্ষত্ৰিয় কুলত জন্ম
তাতে আকৌ
ৰত্নাৱতী নগৰৰ থাই সেনাপতি
কিদৰে সহিছে এনে
অৰ্জ্জুনৰ অলিক দাম্ভোপ !
ক্ষত্ৰিয় কুল দেৱতাই
আত্মতেজ পাহৰি পেলাই
কৰিলেনে আলিঙ্গন মৃত্যুক আহ্বান ?
কিম্বা
কোনো অপদেৱতাৰ প্ৰকোপত পৰি
ক্ষত্ৰিয়ৰ দীপ্ত তেজ বীৰত্ব বেলিয়ে
মাৰিলেনে বুৰ আজি অনন্ত সিন্ধুত !
সেইবাবে জৰত্ব ইমান !
হ'ক
থাকে মানে শৰীৰত প্ৰাণ
অৰ্জ্জুনৰ এনে অহঙ্কাৰ
কদাপিতো নোৱাৰো সহিব
বিশ্বপতি গোলোক বিহাৰী
সকলোৰে অন্তৰৰ ধন ।
অৰ্জ্জুনৰ কিয় হ'ব অকলে অকলে ?
হয় ।
সম্মুখ ৰণত অৰ্জ্জুনক মাৰি
আনিম বুকত বান্ধি জগত পতিক ।
নতুবা
অৰ্জ্জুনৰ অস্ত্ৰৰ মুখতে
সপি এই ঘৃণিত জীৱন
মিহলাই অনন্ত শূন্যত ।
ভক্তনাম

অৰ্জ্জুনৰো চকুৰ আগত ৰাখি
দিনে-ৰাতি পূজিছে তোমাক
মায়ো দেখো তোমাৰ চৰণ
পূজি আছো দিনে-ৰাতি অন্তৰত ৰাখি।
মোক অৱহেলা কৰি
থাকিবানে অৰ্জ্জুনকে আলিঙ্গন কৰি ?
দেখোচোন ৰাক
অৰ্জ্জুনৰ পক্ষ ধৰি থাকা কেনেকৈ ?
তোমাকে প্ৰাণত ৰাখি প্ৰতিজ্ঞা কৰিলো
অৰ্জ্জুনক সমৰত নিশ্চয় ঘটাম।

ইন্দুমতী :

নিশ্চয় পাৰিবা।
বীৰৰ সন্তান তুমি
সত্য ত্ৰেতা দ্বাপৰত
যিসকল মহাবীৰে
অতি উচ্চ বীৰত্বৰ মহিমামণ্ডিত
লক্ষ লক্ষ কীৰ্ত্তিস্তম্ভ স্থাপি
জগতত অধিকৃত আজিও ৰাখিছে
সেই বীৰৰ বংশতে তোমাৰ জনম।
নোৱাৰিবা কিয় তুমি
অৰ্জ্জুনক জিনিব ৰণত ?
ক্ষত্ৰিয়ৰ দৃপ্ত শিখা
জ্বলিছে যে প্ৰাণত তোমাৰ
ঘাই অস্ত্ৰ সেয়ে হ'ব।
তাৰে পাৰিবা তুমি
পৰাজয় কৰিব পাৰ্থক।
কিন্তু যুৱৰাজ !
তেজস্বী যুৱক তুমি
বুৰ মাৰি ক্ষন্তেকীয়া প্ৰেমৰ মুখত
অৱহেলা নকৰিবা প্ৰকৃত গৌৰৱ

তাম্ৰধ্বজ :

কোন তুমি !
ইমান তেজাল কথা
ক'ৰ পৰা শুনালাহি মোক
দিবা নে চিনাকি ?

ইন্দুমতী :

যুৱৰাজ !
কিবা উপকাৰ পাবা মোৰ চিনাকিত।

তাম্ৰধ্বজ :

নাপালেও একো উপকাৰ
বুজিম মনত
তুমি মহা বন্ধু মোৰ।

ইন্দুমতী :

যুৱৰাজ
মূৰুখ বালক মই
শত্ৰু বুলি নাভাবি মনত
বন্ধু বুলি ভাবা যদি মোক
সেয়ে হ'ব যথেষ্ট এতিয়া।
হ'ব পুনু মোৰ সতে সাক্ষাত তোমাৰ।
যাওঁ যুৱৰাজ
দোষ হলে ক্ষমিবা দাসক।
(বেগাই ইন্দ্ৰমতীৰ প্ৰস্থান।)

তাম্ৰধ্বজ :

অসামান্য বালকৰ তেজ
বীৰত্বৰ উজ্জ্বল প্ৰভাৰ

সুৰঞ্জিত  নিপোটল মুখ মণ্ডলত
লীলা কৰে শান্তিৰ আলোক।
কথাই কথাই জৰে
সৰগৰ অমিয়া মাধুৰী
চিনাকিও নিদিলে একোকে।
ছলিলে কোনোৱে নেকি মোক?
লব লাগে সঠিক  চিনাকি?

( বেগাই প্ৰস্থান। )

( বেগাই ইন্দুমতীৰ প্ৰবেশ )

ইন্দুমতী :

বিষম অনৰ্থ আজি ঘটিলেহেঁতেন
যুৱৰাজে যুঁজি আজি
সেনাপতি সজ্জনৰ সতে
ৰত্নাৱতী নগৰৰ সকলো গৌৰৱ
ভস্মীভূত কৰিলেহেঁতেন।
ভাগ্যে আজি নঘটিল একো
আহা
কেনেকুৱা তেজস্বী কুমাৰ।
সমৰৰ শুনিলেও নাম
উৎসাহতে আত্মহাৰা হয়।
যুৱৰাজ!  তাম্ৰধ্বজ!
যদিওবা ঘৃণা কৰি
এৰিছা নিষ্ঠুৰ হৈ মোক,
এই অভাগীয়ে কিন্তু
কদাপি নোৱাৰে এৰিব তোমাক।
জীৱনৰ থোজে থোজে
তুমিয়ে মাথোন মোৰ প্ৰাণৰ দেৱতা।

ইন্দুমতী :

তাম্ৰধ্বজ কুমাৰৰ মধুৰ মুৰতি
এখন্তেকো মুভুলিবি তই।
এই ছদ্মবেশেৰে দেশে দেশে ঘুৰি
তাক্তে মাথোন মঙ্গলৰ হেতু
তাৰে মাথোন গাবি গুণ গান।
সম্পদে বিপদে
থাকিবি সদায় তাৰ লগৰীয়া হৈ।

( ইন্দুমতীৰ প্ৰস্থান। )

( বেগাই সজ্জনৰ প্ৰৱেশ )

সজ্জন :

নিশ্বাসে নিশ্বাসে মোৰ
দোপে দোপে জ্বলিছে প্ৰাণত
তাম্ৰধ্বজ হত্যা হেতু প্ৰবল আশয়।
যি পৰ্য্যাপ্ত নোৱাৰিম
বুকুৰ তেজেৰে তাৰ
ৰাজিব সুতীক্ষ্ণ অসি মোৰ
শান্তি মই নাপাম এতিয়ো।
মন!   সজ্জনৰ প্ৰতিহিংসা দগ্ধ মন
যদিও সি প্ৰভু পুত্ৰ মোৰ
দয়া-মায়া কৃতজ্ঞতা
বিস্মৃতিত সমূলি বুৰাই
তীব্ৰ হিংসা ধৰিবি সাৰটি
বীৰত্বভিমানী তাম্ৰধ্বজ
ভস্ম কৰি দিম ততালিকে।
শয়নে সপোনে তই
ইয়াকে ভাবিবি যাই কৰ্ত্তব্য এতিয়া।
সামান্য বালক
ইমান সাহস তোৰ
ৰত্নাৱতী নগৰীৰ যাই সেনাপতি
কৰ তাক তাচ্ছিল্য ইমান।

দুৰ্ব্বল জীৱন তোৰ বিচূৰ্ণ কৰিব
আছে যে হাতত মোৰ উগ্ৰ জয়ায়ুহ শৰ
বুজ পোৱা নাই হেনো ?
এই অস্ত্ৰ ধৰিলো মুঠিত
নোৱাৰো কৰিব মানে প্ৰাণ নাশ তোৰ
কদাপি নথম এৰি ।
( বেগাই সজ্জনৰ প্ৰস্থান । )

ঐক্যতান বাদন

৪ৰ্থ দৃশ্য

( কৈলাশ পৰ্ব্বত )

ভগৱতী :

বৰ সঙ্কটকৰ কথা ।
কুমাৰৰ ওপৰত
সজ্জনৰ যি ভাব এতিয়া
দেখিছোঁ নফলে যেন মনোবাঞ্ছা মোৰ
প্ৰতিভা যে মোৰ বৰ পুত্ৰী ।
ইন্দুমতী ভক্ত মোৰ ।
দেখিব দুয়োৰে সুখ
বৰ মোৰ প্ৰাণত আগ্ৰহ ।
কিন্তু
ইন্দুমতী যেনে তেজস্বিনী
তেজিয়ান তাম্ৰধ্বজে
লাভ যদি কৰে ইন্দুমতী
তেন্তে
দুয়ো তেজ যোগ হৈ
কৰিব জগত মাথো অশান্তিৰ বাহা ।
সেইবাবে তাম্ৰধ্বজে
ইন্দুমতী নাপাব কদাপি ।
প্ৰতিভা কিন্তু
বৰ শান্ত স্বভাৱৰ ।
শান্তিৰ মিলন হলে তেজৰ লগত
জগতত সুখ-শান্তি হ'ব ।
সেইবাবে ভাবিছিলো
তাম্ৰধ্বজ প্ৰাণ সতে প্ৰেমৰ ডোলেৰে
গাঁথি দিম প্ৰতিভাৰ প্ৰাণ ।
তাতে হ'ব চিৰ সুখী সৰলা প্ৰতিভা ।
জগতৰো মহা ইচ্ছা হ'ব সম্পুৰণ ।
সেইবাবে মোৰে ইচ্ছা মতে
তাম্ৰধ্বজ অনুৰক্ত হ'ল প্ৰতিভাৰ ।
কিন্তু এই কথা যেৱে
সজ্জনৰ পৰিব কাণত
প্ৰতিদ্বন্দ্বী হৈ উঠিব বিষম ।
নিজৰ দুহিতা শত্ৰুৰ হাতত
নসপিব সজ্জনে কদাপি
সোনকালে হয় যাতে দুয়োৰো মিলন
তাকে কৰা উচিত এতিয়া ।
যাওঁ—
বহুত বিলম্ব হলে
অনৰ্থ ঘটিব পাৰে ।
( ভগৱতীৰ প্ৰস্থান । )
( তাম্ৰধ্বজ আৰু প্ৰতিভাৰ প্ৰৱেশ )

প্ৰতিভা :

কুমাৰ
কিমান দিনত আৰু
পুৰিব দাসীৰ আশা ?

তাম্ৰধ্বজ :

আদৰিণী
উতলা নহবা,

সন্নিকট মিলনৰ দিন।
কিন্তু
পাইছানে পিতৃৰ আদেশ ?

প্ৰতিভা :

যুৱৰাজ !
কিয় কোৱা এনে কথা আজি
নোৱাৰো বুজিব দাসী।

তাম্ৰধ্বজ :

সাধ্বী প্ৰতিভা !
সন্তানৰ ওপৰত জনম দাতাৰ
পূৰ্ণ অধিকাৰ।
তুমি যাক সুখ বুলি
আলিঙ্গন কৰিব খুজিছা
তাত যদি পিতৃয়ে তোমাৰ
প্ৰতিবাদী হয়
কেনেদৰে হ'ব তেন্তে দুয়োৰো মিলন ?

প্ৰতিভা :

যুৱৰাজ !
অজ্ঞান অৱলা মই
নোৱাৰো বুজিব আন।
জানো মই অধিকাৰ জনম দাতাৰ
বাহিৰৰ শৰীৰত মাথোন
স্বাধীন হৃদয়ে কিন্তু
তিলমানো নেমানে শাসন।
তেজ, মাংস, অস্থি, মজ্জা
সম্পায় শৰীৰ এই
পিতৃৰ কোলত পৰি
চিন-ভিন হৈ যাব পাৰে।
কিন্তু
হিয়াৰ মাজত নিতে
স্বাধীনতাখিনি
যিতায়ে খুলিছে মোৰ
তাৰ ওপৰত
একো নাই পিতৃ অধিকাৰ।

তাম্ৰধ্বজ :

তথাপি সুবুজি যদি পিতৃয়ে তোমাৰ
অনৰ্থক ঘটাই জঞ্জাল
কি কৰিবা তেতিয়া প্ৰতিভা।

প্ৰতিভা :

তেনেহলে
স্বাধীন হৃদয়ে মোৰ
পিতৃৰ আজ্ঞা অৱহেলা কৰি
নিজে বাছি ল'ব তাৰ নিজৰ সম্পদ।

তাম্ৰধ্বজ :

( নিজে ) বুজিলো যি হক প্ৰতিভাৰ মন।
সত্মনৰ তাৰ মতে
কৰিছিলো মনত সংশয়
মোৰ সতে প্ৰতিভাৰ নহ'ব মিলন।
বুজিলোঁ এতিয়া—
যথেষ্ট সবল আছে প্ৰতিভাৰ মন।
নাই একো সংশয়ৰ হেতু।
( প্ৰকাশ্যে )
প্ৰেমময়ী !
তোমাৰ অমৃতময় অমিয় প্ৰেমৰে।

নিৰস অন্তৰ মোৰ
যদিহে পমায় পাৰোঁ
বৰ ভাগ্যবান বুলি ভাবিম নিজক।
সৰলা প্ৰতিভা!
নিদিওঁ তোমাক আৰু বেদনা বহুত।
বিশাল জগত এই নিতাল-নিমাত
মিলনৰ এয়ে আজি উপযুক্ত ঠাই;
অনন্ত জগত -।
মিলে আজি দুটা প্ৰাণ তোমাৰ আগত।
আশীৰ্ব্বাদ কৰিবা দুয়োকো—
এই মিলনত যেন
বিচ্ছেদৰ কুটিল কটাক্ষ
কদাপিতো নোৱাৰে পৰিব।
আহা প্ৰিয়া।
প্ৰকৃতিকে সাক্ষী কৰি
প্ৰাণে প্ৰাণে মিলি পৰি
হওঁ দুয়ো সুখত বিমোঢ়।
( প্ৰতিভাক বুকত টানি লয় )
প্ৰাণেশ্বৰী!
প্ৰতিভা—। প্ৰাণেশ্বৰ?

( অপ্সৰীসকলৰ প্ৰৱেশ। )

অপ্সৰীসকল: ( একেলগে )

জয় ৰত্নাৱতী নগৰৰ জয়!
জয় যুৱৰাজ তাম্ৰধ্বজৰ জয়!

তাম্ৰধ্বজ:

পূৰ্ণিমাৰ ইন্দু যেন জিলিমিলি তুলি
সোণালী বৰণা সুন্দৰ ৰমণী
কোন তোমালোক?

( অপ্সৰীসকল গীতৰ সুৰেৰে )

১ম অপ্সৰী:

আমি সৰগ সুৱাগী ফুৰোঁ উৰি উৰি,
প্ৰেমত আকুল হৈ।

২য় অপ্সৰী:

আমি মনে মনে ফুৰো প্ৰাণৰ মাজত
মিলনৰ বোজা বই।

৩য় অপ্সৰী:

আমি প্ৰেমিকৰ প্ৰেম নন্দন ফুল
প্ৰেম পাৰিজাত ৰেণু।

৪ৰ্থ অপ্সৰী:

আমি প্ৰেমিকক পালে কাণে কাণে তাৰ
বজাওঁ প্ৰেমৰ বেণু।

৫ম অপ্সৰী:

আমি শ্মসানক কৰো প্ৰেমৰ নগৰ
বিহক অমৃত কৰো।

৬ষ্ঠ অপ্সৰী:

আমি প্ৰেমিক পুৰুষ সম্মুখত পালে
জীপতে সাবটি ধৰোঁ।

তাম্ৰধ্বজ :

কিবাৰে আছিছা তোমালোক।

১ম অপ্সৰী :

তোমালোকৰ আনন্দৰ ভাগ লৈ
আছিছোঁ।

তাম্ৰধ্বজ :

আমালোকৰ আনন্দৰ কি ভাগ লবা ?

১ম অপ্সৰী :

কিয়! তোমালোকৰ এই মিলন-
আনন্দৰ ভাগ।

তাম্ৰধ্বজ :

আমালোকৰ মিলন। তোমালোকৰ
কি ?

২য় অপ্সৰী :

যুৱৰাজ! তুমি ভাবিছিলা, এই মিলন সুখ
তোমালোকে অকলে অকলে
মনে মনে ভোগ কৰিবা, এতিয়া ধৰা পৰিছা!
তোমালোকৰ যে মিলন
আমালোকৰনো নহয় কিয় ?
আমি হতভাগিনীহঁতক কোনেও ভাল নাপায়!
আমিতো আৰু মৰিব নোৱাৰো, আনৰ
মিলন দেখিয়ে এইদৰে প্ৰাণত শান্তনা পাওঁ।

তাম্ৰধ্বজ :

কিয় ? এনেকুৱা হাঁহি হাঁহি মুখ ৰঙা ৰঙা ওঁঠ,
প্ৰেমভৰা চকুৰ মধুৰ চাৱনি, এনেকুৱা সুন্দৰ
নবীন যৌৱন কোনেও ভাল নেপায় বুলি কোৱা
কিয় ?

১ম অপ্সৰী :

কিয় কওঁ। চকু ফুটা সংসাৰ, প্ৰেমৰ মোল
কোনেও নুবুজে। এজনৰ অলপ প্ৰেম-সুখ
দেখিলেই আন এজনৰ চকু পুৰিব ধৰে। প্ৰেম
কৰে কেনেকৈ ? এই ধৰাচোন তুমিও দেখোন
প্ৰেমিক, তুমি জানো আমাক প্ৰেমদান দিবা ?

তাম্ৰধ্বজ :

সুন্দৰীসকল! মোৰ প্ৰাণৰ ওপৰত মোৰ
নিজৰ অধিকাৰ এতিয়া মুঠেই নাই। মোৰ মন
প্ৰাণ জীৱন যৌৱন সকলোখিনি প্ৰতিভাক সঁপি
দিছোঁ। তেওঁ ইচ্ছা নকৰিলে মই কেনেকৈ
তোমালোকৰ হম! সুধি চোৱাচোন বাৰু ?

১ম অপ্সৰী:

ভাল যুৱৰাজ! আমাক তোমাৰ প্ৰেমো
নালাগে, প্ৰাণো নালাগে। এতিয়া আমাক
পুৰস্কাৰখিনি দি দিয়া! আমি গুচি যাওঁ।

তাম্ৰধ্বজ :

কি পুৰস্কাৰ লাগে তোমালোকক ?

১ম অপ্সৰী :

কিয়! কিয় তোমালোকৰ এই যৌৱন প্ৰেমৰ
মিলন যে আমি প্ৰকাশ কৰি দিলোঁ। তাৰ

পুৰস্কাৰ। মনে মনে হোৱা মিলন অলপ বা-ৰকাহ লাগিলে ভাঙি পৰে, সেই কাৰণে আমি সাক্ষী হৈ তোমাক সমাজৰ ভয়ৰ পৰাও মুক্ত কৰি দিলো। সেইবাবে আমি পুৰস্কাৰ খুজিছোঁ।

তাম্ৰধ্বজ :

তাৰ কি পুৰস্কাৰ পাবা ?

২য় অপ্সৰী :

ভাল কথা। তোমালোকে দুয়োজনে গোটেই জীৱনটো প্ৰেমফল ভোগ কৰি থাকিবা ; আৰু আমি অলপ পুৰস্কাৰো নেপাওঁ।

তাম্ৰধ্বজ :

কি পুৰস্কাৰ লাগে তোমালোকক ?

১ম অপ্সৰী :

তোমালোকৰ দুয়োৰো মিলন-সঙ্গীতৰ এটা তান লাগে মাথোন।

তাম্ৰধ্বজ :

সেইটো কেনেকুৱা ?

১ম অপ্সৰী :

বুজা নাই। এনেখন প্ৰাণ লৈ আৰু প্ৰেম সাগৰত সাঁতুৰিব খুজিছা। তুমি বৰ অপ্ৰেমিক। থাকা তোমাৰ প্ৰেম তুমিয়ে ভোগ কৰি থাকা, আমাক আৰু অলপো নালাগে। আহা ভনীহঁত, এনে অপ্ৰেমিকৰ ওচৰত থাকিলে আমাৰ হৃদয় হেকৱাৰ লাগিব।

( অপ্সৰীসকলৰ গীত )

প্ৰতিভা :

আই ! সন্তাপ হাৰিণী !
সকৰ পৰাই মই ভকতি ফুলেৰে
তোমাৰ অভয় পদ পূজিছোঁ সদায়।
কৰা আশীৰ্বাদ।
বিচ্ছেদৰ কোনোবিধ কুটিল শিখাই
আমাৰ মিলন এই
ভস্ম কৰি দিব যেন নোৱাৰে কদাপি।
( অন্তৰীক্ষ সঙ্গীত বাদ্য )

তাম্ৰধ্বজ :

( আচৰিত হৈ )
প্ৰতিভা !
বাজে কিয় আকাশত মধুৰ সঙ্গীত ?
( গিৰীবালাসকলৰ অদৃশ্য সঙ্গীত )

গীত

জগত জননী দেৱী ভগৱতী
এতিয়াই দিব দেখা।
দুয়োৰে প্ৰাণৰ তৰপে তৰপে
আঁকিব মিলন ৰেখা।

প্ৰতিভা :

পাৰিছোঁ বুজিব নাথ !
জগত জননী ভগৱতী
অন্তৰৰ পূজ্য দেৱী মোৰ।
তেওঁৰ বৰতে মই জনম লভিছোঁ।
দেখিবৰ হেতু হেনো দুয়োৰো মিলন
এতিয়াই দেখা দিব দেৱী।

সেইবাবে অন্তৰীসকলে
আকাশৰ পৰা
জনাইছে জাননী আমাক।
( ভগৱতীৰ প্ৰৱেশ )

ভগৱতী :

আই প্ৰতিভা !
বৰ সুখী হলো আজি মই।
সদায় ভাৱনা মোৰ আছিল মনত
কেতিয়া সপিম তোক
উপযুক্ত পাত্ৰৰ হাতত।
সেই আশা ফলৱতী হ'ল আজি মোৰ।

প্ৰতিভা :

আই! জগত জননী।
কৃপা কৰি কিছুবীক কৰা আশীৰ্বাদ
শান্তিৰে দুয়োৰো যেন কাটে ই জীৱন।

ভগৱতী :

প্ৰতিভা! আই মোৰ !
সিদ্ধি হক মনোবাঞ্ছা তোৰ।

প্ৰতিভা :

নাথ !
চিন্ময়ৰূপিণী এওঁ জগত জননী
চৰণত কৰো প্ৰণিপাত।
( দুয়োজনে প্ৰণাম কৰে )

তাম্ৰধ্বজ :

দানৱ দলনী ! বিশ্ব বিনাশিনী।
নাজানো কি পুণ্যৰ ফলত
দেখা পালো অভয় চৰণ আজি।
জননী
এইদৰে উভয়কে
কৃপা কৰি থাকা যেন আজীৱন কাল।

ভগৱতী :

যুৱৰাজ !
প্ৰতিভাৰ ফালে মোৰ স্নেহৰ বলত
প্ৰিয় মোৰ তুমিও সদায়।
সেইবাবে
দুয়োৰো মিলন দেখি
বৰ সুখ পালো অন্তৰত।
কিন্তু এই মিলনত নকৰিলে
একো অনুষ্ঠান
শেষত ঘটিব পাৰে কিবা অমঙ্গল।
সেইবাবে ইচ্ছা মোৰ
শাস্ত্ৰমতে সম্প্ৰদান কৰি
এই বিয়া মাঙ্গলিক কৰোঁ।

তাম্ৰধ্বজ :

ইচ্ছাময়ী !
ত্ৰিলোকপালিনী !
কেতিয়া অপূৰ্ণ থাকে তোমাৰ আশয়
কৰা সেৱী যি ইচ্ছা তোমাৰ।

ভগৱতী :

( সম্বোধন কৰি ) জয়া! বিজয়া ?
( জয়া-বিজয়াৰ প্ৰৱেশ )

জয়া-বিজয়া :

কি আদেশ জগত জননী।

ভগৱতী :

ৰত্নাৱতীৰ যুৱৰাজৰ লগত আজি
মোৰ প্ৰিয় ভক্তা প্ৰতিভাৰ মিলন।
সেই উপলক্ষে তোমালোকৰ অলপ
সাহায্য খুজিছো।

জয়া :

কিঙ্কৰীসকল কি কামৰ উপযুক্ত আই?

ভগৱতী :

তোমালোকে দুয়োজনীয়ে কিছু
মঙ্গলজনক ফুল-চন্দন লৈ আহা।
নন্দী-ভৃঙ্গীক বাদ্য আদি লৈ
সোনকালে আহিব দিয়া।
মই নিজে আজি ইয়াত
হম পুৰোহিত।
( জয়া-বিজয়াৰ প্ৰস্থান )

ভগৱতী :

যুৱৰাজ! আই প্ৰতিভা! তোমালোকৰ দুয়োৰো এই পবিত্ৰ মিলনত জগতৰ এটা মহৎ উদ্দেশ্যৰ আৰম্ভণ হ'ল। ইয়াৰ পৰা যি এটা অমৃতময় ফল উৎপন্ন হ'ব সেইখিনিত জগতৰ এটা মহৎ উদ্দেশ্য সম্পন্ন হ'ব। এতিয়া দুয়োজনে একমন একপ্ৰাণ হৈ সকলোকালে পবিত্ৰতা ৰক্ষা কৰা।

( জয়া-বিজয়াৰ গীত গাই প্ৰৱেশ )

গীত

মঙ্গল-ফুল বিচাৰি আনিছো আঁজলি ভৰাই,
মিলন গোন্ধ ফুলিব মাথোন দুয়োৰো পৰাণ
পমাই।

জয়া :

মই মঙ্গল ফুল মাধুৰী বুটলি
ৰচিম মিলন-কুঞ্জ এখন।

বিজয়া :

মই প্ৰেমৰঞ্জিত মিলন-হাৰেৰে
গাঁথিম দুয়োৰে পৰাণ।

জয়া :

আই জগত জননী! আপোনাৰ আদেশ মতে আমি অলপ সময়ৰ ভিতৰতে চাওকচোন কিমান সুগন্ধি সুন্দৰ ফুল তুলি আনিব পৰিছো; যুৱৰাজ আৰু কুমাৰীৰ প্ৰণয় ভৱিষ্যতত যে মঙ্গলজনক হ'ব এইটোৱে তাৰ চিন?

ভগৱতী :

কুশপাত্ৰত ভৰাই থৈ চন্দনৰ চিটা দি মাঙ্গল্য আসন সজাই লোৱা।

( বাদ্য বজাই নন্দী-ভৃঙ্গীৰ প্ৰৱেশ )

নন্দী :

আই, উপস্থিত কিঙ্কৰসকল! বিশ্ব জননীৰ কি অভিপ্ৰায় সমাধা কৰিম!

ভগৱতী :

ৰত্নাৱতীৰ যুৱৰাজ তাম্ৰধ্বজৰ লগত
মোৰ প্ৰিয় ভক্তা প্ৰতিভাৰ আজি বিয়া।
তোমালোকে সেই উপলক্ষে মাঙ্গল্য
বাদ্য বজাই সেই অনুষ্ঠানটো মঙ্গলময়
কৰি তোলা। বিলম্ব নকৰা!

নন্দী :

বিপুল সম্পদশালী বৰাৱতীৰ ৰাজকুমাৰে মণি-মুক্তা পৰিশোভিত ৰাজপ্ৰাসাদ এৰি এই নিবিড় অৰণ্যৰ মাজত এই মঙ্গলজনক অনুষ্ঠান শেষ কৰিব খুজিছে। এইটো কি আচৰিত কথা আই।

ভগৱতী :

সেইবিলাক কাৰণ সুধিবৰ অধিকাৰ তোমাৰ অলপো নাই। তুমি যাৰ দ্বাৰা এই কামত নিযুক্ত হৈছা তাৰ বাহিৰে তোমাৰ স্বতন্ত্ৰ অস্তিত্ব নাই। ভাবি চোৱা মই নিজে মোৰ ইচ্ছামতে চলিব নোৱাৰো; আন এজনৰ অধীনত থাকিহে কালৰ এটা বৰ ডাঙৰ অভিপ্ৰায়ৰ ফালে লক্ষ্য ৰাখি চলোঁ। উপস্থিত ক্ষেত্ৰত তোমাক যি কৰ্ত্তব্য দিয়া হৈছে তাকে সুচাৰুৰূপে সম্পন্ন কৰা।

নন্দী :

শিৰোধাৰ্য্য মাতৃৰ আদেশ। ( বাদ্য বজায়। ভগৱতীয়ে দুয়োকো বহুৱাই পূজা আদিৰ আয়োজন কৰে )

ভগৱতী :

বোপা তাম্ৰধ্বজ! আই প্ৰতিভা! তোমালোকে দুয়ো পোন প্ৰথমতে বিশ্বৰ মূল সেই মঙ্গলময় পৰমেশ্বৰৰ পৃবিত্ৰ স্মৃতি অন্তৰত চিন্তা কৰা। কায়মনোবাক্যে প্ৰাৰ্থনা কৰা, তোমালোকৰ এই মিলন যেন আজীৱন মঙ্গলজনক হৈ থাকে। (তাম্ৰধ্বজ আৰু প্ৰতিভাই একান্ত মনে সেৱা কৰে।) তোমালোক দুয়োজনে লীলাময় পৰমেশ্বৰৰ পবিত্ৰ চৰণ উদ্দেশ্য কৰি ভক্তি বিনম্ৰচিত্তে মাঙ্গল্য ফুল চন্দন দিয়া যেন তোমালোকৰ এই পবিত্ৰ মিলনৰ পৰা জগতৰ এটা মহৎ উদ্দেশ্য সাধন হয়। ( তাম্ৰধ্বজ আৰু প্ৰতিভাই তেনে কৰে। ) দুয়োৰো মন দুটাক এটা কৰি চিন্তাৰ বিকাৰমানে পাহৰি গৈ সেই একমাত্ৰ ইচ্ছাময় পৰমেশ্বৰৰ আনন্দকৰ মুৰতি অন্তৰত ধ্যান কৰি প্ৰাৰ্থনা কৰা যেন তোমালোকৰ এই মিলনৰ লগে লগে অন্তৰৰ পৰা সকলোবিলাক সঙ্কীৰ্ণতা আঁতৰাই থৈ তোমালোকে যেন বিশ্ব-ব্ৰহ্মাণ্ডৰ লগতো মিলেৰে থাকিব পাৰা। ( তাম্ৰধ্বজ আৰু প্ৰতিভাই তেনে কৰে ) শেষত পবিত্ৰ অন্তঃকৰণেৰে দুয়ো এক মনে ভাবা তোমালোকৰ এই মিলনটো সেই ইচ্ছাময় নাৰায়ণৰ ইচ্ছাৰ বাহিৰে একো নহয়। ( যুৱৰাজ আৰু প্ৰতিভাই সেৱা কৰে। ) যুৱৰাজ! প্ৰতিভা! অন্তঃকৰণৰপৰা আশীৰ্ব্বাদ দিছোঁ, তোমালোকৰ মিলনৰ পৰা পবিত্ৰতাময় মঙ্গল এক মুহূৰ্ত্তৰ বাবেও আঁতৰি নপৰিব। জীৱনৰ সকলো মুহূৰ্ত্ততে পবিত্ৰ আৰু মঙ্গলমূলক সকলোবিলাক অনুষ্ঠানৰ ভিতৰেদি গৈ জগতত এটা পৰিপূৰ্ণ আদৰ্শ স্থাপন কৰিবা। ( বয় ) শুনা, জগতখন পৰিবৰ্ত্তনশীল। এই পৰিবৰ্ত্তনবিলাকক এক কৰি সামৰি লোৱাৰ ওপৰতে জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰে। তাত আহুতি দি সামৰ্থ্য বঢ়াবৰ কাৰণে দুটা প্ৰাণৰ মিলনৰ আৱশ্যক। আশীৰ্ব্বাদ কৰোঁ, তোমালোকৰ এই মিলনৰ পৰা এই উদ্দেশ্যটোৱে

সাৰ্থকতা লাভ কৰক। ভাল-বেয়া বহুবিধ বস্তু লৈয়ে এই জগতখনৰ অস্তিত্ব। নিজৰ আত্ম-গৌৰৱ ৰক্ষা কৰি সেই সকলোটিৰ ভিতৰেৰে গৈ গৈ নিজৰ সঠিক ঠাইখন অধিকাৰ কৰি লবলৈকে এই মিলনটোৰ আৱশ্যকতা যিমান অইন একোৰে তেনে হ'ব নোৱাৰে। মই আশীৰ্ব্বাদ কৰোঁ—তেনে এই মিলনৰ মঙ্গলময় ফল সুখ-শান্তিৰে গোটেই জীৱন ভোগ কৰি থাকিবা। সমশেৰত দুয়োজনে কায়মনো-বাক্যে পৰমেশ্বৰৰ ওচৰত কৃতজ্ঞতা জনাই ধন্যবাদ দিয়া। জয়া-বিজয়া, তোমালোকে গিৰিবালাসকলক মাতি আনি মাঙ্গল্য-সঙ্গীতেৰে এই মঙ্গল উৎসৱটো পূৰ্ণ কৰি তোলা।

( জয়া-বিজয়াৰ প্ৰস্থান )

আই প্ৰতিভা, আজিৰ পৰা তুমি আৰু সেই স্বাধীনমনা সবলা বালিকা নহয়। তোমাৰ মন, তোমাৰ প্ৰাণ, তোমাৰ জীৱন আজিৰ পৰা আন এজনৰ অধীনত। তেওঁৰ বাহিৰে তোমাৰ স্বতন্ত্ৰ-অস্তিত্ব নাই। আজিৰ পৰাই তোমাৰ স্বাধীনতা অইন এজনৰ মানসিক অৱস্থাৰ লগত সানমিহলি হৈ পৰিল। তোমাৰ যি স্বাধীনতা মুক্ত প্ৰাণ লৈ ইমান দিন ভোগ কৰি আছিলা, সেই স্বাধীনতা আজিৰ পৰা আৰু তুমি স্বতন্ত্ৰভাৱে ভোগ কৰিব নোপোৱা। আজিৰ পৰা তোমাৰ আগৰ স্বাধীনতা অইন এজনৰ ভোগৰ-বস্তু হৈ পৰিছে। এতিয়া তাৰ সুখ-দুখেই তোমাৰো সুখ-দুখ, তাৰ ভাল-বেয়াই তোমাৰো ভাল-বেয়া। এই ইচ্ছাটো মোৰ নহয়। অনন্ত-ব্ৰহ্মাণ্ডৰ অনন্তলীলাৰ ভিতৰেদি ইয়াৰ জয়ধ্বনি সদায় বাজিয়েই আছে। আশীৰ্ব্বাদ কৰোঁ, পৰমেশ্বৰৰ এই ইচ্ছা সকলো সময়তে ৰক্ষা কৰি চলিবা। নন্দী! ভৃঙ্গী! তোমালোকে মঙ্গলময় দুন্দুভি বজোৱা। ( নন্দী-ভৃঙ্গীৰ বাদ্য। অপ্সৰীসকলৰ গীত গাই প্ৰৱেশ )

গীত

আজি টিমিকি টিমিকি নাচে মন।
আনন্দ-লহৰী লবে আমোলাই বিশ্বখন
পৰাণ কুঞ্জ জমকাই আজি
জীৱন-চিত্ৰ ৰহণাই প্ৰেম তুলিকাৰে—
দুয়োটি পৰাণ বান্ধিছে কেনে
মিলন-মালাৰে।
দেখি বিৰহ আঁতৰে, পৰাণ আকুল কৰে
প্ৰেম-সাগৰত প্ৰেম-মণি তুলি
সুখৰ কণিকা বুটলি বুটলি
চিৰদিন দুয়ো থাকিবা সুখেৰে অনন্ত-জীৱন
লোৱা যুৱৰাজ নন্দন-ফুল—প্ৰাণভৰা মিলন।

ভগৱতী :

গিৰিবালাসকল, তোমালোকে মাঙ্গল্য-সঙ্গীত গাই গাই যুৱৰাজ আৰু যুৱৰাজ্ঞীক নি ৰাজ-প্ৰাসাদত থৈ আহা। জয়া-বিজয়া তোমা-লোকে যুৱৰাজৰ লগে লগে ধূপ-ধূনাৰ সঁফুৰা লৈ ছত্ৰ-চামৰ বুলাই যোৱা।

তাম্ৰধ্বজ :

আই জগত জননী!
অভয় চৰণ তব
কেতিয়া পুনৰ আকৌ পাম দৰশন?

ভগৱতী :

যুৱৰাজ,
যেতিয়াই অন্তৰত অনুভৱ কৰি
মনত চিন্তিবা মোক
তেতিয়াই দিম দৰশন।
যোৱা এৰে—
দুয়োজনে একমন, একপ্ৰাণ হৈ
কৰ্ত্তব্য সাধন কৰি নৱ-জীৱনৰ
পূৰ্ণ কৰা ইচ্ছাময় হৰিৰ আশয়।
আই প্ৰতিভা,
সকলো কৰ্ত্তব্য সাধনত
হ'বা তুমি কুমাৰৰ সদায় সহায়।
এয়ে মাথো ধৰ্ম্মব্ৰত তোমাৰ এতিয়া।
যোৱা আই,
প্ৰেমৰ আলোক জ্বালি
উজলোৱা বত্নাৱতী পুৰী।

প্ৰতিভা :

আই জগত পালিনী,
সদায় করুণা এনে কৰি কিঙ্কৰীক
থাকা যেন দৰশন দি।
এয়ে মোৰ প্ৰাণৰ গোহাৰি।

ভগৱতী :

সদায় স্নেহৰ তুমি মোৰ
সদায় পুৰাম তোমাৰ মনৰ বাসনা।
( অন্তৰ্ধ্যান দিয়ে )

জয়া :

যুৱৰাজ, আপনালোকৰতো মিলন হ'ল আৰু মনত বৰ আনন্দও পালে। আমাৰ পিছে কি হ'ল ?

ভগৱতী :

তোমালোকৰ আৰু কি হ'ব লাগে ?

জয়া :

আমি এক মুঠা বকা চাউলো খাব নাপালোঁ— আৰুনকি এখন তামোলো নাপালোঁ। মুখৰ গোন্ধ মুখতে থাকিল। দিন-ৰাতি ভাং, খুন্দি, বেঙ্গলাত তুলি থাকোঁতে থাকোঁতে মূৰৰ চুলিত পখীয়ে বাহ বান্ধিব পৰা হ'ল। গাৰ কাটিত বাঘ লুকাই থাকিব পৰা হ'ল। আজি এওঁলোকৰ বিয়াত অলপ তেল-সেন্দুৰো নাপামনেকি ?

বিজয়া :

আই, ইজনী নো এনে মুখৰা তিৰী! মুখত একো কথা নাবাজে।

জয়া :,

কিয় আই! কিয় ইমান হাটকুৰি বাটকুৰি বাই মৰিলোঁ ? কোনে কি একমুঠা খা বুলি বিচাৰ লৈছে ? পেটত বান্ধ দি ভাতে পৰি মৰি থাকোঁ যদি হেৰে, কি হৈছে বুলি বিচাৰ লওঁতা নাই।

বিজয়া :

তইতো একো খাব নাপাৱ, বহু। তই বৰ খাই খইবালা স্বভাৱৰ।

জয়া :

তই নাখাই খইবালা স্বভাৱৰ। দিনে দিনে খুজি অনা চাউল কেইটাৰ ভাত মুঠা অকলে মুয়ে খাওঁ হবলা! ( যুৱৰাজক ) যুৱৰাজ!

সেইটো নহ'ব। আমাক ভালকৈ পেট ভগাই খুৱালে তোমাৰ বিয়াখন কেতিয়াও সুচাক নহ'ব।

ভগৱতী :

ইহঁতৰ খোৱা লৈ খকা-খুন্দা লগাটোকে মই এবাব নোৱাৰিলোঁ। (জয়াক) হেৰ জয়া, বেছি হাহাকাৰ নকৰিবি বহ! মই এতিয়াই তহঁতৰ খোৱাৰ বন্দোবস্ত কৰি দিম। বিজয়া, তই যা চোন—কুবেৰক কৈ সোনকালে খাবৰ আয়োজন লৈ আহগৈ। (বিজয়াৰ প্ৰস্থান) জয়া, তই সকলোফালে কেৱল গোলমালহে লগাই ফুৰ। যুৱৰাজে এই বনৰ মাজত তোক কি খাবলৈ দিব? একে লগৰ বিজয়া, তাই যে একো নামাতিলে, তইনো কিয় খাওঁ খাওঁ কৈ তত নোহোৱাত পৰিলি? তোৰ-নো ঘৰত খাই পেট নভৰিলনে?

জয়া :

হেঙাৰ খালেও, আই! বিয়াৰ দিনত ঢোলৰ কোব আৰু নানা ৰকমৰ ৰং-ধেমালি দেখি শুনি লাৰি-চাৰি একমুঠা খাব নাপালে মনটোত অলপ কেৰকেছা লাগি থাকে।

(বিজয়া আৰু দুজনী অনুচৰীৰ খোৱাৰ সম্ভাৰ লৈ প্ৰৱেশ)

বিজয়া :

এই বকা চাউল, এই দৈ গাখীৰ, এই মিঠৈ, এই তামোল-পাণ। (মাটিত এবিধ এবিধ কৈ থয়)

জয়া :

দে, ভগাই দে।

বিজয়া :

কোনে ভগাই দিব? খাব খুজিছ নিজে খা।

১ম অনুচৰী :

চাওঁ, মইয়ে ভগাই দিওঁ (এই বুলি বকা-চাউলৰ সাজটো টানি আনে)।

জয়া :

ওলালি নে তইও এজনী?

১ম অনুচৰী :

ইয়াতো তোৰ মনৰ মিল নাই। তই বোলে ভগাই দে, তাই বোলে নিজে লৈ খা,—এনে খুচাখুচি কৰি থকাতকৈ মই নিজেই ভগাই দিওঁ।

জয়া :

চাওঁ, কোনোৱে ভগাব নালাগে; মই ভগাম। (এই বুলি বকা চাউলৰ সাজটো টানি আনে)।

১ম অনুচৰী :

তই কিয় ভগাবি? মই ভগাম। দে এইফালে! (বকা চাউলৰ সাজ টানি আনে)।

জয়া :

(চকু ৰঙা কৰি) চা চোন এইৰ প্ৰতাপ খন!

১ম অনুচৰী :

কিয়? তই যে ভগাব পাব, মইনো নোৱাৰো কিয়? তই যেনে এজনী, মইও তেনে এজনী! তোৰ লাৰা-চাৰা খাব, মোৰ লাৰা-চাৰা নাখাবনে?

জয়া :

হেৰে বেটী, কাৰ লগত সমান হৰ খুজিছ তই ?

১ম অনুচৰী :

কিয় ? তইনো এজনী ক'ৰ পাটৰাণী ওলালি ?

জয়া :

মই তোৰ বাপেৰ বামুণী। পিতাই যে ভাং বটি দিবলৈ মোক মাতে, তোক নামাতে কিয় ? বাপেৰ বামুণী বুলিহে মোক মাতে।

১ম অনুচৰী :

অ' এইটোহে তোৰ গঁপ ?

বিজয়া :

তই নো সেইটো কি ক ? বান্দীৰ বাঢনী-তাৰতে গঁপ।

ভগৱতী :

হেৰ, তহঁতে গোলমাল কৰিয়ে কটাবিনে ? বিজয়া ! একো হাই-কাজিয়া নকৰিবি। দে, জয়াকে দে—তাইয়ে ভগাই দিয়ক। সকলোৱে মনে মনে খাই সন্তুষ্ট হ। জয়া ! দেচোন তইয়ে সকলোকে ভগাই দে।

জয়া :

চাওঁ, গুচ। ( বুলি বিজয়াক ঠেলা মাৰে আক এটা এটাকৈ পাত মেলি সাজিব ধৰে। সাজি থাকোঁতে মাজে মাজে কঁকালত কেইখনমান সৰোলা খুচি লয় )।

১ম অনুচৰী :

( দুখনমান পাত সাজি দিয়াত, জয়াই মুণ্ডনাকৈ বিজয়াক কয় )

চা চোন আই হেৰে চা চোন !

এনে তিৰীও কোনোবা কালত দেখিছনে ? তাইৰ পাতত লবৰ বেলিকা হলে মুঠাটো ডাঙৰ, আনৰ পাতত দিবৰ বেলিকা হলে মুঠাটো চিপা মাৰা।

বিজয়া :

তাই এনেকুৱা তিৰীয়েই ! সকলো মৰক, তাইৰ পেটটো ভৰক।

১ম অনুচৰী :

অঁ...! আই হেৰে এনে কথানো ক'ত শুনিছ ? ( কেঁৰাকৈ জয়াৰ ফালে চাই ) চাৱা বেটীৰ খক ! গাধীৰ কাটা যেন গোটেই লব ! লৈছেমানে খক পলোৱাই নাই।

বিজয়া :

আই হেৰে, তাইয়ে খাওক দে ! তাইৰে পেটটো ভৰক। আমি নাখাওঁ।

১ম অনুচৰী :

থুৱাল তাইকো গলক লগি। আগে ৰেহ-ৰূপ হে চাইছোঁ।

বিজয়া :

আই হেৰে, নকবি একো। তাইৰে মনটো শান্ত হক।

১ম অনুচৰী :

নকম না তাইক ? নাক কাটি কাটি কলাখাৰ ঘঁহিম নহয়।

২য় অনুচৰী :

বাই হেৰে, চা চোন, চা চোন,—তাই কঁকালত কি সোপা খুছি লৈছে ?

( এনেতে জয়াই সকলোকে মাতে )

জয়া :

খা, এতিয়া। এইখন তোৰ, এইখন তোৰ এইখন তাইৰ ( এই বুলি সকলোৰে কালে পাত টানি টানি দিয়ে )।

১ম অনুচৰী :

এইখন কিয় মোৰ ? এইখন নেখাওঁ। এইখন খাম ( এই বুলি জয়াৰ ভাগৰ পাতখন টানি আনিব খোজে )।

জয়া :

( বাধা দি, পাতত ধৰি ) নিনিবি, নিনিবি, —ভালকৈ কৈছোঁ।

১ম অনুচৰী :

কিয় নিনিম ? এইখনত হলে-তই ভৰাই ভৰাই লৈছ, আমাক চিপা মাৰি, চিপা মাৰি দিছ।

জয়া :

এৰি দে, এৰি দে,—ভালে ভালে এৰি দে। কথা বেয়া হ'ব এতিয়া।

১ম অনুচৰী :

কিয় এৰি দিম ? তইনো মোক কি কৰিব পাৰ ? তই নিজৰ পাতত দেখাকৈও বেছিকৈ লবি আৰু নেদেখাকৈও চুৰ কৰি নিবি।

জয়া :

কি ? মই চুৰ কৰি নিওঁ। বেটী মনে মনে থাকিবি। কিল খাবি এতিয়া।

১ম অনুচৰী :

মৰে আই হেই, কিল খাম ? কোনে কিলায় এ ? তয়ে চুৰ কৰিবি আৰু তয়ে কিলাবিনে ?

জয়া :

মই চুৰ কৰিছোঁ ? বেটী মনে মনে থাকিবি। একে চৰে মুখ বেঁকা কৰি পেলাম।

১ম অনুচৰী :

চাওঁ, তোৰ কঁকালখন দেখুৱাচোন ! তয়ে চুৰ কৰিবি আৰু তয়ে চৰ মাৰি মুখ বেঁকা কৰিবি ? তোৰ বৰ বুক বাঢ়িছে দেখোন ! দেখুৱা তোৰ কঁকালখন। চুৰ কৰা নকৰা এতিয়াই ওলাই পৰক। তই বৰ বাঢ়ি উঠিছ। ( জয়াৰ কাপোৰত টানে )

জয়া :

( কাপোৰত খামুচি ধৰি ) কথা শুন ! কথা শুন ! নাটানিবি, নাটানিবি, ভালকৈ কৈছোঁ, কথা শুন।

১ম অনুচৰী :

কিয় শুনিম ? দেখুৱা আগে কঁকালত কি খুচি লৈছ ! (জোৰে টানে)।

জয়া :

কথা মুশুন ?—বহ বেটী, মায়েৰে মজা দিওঁ বহ (এই বুলি থিয় হৈ কঁকালৰ কাপোৰ টানি পিন্ধিব ধৰে)।

১ম অনুচৰী :

(এইফালে জয়াই কাপোৰ পিন্ধি থাকোঁতে বলেৰে চাদৰত টান মাৰি দিয়াত তিনিখন সন্দেশ ওলাই পৰে) চা, আই হেৰে চা, এই বোলে চুৰ কৰা নাছিল !

জয়া :

চুৰ কৰিছিলো তোৰ বাপেৰ ঘৰৰ চুৰ কৰিছিলোনে বেটী ? (এই বুলি গোৰ মাৰে)।

১ম অনুচৰী :

তোকো মাৰিম (বহাৰ পৰা উঠি জয়াক এক গোৰ মাৰে)।

জয়া

(কাপোৰখন টানি পিন্ধি) বহ বেটী, আজি তোৰ গতিৰ গতি নোহোৱা কৰিম। (এইবুলি লৰি গৈ ১ম অনুচৰীৰ চুলিত ধৰে)। বেটী ! তোৰ ইমান সাহ বাঢ়িছে ? (জয়াৰ চুলিত ধৰি টানা-টানি মাৰা-মাৰি কৰে) সে, আজি তোৰ হাততে মৰিম জেচোন !

(এইদৰে মাৰা-মাৰি কৰি থাকোঁতে থাকোঁতে নন্দীৰ প্ৰবেশ)

নন্দী :

লাগি যা, লাগি যা, খোৱা-কামোৰা লাগি যা। (দুয়োৰে গলত দুফালৰ পৰা ধৰি চুহ চুহ কৈ কুকুৰ-যুঁজ লগাই দিয়া দি দিয়ে। অলপ সময় তেনে কৰি এৰি দিয়ে আৰু দুফালে গজৰা দি থিয় হয়। পৰস্পৰে পৰস্পৰক— "বেটী হাৰামজাদি" আদি কথাৰে সম্ভাষণ কৰে)।

নন্দী :

দেখ্‌খা বেটীহঁতৰ থকৰ পৰতাপ ! এক মুঠা বকা-চাউল, দুখন সন্দেশ—তাৰে কাৰণে বেটী-হঁতে খোৱা-কামোৰা কৰি মৰে। এখন বিয়া হ'ল না, বেটীহঁতৰ ভৰি-হাতৰ নাচোনত ঠাই নোহোৱা হ'ল। নাচোন উঠিছেতো ভাল হৈছে, নাচি থাক। খোৱা-কামোৰা কৰি মৰ কিয় ? বিয়াৰ গাখীৰ বকা-চাউল পাইছ, ভাল মতে সুত লাগি খা, তেহে পাবি ! তাকে নকৰি নিজৰ ভাগটো ডাঙৰ কৰিতো খাবিয়েই, তাৰ উপৰি—এখন সন্দেশ চুৰ কৰিবি, দুটা তামোল পাণ চুৰ কৰিবি— এটোপা গাখীৰ চুৰ কৰিবি, তাৰ বাবে সাত নাবাজ বাজ লগাই মাৰা-মাৰিকৈ মৰিবি। তই এই দেশৰ ভাল মানুহৰ তিৰোতা নহয়-নেকি ? ক'ৰবাৰ বাজনৰ দেশৰ নেকি যে তইঁতৰ এনে স্বভাৱ ? তইঁতৰ এই স্বভাৱৰ কাৰণে আমি মতা মানুহবিলাকো বদনামত

পৰি মৰোঁ। বেটাহঁতক যিমান দিওঁ আনে ঠিকেই নহয়। অ মোৰ হাথী চৌখেনী, গৰু মুখেনী, মোৰ ভাঙৰ চিলিম, মোৰ কাণৰ ফুটা, মোৰ নাকৰ পাহী, তুমি মোৰ কলিজাৰ কলিজা, প্ৰাণৰ প্ৰাণ—এক মুঠা বকা-চাউল আৰু দুইখন সন্দেশৰ নিমিত্তে ইমান লাঞ্ছ-লঘু হ'ব লাগিছে কিয়? যেতিয়া খাবৰ ইচ্ছা হয় তেতিয়া মোক কবা। মই সাগৰত ডুবিয়াইও তোমাক আনি দিম নহয়।

জয়া :

বেটা তয়ো মোৰ মাংসডোখৰ খোৱা ওলালি নে? বাঢ়নীৰ কোব খাবি এতিয়া।

নন্দী :

হাও, চা-ৰে বাপাহেবে, এইয়ে চুৰ কৰিবৰ আৰু আমাকে বান্ধি দি কোবাব? (জয়াৰ ফালে গোজৰা দি চাই) চাৱা বেটীৰ ঠগ! যেন সন্দেশ বুলি আমাকো খাই থব।

ভগৱতী :

নন্দী! মনে মনে নাথাকিবিনে? তাইক আৰু কিয় বেজাৰ লগাইছ? যা, এতিয়া সকলোৱে গীত-বাদ্য কৰি যুৱৰাজক ৰাজপুৰীত থৈ আহ গৈ। (জয়াৰ গাত হাত বুলাই) জয়া, যা—তইও যা। সিহঁত বৰ দুষ্ট মানুহ। সিহঁতৰ লগত একো কথা নকবি।

(সহচৰী, নন্দী আদিয়ে গীত গাই গাই যুৱৰাজ আদিক লৈ যায়)।

গীত

মধুৰ জোনালী জিলিকি জিলিকি
পৰিছে বাগৰি প্ৰকৃতিৰ গাত
প্ৰেমৰ বুকত পৰি দুটি প্ৰাণ
জিৰাইছে কেনে মিলনৰ ছাঁত।
জগতৰ যত বিৰহৰ গান,
উঠিছে উপচি মুকলি পৰাণ
হাঁহিছে, গাইছে পাই মহা-মিলনৰ দান
আমাৰো প্ৰাণৰ তন্ত্ৰীত বাজিছে
তাৰ প্ৰতিধ্বনিৰ তান।

(সকলোৰে প্ৰস্থান)।

## ১ম অঙ্ক

### ৫ম দৃশ্য

সজ্জন :

জ্বলন্ত জুইতে পুনু জ্বলন্ত আহুতি।
সকলোতে সজ্জনক তাচ্ছিল্য মাথোন
এইফালে মনে মোৰ
তাম্ৰধ্বজ নাশ হেতু
আলচিছে কিমান কৌশল —
আনফালে দুহিতাই অৱহেলি মোক
সঁপিছে জীৱন মোৰ শত্ৰুৰ হাতত।
যেয়ে মোৰ প্ৰাণৰ শতৰু
সিয়ে মিত্ৰ সিহঁতৰ
যাব মাৰ আহিলোও মনৰ মাজত
দুগুণ হিংসা জলি উঠি
দগ্ধ কৰে প্ৰাণ মোৰ অশান্তি অগ্নিত

সেই মোৰ শত্ৰুৰ হাতত
নিজ ছুৰিতাই
শান্তিৰ ওঁৰাল দেখি
সঁপিছে জীৱন মোৰ বিনা অনুমতিত।
তাতে মোৰ অন্তৰৰ চেনেহ মৰমে
আনন্দেৰে তৃপ্তি লাভ কৰি
কটাইছে শান্তিৰে সময়।
নাই মোৰ কোনোৱে আপোন।
যিহত জীৱনে মোৰ তৃপ্তি লাভ কৰে
তাত যদি নাথাকিল সুখ-শান্তি কাৰো
কিয় মই ভাবি তেন্তে আপোন আপোন
দিনে-ৰাতি পুহি আছো অলীক কল্পনা?
নাই মোৰ কোনোৱে আপোন!
কোনোৱে কামত মোৰ নকৰে সহায়।
হৃদয়!
আজিৰ পৰাই তই
দয়া, মায়া, স্নেহ, ধৰ্ম্ম কোমলতা আদি
অন্তৰৰ পৰা আজুৰি পেলাই
ভীষণতা কৰ আলিঙ্গন।
চেনেহৰ জীপাল ক্ষেত্ৰত
যিডালি লতিকা ফুলি
নচুৱাই তুলিছিল প্ৰাণ
ছিণ্ডি পেলা সেই লতা
মৰ্ম্মাঘাতি নিষ্ঠুৰ তানেৰে
এই কৰ্ত্তব্যত তোৰ
নেপেলাবি অশ্ৰু এটোপাও।
আজিৰ পৰাই তই এই জগতত
সঙ্গীহীন উন্মত্ত পথিক।
নিজতে নিৰ্ভৰ কৰি স্বাৰ্থ সিদ্ধি হেতু
নিজৰে কৰ্ত্তব্য মাথো কৰিবি পালন

নাই তোৰ জগতত কোনোৱে আপোন।
( খাপৰ পৰা তৰোৱাল বাহিৰ কৰি ওপৰলৈ তুলি )
তীক্ষ্ণ অসি!
তয়ে মোৰ জীৱনৰ চিৰ লগৰীয়া।
সুখ, দুখ, আনন্দ, সম্পদ
সকলোতে দিছু তই আপোন চিনাকি।
আজিও নেৰিবি মোক।
খাপত সোমাই থাকি নিজমে-নিমাতে
সুতীক্ষ্ণ মুখত তোৰ
উদগাই তোল তীব্ৰ তেজৰ পিয়াহ।
যি পৰ্য্যন্ত ৰাজৰক্ত পিয়াহ পলাই
নোৱাৰিবি তৃপ্তি তোৰ কৰিব পূৰণ
তিলমানো শান্তি নলভিবি।
( সত্যলেখাৰ প্ৰৱেশ )

সত্যলেখা :
নাথ!

সজ্জন :
সত্যলেখা!
নাহিবা, নাহিবা।
নেচাপিবা কাষ মোৰ।

সত্যলেখা :
নাথ!
আনন্দ দিনত আজি
কিয় দেখা পাওঁ এনে আচৰিত ভাব?
শুনা নাই জানো এটা সুখৰ বাতৰি?

সজ্জন :
সত্যলেখা!

চাৰিকালে আনন্দৰ সুস্নিগ্ধ ঢ'উত্ত
অন্তৰৰ তৃপ্তিয়ে তোমাৰ
আনন্দেৰে কটাইছে কাল।
কিন্তু মই অশান্তিৰ তীব্ৰ তাড়নাত
টুকি আছো যন্ত্ৰণাৰ তপ্ত অশ্ৰু মাখো—
কি শুনিম সুখৰ বাতৰি ?

সত্যলেখা :

কিয় নাথ !
তোমাৰ অশান্তি দেখি
কেতিয়া আনন্দ আমি কৰোঁ উপভোগ ?

সঞ্জন :

কিয় তেন্তে আনন্দৰ দিন বুলি কোৱা ?

সত্যলেখা :

কিয় নাথ !
চেনেহৰ প্ৰতিভাই
বস্তাৱতী নগৰৰ যুৱৰাজৰ সৈতে
আলিঙ্গিছে পৱিত্ৰ মিলন—
ইয়াতকৈ কিবা আছে আনন্দৰ হেতু ?

সঞ্জন :

কলঙ্কিনী ! প্ৰগলভা ৰমণী !
এয়ে হেনো সুখৰ বাতৰি তোৰ ?
গুচি যা, গুচি যা ততালিকে—
নোৱাৰো শুনিব তোৰ বিষাক্ত বাতৰি।

সত্যলেখা :

নাথ !
সন্তানৰ আনন্দ দেখিলে
কেতিয়ানো পিতৃ-মাতৃ নিৰানন্দ হয় ?
সন্তানৰ সুখৰ কাৰণে
দুখৰ মাজতো দেখোঁ
ভোগ কৰে পিতৃ-মাতৃ সৰগৰ সুখ ?

সঞ্জন :

যা, সন্তানৰ সৌভাগ্য দেখিছ ?
ভুগি থাক অনন্ত আনন্দ
নকৰি বিৰক্ত মোক !
অকলে অকলে মই নিৰানন্দ ভুগি
অকলে কৰ্ত্তব্য মোৰ কৰিম পালন।
নহয় কোনোৱে মোৰ প্ৰাণৰ আপোন।

সত্যলেখা :

কিয় নাথ !
কিয় এনে মৰ্ম্মঘাটি কথা কোৱা আজি ?

সঞ্জন :

নিষ্ঠুৰা ৰমণী !
বৰ বেথা পাইছ প্ৰাণত হেনো ?
সম্পূৰ্ণ ছলনা !
নহলে—
পতি তোৰ দিনে-ৰাতি
মৰি আছে শান্তি হেৰুৱাই
আৰু তই—
অলপো সহানুভূতি নেদেখাই তাত
কৰিছ আনন্দ উপভোগ।
কোনে কয় সৰলা ৰমণী ?

সত্যলেখা :

নাথ !

মূকথ ৰমণী মই
নিৰানন্দ হ'বৰ ইয়াত
অলপো কাৰণ দেখোঁ নেদেখোঁ তোমাৰ ?

সত্যৱন :

কিদৰে দেখিবা তুমি ?
থাকিলেহেঁতেন যদি হৃদয় তোমাৰ
হ'লা হয় যদি তুমি
প্ৰকৃততে নাৰীৰ নিচিনা—
স্বামীৰ কৰ্ত্তব্য সাধনত
সহায় কৰিব লাগে বুলি
থাকিলেহেঁতেন যদি তিলমানো জ্ঞান—
স্বামীৰ শান্তি-অশান্তিৰ সৈতে
থাকিলহেঁতেন যদি হৃদয়ৰ যোগ
তেন্তে
নিৰানন্দ হ'বৰ কাৰণ
অলপো নোহোৱা বুলি নকলাহেঁতেন।

সত্যলেখা :

নাথ ! অবোধ তিৰোতা মই
আশয় নুবুজা বুলি তোমাৰ মনৰ
কেতিয়াও নপৰে মনত।
অজ্ঞাতত কিবা যদি কৰি আছো দোষ
চৰণৰ দাসী বুলি ক্ষমা কৰা মোক।

সত্যৱন :

কি দোষ কৰিবা তুমি
কি কৰিম ক্ষমা ?
কিন্তু মই বৰ দুৰ্ভগীয়া !
এনেজন নাপায়লো বিচাৰি
দেখা পালে আনন্দিত মোক
—হাঁহি উঠে প্ৰাণ,
দেখা পালে নিৰানন্দ পুনু
তীব্ৰ হুমুনিয়া টানি
অন্তৰত অনুভৱ কৰিব যন্ত্ৰণা।
সঙ্গীহীন, বন্ধুহীন, আশ্ৰয় বিহীন
অকল মাথোন মই এই জগতত।

সত্যলেখা :

নাথ !
আকুল অন্তৰ মোৰ—
নকৰা পলম আৰু।
কোৱা ?
কি কাৰণে অশান্তিত কটাইছা দিন ?

সত্যৱন :

শুনিবানে সঠিকতে- -
দুখৰ কাহিনী মোৰ ?

সত্যলেখা :

কলিজা কাটিও যদি
কাৰণ শুনিব লাগে দুখৰ তোমাৰ
তাকো মই কৰি লম আনন্দ মনেৰে।
পলম নকৰি নাথ ! কোৱা মোক—
কি কাৰণে অশান্তিত কটাইছা দিন ?

সত্যৱন :

সত্যলেখা !
সুস্থ মনে ভাবি চোৱা পুনু
শুনি মোৰ দুখৰ কাৰণ
পাৰিবানে ভাব পৰা মোকোজনাৰ মোক ?

সত্যলেখা :

চৰণত পৰি নাথ কৰিছো কাকুতি
যদি মোক নহয় বিশ্বাস
খুলি লোৱা তীক্ষ্ণ অসি
ততালিকে ছিন্ন কৰা অবলাৰ শিৰ।
তথাপিতো,
নোৱাৰো সহিব মই অশান্তি তোমাৰ।

সঞ্জন :

সৰলা ৰমণী !
শুনা তেন্তে এক মন হৈ—
জানা তুমি,
ৰত্নাৱতী নগৰৰ সেনাপতি মই।
মোৰ বাহুবলে মাথো
ইমান দিনৰ পৰা
মহা মহা শত্ৰুকো বিচূৰ্ত্তি জগাই
ৰক্ষা কৰি আছে তাৰ উজ্জ্বল গৌৰৱ।
( ৰয় ) নহয়, নকওঁ আৰু—
এনে কথা বুজিবৰ
নাই তোমাৰ অলপো হৃদয়।

সত্যলেখা :

কোৱা নাথ ! কোৱা সতকাই
বৰ বেথা অনুভৱ কৰিছোঁ প্ৰাণত।
কোৱা নাথ।
খুলি কৈ ততালিকে অন্তৰৰ কথা
ৰক্ষা কৰা অভাগীৰ প্ৰাণ।

সংজ্ঞন :

সত্যলেখা,
যদিছে পেটত বাখি বিহৰ উঁৰাজ
মিঠা কথা কইছা মুখত
তথাপিতো নোৱাৰো বুজিব।
কিন্তু, মই হলে অন্তৰেৰে
এনেটোকে আশাকৰোঁ—
মোৰ অন্তৰৰ কথা শুনিবলৈকে যেন
হৈ থাকা তুমি যেন তেনেই কাতৰ—
সেইটোৱে স্বাভাৱিক কথা !
নহলে,--
স্বামী-ভাৰ্য্যা সম্বন্ধত
কিদৰে পৰিব ৰক্ষা
পৱিত্ৰ মিলন ?
শুনা তেন্তে, মন পাতি—
যদিও বীৰত্ব মোৰ ইমান ব্যাপক
পৃথিৱীৰ বিশ্বজেতা ক্ষত্ৰিয়সকলে
যদিওবা মোৰ বিক্ৰমৰ উত্তাপত
জেউতি বিহীন হৈ পৰি আছে
গৌৰৱ হেৰাই—
তথাপিও মোৰ মনত সুখ-শান্তি নাই।
সামৰিও বীৰত্ব ইমান
নেপালে তৃপিতি মোৰ প্ৰাণৰ পিয়াহে।
মোৰ এই গৌৰৱত
তিলমানো সাৰ্থকতা নেপাওঁ বিচাৰি।
বীৰত্ব বিহীন নগণ্য শিশু এজনৰ ওচৰত
অলপো গৌৰৱ নাই বীৰত্বৰ মোৰ।
মুহূৰ্ত্তে মুহূৰ্ত্তে
কৰে মোক তাচ্ছিল্য মাথোন।
সেইবাবে অন্তৰত মোৰ
উদ্‌ভ্ৰান্ত বেগেৰে
জ্বলিছে যি অশান্তি অগনি
তাতে মই হেকৰাই সুখ শান্তিখিনি

পুৰি আছো অন্তৰৰ তৰপে তৰপে।
সেইবাবে, তেতিয়াৰে পৰা
অদম্য হেঁপাহ এটি জাগিছে প্ৰাণত
ফালি তাৰ কোমল কলিজা—
সত্যলেখা! সত্যলেখা!
নহবা বিতত শুনি নিষ্ঠুৰ কল্পনা।
বীৰত্বাভিমানী সেই
শিশুৰ কলিজা ফালি
পলাওঁ প্ৰাণৰ মোৰ উন্মত্ত হেঁপাহ।
পাৰিবানে সাহায্য কৰিব মোক?

সত্যলেখা :

( নিৰুত্তৰ )

সভ্ঘন :

এয়ে নে প্ৰতিজ্ঞা তুমি
কৰিছিলা সত্যলেখা?
জানো মই বহুত আগতে
নাৰীৰ চৰিত্ৰ
নোৱাৰে বুজিব কোনো।

সত্যলেখা :

নাথ!
কিয় দিয়া ধিক্কাৰ ইমান?
কোৱা খুলি সঠিক্ আশ্ৰয়
নিশ্চয় কৰিম মই সাহায্য তোমাক।

সভ্ঘন :

চঞ্চলা ৰমণী
মন তোমাৰ তেনেই চঞ্চল।
কিদৰে পাৰিবা মোক সাহায্য কৰিব?

তিলমানো কঠোৰতা নাই অন্তৰত।
স্বামীৰ কঠোৰ কৰ্তব্যত
কেনেদৰে সাহায্য কৰিবা?

সত্যলেখা :

কোমলতা গৈ যেৱে
ভীষণ মূৰুতি ধৰি
কোমলতা কৰে নাইকিয়া
ৰমণীয়ে নোৱাৰে কি কৰ্তব্য সাধিব?
কোৱা নাথ!
যিমান কঠোৰ হওক কৰ্তব্য তোমাৰ
নিশ্চয়, নিশ্চয় মই কৰিম সহায়।

সভ্ঘন :

নিশ্চয়, নিশ্চয় তুমি নোৱাৰা কৰিব,
নাই তেনে হৃদয় তোমাৰ।
তথাপি কৰিছা যদি ইমান আগ্ৰহ
শুনা তেন্তে কওঁ—
ৰত্নাৱতী যুৱৰাজ দুৰন্ত অতিকে।
ৰাজপুত্ৰ হৈ, ৰাজ ঐশ্বৰ্য্য লাভ কৰি
বাঢ়িছে ইমান তাৰ শূন্য অহংকাৰ
তৃণ-জ্ঞান কৰে সকলোকে।
দুগ্ধ-পোষ্যশিশু হৈ
ৰত্নাৱতী নগৰৰ সেনাপতি মোক
কৰিছে অসহ্য অপমান।
যিদিনাই অচিনাকি
নাৰী এজনীৰ সন্মুখত
তিৰস্কাৰ কৰি মোক কৰ্কশ কথাৰে
উজ্বালে অন্তৰত তীব্ৰ হিংসানল
তেতিয়াৰে পৰা মোৰ

পুৰি আছে প্ৰাণ মাথো অশান্তি অগ্নিত।
যি পৰ্য্যন্ত ৰক্ত তাৰ মাটিত পেলাই
নোৱাৰিম হিংসা মোৰ তৰ্পণ কৰিব
ক্ষন্তেকৰ কাৰণেও নাপাম প্ৰাণত শান্তি।
সত্যলেখা! প্ৰাণতো অধিক তুমি,
পাৰিবানে সাহায্য কৰিব মোক?

সত্যলেখা:

স্নেহৰ জামাতা!....নাথ,
কি হ'ব দুৰ্গতি তেন্তে প্ৰতিভাৰ মোৰ?

সঞ্জন:

এয়ে নে সাহায্য কৰা কৰ্ত্তব্যত মোৰ?
দুষ্টা নাৰী!
কিয় তেন্তে কৰিছিলা প্ৰতিজ্ঞা মনত?
অবলা ৰমণী তুমি
কেনেদৰে দিবা বল কৰ্ত্তব্যত মোৰ?
স্নেহৰ জামাতা?
—বিষধৰ মূৰ্ত্তি ধৰি তাৰ স্নেহে যেতিয়া
প্ৰাণ তোৰ কৰিব বিনাশ
তেতিয়া বুজিবা তুমি স্নেহৰ জামাতা কেনে।
প্ৰতিভা পৰিব দুৰ্গতিত
কি আছে কাৰণ তাত বিকল হ'বৰ?
স্নেহৰ দুহিতা যদি
হ'ল এনে শত্ৰুৰ অধীন
কিদৰে কৰিব স্নেহে তৃপ্তি লাভ তাত?
নাই মোৰ কোনোৱে স্নেহৰ।
নিজ স্বাৰ্থ সিদ্ধি হেতু
মহাশক্তি অন্তৰত লভিবৰ হঁকে
প্ৰতিভাকো পাৰো প্ৰাণ বিনাশ কৰিব।
সত্যলেখা!
সন্তানৰ স্নেহ মাথো মুখৰ কথা।
নাই তাত অন্তৰৰ যোগ।
খন্তেকৰ কাৰণেও
দয়া-স্নেহ পাহৰি পেলাই
দুৰ্দ্দশ সাহেৰে
নাশ কৰি তাম্ৰধ্বজ প্ৰাণ
চিৰশান্তি ভুগি ৰ'ম সুখিৰ মনেৰে।
সত্যলেখা!
কিয় হোৱা অধীৰ ইমান?
ভাবি চোৱা!
তোমাৰে নিচিনা
কিমান ক্ষত্ৰিয় নাৰী
কিমান কঠোৰ কাৰ্য্য সমাপন কৰি
ৰাখিছে উজ্জ্বল কীৰ্ত্তি বিশ্ব জগতত।
পাৰা যদি তুমিও সাধিব এই কৰ্ত্তব্য মহৎ
চিৰ ভাগ্যৱতী হৈ
আনন্দেৰে কটাবা জীৱন।
যাবচ্চন্দ্ৰ দিবাকৰ
থাকিব তোমাৰ কীৰ্ত্তি এই জগতত।

সত্যলেখা:

নাথ! নকৰা, নকৰা—
নোৱাৰো শুনিব এনে মৰ্ম্মভেদী কথা।
প্ৰাণৰ প্ৰতিভা মোৰ!
কি হ'ব দুৰ্গতি তোৰ? (মূৰ্চ্ছা)

সঞ্জন:

দুৰ্ব্বলা ৰমণী!
দুৰ্ব্বল হৃদয় তোৰ

কিদৰে কৰিবি তই কৰ্ত্তব্য সাধন?
থাক তই—
নেলাগে সাহায্য তোৰ।
নিজতে নিৰ্ভৰ কৰি অকলে অকলে
মোকোলাম ভাগ্যৰ ভঁৰাল।
নিজৰ বাহিৰে আৰু
কাৰ বাবে আছে মোৰ চিন্তাৰ বিষয়?
প্ৰতিহিংসা দগ্ধ মন!
সঠিক জানিবি
কোনো নাই তোৰ সঠিক আপোন।
যি কৰ্ত্তব্য পৰিছে আগত
নিজকেই সাৰ ভাবি
নিজৰ বলেৰে তই সাধিবি এতিয়া।
একফালে পুত্ৰ-ভাৰ্য্যা আত্মীয়-স্বজন
আনফালে তোৰ এই ৰক্তৰ হেঁপাহ!
কেতিয়াও নহবি কাতৰ।
( মূৰ্চ্ছিত হৈ পৰি থকা সত্যলেখাৰ ফালে চাই)
কলঙ্কিনী!
থাক পৰি নিৰাশ্ৰয়া হৈ—।
নেলাগে সাহায্য তোৰ।
( এটা গোৰ মাৰি বেগেৰে গুচি যায়। )

সত্যলেখা :

( সংজ্ঞা লাভ কৰি )
হ'ব লাগে মানুহৰ যেতিয়া বিনাশ
স্বভাৱতে দুৰাশাই
আঁতৰাই সুস্থ চিন্তা
দুষ্কৰ্ম্মত কৰে প্ৰলোভিত।
সহস্ৰ সহস্ৰ চেষ্টা কৰিলেও তাক
তাৰ পৰা ওভতাব নোৱাৰি কদাপি।
ঈশ্বৰৰ ইচ্ছাতেই ঘটে সকলোটি।
ঈশ্বৰে ইচ্ছা যদি
হক বুলি বিনাশ আমাৰ
নিবাৰণ কৰিম কিদৰে?
ঈশ্বৰে ইচ্ছা পূৰ্ণ হক।

( প্ৰস্থান )

# দ্বিতীয় অঙ্ক

## ১ম দৃশ্য

সম্ঘন আৰু পুষ্পক

সম্ঘন :

ভাই পুষ্পক?
সকলো কামতে মোৰ প্ৰতি খোজে খোজে
বহুত সাহায্য কৰি
চিনাকি দি আছা মোক কিমান স্নেহৰ।
তোমাকে সহায় লৈ দিগ্বিজয় কৰি
সামৰিছো কিমান গৌৰৱ!
তুমি মোৰ আগ বাহু।
আজিও কৰ্ত্তব্য এটি পৰিছে আগত
এজন এজনকৈ
সুধি মই সকলো বন্ধুকে
পৰিছো নিৰাশ হৈ
নাপালোঁ সহায় কাৰো।
ইয়াত সাহায্য কৰি
দিবানে চিনাকি মোক প্ৰাণৰ বন্ধুৰ।

পুষ্পক :

সদায় তোমাৰ অনুগত মই।
কি আজ্ঞা কৰিবা মোক
কোৱা সেনাপতি ?
প্ৰাণ দিও কৰিম পালন।

সঞ্জন :

তোমাৰে নহলে এই কৰ্ত্তব্য সাধন ?
নাই কোনো বীৰ আৰু এই জগতত।
চোৱা !
উজলাবলৈকে নিজ সৌভাগ্য সূৰুয
কাৰ অন্তৰত নাই প্ৰবল আশা।
নাই যাৰ অন্তৰত
উচ্চ আকাঙ্ক্ষাৰ তীব্ৰ আকুলতা
যিজন পুৰুষে ভাবি
বৰ্ত্তমানতে মাথোন শান্তিৰ ভঁৰাল
নিশ্চিন্তিৰে শান্তি লাভ কৰে
নাই তাৰ অন্তৰত
পুৰুষৰ বিশ্বভেদী বল।
এনেকুৱা কিমান মানুহে
সামান্য সীমাতে মাথো তৃপিতি পলাই
ব্ৰহ্মাণ্ডৰ মহৎ ইচ্ছাত
আঁকি দিছে কলঙ্ক কিমান।
কিন্তু ।
তুমি মই বিশ্বজেতা বীৰ
কিয় তেন্তে উচ্চাকাঙ্ক্ষা নহ'ব আমাৰ ?
ভাবা নেকি অলপো মনত
বৰ্ত্তমান অৱস্থাতে চিৰ সুখী হৈ
আজীৱন কটাবা সুখেৰে ?

পুষ্পক :

নিশ্চয় নেভাবো তেনে।
প্ৰকৃত বীৰৰ ইচ্ছা
দিনে-ৰাতি উগ্ৰ উলাহৰে
জ্বলি আছে অন্তৰত মোৰ।
সেনাপতি !
প্ৰকৃত ক্ষত্ৰিয় বুলি ভাবি লবা মোক।
ক্ষত্ৰিয়ৰ উচ্চাকাঙ্ক্ষা এৰি
মোৰ এই প্ৰাণৰ মাজত
কদাপিতো নীচাশয় নেপাবা বিচাৰি।

সঞ্জন :

আহা তেন্তে দুয়ো মিলি
উদগাই অন্তৰত উদ্দীপ্ত উলাহ
প্ৰাণপণ কৰি শত্ৰু নাশি
মোকোলাওঁ সৌভাগ্যৰ পথ।

পুষ্পক :

তাৰবাবে সদায় প্ৰস্তুত মই।
শুনা সেনাপতি !
তোমাৰে তলত থাকি
সমৰৰ কিমান কৌশল শিকি
বাস্তৱতে ধৰা নাই
অসি মোৰ হাতৰ মুঠিত
সামান্য শত্ৰুক নাশি
উজলাই ৰজাৰ গৌৰৱ
কৃতাৰ্থ মানিম বুলি।
ইয়াৰ আঁতৰত কিন্তু
আছে এটি উচ্চ অভিলাষ
তাৰে বাবে প্ৰাণপণ কৰি

শোণিত লোলুপা এই অসিৰ মুখত
বলি দিছো কিমান জীৱন।
অন্তৰৰ উচ্চাকাঙ্ক্ষা পুৰাবৰ হেতু
যিমান কঠোৰ কাৰ্য্য নিশ্চয় সাধিম।

সঙ্ঘন:

এনেকুৱা নহলে অন্তৰ
ইমান কৰ্ত্তব্য সাধি মোৰ অধীনত
অসুখীয়া সঙ্ঘনক
কেনেদৰে পৰিতুষ্ট কৰিলাহেঁতেন?
তথাপিতো ভাগ্যৱান মই
নহয় তেনে মই আশ্ৰয় বিহীন।
আছে মোৰ এজন আপোন।
শুনা পুষ্পক!
এনেদৰে নৃপতিৰ তলতীয়া হৈ
সৌভাগ্যৰ গতি কিয় ৰোধিম আমাৰ?
দুদিনৰ পিছতে বৃদ্ধ শিখিধ্বজে
সামৰিব জীৱনৰ লীলা।
তেনেই নিস্পৃহ তেওঁ বিষয় ভোগত।
সেইবাবে—
ৰাজ্য সপি সন্তানক
বানপন্থী হওঁ বুলি
দিনে-দিনে কৰিছে প্ৰস্তাৱ।
নাই তাত শঙ্কাৰ বিষয়
কিন্তু সেই
অহঙ্কাৰী শিশুৰ কাৰণে।
বীৰ্য্য হীন শিশু তাম্ৰধ্বজে
এতিয়াই যেনে তাৰ গৰ্ব্ব অহঙ্কাৰ—(অভিমান)
ৰত্নাৱতী নগৰৰ দুদিন পাছতে
হ'ব যেবে একচ্ছত্ৰী ৰজা
কিদৰে পৰিম ৰক্ষা, তাৰ প্ৰতাপত!
এই ভাবি কৰিছো সংশয়!
এই ভাবি অন্তৰত কৰিছো কল্পনা?
নাশ কৰি সোনকালে শিশুৰ জীৱন
লাভ কৰো সৌভাগ্যৰ আনন্দ প্ৰসাদ।
পুষ্পক! পুষ্পক!
হুবানে সহাই তুমি এই কৰ্ত্তব্যত।

পুষ্পক:

নিশ্চয়! নিশ্চয়!
তেনেকাৰ্য্য সাধনৰ বাবে
উলঙ্গ কৃপাণ মোৰ
আনন্দেৰে নাচিব হাতত।

সঙ্ঘন:

শুনা পুষ্পক!
তাম্ৰধ্বজে জীৱন বিনাশি
শত্ৰুহীন কৰিলে আমাৰ
ৰত্নাৱতী নগৰৰ যিমান সম্পদ
পৰিব আমাৰ মাথোন হাতৰ তলত।
তাতকৈ সৌভাগ্যৰ কি আছে বাসনা।
তেতিয়া....।
তুমি মই দুয়ো হম
ৰত্নাৱতী নগৰৰ কাণ্ডাৰী মাথোন।
দেখিবা তেতিয়া তুমি
ইমান দিনৰ পৰা
কিবা এটি উচ্চাকাঙ্ক্ষা লৈ
প্ৰাণ-পণে চেষ্টা কৰিছিলা
কৰা এই কাৰ্য্য সমাপন।
ক্ষন্তেকতে পাবা এই সম্পদ হাতত।

পুষ্পক:

তেনেকুৱা উচ্চাকাঙ্ক্ষা চৰিতাৰ্থ হেতু

সৰ্ব্বদায় প্ৰস্তুত পুষ্পক।
সেনাপতি
নোৱাৰো বুজাব মই
পালো আজি আনন্দ কিমান।
বহুত দিনৰে পৰা মোৰো অন্তৰত
এইটো আশায়ে মাথো প্ৰবল তেজেৰে
জ্বলি আছে টিমিকি টিমিকি
কিন্তু—
বিচাৰি নেপাই কোনো অন্তৰৰ বন্ধু
ৰুদ্ধ হিয়াখনি মোৰ
নাছিলো জনাব পৰা কাৰো ওচৰত।
সেইবাবে—
অন্তৰাতে মাৰি থৈ অন্তৰৰ বেগ
আছিলো ইমান দিন বিমৰ্ষ তেনেই।
কিন্তু আজি
তোমাৰ মুখত শুনি একেই কল্পনা
প্ৰাণভৰা আনন্দত নাচিলে পৰাণ।
হোৱা তেন্তে সাজু
ততালিকে এই কৰ্ত্তব্য কৰো সমাপন।
জানি লবা সেনাপতি
এনেকুৱা কৰ্ত্তব্যত
সৰ্ব্বদায় উল্লাসিত পুষ্পকৰ মন।

সঙ্ঘন ঃ

তুমি মাথোন জীৱনৰ বন্ধু মোৰ।
শুনা পুষ্পক!
যি ব্ৰত পালিম বুলি ধৰিছো এতিয়া
সফলতা হেতু তাৰ
আৱশ্যক অতি সতৰ্কতা।
তিলমানো ব্যতিক্ৰম হলে
ততালিকে ৰাজ খড়্গ
দুয়োৰো তেজেৰে হ'ব ৰঞ্জিত তেনেই।
সেইবাবে সুথিৰ মনেৰে
কৰা কিছু সময় অপেক্ষা।
পিছত যেতিয়া
সুযোগৰ অনিবাৰ্য্য উজ্জ্বল ইঙ্গিত
পৰিব দুয়োৰো সন্মুখত
হাঁহি হাঁহি ততালিকে কাৰ্য্য সমাপন।
আহা এবে যাওঁ।
কৰিম মন্ত্ৰণা পুনু সুস্থিৰ মনেৰে।

পুষ্পক ঃ

সেনাপতি।
তোমাৰ কাৰ্য্যত এই
প্ৰাণ দিও কৰিম সহায়।
এইবাবে প্ৰতিদান নালাগে অলপো।
তোমাকে নৃপতি কৰি
ৰত্নাৱতী নগৰৰ
প্ৰজা এজনৰ দৰে
পাৰো যদি অধীনত থাকিব তোমাৰ
তাকে মই ভাবিম।
সৌভাগ্যৰ শেষ সীমা বুলি
কিন্তু—
অদম্য তৃষ্ণাই এটা
সদায় কৰিছে মোৰ আকুল অন্তৰ।
তোমাৰ কৃপাত যদি
পাৰো সেই তৃষ্ণা পলুৱাব
নেলাগে, নোখোজো মই আন একো ধন।
সেনাপতি!
কৰিবানে কৃপা মোক ?

সওদ্যন :

প্ৰাণপণে আনন্দ মনেৰে
স্নেহৰ পুষ্পক
কোৱা কি বাসনা তোমাৰ প্ৰাণত।

পুষ্পক :

নকওঁ এতিয়া মই।
যেতিয়াই উপযুক্ত আহিব সময়
তেতিয়াই নিবেদিম তোমাৰ কাষত।

সওদ্যন :

ভাল কথা !
নিচিন্তে থাকা তুমি।

পুষ্পক :

সেনাপতি !
অনুগ্ৰহ কৰিলে অলপ
সঙ্গীতৰ মধুৰ সোঁতেৰে
হ'ব পাৰে ই অধীন সন্তুষ্ট অলপ।
তাতে আৰু যোগ হলে অলপ ( মদিৰা )
মিলি যায় সোণত সুৱাগা।

সওদ্যন :

( হাঁহি হাঁহি গাত চাপৰায় )
ভাল কথা ! ভাল কথা ! ৰংদৰদি !
( ৰংদৰৰ প্ৰৱেশ। প্ৰণাম কৰি থিয় হৈ )
সুন্দৰীহঁতক সোনকালে সাজি-কাচি সোন-
কালে ইয়াক আহিব দি। আৰু তই
সোনকালে ৰং লগাবৰ দিহা কৰ।
( ৰংদৰিয়াৰ মিচিকিয়াই হাঁহি প্ৰস্থান )

সওদ্যন :

পুষ্পক !
তোমাৰ লগত আজি
কৰিম সকলোখিনি মুখৰ মাধুৰীমা।
এই লগ সম্পদ বিপদে
থাকে যেন যুগমীয়া হৈ।
তুমিয়ে আত্মীয় মোৰ অতি মৰমৰ
আহা ! দুয়োজনে পান কৰো
মধুৰ আনন্দ।
( দুয়ো বহে ৰংদাৰে মদ ঢালি দিয়ে দুয়ো খায় )
মুখ মুছে দুয়োজনে। দূৰত সঙ্গীতৰ ধ্বনি। )

সওদ্যন :

কি যে মজা, কি যে মজা ! লাগিযা লাগিযা
উৰা স্ফূৰ্ত্তি ! উৰা স্ফূৰ্ত্তি !
পুষ্পক। আ-হ-হা ! কি সুন্দৰ বাজিছে
সঙ্গীত।

পুষ্পক :

সেনাপতি মহাশয় উপভোগ্য বস্তু কিবা বেয়া
হ'ব পাৰে ?

সওদ্যন :

( মূৰ দুপিয়াই ) নিশ্চয় ! নিশ্চয় ! নিশ্চয় !

গীত

প্ৰাণ দি পালেও ভাল কিয়নো নেপাওঁ ভাল
দিলে পায় প্ৰতিদান জগতৰ বিধান।
অন্তৰ পটত মোৰ, আঁকি মধুৰ চিত্ৰ তোমাৰ
ভাবি আছো দিনে-ৰাতি দিবানে পৰাণ দান।
নেলাগে নোপোৱা ভাল তোমাৰ ভালেই মোৰ
ভাল
নিলগতে থাকি থাকি সপিম মোৰ পৰাণ ॥

পুষ্পক :

ক'লৈ যোৱা সুন্দৰীসকল ?
(এজনী সুন্দৰীৰ হাতত ধৰে।)
চোৱাচোন !
প্ৰেমময়ী হাঁহি ভৰা মুখৰ তোমাৰ
কিদৰে আঁকিছো ছবি অন্তৰত মোৰ !
কিয় হোৱা নিৰ্দ্দয় ইমান।
খোজানেকি প্ৰাণী হত্যা পাপত পৰিব ?

সঙ্ঘন :

এৰি দিয়া সিহঁতক যাওক গৈ গুচি।
আছে আৰু আনন্দৰ মহা আয়োজন।
তাতে তুমি
যত পাৰা পৰিতুষ্ট কৰিবা হেঁপাহ।
আহা লগাও মনত ৰং।

পুষ্পক :

উপযুক্ত বিবেচনা (দুয়ো বহি মদ পান কৰে।
কিছু সময় পাছত) সেনাপতি !
কৰিবানে এটা মোৰ বাসনা পূৰণ !
এই সময়ত এই স্ফূৰ্ত্তিৰ মাজত
কৰা যদি এই মোৰ বাসনা পূৰণ
তেন্তে—
ৰত্নাৱতী বিপুল ৰাজ্যৰ
তোমাকে সম্ৰাট কৰি
আজ্ঞা পালি থাকিম সদায়।
নেলাগে অলপো অংশ মোক।

সঙ্ঘন :

নিঃসঙ্কোচে কোৱা তুমি
নিশ্চয় পূৰাম মই বাসনা তোমাৰ।

পুষ্পক :

কিন্তু মোক।
কৰা আগে অভয় প্ৰদান।

সঙ্ঘন :

সঙ্ঘনৰ প্ৰাণৰ বন্ধু তুমি
তাৰে ওচৰত কৰা অভয় প্ৰাৰ্থনা।
কোৱা তুমি নিৰ্ভয় মনেৰে।

পুষ্পক :

সেনাপতি !
মহাপাপী দুৰ্ভগীয়া মই
সেইবাবে
তোমাৰ ভাৰ্য্যাৰ বিমোহন ৰূপে
বহুত দিনৰে পৰা
অধিকাৰ কৰি আছে
কলুষিত মন মোৰ।
সঠিকতে ময়ো বুজো
ইটো মোৰ দুৰাকাঙ্ক্ষা মাথোন।
কিন্তু তথাপি
কোনোমতে মনে মোৰ নেমানে প্ৰবোধ।
সেনাপতি !
কৰিবানে বাসনা পূৰণ মোৰ।

সঙ্ঘন :

ঘৃণিত বৰ্ব্বৰ।
সংঙ্ঘনৰ মুখৰ আগত
কি সাহসেৰে কল্প তই

এনেকুৱা ঘৃণিত প্ৰস্তাৱ।
নাজাননে মোৰ বিলম্বিত অসি
সাজু হৈ আছে তোৰ ৰক্ত পিম বুলি।

পুষ্পক :

সেনাপতি !
কৰিছিলা অঙ্গীকাৰ
সেইবাবে আকাঙ্ক্ষাৰ কৰিলোঁ বৰ্ণনা।
কিন্তু ।
নকৰে পুষ্পকে ভয় তোমাৰ অসিক।
নাজানানে সেনাপতি
পুষ্পকৰ তীক্ষ্ণ অসি
তোমাৰ অসিতকৈ বেছি বীৰ্য্যবান।

সঙ্ঘন :

অকৃতজ্ঞ, কাপুৰুষ ঘৃণিত পাষণ্ড।
সকৰ পৰাই যাৰ অধীনত থাকি
সমৰ কৌশল শিকি
কৰিছিলি বহুত সন্মান।
তাৰ ওচৰত এনে ঘৃণিত প্ৰস্তাৱ।
তাতকৈও বীৰ্য্যবান বুলি
কৰ শূন্য অহঙ্কাৰ !
ধৰ তেন্তে অসি তোৰ
পাৰ যদি দেখুৱাব বল।

পুষ্পক :

পুষ্পকৰ তীক্ষ্ণ অসি সদায় প্ৰস্তুত।
( দুয়োৰে যুদ্ধ কৰি কৰি মৃত্যু হয়।
বেগেৰে সত্যলেখাৰ প্ৰৱেশ )

সত্যলেখা :

কি হ'ল, কি হ'ল মোৰ !
কোনে মোৰ সৌভাগ্য সূৰ্য্য
তেনেই নিয়ালে মাৰ কাল সাগৰত ?
কোন এই ওচৰত পৰি !
পুষ্পক ! পাষণ্ড পুষ্পক !
সতীৰ সতীত্ব নাশ কামনাকাৰী
পাষণ্ড পুষ্পক !
এয়েনে আছিল তোৰ মনৰ আশয় ?
এইবাবেই নে দুয়োজনে
মন্ত্ৰণা গৃহত বহি
কৰিছিলি ঘৃণিত মন্ত্ৰণা ?
নাথ ! হৃদয়ৰ নাথ !
সত্যলেখা বুলি মাত লগোৱা এবাৰ।
কি দোষ নো পাই অভাগীৰ
চিৰকাললৈকে আজি এৰি গ'লা মোক ?
উঠা নাথ, কৈ দিয়া—
কাৰ মুখ চাই থাকোঁ সামৰি জীৱন ?
চকু মেলি চোৱাচোঁ এবাৰ—
তোমাৰ বিৰহ জুয়ে
দহিছে কিমানখিনি সত্যলেখাৰ প্ৰাণ !
উঠা নাথ, সান্ত্বনাৰ কথা কৈ
পাতলোৱা দগধ যন্ত্ৰণা !
হায় ! হায় !
মনত যি আশঙ্কা আছিল
সেয়ে আজি ফলিল সঠিক। ( ৰোদন )

পুষ্পক :

পুষ্পকৰ তীক্ষ্ণ অসি সদায় প্ৰস্তুত।
( দুয়োৰে যুদ্ধ কৰি মৃত্যু হয়। )
( ঐকতান বাদন )

## ২য় অঙ্ক
### দ্বিতীয় দৃশ্য

উদ্যানত তাম্ৰধ্বজ আৰু প্ৰতিভা

তাম্ৰধ্বজ :

প্ৰতিভা চোৱাচোন
মধুময়ী প্ৰকৃতি দেৱীয়ে
মধুৰ যৌৱন খুলি
দিওঁ বুলি প্ৰেমাঞ্জলি কাৰ চৰণত
কি সুন্দৰ সাজ পিন্ধি সাজিছে সুন্দৰী।
যি ফালে ফিৰোৱা চকু
সেই ফালে আনন্দ মাথোন।
প্ৰতিভা !
ইয়াৰ আগেয়ে তুমি
পাৰিছিলা ভুঞ্জিবনে আনন্দ ইমান।

প্ৰতিভা :

নাথ ! অতীত জীৱনে মোৰ
নানাবিধ সম্পদৰ মাজত থাকিও
চাৰিওফালে দেখিছিলো আন্ধাৰে মাথোন
ৰিণিকিও সুখৰ পোহৰ
নাছিল পৰিব পৰা অন্তৰত মোৰ।
এতিয়া—
নিজে মই সুখৰ মাধুৰী সানি
সাজিছোঁ অন্তৰ মোৰ
সুখতেই অন্তৰ যাৰ পৰিছে সদায়
নেদেখিব সকলোতে আনন্দ সি কিয়।

তাম্ৰধ্বজ :

প্ৰাণৰ সাদৰী মোৰ !
অন্তৰ পমাব পৰা
ক'ত পালা সুখৰ মাধুৰী ?

প্ৰতিভা :

নাথ ! জ্ঞান হীনা নাৰী এজনীতকৈ
সকলোতে বহু জ্ঞানী তুমি।
নিজে তুমি পাৰিছা বুজিব,
কেনেদৰে কম মই
ক'ত পালো সুখৰ মাধুৰী।

তাম্ৰধ্বজ :

সাদৰী প্ৰতিভা !
তোমাৰ অন্তৰখনি
কেনেকুৱা সুখত পমিছে
কেনেদৰে কম মই ?
এজনৰ অন্তৰৰ কথা
আনজনে বুজিব কিদৰে ?

প্ৰতিভা :

নাথ কিয় কৰা ছলনা দাসীক ?
প্ৰাণৰ লগত মোৰ
নাই হেনো তোমাৰ প্ৰাণৰ যোগ।

তাম্ৰধ্বজ :

যোগ আছে বুলি মই কওঁ কেনেদৰে ?
যিবিলাক ভাৱনাৰ উন্মত্তৰ ঢ'উ—
উপচি উপচি উঠি
প্ৰাণ মোৰ কৰিছে আকুল।
তাৰ দেখো এটি চাঁকো
অন্তৰত নেদেখোঁ তোমাৰ।

প্ৰতিভা :

নাথ !
অজ্ঞান অবলা মই
নুবুজো অলপো ভাব তোমাৰ মনৰ ।

তাম্ৰধ্বজ :

কিদৰে বুজিবা তুমি !
মোৰ অন্তৰৰ সতে তোমাৰ অন্তৰ
গাঁথা যদি থাকিলেহেঁতেন
তেন্তে—অন্তৰ জগত মোৰ
ছবিৰ নিচিনাকৈ তন্ন তন্ন কৰি
সঠিকতে বুজি লব পাৰিলাহেঁতেন ।
কিন্তু মোৰ প্ৰাণৰ লগত
নাই তোমাৰ এনেকুৱা সবল মিলন ।

প্ৰতিভা :

মই দেখো, প্ৰাণনাথ
অন্তৰত আঁকোৱালী সৰল বিশ্বাস
দিনে-ৰাতি ভাবিছো মাথোন
প্ৰাণৰ লগত মোৰ তোমাৰ প্ৰাণৰ
তিলমানো নাই ভিন ভাব ।

তাম্ৰধ্বজ :

তেনেহলে কিয়
তৃপ্তিৰ লগত মোৰ
নপৰে অলপো তোমাৰ তৃপ্তিৰ গুৰ ।

প্ৰতিভা :

বৰ দুৰ্ভাগিনী মই ( অধোমুখে ক্ৰন্দন )

তাম্ৰধ্বজ :

সৰলা প্ৰতিভা !
কিয় হোৱা বিকল ইমান !
ইমান কহুৱা কথা
আচলতে কোৱা নাই অন্তৰৰ পৰা ;
মাথো যি কাৰণে ভাবি ভাবি দিনে-ৰাতি মই
অন্তৰত কৰি আছো তীব্ৰ অনুভৱ ।
সেইটো ভাগৰ মাথো পলাবৰ হেতু
কৰিছো তোমাৰ সতে ইমান ধেমালি ।
শুনাচোন প্ৰাণৰ প্ৰতিভা !
মনৰ মাজত মোৰ
দিনে দিনে জ্বলি আছে
সমৰৰ অদম্য পিয়াহ
দিনে-ৰাতি ভাবি থাকো মই
কোনোজন বিশ্বজয়ী বীৰৰ লগত
পলুৱাই সমৰৰ দৃপ্ত তৃষ্ণা মোৰ
আলিঙ্গন কৰি থাকোঁ অনন্ত মনে ।
কিয় তুমি তাত মোক
উত্তেজনা নিদিয়া অলপো ?
(ইন্দুমতী যোদ্ধা বালক সাজ পিন্ধি প্ৰৱেশ )

ইন্দুমতী :

( দূৰৰ পৰা ) যুৱৰাজ ! যুৱৰাজ !
ইকি কাৰ্য্য কৰি আছা তুমি ?
প্ৰেম-সুখ ভুঞ্জিবৰ হেতু
এয়ে তুমি পালা নে সময় ?

তাম্ৰধ্বজ :

পৰিচিত কণ্ঠ যেন লাগে ।
কোন তুমি !
সোমাই প্ৰমোদ উদ্যানত
কি সাহেৰে কোৱা এনে কথা ?
সোনকালে দিয়া পৰিচয় !

ইন্দুমতী :

পৰিচয় পিছে পাবা মোৰ
হোৱা আগে সাজু তুমি
সমৰ কৰিব।

তাম্ৰধ্বজ :

কাৰে সতে কৰিম সমৰ?
তুমি নেকি প্ৰতি যোদ্ধা মোৰ?

ইন্দুমতী :

সামান্য বালক মই
কিদৰে তোমাৰ এই
ব্ৰজ যেন বাহুৰ আগত
নিৰ্ভয়েৰে থিয় হম মই
কিন্তু!
যাৰ বীৰত্বৰ ওচৰত
জগতৰ অজেয় যুঁজাৰু মানে
অধীনতা মানি
বীৰ্য্যহীন কাপুৰুষ যেন
বঢ়াইছে ক্ষত্ৰিয়ৰ ঘৃণিত কলঙ্ক
সোমাইছে সেয়ে আজি তোমাৰ পুৰীত।
এনেকুৱা সময়ত
নিশ্চিন্তেৰে প্ৰেমালাপ কৰি
কলঙ্ক বঢ়োৱা কিয় ক্ষত্ৰিয় কুলত।
সোনকালে সাজু হৈ সমৰ সাজেৰে
উৰুৱাই ৰত্নাৱতী বিজয় দুন্দুভি
থিয় হোৱা শত্ৰুৰ আগত।

তাম্ৰধ্বজ :

কোন তেওঁ দিগ্বিজয় বীৰ।

ইন্দুমতী :

জয় কৰি যিজনে ত্ৰিলোক
মৃত্যুঞ্জয় নাম লাভ কৰি
উজলাই ওৰে জগত
ঢালিছে কিৰণ মাথোন দীপ্ত বীৰত্বৰ
সেই অৰ্জ্জুনে আজি তোমাৰ পুৰীত।

তাম্ৰধ্বজ :

কি? কি?
যাৰ সতে ৰণ কৰি
কৰো বুলি মৃত্যু আলিঙ্গন
নাচি আছে সদায় অন্তৰ
সেইয়ে আজি সোমাইছে পুৰীৰ মাজত!
কি কাৰণে আহিছে অৰ্জ্জুন?

ইন্দুমতী :

অৰ্জ্জুনৰ জ্যেষ্ঠভ্ৰাতা ভাই ধৰ্ম্ম যুধিষ্ঠিৰে
হ'বলৈকে ভাৰতৰ একছত্ৰী ৰজা
অশ্বমেধ যজ্ঞ সমাপন হেতু
কৰিছে মহৎ আয়োজন।
সেইবাবে তৃতীয় পাণ্ডৱে
যজ্ঞ অশ্ব লৈ
দেশে দেশে ঘূৰি আছে দিগ্বিজয় কৰি।
সম্প্ৰতি যজ্ঞৰ ঘোঁৰা লৈ
উপস্থিত পাৰ্থ আজি তোমাৰ পুৰীত।
যদিহে নেদেখে কাকো যজ্ঞাশ্ব ধৰোঁতা
তেন্তে সঁচাকৈ
ৰত্নাৱতী নগৰৰ বীৰ নাই বুলি
উৰুৱাব পাণ্ডৱৰ বিজয় নিচান
ৰত্নাৱতী নগৰৰো সকলো প্ৰজাই

লজ্জ হানুনিয়া শাবখি বুকত
তোমাৰ অখ্যাতি মাথোন গাব দিনে-ৰাতি
কিন্তু যদি পাৰা তুমি নিজ বীৰত্বেৰে
অৰ্জ্জুনক ঘটুৱাই সম্মুখ ৰণত
বান্ধিব যজ্ঞৰ ঘোঁৰা।
তেন্তে—
ৰত্নাৱতী নগৰৰ একেটি অণুৱে৷
তোমাৰ যশস্যা মাথো গাব চাৰিওকালে
কৰা এবে যি ইচ্ছা তোমাৰ।

তাম্ৰধ্বজ :

পৰম সৌভাগ্য আজি মোৰ
শুনি যাৰ বীৰত্বৰ অদ্ভুত গৌৰৱ
দিনে-ৰাতি ভাবি ভাবি
উপভোগ কৰি আছো অশান্তি মাথোন
ভাগ্যৰ ফলত মোৰ
সেয়ে আজি উপস্থিত দুৱাৰ মুখত ;
ৰণৰ হেঁপাহ মোৰ !
উতলি উতলি উঠে অন্তৰত মোৰ
সহস্ৰ সুৰভি ধৰি সহস্ৰ তেজেৰে
গ্ৰাস কৰি পেলো অৰ্জ্জুনক
যাওঁ অশ্ব ধৰি কৰো চূৰ্ণ পাণ্ডৱ গৌৰৱ
( বেগেৰে যাব খোজে )

প্ৰতিভা :

( গাত ধৰি টানি )
নাথ
কৃষ্ণ সখি বিশ্বজয়ী পাণ্ডৱৰ সতে
কিয় কৰা ৰণৰ হেঁপাহ ?

তাম্ৰধ্বজ :

অবলা ৰমণী
কি বুজিবা কিয় কৰো ৰণৰ হেঁপাহ ?
বুজিলাহেঁতেন যদি
ৰণ কৰি মৃত্যু হোৱা
উপযুক্ত বীৰৰ হাতত
ক্ষত্ৰিয়ৰ কিমান গৌৰৱ।
তেন্তে—
কদাপিতো এনেকুৱা দুৰ্ব্বল কথাৰে
দুৰ্ব্বলাৰ পৰিচয় নিদিলাহেঁতেন।
সাদৰী প্ৰতিভা !
নকৰা ৰাৰণ মোক
পাণ্ডৱৰ যজ্ঞ ঘোঁৰা
তভালিকে ধৰি আনি
দিম তোমাক চেনেহৰ উপহাৰ মোৰ।
এনেকুৱা সময়ত
সুস্নিগ্ধ চকুত তোমাৰ অশ্ৰু টুকি টুকি
নাবান্ধিবা মায়াৰ ডোলেৰে।
প্ৰতিভা যোৱা তুমি
যাওঁ মই যজ্ঞাশ্ব বিচাৰি।
(আগে আগে তাম্ৰধ্বজ বেগাই, পাছে পাছে প্ৰতিভাৰ প্ৰস্থান।)

গীত

কাকুতি কৰিছোঁ নাথ ! নকৰা কামনা বাসনা এনে।

## ২য় অঙ্ক

### তৃতীয় দৃশ্য

শিখিধ্বজ, সত্যশীল, সৰ্ব্বানন্দ আৰু শঙ্কৰমণি

শিখিধ্বজ :

মন্ত্ৰী ! তোমাৰ যুক্তি মতে বহুত চেষ্টা কৰিও

মই কোনোমতে মন স্থিৰ কৰিব নোৱাৰিলো। মোৰ মন-প্ৰাণ লাহে লাহে ওপৰলৈহে উঠি যাব ধৰিছে। বাসনা সুন্দৰীয়ে মোক কোন ফালে টানি নিবৰ নিমিত্তে যেন মুহূর্ত্তে মুহূর্ত্তে ইঙ্গিত কৰি আছে। যাব দিয়া মন্ত্ৰী যাব দিয়া! মোক আৰু বান্ধি ৰাখিবৰ চেষ্টা নকৰিবা।

সত্যশীল :

প্ৰভু এই বিশাল ৰাজ্যভাৰ কাৰ হাতত সঁপি দি যাব?

শিখিধ্বজ :

মন্ত্ৰী! দৈত্যপতি বলি যাৰ চৰণত অৰ্পণ কৰি কৃতাৰ্থ মানিছিল, সেই মদন মোহন মাধৱৰ চৰণত ময়ো অৰ্পণ কৰি যাম। নাইবা বিশ্ব ৰাজ্যেশ্বৰৰ ৰাজ্য বিশ্বেশ্বৰৰ এজন উপযুক্ত প্ৰতিনিধিৰ হাতত অৰ্পণ কৰি যাম।

সত্যশীল :

তেনেকুৱা উপযুক্ত প্ৰতিনিধি কোন মহাৰাজ?

শিখিধ্বজ :

কিয় মন্ত্ৰী! শিখিধ্বজে ইমান দিন যাৰ মন্ত্ৰণা লৈ এই বিশাল হৰিৰ ৰাজ্য সহস্ৰ সহস্ৰ বাধা বিঘ্নিৰ পৰা ৰক্ষা কৰি আহিছে, তাৰ হাততে ৰাজ্যভাৰ অৰ্পণ কৰি যাম। সেই জ্ঞানী গণাগ্ৰগণ্য মন্ত্ৰণা কুশল শিখিধ্বজ-মন্ত্ৰী সত্যশীল উপযুক্ত পাত্ৰ।

সত্যশীল :

কেতিয়াও তেনে নহ'ব মহাৰাজ! অপকৃষ্ট আলাৰ যিমান দিন অগ্নিৰ লগত সংযোগ হৈ থাকে সিমান দিনে তাৰ সৌন্দৰ্য্য বাঢ়ে; আৰু অগ্নিৰ লগত বিয়োগ ঘটিলেই তাৰ নিকৃষ্টতা প্ৰকাশ পায়। মহাৰাজ! সত্যশীলে সত্যসন্ধ ৰাজৰ্ষি শিখিধ্বজৰ লগত থকা গুণে সি মন্ত্ৰী নামৰ সাৰ্থকতা সম্পাদন কৰিব পাৰিছে। তোমাৰ লগত বিয়োগ হৈ তাৰ এনে সাধ্য নাই যে এক মুহূর্ত্তৰ কাৰণেও এই বিশাল ৰাজ্য সুশৃঙ্খলিত কৰিব পাৰে।

শিখিধ্বজ :

বুজিলো মন্ত্ৰী। তুমি মোক কোনোমতে এৰি নিদিবা। কিন্তু মন্ত্ৰী! মই আৰু থাকিব নোৱাৰোঁ। সঁচা কওঁ মন্ত্ৰী! মই এতিয়া নিজৰ অধীনত নহয়। মই সম্পূৰ্ণ পৰৰ অধীন হৈ পৰিছোঁ। গৰ্ব্ব অহঙ্কাৰৰ প্ৰধান আশ্ৰয় ৰত্ন-মুকুতে শিখিধ্বজৰ মূৰত যেন বজ্ৰাগ্নি ঢালি দিছে। মণিময় কণ্ঠহাৰে বিষধৰ ৰূপ ধৰি মুহূর্ত্তে মুহূর্ত্তে মোক দৰ্শণ কৰিছে। অমূল্য এই ৰাজ আভৰণে ৰাক্ষসীৰ দৰে ভীষণ আকৃতি ধৰি মোক সম্পূৰ্ণৰূপে গ্ৰাস কৰিবৰ কাৰণে প্ৰস্তুত হৈ আছে। আৰু কোনো মতেই মই থাকিব নোৱাৰোঁ। সোনকালে মোক যাব দিয়া মন্ত্ৰী।

সত্যশীল :

ক'ত যাব তেন্তে?

শিখিধ্বজ :

মন্ত্ৰী কেনেদৰে কওঁ—ক'ত যাম। ইচ্ছা প্ৰবৃত্তি

বাসনা প্ৰভৃতি যাৰ চৰণত উছৰ্গা কৰিছো তেওঁ জানে তেওঁৰ কিহৰ ক'ত যায়। হৰি হৰি বুলি সংসাৰ সাগৰৰ সোঁতত গা ঢালি দিম। তেওঁ জানে ক'ত গৈ পাৰ পাওঁ।

সৰ্ব্বানন্দ :

মহাৰাজ, তেন্তে নিতান্ত ইচ্ছা কৰিছেনেকি? মায়াৰ ডোল ছিঙিব পাৰিবনে?

শিখিধ্বজ :

সৰ্ব্বানন্দ, নিতান্তই মই মায়াৰ বন্ধন ছিঙিব পাৰিম।

সৰ্ব্বানন্দ :

পাৰিবা! পাৰা যদি আগুৱা; নহলে পিছুওৱা! মহাৰাজ মায়াৰ বন্ধন ইমান টান তাৰ পৰা মুক্ত হ'বৰ কাৰো সাধ্য নাই। হৰিক পোৱাও সহজ কথা, তথাপি মায়াৰ বান্ধোন কটা সহজ কথা নহয়। সিতো মায়া কটা অস্ত্ৰ এই ব্ৰহ্মাণ্ডত পোৱা নাযায়। চোৱাচোন ভাবি, মহাৰাজ শুকদেৱে কিমান চালকি কৰি অস্ত্ৰখন হাত কৰিবৰ কিমান চেষ্টা কৰিছিল, পিছত জনক ৰজাৰ হাতত পৰি একেবাৰে নিৰাশ হৈ পৰিল। মায়াৰ বান্ধোন কটা সহজ কথা নহয়। মহাৰাজ! হুতাহ পলুৱাই কান্দিবৰ কাৰণে নেকি তুমি ৰাজ্য এৰিব খুজিছা?

শিখিধ্বজ :

সঁচা ভাই!
সেইবাবে যাব খোজো ৰাজ্য এৰি মই।
ইয়াত থাকিলে নেপাম
কান্দিব মই।
হৰি হৰি বুলি
হেঁপাহ পলাই
নোৱাৰিম হৰিক মাতিব।
তাতে যাম তাতে যাম মই
যি ঠাইত প্ৰকৃতি দেৱীয়ে
শান্তিৰ সাজেৰে সাজি
শান্তিৰ বাতৰি ঢালে মৰু জীৱনত।
সেই ঠাইতে মোৰ তৃপিতি পলাই
শ্ৰীহৰিৰ পদ চিন্তি
শান্তিৰে কটাম জীৱন
যি ঠাইত কলকণ্ঠী চৰাইসকলে
সুমধুৰ গীত গাই
নচুৱাব বনৰীয়া মালতী লতিকা
তাতে যাম মই
বনৰীয়া পশুৰ লগত
নাচি নাচি হৰি হৰি বুলি।
জনাম হৃদয় মোৰ প্ৰেমৰ সোঁতত।

সৰ্ব্বানন্দ :

মহাৰাজ! মনতটো ইচ্ছা বৰ বলবতী হৈ উঠিছে। কিন্তু কি কৰোঁতে কি কৰি পেলোৱা সেইটো হে ভাবিবৰ বিষয়।

( তাম্ৰধ্বজৰ বেগেৰে প্ৰৱেশ )

তাম্ৰধ্বজ :

পিতা পিতা।
প্ৰণাম কৰিছো দাসে পবিত্ৰ পদত।

শিখিধ্বজ :

বোপা হৃদয়ৰ ধন মোৰ।

নেদেখিলে থাকোঁ তোমাক
দেখো মই আন্ধাৰ সংসাৰ।
ক'ত তুমি আছিলা ইমান পৰ?

তাম্ৰধ্বজ :

পিতা।
সুধাময়
সৌন্দৰ্য্য দেখিম বুলি
নগৰৰ বাহিৰৰ উদ্যান মাজত
সুখেৰে আছিলো ফুৰি অকলে অকলে
দেখিলো পশ্চিম ফালে পাছতে
মহাতেজা অশ্ব এটা তেজৰ বলতে
বিজুলী বেগেৰে আহি সোমালেহি পুৰী
ময়ো লৰি গ'লো পাছে পাছে
দেখি পালো কাষ চাপি অশ্বৰ কপালত
আৰি দিছে পাণ্ডৱৰ বিজয় জাননী।
জ্বলন্ত আখৰে তাত লিখিছে পাণ্ডৱে
ধৰ্ম্মৰাজ যুধিষ্ঠিৰে
অশ্বমেধ সমাপন হেতু
এৰি দিছে যজ্ঞৰ অশ্ব।
এই অশ্ব দেশে দেশে ঘূৰি
মুকলি মনেৰে ফুৰি
পাণ্ডৱৰ দিগ্বিজয় কৰা
সকলোকে জনাব জাননী।
কোনো যদি বীৰে তাৰ নিজৰ বলেৰে
সমৰ কৰিম বুলি এই অশ্ব ধৰি
থিয় হ'ব পাৰে
পাণ্ডৱৰ প্ৰতিদ্বন্দ্বী হৈ
তেনেহলে
তলতীয়া কৰো বুলি তাক
অকলে অৰ্জ্জুনে অস্ত্ৰ ধৰিব মাথোন
নহলে
নিঃসঙ্কোচে অধীনতা মানি
হস্তিনাপুৰত গৈ
যুধিষ্ঠিৰ-চৰণত
শোধাব লাগিব কৰ।
দেখি এই পাণ্ডৱৰ গৰ্ব্বিত জাননী
নোৱাৰিলো সহিব প্ৰাণত
সেইবাবে যজ্ঞ অশ্ব ধৰি
উপহাৰ দিম বুলি ৰাজ চৰণত
আনন্দৰে আহিছো কাষক।

শিখিধ্বজ :

বোপা!
কিয় এনে সৰ্ব্বনাশী কৰিলা আশয়?
ৰণৰ কামনা কৰি পাণ্ডৱৰ সতে
সুবৰ্ণৰ ৰত্নাৱতী মোৰ
খোজা নেকি কৰিব ধ্বংস।

তাম্ৰধ্বজ :

পিতা! প্ৰাণৰ দেৱতা!
অন্তৰৰ পূজ্য তুমি মোৰ!
কি কম কিহৰে মই?
যজ্ঞাশ্ব নধৰি যদি
পাণ্ডৱৰ অধীনতা মানিলেহেঁতেন
তেন্তে—
ৰত্নাৱতী নগৰৰ সকলো গৌৰৱ
বুৰি পৰি চিৰ কলঙ্কত
কৰিলেহেঁতেন মাথোন
তীব্ৰ তিৰস্কাৰ।

পিতা
তাতকৈ যুদ্ধ কৰি শত্ৰুৰ লগত
মৃত্যু আলিঙ্গন কৰা সমৰ ক্ষেত্ৰত
নহয় নে ক্ষত্ৰিয়ৰ উজ্জ্বল গৌৰৱ ?
অধম অজ্ঞান মই
ইয়াতকৈ বেছি আৰু নোৱাৰো বুজিব

শিখিধ্বজ :

বোপা ! স্নেহৰ কুমাৰ !
অবৈধ আশয় কিয় কৰিছা মনত,
বাসুদেৱ বন্ধু সেই পাণ্ডৱৰ সতে
মিছাতে বিবাদ কৰি
অনৰ্থ ঘটোৱা কিয় ?
ধৰিছা ধৰিছা অশ্ব নকৰো বেজাৰ
কিন্তু বোপা !
এৰি দিয়া ৰণৰ আকাঙ্ক্ষা।

তাম্ৰধ্বজ :

দেৱ ! অশ্ব ধৰি
কেনেদৰে এৰি দিম ৰণৰ আকাঙ্ক্ষা ?
নোৱাৰো বুজিব একো।

শিখিধ্বজ :

পাণ্ডৱৰ ওচৰত অশ্বটি ফিৰাই
খুজিম দোষৰ ক্ষমা।
বিশ্বজয়ী বীৰ ধনঞ্জয়ে
কদাপিতো আশ্ৰিতৰ নধৰে অগৰ।

তাম্ৰধ্বজ :

ৰাজচৰণত ধৰি
কৰিছো মিনতি দালে
পাহৰক এনে নীচ ইচ্ছা।
বীৰ দৰ্প কৰি অশ্ব ধৰিছো যেতিয়া
সমৰ নকৰি
কদাপি নিদিম অশ্ব।

শিখিধ্বজ :

শান্ত হোৱা তাম্ৰধ্বজ !
ৰাখা মোৰ কথা
পাণ্ডৱৰ সতে ৰণ নোশোভে কদাপি
একফালে বিশ্বজেতা বীৰ ধনঞ্জয়
আনফালে দেৱসুৰ একেলগ হৈও
নোৱাৰিলে পৰাজয় কৰিব ৰণত।
শত্ৰুভাৱে দেখি তাক
অকাৰণে ৰত্নাৱতী নাশ কৰা কিয় ?
বৰ ইচ্ছা আছে মোৰ প্ৰাণৰ মাজত
মিত্ৰতা স্থাপন কৰি পাণ্ডৱৰ সতে
পাম মই শ্ৰীহৰিৰ চৰণ আশ্ৰয়।
শত্ৰুতাচৰণ কৰি
বেথা দিলে পাণ্ডৱক
অন্তৰৰ ইচ্ছা মোৰ
মাৰ যাব চিৰ আন্ধাৰত।
পাণ্ডৱৰ শত্ৰু বুলি জগতপতিয়ে
তিলমানো নিদিব কৰুণা।

তাম্ৰধ্বজ :

ন্যায়-ধৰ্ম্ম পালা দেৱ কৰিছোঁ কাকুতি
ন্যায়-ধৰ্ম্ম কৰিলে পালন
আপুনি কৰিব দয়া হৰি দয়াময়।
সেই ধন পাণ্ডৱৰ নহ'ব অকলে।
ন্যায়-ধৰ্ম্ম বিজনে পালন কৰে
তাৰে হয় সেই ধন।

শিখিধ্বজ :

নহয় বোপাই !
নাজানা অলপো তুমি হৰিৰ মহিমা ।
পাণ্ডৱৰ ওপৰত
অশেষ করুণা তাৰ
যিয়ে হয় পাণ্ডৱ শতুৰ
তাৰে হয় বিপৰীত তেওঁ ।

তাম্ৰধ্বজ :

যি বিশ্বাস পিতৃদেৱ তোমাৰ মনত
সি বিশ্বাস পিতা, মোৰ অন্তৰত ।
অজ্ঞান সন্তান মই
তুমি জ্ঞানময় পিতা
তথাপি মনত মোৰ সঠিক বিশ্বাস
ন্যায়-ধৰ্ম্ম ডোলে বান্ধা অনাথ বান্ধৱ ।
নহলে
কিয় তেন্তে হৰিৰ লগত
কৰিছিল ৰণ ইচ্ছা হৰিৰ পাণ্ডৱে ?

শিখিধ্বজ :

বোপা ।
ইকি ! অসম্ভৱ কথা কোৱা
হৰিৰ লগত ৰণ
খুজিছিল কেতিয়া পাণ্ডৱে ?

তাম্ৰধ্বজ :

হৰি বৈৰী দণ্ডিৰাজে পলাই যেতিয়া
খুজিছিল পাণ্ডৱক প্ৰাণৰ আশ্ৰয়
সেই কথা জগতৰ সকলোৱে জানে ?
হৰিৰ শত্ৰু হৈ দণ্ডি
ওৰে ব্ৰহ্মাণ্ড ঘূৰি—
নাপালে আশ্ৰয় ক'তো
ত্ৰিভূৱন ত্যাজ্য দণ্ডি ।
মহা সন্মানেৰে পাণ্ডৱে আশ্ৰয় দিলে ।
এয়েনে সখিৰ কাৰ্য্য কৰিলে পাণ্ডৱে ?
কিন্তু ; তথাপিতো
ন্যায়-ধৰ্ম্ম কৰা হেতু পাণ্ডৱে পালন
ধৰ্ম্মৰো বাঢ়িল মান
আৰু !
ধৰ্ম্ম উল্কা বাজি উঠি কৰিলে ঘোষণা
"ধৰ্ম্ম লাগে পাণ্ডৱক নেলাগে কৃষ্ণক ।"

শিখিধ্বজ :

কৃষ্ণক নালাগে বুলি পাণ্ডৱসকলে
ই কি কথা কোৱা আচৰিত ?
কৃষ্ণকে নেলাগে যদি
কিয় তেন্তে কৃষ্ণৰ লগত
পাণ্ডৱৰ মিত্ৰতা ইমান ?
পাণ্ডৱৰ ফালে কিয়
মৰম ইমান ?

তাম্ৰধ্বজ :

পিতা
কৃষ্ণক পাবলৈ হলে
কৃষ্ণ এৰি ধৰ্ম্ম লাগে সেৱিবা যত্নেৰে ।
স্ত্ৰীক পালে শ্ৰীমাধৱ আছে
ই বিশ্বাস পাণ্ডৱৰ সদায় মনত ।
ধৰ্ম্মৰ সন্মান ৰাখি কৃষ্ণক নুখুজি
যি বাবে আশ্ৰয় দিলে দণ্ডি নৃপতিক ।
নিদিলোহেঁতেন যদি দণ্ডিক আশ্ৰয়

পাণ্ডৱৰ কৃষ্ণ প্ৰেম গুচিলহেঁতেন।
ধৰ্ম্মৰ ডোলেৰে বান্ধা দেৱ নাৰায়ণ
ধৰ্ম্ম ৰাখা দিব দেখা শ্ৰীমধুসূদন
থুজিলে পাণ্ডৱ কৃপা
নফলিব একো ফল।

শিখিধ্বজ :

ৰণৰ আকাঙ্ক্ষা মোৰ নাই অন্তৰত
জ্ঞানৰ চক্ষুৰে দেখো সমৰৰ ফল
কৃষ্ণৰ কৃপাৰ পৰা
তেনেই বঞ্চিত হৈ
বাগৰিম তীব্ৰ নৰকত।
সেইবাবে কওঁ বোপা
এৰি দিয়া ৰণৰ হেঁপাহ
অমৰ বিজয়ী সেই পাৰ্থৰ লগত
কদাপিতো নোৱাৰিবা জিতিব সমৰ।
তয়ে মথোন ৰত্নাৱতীৰ ঘাই অলঙ্কাৰ।

তাম্ৰধ্বজ :

ক্ষমা কৰা পিতৃদেৱ
পিতৃ আজ্ঞা শ্ৰেষ্ঠ আজ্ঞা বুলি
সঠিকতে জানে দাসে
তথাপিও জানি শুনি
পিতৃ আজ্ঞা পালনত অধম কিঙ্কৰ
তোমাৰ সন্তান হৈ এনে হীন কাম
কদাপিতো নোৱাৰো কৰিব।
লাজৰ মূৰত উঠি
পাহৰি আত্ম-গৌৰৱ
নোৱাৰো পাৰ্থক দিব যজ্ঞাশ্ব ঘূৰাই।
মণিপুৰ অধিপতি বভ্ৰুবাহনে
মাতৃ উপদেশ মানি
গৈ যেৰে অশ্ব লৈ পাৰ্থৰ কাষত
পুত্ৰ বুলি দিলে পৰিচয়
ক্ৰোধান্ধ ফাগুনী
কিমান ঘৃণাৰে তাক পদাঘাত কৰি
তিৰস্কাৰ কৰিলে কিমান।

শিখিধ্বজ :

ভাবিছানে তেনে দশা ঘটিবো তোমাৰো?
বভ্ৰুবাহন নিজৰ সন্তান তাৰ
সেইবাবে লাজ পাই
অপমান কৰিলে পুত্ৰক।

তাম্ৰধ্বজ :

নিজৰ সন্তান আৰু পৰৰ সন্তান
কি প্ৰভেদ তাত পিতৃদেৱ?
ক্ষত্ৰিয় কুলত জন্মি
যিটো কুলাঙ্গাৰে
কৰে এনে ঘৃণিত আচাৰ
পদাঘাতে পুৰস্কাৰ তাৰ
পিতা নিবেদন কৰো চৰণত।
পাণ্ডৱৰ যজ্ঞ অশ্ব বান্ধিছো যেতিয়া
অকলেই মৰিম ৰণত
নাইবা, অৰ্জ্জুনক মাৰি
আনিম বুকত বান্ধি সেই কৃষ্ণক।

সত্যশীল :

কুমাৰ!
এৰি দিয়া যুদ্ধাকাঙ্ক্ষা এই
নফলিবো কদাপিতো ৰণত সুফল

যাম্য, ইন্দ্ৰ পাশুপাত মহাস্ত্ৰসকল
অক্ষয় তূণত যাৰ শোভিছে সদায়
তাৰ সতে ৰণ কৰা নোশোভে কদাপি
যুৱৰাজ !
ভুলি যোৱা এই ইচ্ছা।
( এনেতে সমৰ সাজ পিন্ধি ইন্দুমতীৰ প্ৰৱেশ )

ইন্দুমতী :

হেৰা ! হেৰা ! হীনবীৰ্য্য নিৰ্ব্বোধ সকল ?
মুখৰ আগত দেখি মৰণৰ
অলীক তাণ্ডৱ
নিৰ্ব্বীৰ্য্য শৃগাল যেন
প্ৰকম্পিত হৈ আছা মৃত্যুৰ ভয়ত।
কিয় তেন্তে জন্মিছিলি ক্ষত্ৰিয় কুলত ?
আৰ্য্য নাম কিয় ধৰিছিলি ?
জন্ম উচ্চ কুলত
দৰ্প কৰি আৰ্য্য নাম লৈ
অলীক মৃত্যুৰ বাবে
ইমান কাতৰ ?
কাপুৰুষ নিৰ্ব্বোধ সকল,
ঘৰৰ চুকত বহি
ৰণত মৰিবি বুলি
কেনেদৰে কৰিলি নিশ্চয় ?
ৰণক্ষেত্ৰ কিমান দূৰত
পুৰীৰ মাজত থাকি
শুনিছ মৃত্যুৰ ডঙ্কা
পাণ্ডৱ অমৰ জয়ী হেনো
পাণ্ডৱ শৰীৰ শিলেৰে গঠিত হেনো
নোসোমে শৰ
সিবাবে ইমান ভয়।
দুৰ্জ্জয় পাণ্ডৱ
পাণ্ডৱ প্ৰতাপত
জগতৰ বীৰমানে
পৰাজয় মানিছে ৰণত
এই কথা বহুদিন শুনিছো কাণেৰে।
আজি মিলিছে সুদিন
সজাই শৰীৰ বৰ্ম-চৰ্ম
সুতীক্ষ্ণ অস্ত্ৰেৰে
বিপুল উৎসাহ লৈ
সমৰত হোৱা অগ্ৰসৰ
ভীম প্ৰহৰণ হানি
তেজ বীৰ্য্য ভস্মীভূত কৰা পাণ্ডৱৰ।
অপাণ্ডৱ কৰা ধৰাতল।
( বেগেৰে প্ৰস্থান )

শিখিধ্বজ :

কোন এই তেজস্বী বালক !
বজ্ৰ গাজোনেৰে
কি কাৰণে দিলে আহি ইমান উৎসাহ ?
কি উদ্দেশ্য তাৰ অন্তৰত।

সত্যশীল :

কিবা ইচ্ছা বালকৰ নাজানো ৰাজন ?

শিখিধ্বজ :

বোপা তাম্ৰধ্বজ !
তথাপিতো কৰো নিবাৰণ।
যোৱা বোপা ৰণৰ আকাঙ্ক্ষা এৰি
কৰা মোৰ আদেশ পালন।

তাম্ৰধ্বজ :

ক্ষমা কৰা পিতৃদেৱ

তোমাৰ আদেশ পালি
যজ্ঞাশ্ব ফিৰাই দিলে
এই বালকৰ দৰে
সকলোৱে ক'ব মাথো কলঙ্কিত মোক।

শিখিধ্বজ :

মোৰ আজ্ঞা কৰিবি লংঘন ?

সত্যশীল :

যুৱৰাজ !
স্থিৰ কৰা মন
পিতৃ আজ্ঞা নকৰা লংঘন।
পুত্ৰ হৈ পিতৃ আজ্ঞা কৰিলে লংঘন।
লাভ তাৰ অনন্ত নৰক।

তাম্ৰধ্বজ :

পিতৃ আজ্ঞা লংঘনকাৰী
দুৰাচাৰ মই !
নিজৰ হাতেৰে কৰো প্ৰায়শ্চিত্ত মই।
( খাপৰ পৰা অসি উলিয়াই গাত আঘাত
কৰিবৰ উদ্যোগ )

সত্যশীল :

( অসিত ধৰি ) ইকি কৰা কুমাৰ ?
আত্মহত্যা ?

তাম্ৰধ্বজ :

যি পুত্ৰ পিতৃৰ অবাধ্য হয়
এইদৰে হক তাৰ জীৱনৰ শেষ।

সত্যশীল :

যুৱৰাজ ! এৰা এই কল্পনা
মহাৰাজে বৰ বেথা পাইছে মনত।

তাম্ৰধ্বজ :

পিতৃ আজ্ঞা অৱহেলা কৰি
কিদৰে জীয়াই থাকো ?
লৈ এনে নাৰকী জীৱন ?
তাতকৈ আত্মহত্যা কৰি
দুই ফালে ৰক্ষা হ'ব মোৰ।

শিখিধ্বজ :

তাম্ৰধ্বজ !
যজ্ঞাশ্ব ফিৰাই দিব
পাণ্ডৱৰ ওচৰত
সঠিকতে নাজাবানে তুমি ?

তাম্ৰধ্বজ :

পিতা
ধৰো চৰণত
ক্ষমা কৰা অধম পুত্ৰক,
কলঙ্ক মুখত সানি যজ্ঞ অশ্ব লৈ
কদাপিতো নোৱাৰিম
যাব মই পাৰ্থৰ আগত।

শিখিধ্বজ :

মন্ত্ৰী !
অৰ্জ্জুনৰ ওচৰত নিজে যাম মই
বিধিমতে কৰা আয়োজন
কৃষ্ণ সখি অৰ্জ্জুনক সম্মান কৰি

কৰি লম সাৰ্থক জীৱন।
মান কৰি যজ্ঞাশ্ব ফিৰাই
উপহাৰ বহু বস্ত্ৰ, হস্তী, ৰথ
তুষিম পাৰ্থক মই।

**সৰ্ব্বানন্দ :**

মহাৰাজ ! আৰু একো নিদিবনেকি ?
ধনঞ্জয়ে ধন-ৰত্ন একো নুখুজিব ?

**শিখিধ্বজ :**

কি আছে ! কি দিম !

**সৰ্ব্বানন্দ :**

কি দিবা ! পাৰ্থৰ চৰণ পূজা কৰি লাহেকৈ ৰাজ মুকুটটো খুলি লৈ উপহাৰ দিবা পাৰ্থৰ চৰণত। পিছত দেখিবা শ্ৰীগোবিন্দই তোমাৰ পিছে পিছে লৰ ধৰিব।

**শিখিধ্বজ :**

সখি
কৃষ্ণৰ কৃপা পাবৰ কাৰণে
পাৰো মই ত্যাগিব নিজৰ জীৱন।

**সৰ্ব্বানন্দ :**

কুমাৰ ! আৰু কিয় ? এইটো সমস্ত ফালে ৰক্ষা পৰিলা। এতিয়া ঘোঁৰা ফিৰাই দিয়া, নহলে কৃষ্ণক দেখা নেপালে ৰজাই চকু কণা কৰি পেলাব। পিছত তুমিয়ে লাখুটিত ধৰি বাট দেখুৱাব লাগিব। পাণ্ডৱৰ লগত দ্বন্দ্ব লাগিলে কৃষ্ণতো ইমান দুষ্ট পলাই পত্ৰং মাৰিব।

**শিখিধ্বজ :**

সখি। মই নিজে পাণ্ডৱৰ ঘোঁৰা ফিৰাই দিম। তোমাকো লগত লৈ যাম।

**সৰ্ব্বানন্দ :**

নালাগে মহাৰাজ। মই সামান্য বামুণ, ইমান গৌৰৱৰ কামটো মোক কিয় লাগিছে ? আপুনি ৰত্নাৱতীৰ মহাৰাজ। এই গৌৰৱৰ পিঠাগুড়ি খাই আপোনাৰে পেট ভৰক। মই দুখীয়া বামুণ, কৃষ্ণৰ কৃপা পাবলৈ গৈ কেনেবাকৈ যদি পেটৰ অসুখটো হৈ উঠিব লাগিল তেনেহলে এপালি দৰব পোৱাতোও টান হ'ব।

**শিখিধ্বজ :**

সখি, কৃষ্ণৰ কৃপা পাবলৈ গৈ এনে বিপদত পৰিব লাগে বুলি কিয় কোৱা !

**সৰ্ব্বানন্দ :**

কিয় কওঁ ? নেদেখিছে মহাৰাজ ! কৃষ্ণৰ কৃপা মনি মনি চকু মূধত উঠিলগৈ। এতিয়া ফাকৰে ধৰি ভৱসাগৰৰ পাৰত বহি ঢ'উ গণিব ধৰিছো। মহাৰাজ কৃষ্ণৰ কৃপা যদি পাব খোজে তেনেহলে দুই-চাৰিগৰাহ খাই পেট ভৰাই কঁকালত টঙালি বান্ধি ওলোৱা, নহলে সেই ব্ৰহ্মাণ্ডৰ চোৰটোক কেতিয়াওঁ নাপাবা।

**শিখিধ্বজ :**

নহয় ভাই। মই পৈশাচিক কাৰ্য্য কৰি সেই বিশ্বপতিৰ ৰূপ চাব নোখোজো।

**সৰ্ব্বানন্দ :**

তুমি জানিবা নুখুজিলাই এৰিব কিয় ! তোমাৰ সেই বিশ্বপতি নিজে পৈশাচিক কাৰ্য্যৰ নেতা। ৰণ অৰ্জ্জুনে কৰেনেকি মহাৰাজ ? অৰ্জ্জুনৰ ৰূপ ধৰি সেই বিশ্বপতিয়েহে মুখ মেলি সকলো গ্ৰাস কৰে।

শিখিধ্বজ :

মোৰ হৃৰি শক্তিময়

সৰ্ব্বানন্দ :

ভাল কথা কৈছে মহাৰাজ। সঁচা কথা তাৰ চেহেৰাতো দেখিলে শক্তিময় ভাবি মন-প্ৰাণ ঢালি দিবৰ মন যায়। কিন্তু অন্তৰে অন্তৰে তাৰ হাড়ে হাড়ে দুৰ্ব্বাসা। খাটিক কৰিছে কৃত্ৰিম আৰু কৃত্ৰিমক কৰিছে খাটি। ভাৰত যুদ্ধত কি কম কাণ্ডখন কৰি পেলাইছিলনে? ওঠৰ অক্ষৌহিনী সেনা ওঠৰ দিনতে পৰিষ্কাৰ কৰি পেলালে। ইয়াতে আৰু কোৱা! হৰি তোমাৰ শক্তিময়।

( ৰণৰঙ্গিনী মূৰ্ত্তি ধৰি ইন্দুমতীৰ প্ৰৱেশ )

ইন্দুমতী :

কি কাৰণে এতিয়াও নিশ্চেষ্ট সকলো।
সংজ্ঞাহীন বীৰ্য্যহীন কাঠৰ পুতুলা যেন
এতিয়াও কি আছা থিয় হৈ?
দুৱাৰ মুখত বাজি শত্ৰুৰ দুন্দুভি
খলকাই তুলিছে জগত
এতিয়াও কিয় ভাঙা নাই নিদ্ৰা তেনেহলে
ইকি! ইকি।
প্ৰাণত আনন্দ নাই মুখত নোলাই কথা
নিৰাশাৰে ভাঙি দিয়া বীৰৰ শৰীৰ?
ধিক ধিক মূৰ্খ জীৱ
ধিক ধিক কুলৰ কলঙ্ক।
আৰ্য্যসকলৰ সেই
বীৰত্বৰ অপূৰ্ব্ব মহিমা
বুৰাব খুজিছা আজি চিৰকাললৈকে।
জন্মভূমি জননীৰ বিশাল বুকুত
শত্ৰুই আঘাত কৰে ঘৃণিত পদেৰে
মাতৃৰ সন্তান হৈ
সেই দুখ গুচাবৰ চেষ্টা কৰা নাই।
ইয়াতকৈ
আছেনে লাজৰ কথা আৰু?
কৰিছে প্ৰাণৰ সংশয
ভাবিছনে সেই প্ৰাণ ৰ'ব চিৰকাল
এই আছে এই নাই।
পানীৰ পৰাণা যেন খন্তেকতে ফুলিব
খন্তেকতে লয় পুনু হ'ব অনন্তত।
তেন্তে কিয় তাৰ বাবে ইমান মৰম?
প্ৰাণ দিব উচ্চ আকাঙ্ক্ষাত
কিয় এনে কৃপণাল?
সুযোগ, সোণালী সুযোগ
এই সময়তে—
বজ্ৰ যেন হাতৰ মুঠিত
শত্ৰুৰ হাতত পৰি
শুই থাক সমৰ ক্ষেত্ৰত।
বাঢ়িব গৌৰৱ তাত
গুচি যাবি সুদুৰ্লভ স্বৰ্গধামলৈ
ইকি। ইকি! তথাপি বিমন!
মহাৰাজ!
কৰ্ত্তব্য জ্ঞানেৰে ভৰা তোমাৰ অন্তৰ
ভীষণ কৰ্ত্তব্য ক্ষেত্ৰ পৰিছে আগত
মোৰ মতে
পিতৃ তুমি সুযোগ্য পুত্ৰৰ।
পঠোৱা পুত্ৰক
সমৰ ক্ষেত্ৰক

আনন্দ মনেৰে
হ'ব জয় ৰণত নিশ্চয়
শ্ৰীহৰিৰ চৰণত লভিবা আশ্ৰয়।

শিখিধ্বজ :

মিছা কথা
পাণ্ডৱ সমৰত
অনুমতি নিদিম কদাপি
ৰাজদ্ৰোহী বালক!
বিকৃতি প্ৰকাশ কৰি বালকৰ দৰে
শান্তিৰ ৰাজ্যত মোৰ
অমঙ্গল খুজিছা ঘটাবা!
মূৰ্খ বালক তই
কি জানিবি পাণ্ডৱ কিমান বিক্ৰম?
মন্ত্ৰী
ৰাজদ্ৰোহী বালকক
ততালিকে বন্দী কৰি থোৱা
সন্ধি হলে পাণ্ডৱৰ সতে
হ'ব তাৰ উচিত বিচাৰ।

ইন্দুমতী :

মহাৰাজ!
ৰজা তুমি মই কিন্তু সামান্য বালক।
তোমাৰ কোপত পৰি
মোৰ দৰে লক্ষ লক্ষ নগণ্য বালিক
নিমিষতে ধ্বংস হ'ব পাৰে
কিন্তু তুমি
উপস্থিত কৰ্ত্তব্য আওহেলা কৰি
আঁকিবা কি কলঙ্কৰ ঘৃণিত চিত্ৰ।
তোমাৰ নিচিনা যদি লক্ষ নৃপতিয়ে
চেষ্টা কৰি পাত কৰে অমূল্য জীৱন
তথাপিতো নকঁপিব তীক্ষ্ণ অসি তাৰ?
যুৱৰাজ
তুমিও নে পিতৃৰ নিচিনা
কঁপি কঁপি মৃত্যুৰ ভয়ত
জনম ভূমিৰ এই সঙ্কট কালত
দেখি আছা মৰণৰ বিভৎস তাণ্ডৱ?
ৰত্নাৱতীৰ যুৱৰাজে
ইখিনিতে কৰিছেনে
জীৱনৰ উদ্দেশ্য সফল।

তাম্ৰধ্বজ :

পিতা! পিতা!

ইন্দুমতী :

যুৱৰাজ আহা।
ঘৃণিত নিৰ্ব্বীৰ্য্য যেন থাকি
নবঢাবা ক্ষত্ৰিয়ৰ কলঙ্ক কাহিনী।
চোৱাচোন
ওপৰত দুৰ্জ্জয় সুৰুযে
জ্বলি আছে কেনে বীৰ্য্য লৈ
তুমিও তেনেকৈ জ্বলি উঠিবৰ হেতু
উচ্চ আশা নাই নে প্ৰাণত!
আহা
নাই আৰু অলপো সময়!
শত্ৰুই আক্ৰমণ কৰাৰ আগেয়ে
কৰা তুমি আক্ৰমণ ভীষণ বেগেৰে।

তাম্ৰধ্বজ :

পিতা পিতা অবাধ্য পুত্ৰৰ আজি
ক্ষমিবা জগৰ!

যুদ্ধ জয় কৰি আহি
প্ৰায়শ্চিত্ত হেতু এই দূষিত জীৱন
দিম বলি তোমাৰ পদত ।

ইন্দুমতী :

আহা যুৱৰাজ
( তাম্ৰধ্বজক হাতত ধৰি বেগাই প্ৰস্থান )

শঙ্কৰমণি :

ভাল হ'ল লেঠা মৰিল। মহাৰাজ পুত্ৰধন যদি লাগে তেনেহলে হৰি হৰি বুলি সমৰ সাজ পিন্ধি যুদ্ধ কৰিব নহলে গতি বৰ বিষম দেখিছো ।

শিখিধ্বজ :

শঙ্কৰমণি পুত্ৰ যায় যক, পত্নী যায় যক, ৰাজ্য ঐশ্বৰ্য্য সকলো যক, তথাপি মই পাণ্ডৱৰ লগত শত্ৰুতা নকৰো। আহা শংকৰমণি পুত্ৰ, কন্যা ভাৰ্য্যা যাৰ দান তেওঁ যদি নিবৰ ইচ্ছা কৰে আমি কেনেকৈ ৰাখিম ।

গীত

হে ভৱকাণ্ডাৰী পাপে ডুবে দেহতৰি
তুমি পাতকীৰ পৰিত্ৰাতা ; মোৰ গতি
মুক্তি তুমি শ্ৰীহৰি ॥
অকূল সিন্ধুত, জ্ঞানহাৰা হই ভাহিলো জীৱন
তৰী ।
ভীষণ ধুমুহা আহি উত্তাল তৰঙ্গ তুলি
মোৰ ডুবালে জীৰ্ণ তৰী তুমি ধৰাহি হাল
হে কাণ্ডাৰী ।
বিষম তুফান দেখি উৰে প্ৰাণ বিজুলী চমকে মনে
( ঘন মোৰ গৰজন ) মই বিপদে আতুৰ তুমি
দয়াৰ ঠাকুৰ ।
কৰা বিপদ দূৰ বিপ্লহৰি ॥

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

( পাণ্ডৱ শিবিৰ )

ভীম, অৰ্জ্জুন, বৃষকেতু, নীলধ্বজ

অৰ্জ্জুন :

মোৰ বিবেচনাত আজিও অপেক্ষা কৰা ভাল ।

ভীম :

মোৰ বিবেচনাত আজিয়ে ৰত্নাৱতী অৱৰোধ কৰা ভাল। যি বীৰে যুধিষ্ঠিৰৰ যজ্ঞ অশ্ব গাৰ বলেৰে ধৰিছে—সি পাণ্ডৱৰ মহা শত্ৰু। শত্ৰুৰ লগত আৰু কি শিষ্টাচাৰ কৰিব লাগে ? আক্ৰমণ কৰা বীৰসকল। ৰত্নাৱতী নগৰ আজিতে আক্ৰমণ কৰা ।

অৰ্জ্জুন :

মাজু দাদা ! আপোনাৰ আদেশ পালন কৰা পাণ্ডৱৰ মহা বন্ধু বীৰসকলৰ অৱশ্যে কৰ্ত্তব্য। কিন্তু দাদা ! আপোনাৰ এই আদেশানুসাৰে কাম কৰিলে এটা বিশেষ কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব ।

ভীম :

কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব, কিহত ?

অৰ্জ্জুন :

পাণ্ডৱৰ প্ৰাণৰ দেৱতাৰ ওচৰত কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব। সকলো কামতে যিজনে পাণ্ডৱৰ মন্ত্ৰণাদাতা, সকলো বিপদতে যিজনে পাণ্ডৱৰ ৰক্ষাকৰ্ত্তা, পাণ্ডৱৰ সেই সুখ মোক্ষদাতা শ্ৰীকান্তৰ শ্ৰীচৰণৰ ওচৰত কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব।

ভীম :

কৃষ্ণক নাজানাকৈ
কাৰ্য্য কৰা হ'ব বুলি
মনত ভাবিছা হেনো।
কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব ?
কেতিয়াও তেনে কৰা নহ'ব অৰ্জ্জুন ?
যিটো ইচ্ছা পাণ্ডৱৰ
নিশ্চয় জানিবা ভাই
সিটো ইচ্ছা শ্ৰীহৰিৰে মাথোন।
বিপৰীতে কৃষ্ণৰ আশয়
কি কাৰ্য্যত পাণ্ডৱৰ
হৈ উঠে ইচ্ছা ফলৱতী ?

অৰ্জ্জুন :

পূজ্যপাদ ! সঁচা কথা
তেন্তে—
ওচৰতে আছে কৃষ্ণ যেতিয়া আমাৰ
তেওঁৰ সুযুক্তি পোৱা উচিত এতিয়া

ভীম :

ধনঞ্জয় ! শ্ৰীকৃষ্ণ কাহানি আছে
পাণ্ডৱক এৰি আঁতৰত ?
কৃষ্ণ যদি পাণ্ডৱক এৰি
নিলগত থাকিলেহেঁতেন
তেন্তে—
অনন্ত জগতে, এই বহুত আগতে
পাহৰি পাণ্ডৱ নাম
শান্তিৰে বাতৰি মাথোন
বিলালেহেঁতেন।
পাণ্ডৱৰ লগে লগে কৃষ্ণ আছে বুলি
ইমান অশান্তি দুখ
পাণ্ডৱৰ লগে লগে ফুৰিছে সদায়
ভাই ! কৃষ্ণকে অপেক্ষা কৰি যদি
সকলো কৰ্ত্তব্য কাম কৰিব পাণ্ডৱে,
তেন্তে,
পাণ্ডৱৰ পৰিণাম কৃষ্ণ ভকতিৰ
দেখুৱাব কোনে জগতত ?
ধনঞ্জয় ! সেনাপত্য ভাৰ আছে তোমাৰ হাতত
বাহিনী সজাব তুমি দিয়া অনুমতি।
কৃষ্ণ যদি ক্ৰুদ্ধ হয় তোমাৰ কাৰ্য্যত
তেন্তে
শান্ত কৰিবৰ ভাৰ মোৰ ওপৰত।

অৰ্জ্জুন :

শিৰোধাৰ্য্য কৰিলো আদেশ।

ভীম।

বৃষকেতু ! পাণ্ডৱৰ সেনাপতি—
অৰ্জ্জুনৰ কৰি দিয়া আদেশ ঘোষণা
মুহূৰ্ত্তৰ ভিতৰতে
চতুৰঙ্গ বাহিনী সজাই
মহাৰতী আক্ৰমণ কৰক বেগেৰে।

বৃষকেতু :

সাৰোগত মানিলো আদেশ। (যাব খোজে)
(কৃষ্ণৰ প্ৰৱেশ)

কৃষ্ণ :

শান্ত হোৱা বৃষকেতু!
ৰত্নাৱতী আক্ৰমণ কৰাৰ আগেয়ে
ভাল এটা মন্ত্ৰণাৰ আছে প্ৰয়োজন।

ভীম :

ভাল মন্ত্ৰণা আৰু কি যদুনাথ।

কৃষ্ণ :

বৰ আচৰিত কথা—
মাজু পাণ্ডৱৰ পৰা সৰ্ব্বদায় শুনে এনে
ভ্ৰমপূৰ্ণ কথা।

ভীম :

মাজু পাণ্ডৱৰ মুখৰ পৰা ভ্ৰমপূৰ্ণ
কথা ওলায়—
না মাজু পাণ্ডৱে যাক ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ বুলি
ভাবে তাৰ মুখৰ পৰা ভ্ৰমপূৰ্ণ কথা ওলায়।

কৃষ্ণ :

সম্পূৰ্ণ ধাৰণা মোৰ
মাজু পাণ্ডৱৰ পৰা
শুনি পাওঁ ভ্ৰমপূৰ্ণ কথা।

ভীম :

নহয় নহয় কৃষ্ণ!
ব্ৰহ্মাণ্ডৰ পতি কৃষ্ণ নিৰ্ভুল হলেও
এইটো কৃষ্ণৰে দোষ।
কদাপিতো বৃকোদৰে
ভ্ৰম কথা নকৰে ঘোষণা।
ভীমে যদি শিকিলেহেঁতেন
ভ্ৰান্তিৰ সোৱাদ লৈ কৃতাৰ্থ মানিব
তেন্তে
কৃষ্ণ দ্ৰোহী দণ্ডিক আশ্ৰয় দান কৰি
তোমাৰ জগত কিয়
পাণ্ডৱৰ মহাৰণ ঘটিলহেঁতেন?
মানি লওঁ ভ্ৰান্তি হাৰী তুমি
কিন্তু তথাপিও বিশ্বনাথ
সেই ভ্ৰান্তিৰে তুমি ললাগে আশ্ৰয়
নোৱাৰো তোমাৰ ইচ্ছা পূৰ্ণ কৰি ল'ব
তেন্তে সেইটো—
হ'লেও তোমাৰ ভ্ৰান্তি নহয় সঠিক।
যি হক যাদৱ।
জগতৰ পতি কিম্বা কাৰ্য্যানুৰোধত
ভ্ৰমপূৰ্ণ কথা কোৱা
ভ্ৰমপূৰ্ণ কাৰ্য্য কৰা তুমিয়ে মাথোন।
বৃকোদৰে তেনেকুৱা নকৰে কদাপি।

কৃষ্ণ :

বৃকোদৰে ভ্ৰম কাৰ্য্য নকৰে যদিহে
তেন্তে এতিয়াই কিয়
পাওঁ তাৰ উজ্জ্বল প্ৰমাণ।

ভীম :

কোৱা কৃষ্ণ।
বৃকোদৰে ভ্ৰম কৰা
কিবা পালা উজ্জ্বল প্ৰমাণ।

কৃষ্ণ :

ৰত্নাৱতী আক্ৰমণ কৰিবৰ হেতু
আদেশ দিয়াত
হোৱা নাই ভ্ৰম কাৰ্য্য হেনো।

ভীম :

কেনেদৰে হ'ল ইতো ভ্ৰমৰ কাৰ্য্য।

কৃষ্ণ :

বীৰ ধৰ্ম্মৰ ঘোৰ অপমান।

ভীম :

বীৰ ধৰ্ম্মৰ কিহত অপমান কৰা হ'ল ?

কৃষ্ণ :

ৰত্নাৱতী আক্ৰমণ কৰিবৰ হেতু
আদেশ দিয়াত—।

ভীম :

কোনো মতে এইটো নহয়।
যোৱাকালিতে বান্ধিছে
যজ্ঞৰ ঘোঁৰা।
এক ৰাতি হৈছে অতীত
শিষ্টাচাৰ বহুত কৰিছোঁ।
বেছি শিষ্টাচাৰ আৰু কৰিব লাগিলে
কৰ্ত্তব্যৰ ত্ৰুটি কৰা হ'ব।
তাৰ বাহিৰেও আৰু শত্ৰুৰ কাষত
দিয়া হ'ব দুৰ্ব্বলৰ চিনাকি মাথোন।

কৃষ্ণ :

মধ্যম পাণ্ডৱ।
এইটো নিয়ম মাথোন লৌকিক ভাবৰ
কিন্তু—
ক্ষত্ৰিয়ৰ ৰণ-নীতি সম্পূৰ্ণ বেলেগ।
যি বীৰে নিজৰ বীৰ্য্য
চিনাকি দিবৰ হেতু যজ্ঞৰ ঘোঁৰা বান্ধে
সিয়ে কৰে আগে আক্ৰমণ।

ভীম :

আৰু যদি আক্ৰমণ নকৰে প্ৰথমে

কৃষ্ণ :

তেন্তে নিজে লয় অধমতা মানি।

ভীম :

মই কওঁ—একোকে সি নকৰিব
কি হ'ব ব্যৱস্থা তাত ?

কৃষ্ণ :

তেতিয়া পঠাই দূত
মনোগত ভাব তাৰ জনাটো উচিত।

ভীম :

ভাল কৃষ্ণ—
শত্ৰুৰ কামত দূত পঠিওৱা
আৰু
আৰু শত্ৰু-ৰাজ্য আক্ৰমণ কৰা
কি প্ৰভেদ তাত ?

কৃষ্ণ :

বহুত প্ৰভেদ
কঠোৰতা নম্ৰতাৰ যিমান প্ৰভেদ
ইয়াতো সিমান।

ভীম :

নীতিকৰ্ত্তা।
তোমাৰ নীতিকে মানি সাৰ সত্য বুলি
কওঁ মই অলপো প্ৰভেদ নাই।
বুজি চোৱা
বিশ্বময় দিগ্বিজয় কৰি
লাভ কৰিবৰ হেতু পাশৱ বিক্ৰম
যিজনৰ অন্তৰত প্ৰবল আশয়
নিৰ্ম্মম নিষ্ঠুৰ দস্যু আৰু
দিগ্বিজয়কাৰী স্বৰত্বাভিমানা ক্ষত্ৰিয়ৰ
সমান উদ্দেশ্য।
সুতৰাং
দাম্ভিক জয়শ্ৰী লাভ ইচ্ছুকৰ তাত
অতিৰিক্ত শিষ্টাচাৰ
কেনেকুৱা কৃষ্ণ ?
পশু বলি দিয়াৰ আগেয়ে
যত্ন স্নেহ কৰা তাক যেনে ৰকমৰ
ইও ঠিক তেনেকুৱা।

কৃষ্ণ :

কথাৰ যুদ্ধত
কোনেও নোৱাৰে বলে মাজু পাণ্ডৱক।

ভীম :

আৰু শত্ৰুনাশী সমৰত ?

কৃষ্ণ :

উপস্থিত সমৰত পাম তাৰ উজ্জ্বল প্ৰমাণ।

ভীম :

কৃষ্ণ আচৰিত কথা ক'লা—
আজিহে প্ৰমাণ পাবা বীৰত্বৰ মোৰ।
আগেয়ে বিক্ৰম তুমি দেখা নাই মোৰ ?

কৃষ্ণ :

হয় দাদা
দেখা নাই আগে মই বীৰত্ব তোমাৰ।

ভীম :

কি ক'লা ! কি ক'লা কৃষ্ণ !
ভাৰত যুদ্ধত মোৰ ৰণ পটুতাৰ
পোৱা নাই উজ্জ্বল প্ৰমাণ ?

কৃষ্ণ :

যদিও ভাৰত যুদ্ধ
মহা যুদ্ধ বুলি খ্যাত
তথাপিতো সেই সমৰত
এনেজন বীৰৰ লগত
হোৱা নাই সংঘৰ্ষ তোমাৰ
যাৰ পৰা ভীষ্ম, কৰ্ণ প্ৰতাপী
সমৰ কৌশল আৰু দৈহিক শক্তিৰ
পোৱা নাই উজ্জ্বল প্ৰমাণ।

ভীম :

হৃষিকেশ ?
ভীষ্ম, দ্ৰোণ, কৰ্ণ, শল্য, ভগদত্ত আদি
মহাবীৰ বুলি হেনো নহয় বিখ্যাত।

কৃষ্ণ :

কৌৰৱৰ ভিতৰত এজনো নাছিল
কিন্তু—
এজন আছিল মাথোন পাণ্ডৱ পক্ষত

তাৰ তলতে অৰ্দ্ধশক্তিশালী
এজন এতিয়াও মাথোন আছে বৰ্ত্তমান।

ভীম :

কোন এই দুইজন ?

কৃষ্ণ :

বালক বীৰ অভিমন্যু আৰু তেওঁৰ জন্মদাতা ধনঞ্জয়। তেন্তে বীৰৰ হিচাপত অভিমন্যুহে শ্ৰেষ্ঠ। ধনঞ্জয় তাতকৈ অলপ নিঃকৃষ্ট।

ভীম :

শ্ৰীধৰ! প্ৰাণাধিক অভিমন্যু ইমান শক্তিশালী আছিল যে ভীষ্ম, কৰ্ণ, দ্ৰোণ সেকি অতিৰথি পাণ্ডৱ ধনঞ্জয় অৰ্জ্জুনতকৈও শ্ৰেষ্ঠ।

কৃষ্ণ :

মাজু দাদা! কৌৰৱ পক্ষৰ যি বীৰসকলক তুমি, ধনঞ্জয়, মই আৰু পাণ্ডৱ পক্ষৰ সকলো-বিলাক বীৰে লগ লাগি এদিনৰ কাৰণেও সম্পূৰ্ণভাৱে পৰাজয় কৰিব পৰা নাছিলোঁ, ষোল্ল বছৰীয়া বীৰ বালক অভিমন্যুই সেই বীৰসকলক মুহূৰ্ত্তে মুহূৰ্ত্তে সম্পূৰ্ণভাৱে পৰাজয় কৰিছিল। অভিমন্যুৰ লগত যুদ্ধ কৰাত কৌৰৱে যিমান ভয় পাইছিল, তেনে ভয় আৰু কোনো দিনাই পোৱা নাই। মই নিজে জানো মোৰ যিমান শক্তি আছে অভিমন্যুৰ তাতকৈ বেছি শক্তি আছিল! মই তাৰ এটা উজ্জ্বল প্ৰমাণো পাইছিলো! সম্ভৱত তোমালোকে তেতিয়া বনবাসত আছিলা? অভিৰ বয়স তেতিয়া পাঁচ বছৰ। এদিন মই পালেঙত শুই আছোঁ কৃক্মিণী দেৱীয়ে বিচনী লৈ মোক বিচি আছে। এনেতে অভি আহি ঘৰত সোমাই ৰুক্মিণী দেৱীক ক'লে, মামি, এই পালেঙৰ তলত মোৰ লৌহ-বল আছে, মই তাক লৈ খেলা কৰিম। মামাক এবাৰ উঠিব কোৱা—ৰুক্মিণী দেৱীয়ে ক'লে, বোপা তোমাৰ মামাৰ টোপনি আহিছে—তুমি পালেঙৰ তলত সোমাই তোমাৰ লৌহ-বল লৈ যোৱা। এই কথাত অভিয়ে অভিমান কৰি বাওঁ হাতেৰে পালেং ওপৰলৈ উঠাই আগ হাতেৰে লৌহ-বল উঠাই বেগেৰে ঘৰৰ বাহিৰ হৈ গ'ল। বালকৰ এই অভাৱনীয় কাৰ্য্য দেখি মই আচৰিত হ'লো। ভাবি চোৱা! মাজু দাদা পাঁচ বছৰীয়া শিশুৰ কি অসামান্য শক্তি। মই জগতৰ ভৰ লৈ পালেঙত শুই আছো; আৰু লক্ষ্মীৰূপিনী জগৎমাতা ৰুক্মিণী দেৱীও সেই পালেঙত আছে। অভিয়ে সামান্য চেষ্টাৰে সেই পালেং ওপৰলৈ তুলি লৌহ-বল লৈ গ'ল। সেই কাৰণে মই বুজিছিলো অভি মোতকৈও বেছি শক্তিশালী।

ভীম :

বনমালী! তেনেকুৱা শক্তিশালীৰ শক্তিও দেখো কিছুমান পতঙ্গৰ শক্তিত পৰি ছাঁই হৈ গ'ল।

কৃষ্ণ :

দাদা! অভিৰ বিৰুদ্ধে সমস্ত ব্ৰহ্মাণ্ডখন লাগি পৰিলেও অভিৰ এডাল চুলিও ছিঙিব নোৱাৰিলেহেঁতেন। তেন্তে যি ভুজঙ্গৰ ভঁৰত ব্ৰহ্মাণ্ড অস্থিৰ, ছি ভুজঙ্গক মই পৰ্য্যন্ত ভয় কৰো

সেই কালৰ কোপত পৰিয়েই অভিৰ ইমান সোনকালে মৃত্যু হ'ল। যক, এতিয়া কৰ্ত্তব্য কামত মনযোগ কৰাহক।

ভীম :

গোবিন্দ এতিয়া আৰু কৰ্ত্তব্য কি? ৰত্নাৱতী আক্ৰমণ কৰাতো তুমি যেতিয়া-নীতি বিৰুদ্ধ বুলি বিবেচনা কৰিছা তেতিয়া উপস্থিত ক্ষেত্ৰত আৰু কি কৰ্ত্তব্য কাম আছে।

কৃষ্ণ :

দাদা। কৰ্ত্তব্য আছে। কৰ্ম্মময় জগতত কাৰ্য্য এৰি মানুহৰ এক তিলো জিৰণিৰ সুবিধা নাই। তেন্তে আগৰ কাম আগে আৰু পাছৰ কাম পাছে।

ভীম :

কৃষ্ণ পাণ্ডৱৰ কৰ্ম্ম কি?

কৃষ্ণ :

পাণ্ডৱৰ কৰ্ম্ম নাই দাদা? পাণ্ডৱৰ যদি কৰ্ম্ম নাই তেনেহলে কৰ্ম্মবীৰ বৃকোদৰৰ হাতত ভীম গদা কিয়?

ভীম :

সি কি কৃষ্ণ! ই কি কথা ক'লা তুমি? জ্ঞানাতীত পূৰ্ণমূৰ্ত্তি শ্ৰীকৃষ্ণৰ শ্ৰীমুখত ওলাবৰ এইটো উপযুক্ত কথানে? ভাই! কৰ্ম্ম কৰিবৰ কাৰণে বৃকোদৰৰ হাতত ভীম-গদা আছে। এই গদা পাণ্ডৱৰ সৰ্ব্বাত্মা পহাৰী শ্ৰীগদাধৰৰ হাততেই শোভা পাইছে। যাৰ স্থূল দৃষ্টি সিয়ে ভীমৰ হাতত, এই ভীম-গদা দেখে কিন্তু গদাধৰ! যাৰ সূক্ষ্ম দৃষ্টি সি ভীমৰ হাতত কেতিয়াও গদা নেদেখে। সি গদাধৰৰ হাততে মহা-গদা দেখে।

কৃষ্ণ :

মাজু দাদা! সূক্ষ্মদৰ্শী হলে অৱশ্যে তেনেকুৱাই দেখে, কিন্তু যাৰ সূক্ষ্মদৃষ্টি নাই?

ভীম :

তুমি তেন্তে ক'ব খোজা যে পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণৰো সূক্ষ্ম দৃষ্টিৰ অভাৱ।

কৃষ্ণ :

ক'ব খোজা কিয়, তাকে কৈছো। সূক্ষ্ম দৃষ্টি মই হেৰুৱাইছো। মই কোন মই তাকে ক'ব নোৱাৰোঁ।

ভীম :

সেইটো বৰ ভাল কথা। তুমি কি সেইটো তুমি বুজিব পাৰিলে, জীৱৰ মহা সৰ্ব্বনাশ উপস্থিত হ'লহেঁতেন।

নীলধ্বজ :

মাজু পাণ্ডৱ! জীৱৰ তাত কি সৰ্ব্বনাশ হলহেঁতেন?

ভীম :

ৰজা নীলধ্বজ! সৰ্ব্বনাশ নহ'ব। কৃষ্ণ হ'ল কল্পতৰু গছ। এই গছত ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰিবিধ ফল পৰিপক্ক হৈ জীৱসকলৰ সংসাৰৰ তৃপ্তি নিবৃত্তি কৰিবৰ কাৰণে লাগি আছে। সৌভাগ্যবান জীৱ নিজৰ ইচ্ছা মতে

এই ফল ভোগ কৰি সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা হাত সাৰি মহা আনন্দ উপভোগ কৰি আছে। এতিয়া সম্প্ৰতি সেই ফলৰ পৰা কোনেও বঞ্চিত হোৱা নাই। কিন্তু যদি কোনোৱে তেওঁক বুজাই দিয়ে যে তোমাৰ প্ৰসূত ফল চাৰিটা দুৰ্ল্লভ হলেও প্ৰধানতঃ তাৰ পৰাই জগত উদ্ধাৰ হ'ব ধৰিছে। তুমি অসামান্য তেনেহলে এই কল্পতৰুই আৰু ফলদান কৰিব বুলি ভাবিছানে মহীপালে। নিজে কি আৰু নিজৰ গুণ কি জানিব পাৰিলে নিশ্চয় সকলোকে অৱজ্ঞা কৰি সকলোৰে পৰা নিলগত থাকিব। সেইবাবে কৈছো কৃষ্ণই যেন আত্মাতত্ত্ব বুজি নেপায়।

নীলধ্বজ :

মধ্যম পাণ্ডৱ! পৃথিৱীত কৃষ্ণৰূপ কল্পতৰু আছে বুলিয়েই পাপী আৰু পুণ্যবান একে শ্ৰেণীত বিভক্ত হৈ আছে। পাপী নিষ্পাপী দুয়ো ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ চাৰিও বিধ ফল হাতত লৈ মহা গৌৰৱৰে পুণ্য-ভূমিৰ ফালে খোজ লৈছে।

কৃষ্ণ :

কথাই কথাই বহুত সময় নষ্ট হৈ গ'ল। এতিয়া পাণ্ডৱৰ প্ৰতিদ্বন্দ্বী শিখিধ্বজ সম্বন্ধে অলপ কবলগীয়া কথা আছে। শুনা মাজু দাদা, শুনা ধনঞ্জয়, শুনক নৃপতিসকল! এই প্ৰস্তাৱ আপোনালোকৰ ওচৰত সম্প্ৰতি অসঙ্গত বুলি বিবেচিত হ'ব পাৰে। কিন্তু মোৰ বিবেচনা মতে বৰ্ত্তমানত এইটো অভিমত দিয়াটোৱেই ভাল।

ভীম :

কি চক্ৰ ৰচিলা হৰি!
বাৰু কোৱাচোন কৰ্ত্তব্য তোমাৰ

কৃষ্ণ :

বিশ্বজয়ী পাণ্ডৱ।

ভীম :

উঃ এইটো কথা কোৱা কিয়?
বিশ্বজয়ী পাণ্ডৱৰ কৃষ্ণ এই কথা কোৱা

কৃষ্ণ :

সেয়ে হ'ল বাৰু?
বিশ্বজয়ী পাণ্ডৱক
কৃষ্ণই শকতি দান কৰি
দিছিল বিজয় আখ্যা সঁচা
কিন্তু সেই পাণ্ডৱৰ
শক্তিদাতা কৃষ্ণ আজি
চিন্তাত বিমূঢ়।

ভীম :

কিয় ভাই!
ব্ৰহ্মাণ্ডত কোন এনে শতৰু তোমাৰ?
কৰিলে বিমূঢ় কোনে চিন্তাত তোমাক?

কৃষ্ণ :

মাজু দাদা
মোৰ বাবে নকৰো সংশয়।
পাণ্ডৱৰ বাবেঁ মই চিন্তিত সদায়

সম্প্ৰতি যি সন্মুখত দেখিছো বিপদ
তাকো ভাবি চিন্তাত বিমূঢ় ।

অৰ্জুন :

চিন্তাহাৰী মধুসূদন !
কোৱা কি চিন্তাত চিন্তিত অন্তৰ ?

কৃষ্ণ :

ধনঞ্জয় ! ইমান দিনৰ পৰা
যি অমূল্য গৌৰৱ তোমাৰ
আছিছিলা ৰক্ষা কৰি আপোন বলেৰে
মনত সন্দেহ মোৰ
নোৱাৰিবা আৰু হেনো ৰাখিব এতিয়া
যি শত্ৰুয়ে যজ্ঞ-অশ্ব বান্ধিছে বলেৰে
তাৰ ওচৰৰ পৰা অশ্ব মুক্ত কৰা
অসম্ভৱ ! ভাবিছো মনত !

ভীম :

কি ! অসম্ভৱ ! একেবাৰে অসম্ভৱ !

কৃষ্ণ :

একেবাৰে অসম্ভৱ ।

ভীম :

কিয় তেন্তে আছা তুই
পাণ্ডৱৰ জগত সদায় ?
পাণ্ডৱৰ সংকল্প সিদ্ধিত
নিৰাশ হ'বৰ বাবে হেনো
ৰাখে তোৰ পূৰ্ণ মূৰ্ত্তি
জগে জগে পাণ্ডৱে সদায় !

কৃষ্ণ :

মাজু দাদা !

ছুৰোকালে সঙ্কট এতিয়া মোৰ ।
এই কালে
পাণ্ডৱৰ আশা পূৰ্ণ কৰিবৰ হেতু
পূৰ্ব্বৰূপে মই
থাকিবৰ বাধ্য হলো তাৰ ওপৰত !

ভীম :

ওঃ থিক জীৱনত
খিক পাণ্ডৱৰ অখণ্ড কৃষ্ণ-প্ৰেমত ।
পাণ্ডৱ মূৰুখ পাণ্ডৱ ! অজ্ঞান পাণ্ডৱ
মিছা গৰ্ব্ব কৰা কিয় !
ভৱিষ্যত নকৰি বিশ্বাস
অহঙ্কাৰ ভৰপূৰ তেজৰ বলত
জয় কৰি সমস্ত জগত
মূৰুখ পাণ্ডৱ ।
গৰ্ব্ব কৰি কৰ সকলোকে
বান্ধিছে পাণ্ডৱে কৃষ্ণ-প্ৰেমৰ ডোলেৰে ।
পাণ্ডৱ কোন
কোন পাণ্ডৱৰ নিজ ধন ?
পাণ্ডৱৰ গৰ্ব্ব পূৰ্ণ আশা শূন্য কৰি
কয় হৰি নিজৰ মুখেৰে ।
পাণ্ডৱতকৈও আছে
কৃষ্ণ-ভক্ত এই পৃথিৱীত ?
ছিঃ ছিঃ ধিক্ ধিক্ ?
নোপোৱাতে এনে কথা কাণেৰে শুনিব
নমৰিল কিয় ঘৃণ্য মূৰ্খ বৃকোদৰ ।

কৃষ্ণ :

মাজু দাদা— ।

ভীম :

গুচি যা গুচি যা দুৰন্ত তই

জ্বলিছে পৰাণ মোৰ
তীব্ৰ বিহ উগাৰিছ মধুৰ মুখেৰে।
কঠিন ! সৰ্ব্বস্ব হৰণ কৰি মূৰ্খ পাণ্ডৱৰ
এই পৰিণাম কৰি এৰিলি এতিয়া।

কৃষ্ণ :

দাদা ! মাজু দাদা।

ভীম :

গুচি যা মধু মুখ বিষাক্ত মূৰতি !
গুচি যা আগৰ পৰা
দগ্ধ কৰি দিছ তই ভীমৰ অন্তৰ ?
উঃ ! এই কৃষ্ণ পাণ্ডৱৰ
এই বিশ্বাসঘাতক।
কয় আৰু মধুৰ মুখেৰে
অভিন্ন হৃদয় বুলি পাণ্ডৱৰ সতে
কিয় ভ্ৰম ৰজা যুধিষ্ঠিৰ
কি ভ্ৰম মূৰ্খ বৃকোদৰ।
কি বিকাৰ অৰ্জ্জুনৰ
ইমান দিনৰ পৰা এই কৃষ্ণকেই
সৰল বিশ্বাস কৰি
এৰি দিছে হৃদয় আসন।

কৃষ্ণ :

মাজু দাদা !

ভীম :

গুচি যা মিষ্টভাষী অৰি
পাণ্ডৱৰ অন্তৰৰ পৰা,
এতিয়াই গুচি যা তই
তোকে ভাবি শান্তিৰ প্ৰতিম
বুকুত সাবটি ৰাখি
হ'ল কি শেষত ?
উগ্ৰ নৰকাগ্নি জ্বলি
জ্বলাইছ পাণ্ডৱৰ সৰল অন্তৰ
আৰু কিয় দেখাইছ প্ৰলোভন-চিত্ৰ ?
ইয়াতে পৰিছে তোৰ অন্তৰ শীতল।
যা ! যা কৃষ্ণ
নোখোজে পাণ্ডৱে পুনু তোমাৰ আশ্ৰয়।
এৰিবৰ হেতু তোৰ ঘৃণিত সংশ্ৰৱ
এতিয়াই প্ৰস্তুত পাণ্ডৱ।
গুচি যা
এতিয়াই গুচি যা অন্তৰৰ পৰা।
দিন-ৰাতি তোৰ মূৰ্ত্তি ভাবি ভাবি আৰু
নলগাও প্ৰাণৰ ভাগৰ
তোৰ এই মূৰ্ত্তি আৰু
উপাসনা নকৰো কদাপি
নযজো, নুপুজো, নেদেখো
এই চকু মুজিলো। ( চকু মুজে )

কৃষ্ণ :

মাজু দাদা।

ভীম :

নেচাওঁ নেচাওঁ তোক।
জীৱন গ'লেও আৰু নেচাওঁ পুনৰ
গুচি যা গুচি যা।

কৃষ্ণ :

যাওঁ তেন্তে দাদা মই।

ভীম :

যা এতিয়াই যা।
এক মুহূৰ্ত্তও অপেক্ষা নকৰ।

বিশ্বাসঘাতক তই
তোৰ মাথো লগে লগে ফুৰি
পাণ্ডৱৰ ইমান বিলাই
যা—যা—
এখন্তেকো নেথাকিবি মুখৰ আগত।

কৃষ্ণ :

তেনেহলে যাওঁ দাদা ?

ভীম :

নাযাব কি ?
যাবৰে কাৰণে তোক
অনুৰোধ কৰিছো ইমান।

কৃষ্ণ :

এৰি দিয়া আগে তুমি
তেহে যাব পাৰোঁ মই।

ভীম :

পুনৰ ছলনা ! পুনৰ চাতুৰী
কাৰ শক্তি ৰাখে তোক বান্ধি ?
পাৰিলে ৰাখিব তোক মূৰখ পাণ্ডৱে
পাৰিলিহয় নে তই—
এনেদৰে দংশিব আমাক ?
য—যা—কৃষ্ণ
নকৰি এটাও কথা
গুচি যা সন্মুখৰ পৰা।

কৃষ্ণ :

মাজু দাদা।
কৃষ্ণৰ পাণ্ডৱে যদি কৃষ্ণকে এৰিলে
তেন্তে কৈ দিয়া
কৃষ্ণ যাব পাণ্ডৱৰ কুৰু ?

ভীম :

সেই কথা কি কব পাণ্ডৱে ?
কৃষ্ণৰ ক'তো নাই ঠাইৰ অভাৱ—
কৃষ্ণৰ পৰম ভক্ত
আৰু—
পাণ্ডৱৰ মহা শত্ৰু যোনে—
তাকে যক কৃষ্ণ গুচি।
শিখিধ্বজে হৃদয় আসন
ভকতিৰে ৰাখিছে সজাই
বিশ্বাসঘাতক মূৰ্ত্তি
তাতে গৈ আনন্দ লভক।

কৃষ্ণ :

মাজু দাদা। একেবাৰে এৰিলানে মোক

ভীম :

একেবাৰে—
চিৰকাললৈকে আৰু পাণ্ডৱে কদাপি
নেদেখিব এনেকুৱা বিষাক্ত মূৰতি— ।

কৃষ্ণ :

চিৰকাল'কে যদি এৰি দিলা মোক।
তেনেহলে
পাণ্ডৱৰ ওচৰত দাবী এটি আছে মোৰ।
সেই দাবী পূৰ্ণ কৰিলেই
লৈ মই পাণ্ডৱৰ কাষত বিদায়
গুচি যাম চিৰকাললৈ।

ভীম :

পাণ্ডৱৰ ওচৰত আৰু তোৰ কি দাবী ?
মই কওঁ একো নাই।

কৃষ্ণ :

ক্ষমা কৰা মাজু দাদা ।
বাধ্য হৈ এটা কথা
লাগিল এতিয়া কব ।
মাজু পাণ্ডৱ !
এতিয়াই কৈছিলানে
কৃষ্ণ বিশ্বাসঘাতক বুলি
এতিয়া বিচাৰ কৰি দেখাচোন তুমি
কোনে বিশ্বাসঘাতক ?
কৃষ্ণই নে পাণ্ডৱে ?

ভীম :

পাণ্ডৱ বিশ্বাসঘাতক ?

কৃষ্ণ :

হয় পাণ্ডৱে বিশ্বাসঘাতক ?

ভীম :

কোনে কয় এনে কথা ।

কৃষ্ণ :

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ
মাজু সহোদৰ—বীৰ বৃকোদৰে ।
নিজৰ মুখেৰে কয় এনে কথা ।

ভীম :

কি কাৰণে বাৰু কোৱা তুমি—
পাণ্ডৱ বিশ্বাসঘাতক ।

কৃষ্ণ :

মোৰ দাবী কৰে অস্বীকাৰ এইবাবে ।

ভীম :

পাণ্ডৱৰ ওচৰত কি দাবী তোমাৰ ?

কৃষ্ণ :

বহুত দাবী আছে ।

ভীম :

অলপো মনত নাই মোৰ
কোৱা— ।
কি বস্তুৰ দাবী কৰা তুমি ?
সঁচাতে পাণ্ডৱে যদি
লৈ থাকে কিবা বস্তু তোৰ
নিশ্চই ঘূৰাই দিব ।
প্ৰৱঞ্চক নহয় পাণ্ডৱ ।

কৃষ্ণ :

সঁচাতে দিবা নে বাৰু ?

ভীম :

নিদিম কিয় ?
তোমাৰ বস্তু
নিশ্চয় তোমাক দিম ।
কোৱা
কি কি বস্তু আছে তোমাৰ ।

কৃষ্ণ :

পাণ্ডৱৰ ওচৰত মোৰ বৃন্দাবনৰ সাজ আছে
পাণ্ডৱৰ ওচৰত মোৰ বৃন্দাবনৰ ভাব আছে ।
আৰু পাণ্ডৱৰ লগত হোৱা মোৰ গুপুত মিলন
আছে । দিয়া ধাৰ্ম্মিক বৃকোদৰ মোৰ বাধ্য
নাম অঁকা মোহন চূড়া দিয়া, বহুত বনফুলৰ
মালা দিয়া, মোৰ পিন্ধা পীত বস্ত্ৰখন দিয়া, ৰাধা
নামেৰে সাধন কৰা মোৰ সেই মোহন বাঁহী
দিয়া ! সেই বৃন্দাবন আৰু পুনৰে মোক ঘূৰাই

দিয়া। তাৰ পাছত শান্ত, দাস্ত, সখ্য, মধুৰ আৰু বাৎসল্য এই পাঁচোবিধ ভাব মোক ফিৰাই দিয়া। আৰু মোৰ পুণ্য ভাবৰ অভিন্ন মিলন মোক ফিৰাই দিয়া। মই য'ৰ কৃষ্ণ তাতে গুচি যাওঁ।

অৰ্জ্জুন :

সখি
ক'ৰ কৃষ্ণ তুমি ?

কৃষ্ণ :

কৃষ্ণ আৰু ক'ৰ ?
বৃন্দা বিপিনৰ।
কৃষ্ণ বৃন্দাবনৰ !
বৃন্দাবনত বৰ মই আছিলোঁ সুখেৰে
পাণ্ডৱে কৰিলে মাথো সৰ্ব্বনাশ মোৰ।
বল কৰি বৃন্দাবনৰ লীলা এৰুৱাই
লিপ্ত কৰি দিলা মোক মথুৰা লীলাত।
তাৰ লগে লগে মোৰ
অমূল্য কাঢ়োন উদ্ধভাৱ অন্তৰৰ পৱিত্ৰতা
সকলোটি কাঢ়ি লৈ
পিন্ধাই ঘৃণিত সাজ
সজালা দানৱ।
দিয়া বৃকোদৰ
মোৰ বৃন্দাবনৰ সাজ
মোৰ বৃন্দাবনৰ ভাব
মোৰ বৃন্দাবনৰ সেই মধুৰ মিলন।
যি যি নিছা তোমালোকে
এতিয়াই দিয়া ওভতাই।
গুচি যাওঁ সুখময় বৃন্দাবনলৈ।

ভীম :

কৃষ্ণ যি দাবী কৰিছা তুমি
নহয় সঠিক
একো বস্তু ৰাখা নাই
পাণ্ডৱে তোমাৰ।

কৃষ্ণ :

মধুৰ মোহন চূড়াখনি লৈ মোৰ
কোনে মোক মলিনৰ পিন্ধালে মুকুট ?
কোনে মোৰ সোলোকাই
মনোহৰ গৰখীয়া সাজ
পিন্ধালে জঘন্য এই ভূপতিৰ সাজ ?
কোনে মোৰ কাঢ়ি লৈ পৱিত্ৰ আশ্ৰয়
কৰিলে দীক্ষিত মোক পিশাচ ধৰ্ম্মত ?
কোনে মোৰ কাঢ়ি লৈ বিমোহন বাঁহী
কৰিলে সাৰথি মোক যুদ্ধৰ ৰথত ?

ভীম :

যি যি ক'লা কৃষ্ণ তুমি
সকলোটি কৰিছে নে অকলে পাণ্ডৱে ?

কৃষ্ণ :

আৰু কোনে তেনেহলে মধ্যম পাণ্ডৱ ?
ক্ষত্ৰিয়ৰ কঠোৰ ধৰ্ম্মত
তোমালোকে মাথো মোক কৰিছা দীক্ষিত
ধৰ্ম্মভ্ৰষ্ট, জাতিভ্ৰষ্ট কৰি আগে মোক
এতিয়া নিৰ্দ্দয় হৈ এৰিব খুঁজিছা ;
এতিয়া ক'লই যাওঁ মই ?
এই সাজ পিন্ধি মই
বৃন্দাবনত সোমালে এতিয়া

বৃন্দাবনবাসী মানে কৰিব বিদ্রূপ।
গতি মোৰ কি হ'ব এতিয়া ?

ভীম :

পাণ্ডৱে নাজানে তাক ?

কৃষ্ণ :

এনেকথা ক'বলৈকে নিষ্ঠুৰ ভীমৰ জিভা
সঁচা কথা সঙ্কুচিত নহ'ল অলপো
কিন্তু
ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ আগত গৈ
কৰিলোহেঁতেন যদি অভিযোগ মই
তেনেহলে
কদাপিতো এনেকুৱা কৰ্কশ মাতেৰে
মৰ্ম্মঘাতী মনোকষ্ট নিদিলেহেঁতেন।

ভীম :

যোৱা তেন্তে
ধৰ্ম্মৰাজৰ ওচৰত
অভিযোগ প্ৰাৰ্থী হোৱাগৈ।

কৃষ্ণ :

ভাল কথা এতিয়াই যাওঁ মই
তেওঁৰ কাষত। ( যাবৰ উদ্দ্যোগ )

ভীম :

গুচি গলি দেখোঁ কৃষ্ণ।

কৃষ্ণ :

নাযাই কৰিম কি ?

ভীম :

কৃষ্ণ-নাম, কৃষ্ণ-মূৰ্ত্তি পাহৰোৱা আগে
পাছে তুমি যাবা গুচি
চকু মুদি আছোঁ মই
কিন্তু—
এতিয়াও কৃষ্ণ-মূৰ্ত্তি
জ্বলে কিয় চকুৰ আগত।
তোমাৰ লগত কথা
পুনৰ নকওঁ বুলি ভাবিছোঁ মনত
তথাপিতো কৃষ্ণ নাম ওলাই মুখত।
যাব যাব কৃষ্ণ নকৰো বেজাৰ
কিন্তু
কৃষ্ণ-মূৰ্ত্তি জ্বলে কিয় হৃদয় পটত ?
জিভাত কৃষ্ণৰ নামে
কিয় মোৰ উত্তেজনা চৰাব ইমান ?
সকলোখিনিকে তুমি
লৈ যোৱা তোমাৰ লগত।
লৈ যোৱা কৃষ্ণ
তোমাৰ অস্তিত্ব মুচি
মোৰ এই দয়াহীন হৃদয়ৰ পৰা
কৰি যোৱা মৰুভূমি ভীমৰ অন্তৰ।

কৃষ্ণ :

এনে মই কি দৰে কৰিম ?

ভীম :

ইচ্ছা কৰিলে তুমি পাৰিবা কৰিবা।

কৃষ্ণ :

তেনেহলে ইচ্ছা হলে তুমিও পাৰিবা।

ভীম :

ইচ্ছা কৰি
কিয় তেন্তে পৰা নাই মই ?

চক্ষু মুজি দেখো—
অন্তৰকে পেলাইছে কৃষ্ণই আগুৰি।
চক্ষু মেলি চাওঁ
বাহিৰেও চাৰিফালে কৃষ্ণকে
দেখিছো মাথোন।
কৃষ্ণ! অ কৃষ্ণ!
তোৰ এই কৃষ্ণ ৰূপ পাহৰো কিদৰে?

কৃষ্ণ :

মাজু দাদা! মই যাওঁ।

ভীম :

( থিয় দি ) ক'ত যাবি তই?
বৃন্দাবনৰ চোৰ
বৃন্দাবনৰ সকলোৰে মন চুৰ কৰি
প্ৰেমত বলিয়া কৰি আহিছ পলাই।
পাণ্ডৱকো তেনেকুৱা কৰিব খুজিছ?
মনচোৰ দে ওভোতাই মোৰ মন!
নহলে একখোজো আগুৱাব নোৱাৰিবি তই।

কৃষ্ণ :

মইতো যাব খোজা নাই
তুমি দেখো নিজে মোক খেদিব খুজিছা!

ভীম :

যাব কৈছোঁ
নাযাব কিয়
কোনে তোক বান্ধি ৰাখে?
যা যাবি
মোচ খাব তোৰ চিন অন্তৰৰ পৰা?
গুচি যাবি তই
আৰু
তোৰ এই ক'লাৰূপ
অন্তৰত জলিব সদায়
কেনেদৰে কৃষ্ণ এৰা হ'ব?

নীলধ্বজ :

বীৰবৰ! ফুলে সু-গোন্ধ এৰিব পাৰে, বিষধৰে মূৰৰ মণি এৰিব পাৰে, সূৰ্য্যই পোহৰ এৰিব পাৰে, কিন্তু পাণ্ডৱে কেতিয়াও কৃষ্ণক এৰিব নোৱাৰে।

অনুস্বাল্বী :

সচাঁইতো। যিদিনাখন পাণ্ডৱে কৃষ্ণক এৰিব সিদিনাখন আৰু পাণ্ডৱৰ থাকিব কি?

নীলধ্বজ :

সিদিনাখন থাকিবৰ ভিতৰত
এই থাকিব কৃষ্ণৰ বিলাসভূমি পাণ্ডৱৰ
দেশবিলাক মৰাশ হৈ পৰি থাকিব!

ভীম :

হক সেয়ে হক, তাকে চাওঁ মই,
কৃষ্ণ ধন ভগাবৰ
পাণ্ডৱৰ আছে সমভাগী—
এনে কথা নিজ মুখে কৃষ্ণে কোৱাতকৈ
পাণ্ডৱৰ প্ৰাণকিটি কৃষ্ণ-শূন্য হৈ
মৰা শত হক পৰিণত।
পাণ্ডৱতকৈও যদি
ভাল পায় কৃষ্ণই আনক
তেন্তে
কি সকাম পাণ্ডৱৰ জীয়াই থকাৰ।

অৰ্জ্জুন :

মাজু দাদা!
অভিমান এৰক এতিয়া
কৃষ্ণ সকলোৰে ধন

কৃষ্ণৰ ৰূপেৰে এই
উদ্ভাসিত অনন্ত জগত।
কৃষ্ণহীন ঠাই
আৰু
কৃষ্ণৰ দয়াৰ পৰা বঞ্চিত জীৱন
কোনো নাই বিপুল বিশ্বত
কৰকবা নকৰক কৃষ্ণত বিশ্বাস
সকলোৱে অন্তিম কালত
কৃষ্ণৰহে পাব কৃপাকণ।
কৃষ্ণৰ কৃপা লাভ কৰা সময়ত
ভক্তাভক্ত একো নাই ভেদ।
তাৰ কাৰণে
এটাৰ বাহিৰে আৰু
নাই কোনো দ্বিতীয় আশ্ৰয়।
যদিও সহস্ৰ নদী নানা বাট ধৰি
গৈ আছে আপোনা আপনি
এটা সাগৰতে মাথো মিলি পৰে গৈ।
সেইবাবে কওঁ দাদা
ৰজা শিখিধ্বজ যদিওবা কৃষ্ণ ভক্ত।
পাণ্ডৱৰ সমকক্ষ নহয় কদাপি।
ভাবি চোৱাচোন দাদা
যি কৃষ্ণক
মহা মহা যোগীসকলেও
অশেষ তপস্যা কৰি
অন্তৰত নোৱাৰে সোমাব
সেই কৃষ্ণ ছায়া যেন
পাণ্ডৱৰ লগে লগে ফুৰিছে সদায়।
ইয়াত কি বজা যায়?
কৃষ্ণৰ যিমান কৃপা পাণ্ডৱৰ ফালে
সিমান আছেনে দাদা অইনৰ ফালে?

ভীম :

জানো জানো ভাই মই
কিন্তু তথাপিতো
জানিও নাজানো—বুজিও নুবুজো
এই কৃষ্ণ মোহময় ধন।
ই ধনৰ ভাগী হ'ব খুজিলেও আগে
তেতিয়াই হিতাহিত জ্ঞান-শূন্য হৈ
জ্বলি উঠে সৰল অন্তৰ
কৃষ্ণ মধুসূদন ক্ষমা কৰ ভাই
বহু মন্দ কথা কৈ
বৰ বেথা দিছো অন্তৰত
কোৱা ভাই :
বৰ হেনো বাজিছে প্ৰাণত?
সঁচাতে যদিহে ব্যথা পাইছ প্ৰাণত
আহ তেন্তে
উঠ আহি ভীমৰ কোলাত।
ভীমৰ বজ্ৰ কোলাত উঠিলে তই
সকলো আঁতৰি যাব দুখ ব্যথা।
কিয়নো
ভালদৰে জানো মই
ভাগৰ লাগিলে তোৰ
ক্ষিৰোদ-গৰ্ভত অনন্ত শয্যাত শুই
দূৰ কৰা প্ৰাণৰ ভাগৰ।
তোমাৰ অনন্ত শয্যা যেই
আৰু
ভীমৰ এই বুক
এক উপাদানেৰে গঠিত।
কাৰণ
অনন্ত নাগৰ দেহ যেনে সুকোমল
অন্তৰ কিন্তু বিষানল ভৰা

ভীমৰো শৰীৰ ঠিক তেনে সুকোমল
কিন্তু বিষানল ভৰপূৰ নিৰস অন্তৰ
বিহভৰা নিশ্বাসত অনন্ত নাগৰ
কঁপি থাকে অনন্ত জগত।
ভীমৰো কৰ্কশ কথা শুনি
বেথা পায় জগতে প্ৰাণত।
উজ্জ্বল প্ৰমাণ তাৰ
স্বয়ং শ্ৰীহৰি এই ভীমৰ কথাত
বৰ বেথা পাইছে প্ৰাণত।
আহা দৈৱকী কুমাৰ
আহা পাণ্ডৱ শিৰোমণি
এবাৰ কোলাত উঠি
কৰাহি কোমল মোৰ কঠুৱা অন্তৰ!

(কোলাত লয়)

গীত

চোৱা চোৱা বীৰ মানে পাণ্ডৱ পক্ষৰ!
চোৱা কি সৌভাগ্য আজি মূৰুখ ভীমৰ।
এই সৌভাগ্যকে মাথো
লাভ কৰো বুলি
ইমান কৰ্কশ কথা কৈ
শ্ৰীপতিৰ অন্তৰত দিছিলোঁ বেদনা।

কৃষ্ণ;

ভীমৰ প্ৰাণাধিক ধন
ভীমৰ মন সজোৱা প্ৰাণ ভুলোৱা ধন
মন-মোহন।
সঁচাসঁচি কোৱাচোন ভাই
ভীমৰ কথাত তুমি
সঁঠিকতে পাইছিলা নে বেথা?

কৃষ্ণ:

মাজু দাদা! কোৱাচোন?
ব্যথাৰ প্ৰতিদান যদি বেথা
তেনেহলে
তোমাৰ কোলাত কিয়?
কৃষ্ণ-চন্দ্ৰ শোভে এনেদৰে?
দাদা
যিটো তুমি ভাবি লোৱা বেয়া কথা বুলি
সেয়ে মোৰ মধুময় ভোগ।
ভীমৰ কৃষ্ণই ভীমৰ কাষত
এনেদৰে বীৰভাৱে ভাল পোৱা খোজে।

ভীম:

ভাই!
শিখিধ্বজ সঁচা তেনে প্ৰিয় ভক্ত তোৰ?

কৃষ্ণ:

সঁচা প্ৰিয় ভক্ত মোৰ।

ভীম:

আৰু পাণ্ডৱ!

কৃষ্ণ:

পাণ্ডৱ নহয় ভক্ত
কিন্তু পঞ্চমূৰ্ত্তি
পাণ্ডৱ যি কৃষ্ণও সেই।

ভীম:

ইমান পৰত মোৰ আঁতৰিল
অন্তৰৰ পৰা
ভীমসেন! আৰু কিয়!
বুকত ধৰিছ গদাধৰক সাবটি।

এইবাৰ ভীম-গদা
বলেৰে হাতত লৈ
মোহাৰি পেলাব ৰত্নাৱতী গৌৰৱ
উল্লাসেৰে বল আগুৱাই।
( কৃষ্ণ কোলাৰ পৰা নামে )
( দূতৰ প্ৰৱেশ )

দূত :

নমস্কাৰ কৰোঁ বাসুদেৱ
নমস্কাৰ কৰো, বাসুদেৱ সখি বিজয়ী পাণ্ডৱ
নমস্কাৰ কৰোঁ
ভাগ্যবান বীৰ মানে পাণ্ডৱ পক্ষৰ।

অৰ্জ্জুন :

আহা আহা ৰাজদূত ?
কৰা আসি আসন গ্ৰহণ।
কোৱাচোন
নৃপতিৰ কুশল বাতৰি ?
মহাৰাজ শিখিধ্বজে
বিক্ৰমত সূৰ্য্যকো পেলায় চেৰ ;
ৰাজনীতি ধৰ্ম্মনীতি যুদ্ধ বিষাদৰ
হৰিভক্ত পাষাণ
কৰ্ম্মবীৰ ধৰ্ম্মযোদ্ধা
আনন্দেৰে কটায় নে কাল ?
তেওঁৰ সুপুত্ৰ মহৎ সুবুদ্ধি, সুধীৰ
মহাভক্ত বীৰ
ক্ষত্ৰিয় গৌৰৱ আৰু নিজৰ সন্মান
ৰক্ষা কৰিবৰ হেতু,
ধৰিছে যজ্ঞৰ ঘোঁৰা
থিয় হৈ শত্ৰুৰ আগত
পৰিচয় দিবলৈকে প্ৰতিদ্বন্দ্বী বুলি
আছেনে সবল মন ?
কোৱা জ্ঞানীবৰ,
নৃপতিৰ অন্তেষপুৰত
ৰমণীসকল আছে নে কুশলে ?
মন্ত্ৰণা-ধনেৰে ধনী ৰাজ-মন্ত্ৰীবোৰ
আছেনে মঙ্গলে ?

দূত :

হেৰা মিষ্টভাষী মহাজন
হাত যোৰ কৰি কৰো নিবেদন,
দয়া কৰি তুষিবানে
আপোন চিনাকি দি ?

অৰ্জ্জুন :

পঞ্চ পাণ্ডৱৰ ভিতৰত তৃতীয় মই।
কৃষ্ণৰ ইচ্ছাতে মই কৃষ্ণৰ ৰাজ্যত
ধনঞ্জয় নামে হৈছো বিখ্যাত।

দূত :

কৰিছিলো যেনে অনুমান
দেখি পালো প্ৰত্যক্ষ এতিয়া
শীলতা ধীৰতা নম্ৰতা আদি সৎ গুণ
একেলগে শোভা কৰে পাৰ্থৰ শৰীৰ।
বল, বীৰ্য্য জিতেন্দ্ৰিয়তা
অৰ্জ্জুনতে শোভা কৰে মাথো।
কৃষ্ণ-ভক্তি কৃষ্ণ-প্ৰেম কৃষ্ণ-কৃপা
জগতত অৰ্জ্জুনে লভিছে অকলে।
কদাপি নাছিলো দেখা নৰহৰি ৰূপ
ভাগ্যৰ ফলত আজি

দেখা পায় বিমোহন ৰূপ
হ'ল মোৰ অটল বিশ্বাস।
অৰ্জ্জুনত অসম্ভৱ একোৱে নহয়।
মৰ কি অমৰ এই জগতত
কোনো পাই পাৰ্থৰ উপমা।
নিজৰ উপমা, অৰ্জ্জুনে অকলে মাথোন
হেৰা মহামান্য মহাৰথী ?
কৃপাসিন্ধু কৃষ্ণৰ কৃপাত
সম্পূৰ্ণ মঙ্গলে আছে শিখিধ্বজ ৰায়।
তেওঁৰ সুপুত্ৰ
যুৱৰাজ বীৰ তাম্ৰধ্বজে
বান্ধি ৰাখি যজ্ঞাশ্ব তোমাৰ
হব ৰণ যোগ্য প্ৰতিযোদ্ধাৰ লগত
এই বুলি আছে তেওঁ
আনন্দত আত্মা হেৰুৱাই।
ৰাজপুৰ ৰমণীসকলে
মঙ্গলৰ শীতল ছায়াত
ভুগিছে সম্পদ মানে নিৰাপদ হৈ।
সুমন্ত্ৰীসকলে
ইহলোক পৰলোক মঙ্গলৰ হেতু
সৎ মন্ত্ৰণাৰে
ভাগে ভাগে ৰত্নাৱতী কৰিছে শাসন॥
ৰাজভক্ত প্ৰজাবোৰে
পুত্ৰৰ নিচিনা স্নেহ
লাভ কৰি ৰজাৰ কাষত
আনন্দেৰে কটাইছে কাল।.

অৰ্জ্জুন :

ভাল, বৰ তৃপ্তি পালো অন্তৰত।
নৃপতি কৰক লাভ কৃষ্ণৰ কৰুণা
কোৱা জ্ঞানীবৰ
সুধিব পাৰোনে মই
পাণ্ডৱৰ ওচৰত কি বাবে আহিছা ?

দূত :

এবাৰ নহয়
সহস্ৰ সহস্ৰ বাৰ।
এই কথা সুধি লব পাৰে।
আদেশ কৰক প্ৰশ্ন
সবিনয়ে নৃপতিৰ মন্তব্য জনাম।

অৰ্জ্জুন :

উল্লাসেৰে কোৱা দূত
নৃপতিৰ মন্তব্য যিমান।

দূত :

পঠালে নৃপতি মোক এই কথা কৈ
হৰি মিত্ৰ অৰ্জ্জুনক নিবেদন কৰিবা প্ৰথমে
পৱিত্ৰ কৰিবলৈকে ৰত্নাৱতীৰ এই
যজ্ঞঘোঁৰা ৰক্ষকৰ ছল কৰি
সোমালে পুৰীত মোৰ সঙ্গী সেনা লৈ
যুদ্ধত প্ৰস্তুত আছো
কিন্তু—
যি যুদ্ধত সাজু আছো মই,
ধনঞ্জয়ে সেই কথা ভালদৰে জানে।
যি যুদ্ধত
প্ৰাণী-হিংসা লোক ক্ষয় নাই
যি যুদ্ধত
গৰ্ব্বৰ পৰীক্ষা
আৰু
গৌৰৱৰ ভীষণ ডাঙ্কোপ

এখন্তেকো নোৱাৰে জিৰাব,
সেই যুদ্ধকে মই কৰিম বৰণ।
অন্তোজ ইন্দিৰা আদি সুন্দৰীসকলে
প্ৰফুল্লিত কমলিনী যেন
বুকৰ মাজত যাৰ
চিৰদিন কৰিছে বিৰাজ
দয়াপূৰ্ণ হিয়া যাৰ
দেৱতায়ো নোৱাৰে লভিব,
সেই বস্তু অধিকাৰ কৰিবৰ হেতু
প্ৰতিদ্বন্দ্বী হৈ
খুজিছোঁ সমৰ মই।
শ্ৰীকৃষ্ণৰ পদ ৰাজ্য
ব্ৰহ্মাণ্ডয়ো বাঞ্ছা কৰে
পাঁচো ভাই
দৈৱ-কৃপা লভি
সম্পূৰ্ণ কৰিছে লাভ সুখ-ৰাজ্য সেই।
সেই বাবে হেৰা মহাবীৰ
শ্ৰদ্ধা ভক্তি দয়া মুক্তি
এই চাৰি বাহিনী সজাই
আগুৱাব খোজো সমৰত।
হাতৰ মুঠিত লৈ প্ৰতি মহাশৰ।
অৰ্জ্জুনক পৰাজয় কৰিবৰ বাবে
আনন্দেৰে জাৱন যুঁজিম।
হেৰা অতিৰথী
যদিও অক্ষয় তূণ তোমাৰ পিঠিত
পৰি আছে মহা মহা তেজাল অস্ত্ৰেৰে
তথাপিতো মোৰ বিশ্বাস তূণত
দিব্য অস্ত্ৰ শোভিছে এখন।
পৰাজয় হ'লে মই তোমাৰ কাষত।
সেই সময়ত
বিষয় বাসনা মানে সামৰি তেনেই
বিশ্বাস তূণৰ পৰা
হৰি নাম বাণ লৈ
জিবা ধনুকত জুৰি এৰিম বাণেৰে
হয় তাত তুমিয়ে মৰিবা
নহয়—
ময়ে মৰি লীন হম কৃষ্ণৰ কৃপাত।

অৰ্জ্জুন :

ধন্য শিখিধ্বজ।
ধন্য তয় জ্ঞান পূৰ্ণ হৰিৰ ভকতি।
সাৰ্থক যুঁজাৰু।
আজিহে সাৰ্থক
মোৰ মনৰ হেঁপাহ

ভীম :

ৰাজদূত!
হিংসা-দ্বেষভৰা লৌকিক ৰণত
নোখোজে তোমাৰ প্ৰভু আগুৱাব হেনো?

দূত :

কি কম কিঙ্কৰে মই?

ভীম :

বুজিছো শিখিধ্বজে পাণ্ডৱৰ খুজিছে মিত্ৰতা।
হে বাগ্মীবৰ!
এনে যাৰ নীচ ভাব, তেওঁ কিয় পাণ্ডৱৰ
বান্ধিলে যজ্ঞৰ ঘোঁৰা?

দূত :

বান্ধিলে যজ্ঞৰ ঘোঁৰা।
বীৰ্য্যবান যুৱৰাজে নিজৰ বলেৰে।

অনুশাল্ব :

অশ্ব বান্ধি ক্ষত্রিয়ৰ পৰিচয় দি
সমৰ নকৰি পুনু অশ্ব ওভোতাই
উচিত নে বীৰ ধৰ্ম্ম মতে ?

বৃষকেতু :

যেতিয়াই ভাবি লোৱা উচিত আছিল
সোণৰ আখৰেৰে লিখা বিজয়-পত্রিকা
অশ্বৰ কপালত গাঁথি দিছিলো যিখন।
অশ্বৰ কপালত গাঁথি দিছিলো যিখন
সেইখন পঢ়িলেই বুজিলেহেঁতেন
পাণ্ডৱ জয়ত জয়ী বুলি।
তেতিয়াই ঘোঁৰা ধৰা দৰ্প অহঙ্কাৰ
লাজতে আঁতৰ হৈ পৰিলহেঁতেন।

দূত :

ক্ষমা কৰা ক্ষত্রিয় সমাজ।
অন্যায় প্রশ্নৰ উত্তৰ দিবলৈকে
আহা নাই শিখিধ্বজ দূত।
নিদাৰুণ তোমাৰ কথাই
যেনে ৰূপে অন্তৰত কৰিছে আঘাত।
সেই বাবে কওঁ—
পাণ্ডৱ যজ্ঞ-ঘোঁৰা যিজনে বান্ধিছে
তেওঁৰ কিমান বীৰ্য্য নিজে তেওঁ জানে।
শিখিধ্বজে ঘোঁৰা ধৰা নাজানে বাতৰি
ৰজাই নজনাকৈ
যুৱৰাজে ঘোঁৰা বান্ধিছে আপুনি।

বৃষকেতু :

পুত্ৰই কলঙ্ক আৰ্জিব
পিতা হেনো থাকিব নিৰ্জ্জান ?

দূত :

ৰাজ আজ্ঞা মতে যদি
ধৰিলেহেঁতেন ঘোঁৰা
তেন্তে—
সাৰ্থকতে মহাৰণ ঘটিলেহেঁতেন।
পাণ্ডৱৰ মহা মিত্র
কৃষ্ণ লাভ কৰিবৰ হেতু
এৰি দিছে নৃপতিয়ে ৰণৰ হেঁপাহ

বৃষকেতু :

মিছা ই বৰ্ণনা। ছল কথা।
নহয় কৰদ-ৰাজ শিখিধ্বজ ৰায়।
মন ৰাখি শোধা কথা !

দূত :

বীৰ কুলমণি,
বৰ বেথা বাজে অন্তৰত
কি কম পুনৰ কথা ?
একো নাই ক'ব লগা আৰু।
দাসৰ ধৰম প্ৰভু আজ্ঞা পালা
সেই বাবে অন্তৰত সহিছো ইমান
কোৱা এবে মহামতি
নৃপতিৰ ওচৰত কিবা কম মই ?

অৰ্জ্জুন :

হেৰা মহাশয়
অৰ্জ্জুনৰ প্ৰীতি নমস্কাৰ
প্ৰথমে জনাবা তুমি তোমাৰ প্ৰভুক
পুনৰ তেওঁক কবা
যি ৰণৰ বাবে তেওঁ কৰিছে আশা

সদায় প্ৰস্তুত মই সেই সমৰত।
তুয়োৰো সাক্ষাৎ হ'লে
দীনবন্ধু হৰি
উজ্জলাই কিৰণ শৰাৰৰ
আঁতৰাব তুয়োৰে বিকাৰ।
ইচ্ছা যদি কৰে এতিয়াই নৃপতি
ঘোঁৰা ওভতাই দিব সমৰ নকৰি।
আনন্দেৰে ঘোঁৰা মই কৰিম গ্ৰহণ।

দূত :

শিৰোধাৰ্য্য কৰিলো আদেশ
হেৰা ৰিপু দৰ্পহাৰী
কৰো এটা দৰ্প আৰু তোমাৰ পদত।
চিৰকাল শুনিছো কাণেৰে
পাৰ্থৰ ৰথত বহি ত্ৰিলোকৰ নাথে
আপুনি সাৰথি হৈ সমৰত নামে।
অৰ্জ্জুন অভিন্ন হেনো কৃষ্ণৰ লগত
জগতৰ সকলোৱে জানে,
কোৱা বীৰমণি
ক'ত সেই ত্ৰিলোকৰ নাথ?
কৃপা কৰি দেখোৱা এবাৰ।

অৰ্জ্জুন :

সুখ মোক্ষ ধাম
এৱে সেই জ্যোতিৰ্ম্ময় জগতৰ পতি
( কৃষ্ণক দেখা কৰে )

দূত :

জনম সাৰ্থক কৰম সাৰ্থক
জীৱন সাৰ্থক
সৎ সঙ্গ লাভ কৰি পূৰ্ণ হল ইচ্ছা
নাৰায়ণ ভক্ত নাথ
নিবেদিছো ৰঙা চৰণত। ( প্ৰণাম জনাই )

কৃষ্ণ :

ৰাজদূত !
কবা তুমি প্ৰভুক
তেওঁৰ মনৰ বাঞ্ছা
সোনকালে হবই পূৰণ।

দূত :

জন্ম মোৰ কৰিলো সাৰ্থক। ( প্ৰস্থান )

কৃষ্ণ :

মাজু দাদা ! পাণ্ডৱৰ ওপৰত
সুপ্ৰসন্ন বিধি
এৰি দিলে শিখিধ্বজে ৰণৰ আকাঙ্ক্ষা।
ভালে ভালে ৰক্ষা হ'ল পাণ্ডৱৰ মান।

ভীম :

কিয় কৃষ্ণ
ৰণ যদি শিখিধ্বজে খুজিলেহেঁতেন।
নাথাকিলহয় হেনো পাণ্ডৱৰ মান?

কৃষ্ণ :

এই সৃষ্টি থাকে মানে
নোৱাৰে কমাব কোনো পাণ্ডৱৰ মান।
তেন্তে দাদা
ৰণ হ'লে ৰত্নাৱতী ৰজাৰ লগত
পাণ্ডৱৰ মান ৰক্ষা কৰিবৰ হেতু
নিজে মই বহু ক্লেশ ভুগিলোহেঁতেন।
( বীৰ বালকৰ সাজ লৈ ইন্দুমতীৰ প্ৰৱেশ )

ইন্দুমতী :

ৰণ ৰণ ৰণ মহা ৰণ
কোনে কৰে নিবাৰণ ?
তেজৰ ভীষণ নদী
বৈ যায় প্ৰচণ্ড বেগেৰে।
সাজু হৈ পাণ্ডৱৰ মহাৰথীবোৰ
ৰত্নাৱতী সোনকালে কৰা আক্ৰমণ।

ভীম :

কোন তুমি বালক ?
অৰ্থহীন কথা কিয় শুনিছো মুখত ?

ইন্দুমতী :

অৰ্থহীন কথা বুলি
হব পাৰে এতিয়াই বিশ্বাস
এবে কিন্তু সঠিক জানিবা
কাল অগ্নি জ্বলাবৰ হেতু
অতল সমৰ পণ কৰি
আনন্দত মতলীয়া ৰত্নাৱতী ৰাজ্য।

ভীম :

শিশু তুমি
সেইবাবে শিশু-মতি কৰিছা প্ৰকাশ

ইন্দুমতী :

সঁচা কথা শিশু মই
কিন্তু জানি লবা মোৰ কথা
জ্ঞানীৰ অমূল্য কথা বুলি।

ভীম :

কি কয় শিশুৱে কৃষ্ণ ?

কৃষ্ণ :

সোধোচোন ! হেৰা শিশু
পাণ্ডৱৰ শিবিৰত—
কি বাবে আহিছা তুমি ?

ইন্দুমতী :

হেৰা নন্দ শিশু। পাণ্ডৱৰ শিবিৰত অহা নাই মই
মিঠা বস্তু পাবৰ কাৰণে।
সমৰৰ দূত হৈ আহিছো মাথোন
বিশ্বজয়ী পাণ্ডৱক দিবলৈকে ৰণৰ বাতৰি।

কৃষ্ণ :

ই কি কথা কোৱা অসম্ভৱ ?
ৰাজদূতে ক'লে আহি
ৰজা শিখিধ্বজে নকৰে সমৰ
ওভোতাই দিব ঘোঁৰা আনন্দ মনেৰে।
পুনু তোমাৰ শুনি পাওঁ কিয় এনে কথা ?

ইন্দুমতী :

নীলমণি,
শিখিধ্বজে সঁচা কথা নকৰে সমৰ।
তেওঁ খোজে -
মিল হৈ পাণ্ডৱৰ সতে
লাভ কৰি ব্ৰজ মোহনক
প্ৰেমতে পমাব জীৱনক।
কিন্তু হৃষীকেশ
যুৱৰাজে খোজে ৰণ
তেওঁৰ প্ৰতিজ্ঞা এই
বীৰ ধৰ্ম্ম অনুসাৰে সোমাই ক্ষেত্ৰত

হয় পাণ্ডৱকে মাৰিব ৰণত
নহয় নিজে মৰি
ক্ষত্ৰিয়ৰ মহা ধন আলিঙ্গন কৰিব মৰণ।
হয়
পাণ্ডৱক সমৰত জিতি
নীলমণি আনিব আঁজুৰি
নাইবা—পৰি থাকি সমৰভূমিত
সন্মুখত দেখি দেখি ব্ৰজকিশোৰক
চখু মুদি
এৰি দিব
মৰণৰ শেষ হুমুনিয়া।
যুৱৰাজৰ প্ৰতিজ্ঞা এই।

কৃষ্ণ :

নৃপতিৰ মত আওহেলি
যুৱৰাজে কৰিবো সমৰ ?

ইন্দুমতী :

কৰ্ত্তব্য ৰক্ষাৰ বাবে
যুৱৰাজে কৰিব সমৰ।

কৃষ্ণ :

নামানি পিতাৰ মত সমৰ কৰিলে
ক'ত পাব যুৱৰাজে
সেনা, ৰথি, ৰথ ?

ইন্দুমতী :

পাহৰিছে ধৰ্ম্মৰাজে ক্ষত্ৰিয়ৰ গৌৰৱ
পুত্ৰ-চেনেহকো দিছে জলাঞ্জলি
নিদিব এজনো সেনা ৰথ ৰথী বল
তথাপিতো যুৱৰাজে
অকলে কৰিব সমৰ।

কৃষ্ণ :

ক্ষত্ৰিয় সন্তানৰ এই প্ৰশংসাৰ কথা
বাস্তৱতে এই কাৰ্য্য মহা গৌৰৱৰ।
কিন্তু ই কামত—
ফলিবনে সুফল বাৰুক ?

ইন্দুমতী :

ফলাফল কি ফলিব
ক্ষত্ৰিয় সন্তানে
তিলমানো নভাৱে মনত।
ভাৱে মাথোন
প্ৰতিদ্বন্দ্বী অজেয় হ'লেও
ৰণত সোমাই
ভীষণ বলেৰে তাৰ নাশিব ৰণত।
যদুমণি!
আশীৰ্ব্বাদ কৰা ই দাসক
ৰণত সোমাই যেন
শৰৰ ফুলেৰে
সুখেৰে সজাব পাৰো অভয় চৰণ।

কৃষ্ণ :

কোন তুমি ৰাজদ্ৰোহী শিশু ?
শুনিবৰ ইচ্ছা মোৰ সঁচা পৰিচয়।

ইন্দুমতী :

শ্ৰীহৰি ?
কি শুনিবা পৰিচয় মোৰ ?
মই মহা দুৰ্ভগীয়া পাপী
অন্তৰ্যামী
কি নাজানা তুমি ?
কেতিয়াবা দিন পাওঁ যদি

যিমান মনৰ দুখ
শ্ৰীপদত জনাম তোমাৰ।
যাওঁ দয়াময়
ওচৰতে সমৰৰ কাল
ৰণলৈকে সাজু হ'ব
কৰা আজ্ঞা তোমাৰ সখিক (বেগেৰে প্ৰস্থান।)

অৰ্জ্জুন :

সখি! সখি!
কোন ই বালক,
আকাৰত দেখিছো বালক
কিন্তু—
অনুমান কৰিছোঁ মনত
বীৰত্বৰ অজেয় এজন।
ছল কৰি জনাইছে চিনাকি তোমাক।
সঁচা পৰিচয় দি
গুচোৱা সংশয় মোৰ?

কৃষ্ণ :

সখি—
মনে মনে কম মই পৰিচয় তাৰ
এই মাত্ৰ জানিবা এতিয়া
অসামান্য বালকৰ তেজ
মহা অস্ত্ৰ আছে এটা ইয়াৰ কাষত
সেই অস্ত্ৰ দিলে
নিমিষতে ধ্বংস হয় অনন্ত জগত
সেই অস্ত্ৰময়ো ভয় কৰো
সেই মহা অস্ত্ৰৰ আগত
মোৰ চক্ৰ ফিৰি বীৰ্য্য হীন হৈ
আছেহে ভাবিছো সখি
কি কৰোঁতে কি হ'ব এতিয়া।
তাম্ৰধ্বজ বন্ধু এই শিশুৰ লগত।
অনুমান কৰো
সঠিকতে যুৱৰাজে
এই শিশুকেই
কৰি লব সেনাপতি।
এই শিশু সেনাপতি হলে
ওপজাব বিষম বিপদ।

ভীম :

হেৰা দীনবন্ধু,
চিৰকাল চিন্তা কৰি ভকতৰ হকে
চিৰদিন বিপদত পৰি থকা
পাণ্ডৱৰ নাই একো চিন্তাৰ কাৰণ
এই মাত্ৰ জানো আমি
তয় নাম অন্তৰত লৈ
ৰণত সোমায়
উৰুৰাম শত্ৰুমানে গদাৰ কোবত।

কৃষ্ণ :

আহা মাজু দাদা।
আহা ধনঞ্জয়
আহা বোপা বৃষকেতু।
ভালদৰে বাহিনী সজাই
ৰত্নাৱতী আক্ৰমণ কৰো সোনকালে।

ভীম :

ব'লা কৃষ্ণ।
তোমাৰ অমৃত নাম লৈ
ধ্যান কৰি তোমাৰ চৰণ।
মহা উল্লাহেৰে গৈ
জঁাপ দিওঁ ৰণ সাগৰত।

কৃষ্ণ :

মাজু দাদা।
বৰ সাৱধানে আজি কৰিবা সমৰ
তাম্ৰধ্বজ যদিও অকল
তথাপিতো
ভীষণ প্ৰতাপ তাৰ।
তাতে আৰু সেই শিশু সেনাপতি তাৰ
সকলো যুঁজাৰু মিলি
বিপুল উৎসাহ লৈ
সাৱধানে ৰণক্ষেত্ৰ সোমাব লাগিব।

ভীম :

একো নাই চিন্তা যদুমণি
তয় চৰণৰ গুণ
অলপো নাজানা তুমি।
আমি জানো ভালদৰে
বিপদত চিন্তি ললে তুচকু ভৰাই
তুৰন্তে বিপদমানে পলায় ভয়ত।
( সকলোৰে প্ৰস্থান )

ঐক্যতান

## ৩য় অঙ্ক

### ২য় দৃশ্য

তাম্ৰধ্বজ :

নিৰাশ—নিৰাশ
নিৰাশাৰ তৰঙ্গ ভীষণ
চাৰিওফালে আহিছে মাথোন।
তাম্ৰধ্বজৰ কোনো নাই আৰু

তাম্ৰধ্বজ

নিঃসহায় নিঃসম্বল এতিয়া তেনেই।
পিতৃ আজ্ঞা অৱহেলা কৰি
পিতৃৰ স্নেহৰ পৰা হৈছো বঞ্চিত।
যাৰ উত্তেজনা পাই
কৰিলো ঘোষণা ৰণ
পাণ্ডৱৰ সতে
তাৰো আজি দেখা দেখি নাই
নগৰৰ দুৱাৰত তেজাল শত্ৰুই
পলে পলে তেজৰ ভৰত
কৰি আছে সমৰ আহ্বান।
অশ্ব ফিৰাবৰো একো নেদেখো উপায়
বাৰ বীৰ্য্য দেখুৱাই
ক্ষত্ৰিয়ৰ পৰিচয় দি
বান্ধিছো যজ্ঞৰ ঘোঁৰা।
পুনৰ কিদৰে আৰু সেই ঘোঁৰা
ওভোতাই দিম পাণ্ডৱক ?
কি কৰো কোনো থল
নেদেখো এতিয়া।
আত্মহত্যা কৰাৰ বাহিৰে
নেদেখো যে একো মই উৎকৃষ্ট উপায়।
( অলপ ইফাল সিফাল কৰি ভাৱি )
এয়ে মোৰ শান্তিৰ উপায়।
শক্তিময় সমাজৰ
চক্ষুৰ আঁতৰ হৈ
শেষ কৰা ঘৃণিত জীৱন
এয়ে মোৰ উৎকৃষ্ট এতিয়া।
( খাপৰ পৰা তৰোৱাল উলিয়াই )
অসি ! অসি !
বৰ আশা আছিল মনত

তোৰ এই ধাৰাল মুখত
শত্ৰুৰ জীৱন ঢালি
পৰশুৰাম তেজৰ পিয়াহ তোৰ।
বৰ আশা কৰিছিলোঁ
বিশ্বজেতা অৰ্জ্জুনৰ তপত তেজেৰে
সুৰঞ্জিত কৰি তোক
তই মই দুয়ো ধন্য হম।
কিন্তু ভাই
নহ'ল মোৰ আশা সম্পুৰণ।
হঠাৎ ভাঙিল মোৰ সুখৰ সপোন।
সাৰি পায় দেখিলো
চাৰিওফালে সপোনৰ খেলা
অসি! প্ৰিয় অসি!
বৰ দুখ পাইছো প্ৰাণত
সেইবাবে
শান্তি লাভ কৰিবৰ হেতু
ললো আজি তোমাৰ শৰণ।
নিৰ্দ্দয় নহ'বা তুমি
কৃপা কৰা দিবলৈকে
নহ'বা কৃপণ
দিয়া অসি!
দিয়া মোক
পঠিয়াই সেই ঠাইলৈকে।
যি ঠাইত—
কৰ্ত্তব্য সাধিবলৈ অক্ষম অধম
হেয় ঘৃণ্য পিশাচসকলে
অনন্ত যন্ত্ৰণা ভোগ কৰি
পৰি আছে অন্তহীন কাল।
দুৰ্ব্বল হৃদয় এই তাম্ৰধ্বজক
পঠিয়াই দিয়া সেই ঠাইলৈকে।
যা—
পিতৃদ্ৰোহী প্ৰাণ
কৰ্ত্তব্য বিমুখ ঘৃণিত জীৱন?
মানুহৰ দৃষ্টি এৰি
লোক হীন নৰকৰ নিজান কোণত
ৰজা হৈ থাক চিৰকাল।
(অসি লৈ নিজৰ জীৱন নাশৰ উদ্যোগ)

ইন্দুমতী:

কুমাৰ?
ৰত্নাৱতীৰ অলঙ্কাৰ
ক'ত যাব খোজা তুমি?
চোৱাচোঁ এবাৰ
চখু মেলি ৰত্নাৱতীলৈ?
চোৱাচোঁ এবাৰ
ৰত্নাৱতী সিংহাসন পালে
ৰত্নাৱতী নগৰৰ বীৰসকলৰ
অতীত কীৰ্ত্তিৰ ফালে চোৱাচোঁ এবাৰ।

তাম্ৰধ্বজ:

কোন তুমি?

ইন্দুমতী:

কোন মই
চিনাকি দিলেও
নাপাবা সন্দেহ একো
এই মাত্ৰ জানিবা এতিয়া
কৰ্ম্মবীৰ তাম্ৰধ্বজৰ দাস মই
মই তাৰ হিতাকাঙ্ক্ষী।

তাম্ৰধ্বজ:

তোমাৰ উদ্দেশ্য কি?

ইন্দুমতী ঃ

মোৰ উদ্দেশ্য সৃষ্টি জীৱে সংসাৰত বাস কৰা

তাম্ৰধ্বজ ঃ

সংসাৰত বাস কৰা জেথোঁ
কৰ্ত্তব্য সাধনৰ উদ্দেশ্য।

ইন্দুমতী ঃ

মোৰ উদ্দেশ্যও তেনেহলে সেইটো।

তাম্ৰধ্বজ ঃ

মই এতিয়া কি কৰিম।

ইন্দুমতী ঃ

পাহৰা কিয় যুৱৰাজ।
আত্মনাশ কৰিবৰ ইচ্ছা এৰি
কৰ্ত্তব্য সাধন কৰা।

তাম্ৰধ্বজ ঃ

বালক? মই দেখিছো এতিয়া
আত্মহত্যা কৰাটোয়েই মোৰ কৰ্ত্তব্য।

ইন্দুমতী ঃ

কোনে কয় তেনে কথা? তুমি কেনেকৈ
জানিলা? তোমাৰ কিহৰ অভাৱ?
তোমাৰ কিহৰ দুখ?

তাম্ৰধ্বজ ঃ

বালক।
মোৰ দুখ মোৰ অভাৱ
কি বুজিবা তুমি? মযে বা কি কম?

গীত

বালক।
এই জগতত
নাই কোনো এনে বন্ধু মোৰ
যাৰ ওচৰত মই
খুলি কৈ দুখৰ কাহিনী
শান্তি লাভ কৰিম অলপ।
কোনো নাই মোৰ
কাক কম?
কাকে বা দেখাম?
বালক
তুমি যদি সঁচা
তেনে মোৰ বন্ধু হোৱা
তেনেহলে
মনৰ চখুৰে
চোৱাচোঁ এবাৰ ভাবি
দুখৰ কি দাবানল
দোপে দোপে অন্তৰত জ্বলি আছে মোৰ।
ৰাজপুত্ৰ হৈও মই পথৰ ভিক্ষাৰী
ক্ষত্ৰিয় হৈও মই নিৰ্বীৰ্য্য তেনেই
থাকোতেও শকতি সহায়।
নিঃশকতি নিৰাশ্ৰয় মই।

ইন্দুমতী ঃ

ভ্ৰম ভ্ৰম
মহা ভ্ৰান্তি এইটো তোমাৰ
কাক আশা কৰা তুমি এই সংসাৰত?
কোনে হ'ব সহায় তোমাৰ?
নিজে হৈ নিজৰ সহায়

নিজে তুমি কৰি লোৱা কৰ্ত্তব্য সাধন ।
ক্ষত্ৰিয় সন্তান তুমি
ক্ষত্ৰিয়ৰ তেজ আছে তোমাৰ বাহুত ।
সেই তেজে অস্ত্ৰ লৈ হাতৰ মুঠিত
ততালিকে কৰা তুমি কৰ্ত্তব্য সাধন ।

তাম্ৰধ্বজ :

বালক ! বালক !
ওৰেও জগত একেলগ হৈও
নোৱাৰে ধৰিব যাৰ উদ্দীপ্ত উল্লাস
সেই অতিৰথী
অৰ্জ্জুন সম্মুখত
অকলে অকলে মই
কেনেদৰে থিয় হৈ ৰণ কৰো বুলি ?

ইন্দুমতী :

কাপুৰুষ !
পলা তেনেহলে কলঙ্ক কালিমা
সানি লৈ উজ্জ্বল মুখত
এতিয়াই ইহলোক এৰি
গুচি যোৱা অন্তহীন বিশ্বৰ সিপাৰে ।
পাবা তেন্তে শক্তিশালী বল
লোৱা এই অসি
নিষেধ নকৰো আৰু
এতিয়াই আত্মহত্যা কৰা ।

তাম্ৰধ্বজ :

মোক আত্মহত্যা কৰিব কৈছা ?

ইন্দুমতী :

কৈছো । এবাৰ নহয়
শত সহস্ৰবাৰ কৈছোঁ
ভীৰু কাপুৰুষ ।
কাৰ ওচৰত দোষ দিয়া তুমি !
নিজে তুমি অপৰাধী নিজৰ কাষত
নাই যাৰ নিজত বিশ্বাস
পৰিণাম চিন্তা কৰে যোনে
আছে যাৰ প্ৰাণত মৰম
নোৱাৰে কৰ্ত্তব্য তেওঁ কৰিব সাধন ।

তাম্ৰধ্বজ :

পৰিণাম চিন্তা কৰা
নহয়নে শ্ৰেয় ?

ইন্দুমতী :

ই কাৰ্য্যত নহয়
পৰিণাম চিন্তিব লাগে
কাৰ্য্য বিশেষত ।
যাক তুমি মহাবীৰ বুলি
ভাবি ভাবি হৈছা কাতৰ
সেই ধনঞ্জয়ে
অকলে অকলে
উত্তৰৰ গো গৃহত কিবা কৰিছিল ।
জাহ্নবীৰ পূৰ্ণ শক্তি ভীষ্ম
ব্ৰহ্মতেজ অধিকাৰী দ্ৰোণ
একাগ্নি অস্ত্ৰৰ গৰাকী মহাশূৰ কৰ্ণ
আৰু
অসংখ্য অজেয় বীৰ
যাৰ সমৰত
সমৰ-দেৱেও নিজে
এখন্তেকো থিৰ হৈ নোৱাৰে থাকিব
তেনেহেন সংখ্যাহীন শত্ৰুৰ লগত
কেনেদৰে যুঁজিছিল

অৰ্জ্জুনে অকলে ?
সহায় নাছিল সম্বল নাছিল
সাৰথিও নাছিল এজন
উত্তৰ বিৰাট পুত্ৰ
সাৰথিৰো অযোগ্য তেতিয়া
নিজে ৰথী হৈ নিজে সাৰথি হৈ
খন্তেকে দমন কৰি কৌৰৱ সৈনাক
কৰিছিল বিৰাটৰ গো লক্ষী উদ্ধাৰ।
ভবিছিল নেকি পৰাজয় হ'ব বুলি ?
ভবিছিল নেকি মূল্যৱান প্ৰাণ যাব বুলি ?
কৰিছিল চিন্তা নেকি পৰিণাম লৈ ?
ধনঞ্জয়ে ভাবিছিল ইয়াকে মাথোন
আশ্ৰিতক ৰক্ষা কৰিবৰ হেতু
কৰ্ত্তব্য সাধন কৰিবৰ হেতু
পৰোপকাৰ মহাব্ৰত ৰক্ষাৰ কাৰণে
হয় দিম এই প্ৰাণ
নহয় কৰিম উদ্দেশ্য সাধন।

তাম্ৰধ্বজ :

উৎসাহৰ পূৰ্ণ মূৰ্ত্তি সুন্দৰ বালক
আহা—
এবাৰ উৎসাহ বিহীন তাম্ৰধ্বজৰ
এই দগ্ধ হৃদয়ত আহা।
তোমাৰ পৰশ লৈ
মচি লৈ হৃদয়ৰ জ্বালা
উৎসাহ অপূৰ্ণতা
পূৰ্ণ কৰি তোলো।
( টানি আনি বুকত সুমাই লয় )

ইন্দুমতী :

আৰু কি লাগে ইন্দুমতীক ?
ইন্দুমতীৰ সকলো কামনা
পূৰ্ণ হ'ল আজি
ইন্দুমতী !
কি লাগে পুনৰ আৰু তোক ?
ইয়াতকৈ আছে নে আৰু
সাধনাৰ ধন তোৰ ?
স্নেহৰ কণিক মাত্ৰ পাবলৈকে যাৰ
জীৱনৰ সুখ-শান্তি পৰিত্ৰাণ কৰি
যুঁজিছিল পাগলিনী হৈ
সেয়ে আজি সাৰটিছে বুকৰ মাজত
ইয়াতকৈ আৰু
লাগেনে আৰু সুখ-শান্তি তোক ?
ইন্দুমতী ! সুভাগিনী ইন্দুমতী !
তোৰ দৰে ভাগ্যৱতী আছেনে কোনোবা আৰু ?
আহা !
পতি অঙ্গ কেনে স্নিগ্ধকৰ !
সকলো যন্ত্ৰণামানে আঁতৰিল মোৰ।
পতি অঙ্গ পৰশনে
ধৈৰ্য্যহীনা কৰিছিলে মোক।
ইমান দিনৰে পৰা জমি থকা কথা
প্ৰাণ খুলি কওঁ আজি স্বামীৰ পদত।
নহয়—
এতিয়া চিনাকি দিলে
বিঘাত ঘটিব পাৰে কৰ্ত্তব্য কামত।
কুমাৰ
ৰত্নাৱতী নগৰৰ যুৱৰাজ তুমি
মই সামান্য বালক।
তোমাৰ চখুৰ মাথো কটাক্ষ এটাতে
মোৰ দৰে লক্ষ লক্ষ নগণ্য বালক
মুহূৰ্ত্ততে ধ্বংস হ'ব পাৰে

তথাপিতো মই
বহুত অপ্ৰিয় কথা বুলিছোঁ তোমাক।
দাস বুলি কৰিবানে ক্ষমা ?

তাম্ৰধ্বজ :

ভাই
তুমিতো নোহোৱা অপৰাধী
ময়ে অপৰাধী দেখো তোমাৰ কাষত !
তুমিয়ে বৰং মোক ক্ষমিবা লগৰ।
মই
কৰ্ত্তব্য বিমুখ হোৱা দোষত পৰিছো।

ইন্দুমতী :

যুৱৰাজ !
সেই অপৰাধী
মোৰ কাষত নহয়
কৰ্ত্তব্য অৱহেলা কৰি নিশ্চেষ্ট থাকিলে
কৰ্ম্মৰূপী শ্ৰীকৃষ্ণৰ চৰণত শ্ৰীচৰণত
হ'ব লাগে মহা অপৰাধী।

তাম্ৰধ্বজ :

বালক !
পূৰ্ণ-জ্ঞানমূৰ্ত্তি তুমি
বালকৰ মূৰ্ত্তি ধৰি আহিছা কাষত।
তোমাৰ কথাকে সাৰ কৰি
শ্ৰীকৃষ্ণৰ চৰণত ক্ষমা ভিক্ষা খুজি
হৰি সখি পাণ্ডৱৰ দৰ্প চূৰ্ণ কৰি
উজলাবলৈকে ৰত্নপুৰীৰ গৌৰৱ
আহিছিলো আহিলো মই।
( বেগেৰে যাব খোজে )

ইন্দুমতী :

যুৱৰাজ ! খন্তেক অপেক্ষা কৰা
তুমি যাবা সমৰ কৰিব
মই থাকো কেনেদৰে অকলে ইয়াত ?
মোকো লোৱা তোমাৰ লগত।

তাম্ৰধ্বজ :

বালক !
মই দেখো ৰণলৈকে যাম।

ইন্দুমতী :

ময়ো যাম ৰণলৈকে তোমাৰ লগত !

তাম্ৰধ্বজ :

যাবা তুমি মোৰ সংগে সমৰ ক্ষেত্ৰত ?
দুৰাকাঙক্ষা। দুৰাকাঙ্ক্ষা। এইটো তোমাৰ।

ইন্দুমতী :

যুৱৰাজ !
নকৰিবা মানা মোক কৰ্ত্তব্য কামত
ক্ষত্ৰিয় সন্তান মই।

তাম্ৰধ্বজ :

বালক !
ক্ষমা কৰা ভাই
নাজানো কোন মহাবংশৰ
উজ্জ্বল ৰতন তুমি।
কিয় এই দুৰ্ভাগ্যাৰ হকে
অকাৰণে প্ৰাণ দিবা কাল সমৰত ?
নাই মোৰ সৈন্য সেনাপতি
কৰ্ত্তব্যৰ মান মাত্ৰ ৰাখিবৰ বাবে
পাণ্ডৱৰ সমৰত
ওলাইছো প্ৰাণ দিব মোৰ
তুমি কিয় অনৰ্থক হেৰুৱা জীৱন ?

ইন্দুমতী ঃ

কুমাৰ !
নকৰিবা মানা মোক
আত্মহত্যা কৰাতকৈ
ৰণত সোমাই
প্ৰাণ বিসৰ্জ্জন দিয়া গৌৰৱৰ কথা ।

তাম্ৰধ্বজ ঃ

নাপালো বুজি ।
আত্মহত্যা কি !

ইন্দুমতী ঃ

ৰণক নিনিলে মোক
এতিয়াই
তোমাৰ আগতে
আত্মহত্যা কৰি
পলুৱাম ৰণৰ হেঁপাহ ।

তাম্ৰধ্বজ ঃ

ভাই ! বালক বীৰ !
কিয় মনে নিদাৰুণ প্ৰতিজ্ঞা কৰিলা ?
আহা—
এনেকুৱা সুন্দৰ নবীন শিশু তুমি
পদ্মমুখখনি ৰূপেৰে ভৰা
এই ৰূপ, এই শোভা, এই মোহন মূৰতি—
নিমিষতে ভস্ম হ'ব শত্ৰুৰ মুখত ।
তাতেহে কৰিছো মানা
এৰি দিয়া ৰণৰ হেঁপাহ ।

ইন্দুমতী ঃ

মোৰ হকে নাভাবা কুমাৰ
নিমিষতে সমৰ জিতিম ।

তাম্ৰধ্বজ ঃ

নহয়—নহয় বালক !
জয়ী হ'ব এই সমৰত
আজিলৈকে জগতত কোনো হ'ব পৰা নাই
হৰি সখি অৰ্জ্জুনৰ ৰণ এই ।

ইন্দুমতী ঃ

ক্ষান্ত হোৱা যুৱৰাজ ।
নোখোজে শুনিব কাণে
অৰ্জ্জুনৰ বীৰত্বৰ কাহিনী
কোন অৰ্জ্জুন ?
কিমান শকতি তাৰ শৰীৰত ।
শৰৰে বিন্ধিব হেনো
নোৱাৰে শৰীৰ তাৰ ?
তাৰ দেহ
বজ্ৰেৰে নিৰ্ম্মিত হেনো
সেয়ে যদি সঁচা হয়
হয় যদি দেহ তাৰ বজ্ৰৰ নিচিনা
শত্ৰু-শৰ শৰীৰত লাগি
পৰে যদি চূৰ্ণ হৈ মাটিত বাগৰি
ভাগে যদি অস্ত্ৰে তাত আঘাত কৰাতে
তথাপিতো আজি তাৰ হ'ব পৰাজয় ।
ওচৰতে থিয় হৈ শ্ৰীকৃষ্ণই দেখিব
দেখিব দেৱতামানে আকাশৰ পৰা
পাণ্ডৱৰ মহাবীৰসকলে দেখিব
বিশ্বজেতা ধনঞ্জয়ে
পৰাজয় হ'ব আজি তোমাৰ লগত ।
আহা যুৱৰাজ !
বিপুল উৎসাহ লৈ
সোনকালে পশা গৈ সমৰ ভূমিত ।
তোমাৰ পাছতে আছে দেৱী ভগৱতী
এইজনো থাকিব লগত ।

তাম্ৰধ্বজ :

বিপুল উৎসাহে আজি
মতলীয়া কৰিলে জীৱন ।
জ্বলিল বীৰত্ব বীৰ্য্য অগ্নিৰ নিচিনা
প্ৰতিজ্ঞাৰ পাহৰণি সুৰ
পৰিল মনত আৰু ভীষণ বলেৰে
সমৰ নকৰি
নিদিম যজ্ঞাশ্ব শুভতাই ।
ৰণ ! পণ !
প্ৰাণতকৈও প্ৰিয়বস্তু মোৰ
বালক
বীৰ বীৰ্য্য লাভ কৰি
হুতাশন শিশুৰূপী তুমি
তোমাকে কৰিলো আজি সেনাপতি মোৰ
লোৱা এই নিদৰ্শন মোৰ ।

( এখন অসি দিয়ে )

ইন্দুমতী :

কিঙ্কৰ কৃতাৰ্থ হ'লো— । ( অসি গ্ৰহণ )

তাম্ৰধ্বজ :

আহা ভাই
সোনকালে সোমাওঁ ৰণত ।
কি ভয় - !
তুমি মোৰ সেনাপতি
নিমিষতে পাণ্ডৱক জিতিম ৰণত— ।
( ইন্দুমতীৰ হাতত ধৰি বেগেৰে প্ৰস্থান )

# ৩য় অঙ্ক

## তৃতীয় দৃশ্য

### শঙ্কৰমণি আৰু শিখিধ্বজ

শিখিধ্বজ :

শঙ্কৰমণি ! তুমি আৰু কুমাৰে যি কৈছিলা সেই কথা আখৰে আখৰে ফলিল । তোমালোকে যি কৈছিলা কৰ্ত্তব্যত অৱহেলা কৰিলে শ্ৰীকৃষ্ণ বিপৰীত হয় সেই কথা ঠিক । মই তাৰ ভাল প্ৰমাণ পাইছো ।

শঙ্কৰমণি :

ভাল প্ৰমাণটো কি মহাৰাজ ! খুলি কোৱা !

শিখিধ্বজ :

বৰ ভাল । বৰ ভাল প্ৰমাণ পাইছো ! চোৱা মই নিদ্ৰাদেৱীৰ কোমল কোলাত শুই আছো । এনেতে দেখি পালো মোৰ প্ৰাণৰ দেৱতা অৰ্জ্জুনৰ সখি শ্ৰীকৃষ্ণ আহি চক্ষুৰ আগত থিয় হ'ল । আহা ! কি সুন্দৰ ৰূপ শঙ্কৰমণি ! শ্ৰীকৃষ্ণৰ সেই ক'লাৰূপে ব্ৰহ্মাণ্ড ঢাকি দিছে । সেই ব্ৰজবাসীক বলিয়া কৰা, বিশ্ব ভুলুৱা, মন ভুলোৱা মোহন সাজেৰে সাজি, মোৰ আগত থিয় হৈ মধুৰ মাতেৰে ক'লে— শিখিধ্বজ ! তোমাক মোক লাগেনে ? আহা কি প্ৰাণ জুৰোৱা কথা, শঙ্কৰমণি ! সেই কথা শুনিলে জগত, সংসাৰ পাহৰিব লাগে । ভাই ! বিশ্বপতিয়ে মিচিকিয়া হাঁহিৰে যেতিয়া এই আবাৰ কথা ক'লে মই তেতিয়া আনন্দত আত্মহাৰা হৈ পৰিলো । দীননাথ,

দীনবন্ধু কৰুণা স্বাতেৰে আৰু ক'লে, শিখিধ্বজ মোক যদি বাস্তৱতে তোমাক লাগে, তেনেহলে মোৰ কৰ্ম্মৰূপী চতুৰ্ভূজ মূৰ্ত্তিক পূজা কৰা! তুমি এজন শ্ৰেষ্ঠ কৰ্ম্মী হৈও কৰ্ত্তব্য কামত অপৰাধ কৰাত অপৰাধী হৈছা। কৰ্ম্ম ক্ষেত্ৰত যি কৰ্ম্মীয়ে মোক অৱহেলা কৰে, তেওঁ কৃষ্ণৰ কৃপাৰ পৰা ৱঞ্চিত হয়। সেইবাবে শ্ৰীহৰি তোমাৰ ওপৰত অসন্তুষ্ট। মই ভয়ত অস্থিৰ হৈ সুধিলো প্ৰভু! মোৰ কৰ্ত্তব্য কাম কি? শ্ৰীহৰিয়ে ক'লে—ক্ষত্ৰিয়ৰ কৰ্ত্তব্য কাম তুমি নাজানা? মই ক'লো শৰণাগতক ৰক্ষা কৰা, শত্ৰুক দমন কৰা, ন্যায় ধৰ্ম্মৰ কাৰণে জীৱন বিসৰ্জ্জন দিয়া, এইবিলাকে ক্ষত্ৰিয়ৰ কৰ্ত্তব্য কাম। মোৰ কথাত মোৰ হৃদয়ৰ দেৱতাই অলপ হাঁহি ক'লে তুমি ক্ষত্ৰিয়ৰ সেই ধৰ্ম্ম পালন কৰিছানে ৰজা? বিশেষতঃ তোমাৰ পুত্ৰ বীৰ ধৰ্ম্ম ৰক্ষা কৰিবৰ কাৰণে পাণ্ডৱ যজ্ঞৰ ঘোঁৰা নিজ বলেৰে বান্ধিছে, এতিয়া ঘোঁৰা ফিৰাই দি সৰ্ব্বস্ব অৰ্পণ কৰি অকৰ্ম্মণ্যৰদৰে পাণ্ডৱৰ দাস হোৱা ভাল-নে? বীৰ বলেৰে সম্মুখ সমৰত শত্ৰু দমন কৰি ইহকাল আৰু পৰকালৰ বাটত স্ব-ধৰ্ম্ম আৰু স্ব-কৰ্ম্মৰ গৌৰৱস্তম্ভ উঠোৱা ভাল। মই ক'লো—দেৱ? পাণ্ডৱৰ লগত বিবাদ হলে পাছত গোবিন্দৰ লগত বিবাদ হলে শ্ৰীচৰণৰ কৃপাৰ পৰা বঞ্চিত হওঁ—এই ভয়ত হে মই কৰ্ত্তব্য কামত অৱহেলা কৰিছো। তেতিয়া তেওঁ ক'লে ৰজা! শ্ৰীকৃষ্ণ পাণ্ডৱৰ নিজ ধন নহয়। যি কৰ্ম্মবীৰ, যোনে কৰ্ম্ম-ক্ষেত্ৰত প্ৰাণ-পণ কৰি স্ব ধৰ্ম্ম আৰু স্ব-কৰ্ম্ম সাধন কৰে জানিবা শ্ৰীকৃষ্ণ তাৰ ওচৰত হে বান্ধা থাকে। ৰজা! কৰ্ম্মত মনোযোগ দিয়া! অস্ত্ৰ ধৰি মহাসমৰত ব্ৰতী হোৱা ইচ্ছা পূৰ্ণ হ'ব। এই কথা কৈ মোৰ প্ৰাণৰ, মোৰ হৃদয়ৰ, মোৰ সাধনাৰ দেৱতা অন্তৰ্দ্ধান হ'ল। মোৰো টোপনি ভাঙিল।

শঙ্কৰমণি :

মই তেতিয়াইতো কৈছিলো ৰজা। যে ৰণত সাজু হোৱা—নিজে এতিয়া বুজা! তুমি যাক পাব খোজা তোমাৰ সেই দয়াময় হৰিয়ে, কৰ্ম্মক্ষেত্ৰক আহি নিজে ঢাল-তৰোৱাল লৈ দিন-ৰাতি কেৱল কাট-মাৰ কৰি কৰ্ম্ম খেলাৰ চমৎকাৰ শিক্ষা দিছে—কৰ্ম্মই হে সাধনা, কৰ্ম্মই হে শক্তি, কৰ্ম্মই হে জ্ঞান, কৰ্ম্মই হে মুক্তি।

### গীত

শিখিধ্বজ :

শঙ্কৰমণি! চতুৰ্বৰ্গৰ ৰূপ মহাফল একমাত্ৰ কৰ্ম্ম সাধনা কৰিলেহে পোৱা যায়। ভাই, কৰ্ম্মত মন দিয়াতোকেই এতিয়া সাৰ যুক্তি বুলি স্থিৰ কৰিলো। তুমি যোৱা কুমাৰক সোনকালে বিচাৰি লৈ আহা। কুমাৰক বিচাৰিবৰ কাৰণে মই বহুত আগতে নগৰপালক বিচাৰি পঠাইছো। সখি, তুমিও যোৱা যিমান সোনকালে পাৰা কুমাৰক মোৰ ইয়ালৈ লৈ আহা। মই নিজ হাতেৰে কুমাৰক ৰণৰ সাজ পিন্ধাই দিম আৰু আনন্দিত মনেৰে তাক সেনাপতি কৰি পাণ্ডৱৰ বিৰুদ্ধে ৰণক পঠাই দিম।

শঙ্কৰমণি :

আৰু মহাৰাজ! তোমাৰ যেনে কাম! এৰি দি টানি ধৰিব খোজা। কুমাৰ জানো আৰু ইয়াত আছে! তোমাৰ বৰ চেনেহ পাই কুমাৰ এই দেশ এৰি একেবাৰে দেশান্তৰ হৈ পৰিছে।

শিখিধ্বজ :

নহয় শঙ্কৰমণি! তাৰ ওপৰত মোৰ তেনে বিশ্বাস কেতিয়াও নাই। মই তাক যিমানে দুৰ্ব্যৱহাৰ কৰো নকৰো সি বৰ পিতৃভক্ত।

শঙ্কৰমণি :

মহাৰাজ পিতৃভক্ত বুলিয়েতো কথাটো হৈছে টান। পিতাৰ অশ্ৰদ্ধা, পিতৃভক্ত পুত্ৰৰ প্ৰাণত বৰ বেছি লাগে।

শিখিধ্বজ :

শঙ্কৰমণি! ঠিক কৈছা। তোমাৰ কথাত মোৰ মনতো সন্দেহ হৈ পৰিছে। আহা আহা ভাই মই নিজে কুমাৰক বিচাৰি যাম।

( নগৰপালৰ প্ৰৱেশ )

শিখিধ্বজ :

খবৰ কি! নগৰপাল?

নগৰপাল :

মহাৰাজ নগৰৰ ভিতৰত যুৱৰাজৰ একো খবৰ পোৱা নগ'ল।

শিখিধ্বজ :

কি কুলি নগৰপাল! ৰত্নাৱতীৰ অলঙ্কাৰ ৰত্নাৱতী নগৰত নাই? আহা মোৰ কি সৰ্ব্বনাশ হ'ল শঙ্কৰমণি! শঙ্কৰমণি মই কি কৰো! মই কি কৰো? উহুঃ—

শঙ্কৰমণি :

মহাৰাজ! আকুল নহ'বা। সেই ল'ৰাটোৰ লগত লগ হৈ, ঠিক সিহঁতে যুদ্ধৰ বন্দোৱস্ত কৰিবলৈ ঘূৰিব ধৰিছে। নহলে সিহঁতো নোহোৱা হ'ল, ঘোঁৰাও নোহোৱা হ'ল। তাৰ মানে কি ৰজা? তোমাক ঘোঁৰা ফিৰাই দিব নিদি যুদ্ধ কৰিব। এয়েহে সিহঁতৰ মনৰ ভাব।

শিখিধ্বজ :

কি জানো শঙ্কৰমণি! মই একো বুজি পোৱা নাই।

শঙ্কৰমণি :

হুঃ হুঃ এই কথাই ঠিক, সি যুদ্ধ নকৰি কোনোমতে নেৰিব। তাতো আৰু সেই তুলতুলীয়া ল'ৰাটোই তাক নচুৱাইছে, ইমান পৰ ক'ত গৈ ৰণ-সাজ লব ধৰিছে। য'তে থাকক তোমাৰ ওচৰত বিদায় ল'ব নিশ্চয় আহিব।

শিখিধ্বজ :

আৰু সি আহিবনে? মই আৰু তাম্ৰধ্বজক দেখা পামনে?

শঙ্কৰমণি :

পাবা মহাৰাজ ! নিশ্চয় পাবা ! ঠিক সময়ত সি নিশ্চয় দেখা দিব ।

( কুমুদ্বতীৰ প্ৰৱেশ )

কুমুদ্বতী :

ক'ত প্ৰাণৰ কুমাৰ ক'ত ? মহাৰাজ ! এতিয়াও আপুনি নিশ্চিত হৈ আছে। পুত্ৰ অদৰ্শন অসহ্য যন্ত্ৰণা---কিদৰে সহি আছে মহাৰাজ।

শিখিধ্বজ :

ৰাণী ! তাৰ মনত যে ইমান বিৰাগ জন্মিব মই সেইটো ভাবা নাছিলো। ভাবিছিলো শাসন কৰিলে সি সংসাৰৰ ইচ্ছা এৰি দিব।

শঙ্কৰমণি :

মহাৰাজ। কুমাৰে ঠিক এৰি দিলেহেঁতেন। তাক বলিয়া কৰিলে সেই ল'ৰাটোৱে। সেই ল'ৰাটোৱেতো তাক উত্তেজনা কৰি লৈ গ'ল।

কুমুদ্বতী :

দেউ। তাক ক'ত লৈ গ'ল ? দুই দিন মই তাক দেখা নাই। তাক দেখা নেপাই মোৰ প্ৰাণ বৰ আকুল হৈ পৰিছে। কৈ দিয়া দেউ। মোৰ জীৱন ধন ক'ত ?

শঙ্কৰমণি :

স্থিৰ হোৱা ৰাণী ! কুমাৰ আহি তোমাকো আই বুলি মাতিব, আৰু ৰজাকো পিতা বুলি মাতিব।

কুমুদ্বতী :

কেতিয়া আহিব দেউ ! কেতিয়া আই বুলি মাতিব ?

শঙ্কৰমণি :

যেতিয়া তাৰ যুদ্ধ-সাজ লোৱা হ'ব, তেতিয়া আহিব ৰাণী চোৱা ! সৌ তোমাৰ কুমাৰ আহিছে। ৰজা-ৰাণী-পুত্ৰ বিৰহ পাহৰি যোৱা এতিয়া।

( ৰণৰ সাজ পিন্ধি তাম্ৰধ্বজৰ প্ৰৱেশ )

কুমুদ্বতী :

ক'ত ক'ত মোৰ বোপা ?

শঙ্কৰমণি :

সৌৱা ৰাণী তোমাৰ বোপা। চাই লোৱা।

কুমুদ্বতী :

(তাম্ৰধ্বজক চাই) তাম্ৰধ্বজ, তাম্ৰধ্বজ ! বোপা মোৰ ? আজি দুই দিন ক'ত আছিলি বোপা ?

শিখিধ্বজ :

আহা ! আহা বোপা ! তোমাক দেখা নেপাই প্ৰাণত বৰ দুখ পাই আছো বোপা !

( তাম্ৰধ্বজে সকলোকে প্ৰণাম কৰে। )

কুমুদ্বতী :

বোপা আজি এই দুই দিন ক'ত আছিলি তই ? কোনে তোক বোপা বুলি মাতি মৰম কৰিছিল ?

তাম্ৰধ্বজ :

আই ! পিতৃ-মাতৃ স্নেহৰ পৰা বঞ্চিত হোৱা দুৰ্ভগীয়া সন্তানৰ ঠাইৰ অভাৱ ক'ত ?

শিখিধ্বজ :

বোপা তাম্রধ্বজ ! মই আৰু তোৰ ইচ্ছাৰ বিৰুদ্ধে একো কাম নকৰোঁ। তই মোৰ সৎ পুত্ৰ। তই মোক ভাল পৰামৰ্শ দিছিলি। মই তোৰ হিত উপদেশ এৰি বৰ অন্যায় কৰিছোঁ।

তাম্রধ্বজ :

পিতা ! কিহৰে এতিয়া
কি আদেশ কৰিবো পালন ?

শিখিধ্বজ :

বোপা !
পাণ্ডৱৰ যজ্ঞ-অশ্ব বান্ধি
যথাৰ্থ চিনাকি দিছ ক্ষত্ৰ সন্তানৰ।
এতিয়া বীৰ বিক্ৰমেৰে তুমি
খৰ্ব্ব কৰি শত্ৰুৰ গৰব
কৰ্ম্মময় শ্ৰীহৰিক বান্ধি অনা গৈ।

তাম্রধ্বজ :

পিতা !
অকস্মাৎ কিয় এনে বিপৰীত ভাব ?

শঙ্খমণি :

বোপা ! ইচ্ছা কৰিনে ? শ্ৰীনন্দ নন্দনে আহি সপোনত ৰজাৰ কাণে কাণে কৈ দিছে। ৰজা স্বধৰ্ম্ম সাধন কৰা, নহলে মোৰ চেনেহ নোপোৱা। তাতেহে সোঁতৰ বেগ ঘূৰিছে।

শিখিধ্বজ :

তাম্রধ্বজ ! কুমাৰ ? মই নিজ হাতেৰে তোক ৰণ-সাজ পিন্ধাই ৰণলৈ পঠাম।

তাম্রধ্বজ :

পিতা ! মই ৰণৰ সাজ লৈ প্ৰস্তুত হৈ আছো। কিন্তু এতিয়া বিদায় লবৰ অনুমতি কৰক।

কুমুদ্বতী :

বোপা ৰণলৈ যাবি তই ! সেই দেখো ত্ৰিলোক বিজয়ী অৰ্জ্জুনৰ ৰণ বোপা। সেই ৰণত দেখো কাৰো নিস্তাৰ নাই।

তাম্রধ্বজ :

অৰ্জ্জুনৰ ৰণত সুফল নধৰে এনে কথা কব নোৱাৰি আই ? লীলাময় জগতত মঙ্গল থাপিবৰ কাৰণে মঙ্গলময় হৰিৰ লগত হৰি মিত্ৰ ধনঞ্জয়ে ৰণৰ ছল কৰি ঘূৰি আছে।

শিখিধ্বজ :

ঠিক কথা বোপা। ধৰ্ম্মৰ জয় আৰু অধৰ্ম্মৰ ক্ষয় কৰিবৰ কাৰণে নৰনাৰায়ণ পৃথিৱীত অৱতাৰ হৈছে।

তাম্রধ্বজ :

পিতা ! সময় যায়, সোনকালে মোক সমৰলৈ বিদায় দিয়ক।

শিখিধ্বজ :

অলপ অপেক্ষা কৰা বোপা ; মই সামন্তসকলক মাতি আনি সিহঁতৰ হাতত তোক সপি দিওঁ।

তাম্রধ্বজ :

পিতা মই ধনঞ্জয়ৰ লগত দ্বন্দ্ব যুদ্ধ কৰিম। মই অকলে যায় সমৰ কৰিম।

**শিখিধ্বজ :**

অসন্তৰ আশা নকৰিবি বোপা, সুশিক্ষিত অধ্যক্ষসকলৰ লগত বিপুল বাহিনী লৈ ৰণলৈ যাত্ৰা কৰ। ময়ো পাছে পাছে গৈ যোগ দিম।

**তাম্ৰধ্বজ :**

পিতা —

**শিখিধ্বজ :**

কি তই সৈন্য-সামন্ত এজনো লগত নিবৰ ইচ্ছা নকৰা?

( ৰণৰ সাজ পিন্ধি ইন্দুমতীৰ প্ৰৱেশ )

**ইন্দুমতী :**

নহয় নহয় এজনো নহয়।
এজনো নালাগে সৈন্যবল
অকলে কৰিব ৰণ বীৰ তাম্ৰধ্বজে।
ৰজাৰ সাহায্য লৈ ৰাজপুত্ৰই নকৰে সমৰ।
যুৱৰাজ,
পিতৃ-মাতৃ চৰণত
সোনকালে লোৱা তুমি বিদায় এতিয়া
শুনা শুনা যুৱৰাজ!
গৰজিছে কেনেদৰে শত্ৰুৰ সৈন্যই
শত্ৰু আক্ৰমণ কৰা এয়ে সুবৰ্ণ সুযোগ,
বৈ যায় লাহে লাহে,
আহা সোনকালে।

**তাম্ৰধ্বজ :**

যাওঁ পিতা! যাওঁ আই।
আশীৰ্ব্বাদ কৰিবা দাসক।
ৰণ জয় কৰি আহি দুয়োৰো পদত
দিব পাৰো যেন বিজয় আঁজলি।

**ইন্দুমতী :**

আহা যুৱৰাজ!

**তাম্ৰধ্বজ :**

জয় শ্ৰীকৃষ্ণ জয়। ( বেগেৰে দুয়োৰো প্ৰস্থান। )

**শঙ্কৰমণি :**

দেখিলা ৰজা! এই অকনমান ল'ৰাটোৰ তেজ দেখিলা? ইয়াৰ মন্ত্ৰণা লৈয়ে কুমাৰে ৰাজ সাহায্য একো নিনিলে।

**শিখিধ্বজ :**

বুজিছো শংকৰমণি বুজিছো! দোষ কাৰো নহয়, দোষ মোৰ নিজৰে দোষ। কুমাৰেতো অকলে ৰণলৈ গ'ল এতিয়া মোৰ কৰ্ত্তব্য কি?

**শঙ্কৰমণি :**

তোমাৰ কৰ্ত্তব্য আৰু কি। ঘৰত বহি বহি মধুসূদনৰ নাম জপ কৰা।

**কুমুদ্বতী :**

মহাৰাজ সোনকালে সমৰ সাজ লক! বোপা মোৰ অকলে ৰণত গ'ল। আপুনি সৈন্য-সামন্ত লৈ কুমাৰৰ পাছে পাছে যাক। বোপা মোৰ বৰ অভিমানী, কথাই কথাই তাৰ অভিমান; যদি সি অভিমান কৰি অকলে গৈছে তথাপি আপুনি নিশ্চিন্ত থাকা উচিত নহয়। আপুনি সোনকালে ৰণ যাত্ৰা কৰক।

**শিখিধ্বজ :**

ৰাণী তোমাৰ যুক্তিয়ে শ্ৰেষ্ঠ।

শঙ্কৰমণি :

ভয় কৰিছে কিয় মহাৰাজ! কুমাৰক সাহায্য কৰিব যাবৰ একো সকাম নাই। আপোনাৰ যি পৰাক্ৰমী পুত্ৰ ৰণক গৈছে তাতে আৰু সেই তুলতুলীয়া ল'ৰাটো তাৰ লগে লগে আছে, মই ভালকৈ উপায় কৰিছো। কুমাৰে ৰণত সোমাব আৰু জিতিব।

শিখিধ্বজ :

কোৱা কি শঙ্কৰমণি? তাম্ৰধ্বজৰ ইমানেই ক্ষমতানে?

শঙ্কৰমণি :

ৰজা তাম্ৰধ্বজৰ ইমানে .... .... .... ....
যি ল'ৰাটো তাৰ লগ লাগি.... ... ... ....
সকলোতকৈ বেছি। নিমিষতে পাণ্ডৱৰ বেহু চিন-ভিন কৰি পেলাব। সেইবাবে কৈছোঁ তুমি আৰু যুদ্ধক নাযাবা।

শিখিধ্বজ :

ভাই তোমাৰ কথা সঁচাতকৈও সঁচা। তথাপিও মই নিঃসন্দেহ হ'ব পৰা নাই।

শঙ্কৰমণি :

পিতাৰ প্ৰাণ্ নহয়? সেইবাবে ইমান আকুল হৈ পৰিছে। তেনেহলে এটা কাম কৰা। তুমি সৈন্য-সামন্ত লগত দি মন্ত্ৰীক পঠাই দিয়া আৰু তুমি নিজে নগৰ ৰক্ষাত নিযুক্ত থাকা।

শিখিধ্বজ :

তোমাৰ যুক্তি বেয়া নহয়। আহা তেনেহলে সভাত বহি সমস্ত বন্দোবস্ত কৰো। ৰাণী, যোৱা অন্তঃপুৰত গৈ হৰি পূজাত নিযুক্ত হোৱা। ভয় নাই, তোমাৰ সন্তান বিজয়-গৌৰৱ লৈ সোনকালে উভতি আহিব।

( সকলোৰে প্ৰস্থান )

# ৪ৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

ৰণস্থল

ভগৱতী :

পৰীক্ষাৰ মহাকাল উপস্থিত আজি
একফালে মাতৃশক্তি আনফালে পিতৃশক্তি
একফালে তাম্ৰধ্বজ মাতৃশক্তি লৈ মতলীয়া
সমুখ ৰণত।
আনফালে ধনঞ্জয়ে
মাতৃশক্তি অৱহেলা কৰি
হৰিকে নিৰ্ভৰ কৰি সকলো কামতে
ফুৰি আছে দিগ্বিজয় কৰি
সম্প্ৰতি দুয়োৰে আজি দেখা দেখি হ'ব।
দেখোচোন
পিতৃশক্তি কিমান প্ৰবল।
আৰু
মাতৃশক্তি কিমান দুৰ্ব্বল।
তাম্ৰধ্বজ, মোৰ বৰপুত্ৰ তাম্ৰধ্বজ
একো চিন্তা নকৰিবি
নিৰ্ভয়েৰে সোমাবি ৰণত।
ময়ো তোৰ লগ হ'ম সমৰ ক্ষেত্ৰত।

দেখোচোন !
কেনেদৰে ৰণজিতে ধনঞ্জয়ে আজি ।
( বেগেৰে প্ৰস্থান )

( শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

কৃষ্ণ :

অন্তহীন কালৰ সোতত
ছুটা কাৰ্য্য ভাহিছে মাথোন ।
মই— নিয়ন্তা
অৰ্জ্জুনৰ উপলক্ষ মোৰ ।
অৰ্জ্জুন দ্বাৰা মই
কৰি আছো কাৰ্য্য সমাপণ ।
মোৰ কিম্বা মোৰ অন্যমূৰ্ত্তি অৰ্জ্জুনৰ
অনিবাৰ্য্য পৰাজয় আজি ।
কৰ্ম্মবীৰ তাম্ৰধ্বজে কৰ্ম্মৰ ফুলেৰে
দিন-ৰাতি অন্তৰেৰে পূজি আছে মোক ।
মইও সন্তুষ্ট হৈ
নিশ্চয় কৰিম তাৰ বাসনা পূৰণ ।
সি খোজে মোক কিম্বা
মোৰ শক্তিৰূপী অৰ্জ্জুনক
পৰাজয় কৰিব ৰণত ?
অৱশ্যে কামনা তাৰ কৰিম পূৰণ
আৰু এটা কাৰ্য্য আছে মোৰ
ভক্তিৰ পৰীক্ষা কৰি দানৰ ছলেৰে
শিখিধ্বজৰ কাটি দিযা কৰ্ম্মৰ বান্ধন
তাৰো আশা কৰিম পূৰণ ।

অৰ্জ্জুন :

সখি ! সখি ! জ্বলিছে সমৰাঙ্গন
তোমাৰ আশ্ৰিত
পাণ্ডৱৰ অনুগত ৰাজন্যসকলে
সোমাইছে সমৰ ক্ষেত্ৰত ।
মাত্ৰ দয়াময়
তুমি যাক দয়া কৰি সখি বুলি ভাবা
সেই অৰ্জ্জুনেহে মাথোন
শ্ৰীমুখৰ অনুমতি নেপায তোমাৰ
পৰা নাই ৰণত সোমাব ।

কৃষ্ণ :

কৰ্ম্মবীৰ
অলপ অপেক্ষা কৰা ভাই
তাম্ৰধ্বজ কুমাৰৰ বীৰত্ব বীজৰে
পৰিপূৰ্ণ প্ৰতাপ এতিয়া
এই সময়ত
তাৰ তেজৰ আগত
উপস্থিত হলে
নিশ্চয় ঘটিব মৃত্যু ।
সেইবাবে কওঁ সখি
শিশুৰ বীৰত্ব শক্তি
অলপ নিস্তেজ হক ।

অৰ্জ্জুন :

হেৰা কৃষ্ণ ! যাৰ বীৰত্বৰ ওচৰত
জীৱনৰ আশঙ্কা কৰিছা মোৰ,
তাৰ পৰাক্ৰম তেজে পাণ্ডৱ পক্ষৰ
কোনঁ বীৰে সহিব পাৰিব ?

কৃষ্ণ :

সখি
পাণ্ডৱৰ বীৰমানে এক লগ হৈ

শিখিধ্বজৰ কুমাৰৰ সতে
পৈশাচিক সমৰত নিযুক্ত এতিয়া।
মহাতেজা তাম্ৰধ্বজক শক্তিহীন কৰিবৰ হেতু
মধ্য দাদাক মই দিছোঁ উপদেশ
এইদৰে সমৰ কৰিব।

অৰ্জ্জুন :

ন্যায়ৰ পূৰ্ণ মুক্তি হৰি
এইটো নে ন্যায়ৰ বিধান ?

কৃষ্ণ :

তেনে অন্যায় সখি এইটো বিধান
কিন্তু—
কৰ্ম্মময় জগতক আহি
কৰ্ত্তব্যৰ হকে
ন্যায়ান্যায় দুয়ো পথ ধৰি লব লাগে।
বুজি চোৱা ভাই ?
ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কাৰ্য্যানুৰোধত
"অশ্বত্থমা হত কিন্তু ইতি গজ"
এই কথা কৈ
কৰিছিল কৰ্ম্ম সমাপণ।
ই কথাত এইটোয়ে প্ৰমাণিত হ'ল
কৰ্ম্মময় জগতৰ কৰ্ম্ম মানুহৰ
কৰ্ম্মহে পূজিব লাগে আগে
তাৰ পাছতহে ধৰ্ম্ম পূজা।
সখি
তুমি মই তেনেহলে কি কৰিছো ?

অৰ্জ্জুন :

মধুসূদন ?

একোকে নেপাওঁ বুজি।
বুজিও নুবুজো একোকে
অন্তৰত এইমাত্ৰ ৰাখিছো বিশ্বাস
তুমি পাণ্ডৱৰ
উভয় লোকৰ
একমাত্ৰ গতি।

কৃষ্ণ :

এই বিশ্বাসে মাথো
পাণ্ডৱে অমৰপূজ্য হৈ আছে,
সখি
আহা !
থিয় হৈ ওচৰৰ গছৰ তলত
কিছুপৰ ৰণ চাওঁ আমি।
(দুয়োৰো প্ৰস্থান)

অৰ্জ্জুন :

আহা—আহা—

গীত

(তাম্ৰধ্বজৰ বেগেৰে প্ৰস্থান)

তাম্ৰধ্বজ :

ৰণ, ৰণ, ৰণ
ৰণৰ শব্দই
আগুৰিলে আকাশ মণ্ডল।
সমৰত মতলীয়া পাণ্ডৱ বাহিনী
সমৰত মতলীয়া শ্ৰীকৃষ্ণ ফাল্গুনী।
ৰণ ৰণ মহাশব্দ
দামামাত বাজিছে ঘনাই।

চাৰিওফালে ৰণৰ হুঙ্কাৰ
চাৰিওফালে ৰণৰ ঝঙ্কাৰ।
ৰণ দিয়া ৰণ দিয়া
এই মহা গৰজন
চাৰিওফালে উঠিছে মাথোন।
অকলে ৰণত মই কোন ফালে যাওঁ
কাৰ লগত যুঁজো ?
যি ফালে ফিৰাওঁ চক্ষু
সেইফালে দেখিছো মাথোন
সংখ্যাহীন শত্ৰুৰ সেনাক।
সাগৰৰ তৰঙ্গ যেন ভাহিছে মাথোন।
অনন্ত অসীম এই সমৰ সিন্ধুত
অকলে অকলে কি কৰিম মই ?
কিমানে বা বিনাশিম
কাকে বা কৰিম নিবাৰণ ?
( ৰণৰঙ্গিনীৰ মূৰ্ত্তিৰে ভগৱতীৰ প্ৰৱেশ )

ভগৱতী ঃ

যুদ্ধ ! যুদ্ধ !
আক্ৰমণ কৰ, আক্ৰমণ কৰ ?
ইকি ! কোন ইয়াত ?
কুমাৰ ! তাম্ৰধ্বজ।
ইয়াতে থিয় দি তই
পাণ্ডৱৰ প্ৰবল শতুৰ ?
ইয়াতে থিয় দি তই
বিশ্বজেতা অৰ্জ্জুনৰ প্ৰতিযোগী যোদ্ধা ?
কুমাৰ ! অযোগ্য সন্তান ?
কি ভাবিছ ?
কি দেখিছ অকলে ইয়াত ?
বিভ্ৰান্ত মনেৰে—
গণিছনে ঢৌ ৰণ সাগৰৰ ?
ভাবিছ মনতনেকি
থিয় দি ইয়াতে
পাবিনে নেপাবি পাৰ সমৰ সিন্ধুৰ ?
ধিক্ তোক কুলৰ কলঙ্ক।
খুলি থৈ বৰ্ম্ম, চৰ্ম্ম, অসি ততালিকে
পলা ভীৰু সমৰ ক্ষেত্ৰৰ পৰা।

তাম্ৰধ্বজ ঃ

আই ! আই !
ক্ষমা কৰা আই।
ভৱিষ্যৎ চিন্তা আঁতৰাই
দিলো জঁাপ মহাদেৱী ৰণ সাগৰত।

ভগৱতী ঃ

যুদ্ধ ! যুদ্ধ !
কৰ আক্ৰমণ ! কৰ আক্ৰমণ !
( বেগেৰে তাম্ৰধ্বজৰ প্ৰস্থান, পাছে পাছে ভগৱতীৰ প্ৰস্থান। বৃষকেতুৰ লগত ইন্দুমতীৰ অসি যুদ্ধ কৰি কৰি প্ৰৱেশ )

বৃষকেতু ঃ

( ৰণ এৰি ) বালক বীৰ !
ৰূপে-গুণে তুমি মাথোন
তোমাৰে তুলনা,
ইমান কৰিলো যুদ্ধ।
মহা মহা সংখ্যাহীন বীৰৰ লগত
ক'তো কিন্তু
তীক্ষ্ণ খৰ্গ ঠেকি আহি মোৰ
কৰা নাই হীন বল মোক।

তোমাৰ কাষত আজি
অসম্ভৱ কথা সেই
সম্ভৱত পৰিণত হ'ল।
ধন্য তুমি।

ইন্দুমতী :

অতিৰথী অৰ্জ্জুনৰ ভাই পুত্ৰ হৈ
বালকৰ সমৰত কৰিছা সংশয় ?

বৃষকেতু :

কৰা নাই সংশয়
কিন্তু মানিছো বিস্ময়।

ইন্দুমতী :

কি কাৰণে মানিছা বিস্ময় ?
সামান্য বালক মই !
কিদৰে কৰিম বিস্ময় তোমাক ?
তুমি সেই
বিশ্বজেতা পাণ্ডৱৰ পক্ষে
বিশ্বমানে সকলোকে বিচিত্ৰ লগাই,
পৰাজয় কৰি,
থাপি আছা পাণ্ডৱৰ অক্ষয় কীৰিতি।
সেই যেন বালকৰ ওচৰত তুমি
কেনেদৰে মানিবা বিস্ময় ?
বীৰ ! ধৰা অস্ত্ৰ সোনকালে
নললবা বিশ্ৰাম।
পাৰামানে পাণ্ডৱৰ দেখুৱা বিক্ৰম।

বৃষকেতু :

দুগ্ধ পোষ্য বালকৰ দুৰ্ব্বল মুখত
নিচেই অসহ্য এনে কথা।
কিন্তু তথাপিতো
তোৰদৰে শিশুক বিনাশি
পাণ্ডৱৰ অপযশ নকৰো কদাপি।
আহা তেন্তে সামান্য ধেমালি কৰি
এৰো সোনকালে।
( দুয়োৰে অসি যুদ্ধ কৰি প্ৰস্থান। যুদ্ধ কৰি কৰি নীলধ্বজ আৰু তাম্ৰধ্বজৰ প্ৰৱেশ )

নীলধ্বজ :

কুমাৰ ! কুমাৰ !
খন্তেক জিৰণি দিয়া।
বৰ ক্লান্ত হৈছে শৰীৰ।

তাম্ৰধ্বজ :

মহাৰাজ ?
সমৰ সাজেৰে সাজি
ৰণত সোমাই
প্ৰতিযোদ্ধা ওচৰত কাতৰেৰে কোৱা
"খন্তেক জিৰণি দিয়া বুলি"
ছিঃ ছিঃ
বৰ ঘৃণনীয় কথা।

নীলধ্বজ :

ঘৃণনীয় কথা ! একো নহয় কুমাৰ ?
সমৰ ক্ষেত্ৰত হয় শতৰু সহায়।
গুণবান, জ্ঞানবান, বীৰ্য্যৱান বীৰে
শত্ৰুক বিপদ দেখি সমৰ ক্ষেত্ৰত
শত্ৰুতা পাহৰি
তুষ্ট কৰে শিষ্ট কথা কৈ।

ক্ষত্ৰিয়ৰ হ'ল
এয়ে বীৰ ধৰ্ম্ম আচৰণ।

তাম্ৰধ্বজ :

সন্নাগো তোমাৰ কথা বীৰ চূড়ামণি
জানা তুমি ভাল দৰে
ৰাজনীতি, ধৰ্ম্মনীতি, ৰণনীতি আদি
কিন্তু নৰপতি
কোৱা মোক
কোন শাস্ত্ৰমতে
কোন ধৰ্ম্মমতে
পুত্ৰঘাতী শত্ৰুৰৰ পূজিছা চৰণ?
কোৱা—
কোন শাস্ত্ৰমতে তুমি
ক্ষত্ৰিয় হইও
নত হৈ চেলেকিছা শত্ৰুৰ চৰণ?
অন্যায় ৰণেৰে যোনে
বিনাশিলে তোমাৰ পুত্ৰক
কোৱা—
কোন নীতি শিৰোধাৰ্য্য কৰি
মিত্ৰ বুলি তাক তুমি কৰা সম্ভাষণ?
ধন্য নৰপতি মিত্ৰতা তোমাৰ।

নীলধ্বজ :

পাণ্ডৱৰ সতে কিয় মিত্ৰতা কৰিছো
তুমি কি বুজিবা তাৰ কাৰণ কুমাৰ?
সংসাৰত
এই মাত্ৰ কৰিছা প্ৰৱেশ।
মায়াৰ মোহন চক্ৰ
কি ভাবত ঘূৰি আছে ব্ৰহ্মাণ্ড বিয়পি
তাক তুমি কিদৰে বুজিবা?
তেতিয়া জ্ঞানৰ আলো অন্তৰত পৰি
আঁতৰাব মায়াৰ বিকাৰ—
তেতিয়া বুজিবা
কোনে কাৰ শত্ৰু, মিত্ৰ
সকলোৱে এক
আৰকালে ভৰা ই জগত।
আত্মীয় স্বজন আৰু
পুত্ৰ, পৌত্ৰমানে
কীট ৰূপ ধৰি
কামুৰিছে খন্তেকে খন্তেকে।
দেখিবা তেতিয়া আৰু
প্ৰাণৰ জ্বালাত
বিচাৰি বিচাৰি শান্তি
ফুৰিব লাগিব মহা বিয়াকুল হৈ
ফুৰোঁতে ফুৰোঁতে যদি ভাগ্যৰ ফলত
ভগৱান আকুল হৈ
দান কৰে শক্তিময়ে জিৰণিৰ ছায়া
নলবানে তুমি তাৰ আশ্ৰয় কুমাৰ?

তাম্ৰধ্বজ :

নৰপতি!
সংসাৰ মৰুত এই
পাণ্ডৱক ভাবি সুখ-শান্তিৰ জিৰণি
কৰিছা আশ্ৰয় হেনো?
হায়! হায়!
কি ধিক্কাৰ তোমাৰ নৃপতি!
তেনে আচ্ছন্ন তুমি ঘোৰ আন্ধাৰত
নাইবা
বাৰ্দ্ধক্যৰ লগে লগে

বুদ্ধি লোপ হৈছে তোমাৰ।
কাক কোৱা নৰপতি শান্তিৰ সম্পদ বুলি ?
পাণ্ডৱক ?
মোৰ মতে
শান্তিময় জগতত
পাণ্ডৱ হে অশান্তিৰ মূল—
নহলে
শান্তিময় হৰি কিয
দাস হৈ ৰব পাণ্ডৱৰ ?
নৰকত দেখা সৰগৰ ৰূপ
বিপদত দেখা ৰজা সম্পদৰ ৰেণু ?
হেৰা নৰপতি ?
পাণ্ডৱক মিত্ৰ বুলি ভাবি
ধৰ্ম্ম, কৰ্ম্ম সকলো কৰিছা নাশ।
আহা আহা পাণ্ডৱৰ দাস,
কৰ্ত্তব্যৰ সলনিত কৰিছা যি
মহাপাপ
সংগ্ৰামত বধ কৰি
কৰো আজি প্ৰায়শ্চিত্ত তাৰ।

নীলধ্বজ :

সঁচা যদি দোষী মই
পাণ্ডৱৰ শৰণ লোৱাত
হেৰা কুমাৰ।
মুক্ত কৰা তেনেহলে
সংগ্ৰামত অসি।

তাম্ৰধ্বজ :

ধৰা অসি ঘৃণ্য মহীপাল।
( দুয়োৰো যুদ্ধ কৰি প্ৰস্থান। ভীম আৰু
ইন্দুমতীৰ যুদ্ধ কৰি কৰি প্ৰৱেশ )

ভীম :

পলা শিশু সোনকালে
প্ৰাণ লৈ তোৰ
ক্ষমা নাই ভীমৰ কাষত।
কিন্তু নেজানো--
কিহেৰে মুহিলি মোৰ শিলৰ অন্তৰ—
মায়া হয় দেখি তোৰ সুন্দৰ বদন।

ইন্দুমতী :

বীৰ বৃকোদৰ !
প্ৰাণত পাইছা হেনো ভয়
কাম নাই সমৰত
পৰাজয় মানি লোৱা
নিশ্চয় অভয় দিম।

ভীম :

হাঃ হাঃ হা।
কি মধুৰ। কি মধুৰ।
বীৰ দৰ্প শুনি শিশুৰ মুখত
বৰ তৃপ্তি পালো অন্তৰত।
কোৱা। কোৱা আৰু বাৰ
কোমল মাতৰ বীৰত্ব ঝঙ্কাৰ।
বৰ মিঠা। বৰ মিঠা।
আহা কেনে চমৎকাৰ।

ইন্দুমতী

মধ্যম পাণ্ডৱ
চাতকৰ প্ৰাণত প্ৰথমে
মিঠা লাগে মেঘৰ গৰ্জ্জন
কিন্তু সেই মেঘে
হয় তাৰ মৃত্যুৰ কাৰণ।

ভীম :

সুন্দৰ অতি সুন্দৰ !
বালক বালক
বীৰত্বক এৰি তুমি
শিশু বয়সতে
বহুগুণ কৰিছা লাভ।

ইন্দুমতী :

বৃকোদৰ !
অনুমান যি কৰিছা তুমি
মিছা বুলি ভাব হয় মোৰ।
বীৰত্বৰ বাহিৰে
নাই আৰু একো গুণ
এই বালকৰ।
বীৰত্ব হে মাত্ৰ মোৰ জ্বলন্ত অগনি।
লোৱা অস্ত্ৰ
তুৰন্তে পৰীক্ষা কৰা।

ভীম :

শিশু
মিছাতে উন্মত্ত হৈ
সুন্দৰ মূৰতি তোৰ নাশ কৰা কিয় ?
সেইবাবে ধেমালিৰ ছল কৰি
হেলা কৰি কৰিলো সমৰ।
নহলে দাম্ভিক বালক
ইমান সময় তোৰ সুন্দৰ শৰীৰ
থাকিলেহেতেন নেকি ভীমৰ আগত।

ইন্দুমতী :

মায়াবান বীৰ
মায়া এৰি হোৱা নিৰদয়
বীৰৰ কৰ্ত্তব্য
সমৰ ক্ষেত্ৰত আহি
দয়া-মায়া নকৰি বিচাৰ
শত্ৰুমানে নাশ কৰি ৰণ জয় কৰা
লোৱা মহাবীৰ অস্ত্ৰ লোৱা।

ভীম :

মৰিবাৰ মন যাৰ
কোনে ৰাখে নিবাৰণ কৰে,
আহা তেনেহলে।
( যুদ্ধ কৰি প্ৰস্থান )

### দ্বিতীয় দৃশ্য

কৃষ্ণ আৰু অৰ্জ্জুন

কৃষ্ণ :

সখি,
নাই আৰু জিৰণিৰ কাল
চোৱাচোন ৰণক্ষেত্ৰলৈ—
নিজৰ শিক্ষিত সৈন্যমানে
চিন-ভিন শত্ৰুৰ শৰত ?
ধনঞ্জয়
ধৰি ধেনু বীৰৰ বেশেৰে
সাৱধানে শত্ৰুক দমন কৰা।

অৰ্জ্জুন :

হেৰা কৃষ্ণ ! হেৰা হৰি
তোমাৰ আদেশ
অৱহেলা নোৱাৰো কৰিব।
তাতেহে শত্ৰু আজি ইমান প্ৰবল
নহলে কেশৱ !

শ্ৰীপদৰ কৃপাত তোমাৰ
জগতত ইমান সময়
থাকিলেহয় নে শত্ৰুৰৰ চিন

কৃষ্ণ :

জানো মই ধনঞ্জয় তোমাৰ বিক্ৰম
জগতেও জানে তোমাৰ প্ৰতাপ
তথাপিতো সাৱধানে কৰিবা সমৰ
পৰমা প্ৰকৃতি শক্তি মহা ভয়ঙ্কৰা।
সেই শক্তি তিনিভাগ হৈ
তাম্ৰধ্বজক আশ্ৰয় কৰিছে
মাতৃশক্তি বিশাল বাহুত
স্ত্ৰীশক্তি সতীত্ব তেজ
প্ৰলয় অনলৰূপে লভিছে বুকত
তাৰ বাহিৰেও
শিৱৰ ত্ৰিশূল লভিছে কুমাৰে।
সেইবাবে সমৰত
তাম্ৰধ্বজ অজেয় এতিয়া।
সেইবাবে কওঁ সখি
সাৱধানে কৰিবা সমৰ।

অৰ্জ্জুন :

কি চিন্তা কেশৱ
পাণ্ডৱক কৃপা তুমি কৰিছা যেতিয়া
কিবা ভয় আছে পাণ্ডৱৰ ?
কেতিয়াবা ভাগ্যৰ দোষত যদি
তোমাৰ কৃপাৰ পৰা
হৈ পৰে পাণ্ডৱ বঞ্চিত
তেতিয়াই পাণ্ডৱৰ হ'ব পৰাজয়।

কৃষ্ণ :

পাণ্ডৱৰ মই আৰু
পাণ্ডৱো মোৰ।
পাণ্ডৱৰ ভাল পোৱা যেনে মোৰ ফালে
মোৰো তেনে ভাল পোৱা পাণ্ডৱৰ ফালে
সৃষ্টি যাব
সৃষ্ট জীৱ যাব
স্ৰষ্টাৰ অস্তিত্ব যাব
তথাপিতো পাণ্ডৱৰ প্ৰতি
থাকিব সদায় মোৰ অক্ষয় ভাৱত।
সেইদৰে মোৰো প্ৰীতি
পাণ্ডৱৰ থাকিব সদায়।

অৰ্জ্জুন :

যদুনাথ, কি কোৱা তুমি
ই কথাত কঁপিছে পৰাণ
কি ফুলেৰে পূজি শ্ৰীচৰণত
ইমান ডাঙৰ হ'ল অধম পাণ্ডৱ ?
শিৱে বহি যোগ আসন বিধাতাই
পদ্ম আসনত
ধ্যান কৰে তোমাৰ চৰণ
পতিত পাৱনী গঙ্গা
এই চৰণতে জন্ম লৈ
পতিত পৰাণীমানে
কৰে পৰিত্ৰাণ।
হেৰা নীলমণি ?
পাণ্ডৱৰ আকাঙ্ক্ষিত চৰণ তোমাৰ
পাণ্ডৱে ৰাখিছে বান্ধি প্ৰেমৰ ডোলেৰে
এই কথা ভাবিলেও
বিস্ময় সজাগি উঠে মনৰ মাজত।

কোন তুমি প্ৰভু
পাণ্ডৱে বা কোন
ব্ৰহ্মাণ্ডৰ একাষত পৰি
ক'ৰ প্ৰেম ক'ৰ পৰা আহি
ইন্দুৱাই, কন্দুৱাই. নচুৱাই,
জগত বাসীক
ক'ত যাই খন্তেকতে মিলি
কেতিযাবা ভাবো যদি হৰি
একাকাৰ দেখো চাৰিওফালে।
পাণ্ডৱ তোমাৰ তুমি পাণ্ডৱৰ
এই কথা ভাবিলে মনত
এইমাত্ৰ সাৰ বুজো
মাযাময হৰি
মাযা সংসাৰত আহি
মাযাৰ ধেমালি মাথোন খেলিছে ৰঙেৰে।

কৃষ্ণ :

ধনঞ্জয়, সখি।
ভাব চক্ষু মেলি তুমি দেখি ললে মোক
উদভ্ৰান্ত ভাবেৰে
তেনেই পেলাবা তুমি দিশ হেৰুৱাই।
কৰ্ম্মবীৰ।
যোগ আসনত তুমি বহিবা যেতিয়া।
তেতিযাহে চাই ল'বা ভাবৰ চখুৰে।
এতিয়া
কৰম ক্ষেত্ৰত আহি
কৰ্ম্ম মাত্ৰ দীক্ষা লৈ
মোকো ভাবা
কৰ্ম্মী বুলি তোমাৰ নিচিনা।
আহা ভাই।
বৈ যায় কৰ্ম্মৰ সময।
ধনু অস্ত্ৰ লৈ ভালদৰে
আগুৱা সোনকালে কৰ্ম্মৰ বাটত।

অৰ্জ্জুন :

ভ্ৰান্তিহাৰা
জ্ঞানহীন মই
কি বুজিম তোমাৰ ধেমালি ?
বুজো মাত্ৰ
কি কৰিব দিয়া তুমি
তাকে কৰো মন-প্ৰাণ ঢালি
আহা কৰ্ম্মী
আহা
কৰ্ম্ম জগতৰ ৰজা
কৰ্ম্মৰূপী ভগৱান ?
কৰ্ম্মৰূপে অৰ্জ্জুনৰ ৰথত সোমোৱা।
কৰ্ম্মমূৰ্ত্তি সম্মুখত ৰাখি
কৰ্ম্মৰূপ দেখি দেখি
তয কৰ্ম্ম কৰো সমাপন।

কৃষ্ণ :

আহা সখি ?

(কৃষ্ণ আৰু অৰ্জ্জুন একাঙ্গ)

## ৩য় দৃশ্য

(ভগৱতীৰ লগত তাম্ৰধ্বজৰ প্ৰৱেশ)

ভগৱতী :

কুমাৰ! বীৰ্য্যৱান কুমাৰ!
এতিয়া কিমান শক্তি তোমাৰ দেহত ?

তাম্ৰধ্বজ :

নোৱাৰো বুজিব আই !

ভগৱতী :

এতিয়া অনন্ত শক্তি।
হইছে সঞ্চাৰ তোমাৰ দেহত।

তাম্ৰধ্বজ :

অনন্ত শক্তিয়ে মোক কৰিছে আশ্ৰয়
কি সংশয় পাৰ্থৰ ৰণত ?
অনুমান হয় আই
প্ৰতিযোগিতাত
সমান নহয় বিশ্ব মোৰ।

ভগৱতী :

তথাপিতো সাৱধান !
অতি স্থিৰভাৱে
কৰিব লাগিব ৰণ পাৰ্থৰ লগত।
প্ৰলয় অনলৰূপী পাৰ্থ।
তাৰ বিক্ৰম অস্থিৰ জগত।
আছেমানে মহা অস্ত্ৰ এই জগতত
শোভা কৰে অৰ্জ্জুনৰ অক্ষয় তূণীত
কালে নিমিষতে সৃষ্টি নাশ কৰে
সেই কালে জন্ম লৈছে পাৰ্থৰূপ ধৰি।
ৰণ-যজ্ঞ ছল কৰি
জীৱযজ্ঞ কৰিছে অৰ্জ্জুনে।
গোলক বিহাৰী
স্বয়ং শ্ৰীহৰি
লৈছে তাৰ আচাৰ্য্যৰ পদ।
সেইবাবে—

বাৰে বাৰে কওঁ বোপা
মাতৃশক্তি সম্পূৰ্ণ পালেও
সাৱধানে কৰিবা সমৰ।

তাম্ৰধ্বজ :

আই !
পাহৰণি ইমানে তোমাৰ ?
মতিভ্ৰমে তোমাকো কৰিছে অধিকাৰ !
দেখি এনে বিকাৰ তোমাৰ
নাই মোৰ বিস্ময়ৰ সীমা।
কোন তুমি
পাহৰি গ'লা নে আই তোমাৰ স্বৰূপ ?
আই !
অনন্ত ৰূপেৰে
কৰ্ত্তা তুমি, কৰ্ম্ম তুমি, ক্ৰিয়া তুমি
ভূত, ভৱিষ্যৎ, বৰ্ত্তমান—
তিনিওটি কাল, লগৰী তোমাৰ।
তুমি কি নাজানা আই ?
—আদিত তুমি
    মধ্যত তুমি
    অন্ততো তুমিয়ে।
সৰ্ব্বজ্ঞান, সৰ্ব্বধৰ্ম্ম বিধায়িনী তুমি
তথাপিতো কোৱা আই অবোধ পুত্ৰক
সাৱধান হ'বলৈকে পাৰ্থৰ ৰণত।
ৰণ হলে পাৰ্থৰ লগত
কি ঘটিব পৰিণাম
নাজানা নে দেৱী তুমি ?

ভগৱতী :

জানো বোপা।

জানো মই ব্ৰহ্মাণ্ডৰ সকলো ৰহস্য।
ভাগ্যলিপি অনন্ত জীৱৰ
এই সৃষ্টি আৰম্ভৰে পৰা
চলি আছে মোৰে মা'থা বচনা কৌশল।
কিন্তু
তথাপিতো প্ৰাণাধিক
সকলো কামতে মোৰ
এজন নিয়ন্তা আছে।
তেৱেঁই এতিয়া আছে পাণ্ডৱৰ ফালে।
তাতেহে সংশয় কৰোঁ।
যাৰ বাবে কওঁ বাৰে বাৰে
সাৱধান হ'বলৈ পাৰ্থৰ ৰণত।

তাম্ৰধ্বজ :

যেয়ে হক আই,
তুমি যাক ভয় কৰা
মই তাক অলপো নকৰোঁ।
মই জানো, পিতৃ-মাতৃ একেজন বুলি।
মাতৃ যি পিতৃ সি।
এই বিশ্বাস অন্তৰত গাঁথি
পিতৃ-মাতৃ দুজনৰে জয়গীত গাই
সামাম ৰণত।
তাত যদি কৃষ্ণ হৈ
পিতৃ-মাতৃ অৱহেলা কৰে
তেনেহলে—
তাকে মই ভাবি লম
পৰম সৌভাগ্য বুলি।

ভগৱতী :

পিতৃ-মাতৃ এক শক্তি
এই বিশ্বাস তোমাৰ
সদায় থাকক।
নিশ্চয় লভিবা তুমি
কৃষ্ণৰ কৰুণা।
আহা, আহা এবে সমৰ ক্ষেত্ৰক।

তাম্ৰধ্বজ :

আহা আই,
পাৰ্থৰ লগত আজি ঘটিব সমৰ।
দখিম জননী!
কোন ঘাটে, কোন দিকে
আজিৰ ৰণত।

ভগৱতী :

ৰোৱা তুমি অলপ সময়।
মই আগে ক্ষেত্ৰত সোমাওঁ।
অলপ পাছতে তুমি
কৰিবা প্ৰৱেশ।
(ভগৱতীৰ প্ৰস্থান)

তাম্ৰধ্বজ

শিৰোধাৰ্য্য মাতৃৰ আদেশ।
(বালক বেশৰে ইন্দুমতীৰ প্ৰৱেশ)

ইন্দুমতী :

জয়, ৰত্নাৱতীৰ অধীশ্বৰ শিখিধ্বজৰ জয়।
জয়, ৰত্নাৱতীৰ ৰাজকুমাৰ তাম্ৰধ্বজৰ জয়।

তাম্ৰধ্বজ :

বালক! বালক! তাম্ৰধ্বজৰ হৃদয়ৰ মণি।

আহা ভাই! তোমাৰ এই গৌৰৱমণ্ডিত পবিত্ৰ দেহটো এবাৰ প্ৰাণ ভৰাই আলিঙ্গন কৰোঁ। (আলিঙ্গন কৰি, ভাই, ৰণ কৰি ভাগৰি পৰিছা। এই দেখোঁ তোমাৰ চন্দ্ৰমুখ-খনিত মুক্তা-মণি যেন টোপ টোপ ঘাম বিৰিঙিছে। ৰহা ভাই, মোৰ কোলাতে ৰহা। অলপ সময় মই তোমাক শুশ্ৰূষা কৰোঁ।

ইন্দুমতী:

ৰাজকুমাৰ, মোক শুশ্ৰূষা কৰিবা? কিয় ৰাজকুমাৰ? কিহৰ কাৰণে মোক শুশ্ৰূষা কৰিবা?

তাম্ৰধ্বজ:

ভাই, কোৱা কি তুমি? মই কিহৰ কাৰণে তোমাক শুশ্ৰূষা কৰিম? এই প্ৰশ্নটো দেখোন বৰ আচৰিত ভাই! মোৰ কাৰণে তুমি যি কাম কৰিছা, অলপ শুশ্ৰূষা কৰাটোতো সামান্য কথা, মোৰ প্ৰাণ দিবলৈও ইচ্ছা হয়।

ইন্দুমতী:

কুমাৰ! মই তোমাৰ কি কৰিছোঁ?

তাম্ৰধ্বজ:

প্ৰাণাধিক, তুমি মোৰ কি কৰিছা মই ক'ব নোৱাৰোঁ। ভাই, এবাৰ মোৰ মুখৰ ফালে চাই লোৱা! তোমাৰ পৰা মই যি অমূল্য উপকাৰ পাইছোঁ, তাৰ কৃতজ্ঞতাসূচক যি চিন-বিলাক মোৰ মুখ-মণ্ডলত ফুটি উঠিছে সেয়েই কৈ দিব তুমি মোৰ কি কৰিছা!

ইন্দুমতী:

মই একো কৰা নাই যুৱৰাজ! যদি কিবা কৰিছোঁ তেনেহলে নিজৰ কাৰ্য্যহে কৰিছোঁ। তোমাৰ একো কৰা নাই।

তাম্ৰধ্বজ:

নহয়, নহয়—বিশ্বাস নহয় মোৰ।
মোৰ কাৰ্য্য সাধনত
তোমাৰ অলপো স্বাৰ্থ নাই।

ইন্দুমতী:

মানি লওঁ যুৱৰাজ!
নাই মোৰ একো স্বাৰ্থ তোমাৰ কাৰ্য্যত।
কিন্তু, মোৰ অন্তৰৰ গতিৰ লগত
এনে এটি স্বাৰ্থ আছে –
যাৰ উত্তেজনা পাই
প্ৰাণ দিবলৈও যেন তোমাৰ কাৰ্য্যত
নাচি উঠে ক্ষুদ্ৰ প্ৰাণ মোৰ
প্ৰবল বেগেৰে।

তাম্ৰধ্বজ:

তোমাৰ কি স্বাৰ্থ আছে
দিবানে বুজাই মোক?

ইন্দুমতী:

বুজালে তোমাক
বুজিবা নে যুৱৰাজ?

তাম্ৰধ্বজ:

বুজিম, নিশ্চয় বুজিম।

ইন্দুমতী :

নহয় কুমাৰ,
নোৱাৰা বুজিব তুমি ।

তাম্ৰধ্বজ :

পাৰিম, নিশ্চয় পাৰিম ।

ইন্দুমতী :

কুমাৰ,
বহুদিন হ'ল আজি
কোন যে সিদিনা
তোমাৰ লগত—
হইছিল দেখা মোৰ
সেই কথা আছে নে মনত ?

তাম্ৰধ্বজ :

ক'তা !
নপৰে মনত মোৰ ।
( ৰৈ )....বাৰু,
সেই সময়ত
আছিল নে কোনোবা লগত ?

ইন্দুমতী :

কোনো নাছিল তেতিয়া ।
মাত্ৰ তুমি আৰু মই ।

তাম্ৰধ্বজ :

তেতিয়া কোনো কথা হৈছিলনে ?

ইন্দুমতী :

মুখেৰে একো কথা হোৱা নাছিল ।
মাত্ৰ
দুয়োৰে দুখনি প্ৰাণে
মনে মনে
দুয়োৰে লগত দুয়ো
মিলি যাবৰ কাৰণে
হইছিল বৰ বিয়াকুল ।

তাম্ৰধ্বজ :

তাৰ পাছে ?

ইন্দুমতী :

তাৰ পাছে
প্ৰাণঘাতী হতাশাৰ
দগ্ধ হুমুনিয়াহ
হ'ল মোৰ চিৰলগৰীয়া ।

তাম্ৰধ্বজ :

তাৰ পাছে ?

ইন্দুমতী :

তাৰ পাছে
প্ৰাণঘাতী হতাশাৰ
যি বিহে কৰিলে মোৰ জীৱন বিনাশ
তাকে মই সুধা বুলি খাই
সঞ্জীৱনী মহাশক্তি পালো ।
সেইবাবে লৌকিক ভাবত
সখি বুলি মাতো বুলি
ওচৰলৈ আহিছোঁ তোমাৰ ।

তাম্ৰধ্বজ :

অদ্ভুত কাহিনী যেন লাগে ।

ভাই !
পৰিচয় জনাই তোমাৰ
কৰিবা নে তুষ্ট মোক ?

ইন্দুমতী :

যুৱৰাজ,
কিয় হোৱা ইমান বিতত ?
মোৰ চিনাকিত তুমি কৰিছা সন্দেহ ?
ক্ষত্ৰিয় সন্তান মই।
তোমাৰ বীৰত্ব বেলি
জ্বলি উঠি প্ৰচণ্ড তেজেৰে
বিৰাজিছে জগতত বিস্ময় লগাই।
তাৰ লগে লগে—
মোৰো এই ক্ষুদ্ৰ প্ৰাণ
মিহলাই তোমাৰ প্ৰাণত
সখি বুলি মাতিব তোমাক
জনমিল অন্তৰত বিপুল আগ্ৰহ।
সেইবাবে--
নক'লেও তুমি
নিজে আহি চাপিছোঁহি কাষ।
এয়ে মোৰ সঠিক চিনাকি।

তাম্ৰধ্বজ :

সঁচা যদি হোৱা তুমি ক্ষত্ৰিয় সন্তান
সঠিকতে
ছলনাহে কৰা নাই যদি
আহা তেনেহলে
দুয়োকে দুয়োতে বান্ধি
সখি বুলি মাতি
আলিঙ্গন কৰি লওঁ বুকুৰ মাজত।
( আলিঙ্গন কৰি )

সখি,
ময়ো ক্ষত্ৰিয় সন্তান
ক্ষত্ৰিয়ৰ কক্ষ অসি
প্ৰাণত কৰিও মোৰ
বেছি আদৰৰ।
সেই অসি আজি মই
বন্ধুত্বৰ উপহাৰ বুলি
আনন্দেৰে সপিলোঁ তোমাক।
( অসি প্ৰদান )

ইন্দুমতী :

সখি,
লভিছোঁ জনম মইও ক্ষত্ৰিয়কুলত।
মোৰো এই শত্ৰুনাশী অসি
প্ৰাণতকৈও বেছি মূল্যৱান।
আজি এই মুহূৰ্ত্তে
এই অসি
সখিত্বৰ চিনাকি স্বৰূপে
কৰিলো তোমাতে সমৰ্পন।
( অসি প্ৰদান )

তাম্ৰধ্বজ :

সখি ! সখি !

ইন্দুমতী :

সখি, সখি !

তাম্ৰধ্বজ :

সখি,
কিয় কৰোঁ পলম ইয়াত ?
আহা !

বিপুল আনন্দ লৈ
সমৰত মতলীয়া হওঁ।
( ইন্দুমতীৰ হাতত ধৰি লৈ যায় )
ঐক্যতান

## চতুৰ্থ দৃশ্য

( অৰ্জ্জুন আৰু তাম্ৰধ্বজৰ যদ্ধ কৰি প্ৰৱেশ )

তাম্ৰধ্বজ :

অপূৰ্ব্ব আনন্দ আজি মোৰ।
হেৰা মহাবীৰ!
সৰুৰ পৰাই মই
শুনিছোঁ তোমাৰ
বীৰত্বৰ অপূৰ্ব্ব কাহিনী।
বায়ুৰ মুখত, সাগৰৰ কল্লোলত
তোমাৰ বীৰত্ব-গাঁথা
মাথো শুনিছোঁ কাণেৰে।
জগতৰ সকলোৱে কয় একমুখে—
পৃথিৱীত বীৰ নাই অৰ্জ্জুনৰ দৰে।
আজিৰ ৰণত
পালোঁ তাৰ উজ্জ্বল প্ৰমাণ।

অৰ্জ্জুন :

বীৰ কুমাৰ!
শত্ৰুৰ লগত
ৰণ কৰিবৰ হেতুকেই
পাৰ্থৰ জনম।
জানা তুমি
আজীৱন নাশ কৰি
দেৱ দৈত্য সংখ্যাহীন বীৰ
জগতত
থাপিছো মোৰ অক্ষয় কীৰিতি
কিন্তু
এই মাথো অন্তৰত আছিল বিষাদ
এজনো নাপালোঁ মই সমান যুঁজাক।
তোমাৰ লগত যুঁজি
আঁতৰিল সেই দুখ আজি।
ভাগ্যৰ বলত আজি
তোমাৰ নিচিনা বীৰ্য্যৱান শত্ৰু পাই
অপাৰ আনন্দ
পালোঁ অন্তৰত।
ধৰা অস্ত্ৰ বীৰ চূড়ামণি
হয় আজি সম্মুখ ৰণত
এৰি প্ৰাণ তুমি যেন বীৰৰ হাতত
অস্তিত্ব কৰিম লোপ!
নতুবা,
বধ কৰি ৰণত তোমাক
পাৰ্থৰ অজেয় নাম
উজলাম সহস্ৰ গুণেৰে।
ধৰা অস্ত্ৰ।
( তাম্ৰধ্বজ আৰু অৰ্জ্জুনৰ যুদ্ধ। যুদ্ধ চলি থাকোঁতেই কৃষ্ণ আৰু ভগৱতীৰ প্ৰৱেশ )

কৃষ্ণ :

জয় জয় ধনঞ্জয়! ( অৰ্জ্জুনৰ পক্ষ ধৰি )

ভগৱতী :

জয় জয় তাম্ৰধ্বজ! ( তাম্ৰধ্বজৰ পক্ষ ধৰি )
( তাম্ৰধ্বজ আৰু অৰ্জ্জুনে যুদ্ধ কৰিবলৈ এৰি অৰ্জ্জুনে কৃষ্ণৰ ওচৰত আৰু তাম্ৰধ্বজে ভগৱতীৰ ওচৰত অৱস্থান কৰে )।

কৃষ্ণ :

চোৱা ! চোৱা ! নৰমৰ গন্ধৰ্ব্ব কিন্নৰ
ত্ৰিলোকৰ জীৱমানে চোৱা চকু মেলি
ক্ষত্ৰিয় প্ৰধান মহা ধনুৰ্দ্ধৰ
কৃষ্ণ সখি অৰ্জ্জুনৰ বীৰত্ব কিমান।

ভগৱতী :

চোৱা ! চোৱা ! হৰ হৰি
চোৱা ! চোৱা ! দিকপালগণ
ভগৱতীৰ বৰ পুত্ৰ তাম্ৰধ্বজে
কি অদ্ভুত ৰণ কৰে
বিশ্বজয়ী অৰ্জ্জুনৰ সতে।

কৃষ্ণ :

ধনঞ্জয় !
কৰা পৰাজয় শত্ৰুক ৰণত।
কৃষ্ণৰ সখি তুমি।
সেই নাম উজ্জলোৱা ত্ৰিলোক বিয়াপী।

ভগৱতী :

ভগৱতীৰ বৰপুত্ৰ
তাম্ৰধ্বজ কুমাৰ।
মাতৃশক্তি আছে তোমাৰ
বুকুৰ মাজত।
নকৰি সংশয়
কৰা পৰাজয়—
কৃষ্ণৰ সখি অৰ্জ্জুনক।

তাম্ৰধ্বজ :

( অৰ্জ্জুনৰ প্ৰতি ) আহা বীৰ !
পূৰ্ণ তেজ লৈ দুয়োজনে
কৰোঁ ৰণ আনন্দ মনেৰে।
( যুদ্ধ কৰোঁতে কৰোঁতে কাতৰ হৈ )
আই —
নোৱাৰিম আৰু তোমাৰ
ৰাখিব গৌৰৱ।
হ'ল হায় ! মাতৃশক্তি পৰাজিত আজি।
দুৰ্ম্মদ অৰ্জ্জুন—দুৰ্ব্বাৰ ৰণত।
শক্তিহীন দেহা মোৰ, থৰ থৰ কঁপে প্ৰাণ
শেষ হ'ল সকলো ভৰসা।

ভগৱতী :

নহয়, নহয় !
মাতৃৰ সন্তান- বলীয়ান মাতৃৰ বলেৰে।
কোনে জিকে সমৰত তাক ?
যুদ্ধ কৰা, যদ্ধ কৰা—বিপুল উৎসাহে।

কৃষ্ণ :

ধনঞ্জয় ! সখি !
ৰাখা তুমি বিশ্বজুৰি কীৰ্ত্তি অভিনৱ।
মাতৃশক্তি কৰা নাশ।

অৰ্জ্জুন :

কুমাৰ ! ধৰা অস্ত্ৰ
ৰণত নকৰোঁ ক্ষমা।

তাম্ৰধ্বজ :

ৰণ, ৰণ,
আদৰৰ ৰণ !
ৰণ ক্ষত্ৰিয়ৰ চিৰ আকাঙ্ক্ষাৰ
কোনে বিচাৰিছে ক্ষমা ?

যথা শক্তি কৰি যাম ৰণ।

( যুদ্ধ কৰি কৰি দুয়োজনৰে প্ৰস্থান। লাহে লাহে ভগৱতী আৰু শ্ৰীকৃষ্ণ দুয়োকাষে আঁতৰি যায় )

ঐক্যতান বাদন

( তৰোৱালত ভৰ দি দি ৰক্তাক্ত শৰীৰেৰে ইন্দুমতীৰ প্ৰৱেশ )

ইন্দুমতী :

ইন্দুমতীৰ আজি সকলো শেষ। সাধ্যানুসাৰে স্বামীৰ কাৰ্য্য সম্পন্ন কৰি সুখৰ সংসাৰৰপৰা তাইৰ আজি বিদায় লবৰ হ'ল। তাম্ৰধ্বজ! প্ৰিয়তম! সখি! মৰণৰ শেষ মুহূৰ্ত্তত এবাৰ দেখা দি যোৱা।

( শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

কৃষ্ণ :

বালক! মাতিছা? এই যে—মই আহিছোঁ।

ইন্দুমতী :

কোন? ইন্দুমতীৰ সখা?

কৃষ্ণ :

হয়। ইন্দুমতীৰো সখা—তাৰ বাহিৰে অনন্ত বিশ্বজগতৰো সখা।

ইন্দুমতী :

নহয়, নহয় তেওঁকতো মই মতা নাই।

কৃষ্ণ :

সি তেনেহলে নিজে ইচ্ছা কৰি আহিছেনে বালক?

ইন্দুমতী :

হয়। তেওঁতো নিজে ইচ্ছা কৰিয়েই আহে।

কৃষ্ণ :

সেই বুলি জানো সি যাৰে তাৰে ওচৰলৈ আহে?

ইন্দুমতী :

মোৰ বিবেচনাত তেওঁ তেনেদৰেই আহে। নহলে মোৰ ওচৰলৈ আহিব কিয়?

কৃষ্ণ :

তুমি জানো 'যেনে তেনে শ্ৰেণী'ৰ বালক?

ইন্দুমতী :

সেই কথা মই নাজানোঁ। মোৰ মতে কিন্তু মই 'যেনে তেনে শ্ৰেণী'ৰেই।

কৃষ্ণ :

তেনেকৈ তুমি নকৈ ক'ব কোনে? বিজুলী বৰ ৰূপৱতী। সেইকাৰণে, ক'লা মেঘৰ বুকুত সদায় লুকাই থাকে। নিজক সহজে প্ৰকাশ কৰিব নোখোজে।

ইন্দুমতী :

তোমাৰ যেনে স্বভাব, তেনে সকলোকে ভাবা।

কৃষ্ণ :

মোৰ স্বভাৱ কি?

ইন্দুমতী :

ছল, চাতুৰি।

কৃষ্ণ :

এইবাৰ হুঁচৰালা বালক। মোৰ স্বভাৱ যদি ছল-চাতুৰিময় তেনেহলে সেই স্বভাৱ জানো জগতৰ নহয়? তুমি জানো চাতুৰি নাজানা?

বালিকাৰ সলনি যে তুমি বালকৰ বেশ লৈছা, ইয়াৰ নাম কি ইন্দুমতী? তুমি কুমাৰ তাম্ৰধ্বজৰ লগত এই মৃত্যুৰ শেষ মুহূৰ্ত্ত পৰ্য্যন্ত যিটো খেল খেলিছা, ইয়াৰ নাম কি ইন্দুমতী?

ইন্দুমতী :

ছল!

কৃষ্ণ :

তেনেহলে কেৱল মোকেই দোষী কৰা কিয়? জগত যি গুণ-বিশিষ্ট, মইও সেই গুণ-বিশিষ্ট।

ইন্দুমতী :

দোষ তেনেহলে কাৰ হবি? ব্ৰহ্মাণ্ডখন কি হবি? এইখন তোমাৰেই প্ৰতিচ্ছবি নহয় নে? তুমি যি ভাৱাপন্ন ব্ৰহ্মাণ্ডখনো সেই ভাৱাপন্ন নহয় নে কৃষ্ণ? বিশ্বত তোমাৰ বাহিৰে আন কি আছে বিশ্ব-স্বামী?

কৃষ্ণ :

নহয় ইন্দুমতী, আৰু এজন আছে।

ইন্দুমতী :

নাই। আন কোনো নাই হৰি।

কৃষ্ণ :

কিয় ইন্দুমতী,....ইন্দুমতীৰ মন চোৰ।

ইন্দুমতী :

সিও দেখোঁ তুমিয়েই কৃষ্ণ।

কৃষ্ণ :

সিও যদি মই, তেনেহলে তোমাক মোক নালাগে তেওঁক লাগে কিয়? মোক নামাতা তেওঁক মাতা কিয়?

ইন্দুমতী :

তোমাক মাতা নাই, তেওঁক মাতিছোঁ। সেয়া দেখোন তোমাৰ প্ৰীতিৰ বাবেই? তোমাক নালাগে, তেওঁক লাগে—সিও দেখোন তোমাৰ তুষ্টিৰ কাৰণেই? তুমি কৈছা, তোমাৰ শ্ৰীমুখে কৈছে, নাৰীয়ে যদি স্বামীৰ বৰ্ত্তমানত ঈশ্বৰ পূজা কৰে, ঈশ্বৰক ভাবে, ঈশ্বৰৰ ধ্যান কৰে তেনেহলে সেই নাৰী ঈশ্বৰত অবিশ্বাসিনী হয়। তোমাৰ সেই আজ্ঞা পালন নোহোৱাৰ ভয়তে, শুখি! তোমাক নামাতি মই তেওঁক মাতিছোঁ।

কৃষ্ণ :

সেইবাবেই মই তোমাৰ ওচৰত বন্ধন লৈছোঁ। সেইবাবেই মই অযাচিতভাৱে তোমাৰ ওচৰলৈ আহিছোঁ। মোক উপেক্ষা কৰি তুমি তোমাৰ স্বামীক আদৰ কৰি তেওঁক উচ্চ সিংহাসনত বহুৱাইছা। এইবাবে মই তোমাক পুৰস্কাৰ দিম।

ইন্দুমতী :

ইন্দুমতীৰ সকলো শেষ! এতিয়া পুৰস্কাৰ লোৱাৰ সময় ক'ত সখি?

কৃষ্ণ :

ইহকালৰ বাবে নহলেই বা, পৰকালৰ নিমিত্তেই নো নোলোৱা কিয়?

ইন্দুমতী ঃ

প্ৰাণময় ! ইহকালতেই পুৰস্কাৰ লোৱাৰ বৰ হেঁপাহ আছিল ।

কৃষ্ণ ঃ

বাৰু কোৱা তোমাক কি লাগে ?

ইন্দুমতী ঃ

তুমিতো সকলো জানা ।

কৃষ্ণ ঃ

তোমাৰ আকাঙ্ক্ষা পূৰ্ণ হ'ব ।

ইন্দুমতী ঃ

কৰিলা কি ভগৱান ! মোৰ দেখোন এতিয়া মৃত্যুকাল ?

কৃষ্ণ ঃ

হওক । তথাপি মোৰ গোপীভাৱাপন্ন ভক্তা ইন্দুমতীৰ আকাঙ্ক্ষা পূৰ্ণ হ'ব ।

ইন্দুমতী ঃ

কীৰ্ত্তিময় ! এফালে তোমাৰ কীৰ্ত্তি-কল্পলতা শ্ৰীমতী হ'ব আনফালে দেখোন অভিনৱ কীৰ্ত্তিৰ উজ্জ্বল জ্যোতি কলুষিত হ'ব ?

কৃষ্ণ ঃ

ভয় কি সুন্দৰী ! নিয়তিৰ লিপি খণ্ডন নহয় । নিয়তিৰ লিপিও অখণ্ডনীয় থাকিব আৰু তোমাৰ বাসনাও পূৰ্ণ হ'ব । এতিয়া মই যাওঁ, যথাসময়ত আকৌ দেখা হ'ব ।

ইন্দুমতী ঃ

নিদানৰ ধন ! নিদানত তোমাৰ শ্ৰীচৰণ দেখা পালোঁ । কিন্তু হৰি !

কৃষ্ণ ঃ

ভয় কি সুন্দৰী ? তোমাৰ বাসনা পূৰ্ণ হ'ব । সতীৰ মৃত্যুকালত পতি-সন্মিলন লাভ নিশ্চয় ঘটিব । সৌৱা কুমাৰ তাম্ৰধ্বজ বিভ্ৰান্তভাৱে এইফালে আহিব ধৰিছে । মই এতিয়া যাওঁ, ইন্দুমতী ।

ইন্দুমতী ঃ

ক'ত তেওঁ ? কোনফালে তেওঁ ? তেনেহলে ছলনাময়ৰ ছলনানেকি ? আৰুতো থিয় দি থাকিব নোৱাৰোঁ । বহোঁ । ( বহে ) বহি তেওঁলৈ বাট চাই থাকোঁ । আহা হা ! মায়া সাগৰত কি মোহন ঢ'উবিলাক । এটাৰ পাছত এটা উঠি ক্ৰমে কোন অদৃশ্য সাগৰত মিলি যাব ধৰিছে ! ঢ'উবিলাকৰ মাজেদি আহা....। কি মোহন মূৰ্ত্তি সেইটো উঠি আহিব ধৰিছে । আহা ...! এয়ে এই যে সেই মূৰ্ত্তি, এয়ে সেই মূৰ্ত্তি, এই মূৰ্ত্তিৰ ফালে চাইয়েই ইন্দুমতী পাগলিনী হৈছে, কুল-মান পাহৰিছে, দুৰ্ব্বলা ৰমণী হৈও হাতত অসি তুলি লৈছে, শত শত পাণ্ডৱ ৰথীক বিনাশ কৰিছে । শেষত ৰণক্ষেত্ৰত হেজাৰ-বিজাৰ মৰাশৰ মাজত বহি মৃত্যুক অপেক্ষা কৰি আছে ।

( দূৰত তাম্ৰধ্বজৰ প্ৰৱেশ )

তাম্ৰধ্বজ :

ধনঞ্জয় জগৎজয়ী। এই নামৰ গৌৰৱ আজি লুপ্ত হ'ল। শঙ্কৰী সহায় তাম্ৰধ্বজে কৃষ্ণ-সহায় ধনঞ্জয়ক যদ্ধত জয় কৰিছে। ইয়াতকৈ আনন্দৰ কথা এ.কা নাই। কিন্তু এই সময়ত মোৰ আনন্দত যোগ দিবলৈ মোৰ প্ৰিয় সখি ক'ত? নিস্তব্ধ ৰণ-ক্ষেত্ৰ। কোনো প্ৰাণী নাই। তেনেহলে মোৰ প্ৰিয় বান্ধৱ সমৰশ্ৰান্ত হৈ সোৱা বনৰ ছায়াত অলপ বিশ্ৰাম লভিছে-নেকি? সেইফালেই চাওঁ গৈ। ( কেইখোজ-মান আগুৱাই যাওঁতেই অৱশ হৈ বহি থকা ইন্দুমতীক দেখা পায় )। ইকি! ইকি! ৰক্তাক্ত শৰীৰ, কোন দুৰ্ভাগা এওঁ? ( ইন্দুমতীৰ ওচৰ চাপি যায় )।

ইন্দুমতী

সখা, আহিছানে? চোৱা, চোৱা, তোমাৰ সখাক চোৱা!

তাম্ৰধ্বজ :

ইকি! বালক সখি? ভাই, তোমাৰ এই দশা? পাণ্ডৱ-যুদ্ধৰ এই হে পৰিণাম হ'ল?

ইন্দুমতী :

তুমি কি কৰিবা সখা! মোৰ অদৃষ্ট!

তাম্ৰধ্বজ :

কিয় তুমি মোৰ লগত এই কাল-সমৰলৈ আহিছিলা? হায়! কি কৰিলোঁ মই?

ইন্দুমতী :

কুমাৰ, আক্ষেপ নকৰিবা। মোৰ কাম মই কৰিলোঁ। এইবাৰ সখা, তোমাৰ কাম তুমি কৰা। মৃত্যুই মোক স্পৰ্শ কৰিছে। এতিয়া প্ৰাণ যাব। উঃ বৰ যাতনা! কুমাৰ, কুমাৰ, দয়া কৰি এবাৰ মোক তোমাৰ বুকুৰ ওচৰ চপাই তুলি ধৰিবানে? নহলে মই থিয় দিব নোৱাৰোঁ।

তাম্ৰধ্বজ :

আহা সখা, এয়া মই তোমাক মোৰ বুকুত সুমাই লৈছোঁ। ( তাম্ৰধ্বজে বালকবেশী ইন্দুমতীক সাৱটি বুকুত তুলি লয়। )

ইন্দুমতী :

ধৰিছা? ধৰি থাকা, ধৰি থাকা।·· ····
( আৱেগেৰে ) মৃত্যু! আৰু মোক কি ভয় দেখুৱাবি? এতিয়া মোক লৈ যা।

তাম্ৰধ্বজ :

বালক, বালক! ই কি! ই কি! তোমাৰ গাত ইমান উত্তাপ কিহৰ?

ইন্দুমতী :

উত্তাপ পাইছা' উত্তাপ অনুভৱ কৰিছা? কিন্তু সকলো বৃথা। আৰু এদিন আগতেও যদি এই উত্তাপ অনুভৱ কৰিলাহেঁতেন, তেনেহলে—তেনেহলে····( কান্দে )।

তাম্ৰধ্বজ :

তেনেহলে কি হ'লহেঁতেন সখা! কোৱা,

কোৱা সখা ! কি ক'বলৈ আছে কোৱা। মই শুনিম, তাৰ প্ৰতিকাৰ্য কৰিম।

ইন্দুমতী :

আৰু নোৱাৰা।

তাম্ৰধ্বজ :

পাৰিম সখা। পাৰিম।

ইন্দুমতী :

সময় নাই।

তাম্ৰধ্বজ :

সময় আছে। নিশ্চয় পাৰিম। অসাধ্য হলেও পাৰিম।

ইন্দুমতী :

জগতত কোনেও কেতিয়াও পাৰা নাই কুমাৰ! (সেহাই সেহাই) বাৰু, তেনেহলে লাহে লাহে মোৰ শৰীৰৰ পৰা কাপোৰৰ মেৰবোৰ সোলোকাই পেলাবাচোন!

তাম্ৰধ্বজ

দুখ নাপাবা নে ভাই ?

ইন্দুমতী :

বাৰু থাওক। মই নিজেই খুলিব ধৰিছো ৰ'বা। (লাহে লাহে এটা-দুটাকৈ বীৰ বালকৰ বেশ ত্যাগ কৰে।)

তাম্ৰধ্বজ :

(ক্ৰমে বিস্ময়ান্বিত হয়) ই কি! ই কি! ইন্দুমতী! ইন্দুমতী!

ইন্দুমতী :

চিনি পালা নে যুৱৰাজ ?

তাম্ৰধ্বজ :

হায় অভাগিনী ! কি কৰিলা তুমি !

ইন্দুমতী :

মই মোৰ কাম কৰিছোঁ। তুমি এতিয়া মোৰ ইচ্ছা পূৰ্ণ কৰা। ইন্দুমতীৰ অন্তিম ভিক্ষা তোমাৰ ভালপোৱা। তাই তোমাৰ প্ৰেম-কাঙালিনী, তোমাৰ প্ৰেম-ভিক্ষাৰিণী। এবাৰ কোৱা কুমাৰ, হাঁহি মুখে এবাৰ কোৱা যুৱৰাজ ! মৃত্যুৰ শেষ মুহূৰ্ত্তত এবাৰ কোৱা, ইন্দুমতীক তুমি পত্নীৰূপে ভালপোৱা। কোৱা, কোৱা, পতিপ্ৰেম ভিক্ষাৰিণীৰ অন্তিম বাসনা পূৰ্ণ কৰা।

তাম্ৰধ্বজ :

ইন্দুমতী ! মোৰ ধৰ্ম্ম-পত্নী ইন্দুমতী ! মোৰ কৰ্ম্ম-সঙ্গিনী ইন্দুমতী ! তুমি ইমান উচ্চ, ইমান সুন্দৰ, ইমান পবিত্ৰ। তোমাৰ হৃদয়ত ইমান প্ৰেম, ইমান ভালপোৱা, তাকতো মই জনা নাছিলোঁ। তুমি নন্দন কাননৰ প্ৰস্ফুটিত পাৰিজাত। তুমি বৈজয়ন্তীধামৰ কোহিনুৰ। ইন্দুমতী ! ইন্দুমতী তোমাৰ তুলনা মাত্ৰ তুমি। মই, এই কীটপূৰ্ণ সংসাৰ নৰকৰ বজ্ৰকীট। তোমাৰ আদৰ নুবুজিলোঁ।

ইন্দুমতী :

যন্ত্ৰণা নিদিবা কুমাৰ ! মই তোমাৰ। ইন্দুমতী তাম্ৰধ্বজৰ, তাম্ৰধ্বজ ইন্দুমতীৰ। তাম্ৰধ্বজে ইন্দুমতীক বুকুত ঠাই নিদিলেও, ইন্দুমতী তেওঁৰেই।

তাম্ৰধ্বজ :

অভিমানিনী ! তেনেহলে শুনি যোৱা ! তাম্ৰধ্বজে এই জগতত জনম লভি প্ৰেম নামেৰে যি এবিধ পবিত্ৰ বস্তু চিনি পাইছে, সেই তাকেই আজি মই ইন্দুমতীক দান দিলোঁ। ইন্দুমতী তাম্ৰধ্বজৰ ধৰ্ম্মপত্নী, তেওঁ তাৰ সৰ্ব্বস্ব-ধন।

ইন্দুমতী :

ইন্দুমতী ভাগ্যৱতী ! ইন্দুমতীৰ আৰু কোনো সুখৰ বাকী নাই। নাথ ! স্বামী-গুৰু ! চৰণৰ ধূলি শিৰত দিয়া। মোক ধৰা। ( তাম্ৰধ্বজৰ চৰণৰ ধূলি মূৰত লয় )

তাম্ৰধ্বজ :

( ইন্দুমতীৰ দেহ কোলাত লৈ ) ইন্দুমতী !

ইন্দুমতী :

নাথ !

তাম্ৰধ্বজ :

তুমি যোৱা ?

ইন্দুমতী :

যাওঁ।

তাম্ৰধ্বজ :

ব'লা। মইও তোমাৰ সঙ্গী হওঁ।

ইন্দুমতী :

নাযাবা। প্ৰতিভাৰ মুখখন এবাৰ মনত পেলোৱা। তাই সৰলা বালিকা। তাই যে তোমাৰ........।

তাম্ৰধ্বজ :

ইকি হ'ল ! ইকি হ'ল ! ইন্দুমতী !

ইন্দুমতী :

কি সুন্দৰ ! কি মনোহৰ ! নাথ ! প্ৰাণৰ দেৱতা ! তুমি মোৰ ওচৰত আছানে ?

তাম্ৰধ্বজ :

আছোঁ প্ৰিয়ে। তোমাক মই কোলাত লৈ আছোঁ।

ইন্দুমতী :

নাথ ! প্ৰতিভা সোণৰ প্ৰতিমা। তাইক প্ৰাণ খুলি ভাল পাবা। তেনেহলে যাওঁ। সৌৱা, ক'লা কুলিটিয়ে মাতিছে। আহা ! কেনে মিঠা মাত ! শুনাচোন, স্বামী ! যাওঁ । ( ইন্দুমতীৰ মৃত্যু হয়। )

তাম্ৰধ্বজ :

গ'ল। সকলো গ'ল। ইন্দুমতী ! ইন্দুমতী ! নাই, সকলো নীৰৱ, সকলো নীৰৱ ! কি মধুৰ নিস্তব্ধতা ! কি সুন্দৰ নিৰৱতা ! এই নিৰৱতাময় নিস্তব্ধতাময় শ্মশানত বহি, নীৰৱ নিস্তব্ধ বিগত জীৱন প্ৰাণময়ীৰ মুখখনি প্ৰাণ-ভৰি চাই ল। তাম্ৰধ্বজ ! চা, চা, সোণৰ মুখত কিমান হাঁহি ! চা, চা, প্ৰফুল্ল চকু-যুৰিত কিমান প্ৰেম ! অন্ধ নয়ন ! চা, এনে ৰূপ আগে দেখা নাই। কিমান সাধিছিল, কিমান কান্দিছিল ! প্ৰতিদান একোকে নাপালে। এতিয়া তাইক প্ৰতিদান দি, কান্দ তাম্ৰধ্বজ, কান্দি ল। অশ্ৰু ঢালি সপ্ত-সিন্ধু পূৰ্ণ কৰ।

( যোদ্ধাৰ বেশেৰে সত্যশীলৰ প্ৰৱেশ )

সত্যশীল :

ক'ত কুমাৰ? ক'ত যুৱৰাজ? সমগ্ৰ ৰণ-স্থলী বিচাৰি চালোঁ, ক'তো দেখা নাপালোঁ। তেনেহলে যুৱৰাজ ক'লৈ গ'ল? দূতৰ মুখতো শুনিলোঁ ৰত্নাৱতীলৈও যোৱা নাই। তেনেহলে? (হঠাৎ যুৱৰাজ আৰু ইন্দুমতীক দূৰত দেখা পাই) শৱ-স্তূপৰ ওপৰত এটা মৰা-শৰ মূৰ কোলাত লৈ উদভ্ৰান্ত বেশে সেয়া উপৱিষ্ট কান? (ক্ৰমে ওচৰলৈ গৈ) ই কি। কুমাৰ। কুমাৰ।

তাম্ৰধ্বজ :

কোন তুমি? কোন তুমি, এই ভীষণ ঠাইত?

সত্যশীল :

যুৱৰাজ।
ই কি ভাৱান্তৰ আজি?
চিনিব নোৱাৰা মোক?
পিতৃ-মন্ত্ৰী মই—
যুৱৰাজ।

তাম্ৰধ্বজ :

নহয়—নহয়।
ছল পৰিচয়।
এই মহা-শ্মশানলৈ
আহিব পাৰে নে কোনো নৰ?
কোটি কোটি ছিন্ন মানুহৰ মৃতদেহ
বাগৰে ইয়াত। অসংখ্যাত
ৰাক্ষস, পিশাচ, প্ৰেত দানৱৰ
এই লীলা ভূমি।
দুৰ্ব্বল-হৃদয় নৰে কি সাহেৰে
ইয়াত প্ৰৱেশ কৰে?
অঃ! চিনিছো তোমাক মই।
ৰণ-প্ৰেত তুমি!
ৰণ কৰি সমৰ-স্থলত
যিসকলে অমৰ-ধাম লভে
—জানো, তুমি ভক্ষণ কৰা
শ সিহঁতৰ।

সত্যশীল :

ই কি ভাব, যুৱৰাজ?

তাম্ৰধ্বজ :

বুজা নাই ভাব মোৰ
সেইবাবে, কৰা উপহাস।
চাই লোৱা নিৰ্ম্মম দানৱ,
চাই লোৱা সুস্থিৰ চকুৰে
কি ভীষণ চিত্ৰেৰে অঁকা
এই জগতৰ বুকু।

সত্যশীল :

একো বুজা নাই
কুমাৰ।
কাৰ শ কোলাত লৈ
কৰিছা বিলাপ?

তাম্ৰধ্বজ :

কাৰ শ কোলাত লৈ
কৰিছা বিলাপ?
নাজানা নে কাৰ মৃতদেহ এয়া
হোৱা যদি পিতৃ মন্ত্ৰী মোৰ
হোৱা যদি সঁচা সত্যশীল—
কোৱা, কোৱা, তেনেহলে

স্নেহ ফুলনিত তব
ফুলিছিল নেকি কেতিয়াবা
ইন্দুমতী নামে এটি ফুল ?

সত্যশীল ঃ

অতীতৰ স্মৃতি সেই
সজাগ নকৰা যুৱৰাজ !

তাম্ৰধ্বজ ঃ

অতীতৰ স্মৃতি সেই
মিলি গ'ল বিস্মৃতি সোঁতত।
চোৱাচো কোলাত মোৰ
শোভে কি ৰতন !

সত্যশীল ঃ

আহা !
কোন এই কনক লতিকা ?
সৰ্ব্বদেহ ৰক্তাক্ত।
চাওঁ, চাওঁ, কোন এওঁ (ওচৰলৈ হালি চায়।
ইন্দুমতীক দেখি শোকত অধীৰ হৈ )
ইকি !
ইকি দেখোঁ ?
এয়া দেখো কন্যা মোৰ
ইন্দুমতী আই, ইন্দুমতী !
ইন্দুমতী ! ইন্দুমতী !!
—শুনিছিলো আই তোঁৰ
মৃত্যু হোৱা বুলি।
আছিলি ইমান দিন ক'ত
সমৰ স্থলীত এই
লবলৈ অন্তিম শয়ন ?

তাম্ৰধ্বজ ঃ

কোনে জানিছিল
এনে শেল বিন্ধিব বুকুত ?
প্ৰাণত বেদনা লভি—
মই পাষণ্ডক শাস্তি দিবলৈ
ছদ্মবেশে ৰণ কৰি
বীৰাঙ্গণা তোমাৰ কন্যাই
ৰণ-প্ৰাঙ্গণত আজি কৰিছে শয়ন।
পিতৃ-মন্ত্ৰী ! সুধীবৰ !
তোমাৰ সন্তান-হন্তা মই।
লোৱা তুমি প্ৰতিশোধ মোৰ ওপৰত
প্ৰতিহিংসাৰ পিয়াহ পলোৱা।
খোলা অসি—
দ্বিখণ্ডিত কৰা মোৰ শিৰ !
নসহিবা, নসহিবা
এই শোক জ্বালা।

সত্যশীল ঃ

মিছা এই সন্তাপ যুৱৰাজ !
পাহৰি পেলোৱা দুখ।
যোৱা ৰাজপুৰী লৈ।
মই মোৰ দুহিতাৰ মৃতদেহ
শ্মশানত কৰিম সৎকাৰ !

তাম্ৰধ্বজ ঃ

নিদিওঁ, নিদিওঁ—
তাম্ৰধ্বজৰ অমূল্য ৰতন।
চিৰদিন হৃদয়ত ৰাখি
আদৰেৰে কৰিম যতন।
ইন্দুমতী ! সমৰ সঙ্গিনী মোৰ !

আহা, হৃদয়ত তুলি লওঁ।
এই হৃদয়ও—
ৰ'বা তুমি চিৰদিন মোৰ।
( ইন্দুমতীৰ মৃতদেহ দুহাতেৰে তুলি লৈ স্খলিত খোজেৰে আগবাঢ়ে। )

সত্যশীল :

কুমাৰ! যুৱৰাজ!
অলীক সন্তাপ কিয় কৰা?
শুভতোৱা মন।
ৰাজপুৰীলৈ ব'লা।

তাম্ৰধ্বজ :

পিতৃ-মন্ত্ৰী,
যোৱা তুমি ৰাজপুৰীলৈ।
কোৱাগৈ, নৃপতিক
—মই তেওঁৰ অযোগ্য সন্তান।
নোৱাৰিলোঁ জনকৰ
পূৰাব বাসনা।
আৰু ক'বা বিজ্ঞৱৰ
ৰাজৰাণী জননীক
পাণ্ডৱৰ সমৰত
মৃত্যু হৈছে পুত্ৰৰ তেওঁৰ। ( প্ৰস্থান )

সত্যশীল :

হায় ভগৱান!
শোকৰ ওপৰতেই
আকৌ নতুন বিপদ!
যাওঁ, যাওঁ —নিৰস্ত্ৰ কৰোঁ গৈ
ৰাজকুমাৰক।

( প্ৰস্থান )

( শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

কৃষ্ণ :

নিজে হাহোঁ দেখি নিজ কাম।
কিমান সংগ্ৰাম হ'ল
কিমান মৰণ—
কিমান হুঙ্কাৰ
আৰু কিমান চিৎকাৰ
কোনে দিয়ে তুলনা ইয়াৰ?
পলকতে নিস্তব্ধ সকলো।
কিয় খেলোঁ এই খেলা মই?
জানো। কিম্বা জানিও নাজানো?
উন্মাদিনী লালসাৰ লোল শিখা জ্বলি জগতত।
বহুৱাই নিজকেই মন্ত্ৰী-আসনত
চলিছো নিজেই তাৰ পৰামৰ্শ মানি
নিজেই নিৰ্দিষ্ট কৰা কৰ্ম্মৰ পথত।
আহ্লাদিনী শক্তিয়ে মোৰ
প্ৰীতিভৰা কৰ্ম্মফল বৰ ভাল পায়।
সেইবাবে, ছলনাৰে কৰ্ম্মভূমি সাজি
পঞ্চভূত সমস্ত মিলাই
স্ৰজি জীৱ সজীৱ আকাৰে
তৃপ্ত হয় নিজে—
আৰু মোকো তৃপ্ত কৰে।
এইদৰে চাৰি যুগ
কৰ্ম্ম-মন্ত্ৰ দীক্ষা লৈ
শক্তিৰ সহায় লৈ কৰ্ম্ম-খেলা খেলোঁ।
যাওঁ, পুনু কৰ্ম্ম-পথ ধৰি
অভিনৱ কৰ্ম্মখেলা খেলিম এতিয়া।
সাধ্বী সতী ইন্দুমতীয়ে
পতি প্ৰেম পবিত্ৰ ফুলেৰে
সাদৰে পূজিছে মোক;

আশা তাইৰ কৰিম পূৰণ।
নতুন জীৱন প্ৰদানি সতীক
বাঞ্ছা কল্পতৰু নামৰ মহিমা
ৰাখিম জ্বলাই।
যাওঁ কুঞ্জবনলৈ -
নিভৃতত ধ্যান কৰি
ধৰ্ম্মৰাজক আৱাহন জনাই
দিম অনুমতি—
প্ৰাণ-দান দিবলৈ ইন্দু সুন্দৰীক। (প্ৰস্থান)
ঐক্যতান

**৫ম দৃশ্য**

(ৰাজসভা। শিখিধ্বজ আৰু সৰ্ব্বানন্দৰ প্ৰৱেশ।)

শিখিধ্বজ :

সৰ্ব্বানন্দ, গোৱিন্দই যি কৰে মঙ্গলেই কৰে। মোৰ সৰ্ব্বস্ব মই তেওঁৰ অভয় পদতেই সমৰ্পণ কৰিছোঁ। পাৰ্থৰ ৰণত তেওঁৱেই মোৰ প্ৰাণ কুমাৰৰ ৰক্ষাকৰ্ত্তা।

সৰ্ব্বানন্দ :

ৰক্ষাকৰ্ত্তা ঠিক। কিন্তু মহাৰাজ, যিটো আমি ঠিক বুলি ভাবোঁ সেইটোৱেই হয় গৈ—বেঠিক।

শিখিধ্বজ :

তেওঁ মঙ্গলময়, গতিকে যি কৰে সেয়েই মঙ্গল।

সৰ্ব্বানন্দ :

স্থূলভাৱে এই কথা সঁচা। কিন্তু মহাৰাজ, শেষ পৰ্য্যন্ত যেন এই বিশ্বাস অটুট থাকে।

শিখিধ্বজ :

তুমি যাৰ সখা, তোমাৰ যাৰ ওপৰত কৃপা তাৰ বিশ্বাস কেতিয়াও নলৰে।

সৰ্ব্বানন্দ :

ভাল মহাৰাজ, মইও সেইটোকে বিচাৰোঁ।

শিখিধ্বজ :

সখা, এই মহাযুদ্ধত প্ৰকৃততে কুমাৰৰ জয় হোৱা নাই। জয় হৈছে ভক্ত-পালক শ্ৰীহৰিৰ। সোৱা মন্ত্ৰীবৰ আহিব ধৰিছে। (মন্ত্ৰী সত্যশীল অহাব ফালে চাই) আহা, আহা, অমাত্য প্ৰধান! আমি তোমাকে অপেক্ষা কৰি আছো। (বৈ)—কোৱা সচিব,
বিজয়ৰ প্ৰতিদ্বন্দ্বী
বংশৰ গৌৰৱ মোৰ
তাম্ৰধ্বজ কুমাৰৰ কুশল বাতৰি?

সত্যশীল :

হৰি যাৰ বন্ধ আছে প্ৰেম-বন্ধনত
তাৰ কিয় অমঙ্গল হ'ব মহাৰাজ?
যুৱৰাজে বিপুল প্ৰতাপে
পৰিতুষ্ট কৰি হুয়ো, কৃষ্ণ-অৰ্জ্জুনক
অপূৰ্ব্ব যশস্যা-শ্ৰী লৈ
ৰাজপদ বন্দনাৰ হেতু
এতিয়াই উপস্থিত হ'বহি ইয়াত।

শিখিধ্বজ :

আনন্দিত হলো মন্ত্ৰীবৰ!

সত্যশীল :

লোকপাল,

আৰু এটি আনন্দৰ
আছে সু-সংবাদ।
এই সত্যশীলৰ স্নেহ-উদ্যানত
যি এটি কুসুম ফুলি
আমোদিত কৰি দশোদিশ
আনন্দিত কৰিছিল তাক,
—আচম্বিতে অন্তৰ্দ্ধান দেখি যাৰ
বৃদ্ধ বয়সত মই
হইছিলোঁ শোক-ম্ৰিয়মান
সেই মোৰ প্ৰাণৰ নন্দিনী ইন্দুমতী
শ্ৰীহৰিৰ করুণাত
পুনৰ জীৱিতা আজি।

শিখিধ্বজ :

কেনেকৈ ? কেনেকৈ ?

সত্যশীল :

ছদ্মৱেশে ৰণ কৰি সমৰ-স্থলীত
প্ৰাণ ত্যাগ কৰাৰ পিছতো
কৃপাময় শ্ৰীকৃষ্ণৰ আদেশত
মৃত্যুপতি যমৰাজে
নিজে আহি, মৃত বালিকাক মোৰ
সঞ্জীৱিতা কৰিলে পুনৰ।

শিখিধ্বজ :

অসম্ভৱ যেন লাগে।

সৰ্ব্বানন্দ :

বোলো মহাৰাজ, বুজিও নুবুজা ?
শ্ৰীহৰিৰ ইচ্ছাত সকলো সম্ভৱ
তাক তুমি নাজানানে ?

শিখিধ্বজ :

সম্ভৱ, সকলো সম্ভৱ।
তথাপি পাহৰি যাওঁ সখা,
মায়া-মোহ বিজড়িত মন
নোৱাৰে ৰাখিব থিৰে
শ্ৰীহৰিত অটল বিশ্বাস।
হৰি ! হৰি !.......
কত দিন আৰু ভ্ৰান্তিৰে ৰাখিবা আগুৰি ?

সত্যশীল :

কমলা-বিলাসী শ্ৰীহৰিৰ
কৃপা লাভ অচিৰতে পাবা।

শিখিধ্বজ :

সখা,
কোনে বুজে শ্ৰীহৰিৰ খেলা ?

সত্যশীল :

অত্যাশ্চৰ্য্য শ্ৰীহৰিৰ দয়া।
মুহূৰ্ত্ততে যিবিলাক দেখিলোঁ চকুৰে
সপোনৰ খেলা যেন লাগে
চমকতে মায়াকুঞ্জ কৰিলে স্ৰজন
পলকতে মৃতা-সুতা ইন্দুমতীক
কৰিলে জীৱিতা—
মুহূৰ্ত্ততে কুমাৰক কৰি সমৰ্পন
অপূৰ্ব্ব আনন্দ দিলে বৃদ্ধৰ প্ৰাণত।
মহাৰাজ, দয়াময় শ্ৰীহৰিৰ
করুণাৰ খেলাবোৰ দেখি
হ'ল মোৰ সাৰ্থক জীৱন।

শিখিধ্বজ :

বৰ ভাগ্যৱান তুমি মন্ত্ৰীবৰ !
কোন জনমত মোৰ
তেনে ভাগ্য হ'ব ?

সত্যশীল :

মহাৰাজ,
শ্ৰীকৃষ্ণৰ আদেশত
মোহন কুঞ্জত
তাম্ৰধ্বজ কুমাৰৰ সৈতে
ইন্দুমতীৰ শুভ-পৰিণয়
হ'ব সম্পাদন।
তাৰ পাছে যুৱৰাজে
ৰত্নাৱতী নগৰত কৰিব প্ৰৱেশ।

শিখিধ্বজ :

জয়, জয়,
দয়াময় শ্ৰীহৰিৰ জয়।
শিখিধ্বজৰ আজি কিমান আনন্দ।
সপ্ত-সিন্ধুতো সেই আনন্দ নধৰে।
যোৱা মন্ত্ৰীবৰ,
নগৰপালৰ দ্বাৰা ৰত্নাৱতী নগৰত
ঘোষণা প্ৰচাৰ কৰি দিয়া
হৰি সেৱক শিখিধ্বজ আজি কল্পতৰু।
যাৰ যি আৱশ্যক, সি
ৰাজ ভঁৰালৰ পৰা
তাকে লৈ যাওক।
যোৱা, যোৱা, মন্ত্ৰী !
শিখিধ্বজৰ আজি মহা আনন্দৰ দিন
সপ্তৰত্ন ভাণ্ডাৰৰ অধ্যক্ষসকলক
কৈ দিয়া—তেওঁলোকে যেন
অবিশ্ৰান্তভাৱে—
ধন-ৰত্ন প্ৰাৰ্থীসকলক
ধন-ৰত্ন দান কৰে। ধন-সোণ
মিষ্টান্ন, অন্ন, বস্ত্ৰ
নগৰবাসীসকলৰ ঘৰে ঘৰে
বিলোৱাৰ ব্যৱস্থা কৰা।
অমৰ-বিজয়ী অৰ্জ্জুনৰ
সমকক্ষ যোদ্ধা --
ৰাজপুত্ৰ তাম্ৰধ্বজৰ
সম্বৰ্দ্ধনাৰ বাবে
ৰাজপথ সুশোভিত কৰাৰ আদেশ
দিয়া গৈ।

সত্যশীল :

যথা আজ্ঞা মহীপাল। ( প্ৰস্থান )

শিখিধ্বজ :

( সৰ্ব্বানন্দৰ প্ৰতি ) সখা,
হৰিৰ খেলা কোনে বুজে ?

সৰ্ব্বানন্দ :

যাক বুজায়, তেওঁৱে বুজে।
তুমিও বুজা।

শিখিধ্বজ :

আৰু তুমি ?

সৰ্ব্বানন্দ :

মই পিতাৰ ওচৰ নাচাপোঁ।
আইৰ চৰণকে সাৰ কৰিছোঁ ?

শিখিধ্বজ :

আই আৰু পিতাতো একেই।

সৰ্ব্বানন্দ :

আই হৈছে চিধা।
কিন্তু, পিতা অলপ বেঁকা।

শিখিধ্বজ :

নহয় সখা, তেওঁতো বেঁকা নহয়।
তেওঁ দয়াময়।

সৰ্ব্বানন্দ :

কি ক'লা? বেঁকা নহয়?
বাৰু, অচিৰতে পাবা তাঁৰ পৰিচয়।
(এনেতে অদূৰত ব্ৰাহ্মণৰ ছদ্মবেশেৰে আহি কৃষ্ণ আৰু অৰ্জ্জুন উপস্থিত হয়।)

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ : (দূৰৰ পৰাই)

ধন্য, ধন্য মহাৰাজ!
ধন্য, ধন্য ৰাজপুৰী
ধন্য, ধন্য ৰাজসভা!
জয় হওক, জয় হওক মহীপাল।
জয় হওক, জয় হওক ৰাজৰ্ষি ৰাজন।

শিখিধ্বজ :

(শ্ৰীকৃষ্ণ আহি থকাৰ সময়তে সৰ্ব্বানন্দক সোধে) সখা, সখা, তেজঃ পুঞ্জ কলেৱৰ দীপ্ত দিৱাকৰৰ নিচিনা-সুজন ব্ৰাহ্মণ এইফালে আহি আছে নহয়নে?

সৰ্ব্বানন্দ :

হয় মহাৰাজ, হয়। আহিছে।
ব্ৰাহ্মণ ...। সাৱধান হ'বা, সাৱধান হ'বা।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

আহা, কি সুন্দৰ সভা!
এই সভাৰ প্ৰত্যেক ঠাইতে
হৰি ভক্ত মহাৰাজৰ হৰি ভক্তিৰ
বিমল চিত্ৰ আঁকা আছে।
এই মৰ্ত্ত্যলোকত—মহাৰাজ শিখিধ্বজৰ দৰে
পৰম বৈষ্ণৱ—অতি দানী মহীপাল
আৰু কোনো নাই। ধন্য, ধন্য মহীপাল!

শিখিধ্বজ : (আগুৱাই গৈ)

আহক, আহক।
বিপ্ৰ পদ-স্পৰ্শ পাই
ক্ষীণ-পুণ্য শিখিধ্বজৰ লগতে
শিখিধ্বজৰ ৰাজসভাখনো
আজি পৰম পবিত্ৰ হ'ল।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

এনে বিনয়, এনে নম্ৰতা
এনে ব্ৰাহ্মণ ভক্তি—
হৰি প্ৰিয়, ৰাজৰ্ষি শিখিধ্বজৰেই
শোভা পায়।
মহাৰাজ, আপোনাৰ অভ্যৰ্থনাত
অতিকে সন্তুষ্ট হৈছোঁ আমি।

শিখিধ্বজ :

ভূদেৱসকল! এই কৰ্ম্মভূমিত
কৰ্ম্ম-শ্ৰান্ত ক্ষীণ কৰ্ম্মী মই
ব্ৰাহ্মণৰ যথাযোগ্য অভ্যৰ্থনা
এক্কোকে নাজানো।

নিজগুণে আপোনা দুজনে
অভাজনক কৃতাৰ্থ কৰক।
(ব্ৰাহ্মণবেশী কৃষ্ণ আৰু অৰ্জ্জুন দুয়োকে প্ৰণাম যাচিব খোজে)

ব্ৰাহ্মণবেশী অৰ্জ্জুন :
(বাধা দি পিচুৱাই গৈ) মহাৰাজ, মোক প্ৰণাম নকৰিব। মই প্ৰতিজ্ঞা কৰিছোঁ, এই জীৱনত কাৰো প্ৰণাম গ্ৰহণ নকৰোঁ। প্ৰণাম কৰিব যদি খোজে এই ত্ৰিজগৎ-পূজ্য বৃদ্ধ বিপ্ৰৰ শ্ৰীপদত প্ৰণাম কৰক। এখেতেই মোৰ গুৰুদেৱ ?

শিখিধ্বজ :
যি আজ্ঞা। (শ্ৰীকৃষ্ণৰ চৰণত প্ৰণাম কৰে)

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :
মহাৰাজৰ জয়, শ্ৰী অচলা হওক।

শিখিধ্বজ :
দেৱ, কৃপা কৰি যদি
পুৰী মোৰ পবিত্ৰ কৰিলে
তেনেহলে আপোনাসৱৰ
শুভ আগমনৰ উদ্দেশ্য কি
দয়া কৰি জনাওক এই কিঙ্কৰক।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :
মহাৰাজ,
ৰজা হ'ল ৰাজ্যৰ ঈশ্বৰ।
এতেকতে ৰাজ্যৰ সকলো প্ৰজাৰ
সুখ, দুখ নিৰ্ভৰ কৰে
ৰজাৰ হাতত।

শিখিধ্বজ :
প্ৰভুৰ নিবাস
মোৰ এই ৰত্নাৱতী ৰাজ্যৰেই
অন্তৰ্গতনেকি ?

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :
হয় মহাৰাজ।
ৰত্নাৱতী-পতি বৈষ্ণৱ শিখিধ্বজৰ সৈতে
অভিন্ন যি তেওঁৰ হৃদয়-সাম্ৰাজ্য
মই সেই ৰাজ্যতেই সুখে বাস কৰোঁ।
মই আপোনাৰ প্ৰজা,
এই ভিক্ষাৰী ব্ৰাহ্মণৰ
আপুনিয়ে ৰজা।

শিখিধ্বজ :
গুৰু, ৰজা, প্ৰজা লৌকিক জগতৰ সম্বন্ধ ক্ষণিক
বা অলীক বুলি ক'লেও মিছা নহয়।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :
লৌকিক জগতলৈ যেতিয়া
আমি আহিছোঁ, তেতিয়া—
ক্ষণিকেই হওক নাইবা
অলীকেই হওক—
লৌকিক নিয়মৰ বশৱৰ্ত্তী হৈয়েই
চলিব লাগিব।

শিখিধ্বজ :
অৱশ্যেই সেইকথা
প্ৰণিধান যোগ্য।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :
মহাৰাজ,

ৰাজনীতি, ধৰ্ম্মনীতি
এই সকলো কথাই
আপোনাৰ হৃদিগত।
এই কথা বোধকৰোঁ
আপোনাৰ অবিদিত নাই
যে, বিপন্ন প্ৰজাক
প্ৰাণ দিও ৰক্ষা কৰাটো
সনাতন ৰাজধৰ্ম্মৰ অৱশ্যেই
শ্ৰেষ্ঠ কৰ্ত্তব্য।

শিখিধ্বজ :

গুৰুদেৱ! আপোনাৰ প্ৰসাদত
সেই কৰ্ত্তব্যৰ কথা
সম্পূৰ্ণ নাজানিলেও—
আংশিকভাৱে অৱগত আছোঁ।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

ধন্য মহাৰাজ!
আপোনাৰ নিচিনা
ন্যায়ৱান কৰ্ত্তব্য-মন্ত্ৰত দীক্ষিত
মহীপতিৰেই যথাৰ্থ ভূপতি নাম
সাৰ্থক সফল।
নৰনাথ!
এই দীন ব্ৰাহ্মণ আজি
আপোনাৰ শৰণাগত।
শৰণাগতক ৰক্ষা কৰাটো
যদি সৰ্ব্বশ্ৰেষ্ঠ ৰাজধৰ্ম্ম হয়,
—যদি তাক সৰ্ব্বশ্ৰেষ্ঠ কাম বুলি
বিবেচনা কৰে, তেনেহলে
শৰণাগত, ভয়াতুৰ
এই বৃদ্ধ ব্ৰাহ্মণক
এটা ভীষণ বিপদৰ পৰা
ৰক্ষা কৰক।

শিখিধ্বজ :

আপুনি বিপন্ন? মোৰ ৰাজ্যত প্ৰজা বিপন্ন? শিখিধ্বজ ধিক্ তোক। তোৰ ৰাজপদ ধিক্, তোৰ ৰাজ্যও ধিক্। যি ৰাজ্যত প্ৰজা বিপন্ন সেই ৰাজ্যৰ সিংহাসনত সি কিয়?

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

মহাৰাজ! আত্ম নিন্দা নকৰিবা।
মোৰ বিপদ দৈৱ-বিপদ।
তাৰ বাবে ৰজা দায়ী নহয়।

শিখিধ্বজ :

কিয় নহ'ব প্ৰভু?
ৰাজ্য যেতিয়া ৰজাৰ অধীনত
তেতিয়া সেই ৰাজ্যৰ
দৈৱ, দুৰ্দ্দৈব্য—যি বিপদেই হওক
সেই সকলোবোৰৰ কাৰণে
ৰজাৰ দায়িত্ব আছে।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

সঁচা মহাৰাজ! কিন্তু যিটো দৈৱ, সি অকল দুৰ্দ্দমনীয় এই নহয়, অদম্য। এই ব্ৰহ্মাণ্ডত এনে বীৰ কোনো জন্মা নাই যেয়ে বাহুৰ বলেৰে দৈৱক জয় কৰিব পাৰিছে।

ব্ৰাহ্মণবেশী অৰ্জ্জুন :

ধাৰ্ম্মিক ভূপাল! সময় যায়, আপুনি
সোনকালে আশ্ৰিতজনক
বিপদৰ পৰা উদ্ধাৰ কৰাৰ
যত্ন কৰক।

শিখিধ্বজ :

কওক, কৃপা কৰি কওক
কি বিপদত পতিত আপোনালোক?
শুনামাত্রে তাৰ প্রতিবিধানৰ বাবে
এই দাস প্রস্তুত হ'ব।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

মহাৰাজ! আমাৰ বিপদ বৰ গুৰুতৰ।
এতিয়াও সুস্থভাৱে বিবেচনা কৰি চাওক,
এই বিপদৰ পৰা মোক
উদ্ধাৰ কৰিবলৈ গৈ, হয়তোবা
আপুনি নিজেই বিপন্ন হ'ব।

শিখিধ্বজ :

গুৰুদেৱ, আপোনাৰ শ্ৰীচৰণৰ অনুগ্ৰহত আপোনাক এই বিপদৰ পৰা উদ্ধাৰ কৰিবৰ নিমিত্তে যিমান গুৰুতৰ বিপদেই হওক মই মূৰ পাতি গ্ৰহণ কৰিম।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

তেনেহলে মহাৰাজ সাৱধানে শুনক। এই ভিখাৰী ব্ৰাহ্মণে বিপদ উদ্ধাৰৰ হেতু মহাৰাজৰ পবিত্ৰ দেহৰ অৰ্দ্ধাংশ মাত্ৰ প্ৰাৰ্থনা কৰিছে।

শিখিধ্বজ :

এয়েহে মাত্ৰ? (ভগৱানক স্মৰণ কৰি) হে হৰি। বিপ্ৰবৰ ইয়াৰ কাৰণেই ইমান কুণ্ঠিত! হৰি! হৰি! এই বিষয়ে আৰু মই কি সুস্থ বিবেচনা কৰিম? (ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণৰ প্ৰতি) হে ভূদেৱ, এই মুহূৰ্ত্তে মই প্ৰাৰ্থিত দান দিবলৈ প্ৰস্তুত। কওক, কি উপায়ে সেই দান গ্ৰহণ কৰিব?

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

শুনক মহাৰাজ, কি বাবে মই এই দান প্ৰাৰ্থী হৈছোঁ। মোৰ নাম বিষ্ণুশৰ্মা। মোৰ একেটি মাত্ৰ পুত্ৰ, নাম বিশ্বৰূপ শৰ্মা। আজি মোৰ পুত্ৰৰ শুভ পৰিণয়। কিন্তু মহাৰাজ! মোৰ দুৰ্ভাগ্য ক্ৰমে এই শুভদিনত মোৰ সৰ্ব্বনাশ সংঘটিত হৈছে। প্ৰিয়তম পুত্ৰক বৰ-সজ্জাত সুসজ্জিত কৰি যাত্ৰা কৰিছোঁ, এনেতে বাটতে এক ভীষণ সিংহ আহি মোৰ প্ৰাণাধিক পুত্ৰৰ সম্মুখত উপস্থিত! তাক দেখি, লগৰ আন যাত্ৰীসকল উৰ্দ্ধশ্বাসে পলাই গ'ল। থাকিলো কেৱল মই, মোৰ পুত্ৰ আৰু এই প্ৰাণ-প্ৰিয় শিষ্য। আমি তিনিজন মাত্ৰ সেই ভীষণ-মূৰ্ত্তি সিংহৰ আগত দণ্ডায়মান থাকিলোঁ। পাছত, সেই মৃগৰাজক স্তুতি মিনতি জনাই কলোঁ— "হে অমিত তেজস্বী পশুৰাজ! দৰিদ্ৰ ব্ৰাহ্মণৰ প্ৰতি সদয় হওক। মোৰ এই একমাত্ৰ পুত্ৰৰ জীৱন ভিক্ষা দিয়ক।"—তাৰ উত্তৰত সিংহই ক'লে যদি মোৰ ভোজনৰ নিমিত্তে ৰাজৰ্ষি শিখিধ্বজৰ শৰীৰৰ অৰ্দ্ধাংশ আনি দিব পাৰা তেনেহলে তোমাৰ পুত্ৰক এৰি দিব পাৰোঁ। এনে কঠোৰ কথা শুনি মই মনতে স্থিৰ কৰিলোঁ যে পুত্ৰৰ প্ৰাণ যায় যদি যাওক তথাপি এখন বিশাল ৰাজ্যৰ সৰ্ব্বনাশ কৰিব নোৱাৰোঁ। বিশেষতঃ নিজ পুত্ৰৰ প্ৰাণ ৰক্ষাৰ কাৰণে আনৰ প্ৰাণ সংহাৰ কৰাও মহাপাপ। তাৰ পাছত মহাৰাজ, সেই পশুৰাজক কৰযোৰ কৰি

কলোঁ।—"হে শ্বাপদ ৰাজ, মহাৰাজ শিখিধ্বজৰ দেহাৰ্দ্ধৰ পৰিৱৰ্ত্তে মোৰ সম্পূৰ্ণ দেহকেই ভক্ষণ কৰক। তথাপি আপুনি সন্তুষ্ট হৈ মোৰ পুত্ৰক এৰি দিয়ক।" এই কথাৰ কোনো সন্তোষজনক সমিধান নাপালোঁ। সেই নিৰ্দ্দয় পশু-প্ৰধানে কেৱল ইয়াকে ক'লে যে যদি তোমাৰ পুত্ৰৰ প্ৰাণ ৰক্ষা কৰিব খোজা তেনেহলে, ৰজা শিখিধ্বজৰ শৰীৰৰ অৰ্দ্ধাংশ মোক সোনকালে আনি দিয়া, তিলমানো বিলম্ব নকৰিবা। পশু-ৰাজৰ এই দৃঢ় কথা শুনি মই আৰু বাক্য-ব্যয় কৰিবলৈ সাহ নকৰি আপোনাৰ ওচৰলৈকেই লৰি আহিছোঁ।

শিখিধ্বজ :

বিপ্ৰদেৱ, আপোনাৰ প্ৰস্তাৱত মই কিঞ্চিতো বিচলিত হোৱা নাই। বিপন্ন আশ্ৰিত ব্যক্তি এজনক উদ্ধাৰ কৰিবলৈ যাওঁতে মোৰ প্ৰাণ হানি হলেও ৰত্নাৱতী ৰাজ্যৰ একো হানি নহয়। বৰং ৰত্নাৱতীৰ অক্ষয় কীৰ্ত্তি বিশ্বৰ ইতিহাসত অনন্তকাল স্বৰ্ণাক্ষৰেৰে লিখা থাকিব। এতেকে, হে বিপ্ৰবৰ আজ্ঞা কৰক কি উপায়েৰে মোৰ দেহৰ অৰ্দ্ধাংশ গ্ৰহণ কৰিব।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

হে লোকপাল, সেই পাষাণ হৃদয় পশুৰাজে এই কথাও কৈ দিছে যে ৰাজপত্নী আৰু ৰাজপুত্ৰ দুয়োজনে মিলি কৰতেৰে হাঁহি হাঁহি ৰজাৰ দেহটো কাটি দুইখণ্ড কৰি দিলেহে সি সেই মাংস ভক্ষণ কৰি পৰিতৃপ্ত হ'ব।

শিখিধ্বজ :

ভাল প্ৰভু! সেয়ে হ'ব। আপোনালোকে অনুগ্ৰহ কৰি অলপ অপেক্ষা কৰক। মোৰ প্ৰাণাধিক পুত্ৰই পাণ্ডৱৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিছিল। যুদ্ধ সমাপনৰ পিছত এতিয়া অতি শীঘ্ৰে আহি ইয়াত উপস্থিত হ'বহি বুলি মই সংবাদ পাইছোঁ।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

ভাল কথা মহাৰাজ, আপুনি অলপ তৎপৰ হৈ আপোনাৰ অন্যান্য প্ৰয়োজনীয় কাৰ্য্যাৱলী সম্পন্ন কৰি লওক। আমি অলপ অপেক্ষা কৰিম।

শিখিধ্বজ :

আৰু মোৰ প্ৰয়োজনীয় কাৰ্য্য একো বাকী নাই। মাত্ৰ মোৰ পত্নী আৰু পুত্ৰ আহি উপস্থিত হলেই আপোনাসৱৰ অভিপ্ৰেত কাম আৰম্ভ হ'ব। পুত্ৰ আহি পাবই। পত্নীক অন্তেষপুৰৰ পৰা মইয়ে লৈ আহোঁ গৈ। ( যাব খোজে। এনেতে ৰাণী কুমুদ্বতী নিজে সোমাই আহে। )

কুমুদ্বতী :

নালাগে, নালাগে যাব নাথ!
পতিৰ বিপদ, পত্নীয়ে নিজেই বুজিছে।
( ব্ৰাহ্মণবেশী কৃষ্ণ আৰু অৰ্জ্জুনৰ ফালে চাই )
কোন বিপ্ৰ তুমি!
ইমান নিৰ্দ্দয় কাম কৰি
অৱলাক পতিহীনা কৰিব খুজিছা?

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

( ৰজা শিখিধ্বজৰ ফালে চাই )
—মহাৰাজ!

শিখিধ্বজ :

ক্ষমা কৰা দেৱ !
কোমল হৃদয়ানাৰী
প্ৰথম আৱেগ সেয়ে ইমান প্ৰৱল !
অচিৰতে আৱেগৰ প্ৰৱলতা গ'লে
ইষ্টকাম হ'ব সমাপন।
( ৰাণীৰ প্ৰতি ) কুমুদ্বতী ! মহিষী !
কিয় প্ৰিয়তমা, এনে ভাব ?
জ্ঞানৱতী তুমি সতী
কিয় তেন্তে জ্ঞানৰ অভাৱ ?

কুমুদ্বতী :

স্বামীন ! প্ৰাণেশ্বৰ !
পতি-অমঙ্গল শেল বাজিল প্ৰাণত
এনে কাৰ্য্য দেখি শুনি
সতীয়ে পাৰে নে নাথ থাকিব সজ্ঞান ?

শিখিধ্বজ :

অমঙ্গল ক'ত সতী
পতিৰ তোমাৰ ?
মঙ্গল-আধাৰ হৰি, করুণা-আধাৰ !
নিজ চৰণত ৰাখি সেৱকক
ৰক্ষাৰ কাৰণে—হয়তো বা
ছলনাৰে প্ৰাণ লব খুজিছে হৰিয়ে।

কুমুদ্বতী :

তোমাৰ শ্ৰীকৃষ্ণ ক'ত নাথ ? শ্ৰীমধুসূদন ?
তোমাৰ একান্ত সাধনাৰ ধন !
ক'ত সেই শান্ত, স্নিগ্ধ, সুকৃষ্ণ বৰণ
সুমোহন পীতাম্বৰ, বনমালা সুচাৰু কণ্ঠত ?
মধুৰ মুকলী ক'ত সুঠাম হাতত
গোপিনীৰ প্ৰাণ জিনা সুৰধ্বনি তুলি ?
জগত ভুলোৱা মৃদু হাঁহি অধৰত লৈ
ক'ত সেই যদুনাথ ?
তাৰ সলনি দেখোন সমুখত মোৰ
দেখা পাইছোঁ ব্ৰাহ্মণ দুজন।
কিহৰ ছলনা এই ?

শিখিধ্বজ :

ছলনা বঞ্চনা একো নাই প্ৰিয়তমা !
বিপ্ৰ আৰু মাধৱত নাই কোনো ভেদ।
যেয়ে বিপ্ৰ, সেয়ে শ্ৰীহৰি।
ভ্ৰান্ত তুমি নহ'বা সুন্দৰী !
উচ্চভাব ধৰা সতী হৃদি-কমলত।
দেখিবা তেতিয়া—
পশু-পক্ষী, নৰ হৰি,
কাৰো একো নাই ভেদাভেদ।

কুমুদ্বতী :

বুজো নাথ ! জানো স্বামী ! তথাপিতো
দুৰ্ব্বল হৃদয়ে বুজিও নুবুজে, জানিও নাজানে।

বাহ্মণবেশী অৰ্জ্জুন :

মহাৰাজ, অধিক সময় নষ্ট কৰা সঙ্গত নহয়। ব্ৰহ্মাণ-পুত্ৰ অকলে ৰক্ত-পিপাসু সিংহৰ মুখত পৰি আছে। আপুনি জ্ঞানী, সদ্বিবেচক, উচিত বিবেচনা কৰি কাৰ্য্য কৰক।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

হয় নৰেশ্বৰ ! দাৰুণ উৎকণ্ঠা আৰু উদ্বিগ্নতাত

মোৰ অন্তৰ বৰ আকুল। যেতিয়ালৈকে শোণিত লোলুপ পশুৰাজৰ কৱলৰ পৰা পুত্ৰৰ উদ্ধাৰ নহয় তেতিয়ালৈকে মোৰ মনত শান্তি নাই।

সৰ্ব্বানন্দ :

অশান্তিৰ চিহ্ন দেখোন একো দেখা নাই? ক'লা ক'লা বৰণ, মিঠা, মিঠা, চকুৰ চাৱনি— তুমি আকৌ কোৱা মনত শান্তি নাই বুলি?

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

( সৰ্ব্বানন্দৰ উদ্দেশ্যে ) ঠাকুৰ, বাহিৰৰ ৰূপটোতহে তেনে দেখিছে! অন্তৰৰ দৃশ্যটো কেনে আপুনি দেখিছেনে?

সৰ্ব্বানন্দ :

দেখিছোঁ তো ঠাকুৰ। অন্তৰত তোমাৰ কেৱল লোকক জব্দ কৰাৰ বুদ্ধি।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

( কৃত্ৰিম খঙেৰে ) ব্ৰাহ্মণ হৈও আপুনি ইমান দুৰ্ম্মুখ! মোক আপুনি দুৰ্জ্জন বুলি ভাবেনেকি?

সৰ্ব্বানন্দ :

খং নকৰিব ঠাকুৰ! আপুনি দুৰ্জ্জন নে সুজন মোৰ চৈধ্য পুৰুষেও জন্মে জন্মে বুজিব নোৱাৰে।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

আপুনি সঁচাকৈয়ে পগলা। মনে মনে থাকক। বুজিছে ঠাকুৰ, কৰ্ত্তব্য কৰ্ম্মত বাধা নিদিব।

সৰ্ব্বানন্দ :

বেচ, বেচ—কাম সমাধা কৰক। মই এই মুখ বন্ধ কৰিলোঁ!

ব্ৰাহ্মণবেশী অৰ্জ্জুন :

কি মহাৰাজ! নিমাত নীৰৱ হৈ থাকিল দেখোন?

শিখিধ্বজ :

দেৱ! পত্নী আহিছে। পুত্ৰৰ বাবেহে অপেক্ষা কৰিছোঁ।

( অলপ পিছতে কুমাৰ তাম্ৰধ্বজৰ প্ৰবেশ। )

সৰ্ব্বানন্দ :

কুমাৰ আহিল, কুমাৰ আহিল।

শিখিধ্বজ :

কুমাৰ তাম্ৰধ্বজ, আহা আহা বোপা! আহা মোৰ প্ৰিয় পুত্ৰ, প্ৰাণাধিক ধন! শ্ৰীকৃষ্ণৰ ৰক্ষিত পাণ্ডৱৰ ৰণত জয়লাভ কৰি, গৌৰৱ-মণ্ডিত প্ৰশংসাৰ হাৰ পৰিধান কৰি তুমি মোৰ মুখ উজ্জ্বল কৰিছা। একেদৰে, বোপা অতি শীঘ্ৰে আৰু এটি অপৰিশোধ্য পিতৃ-ঋণ পৰিশোধ কৰি ভগৱান শ্ৰীকৃষ্ণৰ আশ্ৰয় লভি তোমাৰ এই পিতৃৰ ওচৰত আৰু বিশ্ব-জগতৰ সমুখত যশস্বী হোৱা।

তাম্ৰধ্বজ :

আজ্ঞা কৰক, সন্তান হিচাপে এই জগতত কি কাৰ্য্য কৰিলে সৰ্ব্বদেৱময় মোৰ পিতৃ আপুনি পৰিতৃপ্ত হ'ব?

কুমুদ্বতী :

ক্ষান্ত হোৱা অবোধ পুত্ৰ মোৰ! প্ৰতিজ্ঞাবদ্ধ নহ'বা। সেই কাৰ্য্য তেনেই অসাধ্য—সম্পূৰ্ণ কঠোৰ। নোৱাৰিবা, সমাপন কৰিব নোৱাৰিবা— বোপা নোৱাৰিবা।

তাম্ৰধ্বজ :

নোৱাৰিম আই? তেনেহলে কিয় তুমি এই অযোগ্য সন্তানক গৰ্ভত ঠাই দিছিলা? কিয় তেন্তে তুমি নিজে সিংহিনী হৈ শৃগালৰ দৰে আচৰণ কৰিবলৈ মোক প্ৰৰোচিত কৰিছা?

কুমুদ্বতী :

তাম্ৰধ্বজ, প্ৰাণাধিক পুত্ৰ মোৰ, ক বাচা নতুন কীৰ্ত্তি জগতত স্থাপন কৰিব পাৰিবিনে? পাৰিবি নে নিজৰ হাতেৰে নিজ পিতৃৰ মুস্তক ছেদন কৰিব? ক বোপা, পাৰিবিনে ক!

তাম্ৰধ্বজ :

নিজ হাতেৰে নিজ জনকৰ মুস্তক ছেদন? ই কেনে কথা আই? ই কি ভীষণ কথা! কি কাৰণে অৱত্তীৰ্ণ হৈছে এই কথা?

কুমুদ্বতী :

পুত্ৰ! এই সংসাৰত যিজন তোমাৰ সৰ্ব্বশ্ৰেষ্ঠ গুৰু, এই বিশ্বধামত যিজন মোৰো সৰ্ব্বশ্ৰেষ্ঠ আৰাধ্য দেৱতা, তোমাৰ পিতৃ, তেৱেঁই উত্থাপন কৰিছে এই প্ৰশ্ন, বোপা!

তাম্ৰধ্বজ :

পৰম পিতাৰ পূৰ্ণ-মূৰ্ত্তি স্বৰূপ যিজন—মোৰ পিতা; তেওঁৰেই নে এই আদেশ আই?

কুমুদ্বতী :

হয় বোপা! এই বজ্ৰ, এই শক্তিশেল আদেশ তোমাৰ পিতৃৰেই আদেশ।

তাম্ৰধ্বজ :

কৰ্ত্তব্য! তোৰ অধঃপাত হওক।

শিখিধ্বজ :

নক'বা, নক'বা মোৰ হৃদয়ৰ ধন!
পাহৰি পেলোৱা তুমি পিতাৰ চেনেহ
পাহৰি পেলোৱা তুমি মাতাৰ মমতা
পত্নী প্ৰেমো হোৱা বিস্মৰণ।
কিন্তু বোপা, কদাপিও পাহৰি নাযাবা
কৰণীয় কৰ্ত্তব্য তোমাৰ।
কৰ্ত্তব্য পালন—ক্ষত্ৰিয়ৰ প্ৰধান ধৰম।
কৰ্ত্তব্য বিশ্বৰ প্ৰাণ
অমূল্য ৰতন।
কৰ্ত্তব্য কৰিলে হেলা
অসন্তুষ্ট হয় ভগৱান।

তাম্ৰধ্বজ :

যাৰ অনুগ্ৰহত
জগতত লভিছোঁ জনম
তেনেজন জনকৰ
শিৰচ্ছেদ কৰা কাৰ্য্য যদি
কৰ্ত্তব্য পালন, তেনেহলে
তেনেকুৱা কৰ্ত্তব্যৰ
শিৰ ছিন্ন হওক—
শত বজ্ৰ পৰি।

শিখিধ্বজ :

শান্ত কৰা মন

প্ৰাণৰ নন্দন।
চোৱা, সৌৱা
সমুখত বিপন্ন ব্ৰাহ্মণ!
ৰক্ষা কৰা বিপ্ৰৰ সন্তান
ৰক্ষা কৰা পিতৃক তোমাৰ
এই সুমহান কৰ্ত্তব্যৰ পৰা।

তাম্ৰধ্বজ :

কি বিপদ ব্ৰাহ্মণৰ পিতা?

শিখিধ্বজ :

পাৰিবা কৰিব জানো
ব্ৰাহ্মণৰ বিপদ মোচন?
বিপদৰ ৰূপ ধৰি
দৈৱই দেখা দিছে আহি।
নিজ পুত্ৰ পৰিণয় হেতু
সুসজ্জিত কৰি যাত্ৰী দল
যাত্ৰা কৰিছিল বিপ্ৰই,
অৰ্দ্ধেক বাটতে
ভীষণ কেশৰী এটি আহি
উপস্থিত হ'ল সমুখত।
নানাবিধ স্তুতি-নতি কৰাৰ পাছত
ব্ৰহ্মণক ক'লে সিংহৰাজে,
"শিখিধ্বজ নৃপতিৰ অৰ্দ্ধদেহ কাটি
পাৰা যদি আনি দিব মোক
তেতিয়াহে বিনিময়ৰূপে
পাবা তুমি পুত্ৰৰ জীৱন।"
ক'লে আৰু পশুৰাজে—
"ৰাজপুত্ৰ, ৰাজপত্নী দুয়োজনে
একেলগে, কৰতেৰে
নৃপতিৰ শিৰচ্ছেদ কৰি
দিয়ে যদি শৰীৰৰ অৰ্দ্ধঅংশ আনি
তেতিয়াহে ভোজনত মই
ভোজনত পৰিতৃপ্ত হ'ম।"
সেইবাবেই আতুৰত পৰি
হে মোৰ প্ৰাণৰ সন্তান,
আহিছে বিপন্ন বিপ্ৰ
মোৰ ওচৰলৈ।

তাম্ৰধ্বজ :

পিতা আপোনাৰ শ্ৰীচৰণ চুই
কৰোঁ অঙ্গীকাৰ—
সংগ্ৰামত বধি সেই পশুৰ জীৱন
উদ্ধাৰ কৰিম মই
ব্ৰাহ্মণ পুত্ৰক।

ব্ৰাহ্মণবেশী অৰ্জ্জুন :

বাগাড়ম্বৰ এৰা যুৱৰাজ!
ইবোৰ অসাৰ কথা
শেলৰ নিচিনা মোৰ
বিন্ধিছে কাণত।
তুমি তো নিচেই তুচ্ছ নৰ,
তোমাৰ শক্তিৰ সীমা কি?
দেৱতা-বিজয়ী ৰাৱণ গ'ল
শুম্ভ, নিশুম্ভ গ'ল
বৃত্ৰাসুৰ গ'ল—
কোনোৱেই নাই।
যিসকল অতীতৰ দেৱতা-বিজয়ী
বিপুল শক্তিশালী বীৰ আছিল
সেই সকলোবিলাকেই গৈছে।
তেওঁলোকৰ তুলনাত
তুমি আৰু কি?

তাম্ৰধ্বজ :

বাৰণ, কুম্ভকৰ্ণ, বলী, বৃত্ৰ
কাৰো নাম শুনিব নোখোজো মই।
নিজৰ কৰ্ত্তব্য—নিজে সম্পন্ন কৰিম
—এই মাত্ৰ বুজি পাওঁ।

শিখিধ্বজ :

নক'বা অলীক কথা বোপা,
দৈৱক জয় কেতিয়াও কোনোজনে
কদাপি কৰিব পৰা নাই।

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

আৰু হ'ব বিলম্ব কিমান?

শিখিধ্বজ :

প্ৰভু! অলপ সময় ৰ'ব।
স্থিৰ-চিত্তে ইষ্ট-মন্ত্ৰ
জপ কৰি লওঁ (হাতযোৰ কৰি চকু মুদি
কিছুপৰ মন্ত্ৰ জপ কৰে)
হ'ল কৰ্ম্ম সমাপন হৰিৰ ইচ্ছাত।
আহিছিল শিখিধ্বজ
হৰি-কাৰ্য্য সাধনৰ হেতু,
কৰিছিল অঙ্গীকাৰ হৰি সাক্ষী কৰি
কৈছিল সংসাৰত
হৰি নাম একমাত্ৰ সাৰ।
সেই অঙ্গীকাৰ, ভাঙিল এতিয়া মোৰ।
মায়াময় সংসাৰৰ মায়া প্ৰভাৱত
সি পাহৰি পেলালে সেই কথা।
কি হ'ব এতিয়া?
দেহ এৰি এতিয়াই প্ৰাণ যাব তোৰ।
সম্মুখত থিয় হৈ দুৰন্ত মৃত্যুই সৌৱা
বাৰে বাৰে আহ্বান কৰিছে তোক।
কি হ'ব এতিয়া তোৰ?
পাই ৰাজ্য, সিংহাসন
পাই পত্নী, পুত্ৰ, ধন
মায়াৰ মোহন সাগৰত
সাঁতুৰিছ আনন্দ মনেৰে।
কি হ'ব এতিয়া তোৰ?
বিলাসৰ বিভ্ৰমত পৰি
প্ৰাণ খুলি এদিনো নললি
শ্ৰীহৰিৰ সুধামৃত নাম।
কোন পতি, কোন পত্নী, কোন পুত্ৰধন
কোন মিত্ৰ, কোন গুৰুজন?
মই কোন?
মই বুলি কাক কওঁ নিজে?
মই হ'ই কোন মোৰ প্ৰাণত সোমাল?
মই বুলি কাক মই কওঁ দিনে-ৰাতি?
মোকেই নাজানো যদি মই
কাক তেন্তে চিনো বুলি কওঁ সংসাৰত?
সকলো অচিনা মোৰ অচিনা দেশত
অচিনা ভাবৰ সোঁতে আনিছে উটাই।
নুবুজো একোকে হায়!
কেনে এই খেলা?
ধৰ্ম্ম, কৰ্ম্ম, সকলোটি মোৰ
আজি হ'ল ইয়াতেই শেষ।
হৰি নাম ল মোৰ মন
ল হৰি নাম অবিৰাম।

তাম্ৰধ্বজ :

(মাতত ক্ৰন্দনৰ আভাসেৰে)
পিতা! পিতা! পিতা! পিতা····!

শিখিধ্বজ :

বোপা ! কান্দা কিয় তুমি ?
উচ্চ কাৰ্য্য সাধনৰ বাবে
পিতৃয়ে তোমাৰ ত্যজিব জীৱন ।
যেনে উচ্চ কাৰ্য্য সম্পন্নৰ বাবে
দধিচীয়ে কৰিছিল আত্মবলিদান,
যাৰ কথা লিখা আছে স্বৰ্ণাক্ষৰে
বিশ্বজগতত
তেনে কাৰ্য্যতেই আজি
যাব মোৰো প্ৰাণ ।
মই নিজেও সাৰ্থক হ'ম
তুমিও সাৰ্থক হ'বা ।
পিতৃ-গৌৰৱত তোমাৰো বাঢ়িব খ্যাতি ।
বোপা ! ধৰা অস্ত্ৰ প্ৰফুল্লিত মনে ।
মাতা-পুত্ৰ দুয়ো মিলি
কৰা মোৰ শিৰচ্ছেদ
ব্ৰাহ্মণৰ হিতৰ কাৰণে ।

কুমুদ্বতী :

নাথ মহাৰাজ ( অশ্ৰু বৰ্ষণ ) ।

শিখিধ্বজ :

ছিঃ ছিঃ ৰাণী ।
উদাৰ হৃদয়া তুমি ।
উচ্চ কাৰ্য্য সাধনৰ বাবে
কিমান দিন যে তুমি
দিছা মোক সৎ উপদেশ !
সীতা-বনবাস কথা
কত দিন শুনাইছা তুমি ।
তেনেহলে, গুণৱতী
কিয় আজি বিপৰীত ভাব ?
সামান্যা নাৰীৰ দৰে
কিয় আজি হোৱা তুমি
শোকত অধীৰ ?
এক মনে, এক ধ্যানে
ঈশ্বৰত লোৱা মাত্ৰ একান্ত শৰণ ।
তেৱেঁই তোমাক দিব শক্তি
সকলো পৰিস্থিতি সহ্য কৰি
কৰ্ত্তব্য অকৰ্ত্তব্য
নিৰ্ণয় কৰাৰ ।
মই ৰজা, তুমি ৰাণী
আমাৰ প্ৰথম কৰ্ত্তব্য জানো—
আশ্ৰিতক আশ্ৰয় দিয়াটো নহয় ?
প্ৰাণ বিসৰ্জ্জন দিও
প্ৰতিজন প্ৰজাকেই
বিপদৰ পৰা—ৰক্ষা কৰাটো নহয় ?

কুমুদ্বতী :

মহাৰাজ ! ( কান্দে )

ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ :

বিলম্ব নকৰিব মহাৰাজ !
আপোনালোক অন্তেষপুৰলৈ যাওক ।
স্নান কৰি, নিজ ইষ্টদেৱতাৰ মন্দিৰত
প্ৰণাম জনাই মোৰ বিপদ উদ্ধাৰ হেতু
অভিপ্ৰেত মতে—
আপোনাৰ শৰীৰৰ অৰ্দ্ধাংশ
আমাৰ হাতত প্ৰদান কৰাওক
মই আৰু মোৰ শিষ্য দুয়ো

ৰাজসভাৰ বাহিৰতে অপেক্ষা কৰিম।
(ব্ৰাহ্মণবেশী অৰ্জ্জুনৰ প্ৰতি) আহা,
আমি যাওঁ।
(ব্ৰাহ্মণবেশী শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰস্থান।)

সৰ্ব্বানন্দ :

পৰম প্ৰভুৰ যি ইচ্ছা সেয়েই হ'ব।
(ৰজা শিখিধ্বজ, ৰাণী কুমুদ্বতী আৰু যুৱৰাজ তাম্ৰধ্বজ প্ৰতি)– মহাৰাজ, মহাৰাণী, কুমাৰ আমি আটায়েই যাওঁ আহক! বিপ্ৰবৰৰ কথামতেই কাম কৰোঁগৈ। নহলে যে আপোনাৰ ৰাজকৰ্ত্তব্যত ব্যাঘাত জন্মিব!

শিখিধ্বজ :

সেয়ে হওক সখা,
সেয়ে হওক।
ব'লা ৰাণী, ব'লা তাম্ৰধ্বজ–
মোৰ অবিহনে
মাতৃৰ উপদেশ মানি
মোৰ এই সুহৃদ সখা
আৰু মন্ত্ৰীবৰ সত্যশীলৰ সৈতে
পৰামৰ্শ কৰি আনন্দেৰে পালিবা প্ৰজাক
অৰিকুল ধ্বংস কৰি
জননী জন্মভূমি স্বৰ্গাদপি গৰিয়সী
স্বদেশৰ ভৱিষ্যত অনন্ত কালৰ বাবে
ৰাখিবা সংশয় মুক্ত কৰি।
নকৰিবা দুখ, বিলাপৰ নাই প্ৰয়োজন।
সমুখত উপস্থিত কৰ্ত্তব্য
অবিলম্বে অৱশ্যেই কৰোঁ গৈ পালন।
(এজন-দুজনকৈ ৰজাৰ প্ৰস্থানৰ লগে লগে আনসকলেও প্ৰস্থান কৰে।)

(কিছু সময় করুণ সুৰৰ ধ্বনি এটি বাজি থাকে। তাৰ পাছত বিধৱাৰ সাজেৰে ৰাণী কুমুদ্বতী আৰু শোক-সন্তপ্ত ভাবেৰে যুৱৰাজ তাম্ৰধ্বজ, মন্ত্ৰী সত্যশীল আৰু সৰ্ব্বানন্দৰ প্ৰৱেশ। তেওঁ-লোকে তেজেৰে ৰাঙলী ৰজা শিখিধ্বজৰ দেহাটো কাপোৰেৰে মেৰাই লৈ আহে।)

কুমুদ্বতী :

মোৰ প্ৰভু নাৰায়ণ।
মোৰ স্বামীৰ আৰাধ্য ঈশ্বৰ তুমি,
সেইকাৰণেই আমাৰো উপাস্য তুমি
মই আৰু মোৰ পুত্ৰ দুয়ো
তোমাৰে সেৱক।
তথাপিও, হেৰা দয়াময়!
নকৰিলা আমাক করুণা কিয়?
কি কাৰণে বঞ্চিত কৰিলা মোক
অকালতে স্বামীৰ আশ্ৰয়ৰ পৰা?
অবোধ পুত্ৰই মোৰ অবাবতে হেৰুৱালে
কিয়—পিতৃ স্নেহ!
(ইতিমধ্যে সত্যশীল আৰু সৰ্ব্বানন্দই কাপোৰেৰে মেৰাই অনা শিখিধ্বজৰ ৰক্তাক্ত দেহাটো মাটিত শুৱাই থয় আৰু তাৰ ওপৰত ফুল আদি ছতিয়াই দিয়ে। ৰাণী কুমুদ্বতীয়ে উচুপি উচুপি তাৰ কাষত ধূপ-ধূনা, চাকি আদি জ্বলায়। চাকি জ্বলাই থকাৰ সময়তে তাম্ৰধ্বজে কয়)—

তাম্ৰধ্বজ :

আই, পৰম বৈষ্ণৱ
পিতাৰ ইচ্ছা অনুসাৰেই

আয়োজন কৰা হ'ল
ভেখেতৰ দেহাৰ অৰ্দ্ধাংশ—
বিপ্ৰৰ উদ্ধাৰ হেতু
পশুৰাজ সিংহক দিয়াৰ উদ্দেশ্যে।
এতিয়া মাথোন,
বিনা বাক্য ব্যয়ে
বিপ্ৰ দুজনক মাতি আনি
অৰ্পণ কৰা হওক—খণ্ডিত দেহা।

কুমুদ্বতী :

(হুকহুকাই কান্দে)

সৰ্ব্বানন্দ :

যুৱৰাজ! ৰোৱা তোমালোক।
মইয়ে চাই মাতি আনো
ক'ত আছে সেই বিপ্ৰদ্বয়।

(যাবলৈ আগবাঢ়ে। এনেতে প্ৰকৃত সাজেৰে শ্ৰীকৃষ্ণ, অৰ্জ্জুন, মহাদেৱ আৰু ভগৱতী নিজ নিজ পাৰিষদ কেজনমান সহ সদলবলে সোমাই আহে।)

সকলোৱে সমস্বৰে :

জয়, পৰম ভক্ত বৈষ্ণৱ
ৰজা শিখিধ্বজৰ জয়!
জয় ৰাণী কুমুদ্বতীৰ জয়!
জয় যুৱৰাজ তাম্ৰধ্বজৰ জয়!

(দেৱ-দেৱীসকল সোমাই অহাত সৰ্ব্বানন্দ পিছুৱাই যায়। মন্ত্ৰী সত্যশীল, যুৱৰাজ তাম্ৰধ্বজ আৰু ৰাণী কুমুদ্বতীয়ে আচৰিত হৈ সকলোৱে ফালে চায়।)

কুমুদ্বতী :

কোন? কোন আপোনালোক?

সৰ্ব্বানন্দ :

(শ্ৰীকৃষ্ণৰ ফালে চাই) প্ৰভু নাৰায়ণ! দেৱাদি দেৱ পশুপতি মহাদেৱ! আই ভগৱতী!
(কোৱাৰ লগে লগে প্ৰত্যেকলৈ চায়।)

তাম্ৰধ্বজ :

(হাতযোৰ কৰি) প্ৰভু কৃষ্ণ, আই ভগৱতী, পিতা মঙ্গলময় শিৱ!....(অৰ্জ্জুনৰ ফালে চাই) বীৰ ধনঞ্জয়!

কুমুদ্বতী :

ই কি খেলা প্ৰভু আপোনালোকৰ?

শ্ৰীকৃষ্ণ :

(হাঁহি) মহাৰাণী কুমুদ্বতী,
ভালকৈ চাই লোৱাচোন
চিনিছা নে মোক?

কুমুদ্বতী :

জানিছোঁ, জানিছোঁ প্ৰভু
তুমি পতিত পাৱন নাৰায়ণ!

শ্ৰীকৃষ্ণ :

আৰু কোন বাৰু?
ভালদৰে ভাবি চোৱাচোন।

কুমুদ্বতী :

(কিছু পৰ একেথৰে শ্ৰীকৃষ্ণৰ ফালে চাই থাকি)
প্ৰভু....! বুজিছোঁ বুজিছোঁ।
দ্বিজবৰ! তুমিয়েই সেই দ্বিজবৰ।
মোৰ স্বামীৰ দেহাৰ অৰ্দ্ধাংশ বিচাৰি

তুমিয়েই আহিছিলা ব্ৰাহ্মণ বেশেৰে।
আৰু আহিছিল তোমাৰেই শিষ্যৰূপী
( অৰ্জ্জুনৰ ফালে চাই ) এই ধনঞ্জয়!
কিয় প্ৰভু! কিয় প্ৰভু এনুৱা ছলনা?

অৰ্জ্জুন :

ছলনা নহয় মহাৰাণী!
এয়া আছিল তোমাৰ স্বামীৰ
তোমাৰ নিজৰ, আৰু
তোমালোক দুজনৰ—
গুণৱান বীৰ সন্তান
যুৱৰাজ তাম্ৰধ্বজৰ—
ভক্তি, ঈশ্বৰ বিশ্বাস,
প্ৰজাৰ হক শাসন স্বৰূপে
কৰ্ত্তব্য পালনৰ বাবে থকা
মানসিক দৃঢ়তা আদিৰ।
মোৰ যুঁজৰ সাৰথি হৈও
বান্ধৱ কৃষ্ণই মোক
অনুগ্ৰহ নকৰিলে –
আৰু মোৰ পৰাজয় হ'ল
বীৰ-বন্ধু তাম্ৰধ্বজৰ হাতত।
তেতিয়াই বুজি পালো মই—
ৰজা শিখিধ্বজ আৰু যুৱৰাজ
তাম্ৰধ্বজে অচলা ভক্তিৰে
নিশ্চয় জয় কৰি থৈছে হৃদয়
যদুনন্দন যাদৱ কৃষ্ণৰ।
সেইবাবেই যুদ্ধৰ সমাপ্তি শেষত
সখিৰ লগত কৰি আলোচনা
দেৱী ভগৱতী আৰু পশুপতি
শিৱৰ লগত কৰি পৰামৰ্শ
ব্ৰাহ্মণ-বেশেৰে আহি
তোমাৰ স্বামীক আমি
মাগিলো অদ্ভুত দান।
কিন্তু কি আচৰিত!
ঈশ্বৰত একান্ত বিশ্বাসী
ভক্ত ৰাজৰ্ষি শিখিধ্বজ
ভাৰ্য্যা আৰু পুত্ৰই নিজ হাতেৰে কাটি
ৰেপি ৰেপি কৰতেৰে
দেহাৰ অৰ্দ্ধাংশ দান দিব লাগিব জানিও
প্ৰজা-ৰক্ষাৰ বাবে আগুৱাই আহিল
আৰু তোমালোক দুয়োজনে—
মাতৃ আৰু পুত্ৰইও
স্বামী আৰু পিতৃৰ
আজ্ঞা শিৰোধাৰ্য্য কৰি
অন্তৰত চেপি ৰাখি
শোকৰ প্ৰচণ্ড অগ্নি
সমাপন কৰি দিলা কৰ্ত্তব্য সেই।
দেখি, সঁচাকৈয়ে অভিভূত আমি।

শিৱ আৰু ভগৱতী : ( একেলগে )

এনে ত্যাগ, এনে দান
এনে কৰ্ত্তব্য পালনৰ
নিদৰ্শন অদ্যপি জগতত
কোনো দেখা নাই।

শ্ৰীকৃষ্ণ :

মোৰ একান্ত ভক্তক
ছলনাৰে এইদৰে
কঠোৰ পৰীক্ষা কৰি
মই আজি নিজে পৰাজিত।

ভগৱতী :

সেইকাৰণেই, হে দামোদৰ
তোমাৰ আদেশ হলে
ৰাজৰ্ষি শিখিধ্বজক
পুনৰায় জীৱদান দিয়াটোৱে
অতি আনন্দৰ কথা হ'ব।

শ্ৰীকৃষ্ণ :

দেৱাদিদেৱ মহাদেৱৰ
কি অভিপ্ৰায় ?

শিৱ :

তুমি যদি আজ্ঞা দিয়া প্ৰভু
মোৰ শৰীৰৰ ভস্ম ধূলিয়ে
অবিলম্বে সেই কাম
কৰিব সাধন।

শ্ৰীকৃষ্ণ :

তেনেহলে সেয়ে হওক।
শক্তি স্বৰূপা ভগৱতী
আৰু দেৱাদিদেৱ মহাদেৱৰ ইচ্ছাত
ৰজা শিখিধ্বজ পুনৰ জীৱন্ত হওক।

( মহা দেৱে ডম্বৰু বজায়, আকাশৰ পৰা পুষ্প-বৃষ্টি হয় আৰু লাহে লাহে মাটিত পৰি থকা ৰজা শিখিধ্বজৰ মৃত শৰীৰত প্ৰাণ-সঞ্চাৰ হয়। লাহে লাহে ৰজা শিখিধ্বজ উঠি বহে। )

শ্ৰীকৃষ্ণ :

( ৰজা শিখিধ্বজক তুলি ধৰি )
মহাৰাজ শিখিধ্বজ!

শিখিধ্বজ :

( আচৰিত হৈ সকলোৰে ফালে মুখ ঘূৰাই ঘূৰাই চাবলৈ ধৰে। অৱশেষত শ্ৰীকৃষ্ণৰ ওপৰত দৃষ্টি নিবদ্ধ কৰি )
এইটো সপোন নে মোৰ মতিভ্ৰম
প্ৰভু, নোহোৱানে তুমি মোৰ
একান্ত আৰাধ্য ঈশ্বৰ কৃষ্ণ ?
কি ভাবি, কি গুণি হৈছা আহি উপস্থিত।
এয়া মোৰ ৰাজসভাত
এনে আচৰিত পৰিৱেশ কিয় ?

শ্ৰীকৃষ্ণ :

স্মৰণ কৰিলেই সকলো কথাই
পৰিব মনত। মনত পৰিব—
যেনেকৈ ব্ৰাহ্মণ ৰূপেৰে
মই আৰু অৰ্জ্জন—আহিছিলোঁ,
তোমাৰ শৰীৰৰ অৰ্দ্ধ অংশ
দান খুজিছিলোঁ—ছদ্মবেশ ধৰি
ছলনাৰে……… …।

শিখিধ্বজ :

মনত পৰিছে। মনত পৰিছে।
( অলপ বৈ ) মোৰ পত্নী আৰু পুত্ৰই জানো
দান সমৰ্পণ কৰা নাই ?
( ৰাণী আৰু তাম্ৰধ্বজলৈ চাই )
ৰাণী ? বোপা, তাম্ৰধ্বজ ?

কুমুদ্বতী আৰু তাম্ৰধ্বজ : ( দুয়ো একেলগে )

আমাৰ কৰ্ত্তব্য স্বামি
অৱশ্যেই কৰিছোঁ পালন।

শ্ৰীকৃষ্ণ :

আমিও সেই দান গ্ৰহণ কৰিছোঁ
মহাৰাজ !
আৰু সেইকাৰণেই,
দানত সন্তুষ্ট হৈ
তোমাৰ পুনৰ জীৱন
আমিয়ে কৰিলোঁ দান।
যাতে তোমাৰ নিচিনা দানী নৃপতিৰ
প্ৰজা-ৰঞ্জক শাসনৰ পৰা
ৰত্নাৱতী কোনোকালে বঞ্চিত নহয়।

ভগৱতী :

যাতে বীৰ যুৱৰাজ তাম্ৰধ্বজক
সমুখত লৈ, সতী ৰাণী কুমুদ্বতীৰ সাহচৰ্য্যত
মহামন্ত্ৰী সত্যশীলৰ পৰামৰ্শ মতে
তুগৰাকী বোৱাৰী—প্ৰতিভা আৰু ইন্দুমতীৰ
সেৱা-শুশ্ৰূষাৰে তুষ্ট হৈ
তুমি যেন ভোগ কৰা—সম্পূৰ্ণ জীৱন।

শিৱ :

ইয়াকেই আমি সকলোৱে
কৰোঁ আশীৰ্ব্বাদ।

সৰ্ব্বানন্দ :

( আগুৱাই আহি ) মই প্ৰভু ?

শ্ৰীকৃষ্ণ : ( হাঁহি )

তুমি ? তুমি থাকিবা সখি ৰূপে
চিৰকাল ৰজাৰ লগতে।
ৰজা আৰু ৰাইজৰ মঙ্গলৰ বাবে
পৰম ব্ৰহ্মাৰ সমীপত
দিনে-ৰাতি প্ৰাৰ্থনা জনাই।

সৰ্ব্বানন্দ : ( মূৰ দোঁৱাই )

সেয়েই পৰম ভাগ্য মোৰ।

শ্ৰীকৃষ্ণ, শিৱ আৰু ভগৱতী : ( একেলগে )

তেনেহলে ইমানতে আমি মাগিলো বিদায়।

অৰ্জ্জুন :

যুৱৰাজ তাম্ৰধ্বজ !
আহা, বিদায়ৰ আগতেই
তোমাৰ লগত কৰি আলিঙ্গন
সু-দৃঢ় কৰি লওঁ—বন্ধুত্ব আমাৰ।
( তাম্ৰধ্বজ আৰু অৰ্জ্জুনে আলিঙ্গন কৰে। )

তাম্ৰধ্বজ :

আমাৰ বন্ধুত্ব হওক
অনন্ত কালৰ।

শ্ৰীকৃষ্ণ :

নিশ্চয় ! নিশ্চয় !
( ৰজা শিখিধ্বজক )
— ব'লা, মহাৰাজ !
নগৰৰ তোৰণ পৰ্য্যন্ত
আমাক আগুৱাই
থৈ নাহা জানো ?

শিখিধ্বজ :

যিবা আজ্ঞা প্ৰভু !
(সৰ্ব্বানন্দ, ৰাণী, তাম্ৰধ্বজ আৰু সত্যশীলৰ প্ৰতি)
ব'লা, অতিথিসকলক আমি
আগুৱাই থৈ আহোঁগৈ।
( আগবাঢ়ে। এজন এজনকৈ সকলোৰে
প্ৰস্থান )।

# বিপ্লৱৰ শেষ

প্ৰথম দৃশ্য

সুসজ্জিত ৰাজসভা

( মন্ত্ৰী, সেনাপতি আৰু পাৰিষদসকলৰ দ্বাৰা
ৰজা বেষ্টিত )

ৰজা :

মন্ত্ৰী, বহুদিন সমাচাৰ
পোৱা নাই অধীনস্থ দুৰন্ত সবৰ,
কিবা প্ৰতিকাৰ তাৰ চলিছে এতিয়া ?

মন্ত্ৰী :

মহাৰাজ !
অতীৱ পাষণ্ড সেই দুৰন্তৰ দল,
সেনাপতি নিজে হ'ল পৰাভূত
সিহঁতৰ দমন চেষ্টাত ।
কি আশ্চৰ্য্য মহাৰাজ !
কিনো শক্তি সিহঁতৰ নোৱাৰো বুজিব ।
ৰাজ্য জনপদ জয়ী আগ্নেয় অস্ত্ৰক
কৰিছে আহ্বান ৰণে নিৰস্ত্ৰ দেহেৰে ।
কত পৰাক্ৰান্ত সৈন্য, সেনাপতি
হ'ল পৰাভূত ইয়াৰ আগত,
এই শক্তি প্ৰতিৰোধে,
এনেকুৱা জন নাই জগতত ।
মহাৰাজ, আজীৱন ৰাজনীতি ঘুঁটি
হলোঁ পৰাভূত ক্ষুদ্ৰ বুদ্ধিৰ আগত ।

ৰজা :

মন্ত্ৰী ! বহুদিন ৰাজকাৰ্য্য কৰি
হ'লা শক্তিহীন তুমি.
আত্ম-বিক্ৰমত নাই ভৰসা তোমাৰ,
সন্দেহৰ ছায়া মাথোঁ দেখা কেউপিনে !
নতুন পৃথিৱী সৃষ্টি কৰিছো হেলাতে,
শাস্তি দিছোঁ অগণন বিদ্ৰোহী সৱক ;
নিৰস্ত্ৰ বিদ্ৰোহী দেখি পাছুৱাম মই ?
তেন্তে কিয় আজীৱন পৰিশ্ৰম কৰি,
কৰিলো নতুন সৃষ্টি এই ?
তোমাৰ মন্ত্ৰণাকেই সাৰোগত কৰি
থাপিছিলো এই ৰক্ত সিংহাসন ;
বিজয়ৰ উচ্চ জয়ধ্বনি
উঠালো কতনা দিন বৈৰীক সংহাৰি ।

সেনাপতি :

এটি নিবেদন মহাৰাজ ।
বিষে যদি প্ৰতিৰোধ নকৰে বিষৰ
অমৃতই নোৱাৰে তাক ।
সেই হেতু—
বিদ্ৰোহেৰে বণ্ডহৰ পৰামৰ্শ মতে,
কৰা যাক বৈৰী নিৰ্য্যাতন ।

সকলোৱে :

উত্তম যুকুতি ।

ৰজা :

উত্তম, উত্তম, সেনাপতি।
বিদ্ৰোহীৰ বঙহৰ, আমাৰ ফলীয়া
আছে যিসকল, তাৰে প্ৰধানজনক,
থিয় কৰা এই দণ্ডে মোৰ সমুখত।
( সেনাপতিৰ ইঙ্গিত মতে সসব্যস্তে প্ৰধানৰ প্ৰৱেশ। প্ৰধানে আঁঠু লৈ ৰজাৰ আগত থিয় হয়। )

সেনাপতি :

মহাৰাজ !
মন্ত্ৰণাত বিচক্ষণ এই বন্ধুবৰ।
সঙ্কটৰ সময়ত,
এৱেঁ মাথোঁ প্ৰধান সাৰথি।

ৰজা : ( প্ৰধানক লক্ষ্য কৰি )

গুণী ! পৰম আত্মীয় তুমি মোৰ ;
তুষ্ট হলোঁ তব প্ৰতি,
আজি ধৰি,
সহকাৰী হ'লা তুমি বন্ধুৰ তোমাৰ।
কৰ্ত্তব্যত ত্ৰুটি যাতে নহয় কদাপি,
মনোৰথ মোৰ যাতে পুৰে সোনকালে,
সেই হেতু কৰিবা যতন।
প্ৰকাশি বিক্ৰম,
বন্দী কৰা অৰাতিৰ মুখ্য কেজনক।
তাতে হ'ব সব সিদ্ধি।.
বুজিলা কৰ্ত্তব্য তেনে !

প্ৰধান :

বিদ্ৰোহীসৱৰ যথোচিত শাস্তিদান।

ৰজা :

উত্তম, উত্তম।
( মন্ত্ৰীৰ ফালে চাই ) ভঁৰালীক কৈ,
দিয়া মুদ্ৰা পাঁচ কোটি এই সুজনক।

( সভা ভঙ্গ )

## দ্বিতীয় দৃশ্য

### ৰাজবাট

বাটৰুৱাসকল : ( গভীৰ ভাবত সুৰ লগাই )

জননী আমাৰ সহিব লাগিছা
পুত্ৰৰ কাৰণে অশেষ ক্লেশ।
অকৃতী সন্তানে দেখিছো আগতে
তোমাৰ এনুৱা দুখৰ বেশ।
( ছৰ্দ্দাৰ আৰু কেইটামান প্ৰহৰীৰ প্ৰৱেশ )

ছৰ্দ্দাৰ :

বন্দী কৰ পাষণ্ডইঁতক।
( দুজন প্ৰহৰীয়ে বন্দীবিলাকক বন্দীশাললৈ লৈ যায়। আন এদল বাটৰুৱাৰ প্ৰৱেশ। )

বাটৰুৱাসকল : ( কৰুণ সুৰেৰে গীত লগাই )

বিভুৰ মূৰতি হইও ৰজাই,
বিহিছে আমাৰ অশেষ ক্লেশ ;
কেতিয়ানো অন্ত হ'ব নো যাতনা,
গুচাম মাতৃৰ মলিন বেশ।

ছদ্দাৰ : ( প্ৰহৰীবিলাকৰফালে চাই )

বন্দী কৰ পাষণ্ডহঁতক।

প্ৰহৰী :

এজনৰো নাই ঠাই ফাটেক ঘৰত।

ছদ্দাৰ :

তেন্তে, বেত্ৰাঘাতে সমুচিত শাস্তি
এই পাষণ্ড দলৰ।
( নিৰ্দ্দয় প্ৰহাৰত কাৰো কাৰো গাৰ পৰা
তেজৰ ধাৰ বয়। এজন সাধুৰ প্ৰৱেশ )

সাধু : ( প্ৰহৰীৰফালে চাই )

প্ৰহৰী, ৰাজ অনুচৰ তোমালোকে,
কিয় কৰা এনেকুৱা অন্যায় আচাৰ ?
ব্যথা পাই জননী দুখত,
সন্তানে বৰ্ণায় কষ্ট আবেগৰ সুৰে,
তাতে তুমি বাধা প্ৰদানিবা
ইনো কোন বিধিৰ বিধান ?

ছদ্দাৰ : ( চকু পকাই )

বেত্ৰাঘাতে সমুচিত শাস্তি এই পাষণ্ডৰো।
( প্ৰহৰীয়ে সাধুক বেত্ৰাঘাত কৰে। )

সাধু :

ৰাজ-ধৰমৰ কিবা অপব্যৱহাৰ !
কিবা দোষে লভো দণ্ড পাৰোনে জানিব ?

ছদ্দাৰ :

দুষ্ট ! ৰজাৰ বিদ্ৰোহী তই।

সাধু :

বিদ্ৰোহ !
কি বিদ্ৰোহ আচৰণ কৰিলো ৰজাৰ !
মাতৃৰ দুখত ব্যথিত সন্তানে
নিজে ব্যথা অনুভৱ কৰি
বৰ্ণাইছে মনোভাৱ করুণ সুৰেৰে,
তাতে জানো লাগিল জগৰ ?
( ছদ্দাৰে নিজে সাধুক প্ৰহাৰ কৰে।
সকলোৰে দিহাদিহি প্ৰস্থান )

## তৃতীয় দৃশ্য

নামঘৰৰ চোতাল।

( চোতালত অসংখ্য নৰনাৰী বহি আছে )

সদানন্দ :

ভ্ৰাতৃসৱ ! আজি বহুদিন ধৰি
সহিছো অশেষ কষ্ট ৰজাৰ হাতত ;
কাৰাবাস মাননাশ,
অনেকৰে ঘটিছে ভাগ্যত ;
দেহৰো আহুতি হ'ল জাতীয় যজ্ঞত।
কিন্তু তথাপিতো,
পশুত্বৰ হোৱা নাই তিলো লৰচৰ—
'নহ'ব কদাপি' নেভাবিবা কেতিয়াও।
আজি হক, কালি হক, দুদিন পাছত
ছিৰি-ফালি বাহিৰৰ পাপ-আৱৰণ,
জ্ঞানী লোকে উদ্ভাসিম পশুৰো হৃদয়।
পশুত্ব উদ্ৰেক হ'ল যি হিয়াত আজি
সেয়ে কালি মনুষ্যত্ব কৰিব বিকাশ ;
সেই হেতু ঘৃণা, হিংসা কৰা পৰিহাৰ,

অনাচাৰী হকে কৰা শাস্তিৰ কামনা ;
প্ৰেমেৰে পশুৰ হিয়া কৰা অধিকাৰ।
কেউফালে বিৰাজক শান্তি সবলতা।
কব পাৰা—দৈহিক শকতি বলে
পৰাজিবা দুৰ্দ্দান্ত ৰিপুকো ;
কিন্তু, নিজে তুমি অসম্পূৰ্ণ জীৱ,
ইচ্ছা-অনিচ্ছাত ঘটাইছা শত শত ভ্ৰম।
তুমি কোন শাস্তিদাতা ? যদিহে বা হোৱা,
কোন সাহে বিভোৰ আগত
প্ৰকাশিবা আত্মকথা ? কোন লাজে
ক্ষমাপ্ৰাথী হ'বা স্বকৃত পাপৰ ?
তাৰে এই সুবৰ্ণ সুযোগ
জীৱনৰ পৰীক্ষাত উপস্থিত আজি ;
এই অৱস্থাত,
আত্মশুদ্ধি হেতু মাথোঁ হোৱা সচেষ্টিত ;
সেয়ে হ'ব সাধনাৰ মূল ! এয়ে লক্ষ্য হলে,
শত্ৰুৰ প্ৰভাৱ কিম্বা ৰজাৰ দণ্ডত,
তিল মাথোঁ পথচ্যুতি নঘটে তোমাৰ ;
বিবেকৰ সূক্ষ্ম বিচাৰত,
সকলোটি বিভীষিকা পৰাস্ত মানিব।

সকলোৱে :

বুজিছো, বুজিছো সঠিক।
জীৱনৰ মহাভ্ৰম দূৰ হ'ল আজি।
অসাধুৱে কৰি থকা পাপৰ আশ্ৰয়,
সেই বুলি সত্যৰ মহিমা,
অনুমাত্ৰ নকমিব।
আজি ধৰি পাপ-হিংসা দিলো বিসৰ্জ্জন।
হাঁহি মুখে বৰি লম দৈন্য নিৰ্য্যাতন।
সত্য-প্ৰেম মহামন্ত্ৰ কৰিলো গ্ৰহণ ;
তাৰ ফলে শুদ্ধ হক পাপীৰো জীৱন।

(সহকাৰী সেনাপতি আৰু অনেক অস্ত্ৰধাৰী সৈনিকৰ প্ৰৱেশ)

সহ-সেনাপতি :

বন্ধুসৱ, ভাবি চোৱা এটিবাৰ
কৰি আছা কিনো মহাভ্ৰম :
ৰজা ঈশ্বৰৰ পাৰ্থিব মূৰতি,
সৱ শাস্ত্ৰে কয়—ইহেন স্থলত,
ৰজাৰ বিৰোধী হোৱা কোন সাহসত ?
আৰু বাৰ ভাবি চোৱা-- অপ্ৰমেয় শক্তি
ৰাজ-চালনাত—তাৰ প্ৰতিৰোধ
কিহেৰে কৰিবা কোৱা--নিৰস্ত্ৰ দেহেৰে ?
নোৱাৰিবা কেতিয়াও—
ই কল্পনা বাতুলতা মাত্ৰ।
এতিয়াও ক্ষমা খোজা কৃত কুকৰ্ম্মৰ।
সৱ দোষ হ'ব মৰিষণ।

সকলোৱে :

সেনাপতি, বাতুল তুমিহে হ'লা।
কৰা বাতুলতা পৰিহাৰ ঘৃণা-হিংসা ত্যাগি
কৰা সত্যক আশ্ৰয়—পাবা প্ৰাণভৰা
তৃপ্তি, পাবা শান্তি-সবলতা।

সদানন্দ :

সেনাপতি, বুদ্ধিমান তুমি ; কিন্তু,
কুকৰ্ম্মত সেই বুদ্ধি হ'ল নিয়োজিত।
সামান্য সম্পদ আশে,
জননীৰ বেশ ধৰি কৰা আকৰ্ষণ,
বাসনা লোলুপ হৈ
পাপক প্ৰশ্ৰয় দিয়া বিনাশি বিবেক,

বিধিৰ বিধান এৰি,
কাঢ়ি নিয়া জন্ম স্বত্ব ভ্ৰাতৃৰ তোমাৰ।
বিসৰ্জ্জন দিয়া এই পাপ,
প্ৰেমৰ ৰাজ্যত কৰা সুখে বিচৰণ।

সহ-সেনাপতি :

( ক্ৰোধান্ধ হৈ )
দেশবাসী বুলি স্বকীয় কৰ্ত্তব্য
কৰিলো পালন কৰিলো অভয় দান—
ৰাজাজ্ঞাৰ অপমান কৰিবলৈ,
তিলেকো সঙ্কোচবোধ নহ'ল মনত ;
নাই এনে শাস্তি এই সংসাৰত
সমুচিত হয় যিয়ে এই প্ৰবৃত্তিৰ।
( কিছুপৰ ৰৈ ) এতিয়াও কৈছো—
যোৱা সৱে ঘৰাঘৰি,
ৰাজভক্ত প্ৰজা হৈ কৰা সুখে বাস !
( সকলোৱে নিৰুত্তৰ )

সহ-সেনাপতি :

কোৱা, কেৱা ততালিকে,
ভাল পোৱা শাস্তি কিবা ৰজাৰ বিদ্ৰোহ।

সদানন্দ :

শান্তিপ্ৰিয় আমি নহওঁ বিদ্ৰোহী
কাৰো ব্যক্তিগতভাৱে ;
পাপৰ বিদ্ৰোহী আমি ;
ৰজা যদি হয় পাপী
প্ৰাণ দিও বাধা দিম তেওঁৰ পথত।

সেনাপতি :

ৰাজাজ্ঞা উপেক্ষা !
নসহে প্ৰাণত আৰু।
( সৈন্যসৱৰ ফালে চাই ) সৈন্যসৱ !
কৰা গুলি বৰিষণ।
( সৈন্যবিলাকৰ গুলি বৰ্ষণ, বহুত মানুহ মৰে আৰু বহুতো আহত হয়, বাকী বিলাকৰ অচল-অটল অৱস্থা )

সহ-সেনাপতি :

( স্বগতঃ ) কি ভীষণ ?
অনুমাত্ৰ নাই লৰচৰ
নিৰস্ত্ৰ দেহেৰে কৰে প্ৰতিৰোধ
আগ্নেয় অস্ত্ৰৰ।
( সৈন্যবিলাকৰ ফালে চাই ) সৈন্যসৱ,
কৰা, কৰা গুলি বৰিষণ,
নহ'বা নিৰাশ।
( পুনৰ গুলি বৰ্ষণ, লোক সমষ্টিৰ অচল-অটল অৱস্থা। দূতৰ প্ৰৱেশ )

দূত :

সেনাপতি। নাই ৰক্ষা আৰু
ৰাজাজ্ঞা অমান্য কৰি বিদ্ৰোহীৰ দল
যায় ৰাজধানী এৰি। ৰজাৰ হুকুম
এই দণ্ডে হ'ব লাগে গতি প্ৰতিৰোধ।

সহ-সেনাপতি : ( ভাবি-চিন্তি )

সৈন্যসৱ !
হোৱা নিজ কৰ্ম্মত তৎপৰ।
ৰজাৰ আদেশ--
যাব লাগে এই দণ্ডে উত্তৰ কোণত।
(‹সেনাপতি আৰু সৈন্যবিলাকৰ প্ৰস্থান।)

### চতুৰ্থ দৃশ্য

### ৰাজসভা

ৰজা :

ধিক্ ! ধিক্ ! শতধিক্ জীৱনত মোৰ।
ভেদি কত পৰ্ব্বত-কন্দৰ,
লঙ্ঘি কত অলঙ্ঘ্য সাগৰ,
ধ্বংস কৰি কত সুন্দৰ নগৰ,
কাঢ়িবলৈ স্বাধীনতা অসংখ্য লোকৰ ;
কৰিলো স্থাপিত এই ৰক্ত সিংহাসন ;
ভুঞ্জিলো অশেষ সুখ ইয়াৰে বলত।
কিন্তু নাই শক্তি আৰু—
নাই শক্তি ৰক্ষা কৰো এই সিংহাসন।
অন্তিম অৱস্থা মোৰ অতি শোচনীয়।
পৰাজয় মোৰ অন্তিম কালত—
সিয়ো নিৰস্ত্ৰ প্ৰজাৰ হাতত।

(ৰজাৰ মূৰ্চ্ছা ; সকলোৱে ধৰাধৰি কৰি ৰজাক সেৱা-শুশ্ৰূষা কৰে। ৰজা চৈতন্য-প্ৰাপ্ত হয়।)

দূত :

মহাৰাজ !
আহিছে কটকী চাৰিজন
ভিন্ ভিন্ প্ৰদেশৰ পৰা।

ৰজা :

এই দণ্ডে লৈ আহ মোৰ সন্মুখত।

(কটকীসকলৰ অ'াঠু লৈ প্ৰৱেশ।)

ৰজা :

কি কৰ্ত্তব্য আছে,
শেষ কৰা ততালিকে।

১ম কটকী :

মহাৰাজ !
ভঙ্গ প্ৰদেশত নাই লোক আৰু।
সকলোৱে কয় নকৰো বসতি
অধৰমী ৰজাৰ তলত।
বিস্তৰ সামন্ত লৈ সহকাৰী নিজ
কৰিছিল সিহঁতৰ গতি প্ৰতিৰোধ ;
ভ্ৰূভঙ্গিয়ে নাই সিহঁতৰ।

২য় কটকী :

মহাৰাজ !
ৰাজকোষ শূন্য পৌণ্ড্ৰ প্ৰদেশৰ।
কৰিছে সঙ্কল্প—
ৰাজকৰ নোশোধায় কেৱে।

৩য় কটকী :

মহাৰাজ !
ৰাজকৰ্ম্মচাৰী যত বৃন্দ প্ৰদেশৰ
মিলিছে বিদ্ৰোহী স'তে ;
বৃন্দ অৰাজক প্ৰায়।

৪ৰ্থ কটকী :

মহাৰাজ !
হাহাকাৰ মিলিছেহি কুৰু প্ৰদেশত।
কেউফালে মহামাৰী, ভীষণ দুৰ্ভিক্ষ,
অন্নাভাব হেতু যত কৰ্ম্মচাৰী
পলাইছে চউদিশে। তাতেই সুযোগ পাই
অসংখ্য সেনানী লৈ মহান্তক ৰজা
কৰিছেহি কুৰু অধিকাৰ।

(ৰজাৰ মূৰ্চ্ছা ; প্ৰায় দুঘণ্টা ধৰি সভাসদ-সকলে ৰজাৰ চৈতন্য উৎপাদনৰ চেষ্টা কৰে।)

ৰজা : ( চৈতন্যপ্ৰাপ্ত হৈ )

মন্ত্ৰী—
পালো দিব্যজ্ঞান আজি
নাই কাম স্বাধীনতা হৰি—
এই দণ্ডে কৰি দিয়া ৰাজাজ্ঞা প্ৰচাৰ
প্ৰজা-ইচ্ছা অনুযায়ী কৰিম শাসন।

( সকলো নিমাত )

মন্ত্ৰী :

এটি কথা মহাৰাজ—

ৰজা :

মুশুনিম কথা আৰু,
বুজিছো সকলো।
নাই কাম স্বাধীনতা হৰি—
ৰাজাজ্ঞা প্ৰচাৰ মাথোঁ। কৰা এই দণ্ডে।

( যৱনিকা পতন। )

---

# শ্ৰীৰামচন্দ্ৰ আৰু তাৰা

ৰাম ঃ

কিষ্কিন্ধ্যা মহিষী
আৰু বেছি তিৰস্কাৰ নকৰিবা মোক,
মই মাথোঁ। কৰ্ত্তব্যহে কৰিছোঁ পালন।
ক্ষত্ৰিয়ৰ যাই ধৰ্ম্ম—
নাশ কৰি উৎপীড়ক দুৰ্দ্দান্ত দুষ্টক
শঙ্কাশূন্য কৰি ধৰিত্ৰীক
শান্তি-সুখ-সুশাসন প্ৰতিষ্ঠা কৰাৰ
কৰ্ত্তব্যৰে দাবী মই কৰিছোঁ পালন।
তুমি তো নিজেই জানা—
অবিৰত যুদ্ধলোভী, শান্তিভঙ্গকাৰী,
ন্যায়-সত্য অপহাৰী
তোমাৰ নিস্ফল স্বামী বালী
কেনে ঘোৰ অপৰাধী
নিজ ভ্ৰাতা সুগ্ৰীৱক যুৱৰাজ পাতি
স্নেহ-প্ৰীতি, শান্তি-সুখ বান্ধোনেৰে মিলিজুলি
হৃদয়ৰঞ্জন কৰি সমগ্ৰ প্ৰজাৰ
সুশাসন কৰাৰ সমানে
নিৰন্তৰ লিপ্ত থাকি গৃহ-কন্দলত,
সুগ্ৰীৱক মাৰি-ধৰি,
স্ত্ৰী, ধন, ন্যায় প্ৰাপ্য ৰাজ্যভাগ কাঢ়ি ৰাখি
খেদিলে দেশৰ পৰা,
বঞ্চিত কৰিলে সুগ্ৰীৱক
পিতৃ-মাতৃ দত্ত জন্মাধিকাৰৰ পৰা—
সেইবাবে,
আপোন ৰাজ্যৰ পৰা অনুজ সুগ্ৰীৱে
প্ৰাণ ৰক্ষা কৰাৰ কাৰণে
পলাই আশ্ৰয় ললে
সুদুৰ্গম দূৰান্তৰ
ঋষ্যশৃঙ্গ গিৰি শিখৰত।

তাৰা ঃ

জানো মই, স্বামী মোৰ উপদ্ৰৱকাৰী উৎপীড়ক
স্বৰ্গ-মৰ্ত্ত্য সুৰাসুৰ সকলোতে
সৃজিছিল অশান্তি দুৰ্ঘোৰ—
সকলোৰে চিন্তিছিল মাৰ।
অহঙ্কাৰস্ফীত হই, সকলোৰে প্ৰমত্ত মাতঙ্গ যেন
ভাৰ্য্যা, পুত্ৰ, ধন-মান বিসৰ্জ্জন কৰি
পৰিতৃপ্ত কৰিছিল কু-প্ৰবৃত্তিবোৰ
—কাঢ়ি লৈ সুগ্ৰীৱৰ ৰাজ্যভাগ পত্নী, সম্পত্তি,
কৰিছিল ৰাজ্যৰ পৰা বহিষ্কাৰ ভাক—
সেইবাবে
স্বামীৰ কাৰণে মোৰ
মৃত্যুৰ বাহিৰে
উপযুক্ত আন শাস্তি
হয়তোবা একোৱে নাছিল।
তথাপিও,
ক্ষত্ৰিয় ৰামক মই পাৰোঁনে সুধিব
কিহৰ ভয়ত ৰাম নৰোত্তমে
বধ কৰে বনৰ বানৰ
কাপুৰুষ গুপ্তঘাতকৰ দৰে

গোপনে লুকাই থাকি বনৰ আঁৰত
এয়া জানো ক্ষত্ৰিয়ৰ উপযুক্ত বীৰত্ব প্ৰকাশ ?
এয়া জানো ক্ষত্ৰিয়ৰ ন্যায় যুদ্ধ-নীতি ?
যদিহে তোমাৰ জন্ম উচ্চ কুল বীৰৰ বংশত
তেনেহলে ৰাম—কিয় তুমি
ল'লা এনে অমাৰ্জিত পথ ?
বীৰবাহু স্বামীয়েঁতো মোৰ
তোমাৰ প্ৰত্যক্ষভাৱে
কৰা নাই একো অপকাৰ।
তেনেহলে বিনা কাৰণতে
তুমি কিয় হ'লা অৰি
কৰিলা দাৰুণ আচৰণ ?

ৰাম :

অন্তেষপুৰ বাসিনী নাৰী তুমি
তোমাক বুজাম কিদৰে মই
ক্ষত্ৰিয়ৰ কৰ্ত্তব্য অকৰ্ত্তব্য কি ?
নাইবা—কৰ্ত্তব্য পালনৰ কোন পথ শ্ৰেয়।
বিবেক বিচাৰে মোৰ
কৰ্ত্তব্য পালনৰ বাবে যি পন্থা সময়োচিত বুলি
কৰিছে নিৰ্দ্দেশ
সেই পন্থা, সজ্ঞান বিচাৰেৰে মই
শুদ্ধ বুলি কৰিছোঁ গ্ৰহণ।
ক্ষত্ৰিয়ৰ জীৱনৰ সৰ্ব্বোত্তম কৰ্ত্তব্য হ'ল
দুষ্টক দমন কৰি জগতৰ শান্তি ৰক্ষা কৰা
তদুপৰি আন এটি কৰ্ত্তব্য
জীৱনৰ বিনিময়েও
আশ্ৰিতৰ প্ৰাণ ৰক্ষা কৰা।
এই দুয়ো কৰ্ত্তব্যকে মই পালন কৰিছোঁ,
—কৰি বালীক নিধন।
তুমি কবা, সন্মুখ-সমৰ মাথোঁ ক্ষত্ৰিয়-বিধান
সেই কথা সত্য মাথো ক্ষত্ৰিয়ৰ বাবে।
বানৰ-নৃপতি বালী ক্ষত্ৰিয় নহয়।
মোৰ বাবে সুগ্ৰীৱ অথবা বালী দুয়োজন
বনৰীয়া পশু।
মই তাৰে এজনৰ প্ৰাণ, মৃগয়াৰ দৰে মাথোঁ
কৰিছোঁ হৰণ।
তথাপিও, তথাপিও যদি
ই কথাত হয় মোৰ পাপৰ সঞ্চয়
তেনেহলে, আশ্ৰিত সুগ্ৰীৱক ৰক্ষা কৰি
ক্ষত্ৰিয়ৰ ধৰ্ম্মৰক্ষা কৰাৰ বিনিময়ে
ফলভোগ কৰিবৰ বাবে
সততেই ৰামচন্দ্ৰ আছোঁ সাজু হৈ।

তাৰা :

স্বামীহাৰা তাৰা মই।
মানসিক এই অৱস্থাত
কুলশ্ৰেষ্ঠ ৰঘুবীৰ ৰাম
তোমাৰ যুক্তিৰ মই কি দিম উত্তৰ ?
উত্তৰ প্ৰত্যুত্তৰ একোৱে নকৰে শান্ত
হৃদয়ৰ তীব্ৰ ক্ষোভ মোৰ।
তথাপি প্ৰাণৰ জ্বালা নিবাৰৰ হেতু
মই আজি তোমাৰ উদ্দেশ্যে
দিলোঁ এই অভিশাপ—
যদিও জিনিবা তুমি লঙ্কা আৰু লভিবা সীতাক
কিন্তু মোৰ এই কথা নহ'ব বিফল যে—
পুনৰ এদিন তুমি স্ব-ইচ্ছাৰেই
সীতা শান্তি সুন্দৰীক কৰিবই লাগিব বৰ্জ্জন।
তুঁহৰ জুইৰ দৰে উমি উমি তোমাৰ প্ৰাণত
জ্বলি ৰব নিদাৰুণ বিৰহৰ সুতীব্ৰ জ্বলন

যি জ্বলনত ছাই হ'ব দহি দহি তোমাৰ অন্তৰ।
অন্তিমত যদিওবা তুমি
পুনৰ্বাৰ সীতাক আদৰি আনি
বহুবাৰ বিচাৰিবা অযোধ্যাৰ
সিংহাসন কৰি সুশোভিত
তথাপি অভিমানত তোমাক উপেক্ষা কৰি
গুচি যাব সীতা
লাভ কৰি বসুমতী মাতৃৰ আশ্ৰয়।
স্বামীৰ বিচ্ছেদে মোক দিছে আজি যি
সহ্যৰ অতীত শোক, সেই একে শোক
ৰাম, নিশ্চয় তুমিও ভুগিবা।

ৰাম :

যদিও নিধন মই কৰিলোঁ বালীক
পৃথিৱীৰ মহাভাৰ লাঘৱৰ হেতু
তথাপিও তোমাৰ অথবা অঙ্গদৰ
কাৰো একো অন্যায় নহয় যাতে
তাৰোবাবে কৰিছোঁ মই ব্যৱস্থা উচিত।
তোমাৰ সমাজ ৰীতি অনুসৰিয়েই
তুমি পাবা সুগ্ৰীৱৰ নিশ্চিন্ত আশ্ৰয়
মুহূৰ্ত্তৰ এই শোক পাহৰিবা কাল অনুক্ৰমে,
সুগ্ৰীৱকে স্বামী ভজি ৰুমা সতিনীৰ সৈতে
সুখেৰে কটাবা কাল বাই-ভনী দৰে।
অঙ্গদেও লভিব নিজৰ স্থান যুৱৰাজ ৰূপে।
এতেকে বালীক বধ কৰাৰ কাৰণে
তোমাৰ নাইবা অঙ্গদৰ
কাৰো একো হোৱা নাই কোনো অপকাৰ।
বৰং, সৃষ্টিৰ বুকুৰ পৰা
অন্তৰ্হিত হৈ এক কাল ধূমকেতু
শান্তি আৰু সুশাসনৰ হৈছে প্ৰতিষ্ঠা
কিষ্কিন্ধ্যাৰ অৰণ্য ৰাজ্যত।
সেইকাৰণেই,
অন্যায় সংহাৰ কৰি ন্যায় স্থাপনৰ
কৰিব পাৰিছোঁ দেখি ক্ষত্ৰিয়-কৰ্ত্তব্য
নিজে হৈছোঁ কৃত্য কৃত্য মই।
বালী বধ কৰাৰ কাৰণে,
মনত ধনিষ্ঠামানো
নাই মোৰ বিবেক-দংশন।
তথাপিও,
তোমাৰেই মানসিক শান্তিৰ কাৰণে
নিদাৰুণ অভিশাপ এই
লৈছোঁ শিৰত তুলি মহামূল্য ভূষণৰ দৰে।
তুমি মাথোঁ সুখী হোৱা,
কল্যাণেৰে পূৰ্ণ হক কিষ্কিন্ধ্যাৰ প্ৰজাৰ জীৱন
মোৰ বাবে সেয়েই সান্ত্বনা।

# কল্যাণময়ী

## প্ৰথম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

মন্ত্ৰণা-ঘৰ

চক্ৰধ্বজ আৰু মন্ত্ৰী

চক্ৰধ্বজ :

মন্ত্ৰী !
কি ভয়ানক দেশৰ অৱস্থা !
চাৰিফালে অপূৰ্ণতা,
চাৰিফালে নিৰানন্দ,
চাৰিফালে অভাৱৰ উগ্ৰ অভিযোগ।
দৈৱৰ কোপত যেন অভিশপ্ত হৈ,
প্ৰাণভৰা আনন্দৰ পৰা,
সমূলি বঞ্চিত হৈ পৰি আছে দেশ।
প্ৰজা আছে প্ৰাণ নাই—
সম্পদ আছে আনন্দ নাই—
দেশৰ বতাহে যেন সৰসতা এৰি
শুকাই আহিছে ক্ৰমে ;
আনন্দ উল্লাহভৰা দেশৰ আকাশ
নিৰানন্দে উঠি যেন—
গধুৰ কৰিছে।
দেশৰ ই প্ৰাণহীনতাই
অলপো আনন্দ মোক দিব পৰা নাই।
মন্ত্ৰী ! কোৱাচোন,
চেতনা সঞ্চাৰ কৰি দেশৰ প্ৰাণত,
আনন্দত পূৰ্ণ কৰি তুলিবৰ হকে,
আয়োজন কৰিছা কিমান ?

মন্ত্ৰী :

মহাৰাজ !
দেশত সম্প্ৰতি
শিল্প, শিক্ষা, বাণিজ্যৰ
উন্নতিৰ হকে,
ভঁৰালৰ বহুধন খৰচ কৰিছোঁ।
আৰু সামৰিক বিভাগকো
আৰু বেছি শক্তিবান কৰিবৰ হেতু—
আয়োজন কৰিছোঁ অলপ।

চক্ৰধ্বজ :

মন্ত্ৰী ?
নিৰানন্দ শক্তিহীন দেশ,
আনন্দত পূৰ্ণ কৰি তুলিবৰ হকে,
সামৰিক শক্তি বঢ়াবৰ,
কিবা প্ৰয়োজন আছে ?

মন্ত্ৰী :

মহাৰাজ !
বিপুল সাম্ৰাজ্য এই
ভাবি চলে সাধাৰণ
গৃহস্থালি যেন,

বহুত বিপদ আছে তাত।
ইয়াৰ উন্নতি আৰু ৰক্ষাৰ হেতুকে,
সময়ে সময়ে,
এনে এটা আয়োজন কৰিব লাগিব,
যাৰ সফলতা মাত্ৰ,
সামৰিক শক্তিতেই কৰিছে নিৰ্ভৰ।

চক্ৰধ্বজ :

সামৰিক শক্তি যদি
উঠে পূৰ্ণ হৈ,
মানুহৰ উন্নতিৰ,
সকলো সম্পদ দেখোঁ,
ভস্ম হৈ তাৰ প্ৰকোপত,
অশান্তিহে বাঢ়িব দেশত ?

মন্ত্ৰী :

মহাৰাজ !
দেশৰ অৱস্থা আজি আমাৰ চকুত
যিভাৱে পৰিছে আহি,
ই বৰ সঙ্কটজনক।
আমাৰ তুখীয়া দেশ,
এয়ে থব পাৰে তুলি,
উন্নতিৰ ওখ আসনত—
নতুবা
ইয়াৰ পৰাই দেশ,
ধূলি হৈ উৰি গৈ,
অসমৰ মধুৰ অস্তিত্ব,
লুপ্ত কৰি দিব পাৰে চিৰকাললৈকে।
শিল্প, শিক্ষা, বাণিজ্য যদিও
উন্নতিৰ প্ৰধান সম্বল,
তথাপি ইয়াক নিৰাপদে ৰক্ষা কৰি,
অনন্ত উলাহ লৈ বিমুক্ত মনেৰে,
বাঢ়ি বাঢ়ি—
পৰিপূৰ্ণ আনন্দৰ,
মহা ফল জন্মাবৰ হকে
সামৰিক শকতিৰো আয়োজন লাগে।
সামৰিক শক্তি আমি অৱহেলা কৰি,
সমূলি নিশ্চিন্ত হৈ দেশৰ মাজত,
কৰি ৰম উন্নতিৰ নানা আয়োজন
এই ফালে ছল পাই দুৰ্দ্দান্ত শত্ৰুৱে,
দেশত সোমাই,
প্ৰাণ ঢালি কৰি থকা ইমান যতন,
ভস্মসাৎ কৰিব সমূলি।
এনে কল্পনাত—
নাই একো সাৰ্থকতা।

চক্ৰধ্বজ :

মন্ত্ৰী,
সামৰিক শক্তি মানে পাশৱিক শক্তি।
এই শক্তি উঠে যদি
মূৰ দাঙি পূৰ্ণ হৈ,
আনন্দ-সৌৰভ যুগ
কেনেদৰে ফুলিব দেশত ?

মন্ত্ৰী :

পৰিপূৰ্ণ শান্তি আৰু
বুকভৰা আনন্দ সম্পদ,
ৰক্ষা কৰা নহয় অকল—
লাভ কৰি লব লাগিলেও,
দৈহিক শক্তিৰ বৰ আৱশ্যক আছে

অশান্তিক অশান্তিৰে দমন নকৰি,
তাৰ উত্তেজিত মুখৰ আগত ;
শান্তিৰ দাপোণ ধৰি,
শান্তিৰ মোহিনী ছবি দেখাব খুজিলে,
নিশ্চয় নিৰাশ হ'ব ,
মহাৰাজ ।
নকৰিব পাৰোঁ আমি শক্তিৰ প্ৰয়োগ,
কিন্তু অশান্তিক ফিৰাবৰ
শক্তি থকা বৰ আৱশ্যক ।
জগতত শান্তিবাদী নহয় সকলো ;
দিন-ৰাতি ভাবি-চিন্তি আমি,
শান্তি লাভ কৰিবৰ চেষ্টা কৰি আছোঁ
আনফালে আমাৰ শত্ৰুৱে,
আমাৰ শান্তিৰ চেষ্টা,
ব্যৰ্থ কৰি দিবৰ কাৰণে
দিন-ৰাতি আছে ছল চাই ।
নাজানেনে মহাৰাজ
দিল্লীৰ সম্ৰাটে,
সোণৰ অসম দেশ,
পূৰ্ণগ্ৰাস কৰিবৰ হেতু
ভাবি আছে কিমান কৌশল ।

চক্ৰধ্বজ :

অৱশ্যে—
কিন্তু অশান্তিক অশান্তিৰে দমন নকৰি
শান্তিৰ মুখত তাক মিলাব পাৰিলে,
তেতিয়াহে আনন্দৰ পূৰ্ণ সফলতা ।
মন্ত্ৰী !
কি কৰিছা নোৱাৰো বুজিব ।
কিন্তু
আনন্দৰ শান্তিময় উজ্জ্বল আলোকে,
দৈন্যৰ অন্ধকাৰ উদ্ভাসিত কৰি
তুলিব যেতিয়া,
তেতিয়াহে সুখী হম মই ।
( চক্ৰধ্বজৰ প্ৰস্থান )

মন্ত্ৰী :

অমিল হ'লেও মত
এনেকুৱা নৃপতিৰ অধীনত থাকি,
বুকভৰা সুখ আছে ।
আহা !
ৰজাৰ অন্তৰ যেনে
পৃথিৱীৰ সকলোৱে
তেনে যদি হ'ল হয়

## দ্বিতীয় গৰ্ভাঙ্ক

এটা মানুহৰ ঘৰৰ এখন চোতাল
( ভেদেলা, খেদেলা, পেদেলাৰ বৈঠক )

ভেদেলা :
তোৰ খবৰ কি অ' খেদলা ?

খেদেলা :
কি খবৰ ভাই ?

ভেদেলা :
কিয় তোৰ তিৰীৰ খবৰ ?

খেদেলা :
এ, একো নাই ভাই—সেই যেনে আৰু তেনে

ভেদেলা :
কিয়, মই কোৱা মতে কৰা নাছ,লিনা ?

খেদেলা :

কৰ্‌ছিলোঁ তো, আৰু দেখো বেছিহে হয়।

ভেদেলা :

বেছি হয়,—তই নাজ্‌নাই কৰ্‌বা—বেছি নহেই কি হবো ? মাৰবি তো মাৰবি মুখেদি গোবৰ উলে—তেহে তিৰী ঠিক থাকে।

( পেদেলাৰ প্ৰৱেশ )

পেদেলা :

কি এ ভাই ভেদেলা ? কি ঠিক থাকাৰ কথা ক'ইছাহ ?

ভেদেলা :

এই ভাই তিৰীৰ কথা। তিৰী কি এনাই ঠিক থাকে ? পিটি পিটি আগে পাছে তিৰীক সমান কৰি দিব লাগে, তেহে পুতখা তিৰী ঠিক হৈ থাকে ? নেদ্‌খিছাহ আমাৰ তিৰী বাপেই মাত্‌বা পাৰেনা।

পেদেলা :

অঁতো ভাই ! তিৰীক যিমানেই মিঠামুখে মাত্‌বি সিমানেই সি বদ্‌জাত হবো। তিৰীক সদায় কাবাৰ উপাৰোত কাৰা।

ভেদেলা :

খেদেলাই আৰু কয় তাৰ তিৰী মল্লিও ঠিক নহায়। তাৰ তিৰী বোলে সি ভুঁইৰ পাৰা আহা মাত্ৰকে ভৰি ধোৱা পানী নেদে—কিবা খাবি বুলি এক আবাৰ নোসোধে, কেৱল কামোৰ আজৰি নাই, কেৱল কামোৰ আজৰি নাই। মই তাক ক'ইছিলোঁ, যে দুই দিনমান ভুঁইৰ পাৰা আহিয়ে, তাই তেনে কৰা দেখ্‌লি, আৰ অপৰ কথা নাই—চুলিত ধৰি ভৰিৰ তলোত লৈ মূৰোৰ পাৰা ভৰিক লেগি ঠুকি হাউলা লক ভাঙি ফেলও। এনাই কিছুদিন কৰ্‌লি আপ্‌নি তিৰী ঠিক হবো নহাই।



পেদেলা :

অঁতো। শালা তিৰী বিয়া ক'ৰ্‌ছো নিজে সুখুত থাকিম বুলি। সি তিৰী যদি কথা মুশুনে; তাক হাউলা লকৰ হে না কাটি চুডোখৰ কৰি দিবা লাগে, না কি কহ্‌ ভাই ?

( ভেদেলাৰফালে চাই )

ভেদেলা :

এইহে আচল মৰদ। এই মৰদেহে তিৰী ঠিক ৰাখ্‌বা পাৰে।

পেদেলা :

( উৎসাহিত হৈ ) ভাই নকবি, সিদিনাখান ৰ'দোৰ জালোত ভুঁইৰ পাৰা আছি দেখোঁ— ভাত হৱাই নাই। কবাহে পালো ভাত নহৱা বুলি—দিলাক পাগোৰ পাৰাই ছট্‌-ছট্‌কে উত্তৰ। ভাই নকবি দে। গা জ্বলি উঠিল। চুলিত ধৰি টানি আনি মূৰোৰ পাৰাই ভৰিক লেগি ঠুকি ফেল্‌লো। পাগো গেল ভাতো গেল সকলেই গেল। শালা তিন্‌দিন উঠ্‌বা পাৰা নাছিল।

ভেদেলা :

বেছ, এইহে আচল মৰদ। তাকো মই এই বুদ্ধি দিছ্‌লো নহে। ( খেদেলাৰ ফালে চায় )

খেদেলা :

ভাই হাজাৰ হলিও দয়া-মৰম এৰি এনেকে মাৰ্‌বা নৰিদে আৰ।

ভেদেলা :

এনাকে মাৰ্‌বা নৰাহ কোন্তাইতো তিৰী তোৰ কুকুৰ হৈ নাথাকে। আমাক কৈছিলি আমি বুদ্ধি দিছিলোঁ—ইথান কৰাহ কৰ নকৰাহ নাই। আমাক আৰু একো নকবি। আহ্‌ ভাই আমি যাওঁ—ভাত খাবাৰ হ'ছি।

( প্ৰস্থান )

## তৃতীয় গৰ্ভাঙ্ক

এটা মানুহৰ ঘৰৰ এখন চোতাল। এজনী শাহুৱেকে বোৱাৰী এজনীক মাৰি মাৰি লৈ আহে।

থিৰো :

( মাৰি চুলিত ধৰি টানি আনি ) বেটী! ইমান পৰতাপ্‌ তোৰ। এনাকে মোক খাবা ধৰ্‌ছাহ তই! তই আহা দিনোৰেপাৰা মোৰ উধোৰ মাটি মূধোত উঠিল। (মুখত গুৰিয়াই) বেটী, ইথান মুখ, ইথান মুখ, ইথান মুখ বেটী!

( বোৱাৰীয়েকে কান্দিব ধৰে। দূৰত বুদোৰ মাকৰ প্ৰৱেশ। )

বুদোৰ মাক :

( দূৰৰপৰা ) হেৰে নিতোভিৰ মায়াক, ৰবেৰ পুৱাই কি ইথান লগেছাহ্‌ এ?

থিৰো :

আইহেৰে ইফালে আহ, পাছে আক মোকে দোহ দিবি।

বুদোৰ মাক :

( ওচৰ চাপি ) কি হছি কোছোঁ!

থিৰো :

আইহেৰে ৰাতিৰ পুৱাই উঠি তাই বাহি-বন কৰবা নাল্‌গে? সাজ বাটি ধুবা নাল্‌গে! ধান বান্‌বা চাউল কাৰবা নাল্‌গে? হাও বেটী খিঙ্‌ খিঙ্‌কে বিছনাত পৰি আছে। পাৰাহ ইমান পৰ্‌তাপ তাইৰ? বোলে মূৰোৰ বিহ উঠ্‌ছি! কিয় মূৰোৰ বিহ উঠ্‌ছি? ইফালে ইগ্‌লাখান কুনি কৰে? (বোৱাৰীয়েকৰ ফালে চাই) বেটী মোৰ ওপাৰোত বহি খাবা আইছাহ!

বুদোৰ মাক :

আইহেৰে সৰু ছলি, মূৰোৰ বিহ উঠ্‌বা পাৰে দে। টানে মুস্কিলে তই নো একদিন বনখেনি কৰি খাবা নৰাহ না? কি লোপানো বন।

থিৰো :

তাইৰ নো চেখৰা জেঠুৰ কি মূৰোৰ বিহ আছে, কি ভৰিৰ বিহ আছে? আমাৰ হে ইথান হবা লাগে লিগ্‌লাখান? মই যি বাহি-বন কৰি খাম—তাইক টাকা ভাঙি বিয়া ক'ৰ্‌ছো কে আপাক লেগি!

বুদোৰ মাক :

আই ! তোৰ আৰু লাজ্ হুৰ মাত একো নাই দে। দিনে দিনে—দিন নাই, ৰাতি নাই, পুৱা নাই, গোধ্লা নাই, মিছাই সোঁচাই খালি বৰেটুৰ লগোত হাহাকাৰ। আই, সক্ ছলি, মায়াক এৰি আইছি, বাপেক এৰি আইছি। ইথান তয়ে মায়াকো হইছাহ, বাপেকো হইছাহ। তই হুথ নপ'ভালি কুনি প'ভাবো। আজি বা তই বনখেনি কৰি খালি কি হল ?

থিৰো :

বেটী পুত মূৰ খাইটী, মান্নাই মাৰেতী, ভালোক পতি তোক সাইখালোঁ, তই আৰু বেটীক তুলি দিবাহে আইছাহ না ? ভালে ভালে গুচি যা বেটী, ভাল মযাদা দিম ইথান।

বুদোৰ মাক :

যা যা তই ভাল মানুহ নহায়। গুচি যাম্‌তো, গুচি নাযে ইয়াত থাক্‌বা আইছু নাকি ?

থিৰো :

( বোৱাৰীকেৰফালে চাই ) বেটী সাত বংহৰ হৱা হইটিহঁতৰ এই তুলনি পাইয়ে তো মোক ইমান ক'ৰবা ধৰ্ চ্ছি। বেটী ইথান কোন মায়ে ৰাখে আহি ৰাখক মাত। ( গলত গচক মাৰি ধৰে। বোৱাৰীয়েকে উক্‌বুক্ কৰিব ধৰে )

বুদোৰ মাক :

আইহেৰে ছা ছা ! বেটী আপীটোক খাই কেন্‌কে ছা ছা।

( থিৰোৰ চুলিত ধৰি দুই-চাৰিটা মাৰা মাৰি কৰে। এই অৱসৰতে বোৱাৰীয়েক উঠি পলায়। পাছে পাছে মাৰামাৰি কৰি প্ৰস্থান। )

## চতুৰ্থ গৰ্ভাঙ্ক

মন্ত্ৰণাঘৰ

চক্ৰধ্বজ আৰু মন্ত্ৰী

চক্ৰধ্বজ :

মন্ত্ৰী,
দেশত সম্প্ৰতি
মঙ্গলৰ অনুৰোধ মতে
মহা এটা সাৰ্থকতা সিদ্ধিৰ কাৰণে
দণ্ডনীতি পৰিহাৰ কৰি
শিক্ষানীতি প্ৰৱৰ্ত্তাব লাগে।
তেতিয়াহে দেশখন হ'ব শক্তিমান।

মন্ত্ৰী :

নিঃসন্দেহে সঁচা মহাৰাজ !
কিন্তু এই প্ৰৱৰ্ত্তন
একেবাৰে নহয় সহজ—
নিৰাপদো নহয় সমূলি।
দণ্ডনীতি পৰিহাৰ কৰি
শিক্ষানীতি ধৰা হয় যদি—
আমাৰ সকলো প্ৰজা
শিক্ষা-প্ৰভাৱত
পূৰা হৈ মুঠালৈকে,
অবাৰিত উত্তেজনা দেশত সোমাই
উশৃঙ্খল কৰি দিব পাৰে।

শিক্ষাশক্তি অমোঘ হলেও
গতি তাৰ অতি ধীৰ।

চক্ৰধ্বজ :

কিন্তু,
শক্তিমন্ত হৈ উঠা
বিশাল বহল বাট
শিক্ষায়েহে মোকলাই দিয়ে।
দণ্ডনীতি ঘাই কৰি
শিক্ষানীতি পিছুৱাই থলে
কি শক্তিৰে শক্তিমন্ত হ'ব মোৰ দেশ ?

মন্ত্ৰী :

শিক্ষানীতি প্ৰৱৰ্ত্তাই শিক্ষা-প্ৰভাৱেৰে
দেশভৰা মূৰ্খতাৰ অন্ধকাৰখিনি
সম্পূৰ্ণ নিৰাশ কৰি নেপেলোৱালৈকে
দণ্ডনীতি এৰি দিয়া উচিত নহ'ব
মহাৰাজ !
আহিছে দিল্লীৰ দূত
নিৰ্দ্দেশ-কাকত লৈ।
এনে সময়ত
পুৰণি স্থগিত ৰাখি
নতুন চলালে
শাসনত বিভ্ৰাট ঘটিব

চক্ৰধ্বজ :

কিন্তু মন্ত্ৰী !
শিক্ষা-বাট ধৰি নাগুৱালে
কদাপিতো নুগুচিব দেশৰ মূৰ্খতা।
দণ্ডনীতি অশান্তিৰ ঘোৰ উত্তেজক—
সি নীতিৰে
অশিক্ষিত প্ৰজাৰ অন্তৰ
কেতিয়াও নহ'ব পোহৰ—
কেতিয়াও নহ'ব সৰল।
বাক মন্ত্ৰী !
দিছে কি নিৰ্দ্দেশ দিল্লীশ্বৰে ?

মন্ত্ৰী :

দিল্লীশ্বৰে জনাইছে আগ-জাননীৰে
দুমাহ পাছতে
পুনৰ পঠাব দূত।
তেতিয়া সকলো কৰ
পঠিয়াই দূতৰ লগত
কৰে যেন সুখী সম্ৰাটক।

চক্ৰধ্বজ :

উপযুক্ত আজ্ঞা দিছে—
নিৰ্ব্বীৰ্য্য কাপুৰুষক
উপযুক্ত আজ্ঞা দিছে যবন সম্ৰাটে।
মন্ত্ৰী !
অৰণ্যে শোধাম কৰ—
কিন্তু এই কৰ শোধোৱাত
বুৰঞ্জীৰ নতুন অধ্যায় এটা
উঠিব উজ্জ্বল হৈ নতুন তেজেৰে।
(ধীৰ দৃঢ় খোজেৰে প্ৰস্থান।)

মন্ত্ৰী :

ফলিছে আকাঙ্ক্ষা মোৰ—
শান্তিপ্ৰিয় নৰপতি
অধীনতা যন্ত্ৰণাকো আওকাণ কৰি
শান্তি পাব খোজে যাথোঁ।
কিন্তু

অধীনতা শান্তিৰ যে কিমান শত্ৰুৰ
তাক তেওঁ চিন্তাকে নকৰে।
বাক,
দেখা যক কি কৰিব পাৰোঁ।
( প্ৰস্থান )

## দ্বিতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

ফুকনৰ ফুলনি

( সখীসকলৰ গীত গাই প্ৰৱেশ। )

গীত

আজি সঙ্গীত ভৰা সৌৰভ কিনো
টিমিকি টিমিকি
বাজিছে।
কাৰ স্নিগ্ধ মূৰতি মুগ্ধ হিয়াত
ৰিণিকি ৰিণিকি
জ্বলিছে?
শুভ্ৰ আকাশে
পূৰ্ণ আঁজলি,
মুক্ত মনেৰে সঁপিছে—
মধুৰ কুঞ্জে
উদ্দেশ কৰি
কাৰ চৰণ জপিছে?

( কল্যাণময়ীৰ প্ৰৱেশ )

কল্যাণময়ী :

( মাটিত পৰি থকা এটা ফুলৰ কলি তুলি )
চোৱা সখী,
আজলী কলিটি দেহি
কেনেদৰে পৰি আছে ধূলিত বাগৰি।
আহা!
কোনে নো পেলালে ছিঙি?
কাৰ কিবা কৰিছিল দোষ?

জগদিকা :

আহা!
চেনেহী কুঁৱৰী মোৰ
পৰৰ দুখত সদায় কাতৰ!
চেনেহেৰে
ভাহি যোৱা সৰল অন্তৰ-
খনি— !
এনেকুৱা বহু সংসাৰত,
নুবুজে প্ৰেমৰ ভাব,
দিন-ৰাতি ঢালিলেও প্ৰেম,
নোৱাৰে পমাব তাৰ শিলৰ অন্তৰ।
দয়াৰ মোহিনী ছবি,
সদায় দূৰত থাকে।
তাৰে এজনেই
কৰিছে এনুৱা কাম।

কল্যাণময়ী :

সখী,
অনন্ত বিচিত্ৰ বিশ্ব চকুৰ আগত,
দিন-ৰাতি প্ৰেম হিয়া ওপচাই।
অশান্তিত দগ্ধ হোৱা মানৱ জীৱন,
শান্তিত পমাই তোলে।
উজলাই অন্ধলা হৃদয়,
ফুলি উঠে বসন্তৰ পূৰ্ণ জোনবাই।
চোৱা সখী,
বিপুল জগত এই কেনে সুখকৰ?
ফুলৰ কলিটি তাৰে এটি অংশ কণা—
প্ৰেমৰ সূতাৰে—
গঁথা আছে বিশ্বৰ লগত।

কিয় তেন্তে মূৰুখ মানুহে
নুবুজে আদৰ তাৰ ?

জগদিকা :

কুঁৱৰী,
অনন্ত জগত এই বিচিত্ৰতা ভৰা --
তাতেহে মূৰুখ নৰে আঁত হেৰুৱাই—
একো থিৰ কৰিব নোৱাৰে ।
এভাগত যদি
সৌন্দৰ্য্যৰ আলোক উপচে,
আন ভাগে আৰু,
কুৰূপৰ অন্ধকাৰ মেলি দিয়ে আহি ।
এবাৰ তলত পৰি পুনৰ উঠিব,
এবাৰ বিনাশ হৈ পুনৰ ফুলিব,
এয়ে মাথোঁ জগতৰ ৰীতি ।

কল্যাণময়ী :

কিন্তু—
কোনটোত জগতৰ পূৰ্ণ সফলতা ?
কোনটোত মঙ্গলৰ,
হাঁহিভৰা আশীৰ্ব্বাদ পৰি,
উজলায় অনন্ত জগত ?
বিচিত্ৰ হলেও বিশ্ব
সকলোকে মিলনত গাঁথি,
আনন্দত নুবুৰাই,
অশান্তিৰ জুই জালে কিয় জগতত ?

জগদিকা :

সখী—
ইও এটি বিধিৰ বিধান
একেটি সুৰতে যদি,
বিশ্ব বীণখনি সততাই বাজে,
কল্পনাৰ নানা ফুল তুলি,
কিদৰে আনন্দ পাব
মানুহৰ কঠুৱা জীৱনে ?
তেনেহলে আমনি লাগিব—
হৃদয় নুঠিব ভৰি অতৃপ্ত হেঁপাহ ।
বিচিত্ৰতা তেহে সখী,
তৃপ্তি পায় মানুহৰ প্ৰাণে ।

কল্যাণময়ী :

সখী,
জগতৰ বিচিত্ৰতা মানে,
নিজে নিজে শক্তিবান হৈ—
পূৰ্ণতাৰ ফালে মাথোঁ লক্ষ্য ৰাখি চলে ।
তাতে হে শান্তিও ভৰি উঠে ।
তাক কিয় সহায় নকৰি
আনজনে শত্ৰুতা আচৰে ?
পৰস্পৰে দিয়া লোৱা সহানুভূতিত,
ভৰি উঠে জগতৰ মহা ছিদ্ৰ মানে ।
নিজত ফুলিছে,
নিজত বিনাশ পাই,
নিজেই মিহলি যাব অনন্ত প্ৰেমত—
আনৰ সহানুভূতি নাই কিয় তাত ?
সখী,
এজনে ওপৰ উঠি,
এজনক তলত পেলাই
ছিণ্ডি দিব মিলনৰ বান্ধ—
এনেকুৱা সত্যৰ বিধান
কদাপিতো শলাগি নলম ।
গোৱা সখী,
গোৱা এটি সৰল সঙ্গীত ।

সেই সুৰ শুনি শুনি
মালতীৰ মনমোহা কলিও নাচক।

গীত

আহা! আহা! আহা! সখী সুৰে সুৰে
খোজ লৈ।
মিলন গানত তোৰ সৌৰভ ভৰাই লৈ—
আকাশে আকাশে তোৰ আকুল আৱেগ লৈ,
মাধুৰী বুটলি আনি পৰাণত আছোঁ লৈ।
কিমান তাৰকা আহি তুলিছেহি ভুমুকনি
ফাঁকে ফাঁকে উপচিছে ৰসৰ সৰগখনি;
মিলনৰ মহাগানে তুলিছেহি উচটনি—
আহা, আহা, আহা সখী নৰবা নিলগ হৈ।
( গাই গাই প্ৰস্থান। )

## দ্বিতীয় গৰ্ভাঙ্ক

ৰৰফুকনৰ প্ৰাসাদ
ৰৰফুকন

ফুকন :

কান্দে আজি পীড়িত জীৱন।
মনক বুজাওঁ কত
তথাপিতো জ্বলি উঠে অতীত কাহিনী।
কি কৰিম
ক'ত শান্তি পাম?
পৰৰ অধীন হ'লোঁ,
ক্ষত্ৰিয়ৰ সমাজত দুৰ্যশ বিলালোঁ—
বীৰক সাক্ষাত পালে,
যাব লাগে তল মূৰ কৰি।
অতীতৰ সেই দৃশ্য
অবিকৃত এতিয়াও আছে অন্তৰত!
ইচ্ছা হয়
এতিয়াও সেই ৰণক্ষেত্ৰত সোমাই,
ধ্বংস কৰি শত্ৰুমানে তেজাল অস্ত্ৰত,
অনন্ত বীৰত্ব ভৰা
খোলো আৰু বুৰঞ্জীৰ নতুন অধ্যায়।
উঃ। এতিয়াও মনত খেলিছে
অতীতৰ স্মৃতি সেই।
যিদিনাই জয়ধ্বজ নৃপতিয়ে
লিখি দিলে সন্ধিপত্ৰ মিৰ্‌জুম্‌লাক
অধীন নৃপতি বুলি জনালে চিনাকি,
হায়!
সিদিনাই মৃত্যু মোৰ নহ'ল কি হেতু?
ক্ষত্ৰিয়ৰ বিশাল বাহুৱে,
মুগ্ধ হৈ কি ইন্দ্ৰজালত,
উলটিল ৰণক্ষেত্ৰ এৰি?
মন,
তুলিবিনে হৃদয়ত আজি
বিশ্বত্ৰাসী প্ৰতিশোধানল?
জ্বলাবিনে অগ্নিশিখা অম্বৰ আগুৰি?
( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী :

দেউতা ঈশ্বৰ! দিল্লীৰ ৰজাৰ পৰা এজন দূত
আহিছে।

ফুকন : ( নিজে )

দিল্লীৰ ৰজাৰ দূত?
মন!
অন্তৰৰ দুৱাৰ জপাই,

বোধ কৰ শোণিতৰ বাট ?
কি বাবে উত্তপ্ত এই তেজৰ তাপেৰে
উতলাহি নিৰ্জীৱ উলাহ ?
হুৱৰী !
লৈ আহ সমাদৰ কৰি !
( হুৱৰীৰ প্ৰস্থান )
শোণিতৰ সোঁত !-
শিৰৰ মাজত মোৰ
বৰ্ত্তমান
উন্ডগালি নুতুলিবি একো ।
থাক আজি নিচুকনি মাৰি—
সময়ত পাৰ যদি
জ্বলি উঠি দৃপ্ত উলাহেৰে,
ভস্ম কৰি
উকৱালি যিমান শত্ৰুক ।
যাক ভাবি
শোণিতৰ তপ্ত সোঁত,
বিজুলী-বেগেৰে বয় শিৰৰ মাজত,
তাৰে দূত উপস্থিত আজি !
দেখো বাৰু
খবৰ-বাতৰি কিবা !
( হুৱৰী আৰু দূতৰ প্ৰৱেশ )

হুৱৰী :

দেউতা ঈশ্বৰ ! দূত আহিছে ।

ফুকন :

আহা দূত !
বহা আজি আসনত আনন্দ মনেৰে ।
( দূতৰ আসন গ্ৰহণ )
কি হেতু আহিলা দূত ?
কি কাৰণে পঠাইছে দিল্লীশ্বৰে ?

দূত :

বছৰৰ শেষ প্ৰায়
নিৰ্দ্দিষ্ট কৰৰ হেতু
পঠাইছে দিল্লীশ্বৰে ।
এই মুহূৰ্ত্তৰ পৰা
এমাহৰ ভিতৰত
যত কৰ শোধাব লাগিব ।
লক এই সম্ৰাটৰ আদেশ-কাকত ?
( কাকত দিয়ে )

ফুকন : ( কাকত পঢ়ি )

বাহিৰৰ সকলো বাতৰি—
মোৰ ভিতৰেৰে যায় ৰজাৰ কাষক ।
ৰজালৈকে পঠাওঁ কাকত ।
সপ্তাহৰ ভিতৰত দূত উলটিলে
পাবা তুমি সকলো খবৰ ।
হুৱৰী ! লৈ যা—
সমাদৰ অভ্যৰ্থনা কৰাগৈ দূতক ।
অৱহেলা একোতে নহয় যেন !
( হুৱৰী আৰু দূতৰ প্ৰস্থান )
দিল্লীশ্বৰ !
থাক আৰু কিছুদিন ৰাজসুখ ভুগি ।
মৃত্যুদূতে তোৰ হেতু,
এতিয়াও লোৱা নাই মহাস্ত্ৰ হাতত ।
দগ্ধ এই হৃদয়ৰ পৰা,
লক্ষ লক্ষ অগ্নিশিখা জ্বলাম যেতিয়া —

বজ্ৰবাহু উজলাই—
ধৰিম যি তীক্ষ্ণ তৰোৱাল,
তাতে তই ভস্ম হৈ যাবি।
এবাৰ ফিৰিলো বুলি পৃষ্ঠ দেখুৱাই
নেভাবিবি বাৰ বাৰ তেনেটো কদাপি।
এটেকি নদীৰে শীতত শুকাই যায়,
গ্ৰীষ্মত উপচি উঠে উদ্দীপ্ত তেজেৰে।
সন্ধি-পত্ৰ। –
কি মূল্য তাৰ?
মতলীয়া দুন্দুভি বজাম
ক্ষত্ৰিয়ৰ পৰমাণুমানে,
নাচিব সি তালে তালে,
প্ৰলয়-হুঙ্কাৰ এৰি।
দেখিবি যেতিয়া তই
ক্ষত্ৰিয়ৰ তপ্ত তেজ কিহেৰে নিৰ্ম্মিত।
লিখো নৃপতিক
অস্বীকাৰ যেন কৰ শোধোৱাত।
(জগদম্বাৰ প্ৰবেশ)

জগদম্বা :

নাথ !

ফুকন :

জগদম্বা,
নকৰিবা তেনে সম্বোধন মোক।
তোমাৰ নিচিনা বীৰ ৰমণীৰ—
নহওঁ স্বামীৰ যোগ্য মই।
ক্ষত্ৰিয়ৰ গৌৰৱত
কলঙ্কৰ ৰেখা কাটি
ঘৰৰ চুকত আছি
প্ৰেম-সুখ ভুঞ্জিছো সুখেৰে।
হায় !
নৰকতো নাপাম বসতি।

জগদম্বা :

নাথ !
আত্মগ্লানি কৰা কিয়?
বীৰৰ হৃদয় অচল সদায়
নিৰাশাৰ চঞ্চলতা লৈ,
ইমান আকুল হোৱা নহয় উচিত।

ফুকন :

কিয় কৰোঁ আত্মগ্লানি?
হাঁয় !
কাৰ ওচৰত ক'ম?
অতীতৰ ঘৃণিত কলঙ্ক সেই
বিশাল বুকত বৈ,
পুৰি পুৰি অন্তৰৰ তৰপে তৰপে
কিদৰে জীয়াই থাকোঁ?
যিদিনাই শত্ৰুৰ হাতত
ক্ষত্ৰিয় গৌৰৱ সঁপি,
উলটিলো ৰণক্ষেত্ৰ এৰি,
কৰিছিলোঁ মাতৃভূমি পৰৰ অধীন,
সিদিনাৰ পৰা এই তেজাল যন্ত্ৰণা,
ললে ঠাই হৃদয়ত যুগমীয়াকৈ।
তাৰ খোঁচনিত মাথোঁ,
শান্তি হেৰুৱাই
পৰি আছে প্ৰাণ মোৰ।
অন্তৰত ৰণৰ হেঁপাহে
নাচি আছে দিন-ৰাতি উগ্ৰ উলাহেৰে।

জগদম্বা :

নাথ !
ভাবি ভাবি অতীত কাহিনী,
এনে বিয়াকুল হোৱা নহয় উচিত।
অতীতৰ দুখ-বেথা
উটুৱাই অন্তৰৰ পথা,
নতুন উলাহ আৰু
উপচোৱা তপত তেজেৰে।
নহ'বা নিৰাশ নাথ।
বল, বীৰ্য্য লোৱা হৃদয়ত,
গৌৰৱ সৌভাগ্য বেলি পুনৰ উঠিব।

ফুকন :

জগদম্বা ! নহওঁ নিৰাশ।
বীৰত্ব সৌৰভ-ভৰা,
যাৰ এনে প্ৰিয় ভাৰ্য্যা—
কি কৰিব তাক,
নিৰাশাৰ চঞ্চল চউৱে।
আগন্তুক সোণালী সুযোগ—
তৃপ্ত হ'ব দৃপ্তপ্ৰাণ শত্ৰুৰ তেজত।
কৰ আদায়ৰ হেতু,
আহিছে দিল্লীৰ দূত।
আজ্ঞা দিছে দিল্লীশ্বৰে -
এমাহৰ ভিতৰত
শোধাব লাগিব কৰ।
ইয়াৰ অন্যথা হলে
যুদ্ধডঙ্কা বজাব সম্ৰাটে।
তেতিয়া আমাৰো ডঙ্কা বজাই বজাই
পৃথিৱী কঁপাই,
উজলাই ক্ষত্ৰিয়ৰ উজ্জ্বল গৌৰৱ,
মিলাম জীৱন এই মৃত্যুৰ মুখত।
মতামত কি তোমাৰ ?

জগদম্বা :

মতামত এয়ে মোৰ।
খুলি দিয়া হিয়াৰ দুৱাৰ।
সোমাওক উত্তপ্ত তেজ উদ্‌ভ্ৰান্ত বেগেৰে
উন্মত্ত গাজন এৰি
শিৰে শিৰে নাচক শোণিত।
জনোৱা ৰজাক নাথ !
নোশোধায় কৰ যেন নিদিয়ে সন্মতি।
নকৰিবা ভয় নাথ !
ৰণ-সাগৰত যদি,
হেৰোৱা তোমাৰ প্ৰাণ
নিজে মই কৰিম সমৰ।
দেখিব জগতে,
ক্ষত্ৰিয়ৰ ৰমণী জীৱন
সৃষ্টি কৰা কি উপাদানেৰে।

ফুকন :

জগদম্বা ! যাওঁ মই—
নৃপতিক সোনকালে
জনাওঁ আশয় মোৰ।
পলম কৰিলে
বহুত অনিষ্ট হ'ব পাৰে।
( বেগেৰে ফুকনৰ প্ৰস্থান )

জগদম্বা :

ম্লেচ্ছৰাজ !
গৰ্ব্ব তোঁৰ ইমানে প্ৰবল ?

দেৱীৰূপী হিন্দু-ৰমণীৰ
নাশ কৰি সতীত্ব ৰতন
এতিয়াও নিঃশঙ্কা মনেৰে
ৰাজ্যসুখ ভুগি আছ তই ?
তোকেই নে কয় লোকে,
ভাৰতৰ একচ্ছত্ৰী প্ৰবল সম্ৰাট ?
ছিঃ ! ছিঃ ! বৰ ঘৃণনীয় তই।
সাম্ৰাজ্য সুখত মই
দিখিদিক জ্ঞান হেৰুৱাই,
নিজ বিনাশৰ বাট কাটি ললি কিয় ?
( কল্যাণময়ীৰ প্ৰৱেশ )

কল্যাণময়ী :

আই !
কিয় আজি এনে ভাব দেখিছোঁ তোমাৰ ?

জগদম্বা :

( নিজে ) সৰলা আইটী মোৰ—
সংসাৰৰ বিপত্তি বিলাই
নাপায় অলপো বুজি।
ৰঙেৰে কটায় কাল—
সংসাৰৰ কুটিলতা
এতিয়াও পৰা নাই প্ৰাণত তোমাৰ।
কলে মোৰ মনৰ বেদনা,
বিয়াকুল হ'ব বাচা।
নকওঁ মনৰ কথা,
নিদিওঁ মনত বেথা
ধেমালিত উপজিছে
ধেমালিত থাকক সুখেৰে।
( কল্যাণময়ীক কালে চাই )

প্ৰাণৰ সোণাই !
একো হোৱা নাই মোৰ।
অত বেলি আছিলানো ক'ত ?

কল্যাণময়ী :

একো হোৱা নাই
কিদৰে বুজিম আই ?
আন দিনা হলে—
আনন্দেৰে ভৰা দেখোঁ তোমাৰ বদন
আজি কিয়;
চিন্তাৰ মলিন-ৰেখা দেখিছোঁ মুখত ?

জগদম্বা :

সাদৰী সোণাই !
কি কম প্ৰাণৰ কথা ?
কোমল জীৱন তোৰ কোমলতা ভৰা,
আমাৰ দুখৰ কথা জনালে তোমাক
তুমিও যন্ত্ৰণা পাবা কোমল প্ৰাণত।

কল্যাণময়ী :

পিতৃ-মাতৃ যি যাতনা নিমাতে সহিছে,
সন্তানৰো অধিকাৰ আছে তাত।
আই ! কোৱা সতকাই—
কি জানো কমাব পাৰোঁ
মনৰ বেদনা তোৰ।

জগদম্বা :

সৰলা সোণাই মোৰ—
নকমিব তিলমানো
বৰঞ্চ বাঢ়িব আৰু দুগুণ বেগেৰে।

কল্যাণময়ী :

এজনৰ দুখ-বেথা দুজনে ভগালে,
কোৱা আই ! নকমিব কিয় ?
সন্তানৰ ওচৰত
প্ৰকাশিলে মনৰ বেদনা
দগ্ধ প্ৰাণ খন্তেকতে জুৰ পৰি যায়।
কোৱা আই সোনকালে।
স্থিৰ কৰা অস্থিৰ অন্তৰ।

জগদম্বা :

নেৰ যদি শুন তেনেহলে—
দুবছৰ হ'ল আজি—
অতীতৰ জীৰ্ণ আঁচলত,
জ্বলি আছে উজ্জ্বল কাহিনী।
তাকে দেখি—
আমাক উদ্দেশ কৰি
তীব্ৰ গৰিহণা
ঢালি দিয়ে ক্ষত্ৰিয় সমাজে।
মৰি যাওঁ লাজৰ হেঁচাত।
পঠালে অসংখ্য সেনা দিল্লীৰ সম্ৰাটে,
আসামক আক্ৰমণ কৰিবৰ হেতু।
দুয়োদলে জন্মভূমি হৃদয় কঁপাই,
ৰণডঙ্কা বজালে বিষম।
লক্ষ লক্ষ ৰণুৱাৰ
বৈ যোৱা শোণিতৰ ৰাঙলী ৰহণে,
ৰাঙি দিলে আসামৰ সোণালী আঁচল।
লক্ষ লক্ষ নিছলা প্ৰজাৰ,
মৰ্ম্মভেদী আৰকালে,
স্তব্ধ হোৱা বতাহকো কঁপাই কঁপাই
চাৰিফালে লগালে খলক।
আমাৰ সকলো সেনা বীৰ্য্য হেৰুৱাই
শত্ৰুৰ পদত সঁপি স্বাধীনতা ধন,
পলালে সমৰ-ক্ষেত্ৰ এৰি।
তেতিয়া যৱন সেনা
যুদ্ধজয়ী দুন্দুভি বজাই
সোমালেহি ৰাজধানী।
তেতিয়া নেদেখি একো ৰক্ষাৰ উপায়,
জয়ধ্বজ নৃপতিয়ে
মানি ললে অধীনতা শত্ৰুৰ কাষত।
লিখা হ'ল সন্ধিপত্ৰ—
বছৰীয়া কৰ গৈ
বছৰে বছৰে,
সম্ৰাটৰ ওচৰত শোধাব লাগিব।
ইমানতো দিল্লীৰাজে নাপালে তৃপিতি
জয়ধ্বজ নৃপতিৰ স্নেহৰ জীয়াৰী,
ৰমণী গাভৰু নামে অতুল সুন্দৰী,
ললে আৰু উপহাৰ—
লগত অসংখ্য বন্দী-বেটী,ধন-জন।
গুচি গ'ল ম্লেচ্ছ সেনা আনন্দ মনেৰে।
সেইবাবে আজি কৰ আদায়ৰ হেতু
দিল্লীশ্বৰে পঠাইছে দূত।
এমাহৰ ভিতৰত নোশোধালে কৰ,
পুনৰ জ্বলিব ৰণানল।
জয়ধ্বজ মৰাৰ পাছত
চক্ৰধ্বজ বহিছে পাটত।
জনকৰ সন্ধি-পত্ৰ অৱহেলা কৰি
চক্ৰধ্বজে জনাবনে বীৰ্য্যৰ চিনাকি?
কি কম সোণাই—
এই ভাবনাতে কাতৰ অন্তৰ ।

পৰৰ অধীন হওঁো
নাই দুখ অলপো মনত।
কিন্তু
দেৱীৰূপা হিন্দু-ৰমণীৰ
ধৰ্ম্মনাশ কৰে ম্লেচ্ছৰাজে,
শুনি এই ঘৃণিত কাহিনী,
কোন এনে ক্ষত্ৰিয় কুলত
মুঠিব হুঙ্কাৰ এৰি বিশ্ব বিনাশিব ?
নৃপতিৰ কলঙ্কত আই।
আমাৰো কলঙ্ক হয়।

কল্যাণময়ী :

আই !
নালাগে নকবা আৰু।
নহওঁ কাতৰ মই।
কিন্তু
যি কাহিনী শুনি পালোঁ আজি
জ্বলিব প্ৰাণত মোৰ উদ্দীপ্ত তেজেৰে
যতদিন থাকিব জীয়াই—
তাৰে এটি উন্মত্ত শিখাই,
সৰজিব বিশ্বগ্ৰাসী প্ৰতিশোধানল—
ভস্ম হ'ব দেশৰ শতুৰু।
দুৰ্দ্দান্ত যৱন।
ইমান সাহস তোৰ ?
নাজাননে হিন্দু-ৰমণীৰ
সতীত্বত—
আছে তোৰ মহা মৃত্যুবাণ—
ৰজাৰ কি মতামত আই ?

জগদম্বা :

ৰজাৰ কি মতামত
কেনেদৰে জানিম সোণাই ?

কল্যাণময়ী :

আই !
কবা মোৰ জনকত
এইহেতু খাটিব ৰজাক।
হয় হ'ক ৰণৰ উদ্যোগ !
দেখোচোন দিল্লীশ্বৰ কিমান তেজাল।
নহ'বা কাতৰ আই !
উটুৱাম অতীতৰ সকলো কলঙ্ক।
উপযুক্ত প্ৰতিফল পাব দিল্লীবাজে।
জানা তুমি
তোমাৰেই জীয়াৰী মই।
আহা আই ! নাথাকিবা মন মাৰি।
(বেগেৰে কল্যাণময়ীৰ প্ৰস্থান)

জগদম্বা :

আজলা পোনাই মোৰ—
দেখিলে বিমন মোক—
বৰ বিয়াকুল হয়।
কিমান সান্ত্বনা ঢালে ব্যথিত মনত।

## তৃতীয় গৰ্ভাঙ্ক

### বৰফুকনৰ ফুলনি

কল্যাণময়ী :

কেনে শক্তিবান কাল ?
যি আজি শান্তিৰ ঠাই,
নিমাতে সৌৰভ ঢালে শান্তি ফুল ফুলি
বিমোহত কুঞ্জৰ আঁৰত।
দুদিন পাছতে আৰু
অশান্তিৰ অগ্নিশিখা জ্বলি উঠে তাত।
বিধাতাৰ বিচিত্ৰ ৰচনা

আছিলো সৰুতে
কোমল জীৱন সতে কোমল কল্পনা
ভাহিছিল সুখৰ সিন্ধুত।
নাছিল অপৰ চিন্তা।
বয়সৰ লগে লগে কালৰ সোঁতত
সংসাৰৰ নানা চিন্তা।
জ্বলিলেহি হৃদয়-পটত।
কোনে জানে বিধাতাৰ মনৰ আশয়?
আজি সুখ কালি দুখ—
ইখিনিতে জীৱনৰ সকলো বিলাস!
ইখিনিতে ফুলি উঠে,
জীৱনৰ সৌন্দৰ্য্য যিমান!
আজিতে অলপ সানে সুখৰ ৰহণ
কালি আৰু দুখৰ তুলিৰে,
আঁকি দিয়ে নানা ৰেখা।
দুয়োটিৰ মিলনত,
ভৰি উঠে জীৱন-সাগৰ।
তেন্তে কিয় সুখ-দুখ ভাবি,
এনেকুৱা কাতৰ অন্তৰ।

( সখীসকলৰ প্ৰৱেশ )

জগদিকা ঃ

কুঁৱৰী ;
দুদিনৰ পৰা আজি
কিয় দেখো বিমন তোমাক?
যেন কোন বিষাক্ত ভাবনা
সোমাইছে তোমাৰ মনত।
সোণালী মুখত কিয় নুফুলে হাঁহিটি?
নেদেখিলে যাক তুমি
খন্তেককে যুগ বুলি ভাবা
তাৰ কিয় আঁৰে আঁৰে ফুৰা আজি তুমি?
কিয়নো নোকোৱা কথা মন খুলি তাক?
সখী, কুঁৱৰী?
নাজানানে নিৰানন্দ দেখিলে তোমাক
কিমান কাতৰ হওঁ মই?
কোৱা সখী, কি চিন্তা তোমাৰ?

কল্যাণময়ী ঃ

সখী,
নাই একো চিন্তাৰ কাৰণ!
জীৱনৰ বেমেজালি ভাবি
বৰ বিয়াকুল মন।
জানা তুমি
তোমাৰ লগতে থাকি
ধেমালিতে সৰু কাল কটালো সুখেৰে
ফুলৰ লগত দিছিলো ফুলৰ বিয়া।
দেখি পালে কেতিয়াবা কুঞ্জৰ আঁৰত
সুখেৰে পঞ্চম গোৱা কুলি সাদৰীক,
প্ৰতিধ্বনি তুলিছিলো প্ৰতি সুৰে সুৰে।
হাঁহিছিলো আপোন পাহৰি
কেতিয়াবা প্ৰাণৰ সুখত
নাচিছিলো সকলোৱে মিলি।
পিন্ধিছিলো ফুল ছিঙি ছিঙি
আন ভাব একোৱে নাছিল।
কিন্তু সখী নাজানো এতিয়া,
ছিঙিব খুজিলে ফুল
কি এটি বেদনা বাজে অন্তৰত মোৰ
যেন
ছিঙা মাত্ৰে ফুলৰ লগতে
মোৰো প্ৰাণ কঁপি উঠে।

সখী, নোৱাৰো বুজিব
কি কাৰণে এনে হ'ল মোৰ।

জগদিকা :

কুঁৱৰী
প্ৰবৃত্তিৰ উলাহত
সানি দিয়া জীৱনৰ অণু-পৰমাণু।
তাৰে উত্তেজনা পায়
জীৱমানে ঘূৰি ফুৰে কৰ্ম্ম ওপজাই।
তোমাৰো কোনোবা এটি পূৰ্ণতাৰ হকে,
এনে চিন্তা পৰিছেহি মনত সোমাই।
তাৰবাবে
কিয় এনে হোৱা বিয়াকুল?

কল্যাণময়ী :

নাভাবো সিবোৰ সখী,
কিন্তু মোৰ এই উত্তেজনা
মিলি যাব খোজে কোনো,
কল্পনাৰ নিশ্চিন্ত সোঁতত।
যেন
হৃদয় নহয় মোৰ।
অচিনাকি কোনোজনে
কোনোবা দেশৰ ফালে টানি নিব খোজে।

জগদম্বা :

সখী,
জগততে আমাৰ জনম—
জগতৰ সুখ-দুখ স'তে।
আমাৰো সৌভাগ্য বেলি সদায় ঘূৰিছে!
তেনে যেন জগতৰ ফালে,
টান খাব তোমাৰ অন্তৰ,
নহয় ইটো আচৰিত কথা।
কিয় তেন্তে আকুল ইমান?

কল্যাণময়ী :

নহওঁ আকুল সখী
পাৰে পাৰে ভৰি থকা অতল সাগৰে,
বুকুত সাবটি ধৰি অসংখ্য পৰাণী
গহীন গম্ভীৰ হৈ মনে মনে থাকে।
কিন্তু
যেতিয়া উপচি পৰে পাৰ
তেতিয়া গৰ্জ্জনে তাৰ
জগতক তৰাস লগাব।
সেইদৰে সখী,
ভাবনাৰ যি বোকোচা বান্ধিছো বুকুত,
সেয়ে মোৰ চঞ্চলতা নিছে আঁতৰাই।
এতিয়াও ভাঙ্গা নাই পাৰ—
কিন্তু
যেতিয়া মাতিব তেনে,
দেখিবা তেতিয়া
মোৰ সেই চেনেহত পমি যোৱা সুৰ
কঠুৱা থাপত বন্ধা প্ৰলয় আটাই!
কি কম তোমাক সখী
বিয়াকুল প্ৰাণ মোৰ
জীৱনৰ তৃপিতি বিচাৰি।
হিয়াৰ তলিত অতৃপ্ত হেঁপাহে
গায় মাথোঁ বাসনাৰ তান।
যেন—যি আছে যি পাইছে—
নলভি তৃপিতি তাত
কাৰ ফালে উৰি যাব খোজে?
সখী!

বুজিব নোৱাৰো একো ৰহস্য ইয়াৰ।
সেইবাবে মন খুলি মই
একো কব নোৱাৰো তোমাক।

জগদিকা :

সখী ?
অতৃপিতি জীৱনৰ চিৰলগৰীয়া।
থিয় হৈ বিশ্বৰ পাৰত,
সৌন্দৰ্য্যৰ অনন্ত ভঁৰাল দেখি।
মানুহৰ আকুল পৰাণ।
নাচে মাথোঁ অন্তৰত হেঁপাহৰ ছবি।
তেনে যেন অতৃপ্তিৰ হাত,
কেতিয়া এৰাব পাৰে কোনে ?
অতৃপ্তিতে জনম আমাৰ,
তৃপিতি পৰিব কিয় ?
নহ'বা বিমন সখী,
লোৱা ফুল ভৰি মন
সানি দিয়া মধুৰ মুখত।
মিচিকিয়া হাঁহিটিৰ মিঠা জিলিকনি,
তুলি দিয়ে ফুলে ফুলে !
সখী, নাথাকিবা মন মাৰি ?
অনুমতি দিয়া—
গীত গাই লগৰীসকলে,
নচুৱাক সুৱাগী ফুলনি।

কল্যাণময়ী :

সখী,
থাকিলেও নানান চিন্তাত,
থিয় হলে তোমাৰ আগত,
আনন্দ নধৰা হয় প্ৰাণ।
গোৱা তেনেহলে মধুৰ সঙ্গীত এটি
কোনে জানে সঙ্গীতৰ সুৰৰ লগত,
কোন ফালে উৰি যাব প্ৰাণ ?

গীত

সখীসকল :

ধৰিবা আঁজলি মেলি হেৰা মোৰ মন চোৰ
বিৰহৰ বেথা সানি এৰি দিলোঁ গান মোৰ !
ভাঙ্গা জুপুৰিত বহি,
ৰাখিছিলো পুহি পুহি,
আজি ঘৰ যাই জহি বেথাৰ ভৰত—
তাতেহে তোমাক দিলোঁ প্ৰাণৰ সুখত
আদৰুৱা মোৰ গান,
গাঁথি তাতে প্ৰেম তাল,
ৰাখিবা তোমাৰ মিঠা হিয়াৰ চুকত
তেহে মোৰো ভৰা গান বাজিব বুকত।
( গাই গাই প্ৰস্থান )

## চতুৰ্থ গৰ্ভাঙ্ক

কল্যাণময়ীৰ অন্তেষপুৰ
তিনিজনী কল্যাণময়ীৰ লগৰী

১ম :

তুমি সখী আজি এটা বৰ বেয়া কাম কৰিছা।

২য় :

কি বেয়া কাজ কৰিছো সখী ?

১ম :

কিয় ! মনত কৰাচোন ?

২য় :

কি মনত কৰিম ? মই দেখো একো বেয়া কাম কৰা নাই !

১ম ঃ

একো বেয়া কাম কৰা নাই! তোমাক ইমান শিকোৱাতো মনত নাথাকে।

৩য় ঃ

অ' সখী, মনত পৰা নাইনে? তুমি যে আজি ফুলনিৰ চৰাইটিহঁতক খুদ চাউল একো খাব নিদিলা?

২য় ঃ (নিৰুত্তৰ)—

১ম ঃ

এতিয়া মনত পৰিছেনে সখী? এই কথা শুনিলে কুঁৱৰী সখীয়ে মনত বৰ দুখ পাব নহয়?

২য় ঃ

এদিন নিদিয়াত কি হ'ব সখী, আজিৰ পৰা আৰু দি থাকিম।

১ম ঃ

এদিন এটা বেয়া কাম কৰিলেই জীৱনত এটা বৰ ডাঙৰ দাগ পৰি যায়। কুঁৱৰী সখীৰ জীৱন যেনেকুৱা, তেওঁৰ লগৰী আমিও তেনেহ'ব পাৰিলেহে ভাল।

৩য় ঃ

সখী, কুঁৱৰী সখী বৰ আচৰিত মানুহ! পোক-পৰুৱা, পশু-চৰাই সকলোকে নিজৰ নিচিনা ভাবে।

২য় ঃ

আমিও তেনেকুৱা হ'ব লাগিব। তেওঁৰ জীৱন যিদৰে সকলোৰে লগত মিলাই দিব খুজিছে, আমিও তেনে কৰিব পাৰিলেহে সাধনা পূৰ্ণ হ'ব। আমি যদি তেওঁতকৈ বিপৰীত হওঁ তেনেহলে একো নহ'ব নহয়।

(প্ৰস্থান)

## পঞ্চম গৰ্ভাঙ্ক

কল্যাণময়ীৰ ভিতৰৰ ফুলনি

(গীত গাই গাই সখীসকলৰ প্ৰৱেশ।)
কল্যাণময়ীয়ে ফুলৰ পুলিটিহঁতক লাৰি-চাৰি মৰম কৰে।)

### গীত

বাজে কাৰে কিনো সুমধুৰ?
আকুল বিহ্বল অন্তৰ পুৰ।
মেঘাল ওৰণি কাষৰ কৰি
ফুলাই চাহনি চন্দ্ৰমা,
আকাশে আকাশে ফুৰিছে উৰি,
বুলাই মধুৰ ভঙ্গিমা
হাঁহি ভাঙ্গি পৰা ৰেণু,
উদয়-অস্ত সমূলি বুৰাই, তৃপ্তি লভিছে কিনো?
মই বৰ বেথা আছো পাই,
বিৰহ-বেণু বজাই
গাঁথি অশ্ৰুভৰা সুৰ।

কল্যাণময়ী ঃ

সখী,
সামৰা সামৰা গীত

হাজাৰ কৰিও চেষ্টা
নোৱাৰো শুনিব গীত সুখিৰ মনেৰে।
যেন
সঙ্গীতৰ সুৰে সুৰে
ভাহি আহি কল্পনাৰ তান
নিমাতে দুৱাৰ মেলি
বৈ যায় হিয়াৰ মাজত।
সখী, নোৱাৰো বুজিব একো
কিয় মোৰ মন চঞ্চল ইমান?
( চক্ৰধ্বজৰ প্ৰৱেশ )

সখী : ( চক্ৰধ্বজৰফালে চাই )
কোন তুমি অচিনাকি
কি সাহেৰে সোমালা ফুলনি?

চক্ৰধ্বজ :
সুন্দৰী,
অচিনা সদাই মই
পুৰবাসী নাৰীৰ কাষত।
সোধা যদি সঠিক চিনাকি,
কওঁ তেনেহলে
আসামৰ ৰাজা মই নাম চক্ৰধ্বজ
সোধা যদি আন পৰিচয়,
কওঁ তেনেহলে—প্ৰেমিক এজন মই।
ফুকনৰ গুণৱতী সুন্দৰী জীয়াৰী,
দূতৰ আগত কোৱা অনুমতি মতে,
সোমাইছোঁ ফুলনি মাজত।
দোষ যদি কৰিছোঁ ইয়াত,
যিবা ইচ্ছা দণ্ড দিয়া
আনন্দেৰে লম।

সখী : ( তলমূৰ কৰি নিৰুত্তৰ )

কল্যাণময়ী : ( নিজে নিজে )
এই সময়ত যদি
লাজত আৱষ্ট হৈ মনে মনে থাকো,
উদ্দেশ্য নহ'ব সিদ্ধি।
হৃদয়
বল দিয়া,
প্ৰাণভৰা কথাখিনি কবৰ কাৰণে
উপযুক্ত বল দিয়া আজি!
( চক্ৰধ্বজক উদ্দেশ্য কৰি )
আসামৰ পুণ্যৱান অধিপতি,
আমাৰ গৰাকী,
চকুৰ আগত আজি উপস্থিত হৈ,
ঢালিছেহি পুণ্যৰ আলোক
তাতকৈ সৌভাগ্যৰ কি আছে কাৰণ?
বৰঞ্চ আমিয়ে দোষী
নাজানিলো সম্ভাষণ কৰিব তোমাক।

চক্ৰধ্বজ :
নানা আয়োজন ভৰা
সম্ভাষণ অভিলাষী
নহওঁ কল্যাণী মই।
সৰলতা সানি দিয়া মধুৰ মুখৰ
শুনো যদি সৰল সুন্দৰ কথা এটি,
সেয়ে মোৰ অন্তৰৰ ধন
তাতে মই তৃপ্তি লাভ কৰোঁ।
কোৱা গুণৱতী,
মাতিছিলা কিয় মোক দূতৰ আগত।

কল্যাণময়ী :
মহাৰাজ!

বহুত দিনৰ পৰা
মোৰ এই ক্ষুদ্ৰ প্ৰাণ,
ভৰি থকা কথা এটি
সুখেৰে জনাম বুলি তোমাৰ পদত ;
অভিলাষ কৰিছোঁ মনত।

চক্ৰধ্বজ :

সুকথকী ?
নির্ভয়েৰে কোৱা তুমি।
সাধ্য যদি থাকে—
প্ৰাণপণ কৰি
সঠিকতে সাহায্য কৰিম।

কল্যাণময়ী :

কিন্তু মহাৰাজ,
কৰ্ত্তব্যৰ উত্তেজনা মতে
লাজ-মান আঁতৰাই থৈ,
কম মোৰ কথাখিনি ;
নির্ভয়েৰে তোমাৰ কাষত
তাত যদি মোৰ চৰিত্ৰত
কলঙ্কৰ চিটা পৰে কিবা
নিলাজ চপলা বুলি নকৰিবা ঘিণ।
তুমি মোক কৰিবা গ্ৰহণ
তাত মোৰ অন্তৰৰ তৰপে তৰপে
আনন্দৰ অনন্ত কল্পনা,
উলাহেৰে উঠিছে মাথোন।
একফালে দিল্লীশ্বৰে দূত পঠিয়াই
বীৰ্য্যহীন আমি—ম্লেচ্ছৰ পদত
পৰি থকা জাননী জনাই,
কৰ আদায়ৰ হেতু কৰিছে তাড়না—
আনফালে নিশ্চিন্ত মনেৰে তুমি
খুজিছা প্ৰণয় মোৰ
স্বভাৱ বিৰুদ্ধ যেন লাগে।

চক্ৰধ্বজ :

কেনে পুণ্যৱতী ?

কল্যাণময়ী :

একফালে উৎপীড়ন
আনফালে শান্তিৰ সাধনা।
বিশ্বনাশী অগ্নিশিখা জ্বলিছে এফালে,
আনফালে নিৰ্জ্জীৱতা,
বহি আছে নিশ্চিন্ত মনেৰে।

চক্ৰধ্বজ :

মানিলো সুন্দৰী।

কল্যাণময়ী :

মহাৰাজ !
মোক তুমি কৰিবা গ্ৰহণ
মোৰ দৰে ক্ষুদ্ৰ এই নাৰীৰ মনত,
তাতকৈ সৌভাগ্যৰ কি আছে বাসনা ?
হম ৰাজৰাণী—
দেৱৰো দুৰ্ল্লভ ৰাজপ্ৰেম লাভ কৰি,
নানাবিধ ৰাজ্যভোগ,
ইঙ্গিততে সামৰিব হাতৰ তলত।
লক্ষ লক্ষ দাস-দাসী পুতলাৰ দৰে—
পূৰাব সকলো ইচ্ছা—
ৰমণীৰ জীৱনত
ইয়াতকৈ কি আনন্দ আছে ?

কিন্তু মহাৰাজ !
যাক তুমি পত্নীৰূপে কৰিবা গ্ৰহণ
প্ৰাণ-ভৰা পাবানে আনন্দ তাত ?
তাৰ স'তে নিৰাপদে পুৰীৰ মাজত
পাৰিবানে প্ৰেম-সুখ ভুঞ্জিব সুখেৰে ?
অধীনতা অশান্তিয়ে
দগ্ধ কৰা অন্তৰপুৰত
কি সুখেৰে কৰি লবা প্ৰণয় আলাপ ?
সম্বোধিবা প্ৰাণেশ্বৰী বুলি
অথচ ইপিনে
অধীনতা অশান্তিতে খুঁচিব অন্তৰ ।

চক্ৰধ্বজ :

কি কৰিম তেনেহলে মই ?

কল্যাণময়ী :

মহাৰাজ,
ক্ষত্ৰিয়ৰ শিৰোমণি তুমি
জানা তুমি সকলো কথাকে ।
ক্ষত্ৰিয়ৰ তপত তেজত
আছে কেনে বিশ্বত্ৰাসী অনন্ত উলাহ
ভালদৰে জানা তুমি ।

চক্ৰধ্বজ :

কৰিছানে বিদ্ৰূপ সাদৰী ?

কল্যাণময়ী :

মহাৰাজ ;
মোৰ এই সৰল কথাত
বিদ্ৰূপৰ কণিকাও নাই ।
ভাবিছা মনত যদি বিদ্ৰূপ কৰিছোঁ—
তেনেহলে ক্ষমা কৰি ক্ষুদ্ৰ বালিকাক—
অতীত বুৰঞ্জী মেলি চোৱা পাতে পাতে
কলঙ্কৰ কি কাহিনী
জ্বলিছে বিদ্ৰূপ কৰি ক্ষত্ৰিয় জাতিক— ।

চক্ৰধ্বজ :

তোমাৰ কথাৰ ভাব তেনেই জটিল ।

কল্যাণময়ী :

মহাৰাজ !
মোৰ কথা সম্পূৰ্ণ সৰল ।
আগতে ক্ষত্ৰিয় বীৰ্য্য বুকত জ্বলাই
ধৰ্ম্মনাশী শত্ৰুৰৰ
ভস্ম কৰি অস্তিত্ব সমূলি
শত্ৰুহীন কৰি এই স্বৰ্ণ আসামৰ
কৰিলে প্ৰণয়-ভিক্ষা
তেহে হ'ব স্বাভাৱিক ।
তেহে এই বিপুল বিশ্বৰ
পুণ্যভৰা আশীৰ্ব্বাদ,
তোমাৰ বুকত পৰি
তুলিব অমৰ কৰি ।

চক্ৰধ্বজ :

বুজিছোঁ সুন্দৰী
কিন্তু পিতাৰ আদেশ মতে
নোৱাৰো কৰিব একো ।
মৰণ-শয্যাত পৰি
কৈ দিছে পিতৃ মোক,
শত্ৰুভাব নকৰিব দিল্লীশ্বৰ স'তে ।
পিতৃৰ আদেশ এই
কেনেদৰে অৱহেলা কৰোঁ ?

কল্যাণময়ী ঃ

পিতৃৰ আদেশ।
কিন্তু মহাৰাজ,
ধৰ্ম্মনাশী শতুৰৰ প্ৰতিশোধ লৈ
ধৰ্ম্ম ৰক্ষা কৰা—
তাতকৈও পিতৃ-আজ্ঞা মল্যৱান যদি
নোৱাৰো বুজিব।

চক্ৰধ্বজ ঃ

কিন্তু তথাপিতো,
পিতৃ-আজ্ঞা অৱহেলা কৰিব খুজিলে
অন্তৰত ভাব হয়
ধৰ্ম্ম যেন এৰি যাব চিৰকাললৈকে।

কল্যাণময়ী ঃ

মহাৰাজ ?
কিনো কম মই ?
তোমাৰ শীতল এই দুচকুৰ পৰা
এটি মাথোঁ কটাক্ষৰ চঞ্চল কোবতে,
মোৰদৰে লক্ষ লক্ষ সুন্দৰী ৰমণী
ক্ষন্তেকতে উৰি যাব পাৰে।
অৱহেলা সনা মাথোঁ
একেটি কথাতে তব
মোৰ দৰে লক্ষ লক্ষ অবলা বালিকা
সুখেৰে সেৱিব আহি চৰণ তোমাৰ।
কিন্তু, লগে লগে পিতৃ-আদেশৰ
ভালদৰে ভাবি চোৱা
পৰেনে মনত সেই
শতুৰৰ বিজয়ী হুঙ্কাৰ ?
পৰেনে মনত সেই
বান্ধ খোৱা সন্ধি-পত্ৰিকাত ?
শেষত ৰাজন ?
মুৰুখ বালিকা বুলি মৰষিবা দোষ।
পৰেনে মনত—
বিধৰ্ম্মীৰ ঘৃণিত ইচ্ছাত
এৰি দিয়া ৰাজভগ্নী ৰমণী গাভৰু ?
পৰেনে মনত
স্বাধীনতা মহাধন
শতুৰৰ চৰণত সঁপি
অধীনতা মানি লোৱা কলঙ্ক কাহিনী ?
হায়।
বিশ্বজেতা ক্ষত্ৰিয়ৰ উন্মত্ত শোণিত
বিধৰ্ম্মীৰ ঘৃণনীয় এনে অত্যাচাৰ,
কেনেদৰে সহি আছে শান্তি লাভ কৰি ?
মহাৰাজ ?
মূৰুখ বালিকা মই
অনুচিত এনেদৰে কোৱা।
মৰষিবা অপৰাধ,
নিবেদন কৰিছো পদত।

চক্ৰধ্বজ ঃ

পুণ্যৱতী ?
দেৱীৰূপী নাৰী তুমি।
খুঁচি দিলা
সুষুপ্ত চেতনা মোৰ।
নধৰো জগৰ একো
বৰঞ্চ, তোমাৰ কথাত নিৰ্জ্জীৱ শোণিত মোৰ।
আনন্দৰ উলাহত
শিৰে শিৰে লৰিছে বেগাই।

কল্যাণময়ী ঃ

চোৱা মহাৰাজ !

অনন্তৰ অসীম কোলাত
ক্ষুদ্ৰ এটি ভুমুকনি যেন
ফুলিছোঁহি পৃথিৱীত।
ৰূপ-বহণ সানি দুদিনৰ বাবে,
সকলোৰে টানিছো অন্তৰ।
কিন্তু যেতিয়া
ঘৃণ্য উপাদান গাঁথি
সজোৱা শৰীৰ এই
কাল মাহাত্ম্যত
মিলি যাব শূন্যৰ বুকত
চিন তাৰ অলপো নৰব।
যিয়ে তাৰ জীৱনৰ সকলো তৃপিতি
ভাবিছিল এই ৰূপতেই
সিয়ো তাৰ হেৰুৱাব স্মৃতি।
এনুৱা ৰূপৰ বাবে
উচিত নে হোৱা তুমি ইমান আকুল ?
তুমি যেৱে দীপ্ত তেজ লৈ
সমৰৰ ক্ষেত্ৰত সোমাই,
ধ্বংস কৰি প্ৰবল শত্ৰুক—
বিধৰ্ম্মীৰ তেজৰ সোঁতেৰে
প্ৰতিহিংসা অগনি নুমাবা,
উৰুৱাই বিজয় দুন্দুভি,
সোমাবাহি আপোন ৰাজ্যত
সেয়ে মাথোঁ বিজুলী ৰেখাৰে
লিখা ৰব জগতৰ অণুই অণুই।
কিনো কম মহাৰাজ,
জ্ঞানৰ প্ৰদীপ্ত শিখা তোমাৰ হিয়াত
মূৰুখ তিৰোতা মাথোঁ মই।

চক্ৰধ্বজ :

নালাগে নকবা আৰু।
(খাপৰ পৰা তৰোৱাল উলিয়াই)
এই অস্ত্ৰ ধৰিলো মুঠিত।
সমূলি নোৱাৰো মানে
বিনাশিব বিধৰ্ম্মী শত্ৰুক,
তিলমান নলম জিৰণি।
সোণৰ আসাম এই শত্ৰুহীন কৰি
কৰিব নোৱাৰোমানে বিপদবিহীন
আনন্দৰ কণিকাও নাপাম প্ৰাণত।

কল্যাণময়ী :

যোৱা মহাৰাজ
নকৰা পলম আৰু।
ওভতাই দিয়া দূত,
গুচি য'ক নিৰাশ মনেৰে।
বাজক ৰণৰ ডঙ্কা,
শত্ৰুহীন হওঁ আমি।
(কল্যাণময়ীৰ বেগেৰে প্ৰস্থান)

চক্ৰধ্বজ :

ধন্য ধন্য ৰমণী শকতি।
মহাশক্তি নাৰীৰূপে জনমি ধৰাত
খুঁচি দিয়ে পুৰুষৰ সুষুপ্ত চেতনা।
যাওঁ—ওলটাই দিওঁ দূত
কৰোগৈ ৰণৰ সম্ভাৰ।
শত্ৰুনাশী তেজাণুৰ
উদগাওঁ-অনন্ত উলাহ।
(বেগেৰে প্ৰস্থান)

## ষষ্ঠ গৰ্ভাঙ্ক

### ফুলনিৰ বাহিৰ ভাগ

( কল্যাণময়ীৰ বেগেৰে প্ৰৱেশ )

কল্যাণময়ী :

শুনিছিলো ৰজা শান্তিপ্ৰিয় ।
অধীনতা মানি লব
স্বাধীনতা শত্ৰুক সঁপিব
তথাপিতো শান্তিত থাকিব ।
সেইবাবে সকলোৱে
ৰজাক নিবীৰ্য্য বুলি
কৰিছিল কলঙ্ক আৰোপ ।
ক্ষত্ৰিয় তেজত নাই প্ৰতিহিংসা জুই ?
বলহীন বীৰ্য্যহীন ক্ষত্ৰিয় অন্তৰ,
অসম্ভৱ, অসম্ভৱ ইকথা ।
জগতৰ শক্তি মানে
হয় যদি প্ৰতিদ্বন্দ্বী,
তথাপি ক্ষত্ৰিয় হিয়া নকঁপে ভয়ত ।
বিশ্বময় একফালে
আনফালে ক্ষত্ৰিয়ৰ তপত শোণিত ।
পাহৰি এনুৱা ক্ষত্ৰিয় গৌৰৱ,
কোন আছে কাপুৰুষ এনে,
অধীনতা অত্যাচাৰ সহিব নিমাতে ?
( সখীসকলৰ প্ৰৱেশ )
আহা আহা লগৰীসকল ?
দৃপ্ত হৃদয়ৰ বেগ ক্ষত্ৰিয় নাৰীৰ
বোৱাবৰ আহিছে সুযোগ ।
সৱেও শিলেৰে বান্ধা অন্তৰৰ পাৰ !
বুকত লুকাই ৰাখা অমৃতৰ সোঁত
এৰি দিয়া মৃত্যুভৰা বিহৰ ধাৰেৰে !
কামানল ওপজোৱা স্নিগ্ধ চাহনিত
ওপজোৱা প্ৰতিহিংসানল ।
শান্তিভৰা নিশ্বাসত
ওপজোৱা প্ৰলয় ধুমুহা ।
শত্ৰুহীন হ'ক আজি সোণৰ আসাম ।
জগতক জনোৱা জাননী
ৰমণীৰ সোণালী বদন ,
খন্তেকতে পুৰুষৰ সাধনাৰ ধন
খন্তেকতে আৰু
কলিজা উভাৰি আনে প্ৰচণ্ড কোবত ।

সখী :

ক্ষত্ৰিয় নাৰীৰ গৌৰৱ ৰক্ষাৰ হেতু
উল্লসিত সদায় অন্তৰ ।
জানা তুমি তোমাৰ লগতে,
ৰণৰ কৰিছো শিক্ষা কিমান কৌশল ।
তাকেই সম্বল লৈ
নাশ কৰি শত্ৰুমানে,
ঢালিম জীৱন এই,
ক্ষত্ৰিয়ৰ তপস্যা দেশত ।
তাৰ হেতু তিলমানো নকৰো সংশয় ।
সখী, ৰজাৰ কি মতামত ?

কল্যাণময়ী :

প্ৰলয়ৰ অগ্নিশিখা
নিমাতে লুকাই থাকে ভস্মৰ মাজত
ভাবে সকলোৱে
শান্তিৰ জুৰণি মাথোঁ বুলি ।
কিন্তু যেতিয়া উজাৰি দিয়ে
পৰি থকা অগ্নিশিখা হাজাৰ মুখেৰে
গ্ৰাস কৰে দুৰ্ভাগাক আজি ।
সখী, ক্ষত্ৰিয়ৰো প্ৰাণ

তেনে অগ্নিশিখাৰ ভঁৰাল—
বিধৰ্ম্মীত অধীনতা সহিব কিদৰে ?

সখী ঃ

জগতক তেনেহলে আমিও দেখাম,
ক্ষত্রিয় নাৰীৰ
সুৱদি কটাক্ষ ভৰা কি অগ্নিশিখাৰে।
সকলোৱে কয়—অবলা আমাক—
দেখিব জগতে
অবলা নে সবলা ৰমণী।

কল্যাণময়ী ঃ

সখী
নুভুলিবা কদাপিতো নাৰীৰ গৌৰৱ।
দেখাবা বিশ্বক
নাৰীৰ বলতে মাথোঁ জগতৰ বল।
একফালে নাৰীৰ গৌৰৱ
আনফালে অনন্ত জগত।
গোৱা সখী গোৱা এটি উলাহ সঙ্গীত !
সঙ্গীতৰ সুৰে সুৰে বিজুলী বেগেৰে
লৰি য'ক শোণিতৰ সোঁত।

গীত

আহাহে অৰুণ ঢালাহি প্ৰাণত
জুই জ্বলা তপত কিৰণ !
আহা আহা আহা শান্তি জোনবাই
হাঁহিভৰা মধুৰ স্মৰণ !
আহা আহা আহা বিশাল বতাহ
ধুমুহা আগত গৈ
আহা আহা নদী বিজুলী বেগেৰে
শকতি বুকত বৈ !
বান্ধাহি সাগৰ মোৰ অন্তৰত
তোমাৰ গৰ্জ্জন তাৰ,
উদাৰ আকাশ দিয়াহি হিয়াত
চপাই বিশ্বৰ ভাৰ !
আহা আহা তুমি উদাসী পৰ্ব্বত
লোৱাহি হিয়াৰ পাত
হোৱাহি মুগ্ধ শুনি শুনি জীৱনে বজোৱা মাত !
( যৱনিকা পতন )

## তৃতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

ৰাজসভা

( চক্ৰধ্বজ, মন্ত্ৰী, সেনাপতি আৰু অন্যান্য )

চক্ৰধ্বজ ঃ

শুনকন, মন্ত্ৰী, সেনাপতি আৰু
অন্য অন্য ক্ষত্ৰিয়সকল
আমাৰ দেশৰ আজি সঙ্কট সময়।
এই মুহূৰ্ত্তই
হয়তো আমাৰ দেশৰ বুকত
আশীৰ্ব্বাদ আলোক ঢালি,
অনন্ত সম্পদশালী কৰি দিব পাৰে
নতুবা
ইয়াৰে কোপত পৰি
আমাৰ সোণৰ দেশ
নানাবিধ সম্পদৰ সৈতে
ভস্ম হৈ যাব পাৰে চিৰকাললৈকে
এই মহা মুহূৰ্ত্তত
জীৱন-মৰণ দুয়ো
পূৰ্ণৰূপে কৰিছে নিৰ্ভৰ।

সেইবাবে
সকলোৰে অন্তৰত
অনন্ত উলাহ লৈ,
আমাৰ সোণৰ দেশ,
বিনাশৰ পৰা ৰক্ষা কৰিবৰ হকে,
সকলোৱে প্রার্থনা কৰিছোঁ।
দূতৰ মুখত শুনি
অহঙ্কাৰী দিল্লীশ্বৰে
আমাৰ বিৰুদ্ধে
অতি শীঘ্রে পঠাব বাহিনী।
পৰাজয় কৰি যদি
সেই মহা শক্তিবান যৱন বাহিনী
স্বাধীনতা উদ্ধাৰিব পাৰা,
তাতেহে সকলোখিনি
জ্বলি আছে ক্ষত্রিয়ৰ অতুল গৌৰৱ।
তাত যদি বীৰ্য্যবান কাপুৰুষ যেন
লাজ-মান সকলো পাহৰি
এৰি দি আমাৰ দেশ
বিধৰ্ম্মীৰ ভৰিৰ তলত
গুচি অহা পিঠি দেখুৱাই
তেনেহ'লে সেই কলঙ্কই
ঘাটে বাটে তিৰস্কাৰ কৰিব আমাক।
তাতকৈ, শত্রুৰ শৰত পৰি,
চিৰমৃত্যু লাভ কৰা গৌৰৱৰ কথা

মন্ত্রী ঃ

মহাৰাজ
যেতিয়াই শুনি পালো শ্রীমুখৰ পৰা,
কৰ দিব অস্বীকাৰ কৰা
দেখিলোঁ যেতিয়া

শূন্যগৰ্ভা প্রতিহিংসা বুকত সোমাই
ফিৰিলে দিল্লীৰ দূত নিৰাশ মনেৰে
নোৱাৰো বুজাব মই
আনন্দৰ কি আলোকে
উজ্জ্বলালে মোৰ এই আন্ধাৰ অন্তৰ।
মহাৰাজ
তোমাৰ অনুগ্রহত
জীৰ্ণ এই বৃদ্ধৰ বুদ্ধিৰ ওচৰত
ব্যর্থ হ'ব যৌবনৰ সকলো কৌশল।

ফুকন ঃ

মহাৰাজ।
নিৰাশাৰ অন্ধকাৰ ভেদি
দেখিছোঁ চাৰিওকালে আজি
পূৰ্ণতিৰ অপূৰ্ব্ব আলোক।
আজি এই দুবছৰ
সমৰ-ক্ষেত্রৰ সেই ঘৃণিত স্মৃতিয়ে
দিনে দিনে অন্তৰত আত্মগ্লানি ঢালি
কৰিছিল সুখ-শান্তি হীন।
আজি কিন্তু সকলোকে সমূলি উৰাই
ভৰিছেহি অন্তৰত অনন্ত উলাহ
এই উলাহৰ ওচৰত
যিমান সবল হ'ক শত্রুৰ শকতি
পৰাভৱ সমূলি মানিব।

চক্রধ্বজ ঃ

কিন্তু তথাপিতো
জিনিব পাৰিম বুলি শত্রুৰ শকতি
অনুচিত এইফালে অৱহেলা কৰা।
এই শত্রু

উপেক্ষা কৰিব লগা নহয় তেনেই।
ই শত্রু প্রতিদ্বন্দ্বী হৈ
সমুখত থিয় হ'ব ল'কে
আমাৰো শক্তিৰ তেজ,
বহুগুণে বঢ়াব লাগিব।
শত্রুক আমাতকৈ
শক্তিবান ভাবিলেহে যদি
সমৰ জিতিব পাৰো আমি।
যোৱা সকলোৱে
নিজ নিজ বাহিনীৰ বঢোৱা শকতি
এইফালে ময়ো
আন আয়োজন কৰোঁ।
(একফালে ৰজা আৰু আনফালে অন্য-বিলাকৰ প্রস্থান)

## দ্বিতীয় গৰ্ভাঙ্ক

ৰাজআলি

(তিনিজন নগৰীয়া)

১ম :

বাপী, শুনছাহ্না? আৰু বোলে কিবা এখন ধাৱা লাগে?

২য় :

অ' শুনিছিতো! সিদিনাখন ৰজাই ঢোল পিটি দিছে। বোলে সকলে ধাৱাক যাব লাগে।

৩য় :

ভাই আমি পলাওঁহে দে!—এই বুঢ়া কালত ধাৱাক যায় প্রাণটো ক'ত এৰি আহিম বাপী?

২য় :

পলাবি ক'ত? ৰজাই কৈ দিছে পলালিও ৰক্ষা নাই। ধৰি আনি শূলত দিব।

৩য় :

পৰ্ব্বাতোৰ গুহাত লুকে থাকিম।

২য় :

তাতনো কিবা সদায় লুকে থাকিবিনা? এক দিনতো ওলাবি। আৰু বনে-জঙ্গলে মানুহ বিচাৰি যাব নহয়?

৩য় :

এনে ৰাজা ওলাইছে আমি আৰ বনে-জঙ্গলেও লুকাই থাকিব ন'ৰাত পৰিলোঁ।

২য় :

বন-জঙ্গল সকলো ৰাজাৰ। ৰাজাই থাক্বা নেদ্লি থাকৃবি কেনকেই। ধাৱাত যাবাই লাগ্বো। আমি ধাৱাত নেগেল্লি ৰাজাই যুঁজ্ কৰিবো কাক লৈ।

(৪ৰ্থৰ প্ৰবেশ)

৪ৰ্থ :

কি ভাই সন্তা, কি কথা কইছাহ?

২য় :

ভাই, ধাৱাক যাৱাৰ কথা কৈছোঁ। ৰাজাই হুকুম দিছে ধাৱাক যাব। আমি নগৈ এতেই বহি থাকি শতুৰুক বুকত পাত পাৰিব দিম্ নেকি?

৪ৰ্থ :

সঁচা কথা। বেটাহঁতক ইবাৰ শিকাম নহয় না? ভাল কৈ ধৰিবি ভাই, কেতিয়াও নপলাবি। (৩য়লৈ চাই) ই আৰু কয় বোলে ধাৱালৈ নাযাম্।

৩য় ঃ

মইনো ধাৱালৈ নাযাওঁ বুলি কৈছো নে? মই বোলো এতিয়া বুঢ়া হলো—এতিয়া নো আৰু ধাৱালৈ যাবৰ দিন আছেনে? এতিয়া বহি বহি খোৱাৰহে দিন।

৪ৰ্থ ঃ

বহি বহি খুৱাব তোক! ইবাৰ আহি সিহঁত সোমাব লাগিলে এটা এটাকৈ হাল বাব।

৩য় ঃ

হাল বোৱাৰ বাপেক কৰিছে ভাই! ঔ আই, বেটাহঁতৰ কি খুন্দা!—সেই তাহানিৰ যুঁজ কৰাতেই পাইছোঁ—বেটাহঁতৰ ৰাক্ষসৰ দৰে এজন আহি বন্দুকেদি মুখত খুন্দা এটা মাৰি দিলে—একে চ'ৰে তিনিটা দাঁত সৰি গল। তেজ ধাৰ ধৰিলে। যুঁজ কৰিম ক'ত, কি কৰিম ক'ত? একে লৰে আহি ঘৰত সোমাই থাকিলোঁ। চাচোন বাৰু—এতিয়াও গজা নাই, সোলা পৰি আছে। এগাল চাউলকে চোবাব নোৱাৰো।

৪ৰ্থ ঃ

সিবাৰ তিনিটা সৰাইছে ইবাৰ আটাইকেটি সৰাব, ভালে ভালে ধাৱাক গুলাবি নহলে পাবি মোজা।

৩য় ঃ

তহঁত যদি সকলে যাব মইনো বহি থাকিম কিয়? কিন্তু মোৰ হলে ধোঁৱা খাব নল-ডাল তই লৈ যাব লাগিব। ধোঁৱা নাখালে যুঁজ কৰিম ক'ত—লৰিবকে নোৱাৰিম।

৪ৰ্থ ঃ

ধোঁৱা খোৱা নলডাল তোৰ মই লৈ যামনে? তোৰ বাপেৰে কান্ধত লৈ গৈ তোক ধোঁৱা খুৱাব। আহ এতিয়া খাই-বই ধাৱালৈ গুচি যাওঁ।

১ম ঃ

আমি আৰু মৰিলোহি দে? আমি কি সুখত কি দুখত আছো তাৰ খবৰ নাই; কেৱল ধাৱা লাগিছে গুলা মৰিবলৈ? কিয়। ৰজা হৈছে বহি বহি খাই খাই বুকত বল হৈছে। ধাৱাক গৈ বল মাৰ তহঁতৰ। আমাক মিছা-মিছি মাৰ কিয়? এনেই খাব নেপাই মৰিব গুলাইছোঁ। বাপে আটাইখন দেশ মৰি ছাই হব নহয়? এতিয়াই যেনে ধুম্ মৰিশালিত ৰজা হৈ থাকিব নহয়।

( সকলোৰে প্ৰস্থান )

## তৃতীয় গৰ্ভাঙ্ক

কল্যাণময়ীৰ সভা

( কল্যাণময়ী আৰু লগৰীসকল )

কল্যাণময়ী ঃ

লগৰীসকল।
আজি বৰ সঙ্কটৰ দিন।
ৰমণীৰ মহাশক্তি
আমাকে অপেক্ষা কৰি
সৰগৰ দুৱাৰ-মুখত
বাট চাই বহি আছে উজ্জ্বল মনেৰে।
ইয়াত যদিহে আমি মৰ্দ্দিত নহৈ
অস্তিত্ব সামৰি লব পাৰোঁ

তেনেহলে সেই মহাশক্তিৰ লগত
একে লগে ঠাই পাম আমি।
নহলে
বিধাতাৰ অভিশাপভৰা
যঁাতৰ তলত পৰি
অশ্রু টুকি টুকি
চিৰ কাললৈকে চূর্ণ হৈ যাম।
ইয়াতকৈ জীৱনত
নাই একো ঘৃণিত কলঙ্ক।
আহিব শতৰু সেনা পতঙ্গৰ দৰে
আক্ৰমণ কৰিব অসন।
সঙ্গিনীসকল ?
শত্ৰুৰ হাতৰ পৰা ধৰ্ম্মৰক্ষা কৰি
বঢ়াবলৈ ৰমণী গৌৰৱ ;
সবলতা আছেনে মনত ,
ৰাজ ভগ্নী ৰমণীৰ
সতীত্ব-হৰণ কৰা প্ৰতিশোধ লৈ
নাৰীৰ কলঙ্ক খেদি
তাৰ ঠাই গৌৰৱেৰে ভৰাই তুলিব
অন্তৰত আছেনে অগনি ?

সখী ঃ

এই প্ৰাণ ভৰি আছে
শত্ৰু নাশী উন্মত্ত অগনি মাথোঁ।
আজি এই অগ্নিৰ আগত
অনন্ত জগতো যদি প্ৰতিদ্বন্দ্বী হয়
খন্তেকতে ভস্ম হৈ যাব।

কল্যাণময়ী ঃ

আৰু শুনা
আহিব যৱনে বিপুল বাহিনী লৈ।
আমি যদি জল-স্থল দুফালৰ পৰা
আক্ৰমণ কৰোঁ সিহঁতক
ৰণ আমি নিশ্চয় জিতিম।
একফালে ৰাজসেনা আনফালে নাৰীসেনা
দুফালৰ আক্ৰমণ সহিব নোৱাৰি
শত্ৰু সেনা নিশ্চয় পলাব।
স্থলপথে বিপক্ষক
আক্ৰমণ কৰিবৰ হেতু
উদ্যোগ কৰিছে ৰাজ-সেনা।
নাৰী-সেনা আমি গৈ
জলপথে আক্ৰমণ কৰিম শত্ৰুক।
তাৰ বাবে সাজু হোৱা সকলো সঙ্গিনী।

( ঐক্যতান বাদন )

**গীত**

পৰাণত আজি পাতিছোঁ পৰব
প্ৰলয় অগনি ভৰা ;
ধৰ্ম্মহীনতাৰ শকতি গৰব
সমূলি মৰ্দ্দিত কৰা।
কান্দি সুদা কৰা জীৱন ভৰিব,
পৰম পোহৰ পৰি ;—
যিমান যাতনা শীতল পৰিব
শূন্য হৈ যাব উৰি।

## চতুৰ্থ গৰ্ভাঙ্ক

### ফুকনৰ সভা

( ফুকন, সেনাপতি আৰু অন্যান্য বীৰসকল )

ফুকন ঃ

**ক্ষত্ৰিয়সকল**

মিলিছা সকলো আজি মোৰ অধীনত

হৃদয় বাগৰি অহা
খোলো আজি উত্তপ্ত হৃদয়
প্ৰাণ ঢালি শুনিবা সকলো ;
দিল্লীশ্বৰে দূত পঠিয়াই
কৰিছে আদেশ
এমাহৰ ভিতৰত
শোধাব লাগিব কৰ।
আছানে কোনোবা এনে ক্ষত্ৰিয় কুলত
শুনি এই ঘৃণিত আদেশ
উতলি নুঠিব তেজ শিৰৰ মাজত ?

সেনাপতি :

নিশ্চয় নিশ্চয়
শুনা মাত্ৰে শত্ৰুৰ এনুৱা আদেশ
মতলীয়া শোণিতৰ সোঁত
উতলিব বিজুলী বেগেৰে।

ফুকন :

মন পাতি শুনা তেনেহলে ?
নোশোধাওঁ কৰ বুলি
অধীন নাথাকো বলি দিল্লী সম্ৰাটৰ
নৃপতিয়ে দিছে কৈ দূতৰ আগত।
এই দূত ফিৰি গৈ,
সম্ৰাটক জনালে বাতৰি
যেনেকুৱা গৰবী সম্ৰাট,
নিশ্চয় ঘোষিব ৰণ বিৰুদ্ধে আমাৰ।
দিল্লী সম্ৰাটৰ সেই বিশাল বাহিনী
ভীষণ হুঙ্কাৰ মাৰি,
জগতক বিস্ময় লগাই,
সোমাব যেতিয়া আহি আমাৰ দেশত
পাৰিবানে ক্ষত্ৰিয় সমাজ ?
পাৰিবানে সহিব সেই মহা আক্ৰমণ ?

সেনানায়ক :

নিশ্চয় পাৰিম।
লক্ষ লক্ষ অগ্নিশিখা চকুত জ্বলাই
ভস্ম কৰি এটিপতে
উক্কাম যৱনৰ প্ৰবল বাহিনী !
অসমৰ জয়-ডঙ্কা
আনন্দেৰে বাজি যাব
অসমৰ আকাশ ভৰাই।

ফুকন :

খিৰ হোৱা
অথিৰত কোনো ফল নফলে কদাপি।
তোমাৰ উছাহ দেখি
আশাতন্ত্ৰী বাজি উঠে দোলকে দোলকে।
কিন্তু সেই
দুই বছৰৰ কথা উঠিলে মনত
ভাঙি যাই প্ৰাণ উছাহ হেৰাই।
নিৰাশাৰ অন্ধকাৰ
বৈ পৰে হিয়াৰ মাজত।
প্ৰাণ কঁপি উঠা সেই সমৰ-হুঙ্কাৰ,
লক্ষ লক্ষ ৰণুৱাৰ
তেজেৰে ৰঞ্জিত হোৱা
বহল সমৰক্ষেত্ৰ,
এতিয়াও জ্বলি আছে চকুৰ আগত।
অতীতৰ আঁচলত
ভৰি আছে ভীষণ কাহিনী সেই !
তিৰস্কাৰ ভৰা সেই পুৰণি স্মৰণ,

ভুমুকালে অন্তৰত আহি
কোন আছে এনেকুৱা ক্ষত্রিয় কুলত,
নকৰিব মৃত্যুৰ কামনা ?
উঃ। বজ্র যেন বাজিছে বুকত
যৱনৰ লক্ষৰ মুখত
জনে জনে সঁপি দিলা অমূল্য জীৱন
শোণিতৰ ধাৰাসাৰে বৈ যোৱা নদা
আঁকিলে উজ্জ্বল চিত্র,
ক্ষত্রিয়ক কাপুৰুষ বুলি।
কোৱা কোৱা ক্ষত্রিয়সকল ;
মনত পৰেনে সেই কলঙ্ক কাহিনী ?

সেনাপতি :

অবিকল আঁকা আছে
হৃদয়ৰ তৰপে তৰপে !
এই প্রাণ থাকেমানে
সেই স্মৃতি পাহৰিব নোৱাৰো কদাপি।
পাৰ ভাঙ্গি হৃদয়ৰ ৰুদ্ধ দুৱাৰৰ
উতলি উঠিব খোজে
দিন-ৰাতি প্রতিহিংসা তেজৰ সাগৰ।

ফুকন :

আৰু শুনা—
যৱনৰ হুঙ্কাৰত নিধাতু ক্ষত্রিয়
পৰিবা বাগৰি যেনো সমৰ-ক্ষেত্রত ?
ৰণৰ তাণ্ডৱ দেখি
কিজানো মূর্চ্ছিত হোৱা ?
এই চিন্তাতেহে মাথোঁ সেমেকে অন্তৰ ?
কোৱা কোৱা ক্ষত্রিয় সমাজ।
তেনেদৰে ভয়ত আতুৰ হৈ
পলাবানে ৰণক্ষেত্র এৰি ?

সেনানায়ক :

সংশয়ৰ একো হেতু নাই
সমৰ-দুন্দুভি শুনি সমৰ-ক্ষেত্রত
কাপুৰুষ যেন
কোন ক্ষত্রিয় পলাই ?
ৰণক্ষেত্র বাজি
বোৱাব পাৰিলে সোঁত শত্রুৰ তেজেৰে
জ্বলি উঠে অনন্ত গৌৰৱ।
এই কথা ভালদৰে জানো।

ফুকন :

ধৈর্য্য ধৰা !
এবাৰ মাতিছে তেনে
তাতেহে সন্দেহ কৰো
আগতে ভু পোৱা যদি
জ্বলে ক'ত ক্ষত্রিয়ৰ গৌৰৱ সূৰুয,
কিয় তেন্তে বাৰৰ সন্তান,
পলালা সমৰক্ষেত্র এৰি।
কাটিলা কলঙ্ক-ৰেখা ক্ষেত্র গৌৰৱত।

সেনানায়ক :

এবাৰ ঘটিছে বুলি,
নঘটিব বাৰ বাৰ তেনেতো কদাপি।
শীতৰ সূৰুয সোৱা দৃপ্ত উলাহেৰে,
জহকালি ঢালি দিয়ে তেজাল কিৰণ।
বীৰবৰ নকৰা সংশয় একো,
টিপতে উৰাই দিম
বিধৰ্ম্মীৰ যিমান গৌৰৱ।

ফুকন :

যি কলঙ্ক অধিকাৰ কৰিছে এবাৰ

ক্ষত্রিয়ৰ পবিত্র হিয়াত
লঠিয়াই লাজৰ মূৰত
পুনৰ নহ'ব তেনে
কিদৰে বিশ্বাস কৰোঁ ?
প্রচণ্ড সূৰুয সৌৱা
পিছলে এবাৰ যদি কক্ষ হেৰুৱাই
কোনে জানে নঘটিব তেনেটো তুনাই ?
চোৱা বীৰবৃন্দ !
জগতৰ গতিচক্র ঘূৰিছে সদায়,
খোজে পতি বাজি উঠে
বিশ্বজুৰি মোহিনী জোকাৰ,
তাতকৈ মূল্যৱান
নহয় নে ক্ষত্রিয়ৰ সমৰ-ক্ষেত্রত ?
শত্রুক নিপাত কৰা নির্ভীক মনেৰে ?
ক্ষত্রিয়ৰ তেনে গৌৰৱত
অভিশাপ সানি
কাটিলা কলঙ্ক-ৰেখা কিয় তেনেহলে ?
নাছিল নে চেতনা তেতিয়া ?
ম্লেছৰ পদত সেৰি স্বাধীনতা ধন
কি লাজেৰে উলটিলা ৰণক্ষেত্র এৰি ?

সেনানায়ক ঃ

সামৰা সামৰা বীৰ
নকৰিবা তিৰস্কাৰ আৰু—
কলঙ্কিত প্রাণ লৈ এনেই কাতৰ
তাতে আৰু তোমাৰ গঞ্জনা
কিদৰে সহিম ?

ফুকন ঃ

নহৰা কাতৰ বীৰ !
ক্ষত্রিয়ৰ বলবীর্য্য অৱহেলা কৰি
কোন এনে জগতত,
নিশ্চিন্ত মনেৰে পাৰে তিষ্ঠিব খন্তেক ?
ইমান কৰিলোঁ মাত্র বুজিবৰ হেতু।
ক্ষত্রিয়ৰ শিৰাবিলাকত,
নির্জীৱ সজীৱ কিম্বা
আচৰিত আছে পৰমাণু।
বুজিলোঁ এতিয়া
নোহোৱা কাতৰ শুনি শত্রুৰ হুঙ্কাৰ।
লোৱা বল হৃদয়ত
অগনিৰ পৰমাণু
বৈ য'ক শিৰে শিৰে উদভ্রান্ত তেজেৰে ?
যদ্ধ আমি নিশ্চয় জিতিম।
যোৱা বীৰ
কৰাগৈ নিজ নিজ বাহিনী প্রস্তুত।

( একফালে ফুকন আৰু আনফালে আন-বিলাকৰ প্রস্থান )

## পঞ্চম গর্ভাঙ্ক

জগদম্বাৰ ভিতৰ ঘৰ

( জগদম্বা আৰু কল্যাণময়ীৰ যুদ্ধ-বেশ লৈ প্রৱেশ )

কল্যাণময়ী ঃ

আই !
জীৱনৰ অগনি-পৰীক্ষা আজি।
আশীর্ব্বাদ দিয়া চৰণৰ
ধর্ম্মনাশকাৰী যৱনক
সমূল নির্ম্মূল কৰি

উজ্জলাব পাৰোঁ যেন মাতৃৰ গৌৰৱ।
তোমাৰ জীয়াৰী বুলি বিশ্ব সমাজত
পাবোঁ যেন পৰিচয় দিব !

জগদম্বা ঃ

আই !
বিধিৰ কোপত পৰি পুত্ৰহীন হৈ
অশ্রু টুকি টুকি
বহুত তপস্যা কৰি
লাভ আমি কৰিছোঁ তোমাকে।
তোমাৰে মাথোঁ মুখ চাই
পুত্ৰৰ অভাৱ আমি
পাহৰিছো আনন্দ মনেৰে।
হাজাৰ পুত্ৰতকৈও
বৰ আনন্দৰ তমি।
সেইবাবে
পুত্ৰৰ সকলো কাৰ্য্য
হয় যাতে তোমাত সফল,
এই ভাবি
ধৰ্ম্মনীতি, যুদ্ধনীতি, ৰাজনীতি আদি
সকলো তোমাক
ভালদৰে শিক্ষা দিছোঁ।
আজি এই পৰীক্ষাৰ মহামুহূৰ্ত্তত—
পাৰা যদি দিব তুমি
উপযুক্ত শিক্ষাৰ চিনাকি
লক্ষ জীৱনৰ মোৰ সাধনা যিমান
ইয়াতেই সফল হৈ উঠিব সোণাই !

কল্যাণময়ী ঃ

দিয়া আই শ্রীপদৰ ধূলি
সানি লওঁ দুৰ্ব্বল মূৰত।
তাত মোৰ অন্তৰৰ প্ৰতিহিংসা জুই
বহু পৰিমাণে উঠিব তেজাল হৈ।
শ্ৰীপদ মূৰত থৈ দিয়া আশীৰ্ব্বাদ,
এই অগনিত পৰি
ভস্ম হৈ যায় যেন বিপক্ষ আমাৰ।

জগদম্বা ঃ

প্ৰাণৰ সোণাই ?
ৰণৰ আগতে
কৰিব লাগিব কূট্ ছল এটা।
আহিব অসংখ্য সেনা আমাৰ শত্ৰুৰ :
আমাৰ ৰণুৱা সংখ্যা অনেক তাকৰ
সেইবাবে
সিহঁতৰ আগতেই
নিৰাপদ সুযোগ্য ঠাইত
আমাৰ বাহিনী সজাব লাগিব।
তাৰ উপৰিও
বিপক্ষক শক্তিহীন কৰিবৰ হেতু
ছদ্মবেশী দূত এজনক
পঠাব লাগিব
ম্লেচ্ছ সেনাপতিৰ কাষত।
সি গৈ কব তাক—
ৰাজধানী আক্ৰমণ কৰিবৰ হেতু,
কৈ দিব পাৰে ভাল বাটৰ সন্ধান।
এইদৰে শত্ৰুক বিপথগামী কৰি
শক্তিহীন কৰিব লাগিব।

কল্যাণময়ী ঃ

জননী—

এই কাৰ্য্য সাধনৰ হেতু
আছে মোৰ উপযুক্ত সঙ্গিনী এজন।
সুকলমে এই কাৰ্য্য
কৰিব সাধন তেওঁ।

জগদম্বা :

আহা সোণাই,
আহিছে সময়।
এতিয়াই শত্ৰু সেনা আহি
অভ্ৰভেদী দুন্দুভি বজাই,
কঁপাই তুলিব দেশৰ অম্বৰ।
সোনকালে হোৱাহি প্ৰস্তুত।
( সকলোৰে প্ৰস্থান )
( যৱনিকা পতন। )

# চতুৰ্থ অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

পৰ্ব্বতৰ দাঁতি

( ছদ্মবেশেৰে কুসুমিকাৰ প্ৰৱেশ )

কুসুমিকা :

এই ছদ্মবেশ ধৰি,
মোগল সেনাপতিক—
পাৰোঁ যদি ছলেৰে ভুলাব,
নিমিষতে পূৰ্ণ হ'ব উদ্দেশ্য আমাৰ।
কলঙ্কই ঢাকি ৰখা,
ক্ষত্ৰিয়ৰ গৌৰৱ সূৰুয,
জ্বলিব পুনৰ আৰু অপূৰ্ব্ব তেজেৰে।
কিন্তু শত্ৰুক বিপথগামী কৰা,
নহয় সামান্য কথা ;
বৰ তাত লাগিব কৌশল।

( কেইজনমান মানুহৰ প্ৰৱেশ )

১ম :

বোপাধন, অকলে অকলে তুমি এই পৰ্ব্বতৰ দাঁতিত কি কৰিছা? ইয়াত বহুত বাঘ-ভালুক আছে নহয়?

কুসুমিকা :

আপোনালোকে কোনফালে যাব খুজিছে? লগত দেখো বস্তু-বাহানিও অলপ আছে?

২য় :

এ বোপা, আমি ধাৱালৈ যাম। শুনা নাইনে এতিয়াই এখন বৰ ডাঙৰ যুঁজ হ'ব। ৰজাই সকলোকে যুঁজলৈ যাবৰ কাৰণে মাতি পঠাইছে।

কুসুমিকা :

কাৰ লগত যুঁজ হ'ব ককাই?

২য় :

কিয় শুনা নাইনে? সেই মোগল নে মছলমান-হঁতৰ লগত। সিহঁতে আমাৰ জাত মাৰিলে, পাত মাৰিলে—ধন নিলে, প্ৰাণ নিলে—আৰু দেশখনকো খাব খুজিছে। বেটাহঁতৰ ইমান পৰতাপ! আমি আৰু ইমান মইমতালি সহিব নোৱাৰোঁ নহয়।

কুসুমিকা :

ভাৰ-ভেটিও দেখোঁ কিছুমান আনিছে—সেইবোৰ ৰজাক দিবনেকি?

২য় :

ৰজাক দিম যে—যুঁজ কৰি ভাগৰ লাগিলে খাম কি বোপাই?

কুসুমিকা :

কিয় ? ৰজাৰ কাৰণে যুঁজ কৰি মৰিব ওলাইছা,
ৰজাই খাবৰ মুঠাও নিদিবনেকি ?

২য় :

ৰজাৰনো হাত চাই থাকোঁ কিয় বোপাই ? ৰজাৰ যে দেশ আমাৰনো নহয়নে ? ৰজাৰ ধন আমাৰ আৰু আমাৰ ধন ৰজাৰ। যুঁজ-খন শেষ কৰি ফিৰি আহিব পাৰিলে, অকল ৰজাৰহে নাম হ'বনে ? তেতিয়া আমি ৰজাৰ নাখাই নো কাৰ খাম ? ঘৰ-বাৰী, ধন-প্ৰাণ ৰজাৰ নহয় নো আৰু কাৰ ?

কুসুমিকা :

ককাই মোৰো ৰণলৈ যাবৰ বৰ মন গৈছে। মোকো নিবানে ?

২য় :

ঔৱা ! তুমি এনে কুমলীয়া ধুনীয়া ল'ৰাকণ কিয় এনে মন কৰা বোপা ? আমিয়ে আগে যাওঁচোন। আমি মৰি শেষ হলে তুমিনো ঘৰত বহি চাই থাকিবানে ? বোপা ! যোৱা— ঘৰলৈ যোৱা ইয়াত অকলে নাথাকিবা। আগে চোৱাই চোন আমি কি কৰিব পাৰোঁ— পাছত তুমি গৈ ৰণখন জিতি আহিবা।

( মানুহ কেইজনৰ প্ৰস্থান )

কুসুমিকা :

অপূৰ্ব্ব শিক্ষা— অপূৰ্ব্ব স্বাৰ্থত্যাগ—
সকুৰ পৰাই আমি,
যি শিক্ষা লাভৰ হকে,
ইমান সাধনা কৰি আছোঁ—
অশিক্ষিত প্ৰজা এই,
গাঁৱৰ মাজত,
গছৰ তলত বহি
সেই শিক্ষা সম্পূৰ্ণ কৰিছে লাভ।
ৰণ আমি নিশ্চয় জিতিম।
আহিছে শত্ৰুৰ সেনা -
সোনকালে ছলনাৰ চেষ্টা কৰোঁগৈ।

( বেগেৰে প্ৰস্থান )

## দ্বিতীয় গৰ্ভাঙ্ক

মিৰজুমলাৰ শিৱিৰ

( মিৰজুমলা আৰু সেনা কিছুমান )

মিৰজুমলা :

আজি
চিৰশত্ৰু ঘৃণিত কাফেৰ,
ভৰি থকা দেশ এখনৰ,
অস্তিত্ব নোহোৱা হ'ব পৃথিৱীৰ পৰা।
হীনবল চক্ৰধ্বজে চেতনা হেৰাই,
নিজে নিজে জ্বলাইছে দাবাগ্নি ভীষণ।
যৱনৰ মহাশক্তি অৱহেলা কৰি,
অসমত কৰি দিছে স্বাধীন ঘোষণা।
নুবুজিলি মূৰ্খ তই—
মহাতেজা দিল্লীৰ সম্ৰাটে
তোৰ দৰে লক্ষ লক্ষ অস্পৃশ্য হিন্দুক
গচকি মাৰিব পাৰে।
সৈন্যসকল !

আজি মহা আনন্দৰ দিন।
চিৰশত্ৰু লক্ষ লক্ষ হিন্দুৰ তেজৰে--
পৃথিৱীৰ অণুৱে অণুৱে,
যৱনৰ বীৰত্ব-কাহিনী লেখি,
প্ৰাণভৰা আনন্দ পাবৰ
মহাদিন আজি।
প্ৰাণ খুলি গোৱা আনন্দেৰে—
"জয় দিল্লী সম্ৰাটৰ জয়"।
বিশ্বও বিচূৰ্ত্তি মানি
স্তব্ধ হক সেই নাদ শুনি।
এই মহা বজ্ৰনাদ,
সেই মহাঘৃণিতৰ কাণত সোমাই,
ততালিকে কৰক মূৰ্চ্ছিত।
গোৱা—
জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।

সৈন্যসকল :

জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।

মিৰজুমলা :

তোমালোকে সেই,
বিশ্বজয়ী মোগল সন্তান।
যাৰ বীৰত্বৰ ওচৰত,
শক্তিমান শত্ৰুমানে হতবীৰ্য্য হৈ,
এখন্তেকো তিষ্ঠিব নোৱাৰে :
যাৰ নাম শুনি পালে
অজেয় বীৰৰো বুক কঁপে,
তোমালোক সেই মহা বীৰৰ সন্তান।
গোৱা—জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।

সৈন্যসকল :

জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।

মিৰজুমলা :

ভালদৰে মনত ৰাখিবা,
তোমালোকে জন্ম ধৰা নাই,
ক্ষুদ্ৰ এটা তৃপিতিৰে সন্তুষ্ট থাকিব।
অহা নাই এৰি সেই পুণ্য জন্মভূমি,
মাত্ৰ জীৱিকাৰ উত্তেজনা পাই।
তোমালোকে আহিছা মাথোন,
মোগলৰ বীৰত্ব বেলিৰে
পোহৰাই অনন্ত জগত,
ভস্ম কৰি বিধৰ্ম্মী যিমান
পৃথিৱীত মহা কীৰ্ত্তি স্থাপিবৰ হকে।
গোৱা—জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।

সৈন্যসকল :

জয় দিল্লীশ্বৰ আওৰংজিবৰ জয়।
জয় চিপাহচালাৰ মিৰজুমলাৰ জয়।
( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী :

চিপাহচালাৰ, অসমৰ ৰাজধানীৰ পৰা এজন বৰ ধুনীয়া মানুহ আহিছে। সি কয়—সেনাপতিৰ লগত কিবা গুপ্ত কথা আছে।

মিৰজুমলা :

( নিজে ) অসমৰ ৰাজধানীৰ পৰা
মানুহ আহিছে ?
প্ৰতিহিংসা ভৰা এনে যুদ্ধৰ কালত,
এনে কথা কদাপি নঘটে।
নাইবা
ভয় পাই ঘৃণ্য চক্ৰধ্বজে,

ক্ষমা খুজি পঠাইছে দূত ?
তথাপি নাপাব ক্ষমা ।
অহঙ্কাৰ কৰি আগে,
সম্রাটক অৱহেলা কৰি
জ্বালি দিছে ধ্বংসৰ অগনি,
তাৰ বাবে উপযুক্ত নহয় পৃথিৱী ।
সমূলি নকৰি ভস্ম তাক
এই মহাঅগ্নি কদাপিতো নুমুমাব ।
দুৰ্ৰী,
লৈ আহ ততালিকে তাক ।
অসমৰ ঘৃণ্য কাফেৰক ।

( দুৰৰীৰ প্ৰস্থান )

সৈন্যসকল !
এনে শক্তি বান্ধি লোৱা,
অন্তৰত নির্ভীক মনেৰে
ঘৃণিত শত্ৰুৰ বল
মুহূৰ্ত্ততে ভস্ম হয় যেন ।

(কুসুমিকাক লৈ দুৰৰীৰ প্ৰৱেশ )

দুৰৰী :

চিপাহচালাৰ, অসমৰ ৰাজধানীৰ মানুহজনক আনিছোঁ ।

মিৰজুমলা :

এই বিদ্ৰোহৰ সময়ত,
অসমৰ ৰাজধানীৰ পৰা,
কি বাবে আহিছা তুমি ?
নাইনে মনত ভয় ?
নাজানানে যৱনসেনা কেনে শক্তিমান ?

কুসুমিকা :

জানো মহাশয়
সেইবাবে
আহিছোঁ নির্ভয়ে !

মিৰজুমলা :

কোৱা সোনকালে
অহাৰ কাৰণ কিবা !

কুসুমিকা :

সেনাপতি মহাশয় !
কথাৰে নোৱাৰো কব,
কিমান আনন্দ আজি,
অন্তৰত পৰিছে সোমাই ।
ইমান বছৰ আজি,
চক্ৰধ্বজ নৃপতিৰ
নানা অত্যাচাৰ সহি
অশেষ নিকাৰ ভুগি
কোনোমতে প্ৰাণ ধৰি আছোঁ ।
ইমান দিনত আজি
বিধাতা সদয় হৈ
ৰক্ষা কৰিবৰ হকে নির্দোষী প্ৰজাক
আপোনাক আনিছে ইয়াক ।
পাপাচাৰী নৃপতিৰ অধীনৰ পৰা,
মুক্ত হম বুলি,
আনন্দত ভৰিছে অন্তৰ ।
সেইবাবে,
চক্ৰধ্বজ নৃপতিৰ
অধীনৰ সকলো প্ৰজাই,
গাই আছে জয়গীত দিল্লী-সম্রাটৰ ।

সেইবাবে সকলোৱে একমত হৈ,
কিছু উপহাৰ দি—
আপোনাৰ ওচৰত পঠাইছে মোক।
আজিৰ পৰাই আমি সম্ৰাটৰ প্ৰজা!
সম্ৰাটৰ মঙ্গলৰ হকে
ধন, প্ৰাণ সকলোকে দিম বিসৰ্জ্জন।
সেনাপতি! নিবেদন কৰো চৰণত,
এই কৃপাকণ ভিক্ষা দিবলৈকে
কৃপণতা নকৰিব যেন।
নানাৰূপ অত্যাচাৰে
মাৰি যোৱা দুখীয়া প্ৰজাৰ
নাই একো মূল্যৱান ধন।
দাসৰ যোগান বুলি
এয়ে লক আনন্দ মনেৰে। (উপহাৰ দিয়ে)

মিৰজুমলা :

নিশ্চয়, নিশ্চয়,
আশ্ৰিতক প্ৰাণ দি ৰক্ষা কৰা
মোগলৰ প্ৰধান ধৰম।
কিন্তু!
তুমি কোৱা কথামতে,
পাৰোনে বিশ্বাস মই কৰিব তোমাক?

কুসুমিকা :

যাৰফালে নিৰ্দ্দয় বিধাতা
বুক ফালি দেখালেও;
বিশ্বাস কৰিব কোনে?
সেনাপতি!
নিতান্ত নোৱাৰো যদি বিশ্বাস কৰিব,
আজ্ঞা দিয়ক তেনেহলে—
মোৰ দৰে লক্ষ লক্ষ দুৰ্ভাগা প্ৰজাই,
এতিয়াই উপস্থিত হবহি ইয়াত।
আপোনাৰ খাপত থকা তীক্ষ্ণ তৰোৱাল,
সকলোৰে বুকত বহাই
মুক্ত কৰক যন্ত্ৰণাৰ পৰা।
নোৱাৰো সহিব আৰু
পাপীৰ ইমান অত্যাচাৰ। (চকুলো টোকে)।

মিৰজুমলা :

যৱক!
নহ'বা কাতৰ—
বাৰু— বিশ্বাস কৰিলো তোমাৰ কথাত।

কুসুমিকা :

আৰু সেনাপতি
আছে এটা আন নিবেদন!
খন্তেকতে পাৰে যাতে সমৰ জিতিব—
নিমিষতে পাৰে যাতে
অত্যাচাৰী নৃপতিক বন্ধন কৰিব
আছে এটা সুন্দৰ উপায়!
গুপ্ত-বাট ধৰি যদি—
ৰাতিৰ কালত গৈ
ৰাজধানী আক্ৰমণ কৰোঁ!
তেনেহলে নিমিষতে
বন্দী হ'ব চক্ৰধ্বজ।
মিলাই সহস্ৰ কণ্ঠ
গাম আমি বজ্ৰনাদ এৰি
"জয় দিল্লী সম্ৰাটৰ জয়"
"জয় সেনাপতি মিৰজুমলাৰ জয়।"

মিৰজুমলা :

অতিক্ৰমি ইমান পৰ্ব্বত

অতিক্ৰমি মহাতেজা ব্ৰহ্মপুত্ৰ নদী,
ৰাজধানী আক্ৰমণ
সোনকালে কিদৰে কৰিম ?

কুসুমিকা ঃ

যদি হে শুনিব খোজে অনুগ্ৰহ কৰি,
গুপ্ত-বাট দেখুৱাই
ময়ে লৈ যাব পাৰোঁ।

মিৰজুমলা ঃ

বৰ সুখ পালোঁ অন্তৰত।
মোগলৰ ওচৰত আশ্ৰয় কৰিলে ;
মৃত্যুয়ো সংশয় কৰে তাক।
আজিৰ পৰা তুমি
অন্তৰৰ বন্ধু হ'লা মোৰ।
কিন্তু !
যুদ্ধ শেষ নোহোৱালৈকে
থাকিব লাগিব তুমি ;
মোৰ লগে লগে।
ইয়াৰ উত্তৰফালে
ৰামসিংহ সেনাপতি
শিৱিৰ সজাই আছে।
লৈ এই সংকেত-কাকত যোৱা তুমি।
( কাকত দিয়ে )
দিযা বাতৰি তেওঁক !
তেওঁক সাক্ষাত কৰি
আহিবা পুনৰ ফিৰি মোৰ ওচৰত।
দূত !
লৈ যোৱা বিদেশী বন্ধুক।
( প্ৰস্থান )

কুসুমিকা ঃ

যি কল্পনা কৰিছো মনত
নিশ্চয় সফল হ'ব বুজিছো সঠিক।
ৰামসিংহ হিন্দু-সেনাপতি----
কৰিবনে সাহায্য ইয়াত ?
বাৰু,
দেখা য'ক কি হয় শেষত !
( প্ৰস্থান )

## তৃতীয় গৰ্ভাঙ্ক

যৱন সেনাৰ শিৱিৰ সমুখভাগ
( কিছুমান যৱন সেনা )

১ম ঃ

ইবাৰ ভাইহঁত গাইপতি একোটা নিম। অসমীয়া তিৰোতাবোৰ বৰ গুৱনী।

২য় ঃ

নিবি গাইপতি ! সম্রাটৰ যি খক,—আগত নপৰক, শুনি পালেই সকলোখিনি তোৰ ঠিক হৈ যাব।

৩য় ঃ

এৰি দে ভাই সেইবোৰ ! আমি ইয়াৰ পৰা যুঁজ কৰি হাত-ভৰি ভাঙি দুদিনমান সুখ কৰি খাই লৈ থাকিম বুলি এটা নিম। সম্রাটে কাঢ়ি লৈ যাব ! সেইকাৰণে এৰি দিছোদে ভাই য'ৰ কথা ত'তে। আমি নি সম্রাটৰ মুখ ভৰাবৰ কিটো হৈছে ?

৪ৰ্থ ঃ

এইফালে তো মৰিব ওলাইছোৱেই।

২য় ঃ

যুঁজ কৰি মৰিবও পাৰি তথাপি তেনে বস্তুৰ ভাগ কাকো দিব নোৱাৰি ভাই !

৩য় ঃ

ভাগ দিয়া কথা কৈছ কি? তাহানিখন সেই যুঁজখন লাগোতে এই ৰজাৰ জীয়েকক যে সম্রাটে লৈ গৈ বিয়া কৰাইছিল ; ভাই নকবি দে, আমি দেখা পাইয়ে মৰি যাব খুজিছিলোঁ । উঃ ! কি ধুনীয়া ! চালেও চকুত ছাট্ মাৰি ধৰে ।

৪ৰ্থ ঃ

মৰাতকৈও বেছি টান কথা এইটোহে । আমি ইফালে ছুল জুং জুৰি বাট কাটি দিম আৰু ভাল বস্তুটো পালে ৰজাৰ । এনে ৰজালৈ বৰ খঙ উঠে ভাই । এটা বস্তু পাইছো আমাকো দি ; তাক নকৰি তই কাঢ়ি নিবি । তোক ভাল পাওঁ কেনেকৈ ?

২য় ঃ

ভাই, ৰজাক এদিনাখন মনে মনে সিপাৰ কৰি থব নোৱাৰিনে ?

৪ৰ্থ ঃ

আমি সিপাৰ কৰি থব নালাগে—পৰৰ পুতেকে কৰি থব । আমাৰ যিমান আশা ছেদ কৰিছে ।

৩য় ঃ

ভাই খকুৰাৰ ক'তো ভাত নাই । কেতিয়াবা নে কেতিয়াবা গলত কাঁটা লাগিবহে ।

১ম ঃ

কেতিয়াবাৰ কথা কৈছ কি ? এই চাই থাক— এই কাঁটা লাগে হে । এই বুঢ়াৰ আগতে তিনি বাপেক মৰিল—ইয়াৰো দেখিমদে দুদিন পাছত ।

১ম ঃ

আহ ভাই, এইবোৰ চাউল চোবাই থাকিলে আমাৰ নহয় । যি কামত আহিছো লাগি যাওঁ । সোৱা শুনা ঘণ্টা বাজিলে ।
আহ আহ—।

( বেগেৰে প্ৰস্থান )

## চতুৰ্থ গৰ্ভাঙ্ক

### ৰামসিংহৰ শিবিৰ

ৰামসিংহ ঃ

ৰামসিংহ !
কুলত কলঙ্ক সানি
বিদেশীৰ চৰণ-ছায়াত,
আত্ম পাহৰণি ঢালি, প্ৰাণৰ ভয়ত,
ধৰ্ম্মদ্ৰোহী, কুলদ্ৰোহী, দেশদ্ৰোহী হৈ,
স্বদেশৰ কলিজাত কত অস্ত্ৰ হানি,
কিমান ছলেৰে তুলিছোঁ দুৰ্ব্বল কৰি ।
তাৰ পৰিবৰ্ত্তে
বিদেশীক শক্তিমান কৰি,
কলঙ্কৰ অভিশাপ লভিছোঁ কিমান ।
আজি আৰু আহিছোঁ ইয়াত
তেনে এটা বুৰঞ্জীৰ,

লেখি থব নতুন অধ্যায়।
দুদিনীয়া জগতত
দুদিনৰ বাবে আহি,
অপকৰ্ম্ম কৰিছোঁ ইমান
জগত অদৃশ্য হ'ব,
বীৰত্বৰ অভিমানী জাতিও মৰিব,
কিন্তু ৰব মাথোঁ
কলঙ্ক কাহিনী এই
একেৰাহে জ্বলি জ্বলি বিশ্ব পোহৰাই,
অনন্ত জগত এই
প্ৰলয়ৰ খুন্দা খাই বিচূৰ্ণ হলেও,
অণুৱে অণুৱে তাৰ,
লেখা ৰব এই ইতিহাস।
উঃ!
পৰাধীনতাৰ কি ভীষণ পৰিণাম!
কিন্তু আজি শেষ দিন—
কলঙ্কিত কঠুৱা জীৱন,
কলঙ্কত মাৰ গৈ,
এইদৰে শান্তিহীন হৈ,
অশ্ৰুটুকি উটিয়ে থাকিব।
( কুসুমিকাৰ প্ৰৱেশ )

কুসুমিকা ঃ

জয় দিল্লী-সম্ৰাটৰ জয়,
জয় সেনাপতি ৰামসিংহৰ জয়।

ৰামসিংহ ঃ

উঃ! বিন্ধিছে কণ্টকে যেন।
( ফিৰি চাই )
কোন তুমি—কি কাৰণে আহিছা ইয়াত?

কুসুমিকা ঃ

সবলৰ চৰণত,
আশ্ৰয় প্ৰাৰ্থনাকাৰী মই।
পঠাইছে সেনাপতি মিৰজুমলাই।
লক এই সঙ্কেট-কাকত।
( কাকত দিয়ে )

ৰামসিংহ ঃ ( কাকত পঢ়ি )

জগত পূজিত সেই আৰ্য্যসকলৰ,
উপযুক্ত একেটি সন্তান,
এতিয়াও আৰ্য্য তেজ অবিকৃত ৰাখি—
সুবিশাল ভাৰতৰ ক্ষুদ্ৰ একোণত
আছিল ৰাজত্ব কৰি শান্তিলাভ কৰি।
তাৰে শত্ৰু এই যৱনৰ চৰণত,
তাৰে বিনাশৰ হেতু
কৰিছাহি সাহায্য প্ৰাৰ্থনা তুমি?

কুসুমিকা ঃ

হয়, ৰাজপুত গৌৰৱ!

ৰামসিংহ ঃ

শুনিব পাৰোঁনে মই কাৰণ ইয়াৰ?

কুসুমিকা ঃ

সহস্ৰ সহস্ৰ বাৰ শুনিব পাৰে।
চক্ৰধ্বজ জন্মিলেও আৰ্য্যৰ কুলত,
হলেও প্ৰতাপী ৰজা,
নানাবিধ অত্যাচাৰে,
পাপাচাৰী কৰিছে তেওঁক।
তেওঁ দিয়া যন্ত্ৰণাৰ দাগ,

এতিয়াও অন্তৰৰ
জ্বলি আছে তৰপে তৰপে।
সেইবাবে—
তেওঁৰ অধীন শুচি,
সম্রাটৰ অধীনত থাকিব পাৰিলে,
বৰ সুখী হম আমি।

ৰামসিংহ : ( মনে মনে )

নহয় বিশ্বাস—
চক্ৰধ্বজ পুণ্যবান নৰপতি বুলি,
বহুত দিনৰ পৰা শুনিছোঁ কাণেৰে।
প্ৰজাৰ মঙ্গল হকে
আত্মসুখ পৰিহৰি,
দিন-ৰাতি চিন্তিছে উপায়।
এনে নৃপতিৰ কোনো বিৰুদ্ধে শুনিলে
বাস্তৱতে আচৰিত লাগে।
নিশ্চয় ৰহস্য কিছু আছে।
( কুসুমিকাক চাই )
শুনিব পাৰোঁনে মই—
চক্ৰধ্বজে অপকৰ্ম্ম কৰাৰ কাহিনী ?

কুসুমিকা :

নিশ্চয় শুনিব পাৰে।
এনেকুৱা স্বাৰ্থপৰ ৰজা,
পৃথিৱীত থকা বুলি
সপোনতো শুনা নাই আমি।
দিন-ৰাতি ৰাজকৰ্ম্ম এৰি—
অকলে অকলে বহি কিবা ভাবি থাকে।
চোৰ, দস্যু ৰাজদুৱাৰত
দিন-ৰাতি পৰিছে কিমান—
কোনো দোষ নকৰি বিচাৰ
দণ্ড নিদি সিহঁতক মুক্ত কৰি দিয়ে।
আদেশিছে মন্ত্ৰীসকলক
দণ্ডনীতি এৰি,
শিক্ষানীতি প্ৰয়োগ কৰিব।
তাতে হেনো দোষীমানে সংশোধিত হ'ব ?
আমি কিন্তু এইফালে,
সিহঁতৰ উপদ্ৰৱ সহি,
ত্ৰাহি ত্ৰাহি স্মৰিছো মাথোন।

ৰামসিংহ :

( নিজে ) মূৰ্খতাৰে দোষ এই।
নৃপতিৰ উদ্দেশ্য বুজিলে,
এনেদৰে অসন্তুষ্ট নহ'লহেঁতেন।
কৰ্ত্তব্য স্বীকাৰ কৰি আহিছোঁ যেতিয়া,
অকৃতজ্ঞ কদাপি নহম।
সত্যৰ অনুৰোধত
আপোনাৰ শত্ৰু হৈও
যুঁজিবই লাগিব নিশ্চয়।
( কুসুমিকাৰফালে চাই )
বাৰু
যোৱা তুমি—
থাকাগৈ সেনাৰ লগত।
সময়ত আহ্বান কৰিলে,
ততালিকে কৰিবা সাক্ষাৎ।
( কুসুমিকাৰ প্ৰস্থান )
আৰ্য্যৰ মূৰত আজি
বিধাতাৰ মহা অভিশাপ।
নহলে

ইমান বীৰত্ব লৈ আৰ্য্যৰ সন্তানে,
ঘৰে ঘৰে বিবাদৰ অগনি জ্বলাই,
এক মুঠি যৱনৰ শক্তিৰ কাষত,
ভস্ম হ'বলকৈ আজি আগুৱাব কিয় ?
নকৰো--নাভাবোঁ আৰু সিবোৰ ভাবনা।
বৰ্ত্তমান কৰ্ত্তব্যৰ ক্ষেত্ৰত সোমাই
এইদৰে চিন্তা কৰি,
ক্ষুব্ধ হোৱা নহয় উচিত।
কৰ্ত্তব্যত বিঘ্ন হ'ব পাৰে। ( প্ৰস্থান )

( কুসুমিকাৰ প্ৰৱেশ )

কুসুমিকা :

বুদ্ধিমান ৰামসিংহ,
নিশ্চয় বুজিছে মোক ছদ্মবেশী বুলি।
এই কথা দুয়ো সেনাপতি—
জানাজানি হয় যদি,
নফলিব উদ্দেশ্য আমাৰ।
এই সময়তে যদি দুয়োৰো মাজত
বিবাদ লগাব পাৰোঁ ;
সিহঁতৰ শক্তি হানি হ'ব।
আমাৰো তেতিয়া হ'ব উদ্দেশ্য সফল।
যাওঁ তাৰে চেষ্টা কৰোগৈ। ( প্ৰস্থান )

## পঞ্চম গৰ্ভাঙ্ক

মিৰজুমলাৰ শিৱিৰ

( মিৰজুমলা বহি থাকে। কুসুমিকাৰ প্ৰৱেশ )

মিৰজুমলা :

আহা আহা বন্ধু !
ৰামসিংহ সেনাপতি,
কিবা কলে তোমাৰ আগত ?
কৰিছেনে আদৰ-সাদৰ ?

কুসুমিকা :

সেনাপতি,
চক্ৰধ্বজৰ অত্যাচাৰ সহি,
জীৰ্ণ প্ৰাণ এনেই দুৰ্ব্বল।
তাতে আৰু ৰামসিংহে বাক্য-বাণ মাৰি,
ভাঙিছে অন্তৰ মোৰ।
কওঁ মই কিদৰে কি কলে তেওঁ !
তেনেকথা মোৰদৰে ক্ষুদ্ৰ পৰাণীয়ে,
ভয় কৰোঁ প্ৰকাশ কৰিব।

মিৰজুমলা :

নকৰা সংশয় একো,
নিৰ্ভয়েৰে কোৱা তুমি।

কুসুমিকা :

সেনাপতি,
তথাপি মনত ভয়।
আপোনাৰ নিচিনা বীৰৰ বিৰুদ্ধে
শুনি পালে কোনো কথা,
বৰ বাজে আমাৰ প্ৰাণত।
দিয়া মাত্ৰে সঙ্কেত-কাকত,
ৰামসিংহে—
নানাৰূপ তিৰস্কাৰ কৰিলে আপোনাক।

মিৰজুমলা :

কি ! কি ! ৰামসিংহে—
তিৰস্কাৰ কৰিছে মোক—? অসম্ভৱ ! অসম্ভৱ !

কুসুমিকা :

কি কম আশ্রিতে মই ?
কলে তেওঁ—
মিৰজুমলাৰ দৰে
কাপুৰুষ হতবীৰ্য্য নহওঁ ইমান,
শত্ৰু-আক্ৰমণ হেতু
লম মই আনৰ আশ্ৰয়।
শত্ৰু নাশী তীক্ষ্ণ তৰোৱাল,
মিৰজুমলাৰ দুৰ্ব্বল মুঠিত কৈ,
মোৰ মুঠি ভালদৰে ধৰি লব জানে।
শত্ৰু জিতি আপোন শক্তিৰে
মহাকীৰ্ত্তি স্থাপনা কৰিব।
মিৰজুমলাতকৈ শক্তিবান মই।
মোকো আৰু নানাৰূপ তিৰস্কাৰ কৰি,
লাঞ্ছনা কৰিলে বহু।

মিৰজুমলা :

কি! কি!
ৰামসিংহ ঘৃণিত কাফেৰ
মোতকৈও শক্তিমান বুলি
গৰ্ব্ব কৰি—
তিৰস্কাৰ কৰিছে ইমান?
বীৰৰ সংসৰ্গ পাই
দুৰ্ব্বলৰ অহঙ্কাৰ বাঢ়িছে ইমান?
থাক বাৰু—শেষ হক এই ৰণ।
দেখিম তেতিয়া তোৰ,
অহঙ্কাৰ কিমান প্ৰবল।
বন্ধু! আশ্ৰয় খুজিছা তুমি—
স্বীকাৰ কৰিলোঁ৷ ময়ো—
প্ৰাণপাত কৰিও তোমাক—
সাহায্য কৰিম মই।
যুদ্ধৰ কালত তুমি,
লগতে থাকিবা মোৰ।
তোমাৰ মন্ত্ৰণা লৈ—
সেনা মই কৰিম চালনা।

কুসুমিকা :

সেনাপতি।
দান কৰি আশ্ৰয় আমাক,
কৰিলে যি মহা উপকাৰ,
তাৰবাবে মোৰ দৰে
সহস্ৰ প্ৰজাই
কৰিবহি সাহায্য আপোনাক—।
যুদ্ধৰ আগতে মই
সিহঁতক লৈ আহি,
আপোনাৰ কাষত সোধাম।
তাৰবাবে আজ্ঞা মই পাবোঁনে খুজিব?

মিৰজুমলা :

যোৱা বন্ধু!
নৌহওঁতেই সমৰ আৰম্ভ,
সোনকালে উপস্থিত হ'বা আহি তুমি।
(প্ৰস্থান)

কুসুমিকা :

সেনাপতি,
চৰণত কৰিছোঁ প্ৰণাম।
(নিজে)
আনন্দত ভৰিছে অন্তৰ।
শত্ৰু আজি পৰিছে ফান্দত।

ৰণ আমি নিশ্চয় জিতিম।
এই কথা কওঁ গৈ সঙ্গিনীহঁতক—
তেহে তেওঁলোকে
নাৰী সেনা লৈ—
সুযোগ্য ঠাইত পাৰিব লুকাই ৰব।
প্ৰভু! দিয়া বল অন্তৰত। (প্ৰস্থান)
(যৱনিকা পতন)

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

যুদ্ধ-ক্ষেত্ৰৰ একাষ
(চক্ৰধ্বজ, ফুকন আৰু সেনানায়কসকল)

চক্ৰধ্বজ :

ক্ষত্ৰিয়সকল,
ভালদৰে ৰাখিবা মনত—
আজি এই ক্ষুদ্ৰ মুহূৰ্ত্তত,
অকলে নহয় মোৰ—নহয় তোমাৰ—
অতীতৰ সহস্ৰ যুগৰ,
মহা মহা কীৰ্ত্তিমান আৰ্য্যসকলৰ
সকলো গৌৰৱখিনি কৰিছে নিৰ্ভৰ।
ধীৰে-সুস্থে বিবেচনা কৰি,
চলাব লাগিব সেনী।
সাগৰৰ সোঁত যেন শত্ৰুৰ বাহিনী,
আহিব উন্মত্ত হৈ বজ্ৰনাদ কৰি।
চঞ্চল নহৈ তাত
পাৰোঁ যদি ভালদৰে বাহিনী চলাব,
এই অল্প সেনাৰেই,
ৰণ আমি নিশ্চয় জিতিম।

ফুকন :

মহাৰাজ,
কিছুমান সেনা এই পৰ্ব্বত দাঁতিত,
সজাই লুকাই ৰাখি থলে,
অইশ মাত্ৰে বিপক্ষ বাহিনী,
আক্ৰমণ কৰিব পাৰিব।

চক্ৰধ্বজ :

কৰা তুমি কৰ্ত্তব্য তোমাৰ।
যাওঁ মই—
আনফালে কৰোঁ আয়োজন।
(চক্ৰধ্বজৰ প্ৰস্থান)

ফুকন :

সেনাপতি,
পৰ্ব্বতৰ পশ্চিমেদি,
কাটি এই বিশাল বননি
বাট এটা কৰিব লাগিব।
সেই বাট দেখি পালে,
তাকে ভাবি উপযুক্ত বাট,
আগুৱাব শত্ৰুৰ বাহিনী,
তাৰ পাৰে পাৰে,
কাঠনিৰ মাজে মাজে,
নিমাতে লুকাই থকা আমাৰ সেনাই,
খন্তেকতে সিহঁতক আক্ৰমণ কৰি,
ছিন্ ভিন কৰিব পাৰিব।

সেনাপতি :

উপযুক্ত বিবেচনা—
যাওঁ, কৰোঁগৈ তাৰ আয়োজন।
(দুয়োৰো প্ৰস্থান)

( কল্যাণময়ীৰ নাৰী-সেনা যুদ্ধ-সাজ লৈ
গীত গাই গাই প্ৰৱেশ )

**গীত**

মাতিছে মাতিছে মিলন-শঙ্খে মৃত্যু জৰোৱা
মাতেৰে ।
বাজিছে বাজিছে জীৱন-দম্ভ তৃপ্ত মধুৰ গীতেৰে ॥
আহা আহা আহা আহা ভাই,
আগত উল্লাহ কিৰণ লৈ
উদাৰ শান্তি বুকুত বৈ,
দিওঁ লয় কৰি দৃপ্ত জীৱন মুগ্ধ হৃদৰ চিত্তেৰে ।

(যুদ্ধ সাজ লৈ কল্যাণময়ীৰ প্ৰৱেশ )

কল্যাণময়ী :

সঙ্গিনীসকল,
শুনাচোন সৌৱা—
বিপক্ষই প্ৰাণকঁপা দুন্দুভি বজাই,
এইফালে আহিব ধৰিছে ।
শত্ৰুহঁতে নিশ্চয় ভাবিছে
জলপথে নিৰাপদে,
আক্ৰমণ কৰিব আমাক ।
এই সময়তে এই নদীৰ পাৰত,
ব্যূহ ৰচি থাকো আমি সিহঁতক চাই ।
বিঘ্নহীন বাট বুলি,
আগুৱাই আহিব যেতিয়া,
দিম ঢালি মহা আক্ৰমণ ।
( কুসুমিকাৰ সৰালবিকৈ প্ৰৱেশ )

কুসুমিকা :

সখী,
সিদ্ধি হ'ব উদ্দেশ্য আমাৰ ।
নানাৰূপ ছল কৰি
দুয়ো সেনাপতিৰ মাজত
বিবাদৰ অগ্নি জ্বলাইছোঁ ।
সেইবোৰ বৰ্ণনা কৰিব,
সময়ৰ নাটনি এতিয়া ।
বিপক্ষৰ সেনাপতিয়ে বিশ্বাস কৰিছে মোক ।
কৰিম বিপথগামী সিহঁতৰ সেনা ।
এনেই বিবাদ লাগি
বিশৃঙ্খল হৈ
শক্তিহীন হ'ব শত্ৰু-সেনা ।
তাতে আৰু কৰিলে বিপথগামী,
আমাৰ মনৰ আশা নিশ্চয় ফলিব ।
সখী, যাওঁ সোনকালে,
এতিয়াই শত্ৰুৰ লগত,
মিলিব লাগিব গৈ ।

কল্যাণময়ী :

প্ৰাণসমা সখী,
জীৱনৰ যজ্ঞৰ মুখত
দিয়া এটি পূৰ্ণ আলিঙ্গন ।
(আলিঙ্গন কৰাৰ পাছত কুসুমিকাৰ প্ৰস্থান )
আহা আহা সঙ্গিনীসকল !
সোনকালে ব্যূহ ৰচোঁগৈ ।
( সকলোৰে প্ৰস্থান )

## দ্বিতীয় গৰ্ভাঙ্ক

যুদ্ধ-ক্ষেত্ৰৰ একাষ
( ৰামসিংহ আৰু সেনাসকল )

ৰামসিংহ : ( নিজে )

উগ্ৰমনা মিৰে,

নিজ বিবেচনা মতে কৰিব সমৰ।
নালাগে সাহায্য মোৰ।
ভাল কথা—
কিন্তু মোৰ অধীনৰ যুঁজাৰুসকলে,
শুনে যদি এইকথা,
বিচলিত হ'ব পাৰে।
শুনা শুনা যুঁজাৰুসকল,
তোমালোকে—
মোৰ অধীনত আজি—
জন্ম-মৃত্যু দুয়োৰো মাজত
পৰিছাহি কৰ্ত্তব্যৰ উত্তেজনা পাই।
সকলোৱে নিজ নিজ শক্তি অনুসাৰে,
সকলোৰে কৰ্ত্তব্য বুজিছা।
সকলোৱে নিজ নিজ বাহুৰ বলেৰে,
শত্ৰুক বিনাশ কৰি
উজ্জলাব লাগে বুলি কুলৰ গৌৰৱ,
সকলোৰে আছে বিবেচনা।
সুদূৰত সৌৱা যে দেখিছাঁ,
সম্পদেৰে ভৰপূৰ,
বিপক্ষৰ সুন্দৰ নগৰ
তাক যদি অধিকাৰ কৰি লব পাৰা,
তেতিয়াহে তোমালোকে,
দেৱৰূপী সম্ৰাটৰ,
আদেশ পালন কৰা হেতু,
পৰিপূৰ্ণ ফল পাবা।
অভ্ৰভেদী জয়ধ্বনি কৰা সকলোৱে।
( বেগেৰে মিৰজুমলাৰ প্ৰৱেশ )

মিৰজুমলা :

কি ভীষণ আক্ৰমণ ?
জল-স্থল
চাৰিওফালৰ পৰা
আক্ৰমণ কৰিছে শত্ৰুই।
লক্ষ লক্ষ সেনা মৰি
শক্তিহীন হ'ল ক্ৰমে আমাৰ বাহিনী।
যাওঁ—
কৰোঁগৈ আনদৰে সৈন্য-সমাবেশ।
( বেগেৰে প্ৰস্থান। যুদ্ধ-ক্ষেত্ৰৰ একাষ।
বেগেৰে কুসুমিকাৰ প্ৰৱেশ )

কুসুমিকা :

জিকিলোঁ সমৰ আমি।
হিন্দু-ৰমণীৰ—
ধৰ্ম্মনাশ কৰা পৰিণাম—
দেখিলে জগতে আজি পাষণ্ড শত্ৰুৰ।
ইমান দিনৰ পৰা
অন্তৰত জ্বলি থকা প্ৰতিশোধানল
সমূলি নুমাল আজি শত্ৰুৰ তেজেৰে।
কিন্তু সখী ক'ত ?
শিক্ষাৰ তলত যাৰ
জন্ম-মৃত্যু থাপি থৈ,
সিদ্ধ হ'ল উদ্দেশ্য আমাৰ—
সেই সখী ক'ত ?
ৰণত ভাগৰ লাগি,
জিৰণি লবৰ হেতু
কি জানো বহিছেগৈ ছায়াৰ তলত।
যাওঁ—
সখীক বুকত লৈ
শীতলাওঁ ৰণৰ ভাগৰ।
( বেগেৰে প্ৰস্থান। তেজ বৈ থকা
ক্লান্ত শৰীৰ লৈ লাহে লাহে কল্যাণময়ীৰ
প্ৰৱেশ )

কল্যাণময়ী ঃ

অনন্ত আনন্দ ভৰা মৃত্যু আজি মোৰ।
এনে সুখ জগতত কোনেও পোৱা নাই।
ইয়াৰ আগতে যদি
এই সাধনাৰ—
বিফল কল্পনা লৈ ফুৰিলোঁহেঁতেন,
সৰগতো সুখ-শান্তি নাপালোঁহেঁতেন।
( বহি পৰে )
উঃ!
অৱশ শৰীৰ,
দুৰ্ব্বল লাগিছে ক্ৰমে।
বিশাল পৰ্ব্বতশ্ৰেণী!
মূৰ দাঙি সকলো দেখিছা,
যি ঘটিছে চকুৰ আগত।
এই দৃশ্য চিৰদিন মনত ৰাখিবা।
যেতিয়াই দেখি পাবা হিন্দু-ৰমণীক
বিধৰ্ম্মীয়ে ধৰ্ম্ম নাশ কৰিব খুজিছে—
তেতিয়াই সুমৰাই দিবা
লক্ষ লক্ষ ৰণুৱাৰ তেজে
ৰাজি থোৱা এই সাধুকথা
উঃ।
সমূলি শকতি নাই।
আই! জননী!
আশাপূৰ্ণ কৰিলোঁ তোমাৰ।
তোমাৰ দুহিতা বুলি চিনাকি দিবৰ
নাই আৰু লাজ-ভয়
একো দুখ নকৰিবা আই।
উঃ!
নোৱাৰোঁ থাকিব স্থিৰ। ( বাগৰি পৰে )

( উদাস ভাব লৈ ৰামসিংহৰ প্ৰৱেশ )

ৰামসিংহ ঃ

অহঙ্কাৰী মিৰে
উপযুক্ত শিক্ষা লৈ
অভিমানে দগ্ধ হৈ
ফিৰিব নিৰাশ হৈ দিল্লী নগৰীত।
এই মহা ঘটনাৰ অপূৰ্ব্ব কাহিনী
সম্রাটে শুনিলে,
ভালদৰে বুজি পাব
আৰ্য্যৰ সন্তান
একেবাৰে নিবীৰ্য্য নহয়।
সিহঁতৰ অহঙ্কাৰ চূৰ্ণ কৰা বীৰ,
বহু আছে আৰ্য্যৰ মাজত।
উঃ! কি বীৰত্ব!
আৰ্য্য-সন্তানৰ বলবীৰ্য্য কি ভীষণ!
সিহঁতৰে সমশ্ৰেণী ময়ো,
সুখেৰে জিৰণি লৈ
মোগলৰ চৰণ-ছায়াত;
লজ্জাহীন জীৱন সামৰি,
এতিয়াও বিৰুদ্ধে চলিছোঁ।
অপূৰ্ব্ব উপমা এই।
কিন্তু আৰু নাই—আৰু নাই—
আজি এই মুহূৰ্ত্তৰ পল,
কলঙ্কিত জীৱনৰ অতৃপ্ত বিলাস,
উটি গৈ অন্ত হ'ব অনন্ত সোঁতত।
( কল্যাণময়ীক দেখি )
আহা!
কোন এওঁ সুন্দৰ যুবক?
( ওচৰ চাপি )
আহা!
ৰাঙলী তেজৰ সোঁতে,

বুৰাই সোণালী তনু,
সমৰ-ক্ষেত্ৰত পৰি অপূৰ্ব্ব শোভিছে।
মৰণ-কালতো,
হাতৰ মুঠিৰ পৰা তীক্ষ্ণ তৰোৱাল
খহি পৰা নাই।
আৰ্য্য সন্তানৰ এনে অন্তৰৰ বল।
আচলতে আনন্দৰ মহা উপাদান।
বাৰু চাওঁচোন—
মূৰ্চ্ছিত নে মৃতদেহ?
(গাত ধৰি অলপ লাৰিচাৰি চাই)

কল্যাণময়ী : (চেতনা পাই)
কোন তুমি? (ৰামসিংহৰ মুখৰফালে চাই)

ৰামসিংহ :
যৱনৰ আশ্ৰয়ত—
সুখ পোৱা ঘৃণনীয় পৰাণী এজন।

কল্যাণময়ী :
তথাপিতো—
নকৰিবি স্পৰ্শ মোক।
যৱনৰ আশ্ৰিত হলেও—
অস্পৃশ্য সি আৰ্য্য সন্তানৰ।

ৰামসিংহ :
নকৰোঁ তোমাক স্পৰ্শ।
কিন্তু—
ৰণত ভাগৰি পৰা তোমাৰ শৰীৰ
শুশ্ৰূষা কৰিব খোজোঁ।

কল্যাণময়ী :
কি কৰিবা শুশ্ৰূষা মোক?
আত্মগৌৰৱৰ
সম্পদ হেৰোৱাজনে শুশ্ৰূষা কৰিলে,
কি আনন্দ পাম মই?
তাতকৈ শান্তিভৰা মৃত্যুৰ কোলাত—
আৰ্য্য-সন্তানৰ এই—
ঘৃণনীয় পৰিণাম দেখি,
আনন্দেৰে ঢালি দিম ব্যথিত জীৱন।
তুমি যদি স্পৰ্শ কৰা,
মৰণ-কালতো মোৰ,
কলঙ্কৰ নাথাকিব শেষ।

ৰামসিংহ :
আৰ্য্য-সন্তানৰ
উপযুক্ত এনেকথা।
নকৰোঁ তোমাক স্পৰ্শ—
অনন্ত গৌৰৱভৰা তোমাৰ জীৱন
কলঙ্কিত নোখোজোঁ কৰিব।
কিন্তু অনুমতি দিয়া মোক—
আন উপায়েৰে—
কৰিম শুশ্ৰূষা মই।

কল্যাণময়ী :
মূল্যৱান তোমাৰ কৰুণা।
কিন্তু—
তোমাৰ কৰুণা দান
লবৰ কাৰণে—
অসমৰ্থ হোৱা বাবে
ক্ষমা খোজোঁ তোমাৰ কাষত।
অনন্ত তৃপিতি মোৰ পূৰ্ণ কৰি আজি,
আনন্দেৰে মৃত্যুক বৰিছোঁ।
জীৱন-মৰণ মোৰ সমান এতিয়া।
কিন্তু—

তুমি যদি বন্ধু হোৱা মোগলৰ
অনুৰোধ কৰিছোঁ তোমাক,
কবা সিহঁতক—
লোভৰ অধীন হৈ—
শান্তিপ্ৰিয় আৰ্য্য সন্তানক,
অশান্তিৰ অগ্নিত বুৰাই,
আৰ্য্য ৰমণীক—
লাঞ্ছনা কৰিব যেন নোখোঁজে কদাপি।
আৰ্য্য ৰমণীৰ কোপ বহুত তেজাল।
পাষণ্ডৰ প্ৰতিশোধ লবৰ কাৰণে,
আৰ্য্য নাৰী বৰ বীৰ্য্যৱতী।

ৰামসিংহ ঃ

কি! কি!
তুমি আৰ্য্য নাৰী ?
সমৰ-ক্ষেত্ৰত স্তব্ধ আকাশ কঁপাই,
অনন্ত অনল ভৰা উত্তেজনা এৰি,
মাৰ শত্ৰু মাৰ মাৰ বুলি,
দিছিলা যে অনুমতি সেনাসকলক,
সেইজন আৰ্য্য নাৰী তুমি!

কল্যাণময়ী ঃ

মই আৰ্য্য নাৰী।

ৰামসিংহ ঃ

জগত!
চোৱা চকু মেলি
আছা যদি অন্ধ হৈ পৰি।
পাহৰিছা যদি সেই—
অতীতে উটাই নিয়া,
আৰ্য্য বীৰ নাৰীৰ কাহিনী।
সুযোগ মিলিছে আজি
তৃপ্তি লভা এই দৃশ্য চাই!
অপূৰ্ব্ব সুন্দৰী
পাষণ্ড ম্লেচ্ছৰ
পৰে যদি ঘৃণিত চকুত,
লাঞ্ছনা কৰিব বহু।
( আঁঠু কাঢ়ি )
আই! নহওঁ যৱন মই
ৰাজপুত গৌৰৱত
কলঙ্কৰ ৰেখা কাটি,
মোগল-আশ্ৰিত মই।
ৰামসিংহ নাম মোৰ।
দিয়া অনুমতি!
তোমাক শুশ্ৰূষা কৰি,
কলঙ্কিত দগ্ধ প্ৰাণ,
কিঞ্চিৎ শীতল কৰোঁ।
( পট-ক্ষেপণ )

## পঞ্চম গৰ্ভাঙ্ক

( চক্ৰধ্বজ, মন্ত্ৰী, ফুকন, সেনাপতি ইত্যাদি )

চক্ৰধ্বজ ঃ

মন্ত্ৰীসকল! বীৰসকল!
জিতিলোঁ সমৰ আমি।
শোণিত-খকুৱা,
পাপাচাৰী ঘৃণিত শত্ৰুই,
উপযুক্ত পালে প্ৰতিফল।
তোমালোক সকলোৱে,
নিজ নিজ গৌৰৱৰ হকে
যি কাম কৰিছা আজি,
উজ্জ্বল কাহিনী তাৰ

চন্দ্ৰ-সূৰ্য্য থাকে মানে,
চিৰকাল জগতত সমানে জ্বলিব।
এইবাবে বিধাতায়ো সৰগৰ পৰা,
পুণ্য আশীৰ্ব্বাদ ঢালি আমাৰ মূৰত—
চিৰকাল শান্তিত ৰাখিব।

সকলোৱে :

জয় মহাৰাজ চক্ৰধ্বজৰ জয়
জয় আসামাধিপতি ধৰ্ম্মমতি
চক্ৰধ্বজৰ জয়।

চক্ৰধ্বজ :

কিন্তু—
ইখিনিতে—
শেষ হোৱা নাই কৰ্ত্তব্য আমাৰ।
দেশক সকলোফালে পূৰ্ণ কৰি তুলি,
মঙ্গলৰ বিৰাট মন্দিৰ,
পাৰোঁ যদি থাপিব দেশত,
তেতিয়াহে শেষ হ'ব কৰ্ত্তব্য আমাৰ।
তেতিয়াহে আমি,
বীৰৰ সন্তান বুলি
অহঙ্কাৰ কৰি,
পাৰিম চিনাকি দিব বিশ্বসমাজত।
এইবাবে সকলোকে অনুৰোধ কৰোঁ,
মন-প্ৰাণ ঢালি, -
চেষ্টা কৰা সিদ্ধিৰ কাৰণে।

ফুকন :

মহাৰাজ,
যি দিনাই—
দেশৰ মঙ্গলময়
কৰ্ত্তব্যত অৱহেলা কৰোঁ
সি দিনাই অনন্ত আকাশ,
ভাঙি যেন পৰেহি মূৰত।

সেনাপতি :

মহাৰাজ।
দেশৰ মঙ্গল হকে
শৰীৰৰ ভাঙি যোৱা একোটি অণুযো,
শক্ৰতেজ সানি থোৱা এই তৰোৱাল,
চিৰকাল ধৰিব হাতত।

মন্ত্ৰী :

মহাৰাজ।
মঙ্গলৰ মহাকীৰ্ত্তি,
জলাবৰ কাৰণে দেশৰ,
এই দুৰ্ব্বল বৃদ্ধই—
চিৰকাল চিন্তিব উপায়।

চক্ৰধ্বজ :

কিন্তু মন্ত্ৰী,
এটা কথা এতিয়াই বুজি পোৱা নাই।
কৰিছিলোঁ স্থল-যুদ্ধ আমি—
কিন্তু—
জলপথে শক্ৰ কিয় হ'ল আক্ৰমিত?

সেনাপতি :

মহাৰাজ!
তেজোময় সূৰ্য্যৰ নিচিনা
তেজস্বান বালক এজনে,

বিজুলীৰ দৰে ফুৰি সেনাৰ মাজত
চকুত লগাই ছাট
শক্তিহীন কৰিলে শত্ৰুক

( ৰামসিংহ আৰু কল্যাণময়ীৰ প্ৰৱেশ )

ৰামসিংহ :

জয় মহাৰাজ চক্ৰধ্বজৰ জয়।

ফুকন :

শত্ৰু সেনাপতি ৰামসিংহ তুমি ?
ক্ষত্ৰিয়ৰ গৌৰৱ সূৰুয—
পাহৰণি সাগৰত সমূলি বুৰাই,
কুলদ্ৰোহী, দেশদ্ৰোহী তুমি—
পুনৰ আহিছানেকি—
আক্ৰমণ কৰিব আমাক ?

চক্ৰধ্বজ :

( ফুকনৰ ফালে হাত দি মানা কৰি )
অনুচিত এনে কোৱা
ৰামসিংহ বিপক্ষ হ'লেও,
অভ্যাগত আমাৰ এতিয়া।
আহা ৰামসিংহ !
বহা আসনত।

ৰামসিংহ :

মহাৰাজ,
অহা নাই আক্ৰমণ হেতু,
কলঙ্কিত জীৱনৰ শান্তিৰ কাৰণে,
বিচাৰি আহিছোঁ বাট।
মোৰ দৰে পাষণ্ডৰ বাবে,
তিৰস্কাৰ যোগ্য পুৰস্কাৰ।
( কল্যাণময়ীক দেখুৱাই )
মহাবীৰ মহাগুণী
ফুকন-জীয়াৰী এওঁ।
আজি এই ৰণজয় হোৱা গৌৰৱৰ
সম্পূৰ্ণ গৰাকী এওঁ।
বহুত আঘাত পাই
অকলে আছিল পৰি সমৰক্ষেত্ৰত।
এওঁ সৰগৰ পুণ্যব্ৰতী নাৰী।
মহাৰাজ।
জয় উল্লাসত তুমি বিতত নহৈ,
এনে নাৰী আসামৰ,
ঘৰে ঘৰে জন্মিবৰ বাবে,
দিন-ৰাতি কৰিবা সাধনা।
ঘৃণিত জীৱন মোৰো,
সমূলি নিপাত কৰি,
এনে নাৰী ঘৰে ঘৰে জন্মিবৰ হকে,
দিন-ৰাতি চিঞৰি ফুৰিম।
তোমাৰ মহিষী হৈ এওঁ
তোমাৰ লগত ৰাজ-আসনত,
একেলগে শোভা বুলি শুনিম যেতিয়া,
ঘৃণিত জীৱনে মোৰ,
তেতিয়াহে পাব শান্তিকণ।
বহুত আঘাত লাগি কোমল দেহত,
তেজ হানি কৰিছে বহুত।
কৰা ৰাজা শুশ্ৰূষা এতিয়া।

( ৰামসিংহৰ প্ৰস্থান )

সকলোৱে : ( আচৰিত হৈ চকি উঠি থিয় দি )
কি ! কি ! কল্যাণময়ী !

( তৎক্ষণাত যৱনিকা পতন। )

## প্ৰথম সংস্কৰণৰ কথা

# পাতনি

মনৰ মাজৰপৰা এইখন কি ওলাই পৰিছে কব নোৱাৰো ; কিন্তু এইটো হলে ভালকৈ জানো যে বিশৃঙ্খল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য্য অতিক্ৰম কৰি, বিৰহ অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত-সান-মিহলি হৈ পৰে। ইতি—

শ্ৰীঅম্বিকাগিৰী ৰায় চৌধুৰী

বৰপেটা

২৭ চ'ত, ১৮৩৬ শক

# উছৰ্গা

অনন্তৰ দুৱাৰ স্বৰূপ
যিজনে তেওঁৰ ভিতৰেদি আহি সুখ শান্তিৰ
অশেষ আধাৰ এই পৃথিৱীত খোজ
পেলাবলৈ সুবিধা দি জগতৰ
সৰল উদাৰ সৌন্দৰ্য্য
ভোগ কৰিবলৈ
মোক
সমৰ্থবান কৰি তুলিছে ;
আন্তৰিক কৃতজ্ঞতাৰ চিন স্বৰূপে
**সেই স্বৰ্গীয় পিতৃদেৱতাৰ—**
শ্ৰীচৰণক উদ্দেশ্য কৰি
কল্পনাৰ পাৰত থিয় হৈ
এই
আঁজলিটো এৰি দিলোঁ ।

**—অম্বিকা—**

# তুমি

১

তুমি লাজৰ ৰাঙলী আভা
গাভৰুৰ গোলাপী গালত ;
তুমি শান্তিৰ জিৰণিখিনি
চেনেহীৰ বাহুৰ তলত
তুমি চুমাৰে উপচি উঠা
লাহৰীৰ ৰঙচুৱা ওঁঠ,
তুমি চুমাৰে ৰাঙলী চৰা
প্ৰেমেৰে আপ্লুত মনোৰথ ।
তুমি স্মৰদি কটাক্ষ এটি
সুন্দৰীৰ পদুমী চকুত ;
তুমি অমিয় মাধুৰী সনা
মুখখনি সুন্দৰ নিখুঁত ।
তুমি মনে মনে উঠি অহা
চেনেহীত চুমাৰ হেঁপাহ ;
তুমি প্ৰেমিকাৰ নিৰাশাত
প্ৰেমিকৰ অন্তৰৰ দাহ ।
তুমি ৰসৰ প্ৰতিমাখনি
সুন্দৰীৰ ৰসাল বুকত ;
তুমি মিচিকিয়া হাঁহিখিনি
প্ৰেমিকাৰ মধুৰ মুখত ।
তুমি উগুল থুগুল হোৱা
বিলাসৰ গাভৰু এজনী ;
তুমি আৱেগেৰে ভৰপূৰ
বিৰহীৰ বুকুৰ কঁপনি ।

তুমি বিলাসী বিচাৰি ফুৰা
বিলাসিনী বিয়াকুল হই ;
তুমি খোজেপতি সুন্দৰীৰ
সৌন্দৰ্য্যৰ সোঁত পৰা বই ।
তুমি দূৰণিৰ প্ৰেমিকৰ
হেঁপাহৰ ব্যগ্ৰ হিয়াখনি ,
তুমি বিৰহিনী, অন্তৰত
মিলনৰ বলিয়া কঁপনি ।
তুমি মিলনৰ প্ৰথমতে
লাজুকীৰ কঁপি উঠা বুক ;
তুমি সুন্দৰীয়ে সুন্দৰত
মিলনৰ তৃপ্তিহীন সুখ ।
তুমি নিতম্বিনী সাদৰীৰ
নিতম্ব-চুম্বিত চুলিকোছা
দেখুৱাই অন্তৰত
অতৃপ্তিৰ মহাচিত্ৰ ৰচা ।
তুমি প্ৰেমেৰে উথলি উঠা
সোণালী বুকুত ৰসাধাৰ,
তুমি প্ৰেমিকাৰ অধৰত
ৰাখি দিছা মহাভোগ কাৰ ?
তুমি ৰাঙলী ওঁঠেদি অহা
মিঠা মিঠা মধুৰ হাঁহিটি ;
তুমি শুই উঠা সুন্দৰীৰ
চকুটিৰ অলস পাহিটি

তুমি মুকুতা টোপাল এটি
প্ৰেমিকাৰ বিচ্ছেদী চকুত
তুমি প্ৰেমৰ মদিৰা সানি
গঢ়ি উঠা সুন্দৰী নিখুঁত।
তুমি মোলান ছুডালি বাহু
ধুই দিয়া সোণালী সোঁতেৰে ;
তুমি শীতল পৰশ এটি
এৰি দিয়া হেঙুলী হাতেৰে।
তুমি জোনালী আঙুলিকিটি
ৰূপহীৰ সোণালী হাতত ;
তুমি প্ৰাণৰ মিলন-ৰস
ঢালি দিয়া প্ৰেম কটাক্ষত।
তুমি ডেকাৰ প্ৰাণত থকা
গুপুত হেঁপাহ বুজি পাই ;
মিলন-বলিয়া বুকু
এৰি দিয়া ওচৰ চপাই।
তুমি প্ৰেমিকাৰ চুমা পাই
ৰোহপতা আদৰীৰ গাল ;
তুমি সেন্দূৰৰ ফোট পিন্ধা
সাদৰীৰ সাজলী কপাল।
তুমি প্ৰেমৰ ধেমালি খেলি
উজাগৰ খপা চকুটিত
চঞ্চলতা সানি মোক
নিচুকোৱা কল্পনা-পাটিত ?
তুমি সুগহীন ৰজনীত
প্ৰেমিকৰ মধুৰ সাক্ষাত ;
তুমি বিলাসত বুৰি পৰি
মাতি অনা শান্তিৰ প্ৰভাত।
তুমি শুকুলা এখনি গাল
সানি দিয়া উষালী ৰহন ;
তুমি কিশোৰী ষোড়শী বালা
আলেঙে ইঙ্গিত দিয়া মন।
তুমি পলাশী ওঁঠৰ পৰা
আথেবেথে বাগৰি বাগৰি
পমি যোৱা কথাখিনি
প্ৰেমিকৰ অন্তৰত পৰি।
তুমি আধা খহা ৰিহাখনি
সুন্দৰীৰ উঠঙ্গা বুকত
তুমি প্ৰেমিকক সঁপি দিয়া
প্ৰাণখনি প্ৰাণৰ সুখত।
তুমি গোলাপী গালত শোভা
শাৰী শাৰী মুকুতাৰ ঘাম,
বিয়াকুল কৰি মোক
সুষমা ঢালিছা অবিৰাম।
তুমি চঞ্চল এযুৰি চকু
আলিঙ্গন বিচাৰি বিচাৰি ;
তুমি গভীৰ ধ্যানত বহি
পমি যোৱা প্ৰেমৰ পূজাৰী।
তুমি টিপতে সৰকি পৰি
সপোনৰ প্ৰেম কুঞ্জখনি ;
লয়লাসে নামি আহি
বুকুত সাবটি ধৰাজনী।
তুমি আকুল প্ৰেমিকজন
প্ৰেমিকাক আঁকোৱালি ধৰা ;
লাজত পমাই তুলি
গালখনি গুলুপীয়া কৰা ;
তুমি দাপোণ আগত লই
চাই চাই আপোন মাধুৰী,
মিচিকি মিচিকি হাঁহি
মুগ্ধ হোৱা ৰূপহী লাহৰী।

তুমি মিলনতে মজি পৰা
ক'লা ক'লা ভূকুৰ টিঙত
মদনৰ শৰ টানি
প্ৰেম-তৃষ্ণা জগোৱা প্ৰাণত।
তুমি বসন্তৰ চুমা পাই
বিলাসিনী ষোল-বছৰীয়া
আউলী বাউলী হোৱা
মিলনত হই মতলীয়া।
তুমি হিয়াত সামৰি লই
কাৰ এনে উদ্ভ্ৰান্ত হেঁপাহ,
সুন্দৰীৰ ত্ৰিবলীত
সাজি আছা সৌন্দৰ্য্যৰ বাহ?
তুমি নিটোল নিতম্বখনি
খোজে পতি উঠা কঁপি কঁপি;
তুমি সুখেৰে নিমগ্ন তাত
মিলনৰ মন্ত্ৰ জপি জপি।
তুমি কৰাহি কটাক্ষ এটি
চেনেহীৰ চকুৰ চুকত;
তুমি চুমাৰ হেঁপাহ এটি
ভৰপূৰ জোনালী বুকত।
তুমি প্ৰেমেৰে ভৰাই ৰাখি
সুন্দৰীৰ ক'লা চকুযুৰি
জলাকলা কৰি কিয়
এইদৰে মাৰা মোক পুৰি?
তুমি কিয়নো লুকাই থাকি
সাদৰীৰ ভূকুৰ মাজত,
অতৃপিতি উদগোৱা
মোৰ প্ৰেম-দগ্ধ হৃদয়ত?
তুমি কিহেৰে ভৰাই ৰাখি
সুন্দৰীৰ সুন্দৰ নাসিকা,
লাহেকে' বোৱাই দিয়া
চুমা এটি দিবৰ বেলিকা?
তুমি বিমল মেখলা ফালি
বই পৰা ৰূপহীৰ ৰূপ:
তুমি হেমালী উৰুত বহি
সাজি থকা সৌন্দৰ্য্যৰ কূপ।
তুমি বোৱাই হেমেজুধাৰ
লাহৰীৰ লৰুণ গালেৰে
সৰজি সুষমা কিয়
বান্ধা মোক বিৰহ ডোলেৰে?
ৰাতিটোৰ ভিতৰেদি
ভাবি ভাবি ভাগৰি ভাগৰি,
তুমি কল্পনাত খেলা মোৰ
প্ৰেমখেলা বাগৰি বাগৰি।
তুমি জুমুক জানাক খোজে
কাষত কলসী লই আহি
এটিপাতে অন্তৰত
উদগোৱা অতৃপ্তিৰ বাঁহী।
তুমি চুচুক-চামাক কই
সুবিমল ৰিহাৰ আঁৰত,
কাৰনো মু'খনি আহা।
থই দিছা পমাই কিহত?
তুমি গুৰণি আঁতৰ কৰি
মিচিকিয়া মিঠা মুখখনি
প্ৰেমিকৰ গাত ঢালি
এৰি দিয়া ৰসাল চাৱনি।
তুমি তৃপ্তিৰ কটাক্ষ এটি
চাই লোৱা সুৱদি ছেগত,
তুমি লৰনু চুখনি ভৰি
খোজ কঢ়া সুমন্দ বেগত।

তুমি মিলনৰ কথা শুনি
টলমল নতুন কিশোৰী,
তুমি লাজেৰে দুখনি গাল
ৰঙা কৰি মাৰা মোক পুৰি।
তুমি চাওঁনে নেচাওঁকই
চকুযুৰি ওৰণি-আঁৰত ;
তুমি হাঁহোনে নেহাঁহোকই
মুখখনি ওলোমা প্ৰেমত
তুমি পৰোঁনে নপৰোঁকই
প্ৰেমিকৰ ওচৰত হালি ;
তুমি ফুলোঁনে নুফুলোঁকই-
পাট-গাভৰুৰ বুকু ফালি।
তুমি খাওঁনে নাখাওঁকই
চুমা এটি তেজাল গালত ;
তুমি যাওঁনে নাযাওঁকই
কাষ চাপি কুঞ্জৰ আঁৰত।
তুমি গাওঁনে নাগাওঁকই
বিৰহৰ গুপুত সঙ্গীত ;
তুমি পাওঁনে নাপাওঁকই
বিনোদিনী সুন্দৰীৰ চিত।
তুমি কওঁনে নকওঁকই
প্ৰাণ ভৰা মিলনৰ কথা ;
তুমি হওঁনে নহওঁকই
হিয়াখনি মোৰ স'তে গঁথা
তুমি দিওঁনে নিদিওঁকই
মতলীয়া মিলন-ইঙ্গিত ;
তুমি পিওঁনে নিপিওঁকই
প্ৰেমৰস ফালি মোৰ চিত।
তুমি বিলাসৰ ভুমুকনি
মাৰোঁনে নামাৰোঁকই এটি ;
তুমি তেজেৰে এখনি গাল
পৰোঁনে নপৰোঁকই ফুটি।
তুমি প্ৰেমিকৰ ভাৱখিনি
বুজোঁনে নুবুজোঁকই থাকি ;
তুমি অতীতৰ প্ৰেম-স্মৃতি
থাকোঁনে নাথাকোঁকই ৰাখি।
তুমি লৰালৰি ধৰি লই
সুন্দৰীৰ সুশীতল হাত ;
ওচৰ চপাই আনি
লগোৱা প্ৰেমৰ ম'উমাত।
তুমি বহুত দিনৰে পৰা
সাঁচি ৰাখি প্ৰাণৰ মাজত
চেনেহীক আঁকোৱালি
ঢালি দিয়া চুমা অবিৰত।
তুমি সুন্দৰৰ সমুখত
সুন্দৰীৰ মিঠা লয়লাস
তুমি ডেকাৰ তৃপিতি ভোগ
বেঢ়ি থকা ৰূপহীৰ কাষ।
সকলো তুমিয়েই নাথ !
জগতত দেখিছোঁ যিমান
লোৱা এই অশ্ৰুটুপি
ভেদি অহা মুগ্ধ পৰাণ।

২

তুমি জননীৰ অন্তৰত
সাদৰি সজাই থোৱা প্ৰেম ;
তুমি আইৰ কাষত কৰা
সৰু কালি সুৱাগৰ ভেম।
তুমি নিপোটল পুত্ৰ এটি
দুখপোৱা দিপ্‌লিপ গাত ;

তুমি স্নেহৰ চুমাটি খাই
বুলোৱাহি জননীৰ হাত।
তুমি আদৰৰ উলাহত
জননীত অভিমান কৰি,
একোটি গুৱনি ল'ৰা
কান্দি থকা ধূলিত বাগৰি।

তুমি পুত্ৰৰ জীৱনখনি
জননীৰ অমৃত বুকত ;
তুমি তৃপ্তিত বিমূঢ় হই
ধৰি থকা সাবটি মুখত।

তুমি নিৰ্দ্দয় ৰোগত পৰি
হই পৰা লালকাল ল'ৰা, ;
তুমি ভাত পানী এৰি থই
স্নেহৰ জননী আলধৰা।

তুমি পুত্ৰৰ মঙ্গল হেতু
অন্তৰৰ বীণখনি বাই,
মঙ্গলক আৰাধনা
নিতে কৰা মৰমৰ আই।

কেঁচুৱা ল'ৰাটি যদি
কান্দি কান্দি পৰে গৈ ভাগৰি,
তুমি দেহী ঐ। দেহী ঐ! বুলি
আঁকোৱালি লোৱাগৈ লৰি।

তুমি ভাত পানী বাঢ়ি থই
কামত নিমগ্ন পোৰ বাৰে
নঙলাৰ ফালে চাই
ৰই থকা চেনেহৰ মাৱে।

বুকুত সাবটি ধৰি
চালুকীয়া স্নেহৰ সন্তান,
তুমি নিচুকোৱা আইজনী
গাই মিঠা নিচুকনি গান।

তুমি খঙ উঠা আই মোৰ
গালি পাৰি খেদোৱা দূৰত ;
সেই খঙ পমি গ'লে
টানি লোৱা পুনু ওচৰত।

নজনা দোষত খাই
জননীৰ কৃত্ৰিম চাপৰ,
তুমি ভেম্ ধৰি কান্দি কান্দি
যোৱা—বুলি "নাচাপো ওচৰ।"

তুমি ধূলি-মাটি ধুই মেলি
বোপাটিক পিন্ধোৱা কাচোন ;
—ক্ষুদ্ৰ হিয়াখনি তথু
ভৰপূৰ প্ৰেমেৰে মাথোন।

হাজাৰ হলেও খঙ
সন্তানৰ ওচৰত তোৰ,
তুমি ভালৰ কাৰণে তাৰ
ভাবি থকা আইজনী মোৰ।

কিজানি কেতিয়া আহে
পৰবাসী পুত্ৰৰ বাতৰি,
তুমি তাকে ভাবি ৰ'ই থাকা
সকলো ভাৱনা কাতি কৰি।

তুমি মৃত্যুৰ-শৰত পৰি
আতুৰ বিননি এৰি দিয়া।
তুমি পুত্ৰৰ মঙ্গল মাথোঁ।
ভৰপূৰ জননীৰ হিয়া।

গুণৱান্ পুত্ৰটিৰ
শান্ত স্নিগ্ধ চকুযুৰি চাই,
তুমি সুখৰ কল্পনা কত
ভাবি থাকা মনে মনে গাই।

অন্তৰ ফুলনি তথু
নানা পুণ্য গোন্ধেৰে ভৰাই,

তুমি ঘৰৰ সকলোটিকে
চাই লোৱা প্ৰেমেৰে পূৰাই।

মনত বেজাৰ পায়
বুলি কোনো এটি পৰিয়াল
তুমি কত যতনেৰে ৰাখা
আঁতৰত দ্বন্দ্ব-খৰিয়াল।

আপোন স্বামীক যাতে
থব পাৰা সুখত বুৰাই,
তুমি কিমান কল্পনা ফুল
ৰাখি থোৱা অন্তৰ ভৰাই।

তুমি প্ৰেমৰ মূৰতি স্বামী
লোৱা মহা কৰ্ত্তব্য শলাগি,
তুমি ভাৰ্য্যা, পুত্ৰ, বন্দী, বেটী,
সকলোৰে অদৃষ্টৰ ভাগী।

সন্তান ভাৰ্য্যাৰ যত
দুৰ্ভাগ্যৰ তীব্ৰ অভিযোগ,
তুমি নিমাতে সামৰি লই
আনন্দ মনেৰে কৰা ভোগ।

দুৰ্ব্বৃত্ত স্বামীৰ কত
সহি থাকি উগ্ৰ অত্যাচাৰ,
তুমি ভগা হিয়াখনি হই
খোজা তাৰ মুকুতিৰ পাৰ।

শুনিলে আনৰ মুখে
স্বামীটিৰ হোৱা অধোগতি,
তুমি মুক্তিৰ কল্পনা কত
কৰি থাকা পতিপ্ৰাণা সতী

স্বামীৰ চেনেহ পাই
নুখুজি বেলেগ একো সুখ,
তুমি শান্তিৰ ভঁৰাল ভাবি
চাই থাকা তাৰে মাথোঁ মুখ।

তুমি ভাই-ভনী মিলি কৰা
ফুলনিত সৰল ধেমালি;
তুমি হিয়াই হিয়াই বন্ধা
নিছিগা প্ৰেমৰ ডোলডালি

তুমি আধা-ফুটা মাতখিনি
দীপ্ লিপ শুৱনি ল'ৰাৰ;
তুমি ভেমৰ ভনীটি মোৰ
সুগন্ধি শেৱালী বিছনাৰ।

তুমি থুনুকা ভৰিৰে কাঢ়ি
ভঙা ভঙা খোজ দুটি এটি,
হাঁহি হাঁহি কৰা সুখে
জননীৰ কাষলই গতি।

তুমি আভুৱা ভনীটি মোৰ
উদাসিনী কূট ভাৱ লই,
ঢালি দিয়া প্ৰাণখনি
সকলোৰে ওচৰত গই।

আঁতৰাই ৰাখি থই
শত্ৰু-মিত্ৰ ভাৱ যতবোৰ
সবাকো বিলোৱা হিয়া
প্ৰাণৰ ভনীটি আহাঁ মোৰ!

প্ৰেমৰ সুগোন্ধ সানি
সমনীয়া স'তে মিলি-জুলি,
তুমি ধূলা-ভাত খেলি দিয়া
প্ৰকৃতিক প্ৰেমেৰে আকুলি।

আইৰ-পিতাৰ পৰা
টানি আনি সকলো সুগুণ;
তুমি সকলোৰে অন্তৰত
সানি দিয়া কল্পনা নিপুণ।

তুমি করুণা ৰঞ্জিত হিয়া
সমাজৰ পুৰুষ উদাৰ;

নিছলা জনক দিয়া
দেখুৱাই মুকুতিৰ পাৰ !

তুমি ধীৰ, স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন ;
সমাজক উজ্বলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ।

তুমি কাৰনো কি কথা শুনি
অন্তৰৰ গুপুত কুঞ্জত ;
জ্বালি দিয়া প্ৰেম-জুই
সমাজৰ অপ্ৰীতি পুঞ্জত ?

তুমি সাধনাৰ কঠোৰতা
জীৱনৰ পূৰ্ণৰূপ হেতু,—
তুমি ব্যৰ্থ কৰা ভাঙি তাক,
কামনাৰ ক'লা ধূমকেতু।

তুমি কলিজা উভাৰি লোৱা
নিদাৰুণ প্ৰচণ্ড টানেৰে—
তুমি ৰসাল হৃদয় থাপি
নিচুকোৱা আনন্দ গানেৰে।

কিমান ধেমালি তুমি
খেলি আছা মুকলি মনেৰে
প্ৰণাম কৰিছোঁ লোৱা
বিৰহ দগধ পৰাণেৰে।

৩

তুমি শাৰদীয় চন্দ্ৰমাৰ
বই অহা ৰূপালী জোনাই ;
তুমি গাভৰু ফুলনিখনি
সুগন্ধেৰে আঁচল ভৰাই।

তুমি বিজুলীৰ হাঁহিখিনি
ভুমুকোৱা লাহ-বিলাহত ;

তুমি আকাশৰ ৰামধনু
জুই জ্বালি বিৰহী মনত।

তুমি মেঘৰ ওৰণি টানি
ঢাকি থোৱা লাহৰী ৰজনী ;
তুমি বিজুলী-হাৰেদি গাঁথি
বান্ধি দিয়া বজ্ৰৰ গাজনি।

তুমি মলয়াত বলি যোৱা
ৰিব্ ৰিব্ শীতল জুৰণি ;
তুমি গ্ৰীষ্মৰ মূৰত উঠি
অগ্নিময় প্ৰচণ্ড পোৰণি।

তুমি ঢুকাযে উপচি পৰা
বাৰিষাৰ ভৰপূৰ নৈ
কিমান তৰঙ্গ তুলি
মিলি পৰা সাগৰত গৈ।

অন্তৰৰ আনন্দত
তুলি কত হাঁহিৰ লহৰি,
সাবটি সকলোটিকে
বই যোৱা বাগৰি বাগৰি।

তুমি পূৰ্ণিমাৰ পোহৰত
ভাহি যোৱা সেউজী বননি ;
তুমি সুমধুৰ পঞ্চমত
বুৰি থকা তৃপ্তিৰ বিননি।

তুমি কাৰনো ইঙ্গিত পাই
নামি অহা শান্তিৰ প্ৰভাত ?
তুমি উষাৰ সোণালী সোঁত
বই পৰা ধৰণীৰ গাত।

তুমি গোলাপীৰ গোন্ধ পাই
মুগ্ধ হোৱা ভোমোৰা প্ৰেমিক,
তুমি প্ৰকৃতিৰ যৌৱনত
সুখেৰে বিহাৰ কৰা পিক্।

তুমি শুৱনি শেৱালী জুপি
ৰূপে গুণে জাৰৰ মুখত,
তুমি শুকুলা বৰণ শোভি
মালতীৰ কোমল বুকত

তুমি প্রফুল্ল পথাৰখনি
ভৰপূৰ সোণালী ধানেৰে,
তুমি ধেমালিৰ ঢ'উ খেলি
ফুৰা তাত আনন্দ মনেৰে।

তুমি কৰ্ম্মশ্রান্ত ঠেঁপাহত
ৰ'ৰহীয়া মউ-মিঠা আম;
তুমি তোমাৰ তৃপ্তিৰ হেতু
সনা তাত ৰস অবিৰাম।

তুমি শৰতৰ কপালত
সুৱদি সন্ধিয়া নিৰমল;
তুমি চাৰিফালে ভাহি ফুৰা
এফেৰি সুষমা সুবিমল।

তুমি নিপোটল চন্দ্র দেখি
পূর্ণিমাৰ পূব আকাশত;
পছিমীয়া মুখখনি
হৈ উঠা ৰাঙলী লাজত।

তুমি ৰসাল মেঘৰ শাৰী
হাঁহি হাঁহি পিলিকি পিলিকি;
বিচাৰি বেলিৰ চুমা
ভাহি ফুৰা জিলিকি জিলিকি।

সুনীল শূন্যৰ সেই
চন্দ্রাৱলী স্নিগ্ধ পোহৰত;
তুমি বিয়াকুল চকোৰিণী
আশা পালি থকা বিষাদত।

নতুন যৌৱন আৰু
প্রকৃতিক সঁপি দিবা বুলি,
তুমি নীৰস জাৰেদি চেপি
লোৱা তাৰ অলঙ্কাৰ খুলি।

শীতৰ শেষত এই
হাড়ে ছালে লগা প্রকৃতিক,
তুমি ধাৰাসাৰে ঢালি দিয়া
বৰষুণ ৰসাল অধিক।

অদৃশ্য তুলিৰে তাতে
সানি পুনু বিচিত্র ৰহণ,
তুমি মনে মনে উদগোৱা
প্রকৃতিত নতুন যৌৱন।

দেখুৱাই প্রকৃতিৰ
ৰসভৰা গুপুত অন্তৰ
সোঁৱৰাই দিয়া কিয়
স্মৃতি সেই মহা বসন্তৰ ?

আলিঙ্গন পাই এটি
পূর্ণিমাৰ স্নিগ্ধ কিৰণৰ,
তুমি বুকৰ কাঁচলি এৰি
আঁতৰোৱা বিৰহ প্ৰাণৰ।

সামৰি বুকত কাৰ
এটি মাথোঁ নোচোৱা পৰশ,
সন্ধিয়াৰ গালখনি
হৈ উঠে ইমান সৰস ?

তুমি সুন্দৰী মানিনী-উষা
ভেম পাতি যাব খোজা উৰি;
অৰুণৰ টান পাই
পমি যোৱা তাৰ গাত পৰি।

তুমি একেটি পছুম ফুলি
একেখনি বিলৰ বুকত;
তুমি অনন্ত কল্পনা কত
উচটোৱা কবিৰ প্ৰাণত।

তুমি এটি মাথোঁ। চুমা খাই
প্ৰকৃতিৰ বিমল গালত,
অনন্ত মাধুৰী কত
তুলি দিয়া তাৰ আঁচলত।

তুমি এখনি জগত ৰাখি
আঙুলিৰ এফেটি যুৰত
আকটি আনত থাপি
দুয়োটিকে গাঁথিছা প্ৰেমত !

তুমি উগ্ৰ, দগ্ধ, তপ্ত, তীব্ৰ
ডেৱা, পোৰা, মৰু এডুখৰি,
টিপতে মিচিকি মাৰি
কৰি তোলা সুৰসাল কৰি।

তুমি আকাশত গীত গাই
উৰি যোৱা চৰাই এযুৰি ;
তুমি ব্যাধৰ কঠুৱা চিত
বিহৰ কাঁড়েদি মাৰা পুৰি।

কাৰ কথামতে সানি
সন্ধিয়াত সোণালী বৰণ,
তুমি বিয়াকুল কৰি তোলা
সুন্দৰীৰ সৰস যৌৱন ?

তুমি ধুনীয়া পাৰিবে কাটি
মালতীৰ মনমোহা পাত ;
তুমি গোলাপৰ গোন্ধৰেণু
ৰঙা ৰঙা পাহিটিৰ ছাঁত।

তুমি বাৰিষাৰ পাতনিতে
আকাশত গোমোলা ওৰণি,
তুমি সুনীল সাজেৰে সাজি
অনন্তৰ অশেষ দূৰণি।

তুমি আকাশৰ দীপ্ত বেলি
খোজ লোৱা প্ৰচণ্ড বেগত,
কৰ্ত্তব্য-হুঙ্কাৰ মাৰি
সচকিত কৰিছা জগত।

তুমি ওন্দোলা মেঘৰ শাৰী
ঢলি পৰা পানীৰ ভৰত ;
তুমি তুলিছা সকল কৰি
ধৰণীক শুকান পৰত।

তুমি কোৱাচোন কিয় উষা
উৰি যায় আকাশৰ পিনে ?
কাৰনো অশাই তাক
বিয়াকুল কৰে দিনে দিনে।

তুমি সংখ্যাহীন তাৰকাৰ
মিচিকি মিচিকি হাঁহিথিনি
অবিৰাম ঢালি আছা
হৃদয়ৰ পদ্ম-পাহি জিনি।

তুমি কি বিশাল ! কি বিৰাট !
মহানীল সীমাহীন শূন্য ;—
তুমি কি গুৰু গূঢ় ৰহস্য !
কি তত্ত্ব কৰিছা প্ৰতিপন্ন ?

তুমি চন্দ্ৰৰ দাপোণখনি
সুবিমল স্বচ্ছ সৰসীত ;
তুমি লৰালৰু লতিকাডালি
সুমধুৰ বাসন্তী বাঁহীত !

তুমি প্ৰকৃতিৰ পয়োভৰ
বাৰিষাৰ উথলা বুকত ;
তুমি সবাৰো মিলন-মালা
গাঁথি দিছা প্ৰেমৰ ডোলত

তুমি তোমাৰ বিচিত্ৰ ৰূপ
মুহূৰ্ত্তৰ অমূৰ্ত্ত বুকত,
তুমি অসীম সৌন্দৰ্য্যৰাশি
বিকাশিছা নিচলা চুকং

তুমি তৃপ্তিহীন আলোকেৰে
ভাহি যোৱা প্ৰেমৰ প্ৰান্তৰ,
তুমি প্ৰকৃতিৰ পয়োধৰ
সুবিমল শূন্য নীলাম্বৰ !

তুমি অৰুণ-মোহিনী উষা
ভেম পাতি যোৱা উৰি এৰি,
তুমি কিয় পুনু পাচে পাচে
খেদি যোৱা লাল-কাল পৰি ?

তুমি কিহেৰে সজাই ৰাখি
প্ৰকৃতিৰ শীতল শেতেলি,
ৰমণ কৰিছা তাত
বৈচিত্ৰ্যৰ সৌন্দৰ্য বুটলি

তুমি বিলাসিনী প্ৰকৃতিৰ
বুকুভৰা সীমাহীন তত্ত্ব ;
তোমাৰে তৃপ্তিৰ হেতু
থাকা তুমি তাত মহা মত্ত ।

তুমি ব্ৰহ্মাণ্ড আগুৰি থকা
অন্তহীন তাৰকাৰ মালা ;
নিজৰ তেজেৰে নিজে
পুৰি মৰা হৈ জ্বলা-কলা ।

সেইদিনা শৰতৰ
সুবিমল শুৱনী পুৱাই,
তুমি দেখাই মোহিনী চিত্ৰ
তুলিছিলা প্ৰাণ নচুৱাই ।

তেতিয়া অৰুণ-এই
মেলি মেলি প্ৰাণৰ তৰপ,
তুমি অনন্তৰ চাব্ মাৰি
উজ্বলালা আনন্দ পূৰব ।

তুমি অমৃত ওঁঠৰ পৰা
বগৰাই চুম্বনৰ ধাৰ,
ওপচালা চেনেহেৰে
হৃদয়ত প্ৰেম পাৰাবাৰ ।

তুমি তেতিয়াৰে পৰা মোক
দিয়ে আছা প্ৰেম আলিঙ্গন ;
মোৰে স'তে গাঁথি দিছা
অন্তহীন বিশ্বৰ প্ৰাঙ্গণ ।

তুমি কাহানিৰ কেতিয়াৰা
কল্পনাত পোৱা এটি কথা ;
তুমি অনন্ত প্ৰেমৰ খনি
ক্ষুদ্ৰ মোৰ হৃদয়ত গঁথা

সকলোতে তোমাৰেহে
দেখা পাওঁ মঙ্গল মু'খনি ;
তুমি লোৱা ভক্তি অন্তৰৰ
মই মহা মূৰুখ পৰাণী ।

৪

সুন্দৰী সুৰাগী উষা চুচুক চামাক ;—
মোহিনী মিচিকি মাৰি ভুমুক ভামাক ;
উজ্বলায় পূবাকাশ
হঁহুৱায় চাৰি কাষ—
কি ইন্দ্ৰজালৰ গীত জগাই জগত,
বাজি উঠে কাৰবাৰ অমৰ তানত ।

আলাহু* জগত ভৰা বিপত্তি বিলাই,
আকুল ৰাগিণী শুনি উঠে সাৰ পাই ।
লৰালৰি অন্তৰৰ
প্ৰেম-পূৰ্ণ শলাগৰ
সঁপি দিয়ে আঁজলিটি তযু চৰণত,
উটাই নিৰাশা মানে দূৰ অতীতত ।

* আলাহু—এলেহুৱা

আকাশ আগুৰি কত উঠে হেন্দোলনি ;
বাগৰে হিয়াৰ পাৰ,—বাগৰে ফুলনি
কিবা মহা বসন্তৰ ,
—অচিনাকি অনন্তৰ
বুৰাই বিচিত্ৰ কুঞ্জ প্ৰেমৰ সোঁতেৰে
নিচুকায় চঞ্চলতা গম্ভীৰ গীতেৰে ।

সুবিমল সুশীতল সুৱদী পুৱাতে ;
মৃদু মন্দ সমীৰণ নাচে পাতে পাতে ।
—সেই মহা যুগমীয়া
বিৰহৰ হুমুনিয়া
বিয়াকুল কৰি আহি অনন্ত চেতনা,
সৰজে উদাস এটি বিৰাট বেদনা ।

তেতিয়ানো কেনে এটি নিমাত ৰাগিণী
বাজি বাজি অন্তৰত উঠে ৰিণি ৰিণি ।
লগে লগে আৰু এটা
অতৃপিতি মূধা-ফুটা
ভঙা ছিঙা কল্পনাৰ বুকু সৰকাই,
হাঁহি উঠে হৰষেৰে বিশ্ব পোহৰাই ।

তেতিয়া কল্পনা মোৰ কত ভাৱ ধৰি,
বিচিত্ৰ ৰূপেৰে যেন লাজুকী লাহৰী,
সজাগি সুপ্ত পৰাণ,
গাই কি মধুৰ গান,
লাহে লাহে মেলি মেলি হিয়াৰ দুৱাৰ,
জনায় জাননী মহা জীৱন পুৱাৰ ।

তুমিয়ে কাতৰ হোৱা তোমাৰ দুখত,
পমি যায় প্ৰাণ পুনু তোমাৰে সুখত ।
দয়াময় নাথ তুমি,
সৌন্দৰ্য্যৰ পুণ্য ভূমি—
অনন্ত ৰহস্য ভৰা আলোকৰ সোঁত
উজ্জ্বলাই দিয়া তুমি মনে মনে মোত ।

কাৰবাৰ কিবা এটি গুপ্ত ইঙ্গিতত
সৰসী সুন্দৰী নাচে স্তব্ধ উলাহত ।
যেন মহা উৎসৱৰ ।
ফুলাই তুলিব ভৰ,
পাতিছে সৰস এই মহা আয়োজন ;
লগে লগে জনকাই জগতৰ মন ।

শান্তিহীন ই জগত কেনে হৰষেৰে
লগতে সজাগি উঠে উগ্ৰ উলাহেৰে
সৰসী একণমান,
সামৰি অসীম প্ৰাণ,
বিস্ময়ৰ কিনো চিত্ৰ আঁকি অন্তৰত,
ফুলায় অমৃত-ফুল শূন্য জীৱনত ।

চঞ্চল বাসনা মানে বাগৰি বাগৰি,
তৃপ্তিৰ আমনি খোজে—কাঁচলি কাষৰি
বিচিত্ৰ ৰসেৰে ভৰা,
প্ৰকৃতি-বুকুৰ পৰা :—
পমি যাব খোজে তাৰ অমিয় প্ৰেমত ;
—বলিয়া জীৱন কিন্তু সীমাৰ মাজত ।

বৈচিত্ৰ্য-তুলিকা টানি অঁকা ৰিশ্বখনি,
সুখ-দুখ ভৰা কত বিলাপ-বিননি ।
অন্তৰ আগুৰি ধৰে,
জীৱন বিভ্ৰান্ত কৰে ;
—আপোন চানেকি লই প্ৰাণৰ খাটনি,
"নাই"ৰ মাজত তোলে "আছে"ৰ পাতনি ।

সেইজীয়া ঘঁাহনিৰ বিমল মূৰত
বিশ্বৰ দুবহু ছবি ফুলে নিয়ৰত ।
মোৰো আৰু তেতিয়াই
অন্তৰত ওপচাই,
বিৰাট মধুৰ এটি ভাৱ নিৰমল,
দগ্ধ জীৱনত ঢালে শান্তি সুশীতল !

তোমাৰ অনন্ত এই ক্ষেত্ৰ অভিনয় ;—
খেলিছা কিমান খেলা প্ৰেম পুণ্যময় !
কতৰূপ ধৰি তুমি,
সৰজি সৌন্দৰ্য্য ভূমি,
ভাঙি ছিঙি সাও হোৱা লুব্ধ-প্ৰাণ মোৰ,
কৰি তোলা প্ৰাণভৰা শান্তিত বিভোৰ।

সহায়-সম্পদ হীন ক্ষুদ্ৰ ই জীৱন,
সমুখত দেখি কিবা অজানা ৰতন,
সুখ-শান্তি কাতি কৰি
নানা বাট ধৰি ধৰি,
মিছাতে ভৰমি মৰে অনন্ত জগত,—
পূৰ্ণৰূপে আছে কিন্তু হিয়াৰ মাজত।

জগতৰ তাল ভঙা ক্ষুব্ধ ঢ'উ মানে,
আলোকিত কৰি দিয়ে মহাবিশ্ব গানে।
কিয় পুনু ক'ৰ পৰা
অচিনাকি ভাৱ ভৰা
মনে মনে গাঁথি গীত হিয়াৰ চুকত,
তুলি থয় বিশ্বভৰা শান্তিৰ মুখত ?

সুন্দৰীৰ সৌন্দৰ্য্যেৰে মচা মুখখনি,
দেখুৱাই কিবা এটি অতৃপ্তিৰ খনি,
হিয়াৰ হেঁপাহ মানে
বিয়াকুল কৰে কেনে !—
—জীৱনৰ শিতানত কি এটি আৱেগ,
অহা-যোৱা কৰে ধৰি মৃদু মন্দ বেগ।

চেপাখোৱা প্ৰাণ মোৰ সুৰঙা হাজাৰ,
নিতউ সোমায় কত বিলাই বেজাৰ ;—
তুমি নাথ ! মনে মনে
নিচুকাই ঘনে ঘনে,
সীমা বন্ধা সৌন্দৰ্য্যৰ চনকা বুকুত
লয় কৰা অসীমৰ অমৃৰ চুকত।

জীৱনতো সৌন্দৰ্যৰে নোকোহা গঠন—
—অতৃপ্তি উটাই নিয়া অব্যৰ্থ যতন।
বাহিৰৰ ৰেণু এটি
অন্তৰত ফুলি উঠি,
মিলনৰ মহাৰেখা তুলিব জলাই,
সীমাৰ মাজত ৰাখি অসীম লুকাই।

অনন্ত ৰহস্য মানে তোমাত লুকাই,
বৈচিত্ৰ্যৰ ভিতৰেদি উঠে সাৰ পাই,—
তুমিয়ে বিকাশ হোৱা,
তোমাতে সামৰি লোৱা,
তোমাৰে নো লুকাভাকু কত ৰকমৰ
আঁৰত আলোকি উঠে বিশ্ব-দুৱাৰৰ।

অনন্ত অনাদি এই ৰহস্য-ভঁৰাল
আগুৰি তোমাৰে তৃপিতিৰ চাৰিফাল,
পলকে পলকে ফুলি
জীৱন জগাই তুলি,
সৰজে অসীম কত সৌন্দৰ্য্যৰ ভূমি,
হিয়াৰ সাধনা হেৰা ! তত্ত্বময় তুমি।

কি স'তে বান্ধিছা নাথ ! ভীষণ হেঙাৰ,
সৌন্দৰ্য্য উপচি পৰা দ্বাৰত তোমাৰ ?
নাজানা নে দয়া-মায়া ?
আকুল এখনি হিয়া
বিৰহৰ বহ্নিময় বেলিৰ তলত,
তোমাকে ধিয়ান কৰি বিভোৰ ভাবত।

নাজানা নে ময়ে তযু বিলাস-ফুলনি ?
বুকু-ভঙা বিৰহত শান্তিৰ জুৰণি ?
কিয় মোক হেলা কৰি,
কোন কি দেশত পৰি,
কি সুখেৰে আছা হেৰা সুন্দৰ অমৰ ?
পৰিছেনে কোৱা বাক জুৰণি প্ৰাণৰ !

৫

তাৰ কিনো আহ্বানত,
আঁউসীৰ আন্ধাৰত,
সাৰ পাই দুভাগ নিশাত
কঁপিল পৰাণ ;—
ভাৱৰ কতনো ৰেখা,
অন্তৰত দিলে দেখা,
বিৰহৰ তীব্র বেদনাত
বিকল পৰাণ।
উগুল থুগুল কৈ
মন্দিৰৰ বাজ হৈ
থিয় দিলোঁ দুৱাৰ মুখত —
—উদাস চঞ্চল ;

শুনিলো কি এটি সুৰ,
বিয়াপি সুদূৰ দূৰ,
বিনাইছে কিহৰ দুখত
কঁপাই অঞ্চল ।

ঘন ক্ষুব্ধ আন্ধাৰৰ
আলোড়ি স্তব্ধ অন্তৰ
বাজিছে আকুল ৰাগিণীটি
কিবা আৱেগত

নিৰ্ব্বাক অন্তৰ মোৰ
নিমাত ইন্দ্রিয়বোৰ
হৃদয়ৰ ভাৱ পদুলিটি
বন্ধা বিৰহত।

তাহানিৰে অতীতৰ
প্ৰেমাপ্লুত সঙ্গীতৰ
জলে কেনে বিমোহিনী ৰেখা,
বিলাসী বিলাসী ;

আকুলি স্মৃতিৰ পাৰ
বিৰহ-বাতৰি কাৰ,
ৰিণিকি ৰিণিকি দিয়ে দেখা,
বিকাশি বিকাশি ।

নিজম প্ৰকৃতি এই
প্ৰেমত আকুল হই
লইছে মেলানি উলাহত
কাৰ কোনফালে ;

কি ৰাগিণী কি বাঁহীৰ,
কি মাধুৰী কি হাঁহিৰ
কি মদিৰা সানি দি সুৰত
প্ৰাণ চমকালে ?

হৃদয়ত কোনে কাৰ
বোৱাই সুধাৰ ধাৰ
আঁকে চিত্ৰ স্নিগ্ধ সুবিমল ?
উজ্জ্বল সুন্দৰ !

মন প্ৰাণ সকলোটি
বিৰহত চাটি-ফুটি,
নাপাই জুৰণি সুশীতল
প্ৰেম নন্দনৰ ।

কোন তুমি প্ৰেমময়,
আঁতৰাই দ্বিধাচয়,
জীৱনৰ কাণে কাণে আহি
জনালা জাননী ?

ব্যথিত অন্তৰ মোৰ
প্ৰেমেৰে কৰি বিমূঢ় ?
সান্ত্বনাৰ পৰশেৰে আহি
বিলালা জুৰণি ।

কত নিশা এইদৰে
কল্পনাৰ সোঁত পাৰে
উপচাই হিয়া কুঞ্জখনি
আথেবেথে নামি,

ভাৱনাৰ ভাগৰত
ভেমভৰা স্বৰাগত
চেপা খাই থকা প্ৰাণখনি
উঠিছিল ঘামি ।

কি ৰাগীত মুগ্ধ হৈ,
ছুৱাৰত ৰৈ ৰৈ,
খুজিছিলোঁ তৃপ্তিহীন প্ৰেম,
আকুল প্ৰাণেৰে ;

নিফুঁট হাঁহিটি মাৰি,
বহে আহি কাষ পাৰি,
পুমু আৰু কৰি মিঠা ভেম,
টিপতে আঁতৰে ।

নিৰাশাত ডেই-পুৰি
বিৰহৰ বীণা জুৰি,
আৱেগত প্ৰাণখনি মোৰ
পাচে পাচে লৰে ;

লয়লাসে গুচি যায়,
ঘূৰি ঘূৰি আৰু চায়,
শতগুণে বাসনা প্ৰাণৰ
ভাগি ছিগি পৰে ।

প্ৰেমৰ আঁজলি ধৰি,
কাকুতি-মিনতি কৰি,
প্ৰাণ খুলি মাতিলে ছুনাই
প্ৰাণৰ গানেৰে ;

লয়লাসে হাঁহি হাঁহি
লাজুকী খোজেৰে আহি
বিশ্বজয়ী বীণখনি বাই
আঁকোৱালি ধৰে ।

কৈ কত মিঠা কথা,
মচি দিয়ে ছুখ-বেথা,
প্ৰাণভৰা প্ৰেম পৰশেৰে,
অন্তৰৰ পৰা ;

থিতাতে সান্ত্বনা পাওঁ,
সকলো পাহৰি যাওঁ ;
দেখি পাওঁ মহা হৰষেৰে
হাঁহি উঠে ধৰা ।

কত দিন সন্ধিয়াৰ
সাবটি স্থনীল পাৰ,
কান্দে এটি বিমোহন গান
বিনাই বিনাই ;

ইপাৰত ৰৈ ৰৈ
শুনিছিলোঁ স্তব্ধ হই,—
তুলিছিল প্ৰতিধ্বনি তাৰ
বিৰহী হিয়াই ।

অন্তহীন স্থনীলৰ
অতল পাৰাৱাৰৰ
উদি হয় উগ্ৰ আৰকাল*
প্ৰেম-পশৰত ।

যেতিয়া যিফালে চাওঁ,
প্ৰেমকেহে দেখা পাওঁ,—
অসীমৰ বিৰাট অঞ্চল
ৰঞ্জিত প্ৰেমত ।

বিয়াকুল বিৰহীৰ
বিদূৰে বেথাৰ ভিৰ,
মিলনৰ হালুক গীতত
হিয়া পৰে জুৰ ।

ৰহস্য ৰঞ্জিত ৰেখা
অন্তৰত দিয়ে দেখা,—

* আৰকাল—হাহাকাৰ

উন্মাদিত চুমাৰ চাঁতত
তৃপ্তি ভৰপূৰ।

তথাপি বেদনা এটি,
অন্তৰৰ অনুভূতি
জিকাৰি, উগ্ৰতা, উঠে বাজি
হিয়াৰ চুকত ;

হিয়াৰ সাধনা সেই,
সি যেন নহয় এই—
প্ৰেমেৰে অৰেও বিশ্ব বাজি
জীৱন মুখত।

হৃদয়ৰ ভিতৰেদি
অসীম অম্বৰ ভেদি,
তপ্ত, তীব্ৰ, তিক্ত বিৰহৰ
উঠে ভমকনি ;

ভীষণ নিৰাশা আহি
লৈ বিশ্বত্ৰাসী হাঁহি,
ছিঙি ভাঙি বাসনা প্ৰাণৰ
তোলে চমকনি।

দুনাই সাধিলে আৰু
আহি লয়লাসে চাৰু,
থিয় দিয়ে চকুৰ আগত
—সুন্দৰ মধুৰ !

তথাপিনো কাৰ বাবে
চিঞৰে নিমাত ৰাৱে
প্ৰাণে মোৰ ? কাৰ বিৰহত
অন্তৰ বিধুৰ ?

তেতিয়ানো কিয় কোৱা !
এনেদৰে ৰিণিকোৱা
সিপাৰত জীৱন-সিন্ধুৰ
নেদেখিলোঁ হায় !

মিলন আৱেগ সুৰ,
বিয়পি ইমান দূৰ
নুশুনিলোঁ ;—কৰুণা বিন্দুৰ
নাপালোঁ আশ্ৰয় ?

বুজিছোঁ বুজিছোঁ বাৰু
নালাগে নকবা আৰু,
সেই প্ৰেম নাছিল স্বাধীন ;
নিখুঁত যোগৰ।

কামনাৰ তলতীয়া,
কামনাত মতলীয়া
সেই প্ৰেম মহা পৰাধীন
ইন্দ্ৰিয় ভোগৰ।

তাতেহে তাহানিখন
নাপালোঁ তোমাৰ মন,
নকৰিলা প্ৰকাশ তোমাৰ
বিমোহন ৰূপ ;

সেইবাবে বিৰহৰ,
ঢালি দিলা মহাভৰ ;—
আন্ধাৰেদি ঢাকিলা হিয়াৰ
প্ৰেম পুণ্য ধূপ।

তাতেহে তেতিয়া তুমি,
প্ৰকৃতি-আঁৰত জুমি,
অতৃপ্তিৰ উদগালা ভাৱ,
মহাধন বুলি ;

হৃদয়-ফলিত আহি,
মনে মনে হাঁহি হাঁহি,
আঁকি দিলা বাসনাৰ চাব
জীৱন আকুলি।

হ'লনে এতিয়া হেৰা !
ক্ষুদ্ৰ মোৰ হিয়াফেৰা,

বান্ধহীন প্ৰেমৰ ফুলনি
পুণ্য সৌৰভৰ ?

জীৱন বসন্ত মোৰ
হইছে নে ভৰপূৰ ?
বইছে নে স্নিগ্ধ কুঁকুলনি
মহা গৌৰৱৰ ?

সেইবাবে তুমি আজি
প্ৰেমৰ সাজেৰে সাজি
থিয় দিছা আহি সমুখত,
বিচিত্র বেশেৰে ;

প্ৰেমৰ বাঁহীটি ধৰি,
বজাইছা প্ৰাণ ভৰি,
জীৱনৰ দুৱাৰ-মুখত
সৰস তানেৰে ।

এনেটোহে যদি সঁচা
বিৰহৰ লোৰে ৰচা
কবিতাটি তয় চৰণত
দিওঁ উপহাৰ

জনমে জনমে হৰি,
নিদিবা নিদিবা এৰি,
উজ্বলাই থাকিবা প্ৰাণত,
কল্পনাৰ পাৰ ।

কৰম সোঁতত পৰি
দূৰলৈ গ'লে আঁতৰি,
কৈ দিবা কি পথেৰে পাম
তোমাৰ ওচৰ ;

তুমি আছা সিপাৰত
মই বাসনা আঁৰত,—
কৈ দিবা কেনেদৰে পাম
তোমাৰ পোহৰ ।

কাহানি ভ্ৰমত পৰি
তোমাক গলে পাহৰি
লয়লাসে অন্তৰত আহি
সোমাবা ধীৰেৰে ?

এনুৱা বন্ধনহীন
প্ৰেমৰ মধুৰ বীণ
বজাবাহি অন্তৰত হাঁহি,
সুধাৰ সুৰেৰে ?

তুমি যদি নাহা প্ৰভু
হেৰা মোৰ বিশ্ব-বিভু !
কিৰূপেনো মন্দিৰ সজাওঁ
আসন তোমাৰ ?

প্ৰেমত আকুল হোৱা,
হৃদি-পদ্ম পমি যোৱা,
কথা এটি কিদৰেনো পাওঁ
মুখৰ তোমাৰ ?

—অন্তহীন আদিহীন —
তুমি তুলনাবিহীন ;—
তয় ৰূপ বিজালে জগত
হেৰা বিশ্বপাল !

অনন্ত ৰহস্যভৰা
প্ৰেমেৰে উপচি পৰা
অতি ক্ষুদ্ৰ ক্ষুদ্ৰ ই জগত,
বিন্দুৰ একাল !

নাপালে তোমাক নাথ,
কি সকাম দীননাথ !
ক্ষুদ্ৰ এই দগ্ধ জীৱনৰ ?
—আলাই আথানি !

বহিবা হিয়াত আহি,
সকলো যাতনা ভাহি

গুচি যাব তিয়াগি অন্তৰ,
শুনি তব বাণী !

তোমাৰ সলনি মই
ভাগ্যৰ মূৰত গৈ
হওঁ যদি বিশ্বৰ বুকত
গৰাকী অতুল,

তথাপি নালাগে মোক
মাত্র মই খোজোঁ তো'ক,
ক্ষুদ্র এই হিয়াৰ চুকত
সাধনাৰ কুল !

আহাঁ তেন্তে আহাঁ ভাই
হিয়াত লোৱাহি ঠাই,
সজা আছে আসন শীতল
প্ৰাণৰ জুৰণি ;

শুনি সান্ত্বনাৰ কথা
উটাওঁ বিৰহ বেথা ;
সেৱি পদ কৰো সুশীতল
প্ৰাণৰ পোৰণি ।

৬

নিদিয়া নালাগেচোন,
থাকা বাৰু কেনেকই
প্ৰাণৰ সুখত ।

অৱহেলি অভাগাক
এনুৱা বিমুখ হই
তুৱাৰ মুখত ।

আগতে বিকাশি দিলা
তৃপ্তিৰ জুৰণি হেতু
মহা উলাহেৰে ;

এতিয়া আমনি লাগি
ভাবি বুলি ধূমকেতু
এৰিবা কিদৰে ?

এয়ে নে কি বিশ্বনাথ !
জীৱনৰ শিতানত
তোমাৰ ধৰম ?

টানি লোৱা সম্পদত
এৰি দিয়া বিপদত,
—অদ্ভুত মৰম !—

এজনক প্ৰেম দিলে
প্ৰেম প্ৰতিদান পায়
ৰীতি জগতৰ ;—
দিয়া-লোৱা দুটি ভাব
একেৰাহে পোহৰায়
অসীম অন্তৰ ।

দিয়া লোৱা ভাৱতেহে
আদিহীন ৰহস্যৰ
বিকাশ তোমাৰ ;
মোক অৱহেলা কৰি
কোৱাঁ কি বিপদহৰ !
গৌৰৱ তোমাৰ !

নিজক বিলাই দিব
তাতেহে নিজক পাব
প্ৰাণৰ মাজত,—

নিজক দিলেহে এৰি
প্ৰাণৰ আপোন হ'ব
সকলো বিশ্বত ।

অৱহেলি মোক জানো
পাৰিবা সামৰি লব
অস্তিত্ব তোমাৰ
আদিহীন অন্তহীন
মোতে দেখো গঁথা তৱ
পূৰ্ণতাৰ পাৰ ?

তোমাত হৃদয় মোৰ
মোত আৰু তয় হিয়া
ৰাখিছা প্ৰকাশি,
মোক এৰি প্ৰাণনাথ !
লাভ একো নাইকিয়া
আনন্দেৰে হাঁহি ।

মোৰ হৃদয়ৰ স'তে
মহা গাঁথনিৰে গঁথা
হৃদয় তোমাৰ !
মোৰ অনুভূতি স'তে
আলোড়ি ঝঙ্কাৰি উঠে
ব্ৰহ্মাণ্ডৰ তাঁৰ ।

যি এটি বিৰহ বাজি
আকুলে পৰাণ মোৰ
ৰিণিকি ৰিণিকি,
তাতেই তোমাৰো দেখোঁ
জ্বলিছে তৃপিতিবোৰ
টিমিকি টিমিকি ?

হিয়া দাপোণত মোৰ
অনন্ত চানেকি তয়
তোলা জিলিকাই,
ক্ষুদ্ৰ মই সেই বাবে
তৃপ্তি নাই যেন বুজোঁ
মোক ভাল পাই ।

কল্পনা ৰথত উঠি
ব্ৰহ্মাণ্ডৰ সৰজন
কাৰ সহায়েৰে ?
প্ৰেমত বিভত হই
প্ৰকৃতিৰ মহাধন
চুমিছা কিহেৰে

নহলে জনম মোৰ
কিদৰে তোমাৰ এই
গৌৰৱ-শলাগ ?
অসীম বিকাশ তয়
মোক এৰি কেনেকই
কৰিবা সজাগ ।

প্ৰেমময় ৰহস্যৰ
উজনিত বহি তুমি
চলাবা জগত ;

মই তাক ভাবি ভাবি ভাবি
সামৰিম জুমি জুমি
প্ৰকৃতি আঁৰত।

ৰসময়ী বিলাসেৰে
জ্বলে তয় মন্দিৰত
লাহৰী উষাই ;
সিও দেখোঁ মনোময় !
মোৰে মাত্ৰ আৱেগৰ
উদগনি পাই ?

তয় ফুলনিত কত
সুধাকণ্ঠী বিহঙ্গম
গলে ৰমলাই,
সুৰাগী ফুলৰ কত
হাঁহে ৰেণু মনোৰম,
পৰাণ পমাই।

সুশীতল সুবিমল
বিলৰ বুকত নাচে
পদুমী লাহৰী ;
সুষমা সুন্দৰী কেনে
বাসন্তী কাচোনে কাচে
বিৰহ পাহৰি !

উগুল-থুগুল মন
সুন্দৰীয়ে সোণোৱালী
ৰূপ ৰস পাই ;

সুৰাগৰ চাকি সাজি
প্ৰেমিকৰ আশা পালি
থাকে বাট চাই।

এটি দুটিকৈ পৰি
চুমাৰ চেনেহী কোব
উঠে ৰঙা হই ;
দুয়ো হিয়া ওপচাই
মিলনৰ মহোৎসৱ
হাঁহি পৰে বই।

অগ্নিময় গ্ৰহগণে
অগ্নিভৰা মু'খনিৰে
ইটিয়ে সিটিক
ভাৱত আকুল হই
সম্ভাষিছে আদৰেৰে—
নিগূঁত প্ৰেমিক।

তৰাৰ মুখত তয়
পুণ্যভৰা পৰিমল
ৰাখিছা লুকাই ;
জগত-জীৱন ৰূপ
আলোকৰ সুবিমল
প্ৰদীপ জ্বলাই।

ভৰপূৰ বাসনাই
অনন্ত বিলাস তোলে
তয় মন্দিৰত ;

সৰস উপভোগৰ
সুৰভিৰ ফুল ফুলে
লৱঙ্গ ছন্দত।

ধৰণীৰ বুকু ফালি
তব নাম অভ্ৰভেদী
সঙ্গীতৰ ধাৰ,
উঠে মহা গতি ধৰি
হৃদয়ৰ ভিতৰেদি
চমকাই তোঁৰ।

নিমাত নিশাত কত
উজাগৰে থাকি থাকি
উগ্ৰ আৱেগত,
নেদেখা নুশুনা সেই
চাওঁ প্ৰতিমাটি ৰাখি
প্ৰাণৰ মাজত।

যিমান খেলিছা তুমি
প্ৰেমভৰা কল্পনাৰ
আনন্দ ধেমালি ;
দেখাইছা জগতক
ৰসভৰা ৰচনাৰ
স্নায়ু-পথ ফালি।

মোৰ শকতিৰে দেখোঁ
সাধিছা সকলো কাম
তৃপিতি সামৰি ;
মোৰ ভিতৰেদি দেখোঁ
ফুলি উঠে তব নাম
ব্ৰহ্মাণ্ড বিদৰি।

মই নহলেনো নাথ !
ভকতি-তুলিৰে আঁকি
হৃদয় পটত,—
নানা ৰূপ ৰস সানি
তোমাকেই ৰচি থাকি
প্ৰাণ হৰষত,

কোনে কোৱাঁ প্ৰেমভৰা
ভাৱত বিমোৰ হই
নাচিলেহেঁতেন ;
কোনে কোৱাঁ জীৱনৰ
পদূলিত ৰই ৰই
কান্দিলেহেঁতেন ?

মোক এৰি প্ৰাণনাথ
বিশ্বৰ মূৰত বাজি
কৰুণা তোমাৰ,
কাহানি ফুলাব পাৰে
বিশ্বৰ জীৱন ৰাজি
মাধুৰী অপাৰ ?

মই নহলেনো কোৱাঁ
কি দৰে প্ৰকাশি পৰে
গৌৰৱ তোমাৰ

বিশ্বৰ ৰচনা দেখি
প্ৰাণ চাটি-ফুটি কৰে
প্ৰেমত তোমাৰ।

কিয় তেন্তে প্ৰাণময় !
পুণ্যময় প্ৰেমময় !
অৱহেলা মোক !
পাচত দেখিবা বাৰু
সুমৰিবা নিৰদয় !
অন্তহীন শোক।

আহাঁ তেন্তে আহাঁ নাথ,
আথেবেথে অন্তৰত
পৰাঁহি সোমাই
প্ৰেমৰ অজেয় গীত
নীল নিকা আকাশত
তোলাহি ভৰাই !

৭

আজি মোৰ সাধনা-ফুলনি,
কাৰ কিনো পাই উদগনি,
পোহৰাই মহা বিশ্বখনি,
উলাহেৰে হাঁহিছে ;

অনন্ত বসন্ত সুবিমল,
প্ৰেম-পুণ্য প্ৰীতি পৰিমল,
সঙ্গীত সুশান্ত সুশীতল,
আনন্দত ভাহিছে।

কি প্ৰেমৰ বিলাস বাগৰে,
কামনাৰ লহৰি ভাগৰে,
তৃপিতিৰ অপাৰ সাগৰে,
নিয়ে আজি উটাই ;

উপাদান অমৃত ভোগৰ,
মহামন্ত্ৰ অনন্ত যোগৰ,
সঞ্জীৱনী মহা মৰণৰ,
দিয়ে আজি গোটাই।

শান্তিময় মহা গান চলে,
মঙ্গল মলয়া কেনে বলে,
আনন্দ লহৰি কলকলে,
উঠে হিয়া আগুৰি ;

অতৃপিতি হিয়াৰ মাজত,
আঁতৰাই বিশ্বৰ বাজত,
প্ৰাণ মোৰ মহা সৌন্দৰ্য্যত,
পৰে আজি বাগৰি।

প্ৰেমময়ী উষাৰ ৰাগিণী,
প্ৰীতিময়ী বাসন্তী বিননি,
শান্তিময়ী সঙ্গীতৰ ধ্বনি,
কোনোবা অজানাৰ ;

ৰেখাহীন ইঙ্গিতত কাৰ,
জনকাই ব্ৰহ্মাণ্ডৰ তাঁৰ,
ওপচায় অপূৰ্ণ হিয়াৰ,
বিৰহ পাৰাবাৰ।

অতৃপ্তিৰ অকুল উৰুলি,
জীৱনৰ কামনা ধুৰুলি,
গানমানে জুৰুলা-জুৰুলি,
শান্তি লভি ফুলিছে।

কল্পনাৰ সুপ্ত-গ্ৰন্থি যত,
হেঁচা খাই হোৱা বিবৰত,
কোনে চেনেহৰে কত,
হাঁহি হাঁহি মেলিছে।

হিয়াৰ শুকান পথাৰত,
সিঁচি ভক্তি-পানী অবিৰত,
ৰুইছিলোঁ কল্পনা-পাৰত,
প্ৰেম-ফুল পাহিটি ;

আশা-লতা কত পুহিছিলোঁ
কতনা মালিকা গাঁথিছিলোঁ,
মোৰ তাক কত খাটিছিলোঁ,
বজোৱাব বাঁহীটি।

কত দিন বাট চাই চাই
বিৰহৰ বীণধনি বাই
ফুলে ফুলে ফুলে বুলি হায় !
নঙলাৰ মুখত ;

মলয়াক কিমান খাটিলোঁ,
জোনাইক মিনতি কৰিলোঁ,
ভোমোৰাক কিমান মাতিলোঁ,
নচুৱাব লাসত।

অগ্নিভৰা বেলিৰ তলত,
কতদিন সুযোগ ছলত,
আকাশৰ সাবটি গলত,
কাকুতিলোঁ কতনা,

অভিমান ৰসাল ভেমৰ,
অশ্ৰুটুপি সৰস প্ৰেমৰ
আঁজলি আৱেগ-কুসুমৰ,
সঁপি দিলোঁ যতনা !

জীৱন-বীণত সুৰ তুলি ;
কত উপাসিলোঁ প্ৰাণ খুলি,
যদি পৰে পৰে পৰে বুলি,
সৰগৰ জেউতি।

সাধনাৰ ফুলটি ফুলাব,
মিলনৰ সুগন্ধ বিলাব
সান্ত্বনাৰ সোঁতত মিলাব
জীৱনৰ ধাউতি।

সাধনাৰ দুভাগ নিশাত,
সুবিশাল প্ৰকৃতি নিমাত,
থাপিছিলোঁ প্ৰতিমা হিয়াত
কত হাবিলাষেৰে ;

মনমোহা হাঁহি এটি মাৰি ;
সকলো বিলাই নিব কাঢ়ি,—
উথলিব প্ৰেম-লতা, বাঢ়ি,—
অটল ধিয়ানেৰে।

সৌন্দর্য্যৰ সুন্দৰ সুৰভি,
আলোকৰ সুবিমল ছবি,
বিলাসিব সুধাময় ৰবি,
পোহৰাই সৃষ্টি ;

মিলনৰ জাননী বিলাব,
হৃদয়ৰ জগত মিলাব
বিশ্বৰ হৃদয়,—উজ্জ্বলাব
মোৰ কণা দৃষ্টি ।

আজি সেই সাধনাৰ পুলি
অসীমৰ স'তে মিলি-জুলি,
প্ৰেম-প্ৰীতি কুসুমেৰে ফুলি,
হালি-জালি হাঁহিছে ;

আজি মোৰ হিয়াৰ প্ৰতিমা,
তুলি কেনে মধুৰ ভঙ্গিমা,
অন্তৰৰ উটাই কালিমা,
লয়লাসে আহিছে ।

জগতৰ ক্ষুদ্ৰ অণুবোৰ,
কৰি কেনে প্ৰেমত বিভোৰ,—
তাৰে স'তে গাঁথি দিয়া মোৰ,
উলাহেৰে কেন্দুৱা ;

জীৱনৰ ছিদ্ৰ চাই চাই,
মিলনৰ মাধুৰী ভৰাই,
প্ৰাণভৰা প্ৰেমেৰে পমাই,
বাজে বিশ্ব বেণুৱা ।

মঙ্গলৰ প্ৰদীপ সজাই,
জীৱনৰ জোকাৰ জগাই,
আনন্দৰ দুন্দুভি বজাই,
আদৰণি শৰাই,

হৃদয়ৰ তুলি ফুল ভক্তি,
জগতৰ সকলোটি শক্তি,
নিৰ্ম্মল উদাৰ অনুৰক্তি,
দিছে আগ বঢ়াই ।

শান্তিভৰা জীৱন-নিশ্বাস,
দীপ্তিময় বিমল বিশ্বাস,
তৃপিতিৰ আকুল ইচ্ছাক,
উজ্বলাই তুলিছে ;

তাহানিৰে গাঁথি দিয়া বান্ধ,
ভাঙি ছিঙি পাতি থোৱা ফান্দ,
সেই মোৰ সাধনাৰ গান,
কোনে আজি খুলিছে ।

আগে পাচে চাৰিও কাষত
হাঁহি হাঁহি কেনে উলাহত,
হাঁহিৰ বিজুলী কি লাসত,
জ্বলি আজি উঠিছে ;

অন্তহীন প্ৰেম পুণ্য ভানু,
পোহৰাই বিশ্ব পৰমাণু,
আন্ধাৰত পৰোঁ বুলি হেনো
অন্তৰত ফুটিছে ।

কোন আছা পথিক অনন্ত,
হেকুৱাই শান্তিৰ বসন্ত,
শান্তিময় মলয়া শ্ৰীমন্ত,
লাগে, কায চাপাঁহি ;

অতৃপিতি তীব্ৰ কামনাৰ,
উন্মত্তালি উগ্ৰ ভাৱনাৰ,
বিশাল বিশ্বৰ সাধনাৰ
চৰণত সঁপাহি ।

এনে জন মইও আছিলোঁ,
বাসনাত প্ৰাণ ঢালিছিলোঁ ।
জীৱনৰ লক্ষ্য ভুলিছিলোঁ,
মজিছিলোঁ ভোগত :

হাবাথুৰি খালোঁ কত দিন,
লুব্ধ-প্ৰাণ দিনে দিনে খীণ,
মঙ্গলৰ আশীৰ্ব্বাদ হীন,
কামনাৰ ৰোগত ।

সাধনাৰ সোণালী খেণত,
ঁাউজিলোঁ মহা মিলনত,
সেইবাবে বিশ্বৰ বুকত,
আজি মই বহিছোঁ ;

তাতেহে নিছলা আজি মই,
বিভ্ৰান্ত বাসনা নিচুকাই,
এনে মহা শক্তিবান্ হই,
আনন্দেৰে হাঁহিছোঁ ।

সেইবাবে তোমাকো মাতিছোঁ,
মহা শান্তি উৎসৱ পাতিছোঁ,
মোৰ স'তে অনন্ত গাঁথিছোঁ,
আহি যোগ হোৱাহি ।

এই উৎসৱত মোৰ আজি,
উঠিছে অনন্ত গীত বাজি,—
ভকতিৰে মন-প্ৰাণ বাজি,
আশীৰ্ব্বাদ লোৱাঁহি ।

তেতিয়া বুজিবা তুমি ভাই,
সীমাত অসীম সুমুৱাই,
মিলনৰ মহাগীত গাই,
কেনে শান্তি লভিবা ;

ক্ষুদ্ৰ এই যেতিয়া প্ৰাণত,
অনন্তই অটল ধ্যানত,
মগ্ন হব প্ৰেমৰ গানত,
তেতিয়াহে বুজিবা ।

---

# উৎসৰ্গা

আকাশতকৈও উদাৰ, আলোকতকৈও উজ্জ্বল, প্ৰেমতকৈও পবিত্ৰ, ভক্তিতকৈও কোমল, তত্ত্বতকৈও গভীৰ যি সুন্দৰীৰ সৌন্দৰ্য্যত মোৰ অন্তৰ্জ্জগত সদায় উদ্ভাসিত হই আছে সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ এই প্ৰীতি-ভৰা অঞ্জলি।

—অম্বিকা

# কৃতজ্ঞতা প্ৰকাশ

মোৰ পৰম বন্ধু চিত্ৰকৰ কবি শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ডাঙৰীয়াই হাতে লেখা সুৰখাতে এইখন কিতাপৰ ভুল-ভ্ৰান্তি চাই দিয়াত, তেওঁৰ ওচৰত মই সদায় কৃতজ্ঞ থাকিলোঁ।

শ্ৰীযুত কেশবচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই এই কিতাপ ছাপোৱা খৰচ বহন কৰাত তেওঁৰ ওচৰতো কৃতজ্ঞ থাকিলোঁ।

শ্ৰীঅম্বিকা চৰণ ৰায়চৌধুৰী

# পাতনি

চাৰিওফালৰ পৰা চেপি ধৰা এই বৰ ডাঙৰ জগত খানৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাব সাগৰৰ যি দুই-চাৰি জোলোকা জৰি পৰিছে, তাৰ বাজে আন একো ইয়াত পাই পোৱা নাই।

২৫ ভাদ্ৰ ১৩২৩ সন
ডিব্ৰুগড়

শ্ৰীঅম্বিকা চৰণ ৰায়চৌধুৰী

## মোৰ বীণা

মোৰ চেনেহী সাদৰী বীণা,
আজি সাৰদ সুৰদি দিনা,
তোৰ অন্ধ আতুৰ দৃষ্টি
খুলি ঢাল আজি
ত্ৰিভুবন ৰাজি
সঙ্গীত সুধা বৃষ্টি।

শীতল শুদ্ধ সুৰাৰ সিন্ধু সাঁতুৰি
নাদুৰি তুলাই তুলি,
মলিন বিশ্ব পখালি শৰীৰ
মোহিনী ৰূপত উঠক ফুলি।

সৌৱা সুনীল সিপাৰে বহি
কতনো যাতনা সহি
মোৰ বিৰহ-ব্যথিত প্ৰিয়া,
গান গাই গাই,
মোৰে বাট চাই,
কৰিছে আকুল হিয়া।

যা—যা—তই লৰা লৰি কৰি
মোৰো গান কিটি বুকত লই
তাৰ সুৰে স'তে গলা-গলি
কৰি গা যাই ৰাগিণী একেটি হই?

ক' যাই বাতৰি মোৰ,
আজি পৰিছে সকলো ওৰ;
মোৰ সৰস হিয়াৰ তলি,
বিৰহৰ হান,
খাই থান-বান,
উঠিছে বেথাত জ্বলি;—
এই সময়ত আহি যদি তেওঁ
সাদৰি আদৰি চুমাটি খায়,
জ্বলা কালা হোৱা হৃদয়ৰ মোৰ
তেহে যদি আৰু যাতনা যায়।
আহিব আহিব বুলি,
ৰাখিছো দুৱাৰ খুলি,
মোৰ হিয়া-ভাঙা ৰাঙা ৰেণু,
বিৰহত পৰি,
চাটিফুটি কৰি,
আছে বাই বেথা বেণু।
আহিলেই তাৰে বুকত সাবটি
ৰাঙিম মোহিনী দুখনি গাল;
সেই ৰূপ চাই শত জনমৰ
যাতনা খেদাই জিনিম কাল।

* * *

# বীণা

## কিয় ?

হেঁপাহৰ টানি ৰেখা,
নিদিয় কিয়নো দেখা ?
ক'চোন ক'চোন হেৰ প্ৰাণৰ সোণাই ?
ভাবি ভাবি ৰাতি দিন,
তো'তে কিয় হওঁ লীন ?
কিয় মোৰ জীৱনত সুখ শান্তি নাই ?
বলিয়া বাসনা এৰি
সুখ দুখ কাতি কৰি
সমূলি কৰিব খুজোঁ হেঁপাহৰ ওৰ,
তথাপিতো কিয় তই
অন্তৰত ৰই ৰই
সৰল শীতল প্ৰাণ পুৰি মাৰ মোৰ ?
তোকে মাতি মাতি মই
কিমান কাতৰ হই
কিবাকিবি হ'ল মোৰ আদৰুৱা গান।
কিয় নিৰদয় হই,
কাষ চাপি আহি তই,
শীতল নকৰ মোৰ দগধ পৰাণ ?

## যদি

মই প্ৰাণ ঢালি যদি পাৰ লাগে ভাল
তোমাৰ মোহিনী ছবি,
হৃদয় আকাশ পোহৰাই মোৰ
তুলি দিয়া প্ৰেম-ৰবি !
হাজাৰ কামৰ মাজেদি সৰকি
যদি হে আহিব খোজা ;
মোৰ পৰাণ-পাহিত কি লেখি ৰাখিছোঁ।
তাক আগে তুমি বুজা।
নহলে নো তুমি আহিবা কেনেকৈ
পাবা মোৰ চিত মন ?
"তুমি ম'উ পিয়া লুতুৰা ভোমোৰা
মই তৃপিতিৰ ধন।"

## তেতিয়া

বাতাহে যেতিয়া মোৰ মেলা চুলিকোছা
চুমা খাই কয় আহি
কিবা এটি দূৰণিৰ কথা,
তেতিয়া তুমিও মোৰ অন্তৰত ৰচা
মনে মনে হাঁহি হাঁহি
কাৰ ছবি বিৰহত গঁথা।
কোমল বিমল স্নিগ্ধ মাধবী লতাৰ
ফাকেদি ভুমুকি মাৰি
চাই চাই মু'খনি তোমাৰ,
হালি পৰে হৃদয়ৰ গুপুত বেথাৰ,
যিমান জাননী দগ্ধকাৰী,
উপচাই জীৱনৰ পাৰ।
জিলমিল তাৰা উঠি নীল আকাশত
তুলি মিঠা হাঁহিৰ খলক
মুগ্ধ কৰে স্তব্ধ মহানীল,—

তুলি তাৰ প্ৰভাখিনি, জীৰ্ণ জীৱনত,
দগ্ধ বেথা ডুবাই তলত
আঁকো চিত্ৰ সুখ-শান্তিশীল।

## মৰেহে

আহোঁতে যাওঁতে তই কিয় কোনোকালে,
মুগ্ধ হোৱা নাই চাই চাই মোৰফালে।
মোত হেনো নাই তোৰ
তৃপিতিৰ শেষ,
তাতেহে ভ্ৰমি ফুৰ
বহু দূৰ দেশ!
মৰেহে আচল তোৰ প্ৰিয়াহৰ পানী,
বুকত সাবটি ধৰ সঁচা বুলি মানি!

## ময়ো

ক'লা ৰাতিটোৰ মাজেদি সৰকি
পৰে যদি মোৰ সখিৰ হাঁহি,
তুলি আনি থই দিম হৃদয়ত
কদাপিতো যেন নুগুচে ৰাহি।
সুনীল আকাশ ফালি ছিৰি যদি
পৰে পৃথিবীত সখিৰ গান,
ময়ো বিৰহৰ বীণখনি লই
লগতে বজাম প্ৰেমৰ তান।

## চা'চো আহি?

চেনেহী ৰাক্ষসী?
তই ৰাঙা ৰাঙা কলিজাৰ ৰাঙা ৰাঙা তেজ
চাই যদি খুজিছ হাঁহিব,
তোক উপহাৰ দিম বুলি কাটিছোঁ কেনেকে
চাচো' আহি?—নালাগে মাতিব।

## এয়ে নেকি?

তোৰ ভাৰ জুয়ে মোৰ কোমল হৃদয়,
চা'চো আহি পুৰিছে কিমান?
তোকে ভাবি ভাবি দেখোঁ কাটালোঁ জীৱন
এয়ে নেকি তাৰ প্ৰতিদান?

## কিয়?

তোমাৰ প্ৰেমৰ কাৰণে কান্দি কান্দি মই
কলিজা কৰিলোঁ ক'লা;
তুমি বুকুৰ পাৰত শিল বান্ধি কিয়
ইমান নিদয় হলা?

## ভাবি চোৱাচোন?

মোৰ প্ৰাণৰ মূৰত বিৰহৰ হেঁচা
কিমান চাপাবা আৰু?
বেথাৰ ভৰত আজলী দেহি ঐ
ভাঙি নাযাব নে ৰাৰু!

## তথাপিতো

কোমল হৃদয় মোৰ
বিৰহ জুইয়ে তোৰ,
পুৰি পুৰি কৰে যদি ছাই!
আমৰণ প্ৰেমলতা
ভাবি ভাবি তোৰে কথা,
হাটি যাব তোকে মাত্ৰ চাই।

## আছোঁ

এদিন দুদিন নহয়
অনন্ত জীৱন এই
তোকে মাথোঁ আছোঁ বাট চাই,
চাচোন হয়নে নহয়
নিৰস জীৱন লই
বহি আছোঁ কেনে বেথা পাই ?

## দিয়ে কই

মাতোতে মাতোভে ভাঙি ছিঙি গ'ল
প্ৰাণভৰা মোৰ সঙ্গীতৰ সুৰ ;
তাৰ বিৰহ জুইয়ে অজলাটো পাই
জ্বালা-কালা কৰি খালে মোৰে মূৰ ।
কিমান ভাবিলোঁ কিমান চিন্তিলো
কিমান কৰিলোঁ ছল,
একো ছলে তাক নোৱাৰোঁ দেখোন
মোতকৈও বেচি ছল ।
চখুৰ আগত কেতিয়াবা মোৰ
মুচা মুচা মুখ দেখিলে এখন,
সি বুলি ভাবিয়ে লৰালৰিকৈ
যায় হাত মেলি মোৰ মুগ্ধ মন ।
যিমানেই মোৰ কাকুতি মিনতি
আকুল বিকুল কৰে,
বিদ্ৰূপৰ হাঁহি দেখাই সি মোক সিমানে
আঁতৰি পৰে ।
সেই হাঁহিখিনি এনে সোৱাদৰ
বুজাব নোৱাৰোঁ কোনোমতে মই —
"কান্দি প্ৰাণ জ্বালা-কালা কৰ
তেহে পাৰি মোক" দিয়ে যেন কই ।

## কৈ ?

সুমাব খুজিছ তই যদি মোৰ
জুকলা ঘৰত আহি,
তোৰ মোহিনী মুখত ৰাঙা প্ৰেম সানি
হাঁহি হাঁহি সোমাবিহি ।
তেহে প্ৰেমালোক ভৰি থাকা তোৰ
মুখৰ পোহৰ পৰি;
তেনেয়ে জুকলা ঘৰখনি মোৰ
থিয় হব ঠন ধৰি ।

## সঁচাকে !

নাই মোৰ লাওলোত জেউৰ হাঁওৰ
বগা বগা ফুল ভৰা বাট ।
আহিবৰ পোৱা কিয় ইমান বেজাৰ ?
আহাচোন ? —মাতা এটা মাত ।

## নাই হেনো ?

নাই হেনো তোৰ তিলমানো দয়া
উদং হিয়াৰ চুক ?
তোৰ কিন্তু সেই মিঠা হাঁহিখিনি
জিনি আছে মোৰ বুক ।
হয়নে নহয় চাচোন এবাৰ
প্ৰাণৰ তৰপ মেলি ;
হিয়া-আকাশত তোৰ ভাব-পখী
কিমান ফুৰিছে খেলি ।

## আচৰিত !

তুমি নোপোৱা নে মোক চিনি ?
বাক আছেনে মনত তাহানিৰ সেই
প্ৰেমভৰা মিঠা কথা ?

এখান পাটীতে দুয়ো পৰি ৰই
আছিলোঁ দুয়োতে গঁথা।
মোক কিয়নো নোপোৱা চিনি ?

## অবিচাৰ

যোৱা ! কিয় তুমি নিদয় ইমান ?
চোৱাচোন প্ৰাণে মোৰ ভাবত ভাগৰি
কিমান টুকিছে অশ্ৰু বাগৰি বাগৰি।
তথাপিতো তুমি কিয়
ইমান হই নিদয়
চাই আছা অভাগাৰ জুই জ্বলা দুখ ?
সঠিকতে পাইছানে অন্তৰত সুখ ?
যোৱা ! কিয় তুমি কঠুৱা ইমান ?

## যাম

মোৰ সখিৰ হাঁহিৰ একেটি কণিকা,
পৰে যদি পৃথিৱীত আহি,
মই কৌটি জনমৰ যাতনা পাহৰি
যাম সুখ সাগৰত ভাহি।

## সখি ?

সখি ? বাজোৱা বাজোৱাচোন সন্ধিয়াৰ বাঁহী,
চাওঁ মধু আছেনো কিমান।
পাৰোঁনে পমাব মোৰ মুগ্ধ মন পাহি
শুনি সেই মনমোহা গান !

## মাৰ যাম মই

চোৱাচোন সখি !
শুনিব্যানে কথা এটি মোৰ !
হিয়া-মন্দিৰত মোৰ
কিমান খোঁটালী সাজি,
বগা বগা হাঁহিভৰা
প্ৰীতিৰ ফুলেদি ৰাজি,
শীতল শেতেলি পাৰি ৰাখিছোঁ কিমান,
গাই গাই হিয়াভৰা কিবা কিবি গান ;
যিখানতে ভাল পোৱা,
সিখানতে ভৰি থোৱা,—
সুৱাগৰ পানী ঢালি
ধুই দিম পদ-ফলি,
প্ৰেমৰ গামোচা মেলি মুচি মুচি মই
মনে মনে মাৰ যাম তাতে ৰই ৰই।
শুনাচোন সখি,
ৰাখিবানে এই কথা মোৰ ?

## আহা ?

মই মেলি থই দিছোঁ
হিয়াৰ দুৱাৰ
টিপতে সুমোৱা আহি ?
লই প্ৰেমভৰা
মাধুৰী পুৱাৰ
মাৰি মিচিকিয়া হাঁহি।

## সেইবাবে

তাহানিৰে পৰা মই হিয়াৰ চুকত,
ৰাখিছিলোঁ যিবা এটি সঙ্গীত লুকাই,
কোন শতুৰে নো মোৰ বন্ধুভাৱে আহি,
চুৰ কৰি নিলে আজি অজলাটো পাই ?
এতিয়া যিখিনি আছে

ভাবিছোঁ মনত, পাছে—
ভাল বুলি গাম মই সুৰ ভাঙি ভাঙি
কি জানো বা তাত তাৰ নপমে পৰাণ।
সেইবাবে আজি মই বিয়াকুল হই
গাইছোঁ চথু-লো টুকি আধাফুটা গান।

## সেয়ে

সঁচিকতে তই
নাহিবিনে বাৰু
ভাঙা ঘৰ বুলি মোৰ ?
থাক তেনেহলে
মিঠা মু'খনিকে
ৰ'ম ভাবি ভাবি তোৰ।

## চোৰা ভাবি

হয়নে নহয় সঁচা চোৰাচোন ভাবি
তুমি মোৰ হৃদয়ৰ ধন !
তুমি নোচোৰাৰ বাবে দগ্ধ হিয়া মোৰ
কেনেদৰে আছে মাৰি মন।

## দেখিম !

যদিওবা গান মোৰ নিচেই কঠুৰা,
যদিও বা বীণা মধু নহয় খাটোৰা—
তাকেই শুনাই তোক,
মুগ্ধ কৰি তিনিলোক,
সৰজিম গানভৰা মাধুৰী সাগৰ,
ফুলাম চাৰিওকাষে কনক-তগৰ।
ভেঙিয়া দেখিম মই,
গানত বিভোল হই,
লৰি লৰি আহি আহি তোৰ ঘৰ এৰি,
মিলনে মিলন মোৰ হৃদয়ত পৰি।

## আজি

মোৰ হৃদয় ফুলনি আজি
কি মধু সাজেৰে সাজি
উঠিছে হাঁহি।
শাৰী শাৰী থৰে থৰে,
মাধুৰী উপচি পৰে,
চোৰাচো' আহি ?

## জানো মই

জানো মই তোমাৰ মন্দিৰ
বিশ্বভৰা সৌন্দৰ্য্যৰ উপৰ টিঙত ;
মোৰ এই ভাঙা জুপুৰিৰ
অলপো মাধুৰী নাই ব্যথিত মনত।
সুখত তোমাৰ তাত থাকি,
সকলোখিনিকে কাঢ়ি ৰাখি,
ভাবি আছা নিজে নিজে মহা ভাগ্যবান ;—
মোৰ কিন্তু এই জুপুৰিত,
হাঁহিভৰা আনন্দপুৰীত,
ভৰি আছে কাণে কাণে মাথোঁ মহাপ্ৰাণ।

## দিয়া !

লয়লাসে থমকি থমকি
আহা মোৰ জীৱন-সুৰাগী ?
হৃদয়ত সানি দিয়া মোৰ
বিশ্বভৰা প্ৰেম-প্ৰীতি বাগী ?

## আছে

নোৱাৰা সুমাব নিৰাপদে তুমি
মোৰ প্ৰাণ হেনো ক'লা ?
ৰাঙা পৰাণৰ অনুৰাগী তুমি,
সিবাবে নিদয় হ'লা ?
সঁচা যদি সখি চোৱা তেনেহলে
একেটি কটাক্ষ কৰি,
তোমাৰ বিৰহ জুইত পৰি প্ৰাণ কেনে
জ্বলি আছে ৰাঙা পৰি ।

এৰাবো তোমাৰ আহিবৰ কিয়
তথাপি নাযায় মন ?

## স্মৃতি লোপ

কিয়নো নিচিনা তুমি মোক ?
তোমাৰ অনন্ত সেই প্ৰেম ভৰি থাকা,
প্ৰেম আঁচলৰ গাঁথি খুলি
চোৱাচোন মনি ?
যদিহে নেদেখি তাত মোক
দেখা মাথোঁ দগ্ধ জীৰ্ণ ভাঙা-ছিঙা জাকা—
তেহে মোক চিনা নাই বুলি
কব পাৰা গনি ?

## ইঙ্গিত

মোৰ হিয়াৰ মাধুৰী থৰে থৰে থই
সাজিছোঁ জখলাখনি,
মনে মনে তুমি খোঁজ লই লই
মেলাহি দুৱাৰখনি ?

## প্ৰশ্ন

মই চিন্তা ফুলৰ মধুৰতা সানি
সাজিছোঁ শেতেলিখন,

## আদেশ

মোৰ মিঠা মিঠা ফুলভৰা
ফুলনিৰ পাৰে পাৰে,
বিৰহত পুৰি মৰা
হৃদয়ৰ তাঁৰে তাঁৰে
দি চোন লগাই সেই গান ,—
প্ৰেমভৰা জগতৰ
মন্দিৰৰ পুৰে পুৰে,
ভাঙা-ছিঙা জীৱনৰ
আধা-ফুটা সুৰে সুৰে
বই য'ক ভৰপূৰ তান ।

সুৰদি পুৱাৰ
মিঠা বতাহৰ
মূৰে মূৰে উঠি উঠি
যেতিয়াই ঢৌ ধৰি নাচে তোৰ গান ;—
হিয়াৰ দুৱাৰ
এটিপতে মেলি মোৰ
ভাহি আহে প্ৰেম-পুঠী,
নানা ঢ'উ তুলি তুলি—আকুল পৰাণ ।

## সঠিকতে

জোনাকৰ মউ-সানা
ঢ'উ ফালি ফালি
ভাহি ভাহি আহে তোৰ সুৰ—
লোপে লোপে বিৰহৰ
জুই জ্বলি জ্বলি
পুৰে মোৰ অন্তৰপুৰ ।

## প্ৰাৰ্থনা

নিতে নিতে থিয় হই পদূলি মূৰত,
তোকে দেখোঁ মাতি মাতি আছোঁ বাট চাই?
যোৱা!—এবাৰনো নালাগে নে আহিব আগক?
চোৱাচোন দগ্ধ মোৰ হৃদয়-পুৰত
কাতৰ পৰাণ আছে কেনে দুখ পাই,—
বাৰু,—এবাৰনো নালাগে নে আহিব কাষক?
তোমাৰে অতীত স্মৃতি চিন্তা কৰি কৰি
কিমান চানেকি লই ৰচিলোঁ হৃদয়,—
মনত পৰে নে বাৰু—চোৱাচোন ভাবি তুমি?
—নহয় আভুৱা তুমি লাজুকী লাহৰী—
আঁতৰাই একফালে মিছা লাজ ভয়,
হিয়াৰ পাৰেদি মোৰ চোৱাচোন জুমি জুমি।

## নিদ্ৰিবানে?

মোৰ গানৰ মাধুৰী ভৰা
হিয়াৰ ছাঁয়াত,
বাজি আছে দিন-ৰাতি আধকৱা গান,
এবাৰনো নিদিবা নে
তোমাৰ হিয়াত
মিলি যাবু একে লগে এই মিঠা তান?

## সোনকালে আহা সখি

মোৰ হৃদয়ৰ পাৰে পাৰে দপ্‌দপ্‌ কৰি—
চোৱাচো বিৰহ-জুই জ্বলিছে কিমান;—
এতিয়াও লাগা নাই হিয়াৰ বুকত
সোনকালে আহি সখি! শীতলোৱা প্ৰাণ?

## কৰিছে আকুল

মোৰ চঞ্চল চখু কি কাৰণে আজি
কাৰ বাবে এনে বিয়াকুল;
হৃদয়ৰ তাঁৰ স্মৃতিয়েনো কাৰ—
বাজাই কৰিছে আকুল?

## কোৱা!

তোমাৰ বিৰহ-জুইতে যদি,
পুৰি যায় হৃদয়ৰ বগা ফুলকিটি,
মোৰ অনুৰাগ সানি সানি
আসন তোমাক সখি! কিনো দিম পাতি?

## উপহাৰ

লবি নে লবি নে সখি—
মোৰ এই উপহাৰ?
প্ৰেমত পমাই তুলি
গাঁথিছোঁ কেনেটি হাৰ।
চা'চোন এবাৰ পিন্ধি
বিশাল বুকত তোৰ,
ভাল বস্তু সাজিবৰ—
আছে নাই শক্তি মোৰ।

## শেষ প্ৰশ্ন

সঁচাতে নে মই তোৰ নহওঁ আপোন?
কিয় তেনে ৰাতি-দিন,
তুলি তুলি কল্পনাৰ ৰেণু,
সাজিছোঁ শেতেলি মোৰ প্ৰীতি সানি সানি?
কিয় মোৰ শুখুৱা প্ৰেমত ঢালোঁ পানী?
বাই কিয় ভাঙা মোৰ বেণু,
হ'ব খুজোঁ তোতে লীন?
এয়েনে অমৃত-ভৰা তোৰ মিঠা মন?

## চোৰাচোন

মোৰ এই হৃদয়ত প্ৰেম নাই বুলি
ভাবা হেনো ? সেইবাবে মুখুজা আহিব ।
খাইছে বিৰহে মোৰ হিয়া খুলি খুলি
সেইবাবে মোক চাই মুখুজা হাঁহিব !
চোৱাচোন বাৰু তুমি চখুযুৰি মেলি,
মোৰ এই গানভৰা অন্তৰৰফালে,
কাণে কাণে ভৰি প্ৰেমে কেনেদৰে খেলি
জগতৰ চাৰিফালে প্ৰেম মাথোঁ ঢালে ।

## তেতিয়াহে বুজিবা

সঁচাকৈ গুখান ভাবি যদি মোৰ প্ৰাণ,
দিন-ৰাতি কৰি আছা অৱহেলা ইমান,
চাবা তেনেহলে বাৰু—
কাকুতি নকৰোঁ আৰু,
বাসনাৰ বান্ধ ছিণ্ডি
হৃদয়ৰ পাৰ ভাঙি
বোৱাম প্ৰেমৰ সোঁত এনেদৰে মই,
অনন্ত তোমাৰ বিশ্ব মূছকঁছ গই,
ধুলা মাটি হই
ডুবিতো যাবই,—
ওপৰফি চুব যাই তোমাৰো পৰাণ,
তেতিয়া বুজিবা মোৰ প্ৰেমনো কিমান ।

## সঁচানে ?

তুমি হেনো সৌন্দৰ্য্যৰ অসীম উঁৰাল,
মই হেনো কুৰূপ তেনেই
তাতেহে নোপোৱা মোক প্ৰাণ ঢালি ভাল,
মোৰফালে নোচোৱা নিচেই ?

## মিছা ! মিছা !

মিছাতে মৰিছোঁ মোৰ ভাঙা বেণু বাই,
মিছাতে ভাগৰে প্ৰাণ গান গাই গাই,—
প্ৰাণতে নাবাজে যদি তোৰ,
হিয়া-জালি ভাঙা গান মোৰ,
কিয় মই গাই গাই হওঁ বিয়াকুল,
মিছাতে বিচাৰো কিয় তৃপিতিৰ কুল ?

## ক'চোন !

যদি মোৰ বিৰহৰ ভাঙা গানকিটি,—
সঁচাতে নালাগে তোৰ ভাল,
ক'চোন কিহলে তোৰ পূৰিব তৃপিতি,—
কি পালে নো পাবি তই ভাল ?

## শিখা'চোন

জানো মই মোৰ এই কঠুৱা গানত—
নিচেই নপমে তোৰ মন ।
শিখা'চোন তোৰ বাৰু মউ-মিঠা গান—
পাবোঁ নে পমাব তোৰ মন ।

## দেচোন !

মোৰ গানে তিলমানো নোৱাৰে পমাব
কলেই হ'ব নে বাৰু তই ?
দেচোন দুৱাৰ মেলি হৃদয়ৰ তোৰ—
পৰ নে নপৰ মুগ্ধ হই ।

## আহচোন !

মোৰ গানভৰা এই হিয়াৰ কুঞ্জনি,
মাখোন ৰসেই ভৰা,
চুই চাহিচোন হয় নে নহয়
নামি আলগৰ পৰা ?

## থাক তেনেহলে

মোৰ  গানৰ সোৱাদ এবাৰনো তই
চুপি নাযাবি নে বাৰু ?
থাক তেনেহলে তোৰে গান শুনি
নামাতো তুনাই আৰু ।

## ক'চোন ?

ৰাতিপুৱাবৰে পৰা বিচাৰি বিচাৰি
পৰিলোঁহি দুভাগ নিশাত,
মুঠ যদি জ্বলি তই মোৰ সমুখত
কোনে মোক দেখুৱাব বাট ?

## মুঠে কিয় !

পুৱাৰ ৰাগিণী ধৰি ধৰি,
ময়ো দেখোঁ গালো কত গান ।
কিয় মোৰ জীৱনত ভৰি—
মুঠে তোৰ মনমোহা তান ?

## নাজানো

নাজানো তোমাৰ মিঠা মুখখান
কিহত পমাই তুলিছা,—
তাৰ প্ৰলোভনে কাতৰ কৰিব
আকুলতা সানি দিছা ।

## নালাগে একো

তোৰ  ৰাঙা প্ৰেম-সানা মুখখনি চাই
যদিহে মৰিব পাৰোঁ,
সুখ লাগে বুলি চিঞৰি চিঞৰি,
নকমাওঁ সুখ কাৰো ।

## তেহে !

তোৰ  ৰাঙা ৰাঙা ভৰা ভৰা সৰস সুন্দৰ,
মউ-সানা মিঠা ওঁঠ দুটি,
দি চোন জগত-জয়ী প্ৰেমেদি বোলাই
তেহে যাব প্ৰাণ মোৰ ফুটি ।

## তেহে বুজি পাবা

মোৰ  গুখান হৃদয় চেপি চেপি চালে
তেহে বুজি পাবা তুমি,
মধুৰ স্নিগ্ধ সৰস প্ৰেমৰ—
কেনেনো ৰসাল ভূমি ।

## চোৱাচোন ৰাক ?

হয়নে নহয় চোৱাচোন ৰাক,
এবাৰ হিয়াত বহি,—
পৰে নে নপৰে সুলাম প্ৰেমৰ
পৰিমল খহি খহি ।

## এবাৰ মাথোন

এক দুই তিনি চাৰিকৈ
গণি গণি অন্তহীন দিন,
পৰি আছোঁ দেখোঁ বুলি তোমাকে মাথোন ;—
কিয় তুমি নিৰদয় হই
এনেদৰে ভাবা মোক ভিন ?
এবাৰ আপোন বুলি দেখা দিয়াচোন ।

## মোহো

ঊষাৰ আঁচল
কঁপাই কঁপাই

ৰিণিকি ৰিণিকি বাজিছে গান—
লভি প্ৰেম-বল
কেনে প্ৰীতি পাই
হাঁহি নাচি উঠে মোৰো পৰাণ।

## দেখা পাওঁ

আকাশৰ নীল-ফাঁকেদি সৰকি
পৰে যদি মোৰ দেখা,
দেখা পাওঁ মাথোঁ মিঠা হাঁহিভৰা
তোমাৰে মুখৰ ৰেখা।

## তোকে আঁকো

নীল সাগৰৰ সেই
সুশীতল ছাঁয়া
আহি যদি পৰে মোৰ হিয়াৰ বুকত,
তাৰে ৰঙ সানি সানি
মিঠা কল্পনাত—
তোকে আঁকো ভাবি ভাবি প্ৰাণৰ সুখত।

## কি পাবা

মোৰ ভাঙি জহি যোৱা
জুপুৰিত আহি,
কি ধন লভিবা তুমি ?
কিনো সুখ পাবা
হৃদয়ত আহি
তিয়াগি সৰগ ভূমি ?

## তাতেহে

মোৰ হৃদয় ফুলৰ মাজেদি দেখিছা
বগা বগা বাট যিটি,
সেই বাট ধৰি আহিলেহে যদি
পৰে তোৰ তিৰিপিতি।

## লুকাই থাকিবা তাতে তুমি

মোৰ ভাঙা ঘৰ—
কি জানোবা কোনোজনে দেখা পাব বুলি,
আহিব সুখুজা হেনো তুমি ?
চোৰা মনোহৰ।
আছে কেনে হৃদয়ৰ পাহিকিটি ফুলি,
লুকাই থাকিবা তাতে তুমি।

## মোৰ আছে

মোৰ হিয়াৰ মাজত একেখনি মাত্ৰ
নিৰমল ঠাই আছে।
আহা, আহা সখি! বহা সোনকালে,
জঁই পৰি যাব পাছে।

## কিনো আছে মোৰ ?

মোৰ আছেনো কি ধন কি দিম তোমাক,
ভাঙা-হিয়া মাত্ৰ সাৰ।
তাকে লই তুমি হৰষিত হই—
কৰা ই সাগৰ পাৰ।

## এই জুলালোঁ

ইমানতো মাত্তি মাতি নাপালোঁ যেতিয়া,
থাকা তেনেহলে তুমি তোমাৰে সুখত,

চাবা তোমাৰো সুখৰ ঘৰ ছাই হৈ যাব—
বিৰহৰ জুইকুৰা জ্বলালোঁ বুকত।

## দেচোন সখি !

মোৰ ভাঙা জুপুৰিৰ বুকত ভৰাই
দিচোন সখি,
সুৰাগত পমি যোৱা
তোৰ সেই বিশ্বজয়ী গান ;—
মোৰ ভাঙি পৰি থাকা হৃদয় জোৰাই,
থাকিম ৰখি,
ভৰি থাকা ভালপোৱা
একেখনি বগা বগা প্ৰাণ।

## মুঠে কিয়

তোমাৰ জগতৰ পাৰে পাৰে—
তোমাৰে গীতৰ সুৰ
মৃদু মন্দ বেগ ধৰি
হালি জালি নাচিছে কিমান।
মোৰ হৃদয়ৰ তাঁৰে তাঁৰে
সেই গান সুমধুৰ
লাজ ভয় কাতি কৰি
মুঠে কিয় পমাই পৰাণ ?

## কত পাৰ বল ?

তোৰ মহা বিৰহ দানবে চেপি চেপি মোৰ
শুখায় যদি হিয়াৰ তল—
মোৰ ভাৱ-লতা ফলে ফুলে জাতিষ্কাৰ হই
ক'ত পাৰ বাঢ়ি যোৱা বল ?

## বাজিছে বুকত

হাঁহিছে জোনাই নীল আকাশত
বুকৰ কাঁচলি খুলি,
মোৰ বিৰহৰ বেণু বাজিছে বুকত
আহা, আহা, সখি ! বুলি।

## তেহে জোৰা খাব

আকুল বিকুল
তৃপিতিৰ কুল
বিচাৰি বিচাৰি মন।
হমুনিয়া লই
ভাঙা বীণা বই
ফুৰিলোঁ কিমানখন।
তথাপিতো কিয়,
অলপো নিদিয়,
করুণাৰ কণা তোৰ !
পৰিলেহে তোৰ
প্ৰেমৰ পোহৰ
জোৰা খাব বীণা মোৰ।

## হয়নে

সুন্দৰী !
জানো মই তোৰ মন,
বুজোঁ তোৰ হিয়াখন ;—
গোটেই অসীম ঘূৰি,
ঘৰে ঘৰে কুৰি ফুৰি,
নহ'ল হেঁপাহ দূৰ,
নপৰিল আলা জুৰ ;—

সেয়ে মোৰ সৰু হিয়া
কৰি একো নাইকিয়া,
হেঁচি, চেপি, খুঁচি, হানি
বহু দূৰলৈ টানি
কৰি ৰূপ, ৰস, পান,
গাইছ সুখৰ গান।

## হেৰা !

হেৰা মোৰ মনহাৰিণী !
জীৱন মৰণ ধাৰিণী !
মোৰ হিয়া, প্ৰাণ, মন,
কত কিনো আনি
একে লগে সানি,
বোলাইছোঁ বোলকণ।
মোৰ ভাবৰ ছাঁয়াই ছাঁয়াই
আহাচো লুকাই লুকাই !
তোমাৰ লৱনু ভুখনি ভৰি,
প্ৰেমৰ তুলিদি
প্ৰীতিৰ পাতেদি
ৰাজি দিওঁ ৰাঙা কৰি।

## দিবা জানো ?

সুনীলিম আকাশৰ
বুকভৰা মাধুৰীত,
ভৰপূৰ জোনাইৰ
সুখভৰা হাঁহিটিত
ভাহি যোৱা তোমাৰ সুন্দৰী !
জনম মৰণভৰা
গাল-সৰা চুমা এটি,
পালে সপোনৰ পৰা
তেহে পাম মহা গতি ;—
দিবা জানো দয়াকণ কৰি ?

## থাকিম

দিছা যদি বিৰহৰ হুমুনিয়া লই
তেনেই মৰিম পুৰি আটাই জীৱন,
দিয়া নাথ ! আৰু দিয়া, তাকে মাত্ৰ লই
সুখতে থাকিম জ্বলি অনন্ত জীৱন।

## মোৰ শক্তি

পৰ্ব্বতকৈও ওখ মোৰ এই বুক,
সাগৰতকৈ দ হৃদয়ৰ চুক—
বিৰহৰ দগ্ধ শিখা যিমানে জ্বলাবা,
সিমানে কাষত মোৰ পৰাজয় হবা।
অসীম বিয়াপি যদি জ্বলোৱা বিৰহ—,
তথাপিতো মোৰ নাথ ! নমৰিব গছ।
অসীমকো তুলি লম বিশীৰ্ণ মূৰত,
তেতিয়া তোমাৰ গপ পৰিব তলত।
তোমাত কৰিও যদি বিৰহ গম্ভীৰ,
হিয়াই সামৰি লই ৰব মহা থিৰ।

## নিদয় নহবা

সঁচাতে যদিহে সখি জ্বলাব খুজিছা,
মোৰ এই জীৰ্ণ হিয়াখনি
জ্বলাই বিৰহ-জুই
নানা আয়োজন কৰি দপ্ দপ্ কৈ—
তুমি যে জাহানি বৰ হেঁপাহত দিছা
অতৃপ্তিৰ বিশাল ফুলনি

হিয়াৰ বুকুত কই
তাক কিন্তু নুপুৰিবা নিৰদয় হই।

## মিলাচোন

মধুৰ ৰসাল ভাবৰ শৰাই,
মেলি দিয়া, দিওঁ হৃদয় ভৰাই ?
তেতিয়াহে মোৰ ঠন ধৰি হিয়া,
তুজিব বিৰহ কৰি নাইকিয়া।

## তেহে হম পাৰ

তোমাৰ বিৰহৰ মহা জুইকুৰা
উনমত্ত তেজেদি জলাই,
পুৰি দিয়া কলিজাৰ অণু পৰমাণু।
মোৰ হৃদয়ৰ বুকে বুকে ফুৰা,
বুক ফাটা ভাবনা পলাই
গুচি য'ক উজলাই মিলনৰ ভানু।
তাতেহে পলাব নাথ। তৃপিতি তোমাৰ,
তেহে যদি মই নাথ। হ'ব পাৰোঁ পাৰ।

## কিয় কৰা অবিচাৰ ?

ক্ষুদ্ৰ পৰাণক মোৰ বধিবৰ হেতু,
লাগে নে লগাব নাথ! বিৰহৰ কেতু ?
এবাৰ দিলেই পাছ,
পৰিব মৃত্যুৰ চাঁচ,—
পুৰি যোৱা হৃদয়ত যুগমীয়াকৈ—
অবিচাৰ কৰা কিয় নিৰদয় হই ?

## লোৱা সখি!

মই ভাব উৰালত খুন্দি খুন্দি
কৰিছোঁ কলিজা চূৰ্ণ,
ভাঙা হিয়া মোৰ বেদনা দি বাটি
কৰিছোঁ বিৰহ পূৰ্ণ।
লোৱা, লোৱা, সখি! সুখ পাম মই
তোমাৰো বাঢ়িব যশ,
মহা বেদনাৰ কণিকাখিনিৰো
সমূলি মৰক লখ্।

## তথাপিতো কিয় ?

ইমান খুজিলোঁ মই
তোমাৰ প্ৰেমত
পমি যোৱা এটা মাত্ৰ মিঠা পৰিমল।
তথাপি নিদয় হই
তোমাৰ প্ৰেমত
গুচি যোৱা হাঁহি হাঁহি কৰি কত ছল।

## হ'ব জিত

ওৰেও জীৱন কান্দি কান্দি মই
তোৰ স্নিগ্ধ সুমধুৰ
ভৰিৰ তলত পৰি
গাই আছোঁ আকুল সঙ্গীত।
কিয়নো তথাপি মনোহৰ তই
নকৰ বেদনা দূৰ,
একেটি কটাক্ষ কৰি ?
তাতেহে পৰাণ হ'ব জিত।

## সেয়ে কৰে বিয়াকুল মোক

হিয়াৰ গাঁথনি এটি এটিকৈ
নিমাতে নিজমে মেলি মই,
চাওঁ কত দিন—
কিজানোবা নাই তাত তোমাৰ স্মৰণ ;
মিছাতে মৰিছোঁ ভাবি তোক।

অণুই অণুই কিন্তু তাত তাৰ
সৰস মধুৰ মাধুৰী তোমাৰ—
বহুৱাই চিন,
সৰজিছে সৌন্দৰ্য্যৰ অনন্ত জীৱন ;—
সেয়ে কৰে বিয়াকুল মোক।

## লোৱা

হৃদয়ৰ ভাবখিনি যিমান মধুৰ,
জীৱনৰ কথাখিনি যিমান গধুৰ,
সঁপিলোঁ তোমাকৈ—লোৱা !
নপলায় তাতো যদি তৃপিতি তোমাৰ,
তেনেহলে আন ধন নাই মোৰ আৰ ;
কি কম তোমাক ! যোৱা !

## হেঁপাহ

জীৱন ফুলনি মই
বিচাৰি বিচাৰি
পাইছোঁ মাথোন,
প্রেমতেই পমি যোৱা এটি পৰিমল।
মোহিনী মুখত তই
হাঁহি এটি মাৰি
বাৰু, আহচোন ?
ৰহনাই দিওঁ তোৰ গাল নিপোটল।
তাত তোৰ শতগুণে বাঢ়িব মাধুৰী ;
চাই চাই ময়ো ৰম বিৰহত পুৰি।

## নোৱাৰা আহিব কিয় ?

সন্ধিয়াৰ ৰাঙা গালখনি,
সানি সানি প্রেম পৰিমল,
তুলি যদি মাধুৰী চৰাই,
দিন-ৰাতি চুমি চুমি পাৰিছা হাঁহিব।
তেনেহলে মোৰো হিয়াখনি
প্রীতি ঢালি কৰি সুবিমল,
প্রাণভৰা প্রেমেদি ভৰাই—
কিয় তুমি মনে মনে নোৱাৰা আহিব ?

## মোৰো হিয়া যায় লৰি

সন্ধিয়া সাদৰী লাহে লাহেকৈ
জগতৰ মন মতলীয়া কৰি,
লুকালে তোমাৰ বুকৰ আঁৰত।
বিৰহৰ বোজা বোকোচাত লই
প্রেম ভাহি যোৱা বাট ধৰি ধৰি,
লৰি যায় হিয়া কিবা আবেগত।

## এটুপিও নাই

বহুত কান্দিছোঁ মই,
নোৱাৰোঁ কান্দিব আৰু।
সবল সদয় হই
এবাৰ আহচো বাৰু ?
দেখা পাবি নাই আৰু
হিয়াৰ মাজত মোৰ,
এটুপিও অশ্রুজল—
বিৰহত মৰা তোৰ।

## ৰহি আছোঁ তোকে চাই

সঁচাতে যদিহে তই সুখুজ আহিব
শুনচোন মন থিৰকৈ,
হেৰ মোৰ সাদৰী সোণাই !

গাঁথি গাঁথি আছোঁ কেনে তোকেই বান্ধিব
চখুলোৰ মালাধাৰি লই—
বহি বহি তোকে চাই চাই।

## সেই বাটে আহা তুমি!

মোৰ হৃদয়ত তুমি আহিবৰ বাবে
পোৱা নাই যদি সখি! নিৰাপদ বাট,
শাৰী শাৰী ভাবময় ৰাখিছোঁ কুসুম
খোজ লই লই তুমি আহা তাৰ ছাঁত?

## এবাৰ মাথোন

সদায় নালাগে মোৰ
বহি ৰব সমুখত,
এবাৰ মাথোন চুমি
যোৱা আহি অঁাতৰত?
তাতেহে তোমাৰ সখি!
পৰিব হেঁপাহ জুৰ,
তোমাৰ ৰূপত মোৰ
ভৰিব হৃদয় পুৰ।

## তাকেহে খুজিছোঁ তোক

একেবাৰে মনমোহা
মুখখনি তোৰ
নালাগে দেখাব মোক।
সানি দি হাঁহিটি মাত্ৰ
হৃদয়ত মোৰ?
তাকেহে খুজিছোঁ তোক।

## তাকে মাত্ৰ দিয়া

সানি সানি বিশ্বভৰা মাধুৰী মধুৰ,
তুলিছা যে ৰহণাই মু'খনি তোমাৰ,
তাক মই চাই লব খুজোঁ তোমাত;—
দগধ হৃদয় মোৰ পৰে বুলি জুৰ,
বৰ বিয়াকুল হই খুজিছোঁ তোমাৰ,
মিলনত পমি যোৱা মাত্ৰ এটা মাত।

## দেখোৱা

সখি!
সঠিকতে পোৱা যদি লাজ—
দেখাব নালাগে তোমাৰ মুখৰ
মোহন-মাধুৰীখিনি।
বাৰু,
পিন্ধি লাজ-ভেমভৰা সাজ
লয়লাসে মোৰ চাপাহি ওচৰ,
চাওঁ মাত্ৰ হাঁহিখিনি।

## বৰ সুখ পাম

নোৱাৰা আগত যদি ওলাই পৰিব,
লাজে চেপি ধৰিছে বুকত;
একেটি মিচিকি মাৰি জানোৱা জাননী
বৰ সুখ পাম অন্তৰত।

## কিয় আছা চাই হাঁহি!

মোৰেই নোহোৱা যদি তুমি,
হেৰা! মোৰ জীৱন-তোষিণী লোণপাহি?
কিয় তেন্তে আঁতৰৰ পৰা
দিন-ৰাতি যোৰকালে চাই আছা হাঁহি?

## অলপমান

গোটাই মুখনি তোৰ নালাগে দেখাব ! 
গোটাই মাধুৰীখিনি নালাগে কুলাব । 
তেনেই পোহৰ কৰি নালাগে আহিব, 
তেনেই খলক তুলি নালাগে হাঁহিব । 
সেইবাবে হোৱা নাই বিয়াকুল মই, 
সেইবাবে মৰা নাই চাটিফুটি কৈ । 
লাজৰ ওৰণি লই মোহিনী মুখত, 
প্ৰেমৰ মেখলা পিন্ধি সুৰদি বুকত, 
ভেমৰ আঁৰৰ পৰা মিচিকিঁনি মাৰি, 
বই পৰা ৰূপখিনি সামৰি সামৰি, 
আধা ফুটা সুৰে তুমি মিলনৰ গান, 
গোৱা যদি, তাতে মোৰ পমিব পৰাণ ।

## কলোঁ আজি খুলি

মই দুৰ্ভগীয়া বুলি— 
নাজানো মাতিব তোক, 
সেইবাবে তই হেনো মুখুজ আহিব ? 
বিৰহত পুৰি মোক, 
সেইবাবে চাই চাই খুজিছু হাঁহিব ? 
চাৰি তেনেহলে,— 
তোকো পলে পলে, 
টানি আনি বিৰহৰ বুকত সুমাই, 
বান্ধি থম প্ৰাণভৰা গানকিটি গাই । 
মই আজি কলোঁ তোক খুলি ।

## আহা বন্ধু

সখি ! কান্দি কান্দি দিন-ৰাতি মই 
সৰজিলোঁ মহাসিন্ধু ;— 
তোমাৰ ফুলনি ভাহি যাব পাছে— 
তুলি লোৱা আহি বন্ধু !

## মনে মনে

যেতিয়া প্ৰাণত মোৰ 
ভাব-ফুল ফুলি ফুলি জাতিষ্কাৰ হই, 
পমি যাব আপোন মাধুৰী চাই চাই— 
তেতিয়া তইও তোৰ— 
মনে মনে লাহে ধীৰে হাঁহিখিনি লই, 
সোমাবিহি মিলনৰ মহাগীত গাই । 
কোনেও নাপাব দেখা ;— 
মিলনৰ মহাৰেখা, 
বই যাব মনে মনে দুয়োৰো হিয়াত, 
তেতিয়া পৰিব মোৰ বিৰহৰ শাত ।

## নিশ্চয় পাবা

ভালে ভালে আহা তুমি, 
তিয়াগি সৰগ ভূমি, 
নহলে নিশ্চয় পাবা প্ৰাণ-ঘাটি বেদনা । 
কোমল আজলী হিয়া 
পুৰি ছাই কৰি দিয়া, 
তোমাতো লগাই দিম জ্বলি থাকা যাতনা ।

## মোৰ দেশ ভাল

তুমি হেনো মহাৰাণী 
বহি আছা বিশ্বৰ মূৰত ! 
মই হেনো ক্ষুদ্ৰ প্ৰাণী 
পৰি আছোঁ মহা নৰকত ; 
তাতেহে কৰিছা মোক অহেলা ইমান ;

তাতেহে মুগুনা মোৰ প্ৰাণভৰা গান !
থাকা তেনেহলে বাৰু,
লই তুমি তোমাৰে গৌৰৱ,—
মুথুজোঁ তোমাত আৰু
বিশ্বজয়ী নন্দন সৌৰভ।
তোমাৰ দেশতকৈ মোৰ দেশ ভাল,
ইয়াতে কাটাম হাঁহি হাঁহি চিৰকাল।

## নামাতোঁ তুনাই

ইমানতো তই,
মুথুজা আহিব।
ইমানতো চাই
মুথুজ হাঁহিব,
থাক তেনেহলে তই।
নামাতোঁ তুনাই
নাম ধৰি তোক,
মুথুজে'ঁা, মালাগে
দয়াখিনি মোক;
বহি পুৰি ৰলোঁ মই।

## ভাবিছ হবলা

ভাবিছা হবলা তুমি !
তোমাৰ অমৰ ভূমি
বহুত দূৰত ;—
নোৱাৰে কোনেও তাক যাব।
তাতকৈও আছে মোৰ,
মহাপুৰী সুখকৰ,
অন্তৰপুৰত ;—
তুমিও নোৱাৰা তাক পাব।

## বাজালেঁা

বাজালোঁ বিৰহ-শঙ্খ আজি,
দিলোঁ তাত প্ৰীতি সুৰ ৰাজি।
উঠিব শবদ তাত ইমান ডাঙৰ,
আকাশৰ বুক ভাঙি দিব মহা লৰ।
ভৰ দি বহিবা তুমি ঢালি প্ৰাণ-মন,
কোবত বাগৰি যেন নপৰে আসন।

## ধৰিম তোক

বল, বীৰ্য্য হীন মই,
নোৱাৰোঁ আনিব তোক টানি,
সেইবাবে আছ হেনো এনে গপ কৰি ?
মই কিন্তু তোতকৈ
বলবান—লৰিচোন মানি—
নহলে নিশ্চয় তোৰ গপ যাব মৰি ;
আছে এনে ফান্দ্ মোৰ
তাক যদি পাতি থওঁ মই,
কলিজা কুমটি বান্ধি ডোলৰ মূৰত ;—
বিশ্বময় কুল তোৰ
ফুৰোঁতে ফুৰোঁতে মুঙি তই
বান্ধ খাই পৰি ৰবি ফান্দৰ মাজত।

## তত্ লবিচোন

মই মহা নিৰাশ্ৰয় দৰিদ্ৰ দুৰ্ব্বল,
পৰি আছোঁ তোৰ এই
পাণ ছিৰি এৰি দিয়া আন্ধাৰ পুৰীত,
তাতেহে কৰিছ মোক অহেলা ইমান ?
তই মহা ভাগ্যবান সুন্দৰ সবল,
ভোগ কৰি আছ তই

অনন্ত সম্পদমানে অমৰ পুৰীত,
তাতেহে বাঢ়িছে তোৰ গৰব ইমান ?
সামৰিবি তোক তেনেহলে তই,
বান্ধিলোঁ বুকত মহা অস্ত্র মই ;—
তাৰে মই বিদ্রোহ জলাই,
তোৰ সেই দুর্গ চাই চাই,
এৰিম ৰলেঁৰে,
বিচিত্র ছলেৰে,
ভেতিয়া গৰব তোৰ হই যাব ছাই,
মই বেছি হম তোক অন্তৰত পাই।

## ঘোষণা কৰিলোঁ ৰণ

বিশ্বনাথ! অহঙ্কাৰ ইমানে তোমাৰ ?
তোমাৰ গৌৰৱখিনি ইমানেই ছাৰ ?
ভাঙি ভাঙি হিয়া মোৰ সোধাই দিয়াতো,
মাতি মাতি প্রাণ মোৰ কাতৰ কৰাতো,
ভাবি মোক মহা নীচ বুলি,
নিদিয়া ঢাকনিখান তুলি।
তোমাৰ জগত আজি মই
মহাৰণ কৰিলো ঘোষণা ,—
থাকা যদি বল, বীৰ্য্য লই
তেনেহলে হই হৰ্ষমনা,
আহা আগুৱাই ?
দিম দেখুৱাই—
তোমাতকৈ মোৰ বীৰ্য্য কিমান তেজাল,
তোমাকে আগুৰি আছে বেটি চাৰিফাল।

## প্রভু হম তোৰ মই

কেতিয়াবা জীৱনৰ
আঁৰে আঁৰে খোজ লই
মনে মনে আহা যোৱা কৰোঁতে কৰোঁতে
কি জানোবা কেতিয়াবা দেখি পাওঁ তোক—
সেইবাবে সাঁথৰৰ
ইমান হাভাৰ লই
বিৰহত বুৰি মই থাকোঁতে থাকোঁতে,
সমুখত বান্ধি কাণা কৰি দিছ মোক।
—মহা অস্ত্রখনি মোৰ,
দিছ যে জগত
পৰা নাই জানো তোৰ
আজিও মনত
তাৰে মই কাটি কাটি সকলো বন্ধন,
ধৰি তোক হম তোৰ প্রভু মহাজন।

## মোক কিয় চঞ্চল ভাবিছ ?

তেনেই চঞ্চল বুলি মোক
অবহেলা যদিহে কৰিছ,
লাভ কৰিবৰ হেতু তোক
যদিহে স্থিৰতা সৰজিছ।
তইও চঞ্চল দেখোঁ হই,
বুকত কল্পনা ভাৰ লই,
জগতত বিচিত্রতা
সৰজি ফুৰিছ,
তেনেহলে কিয় মোক
চঞ্চল ভাবিছ ?

## হাহত মৰিবা

তোমাৰ সম্পদ মই নকৰোঁ হেঁপাহ,
তোমাৰ ঐশ্বৰ্য্য দেখি জলা নাই দাহ।
মোৰ এই ৰাজ্যখন,
গাঁথি গাঁথি জাব ধন,

ইমান ধুনীয়া কৰি ৰাখিছো সাজাই,
দাহত মৰিবা তুমি তাকে চাই চাই।

## নাপাওঁ বেজাৰ

দিয় বা নিদিয় দেখা
মোৰ সমুখত,
নাপাওঁ বেজাৰ বেথা
অলপো মনত
কিন্তু মোৰ এটা কথা—
—চখুলোৰ সুৰ গঁথা
গানকিটি উকুৰাই
দিম বাতাহত।
মন পাতি ৰবি তই,—
—এই এৰি দিলোঁ মই—
পোনে পোনে তোৰ যাই
পৰিব কাণত।
তাতো যদি সুখ পাই,
নাহ হৃদয়ত,
অলপো বেজাৰ নাই
বিৰহী মনত।

## নোৱাৰ কিয়

আকাশৰ বগা বগা বুকে বুকে ফুৰি,
পাৰিছ যে লেখি যাব কবিতাৰ শাৰী,
সেই বাট ধৰি লয়লাসে আহি উৰি,
হিয়াত নিদিয় কিয় তোৰ চাব মাৰি?
তাতেহে জানিম তোৰ কিমান মৰম,
তাতেহে আনন্দ ময়ো লভিম পৰম!

## পৰি ৰবি মিলনত

বল-বীৰ্য্য হীন মই,
মহা বলধৰ তই,—
অমৰ অনন্ত তোৰ ভৰিৰ তলত,
তাতেহে ইমান তোৰ গৰব মনত।
ফুকতে যেতিয়া মই,
অনন্তক উকৰাই,
লই গই থম তোৰ চখুৰ আঁৰত,
টপ্ কৰি পৰি ৰবি মোৰ অন্তৰত।

## চাই ৰবি তই

অনন্ত হাতত লই,
সুখত বিভত হই,
মোক নিৰাশ্ৰয় দেখি,—
বিশ্বকাব্য লেখি লেখি;—
হাঁহি আছ মোৰফালে চাই!
লাখ বাৰ মৰি মৰি,
অনন্তৰ টেঁটু ধৰি,
আনিম যেতিয়া টানি,—
উৰাম বিজয়-বাণী,
নিৰাশ্ৰয় হই ৰবি চাই।

## কি গৰব কৰ তই?

কি গৰব কৰ তই?
তোৰে দেখোঁ তৃপ্তি মই?
যিখান পাতিছ তই ধেমালিৰ ফুলনি,
যদিহে মুতুলোঁ তাত প্ৰাণভৰা বিননি,—
কেনেদৰে তই,
মুগ্ধ হই হই

শুনি শুনি মোৰ গান পৰি গই গই,
শীতল কৰিব পাৰ বিৰহৰ জুই ?

## ইবাৰ দেখিম

ইবাৰ দেখিম
অনন্ত আসন তোৰ কিমান প্ৰবল—
ইবাৰ বুজিম
দীন, হীন, ক্ষুদ্ৰ মই কিমান দুৰ্ব্বল।
বিৰহৰ সোঁতভৰা
চকুৰ চুকৰ পৰা
ধাৰাসাৰে অশ্ৰুজল দিম বাগৰাই,
দিন-ৰাতি লক্ষ্য কৰি তোক চাই চাই।
সি যদি অনন্ত তোৰ নোৱাৰে উটাব,
সি যদি আসন তোৰ নোৱাৰে ডুবাব,
তেতিয়াহে বুজি পাম তোৰ প্ৰবলতা,
তেতিয়াহে দেখি পাম মোৰ দুৰ্ব্বলতা।

## মই মহাৰাজা হম

ইমান মাতাতো তই নাহিলি যেতিয়া,
থাক তেনেহলে তই
তোৰে সুখ খাই ;—
হিয়াত জ্বলাই তোৰ বিৰহ বলিয়া,
ডোৱা পুৰা হই মই
থাকোঁ দুখ পাই।
কেতিয়াবা পাম ময়ো এনে মহা খেল,—
তোতকৈও বেছি হই
ৰম গপ কৰি,
তই মোৰ গপ দেখি, আধা মৰা যেন
হই, চাটিফুটিকৈ
ৰবি পুৰি মৰি।
তেতিয়াহে তোৰ দশা চাই চাই মই
মুখ টিপি হাঁহি হাঁহি
মতলীয়া হম।
অনন্ত আনন্দ তোৰ মই কাটি লই
প্ৰাণ খুলি হাঁহি হাঁহি
মহাৰাজা হম।

## কাৰ ওচৰত ?

ওচৰতে নাহ যদি তই—
কিয় তেনেহলে সেই
জীৱনৰ প্ৰথমতে
মোৰ অন্তৰত,
হাঁহিখিনি সানি তোৰ দিছিলি মুখৰ ?
হিয়াত বেথাৰ দাগ লই
নিলাজ নিধক হই
কই কই কোন সতে—
কাৰ ওচৰত,
নিচুকাওঁ জুই-জ্বলা পোৰণি দুখৰ ?

## নিচেই কঠুৱা চিত

ভাবি চিন্তি চাই তই
ক'চোন সঠিক ৰাক হেৰ প্ৰাণনাথ !
পৰেনে মনত
দয়াবান হই—
বেথাৰেই বোজা লই,
চেপা খাই পৰি ৰব কৰি প্ৰাণপাত,
আহা সময়ত
দিছিলি নে কই ?

মনতে নপৰে যদি তোৰ,
তেনেহলে আছি কিয় মোৰ,
কান্দি কান্দি হাড়ে-ছালে লাগা প্ৰাণখনি.
সাদৰি নকৰ জিত ?
এয়ে নেকি তোৰ প্ৰাণেশ্বৰ,
মহা ফল ন্যায় বিচাৰৰ ?
তোকেই কয় নে সখি ! কৰুণাৰ খনি ?
—নিচেই কঠুৱা চিত ।

## এনেই দুৰ্ব্বল

তোকে ভাবি ৰাতি-দিন,
তোতে মাত্ৰ হই লীন,
ধাকুৰি ধাকুৰি থাকোঁতে থাকোঁতে মই
এনেই পৰাণ মোৰ দুৰ্ব্বল ইমান ;—
তাতে আৰু দেখি তোৰ,
অবিচাৰ ফান্দে মোৰ,
সিও আছে পৰি মৰি প্ৰাণহীন হই ।
এয়ে নেকি তোক ভালপোৱা প্ৰতিদান ?

## নাহিবা পুনৰ

যদিহে পৰিছা হই ইমান কঠিন,
পাৰিছা মুচিব যদি স্মৰণৰ চিন,—
নিমাত সোমাই মোৰ অন্তৰ পুৰত,
বিৰাট চৰণ থই প্ৰাণৰ মুৰত,
ডেও দি দি ফুৰি ফুৰি,
আটাই জগত ঘূৰি,
তোমাৰ ফুলনি চাই হেঁপাহ পলাই,
নাহিবা পুনৰ আৰু বিৰহ জ্বলাই ।

## নাজানিলোঁ হায় !

ছলতে ভুলাই,
দিলি পঠিয়াই,
মনমোহা কথা কই ;
ময়ো হাঁহি হাঁহি
পৃথিৱীত আহি,
পৰিলোঁ মুগুধ হই ।
নাজানিলোঁ হায় !
তোৰ ই হৃদয়,
ইমান বিহেৰে ভৰা ;
দশা দেখি মোৰ
প্ৰাণ খুলি তোৰ
হাঁহি আছ তাৰ পৰা ।

## প্ৰতিফল পাবি

কি জানোবা মই গই,
তোৰ সুখ কাঢ়ি লই,
সীমাহীন সুখৰ গৰাকী হই পৰি,
মাৰি-ধৰি তোক খেদি দিওঁ বাজ কৰি :
অবিচাৰ ইমানেই তোৰ,—
দুৱাৰ জাপাই মন্দিৰৰ,
মনে মনে ভোগ কৰি আছ মহাফল ,
নিশ্চয় ইয়াৰ তই পাবি প্ৰতিফল ।

## ৰহচোন দিওঁ জ্বালি

ৰহচোন তই বাৰু,
কাকুতি নকৰো আৰু—
বিৰহৰ জুইকুৰা জগত বিয়াপি,
জ্বালি দিওঁ অশ্ৰুৰ আহুতি জাপি জাপি ।

তেতিয়ানো ক'ত তই,
নিৰাপদ হই ৰই,
আওহেলা কৰি মোক থাকিবি সুখত,
বিদ্ৰূপেৰে হাঁহি হাঁহি মোহিনী মুখত।

### কচোন?

তই মোক অবহেলা কৰি—
জীৱনৰ আঁৰে আঁৰে ফৰিবি পলাই,
মই তোৰ বিৰহত পৰি,
মৰি ৰম যাতনাৰ হেঁচা চেপা খাই।
মই ৰম ভাবি ভাবি তোক—
কি জানোবা কেতিয়াবা পাওঁ বুলি দেখা,
তই দেখি নিৰাশ্ৰয় মোক
হানি দিবি হৃদয়ত বিৰহৰ ৰেখা।
মই তোক পাছে পাছে খেদি
বান্ধি থোৱা হাঙাৰত জুঁট লাগি পৰি,
মোৰ হিয়া প্ৰাণৰ মাজেদি
বেথাৰে অগনি শিখা ৰম গঢ়ি গঢ়ি।
তই মোক তথাপিতো ভাই!
দূৰতে মুখনি দেখুৱাই,
জীৰ্ণ প্ৰাণ বিয়াকুল কৰিব নেৰিবি ;—
ইয়াতে নে সাৰ্থকতা তোৰ?—
ইয়াতে নে মহানন্দ মোৰ?—
কচোন কেতিয়া তই প্ৰেম দান দিবি?

### সাও হয় তোৰ?

কল্পনাৰ ছাঁয়াই ছাঁয়াই
মহাপুৰী চাই চাই
ফুৰোঁতে ফুৰোঁতে
নালাগে আমনি—
এবাৰ প্ৰাণত মোৰ আহি
থিয় দিলে হাঁহি হাঁহি
সাও হই যায় তোৰ
করুণাৰ খনি?

### বহি ৰবি হৃদয়ত মোৰ

অনন্ত হাতত লই
ভাবিছ মনত তই
নাই তাত তিলমানো বিপদৰ ভয় ;—
তাতেহে নিদয় হই
ভাবৰ কাষেদি চাই
মোৰ দশা দেখি হাঁহি আছ নিৰদয়।
প্ৰেম, প্ৰীতি, শৰ মাৰি
ভকতি অগনি জ্বালি
আনিম যেতিয়া কাটি অনন্তক তোৰ ;—
আহি হেৰ হিতকাৰী।
কৰি মোক প্ৰেমশালী—
বহি ৰবি হাঁহি হাঁহি হৃদয়ত মোৰ।

### এয়ে নে ধৰম তোৰ?

এয়ে যদি আছিল মনত,
এয়ে যদি ভাব অন্তৰত,
মিঠা মাধুৰীৰ ৰঙ সানি তোৰ হৃদয়ৰ,
তুলিছ আগত কিয় বিৰহৰ মহাগড়?
তই তো পাৰিলি হয়
কই দিব মোক,—
নমৰিব দিন-ৰাতি
ভাবি ভাবি তোক।

এয়ে নে ধৰম তোৰ ?
এয়ে নে আনন্দ মোৰ ?

## মই বেছি

ডাঙৰ ভাগটো আছে মোৰ অন্তৰত ।
নিচেই সৰুটি আছে তোমাৰ হাতত ।
মোৰ স'তে প্ৰতিদ্বন্দ্বী
কেনেদৰে হবা ?
মোতকৈও বেছি বুলি
কেনেদৰে কবা ?
ইয়াতে বুজিছোঁ। তুমি মহা অহঙ্কাৰী,
সেইবাবে চোৱা নাই মোৰফালে ফিৰি ।

## তই মই

অনন্ত গাছত উঠি
ঠানি ধৰি
বাগাই বাগাই,
নিশ্চিন্তে ফুৰিছ তই
ৰঙ কৰি
সুধা ফল খাই ।
মই অশ্ৰু টুকি টুকি
জীৱনৰ
সুখ হৰুৱাই,
ভাঙি ছিঙি আছোঁ পৰি
বিৰহৰ
হান খোঁচ খাই ।

## কচোন

চখুত কাপোৰ বান্ধি
দিছিলি যে মোক পঠিয়াই
দূৰণিৰ মনমোহা সৌন্দৰ্য্যপুৰীত,
এতিয়া মৰিছোঁ কান্দি,
আগে আগে বাট দেখুৱাই
নেন কিয় তোৰ সেই অমৰপুৰীত ?

## কিয় ?

তই অনন্ত আবাদ কৰি,
ৰঙেৰে ফুৰিব কই,
পাৰিছ যে প্ৰেমময় কুসুমৰ ঢাপ,
আছে বনহীন হিয়া পৰি
নুমাই থাকনা জুই,
তাত কিয় আছি তই মুকলি গোলাপ ?

## নিদিলি কিয় ?

চাৰিফালে কাণা কৰি
শব্দহীন আলোহীন আন্ধাৰৰ মাজেদি,
ছলেৰে হাতত ধৰি,
দিছিলি যে পঠিয়াই আকাশৰ ফাঁকেদি ;
তেতিয়া কিয়নো তই
তোৰ মন্দিৰত যাব বাটৰ সন্ধান
হিয়াৰ কাণত কই
নিদিলি কঠুৱা ? দিলি বিৰহৰ দান ।

## কিয় সানি দিছ ?

অবহেলা যদি মোক ইমানে কৰিছ—
কিয় তেনেহলে তই
বিচিত্ৰ-তুলিকা লই
অনন্ত মাধুৰীখিনি স্ৰোত সানি দিছ ?

## চোৱাহি !

অনন্তৰ প্ৰাণভৰা বিচিত্ৰ মাধুৰী,
চোৱাহি উঠিছে কেনে অন্তৰত ভৰি ?
অলপ পলম হলে,
মিলনত পমি গ'লে,
অলপো নাপাবা-তাৰ চিন্ চাৱ্ তুমি,
সোনকালে চোৱা আহি হৃদয়ত জুমি ?

## ক'ত সাৰিবি ?

ক'ত সাৰোঁ বুলি তই আছ মন কৰি ?
অনন্তৰ ঠাকে ঠাকে,
খোজ দি দি লয়লাসে,
আগুৱাম বুক তুলি,
গাঁথিকিটি খুলি খুলি ;—
পলাব নোৱাৰি তই,
লাজত বিমূঢ় হই,
কৰিবি অভয় ভিক্ষা ; —
মিলনৰ মহা দীক্ষা
বই যাব তোৰ মোৰ হৃদয়ত পৰি,
ক'ত সাৰোঁ বুলি তই আছ মন কৰি ?

## দেখি পাবা

বগা বগা আকাশৰ,
হাঁহিভৰা ফাঁকেদি,
মিঠা মিঠা বতাহৰ
নামি আহা ঠাকেদি,
আহাচোন নামি তুমি ?
দেখা পাবা কাৰ ছবি,
হিয়াভৰা গান গাই
সদায় বুকত লই
কত সুখ-দুখ পাই
বহি আছোঁ চুমি চুমি ।

## মনে মনে আহা !

মনে মনে আহা নামি,
হে মোৰ অন্তৰযামী !
হৃদয়ৰ বুকে বুকে চিধা বাট ধৰি,
নহলে হৃদয় মোৰ,
যাতনাত হলে পূৰ,
কেনেদৰে ওমলিবা তাত ৰঙ কৰি ?

## আহ সেই বাট ধৰি !

অণুই অণুই হৃদয়ৰ মোৰ,
সহস্ৰ সহস্ৰ অনন্তৰ তোৰ,
আহা যোৱা কৰি থাকা,
মহা বাট পৰি আছে ।
পাৰে পাৰে ফুলি আছে প্ৰীতি-ফুল,
ভৰি আছে তাত আলোক অতুল
কল্পনাত তুলি ৰাখা,
আহ সেই বাট ধৰি !

## আহা ! আহা, সখি !

হাজাৰ জনম বাগৰি, বাগৰি
অনন্তৰ বুক ফালি চুৰ কৰি,
আনিছোঁ মাধুৰী বুটলি বুটলি,
উপচাই ৰাখি দিছোঁ হিয়া তলি,
আহা, আহা, সখি এই সময়ত !
ৰৰ সুখ পাবা তোমাৰ মনত :—
নহলে বিৰহ ভুতে মাৰি ধৰি,
আটাইখিনিকে নিব চুৰ কৰি ।

## নাহিবি নে সখী !

চাচোন সুন্দৰী ! হৃদয়ত মোৰ
কেনে মহোৎসৱ পাতিছোঁ,
ঘৰে ঘৰে ফুৰি জগতৰ তোৰ
সকলোকে মাতি আনিছোঁ।
নাহিবি নে লই হাতৰ মুঠিত
আশীৰ্ব্বাদভৰা হাঁহিটি !
নকৰিবি নে বিয়াফুল মোক
বজুৱাই মহা বাঁহীটি ?

## তোৰে ইচ্ছা পূৰ্ণ হ'ক

তোৰ ফুলনিৰ আকাশ ভৰাই,
ভাহি যোৱা বাতাহ পমাই,
ৰাজি দিন-ৰাতি
বিৰহৰ বলিয়া বেণুৱা
তাতে সুখে হাঁহি নাচি ৰক—
মোৰ হৃদয়ৰ ঢাকনি গুচাই
ভাঙি যোৱা ছিদ্ৰ চাই চাই
দিয় কিয় গাঁথি গাঁথি ?
তোৰনো প্ৰকৃতি কেনেকুৱা ?
—বাৰু, তোৰে ইচ্ছা পূৰ্ণ হ'ক।

## খুজিছ হৰলা চাব

বিৰহ জুইত পুৰি পুৰি মোক
আলা কালা কৰি
খুজিছ হৰলা পৰীক্ষা কৰিব
সোণ নে পিত্তল মই !
শুনচোন কণ্ঠ প্ৰাণ খুলি তোক,
বেদনাত পৰি
থাকোতেও,—তোক হাৰ গাঁথি দিব
আছো ঠিক সোণ হই।

## এবাৰনো তোৰ

মহাসাগৰৰ অপাৰ পাৰত
আহা যোৱা কৰি থাকোতে থাকোতে,
প্ৰাণৰ কণিকা তাৰ আকাশত
চিটাই চিটাই দিওঁতে দিওঁতে
মোৰ বুক ভাঙা এই বিৰহৰ গান
এবাৰো তোমাৰ কাণত সোমাই,
নাই নে পমোৱা তোমাৰ পৰাণ ?
মিছাতে নে আছোঁ বেথা বেণু বাই ?

## সেইবাবে হেনো !

মই মহা বেথাৰ মাজত
দিন-ৰাতি কান্দিছো দুখত;—
সেইবাবে মোক তই,
ভাবৰ আঁৰত ৰই,
দি আছ বিৰহ ঢালি,
ফালি ছিৰি হিয়া-জালি।
—হবি নিৰদয়,
নকৰিবি ভয়—
ময়ো নিৰদয় হই,
চখুলোৰে বান্ধি লই
যিমানে সবল হ'ক
বেথাৰ মাজেদি তোক,
বল দি দি টানি টানি,
চোঁচোৰি চোঁচোৰি আনি,
বান্ধি থম হৃদয়ত,
পমি ৰবি মিলনত।

## বহা আহি মনে মনে

আটোল বিটোল কৰি ৰাখিছোঁ হৃদয়,
বিৰহৰ খুন্দা খাই ভাঙি যাব বুলি , –
বহা আহি মনে মনে হেৰা প্রেমময় ।
কওঁ মোৰ কথাখিনি কাণে কাণে খুলি ।

## কৰা কিয় ভেম ?

নাহিবা নাহিবা তুমি
কৰা কিয় ভেম ?
মই দুৱাৰৰ ধূলি চুমি
বুটলিম প্রেম ।
তুমি সমূলি কোঁচাই লই
মিলনৰ সুখ,
আছা হৰষিত হই
চাই মোৰ মুখ ।
মই বিৰহৰ খোঁচ খাই
সুখ লাভ কৰি,
বেথাৰেই বীণা বাই
আছো সুৰ ধৰি ।

## ভিক্ষা

মনমৰা আন্ধাৰত
মোৰ বুৰি থাকা হিয়াৰ বুকত,
পুৰিমৰা বিৰহত
জুইকুৰা জ্বলোৱা সুখত ।
নাহিলেও তেহে তুমি
মোৰ এই ভাঙি যোৱা প্ৰাণ,
অনন্ত বেদনা চুমি,
গাই ৰব মিলনৰ গান ।

## দিয়া সখি !

দিয়া দিয়া দিয়া সখি !
বিৰহৰ জুই জ্বলা ধাৰাসাৰ সোঁত,
প্ৰাণভৰা অগ্নিশিখা
সৰজক প্রেম লই মনে মনে মোত ।
জ্বালা-কালা জগতৰ
বুকত জ্বলক তাৰ উলাহ সুখত , –
আহা যোৱা সঙ্গীতৰ
সুৰকিটি মাৰ য'ক শিখাৰ মুখুত ।

## কোৱাচোন !

বিৰহ নোপোৱা ভাল—
কোৱাচোন প্ৰাণপাল ।
মই কিন্তু দিন-ৰাতি,
বিৰহত কান্দি-কাতি,
পৰি ৰম হাঁহি হাঁহি,
চাই ৰবা তুমি আহি ।

## তথাপি নামাতোঁ

তোমাৰ বিৰহৰ খুন্দা খাই
এটিপতে চূৰ্ণ হই যাম,
তোমাৰ বেদনাৰ হেঁচা পাই
আনন্দৰ মহাগান গাম ।
তথাপি তোমাক মই
হৃদয়ত নামাতো আহিব,
তথাপি তোমাক চাই,
প্ৰাণ খুলি মুখুজোঁ হাঁহিব ।

## আছে ঠাই

ভাবিছা হবলা তুমি
হেৰা মোৰ শান্তি-ভূমি !
মোৰ ক্ষুদ্ৰ হৃদয়ত
নধৰে তোমাৰ পদ—
সেইবাবে সুখুজা আহিব ?
মোক চাই সুখুজা হাঁহিব !
জানো মই ভাল দৰে,
সহস্ৰ তোমাৰ দৰে,
অনন্তৰ মহাভৰ,
আঁকোৱালি ধৰিবৰ,
ঠাই আছে মোৰ হৃদয়ত ;
কিয় তেনে ভাবা অবাবত ?

## বিপুল উৎসৱ আজি মোৰ

নকৰিবা ইমান গৰব—
আজি মোৰ বিপুল উৎসৱ
তোমাৰ মাধুৰী হীন,
অতি ক্ষুদ্ৰ, হীন, দীন,
জুপুৰিত বহি মই
সকলো কোঁচাই লই,
লক্ষ লক্ষ অনন্তৰ,
সৰজিছোঁ গতি গঢ ;—
তোমাক পাহৰি মই,
তাকেই হিয়াত লই,
আনন্দত হাঁহি গাই,
মন মোৰ বীণা বাই ।

## আহিবি তেতিয়া

মোৰ এই বিৰহৰ—
অগনিত ধৰি,
দিলেও অনন্ত তোৰ
ছাই মাটি কৰি,
তথাপি বিৰহ মোৰ
বিপুল তেজত,
লক্ষ্য কৰি তোৰ ঘৰ
জ্বলিব বেগত ।
তেতিয়া নেদেখি তই
আন একো গতি,
লৰি আহি হই ৰবি
হৃদয়ৰ পতি ।

## আহা বেথা চুমি চুমি !

আকাশৰ আলোভৰা ফুলৰ ৰেণুত,
আলোকৰ হাঁহিভৰা বেথাৰ ৰেণুত,
বুৰ মাৰি মাৰি তুমি,
আহা বেথা চুমি চুমি !
লাখবাৰ ভাঙি যোৱা হিয়াখনি মোৰ,
পমি আছে হই বৰ আনন্দ বিমূঢ় ।

## যদি

আহিব খুজিছা যদি তুমি,
তিয়াগি তোমাৰ শান্তি ভূমি,
মনে মনে সাৰে সাৰে আহা বাট লই ?
খোজে খোজে মিলনৰ সুৰ গাঁথি থই ।
মোৰ বিৰহত কান্দি মৰা হিয়া,
বলিয়ালি কৰি নাইকিয়া,

গানভৰা অশ্ৰুটুপি আনন্দেৰে বই,
পৰি আছে ভৰপূৰ ৰ'ৰহীয়া হই।
নহলে, তোমাৰ ভৰি
মতলীয়া বেগ ধৰি,
চলাই ৰাখিলে মোৰ হিয়াৰ মূৰত,
মাৰ যাব হাঁহিখিনি বেথাৰ সুৰত।

## নহলে যাব পুৰা

ধৰা ধৰা ধৰা সখি।
নোৱাৰো ৰাখিব মই—
তোমাৰ হৃদয় পুৰি—
যাব আজি ছাই হই।
যি তেজেদি জ্বালি দিছা
বিৰহৰ জুইকুৰা,
তোমাৰ ফুলনি আজি,
সমূলঞে যাব পুৰা।

## লাহে লাহে দিয়া

লাহে লাহে দিয়া সখি।
বিৰহ লগাই—
কোনোৰে নেদেখাকৈ
থাকা মোক চাই।
তেহে আজি ছুয়োৰো গানত,
স্তব্ধ হই থাকিব জগত।
তেহে আজি আলোভৰা
তোমাৰ বাঁহীত,
তেহে আজি বেথাভৰা
মোৰ ই হাঁহিত—
লক্ষ লক্ষ অনন্তই
উঠিব সজাগ হই।

## পাতিবা সখি!

পাতিবা পাতিবা সখি।
তোমাৰ অনন্ত
প্ৰেমভৰা বিৰাট আঁচল
অনন্ত জীৱন ৰখি,
বেথাৰ বসন্ত,
এই এৰি দিলোঁ অশ্ৰুজল।
আছে তাৰ ঢৌৱে ঢৌৱে
হাঁহিৰ সৌৰভ
আনন্দত পমি পানী হোৱা;—
তোমাৰ সঙ্গীতৰ ছেৱে ছেৱে
মিলন গৌৰৱ
উপচি পৰিব—এই লোৱা।

## বাজিব ধৰিছে

মোৰ গান এনেদৰে
বাজিব ধৰিছে,
মোৰ হিয়া এনেদৰে
ৰসত ভৰিছে
তোমাৰ অনন্ত প্ৰাণ
বুৰিতো যাবই,
চাৰিফালে মিলনৰ
মলয়া ববই—
ইয়াৰ বুকুতে আৰু
তোমাৰ মন্দিৰ,
সমূলি সুমাই ৰব
আনন্দত থিৰ।

## দিয়া সখি! দিয়া

অনন্ত জীৱন মই অশ্ৰু টুকি টুকি
পাতি আছোঁ হৃদয়ৰ ছিঙি যোৱা কোঁচ;—

তথাপিতো দিন-ৰাতি বিৰহৰ সোঁত,
ধাৰাসাৰে ঢালি আছা বেথাৰ বাটেদি।
দিয়া সখি! দিয়া আৰু আছে নো কিমান,
অনন্ত অঞ্জলিভৰি বেথাৰ কুসুম।

## তেহে

মোৰ মহাগানভৰা
ৰসৰ নিজৰা,
নামিব খৰিছে আজি
হৃদয়ৰ পৰা।
অন্তহীন অভিনৱ
কোঁচ পাতিলেও তোৰ,
নো'ৰিব কোঁচাই লব
সঙ্গীতৰ সোঁত মোৰ।
অন্তৰ দিলেহে পাতি
পাৰিবা ধৰিব-
তেহে আজি দুয়ো হিয়া
ৰসত ভৰিব।

## লাহে লাহে

লাহে লাহে দিবা সখি!
তোমাৰ ভৰিৰ ভৰ,
বিৰহত পমি থাকা—
এই হৃদয়ত মোৰ।
ভাঙিলে কিহত উঠি
হেঁপাহ পলাই তুমি,
বেথাভৰা আলোকৰ
থাকিবা ৰাগিণী চুমি?

## তেহে জ্বলি ৰব

বিৰহে পিহি পেলোৱা
হৃদয়ৰ ৰেণু মোৰ,
আহচোন সানি দিওঁ
মোহিনী মুখত তোৰ।
তেহে মোৰ ফুলনিত
আলোকৰ সোঁত বব,—
বিৰহৰ জুইকুৰা
দিন-ৰাতি জ্বলি ৰব।

## ৰবি চাই

নাহ যদি নাহিবি,
আহ যদি আহিবি।
চাৱ যদি চাবি,
গাৱ যদি গাবি।
বহ যদি বহিবি,
হাঁহ যদি হাঁহিবি,
থৱ যদি থবি,
লৱ যদি লবি,
নাই একো বেথা;—
ভাবি তোৰ কথা,
আছোঁ মোৰ বীণা বাই,
প্ৰাণ পাতি আছ চাই।

## বিৰহৰ বুকোঁদি

সখি! তুমি বান্ধি থোৱা
যুগমীয়া বাটৰ মূৰত
মাতি আছা দিন-ৰাতি বাঁহীটি বজাই—
মই তথাপিতো নাই যোৱা—
ভৰ দি দি তোমাৰ সুৰত,
সেইবাবে আছা হেনো বৰ দুখ পাই?

—মই নিজে বাট কাটি
টানি টানি আনিম তোমাক
সৰকাই বেথাভৰা কাঁটাৰ মাজেদি।
দুয়োৰো ঢাকনী ফাটি
উকৰাই অন্ধকাৰজাক
জ্বলিব মিলন আলো বিৰহৰ বুকেদি।

## মইতো নাযাওঁ

মইতো নাযাওঁ তোমাৰ মাতত,
মইতো নপমোঁ তোমাৰ গানত।
মোৰে এই বেথাভৰা,
জগত আকুল কৰা,
গানৰ সুৰত তোমাক পমাম,
মহা মিলনৰ দুন্দুভি বাজাম।

## বুজিবি তেতিয়া

দিন-ৰাতি "মইময়"
তোমাৰ হাঁহিত,
সকলো পৰিছে লয়
তোমাৰ বাঁহীত।
মই হ'লে কেতিয়াও
মুগ্ধ হোৱা নাই,
নিজতে বিমূঢ় হই
আছোঁ গীত গাই।
মোৰ সঙ্গীতে তোমাক বান্ধি
আনিব যেতিয়া,
সঁচা মিছা হাঁহি কান্দি
বুজিবা তেতিয়া।

## মইতো কদাপি

মইতো কদাপি সখি!
তোমাৰ কাৰণে,
অশ্রু টুকি থাকা নাই
কান্দি মনে মনে।
মোৰ বাবে দেখো তুমিয়ে অতুল।
হই আছা বৰ আকুল বিকুল ;—
মোৰেই বিৰহে ভাঙি
তোমাৰে পৰাণ,
হিয়াৰ মাজেদি মোৰ
বোৱাইছে গান।

## অন্তৰত জ্বলাই ৰাখিম

সখি।
মাতি মাতি বৰ মোৰ
লাগিছে ভাগৰ।
অশ্রু টুকি টুকি মই
সাজিলো সাগৰ।
নুখুজো কদাপি আৰু
করুণা তোমাৰ,
বিৰহৰ গড় গাঁথি
জাপালো দুৱাৰ।
বিৰহত এনে দৰে
জ্বলিয়ে থাকিম
হিয়াত তোমাৰ মুখ
জ্বলায়ে ৰাখিম।

## পৰি ৰম হৃৰঘত

বিৰহ বহণ সানি,
জুই-জ্বলা ৰেখা টানি,

তোৰ শ্ৰীমুখৰ ছবি,
দীপ্ত যেন লক্ষ ৰবি,
দিন-ৰাতি হৃদয়ত,
আঁকি ৰম উলাহত।
নালাগে মিলন মোক,
নিদিওঁ বেজাৰ তোক।
বিৰহৰ অনলত
পৰি ৰম হৰষত।

## তথাপি দিছানো কিয় ?

মোৰ ভাঙা হৃদয়ৰ সকলো ধূলাত
তোমাৰ জেউতি দেখোঁ নিজম নিমাত
জ্বলি আছে দিন-ৰাতি,
ফুলভৰা বুক পাতি,
পৰে পৰে বুলি মোৰে প্ৰেমৰ পোহৰ
তথাপি দিছানো কিয় জুই বিৰহৰ ?

## জ্বলি ৰব জুইকুৰা

জগত জ্বলিব ছাই মাটি হ'ব,
আন্ধাৰে আলোক জীণ কৰি লব,
তথাপিতো মোৰ হুমুনিয়া ৰব,
বিৰহৰ জুইকুৰা জ্বলি ৰব।

## এই সময়তে আহা !

নাই কাৰো মাত-বোল
নিমাত জগত আজি,
এই সুযোগতে তুমি
দিয়াহি হৃদয় বাজি !

অলপ পাছত আক
সজাগি উঠিলে সুৰ,
চঞ্চলতা নামি আহি
ভৰাব অন্তৰপুৰ।

## কিয় তেনেহলে ?

আহিবৰে নাই যদি মন
কিয় তেনেহলে প্ৰাণধন।
হৃদয় আকুল কৰি বাজাইছা বাঁহী।
মিলন নোপোৱা যদি ভাল,
কিয় তেনেহলে বিশ্বপাল !
বেথা ফালি ঢালি দিছা আলোভৰা হাঁহি ?

## তেনেহলে কিয় দিছা ?

মোকে দেখোঁ লই তুমি
অনন্ত অমৃত-ভূমি
সৰজি ফুৰিছা ?
তেনেহলে কিয় মোত,
বিৰহ বেথাৰ সোঁত
ঢালি ঢালি দিছা ?

## হয় নেকি ?

ইমান বাজালোঁ মই
বিৰহৰ বীণাখনি,
তথাপি তোমাৰ নাথ !
নপমিল হিয়াখনি !
হৃদয়ত নাই নেকি
হৃদয় তোমাৰ ?
শিলেদি বান্ধিছা নেকি,
অন্তৰৰ পাৰ ?

## দিবানে দিবানে সখি !

মোৰ ভাঙি ভাঙি যোৱা সঙ্গীত জোৰাই,
দিবানে দিবানে সখি ! অন্তৰ ভৰাই ?

মোৰ হিয়া ফালি যোৱা বেথাত বলাই,
দিবানে জগতভৰা মিলন চলাই ?
মোৰ অশ্রু আলো কৰা প্রেমৰ কিৰণ,
দিবানে দিবা নে সখি ! উপচাই মন ?

## মোৰ ৰাজ-আলি

মোৰ গানভৰা ৰাজ-আলি,
পৰি আছে হিয়া ফালি।
আহা যদি সেই বাটে,
মোৰ গানভৰা মাতে,
পমাব তোমাৰ প্রাণ,
——পাম মই মহা দান।
আহা সখি ! সোনকালে ?
সুখ পাবা তেনেহলে।

## নচুৱাম তোক

মোৰ সুৰৰ মূৰত তুলি,
নচুৱাম তোক।
তেতিয়াহে প্রাণ ঢালি
ভাল পাবি মোক।
তেতিয়াহে তোৰ এই
বিৰহৰ হান,
মুচি মুচি গাঁথি দিবি
মিলনৰ তান।

## কিদৰেনো ভৰাওঁ জীৱন ?

মোৰ হিয়া ভাঙা বেঁণুৰ কাষেদি,
মোৰ পুৰি যোৱা প্রাণৰ বুকেদি,
কাণ পাতি পাতি মই
নিমাত নিজম হই,
সখি ! শুনি আছোঁ তোৰেই সঙ্গীত,
কিয় নেদ দেখা পোহৰাই চিত ?
বিৰহৰ জুমুনিয়া টানি
মোৰ কান্দি থাকা হিয়াৰ ৰাগিণী,—
বহি আছে বুক পাতি,
অশ্রু টুকি তোকে মাতি,
সখি ! তথাপিতো তোৰ হাঁহিৰ,
চাট এটা মোৰ বাঁহীৰ,
সুৰৰ বুকত উঠি,
দিয়া নাই গান গাঁথি ; —
কিদৰেনো পাওঁ শান্তিকণ ?
কিদৰে নো ভৰাওঁ জীৱন ?

## এয়ে মোৰ সুখ-শান্তি জনম-যুগীয়া

নালাগে সুখজো মই একো ধন তোমাৰ,
বিৰহ বেথাৰে পাৰ উপচোৱা হিয়াৰ।
থাকা তুমি নিজে লই আলোভৰা হাঁহিটি,
মই ৰম আন্ধাৰত বজুৱাই বাঁহীটি।
থাকা তুমি প্রেমভৰা ভোগ লই সুখেৰে,
মই ৰম অশ্রু টুকি বিৰহৰ দুখেৰে।
ই খিনি হলেই হম তোমাতকৈ সুখীয়া,
এয়ে হব শান্তি মোৰ জনম-যুগীয়া।

## বাজোৱা বাজোৱা

বাজোৱা বাজোৱা বীণা বিৰহৰ সুৰেদি
জুই জ্বলা বেথা ব'ক পৰাণৰ পুৰেদি
উপচক অশ্রু টুপি বিজুলীৰ সোঁতেৰে,
বাজক হিয়াৰ তাঁৰ আলোকৰ গীতেৰে।

## চাই আছা মোৰ মুখ

তোমাৰ অসীম সিন্ধুৰ বুকত বুৰাই।
চাই আছা মোৰ দুখ।
আদি-অন্তহীন প্রেম-দাপোণত।
চাই আছা মোৰ মুখ।

## জ্বলিবি জ্বলিবি

জ্বলিবি জ্বলিবি মোৰ বিৰহৰ জুইকুৰা,
তাৰ সেই মহাধৰ সমূলঞ্চে ছাই কৰা।
তেহে যদি হ'ব পাৰ তাৰে সঁতে একজন,
তেহে যদি পাব পাৰ হিয়াভৰা এটা মন।

# মোৰ একাষাৰ

নানা সময়ত নানা উপলক্ষে মোৰ মন-সমুদ্ৰত ঢেঁও ধৰি উঠা ভাৱোৰ্ম্মিমালাৰ যি ছান্দিক-কল্লোল-বিলাক ভাষিক ভঙ্গীত- ৰূপ লৈ ওলাবলৈকে আকুলতাৰ উৎস ফালি ওলাই আহিছিল, তাৰেই কেইটামান বুটলি লৈ ইয়াত প্ৰকাশ কৰা হ'ল। এইখনৰো নামকৰণ কৰিলে মোৰ জ্যেষ্ঠা দুহিতা শ্ৰীমতী শুচিব্ৰতাই "অনুভূতি" বুলি। তেওঁৰ মতে এইবোৰত হেনো মোৰ অনুভূতিৰ উমানেই সৰহ। ইয়াৰ কোনো কোনোটো 'চেতনা', 'আসাম-বান্ধৱ', 'আৱাহন', 'ডেকা-অসম', 'ৰামধেনু', 'সাহিত্য সভা-পত্ৰিকা', 'বিহলঙনী', 'বীণা' আদিত ওলাই গৈছে।

মোৰ গোটেইটো জীৱনত কাব্যিক ছন্দৰ নিৰৱচ্ছিন্ন ঢাল ৰক্ষা পৰা নাই। কোনো মুহূৰ্ত্তত কাব্যিক ছান্দিক ঢাল এটা ঠন ধৰি উঠিবলৈকে কাও-বাও কৰি কিছু দূৰ আগ বাঢ়িলেও, দেশৰ বাঞ্ছিত-অবাঞ্ছিত নানান পৰিস্থিতিয়ে তাক আগ ভেটি ধৰি, হয় কেঁকোৰা কৰি থয়, নাইবা আনফালে ঢাল ঘূৰাই লৈ গৈ তাত অকাব্যিক অছান্দিক হিল্লোল তোলে, আৰু তাতেই মোৰ কাব্যিক-ছন্দৰ লপ্‌লপীয়া গতিটোও লেউসেউ হৈ মূৰ্চ্ছাত পৰে। মোৰ গোটেইটো জীৱনত এইদৰে কাব্যিক অকাব্যিক ছন্দ-অছন্দৰ উঠা-নমাৰ তালফাল ইতিবৃত্ত ঘটি আহিছে; আৰু সেইবাবেই মোৰ প্ৰায়বিলাক ছন্দতেই দৈশিক আৰু সামাজিক পৰিস্থিতিগত একোটা স্পৰ্শও আছে। গতিকে, হয়তো ইয়াত পৰিপুষ্টিগত কাব্যিক-ছান্দিক যোগসূত্ৰ বিচাৰি উলিওৱাটোও টান কাম। সেই-বাবে, মোৰ ছন্দবিলাকৰো বেছি ভাগ জটিল,—সচৰাচৰ ছান্দিক জগতত খাপ নোখোৱা বিধৰ। তথাপি, ঘাত-সংঘাতবিলাকৰ ফাঁকে ফাঁকে গীত-পদৰ সাজ লৈ যিবিলাক কল্লোল মাজে সময়ে ওলাই আহিছিল, সেইবোৰ বেলেগে আন নামেৰে প্ৰকাশ কৰিম বুলি "অনুভূতি"ত ঠাই দিয়া নাই।

দেশৰ বিচিত্ৰতৰ পৰিস্থিতিত পৰি মোৰ কাব্যিক ধাৰাটো প্ৰায় শুকায়ে গৈছিল। কিন্তু ইং ১৯৪৭ সনৰ পৰা অৰ্থাৎ গুৱাহাটীত অল্-ইণ্ডিয়া ৰেডিওৰ শাখাটো গজি উঠাৰ পৰা, ৰেডিও কৰ্ত্তৃপক্ষৰ উবেতুল লতিফ বৰুৱা, শ্ৰীপুৰুষোত্তম দাস, শ্ৰীভূপেন হাজৰিকা, শ্ৰীফণী তালুকদাৰ, শ্ৰীসত্যপ্ৰসাদ বৰুৱা আদি ডেকা কলাবিদসকলৰ জবৰাই ধৰা হেঁচাবোৰ খাই মোৰ ৬৫ বছৰীয়া বুঢ়া মনটোত প্ৰায় ৩০ বছৰ বন্ধ হৈ থকা কাব্যিক-ছন্দৰ সোঁতটো ক্ষীণভাৱে কিছু ববলৈ আৰম্ভ কৰে। "অনুভূতি"ৰ কেবাটাও কৱিতা এই সময়খিনিৰ ভিতৰত লিখা। নাজানো, আজি আধুনিকতাৰ উন্মাদী হাৱাৰ কেন্দ্ৰচ্যুৎ দোলাত উঠি উধাই-মুধাই খোজ কঢ়া ডেকা জগতৰ ওচৰত মোৰ এই বুঢ়া কালৰ খুলি পৰা কাব্যিক-ছান্দিক ঢলটোৱে কিহৰ সূচনা তুলি ধৰে, খোলাৰ নে স্বচ্ছতাৰ, মঙ্গলৰ নে অমঙ্গলৰ! কিন্তু যি কি নহলেও, ৰেডিও-ৰসিক উক্ত ডেকা কলা-ৰসজ্ঞকেজন যে মোৰ শলাগৰ পাত্ৰ তাত সন্দেহ নাই। ইতি—

গুৱাহাটী—৩০।৮।৫৪

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

# অনুভূতি

## সুৰী-দৌত্য

বাজ বাজ মোৰ বীণা
আজি বিৰহ-গোমোলা দিনা—
তোৰ বেথা-বিধূনিত দৃষ্টি
খুলি, ঢাল আজি
ত্ৰিভুৱন ৰাজি
সঙ্গীত-সুধা বৃষ্টি ;—
উথলি উঠক সুৰৰ সিন্ধু সুৰৰে
লাহৰী লহৰি তুলি
মোৰ ভাগি-ছিগি থকা তাল-মানবোৰ
ফুলাম লয়ত উঠক ফুলি।
সৌৱা! সুনীল সিপাৰে বহি,
কতনো আবেগ সহি,
মোৰ বেথা-বিহ্বলা প্ৰিয়া,—
গীত গাই গাই
মোৰে বাট চাই
কৰিছে কাতৰ হিয়া।
যা-যা তই লৰালৰিকৈ মোৰো
সুৰখিনি বুকুত বৈ,
তাৰ সুৰে স'তে গলাগলি কৰি
গা গৈ ৰাগিণী একেটা হৈ।
ক' গৈ বাতৰি মোৰ—
আজি পৰিছে সকলো ওৰ,—
মোৰ হিয়া-ফুলনিৰ তলি
বিৰহৰ হান
খাই থানবান
আছে বেদনাতে জ্বলি।
এই খেণতেই আহি যদি তেওঁ
সাদৰী আদৰি চুমাটি খায়,
দুয়োৰো মাজৰ বেথা জ্বলি থকা
তেহে যদি এই যাতনা যায়।
আহিব আহিব বুলি,
ৰাখিছোঁ দুৱাৰ খুলি,
মোৰ হিয়া-ভঙা ৰঙা বোল,—
সাৰি সুৰা মাৰি,
কলিজাটো পাৰি,
ৰাখিছোঁ আটোমটোল।
আহিলেই তাক বুকুত সাবটি
ৰাঙিম তাৰেই দুখনি গাল,
সেই ৰূপ চাই শত জনমৰ
যাতনা জুৰাই জিনিম কাল।

## পূৰ্ণানন্দ

জানো মই তোমাৰ মন্দিৰ
বিশ্বভৰা অময়াৰ অমৰ টিঙত,
ৰূপ-ৰস হীন মোৰ ভঙা জুপুৰিৰ
এতিলো মাধুৰী নাই,—বেদনা আহত,—
সুখেৰে তোমাৰ তাত থাকি,

সকলো সুষমা কাঢ়ি ৰাখি,
ভাবি আছা মনে মনে মহা ভাগ্যৱান,—
মোৰ কিন্তু এই জুপুৰিত—
—হাঁহিভৰা আনন্দপুৰীত—
ভৰি আছে কাণে কাণে মাথোঁ মহাপ্ৰাণ।

## অব্যৰ্থ-বাণ

মই মহা নিৰাশ্ৰয় দৰিদ্ৰ দুৰ্ব্বল—
মহা আছোঁ তোৰ এই
পাণ-ছিৰি এৰি দিয়া এন্ধাৰপুৰীত,—
তাতেহে কৰিছ মোক অহেলা ইমান?
তই মহা-ভাগ্যৱান সুন্দৰ সবল—
ভোগ কৰি আছ ৰই
অনন্ত সম্পদমানে অমৰপুৰীত—
তাতেহে বাঢ়িছে তোৰ গৰব ইমান?
সামৰিবি তোক তেনেহলে তই,
বিৰহৰ বাণ জুৰি ললোঁ মই—
তাৰে মই বিদ্ৰোহ জ্বলাই,—
তোৰ সেই দুৰ্গ চাই চাই—
এৰিম বলেৰে,
বিচিত্ৰ ছলেৰে—
তেতিয়া গৰব তোৰ হৈ যাব ছাই,—
মই বেছি হম তোক অন্তৰত পাই।

## দৃঢ় পণ

ইবাৰ দেখিম,
শকতি-সম্পদ তোৰ কিমান প্ৰবল—
ইবাৰ বুজিম,
দীন, হীন, ক্ষুদ্ৰ মই কিমাম দুৰ্ব্বল।
বিৰহৰ সোঁতভৰা
হিয়া-সাগৰৰ পৰা
ধাৰাসাৰে অশ্ৰুজল দিম বগৰাই,
দিন-ৰাতি লক্ষ্য কৰি তোকে চাই চাই।
সি যদি গৰব তোৰ নোৱাৰে দমাব,
সি যদি আসন তোৰ নোৱাৰে টলাব,
তেতিয়াহে বুজি পাম তোৰ প্ৰবলতা,
তেতিয়াহে মানি লম মোৰ দুৰ্ব্বলতা!

## সুচনী

কেতিয়াবা জীৱনৰ আঁৰে আঁৰে খোজ লৈ
মনে মনে অহা-যোৱা কৰোঁতে কৰোঁতে
কি জানোবা কেতিয়াবা দেখা পাওঁ তোক—
সেইবাবে সাথৰৰ ইমান হেঙাৰ বৈ,—
বিৰহত বুৰি মই নিজম থাকোঁতে—
সন্মুখত বান্ধি কণা কৰি দিছ মোক?
—মহা অস্ত্ৰখনি মোৰ
দিছ যে লগত—
পৰা নাই হেনো তোৰ
আজিও মনত?
তাৰে মই কাটি কাটি সকলো বন্ধন,
তোক ধৰি হম তোৰ প্ৰভু মহাজন।

## দুষ্প্ৰাপ্যতা

ভাবিছা হবলা তুমি,
তোমাৰ অমৰ ভুমি,

বস্তুত দূৰত—
নোৱাৰে কোনেও তাক পাব ।
তাতোকৈ আছে মোৰ
মহাপুৰী আনন্দৰ,
অন্তৰ পুৰত—
তুমিও নোৱাৰা তাক পাব ।

## লীলানন্দ

তই মোক অৱহেলা কৰি
জীৱনৰ আঁৰে আঁৰে ফুৰিবি পলাই,
মই তোৰ বিৰহত পৰি,
মৰি ৰম বেদনাৰ হান-খোঁচ খাই ।
মই ৰম ভাবি ভাবি তোক—
কি জানোবা কেতিয়াবা পাওঁ বুলি দেখা,
তই দেখি নিৰাশ্রয় মোক
আঁকি দিবি হৃদয়ত বিৰহৰ ৰেখা,
মই তোক পাছে পাছে খেদি
বান্ধি থোৱা তেওাৰত জ'ট লাগি পৰি,
হৃদয়ৰ তন্ত্রীছেদী
বিৰহৰ বেদনাত ৰম পুৰি মৰি ;—
তথাপিতো তই মোক ভাই,
দূৰে দূৰে ছল দেখুৱাই,
জীৰ্ণ প্ৰাণ বিয়াকুল কৰিব নেৰিবি,—
এয়ে নে কি লীলা-খেলা তোৰ ?
এয়ে নে কি লীলানন্দ মোৰ ?
কেতিয়া কচোন তই মোক দেখা দিবি ?

## পোৱাৰ পথ

মাতোঁতে মাতোঁতে আলিমূলি লাগি
ভাগি-ছিগি গ'ল বীণাৰ সুৰ—
তাৰ বিৰহৰ বাণে বজ্র হানেৰে
কৰি দিলে মোৰ কলিজা চুৰ ।
কিমান ভাবিলোঁ কিমান চিন্তিলোঁ,
কিমান কৰিলোঁ ছল,
একে ছলে তাক নোৱাৰোঁ দেখোন
মোতকৈও বেছি ছল ।
চকুৰ আগত কেতিয়াবা মোৰ
ধোঁৱা-মছা মুখ দেখিলে এখন.
সি বুলি ভাবিয়ে লৰালৰিকৈ
যায় হাত মেলি মোৰ হিয়া মন ।
যিমানেই মোৰ কাকূতি-মিনতি
আকুল-বিকুল কৰে,
বিদ্রূপ-হাঁহি দেখুৱাই মোক
সিমানে আঁতৰি পৰে ।
সেই হাঁহিখিনি এনে সোৱাদৰ
বুজাব নোৱাৰোঁ একোৰেই মই,
"কান্দি কান্দি প্ৰাণ তাতে লীন কৰ
তেহে পাবি মোক"—দিয়ে যেন কৈ ।

## ইঙ্গিত

তোমাৰ আলোৰ বুকত
হিয়াৰ চুকত
সকলো লুকাই ৰাখি—
কিয় দিয়া নাই চাকি,
মোৰ হিয়া জ্বলি ফালি,
দি আছা কেৱল ফাঁকি ?

এনেকুৱাকৈ নিদাৰুণ হৈ
ৰাখিলে মোক অপূৰ্ণ,
মোৰ তোমাৰ বিৰহ খেদোৱা বাসনা
সমূলি হ'ব বিচূৰ্ণ ।

## আত্মাভিমান

তুমি হেনো মহামানী
বহি আছা বিশ্বৰ মূৰত,—
মই হেনো ক্ষুদ্ৰ প্ৰাণী
পৰি আছোঁ ধৰাৰ বুকত,—
তাতেহে কৰিছা মোক অৱজ্ঞা ইমান,
শুশুনা এবাৰো মোৰ বেদনাৰ গান ।

থাকা তেনেহলে বাৰু
লৈ তুমি তোমাৰ গৌৰৱ,
নোখোজোঁ তোমাত আৰু
বিনন্দীয়া নন্দন-সৌৰভ ।
তোমাৰ থানতকৈ মোৰ থান ভাল,
তৃপ্তিৰ আনন্দ মোৰ এয়ে চিৰকাল ।

## আত্মোন্মেষ

অহঙ্কাৰী । কপটতা ইমানে তোমাৰ !
তোমাৰ ভৰক হ'ল ইমানেই চাৰ ?
ভাঙি ভাঙি হিয়া মোৰ সোধাই দিয়াতো,
মাতি মাতি প্ৰাণ মোৰ কাতৰ কৰাতো,—
ভাবি মোক হীন নীচ বুলি,
নিদিয়া ঢাকনীখন তুলি ?—

তোমাৰ লগত আজি মই
মহাৰণ কৰিলোঁ ঘোষণা,
আছে যদি শকতি তোমাৰ,
মিলনৰ লৈ উন্মাদনা—
—আহা আগুৱাই,
দিম দেখুৱাই,
নীচ হীন মই আজি কিমান তেজাল,
তোমাকে আগুৰি আছে বেঢ়ি চাৰিফাল ।

## ভুলৰ সন্ধান

তাৰ হাহিৰ হেঁচা লাগি সৰি পৰা
চুমাৰ বিলাসী ফুল,—
আঁতেই গলাই তোলোঁ যদি মোৰ
তৃপ্তিৰ ভুলাভুল,—
নিবিড়, গহীন, গহন, সুদূৰ,
সৌ যে অমৰ ম'উ—
কোনটো খেণত পাম হৃদয়ত
পাৰ হৈ ইমান ঢ'উ ?

## বাকহীনতা

দহোদিশে লৰি ঘূৰি
পাছে পাছে খেদি ফুৰি
থাপ মাৰি ধৰা যেন
পাওঁ আঁচলত ;—
মুঠা মেলি চাওঁ পাছে,
সুদা হাত পৰি আছে,—
তবধ অবাক হিয়া,—
—মিমাত জগত ।

### নব-বৰষৰ দিনা

মোৰ বাজাচোন বাঁজী বীণা
আজি নব-বৰষৰ দিনা,
আকাশ পেলোৱা ছাটি,—
আনা মহাগীত বাঁতি,—
লৰবু কোমল সৰস সুৰেৰে
গলাই পমাই দিয়া,
মান-অভিমানে তাগুৱ তুলি
শিল কৰি থোৱা হিয়া।

দিয়াচো ৰাগিণী খুলি,
জীৱন-জোকাৰ তুলি,
প্ৰাণময় আৰকালে,
গাজনক চাৰিকালে,—
খাল-বান-পৈক-পানী কৰি এক
জ্বলক এখন ছবি,
সকলো পৰাণ সমানে আলোকি
জ্বলক প্ৰেমৰ ৰবি

গোৱা, গোৱা, গীত বীণা।
মোৰ ব্যথিত জীৱন জিনা
শীতল শুভ্ৰ সুৰে—
জ্বলা-পোৰা যক জুৰে, —
তীব্ৰ, উগ্ৰ, প্ৰখৰ খিখিনি
সকলো পৰক জয়,
অপাৰ, অগাধ শান্তিত পৰি
বেদনাৰ হুঁক লয়।
সৱাকো সাঁমৰি আনি,
একেটা ৰাগিণী টানি,
গোৱা মন-প্ৰাণ খুলি,
মিলি জুলি যঁক বুলি,
ইমান বছৰ ছিন-ভিন কৰা অমিল অজীণ সুৰ,
একেটি বেশৰ একে গমকতে হৈ যঁক মধিমূৰ।

### আত্মদান

ক'ৰ পৰানো আ৹ম্বিতে হে মোৰ তুমি প্ৰিয়।
নিশাৰ সপোন নৌ বুৰোঁতে,
উষাৰ আচলা নৌ উৰোঁতে,
হাহি হাহি মোৰ দুৱাৰত দিলা আহি থিয়,
হে মোৰ তুমি প্ৰিয়।
কোন সৰগৰ সুধাৰ আগাৰ লুটি,
কোন অৰ্ণৱৰ ঊৰ্মি-দোলাত উঠি,
কান গগনৰ গড় পাৰ হৈ
আহি পালা তুমি,
কোন অমৰাত নিশা খপি
কিহৰ সুধা চুমি?
আহা। কি বিমোহন তৃপ্তিৰ তেজ
বইছে মুখত ফুটি?
নাইতো আজি মোৰ হৃদয়ত
গোন্ধ, গীতৰ কণা,
কি বসনো লবা চেপি
হে মোৰ উদাৰমনা?
যুগ-যুগান্ত বিৰহভৰা ধুম-ধুপালিত পৰি,
ছিন্ন হৃদয় আছে কেৱল আশা উদি কৰি,—
ইয়াতেই অতৃপ্তি তোমাৰ
পলাই যদি ভাই,
লুপ্ত কৰি লোৱা তাকো
আনিতো একো নাই।

## সন্নিধান

ৰাণী ! মোৰ যে বুকৰ জুই-ৰঙা এই
চুমাৰ জবা ফুল,
তোমাৰ ওঁঠৰ ৰং হবলৈ কিমান বিয়াকুল—
চন্দন-ধূপ হিয়াৰ টানি
অনুভূতিৰ ৰেণু সানি
কলিজাৰ তিল-তুলসীৰে অঞ্জলি দি কলে,—
মানিবানে ? আন উপচাৰ নাইতো তেনেহলে ?

মোৰ মূৰ-শিত্যানত দগ্ধ-বেথাৰ আকুল আকৰ্ষণ,
চাৰিফালে ঘোৰ নিৰাশাৰ বিপুল গৰজন—
তাতো যে মোৰ চুমাৰ শিখাৰ
উজ্জল আলো-জ্বলে,
তোমাৰ বুকৰ তাপ হবলৈ
সেইফালেহে চলে ।

মোৰ বিৰহ-ভৰা বেদনাময় চুমাৰ চেকা লাগি,
কি জানোবা নিকা তোমাৰ
ৰূপটো পৰে ভাগি—
সেইবাবে মোক এৰাই এৰাই
ফুৰা নেকি পলাই পলাই ?

এইদৰেনো দূৰ-বিদূৰৰ কিমান সীমা পাবা ?
সীমাখিনি শেষ হলেনো ক'লৈ
পলাই যাবা ?

তেতিয়া তো আনফালে হায় ।
বন্ধ দুৱাৰ দেখি
লৰ মাৰি মোৰ বুকুত পৰি
মোতেই তোমাৰ হেঁপাহ ভৰি
চুমা দিবা অন্তহীনৰ পিঠিত লেখি লেখি ।

## পোহৰৰ আভাস

ৰাণীৰ বুকুত বেল-বকুলৰ গোন্ধ বিচাৰ কৰি
আকাশ ধিয়াই লৰ যেতিয়া ধৰোঁ,
অন্ধকাৰৰ অতল গুহাত পৰোঁ ।
পদ-পদুমৰ ৰেণু খুজি আকুলতাত পৰি—
পৰাণ ঢালি প্ৰণাম যেৱে কৰোঁ,
আলোকময়ীৰ সন্নিকটত সৰোঁ ।

## অভিসাৰ আহ্বান

আজি গহীন, গভীৰ ৰাতি,
তুমি কাৰ নো প্ৰেমত মাতি,
লাহলোটনৰ চলটি তুলি
কাৰফালেনো যোৱা ৰাণী ।
কাৰ বা অভিমুখে ?
কত প্ৰীতিৰ জলক ভৰা,
মোৰ পৰাণ পাগল কৰা,
গোন্ধ-গীতৰ সুধা ঢালি,
কি আবেগৰ আকুল বাণী
কয়নো তোমাৰ মুখে ?
আহা ! সোণৰ ক'লা চুলি,
কত জ্যোৎস্না হাঁহে দুলি,—
অনুৰাগৰ চতুৰ নাচোন
লুকাই চকুত খেলা কৰে,—
—কিছুৰ অভিলাষ !
আহা ! ইমান ৰূপৰ ঢল,—
মোৰ হৃদয়-পদ্ম-দল,
ঢালি বুৰাই দি যোৱাচোন,
তৃষ্ণা-ক্ষুধা হঠাৎ-কৰে
হৈ যা'ক মোৰ নাশ ।

## চুমা-বৰণ

মোৰ যে বুকুত ৰাখি আছোঁ
খেণটো সুফল গণি,
পাম বুলি মই তোমাৰ চুমাৰ
তপত পৰশ মণি,—
তাতনো একো নাই নে ৰাণী !
সোণৰ উচা-সৰ,
পাছ-পিঠি দি গুচি যোৱা
কৰি অনাদৰ ?
আদি-অন্তহীন যুগটোৰ
উথন-পতন চাই, -
আছোঁ কেৱল সেই চুমাৰে
বৰণ-ঘোষা গাই ।
সেই চুমাটি এক হলেহে
মোৰ হৃদয়ত পৰি,—
জনম-মৰণ এক কৰি মোৰ,
উঠিম তোমাত ভৰি !

## তন্দ্ৰাভঙ্গ

ৰাণীৰ ওঁঠত ফটিকা এটুপি পি,
যুগ বহুশত আছিলোঁ নিটাল দি,—
স্বপ্ন-বিভোৰ তন্দ্ৰা হালুক
মত্ত চিতৰ পাল, -
ৰঙাই বোলাই চৰিল কিমান
অবুজ বেথাৰ জাল !

সেই আজাটোৰ আঁৰে আঁৰে
ৰাণীৰ কণু-ঝুণু —
ৰূপটো আগত মুঠে ফুলি
কেৱল সাৰি শুনো ।

আজি তন্দ্ৰা টুটিল,
বাগী ভাগিল,—
ৰাণীক আগত পালোঁ,—
ইবাৰ ওঁঠত
নহয়, পদত
অমৰ সুধা পিলোঁ ।

## বিশ্ব-দোলন

জিলমিল তেজোদপ্তা নভোজ্যোতি
তাৰকামালাই,
মোল'কে নমাই দিয়া ৰশ্মিসূতী
কোঁচাই, কোঁচাই,
মহানীল ডোখৰৰ দুয়ো মূৰে গাঁথি,
সপ্তসুৰী বিৰহ-দলিছা তাতে পাতি,
অপূৰ্ব্ব দোলনাখন তুলিম সজাই,
ৰবহীয়া ৰামধেনু-বোল ৰহণাই ;—
বজাই বিজয়-ডঙ্কা
আৱাহন ৰাণীক জনাম,—
বিৰহ-বেদনা গঙ্গা
অধো-উৰ্দ্ধ বুৰাই বোৱাম ;
ৰাণীয়ে আহিব নামি উৰ্ম্মিমালা
স'তে খেলি খেলি,
সুপূত-ৰহস্যময় ৰূপ-ৰস-গোন্ধ-
জ্যোতি মেলি ;—
বহিবহি দোলনাত জগাই পুলক
মোৰ স'তে মুখামুখিকৈ,—
ৰ'ম দুয়ো বাক্-স্তাব্ধ হীন নিস্পলক,—
—মিলনাশ্ৰু উথলিব বৈ,—

হুয়ো হু'কো একেথৰে চাই
চক্রবেগে দোলনা দোলাম,
মহানীল আলোড়ন কৰি,—
চুমোল্লাসী জয়-গীত গাই
লগে লগে বিচিত্র ফুলাম
জীৱন জাগিব ভৰি ভৰি।
বুকে-ওঁঠে ফুটি উঠা ৰাণী আৰু মোৰ
চুমাৰ নিক্কণবোৰ
চাৰিফালে চিটিকি পৰিব ;—
বিৰহৰ বেদনাই খালি কৰা প্ৰাণ
পৰি আছে যতমান
মিলনৰ সুৰেৰে ভৰিব।

## আদ্যন্তহীন চুমাভিযান

সিদিনাৰ সোণফুলী শুকুলা নিশাৰ,
ৰূপে-ৰসে তলমল্
নিপয়হ বুকু ফালি গুণ্‌গুণ্‌ তুলি,
যেতিয়া অতৃপ্ত মোৰ বলিয়া-চুমাৰ
বুভুক্ষাটো হালি গ'ল
ৰাণীৰ ওঁঠৰফালে মোৰ ওঁঠ থুলি,—
ফুটাই আগ্নেয়-উল্কা ৰাণীয়ে তেতিয়া,
তলমল্ ওঁঠ দুটি বিস্ফাৰিত কৰি,
মেলি দিলে মহানীল-বিহাৰ আঁচল ;—
কৰিলে খিতাতে ৰং-ৰূপ নাইকিয়া,
বিনন্দ বিচিত্র সৃষ্টিধাৰা ঢাকি ধৰি,—
—দশোদিশ আন্ধাৰত পৰি পমি গ'ল।
খন্তেকতে নাই-সুই হ'ল সৃষ্টিখন—
ৰাণী আৰু মই মাত্র ৰলোঁ দুইজন ; –
উন্মাদী চুমাৰে মই আছোঁ আগুৱাই,—
ৰাণীয়ে নিদিয়ে ধৰা,— আঁতৰি পিছুৱাই ;—
ইদৰে অনন্তকাল ওঁঠ দুটি মোৰ
চুমা লৈ ৰাণীকে খেদিছে,—নাই ওৰ,—

## বাটত

মই শ্ৰান্ত—
তোমাৰ কোমল কনক-কান্তি,
ধীৰাচঞ্চল সুৱদি শান্তি
বিচাৰি বিচাৰি ফুৰি
আকাশ-পাতাল ঘূৰি,
ভাগৰি বাগৰি সকলো হৰ্ষ,
জগালে হিয়াত অনল তৰ্ক,—
মই ভ্ৰান্ত।

মই বন্ধ
ভৰাই তোমাৰ কুসুম কুঞ্জ
বিৰাজে মধুৰ মাধুৰী পুঞ্জ, –
বাজিছে আকুল সুৰ,—
– মোৰ বলিয়া পৰাণ-পুৰ ;—
কঠোৰ জটিল জেওৰা-বন্দী,
নাপাওঁ বিচাৰি বাটৰ সন্ধি,—
মই অন্ধ।

দিয়া শক্তি—
তোমাৰ যিখিনি গভীৰ গুপ্ত
মোক্তে কৰোঁ আজি সকলো লুপ্ত,—
আপোন পাহৰা হৈ
তাতে থাকোঁ লীন হৈ ;
নোখোজোঁ তোমাক নালাগে তত্ব,—
নালাগে, নইও মিলন-মত্ত,—
দিয়া ভক্তি।

## সৃষ্টি-তত্ত্ব

স্তব্ধ, নিবিড়, নিঝুম, নিমাত,
অজানা-উলাহ এটি অতিপাত,
অতুল হিয়াৰ
ওপচাই পাৰ
উঠিল আকুল-বিকুল হৈ,—
কোমল কঠিন কতনো মাধুৰী,
ফুলিলে ফলিলে নিজকে আগুৰি,—
নিজকে বুজিব, নিজতে মজিব,
নিজতে জ্বলিব, নিজতে জুৰিব,
উঠিব পুনৰ সজাগ হৈ।

## আগত

সেই যে তোমাৰ
অৱহেলাৰ
আৰ্ত্তনাদত উচাপ খোৱা
দীন দৰিদ্ৰ হতাশ হৃদয়খন,
তোমাৰ লগত
তাৰ ভিতৰত,
স্বত্ব মোৰো কোঁচাই লোৱা,—
ধৰক আশাৰ সুন্দৰতৰ ঠন।
দাৰিদ্ৰ্য-প্ৰাচুৰ্য্য দুয়ো তোমাত ওতপ্ৰোত,
মোক নললে তাত তো নবয় সমস্বত্বৰ সোঁত।
দুয়ো দুয়োত
ধৰিব ক'ত কুলগ্ৰ তোমাৰ
সাম্য সৰল মহান-মধুৰ ৰূপ ?
তোমাৰ তেলত,
মোৰ সলতে,
নজ্বলিলে বন্তি উদাৰ,—
হব কিয় উজ্জ্বল অন্ধকূপ ?

## পূৰ্ণতা

যি বেদনাৰ তলন্ত চুমাত
সৃষ্টি উঠে জাগি,
জীৱন জুৰি প্ৰেম-সোঁত বয়-
বিষম মৰণ লাগি,—
সেই বিৰহৰ, সেই মৰণৰ
ৰূপ ধৰি মোৰ প্ৰিয়া,
পৰিলেহে বুকু ভৰি মোৰ
হয় সুশীতল হিয়া।

## বিভু-আৱাহন

হেৰা! গহীন, গভীৰ,
সুধীৰ, নিবিড়,
শান্ত, শীতল, সুন্দৰতম,
উদাৰ, অজৰ, অমৰ, অসম,
মহান, মহৎ, বিপুল, বিশাল,
সত্য, শুদ্ধ, সুৰূপ, তেজাল,
মঙ্গলময়, প্ৰীতিৰ আলয়,
জয় জয় জয়, মহাসচয়,
চিৰ প্ৰেমময়,
চিৰ সুখময়,
চিৰ মধুময় ৰভিয়াল !

দেখিছানে আজি,
শুনিছানে আজি—
সখি হাঁহি থকা মোৰ চোতালত,
নীলিম চন্দ্ৰতাপৰ তলত,
চন্দ্ৰ-সূৰ্য্য তৰাৰ আলোত,
চেঁপা হাঁহি মাৰি মোহিনী ছলত,
ছয়োটা ঋতুৰ, বাৰটা মাহৰ,
সাঁতুৰি-নাছুৰি মাধুৰী-সাগৰ
কত আশা লৈ
ৰঙালি বিহুই—
নামিছেহি বাই পেঁপা-তাল।

কত সুন্দৰ
শত ইন্দুৰ
আলোৰ সাগৰ মন্থন কৰি,
সুধা তুলি কত কল্পনা গঢ়ি,—
কি আকুলতাৰ কথা-গীতি গাই,—
কাক মাতি মাতি কাৰফালে চাই,—
বজোৱা তোমাৰ মোহন পেঁপাৰ
লয়-তাল-মান, অগাধ অপাৰ,—
লৈ আহা তুমি মনে মনে নানি,
ভাব-ভাগৰত তিতি-বুৰি ঘামি,

জনম, মৰণ,
উঠন, পতন,
সাধন, স্বাদন, ভজন, পূজন,
সপোন, শয়ন, চেতনাচেতন,—
অহা-যোৱা কৰা সকলো লীলাৰ,
কোমল কঠিন সকলো খেলাৰ,
পুলকাঞ্চিত জয়-গীত গাই,
তালে-তালে পেঁপা-ঢোল-বেণু বাই-
ভাগি-ছিগি যোৱা জগত জোৰাই।
নতুন সৃষ্টি কৰোঁ দুয়ো ভাই।

## লীলা ৰহস্য

যি ফালেদি ফুল ফুলে মোৰ,
সেইফালেদি চলে তোমাৰ গোন্ধ,—
যিখিনিত মোৰ গীত পৰে ওৰ,
তাতেই তোমাৰ জীৱনো হয় বন্ধ।

আকাশভৰা উজল আভাখিনি
তোমাৰ মুখত জ্বলে ৰিণি-ৰিণি,—
তাৰ বুকেদি উচ্ছল মোৰ হাঁহি
আকুল বিকুল
উগুল-থুগুল,
কাৰফালে যায় ভাহি!

যি বাটেদি বাগৰি পৰে
শত খুন্দা খাই ভঙা মোৰ প্ৰাণ,
সেই সৰেকি পৰে
তোমাৰ কিবা বিচিত্ৰতৰ দান,
কাৰ সিপাৰে কাৰ কি মহোৎসৱ,
ৰাতিয়ে দিনে কিহৰ কলৰৱ,—
মোৰ জীৱনে সেইফালে বাট ধৰি,
মন-প্ৰাণ লৈ
লচপচকৈ
যায়নো কিয় লৰি?

আছে তোমাৰ উগ্ৰ হেঁপাহ
বিপুল, বিশাল, বিৰাট হিয়া ভৰি,
খন্তেকতে হৈ যাব জাহ—
দীন, হীন, ক্ষীণ প্ৰাণটো তাতে পৰি,

সেইবাবে এই নানান পৰিণাম
ধাৰাসাৰে ঢালি অবিৰাম,
থাকা নানা ৰং-ধেমালি কৰি।

## আমন্ত্ৰণ

দিয়া ঢালি,—আৰু দিয়া লেথাৰি নিছিগা কৰি,
ওপচাই মোৰ হিয়া উঠক বেদনা ভৰি ;—
মোৰ মন প্ৰাণ জনম-জীৱন,
বেদনাঘাতত নহলে চেতন,—
হিয়াৰ মহলা জ্বালি,
সাজি অনুভূতি আলি,
কোনেনো তোমাক পোহৰ দেখাব
বিকাশৰ পুৰীলৈ ?
মিলন-মহিমা কোনে গাই যাব
তোমাৰ ওচৰলৈ ?

নুপুৰিলে মোৰ হিয়া
তোমাৰ বিৰহ-জুই,
নকৰিলে নাইকিয়া
কামনা-বাসনা ধুই,—
কিহেদি তুমিনো তোমাৰ জগত
ভৰালাহেঁতেন মহা-জীৱনত।
গৈ মোৰ ভিতৰেদি
'আছে-নাই'বোৰ ভেদি—
তোমাৰ জীৱন ভৰপূৰ কৰি
উঠিলাহেঁতেন ক'ত ?
নাহা যদি মোৰ বেথা-বাট ধৰি
নপৰা যে আলোকত।

সময়ত আৰু মই
দেখিলে তোমাক ক্ষীণ,
লৰালৰিকৈ গৈ
বজাম বেথাৰে বীণা ;
তাতেই অপাৰ জীৱন-মাধুৰী,
ফুলিব, জ্বলিব অপাৰ আগুৰি,—
মোত মিলি যাওঁ বুলি
আহিবা সকলো ভুলি,
তোমাৰ নহলে মোৰ পৰা লবা,
লাগিলে আনিম মই,—
মই ৰ'ম তোমাত, তুমি মোত ৰবা
ৰ'ম সনাসনি হৈ।

## মহোৎসৱ

আজি কাৰনো প্ৰেমত হৃদয় মনৰ
মুগ্ধ অণু-পৰমাণুক
স্তব্ধ কৰি ধন্য কৰা
অনুভূতিৰ অন্তৰালত
মোৰ জীৱন-মৰণ প্ৰাণ-মোহনৰ
মৃদুল মধুৰ জানাক-জুনুক,
লুকাই থাকি চিত্ত ধৰা
চৰণ বাজে ৰুদ্ৰ তালত ?
অতীত বৰ্তমানক চেপি
ভঙা-গঢ়াৰ আয়োজনত
ব্যস্ত থকা
ভবিষ্যতৰ প্ৰলয় বিকাশ,
লয়, তাল, মান, চৰণ-ক্ষেপৰ
যেতি নাচে দীপ্ত তালত
ঢাকি ৰখা
মুক্ত-যুক্ত আলো আকাশ।

## উদাস প্ৰশ্ন

সৌ সন্ধ্যা-ৰাণীৰ আঁচল ধৰি –
ৰং-ৰসেৰে বিলাস কৰি,
গাইছে যে গীত নাচি-বাগি
হাঁহি মুখে
ৰঙ্গ-আভাৰ মন-মোহিনী মোৰ,—
তাৰ তেজাল তৰল অঙ্গ ফালি
বৈছে যি ৰূপ হালি-জালি
তাত জানো সি আছে জাগি
মহাসুখে
গোন্ধ গীতৰ ভিতৰ-বাহিৰ চোৰ ?
এটাক এৰি, আনটো ধৰি,
কোন অজানাক লক্ষ্য কৰি,
কত শত জনম-যুগৰ
ডেওনা চেৰাই
চিঞৰিছে উদাস প্ৰশ্ন মোৰ,—
কোন সুদূৰৰ সীমাৰ শেষত,
কোন অজানাৰ বিলাস দেশত,
চলি মোৰাৰ অবাধ-ভাগৰ
জুৰাই-সথাই
পাবিব তাৰ চঞ্চলতাৰ ওৰ ?

## কি লৰলৰু দিলা মোক

তোমাৰ পুলক পৰশ লাগি
ফুলিল যি মোৰ ফুল হে প্ৰিয় !
ফুলিল যি মোৰ ফুল—

তোমাৰ গোপন জীৱন-মৰণ
বিভোৰ বিয়াকুল হে প্ৰিয় ।
বিভোৰ বিয়াকুল ।

মোৰ দিন-খেণবোৰ মন্থন কৰি
কি লৰলৰু দিলা মোক হে প্ৰিয় ।
কি লৰলৰু দিলা মোক ?

তাৰবাবে আজি হাবাথুৰি খাই
ক্ষিপ্ত লোক-অলোক হে প্ৰিয় ।
ক্ষিপ্ত লোক-অলোক ।

## আৱিৰ্ভাৱ-তিৰোভাৱ

( ১ )

তিক্ত-কঠোৰ দুখ-দৈন্যৰ
লৌহ-কঠিন নিষ্পেষণেৰে
ধুনি ধূলি কৰা মানৱ প্ৰাণৰ
কাতৰ বিননি বাজিলে বুকুত বৰ—

সান্ত্বনা-পৰিপূৰিত দেশৰ
সুখ-সুশীতল সঞ্জীৱনীৰে
দিবলৈ’কে স্বাদ মুক্তি-ধনৰ
ধৰণীত আহি নামিলা ধৰণীধৰ ।

( ২ )

নানা দুখে-দোষে হেঁচি, চেপি, পিচি,
নীৰস নিৰ্জীৱ থোৱা শিল কৰি
মৰ্ম্মপীড়িত শত মানৱীয় প্ৰাণ,—

ৰসময়ী ভকতিৰ মহাগীতি
শুনাই, শিকাই, বিগলিত কৰি—
লীলা-গতি ধৰি কৰিলা মহাপ্ৰস্থান ।

## ভাত্ৰ-বৰণ

পুৰণি পৈকৰ গেলা-পচা ভৰি,
সমাজৰ সোণ তল কৰি থোৱা
দুষ্ট কালৰ বৃত্তিতা ভঙা-ফুটা,—

বান বৰুণৰ হাতে-গলে ধৰি, —
—ক'লাৰ কাজল বগা কৰি লোৱা—
আহিছা ভাদ্ৰ ? আহা,—
ঢল ঢালি উটা !

তোমাৰে বুকেদি আহিল সোৰকি
জগৎ-জ্যোতি জগতোপাস্য,
সুন্দৰতম মধুৰ মূৰুতি হৰি,—

শিলৰ বুকুত বলেৰে গৰকি,
স্নেহ, মধুৰ, সখ্য, দাস্য,
ৰস ঢালি দিলে বিশ্ব বিভোৰ কৰি ।

অমোঘ কালৰ ভেম গুড়ি কৰি,
তুমিয়ে আনিলা স্বনাম-ধন্য
যুগাৱতাৰক, দানৱ জিনিবলৈ,—

আজিও আনাচো' কাঢ়িয়ে বা হৰি
এজন পুৰুষ জগৎমান্য,—
দেশ ভৰি থকা দীনতা গুচাবলৈ ।

## আৱাহন

দাস্য-ভক্তি কি কোৱা মোক দাস্য-ভক্তি কি ?
নৰ-পশু-লতা সাৰ পাই উঠে বিমল সেৱাত যি,
—সকলোকে সাম্যৰ দান দি,—
দাস্য-ভক্তি সেয়ে নেকি ?
কোৱা, দাস্য-ভক্তি কি ?

বিয়াকুল হ'ল যি ৰস বিচাৰি মাধৱ, শ্ৰীৰাম, হৰি,
সংসাৰ-কলৰ মিঠাৰ মূৰত লাথি-চৰ, মাৰি এৰি,—
নিজেও বাতুল, আনকো বাতুল
কৰিলে আকণ্ঠ পি,—
—মান-অভিমান সকাকো দোৱালে
সেৱাৰ তিলক দি ।

এয়ে যদি হয় দাস্য-ভক্তি,
জগৎ গুৰুৰ দান,
অসমীয়া সমাজৰ আজি ক'ত
তাৰ পবিত্ৰ থান ?
অজ্ঞানতাৰ উপদ্ৰৱত ক'ত
আজি গৈ লুকালে সি ?
সেৱা উদি কৰি কল্মষে তাত
অহং-দানৱ চৰালেহি ।

আহা শঙ্কৰ-মাধৱ আকৌ
সেৱাৰ মদিৰা লৈ,
সেৱা-সাম্য-ধৰমৰ বাণী য'ক
শিৰে শিৰে বৈ,—
অসমৰ মাটি, অসমৰ পানী,
অসমৰ বায়ুছাটি,
বামুণ, শূদিৰ, সাৰমেয়, গাধ,
উঠক সেৱাতে মাতি ;—
বিশ্ব-বিয়াপি বিমল-শুদ্ধ
সেৱাৰ শিকনি দি,
হওক অসম ভাৰতৰ গুৰু,
ভাৰত উঠক জী ।

## সাফল্যোৎস

বিঘ্ন বহুল
যি পথেদি কেৱল আঁচোৰ লাগে,—
সেইখিনিতে মোৰ জীৱনৰ
দীপ্তশিখা জ্বলে ।

ব্যথা-ব্যাকুল
যি পথেদি কেৱল বিৰহ জাগে,—
সেইখিনিতে বিচিত্ৰতৰ
স্মৃতিধাৰা চলে ।

## তত্বভেদ

বাগৰি পৰিকি ফুঠোঁ যদি মই
খাম নো পিছল কিয় ?
বেদনাৰ যদি নলগে আঘাত
জাগিব বা কিয় জীৱ ?
হাতৰ মুঠিটো নিদিলে ঢিলাই,
কিয় বা ভৰিব আহি ?
জাহিৰ হেঁচাত ভেঁটৰ কলিয়ে
কিয় বা মেলিব পাহি ?
ৰাক্ষসী-খকে আগুৱাই কিয়
আনিব অমৰ দান ?
গেলা-পচাবোৰ ফুগুচিলে কিয়
নিৰাময় হ'ব হান ?
বেদনা-ক্লিষ্ট আৰ্ত্তনাদত
নিবিলালে হিয়াখন,
অসীমক জুৰি পাম কিয় মই
মহান মিলন ধন ?

## জীৱনৰ ৰূপ

যি জীৱনত
বজ্ৰ কঠোৰ দুঃখ-বেদনা, নিৰ্য্যাতনৰ
ঘোৰ ঘৰষণ লাগি,—
মত্ত, মহৎ
কাল-বিজয়ী ৰুদ্ৰ-লীলাৰ ভমক ভেদি
অনল উঠে জাগি,—
সেই অনলত
সৃষ্ট্যুৎসৱ সচল-আৱেগ ৰুদ্ধ কৰা
জাহি-জাবৰ, ভুল,
ভস্ম কৰি,
শ্ৰান্তি-বিহীন স্বচ্ছ-ধাৰাৰ বিচিত্ৰতৰ
ফুলায় জীৱন-ফুল
যি জীৱনত
তাচ্ছিল্যাপমান অৱজ্ঞাৰ হান-খোচ খাই
মুক্তা-মাণিক জ্বলে,
প্ৰৱঞ্চনা,
হিংসা-দ্বেষৰ অস্ত্ৰ-কপাট উফৰি গৈ
কান্দে দলে দলে ;—
পূৰ্ণ জীৱন,
নিটোল জীৱন, নিখুঁত জীৱন, সফল জীৱন,—
—তাকেই জীৱন কয়,—
সেই জীৱনে
কৰে কেৱল উপদ্ৰৱৰ দম্ভ ছেদি
জগত নিৰাময়।

## বীৰ্য্য হেৰুৱালি ক'ত ?

হেৰ ! তেজে ফুটোঁ ফুটোঁ টলবল ডেকা,
বীৰ্য্য হেৰুৱালি ক'ত ?
শক্ৰ-বিজয়ী শৌৰ্য এৰিলি ক'ত ?
আগ্নেয়গিৰি-লোল শিখা জ্বলি
নুঠে তোৰ আননত—
দীপ্তি-বিহীন বিমলিন বিষাদত ?
নাজাগে ধুমুহা-বিপ্লৱ ভৰি উশ্বাস-নিশ্বাস,
—নাই-নুই কৰা হীন-নীচতাৰ গ্ৰাস,—
আৰ্ত্ত-আত্ম-মুক্তিৰ হেতু দুনিবাৰাভিলাষ,—
—নতুনক গঢ়া গলিতক কৰি নাশ।
দৃষ্টিত তোৰ নজ্বলে অগ্নি-উল্কাৰ বৰষণ,
—যম-পিশাচৰ শঙ্কিত শিহৰণ ;—

খোজৰ ভৰত দলদোপ লাগি
নকঁপে ধৰণীখন,—
—নঘটে একোতে পাপ-নাশী পৰশন।

তোৰ বজ্র-কঠোৰ মুঠিটোৰ নেকি
সোলকি পৰিল বল,
সেইবাবে আজি অস্ত্র অচল হ'ল ?—
—হুঙ্কাৰ মাৰি মেদিনী বিদাৰি
বোৱাই মুকলি ঢল,
ধুই নিকা কৰা মহা-পতনৰ মল ? -

ভিতৰত তোৰ নাই হ'ল একো,
ঘুণৰ গুৰিৰে ভৰা,
খোজটি কাঢ়িলে উজুটিত পৰি মৰা ;—
—বাহিৰত কৰ পূৰ্ব্ব-পুৰুষে
শাসিলে বিশাল ধৰা,
আকাশ-লঙ্ঘী বিজয়-স্তম্ভ গঢ়া !

ডেকা-তেজ কিয় মুঠা হ'ল তোৰ
চকু-গালে-মুখে জ্বলি ?
— নোৱাৰ উঠিব দুৰ্ব্বলতাক দলি ;--
হায় ! সাজনে-কাচনে, ধৰণে-কাৰণে
ছুবহু ছোৱালী হলি,
শ্ৰমৰ নামত যোৱা হলি-গলি ঢলি।

তোৰ আত্ম, জীৱন, প্ৰাণ, মন,
জ্ঞান, গৌৰৱ, ইতিহাস,
—দেখা নাই তাত পতনৰ পৰিহাস ?
সকলো আবুৰ, ইজ্জৎ, মান,
চেঁচা হ'ল মাটি খাই,
চকুৰ আগতে,—তথাপি চেতনা নাই।

বাচিব খুজিছ কিবা চিনাকিৰে
ঘৃণিত জীৱন লৈ ?
বিজয়-পতাকা কিটো বা শিৰত বৈ, -
শক্তি, গৰিমা, কিটোৰে বা
তই বিশ্ব-সভাত গৈ,
মুগ্ধ কৰিবি কাক কি কাহিনী কৈ ?

নাই তিলমানো আত্ম-চেতনা
স্ব-বিশ্বাসৰ কণা,- -
- মুক্ত্যাভিযানী বিপুল উন্মাদনা—
- হীনতাই ঢকা মনোবৃত্তিৰ বজ্র-প্ৰাচীৰ ভাঙি,
আগ বাঢ়ি যোৱা উন্নত বুকু দাঙি ?—

## মানৱায়তন

কিহৰ বাবে আকাশ পাতাল
কিহৰ বাবে ধৰা ?
কিহৰ বাবে জন্ম ধাৰণ,
কিহৰ বাবে মৰা ?
নাইতো ধৰাত এই প্ৰশ্নৰ
পূৰা সমিধান, -
কৰা মানৱ সদল-বলে
অসীম অভিযান।

যুক্তি-বিচাৰ হ'ল যে জঠৰ
এই সীমাতে বহি—
মানৱ জাতিৰ বিভ্ৰম-স্তম্ভ
গ'ল যে তেনেই জহি।
জীৱন মথি মথি লভা
জ্ঞান-গৰিমাৰ ফল,
ঠেক সীমাতে ঘূৰি ঘূৰি
অন্ধ বিফল হ'ল।

সেইবাবেতো এই ধৰণীৰ
মানৱ-জীৱন খোৰা,—
অলপ উঠি তাৰ পিছতেই
পিছলি পৰি মৰা।

আজি যিকণ যায় আগুৱাই
কালি আহে নামি,
তথাপিতো সীমা ভঙাৰ
নহয় অনুগামী।

সীমা ভঙাৰ এই যে সপোন
নহয় কেৱল কথা,—
নিজান কোণত বহি বহি
ভাবৰ মালা গঁথা।

এই ধৰণীত গোট খোৱা এই
শক্তি-সমল লৈ,
বীৰ দাপেৰে গ্ৰহান্তৰত
তেজ মণ্ডহে গৈ,—
পাৰিলেহেঁ উপনিৱেশ
স্থাপন কৰি সব,—
মানৱ জাতিৰ মান গৌৰৱ
নিত্য নতুন হ'ব।

তেহে ধৰাৰ মানৱ-জীৱন
বিৰাট বিশাল হৈ,
সৃষ্টি ব্যাপি মানৱ জাতি
হ'ব চিৰস্থায়ী।
তেহে সীমাত ঘোলা হোৱা
জ্ঞান গৰিমাৰ ধাৰা
মুক্ত হ'ব, মহৎ হ'ব,
ভাঙি সীমাৰ কাৰা।

ঘুণ ধৰা এই ধৰণীখন
খামোচ মাৰি ধৰি,
জীৱনৰ তোৰ অসীম গতিক
দিবি কিয় ফাঁকি?

## গঢ়া কৰি মোক ঝাড়ুদাৰ

হেৰা বিশ্ব কৰ্ম্মকাৰ!
তোমাৰ ৰুদ্ৰ-ৰোষ হাতুৰিৰে
পিটি পিটি মোক ভাঙি ভূপিতিৰে
গঢ়ি তোলা কৰি বিশ্বৰ ঝাড়ুদাৰ—
হেৰা বিশ্ব-কৰ্ম্মকাৰ!

তথু সৃষ্টিৰ স্বচ্ছতা
ঘোলা কৰি
মহা-মহত্বৰ উচ্চতা
ঢাকি ধৰি,
হীন-নীচতাৰ আছে যি জাহি-জাবৰ
সাৰি-পুচি মই কৰি তোলোঁ মনোহৰ।

সুধিছা,
সাৰি-পুচি থম ক'ত।
বুজিছা!
ভৰাম সকলো মোত;—
তোমাৰ সৃষ্টি কদাকাৰ কৰা মলি-মামৰৰ দ'ম
বিশ্বৰ পৰা সাৰি-পুচি আনি ময়েই গৰাকী হ'ম,
তাৰ ময়েই গৰাকী হ'ম।

তেতিয়া তোমাৰ সৃষ্টি—
নিৰ্ম্মলতাৰ বৃষ্টি
ধাৰাসাৰে পৰি ধুই-ধাই নিব
যতবোৰ অভিশাপ,—
গোটেই জগত প্লাৱি উথলিব
মহা-মহত্বৰ দাপ।
অপ্ৰতিহত নৱ-বিচিত্ৰ সৃষ্টিৰ সোঁত ব'ব,
অপূৰ্ণতাৰ বেষ্টনী ভাঙি জগত মুকলি হ'ব।

## অভ্যুদয়

অস্তগামী গৌৰৱৰ
অভিশপ্ত
দুৰ্ব্বহ গ্লানিত
দাসত্বৰ ঘোৰ-কলঙ্কেৰে ভাৰাক্ৰান্ত ভাৰতবৰ্ষৰ,
মানৱীয় সম্পদৰ
সৰ্ব্বলুপ্ত
ধূল্যৱলুণ্ঠিত
প্ৰপীড়িত আৰ্ত্ত-বেদনাত ক্লিষ্ট মহা-মানৱ মৰ্ম্মৰ
সমুত্থিত ত্ৰাহি ত্ৰাহি তিয়া-গলা হাহাকাৰ ফালি,
মোহন কৰম চন্দ্ৰ,
অভয়োন্মাদিত মন্ত্ৰ
নিনাদিত, উল্লাসিত, আশা সমুজ্জ্বল হিয়া জ্বালি,
মুক্তিৰ ত্ৰিৰঙ্গ তুলি সমুদিত ভাৰতাকাশত,
নাই ভয়, নাই ভয়—নৰবা নিৰাশা-অৱনত।

মূহ্যমান। চোৱা সৌৱা। ভাৰতৰ সাধনা-প্ৰতীক,—
চূৰ্ণ কৰি যুগান্তৰ জড়তা, পঙ্গুতা গতানুগতিক,
বজ্ৰ-নিৰ্ঘোষেৰে মুক্তি-শঙ্খ বাজিল যোগীৰ,—
মাত্ৰ আত্মবল, নিৰ্হিংস অজেয়-অস্ত্ৰ,
মহান বিভূতি—
—কি প্ৰচণ্ড। কি কঠোৰ।
মহা-কৰ্ম্মৰ আহ্বান।
আলস্য, আয়াস, বিলাসিতা খহিল ভোগীৰ,—
হৃদি এৰি পৈশাচিক বৃত্তিসমূহৰ
ঘটিল বিচ্যুতি,—
শোষণৰ দুৰ্দ্দান্ত দানৱ স্তম্ভি কম্পমান।

নিষ্পেষিত, উৎপীড়িত, দলিত, পতিত,
শোষণ-মূৰ্চ্ছিত পৃথিৱীৰ বিধ্বস্ত মানৱ।
জিয়া হোৱা শক্ৰজয়ী আত্ম-চেতনাত ;—
মহাত্মাৰ মুক্তি বাণী হ'ল বিঘোষিত
নিৰ্ভয়, নিৰ্ভয়,— লুপ্ত হ'ল শোষক দানৱ
সৰ্ব্বশক্তি জাগি উঠা আত্ম-বেদনাত।

## আকাঙ্ক্ষা

বাদেন্দ্ৰিয়ৰ আস্ফালনত লগাই ভীষণ শঙ্কা,
নৱ সৃষ্টিৰ ঢল উথলিল বজাই বিজয়-ডঙ্কা।
যুগ-যুগান্ত সঞ্চিত যত কলুষ-ক্লেদৰ গ্লানি,
ভাৰতাত্মাৰ বিশ্বোদ্ভাসী প্ৰভা ৰাখিছিল ম্লানি—
সকলোখিনিকে নিৰ উটুৱাই,
ফাঁকি, দুৰ্নীতি, কচাল কোবাই,
দূৰ কৰি দিব মানৱীয়তাৰ
সীমা-ৰেখা বাজ কৰি,—
সত্য-সাম্য, পৱিত্ৰতাৰ,
সংযমাপ্লুত নিৰ্হিংসতাৰ,
সোণৰ ভেটিত জয়-জয়কাৰ
তুলিব সমাজ গঢ়ি।

বিৰোধৰ শেলে কাটি-কুটি থৈ
ডোখৰ ডোখৰ কৰা হিয়াবোৰ,
একাত্ম-বোধত এক থূপ হৈ
গলাগলি কৰি লাগিল জোৰ ;—
এমূৰত তাৰ বেদনা জাগিলে
আনটো মূৰও উঠিব জাগি,
অসাম্যতাৰ চিন-চাববোৰ বিৰাটাত্মাত
পৰিব ভাগি।

পৃথিৱীৰ ভাত, পৃথিৱীৰ মাছ, পৃথিৱীৰ ঘিউ-মউ,
পৃথিৱীৰ নৰে সম-স্বৰেৰে,
ভোগিব, বাচিব শান্তি সুখেৰে,
তুলি, হিয়া বৈ থকা বিচিত্র নৱ-সৃষ্টিৰ ঢ'উ।
নাথাকিব দৰিদ্ৰৰ ঘোৰ অপমান,
বিবস্ত্ৰাৰ কলঙ্ক-কালিমা,—
সুখী-দুখী, উচ্চ-নীচ একো ব্যৱধান,
শোষকৰ ৰাক্ষসী গৰিমা।
অক্ষৰী বা নিৰাক্ষৰী,
অনাহাৰী, অৰ্দ্ধাহাৰী,
নানা ৰোগ নিষ্পেষিত,
স্তূপীকৃত—
নৰ-কঙ্কালৰ বীভছ দৰ্শন,
কুৎসিত, কদাকাৰ,
অন্যায় অবিচাৰ,
ন্যায় নীতি বঞ্চিত,
প্ৰপীড়িত—
নৰ-সমুদ্ৰৰ ক্ষোভাগ্নি গৰ্জ্জন ;—
সকলো বিলীন হৈ সুখ-শান্তি উজ্জ্বল
প্ৰেম-ৰাজ্য প্ৰতিষ্ঠিত হ'ব
সততা, সহৃদয়তা, পবিত্ৰতা-উচ্ছল
এক-আত্ম-অনুভূতি ব'ব।

## জীৱনৰ উদ্দেশ্য

যি জীৱনত দেশ-সেৱনত
আত্মাহুতিৰ অনল-শিখা নাই,
সেই জীৱনত নাই অবাৱত
প্ৰযোজনৰ উচ্চ দাবি ভাই।
জন্ম-ভূমিৰ ৰস-ৰূপেৰে
নদন-বদন পুষ্ট হোৱা প্ৰাণ,
এলেহুৱা কৰ্ম্মভীৰুৰ
নহয় ফাঁকিৰ ভোগ-বিলাসৰ গান!

শান্তি-বিহীন কৰ্ম্মধাৰাত
তেজটপি তোৰ ঢালি ঢালি
সোণ-সাৰুৱা কৰি,
জন্মভূমিৰ ধূলি-বালি,
পথাৰ কেখন বীৰ দাপেৰে
তোল সোণেৰে গঢ়ি।

কেৱল কথাৰ ফুলজাৰিতে
মাতৃস্তনৰ ধাৰ-ঋণটো
নহ'ব তোৰ সুজা,—
বিচ কৰ্ম্মাৰ কঠোৰ আদেশ—
জীৱনতো যে কৰ্ম্ম-গঁথা
মন-প্ৰাণ দি বুজা।

## বেদনা-বিজয়

হেৰা ভগৱান!
সৰ্ব্ব শক্তিমান—
তোমাৰ যন্ত্ৰণাময় দুখ-বেদনাৰ
নিৰ্ম্মম আঘাতভৰা অবিৰল ধাৰ—
মোৰ হৃদয়ত
—বুকুৰ পাতত—
মই ধৰি নোৱোধিলে
ৰোধে সাধ্য কাৰ?
মই জয় নকৰিলে
কৰে কোনে?—অজেয় দুৰ্ব্বাৰ

সুখ-সম্পদৰ যিটো
অফুৰন্ত শান্তিময় তোমাৰ ভঁৰাল,
হেৰা সৰ্ব্বশক্তিমান।
যিসকল সুখী, ভাগ্যবান,
বেদনাত ভাঙি হোৱা নাই লালকাল, —
দিয়া সিহঁতক সিটো।

মই মহা দুৰ্নিবাৰ বিদ্ৰোহী দূৰন্ত,—
কলিজা একণমানি—
লক্ষ বেদনাই হানি
জীৱনৰ ফুল-পাত্ৰ কৰিছে উপান্ত।

নালাগে তোমাৰ মোক সান্ত্বনাৰ দান,—
হম কিয় লঘু মই দানৰ উচ্ছিষ্ট লৈ ?
দান লয় কোনে বাৰু ?—কাপুৰুষ নেকি মই ?
মোৰো আছে যাতনাত ক্লিষ্ট-অভিমান।

—দুখ-দৈন্য-বেদনাৰ জ্বালাময় অগ্নিশিখাবোৰ,
ঢালি দিয়া ধাৰাসাৰে পূৰ্ণ কৰি হিয়া-কুণ্ড মোৰ।
—বুজিছানে তুমি যাতনাধিৰাজ !
কি সুৰেৰে দিবা ঢালি,—
কিদৰে ঢালিলে তোমাৰ
বেদনা-ভাণ্ডাৰ হ'ব খালি ?

মই হম যত ব্যথাৰ গৰাকী,
জানলৈ আৰু নাথাকিব বাকী,—
সৃষ্টি-পটত মইহে কেৱল হ'ম বেদনাশালী।

হিমাদ্ৰিৰ উত্তুঙ্গ শিখৰ ভাঙি গুড়ি কৰা,
কটুৰ, কঠোৰ, নিষ্ঠুৰতৰ
বজ্ৰ-বিজুলী হানেৰে,—

সৃষ্টি-প্ৰলয় গলাগলিকৈ খুলি পৰা
কোটি তাৰকাৰ আৰ্ত্তনৰ
প্ৰচণ্ডতম মন্দ্ৰেৰে,—

দিয়া তীব্ৰ, তিক্ত, দাৰুণ ধাৰেৰে
বিশ্ব জাৰি-জোকাৰি,
ভীষণতৰ ৰুদ্ৰ-ৰোষেৰে
ভাণ্ডাৰ সুদা কৰি।

হিয়া ভৰি মোৰ পৰক তোমাৰ
কৰ্কশ কদাকাৰ,—
মই বেদনা-বিজয়ী হাঁহিৰ ফুলেৰে
কৰি লম জাতিষ্কাৰ।

নিষ্ঠুৰতাৰ শিলাভূমি ভেদি
তেহে হৃদয়ৰ পুলক জাগিব,—
কটুৰ, শুকান, নিৰস প্ৰাণেদি
সৰস জীপাল স্ৰৱণ চলিব ;—

দুখ-কাঁইটত গোলাপ ফুলিব,
আউসীক খেদি জোনাই জ্বলিব,
বিক্ত হৃদয় ভৰপূৰ কৰি চলিব
কেৱল প্ৰেমৰ ঢল,
ব্যথিত জীৱন জাতিষ্কাৰ কৰি ফলিব
কেৱল সুধাৰ ফল।

সোমা আহি মোৰ বুকুৰ মাজত,
ডোৱা-পোৱা হোৱা জ্বালা-যাতনাত
জগতৰ যত ছিন্ন হৃদয়বোৰ—
মই আজি দুখ-বেদনা-বিজয়ী—
নিৰ্ভয় হোৱা সমাগত হৈ,
যাতনা-লীনোৱা অতল হিয়াত মোৰ।

## জাগ ডেকা তেজ জাগ

জাগ ডেকা তেজ জাগ আজি জাগ,
আগ্নেয়গিৰি উগাৰি জাগ—
এলাহৰ গাঁঠি ভাঙি গুড়ি কৰি
কৰ্ম্ম-ধাৰাৰে ধৰণী ঢাক।
জাগ ডেকা-তেজ জাগ আজি জাগ
স্বৰ্গ মৰ্ত্ত্য কঁপাই জাগ,
বিনাশী জাতিৰ দুখ-দাৰিদ্ৰ্য
ঘৃণিত গলিত গোলামী দাগ।
জাগ ডেকা তেজ ঢল ঢালি তোৰ
উটাই জাতিৰ জঠৰ-ভাগ,
দেশৰ মাটিৰ গছ-লতা ভৰি
উথলি উঠক সোণালী-ৰাগ।
জাগ ডেকা-তেজ বজ্ৰ-মুঠিত
ভাঙি পুমু গঢ়া হাতুৰি লৈ,
স্ব দশ সেৱাত ভণ্ডামিবোৰ
ভাঙি উৰি য'ক চূৰ্ণ হৈ।

## জাগ বেথা মোৰ জাগ

হায়! হায়! হায়! দেশৰনো মোৰ
কিয় এনে হ'ল?—
যাৰ বাবে মই কৰো ধৰো সিয়ে ধৰি মাৰে,
যাৰ বাবে মই পৰি মৰোঁ সিয়ে গালি পাৰে!
কোনোৱেচোন শুনুনে মোৰ
আটাহ-আৰ্ত্তনাদ,
তথাপিতো নাই কণো
মোৰ ক্লান্তি অৱসাদ
হায়! হায়! হায়! জাতিটোৰ মোৰ
কিয় এনে হ'ল?

কিয়? মইতো নাপাওঁ বুজি,
বুজাই দিব কোনে?
সন্ধান কিবা পাওঁ নে নাপাওঁ?
এনেই মৰিছোঁ নে?
নিঃস্ব হলোঁ ৰস-জীপ মোৰ উদি কৰি দি,
তাৰ সলনি পাত্ৰ ভৰাই কিহৰ পালোঁ কি?
পূৰা পোৱাৰ সপোন খেদি
মূলধিনিকো দিলোঁ,
পাওঁ-পাওঁটোৰ সন্ধি চেপি
কি কিবাটো পালোঁ?

ব্যৰ্থতা, নে সফলতা?
শূন্যতা, নে ভৰপূৰতা?
এই কিবাটোত পোহৰ সানি
একো নোলায়চোন?
পো-নোপোৱাৰ কোনটো কিমান,
হো-নোহোৱাৰ জোখ পৰিমাণ,
বিদ্ৰূপটোৰ ব্যথাত বাদে একো নাপাওঁচোন?

ব্যথাক পিটি ব্যথাৰ আঘাত,
কেৱল ব্যথাৰ ঘাত-প্ৰতিঘাত,—
তথাপিতো কৰা-ধৰাৰ অন্ত নাহে নামি—
শূন্য শুকান নিঃস্বতাটোত

সপোন খেদাৰ বেগ খালে পোত,
তথাপিতো মৰা-পৰাৰ লানি নাযায় থামি।

আজিতো মোৰ ব্যথাত বাদে
আন একোটো নাই,—
আকাশ-পাতাল ভেদি যোৱা
বিৰাট ব্যথাৰ ঢল চৰোৱা
নিঃস্বতাটোত আছে মাথোন শুদা ব্যথাৰ হাই।

কি দি আজি সপোন খেদি
হান-খোচবোৰ খাম?
আশাৰ সুঁতীত আশা গাঁথি
কি গীতটো গাম?
শুদা ব্যথাৰ ঢলত মাথোন জীৱন ওপৰ-তল—
ফল-ফুল গৈ উঠি বিৰাট-বেদনাটো বল।
জীৱনৰ মূল খৰচ কৰি এয়ে নেকি পালোঁ?
পোৱাৰ তৃপ্তি ধিয়াই লৰি
বেদনাত পোত খালোঁ?

এয়ে নেকি সত্য তেনে পাত্র ভৰাই পোৱা?
জীৱন উদি কৰি দি দি ব্যথাৰ মাণিক লোৱা?
হয়,— ব্যথাতেই তো হয় জীৱনৰ বিৰাট প্ৰস্ফুৰণ,
নিত্য-নতুন বিচিত্ৰতৰ সৃষ্টিৰ জাগৰণ,—
নতুন-সৃষ্টি উদ্গিৰণৰ
তীব্ৰাবেগেৰ বেদনাতেই
উটি-বুৰি চন্দ্ৰ-সূৰ্য-তৰা উঠিল জ্বলি
সৃষ্টি-শোভাত ক্লেদ সানি কল্মষে
গঢ়ি তোলে দম্ভী-প্ৰাসাদ—
জীৱক লগাই ত্ৰাস-সন্ত্ৰাস,
—সিও যায় ঢলি গলি।

জাগ তেনেহলে জাগ ব্যথা মোৰ
আকাশ-পাতাল বুৰাই জাগ,—
উটাই জড়তা, ক্লেদ—টানি তোল
নৱ—সৃষ্টিৰ অমল ভাগ।

## মাটিৰ দেহা মাটিত মিলক

নৰ-পশু-পখী, কীট-পতঙ্গ সকলো মাটিৰে জীৱ
মাটিৰ ৰসেৰে মাটিৰ ভাপেৰে সকলোৱে ধৰে জীপ,—
মাটি এচমকা, ঘৰ এডুখৰি সকলো জীৱৰে আছে,
তাতে থিতি হৈ সকলো জীৱই হাঁহে,
কান্দে, মৰে, বাচে।
ময়োতো মাটিৰে জীৱ—
মোৰ মাটি নাই কিয়?

মাটি-ঘৰ তেন্তে কাৰ?
মাটিৰ জীৱৰ নাই যদি তাত বাচি থকা অধিকাৰ?
মাটিৰ জীৱই মাটিৰে জীৱক হানি,
খুচি, চেপি, চুহি,
দানৱী ক্ষুধাৰ উৎপীড়নেৰে হাড়-ছাল ধাঁহি ধুঁহি,
নাৰকী মনৰ ক্লেদ তুলি তুলি
দ'ম গাঁথি তোলে যেয়ে,
বিধি-ব্যৱস্থা মতে লাভ কৰে
মাটি-ঘৰ হেনো সেয়ে?
দেখিছোঁতো যেন তাকে,—
মাটিৰ তেনুৱা জীৱেহে মাথোন
মাটি-ঘৰ কৰি থাকে।
সেয়ে যদি হয়,— নহ'বাতো মোৰ
মাটি-ঘৰ কৰি থকা,—
মাটিৰ জীৱৰ মাটিতে তেন্তে
মিলি য'ক দেহ-জঁকা।

যি থাকে থাকক পকী-বাহ
সাজি ক্লেদৰ খলক তুলি,
মাটিৰ জীৱৰ মান উদি কৰি
ভেকুৰা-ভেকুৰি ফুলি।

## যায় দেখোঁ যায় সকলো যায়!

আজি যায়, যায়, যায়, সকলোখিনি
দেখোঁ যায়, যায়।
বহুখিনি গৈ যিখিনি বাকী ৰ'ল,
সিওখিনি দেখোঁ যায় যায় –
তথাপি কিয় তোৰ চেতনা নাই?
সকলোখিনি দেখোঁ যায় যায়।

সাহিত্য-সংস্কৃতি, ভাষা, অৰ্থনীতি,
সকলো দেখোঁ আজি উটি যায়,—
তথাপি কিয় তোৰ তত্ চপ্পা নাই?
সকলোখিনি দেখোঁ যায় যায।

খেতি, মাটি-বাৰী, বাঙ্কি ধৰি কাঢ়ি,
সকলো লুটি দেখোঁ লৈ যায়,—
বুকু ধাকুৰি আয়ে কান্দে হায়! হায়
যায় সকলো দেখোঁ উটি যায়।

জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হ'ল দেখোঁ হায়! হায়!
কিহেৰে ৰাখিব জাতিক জীয়াই?
সকলোখিনি দেখোঁ যায় যায়।

## উদ্দীপনা

কৰ্ম্ম-বিমুখ এলেহুৱাৰে
ওকন্দনিত ভৰি থকা
ভেম-ভাণ্ডৰ আৱৰ্জনা,
কৰ্ম্মোদ্যমৰ দীপ্তি জ্বালি জ্বলাই দে—
জ্বলাই দে—

অসৎ, কুটিল প্ৰতাৰণাৰ
আস্ফালনত লুকাই ৰখা
দানৱতাৰ চকু-ৰঙা,
নিৰ্ভীকতাৰ তেজাল তাপত গলাই দে—
গলাই দে—

অন্তৰায়ৰ দুৰ্গ-প্ৰাচীৰ
অভ্ৰভেদী, ভীতিদায়ক,
দুৰ্জ্জয়, দুৰ্লঙ্ঘ্য নহ'ক,—
—আত্মনাশী পাপৰ শিবিৰ,
আত্মবলৰ অস্ত্ৰ মাৰি হলাই দে,—
হলাই দে,—

তোৰ সঙ্গীত-সাহিত্য, নৃত্য-গীতৰ
বিদ্যুৎ-উজ্জ্বল ভঙ্গী-ঠাটত,—
—প্ৰাণোদকুলীয়া অঙ্গবোৰত,
নতুন জীৱন, নৱোৎসাহৰ
প্ৰচণ্ডতম উদ্দীপনা চলাই দে,—
চলাই দে,—

বিৰাট আশাৰ বিজুলী-ছাটিৰ
চিৰিকিমিকি সৌ জ্বলে আগত,—
পৰ্ব্বত-ভৈয়াম, উজনি-নামনি
হোৱা একপ্ৰাণ এটা গোটত।

## সংশয়

যʼত স্বৰ্ণাসনত আজি আৰোহি
কালিতে বাগৰি পৰে,
আজিৰ মিছাই বুকু ফোন্দাই
কালি সঁচাৰূপ ধৰে,—
একোৰেই নাই স্থিৰতা যʼত,
তাত সত্যপ্ৰিয়তা, পবিত্ৰতাৰ মূল্য কʼত ?

যʼত দুৰ্নীতিয়েও সুনীতিৰ সাজ
পিন্ধি লাহৰি খেলে,
ৰমক-জমক ৰংপতা সানি
ফাঁকিৰ পোহাৰ মেলে,—
একোৰেই নাই স্থিৰতা যʼত,
তাত ভেম ভৰকৰ, মানাভিমানৰ মূল্য কʼত ?

যʼত পকী-প্ৰাসাদৰ গাঁথনিয়ে পতি
শোষিতৰ তেজ জ্বলে,
ছলনা গছত কোৱা-ভাতুৰীয়া
মনোমোহা ৰঙা ফলে,
একোৰেই নাই স্থিৰতা যʼত
তাত নিষ্কপটতা, সততা, সঁচাৰ মূল্য কʼত ?

## মই আছোঁ—মই আছোঁ

মই আছোঁ,—মই আছোঁ--মই আছোঁ,
মই আছোঁ,—
আছিলোঁ,—থাকিম চিৰকাল,—
মই আছোঁ,--মই আছোঁ,—
অব্যক্তৰ পোন-প্ৰথমৰ
ব্যক্ত-আকুল-বেদনা বৈ,
কত ৰূপৰেখা জ্বলি উৰি গʼল
একো উন্মাদিহু নোহোৱা হৈ,—
ভাঙি গুড়ি কৰা, গুড়িকেই গঢ়া
নিৰৱচ্ছিন্ন মন্থনৰ,
কত প্ৰচণ্ড ঘাত-সংঘাত সহি
লাখে-লাখ মন্বন্তৰ,—
মই আছো,—মই আছো,—মই আছো,
মই আছোঁ,—
অশেষ বিবৰ্ত্তনৰ ধুমুহা বুকু পাতি লৈ
আছো— মই আছো।

সৃষ্টি-স্থিতি প্ৰলয় বানৰ তাণ্ডৱ
কত উফৰি গʼল,—
মোৰ গৌৰৱ-দীপ্ত চিনাকি লেশমানো
তাত নষ্ট নহʼল,—
সত্য ত্ৰেতা-দ্বাপৰ-কলিৰ
চণ্ড-ভ্ৰুকুটি জয় কৰি,—
বিপুল বিক্ৰমেৰে সুউচ্চ শিৰ তুলি
জ্বলি ঠন ধৰি,—
মই আছোঁ— মই আছো,—
মই আছোঁ, মই আছোঁ,—
ভাৰতৰ পূব-প্ৰান্ত-ৰক্ষী আছোঁ,
—মই আছোঁ।

মই শুদ্ধ, মই বুদ্ধ, মই সত্য,
মই নিত্য,
অজস্ৰ জুমৰ স্নেহবাবে মোৰ স্বত্ব,—
চিত্ত, মোৰ

ধৰ্ম্মাৰণ্য, কামৰূপাসম, সৌমাৰ,
প্ৰাগ্‌জ্যোতিষপুৰ,
নানান খ্যাতিৰে যুগে যুগে কৰি
কাল-নিয়তিৰ দৰ্প চূৰ,—
মই আছোঁ,– মই আছোঁ,—
মই আছোঁ,—মই আছো,—
ভাৰত-মাতাৰ মুকুটৰ মণি আছোঁ,—
মই আছোঁ।

প্ৰহ্লাদ, নৰক, বলি, ভীষ্মক, ভাস্কৰ,
ভগদত্ত, বাণ,
ৰুদ্ৰ, লাচিত, জয়া, গদা, চিলা,
নৰ-নাৰায়ণ মহানপ্ৰাণ,–
শঙ্কৰ, সৰস্বতী, দামোদৰ, মাধৱ,
কন্দলি, পুৰুষোত্তম,
মোৰে পো-নাতিৰ জ্ঞান-বীৰত্ব
গৰিমাৰে হৈ অনন্নুপম,—
মই আছো,—মই আছো—মই আছো,—
মই আছো,—
ভাৰতৰ পূবাচল পৰিশোভি—
আছোঁ,—মই আছোঁ।

চণ্ডী বৰুৱা, হৰ-বীৰদত,
মণি পিয়লিৰ বুকুৰ জুই,
মোৰে বাটে-ঘাটে চোতালে-পথাৰে জ্বলে
অবিৰল আকাশ চুই,—
কুশল, মদন, দেৱী ভোগেশ্বৰী, কমলা,
গুৱনি কনকলতা,
বুকুৰ তপত তেজটুপি ঢালি
আনি দিলে মোৰ স্বাধীনতা,—

মই আছোঁ,—মই আছোঁ,– মই আছোঁ,—
মই আছোঁ,—
অতীত-বৰ্ত্তমান-ভৱিষ্যৎ জয় কৰি—
মই আছোঁ—মই আছোঁ।

মোৰ গিৰিমালা ভৰি অজন্তা-আলোৰ
আছে বা কিমানখন,
গৰ্ভত আছে কত মহেঞ্জোদাৰো-
হাৰাপ্পা অসাধাৰণ,—
বেদ, ভগৱদ্‌গীতা, ৰামায়ণ, কাব্য
পুৰাণ, মহাভাৰত,—
প্লাৱিত ইমান জয়-যশোগান দম্ভেৰে
কাৰ বিৰাজে ক'ত ?
সত্ৰ, ভাওনা, নৃত্য,প্ৰসঙ্গ, বৰগীত,
বিহু, দেহবিচাৰ,
নাম, ওজাপালি, কাৰ আছে ক'ত
এনে বিচিত্ৰ কলাৰ হাৰ ?
গাল-মুখভৰা নোদোকা ইমান
তেজ-ৰঙা ডেকা-গাভৰু কাৰ ?
যাৰ পৰশত সোণ-মুকুতাৰে ভৰি ভৰি
উঠে ভুঁই-পথাৰ।

কোনে কৰে আজি উপলুঙা মোক,
এনে দুৰন্ত সাহস কাৰ ?
শাশ্বত মোৰ স্থিতিৰ ভেটিটো টলাই
তুলিছে হাই-হুঁকাৰ ?
স্বাধীন-ভাৰত জয়গীতিকাত নাই
আজি মোৰ অমৰ নাম,
মৰ্য্যাদা মোৰ ক্ষুণ্ণ কৰিছে,—
বেদনা-জ্বালাত জ্বলিছে প্ৰাণ ?

স্বীকাৰ কৰিম মই কিয় তাক যেয়ে
কৰে মোক অস্বীকাৰ?
মোৰ শিৰ কিয় নত হ'ব তাত,
সত্যৰ য'ত নাই বিচাৰ?
তোল তোল মোৰ ব্যথিত ক্ষুব্ধ শিৰত
তেজৰ উতল তোল,
আত্ম-স্বত্ব থাপি তোল য'ত
মৰ্য্যাদা তোৰ ক্ষুণ্ণ হ'ল।

## মোৰেই হ'ব জয়

আজি-বিষম টনাটনি,—
একফালে মই অকলশৰে—
আনফালে সৌ কলুষ-ক্লেদৰ বিকট বিজয়-ধ্বনি,
আজি বিষম টনাটনি।

কলুষ ক্লেদৰ ঠাৰত চলে
দৈত্য দানৱ দল
মোৰ চকুলোত গগন গলে,—
—ধৰা প্লাৱিত হ'ল।

কোন বুৰে কোন ওপৰ উঠে
স্থিৰ হ'ব যে আজি,—
বিশ্বে শুনিব তধা লাগি কাৰ
জয়গীত উঠে বাজি।

সৃষ্টিৰ গতি চলে অবিৰাম
কলাকে ধিয়ান কৰি,
আমিও তাৰেই স্ফুৰণ একোটা
কলাৰে উঠিছোঁ গঢ়ি।

কিয় পিশাচৰ কদৰ্য্যতাই
ক্লেদেৰে বুৰায় তাক?
পূজে কিয় তাক কলাৰ মানৱে
বজাই বিজয় ঢাক?

সৃষ্টি-ধাৰাত ক্লেদ উঠে সঁচা
কলাক দিওঁতে গঢ়,
শিল্পীয়ে ক্লেদ ধুই-পখালিহে
কলা কৰে মনোহৰ।

শিল্পীয়ে যদি ক্লেদী চিত্তেৰে
কলা সৃষ্টিত ধৰে,
ক্লেদৰ গ্লানিত শিল্পীৰ স'তে
কলাৰো জীৱন মৰে।

সৃষ্টি-কলাৰ সুন্দৰতম
উৎস নিৰোধ কৰি,
কলুষ-ক্লেদেই ফুটি উঠে তাত
ভূত-প্ৰেত ৰূপ ধৰি।

সৃষ্টিৰ ধাৰা নিঃক্লেদী হৈ
যিমানেই আগ বাঢ়ে,
সিমানেই সি কলুষ-প্ৰেতক
ডিঙি চেপি চেপি মাৰে।

সুন্দৰৰেই সৃষ্টিত এনে
কলুষৰ উৎপাত—
সুন্দৰে নিজ ইঙ্গিতেৰেই
কৰিব নিপাত।

এই বিশ্বাস সত্য কেৱল
মোৰ হৃদয়ে কয়,
সেইবাবে এই টনাটনিত
মোৰেই হ'ব জয়।

## ৰহস্য-ধাৰ

অপ্রকাশৰ প্রকাশ-ভঙ্গী, সেয়েতো এই সৃষ্টি,—
অন্তবিহীন ছন্দ তুলি চলিছে তাৰ দৃষ্টি ;—
এক থিতিতে জীৱন মৰণ,
এক আঁকতে পূৰণ-হৰণ,—
একবিন্দুতেই অগণনৰ প্রকাশ-বিকাশ-লয়,
একাঙ্কতেই বিচিত্ৰতৰ ভাওনা অভিনয়।

একাকাশতেই ৰং-বেৰংৰ তৰাৰাজি জ্বলে,
এক নদীতে নানা ঠাটৰ কল-কল্লোল চলে,—
একত বহু, বহুত এক,
একে ৰূপত নানান ভেশ,
অব্যক্ত ই ৰহস্য-ধাৰ কোনফালেনো যায়,
কি প্রয়োজন পূৰণ কৰি কোনে কি সুখ পায় ?

## প্রয়োজনৰ ভগৱানেই পূর্ণ ভগৱান

প্রয়োজনৰ মুহূর্ত্তটোত পায় যি অকণমান,—
ভূচৰ-খেচৰ, জীৱ চৰাচৰ,
ধাতু উদ্ভিদ, পশু-পক্ষী-নৰ,
প্রত্যেকটো অণুকণাৰ
পাৰস্পৰিক তৃপ্তি পোৱাৰ
পাত্ৰটোৱেই তাৰ কাৰণে পূর্ণ ভগৱান—
সেইখিনিতে শেষ হয় তাৰ
জীয়াৰ অভিমান।

ক্ষুধাতুৰৰ অন্নমুঠিত তৃপ্তি যিটো জ্বলে,
তৃষ্ণাতুৰৰ পানীটুপিত স্বস্তি যিটো ফলে,
কামাতুৰৰ যৌন-যোগত,
ৰসাতুৰৰ ৰসৰ ভোগত,
প্রবৃত্তিৰ প্রচণ্ডতা হয় যি অৱসান, -
তাতেই ভাবে লাভ হ'ল তাৰ পূর্ণ-ভগৱান।

এটাক এটাত তৃপ্ত কৰাই সাময়িক সুখ দি,
ভিন্নবোধৰ ভিতৰেদি তাকেই চলাই নি,
ক্ষুধাৰ পাচত ক্ষুধা চৰাই,
তৃপ্তিত অতৃপ্তি জগাই,
খণ্ডতাৰে চলে যিটো ব্যাপক অভিযান,
তাতেই ভাবে লাভ হ'ল তাৰ পূর্ণ-ভগৱান।

এয়ে নেকি তেনেহলে পূৰাই পোৱাৰ পথ,—
তৃপ্তি-চৰাত জিৰাই জিৰাই চলাই জীৱন ৰথ,
অসীম-সীমৰ স্বাদ লৈ লৈ,
এটাটোকৈ পাৰ হৈ গৈ,
বিশ্ব-ব্যাপক মূর্ত্ত-লীলাৰ পৰিপ্লুতিত পৰা,
নিবিড় আত্মানন্দত গৈ ক্লান্তি বিলোপ কৰা ?

## মোৰ আনন্দময় অভিষেক

মোৰ অসীম অতল অন্ধকাৰৰ
দিশ হেৰোৱা ভুল মাৰি,
আকাশ জুৰি অলিল সোৱা
ৰঙা-হাঁহিৰ ফুলজাৰি।

উফৰে তাত কি অগণন
উত্তাল স্ফুলিঙ্গ জাক,
ছুঁচতত মোৰ স্তব্ধ নিমাত
কণ্ঠ ওঁঠৰ হেৰাল বাক্।

মেল খালে মোৰ বন্ধ দুৱাৰ,
মুকলি হ'ল হিয়াৰ-পাত,—
উঠিল জ্বলি অৰূপ ৰূপৰ
স্নিগ্ধ শীতল আলোক তাত।

সেই আলোকত দেখা পালোঁ
কেৱল চলাৰ বিধাট সোঁত,—
সীম-অসীমৰ ৰেখা মচি
আকাশ-পাতাল ওতপ্ৰোত।

ভাহিছে তাত অযুত-নিযুত
বিচিত্ৰতাৰ ডিম্বাকাৰ,
অণুই অণুই বিকাশ-লীলাৰ
ৰহস্যময় উৎসাধাৰ।

তন্ময় মোৰ হৃদয় মনৰ
অনুভূতিৰ গতি বেগ,
এয়েতো মোক পুৰাই পোৱাৰ
আনন্দময় অভিষেক ?

## মই বিপ্লৱী-মই তাণ্ডৱী

মই কাল-বিজয়ী বিপ্লৱী—
মই কাল-বিনাশী তাণ্ডৱী,—
আজি বিপ্লৱ তোলোঁ ক'ত ?
মই তাণ্ডৱ তোলোঁ ক'ত ?
সৃষ্টিৰ স্নায়ু ধুনাধুন কৰি উতলি
উঠিছে বিপ্লৱ মোৰ
উতলি উঠিছে বিপ্লৱ,—
ব্ৰহ্মাণ্ডৰ মেৰু প্ৰকম্পি দাপিছে
দাৰুণ তাণ্ডৱ মোৰ,
দাপিছে দাৰুণ তাণ্ডৱ।

নভো-মহানীল ছিৰাছিৰ কৰি,
প্ৰলয়-ভঙ্গী উঠে তাৰ চৰি,—
স্বৰ্গ-মৰ্ত্ত্য-ৰসাতল ৰেখা
মোহাৰি মুচৰি কৰি দিলে একাকাৰ,—
ক্ষিত্যপতেজ-মৰুৎ-ব্যোমৰ
নোহোৱা কৰিলে চিন চাব পাৰাপাৰ,—
কি পৰিণামেৰে ক্লান্তিত পৰি
ক'ত বা হয় সি ক্ষান্ত!
নাপাওঁ বিচাৰি পাত্ৰ আধাৰ
য'ত কৰো তাক শান্ত।

সৌৱা,—
বিলাসালসৰ ক্লেদী পৰশত
জীৱন-দীপ্ত কৰ্ম্মোল্লাসী পুলকোৎসৱ
ছন্দ পৰিছে ভাগি,
আত্মানন্দী সেৱা-হৰষত
গ্লানিৰ জটিল বেদনা জমিছে মত্ত-খকৰ
বজ্ৰ-আঁচোৰ লাগি,—
তাতে তোলোঁ নেকি তাণ্ডৱ মোৰ,
তাতে তোলোঁ নেকি বিপ্লৱ ?

আৰু চোন সৌৱা !—
কুহকী ৰূপৰ কূট মাধুৰীয়ে
পবিত্ৰতাৰ আজলী শিশুক উজটি খুৱায়
কৰে কেনে লটিঘটি,
প্ৰৱঞ্চনাৰ ধূৰ্ত্ত ফাকিয়ে
উৰ্দ্ধগামিনী প্ৰগতি-গতিক মাৰঘাত মাৰি
কৰি দিয়ে অধোগতি—
তাতে তোলো নেকি বিপ্লৱ মোৰ,
তাতে তোলো নেকি তাণ্ডৱ ?

আৰু সেইফালে,—
কয় লিখে এক, কৰে ধৰে আন,
লুটি-পুটি গায় শান্তিৰ গান,—
দুৰ্মদ যত অনীতি আচৰি তুলিকা বুলাই
দেখুৱায় মহা কৰি,
ভিতৰত পুহি দুষ্ট পিশাচ বাহিৰত আঁকে
মোহিনী কলাৰ ছবি--
তাতে তোলোঁ নেকি তাণ্ডৱ মোৰ,
তাতে তোলোঁ নেকি বিপ্লৱ ?

সৌৱাচোন আৰু,—
পদ-মৰ্য্যাদা-ক্ষমতাৰ খকে
মানৱীয়তাক গিলে ডিঙিলৈকে,—
আত্মাৰ ক্ষুধা ভৰিবে মোশাৰি
যৌন ক্ষুধাৰ পিশাচী ৰাপত মত্ত,
কৰ্ত্তব্যৰ গেড়ি তল কৰি
বলিয়া-চিঞৰি কেৱল দাবিৰ স্বত্ব,-
তাতে নেকি মোৰ তোলোঁ তাণ্ডৱ,
বিপ্লৱ তোলোঁ মোৰ ?

কোনফালে চাই কোনফালে লৰোঁ,
কোনটিক এৰি কোনটিক ধৰোঁ ?—
এটাক ধৰিলে আনফালে পুনু
ক্ষিপ্ত দাপোৰে উম্বেদ উঠি আহে,—
মোৰ লৰা-ঢপৰাৰ দুৰ্গতি চাই
বিদ্ৰূপ-বাণ হানি সকলোৱে হাঁহে ।

আৰু দেখোঁচোন ।—
প্ৰগতি, শিল্প-কলাৰ আঁৰত
লুকাই লালসাভৰা সাগৰত
কামনা-দানৱে ধুমুহা তুলিছে
উগাৰি তীব্ৰ তেজাল ক্লেদৰ ঢ'উ,
হাঁহিছে বিকট কলুষ সানি
কৰি বিষাক্ত জীৱন মাধুৰী ম'উ ।
তাতো তোলোঁ নেকি তাণ্ডৱ মোৰ,
তাতে তোলো নেকি বিপ্লৱ ?

ইকি ।
মোতেচোন দেখো সকলোবিলাকে,
উঠিছে, পৰিছে, খেলি ডাকে জাকে ।
বাহিৰত কিয় পৰিছে দৃষ্টি ?
ভিতৰতে দেখোঁ স্বৰ্গ নৰক মোৰ ।
সৃষ্টি, স্থিতি, প্ৰলয়, বিনাশ,
নিজতেই দেখোঁ ঘটিছে সকলোবোৰ ?

নিজক এৰি দি কিয় তেনেহলে,
আনলৈ চাই অভিযোগ চলে ?--
জনে জনে হলে ক্লেদাপসৰণ,
গোটেই জগত হ'ব সুবিমল শুদ্ধ,
উতলা ৰোষেৰে আনল'কে চাই
নৰব কাৰণ মৰিবলৈ হৈ ক্ৰুদ্ধ ।

তোল তেনেহলে, তোল তাণ্ডৱ,
বিৰাট বিপুল মহাবিপ্লৱ--
প্ৰথমে নিজৰ অহং-সিন্ধু মন্থন কৰি,
নাৰকী কলুষ-ক্লেদ
ধ্বংসি, বিনাশি, তোল জীৱনত পুণ্য-লহৰ
কৰি অহমিকা ছেদ ।

তাৰ লগে লগে সীম-অসীমৰ সংযোজনাৰ
সাফটো গচকি থচি,
নির্ম্মূল কৰ সৃষ্টি কলাক কলুষিত কৰি
নৰক যি আছে পঁচি।

যা-যা-সকলো গুচি যা—

যা-যা সকলো—আছিলি যি মোৰ গুচি যা
মোক এৰি আজি গুচি যা—

মোৰ ৰগা-নীলা ৰঙা পৰিকল্পনা,
পোৱা-নোপোৱাৰ হৰষ বেদনা,
তোৰা নোহোৱাৰ হিচাপ-পত্ৰ,
ধূলি-মলি জাহি জাবৰ যোত্ৰ,
জোকাৰি পেলালোঁ গুচি যা—

নাহিবি হুনাই মোৰ কাষলৈ,
নামাতোঁ পুনৰ বুকু ভাঙি বৈ,—
মোৰ সপোনত বোজা-বাধা হৈ,
নাহিবি আপচু অভিযোগ লৈ,—
নাভাঙিবি মোৰ সোণালী-সপোন,—
- নহব, তইঁত নহব আপোন,—
গুচি যা—সকলো গুচি যা—

মই অকলে কৰিম, অকলে ভাবিম,
অকলে নাজিম, অকলে বাচিম,—
মোৰ গীত মই অকলে বজাম,
মোৰ চিত মই অকলে ফুলাম,—
মোৰেই মোহিনী ফুল-পাত্ৰত
মোৰে সুৰা মই অকলে পিম,—
মোৰেই জীৱন ধূনি-মথি মই
অকলে মৰিম, অকলে জীম।

বুজিছো এতিয়া—অকলে মই—
আন কোনো নাই, মই হে মই;—
ময়ে মোক মাতি, ময়ে মোক পাতি,
ময়ে মোক ভাতি, ময়ে মোক ছাটি,
ময়ে মোক মোত ফুলাই তোলোঁ,—
ময়ে মোক গাই, ময়ে মোক বাই,
ময়ে মোক পাই, ময়ে মোক চাই,
ময়ে মোৰ বাট পোনাই চলোঁ।

ময়ে মোত সাজোঁ, ময়ে মোত বাজোঁ,
ময়ে মোত কাচো, ময়ে মোত নাচোঁ,
ময়ে মোৰ ৰূপ মুকলি কৰোঁ,
ময়ে মোৰ গান, ময়ে মোৰ তান,
ময়ে মোৰ মান, ময়ে মোৰ জান,
ময়ে মোৰ ৰাগ-ৰাগিণী ধৰোঁ,
ময়ে মোৰ তাল-লয়ত চৰোঁ।

ময়ে মোৰ কুল, ময়ে মোৰ তুল,
ময়ে মোৰ ভুল, ময়ে মোৰ হুল,
ময়ে মোৰ মূল, ময়ে মোৰ ফুল,
ময়ে মোৰ গোন্ধ বিলাই ফুৰোঁ,—

ময়ে মোৰ সঁচা, ময়ে মোৰ মিছা,
ময়ে মোক ৰচা, ময়ে মোক ৰচা,
ময়ে মোৰ মোক বিচাৰি ঘূৰোঁ।

ময়ে মোত জীওঁ, ময়ে মোত মৰোঁ,
ময়ে মোত থাপি মোকে পূজা কৰোঁ,
মোৰে পাত্ৰত মোকে মই মেলোঁ,
মোৰে পাছে পাছে ময়ে খেদি লৰোঁ,
ময়ে থাপ মাৰি মোকে মই ধৰোঁ,—
এৰি দি পুনৰ মোকে মই খেলোঁ।

ময়ে মোৰ দৰ্শন, ময়ে মোৰ বিজ্ঞান,
ময়ে মোৰ সত্য, ময়ে মোৰ তত্ত্ব,
ময়ে মোৰ কাব্য সাহিত্য,
ময়ে মোৰ সীম, অপাৰ, অসীম,
আদি অন্তহীন, নিবিড নীলিম,
ময়ে মোৰ শাশ্বত বিত্ত।

ময়েই চলাওঁ মই-ৰথ মোৰ মোৰেই বাটত
মোৰে পুৱাৰ,
মোৰে ইচ্ছাতে মোতে খলি গ'ল মোৰে অহা যোৱা
মোৰ দুৱাৰ।

মোৰে শূন্যত জ্বলিল মোৰেই চন্দ্ৰ-সূৰ্য্য-
তাৰকাৰাজি,
মোৰে পৰশত অগ্নি উগাৰি বজ্ৰ-বিজুলী
উঠিব গাজি,—
মোৰে ভ্ৰূকুটিতে গ্ৰহোপগ্ৰহৰ ঠেকাঠেকি লাগি
উৰিল ধূলি,
সেই ধূলিতেই মোৰে পৰশত নতুন সৃষ্টি
উঠিল ফুলি,—
এৰি দে গুচি যা— আপচু চোকোৰা-জাবৰৰ
বোজা অন্তৰায়,
মই মোক লৈ মোৰ মন আজি অজানা বিচাৰি
উধাই যায়।

## তিনিও একত্ত গাঁথা

অতীতৰ গাত আঁউজি চলিছে বৰ্ত্তমানৰ জয়োৎসৱ,
বৰ্ত্তমানৰ বুকুত বাজিছে ভৱিষ্যতৰ কাকলি-ৰৱ।
চলাৰ চলনে অতীতক টানি বৰ্ত্তমানত চৰাই ৰং,
পূৰণ-হৰণ, যোগ-বিয়োগেৰে নানা তৰহৰ
তুলিছে ঢং।

অতীতৰ সৌ কোনটো কোঠাত গুমৰি ফেকুৰি
লালসা কণ,
ৰূপে ৰসে পকি ৰ'ৰহীযা হৈ বৰ্ত্তমানত ধৰিছে ঠন।
যোৱাটোৰ পাটি উদি কৰি আহি আজিটোৰ
কোলা উপচি পৰে
আজিটোৰ কেচা ৰং সানি সানি কালিটোৰ ৰূপ
মুকলি কৰে।

যোৱাটোৰ চকু-ঠাৰতে ফুটিছে আজিটোৰ
বেচা-কিনাৰ জোখ,
আজিৰ বতৰে কালিটোৰ ঠাই থিৰ
কৰি দিয়ে দ নে ওখ।
এৰি অহাটোৰ দীঘ-বানি জুখি
আজিটোৱে শিপা বহাই লয়,
থিতি হোৱাটোৰ গতি-পৰিণাম
আহিব-ধৰাত বিলীন হয়।

যোৱাটোৰ গতি মতিৰ বেগতে থকাটোত
ফুটে চলাৰ সোঁত,
থকাটোৰ বেগে থিৰ কৰি দিয়ে অহাটো
চলিব কেনেকৈ ক'ত।
অতীত ক্ষুধাৰ অপূৰ্ণতাক
বৰ্ত্তমানে কৰে পূৰণ,
বৰ্ত্তমানৰ হীনডেটি লৈ ভৱিষ্যতৰ সংস্কৰণ।

অতীত, বৰ্ত্তমান, ভৱিষ্যত একেটি
সুঁতীৰে একেটি নৈ,
এটাই এটাৰ পাছ ধৰি আছে, আছিছে,
আছিব পুনৰ হৈ
অতীতৰ ঠেক ছিগি আহি পৰা
বৰ্ত্তমানৰ হাতত শইন,
বৰ্ত্তমানৰ ফলে থিৰ কৰে
ভৱিষ্যতৰ সু-কু-দিন।

## নাই জিৰণি—কেৱল চলি যোৱা

আৰু কিমান দূৰ আছে বাট,
আৰু কিমান দূৰ ?—
কেতিয়া মোৰ পৰিব এই
বঠা বোৱাৰ ওৰ ?
ফুটিল পুৱাৰ জুৰণিতেই
বঠা হাতত লওঁ,—
কিমান দুপৰ, সন্ধ্যা, নিশাৰ
চাকনৈয়া পাৰ হলোঁ—।
তথাপিতো বঠা বোৱাৰ
নহ'ল দেখোন শেষ ?
কোন অপাৰত নাও মেলিলোঁ
কাৰ বা কি আদেশ ?
বঠাৰ চাবে চাবে
তৰা, গ্ৰহ, উপগ্ৰহ,
কত উঠিল, পৰিল,
পুনু জাগিল অহৰহ।
ভাঙা-গঢ়াৰ ঢ'ৰাই ঢ'ৰাই
বঠা চলাই যাওঁ
উটা-বুৰাক সমান কৰি
কি জানো পাৰ পাওঁ।
বিপুল জাঁজিৰ বিপদ-ভেটাই
আগ আগচি ধৰে,
বঠাৰ চাবত উফৰি গৈ
পথ মুকলি কৰে।

যিমানেই নাও আগ-বাঢ়ি যায়
কেৱল অপাৰ পাৰ,—
নাই একো চিন সীমা-ৰেখাৰ
অসীম একাকাৰ,—
জিৰণি ক'ত ? নাই যে ৰেহাই,
কেৱল চলি যোৱা,
চলাৰ সুঁতীত জিৰণিহীন
চলাৰ বঠা বোৱা,—
এয়েতো মোৰ পুৰাই পোৱাৰ
বিৰামবিহীন পথ,
উঠা-পৰাৰ দোলাত তুলি
চলাই জীৱন ৰথ।
নিত্য-নতুন বিচিত্ৰতৰ
ফুলাই জীৱন-ফুল,
মচি মচি চলি যোৱা
সীমা-ৰেখাৰ ভুল।

## নিকাৰ নতুন সৃষ্টি গজক

কৱি। কৱিতা ৰচিবা ?—ৰচা তেনেহলে—
ঝঙ্কৃত কৰি ত্ৰিলোক-তন্ত্ৰী,
স্তম্ভি জগত যন্ত্ৰ-যন্ত্ৰী,
মৃতামৃতৰ বিধান মন্ত্ৰি,—
পৰাজিত কৰি ব্ৰহ্ম-নাদকো গাজক
তোমাৰ কৱিতা চলে,—

বিস্মিত হৈ শ্ৰান্তিত হাঁলি
থমকি চাওক পলানুপলে।

স্বৰ্গ-মৰ্ত্ত্য একাকাৰ হ'ক,
সিন্ধুত হিমগিৰি গলি য'ক,
তৰিতৰ বিভা জমি কোঁচ খ'ক,
ধ্বস্তি পৰক তলাতলহীন মহানীলখন থেকেচা খাই,
ধৰিত্ৰীখনো বাষ্পিত হৈ উৰি য'ক
তাৰ বেদনা গাই।

পাতালৰ শিপা উভৰি পৰক,
নিখিলৰ দেহা ধোৱাঁৰে ভৰক,
দশোদিশ জুৰি প্ৰলয় উৰক,--
অগ্নি-জিভাৰে চেলেকি চেলেকি চৰাচৰখন
কৰক ছাই,
কাল-মহাকালে প্ৰমাদ গণক
হিচাপ-পত্ৰ উজাৰি চাই,--

কিয় তাৰ নিকা সৃষ্টি পটত
ক্লেদ-কাজলৰ আপচু বান?
তাৰেই সৃষ্ট মানৱে বা কিয়
তৃপ্তিৰে কৰে তাৰেহে ধ্যান?

সঙ্কোচনাৰ সীমা ভাঙি কিয়
লাজৰ মূৰত লাঠি কোবাই,
সৃষ্টি-কলাৰ মহত্ত্বতাক,
কলুষ-সোঁতেৰে দিলে বুৰাই?
স্বচ্ছ অমল বিকাশ-উৎস মনোময় নিকা দাপোণখন,
ক'ৰ পৰা আহি উগ্ৰ ঘোলাই ক্লেদ তোলে
তাত ইমান ঘন?
অপৰিচ্ছন্ন, ধুঁৱলি-কুঁৱলি
স্পষ্ট স্থিৰতা একোটো নাই,--

চিৰন্তনাকুল জীৱন পথিকে
শান্তি লভিব কিৰূপ চাই?
লিখা যদি কৰি! লিখা, তাকে লিখা,
তাৰে ৰহস্য-কবিতা লিখা,
মাৰ্ত্তণ্ডকো পৰিম্লান কৰি
জ্বলক তোমাৰ কবিতা-শিখা।

লিখিলা বহুত, অযুত নিযুত,
একো সমিধান নোলাল নিখুঁত,
খুঁততেই খুঁতে ভেঙুচালি মাৰি
জগালে কেৱল কুটৰ কুট।
দিয়া, দিয়া কৰি! তাৰে সমিধান,
গোৱা, গোৱা কৰি! তাৰে জয় গান,
অখিল ভূতৰ ৰন্ধ্ৰে ৰন্ধ্ৰে উপচি উঠক
নিনাদ তাৰ,
সৃষ্টিৰ কলা কলুষিত কৰা,
মনো-জগতৰ স্বচ্ছতা হৰা,
মেৰুদণ্ডৰ সাফ সোলোকোৱা লঘু হ'ক
ক্লেদ-গ্লানিৰ ভাৰ।
হ'ক—সেই ক্ষণতেই নৱ-সৃষ্টিৰ পৰিকল্পনা অঙ্কুৰিত
দীঘলে-পুতলে তলাতল ভেদি হ'ক
স্বচ্ছতা বিচ্ছুৰিত
স্বচ্ছ হাঁহিৰ নিকা ফুল ফুলি
নিকাৰে গোন্ধ বিলাই য'ক,—
হৃদয়বোৰতো কাণে কাণে ভৰি
নিকা হাঁহিটোৰে বেদনা ৰ'ক।

সুখ-দুখ-শোক মানাভিমানতো
হাঁহি-কলাময় ফুলক ফুল,—
নিকা নিকা হাঁহি,—নিকা নিকা কলা,—
নিকাৰে ভৰক অকুল-কুল।

# উছৰ্গা

আমাৰ ৰাজনীতি, অৰ্থনীতি, সাহিত্য সংস্কৃতিৰ সকলো ক্ষেত্ৰতে দেওলিয়া নেতৃত্বৰ মনোবৃত্তিটোত চেতনা-চিন্তা-বুদ্ধিহীনতা, অদূৰদৰ্শিতা আৰু প্ৰকৃত দেশপ্ৰেমহীনতাৰ হীনাত্মিক জাহি ভাবৰৰ যি বিপুল দ'মটো স্তূপীকৃত হৈ বুৰ্গাৰ বাবেই,—(১) অসমীয়া ভাষাক অসমত ৰাজ্যিক-মৰ্য্যাদা দিয়া দাবি-আন্দোলনৰ ন্যায্যতা আৰু প্ৰয়োজনীয়তা বুজি পাবলৈকে, উপলব্ধি কৰিবলৈকে অক্ষম হোৱাত বা ইচ্ছা নকৰাত, বৰঞ্চ, সেই উচিত দাবি-আন্দোলন ব্যৰ্থকাৰী বিৰুদ্ধ অভিসন্ধিবোৰৰ ওচৰতেই আত্ম-সমৰ্পন কৰি আক্ৰমণকাৰীৰ ষড়যন্ত্ৰবোৰকেই সম্বৰ্দ্ধনা কৰি সামৰি লোৱাত, দাঙিব নোৱাৰা অভিশাপৰ পৰ্ব্বত এখন অসমৰ বুকুত সৃষ্টি হ'ল,—(২) অসমীয়াৰ ভাষিক, সাংস্কৃতিক, আৰ্থিক, সামাজিক, ৰাজনৈতিক ভৱিষ্যতত সৰ্ব্বনাশী অনিশ্চিত মহামাৰ জপিয়াই পৰি থপ খালে,—(৩) ঐতিহাসিক সত্য, আৰু যোৱা ২৮।১২।৫৭ তাৰিখে গুৱাহাটীৰ ৰাজহুৱা সভাত স্বয়ং প্ৰধান-মন্ত্ৰী শ্ৰীনেহেৰুৰ মুক্তকণ্ঠত স্বীকৃত হোৱা অসমৰ উমৈহতীয়া অসমীয়া ভাষাক খেলে-খেলে পৰস্পাৰিক ভাৱ-বিনিময়ক সাধাৰণ ভাষা বুলি ব্যৱহাৰ কৰা পৰ্ব্বতবাসী অসমীয়া নগা, আবৰ মিচমি, ডফলা, চিংফৌ, কুকি আদিক নেফা নাম দিয়া লৌহ-কজাৰ ভিতৰত সুমুৱাই লৈ ৰূপান্তৰ ঘটাই, ভৈয়ামৰ অসমীয়াৰ লগত চিৰ-বিচ্ছেদ কৰা নীতি প্ৰৱৰ্ত্তিত হ'ল,—(৪) অসমৰ কাছাৰলৈ অসমীয়া ভাষাৰ ছপা ফৰম এখন গ'লেও, অসমৰ ঘাইমন্ত্ৰী আৰু ৰাজহমন্ত্ৰীয়ে "আৰু কেতিয়াও অসমীয়া ছপা কোনো ফৰম কাছাৰলৈ নপঠাওঁ" বুলি আঠু কাটি ক্ষমা-প্ৰৰ্থনা কৰিবলগীয়া হ'ল,—(৫) কাছাৰৰ এম, এল, এ, আৰু কংগ্ৰেছী-মন্ত্ৰীয়ে প্ৰকাশ্যে অসম-এছেমব্লীত আৰু শিলচৰৰ ৰাজহুৱা সভাত—"কোনোদিন অসমীয়া ভাষাত ছপা হোৱা (চৰকাৰী বা বেচৰকাৰী) ফৰম-কাকত এখিলাও কাছাৰলৈ যাব নিদিম"– "কাছাৰলৈ যাতে কোনো অসমীয়াৰ সমাগম নহয় তালৈ তীব্ৰ দৃষ্টি ৰাখিম" – আদি কথাৰে বুকু ফুলাই ফুলাই অসমীয়াৰ প্ৰতি তীব্ৰ শত্ৰুতাৰ হিংস্ৰ হলাহল ঢালি দিলে, অথচ, অসমীয়ালৈ জাত-শত্ৰুতা পুহি এইবিলাক লোক ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহি অসমীয়াৰ বুকুত পিৰা পাৰি বহি লোৱা আৰু বাংলা ভাষাৰ ছপা (চৰকাৰী বা বেচৰকাৰী) ফৰম-পুথিবিলাক অবাঞ্ছিতভাৱে চলি থকা প্ৰশস্ত বাট মুকলি হৈয়ে পৰি থাকিল,—(৬) একেখন ঘৰৰ বুলিয়েই, অসমীয়াৰ সহৃদয়তাতেই পোহপাল গৈ থকা ট্ৰাইবেল নাম লোৱা কেইজনমানে "অসমীয়া গৱৰ্ণমেণ্ট" বুলি ইং ১৯৫৭ চনৰ ২০ অক্টোবৰৰ দিনা ছিলঙত ভাৰত-গৃহমন্ত্ৰী শ্ৰীপন্তৰ ওচৰত মেমো-ৰেণ্ডামেৰে অসমীয়াৰ প্ৰতি তীব্ৰ বিদ্বেষ-বিহ ঢালি ঘৃণনীয় অকৃতজ্ঞতাৰ চিনাকি দিবলৈকে মনলৈ লেশ

মাত্র লাজ-সঙ্কোচনাৰ বোধখিনিও নহা হ'ল,—(৭) পশ্চিম-বঙ্গ কংগ্ৰেছ-কমিটিয়ে ৰাজ্য পুনৰ্গঠন আয়োগৰ ওচৰত "অসমীয়াসকলৰ দেশপ্ৰেম (patriotism) নাই, গতিকে, গুৱালপাৰা জিলাখন পশ্চিম-বঙ্গৰ চামিল নকৰি অসমত ৰাখি থলে, অসমীয়াবিলাকে পৰৰাষ্ট্ৰৰ (পাকিস্থানৰ) আক্ৰমণৰ পৰা গুৱালপাৰা জিলাখন ৰক্ষা কৰিব নোৱাৰিব" বুলি মেমোৰেণ্ডামত উল্লেখ কৰিবলৈকেও সাহ পোৱা হ'ল (৮) বামুণ, কায়স্থ, কলিতা, আহোম, বড়ো-কছাৰী, মিৰি, মিকিৰ, লালুং কিছুমানে নিজক অসমীয়া আৰু অসমীয়া ভাষা-ভাষী বুলি পৰিচয় দিবলৈকেও লাজ অনুভৱ কৰা হ'ল,—(৯) অসমত চলা ৰেল, চাহ-বাগিছা, তেল কোম্পানী, টেলিগ্ৰাফ, ইন্সিওৰেন্স আদিত অসমীয়া বিতাড়ন-নীতি চলিয়েই থাকিল,—(১০) আমাৰ নিজৰ মগুহ এডোখৰেই অসমৰ বাহিৰত—"মই অসমীয়া নহওঁ, কনৌজীয়াহে"—আৰু "পূব ভাৰত অঞ্চলত বাংলা ভাষাহে ৰাষ্ট্ৰভাষা হ'ব লাগে"—বুলি ঘোষণা কৰি অসমীয়া ভাষা-সংস্কৃতি, তথা অসমীয়াৰ অস্তিত্ব চিনাকিৰ ব্ৰহ্মতালুতেই ফেটীয়ে খোটা দি খুটিবলৈ পৰ্য্যন্ত আগ বাঢ়িল,—সেই মলি-মামৰৰ দ'মটো আমাৰ মুখপাতৰ মনোবৃত্তিৰ পৰা নিষ্কাষণৰ আশা কৰি অসমীয়া ৰাইজলৈ এই "স্থাপন কৰ, স্থাপন কৰ" কৰিতাটো উছৰ্গা কৰা হ'ল। অসমীয়া ভাষাটোৱে অসমত ৰাজ্যিক মৰ্য্যাদা নোপোৱাৰ বাবে, তাৰ পৰিচয়টোৱেও মৰ্য্যাদা হেৰুৱাই আহিল,—পৰিচয়টো হেৰুৱাই অহাৰ লগে লগে, পৈতৃক ঘৰৰ পৰা সি তাৰ পৈতৃক অধিকাৰৰ পৰাও বঞ্চিত হৈ পৰিল। মুখপাতৰ দেওলীয়া মনোবৃত্তিৰ পৰা যদি এই মলিৰ দ'মটো নিষ্কাষিত হৈ নুঠে, তেন্তে অসমীয়াৰ অস্তিত্বটো অসমৰ বুকুৰ পৰা চিৰকাললৈকে লুপ্ত হ'ব, নাইবা পঙ্গু হৈ পৰিব। মলি-মামৰৰ দ'মটোৰ নিষ্কাষণেৰে আমাৰ মুখপাতৰ মনোবৃত্তিটো পৰিষ্কাৰ কৰি তাত চেতনা, বুদ্ধিমত্তাৰ, চিন্তাশীলতাৰ দেশ-প্ৰাণতাৰ স্বচ্ছ নিৰ্ম্মল ধাৰা বোৱাই তোলা দায়িত্ব সমূহ অসমীয়া ৰাইজৰ।

বিশেষকৈ, আমাৰ পৰ্ব্বত-ভৈয়ামৰ ঘৰুৱা বিবাদৰ বুজাবুজি ঘটোৱাৰ উদ্দেশ্যত আমাৰেই ক্ষমতাত অধিষ্ঠিত অতিপাত ক্ষমতা-খকুৱা দুৰাকাঙ্ক্ষী নেতাই অসমীয়া ৰাইজ আৰু অসম চৰকাৰৰ সম্মান হানি কৰি প্ৰকাশ্যে ভৰিত কপাল ঠুকাই, গৃহমন্ত্ৰী শ্ৰীপন্তৰ হতুৱাই, ৰাজ্য-পুনৰ্গঠন আয়োগৰ আগমনৰ সময়ত অবৈধ অনধিকাৰেৰে ওপৰত আহি পৰি গুৱালপাৰাক লৈ টনা-আজোৰা লগাই কুকীৰ্ত্তি অৰ্জ্জন কৰা পশ্চিমবঙ্গ কংগ্ৰেছ-কমিটিৰ সভাপতি শ্ৰীঅতুল্য ঘোষক অসমলৈ অনাই, নিজৰ ঘৰত ৰাখি, অসম চৰকাৰৰ আৰু অসমীয়া ৰাইজৰ, এনেকি স্বভুক্ত দলৰো কোনেও গম নোপোৱাকৈ প্ৰধানমন্ত্ৰী শ্ৰীনেহৰু, গৃহমন্ত্ৰী শ্ৰীপন্ত আৰু কংগ্ৰেছ প্ৰেছিডেণ্ট শ্ৰীধেবৰৰ ওচৰত অসম কংগ্ৰেছৰ দলপতি নিৰ্ব্বাচন আৰু মন্ত্ৰীসভা গঠন সম্বন্ধে তেওঁৰ (শ্ৰীঅতুল্য ঘোষৰ) চাৰ্টিফিকেট দাখিল কৰাৰ লগীয়া জাতীয় ধিক্কাৰ আৰু দুৰ্ভাগ্যৰ মুহূৰ্ত্তত সমূহ অসমীয়া ৰাইজৰ চেতনা জাগৰণ আৰু জাতীয় মৰ্য্যাদা আৰু অস্তিত্ব ৰক্ষাৰ অৰ্থে কৰা এই উছৰ্গা ব্যৰ্থ নহ'ব বুলি নিশ্চয়কৈ বিশ্বাস থাকিল। ইতি—

গুৱাহাটী—১-১-৫৮

**শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী।**

"নিখুঁত দেশপ্ৰেম আৰু জনগণপ্ৰেম বোলা নলী-গলী বন্ধু দুটা প্ৰশান্ত মহা-জলধিতকৈও দ আৰু বিশাল। জলচৰ, স্থলচৰ, খেচৰ সকলো সৰু-বৰ জীৱৰে সি আশ্ৰয়, আনন্দ আৰু জীৱনৰ স্থল। কিন্তু ব্যক্তীয় আৰু দলীয় স্বাৰ্থৰ জঘন্যতাই মলি জমাই তাক যেতিয়া তৰাং কৰি তোলে, তেতিয়া দেশ আৰু জনগণ, কোনো এটাৰেই তাত বস্তিবলৈকে ঠাই নোহোৱা হয়। তেতিয়া দুয়োটাৰে জীৱনত মৃত্যুৰ কঠোৰ থাপৰ পৰে। নিখুঁত দেশপ্ৰেম আৰু জনগণ-প্ৰেমৰ জীৱন্ত নিদৰ্শন শ্ৰীমন্ত শঙ্কৰদেৱ, বীৰশ্ৰেষ্ঠ লাচিত আদি তাৰ পাচৰ পৰাই অসমৰ মাটিত বদন-বৃক্ষৰ সংখ্যাই বেছিকৈ গজি উঠিল। কিন্তু কিয় ?"

—অম্বিকাগিৰী—

## স্থাপন কৰ, স্থাপন কৰ

( এই কবিতাটো এবছৰ এমাহ আগতে "ৰামধেনু" আৰু "অসমীয়াত" প্ৰকাশ হৈছিল। এতিয়া পুথিৰ আকাৰেৰে প্ৰকাশ কৰা হ'ল। কবিতাটোৱে অসমীয়া গণ-সমাজত সক্ৰিয় প্ৰভাৱ বৰ্ত্তালে আনন্দ পাম। —ৰচক )

তই স্থাপন কৰ, স্থাপন কৰ,—
তোৰ ভাৱৰ বাহন, জ্ঞানৰ বাহন,
ধৰ্ম্মাৰ্থকাম-মোক্ষ বাহন,
মাতৃভাষাৰ সোণৰ আসন,
স্থাপন কৰ,—স্থাপন কৰ,—

বিপুলোদ্যম উৎসাহেৰে
যুক্তিৰ অচল দৃঢ়তাৰে
পিতৃ-ভিঠাত মাতৃভাষাৰ
পতালভেদা পূৰ্ণাধিকাৰ
স্থাপন কৰ,—স্থাপন কৰ,—

এই অধিকাৰ হেৰুৱালে জীৱনটো তোৰ
পঙ্গু হ'ব,—
নিজ ঘৰতেই থুন্দা-চেপাই পুষ্টিৰ আশা ফেস্তি থব।
লুকাই আছে ইয়াতেই তোৰ
অৰ্থ-সংস্কৃতিৰ বল,
তাৰ বিহনে তোৰ জীৱনৰ
নৰব আন গতিৰ থল।
নিজ ৰাজ্যত সৰ্ব্বাঙ্গৰ হৃষ্ট-পুষ্ট ভাষাৰ তোৰ,
ৰাজ্যিক মৰ্য্যাদা হৰা হিংসা অভিসন্ধিবোৰ,
উৰি যোৱা ধূলিৰ দৰে নহয় যদি চূৰ্ণীকৃত,
নিজ ঘৰতেই নিজৰ দোষত নিজে হবি চূৰ্ণীকৃত।

তোৰ কৃষ্টি-কলা-শিল্প-শ্ৰম অৰ্থ সংহতি সাধন,
আহত হ'ব, ব্যাহত হ'ব, নিৰাশ হ'ব
পৰি পতন!
চৰকাৰী বা বে-চৰকাৰী,
কাম-কাজ-ঠিকা, বেপাৰ-চাকৰি,
সবলোতে তই অন্তৰায়ৰ বজ্ৰ-থেকেচা খাবি,
আনক এৰি দি ৰস-জীপ, তই শুকান
সিটাটো পাবি।

তোৰ যি ভাষাটোত অবিনশ্বৰ
আত্মাৰ তোৰ বিচিত্ৰতৰ
উথল-মাথল,
ৰস-উচ্ছল,
ৰূপ-হিল্লোল,
কল-কল্লোল,
উপচি পৰে—

তোৰ চোতাল তলিত, নদীৰ বালিত
ভুঁই-কেডৰাৰ শস্য-কলিত
তোৰ যি ভাষাই
ৰহণ চৰাই
জীৱন ফুলাই
জগত ভুলাই
পোখম ধৰে—

পিতৃ-ভিঠাত সেইটো ভাষাৰ
জন্মাধিকাৰ, স্বত্বাধিকাৰ
স্থাপন কৰ,—স্থাপন কৰ,—

নহলে তোৰ জীয়াই থকাৰ
নাই অধিকাৰ, নাই অধিকাৰ,
নাই, নাই আন গত্যন্তৰ।

এই ভাষাটোতে পৰিচয় তোৰ
তাক বাদ দিলে নাপাবি একো।
নিজ ঘৰতেই মৰ্য্যাদা তাৰ
নত হলে, তই হেৰাবি তাকো।

লগে লগে তোৰ উদ্যোগ শিখাও
লেৰেলি পৰিব জয়,
শেহান্তৰত পৰিণাম হ'ব
অস্তিত্ব তোৰ লয়।

তোৰ যি ভাষাত নিখিল ধিয়াই
মহানীল ভেদি উধাই উধাই
সোণৰ সপোন চেকুৰি চলে,
বিস্ময়, আনন্দাপ্লুতী
নিবিড় বিৰাট অনুভূতি
জগাই নতুন সত্য ফলে,

যি তোৰ ভাষাত সৃষ্টিধাৰাৰ
গুঢ় গুহ্য ৰহস্যাধাৰ
তৰপে তৰপে মুকলি হয়,
ক্রুৰ অশান্তি, বিৰোধ-বিবাদ,
একাত্মবোধ, একপ্ৰাণতাত
প্রেমালিঙ্গনে সামৰি লয়,

পিতৃ-ভিঠাত সেইটো ভাষাৰ
পূৰ্ণাধিকাৰ স্থাপন কৰ, স্থাপন কৰ,
নহলে তোৰ আত্ম ৰখাৰ
নাই সম্বল, নাই, নাই আন গত্যন্তৰ।

তোৰ যি ভাষাত হিয়া উদি কৰি,
লুটি খাই পৰে কৱিতা কুৱঁৰী,
হৃদয়ৰ মৰু সৰসীত কৰে
বেথা-বেদনাৰ ৰুক্ষতা হৰে,
জীৱন ৰসৰ প্ৰবাহ খুলি—

শঙ্কৰ মাধৱ প্ৰতিভা প্ৰভাত
সাহিত্য বিৰাট হ'ল প্ৰতিভাত,
নেদেখা-সুগুনা সৰগৰ সুধা—
দেখাদেখি চলা মৰতৰ সুধা—
মুঠ কৰি মথি লৱনু তুলি।

নিজৰ ঘৰত, মাতৃবুকুত—
এৰি দিলে তই এই অধিকাৰ,
সেই সাহিত্য সংস্কৃতি জুৰি
নিষ্প্ৰভতাৰ পৰিব মাৰ।

প্ৰেম-বিৰহৰ, আশা-নিৰাশাৰ,
সুখ-দুখ-শোক, বেথা-বেদনাৰ,
আৱেগানুভূতি উপলব্ধিৰ
সুধা গুঞ্জন
মধু নিক্কণ
মূৰ্চ্ছাত পৰি চেতনা হেৰাই
সমূলে নিভত হ'ব,
আনৰ প্ৰভাৱে আহি সেই ঠাই
অধিকাৰ কৰি লব।

তোৰ যি ভাষাত ডেকাৰ চকুত,
গাভৰু বুকুত
আৱেগ মাধুৰী শ্ৰৱণ ঝৰে
হেজাৰ দুখত, শোক-বেজাৰত
অন্ধকাৰত
শান্তিকণৰ পোহৰ পৰে,

যি ভাষাটোত পৰ্ব্বত-ভৈয়াম
পথাৰ-সমাৰ, নৈ, বিল, জুৰি
জনকাই বাজে একেটি গীত,

উশাহ-নিশাহ চলে অবিৰাম,
নাড়ীয়ে নাড়ীয়ে সিৰে সিৰে ঘূৰি
স্পন্দিত কৰি একেটি চিত ;—

ধাননি-বননি ঠন ধৰি থকা গাঁও-চুবুৰীৰ
দোৱানবোৰ,
মন্থিত হৈ অমৃত সানি গঢ় লৈ উঠিল
যি ভাষা তোৰ,—
জন্মভূমিত সেইটো ভাষাৰ
মাতৃদত্ত পুত্ৰাধিকাৰ
স্থাপন কৰ,—স্থাপন কৰ,—

নহলে তোৰ জীয়াই থকাৰ
নাই অধিকাৰ, নাই অধিকাৰ,
নাই অধিকাৰ, সঠিক ধৰ।

এই অধিকাৰ লুপ্ত হলে ঐতিহ্য তোৰ লুপ্ত হ'ব,
যম-গচকত ৰস-ৰূপ গৈ কেৱল শুকান জকাটো ৰ'ব।
জন্মস্বত্ব হেৰালে তোৰ আত্ম-বিকাশ বোধিত হ'ব,
আনৰ দন্ত-উপক্ৰমত ভাৱ জুৰিও স্তব্ধি ৰব।
নিজৰ ঘৰত এই অধিকাৰ হেৰুৱাই গ'লে তোৰ
প্ৰগতিত তই আগুৱাই যোৱা পথৰো পাবিব ওৰ।

বক্তা, কৱি, ৰচক, লিখক,
কাকত-চালক, পাঠ-প্ৰকাশক,
আৰ্থিক-সাংস্কৃতিক খেতত তেনেই উজাৰ যাব,
অসম্মানী জীৱনটো বৈ আনৰ শৰণ ল'ব।

তোৰ যি ভাষাত অজয়-অমৰ
শৰাইঘাটৰ বীৰ লাচিতৰ
বিপুল দাপৰ
সোণৰ আখৰ খোদিত আছে,

পঢ়ি মহাবাণী যিবোৰ কাহিনী
অস্থি-মজ্জা, স্নায়ু, সিৰ ছানি,
আত্মাভিমানী
তপত শোণিত উতলি নাচে,

মাতৃ কোলাত সেইটো ভাষাৰ
পিতৃদত্ত জন্মাধিকাৰ—
স্থাপন কৰ, স্থাপন কৰ,

নহলে তই জীয়াই থকাৰ
নাই অধিকাৰ, নাই অধিকাৰ,
নাই, নাই, আন গত্যন্তৰ।

যি নেতৃত্বত পিতৃ-ভিঠাৰ
মাতৃ-ভাষাৰ এই অধিকাৰ
সুস্থ-পুষ্ট নিখুঁত নিটোল ৰ'ব,—

তাকেইহে তই আকোৱালি ধৰ,
তাৰেইহে তই পাচে পাচে লৰ,—
তেহে জাতিটোৰ জীৱন ৰক্ষা হ'ব।

যি নেতৃত্বৰ দেশদ্ৰোহী জাতিদ্ৰোহী
জুৱাৰ খেলত—
জাতিৰ আত্মাক বিক্ৰী কৰি বেপাৰ
কৰা গুপুত মেলত,—

ধন, ঘৰ, ভেটি, দেশ, জাতি, ভাষা
আই অসমীৰ আশা-আকাংক্ষা
নিৰ্ম্মল কৰা ষড়যন্ত্ৰই
বহিলে বুকুত পীৰা পাৰি,—

সি নেতৃত্বৰ আমোল প্ৰভাৱ উৰুৱাই দে
জোকাৰ মাৰি।

---

উল্কা যি, সি উল্কাই,—বেদনাৰে হওক বা নিৰ্ব্বেদনাৰেই হওক। তাত জুই-ছাই ছুয়োটা থাকে। কিন্তু উত্তাপ দুয়োটাই বহন কৰে। যি প্ৰাণৱন্ত তাৰ গাত উত্তাপৰ চেঙা লাগিব,—যি অপ্ৰাণৱন্ত, তাকতো সকলোৱে খালা-নালা, বাট-ঘাট, সকলোতে দেখিয়েই আছোঁ।

লিখাবিলাক বিষয় আৰু সময়ৰ স্তৱকত সজাই দিয়া হোৱা নাই। উল্কা কোনো স্তৱক গাঁথি নপৰে। ভিতৰৰ শক্তি-উত্ত আৰু বাহিৰৰ বা-মাৰলীয়ে তাৰ গতি-স্থিতি নিৰ্ণয় কৰে। চিটিছিন হ'ই পৰি থকা লিখা-বিলাক বুটলি কোঁচাই যেনে-তেনেকৈ দিয়া হ'ল। প্ৰাণৱন্ত পাঠকসকলে তেওঁলোকৰ নিজ নিজ ৰসগত মনেৰে সজাই গোচাই অৱশ্যে পঢ়িব বুলি আশা কৰিছোঁ।

অনুগ্ৰহ কৰি পুথিখনৰ শেষ পৃষ্ঠাত দিয়া শুদ্ধিপত্ৰখন চাই পঢ়ে যেন।

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

# বেদনাৰ উল্কা

## কি কৱিতা লিখোঁ মই

কি কৱিতা লিখোঁ মই ?—
সান্ত্বনা লওঁ কাক কি ক'ই ?—
মোৰ—মুখৰ মাতত, পেটৰ ভাতত,
ওঁঠৰ হাঁহিত, চকুৰ পাহিত,
সোণ-মুঞ্জৰা পথাৰ-খেতিত,
প্ৰাণ গুঞ্জৰা ঘৰৰ ভেটিত,
বেচা-কিনাৰ বজাৰ-হাটত,
জীয়াৰ সমল শ্ৰমৰ ঘামত,
ফুট্‌ দি উঠিব খুজিছিল যিটো
কৱিতাৰ মৌ কলি,
নানান ৰঙীন ৰূপ-ৰসেৰে
ৰঞ্জি আমোলমলি :—
তাৰ—সুষমা মুকলি নৌ-হওঁতেই
সুৰভি-সঁফুৰা নৌ-খোলোঁতেই
চিৰাচিৰ কৰা ধুমুহা-দানৱে
পেলালে দগৰি দলি,—
মোৰ—উঠিল বুকুত দপদপকৈ হায় ! হায় !
জুই জ্বলি—

কি কৱিতা লিখোঁ মই ?—
সান্ত্বনা লওঁ কাক কি কই ?—
দাৰুণ জ্বলন চেৰাই যেনিবা
লিখিলোঁৱে কিবা কৱিতা বুলি,
তাক—থমেই বা ক'ত ? ল'বই বা কোনে ?
ক'তে বা ৰ'ব কি ঠেৰেৰে ফলি ?—

কৱিতা বসৰ আমেজত মজা
মজগুল জ্ঞানী যিসকল,
সিসকলে তাক নকব কৱিতা,—
ডাবি দিব বুলি দাবানল ;—
হয়,—দাবানল সঁচা জ্বলি'ছে বুকত
কলিজাটো পুৰি কৰি ছাই,—
উল্কা উজৰা জিভা মেলি তাৰ
কলৈ নিৰখি,—লকলকাই— লকলকাই—
উঃ কি জ্বলন !—জ্বলিছে কেৱল
প্ৰলয় উতলা শিখাৰে সি,—
—কাকে বা সুধিম, কোনে ক'ই দিব,
ৰক্ষাৰ আজি উপায় কি ?
নেদেখোঁ দেখোন খেৰ-কুটা একো
আলম বুলি বা ধৰিম ক'ত ?—
—মানৱাকৃতি চেঁচা শিলগুটি
দ'ম লাগি আছে,—জড়-ভৱত—
মোৰ বুকুতেই দেশৰ বুকুকো
একেগঁথা কৰি জ্বলিছে জুই,
নুমাওঁতা নাই,—নুমাওঁতা নাই—
দেশময় আছে নিচালে শুই,—
যাৰ দেশ-জাতি, ঘৰ-ভেটি-মাটি
সি যদি নাজাগে চেতনা ল'ই,
এই দাবানল নুমাবলৈ,—
দেশও জ্বলিব, জাতিও জ্বলিব,
চিন-চাব-নাম সকলো জ্বলিব,—

মৱো জ্বলি যাম ভস্ম হ'ই—
কি কৱিতা লিখোঁ মই ?
সান্ত্বনা লওঁ কাক কি ক'ই ?

( ১৯৬৪ এই চনৰ ২৩ মাৰ্চত গুৱাহাটী ৰেডিওত গোৱা। )

## কামেই জীৱন

কামেই ধৰ্ম্ম, কামেই জীৱন,
কামেই কৱিতা, শিল্প, কলা,
কাম বিহনে জীৱন-জেউতি
ৰস-ৰূপ-গোন্ধ-শূন্য,—সোলা।
কামৰ ফিৰিঙতিত যিটো
জ্বলে আলোক-শিখাৰ ঢ'উ,
জাতিষ্কাৰ হ'ই তাতহে জমে
জীৱন-জেউতি অমিয় ম'উ।
সৃষ্টিকৰ্ত্তা নিজেই কামত
ব্যস্ত থাকে বিৰাম নাই,—
সেইবাবে জোন তৰাৰ হাঁহিত
সুষমা ফুটে স্পৰ্শ পাই।
পখী-কণ্ঠত নদীৰ বুকত
বাজে ইমান মধুৰ গান—
নীলিমত হাঁহে মেঘ-লহৰী
ধৰাত আকুল প্ৰাণ

( এই কৱিতাটো শেৱালী কৰি বৰকাকতিৰ সেই সময়ৰ "কিয়" নামৰ কৱিতাটোৰ উত্তৰত লিখা হ'ইছিল। )

## কৰ্ম্ম-গীতিকা

এই গীতটো ইং ১৯৫৭ চনতে লিখা। ইং ১৯৫৮ চনত গুৱাহাটীত বিহু-পতাকা উত্তোলনত আৰু সেই চনতে গুৱাহাটী ৰেডিঅ' কেন্দ্ৰৰ ষ্টেছন ডাইৰেক্টৰ শ্ৰীনাটেছৰ পৰিচালনাত চুড্‌মাৰ্চন হলত অনুষ্ঠিত কৱি-সম্মিলনত গোৱা হ'ইছিল। আজি সমগ্ৰ পৃথিৱীত মাটি, পানী, বায়ু, আকাশ, আলোক, আন্ধাৰ লঙ্ঘি মানৱ জগতৰ প্ৰচণ্ড কৰ্ম্ম প্ৰৱাহ সৌৰ-জগত ধিয়াই আগবঢ়া বিজুলী গতিৰ মুখত জীৱনৰ সহাৰি দি আমাৰ স্বাধীন সত্তা ল'ই দেশত আমি জী থাকিবলৈ হলে, এই অসীমমুখী কৰ্ম্ম-প্ৰৱাহৰ সহযোগী হ'ই আমিও উদ্যমেৰে আগবাঢ়িব লাগিব। নহলে ইয়াৰ প্ৰচণ্ডতাৰ সংঘৰ্ষণত আমি পুৰি ছাই হ'ই শেষ হ'ম। দেশও যাব, জাতিও যাব। এই কৰ্ম্ম-তত্ত্ব দেশবাসীৰ মনত সক্ৰিয়তাৰে উপলব্ধি কৰোৱাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি ইয়াক পুথিৰ আকাৰত প্ৰকাশ কৰা হ'ল। ইয়াৰ আগতে 'মণিদীপ'ত প্ৰকাশ হ'ইছে।

গীতটোৰ সুৰটোও কৰ্ম্মমুখী। কোনোবা কৃতী সুৰ-শিল্পীয়ে ইয়াক আয়ত্ত কৰি ৰাইজক পৰিৱেশন কৰিবলৈ আগবাঢ়িলে কৃতাৰ্থ হম। —ৰচক।

কৰ কৰ কাম, ধৰ ধৰ কাম,—কেৱল কাম
কেৱল কাম,—
কামৰ সোঁতত ৰাখ নিমগন দেহ-মন-প্ৰাণ
অবিৰাম,—
সোণ-সোৱাদত ভৰাই তেহে
শুকান হাড়াল মনে-দেহে
জীৱন-ৰসৰ প্ৰাচুৰ্য্যেৰে হ'ই উঠিবি শক্তিমান,
দৈন্যতা-দাৰিদ্ৰ্য নাশি দেশ হ'ব সুখ শান্তিধাম,—
শুকানখিনি জীপাল হ'ব, জী উঠিব মৰা-হাড়,
অমৃত-ৰস ভৰি পৰি জীৱন হ'ব জাতিষ্কাৰ,—
কৰ কৰ কৰ, কেৱল কাম,
দেশ কৰি তোল শক্তিধাম।

তোল তোল তোল উজ্জ্বলি তোল,
কেৱল কামৰ হুলস্থুল,
জড়তাৰ তোৰ কৰাল ফালি উঠক
ফুলি জীৱন-ফুল—
জীৱন-ফুলৰ পাহে পাহে অশেষ পৰিকল্পনাৰ
জয়-সৌৰভ মুঞ্জৰি ৰ'ক ৰঞ্জি জীয়াৰ চতুষ্পাৰ—
কৰ কৰ কাম, ধন ধৰ কাম, কেৱল কাম,
কেৱল কাম
দেশক সোণৰ ফুল-ফলেৰে সজাই হ'
তই ধন্যৱান—
কেৱল কাম, কেৱল কাম,—
নাই জিৰণি নাই বিৰাম।
মানৱতাক পিষ্ট কৰা দাসত্বটোৰ পাপৰ ভৰ
ওফৰাই দি স্বাধীন হলোঁ নিজে চলাম নিজৰ ঘৰ,—
মানৱতাৰ পূৰ্ণ বিকাশ ঘটাম আমি আমাতেই,
ত্ৰিলোক জুৰি প্লাৱন তুলিম মানৱীয়
জেউতিৰেই,—
কাম কৰ কৰ, কাম ধৰ ধৰ, কেৱল কাম,
কেৱল কাম—
কেৱল কামত প্ৰাণ ঢালি দে—
অবিৰাম অবিশ্ৰাম,—
কেৱল কাম, কেৱল কাম,
নাই জিৰণি, নাই বিৰাম।
পৰ-পীড়নত উন্মত্ত-তেজৰ স্বাধীন-চলন মূৰ্চ্ছা গ'ই
অলস জঠৰতাত পৰি আছিল জীৱন পঙ্গু হ'ই,—
কৰ্ম্ম-কুশল ঐক্য-বলত পঙ্গুতা
সেই আতুঁৰ হ'ল,
সিৰে সিৰে ব'ইছে আমাৰ স্বাধীন
তেজৰ তপত-ধল,—
পৰি মৰি, মৰি উঠি, জীৱন-মৰণ পণ কৰি,
মৰামুৰা দেশখনি তোৰ নন্দন-বদন
কৰ গটি
কামত ধৰ কামত ধৰ—
জীৱনটো তোৰ সফল কৰ।
ৰক্ত-শোষক দানৱ-দলৰ তিক্ত-পীড়ন প্ৰাণান্তিক,
অন্ত পৰিল,—তোল গটি তোল জন্মভূমি স্বৰ্গাধিক,
কামৰ আনন্দতেই হ' তই আত্মহাৰা উল্লাসিত,
তাতহে জীৱন দেশৰ স'তে হ'ই
উঠিব সুখস্ফীত,—
ক্লেদ-জঞ্জাল উটি যাব জীৱন হ'ব সুধাৰ ফুল
তুলুং চৈওত ভাহি ফুৰা ধাতু হ'ব
গভীৰ-মূল,—
কামত ধৰ কামত ধৰ
জীৱনটো তোৰ মধুৰ কৰ!
এটাৰ পাছত আনটো ধৰি ফাঁকখিনিতে জিৰাই ল',
কামান্তৰত ভাগৰ মাৰি নতুন কামত সৱল হ',—
নিদ্ৰাবাদে সময়খিনিত থাক
কামতেই ওতপ্ৰোত,
কামৰ গতিত যতি পেলাই নোঘোলাবি
কৰ্ম্ম-সোঁত,—
কামেই জীৱন, কামেই স্বৰ্গ, কামেই শান্তি,
কামেই সুখ,
কৰি তোল তোৰ জীৱন-গতি কঠোৰ
অমোঘ কৰ্ম্মমুখ,—
এলাহ এৰি কামত ধৰ
শান্তি-সুখৰ জীৱন কৰ।
এলাহ-লেপা হ'ই নেতাজন লাহ-বিলাহত
হেলান দি,
দুৰ্নীত-শোষক হোৱাত বাদে দেশক নো
আন দিবি কি?—

হাতে-পিঠে কাম কৰ কৰ, কেৱল কাম,
কেৱল কাম,
কৰ সাৰুৱা দেশখনি তোৰ মাটিত
পেলাই বুকুৰ ঘাম,—
কৰ্ম্ম-ব্ৰতত জন্ম যে তোৰ, তাক
এৰিবৰ উপায় ক'ত ?
জীৱন গছৰ আঁহে আঁহে ব'ইছে
কেৱল কৰ্ম্ম-সোঁত,—
কাম কৰ কৰ, কেৱল কাম
মাটিত পেলাই বুকুৰ ঘাম।
কৰ্ম্ম-ভীৰুৰ কথাৰ বাজীত সত্য নহয় উদ্ঘাটিত,
নোখোলে দূৰদৃষ্টি,— নহয় সৃষ্টি নতুন উন্মেষিত,—
কৰ্ম্মতেহে সত্যময়ৰ ৰূপ-ৰচনা সিদ্ধ হয়,
অন্ধ-অমাৰ আকাশ ফালি সত্য-জ্ঞানৰ
জ্বলে জয়,—
কৰ কৰ কাম, ধৰ ধৰ কাম, জীৱনটো
তোৰ সত্য হ'ক,
সত্যৰ সোঁত কলকলকৈ জীৱন-নদী
ভৰাই ব'ক,—
কৰ কৰ কাম, ধৰ ধৰ কাম,
অবিৰাম, অবিশ্ৰাম।
জীৱনৰ ডিঙ্গ পঁচাই নিয়া কৰ্ম্ম-কাতৰ চুষ্টিমি ?
ভাৱ-বিলাসী ধোদ-সোৰোপা লিখক-কবিৰ ভণ্ডামি,
কামৰ নামত জুৱাচুৰি, ফাঁকিদাৰি, চণ্ডামি,
কৰ্ত্তব্যৰ আদেশ এৰা দায়িত্বহীন মূৰ্খামি,—
ধূলি-ধোৱা হ'ই উৰি য'ক, কামত ধৰ
কামত ধৰ,
কাম-বিজুলী-শিখা জ্বলাই গ্লানিৰ
জাবৰ ভস্ম কৰ,—
কেৱল কাম, কেৱল কাম,
নাই জিৰণি, নাই বিৰাম, —
আত্মৰক্ষা-দেশৰক্ষাৰ যি ডাক পৰে সম্মুখত
সেই ডাকতেই জাঁপ দি পৰি হ'ই পৰ কৰ্ত্তব্য ৰত,—
যি কামতেই মানৱতাৰ মুক্ত বিকাশ শুভ্ৰ হয়,
যি শ্ৰমতেই মৰুৰ বুকত জীৱন-ৰসৰ স্ৰৱণ বয়,
যি সেৱাতেই মুমূৰ্ষতাত প্ৰাণ-কল্লোল উচ্ছলিত
সেই কাম-শ্ৰম—সেই সেৱাতেই হ'ই পৰ
তই উল্লাসিত,
কামত ধৰ শ্ৰমত ধৰ,
সেৱাৰ জীৱন মহৎ কৰ,
গ'ল চিটিকি পেনাই গোৱা গীত-কৱিতাৰ গলা যুগ,
থিয়া-থি হ'ল বিৰাট আশাৰ তেজ-তলমল
কৰ্ম্ম-মুখ, —
সৃষ্টি নাচে নতুন ঠেওত ব াই-ৰণাই কৰ্ম্ম-ঢোল,
জঠৰতাৰ কপাল এৰাই নিকা হবৰ
সময় হ'ল,—
কথাই কামে এক হ'ই তই কামত ধৰ,
শ্ৰমত ধৰ,
কৰ্ম্ম-বিজয়-শঙ্খ বজাই জীৱনটো তোৰ
নতুন কৰ ,—
এলাহ এৰি কামত ধৰ,
জীৱনটো তাৰ বিৰাট কৰ।
অলসতাই যোগায় কেৱল দুখ-দাৰিদ্ৰ্য নৰক ভোগ,
স্বাস্থ্য-ধনত বিহ ঢালি দি দেহত জমায়
নানান ৰোগ,
হিয়া-মন-প্ৰাণ চাটি পৰে ধ্বংসকাৰী অভিশাপ,
দুৰ্নীতি-দুখ-কলুষ-ক্লেদ ব্যাভিচাৰৰ দানৱ দাপ,—
শ্ৰম-বিলাসী শ্ৰমৰ সেৱক ল' শুই শুধ
শ্ৰমিক নাম,
ক্লান্তি-বিহীন উদ্যমেৰে দেশ

কৰি তোল কৰ্ম্ম-ধাম,—
কামত ধৰ, কামত ধৰ
জীৱনটো তোৰ অমৰ কৰ।
এনেলহুৱাই নিজ মৃত্যু চাপি অহাৰ নাপায় গম,
তিলতিলকৈ আত্মহত্যা কৰি হয় সি পম্বাধম ;—
কাম-হাফৰত জ্বলি গলি অজয়-অমৰ
আকাৰ ল'
কাম-হাতুৰিৰ কোবত ফুটি জীয়াৰ পণত
অটল ৰ', -
দেশৰ দোহাই,—নলবি তই
আত্মহত্যা ঘৃণিত নাম,
কৰ্ত্তব্যতে লীন হ'ই কৰ জীৱনটো
তোৰ পুণ্যকাম,—
কামত ধৰ, কামত ধৰ,
জীৱনটো তোৰ বিশাল কৰ।
দেখা নাই সৌৱা। মহা-শূন্যত
জঁপ দি পৰিল মানৱদল,
অসীম কলাৰ মূল খুচৰি
তৃপ্তিৰ জ্ঞান-কৌতূহল,—
তন্ন-তন্ন কৰি বিচাৰিব সৃষ্টি-কলাৰ
অতল তল,
সকল জগত জিনি গুঞ্জৰিব
মহা মানৱৰ কাকলিকল,—
কৰ্ম্ম-শালীত পাণ্ডুপাত হ'ই তইও হ'
তাৰ সঙ্গী ভাই।—
তাৰ বাহিৰে মহৎ হোৱাৰ
আন সম্বল একো নাই,—
কৰ কৰ কাম, ধৰ ধৰ কাম,
নাই জিৰণি, নাই বিৰাম।
সৃষ্টি-পতিয়ে ৰাগৰ সজালে লৰ মানৱে
নতুন-ৰূপ,
নতুন পোহৰ, নতুন সুষমা অজিব বিদাৰি
অন্ধকূপ,—
মানৱৰ এই ৰূপ-সজনিৰ কৰ্ম্মশালাৰ
হ' হাতিয়াৰ,
কৰ্ম্ম-প্লাৱিত হিল্লোল তুলি ওপচাই দে
পৃথিৱী পাৰ,—
শ্ৰম নকৰি আনক চুহি তেলাল
সোৱাৰ গ্লানি ল'ই,
ফেন্তা কথাৰ সিটা চোবাই মন মুহিবি
কাক কি ক'ই?
কামত ধৰ, কামত ধৰ,
জীৱন-গতি অসীম কৰ।
দেখা নাই সৌ গাত-সেপেটা শত্ৰু-কৈটীৰ
হিংসা-হান,
* সুদৰৰ সৌ বন্ধু-ৰূপীয়ে যোগায়
প্ৰলয়-অগ্নিবান,—
এই মহাকাল সন্ধি ক্ষণত এলেহুৱা
হ'ই থাকিলে তই,
জীৱন-স্তম্ভ গঢ়া স্বাধীনতা যি লভিলি
সিও পৰিব জঁয়,
কৰ কৰ কাম, ধৰ ধৰ কাম, অবিৰাম
অবিশ্ৰাম -
ক্লান্তিবিহীন শ্ৰম-ধনেৰে দেশ কৰি
তোল অজয়-ধাম, -
কেৱল শ্ৰম, কেৱল কাম,
দেশ কৰি তোল অজয়-ধাম।
কৰ্ম্মেৰেহে ঘটিব তোৰ বিৰাট ঐক্য সংগঠন,
জীৱন জগাই ব'ই থাকিব শক্তি-সৰল প্ৰস্ৰৱণ,—

* এই সময়তেই পাকিস্থানে আমেৰিকাৰ পৰা আধুনিক যুদ্ধাস্ত্ৰবোৰ ভাৰতৰ বিৰুদ্ধে সংগ্ৰহ কৰিছিল।

তাৰেইহে তই উটাই দিব পাৰিবি
তোৰ শত্ৰুদল,
নিশ্চিন্ত নিৰ্বিঘ্নতাৰে ভোগ কৰিবি মুক্তি ফল,
জনমভূমিত বৰ্ত্তিব তোৰ নিৰ্বিৰোধী
অধিকাৰ,
দুৰ্ব্বলতাৰ কলঙ্কবোৰ ধুই নিব
ব'ই স্ফটিকধাৰ,
কৰ কৰ কাম, ধৰ ধৰ কাম
দেশ কৰি তোল অমৰধাম।

## অসমীয়া দেখোঁ এজনো নাই

চেপা, ঢকা-গতা, টনা ধোঁৱা খাই কান্দে
ধাকুৰি অসমী-আই,
জিত কৰে কোনে? আইৰ বুকুত
অসমীয়া দেখোঁ এজনো নাই।

আছে—উজনি নামনি, শিৱসাগৰীয়া, নগঞা,
ডিব্ৰুগড়ীয়া,
দৰঙীয়া, কামৰূপীয়া, গুৱালপাৰীয়া,
জকাইচুকীয়া,

গুৱালকুছীয়া, তেজপুৰীয়া,
লখীমপুৰীয়া, গোলাঘাটীয়া
উত্তৰপাৰীয়া, দক্ষিণপাৰীয়া,
পলাশবাৰীয়া, যোৰহাটীয়া,
বৰপেটীয়া, নলবাৰীয়া,—কত কছুমৰ
"ঈয়া"—
মাতৃভূমি ৰক্ষক হায়।
নাই কণাকড়ি অসমীয়া।

আছে—বামুণ-শূদিৰ, আহোম-চুটিয়া, নগা, গাড়ো,
মিৰি, কছাৰি-কোছ,
কেওট-কলিতা, মিকিৰ-খাছিয়া,
এটালৈ এটাৰ হিংসা খোঁচ,—
ভৱিষ্যতে খিল মাৰি থ'ই,
নিজে নিজে চকু কাঢ়ি কণা হ'ই,
কোনে কাক মাৰি নিজে বৰ্ত্তিব
চুকে-কোণে তাৰে ফুছ-ফোচ;
আছে চলিহা, ফুকন, চৌধুৰী, মেধি, দাস,
ভাগৱতী বৰদলৈ,
ডেকা, বৰা, বৰ কটকি-কাকতি,
ফোপোলা-বজোৱা ফুছ-হিলৈ,—
নিজৰ দেশক নিজৰ জাতিক
নুবুজা জড়তা আত্মঘাতিক,—
ক্ষমতা লাভৰ থকতে মত্ত মাতৃৰ
কোনে চাব বিলৈ?
আছে গোহাঁই, ভট্ট, শৰ্ম্মা, বৰ্ম্মা, গগৈ,
গোহাঁই বৰুৱা,
দুৱৰা, তালুকদাৰ, লস্কৰ, দত্ত,
তামুলী, ৰাজখোৱা,
নাথ, বৰবৰা, বৰবৰুৱা,
কিমান উপাধি অন্ত নোপোৱা,
সকলোটি আছে, কিন্তু নাই—
নাই অসমী-সেৱক অসমীয়া।

আছে—ব্ৰহ্ম, চাংমা, ৰয়, পেগু, বসুমাতাৰি,
নাৰ্জাৰি, ইংটি,
মাতৃক বধি মাওৰাটো হ'ই চুঙাত
সোমোৱা ভেমটি,—
আনৰ প্ৰভাৱ অধীনতা ল'কে
নি আছে নমাই পলকে-পলকে,

একে সাঙোৰতে পৰ্ব্বত-ভৈয়াম
অসহযোগৰ স্থান দি ;—
আছে চাজৰিকা, বেজ-বুজৰ বৰুৱা, ভঁৰালী,
ভূইঞা, শইকীয়া,
মহীয়া-পখীয়া-এঘাৰদিনীয়া, মহাপুৰুষীয়া,
দামোদৰীয়া,—
ই গাঁওৰ পৰা সি গাঁও চেৰাই
বিৰোধ চলেৰে সমাজ উটাই
চলিছে ক্ষিপ্ত খোজেৰে ঐক্য চিন-চাব
কৰি নাইকিয়া,—
হায়! হায়! হায়! অসমী-সেৱক নাই
যে এজনো অসমীয়া।

নাই লেশমানো এঠাৰ লেপেট
কোনো কাৰো স'তে নহয় মিল,
ভাগি-ছিগি গ'ই ছিন-ভিন হ'ই
কিলৰ পিঠিত খাইছে কিল,—
মাতৃৰ কোনে দুৰ্দ্দশা চাব নিজেই মৰিছে
নিজকে খাই,
তিলতিলকৈ নাই-মুই হ'ই গ'ই আছে তত
তথাপি নাই,—
নেতাৰ বেদীত দলীয় দাপৰ
উন্মাদনাত ধৰিছে ফাপৰ,
পাছ-দুৱাৰেদি ভোটৰ হাটত দেশ-বিক্ৰীৰ খলকনি,
আগ-চোতালত কোৱাৰি বিদৰা আইডোল'জীৰ
কাকধ্বনি,—
তেলপেৰা দৰে প্ৰগতি-পেৰাত পেৰপেৰকৈ
আছে ওলাই
বাট-ঘাট-হাট, পদূলি-পথাৰ ভৰাই
কেৱল ঠেঙা হাৱাই,—
কলাৰ নামত, সহাভিনয়ত,
চিনেমা হলত, চুৰত মুখত,
ছোৱালী নাচত মন-প্ৰাণ ৰত,—
মাতৃৰ দুখ মোচন কৰাৰ লেশমানো তাত
ৰহণ নাই,—
হায়! হায়! হায়! অসমী-আইৰ ৰক্ষক
আজি এজনো নাই।

(ইং ১৯৪৯ চনত লিখা। 'ৰামধেনু'ত প্ৰকাশ।)

## ধৰ, টানি ধৰ স্বাধীন যে তই পোন কৰি তুলি ৰক্ষা কৰ

হেৰ, জড়তা-পিষ্ট চিন্তা বুদ্ধি-তত বিবেচনাহীন,
দুৰ্ভাগা, অদূৰদৰ্শী অসমীয়া!
তোৰ, জনমভূমিত তোৰ সঁচ মৰি শ্মশানখন যে
গঢ়িব ধৰিছে,—তাৰ হুঁচ কিয় নাইকিয়া?
তই, স্বাধীনতা পালি, বাহু দাঙি দাঙি, ডিঙি
ফালি ফালি কতনো ভঙ্গী দেখুৱাই তাৰ গীত গালি
কিন্তু, তোৰ জীৱনত স্বাধীন হোৱাৰ পূণ্য পুৱাৰ
আনন্দকৰ জীয়াৰ পোহৰ কি পালি?
পৰাধানতাত নিপীড়িত জীৱে স্বাধীনতা লভে
নৱোদ্যমেৰে নতুন জীৱন গঢ়িবলৈ,—
তই দেখোঁ হায়! ভাঙি-ছিঙি গ'ই পঙ্গু
খোজেৰে আগহে বাঢ়িছ মৃত্যুৰ থলী
শ্মশানলৈ?
দায় দিবি কাক? অভিযোগ আছে কাৰ
ওপৰত? চেতনা-দৃষ্টি সমূলি হেৰালি
নেকি তই?
নিতে ঘটি আছে চকুৰ আগতে,—দেখিও

নেদেখি বুজিও নুবুজি,— ভেবা লাগি
আছ থিয় হ'ই।
দেখা নাই '—তই জী থকা ভেটিটো তোৰ
স্থিতি স'তে ধ্বংসৰ ফালে হালিছে
কিদৰে,--নিঃসহায় ?—
তোৰ আত্মিক, মানসিক, দৈহিক, ৰং-ৰূপ-ৰসো
আনৰ হোপনি-যন্ত্ৰত পৰি শুহি যায় ?
ধৰ টানি ধৰ,—সোৰোপালি এৰ,—
জী থকাৰ ফালে
পোনাই দি তাক ৰক্ষা কৰ—
ৰক্ষা কৰ—
স্বাধীন হোৱাৰ চেতনা-তেজেৰে
গাঁও-ভুই জুৰি
চহৰে-নগৰে বজ্ৰগোট হ'ই দৃঢ়তৰ ?
তয়েই কেৱল তয়েই কেৱল, তোৰ
দেশ-জাতি ৰক্ষা কৰোতা
—আন কোনো আৰু নাই—নাই—
জনম-ভূমিত আলু উঠি যে তই উচ্ছন হবি
—ভাব যদি তোক ৰক্ষিব
আন কোনোবাই—

ইং ১৯৫৯ চনত ৰচনা কৰা আৰু সেই চনৰে 'অসম বাণী'ৰ স্বাধীনতা সংখ্যাত প্ৰকাশ হোৱা।)

## মানুহ হ'—মানুহ হ'—

মানুহ হ'—মানুহ হ'—
কথাই-কামে, চিন্তা-ভাৱে, সাজে-কাচে মানুহ হ'—
মানুহ যদি নোৱাৰ হব, বাঘ নহবি শগুন হ'—
বাঘ হলে তই নিৰীহ জীৱক হত্যা কৰি ৰক্ত পি,
গোটেইখনক আৰ্ত্তনাদৰ বিভীষিকাত বুৰাই দি,
বতাহৰ গাত গেলা-পচাৰ বিহ-বাষ্প উদ্গাৰি,
জীয়াৰ আশাত বৰ্ত্তি থকা স্বাস্থ্য-ধনৰ কণ মাৰি,
আৰু কাৰ ক'ত ৰুধিৰ পিবি লুকাই ৰ'লি
নেজ পাৰি,—

শগুন হলে মৰা- গলাৰ গ্লানি ঠোঁটত কোচাই ল'ই,
পোনে পোনে পাখি মেলি শূন্যত গ'ই থিতি হ'ই,
আনন্দেৰে উৰি উৰি
ভাহি ভাহি ঘূৰি ঘূৰি
গেলা পচাৰ স্বাস্থ্য হৰা ৰোগ-বীজাণুৰ মূল তুলি,
স্বস্তি লভি সুখ পাবি নৰ সমাজ ৰক্ষা হ'ল বুলি,—
মানুহ যদি নোৱাৰ হব বাঘ নহবি শগুন হ'।
শগুনো যদি নোৱাৰ হব কুলি নহবি কাউৰ হ',—
কুলি হলে তই মুখত মিহি প্ৰতাৰকৰ কুঁহু গাই
আনৰ অধিকাৰ লুটিবি দগধা-চোৰৰ কিটিপ চাই,—
কাউৰ হলে তই পূৱত নগা ফুট দিওঁতেই বাহ এৰি,
ৰাতিৰ বাহী-পঁচা ঠুটাই চোতাল-কাথি শুধ কৰি,
কা—কা গাই ঘৰ-লখিমীক ৰাতি-পুওৱাৰ কথা কই,
উৰি যাবি সেৱা কৰা মৰমৰ নিৰ্ম্মালি ল'ই ;—
মানুহ যদি নোৱাৰ হ'ব, কুলি নহবি কাউৰ হ'—
কাউৰো যদি নোৱাৰ হ'ব, শিয়াল নহবি কুকুৰ হ',—
শিয়াল হলে খোকা ভাঙি হাঁহ-পাৰবোৰ চুৰ কৰিবি,

কুকুৰ হলে চোৰ খেদি দি
গিৰিহঁতৰ ঘৰ ৰখিবি,—
নোৱাৰ যদি মানুহ হ'ব,
শিয়াল নহবি কুকুৰ হ',—
কুকুৰো যদি নোৱাৰ হ'ব,
সাপ নহবি কেঁচু হ'—
সাপ হলে তই খেদি খাবি
হিংসাৰ বিহ-দাঁত বহাই,
কেঁচু হলে উখৰা মাটিত
সাৰ যোগাবি ৰস জমাই,—
মানুহ যদি নোৱাৰ হ'ব,
সাপ নহবি কেঁচু হ',—
সিও যদি নোৱাৰ হ'ব,
জোক নহবি মাগুৰ হ',—
জোক হলে তই যাকে-তাকে
মাৰিবি তেজ চুহি খাই,—
মাগুৰ হলে ৰোগীৰ দেহত
শক্তি দিবি তেজ যোগাই,—
মানুহ হ'—মানুহ হ'—
মানুহ যদি নোৱাৰ হ'ব.
জোক নহবি মাগুৰ হ'—
মাগুৰো যদি নোৱাৰ হ'ব,
ধূৰ্ত্ত নহবি সৰল হ'—
সিও যদি নোৱাৰ হ'ব,
একো নহবি—কিবা হ',—

( 'পঞ্চতন্দ'ত প্ৰকাশ হ'ইছিল । )

## আশাধাৰী বুঢ়া কবিৰ প্ৰশ্ন

কোন যুৱকৰ মহোৎসৱ ?
মহোৎসৱৰ কলৰৱ ?—

কৰ্ম্ম-শ্ৰম-দীপ্ত যুৱক নেদেখোঁচোন মোৰ দেশত,—
কৰ্ম্ম-মুখৰ তেজ উতলি ৰঙা পৰা মুখখনত ; —
দেখিছোঁ যি শ্ৰমৰ শাৰীত
মুখ-লুকোৱা খোদৰ দল,—
প্ৰগতিৰ সোঁত ঘোলা কৰা
শ্ৰমত কাতৰ অলস ধল,—
কলাৰ নামত, যৌন ৰাপত,
ছোৱালী নাচত, সহাভিনয়ত,
হাৱাই-ঠেঙাত, চুৰুত মুখত,
চিনেমাষ্টাৰত, খেল পথাৰত,
উল্টা-চোচা জিলিক-তোলা
সাজ-কাচোনত ৰাপ কেৱল,
দেশৰক্ষাৰ, জাতি ৰক্ষাৰ
শ্ৰমৰ যোগত শূন্য ফল ;—

দেশ-জাতি যায় সাত-শতুৰৰ
বেঢ়ি ধৰা আক্ৰমণত,
ছাল-হাড়-তেজ-মন-মগজুত নাই
তথাপি চিন্তা তত্ ;—
কোন যুৱকৰ মহোৎসৱ ?
কিহৰ ইমান অতপধপ ?

বছৰ বছৰ প্ৰলয়-বানে কৰে খেতিত মৃত্যুপাত,
খাদ্যাভাৱত গাঁও-নগৰত হৃদয় ছেদা আৰ্ত্তনাদ,—
গৰা-খহনত ৰমক-জমক সম্পদশালী গাওঁবিলাক,
অদৃশ্য হ'ল ভাঙি-উটি ধন-প্ৰাণ
স'তে হ'ই বিনাশ ;—
হাট-বজাৰত বেপাৰী দলৰ জীৱন কুটা দাম-দাবি,
কলিজাৰ কোঁহ চেপি শেষ টুপি দিলেহে
একণ খুদ পাবি ;—

দেশৰ অজলা ভাই-ভনীবোৰ
শিক্ষা-স্বাস্থ্যত নিঃসহায়,
শোষকৰ পৰা আত্মৰক্ষাৰ উপায় দিহাৰ
গম নাপায় ;—
বেপাৰী-দালাল কেঁওৰা-কাবুলিৰ
শোষণ জ্বালাত জৰ্জ্জৰিত,
প্ৰতিনিধি দল শাসন-গাদীত
ভোগ-বিলাসত উন্মাদিত ;—
কোন যুৱকৰ যুৱোৎসৱ ?
কিহৰ ইমান কলৰৱ ?

এৰা-নিদিয়া নৈঃসৰ্গিক প্ৰাকৃতিক উৎপীড়নৰ
ধান ধাৰ দি জীৱন চেপি নিঃস্ব কৰা মহাজনৰ,
ঠগ-প্ৰবঞ্চক ৰক্ত-শোষক কিনা-বেচা কৰা বেপাৰীৰ,
জন-সেৱকৰ মুখা পিন্ধি ভোট গোটোৱা নেতা-মন্ত্ৰীৰ,
নীচ, নিৰ্ভীক শেষ নোহোৱা বিৰাট ব্যাপক
শোষণত
জন-গণৰ জীৱন মৰে শোষণ-ধৰ্ম্মী কুশাসনত,—
এই অভিশাপ ধ্বংস কৰি
ৰক্ষা কৰা দেশ-জাতিক
নেদেখোঁচোন যুৱাৰ মজত
সাহ-পিত্ত কণ—বৈপ্লৱিক ?
কোন যুৱকৰ মহোৎসৱ ?
যুৱোৎসৱৰ কলৰৱ ?
(২০।১।৬৪ তাৰিখত যোৰহাটত বহা সদৌ-অসম যুৱক মহোৎসৱৰ আমন্ত্ৰণত লিখা।)

## খক-দৈত্যক কৰা অচল

চিৰ-ফুট্‌ফুট্ মাধুৰ্য্যভাৱে জীৱন-উমোৱো
সৃষ্টি ধাৰাৰ
নানান ৰঙীন সপোন-মদিৰ আনন্দ ল'ই
জীয়াই থকাৰ,
স্বতঃসিদ্ধ আত্মাধিকাৰ-বিমণ্ডিত সবল হোৱা
নৰ-নাৰায়ণ হেৰা মানৱ। জী থাকিব
যদি খোজা,—

সৌ যে দেখিছা খক-দৈত্যই দাঁত কৰচি
উষ্মা কুটাই,
বিজুলী-ধাৰ জিভাত জ্বলাই লকমকৈ
অগ্নি চিটাই,
জ্ঞান-বিজ্ঞান শানত ধাৰাই ৰাক্ষসী-খক
ধাৰাল কৰি,
সৃষ্টি-উহৰ জীৱনস্ৰাৱী পৰমাণুটোকো
চূৰ্ণ কৰি,—
ফাঁকি, দুৰ্নীতি, প্ৰতাৰণাৰ কূট দল-বল
আগত থাপি
ত্ৰিলোক-ত্ৰাসী হুঙ্কাৰ তুলি দিক্‌মণ্ডল
কঁপায় দাপি,—
বাট-ঘাট-হাট বজাৰ-পোহাৰ,
মেল মজলিচ, শাসন পীঠত,
খক-স্ফুলিঙ্গ বিস্ফোৰণত শান্তিৰ শিশু
হয় বিক্ষত,—

কিন্তু তুমি ভুখা-মানৱ, ভোকহে তোমাৰ,
খকটো নাই,—
সেই ভোকটোৱে কণটোকো যেন
খক-দৈত্যই গোআৰ খাই ;—
দৰিদ্ৰ নৰ-নাৰায়ণৰ খকৰ নহয়, ভোকৰ ভাত,—
সৰ্ব্বগ্ৰাসী খক-দানৱে ভাতো
বজ্ৰায় বজ্ৰ দাঁত,—
তথাপি যেন মৰ-খক তাৰ তৃপ্ত নহ'ব,
দেখিছোঁ কি—
ভুখা নাৰায়ণ জীয়াই থকাৰ শেষ আশাকণো
নেৰিব সি ;—

খক-দানৱৰ খকা-খুন্দাত সৃষ্টি-গতিৰ সোলোকে সাফ,
জীৱন-ধ্বংসী শিখা জ্বলে তাত
উগাৰি প্ৰলয়-অগ্নি ভাপ,-
আকাশ-আলোক-বায়ু-মাটি চাটি হিয়াৰ লহুমু
ষিকণ আছে,
তাকো কাটি খাই ৰক্ত-লোলুপ নৃসিংহতাই উতলি
নাচে,—

খক-অগ্নিত পুৰি ছাই হয় জীৱন-ৰসৰ উৎস সৃষ্টি,
ভোক-তৃপিতিত দোপে দোপে হয় প্ৰাণ-প্ৰাচুৰ্য্য
পৰিপুষ্টি,—
খকৰ বিষাল খামোচত হয় ন্যায়-সত্যৰ ৰক্তপাত,
নৱ-সৃষ্টিৰ পৰিকল্পনা ভাগি পৰে ঘোৰ
বিভীষিকাত,—
সুন্দৰ আনন্দময়ৰ স্বস্তিৰ তাত থিতি নাই,—
ভূত-প্ৰেতহে প্ৰৱৰ্ত্তে তাত গ্লানিৰ গলিত
গৰল খাই,—
ভোক-তৃপ্তিত উথলে শান্তিৰ মধু-গুঞ্জন কলকলি,
নতুন ৰঙেৰে নৱ-জীৱনৰ ফুঁহি মেল খায়
হুমহুমি ;—

প্ৰতিৰোধ কৰা নৰ-নাৰায়ণ খক্ক-দৈত্যৰ
খকৰ জক,
শান্তি-আকুল ভুখা-জীৱনৰ জয়েৰে ধৰণী
প্লাৱিত হ'ক,—
সত্য-ন্যায়-নিৰ্হিংসতা,
ত্যাগ, নিৰ্লোভ, নিস্পৃহতা,
অজেয় তোমাৰ অস্ত্ৰবল,—
তুমি ভোকাতুৰ নৰ-নাৰায়ণ
সেই অস্ত্ৰেৰে হ'ই বলিয়ান,
খক-দৈত্যক কৰা অচল।
( অগ্নিদীপ'ত প্ৰকাশ হৈছে। )

## খকক এৰি ভোকক ধৰ

খক এৰি ভাই ভোকত ধৰ,
সমস্যাবোৰ সৰল কৰ,—
খোৰা হলে—
তেজ-মঙহে, হাড়ে-ছালে,
নাড়ী-পেটু, নোম-নেঙুৰে, গোবৰ-ভোহে,
ময়লাকণো বেহাই নিদি
গোটেই গিলি খাবি,—

ভুখা হলে,—
জঠৰাগ্নি শান্ত কৰি
সুস্থ পুষ্ট হোৱাৰ হেতু
মৰম-সনা লগাখিনি
পূৰাপূৰি পাবি।—

ভোক-খক দুয়ো একে লগ হ'ই—
বাগি চলিলে তো কথাই নাই,—
সমস্যাবোৰ জটত পেলাই
জগতো জ্বলাই কৰিব ছাই,—
সেয়ে আজি গ'ইছে দেখা ভিতৰ-বাহিৰ
নিৰিখি চাই।

সমস্যাৰ সোঁত ব'ই থাকিব
এটাৰ পাছত আনটো আহিব,
তাৰ পৰাতো বেহাই নাই,—
খকেৰে তাত জট নলগাই,
সমাধান কৰ শান্তি বিছাই,
কেৱল সৰল ভুখা হ'ই। –
( ইং ১৯[illegible] চনত লিখা আৰু 'দীপক'ত প্ৰকাশ হোৱা। )

## জীৱনৰ প্ৰয়োজন

যাৰ হৃদয়ত
দেশ সেৱনত
আত্মাহুতিৰ অনল শিখা নাই

তাৰ জীৱনত
নাই অবাবত
প্ৰয়োজনৰ উচ্চ দাবি ভাই

দেশৰ মাটিৰ
ৰস-ৰূপেৰে
নদন-বদন পুষ্ট হোৱা প্ৰাণ

এলেহুৱাৰ
নহয় কেৱল
লাহ-বিলাহত ভাহি ফুৰা গান—

মাতৃ-ভূমিৰ
বুকু ফালি
শক্তিধাৰাৰ অমৰ সুধা পি,

মাতৃ-সেৱাত
প্ৰাণ নিদিলে
জীৱন ধৰাৰ সকামটো হ'ল কি ?

মাতৃ-ভূমি
তিলে তিলে
ঘোৰ দৈন্যত গ'ই যে আছে তল,

মূল্য কিহৰ
তেন্তে তোমাৰ
তুলি ইমান লাহ-বিলাহৰ ধল ?

দেশ-বিদেশৰ
বিচাৰ সভাত
নহবা নে মূৰ্খ ঘৃণিত জন ?

কৰা, আহা !
তেনেহলে
মাতৃ সেৱাত জীৱন মৰণ পণ ;

( এই কবিতাটো ইং ১৯৩২ চনৰ ৫ম বছৰৰ ৬ষ্ঠ সংখ্যা 'আৱাহন'ত এই শিৰোনামাৰে এইদৰে প্ৰকাশ হ'ইছিল। কিন্তু মূলটো তেতিয়া বিচাৰি নাপাই মুখত থকা শাৰী কেটামানকে নতুনকৈ লগ লগাই ইং ১৯৫৪ চনত প্ৰকাশ কৰা মোৰ 'অনুভূতিত' 'জীৱনৰ উদ্দেশ্য' শিতানত প্ৰকাশ কৰা হ'ইছিল। ছন্দত কিছু ব্যতিক্ৰম থাকিলেও দুয়োটাৰ মূল ভাবটো একে আছে। )

## ডিউটী আগত, দাবি পাছত

বেল যদি হয় সৰ্ব্ব-কুশল জন-মঙ্গল আশীৰ্ব্বাদ,—
কৰ্ম্মীদলৰ গতি-মতি
কৰ্ত্তব্যবোধ, সংহতি,
ৰ'ব লাগে আলোৰ দৰে শান্তিপ্ৰদ নিৰ্বিবাদ,—

'ডিউটী'ৰ মান দাবিৰ আগত,- নহলে হয়
সৰ্ব্বনাশ—
'ডিউটী' খছি দাবি ললে,
বিপদ ঘটে পলে পলে,—
গণ-কল্যাণ সেৱা-মঙ্গল—সকলোবোৰ হয় নিৰাশ।

( ইং ১৯৫৮ চনৰ পাণ্ডুত পতা 'বেলৰে সপ্তাহ'ৰ কবি-সম্মিলনীৰ আমন্ত্ৰণক্ৰমে পঢ়িবলৈ পঠাই দিয়া হ'ইছিল। )

## তিনচুকীয়া

তিনচুকীয়া ! তিনচুকীয়া ! তিনচুকীয়া! তিনচুকীয়া !
ভিতৰত তোৰ নাই দেখোঁ একো নামটোহে
আছে অসমীয়া ।
তাতে যে নিজৰ চিন 'চ' গুচি
অজীণৰ 'স' হ'ল,
ৰস, জাঁপ, চুহি শেষ কৰি ললে
বাকলিটো পৰি ৰ'ল,—

কোন কু খেণৰ কি অভিশাপত এনে
দশা হ'ল তোৰ,
দেখি, শুনি, ভাবি, গুণি গাথি জুই
জ্বলিছে বুকুত মোৰ,—
তয়ে বা কি পাপ কোন কি খেণত
আচৰি এনুৱা হলি,
নিজৰ জনম চিন-চাব এৰি
অজীণৰ চিন ললি,—

বাটে পথে শুনোঁ নজনা-নুবুজা কোন
কি জাঁতৰ মাত
তোৰ চোতালত কোন সতে নামি কৰোঁনো
জীৱন শাঁত !
তোৰ বুকুখনি জনকাই বাজে ধন-সোণ
লাখে লাখ,
শুৰাদমে তাতো আনৰ প্ৰভাৱে
কৰে মোক পৰিহাস. -

হাট-বজাৰৰ কিনা-বেচাবোৰ আনৰ হাতৰ লাক
ধৰাৰ পিঠিত কোন কি দেশৰ এনে দশা
আছে বাক ?
আনৰ তাপত তোৰ সন্তানে ত্ৰাসত উধাতু খাই,
দুৰতো বিদূৰ হ'ই আতৰিল, আনে
ললে সেই ঠাই,
আহিব নে এনে দিন কেতিয়াবা
নিজৰ কাচোন লবি,
বুকুভৰি মোৰ জ্বলিব মধুৰ তোৰ মন মোহা ছবি ?

( ইং ১৯৩৩ চনত 'সংৰক্ষিণী-সভা'ৰ বাণী প্ৰচাৰ কৰি গোটেইখন অসম ঘূৰি তিনচুকীয়াৰ অৱস্থা দেখি এই কবিতাটো লিখা হ'ইছিল, আৰু সেই চনৰ "আৱাহনত" প্ৰকাশ হ'ইছিল । )

## আত্মবোধ-তত্ত্ব

নিজে নিজৰ শত্ৰু নহলে
বাহিৰৰ কোনো শত্ৰু নাই,
নিজে নিজত কাহিল নহলে
বহিৰ্শত্ৰুৱে নাপায় লাই,
নিজে নিজক আঘাতিলেহে
দুৰ্ব্বল হয় ভিতৰখন,
বহিৰ্শত্ৰুৱে ছল চাই লয়
আক্ৰমণৰ সুযোগ ক্ষণ ।

নিজে নিজৰ আত্মবোধত
ক্ৰুটীৰ পিশাচ পৰিলে নামি
বিৰাটাত্মাৰ চেতনাৰ সোঁত
সেইখিনিতে মৰহে থামি,—
আত্ম-জ্যোতি অন্ধকাৰৰ
অতল তলিত স্তব্ধ হয়,
নিজত্বটোই হুঁচ হেৰুৱাই
নিষ্ক্ৰিয়তাত নিতত ৰয় ।

নিজক প্ৰখৰ উপলব্ধিত
নিজ ৰক্ষাত বাঢ়ে বল,
লক্ষ-হেজাৰ সবল ৰিপুই
আক্ৰমণৰ নাপায় থল।
আত্মবোধৰ অভাৱতেই
আত্মহত্যা ঘটে দোষ,
নিৰ্জ্জীৱতাত নিঃচিহ্ন হয়
সমূলঞে জীৱন কোষ।

('মণিদীপ'ত প্ৰকাশ)

শ্ৰম-কষ্টৰ আচোঁৰবিলাক
কৰ জীৱনৰ ভৰ মৌচাক,—
জীয়াৰ আশাত ক্ষৰক কেৱল
শক্তি জীপাল উদ্দীপন,

বিলাস-ক্লেদৰ বীভৎসতাক,
ক্ষমতা-খকৰ ভয়াবহতাক,
সেৱা-তিয়াগেৰে কৰি বিহ্বল,
মানৱতা কৰ উজ্জীৱন।

(গুৱাহাটী ৰেডিওত আৰু 'ৰামধেনু'ত প্ৰকাশ)

## মানৱতা কৰ উজ্জীৱন

দেশ যদি তোৰ সেৱাৰ প্ৰতীক—
দেশ-সন্তান হৱ যদি ঠিক,—
সৰ্ব্ব-সহন ধাতু-মজ্জাৰে
গৰ্ব্ব-দহন সাজ-সজ্জাৰে
জয়ময় কৰি গঢ়ি তোল তোক গঢ়ি তোল।

শত-পৰাজয়ৰ অশনি আঘাত
বুকু পাতি ল'ই কৰি দি নিমাত,
অমৰণ-স্তূপ সাজি তোল তোৰ সাজি-তোল।

বেদনা-ক্লিষ্ট সেমেকা মনত
নিৰাশা-পিষ্ট ঘোলা আননত
আশা বিজুলীৰ চিকিমিকি গোৰা
ঠেও-ভঙ্গীৰ নৃত্য খোল,—

ঘোপমৰা ম্ৰিয়মান অৱসাদ
উটুৱাই দি ল' উচ্ছ্বাহ অবাধ,—
নৱ-সৃষ্টিৰ কুঁহি মেল-খোৱা
চৰা উল্লাসী অৰুণ-বোল—

## একে নহয় কথা দুটা

নামটোত জী থকা, আৰু জীয়াৰ দৰে জী থকা,—
একে নহয় কথা দুটা ;—
মুক্তা এটা, আনটো কুটা,—
এটা নকল, – আনটো আচল,—
এটা অচল,—আনটো সচল,—
এটা মধুৰ,—আনটো কটুৰ,—
এটা চতুৰ,— আনটো ফটুৰ,—
এটা কায়া, আনটো ছায়া,
প্ৰতাৰণাৰ কুট-মায়া ;—

এটা ভঁৰাল অমৃতেৰে, আনটো শুদা শুকান জঁকা –
মানৱতাৰ ভুৱাৰে ঢাক-জীয়া কুলি এখিয়াই ঢকা।
দৃষ্টিত তাৰ বিশ্ব-মোহন ৰহণ-সনা সপোন নাই,—
আনন্ত যিকণ মুঞ্জৰে সি ধ্বংসি তাকো কৰে ছাই।

জীয়াৰ নামত হিংহনি টানি [illegible]
তন্দ্ৰা খেদি চেতন কৰা,
[illegible] কৰাল হৰা,

সমগ্ৰতাক ৰস যোগোৱা,
নিষ্ক্ৰিয়তাত তত্ত চপোৱা,
বিচিত্ৰতৰ উন্মেষণৰ,
আনন্দময় প্ৰস্ফুৰণৰ ; -
বিপ্লৱাকুল উহেৰে তাত জীয়াৰ সপোন নাইকিয়া,—
আত্মদানী আলোক-শিখা জ্বলোৱা
তাত নাই হিয়া ;—
এই জীয়াটোৰ অপবাদত জীৱন-প্ৰভা ক্ষুণ্ণ হয়,
নৱ-সৃষ্টিৰ কলা-কাৰুৰ অগ্ৰগতি তন্দ্ৰি হয়।

জীয়াৰ দৰে জী থকাটোত চলে জীয়াৰ জীৱন ধল,
নানান নতুন ৰঙীন সপোন উচ্ছলে তাত অবিৰল,—
মুক্ত চিন্তা বুদ্ধি বিচাৰ,
পঙ্গু কৰা ভৰ জড়তাৰ --
সোলা-ভেমৰ মূৰ্খ খিতাপ,
বিলাস-ক্লেদৰ ঠগবাজী দাপ,
স্বাৰ্থকলুষ দুষ্ট-মনৰ,
এলেহুৱা ধোদৰ জাবৰ,

উটাই দি তাত দেশ-প্ৰাণতাৰ বন্তি জ্বলে নিষ্কলুষ,
জীৱন-জ্যোতি বিচ্ছুৰে তাত অনিৰ্ব্বাপিত কৰ্ম্মমুখ,—
পুৰণিটোৰ পঁচাখিনি ধুই-পখালি নিকাই ল'ই,
অপৰূপ ন-আশাৰ সপোন কুঁহিয়ায়
তাত নিটোলকৈ।

( 'অসম বাণী'ত প্ৰকাশ )

## স্বাধীনতা ৰক্ষা কৰা

অন্তৰীক্ষলীন সোণা ভাৰতৰ
ৰুদ্ধ ক্ৰুদ্ধ বিক্ষুব্ধ আত্মাই,
আত্মদ্ৰোহী আত্মঘাতী সন্তানৰ
আত্মচ্ছেদী যন্ত্ৰণা সুচাই,
যুগে যুগে দানৱৰ গ্লানিময়
অভিশপ্ত স্তৰ খুলি খুলি,
সচকিত সতৰ্কিত কৰি আছে
অহৰহ বজ্ৰনাদ তুলি,—

— "শুনা, শুনা মোৰ সন্তানসকল !
প্ৰাণ দি,- হিয়া দি শুনা,
দাসত্ব পোতৰ পৰা স্বাধীনতা ধন
মুক্ত হ'ল, বহু প্ৰাণ ধুনা,
হিয়া দলা, বুকু ভঙা,—মানৱীয়তাক
মৰ্দ্দি বিমূৰ্চ্ছিত কৰা, -
লাখ লাখ বাই-ভনী-মাতৃৰ ধৰ্ষণ,
-- সতীত্ব বিভূতি হৰা, -
লাখ লাখ পিতৃ-পুত্ৰ ভ্ৰাতৃ হত্যা,
ৰক্তপাত,-- ধন-বিত্ত নাশ,- -
অসীম অবৰ্ণনীয় কলঙ্কিত গ্লানিৰ গলি পৰিহাস
ভেদ কৰি,--

ৰক্ষা কৰা, ৰক্ষা কৰা,
ৰক্ষা কৰা তাক, তেজোদ্দীপ্ত
সন্তানৰ নিষ্কলুষ চৰিত্ৰ বলেৰে,—
ভেজাল ভেটিত লিপ্ত, -
গাদী-পদ-ধন-বিত্ত-ক্ষমতা-সম্ভোগ
থকত মত্ত হোৱা, -
সেৱা এৰি থক ধৰি দেশ-মঙ্গলৰ
আমূল উভালি খোৱা, -
হাতে-লুটে ধৰা পৰা দুৰ্দ্দান্ত দোষীও
ভোট-ভেটিৰে সাৰি যোৱা,—
বাহিৰত তেল ঘঁহি ভিতৰ উৰলি যোৱা
গেলা দ'ম ঢকা,- -
কালকলিৰ চোকোৰাত ৰং সানি
ভিতৰত ফেঁটী পুহি ৰখা,
মানৱতা লাথি মাৰি দুৰ্ম্মদ দুৰন্ত
দানৱতা সেৱা কৰা,-
তথাপি খিকিন্দিয়মানো চকু-মুখে
লজ্জা অনুভৱকে নকৰা,—
দুৰ্নীতিৰ কুষ্ঠ-ক্লেদ চুহি নিঃসঙ্কোচে
আত্ম-প্ৰসাদত থকা,
পৈশাচিক কুচৰিত্ৰ বিনাশি নিৰ্ম্মূলি
স্বাধীনতা কৰা ৰক্ষা ;—

নহলে, পুনৰ মই নাৰকীয় দাসত্বৰ
পোতত পৰিম,—
এতিয়া পোৱা নিও লাঞ্ছিত
লুণ্ঠিত হ'ব, সমূলি মৰিম”—

( চীনা আক্ৰমণৰ এবছৰ আগতে লিখা। প্ৰায় আঠাই
কেথন কাকতত পকাশ। )

## চীন-আক্ৰমণৰ সময়ত

জীৱন ফোপাই উঠি আহ মোৰ
মহা-ভাৰতৰ মহা-মানৱৰ গৰজন—
জঠৰতা ফালি উঠি আহ মোৰ মহাভাৰতৰ
মহামানৱৰ গৰজন —
(আমাৰ) শান্তিৰ পীঠ হিমাচল দলি
দানৱে কৰিছে আক্ৰমণ,—
ইমূৰ সিমূৰ তুলি ঝঙ্কাৰি
দীঘ পথালিয়ে সমানে আলোড়ি,
বাটে-ঘাটে, পদূলি-পথাৰে
পৰ্ব্বত ভৈয়াম, ঘৰে ঘৰে,
নিস্তেজ নিমাখিত চুক-কোণ
ৰণোন্মাদনাৰে ভৰাই জীৱন,
বিজুলী বেগেৰে উঠি আহ মোৰ মহা ভাৰতৰ
মহা মানৱৰ জাগৰণ,
(আমাৰ) সাধনাৰ বেদী_হিমাদ্ৰি চেৰাই
দানৱে কৰিছে আক্ৰমণ।
স্নায়ু, সিৰ, তেজ, আৱৰি অঙ্গ
অগ্নি-উতলা তোল তৰঙ্গ,
অদৃশ্য হ'ক জড়তা, ভীৰুতা,
অমনোযোগিতা, ঘোৰ শিথিলতা,
নিষ্ক্ৰিয়তা দূৰদৃষ্টি হীনতা,
অতৎপৰতা অসতৰ্কতা,—
বজ্ৰ-নিনাদি উঠি আহ মোৰ মহাভাৰতৰ
মহামানৱৰ জাগৰণ
চীনীয় ড্ৰাগন বৃত্ৰ-অসুৰে কৰিছে পিশাচী আক্ৰমণ।
(আমাৰ) স্বাধীন প্ৰগত পৰিকল্পনা,
সংগঠনৰ প্ৰতীক সাধনা,
সত্য, শান্তি, মানৱতাবোধ,
চেষ্টা দুৰ্নীতিৰ অৱৰোধ,—
অসীমাভিমুখী বিশ্বাভিযান
ভূমা মৈত্ৰীৰ আকুল সন্ধান,—
আশা-আকাঙ্ক্ষা যতন-সাধনা কৰিব
দানৱে নিষ্পেষণ,
উঠি আহ মোৰ একগোট হোৱা মহা-ভাৰতৰ
মহামানৱৰ গৰজন।
গাঁৱে-নগৰে, পৰ্ব্বত ভৈয়ামে
বুঢ়া-বুঢ়ী, ডেকা-গাভৰু সমানে,
একেটা গোটৰে, একেটা পণেৰে
একেটা ভঙ্গী, একেটা খোজেৰে,
বীৰ দৰ্পেৰে আহ আগুৱাই
চিঙি-ভাঙি গুড়ি হ'ই পুটি খাই
চূৰ্ণিত হ'ক বৃত্ৰাসুৰৰ অ-মানৱীয় আস্ফালন,
মাৰ্ত্তণ্ড তেজেৰে জাগি উঠ মোৰ মহাভাৰতৰ
মহামানৱৰ গৰজন।
জাতীয়-ঐক্য গঢ়াত যিবোৰ
ধূলি বালি-মলি জাবৰ-জোঠৰ,
আঞ্চলিক-প্ৰসাৰণ আবদাৰ, -
উচ্চাত্মিকা, নীচাত্মিকাৰ
গৰ্বাভিমান, মুহ্যমানতা,
অন্তৰায়ৰ ক্ৰুৰ ধৃষ্টতা,
উৰি গ'ই হ'ক ত্যাগ-বিজুলীৰ ধুমুহাত
পৰি আওমৰণ,
মেঘ-মন্দ্ৰেৰে জাগি উঠ মোৰ মহাভাৰতৰ
মহামানৱৰ গৰজন।

স্মৃৰৰ সৌ সত্যযুগত
ত্যাগী দধিচীয়ে দেশৰ ডাকত
অস্থিবজ্ৰ দিলে তনু ত্যাগি,
—শৌৰ্য্য-স্ফুলিঙ্গ দেখা দিলে জাগি,—
অসুৰ-বিজয়ী তেজ জলমল,
দশোদিশ জ্বলি মুকলিত হ'ল,—
সেই শৌৰ্য্যেৰে দেৱতাৰ দলে বৃত্ৰাসুৰক
কৰিলে নিধন,
উঠি আহ আজি সেই দান ল'ই মহাভাৰতৰ
মহামানৱৰ দানৱ দলন জাগৰণ ।
আমাৰ কলিৰ দধিচী ত্যাগী পীতাম্বৰে—*
দেশৰ ধৰ্ম্ম-ৰক্ষা ধ্যানেৰে
তিযাগিলে তনু ত্যাগ যজ্ঞত—
অমৰ-স্তম্ভ থাপিলে দেশত,—
অমোঘ-বজ্ৰ সেই তিয়াগৰ
বৰ্ম্মেৰে সাজি হ'ই মৃত্যুহৰ,
নিৰ্ভয় বিক্ৰমেৰে যুঁজি কৰোঁ কলিৰ বৃত্ৰাসুৰক নিধন,
জীৱন ফোপাই উঠি আহ মহাভাৰতৰ
মহামানৱৰ মহাজাগৰণ ।

( গুৱাহাটী ৰেডিওত গোৱা আৰু 'মণিদীপ' 'ৰামধেনু'ত প্ৰকাশ । )

## জীয়াৰ যুঁজত জয়ী হ'

সাহ তল-বল নিৰ্ভয়-চিত
অ' মোৰ দেশৰ জীয়াৰী পো,
দেশৰ মাটিত, ঘৰৰ ভেটিত,
খোপ নেৰিবি,—খোপ দি ৰ'—
চুলিৰ মানো খোপ নেৰিবি,
কণৰ মানো ভয় নাখাবি,—
হিমশৃঙ্গৰ শিপাৰ দৰে,
দিগ্বলয়ৰ দৃঢ়তাৰে
খোপ দি ৰ'- খোপ দি ৰ' -
মেৰু পোনাই বুকু ফিন্দাই
জীয়াৰ যুঁজত জয়ী হ'—
অনন্তমূল জন্ম যে তোৰ
সাৰুৱা তোৰ দেশৰ মাটিত
খোপ এৰিলে শিপাই স'তে
উঘলি পৰি হবি অথিত—
জন্মবীজত শিপা এৰি
আন ক'তো তই জীপ নাপাবি
জীৱন-ৰসৰ উহটো এৰাই
জীয়াৰ আশাৰ আঁত হেৰাবি ।

ভাঙি গুড়ি কৰা ধুমুহা আহিছে—আহক-
বিশ্বা শবদে বজ্ৰ গাজিছে—গাজক—
আয়েগ্নেগিৰি উল্কা উৰিছে— উৰক—
ভূমিকম্পত ধৰণী ফাটিছে—ফাটক—
আকাশ লংঘি প্ৰলয় নাচিছে নাচক-
দৈত্য-দানৱ শত্ৰু নামিছে—নামক -

জীৱন শিপোৱা দেশৰ মাটিত
খোপ নেৰিবি জীয়াৰী পো
মেৰু পোনাই বুকু ফিন্দাই
জীয়াৰ যুঁজত জয়ী হ'
দেশৰ মাটিত জীৱন-কেন্দ্ৰ
খোপ এৰিলে নাপাবি ঠাই
আত্মৰক্ষা কৰি জী থাক
জীৱনৰ জয়-মালিতা গাই ।

* গঢ়মূৰীয় গোস্বামী।

মাটিয়েই দেশ দেশেই আত্ম,
মাটি-দেশ গ'লে আত্ম নাই—
সেই আত্ম লটি-ঘটি হলে
এৰি গুচি যায় মানৱতাই।

আত্মৰক্ষা ধৰ্ম্ম-যুঁজত
হয় যদি তোৰ জীৱন পাত
সেয়ে সাৰ হ'ই দেশৰ মাটিত
ওপজাব বীৰ অসংখ্যাত—
খোপ নেৰিবি খোপ দি ৰ'—

চুলিৰমানো খোপ নেৰিবি,
কণৰমানো ভয় নাখাবি,
হিমশৃঙ্গৰ শিপাৰ দৰে,
দিক্‌বলয়ৰ দৃঢ়তাৰে,
নিজৰ দেশত, নিজৰ মাটিত,
নিজৰ ঘৰত, নিজৰ ভেটিত,
খোপ নেৰিবি খোপ দি ৰ'—
জীয়াৰ যুঁজত জয়ী হ'।

## ভাৰতৰ পূৱ-প্ৰান্তৰক্ষা
## আছোঁ– আমি আছোঁ—

মাটিয়েই দেশ, দেশখনে জাতি,—
জাতিয়ে ধৰ্ম্ম-কৰ্ম্ম-মৰ্ম্ম,—
দেশ-সন্তানেই কেৱল মাত্ৰ দেশ-ৰক্ষাৰ অমোঘ-বৰ্ম্ম—
দেশ মাটি-ভেটি-জাতিৰ প্ৰতি সেই সন্তান
অমনা হলে,
চিৰ জাগ্ৰত, চিৰ তৎপৰ, চিৰ-সতৰ্ক হ'ই নৰলে,
দেশ-মাটি-জাতি ধৰ্ম্ম-কৰ্ম্ম-মৰ্ম্ম-বৰ্ম্ম
অৰ্থহীন,—
ডাকু-তস্কৰে জঁপিয়াই পৰি লুটি-পুটি
তাক কৰে অধীন,—

আজি বাহিৰ-ভিতৰ তুফানৰ পৰা
দেশ-মাটি-জাতি-ধৰ্ম্ম-কৰ্ম্ম-মৰ্ম্ম-বৰ্ম্ম খেতেলাই
জাতিৰ জীৱন নিৰ্ম্মূল কৰা
শত্ৰুই বিষ-বাণেৰে হানিছে
আমাৰ স্থিতিটো ভেঙোৰাই,—
বাহিৰৰ চীন নহয় অকল গাত লাগি থকা
পাকিস্থানেও
যটীয়া আক্ৰমণ ঢালি দিছে বুজাবুজিকৈ
দুয়োকো দুয়ো,—

ষড়যন্ত্ৰী যটীয়া এই আক্ৰমণৰ অৰ্থটো কি,
এই ক্ষণতো দেশ সন্তানক ফঁহাই বুজাব
লাগে নেকি ?

দেশ-বুকুখন বিদাৰি আমাৰ স্থিতিৰ
আলুটো উভাৰি খোৱা
পিতৃ ভিটাত সঁচ মাৰি থ'ই
আমাৰ দেশৰ গৰাকী হোৱা ;
নানা চক্ৰান্ত কূট-কৌশল ঢোৱাই
আনিছে মৃত্যুবাণ,
তুফানৰ পৰা নিক্ষেপি তাক নাশিব
আমাৰ দেশৰ প্ৰাণ,—
বাহিৰ-ভিতৰ যোঁটাই চলোৱা
আক্ৰমণৰ এয়ে কাৰণ,—
তাক নুবুজিলে দেশৰ জাতিৰ পৰিণাম
মাথো আওমৰণ ;—

দেশ-সন্তানৰ সমুখত আজি পণ মাথোঁ।
এই একেটাই,—
"এই যুটীয়া আক্ৰমণক জয় কৰি
হোৱা মৃত্যুঞ্জয়ী,"—
জাতীয় গোটৰ বজ্ৰ থাপেৰে দুয়ো আক্ৰমণ
সাঙুৰি ল'ই,
--পিহি গুৰি কৰি নিজৰ দেশত
শান্তিৰে শত্ৰু-মুক্ত হ'ই,
বীৰ-মাতৃৰ বীৰ-সন্তান—গাম গীত—
আমি আছোঁ—
ভাৰতৰ পূৰপ্ৰান্ত-ৰক্ষী—আছোঁ—আমি আছোঁ,—
আমি মৃত্যুঞ্জয়ী বীৰ সন্তান-- আছোঁ—
আমি আছোঁ, --
ভাৰতৰ পূৱাচল পৰিশোভি—আছোঁ,—
আমি আছোঁ,--
—মাতৃভূমিত বীৰ দৰ্পেৰে সাজু হ'ই
আমি আছোঁ- আমি আছোঁ,—
ভাৰত-মাতাৰ মুকুটৰ মণি—আছোঁ
আমি আছোঁ— ।

( জন্মভূমিত প্ৰকাশ )

## স্বাধীনতা ৰক্ষা কৰি চিৰ অমৰ হোৱা

জীয়াৰ যুঁজত শ্ৰেষ্ঠ পোৱা,
জ্ঞানে-কৰ্ম্মে মহৎ হোৱা,—
—উচ্চাভিলাষ পূৰণতো—
একমাত্ৰ ঘাই সম্বল স্বাধীনতা ধন,—
সেয়ে আজি ঘোৰ বিপন্ন—
শত্ৰু-হানত হয় উচ্ছন্ন-
তথাপিচোন এই ক্ষণতো
আধাৰ ওপৰ দেশ-সন্তান নিদ্ৰা-নিমগন ?
নহৱতো এইদৰে ভাই !
—উঠা তত্‌সাৰ লৈ গিৰিসাই,—
--মুহূৰ্ত্তও সময় যে নাই-
- যায়, যায় যায়—দেশ-জাতি যায়-
যাৰ যি আছে অস্ত্ৰ-সমল হাতে হাতে লোৱা-
মাৰবন্ধা শৃঙ্খলাৰে
মৃত্যুত্ৰাসী হুঙ্কাৰেৰে
লাচিতৰ দৰে, শিৱাজীৰ দৰে,
প্ৰতাপৰ দৰে শত্ৰু নাশেৰে,
স্বাধীনতা ৰক্ষা কৰি চিৰ-অমৰ হোৱা।

## ৰঙালী-বিহুৰ ডাক

কোন ক'ত আছা বাটত, ঘাটত,
হাট-বজাৰত. খেতি-পথাৰত,
ঘৰ-চোতালত, ভাতৰ পাতত,
শেতেলিত শুই যৌন-ৰাগত,
উঠা তুৰন্তে সকলো থেকেছি থ'ই—

আয়ে ডাক দিছে ঘৰ ৰক্ষাৰ—
অলস জড়তা কৰি পৰিহাৰ,
ৰণ-ধক চৰা হ'ই দুৰ্দ্ধাৰ
শতুৰক কৰি দেশ-সীমাপাৰ,
জয়মালা ল'ই আহা নিশ্চিন্ত হ'ই,—

## স্বাধীনতা-দিৱস পালনৰ দিনা

স্বাধীন হলোঁ কথা দুটাৰ
ফট্‌কা ফুটাৰ
শব্দটোতেই নহয় কেৱল স্বাধীনতা পোৱা

শৰীৰ-মনৰ ভিতৰ-বাজৰ
ক্লেদ-কলুষৰ
বজ্ৰ-মামৰ ধুই পখালি,—
তেহে স্বাধীন হোৱা ;—
শিকলি ছিঙি স্বাধীন হলোঁ,
পদ-ক্ষমতাত বহি সলোঁ,
ইচ্ছা যি হয় তাকেই কৰিম,
সু-কু-নীতি ভেদ নামানিম,—
দেশ-ঘৰ-মাটি, ভাষা-সংস্কৃতি
যিয়েই নাযাওক ধ্বংস হ'ই—
দুষ্প্ৰবৃত্তি, খকৰ-তৃপ্তি
পলুৱাই তাকে থাকিম ল'ই ,—

এইতো নহয় সৰগ ধিয়াই মুক্ত হোৱা
স্বাধীনতা পোৱা,—
এইটো কেৱল নিলাজ নিধক উলঙ্গ হ'ই
নৰক কোঁচাই লোৱা,—
—পৰাধীনতাৰ শৃঙ্খল ছিঙি
ওলাই আহিলোঁ স্বাধীন কোঁৱৰ,
অন্ধকাৰৰ হিমালয় ভাঙি
চৌদিশে দেশ কৰিম পোহৰ,—
দুষ্প্ৰবৃত্তি-ৰত দুৰ্নীতি
ভস্ম কৰিম কৰিলোঁ পণ,
দেশক গঢ়িম সোণৰ নীতিত
বদ্ বিৰুদ্ধে ঘোষিলোঁ ৰণ,—
তাৎপৰ্য্য এয়েহে মোৰ মুক্ত হোৱাৰ,
—স্বাধীনতা পোৱাৰ,
শীণ দেশক সৰগ কৰি গঢ়ি তোলাৰ
অধিকাৰী হোৱাৰ।

( 'নতুন অসমীয়াত প্ৰকাশ" )

## স্বাধীনতাৰ মৰ্ম্মগীত

স্বাধীনতাৰ অৰ্থ কি ?
নিজেই নিজক শাসন কৰিম
নিজেই নিজক ভাঙিম গঢ়িম
নিজেই নিজক ফুলাই ফলাই
অসীম ধিয়াই আগ বাঢ়িম,—
তাক লভিবৰ সমল কি ?
আত্মচেতন-মৰ্য্যাদা-জ্ঞান,
চিৰ-উদ্যমী কৰ্ম্মাভিযান,—
—নিৰ্ভয় চিত্ত- জয় জয় গাই -
দুৰ্নীতি-দাপ কৰিম ম্লান।

## মৃত্যুঞ্জয়ী মহাসংগ্ৰামী যজ্ঞ

জ্বলিছে জ্বলিছে বিমান লঙ্ঘি
শত্ৰু বিনাশী মৃত্যুঞ্জয়ী
মহা-সংগ্ৰামী যজ্ঞৰ হুতাশন,—
জনমদাত্ৰী, জীৱনধাত্ৰী, পালনকৰ্ত্ৰী জনমভূমিক
বাহিৰ-ভিতৰ সমানে আগুৰি
পাকিস্থান-চীনে কৰিছে আক্ৰমণ ;—
মই দেশ-মাতৃকাৰ সন্তান—
শত্ৰু বিনাশি জনমভূমিক ৰক্ষা কৰাটো
মোৰেই ধৰ্ম্ম, মোৰেই কৰ্ম্ম,—
দায়িত্ব কঠোৰ মোৰেই অনিবাৰ্য্য,—
মোত বাদে কোনো নাই আন ;—
যা—ভস্ম হ'ই মোৰ
ভীৰুতা, নীচতা, ক্লীৱত্ব, জড়তা,
পদ-মৰ্য্যাদা-ক্ষমতা খকত উন্মত্ত হোৱা অন্ধতা,—
দেশদ্ৰোহিতা, ঘৃণ্য দুৰ্ব্বলতা, অলসতা,
এই সংগ্ৰামী যজ্ঞত পৰি আহুতি;-

জ্বলক হৃদয় অন্তৰ ভৰি
শত মাৰ্ত্তণ্ডৰ প্ৰচণ্ড তেজেৰে
ভিতৰ বাজৰ দেশ শত্ৰুক
চূৰ্ণিত কৰি নিৰ্ম্মূল কৰি
মাতৃভূমিক নিৰাপদ কৰা
বিশ্ব-বৰেণ্য শৌৰ্য-বীৰত্ব বিভূতি।

এই যজ্ঞত মোৰ জীৱনাহুতিৰে
শত্ৰুক বিধ্বস্ত কৰা সৰ্ব্বজয়ী দাপেৰে
জনমভূমিক নিৰাপদ কৰা
মোৰ কৰ্ত্তব্য নাসাধিলে—
শত্ৰু-ভয়ত পিছ হুঁহকি থাকিলে,—
জাগতিক মহা-মানৱতাই মোক
দেশদ্ৰোহী কুসন্তান নাৰকীয় কীট বুলি
সৰ্ব্বাঙ্গ আগুৰি মোত
ধাৰাসাৰে ঘৃণা দিব ঢালি ;—
মোৰ মহা-মানৱতাবোধ
বিশ্ব-বৰেণ্য কৰাৰ,
জীৱনটো মোৰ বিৰাট কৰাৰ
সকলো স্নবিধাৰ পৰা মই বঞ্চিত হ'ম ;

মোৰ সকলো দুৰ্ব্বলতা ধ্বংস কৰি
প্ৰচণ্ড বীৰ্য্যশালী বিপুলতাৰ বাঞ্ছিত সমল
মোৰ জীৱনত গোটাই লবলৈকে
মই অক্ষম হ'ম,—
বিৰাট মানৱ-মণ্ডপত মই চিৰ লাঞ্ছিত
চিৰ-উৎপীড়িত হ'ই ৰ'ম—

( ইং ১৯৬৪ চনৰ 'অসম বাণী'ৰ বঙালী বিহু সংখ্যাত প্ৰকাশ।

## তৰ্পণ ধাৰা

আহ শেৱালি শুভ্ৰ তৰ্পণ ধাৰা
শোকাৰ্ত্ত হিয়া নিজৰি
স্নধা-গৰলৰ দুয়ো মূৰ জুৰি
পৰক নিৰাশা উফৰি।
ৰাধা-বিৰিঞ্চি-সূৰ্য্য-যতীন-যাদৱ-
কেদাৰ-পাৰ্ব্বতী,
সাহিত্য দৰ্শন-বুৰঞ্জী-কৱিতা-গীত
উদ্যোগ-ৰাজনীতি,
উদি কৰি গ'ল একে সময়তে,
এটা-এটাকৈ এটাৰ পাছতে,—
বিদায়ী দলৰ স্মৃতি শিখা ল'ই
আমি পৰি ৰলোঁ শোকাভিভূত,—
আত্ম-নিঃস্ত তৰ্পণ ঢালি
হওঁ,—পাৰোঁ যদি বেদনাচ্যুত।

( ৰাধানাথ ফুকন, বিৰিঞ্চি বৰুৱা, সূৰ্য্য কুমাৰ ভূঞা, যতীন দুৱৰা, যাদৱ চলিহা, কেদাৰ গোস্বামী, পাৰ্ব্বতী বৰুৱাৰ স্বৰ্গগত আত্মা কেইটিলৈ স্মৃতি তৰ্পণ। 'ৰামধেনু'ত প্ৰকাশ।)

## স্বাধীনতা-পালন দিবসত

আত্ম দানেৰে আত্ম লভিম
মহামানৱীয় স্তম্ভ গঢ়িম,
এয়ে আজি সেই পণৰ দিন,—
দুৰ্ব্বলতাক ধ্বংস কৰিম
দেশ-জাতি-মান ৰক্ষা কৰিম
আমি স্বাধীন -আমি স্বাধীন—
আমি এক—আমি এক গোট
চলে কলকলে ঐক্য-সোঁত।
( 'নতুন অসমীয়া'ত প্ৰকাশ )

## জীৱন কোচোৱা গীত গাওঁ

সকলোতোকৈ জীৱন সত্য
তাক বাদে একো সত্য নাই,
সেই জীৱনৰে সন্ধান দিছে
আমাৰ জাতীয় স্বাধীনতাই।
এই জীৱনৰে জেউতি চৰায়
বিৰাট বিশাল মানৱতাই—
এই অধিকাৰ পূৰ্ণ নহলে,
মানৱতা নাই—মানৱতা নাই—
আত্মৰক্ষা-কৰ্ম্মানলত
অলসতা পুৰি কৰি ছাই,
বিপুল দাপেৰে আগুৱাই আহা
জীৱন কোচোৱা গীত গাই।

('অসম বাণী'ত পকাশ)

## দুৰ্নীতি-লিপ্ত কৰ্ম্মী-নেতাৰ স্বাধীনতা-দিবসৰ গীত

স্বাধীন গণৰাষ্ট্ৰ আজি স্থাপিত হোৱাৰ দিন,
উলঙ্গ হ'ই নৃত্য কৰো তাক্ ধিনা ধিন ধিন,—
তলৰ ভৰি ওপৰ কৰি
নিলাজ নিধক ভঙ্গী ধৰি
আনন্দ কিৰিলি মাৰি নাচো ধিন্ তা ধিন্,
আজি গণতন্ত্ৰী স্বাধীনতা স্থাপন কৰাৰ দিন।

আজি গণৰাষ্ট্ৰৰ স্বাধীনতা উপভোগৰ দিন,
দুষ্প্ৰবৃত্তি পুষ্ট কৰাত হলোঁ বাধাহীন,—
তাকেই যদি নকৰিলোঁ
দুৰ্নীতিকে নাচৰিলোঁ
শিকল ছিণ্ডি স্বাধীন হোৱাৰ কিনো থাকিল চিন?
আজি গণতন্ত্ৰী স্বাধীনতা উপভোগৰ দিন।

তৃপ্ত নহওঁ যদি লাজক উদি কৰি দি,
গণতন্ত্ৰী স্বাধীনতাৰ সোৱাদ পালোঁ কি?—
তয়ো স্বাধীন, ময়ো স্বাধীন,
নহওঁ একো নীতিৰ অধীন,
পেট ভৰামেই ক্লেদ তুলি মই ডিঙিল'কে পি,
মিছাতে কাক ভয় কৰিবৰ কাৰণ আছে কি?

চৈধ্যপুৰুষ গোলামিয়ে চেপি ৰখা থক,—
এই সুবিধা এৰিম কিয়?—যায় যদি দেশ য'ক,—
গণতন্ত্ৰী স্বাধীনতাই
বাধা-নিষেধ দিলে খহাই,
নিজৰে মোৰ নহল যদি,—দেশৰ স্বাৰ্থ কি?
যদি কাৰোবাক ভাগ লাগে মোৰ দলত সোমাহি?
নাচ ধিনা ধিন, নাচ ধিনা ধিন, নাচ ধিনা ধিন ধি।

(১৯৫২ চনৰ 'গণৰাজ্য দিবস'ৰ দিনা লিখা)

## স্বাধীন গণৰাজ্যত দলীয় মাহাত্ম্য

কৰিলেই বা কানিৰ বেপাৰ
হলেই বা সি ক্লেদৰ পোক,
তথাপি সি দলৰ এজন
নিলাজ নিধক সাহী লোক,—
হ'ক দুৰ্নীতি ব্যভিচাৰত
বুৰি থকা সি বা তাই,
কানি, কাপোৰ, সূতাৰ চোৰাং
বেহাত যে তাৰ সমান নাই,—
কিয় খেদিম তাক দলৰ পৰা,
আমাৰ বেপাৰ ভাঙি যায়,

তাৰেই আমাৰ ঠন দেখুৱাই
বৰ্ত্তি আছোঁ খিতাপ খাই,---
জাবৰ-গোবৰ কোঁচাই যদি
দলটো নলওঁ ঠিক কৰি,
ভুৱা দি দেশৰ ৰস-জীপ পি
ৰ'ম কেনেকৈ ঠন ধৰি ?
যায় দেশ য'ক—যায় জাতি য'ক,
তাত কি আমাৰ ক্ষতি ?
দল গ'লেহে শঙ্কা আমাৰ
হবল'কে লটি-ঘটি ;—
ভাষা-সংস্কৃতি, দেশলৈ প্ৰীতি,
একোৱে নাৰাখে মোক,
দল যদি মোৰ শকত থাকে
জিনিম তিনিও লোক,—
দল গ'ই যদি দেশ জাতি উঠে
শকত-আৱত হ'ই,—
আমিতো নাপাম একণিও ঠাই
খিতাতে মৰিম ৰ'ই---
সকলোৱে পাব সমানাধিকাৰ
নেতৃত্বত আমাৰ পৰিব হেঙাৰ—
কিবা কৰিলেই আন্দোলনেৰে
আমাক দমাই থব,
নেতৃত্ব আমাৰ নাই-নুই হ'ই
কেৱল জ'কাটো ৰ'ব,—
দলৰ বলতে বাচি আছো আমি
আন একো গুণ নাই,
দল গ'লে আমাৰ কি হব উপায়
বাচিম কিটো বা খাই ?

( দলীয় তাণ্ডৱত উত্তাক্ত হ'ই ১৯৫১ চনত লিখা। )

## 'জাতীয় মহাসভা' আৰু 'সংৰক্ষিণী'-কৰ্ম্মীৰ গীত

আজি দেশ জুৰি হাহাকাৰ
খাজানা, ধাৰত ডিঙি পোত গ'ল
জ্বলিছে জঠৰ অনাহাৰ।
খেতি পথাৰত, ঘৰ-চোতালৰ
মাটি ডুখৰিক খামুচি ধৰা
জীৱন গলেও নেৰিবা খামোচ
নহলে যে হবা ছাৰখাৰ।
ভাই ভনী সৱে ঘৰে ঘৰে উঠি
চলোৱা সোণৰ তাঁতশাল
উপচি উঠক তুলনা বিহীন
সুখ-সম্পদেৰে দেশৰ পাৰ,
ঢেঁকীৰ চাউল, পেৰাৰ তেলেৰে
গুচোৱা পেটৰ ক্ষুধা জাল
গাঁওৰ নিৰীহ খেতিয়ক ভাই
নিধকুৱা হ'ক সুজি ধাৰ।

(ইং ১৯২৬ চনত 'সংৰক্ষিণী-সভা'ৰ জন্ম দিওঁতেই ৰচিত। গোটেই অসমত সংৰক্ষিণী আৰু জাতীয় মহাসভাৰ কৰ্ম্মীৰ দ্বাৰা গীত। ১ম বছৰৰ 'ডেকা-অসম'ত প্ৰকাশ।)

## বৈৰী-বিমৰ্দ্দা বজ্ৰ-গাজোনে গুজৰক

হেৰা বালেবাজী লিখক-লিখিকা
নেতা-নেত্ৰীৰ দল !- -
পদ-মৰ্য্যাদা-ক্ষমতা-মান যশ,
যৌনৰসত নিমগ্ন থকা থক,
এৰি খন্তেক চাই লোৱাচোন
দেশ কোনফালে গ'ল,—
দুৰ্নীতি-ক্লেদ কলুষত পৰি
কেনে দুৰ্দ্দশা হ'ল ;—

জীৱ মাত্ৰৰে এই খক আছে সঁচা,
থকাটোও স্বাভাৱিক, —
কিন্তু, দেশক পাছ দি খকত মত্ত হোৱা
আৰু নিজৰ মঙহ নিজে কাটি-বাছি খোৱা
একে কথা — আৰু জীৱ-নীতি
মতে নাৰকীয় পৈশাচিক।
যৌন-প্ৰদেশ খছি-খছি আৰু
ক্লেদনো কিমান তুলিবা,
ধন-পদ মান-খক-দুৰ্নীতি
আৰুনো কিমান গিলিবা, —
বিস্বাদো লগা নাইনে ?
লাজো বাৰু লগা নাইনে ?
এৰি দিয়া খক—এৰি দিয়া খক—
দেশ, জাতি, ঘৰ ক্লেদ-বিমুক্ত হ'ক,—
তোমাৰ গল্প, কবিতা, উপন্যাসত,
বচন-ভঙ্গী, নৃত্য, অভিনয়ত,
দেশ-ৰক্ষাৰ বৈৰী বিমৰ্দ্দী বজ্ৰ
গাজোনে গুজৰক।

( 'আলোক'ত প্ৰকাশ )

## হায়। হায়। হায়! কি হ'ল - কি হ'ল

হায়। হায়। হায়! — কি হ'ল — কি হ'ল ?
চৰিত্ৰচোন তেনেই গ'ল। —
কোনফালেদি ? কাৰ যোগেদি ?
দুখ-দুৰ্গতি গুচাম বুলি ভেবা ৰাইজক ভুলাই থ'ই
ফাঁকিৰ জালত ভোট কঢ়িয়াই এম, এল, এ,
বা এম, পি, হ'ই
ৰাইজক এৰি দল বান্ধি ভগাই-বটাই কলঠি খোৱাৰ
মন্ত্ৰী উপমন্ত্ৰী হোৱা থকা-খুন্দাত লাগি যোৱাৰ
তাগুৰতেই নেতাদলৰ জীৱনত যি ফুটা হ'ল,
চৰিত্ৰধন কান্দি-কান্দি সেইফালেদি ওলাই গ'ল, —
হায়! হায়। হায়! কি হ'ল ? — কি হ'ল ?
চৰিত্ৰধন তেনেই গ'ল, —
লগে লগে নিৰ্ভীকতা, সততা, পৌৰুষো গ'ল,
নেতা-নেত্ৰীৰ একে সাঙোৰত জাতিৰ জীৱনো
কুশ্ৰী হ'ল।

( 'আলোক'ত প্ৰকাশ )

## আত্মানুতাপ

হায়। হায়। হলোঁ নিৰুপায়, —
বোবা, কণা, কলা, পঙ্গু, জঠৰ,
এলেহুৱা, ধোদ, মূৰ্খ, গাধৰ,
নাইকিয়া হ'ল জীযাৰ উপায়. —
মোৰ অকৰ্ম্মা, অলস তন্দ্ৰা খেদি,
গ্লানিময় নীচ হীনমন্যতা ছেদি,
নৌ জ্বলোতেই মনাকাশ শোভি
মৰ্য্যাদা জ্ঞান জোন,
তলমলকৈ আত্ম-চেতনা নৌ-ধৰোঁতেই ঠন, —
প্ৰলয়-সৃষ্টি এমুঠিতে ল'ই
কালান্তকৰো কালান্তক হ'ই
বিজুলী এটম্ যুগে আহি মোক
বেটি ধৰিলেহি, — জাগিল ত্ৰিলোক —
তথাপিতো মই আলাসু ধোদৰ
এঙামুৰী ভঙ্গা নাই, —
খন্তেক জাগি তাৰ পাছতেই পৰিছোঁ
নিঢাল খাই, —
চকুত চলিহা-জালৰ হেঁচাত কণামুনা
হ'ই গলোঁ,

সৌ স্বপ্নৰ কথাকে নকওঁ—থিতাতে
মমনা হলোঁ,—
আজি স্বাধীন বিহুৰ দুৱাৰ মুখত
ব'ই দুৰ্ব্বহ বেদনা বুকত
তাকেই গুণিছোঁ,—জীম নে মৰিম,
এটাও নহলে কিটো বা কৰিম ?
হায়! হায়। হায়! হলোঁ নিৰুপায়—
উৰি গুচি গ'ল জীয়াৰ উপায়।

('আলোক'ৰ বিহু সংখ্যাত)

## ডেকালৈ বুঢ়াৰ শেষ দান

জীৱনৰ মোৰ আবেলি পৰত
বিদায় লবৰে হ'ল,—
মোৰ বিদায় লবৰে হ'ল—
হে মোৰ আশাৰ অকণি-অকণি
ডেকা-ডেকেৰীৰ দল।
খুদ-কণ-ৰস আছিল যি ফেৰি
উবুৰাই দিয়া হ'ল,—
হাত, ভৰি, চকু, স্নায়ু, সিৰ, তেজ,
সকলো অৱশ হ'ল,—
চিন্তাৰ স্ফূৰ্ত্তি ব'ইছিল যিটো
সিটোও শুকাই গ'ল,
বিদায় পৰৰ বেদনাটো মাথোঁ
হাতৰ মুঠিত ৰ'ল।
জীৱনৰ মোৰ আবেলি পৰত
বিদায় লবৰে হ'ল,
মোৰ বিদায় লবৰে হ'ল।
থৰে থৰে কত কল্পনা আঁকি
ধৰিলোঁ আগত তুলি,—
গিৰি-গহ্বৰ ছানি কত গীত
গালোঁ হিয়া প্ৰাণ খুলি,—
পাক-ভগনীয়া পমুৱা ধজত—
সকলো পৰিল তল,
কোনেও নিদিলে চকু, কাণ, মন,
নিতততে পৰি ৰ'ল,—
আজি বিদায় পৰত দিবল'কে আৰু
একো নাইকিয়া হ'ল,
মোৰ একো নাইকিয়া হ'ল।
যি আছে কেৱল বেদনা মাথোন—
—কেৱল যাতনাভৰা,—
তাকে দি ওলালোঁ বিদায় পথত
পাবা যদি কিবা কৰা।

('দীপক'ত প্ৰকাশ)

## আগতে নিজে নিকা হ'

আনক ধোৱাৰ আগতে ভাই
নিজে নিকা হ'—
নিজৰ হিয়া মনৰ মলি
ধুই পখালি ল'—
আনক কোৱাৰ আগখিনিতে
নিজে সঁচা ক'—
নিজ সত্যত নিজৰ বলত
দৃঢ়তাৰে থ'—
তেহে হ'ব তোৱা, জোৱা, কোৱা, থোৱা ঠিক,—
জীৱন ভৰাই জমা হ'ব ধন-সোণ আত্মিক।

জী ৰক্ষা নাই তোৰ ৰক্ষা নাই

নিজৰ দোষতে অন্ধলা হলি
নিজ আকাশত হেৰালি জোন,—
পকৱাই পালে—ভুল পথ ললি—
তই নমৰিনো মৰিব কোন ?
ৰক্ষা নাই তোৰ, ৰক্ষা নাই,
মুঠ যদি তই চেতনা ল'ই—
এই ক্ষণতো মূৰৰ খোলৰ মগজুত তোৰ
জ্ঞান মুফুটিল,
বুকুৰ মাজৰ কলিজা কোঁহৰ ধমনীত তোৰ
তেজ মুতলিল,—
এতিয়াও তোৰ চিন্তা-বুদ্ধিৰ জড়তা গুচাই
বুজ নজমিল,
অলস ধোদৰ পঙ্গু-জঠৰ মামৰ উটাই
ছুঁচ নাচাপিল,—
ঘৰৰ ভেটিত, পথাৰ খেতিত
পেটৰ ভাতত, মুখৰ মাতত,
কি প্ৰলয়ী আক্ৰমণৰ সৰ্ব্বনাশী ধ্বংস নামিল
তথাপি তোৰ পতিত মনত আত্মৰক্ষাৰ
তত্ মুতলিল,—
ৰক্ষা নাই তোৰ ৰক্ষা নাই
মুঠ যদি জাগি চেতনা ল'ই।

( 'আলোক'ত প্ৰকাশ

প্ৰাৰ্থনা

হেৰা দয়াময়! মঙ্গলদাতা ভগৱান,
মোৰ জাতিটোক এনে চৰিত্ৰ দিয়া দান—
যাৰ দীপিত্তিত সয়ল ধৰাৰ
হীৰা-মৰকত মণি-মুকুতাৰ
ক্ষিপ্ত প্ৰলোভনৰ শিখাও হয় ম্লান।
আজি যি নেতাসৱৰ চৰিত্ৰহীনতাই,
দেশখন জাতিটোক নিৰ্ম্মূলি নিলে খাই,
সেই নাৰকীয় পঁচা চৰিত্ৰ,
নিৰাময় কৰি কৰা পবিত্ৰ,
মৃত্যু-মুখত পৰা দেশখন জীযক জীৱন পাই।

হে ভগৱান! হে ভগৱান!

হায়! হায়! হায়! সমাজখনত
নেতা-নেতিনীৰ খকৰ দাপত
এনেয়েইতো নৈতিক চৰিত্ৰ উৰি গ'ল -
বাঢ়িল দেশত দুৰ্নীতিময় ব্যাভিচাৰৰ মল,—
তাতে আছিল যি এধানি
কল্ধপকৈ হিহনি টানি
শিল্পীনামাৰ উন্মাদনাই তাকো পেলাই তল,
সমাজ বুৰাই বোৱালে উলঙ্গ নিলাজ ধল,—

বাটে—ঘাটে শিল্পী গজিল,
অঙ্গ উদাই 'বৈলা চুটিল'
খেতি-বাতিত; শ্ৰমৰ শালিত
আৰ্ত্ত-আতুৰ সেৱাৰ থলীত,
কৰ্ম্ম-সাধক, নীতি সেৱক তেনেই উদি হ'ল,
নৈতিকতাই কান্দি মৰে নাপাই জীয়াৰ থল;—
হে ভগৱান! হে ভগৱান!
নৈতিকতাক দিয়া প্ৰাণ দান,
শিল্পী নামাৰ নিধক ঠেওত যৱনিকা টানি,
পবিত্ৰ হ'ক, সামাজিক দেহ গুচাই ক্লেদৰ গ্লানি।

( 'আলোক'ত প্ৰকাশ )

## অ' মোৰ শক্তি-দল।

দেশ ৰক্ষাৰ অস্ত্র সবল
একমাত্র আশা সম্বল
অ' মোৰ দেশৰ ডেকা-ডেকেৰীৰ দল !
চৰিত্র ল'—চৰিত্র ল'
আত্মৰক্ষা দেশৰক্ষাৰ চৰিত্র ল'—চৰিত্র ল'—
সেৱাব্রতত মত্ত হোৱা চৰিত্র ল'—চৰিত্র ল'—
দেশ-ঐতিহ্য অলঙ্কৃত
দেশৰ মাটিত ওতপ্রোত
দেশ-প্রাণতাৰ প্লাৱন স্ফুট
চৰিত্র ল'—চৰিত্র ল'—
তীখাৰ দৰে দো নপৰা চৰিত্র ল'—চৰিত্র ল'—
জুয়ে নোপোৰা, মৰি নমৰা চৰিত্র ল'—চৰিত্র ল'
নেতা ৰাইজ দুয়োটাতেই
এই চৰিত্রৰ অভাৱতেই
জমিল দেশত মৃত্যুৰ অভিশাপ—
অবিচলিত দৃঢ়তাৰে
দুর্নীতিহীন চৰিত্রেৰে
নির্ম্মূল কৰ জাতিটোৰ এই পাপ,—
জ্বলক দেশত দৈত্য-বিনাশী দাপ,—
চৰিত্র ল'—চৰিত্র ল'—
নিখুঁত খাটি দেশ-সেৱকৰ
চৰিত্র ল'—চৰিত্র ল'—
খক-বিমুক্ত দেশ সেৱকৰ চৰিত্র ল' চৰিত্র ল'—।

('আলোক'ত প্রকাশ)

## আকাৰ আছে—মানুহ নাই।

মানুহ নাই—মানুহ নাই—
দুই হাত, দুই ভৰি আছে,—
কৰ্ম্ম কুশল চলন নাই,—
মানুহ নাই—মানুহ নাই—
দুই কাণ, দুই চকু আছে,—
দূৰদৃষ্টি শ্রৱণ নাই,—
মানুহ নাই, মানুহ নাই,—
মূৰ আছে, মগজু নাই,
মগজু আছে, বুদ্ধি নাই,—
বুদ্ধি আছে কিটিপ নাই,
কিটিপ আছে কলা নাই,—
তত্ আছে বোধ নাই,
কলিজা আছে, সাহ নাই,—
তেজ আছে, তাপ নাই,
মন আছে, ধ্যান নাই,—
ভাৱ আছে, দৃঢ়তা নাই,
জীৱন আছে, জেউতি নাই,-
ভেম আছে, বিবেক নাই,
স্থিতি আছে, গতি নাই,
জিভা আছে, সুৰুচি নাই,
ছাল আছে, সুস্পর্শ নাই,—
আকাঙ্ক্ষা আছে, উদ্যোগ নাই,
ধূর্ত্তালি আছে, সততা নাই,—
বুকু আছে, হৃদয় নাই,
হৃদয় আছে, মহত্ত্ব নাই,—
মিথ্যাচাৰ আছে, সত্যাচাৰ নাই,
ধাৰণা আছে, বিশ্বাস নাই,—
মৰথক আছে, ত্যাগ নাই,
দুর্নীতি আছে, সুনীতি নাই,—
আকাৰৰূপী মানুহ আছে,
আত্মাৰূপী আলোক নাই,—
এইতো নহয় আত্মাবাদী নৱ-জীৱনৰ আচল ৰূপ

কলুষ এৰি জীৱন-ধামত জ্বলোৱা
নিকাৰ আলোক ধূপ ।

( দেশৰ তলে-ওপৰে শিপাই পৰা দুৰ্নীতিত বেদনাক্লিষ্ট মনেৰে লিখা । )

### ৰঙালী-বিহুৰ ডাক

( ১ )

**বিহুৱাকায়ে যিটো লাগে তাকে দিব লোৱা -**

বিহুৱাকাই আহিছে—
প্ৰতি বছৰৰ ফুলা-মলা চ'উবোৰ পাৰ হ'ই
উঠা-নমাৰ ৰঙিয়াল চেকাবোৰ গাত পিন্ধি
বছৰেপতি আহে বিহুৱাকাই,—
এইবাৰো আহিছে ।
কিন্তু, এইবাৰ এই বছৰত আহিছে সি
ৰূপ সলাই নতুন হ'ই ।
গুচি যোৱা বছৰবোৰত আহিছিল বিহুৱাকাই
ঢোল-পেঁপাৰ কোবত, শিঙাৰ ফুকত,
যৌন-মদিৰ মত্ত ধুমুহাৰ ৰঙা ফেন তুলি,—
ডেকা-গাভৰুক কঁকাল ভাঙি নচুৱাই,
ৰাজহাড় কাহিল কৰি,
নাকে-মুখে অৱসাদৰ অলস জোল বোৱাই,
দেশৰ প্ৰতি, জাতিৰ প্ৰতি, নিজৰ প্ৰতি
আত্মচেতনা, কৰ্ত্তব্যবোধ, কৰ্মোত্তম ৰহিত কৰি,
নিতত, নিশকতীয়া খেলিমেলি খোজেৰে
পুনৰ সেই ভঙা-ফুটাতেই থেকেচা থুৱাই,
সৰ্ব্বাঙ্গ জুৰি তেজে-মঙহে, অস্থি-মজ্জাই,
দুৰ্ব্বাৰ অলসতাৰ
আপচু আৱেশ সানি দি গুচি যাবলৈকে,—
কিন্তু আজি, চাৰিওফালে বেৰি ধৰা
স্পুটনিক-চীন-পাকিস্থান-এটমব'ম,
দুৰ্নীতি, অবিচাৰ, অৰাজকতা, মঙ্গোলীয়-আৰ্য্য আদি
বিৰাট বিৰাট সমস্যা—দৈত্যৰ সমাৱেশৰ লগতে
নিজ চোতালৰ নগা-খাছীয়া-গাৰো-মিজো,
বঙ্গালী-বিহাৰী-পাঞ্জাৱী-মাদ্ৰাজী আদি
অনুসঙ্গীসমূহৰ উচ্ছেদ উঠি অহা যুগত,
বিহুকায়ে তাৰ আওপুৰণি পেঁপা-ঢোল
এৰি আহিছে,—
লগত কপৌ পিন্ধাই ৰঙিলীকো ল'ই অহা নাই,—
আজি বিহুৱাকায়ে ল'ই আহিছে তাৰ এখন হাতত,
লাহ-বিলাহী ফটিকাৰে
কৰ্ম্মোল্লাস হৰা, কৰ্ত্তব্যচ্যুত কৰা
চিত্ত-বিত্ত-আত্মনাশী অভিশাপৰ উল্কা,—
আৰু আনখন হাতত আনিছে
কৰ্ম্মোদ্যমী, আলস্যহাৰী মহা জীৱনৰ
মহাশীৰ্ব্বাদৰ নিৰ্ম্মালি,—
এটাত মহামৰণ, আনটোত মহাজীৱন ;—
স্থিৰ কৰা—আজি তোমাৰ বিহু-নাচোনত
যৌন-ক্লেদী অৱসাদকে নমাবা, নে কৰ্ম্মোল্লাসী
জীৱনকে ফুলাবা ?
কোনটো তোমাক লাগে ?—মৰণাভিশাপ,
নে জীৱনাশীৰ্ব্বাদ ?
বিহুৱাকাইৰ গুচৰত প্ৰাণ পাতি সাধি লোৱা ;
যিটো লাগে, তাকে আজি তোমাক দিব
বিহুৱাকায়ে,—
তেওঁ সেই কুৰি বছৰৰ আগতে গোৱা
চিৰ নতুন ধৰ্ম্ম-ডাকটো গাবই লাগিছে—
প্ৰাণ পাতি শুনা :

"ডেকা অসম! তোমাৰ ডেকা-শক্তি সাৰ্থক কৰাৰ এই সোণালী সুযোগ তুমি নেহেৰুৱাবা। মিছা তৰ্কৰ ঢ'উ তুলি, ৰাজহুৱা সভাৰ কথাবাজীত বাতৰি কাকতৰ আখৰ কেইটাত আত্ম-সন্তুষ্টি ল'ই ভাহি ফুৰিবলৈকে তোমাৰ আজি আজৰি নাই। পুৰণিক মন্থন কৰি পৃথিৱীত নতুন ৰূপত প্ৰফুল্লিত লৰন্থ তুলিবলৈকে মহা-বিপ্লৱৰ প্ৰচণ্ড ধুমুহা-বিজুলী গতিৰে তোমাৰ ঘৰ-চোতাল আচ্ছন্ন কৰি ব্যাপ্ত হ'ল। তুমি এই ভয়াবহ আঘাতৰ পৰা কঠোৰ শৃঙ্খলতা আৰু অটল নিৰ্ভীক দৃঢ়তাৰে বুকু ফুলাই থিয় দি বিপুল কৰ্ম্মোদ্যমেৰে ধ্বংসৰ পৰিবৰ্ত্তে আত্মৰক্ষাৰ আশীৰ্ব্বাদ লাভ কৰা। নহলে, এই ধুমুহাত তুমি ভাগি-ছিগি ধলি হ'ই কৰবাত গ'ই চিটিকি পৰি নিৰুদ্দিষ্ট হবা। ক'তো ডেকা-অসমৰ চিন-চাবো নাথাকিব।" —১৯৪২

( 'নতুন অসমীয়া' ত প্ৰকাশ )

( ২ )

## অ' বিহুকাই তাৰে কথা ক'

অ' বিহুকাই!—অ' বিহুকাই!—
পোন্ধ-সোলোকা কঁকাল-গাঁঠিত
ন-গামোচা মেৰাই মেৰাই,
মূৰ জোকাৰি বাবৰি উৰাই,—
ঢোল-পেঁপা ল'—ঢোল-পেঁপা ল'
ঠেৰে ঠেৰে বিহু বজাই
নিজক নিজে খোৱা জাতিক—
নিলাজ হাঁহি টিৰিলিঘিলাই
বাটে-ঘাটে খলক লগাই,
ইমান আছে ক'ত বিহুকাই!
ইমান আছে ক'ত?
তাৰে কথা ক' বিহুকাই!
তাৰে কথা ক'।
তিলতিলকৈ মৰি গ'ইও
মাটি-ভেটি উছন হ'ইও
তত্ নচপা এলেহুৱা ইমান আছে ক'ত?
নিজক নিজে খোৱা শাসন-বিধান চলে য'ত-
তাৰে কথা ক' বিহুকাই! তাৰে কথা ক'-
ঢোলত কোবাই, পেঁপাত ফুকাই,
তাৰে কথা ক'—
গালে-মুখে চৰ ভুকু খাই,
খন্তেক চেং চেঙনি পাই,—
ধান খেৰ জুই যেন ভমকি থিতাতে নুমাই
পুনু হ'ই যায় বৰফ-চেঁচা আৰু সাৰস্থৰ নাই',
ঢোলত কোবাই, পেপাত ফুকাই
তাৰে কথা ক' বিহুকাই,
তাৰে কথা ক'—
আন নালাগে একো কব,
তাৰে কথা ক'—

( 'নতুন অসমীয়া'ত প্ৰকাশ )

( ৩ )

## ৰঙালীক মাত জীৱন-ৰঙেৰে

ৰঙালী আহিছে ৰাঙলী কুঁহিত
জিলমিল তুলি
সুষমা উতলা ৰঙিলী হ'ই—
গালে-মুখে তাৰ কামধেনু কোল
উঠে ফুলি দুলি

মিচিকি হাঁহিব বিজুলী ব'ই ;—
কিন্তু ৰঙালীক আদৰিবি তই
হিয়া উবুৰাই
বুকু ধুনা ৰং কিহেদি ?
যিখিনি আছিল সিও উৰি গ'ল
তোক লথিয়াই
স্বৰূপ হেৰোৱা ফাঁকেদি :
জীৱন উদাই হেকুৱালি তোৰ
ৰঙিলী আদৰা
লাৱনি-ৰম্য ৰংখিনি—
ৰাংঢালী ৰঙিলীয়ে আজি তোক
দিব কিয় ধৰা
ৰঙাব বহাগী গালখনি ?
আত্ম-চেতনা মৰ্য্যাদা জ্ঞান
বিশ্বাস-শ্ৰদ্ধা-নিষ্ঠা
এয়ে জীৱনৰ ৰং তোৰ
তাকেই তিয়াগি সানি ললি তাত
কলুষ ক্লেদৰ তৃষ্ণা
আত্ম-হেকুৱা গ্লানিবোৰ,—
যিখন পাটিত ৰঙিলীক মাতি
গুৱাই খেলিবি
ৰাঙলী চুমাৰে ৰাঙলী খেল,
তাকো দেখো টানি-ধুহি লৈ গ'ল
কিহত পাতিবি
ৰঙিলীৰ সতে চুমাৰ মেল ?
ৰাঙলী ৰঙিলী ৰঙালীক যদি
পাব খোজ তই
মিঠা ৰাংঢালী ৰূপেৰে—
উৰি যোৱা তোৰ জীৱনৰ ৰং
পুনু টানি লই
ৰঙাহি জীৱন-ৰঙেৰে ।

( 'নতুন অসমীয়া'ত প্ৰকাশ )

( ৪ )

## বৈৰী-বিমৰ্দ্দা নাচোন নাচ

বাজ—বাজ—বাজ—
বিমান বিদাৰি ৰঙালী-বিহুৰ
ঢোল-পেঁপা-শিঙা ৰণ দুন্দুভি বাজ—
সাজ—সাজ—সাজ—
দেশ-ৰক্ষাৰ ডাক উতলিছে
বিজুলী-শাণিত সমৰ-সাজেৰে সাজ
নাচ—নাচ—নাচ—
ৰণ-তাণ্ডৱী নাচ-ভঙ্গীত
কালান্তকৰ জ্বলক বিজয়ী জুই,—
বাহিৰ—ভিতৰ
দেশ-শত্ৰুতা পুৰি ছাই হ'ই
চিৰকালল'কে সঁচ হ'ক নাই—মুই,
বিহুৰ তলিৰ
কঁকাল ভাঙি, স্তন চলুৱাই
বীৰ্য্য খহাই অলস কৰা নাচ এৰি
সমৰ তলিৰ
বৈৰী-বিনাশী কৰ্ম্ম-তেজাল নাচোন ধৰি
বীৰ দৰ্পেৰে নিৰ্ম্মূল কৰ দেশ-অৰি ।

( ৫ )

## আহা মোৰ বুকুলৈ

আজি সুনীল-সেউজ এটা হ'ই যোৱা
নতুন যুগৰ ৰঙালী বিহুৰ নতুন সুৰ—
নীচ স্বাৰ্থ পৰি উদি হোৱা
জাতীয় জীৱন ঐক্যতানেৰে
কৰাহি পুৰ,—

আহা পঞ্জাৱী, আহা মাদ্ৰাজী, বিহাৰী,
উৰিয়া, বঙ্গালী,
আহা গুজৰাটী, সিন্ধি, মাৰাঠী, ৰাজস্থানী,
ভোট, নেপালী,—
ভাৰত মাতাৰ চেনেহী দুহিতা
পূৱ-প্ৰান্তৰ অসমী আই,
দিছে সকলোকে উদাৰ কোলাত
সুখ-শান্তিৰে থাকিব ঠাই।
দেশক, জাতিক দুৰ্ব্বল কৰা
মিছা 'য়ানা' অভিমানবোৰ এৰা—
ঐক্যাকাঙ্ক্ষা বুকুত জ্বলাই অসমী
আইক সাৱটি ধৰা,
খিলঞ্জীয়াৰ স'তে এটা হ'ই জাতীয়
একতা সুষমা গঢ়া।
( পাণ্ডুৰ বিহু-উৎসৱত গোৱা )

( ৫ )

## অলসতাৰ অপবাদবোৰ ধুই-পখালি কৰ্ম্ম-মত্ত হোৱা

ৰঙালী-বিহুৰ উথল-মাথল
নহয় অকল
ৰং-ধেমালিত বুৰ যোৱা
বিগত দিনৰ দুৰ্ব্বলতাৰ
অপবাদবোৰ
ধুই-পখালি নিকা হোৱা ;—
নৃত্য-গীতত মত্ত থাকি
কৰ্ম্ম-চিন্তা দূৰত ৰাখি
দেশ কিদৰে ৰাখিব ?
পাতল আমোদ বিলাসিতাত
মগ্ন থাকি বিভত হলে
সমূলি দেখোন মৰিবা !

( পূৱ-গুৱাহাটী ৰঙালী-বিহু উৎসৱত গোৱা )

## মই জীৱননীতিক-মানৱনীতিক

বহুতেই কয়,—
মই হেনো এটা
'মস্ত ধুমা' ৰাজনীতিক,—
কাব্য-কলা-সাহিত্যতকৈ
মোৰ হেনো ৰাপ
ৰাজনীতিতে অত্যধিক,—
কিন্তু, মইতো নহওঁ এতিলমানো ৰাজনীতিক,—
মই জীৱননীতিক, মানৱনীতিক,
অসীম অপাৰ মহামানৱীয়
জীৱন-সেৱাই মোৰ প্ৰতীক,—
ৰাজনীতিকৰ ধূৰ্ত্ত-বাজীত—
ক্লেদ উথলে অপৰিসীম
শ্বাস ৰুদ্ধ হ'ই মৰে তাত
জন-গণ প্ৰাণ দৰিদ্ৰ-দীন,—
সেৱাৰ বজ্ৰ-বাঢ়নীৰে মই
কৰোঁ সেই ক্লেদ অপসাৰিত
হ'ক বুলি শুধ সুস্থ নীতিৰে
সামাজিক দেহ পৰিপ্লাৱিত;—
মইতো নহওঁ ৰাজনীতিক,—

অসীম অপাৰ মানৱীয়তাৰ
সেৱাব্ৰতেই মোৰ প্ৰতীক ,
সম্ভোগ-সুখ ক্লেদ ভোগতেই
ৰাজনীতিকৰ সুখ,—
সি যে ক্লেদভোগী
সেইসকলৰ ক্লেদ-ৰুচিতেই
প্ৰাণঘাতী মোৰ দুখ, –
মই যে সেৱাযোগী।

ৰাজনীতিকে বাস্তৱতাৰ মেও-খুজীয়া খাল-পানী
খদলি ক্লেদ তুলি থাকে তাতেই জীয়াৰ সাৰ মানি,-

ক্লেদ-আৱষ্ট দৃষ্টিত তাৰ
মহা মানৱীয় বিপুলতাৰ
মোহন শিখাৰ আলোক নাই,
মই আঁতৰাই সেই ক্লেদান্ধতা
পথ হেৰুৱা বিপন্নতা, -
মুক্ত আলোক দিওঁ দেখাই , –
মইতো নহওঁ ৰাজনীতিক,
মই জীৱননীতিক মানৱনীতিক,
অসীম অপাৰ মহা-মানৱীয
জীৱন-সেৱাই মোৰ প্ৰতীক।

---

# দেশেই ভগবান

## অ' মোৰ দেশৰ দেশবাসী

( ১৯।১০।৬৫ তাৰিখে প্ৰতিৰক্ষা-দিৱস উপলক্ষে আকাশবাণী গুৱাহাটীৰ কবি সম্মিলনত পঠিত )

( ১ )

অ' মোৰ দেশৰ দেশবাসী !
দেশ-মাতৃকাৰ নাড়ী-সিৰ-ধাতু-মজ্জাৰ স'তে
স্নায়ু-স্তৱকত
বান্ধ খাই থকা দেশবাসী !—

এয়েই আমাৰ চিৰ নমস্য, চিৰ আৰাধ্য,
চিৰ বাঞ্ছিত, চিৰ সাধনাৰ,
মহৎ, বিৰাট, বিপুল হোৱাৰ,
জীৱন বসোৱা চিৰ-শান্তিৰ দেশ,—

ইয়াতে আমাৰ পাৰস্পৰিক
চিৰ-একাত্ম, চিৰ-সম্প্ৰীত, চিৰ-একান্ত,
হিয়াত হিয়াৰ, প্ৰাণত প্ৰাণৰ বুৰাই প্ৰান্ত,
প্ৰেমানন্দেৰে পৰিপ্লুত হোৱা
নন্দন-পৰিৱেশ—

ইয়াৰ বাহিৰে আমাৰ আশাৰ
অসীম-বিলাসী জীৱনাকাঙ্ক্ষাৰ
তৃপ্তি সাধক মনোৰম ঠাই
ক'তো নাই,—আন ক'তো নাই,—
সৰগ-মৰত, আকাশ-আলোক
ক'তো নাই, ক'তো নাই,—

যুগ যুগ ধৰি, কত ৰকমাৰী
সুধা-বৰ্ষিত বিচিত্ৰতৰ
অফুৰন্ত পুলক জগোৱা
ৰূপ, ৰস, স্পৰ্শ গোন্ধেৰে,—

গোষ্ঠীক, বণিক, ধৰ্ম্মিক, শ্ৰেণীক,
সাম্প্ৰদায়িক, সাংস্কৃতিক
প্ৰেমেৰে হৃদয় বিগলিত কৰা
মধু-আৱেগিক ছন্দেৰে,—

সত্য, বিবেক, শ্ৰী, সমৃদ্ধি,—
জনা-নজনাৰ, জ্ঞেয়-অজ্ঞেয়ৰ,
লীলায়িত ৰূপ-সৌন্দৰ্য্য মালাৰে
বিভূষিতা এই ভাৰতবৰ্ষ,—

কালজয়ী শৌৰ্য্য, বীৰ্য্য, বীৰত্ব,
জ্ঞান-কৰ্ম্ম-ভক্তি-নিষ্ঠা সাধনাৰ
ত্যাগ-মহিমাৰে পৰিপ্লাৱিত
মানৱীয়তাৰ উচ্চাদৰ্শ,—

পবিত্ৰতমা ভাৰত-মাতাৰ
অসীম-প্ৰসাৰী বুকুৰ বাহিৰে
এনে সৰ্ব্বজয়ী আদৰ্শ, সৌন্দৰ্য্য,
মহত্ব-বাহক অমৃতৰ সোঁত
বোৱা নাই—ক'তো বোৱা নাই,

মানৱ জীৱন বৃক্ষ ভৰাই
চিৰঞ্জীৱিত অমৰ-ৰসেৰে
বিশাল ধৰাৰ কোনো চুকতেই
এনে ফল ক'তো ফলা নাই,
ক'তো ফলা নাই,—

বিশ্বমৈত্ৰী, মানৱ-কল্যাণ,
মানৱ-ভ্ৰাতৃত্ব, বিশ্ব-শান্তি,
বীৰত্ব-ধন্য ক্ষমনশীলতা,
সহৃদযতা, সাহস, বীৰ্য্য,—

ইমান প্ৰখৰ বিশ্বানুভূতি, বিশ্ব-ধাৰণা,
সৰ্ব্বত্ৰ একেটা মাত্ৰ অবিনশ্বৰ
চেতনা-চকিত-সত্যালোক উদ্ভাসিত
পৰম ঐশ্বৰ্য্য,—

আত্মানন্দী অন্তৰঙ্গ এনে
অকুটিল মহামানী সৰল বিশ্বাস
ক'তো নাই— আন ক'তো নাই,—

জীৱন-প্ৰভাৰ শান্তিদায়ক
এনে ঐশ্বৰ্য্য, এনে বিভূতি
ক'তো নাই—আন ক'তো নাই,—

বিবিধ জীৱন-ধাৰাৰ প্ৰণালী,
ধৰ্ম্ম-বিশ্বাস, সাধনা-তত্ত্ব,
বিচিত্ৰ-ভাষণ, আচাৰ-বিচাৰ,
ধৰণ-ধাৰণ, পৰিধান,—

সুখ-দুখ, বিপদ-বিপৰ্য্যয়ত,
একযোগে একচাবে, একগোটে সন্মুখীন,—
সমভাগী, সমভোগী,
একমন, একপ্ৰাণ,—

বিস্ময়কৰ সংযমশীলতা,
সহনতকৈও সহন-ক্ষমতা,
ধৰিত্ৰীতকৈও ধৈৰ্য্য মহান,—

নিজৰ তেজেৰে, নিজ আলোকেৰে
চিৰোচ্ছল, চিৰোজ্জ্বল,—
কোনোযুগে হোৱা নাই ম্লান,—

ৰহস্যতকৈও ৰহস্যতম
নিবিড়তকৈও নিবিড়তম
সত্যময়ৰ বিৰাট উপলব্ধি

শুভঙ্কৰী পয়োভৰেৰে
বিৰাজে সগৌৰৱেৰে হৃদিদেশ ছানি,
দিব্যদ্ৰষ্টা মাৰ্ত্তণ্ডকে স্তব্ধি

উক্ত সকলো বিশ্বজনীন, মহামানৱীয়
সৃষ্টি ৰক্ষাৰ যত উৎকৃষ্ট শান্তিৰঙ্গ বিভৱ-সম্পদ,
ভাৱ, চিন্তা, ধ্যান, ধাৰণা,
মানৱাত্মা —বিশ্ব-আত্মা একত্ৰীত কৰা
সাধনা-পথৰ মূৰ্ত্ত-বিকাশ—

আমাৰ কাম্য এই ভূমিতেই,—
ভাৰত-মাতৃৰ বুকুৰ সন্তান
আমাৰ একাত্ম এই জাতিতেই,—

কল্যাণময়ী দেশ-মাতৃকাৰ
অমৃতস্ৰাৱী জৰায়ুতেই—
দিবাকৰৰ পোন প্ৰথমৰ ৰশ্মি ছটাৰ স'তে
অঙ্কুৰিত—স্বপ্ৰকাশ—

ভাৰত মাতাৰ এই অজস্ৰ,
মানৱ মানস অলঙ্কৃত কৰা, প্ৰফুল্লিত কৰা,
সত্যালোকেৰে উদ্ভাসিত কৰা,
মহৎ প্ৰেৰণাদায়ক উৎস
মহা-মানৱিক, মহা-জাগতিক
মহিমান্বিত অমূল্য বিভূতিৰাশীৰ—

নিজ সৌন্দৰ্য্য, নিজ দীপ্তিত,
নিজ মৰ্য্যাদা, নিজ গৰিমাত,
বীৰ-বিক্ৰমেৰে ৰক্ষা কৰাৰ
অনিবাৰ্য্য গুৰু দায়িত্ব
একমাত্ৰ ভাৰত-সন্তান ভাৰতবাসীৰ,—
মহাভাৰতৰ মহান জাতিৰ
অপৰাজেয় বীৰ সন্তান
একমাত্ৰ ভাৰতবাসীৰ,- -

ভীষ্মপ্ৰতিম বজ্ৰ-কঠোৰ প্ৰতিজ্ঞাৰে,
হিমগিৰিধৰৰ অটল দৃঢ়তাৰে,
এই দায়িত্ব পালন কৰোঁতা
ভাৰত-সন্তান ভাৰতবাসীত বাদে
আন কোনো নাই—
আন কোনো নাই,—

পৰাধীনতাৰ শৃঙ্খল ছিণ্ডি
মুক্ত হোৱাৰ দিনতো,
স্বাধীনতা লভি স্বাধীন খোজেৰে
আগবাঢ়ি যোৱা ক্ষণতো,—
অতীতৰ সেই নানা সময়ৰ
অশান্তিকামী ৰক্ত-পিপাসু অমানৱ দলৰ দৰে,

ভাৰত-মাতাৰ, ভাৰত-জাতিৰ
মহানুভৱতা, উদাৰতাৰ,
সম্মান নুবুজা দস্যু-তস্কৰ এদলে,

সভ্যতা-সঙ্গত সকলো সত্তাৰ
নিৰ্লজ্জতাত পুৰি ছাই কৰি
ন্যায়-যুক্তিহীন অহৈতুকী অপ্ৰৰোচিত
আক্ৰমণেৰে,

ভাৰত-মাতাৰ উদাৰ উন্মুক্ত পবিত্ৰ বুকুত,
ভাৰতবাসীৰ শান্তি-প্ৰশান্ত পবিত্ৰ দেহত
হিংসাৰ বিষাক্ত শেল হানি
পৈশাচিক তাণ্ডৱেৰে ৰক্তপাত কৰে,

আছেনে কোনোবা এনে ভাৰত-সন্তান।
ভাৰত-মাতাৰ, ভাৰত-জাতিৰ
সহে এনে লাঞ্ছনা অপমান?

নাই—নাই—নিশ্চয় নাই কোনো নাই—
আছে যদি কোনোবা লুকাই—
সি ভাৰতদ্ৰোহী, দেশদ্ৰোহী, জাতিদ্ৰোহী,
মাতৃদ্ৰোহী, ভ্ৰাতৃদ্ৰোহী,
অকৃতজ্ঞ, বন্যপশু, বিষধৰ সাপ,
অসভ্য, বৰ্ব্বৰ—
—ধৰ্ম্ম, বৰ্ণ, শ্ৰেণী, গোষ্ঠী, একোটোৰে
নহয় সি,—
ভাৰতৰ সুসভ্য সমাজত নাই তাৰ স্থান,—

জাতীয় সংহতি, জাতীয় শক্তি,
জাতীয় প্ৰতিজ্ঞা, জাতীয় দৃঢ়তাৰে,
পৃথিৱী ফটোৱা ভূমিকম্পৰ প্ৰলয়ঙ্কৰ থাপেৰে
আক্ৰমণকাৰী, অনুপ্ৰৱেশকাৰী,
পশ্চাদঘাতী, গুপ্তচৰ,
চকত সোমাই বুকুত কামোৰা যতবোৰ
আছে গৰলধৰ,
সকলোকেটাকে একে সাঙোৰতে
সাঙুৰি বান্ধি লৈ,
ভাৰত মহাসাগৰ তলিত
থেকেচি বুৰাই থৈ,
নিৰ্ম্মূল কৰিম চিৰকাললৈকে
অশান্তিদাতা ভাৰত-শত্ৰুৰ এই
দানৱীয় আক্ৰমণ
ন্যায়যুক্তিহীন অহৈতুকী অমানৱীয় আস্ফালন,

জাতীয় দেশৰ বিপদ কালত
দেশ-সন্তানৰ পাৰস্পৰিক
বিৰোধৰ কোনো কথা নাই,—

ইতস্তত: দোধোৰ-মোধোৰ
দুৰ্ব্বলতাৰ কোনো ঠাই নাই,—
আছে যদি কোনোবা এনে
ভাৰতৰ তাৰ ঠাই নাই,—

যেয়ে, জন্মভূমি ৰক্ষাৰ ৰণত
ধৰ্ম্মিক, গোষ্ঠীক, শ্ৰেণীক, বৰ্ণিক,
ব্যক্তিয়, খেলীয় অনৈক্য বিৰোধ,
একে উশাহতে জোকাৰি পেলাই,
জাতীয় গোটৰ শাৰীত থিয় দি শত্ৰুৰ মুখামুখি হৈ,
যুদ্ধ-ক্ষেত্ৰত শত্ৰু নাশ কৰি
মহা-মৃত্যু আকোৱালি আনন্দবোধ কৰে,
সিয়েহে দেশৰ সন্তান বুলি দাবি কৰিব পাৰে।—

( ২ )

## দেশেই ভগৱান

দেশ—দেশ—দেশ—
দেশেই মোৰ ধ্যান-জ্ঞান,
দেশেই মোৰ ভগৱান
সাধ্য-আৰাধ্য পৰমেশ,

দেশতেই পাওঁ জন্ম-জীৱন,
লালন-পালন, ভাষণ-ভূষণ,
ধৰ্ম্ম, কৰ্ম্ম-চিন্তা সাধন,—
দেশ এৰি মোৰ একো নাই,—

দেশতেই মিঠা সপোন যুলে
তৰপে তৰপে কল্পনা খেলে
শান্তি-সুখৰ বন্তি জ্বলে
দেশ এৰি মোৰ জীৱন নাই,—

প্ৰেম-বিৰহৰ লীলা-খেলা,
ৰং-ধেমালিৰ মোহন মেলা,
কিৰিলি প্যাৰে সৰ্ব্ব বেলা,
দেশৰ বুকুতে হাই তুলি,—

দেশৰ মাটিতে শস্য ফলাওঁ,
খাওঁ-দাওঁ-নাচোঁ, গীত-পদ গাওঁ,
ধন-ঐশ্বৰ্য্য যি লাগে পাওঁ,
দেশবাসীৰে মিলি-জুলি,—
জীৱনৰ মোৰ যিমানবিলাক
আশাকাঙ্ক্ষাৰ আনন্দজাক
পৰি, মধুময় কৰে আত্মাক
সেই সকলো দেশতে পাওঁ,—

জ্ঞান-বিজ্ঞান, কাব্য-কলা,
শ্ৰম-উদ্যোগ স্বৰ্ণফলা,
সাৰ্থকতাৰ নীতি-শৃঙ্খলা
দেশৰ বুকুতে বুটলি লওঁ,—

দেশৰ বিহনে জনম নাই—
জনম নহলে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই,—
জীৱনতেইতো ভগৱানৰ পূৰ্ণ অধিষ্ঠান,
দেশ নহলে জীৱন গ'লে ভগৱান হয় অন্তৰ্দ্ধান।—

( ৩ )

## দুগুণ তেজাল নহলে নহব

আমাৰ হ'ল আত্মৰক্ষা
তাহাতৰ হ'ল আক্ৰমণ,
আক্ৰমণতকৈ দুগুণ লাগে
আত্মৰক্ষাৰ উদ্যম, আয়োজন,—

আক্ৰমণতকৈ আত্মৰক্ষা
দুগুণ কঠোৰ, দুগুণ টান
সিখিনি নহলে আক্ৰমিতৰ
মৃত্যুত বাজে গতি নাই আন,—

আক্ৰমণ কৰিছে বিজুলী বানেৰে
তাতোকৈ তেজাল নহলে তুমি,
নোৱাৰিবা ৰক্ষা কৰিব
তোমাৰ পৈতৃক জনমভূমি,—

( ৪ )

## ছাবিৰছ জানুৱাৰী

॥ প্ৰচণ্ডতম দেশপ্ৰেমহে শত্ৰু জয়ৰ ঘাই অস্ত্ৰ ॥

আজি ছাবিৰছ জানুৱাৰী
অ' মোৰ দেশৰ নৰ-নাৰী।—
কায়-বাক্য মনে
সচিতে সপোনে
দেশ প্ৰাণতাৰ অনলেৰে
জাতীয়-ৰাষ্ট্ৰীয়, চেতনাৰে
তোলা দাবানল উজ্বাৰি,—

বিপৰ্য্যয়ৰ অক্টোপাছে
চাৰিফাল চেপি ধৰিছে বেঢ়ি,—
অগ্নিমুখা-দেশপ্ৰাণতা
শত্ৰুনাশৰ অস্ত্ৰ ঘাই-
তাৰ বাহিৰে আত্মৰক্ষাৰ
আন অস্ত্ৰ একো নাই,—

( ৫ )

এই পবিত্ৰ মহা দিনটোতে
জাতীয় ঘৰৰ চল্লিশ কোটি
বজ্ৰমনা, দৃঢ়পণা তেজাল গোটাল সন্তানে,
একে উশাহতে, একেটা দোপতে,
একেটা টানতে
দেশৰ কলিজা ভেদ কৰি বহা
পৰ-দাসত্ব-বৃক্ষৰ শিপা
আলু-বীজ স'তে হুকাৰি উভালি,
পেলাওঁ মোহাৰি—

বাঙ্কোন ছিণ্ডি স্বাধীনতা পাই
আত্মশ্লাঘাৰে মুখৰিত হৈ
হুঁচ হেৰোৱা বিশৃঙ্খলিত তৃপ্তি ললো, –
দেশৰ, জাতিৰ, সামূহিকতাৰ, সামগ্ৰিকতাৰ
সেৱা-আকাঙ্ক্ষা, কল্যাণ-চিন্তা পৰিহাৰ কৰি,
ব্যক্তি-সম্ভোগৰ পিশাচী ৰাপত মত্ত হলোঁ -
পৰিণামত,—দেশৰ বুকুত, জাতিৰ মনত,
ঘোৰ দুৰ্নীতি, শোষণ, ব্যভিচাৰৰ
বিৰাট দানব নিৰ্ভয়েৰে জাগি উঠিল,
তাৰ নিদাৰুণ নিষ্পেষণত,-
দেশৰ জনতা বিভ্ৰান্ত হ'ল, মূৰ্চ্ছিত হ'ল—
আশা-নিৰাপত্তা থান-বান হৈ
সন্ধি নোপোৱা বিপদ-জালত
বাগৰি পৰিল—
বাহিৰ-ভিতৰ সমানে আগুৰি,
শত্ৰুৰ আক্ৰমণ উপচি উঠিল,

কি সত্য বুজায় দেশৰ এনেটো পৰিণামে ? –
দেশ-সন্তানৰ বুকুৰ মাজত,
মানস-পটত, হিয়াৰ কোহত
দেশ-প্ৰেমৰ, দেশ-প্ৰাণতাৰ, জাতীয়-ৰাষ্ট্ৰীয় চেতনাৰ
গুটি-সঁচ মৰি উছন হোৱাকে
সুবুজায় নে কথাই কামে ?

দেশ মাতৃকাৰ সন্তান।
উঠা, চেতনা-তত্ লৈ উঠি থিয় হোৱা,—
ঘৃণিত ব্যক্তিয়, দলীয় সম্ভোগৰ ৰাপ
এৰি অৱস্থাটো চাই লোৱা—
দেশৰক্ষা কৰাৰ আৰু দেশ ধ্বংস কৰাৰ তুমিয়ে
একমাত্ৰ অধিকাৰী –

প্ৰচণ্ডতম দেশ-প্ৰাণতাৰ, জাতীয়-ৰাষ্ট্ৰীয় চেতনাৰ
উন্মাদি-উত্তাল তৰঙ্গ,
দেশৰ বিৰাট জনতাৰ মহাসমুদ্ৰত উতলাই তোলা-
তেহে হ'ব দেশ-শত্ৰুৰ আক্ৰমণবোৰ নাইকিয়া,
নিৰাপদ হ'ব ৰক্ষা পৰিব
দেশ আৰু জাতি বিনন্দীয়া।

---

# উছৰ্গা

গোটেইটো জীৱন-ব্যাপি মনন ক্ষেত্ৰত অহৰহ দপ্‌দপাই জ্বলি থকা চিতা-জুইকুৰাৰ পোহৰত এজনকো দেখা নাপাই, মোৰ স্নায়ুভেদা 'বন্দো কি ছন্দেৰে'ক মহাশূন্যত দলি মাৰি এৰি দিলোঁ। যদি কোনোবা আছে, থাপ মাৰি ধৰি লব ,—নহলে, মাটিৰ বস্তু মাটিতে পৰি মাটি হৈ মিলি যাব। অভিযোগ, অনুতাপ, আক্ষেপ,—একো নাই। ইতি—

গুৱাহাটী

ইং ১লা জানুৱাৰী, ১৯৬২ চন

শ্ৰীঅম্বিকাগিৰী ৰায় চৌধুৰী

# বন্দো কি ছন্দেৰে

আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট
নৰ-নাৰায়ণ ৰূপ,—নৰ-নাৰায়ণ ৰূপ—
লাঞ্ছিত-পৰাধীন কুণ্ঠিত চিত-মন, নাই
ফুল-চন্দন ধূপ—নাই ফুল চন্দন ধূপ—

দূৰ দ্বাপৰত শুনিছোঁ পাণ্ডৱে জয়
কৰি সপ্ত ধৰিত্ৰী,
যজ্ঞ ৰাজস্য়ূ কৰিলে সম্পাদন সম্ৰাট
হৈ একচ্ছত্ৰী,—
দেশ দেশ জুৰি লাখ-লাখ ভূপতিয়ে 'গালে
আহি মূৰ্ত্ত গায়ত্ৰী,
আজি দাসত্ব-বন্ধন-ৰোধিত কণ্ঠত নুফুটে
ৰাগিণী অনুৰূপ, নুফুটে ৰাগিণী অনুৰূপ,

গণ-মুক্তিত নাই যজ্ঞ ৰাজসূয়, নাই ৰজা
নৰপতিবৰ্গ,
কলুষিত কলি বুলি পাঞ্চজন্য-ধাৰী নাহে
লব ভক্তিৰ অৰ্ঘ্য,
সেই নাৰায়ণ আজি জাগে নৰৰূপে
মোহাৰি বাধা উপসৰ্গ,
আজি জনসূয়ৰে হ'ব যজ্ঞ উদ্‌যাপন, আলোড়ি
নিখিল ভুব,- আলোড়ি নিখিল ভুব—

ৰুদ্ধ-কণ্ঠ তেনে মুকলিত হ'ক আজি, জয়
নৰ-নাৰায়ণ বন্দী ;—
পতিত ভাৰতৰ দু-শ বছৰ ব্যাপী বিঘিনি,
বিমঙ্গল খণ্ডি,—
গ্ৰহ-উপগ্ৰহ ধ্বনিত হ'ক আজি ভূলোক-
খলোক নন্দি,

জ্বলক ভাৰত-মাতা বিশ্বত বিজয়ী বৰ্ম্মেৰে
সাজি অপৰূৰ, – বৰ্ম্মেৰে সাজি অপৰূপ।

আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট
নৰ-নাৰায়ণ ৰূপ—
ক্ৰটী-বিচ্যুতিভূত-চিত্ত প্ৰকম্পিত, হীন
ফুল-চন্দন-ধূপ।

দূৰ-দ্বাপৰত শুনিছো পাণ্ডৱে জয় কৰি
সপ্ত ধৰিত্ৰী,
যজ্ঞ ৰাজসূয় হেলাৰে সম্পাদিলে, সম্ৰাট
হৈ একচ্ছত্ৰী,
দেশ দেশ জৰি লাখ-লাখ ভূপতিয়ে গালে
আহি জয় জয়শ্ৰী,
আজি জন-গণ স্বাধীনতা উচ্ছল কণ্ঠত নোশোভে
সি গীত অনুৰূপ।

আজিৰ যুগত নাই যজ্ঞ ৰাজসূয়, নাই
ৰজা নৰপতিবৰ্গ
নাহে নাৰায়ণৰূপী পাঞ্চজন্যধাৰী, লবল'কে
যজ্ঞৰ অৰ্ঘ্য,
সেই নাৰায়ণ আজি স্থিত গণৰূপেৰে,
ৰচনা কৰিব ধৰা স্বৰ্গ,
আজি গণসূয়-যজ্ঞৰ পুণ্য-উদ্দীপনা-আলোড়িত
নিখিল ভুব।

স্বাগত দিক্‌বলয় মুখৰিত হ'ক আজি,
জয় জন-নাৰায়ণ বন্দী,
দীৰঘ-দাসত্বৰ পুঞ্জিত-সঞ্চিত বিঘিনি
বিমঙ্গল খণ্ডি,—
গ্ৰহ-গ্ৰহান্তৰ ধ্বনিত হ'ক আজি
ভূলোক-খলোক নন্দি,—
জ্বলক চিৰন্তন বিজয়ী-বেশেৰে স্বাধীন
ভাৰত অপৰূপ।

ৰায় চৌধুৰীৰ ৰচিত এই গীতটো ইং ১৯২৬ চনত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ পাণ্ডু অধিৱেশনত উদ্বোধনী-গীত (Opening Song) কৰি গোৱা হৈছিল। অধীন অৱস্থাত ৰচনা কৰা এই গীতটো আজি স্বাধীন অৱস্থাৰ উপযোগী কৰি ঠায়ে ঠায়ে শব্দ কিছুমান লৰ-চৰ কৰি কংগ্ৰেছ মহাসভাৰ এই ৬৩ তম জালুকবাৰী অধিৱেশনৰ বাবেও সি পিঠিত দিয়া মতে দিয়া হৈছিল।

হ'ল নেকি মুই তোৰ চোতালত বন্দী-বেটীৰ ছায়া,
গোলামি দাগ গ'ল নে গুচি তিয়াগি তোৰ মায়া,—
চাকণ-চিকুণ নদন-বদন হ'ল নেকি তোৰ কায়া,
হ'ল নেকি তোৰ স্বাধীনতাৰ স্তম্ভ সুগঠন।

সেয়ে যদি তেন্তে কিয় ইমান দলাদলি,
নাই কিয় তোৰ ভায়ে ভায়ে চুমাৰ কোলাকুলি,—
ভাৰতমাতাৰ দুখ-বেদনাত নাযায় হিয়া গলি,—
গোলামিতে হ'ল নেকি তোৰ লজ্জা-চৰম ছন?

(দেহ বিচাৰৰ সুৰেৰে ৰায় চৌধুৰীয়ে ৰচনা কৰা এই গীতটোও ইং ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ অধিৱেশনৰ দ্বিতীয় দিনা প্ৰথমতে গোৱা হৈছিল। উক্ত দুয়োটা গীতৰ ৮ডঃ বাণীকান্ত কাকতিয়ে কৰা ইংৰাজী ভাঙনি সেই সময়ত 'ফ্ৰী প্ৰেছ-অব-ইণ্ডিয়া' নামৰ বাতৰি যোগনীয়াৰৰ জৰিয়তে সমগ্ৰ ভাৰতত প্ৰচাৰিত হৈ উচ্চ প্ৰশংসা পাইছিল।— দুয়োটাৰ ইংৰাজী অনুবাদ 'Songs Of The Cell' নামৰ পুথিত প্ৰকাশ হৈছে।)

## আজি কাৰ কি আৱাহন

আজি কাৰ কি আৱাহন?
সেইবাবে এই ভাৰত ভাঙি মহা আগমন,—

ৰকম ৰকম সাজন-কাচন, ভঙ্গী, ভাষণ, ধৰণ,
দুখৰ কাজল নাই অকণো হাঁহিভৰা বদন।

কাৰনো ঘৰত কোন দেৱতাৰ মহোৎসৱৰ খেলা,
কি ৰণ কোনে জিতি আহি পাতে বিজয় মেলা?
হ'ল নেকি তোৰ জীৱন্মুক্তিৰ জয় জয় গাবৰ বেলা,
সেইবাবে তোৰ দেশভৰা এই ইমান আয়োজন?

## ওঁম তৎসৎ

ওঁম তৎসৎ ভাৰত মহৎ!
এক চেতনাত, এক ধিয়ানত,
এক সাধনাত, এক আৱেগত,
এক হৈ যা—এক হৈ যা—

নিজ ঐতিহ্য, নিজ বিত্তত,
নিজ ধাতু-তেজ, নিজ চিত্তত,
নিজ আঁথাত, নিজ তত্ত্বত,
এক গোট খা—এক গোট খা—

এক মূৰ্চ্ছনা, এক ৰাগিণীত,
এক গমকত, এক কঁপনিত,
মহা-মানৱীয় মিলন-বেদীত,
ববগীত গা—ববগীত গা—

উৎতিষ্ঠত চিৰ-জাগ্ৰত,
প্ৰাপ্য-বৰাণ-নিবোধত,
সৎ সত্তাৰ শুধ দাপোণত,
নিজ ৰূপ চা, — নিজ ৰূপ চা, —

নিজ ক্ষেত্ৰ, নিজ ধৈৰ্য্যত,
নিজ ধৰ্ম্ম, নিজ বীৰ্য্যত,
নিজ কৰ্ম্ম, নিজ শৌৰ্য্যত,
অবিচল ৰ' — অবিচল ৰ' —

সত্যম্ শিৱ—সুন্দৰমত,
সত্যমেব জয়তে জপত,
সৎচিৎ-আনন্দ ৰসত,
থান পাতি ল' — থান পাতি ল'—

কুটিল ভ্ৰূকুটি কৰি আগ্ৰহ্য,
চিৰ অক্ষয়, চিৰ অদাহ্য,
চিৰ নিৰ্ভয়, চিৰ অকাট্য,
অমৃত হ'—অমৃত হ'—

বিশ্ব-শান্তি কামনা আমাৰ,
বিশ্বমৈত্ৰী লক্ষ্য আমাৰ,
বিশ্বৰ সেৱা সাধনা আমাৰ,
প্ৰাণ খুলি ক'—প্ৰাণ-খুলি ক'—

সৃষ্টিৰ বেগ চেকুৰি চলিছে নতুনক গঢ়া আঁচনি লৈ,
তইও নিজক চম্ভালি লৈ আগ বাঢ় সতীৰ্থ হৈ ,—
শাশ্বত তোৰ নিজৰ ৰূপেৰে নতুনক তই আদৰি ল'
চিৰ জাগ্ৰত, চিৰ-উচ্ছল চিৰ-উজ্জ্বল শ্যামল ৰ' ।
স্বাধীন ভাৰত আগুৱা পথত এয়ে মহাপ্ৰাণ চেতন-মন্ত্ৰ
চৰৈৱেতি, চৰৈৱেতী, মুক্ত মুকলি অসীম পন্থ ।

( ৰায় চৌধুৰীৰ এইটো জালুকবাৰীত প্ৰাগজ্যোতিষ মণ্ডপত ভাৰত জাতীয়-কংগ্ৰেছ মহাসভাৰ ৬৩ তম অধিৱেশনত গোৱা হৈছিল । )

## যায় যাব প্ৰাণ

যায় যাব প্ৰাণ, আন ধৰি আন,
ফান্দত সুমাই ল'
বাধা-জঁট ভাঙি বুকু দাঙি দাঙি
নিকিল্-কিলিয়া হ'
তই ভাই, নিকল্-কিলিয়া হ' ।

যাৰ য'ত আছে দা-কুঠাৰ-যাঠি
হাতে হাতে তুলি ল'
নকৰিবি ভয়, না সংশয়,
বুকত সাহস ল' ।
তই ভাই, বুকুত সাহস ল' ।

( ইং ১৯০৫ চনৰ বঙ্গ-ভঙ্গৰ স্বদেশী আন্দোলনৰ সময়ত শ্ৰীৰায়চৌধুৰী আৰু কেজনমান ছাত্ৰই এটা সন্ত্ৰাসী ( এনাৰ্কিষ্ট ) দল খুলি গুৱাহাটী কলেজিয়েট হাইস্কুলত সৰস্বতী পূজা উপলক্ষে তেখেতে ( সেই সময়ত ছাত্ৰ ) ৰচনা কৰা 'বন্দিনী-ভাৰত' নামৰ নাটকৰ অভিনয়ত মুক্তি ফৌজে উক্ত গীতটো গাইছিল । অভিনয়ৰ মাজত গীতটো গোৱা শেষ হোৱাৰ পাচতেই পুলিছে নাটকখনিৰ হাতে লিখা লিপিটো লৈ গৈ তাক নষ্ট কৰি পেলালে । )

### মাতিছে মৃত্যু-ভৰোৱা মাতেৰে

মাতিছে মাতিছে মিলন-শঙ্খে
মৃত্যু ভৰোৱা মাতেৰে —
বলা আগুৱাই শত্রু দম্ভ
চূৰ্ণিত কৰা দাপেৰে।
আন চিন্তা দলিযাই থৈ
হাতত অগ্নি অশনি লৈ
দিওঁ লয় কৰি জীৱন আমাৰ
মহা-জীৱনৰ জয়েৰে।

( ইং ১৯১০ চনত শ্ৰীৰায় চৌধুৰীয়ে বিশেষ ছন্দত ৰচনা কৰা আৰু বৰপেটা, হাজো আদিত কলেজীয়া ডেকাসকলে সুখ্যাতিৰে অভিনয় কৰা 'কল্যাণময়ী' নাটকৰ এইটো মিৰজুমলাৰ অসম-আক্ৰমণ বিধ্বস্ত কৰা বৰফুকন জীয়াৰী কল্যাণময়ীৰ নাৰী-বাহিনীয়ে গোৱা গীত। নিজ দেশৰ স্বাধীনতা ৰক্ষা কৰা আৰু পৰ-দাসত্বৰ যন্ত্ৰণাত মুক্তিৰ উদ্দাম-আকাঙ্ক্ষাক ৰূপ দিবলৈকে কৰা সক্ৰিয় পথ-নিৰ্দ্দেশক উদ্যমৰ নিদৰ্শন, বোধ হয় উক্ত চুটিয়েই অসমীয়া-সাহিত্যত প্ৰথম সংগ্ৰামমুখী জাতীয় গীত। )

### জাগ ডেকা তেজ

জাগ ডেকা তেজ, জাগ আজি জাগ,
আগ্নেয়গিৰি উগাৰি জাগ —
এলাহৰ গাঁঠি ভাঙি গুৰি কৰি
কৰ্ম্মধাৰেৰে ধৰণী ঢাক।

জাগ ডেকা তেজ, জাগ আজি জাগ,
স্বৰ্গ-মৰ্ত্ত্য কঁপাই জাগ,
বিনাশি জাতিৰ দুখ দাৰিদ্ৰ্য,
ঘৃণিত গোলামি কালিমা দাগ।

জাগ ডেকা তেজ, ধল ঢালি তোৰ
উটাই জাতিৰ জঠৰ ভাগ —
দেশৰ মাটিৰ গছ-লতা ভৰি
উথলি উঠক সোণালী ৰাগ।

জাগ ডেকা তেজ, বজ্ৰ মুঠিত
ভাঙি পুনু গঢ়া হাতুৰি লৈ —
স্বদেশ সেৱাত ভণ্ডামিবোৰ
ভাঙি উৰি য'ক চূৰ্ণ হৈ।

( এই গীতটো শ্ৰীৰায চৌধুৰীয়ে নিষ্ক্ৰিয় আৰু উদ্দেশ্য বিহীন ডেকা শক্তিক লক্ষ্য কৰি ইং ১৯৪০ চনত ৰচনা কৰিছিল। )

### জাগ্ৰত হোৱা ভাই

জাগ্ৰত হোৱা ভাই। জাগ্ৰত হোৱা ভাই।
স্বৰ্গ-মৰ্ত্ত্য জিনি জাগ্ৰত হোৱা ভাই।
থাকিবা নো কতকাল তন্দ্ৰাভিভূত হৈ
জাগি উঠি মাতৃৰ দুৰ্দ্দশা লোৱা চাই।

সিন্ধু-হিমাচল, ব্ৰহ্ম-কুমাৰিকা, ভাৰত-মণ্ডল দাপি,
বাল-বৃদ্ধ-যুৱা-যুৱতী মিলিছেহি পূজাৰ মন্দিৰ চাপি
জননী পূজাৰ যজ্ঞৰ অনল জ্বলোৱা বিশ্ব-বিয়াপি,
ক্ষুদ্ৰতা, দীনতা, স্বাৰ্থ, অভিমান জ্বলি-পুৰি
হ'ক ছাই।

বজ্ৰ-কঠোৰতৰ দৃঢ়তাৰে বহা দুহাতে অৰঘ ধৰি,
বক্ষ-ৰক্তটুপি আহুতি দিয়া ঢালি
কায়-মনো-বাক্যেৰে মৰি,
উঠিবা তেহে তুমি যজ্ঞ সমাধা কৰি স্বৰাজ
মন্দিৰ গঢ়ি,

বিশ্ব-সভাত তেহে শুনাব পাৰিবা মাতৃৰ মুকুতি
গাই।

ছুকুৰি কৌটি আমি মিলিত কণ্ঠেৰে গাওঁ যদি
অম্বৰ ছানি,
বিজুলী বেগেৰে ভেদিব দেশে-দেশে
ভাৰত মুক্তিৰ বাণী,
স্বাধীনা মাতৃৰ শিৰ শোভিব জ্বলি স্বৰাজ-মণি
মহামানী,
বিশ্ববাসীয়ে আহি মস্তক দোৱাৰ মাতৃৰ
সি শোভা চাই।

মত-দ্বৈধতাৰ মলি-মামৰখিনি সকলো
জাৰি-জোকাৰি,
ছুখুনী মাতৃৰ সন্তান সৱ হেৰা ! আৰ্য্য-বীৰ্য্য বলধাৰী,
ছিঙাহি মাতৃৰ বন্দিনী বান্ধোন মিলিত হুঙ্কাৰ ছাৰি,
পলাওক ৰিপু যত ভাৰতভূমি এৰি সত্ৰাসে
উধাতু খাই।

(এই গীতটোও ইং ১৯২৬ চনত কংগ্ৰেছৰ পাণ্ডু অধিৱেশন উপলক্ষে শ্ৰীৰায় চৌধুৰীয়ে ৰচনা কৰিছিল।)

## ই যে অগ্নি-বীণাৰ তান

এইটো নহয় হাঁহি-তামাছাৰ ভাগৰ জুৰোৱা গান,—

ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান।
ই যে শত অপমান লাঞ্ছনা হানি উজৰা অসীম তাপ,
ই যে ৰুদ্ধ আত্ম-বেদনা নিজৰি ওলোৱা অনল ভাপ।

ই যে সুধাৰ কাৰণে দেৱ-দানৱৰ সিন্ধু-মথন গান,
ই যে মৃত্যুঞ্জয় পদৰ কাৰণে মহা হলাহল পান।
ই যে মাতৃ-চৰণ পূজাৰ বেদীত হৃদয়-ৰক্ত দান,
ই যে ভাই ভাই সৱে চকু-পচাৰতে
এক হৈ যোৱা প্ৰাণ।

ই যে হীনতা, নীচতা, ভীৰুতা, দীনতা,
জোকাৰি পেলোৱা ভাৱ
ই যে এক ৰূপে-ৰসে, এক ৰঙে-চঙে
এক কৰি দিয়া ছাব।

ই যে মহা-মানৱতা মূৰ্চ্ছিত হোৱা
অতি ঘোৰ অপমান,
ই যে উৎপীড়কৰ ঘৃণিত গৰ্ব্ব গুড়ি কৰা অভিমান।

ই যে সুপ্ত জীৱন চকোৱা জাগোৱা বজ্ৰ-নিনাদ তান,
ই যে মানৱৰ অধিকাৰ হেতু কৰা শৃঙ্খল অভিযান।

ই যে নৰ-নাৰায়ণ লাঞ্ছিত হোৱা ভয়াৱহ ইতিহাস,
ই যে জীৱনৰ হকে মৰিবৰ হেতু
প্ৰাণভৰা অভিলাষ।

ই যে মুক্ত-জীৱন বন্ধন কৰা কঠোৰ বেখাৰ হান,
ই যে মানৱতা অৱামাননাকাৰীক
মৰ্দ্দিত কৰাৰ ধ্যান।

ই যে শত-আঘাতৰ ৰক্ত ধুওৱা শ্ৰাৱণৰ মহাবান,
ই যে মাতৃ-আদেশ সন্তান প্ৰাণ দিবলৈকে
বলিদান।

(শ্ৰীৰায়চৌধুৰীয়ে ৰচনা কৰা এই গীতটো ইং ১৯১৭ চনত বৰপেটাত বহা 'আসাম এছোছিয়েছন'ৰ অধিৱেশনত আৰম্ভণী গীত কৰি গোৱা হৈছিল। গাইছিল শ্ৰীৰায়চৌধুৰীয়ে নিজে ; আৰু ইং ১৯২০ চনত, এইটো আৰু তলত দিয়া আন গীত কেইটাকে উল্লেখ কৰি কৰ্ম্মবীৰ ৺নবীন চন্দ্ৰ বৰদলৈয়ে গুৱাহাটীত মহাত্মা গান্ধীৰ ওচৰত ৰায়চৌধুৰীক পৰিচয় কৰাই দি কৈছিল, যে ৫।৬ বছৰ আগৰ পৰাই এইবোৰ গীতেৰে অসমত স্বাধীনতা সংগ্ৰামৰ নিৰ্হিংস ( নন্-ভায়োলেন্স ) তত্ত্ব প্ৰচাৰ কৰা হৈছিল।)

## দিন যে সমূলি নাই

ভাই ! দিন যে সমূলি নাই,—
অতকাল গ'ল ভাবোঁতে ভাবোঁতে ফল দেখোঁ
একো নাই, ফল দেখোঁ একো নাই,—

সৌ যে শুনিছা মহা কলৰৱ ধ্বনিত গিৰি-বন,
উন্নত শিৰ বাৰদল দাম্প, কম্পিত ত্রিভুৱন ;—
কত উঠি পৰে, কত পৰি মৰে,
কত মৰি জীয়ে ভাই ।
তথাপি ক্লান্তি, কাতৰতা, ভয়, সংশয়, একো নাই ।

জীযা-মৰা লৈ কিয় বিচিত্র ইমান ধেমালি ভাই ।
বুজা নাই নেকি কিম্বা বুজিও
গুণি পাৰ পোৱা নাই,—
মহা-জীৱনৰ জীৱন-মত্ত শঙ্খ উঠিছে গাই, –
আৰু কি জীৱন পাৰে থিৰে ৰব জীৱনৰ মান খাই ?

মহা-মানৱৰ মৰ্ত্ত-দেবতা সজাগি উঠিছে ধীৰ -
মৃত্যুৰ সুধা-ভাণ্ড হাতত—মাতিছে মাতিছে বীৰ ।
নাই একো ভয়, নাই একো ভয়, -
নাই একো ভয় নাই—
মৰ্দ্দি সকলো বাধা-বিধি বলা বীৰদাপে আগুৱাই ।

মৃত্যুৰ বেচ যাচি পাৰা যদি সি সুধা কৰিব পান,
তেহে পাবা মহা-পূর্ণজীৱন, তেহে পাবা পৰিত্রাণ,—
তেহে পাবা প্রাণ, তেহে পাবা মান,—
মৃত্যু কৰিবা জয়,
মহা-জীৱনৰ বিদ্যুৎ-খেলা চলিব জীৱনময় ।

এনে হীন হৈ তেতিয়া তোমাৰ
নালাগে থাকিব ভাই ।
যত উৎপীড়নৰ যত নিষ্পেষণ দেখিবা সমূলি নাই ।

( শ্ৰীৰায়চোধুৰীৰ ৰচিত এই গীতটোও ইং ১৯১৭ চনত 'আসাম এছোচিয়েছন'ৰ বৰপেটা অধিবেশনত গোৱা হৈছিল । গাইছিল ৰায় চোধুৰীয়ে নিজে । )

## বলা ভাই আগুৱাই

বলা ভাই ! আগুৱাই—
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই ।

সকলো তৃপ্তি মুগ্ধ কৰিছে সৌযে ধুনীয়া দেশ,
প্রীতি-প্রেমালোক ধৌত-ধৱল উজ্জ্বল অনিমেষ
বিহীন দীনতা, নীচতা, ভীৰুতা, হীনতা,
হিংসা-দ্বেষ,
সেয়েহে আমাৰ মহা সাধনাৰ মহাভিযানৰ শেষ ।

মান-অপমান, নিন্দা-গৰিহা ভৰিৰে
মোহাৰি য'ত,—
শত-সিদ্ধিৰ মূৰ্ত্ত-দেৱতা জাগি উঠে উল্লাহত –
সুপ্ত-সৃষ্টি সচেতন কৰা শঙ্খৰ নিনাদত,
জীৱন-কুসুম হয় লাখে লাখে বিকশিত
অবিৰত,—

আত্মবলৰ তেজাল-কোৱাল বেগেৰে চালিত হৈ,
সাধনা-লব্ধ অজেয় আত্ম-বিজয় পতাকা বৈ,
জীৱন-মৰণ পণ কৰি পোৱা পথ ধৰি ধৰি ভাই !
বলা আগুৱাই, বলা আগুৱাই, বলা আগুৱাই
ভাই !

( শ্ৰীৰায় চোধুৰীৰ ৰচিত এই গীতটো ইং ১৯১৫ চনত ডিব্রুগড় গৱৰ্ণমেণ্ট হাইস্কুলৰ বঁটা-বিতৰণী উৎসৱত গোৱা হৈছিল। তেখেতে তেতিয়া ডিব্রুগড় গৱৰ্ণমেণ্ট হাইস্কুলত অস্থায়ীভাৱে শিক্ষকতা কৰিছিল। গায়ক আছিল তেতিয়াৰ ছাত্র শ্ৰীনৱকুমাৰ দত্ত, জীতেন বৰুৱা আদি । )

## হে জনমভূমি

হে জনমভূমি ! ভাৰত জননী শান্তি,
সাধনা, স্বৰ্গ ।
আজি শত কামনাৰ কুসুম ভৰাই আনিছো
পূজাৰ অৰ্ঘ্য ।

যুগ-যুগান্ত অত্যাচাৰিত আশা-আকাঙ্ক্ষা, হৰ্ষ,
আজি অন্তৰ ফালি আহিছে ওলাই কৰোঁ বুলি
পদ স্পৰ্শ,—
যিমান যাতনা, বিষাদ, বেদনা, বিলাপ,
বিননি, দৈন্য ।
আজি তোমাৰ অভয় চৰণত সঁপি কৰিম
জীৱন ধন্য ।

দুৰ্ব্বলতাৰ দীনতা আমাৰ দেখুৱাই দিয়া মাতৃ
হেৰা ! জীৱন, জনম, ধৰম, কৰম, মৰম,
চেনেহ দাতৃ,
য'ত আছে পৰি ধূলি-ধূসৰিত বিশাল
বিপুল সিদ্ধি,
তুলি ল'ব পৰা কৰি দিয়া আই ! সুপবিত্ৰ
শুদ্ধ বুদ্ধি,—
দিয়া হৃদয়ত দৃপ্ত বীৰ্য্য, বল, বীৰত্ব দৰ্প,
উপদ্ৰৱীৰ যত অনাচাৰ হ'ক বিচূৰ্ণ খৰ্ব্ব ।

জানো আমি আই ! সেৱিলে তোমাক,
যিমানেই হওঁ জীৰ্ণ,
সকলো দৈন্য দুৰ্গতি নাশি হ'ব সুখ সমাকীৰ্ণ,—
জড়তাৰ যত ভ্ৰান্তি গুচিব, জ্বলিব জীৱন-সূৰ্য্য,
বিশ্ব-ভুৱন তৱধ লগাই বাজিব বিজয়-তূৰ্য্য
বুজিব জগতে তোমাৰ মহিমা, গৰিমা,
গভীৰ শক্তি,
ঢালিব তোমাৰ চৰণত আই !
প্ৰেম-প্ৰীতিভৰা ভক্তি ।
হে পৰমেশ ! ঢাল্যা ধাৰাসাৰে
কৰুণাৰ ধাৰা তীক্ষ্ণ,
আজি জননী পূজাৰ পুণ্য-বেদীত বিনাশী
সকলো বিঘ্ন,—
যি তেজেৰে সৌৰা দীপ্ত তপন, তাৰকা,
শীতল ইন্দ,—
আকাশ-পাতাল উজলি উঠিছে
গৰজিছে মহা সিন্ধু —
দিয়া সেই তেজ আমি সকলোৰে
সিৰে সিৰে সঞ্চাৰি
হেৰা অনন্ত, অচ্যুত, শিব সৰ্ব্ব-যাতনাহাৰী !

(ইং ১৯২৬ চনত গুৱাহাটীত বহা 'আসাম এছোচিয়েচন'ৰ অধিৱেশনত শ্ৰীৰায়চৌধুৰীয়ে বৰগীতৰ সুৰত ৰচা এই গীতটো সমবেত সঙ্গীত হৈছিল। গায়ক আছিল শ্ৰীপদ্মধৰ চলিহা, শ্ৰীলক্ষেশ্বৰ বৰুৱা, শ্ৰীকালিপ্ৰসাদ বৰুৱা, ৰচক নিজে আৰু অন্যান্য। ৰাজনৈতিক ৰাজহুৱা অনুষ্ঠান আৰু সভাত বৰগীতৰ সুৰৰ প্ৰচলন ইয়াৰেই প্ৰথম।)

## আজি দুশতাব্দী কাল

আজি দুশতাব্দী কাল
তন্দ্ৰা-অলস ভাৰত-আত্মা,
জাগিছে নিজঞ্জাল—
উৎপীড়কৰ পৰমায়ু শেষ,
ভীত-শঙ্কিত ঘৃণা-বিদ্বেষ,
হোৱা আগুৱান, ভাৰত-সন্তান
পথ-ঘাট ফৰকাল ।
একফালে আছে শত ৰোষাগ্নি
মাটিৰ ভাপেৰে গঢ়া,

আনফালে আছে একেটি-অস্ত্র
আত্মবলেৰে ভৰা,—
আহিব আহক তাডনাৰ ধল,
বুকু পাতি লৈ কৰিম বিফল,—
ৰঞ্জিত হ'ব ৰাজ-তিলকেৰে
জননীৰ কপাল।*

## এইহে তোমাৰ দান

এইহে তোমাৰ বাণী ভাৰত।
এইহে তোমাৰ দান,
তোমাৰ হকে জীৱন-ধাৰণ,
তোমাৰ হকে প্ৰাণ।
বাধা-বিপদ আহা দলি
দিওঁ সৱে ভাই জীৱন বলি —
মাতৃ-মুক্তিত জীৱন-মৰণ কৰা সমান জ্ঞান।*

## জাগ্ৰত ভগৱান

জাগ্ৰত ভগৱান, আজি জাগ্ৰত ভগৱান,—
কি ভয়, কি ভয়, আত্ম-দানেৰে কৰাহি অৰ্ঘ্যদান।

স্বৰ্গ তিয়াগি নামিছে ধৰাত কাঙালৰ ভগৱান,
প্ৰাসাদে-কুটীৰে জাগ্ৰত হ'ল
মহান মানৱ প্ৰাণ,—

নাই একো ভয়, নাই একো ভয়,
গোৱা জয় নৰ-নাৰায়ণ জয় —
দুঃখিৰ ভগৱানে দিব নিশ্চিত আমাক স্বৰাজ দান।*

## তোৰ জননী যে দাসী

তোৰ জননী যে দাসী —
তথাপি তোৰ নাই চেতনা
হায়ৰে ভাৰতবাসী!—
তোৰ জননী যে দাসী।

বেদ-পুৰাণে যাৰ মহিমা,
ভণি গুণি নাপায় সীমা হায়ৰে!
কৰে তাৰ কি আজি লটি-ঘটি
ইজ্জৎ-আবুৰ নাশি।

সুধাভৰা শস্য-সুফল,
আন হয় খাই সুস্থ সবল হায়ৰে।
তই, হাড-ছাল লৈ মৰ কেবল
চুৱা চাখি চাখি।

পাইছতো তই হাকিমী পদ,
ৰায় বাহাদুৰ, ৰাজ পাৰিষদ, হায় ৰে।
সি দেখোঁ তোৰ দিছে কেৱল গোলামিৰে সাথী!

ধোবাঁৰ সপোন দেখি দেখি
আছ নেকি লেখি লেখি, হায় ৰে—
ভাৰতৰ নাম লুপ্ত হবৰ আছে কিমান বাকী।
তোৰ জননী যে দাসী।*

---

* শ্ৰীৰায়চৌধুৰীৰ ৰচিত এই চিন দিয়া উক্ত চাৰিওটা গীত ইং ১৯২০ চনৰ গুৱাহাটীত আৰু বৰপেটাত শোভা-যাত্ৰাত গাই গাই অসহযোগ সংগ্ৰামৰ বাণী প্ৰচাৰ কৰি ফুৰা হৈছিল। গুৱাহাটীৰ শোভাযাত্ৰাত ধাই গায়ক আছিল শ্ৰীমহিবুদ্দীন আহমদ, ৺উমেশচন্দ্ৰ বৰদলৈ আৰু তেখেত নিজে। বৰপেটাৰ শোভাযাত্ৰাত ধাই গায়ক আছিল সুগায়ক অম্বিকাচৰণ পাটোৱাৰী, শ্ৰীঅক্ষয় কুমাৰ দাস, ৺জনাৰ্দ্দন দাস আৰু অন্যান্য।

## হায়! এয়েনে ভাৰত ধাম

হায়! এয়েনে ভাৰতধাম, হায়!
এয়েনে ভাৰতধাম।
বেদোপনিষদ, পুৰাণ ভাৰত মুখৰিত যাৰ নাম।
ভূচৰ-খেচৰ জীৱ-চৰাচৰে ভকতি বিহ্বল কণ্ঠেৰে
গ্ৰহ-গ্ৰহান্তৰে প্ৰতিধ্বনি তুলি গায় গৰিমা গান।

যুগ যুগান্ত যাৰ সভ্যতা সূৰুযে জ্বলালে অমৰ নাম,
বিশ্ববাসীয়ে গালে সুউচ্চ কণ্ঠেৰে জয় জয় ভাৰতধাম—
দেখোঁ কিয় তাৰ বংশধৰৰ আজি
এনে বিপত্তি-বিলাই,
নিতত নিৰাশ্ৰয় বাগৰি আছে পৰি
বীৰ্য্য-শৌৰ্য্য হেৰুৱাই—
হায় এয়েনে ভাৰতধাম!

ধনৰ ধানৰ অক্ষয় ভাণ্ডাৰ বুলি যাৰ অমৰ খ্যাতি,
ৰাতি পুৱালেই আজিও ডালত গায় বিহঙ্গম জাতি,—
তাৰনো সন্তানে আজি কিয় হায়!
এমুঠি ভাতৰ হকে,
বাটে-ঘাটে হাত পাতি ফুৰিছে দোভাগ নিশাল'কে,
হায় এয়েনে ভাৰতধাম!

যাৰ পথাৰৰ সোণালী শস্যৰ মধুৰ অমৃত খাই,
জিলিকি আছিল যি জাতি এদিন
অমৰ খিতাপ পাই,—
তাক কিয় আজি দুৰ্ভিক্ষ দানৱে
কোবাই ভাঙিলে হাড়,
ঘৰে-ঘৰে গাঁৱে-গাঁৱে মৰ্ম্মভেদী হাহাকাৰ!
হায়! এয়েনে ভাৰতধাম!

কমাৰ, কুমাৰ, কঁহাৰ, সূতাৰ, ময়ৰা, শিপিনী-তাঁতি
অতুলন কলা-বিদ্যা-বিশাৰদ নানা শিল্পী-জাতি,—
কোননো দানৱে কি উপদ্ৰৱেৰে
মূৰ্চ্ছিত কৰি থ'লে ক'ত?
ফটা-কানিখনো খুজি লব লাগে আনৰ ওচৰত?
হায়! এয়েনে ভাৰতধাম? *

## উঠা উঠা মোৰ দুখুনী জননী

উঠা উঠা মোৰ দুখুনী জননী দিয়া শ্ৰীপদৰ শীতল ছাঁ,
হাজাৰ ভক্ত সন্তানে তযু পদ পুজোঁ বুলি আহিছে মা।

জনম-যুগীয়া জড়তা উভালি উলাহ
আলোক আগত লৈ,
তোমাৰ পদত পূজাৰ যজ্ঞ পুৰোৱা সুখত বিতত হৈ,
আনিছে অৰ্ঘ্য ভকতি ভৰাই
বেথা-বিধুনিত শত পুতাই,
লোৱা লোৱা তুলি জনম-দাতৃ,
জীৱন-ধাত্ৰী অসমী আই।

তোমাৰ পুণ্য-পদৰ সেৱাৰে দৈন্য-দীনতাভৰা হিয়াত,
জ্বলক তেজাল সম্পদশালী মঙ্গলময় সুপৰভাত,—
মিলন-মন্ত্ৰ জপিছোঁ হিয়াত হিংসা-দ্বেষৰ পাহৰি নাম,
তুমিয়ে আমাৰ ধৰ্ম্ম-কৰ্ম্ম সাধনাৰ ধন আই অসম।

লক্ষ ৰিপুৰ তাপত যদিও জীৰ্ণ তোমাৰ সোণালী গা,
জীৱন-মৰণ সকলো কালতে তথাপি
আমাৰ তুমিয়ে মা—

শুচাম তোমাৰ যাতনা জননী !
মনপ্ৰাণ ঢালি কৰিলোঁ পণ
জ্বলাম পুনৰ গৌৰৱ-ৰবি মণ্ডিত মহা নৱ-জীৱন ।*

( * শ্ৰীৰায় চৌধুৰীয়ে ৰচনা কৰা এই চিন দিয়া ওপৰৰ দুয়োটা গীত ইং ১৯১৫ চনত ডিব্ৰুগড়ত কৰ্ম্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত বহা 'আসাম এছোচিয়েচন'ৰ দ্বিদিনীয়া অধিবেশনত গোৱা হৈছিল। প্ৰথমটো গাইছিল ৰায় চৌধুৰীয়ে নিজে আৰু দ্বিতীয়টো গাইছিল তেওঁয়াৰ ছাত্ৰ-ছাত্ৰী নৱকুমাৰ দত্ত, ৺জীতেন্দ্ৰনাথ বৰুৱা আৰু কেইজনীমান ছাত্ৰীয়ে। শিকাইছিল তেখেতে নিজে।)

## স্বাগত সমাগত ভাৰত দুহিতা-সুত

স্বাগত সমাগত ভাৰত দুহিতা-সুত
স্বাধীন-আলোক দীপ্ত
হে ভাৰত দুহিতা-সুত !
সেৱাৰ বিজুলি জ্বালি কৰোঁ আহা মাতৃক
নিজস্ব গৌৰৱ দৃপ্ত
হে ভাৰত দুহিতা-সুত !
ভাৰত-মাতাৰ বাণী প্ৰাণী-সেৱা পৰিহৰি
স্বাৰ্থ-সেৱাত থাকি লিপ্ত,
মৰ্য্যাদা হানি কৰি কৰিলোঁ মাতৃক দুৰ্নীতি-কলুষ-ক্লিষ্ট,
হে ভাৰত দুহিতা-সুত !
স্বাধীনতা লাভ কৰি কৰিব লাগিব আমি সি
পাপৰ ঘোৰ প্ৰায়শ্চিত্ত,
গো-সেৱাৰ ভিতৰেদি বিশ্বপ্ৰাণীক আমি
তুলিব লাগিব কৰি মূৰ্ত্ত,
হে ভাৰত দুহিতা-সুত !

( ইং ১৯৩০ চনত গুৱাহাটীৰ পাণবজাৰৰ হৰিসভা-গৃহত শ্ৰীশ্ৰীগুৰ্ব্বদায় গোস্বামীৰ সভাপতিত্বত বহা 'গো-সেৱাকাৰিণী সভা'ৰ অধিৱেশনত গোৱা হৈছিল। ৰচনা কৰিছিল শ্ৰীৰায়চৌধুৰীয়ে নিজে আৰু গাইছিলো তেখেতে নিজে ।)

## ধৰ ঝাড়ু ধৰ ভাই

ধৰ ঝাড়ু ধৰ ভাই !
আৰু চাবৰ সময় নাই—
চাই থাকোঁতে মুখত কেৱল
ভৰিল কাজল ছাই।
সাতাম পুৰুষৰ
আহা ! সোণৰ চোতাল-ঘৰ
কত যুগৰ ভুন্তুঁৰ পৰি
আছে যে পোত খাই !
কৰিলিতো ইমান দিনে
পৰ গোলামি হীনে-ঘিণে—
পূজা দিলি পৰ চৰণত
জীৱন ঢালি ধাৰে-ঋণে—
হ'ল এৱে তোৰ সময় হ'বৰ
জাতিৰ ঝাড়ুদাৰ যে ভাই।
হিংসা-দ্বেষৰ, ভেদাভেদৰ,
ঘৃণা-ঘৃণী স্বাৰ্থ-ভেমৰ
কত যে কি মলি-মামৰ
ভৰি জাতিৰ জীৱন যায়,—
বীৰ-বেশেৰে ধৰ ঝাড়ু ধৰ
জাতিৰ জীৱন কৰ মনোহৰ
সাৰি-পুচি চুকে-কোণে
য'ত যি আছে জাহি-জাৱৰ
নহলে যে বিশ্ব-সভাত নহ'ব তোৰ বহাৰ ঠাই।

( এই গীতটো ইং ১৯২১ চনত শ্ৰীৰায়চৌধুৰীক জেলত পাইথানা সৰা শাস্তি দিয়াত বাঢনী চলোৱাৰ তালে তালে মুখে মুখে তেখেতে ৰচনা কৰিছিল।)

## আৰু কি দেখাবি ভয় কাৰাগাৰ

আৰু কি দেখাবি ভয় কাৰাগাৰ
আৰু কি দেখাবি ভয়?
তোৰ ৰঙা চকু ৰঙা যিমানে কৰিবি,
সিমানেই মোৰ জয় কাৰাগাৰ,
সিমানেই মোৰ জয়।
সাত পিশাচৰ তেজ-পুঁজ লৈ গঢ়িলি
হৃদয় তোৰ,
কত ৰাক্ষসী মায়া-বিভীষিকা দেখালি
আগত মোৰ,
মোৰ পলকতে দেখোঁ পলাল সকলো
মানি ঘোৰ পৰাজয় কাৰাগাৰ।
আৰু কি দেখাবি ভয়?
হুকাৰ মাৰি ভূত, প্ৰেত, যখ,
তোৰ কত অনুচৰ—
নিমিষে নিমিষে খেদি আহি মোক
দেখালে কতনো ডৰ,—
সিও দেখোঁ দূৰ-বিদূৰতে বৈ
মোৰে জয় বুলি কয় কাৰাগাৰ
আৰু কি দেখাবি ভয়?

(ইং ১৯২১ চনত অসহযোগ সংগ্ৰামত দীঘলীয়া সশ্ৰম কাৰাবাসত 'জেল-কড'ত থকা এটাও কঠোৰ শাস্তি শ্ৰীৰায় চৌধুৰীৰ ওপৰৰ পৰা বাদ পৰা নাছিল। তেতিয়াই তেখেতে মুখে মুখে জেলত এই গীতটো ৰচনা কৰিছিল।)

## জাগ জাগ জাগ

জাগ জাগ জাগ ভাৰত-সন্তান
হিন্দু-মুছলমান জাগ—
মুক্তি-শঙ্খ বাজে গাজে ভেদি
লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালা-বাগ—
জাগ, জাগ, জাগ।

জাগ ৰক্ত-লোলুপ দানৱ-বজ্ৰ-পদ মৰ্দ্দিত
নৰ-নাৰী,
জাগ আৱাল-বৃদ্ধ বনিতা গোলামি ঘৃণ্য
হেয় জীৱন ভাৰী,
জাগ দুখী-সুখী-শোকী-ৰোগী-ভোগী-যোগী
সুভাগা, অভাগা, হীনভাগ—
জাগ, জাগ, জাগ!

জাগ তিনি শতাব্দী পিটি খচি থোৱা
জাতীয় আত্ম-অভিমান,
জাগ দ্বাপৰ-সত্য-ত্ৰেতা মুখৰিত মৃত্যু
বিজয়ী সাম-গান,
জাগ কাৰবালা ভূমি, কুৰুক্ষেত্ৰৰ
ৰাম-ৰাৱণৰ ইতিহাস,
জাগ শুক, বশিষ্ঠ, বিশ্বামিত্ৰ, বাল্মীকি,
মনু, বেদব্যাস,
জাগ বৰাহ, মিহিৰ, খনা, লীলাৱতী,
কালিদাস, ভবভূতি, মাঘ—
জাগ, জাগ, জাগ।

জাগ যমুনাৰ বালি ধুই নিকা কৰা শুভ্ৰ
শাৰদী' জোনাকী,
জাগ প্ৰেম-আপ্লুতা গোপীকাৰ স'তে মধু
মুৰুলীৰ চিনাকি—
জাগ বজ্ৰ-নিনাদী পাঞ্চজন্য সুদৰ্শনৰ
বিজুলী শিখ,
জাগ জাগৰণ গীত ঝঙ্কৃত কৰি স্বৰ্গ-মৰ্ত্ত্য
সকলো দিশ,

জাগ নামৰ ৰসেৰে বিশ্ব বুৰোৱা
নাৰদী-বীণাৰ ৰাগিণী-ৰাগ ।
জাগ, জাগ, জাগ ।

জাগ স্থিৰ প্ৰতিজ্ঞ কঠোৰ ব্ৰহ্মচাৰী ভীষ্মৰ
ৰিপু দমন,
জাগ শাক্যসিংহ, ধ্ৰুৱ, মনচুৰ, সব্যসাচীৰ সাধন পণ,
জাগ ভাগৱত, গীতা, বেদ-কোৰাণৰ আত্মাবিনাশী
তত্ত্ব-গীত,
জাগ ভাৰতবাসীৰ হৃদয়ে হৃদয়ে মহান শক্তি
জগত জিত,—
জাগ স্বদেশ স্বজাতি ৰক্ষাৰ হকে তাপসী দধিৰ
তনু-ত্যাগ !
জাগ, জাগ, জাগ ।

জাগ সপ্তসিন্ধু শুহোৱা গণ্ডুষতে অগস্ত্য ঋষি মহান,
জাগ সত্যাগ্ৰহী হৰিময় হিৰণ্যাক্ষ-সুতৰ বিৰাট
প্ৰাণ,—
জাগ কালকুট-বিষ জাৰি পানী কৰা দেৱ-মন্ত্ৰৰ
অমোঘ বল,
জাগ পান কৰি পাপী-তাপী ত্ৰাণ হোৱা চিৰ-পবিত্ৰ
গঙ্গাজল,—
জাগ হাতৰ মুঠিতে হৰিক সুমোৱা সাধন-ভজন,
যজ্ঞ যাগ !
জাগ, জাগ জাগ—

জাগ দু-ভাই হিন্দু-মুছলমানক এক প্ৰাণতাত
গাঁথিবলৈ,
জাগ শঙ্কৰদেৱা-নানকী-কবিৰী শিক্ষা-শৰণ
মৃত্ত হৈ,—
জাগ সকলো বিৰোধ, বিঘিনি, বিপদ নাশ কৰি
দিয়া ধৰ্ম্ম-জ্ঞান,
জাগ মাতৃ-চৰণ পূজাৰ বলিত লক্ষ পুতৰ জীৱন
দান,—
জাগ ভাৰত-মাতাৰ গৌৰৱ-ৰবি গুচাই সকলো
কালিমা দাগ —
জাগ, জাগ, জাগ ।

( ইং ১৯২১ চনত জেলৰ ভিতৰত শ্ৰীৰায় চৌধুৰীয়ে মুখে মুখে ৰচনা কৰি আগতে থাকোচ হৈ অহা জেলবদ্ধ অসহযোগী বন্দীসকলৰ মুখেৰে বাহিৰত প্ৰচাৰ কৰাইছিল । )

## ভাঙিব লাগিব শিল

তই ভাঙিব লাগিব শিল,—
নোৱাৰোঁ বুলিলে নহব যে ভাই
টিলতে পৰিব টিল ।
ক্ষত-বিক্ষত অঙ্গ আৱৰি
মুখেদি ৰক্ত পৰিব বাগৰি,
কলিজাকণিও পৰিব ভাগৰি,
তেহে খুলি যাব খিল ।
পৰি মৰি উঠি কোবাব লাগিব,
তেহে পাষাণৰ বক্ষ ভেদিব,
তেহে সুৰধুনী মাতৃ জাগিব,
লৈ খৰ শতধাৰ
শত জনমৰ কলঙ্ক কালিমা,
পুঞ্জি সাঁচি লোৱা গোলামি গৰিমা,
উটুৱাই নিব বাঢ়িব মহিমা,
তেহে, ক'লা-বগা হ'ব মিল ।

( ইং ১৯২১ চনত শ্ৰীৰায় চৌধুৰীয়ে শিলভঙা কামত হাতুৰীৰ তালে তালে এই গীতটো তেজপুৰ জেলত ৰচনা কৰিছিল । )

## এই তো নহয় জেল দিয়া

এই তো নহয় জেল দিয়া ভাই !
এই তো নহয় জেল দিয়া,-
দুখ-ধাৰাৰে ধূলি-মলি
ধুই নিয়া ভাই, ধুই নিয়া,
এই তো নহয় জেল দিয়া।
ভণ্ডামি, ছল, প্ৰবঞ্চনাৰ
স্বাৰ্থভৰা স্বদেশ-প্ৰেম,
মানৱ-সেৱাত মান-অপমান
জ্ঞান-গৰিমাৰ গৰব ভেম,—
উৎপীড়নৰ অনল জ্বালি
পুৰি কৰা নাইকিয়া।
দেশ-প্ৰেমিকৰ পিন্ধি মুখা
খেলোঁ কিমান চতুৰ খেল,
ৰাং-পিতলক সোণা কৰা
দেশ-বিদেশৰ পাতোঁ মেল,—
নৰ-নাৰায়ণ একে কথা
নাই ভেদাভেদ একণমান,
নাৰায়ণক পাচ পিঠি দি
নৰৰ কেৱল বঢ়াও মান—
সেইবাবেতো উৎপীড়নেৰে
শুদ্ধ কৰা চিত-হিয়া।

( ইং ১৯২১ চনত জেলৰ ভিতৰত শ্ৰীৰায়চৌধুৰীৰ ওপৰত উৎপীড়ন আৰু বাহিৰত থকা কিছুমান দেশকৰ্ম্মীৰ নানা অশোভনীয় কাৰ্য্যৰ কথা শুনি অতিষ্ঠ হৈ গীতটো মুখে মুখে ৰচনা কৰি শ্ৰীৰায় চৌধুৰীয়ে লগৰীয়া বন্দীসকলৰ মনত সান্ত্বনা দিছিল। )

## শুনিবি ভাই ! দেশৰ কথা কওঁ

শুনিবি ভাই ! দেশৰ কথা কওঁ—
বুকুভৰা মোৰ বেথাৰ বোজা নমাই পাতল হওঁ—
হে ভাই ! দেশৰ কথা কওঁ।
কাল-অগনি সৌ জ্বলে তোৰ আকাশ-পাতাল ছানি,
নদী-নলা গ'ল যে শুকাই নাই এটোপা পানী।
গছে-গছে ফলে ভৰি তোৰ মধুৰ ফলৰজাক,
তাতো যে সৌ ডালশলিয়াই ঘটালে বিপাক।
খেতি পথাৰ হৈ পৰিল তোৰ শুকান শিলৰ গুড়ি,
পথাৰভৰা জীপ্‌খিনি তোৰ গ'ল যে তেনেই পুৰি—
ঘৰ-বাৰী তোৰ পোহৰ কৰি সোণৰ
ভঁৰাল জ্বলে,
তইতো নাপাৱ কণা এটি লুটে দলে-দলে।
ভাত-কাপোৰে ওপচা তোৰ জন্মভূমিৰ পাৰ,
তথাপিতো দেশজুৰি হায় ! ভাতৰ হাহাকাৰ।
তোৰ চোতালত আনে তোলে কিমান চমকনি,
তই দেখোঁ হায় ! ঘৰৰ চুকত আছ
প্ৰমাদ গণি।
আশাৰ সূৰুয ঢাকি পৰে ক'লা মেঘৰ ছায়া,
দেশময় তোৰ গোটমৰা হায় ! চেতনাহীন কায়া,—
নহবতো এইদৰে তোৰ দেশত জীয়াই থকা,
নিশ্চিন্ত হৈ মৰিবি খাই কেৱল গতা-ঢকা—
হে ভাই ! দেশৰ কথা কওঁ,
শুনিবি ভাই দেশৰ কথা কওঁ।

( এই গীতটো ইং ১৯২৮ চনত ৰায় চৌধুৰীয়ে ৰচনা কৰি ল'ৰা-ছোৱালী কিছুমানক দেহ-বিচাৰৰ সুৰেৰে শিকাই বাঁহৰ কৰতালেৰে ঠায়ে ঠায়ে গোৱাই ফুৰিছিল। )

## আজি যায়, যায়, যায়

আজি যায়, যায়, যায়, সকলোখিনি
দেখোঁ যায়, যায়,—
বহুখিনি গৈ যিখিনি বাকী ৰ'ল,
সিওখিনি দেখোঁ যায়, যায়
তথাপি কিয় তোৰ চেতনা নাই ?
সকলোখিনি দেখোঁ যায়, যায়।
সাহিত্য-সংস্কৃতি, ভাষা-অৰ্থনীতি,
সকলো দেখোঁ আজি উটি যায়,—
তথাপি কিয় তোৰ তত চপা নাই ?
সকলোখিনি দেখোঁ যায় যায়।
খেতি, মাটি-বাৰী, বান্ধি ধৰি কাটি,
সকলো লুটি দেখোঁ লৈ যায়,—
বুকু ধাকুৰি আয়ে কান্দে হায়! হায়!
যায়, সকলো দেখোঁ উটি যায়।
জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হ'ল দেখোঁ হায়! হায়!
কিহেৰে ৰাখিবি জাতিক জীয়াই ?
সকলোখিনি দেখোঁ যায়, যায়।

(ইং ১৯৫০ চনত শ্রীৰায় চোধুৰীৰ ৰচিত আৰু সেই বছৰৰ 'অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিবেশনৰ সভাপতিৰ অভিভাষণত গোৱা এই গীতটো শ্ৰীৰায় চোধুৰীয়ে তেওঁৰ পুত্ৰ শ্ৰীমং [illegible] লগত লৈ ইং ১৯৫৪-৫৫ চনত ৰাজ্য পুনৰ্গঠন আয়োগৰ আগমনৰ সময়ত অসমীয়া ৰাইজৰ জাগৰণৰ বাবে লাউড-স্পীকাৰেৰে গুৱাহাটী নগৰৰ বাটে-পথে গাই ফুৰিছিল।)

# গীতৰ শৰাই

( ১ )

নালাগে দয়া নালাগে মায়া
নোখোজোঁ শান্তি
নোখোজোঁ কান্তি
(মোৰ) জীৱন সিন্ধুত দুখৰ ধেমালি
বিলাসে যি তাতে থাকিম মাস্তি।

দুখৰ বোকোচা বুকুত বান্ধি
ধূলি ভৰপূৰ বাকলি পিন্ধি
তথাপি অসীম কোমল অন্তৰ বিন্ধি
সৰকিম নাথ। উটাম ভ্ৰান্তি।
দুখৰ মাজত সুখৰ মাধুৰি
আন্ধাৰত উঠে আলো' ভৰি পূৰি
বেদনা নিকৰি উঠে ফুটে সুখ-হাঁহি
উপচে জিৰণি বিৰিঙি শ্ৰান্তি।
নালাগে মৰম, নালাগে ধৰম
তোমাকেই ভাবি কটাম জীৱন
তোমাতেই আজি সঁপিলো সকলো
মোৰ জীৱনৰ কড়া, গণ্ডা, ক্ৰান্তি।

( ২ )

ৰিনিকি ৰিণিকি টিমিকি টিমিকি
দূৰণিত জ্বলে কি?
চিমিকি চিমিকি জিমিকি জিমিকি
লয়লাসে নাচে কি?

অসীম সাঁতুৰি বাজে কি বাতৰি
বাগৰি বাগৰি ভাগৰি ভাগৰি
জীৱন লহৰী আপোন পাহৰি
সাধনাৰ খোজে কি?

( ৩ )

বুটলি জীৱন বননি
ৰাখিছোঁ যি নাথ যতনাই
গন্ধহীন ফুল দুপাহি-এপাহি
সাজি সাধনাৰ শৰাই।

দিম দিম বুলি ভকতি আঁজলি
ওৰেও জীৱন আছোঁ আশা পালি
খোজটি বঢাওঁ সাহস নাপাওঁ
কোনে তোলে প্ৰাণ চমকাই?
জীৱনৰ মোৰ কৰম পদূলি
কণ্টকেৰেভৰা দুৰ্গম সমূলি
কি সাহে মাতোনো আহা, আহা বুলি
কোৱা কোৱা নাথ সতকাই!

( ৪ )

মোৰ জীৱন-মৰণ মথি
তুমি কি সুধানো তোলোঁ বুলি
ভাবিছা হে ৰথী?

তোমাৰ মুখত কিবা হাঁহিৰ
শত শিখা জ্বলে
কি হেঁপাহৰ আকুল আৱেগ
চলে কল কলে,....হে মহাৰথী
তুমি কি ভাবি কৰিছা মোৰ
এনে লটিঘটি।
ভঙ্গিমাতে ভঙা গঢ়াৰ কিমান সাধুকথা
কতভাৱে আছে আহা! গৰিমাৰে গঁথা
তুমি যি ভাবিছা তাকে কৰা
তুমিয়ে মোৰ গতি।

( ৫ )

তোমাৰ চৰণ-ধূলিৰ তলতে
উবুৰাই মন-প্ৰাণ
মাতিছোঁ কাতৰ কণ্ঠেৰে নাথ
দিয়া মাথোঁ এই দান—
দিন ৰাতিপুৱা সন্ধ্যা গধূলি
সকলো জীৱন বেঢ়ি
জ্বলে যেন সুধা ৰঞ্জিত ৰাগে
তোমাৰ মাধুৰি ফেৰি,
সকলো কামনা বিমোহিত কৰি
বজাবা মঙ্গল গান।
তোমাৰ চৰণ-ধূলিৰ তলতে,
উবুৰাই মন-প্ৰাণ।
নানা আৰকালে ক্ষুব্ধ কৰিলে
হিয়াৰ আৰতি গীতি
মধু লয়লাসে নিচুকাবা ঢালি
তোমাৰ উদাৰ প্ৰীতি
তযু অমৃত-পূত ভক্তি-ৰসেৰে
তৃপ্তি কৰি অৱসান।
তোমাৰ চৰণ-ধূলিৰ তলতে
উবুৰাই মন-প্ৰাণ।

( ৬ )

বাজে কাৰ কিনো সুমধুৰ
আকুল চঞ্চল অন্তৰপুৰ
মেঘাল ওৰণি কাষৰ কৰি
ফুলাই চাৱনি চন্দ্ৰমা
আকাশে আকাশে ফুৰিছে উৰি
বুলাই মধুৰ ভঙ্গিমা।
হাঁহি ভাঙি পৰা ৰেণু
জেউতি বুলোৱা বেণু
উদয়-অস্ত সমূলি বুৰাই
তৃপ্তি লভিছা কিনো?
মই,—বৰ বেথা আছোঁ পাই
বিৰহ বেণু বজাই
গাঁথি অশ্ৰুভৰা সুৰ।

( ৭ )

সুখৰ হেতুকে দুখ আঁতৰালো
উটুৱালো যত বাসনা
আমনিৰ হেতু পাহৰি পেলালো
জীৱনৰ মহা-সাধনা।
অমৃত-হেঁপাহ জগালো হিয়াত
অতৃপ্তিৰ ছবি আঁকিলো উষাত
নাজানিলো কিন্তু আন্ধাৰতে মাথোঁ
বিকাশে আলোক যতনা।
কৰ্ম্মৰ সলনি মুক্তি বিচাৰিলোঁ

মায়াময় ভাবি কৰ্ত্তব্য এৰিলোঁ
মৃত্যুতেহে মাথোঁ। অনন্ত-জীৱন
নাভাবিলোঁ তিলো ভাৱনা।
দিয়া দিয়া নাথ দুখকে মাথোন
সামৰিম মাথোঁ। দুখৰে কাচোন
দুখকেই ভাবি সুখৰ ভঁৰাল
আঁতৰাম যত যাতনা।
কৰ্ম্ম হেৰুৱাই কি সতে জীয়াই
ৰম নো হৃদয় মোহন?
নালাগে যুক্তি, নালাগে মুক্তি
কৰ্ম্মহে সাধনা ৰতন।

( ৮ )

প্ৰভু! সকলো তোমাৰে দান
যি আছে যি নাই বাহিৰে ভিতৰে
নাই মান-অভিমান।
গঢ়িছা হৃদয় বহিবাহি বুলি
বুকু দিছা কৰোঁ বুলি কোলাকুলি
প্ৰেম দিছা মাতো বুলি প্ৰাণ খুলি
গাই তয়ু গুণ গান।
তোমাৰ ভাবেৰে তোমাক ভজিম
তোমাৰ জ্ঞানেৰে তোমাক বুজিম
তোমাৰ ৰসেৰে তোমাতে মজিম।
সেই বুলি দিছা প্ৰাণ।
যি দিছা তাৰেই পূজো বুলি মই
আছোঁ তোমাৰেই দুখ, সুখ লৈ
আহা, লোৱা নাথ! দয়াৱান হৈ
হৃদয়ত অধিষ্ঠান।

( ৯ )

প্ৰভু, মঙ্গল সুৰে মিলন-মন্ত্ৰ
দিয়াহি প্ৰাণত সুমাই
মোৰ দগ্ধ-বিৰহ শান্তি-পানীৰে
সমূলি দিয়াহি বুৰাই।
তয়ু পুণ্য আলোকভৰা হাতখনি
দিয়া জীৱনত বুলাই—
মোৰ কামনা-বাসনা যাতনা-যতনা
দিয়াহি সকলো জ্বলাই।
তয়ু প্ৰেমভৰি থকা চৰণ ছায়াত
সাজি দিয়া মোৰ শেতেলি
মই তাতে পৰি পৰি তয়ু পদ সেৱি
পাহৰোঁ যতনা সমূলি!

( ১০ )

নাথ! কি আছে কি দিম তয়ু বেচ চেনেহৰ
কিহেৰে জনাম এই প্ৰেম হৃদয়ৰ?
বিশ্বৰ বুটলি কণ
যিবা দিব খোজোঁ ধন
তাতো জিলিকিছে ছবি তোমাৰ মুখৰ।
তোমাৰ হৃদয় তুমি লবা কেনেকৈ?
তুমিয়েতো বিকশিছা বহুৰূপী হৈ?
কিমান কৌশল তয়ু হৃদয় মোহন
লয়লাসে বিলাসিছে আগুৰি গগন
নিজে তুমি সৰজিছা
নিজকে খুজিব দিছা
তুমিয়ে গৰাকী এই বিশাল বিশ্বৰ।
সমুখত নাচে তয়ু মাধুৰি নিৰ্ম্মল
প্ৰেমতেই পমি যোৱা বদন-কমল

নাপাওঁ সন্তেদ হায়
পৰাণ বিয়লি যায়
কাকুতি কৰিছোঁ নাথ চাপাহি ওচৰ।

( ১১ )

অনন্ত অমৃতভৰা
তযু মোহিনী কুঞ্জ জনকাই
কিনো গীত গাম, কি সুৰ শুনাম
ভগ্ন-বীণা বাই বাই ?
হিয়াৰ তলিৰ ৰাগিণী যিমান
গালো কত দিন মেলি মেলি প্ৰাণ
তথাপি তোমাৰ নাই মন-কাণ
কিবা লাভ গাই গাই ?
সামৰিলো আজি বীণাৰ জোকাৰ
বান্ধি থলো এই পৰাণৰ তাৰ
দগ্ধ-দুখ মাথোঁ কৰি ললো সাৰ
ইয়াকেহে যাম গাই গাই।

( ১২ )

কি সুখ লভিছা সখী অকলে অকলে গাই
বেথাভৰা বীণা বাই মোৰো একো সুখ নাই।
নামি আহা তাৰ পৰা
মোৰ প্ৰাণ গানেভৰা
ৰঙেৰে ওমলি থাকোঁ দুয়োজনে গাই গাই।
মধুৰ মিলন সুৰ
ভৰিব অন্তৰপুৰ
হাঁহি হাঁহি বাই যাব ভগা-বীণা জোৰা খাই।

( ১৩ )

মধুৰ নিৰ্ম্মল নিমাত জোনালী
কি গানে কৰে আজি আকুল হিয়া জ্বালি
কিনো মহোৎসৱ
মণ্ডিত গৌৰৱ
প্ৰাণৰ ফাঁকে ফাঁকে নিমাতে দিয়ে ঢালি।
তাকে মাতি মাতি শ্ৰান্ত হোৱা মন
কিয় উঠে হাঁহি পাই কিবা ধন
কিনো দিম এই দানৰ সলনি
আনিছো সঙ্গীত,—স্তব্ধ পৰাণ ফালি।

( ১৪ )

তোমাৰ পুলক পৰশ লাগি
ফুলিল যি মোৰ ফুলহে প্ৰিয়
ফুলিল যি মোৰ ফুল
তাৰেই গোন্ধত গোটেই জীৱন
বিভোৰ বিয়াকুল হে প্ৰিয় !
বিভোৰ বিয়াকুল।
কোন দেৱতাক বঞ্চিত কৰি
কিনো দান দিলা মোক
হে প্ৰিয়, কিনো দান দিলা মোক ?
সেইবাবে আজি
মোক লওঁ বুলি
ক্ষিপ্ত লক্ষ লোক হে প্ৰিয়
ক্ষিপ্ত লক্ষ লোক।

## এয়ে মোৰ অনুপম সোণৰ অসম

পূত ভাৰতৰ চিৰ-উন্নত গৌৰৱ-মুকুটৰ
জেউতি চৰাই ৰূপ-গৰিমাৰে
উজ্জ্বল টলমল—
ৰস-ৰঙিয়াল সপোন-পুৰীৰ
কোহিনুৰ জ্বলমল্,—
শুনা, গাওঁ গীত চিৰ-সেউজীয়া
অনুপম অসমৰ।
(য'ত) নিতৌ পুৱাতে পাটকায়ে দিয়ে উষাক
দুৱাৰ খুলি,—
শাৰী পাতি থকা পৰ্ব্বত চূড়া
চিকিমিকি উঠে জ্বলি,
অৰুণ-কোঁৱৰে থাপে থ্ুপি থ্ুপি
কনক-চম্পা কলি,
প্ৰৱেশ-পথৰ অৰিহণা সেয়া,—ভাৰত
সোমালোঁ বুলি!
(য'ত) লাস্য-অধীৰা নিজৰাৰ সুৰে শ্যামলি
মুখৰ কৰে,
থমকি থমকি সুধা-লয়-লাসে ভৈয়ামৰ
ফালে লৰে,—
—পৰ্ব্বত-ভৈয়াম আপ্লুত কৰে
মাধুৰি-মুক্ত সোঁতে—
—মিলন-আকুল আৱেগ-পাশেৰে
সাদৰি সাৱটি ধৰে,—
—সুদূৰ বিচাৰি ৰয় মুকুলিত
উদ্দাম খৰতৰে,—

অসীম-অপাৰ নিখিলৰ হিয়া
সামৰাৰ উলাহতে।
(য'ত) আকাশৰ মেঘে পলকে পলকে
সলায় অযুত ৰং
—শিপিনী হাতেৰে টুকি টুকি লৈ
প্ৰকৃতি পয়োধৰা,—
বুটা তুলি তুলি ঋতুৱে ঋতুৱে বোলায়
মেখেলাখন,—
ৰমক-জমক পখিলা ফুলৰ ৰূপেৰে
উপচি পৰা।
(য'ত) গ্ৰীষ্মৰ ৰ'দে ডেৱা-পোৱা দুখ বাৰিষাত
যায় উটি,—
বানৰ প্ৰকোপ ভঙা পথাৰত লৰমু
পলস পৰি,
আহিনত হাঁহে, মলয়াত নাচে
জীয়াই থকাৰ গীতি,—
পুহ-কুঁৱলিয়ে চেপা দুখ-দিন ভোগালিত
যায় উৰি।
ওৰেও বছৰ এইদৰে য'ত জীৱন
পূজাৰ আৰতি,
সেয়েই অসম মোৰ, অনুপম
ভাৰতমাতাৰ কিৰীটি।

---

ইং ১৯৫৫ চনৰ গণৰাজ্য দিৱস উপলক্ষে ২৫ জানুৱাৰী সন্ধিয়া অল ইণ্ডিয়া ৰেডিঅ'ৰ দ্বাৰা নতুন দিল্লীত অনুষ্ঠিত জাতীয় কবি-সম্মিলনত পঠিত।

# প্ৰকাশকৰ নিবেদন

অনুগ্ৰহকৈ প্ৰথমতে এইখিনি পঢ়ি ভিতৰলৈ সোমাওক।

দেশৰক্ষা, জাতিৰক্ষা, সমাজৰক্ষা, আত্মৰক্ষা আৰু শান্তি-শৃঙ্খলা ৰক্ষাৰ পোন সত্যটোকেই যদি বাস্তৱিক আৰু আধ্যাত্মিক ক্ষেত্ৰত মানৱ-সমাজৰ স্বতঃসিদ্ধ পালনীয় ঘাই কৰ্ত্তব্য বুলি মানি লোৱাৰ নিৰ্ঘাত প্ৰয়োজনীয়তাটো দ্বিধাহীন অন্তৰেৰে উপলব্ধি কৰা হয়, তেন্তে 'ডেকা-ডেকেৰীৰ বেদ'ৰ অলঙ্ঘনীয় মৰ্ম্ম গ্ৰহণেৰে কৰ্ম্মক্ষেত্ৰত সোমাই পৰাটো দেশবাসীৰ একমাত্ৰ অনিবাৰ্য্য পথ। অসমত দ্বিতীয় মহাসমৰৰ তয়ামগা পৰিস্থিতি আহি পৰাৰ ঠিক আগখিনিতেই শ্ৰীৰায়চৌধুৰীৰ এই 'ডেকা-ডেকেৰীৰ বেদ'ৰ প্ৰথম প্ৰকাশ হৈছিল ইং ১৯৪২ চনৰ ফেব্ৰুৱাৰী মাহত। উদ্দেশ্য আছিল— সমগ্ৰ পৃথিৱীখন ধ্বংস-স্তূপত পৰিণত কৰিবলৈকে প্ৰলয় উল্কা আগবাঢ়ি অহা উপদ্ৰৱৰ পৰা অসমে আত্মৰক্ষা কৰি শান্তি-শৃঙ্খলাৰে জী থাকিবলৈকে নিজক অজেয় শক্তিৰ যোগ্যতাতে গঢ় দি তোলা। সেই সময়তে গোটেইখন অসমত ইয়াক প্ৰচাৰ কৰা হৈছিল। বিশেষকৈ, শিৱসাগৰ জিলাত, অন্যান্য অঞ্চলবিলাকতো, অসমৰ ঐতিহ্য আৰু সাহিত্য-সংস্কৃতি প্ৰেমিক শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাসে বহুলকৈ প্ৰচাৰ কৰিবলৈকে যৎপৰোনাস্তি শ্ৰম স্বীকাৰ কৰি কৃতজ্ঞ-ভাজন হৈছিল। এই ইং ১৯৪২ চনৰেই আঠ আগষ্টৰ দিনা বোম্বাই নগৰত মহাত্মাৰ নেতৃত্বত কংগ্ৰেছ মঞ্চ-সভাই দেশবাসীলৈ যেতিয়া 'কৰা নাইবা মৰা' ( do or die ) আৰু বৃটিছ চৰকাৰলৈ 'ভাৰত ত্যাগ'ৰ ( Quit India ) অমোঘ-বাণী আৰু আদেশ বজ্ৰ-নিৰ্ঘোষেৰে এৰি দিছিল, আৰু এইবাবেই জাতিৰ পিতা মহাত্মাগান্ধীৰ সৈতে নেতা-সকলৰ গোটেইবিলাক গৈ জেলত সোমাল,— দেশবাসীক শান্তি-শৃঙ্খলাত ৰক্ষা কৰিবলৈকে বাহিৰত কোনোজন নেতা নোহোৱা হৈ পৰিল,— সমগ্ৰ ভাৰতজুৰি দেশবাসীৰ ওপৰত বৃটিছ-সাম্ৰাজ্যিক দানৱৰ ৰক্ত-লোলুপ হিংস্ৰ পশুৰ দৰে নিদাৰুণ অমানৱীয় অত্যাচাৰ চলিল, আৰু নিঃসহায় দেশবাসীয়েও আত্মৰক্ষাৰ্থে অনিবাৰ্য্য উশৃঙ্খল পথত পৰিবলৈ খোজ লবলৈকে বাধ্য হ'ল—সেই সময়তে শ্ৰীৰায় চৌধুৰীয়ে 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' ৰচনা কৰি তাৰ প্ৰথম প্ৰকাশেৰে আত্মৰক্ষাৰ এটা নিয়মতান্ত্ৰিক সাংগঠনিক পৰিকল্পনা দেশবাসীৰ আগত দাঙি ধৰে; আৰু ইং ১৯৪৬ চনত ইয়াৰ দ্বিতীয় প্ৰকাশ হৈছিল, যেতিয়া স্বাধীন ভাৰতৰ সংবিধান ৰচনা কৰিবলৈকে দেশত উখল-মাখল লাগে। 'আত্মৰক্ষা বাহিনী গঠন'ৰ প্ৰথম প্ৰকাশ কৰিছিল শ্ৰীৰায়চৌধুৰীয়ে অসম জাতীয় মহাসভাৰ যোগেদি ইং ১৯৪৭ চনত, যেতিয়া ভাৰতমাতাৰ বুকুত শাণিত তৰোৱাল বহুৱাই পাকিস্থান সৃষ্টিৰ দাবি তোলা মুছলীম-লীগে মুছলীম-নেচনেল গাৰ্ড সংগঠনেৰে প্ৰত্যক্ষ-সংগ্ৰামৰ

ৰক্তপাতী অভিযান চলাই অসমীয়াক হত্যা কৰি অসমক পূর্ব-পাকিস্থানভুক্ত কৰিবলৈকে সক্রিয় পৰিকল্পনা আঁকি তুলিছিল। এই পুথিত গাঁথি দিয়া মেপখন মন দি চালেই বুজি পাব। এইটো বিষয় লৈ বেলেগ পুথি এথন প্ৰকাশ হ'ব।

শ্ৰীৰায় চৌধুৰীৰ 'ডেকা-ডেকেৰীৰ বেদ'ৰ প্ৰথম প্ৰকাশ হৈছিল ইং ১৯৪২ চনৰ ফেব্ৰুৱাৰী মাহত দেশ, জাতি, সমাজ, আত্মৰক্ষাৰ বাবে নিজক সুদৃঢ় সঙ্কল্পিত নিখুঁত শক্তিৰে গঢ়ি তুলিবলৈকে। 'স্বাধীন-পঞ্চায়ৎ-ৰাষ্ট্ৰ-গঠনৰ প্ৰাথমিক আঁচনি'ৰ প্ৰথম প্ৰকাশ হৈছিল এই চনৰেই সাত চেপ্তেম্বৰত আৰু দ্বিতীয় প্ৰকাশ হৈছিল ইং ১৯৪৫ চনৰ ন আগষ্টত ৰাষ্ট্ৰীয় প্ৰগত চিন্তাধাৰাৰ পৰিকল্পনাৰে দেশখনক সুস্থিৰ ভিত্তিত সুদৃঢ়কৈ সংগঠিত কৰি তোলাৰ উদ্দেশ্য লৈ। সংক্ষেপ হলেও 'স্বাধীন-পঞ্চায়ং-ৰাষ্ট্ৰ-গঠনৰ প্ৰাথমিক আঁচনি'টো চিন্তা খৰচ কৰি মন দি পঢ়িলেই বুজি পোৱা যাব, ইয়াত প্ৰগত বৈজ্ঞানিক ধাৰাৰ জীৱন্ত খোজ কেনেদৰে পৰিছে। 'আত্মৰক্ষী বাহিনী-গঠন'খনি হৈছে দেশৰ, জাতিৰ সমাজৰ আৰু নিজৰ আত্মৰক্ষাৰ ব্যৱস্থা। আজিৰ বৈজ্ঞানিক যুগত সময়োচিত বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু বৈজ্ঞানিক ব্যৱস্থাৰে আত্মৰক্ষাৰ দিহা কৰা উক্ত তিনিওখন আঁচনিৰ অঙ্গাঙ্গী সম্বন্ধ আছে। সেইবাবে, 'ডেকা-ডেকেৰীৰ বেদ'ৰ অঙ্গ কৰিয়েই তিনিওখনকে একেলগে প্ৰকাশ কৰা হ'ল। কাৰণ, আজিৰ প্ৰলয়ঙ্কৰী পৰিস্থিতিত আত্মৰক্ষাৰ এয়ে একমাত্ৰ দৃঢ় সম্বল— আত্মশ্ৰদ্ধা, আত্মবিশ্বাস আৰু আত্মসঙ্কল্প।

শ্ৰীৰায়চৌধুৰীৰ জীৱন-দৰ্শনৰ মূল কথাটোৱেই হৈছে, আত্মৰক্ষাটো জীৱ মাত্ৰকৰে ধৰ্ম্ম নিজৰ ভিতৰত আত্মৰক্ষাৰ পকা ভেটি স্থাপিত নহলে, আন কোনোৱেই তাৰ দিহা দিব নোৱাৰে নিজে আত্মৰক্ষাৰ বাবে যোগ্য হৈ প্ৰস্তুত নহলে, আন কোনেও তাক ৰক্ষা নকৰে আৰু কৰিব নোৱাৰে। 'ডেকা ডেকেৰীৰ বেদ'ৰ এই দ্বিতীয় প্ৰকাশত তাৰেই সুস্পষ্ট কাৰ্য্যকৰী আঁচনি আছে।

গুৱাহাটী
আগষ্ট, ইং ১৯৫৮

আত্মবিকাশ-ভৱন

## প্ৰথম প্ৰকাশকৰ কথা

অসমৰ বাবে একাষাৰ কলেই প্ৰাদেশিক সঙ্কীৰ্ণতাৰ দোষে ভাৰতীয় একতাৰ হানি কৰিব বুলি যিসকলে নাক কোঁচায়, সেইসকলে এই 'ডেকা-ডেকেৰীৰ বেদ' পঢ়ি ভুলৰ সংশোধন কৰিবলৈকে সুবিধা পাব। 'ডেকা অসমৰ' ঠাইত 'ডেকা-পৃথিৱী', 'ডেকা-ভাৰত', 'ডেকা-মাদ্ৰাজ', 'ডেকা-বঙ্গ', 'ডেকা-পঞ্জাব', আদি লগাই পঢ়িলেই পুথিখনত লেশমাত্ৰও প্ৰাদেশিক সঙ্কীৰ্ণতা তেওঁলোকে দেখা নাপাব। নিজে বান্ধোনত পৰি থাকি আনৰ মুক্তিৰ বাবে বীৰদাপেৰে লৰ মাৰি যাব খোজাটো হাঁহি উঠা কথা। সেইবাবেই দেশপ্ৰাণ শ্ৰীৰায়চৌধুৰীদেৱে 'ডেকা-অসম' কথাটো ব্যৱহাৰ কৰিছে। ঘৰৰ বাহিৰখনক মুক্ত কৰিব লাগিলে আগতে ঘৰৰ ভিতৰখনক মুক্ত কৰিব লাগিব। এয়ে শ্ৰীৰায় চৌধুৰীদেৱৰ সংৰক্ষিণী ফিলচফী।

গুৱাহাটী,
ইং ১৯৪২

শ্ৰী ইণ্ডিয়া পাব্লিছিং হাউছ

# ডেকা-ডেকেৰীৰ বেদ

## পৰিকল্পনা

ডেকা-অসমে সমগ্ৰ মানৱ জগতত সাম্যৰ শান্তি সংস্থাপনৰ আদৰ্শ আগত ৰাখি, সৰ্ব্বপ্ৰথমে তাৰ নিজস্ব সামূহিক স্থিতিটোক এই পৰিকল্পনাৰে প্ৰস্তুত কৰি লৈ অব্যৰ্থ নিশ্চিন্ততাৰে সি আগুৱাই যাব খোজে।

(১) ডেকা অসমে বিশ্বাস কৰে, তেজ, মঙহ, হাড়, মজ্জা আদিৰ সম্বলেৰে মানুহৰ ব্যক্তিগত শাৰীৰিক সত্তাটো গঠিত হোৱাৰ দৰে, ভাষা, সাহিত্য, সংস্কৃতি, চিন্তা-প্ৰণালী, আচাৰ-নীতি, জীৱিকা-নিৰ্ব্বাহ, সমাজ, আদৰ্শ আদিৰ সম্বলেৰে তাৰ সমূহীয়া দেশ বা জাতীয় শৰীৰটোও প্ৰাকৃতিক বিধান মতেই গঢ়ি উঠিছে; আৰু অব্যাহত স্বাধীনতাৰে তাক পূৰাকৈ পৰিপুষ্ট কৰি তোলা বিষয়ত তাৰ বাহিৰে আনৰ একো স্বাৰ্থ নাই, আনন্দ নাই, অধিকাৰ নাই।

(২) ডেকা-অসমে বিশ্বাস কৰে, প্ৰাকৃতিক বিধানমতে গঢ়ি উঠা তাৰ এই সমূহীয়া জাতীয় দেশ আৰু জাতীয় দেহৰ সংৰক্ষণ, পৰিপোষণ আৰু পৰিবৰ্দ্ধনৰ বিষয়ত তাৰ একেটা মাত্ৰ স্বাৰ্থ আৰু চেষ্টাৰ বাহিৰে তাৰ ভিতৰত আন কোনো প্ৰকাৰৰ বিভেদী বিপৰীতমুখী স্বাৰ্থ আৰু চেষ্টা থকাটো অস্বাভাৱিক।

(৩) ডেকা-অসমে বিশ্বাস কৰে, গুণাগুণ যোগ্যা-যোগ্যৰ বিচাৰ থাকিলেও, তাৰ সামাজিক ক্ষেত্ৰত উচ্চ-অনুচ্চ, ধনী-নিৰ্ধনী, খাব-পোৱা, খাব-নোপোৱা, স্পৃশ্য-অস্পৃশ্য, জমিদাৰ-প্ৰজা, মালিক-বায়ত, মহাজন-ধৰুৱা, অৰ্থপুষ্ট-অৰ্থক্লিষ্ট, শিক্ষিত-অশিক্ষিতৰ ব্যৱহাৰ বিষয়ত একো পাৰ্থক্য নাথাকি, পাৰস্পৰিক সহৃদয়তা আৰু সহানুভূতিৰে সকলোৱে এক শ্ৰেণীৰ এক সুবিধা প্ৰাপ্ত হৈ চলিব। মুঠৰ ওপৰত, ডেকা-অসমত কোনো মানুহ কোনো বিষয়তে অভাৱ-অসুবিধাগ্ৰস্ত নাথাকিব।

(৪) ডেকা-অসমৰ ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, শিক্ষানীতিত শ্ৰেণী-বৰ্ণ ধৰ্ম্ম নিৰ্ব্বিশেষে সাবালক আৰু সাবালিকা, মুনিহ তিৰোতা মাত্ৰ-কৰে সমান অধিকাৰ আৰু সমান মতামত থাকিব।

(৫) ডেকা-অসমত জাতি, বৰ্ণ, শ্ৰেণী, ধৰ্ম্ম নিৰ্ব্বিশেষে প্ৰত্যেক মুনিহ-তিৰোতাৰ ব্যক্তিগত স্বাধীনতাৰ অধিকাৰ অব্যাহত ৰাখিও, তাৰ সমূহীয়া জাতীয় দেহৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ বিষয়ত একেটা মাত্ৰ সামূহিক আকাঙ্ক্ষা আৰু স্বাৰ্থৰ বাহিৰে, তাৰ ভিতৰত আন কোনো প্ৰকাৰৰ ব্যক্তিগত, দলগত বা সম্প্ৰদায়গত খোঁচ-পোতা স্বাৰ্থ ( vested interest ), সংখ্যা লঘিষ্ঠই হওক বা সংখ্যা গৰিষ্ঠই হওক, দ্বিতীয় পক্ষ হিচাপে থাকিবলৈ দিয়া নহ'ব। কাৰণ, দ্বিতীয় পক্ষৰ স্থিতি হলেই, বিশেষ স্বাৰ্থ লৈ প্ৰথম পক্ষৰ জগত আৰ

সংঘৰ্ষ চলিব। এই সংঘৰ্ষৰ ফলত ওলাবহি কোনো এক পক্ষৰকালে তৃতীয় পক্ষ বন্ধুৰূপধাৰী ৰক্তপিপাসু বাঘ এটা। এই তৃতীয় পক্ষ বাঘটোৰ লগতে উপস্থিত হ'বহি সাম্ৰাজ্যবাদ, ধনবাদ, লুণ্ঠনবাদ, শোষণবাদৰ লানি নিছিগা আধিপত্য।

(৬) ডেকা-অসমে তাৰ সমূহীয়া ঠাইখিনিৰ সীমাৰ ভিতৰত শোষণ প্ৰয়াসী আনৰ যি কোনো ৰাজনৈতিক ( political ), অৰ্থনৈতিক ( economic ), সামাজিক ( social ), ভাষাগত ( linguistic ), সংস্কৃতিগত ( cultural ), ধৰ্ম্মগত ( religious ), দেহগত ( physical ), মানসিক ( mental ), শোষণ ( exploitation ), আৰু আক্ৰমণ ( aggression ) মৃত্যুৰ মহাব্যাধি বুলি সৰ্ব্বতোপ্ৰকাৰে নিৰ্ম্মূল কৰিবলৈকে আপ্ৰাণ চেষ্টা কৰিব।

(৭) ডেকা-অসমে একেটা মাত্ৰ কেন্দ্ৰীয় আদৰ্শলৈ লক্ষ্য ৰাখি প্ৰত্যেকে তাৰ কৰ্ম্ম-শক্তিৰ সমগ্ৰতা একান্তভাৱে প্ৰয়োগ কৰিব, যাতে তাৰ নিজ স্থিতিৰ মাটিডোখৰৰ সীমা আৰু সমূহীয়া জাতীয় দেহৰ ভিতৰত হিংসা, বিদ্বেষ, খক, লোভ, প্ৰলোভন, প্ৰতাৰণা, ঠগ-ভণ্ডামি, অসভ্যালি, উৎপীড়ন, শোষণ, আক্ৰমণৰ পৰিৱৰ্ত্তে পাৰস্পৰিক ভাই-ভাই সম্বন্ধৰ সুখ-দুখ, মঙ্গল-অমঙ্গলবোধেহে প্ৰবলভাৱে ৰাজত্ব কৰে;—আৰু প্ৰেম, সহৃদয়তা, সহযোগ, সহানুভূতি, সত্যানুপ্ৰেৰণাৰ ভিতৰেদি শাসিত আৰু পৰিচালিত হোৱা বাবে বাহিৰৰ কোনো বিধি-ব্যৱস্থা, আইন-কানুন আৰু বাধা-নিষেধৰ প্ৰয়োজনীয়তা অনুভৱ নকৰি অব্যাহত শান্তিৰ ভিতৰেদি সি মহামানৱৰ মহান ঐক্য সংগঠনৰকালে নিশ্চিন্ত উৎসাহেৰে অবিৰত আগবাঢ়ি যাব পাৰে।

(৮) ডেকা-অসমত কৰ্ম্মমুখৰতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, পবিত্ৰতা আৰু পাৰিপাট্যৰ অবাধ সবল যাত্ৰা অবিৰত চলিব, কিন্তু বিলাসিতা, কৰ্ম্ম-বিমুখতা আলস্য-পৰায়ণতাৰ লেশ মাত্ৰও তাত নাথাকিব।

(৯) ডেকা-অসমত ভোগৰ অপৰ্য্যাপ্ত উৎপন্ন আমদানিও থাকিব, আৰু সামূহিক মঙ্গলৰ বাবে তৎক্ষণাত সেইবোৰ এৰি পেলোৱা ত্যাগৰ অপৰিসীম আনন্দও থাকিব।

(১০ ডেকা-অসমত ধনীৰ উন্মাদনাও নাথাকিব, নিৰ্ধনীৰ নিঃসহায় বিমৰ্ষতাও ৰহিত হ'ব, খাবলৈ নোপোৱা দৰিদ্ৰৰ আৰ্ত্তনাদো শুনা নাযাব,—খাবলৈ পোৱা ভঁৰাল-পতিৰ বে-পৰোৱা আত্ম-সৰ্ব্বস্ব স্বাৰ্থপৰতাও দেখা নাযাব,—পুঁজিপতি হোৱা সৰ্ব্বগ্ৰাসী খকো পলাব, হা-ভাত, হা-কাপোৰৰ হৃদয় বিদাৰক হাহাকাৰো অদৃশ্য হ'ব,—সকলোৱে সমানে নিৰ্ভয়, নিঃসঙ্কোচ, নিৰ্ভাৱনা, অভাৱহীন, পৰিতুষ্ট থাকিব।

(১১) ডেকা-অসমত সুস্থ, ভেজালহীন, খাটি, নিৰ্ভেজাল-খাদ্য, বিশুদ্ধ বায়ু, নিৰ্ম্মল পানীহে মানুহ-পশু সকলোৱে আকণ্ঠ ভৰাই খাব, গ্ৰহণ কৰিব আৰু পিব।

(১২) ডেকা-অসমত নিৰক্ষৰতা, মূৰ্খতা আৰু অজ্ঞতাৰ সঁচ মৰি নিৰ্ম্মূল হ'ব।

(১৩) ডেকা-অসমত নানাবিধ আৱশ্যকীয় শ্ৰম-শিল্পই, যান্ত্ৰিক-শক্তিৰ বিপুলতাক পৰাস্ত কৰি মানুহৰ হাত বুদ্ধিৰ কৃতিত্বহে ঘোষণা কৰিব।

(১৪) ডেকা-অসমত বেহা-বেপাৰ, শিল্প-বাণিজ্যৰ উদ্দেশ্য আৰু লক্ষ্য ধন ঘটি পুঁজিপতি

হোৱা নহৈ, মাত্র পৰস্পৰৰ অভাব পূৰণ কৰাটোহে মুখ্য হৈ চলিব।

(১৫) ডেকা-অসমত ধর্ম্ম আৰু আইন-বিধিক ব্যৱসায়ৰ বস্তু কৰি লোৱা ৰীতি ৰহিত কৰি, তাক সত্যভাৱে মানুহৰ প্রকৃত মঙ্গল সাধনত নিয়োগ কৰা হ'ব।

(১৬) ডেকা-অসমত, সাৰযুক্ত বাৰী-পথাৰত নানা শস্য, শাক-পাচলি আৰু সৰস ফলৰ উপচি পৰা উৎপাদন, নিটোল গাই-গৰুৰ অপর্য্যাপ্ত গাখীৰ, ঘিউ, মাখন—স্বচ্ছজলা নৈ, বিল, পুখুৰী ভৰা নানা মাছ সকলোৱে সমানে ভোগ কৰি নিখুঁত স্বাস্থ্য আৰু অক্ষত বল-বীর্য্য লাভ কৰিবলৈকে সমানে সুবিধা পাব।

(১৭) ডেকা-অসমৰ অব্যর্থ কর্ম্মশক্তিত তাৰ বন, জঙ্গল, পাহাৰ-পর্ব্বত, বিল-খাল, শিল-বালি, নৈ-বিলত সম্পদৰ অশেষ উৎস উৎফুল্লিত হৈ উঠিব।

(১৮) ডেকা-অসমত, সকলো ৰোগৰ বীজাণু সমূলঞ্চে ধ্বংস কৰি সকলো মুনিহ-তিৰোতা পৰিপূর্ণ স্বাস্থ্য আৰু দেহ-গঠনত সৌষ্ঠৱশালী হৈ উঠিব।

(১৯) ডেকা-অসমত, সকলো মুনিহ-তিৰোতাই শাৰীৰিক, মানসিক, চাৰিত্রিক কর্ম্ম-শক্তিত অজেয় হৈ সংগঠিত হ'ব।

(২০) ডেকা-অসমত কর্ত্তব্য বিমুখতা আৰু আলস্য-পৰায়ণতাক চিৰকাললৈকে বিদায় দি, তিৰোতা-মুনিহ সকলোৱে প্রচণ্ড কর্ম্মশক্তিত ভৰপূৰ হৈ চলিব।

(২১) ডেকা-অসমৰ ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোৱে গাল-মুখ পৰিপূর্ণ স্বাস্থ্য আৰু স্বাধীনতাৰ তেজত ৰঙা হৈ থাকিব।

(২২) ডেকা-অসমত কণা, খোৰা, বোবা, বেঙা, ভেঙুৰা, অঙ্গহীন সন্তান উৎপাদন কৰা পিতৃ-মাতৃৰ পাপসম্ভূত পৰিহাস চিৰকাললৈকে লোপ পাব।

(২৩) ডেকা-অসমত মাগনিয়াৰ সঁচ আৰু মনোবৃত্তিৰ উচ্ছেদ সাধিত হ'ব।

(২৪) ডেকা-অসমত দেশ, জাতি আৰু সর্ব্বশেষত মানৱ সমষ্টিক সর্ব্ববিধ মঙ্গল আৰু সর্ব্ববিধ সেৱা দান দিবলৈকেই জীৱন ধাৰণৰ আৰু ধন, বিদ্যা উপার্জ্জনৰ ঘাই উদ্দেশ্য হ'ব, আৰু সেইদৰেই তাৰ শিক্ষানীতি চলোৱা হ'ব।

(২৫) ডেকা-অসমত কর্ত্তব্য বিমুখতা, দায়িত্ব-হীনতা, অসততা, ভণ্ডামি, ঠগ, প্রৱঞ্চনা, কুটিলতা, পৰস্বার্থোপহাৰকতা, স্বার্থপৰতা, নীচতা, হীনতা, দৰিদ্রতা আদি শব্দবোৰ অভিধানত থাকিলেও, তাৰ ব্যৱহাৰ নোহোৱা হ'ব।

(২৬) ডেকা-অসমত, তাৰ মাটিডোখৰক আৰু তাৰ সামূহিক জীৱনক কেন্দ্র কৰি, জীৱিকাৰ বাবে অহা পৃথিৱীৰ বিচিত্র লোকসকলক, তেওঁলোকৰ বিশেষ সুবিধাৰ (special and vested) আব্দাৰৰ প্রয়োজনীয়তা নোহোৱা কৰি, স্থানীয় লোক-সংঘৰ সুখ-দুখ, বিষাদ-আনন্দ, আশা-আকাঙ্ক্ষাত ওত-প্রোত কৰি মিলাই লোৱা হ'ব।

(২৭) ডেকা-অসমত, মুনিহ-তিৰোতা, ডেকা-গাভৰু, প্রত্যেকেই একেটা পৰিয়ালভুক্ত লোকৰ দৰে আত্মদান কৰিও পৰস্পৰৰ ক্ষোভ, অভাৱ, অভিযোগ পূৰণ কৰিব।

(২৮) উক্ত পৰিকল্পনাৰ সম্পূর্ণ ডেকা-অসম মূর্ত্ত কৰি তুলিবলৈকে মুনিহ-তিৰোতা, ডেকা-

ডেকেৰী, সকলোৰে মনত লাভ লোকচানৰ হিচাপ, যুক্তি-তৰ্কৰ অৱতাৰণা, মৃত্যু ভয়, কষ্ট বিমুখতা, আদি সকলো নোহোৱা হ'ব।

(২৯) ডেকা-অসমত প্ৰত্যেকজন মুনিহ-তিৰোতা, ডেকা-ডেকেৰীয়েই সমাজৰ আৱশ্যকীয় আৰু অৱশ্যকৰণীয় সকলোবিধ কামৰ বাবে উপযুক্ত হোৱা বাবে আৰু কামবোৰ নিঃসঙ্কোচনাৰে কৰা বাবে, কায়িক পৰিশ্ৰমৰ সন্মান পূৰাপূৰি ধাৰ্য্য হ'ব।

(৩০) ডেকা অসমৰ ৰাষ্ট্ৰীয় আৰু আন যি কোনো বিষয়ত মতামত (vote) দিয়া আৰু শাসনকাৰ্য্য পৰিচালনাৰ দায়িত্ব-প্ৰাৰ্থী হোৱাৰ যোগ্যতা নিৰ্ণীত হ'ব, ধন-সম্পত্তি, পদ-উপাধি আদিৰ পৰিমাণৰ ওপৰত নহয়,—হ'ব, জন-সেৱাৰ সততা আৰু চাৰিত্ৰিক পবিত্ৰতাৰ নিৰিখত।

(৩১) ডেকা-অসমত একমাত্ৰ ঔষধিত ব্যৱহাৰৰ বাহিৰে সকলো প্ৰকাৰৰ মাদক-দ্ৰব্যৰ ব্যৱহাৰ নিৰ্ম্মূলিত হ'ব।

## ডেকা-অসমৰ ধৰ্ম্ম

ডেকা-অসমত সকলো স্থায়ী অধিবাসীয়েই উচ্চকণ্ঠেৰে গাব, মই হিন্দু, জৈন, বৌদ্ধ, মুছলমান, খৃষ্টিয়ান, চিডিউল্ড, ট্ৰাইবেল, আহোম, কছাৰী, মিৰি, মিকিৰ, খাচিয়া, গাড়ো, নগা, আবৰ, ডফলা, মিচিমি, মাৰোৱাৰী, বঙালী, বিহাৰী, পঞ্জাৱী, মাদ্ৰাজী, নেপালী, চাওঁতাল, মুণ্ডা, নাগপুৰী, যি কি নহওঁ, অসমবাসী অসমীয়াহে। অসমৰ কোনো এজনৰো জীৱন ব্যক্তিগত স্বাৰ্থ-স্বৰ্বস্ব নহৈ, সমূহ অসমীয়াৰ জাতীয় স্বাৰ্থৰ সংৰক্ষণ, সংগঠন, পৰিপোষণ আৰু পৰিবৰ্দ্ধনৰ বাবেহে। অসমত অসমীয়াৰ সমূহীয়া জাতীয় সৰ্ব্ববিধ স্বাৰ্থৰক্ষা আৰু উন্নতিমূলক বিষয়ত কায়-মানো-বাক্যে সংশ্লিষ্ট থাকি সামূহিক স্বাৰ্থৰ, সামূহিক কৰ্ত্তব্যৰ আহ্বান মতে কঠোৰ নিয়মানুবৰ্ত্তিতাত জাতীয় আদেশ পালন কৰাটোৱেই জাতি-ধৰ্ম্ম-বৰ্ণ-নিৰ্ব্বিশেষে অসমবাসী স্থায়ী প্ৰত্যেকজন মুনিহ-তিৰোতাৰ ঘাই আনন্দ, ঘাই দায়িত্ব, ঘাই কৰ্ত্তব্য আৰু ঘাই ধৰ্ম্ম। ইয়াৰ বাহিৰে ডেকা অসমৰ আন ধৰ্ম্ম নাই

## ডেকা-অসমৰ জীৱন দৰ্শন

(১) ডেকা অসমে বিশ্বাস কৰে যে, বেমাৰৰ উপদ্ৰৱ চলি থকা ক্ষত-বিক্ষত আৰু স্বাস্থ্যহীন দেহেৰে আৰু মনেৰে যিদৰে ব্যক্তিগতভাৱে যি কোনো ব্যক্তিৰ একো সুস্থ মঙ্গল সাধিব নোৱাৰি, সেইদৰে, আনৰ শোষণ ( exploitation ) আৰু আক্ৰমণৰ ( aggression ) উপদ্ৰৱত জ্বলা-কলা হৈ থকা কোনো জাতিগত বা সঙ্ঘগত শাৰীৰিক আৰু মানসিক স্বাস্থ্যহীনতাৰ দ্বাৰাও, সেই জাতিয়ে বা লোক-সঙ্ঘই আন কোনো লোক-সঙ্ঘৰ মঙ্গলৰ হকে একো সুস্থ কাম কৰিব নোৱাৰে। অসুস্থ শৰীৰ আৰু অসুস্থ মনেৰে যি কাম কৰা যায়, সেই কামে মঙ্গলৰ পৰিবৰ্ত্তে অমঙ্গলহে সাধে।

(২) যিদৰে ব্যক্তিৰ ক্ষুদ্ৰ হৃদয়তেই বিৰাট ব্ৰহ্মাণ্ডৰ কেন্দ্ৰস্থল, ব্যক্তিৰ ক্ষুদ্ৰ হৃদয়তেই বিশ্বাত্মাৰ স্থিতি, সেইদৰে মোৰ এই অসমভূমিতেই সমগ্ৰ মানৱ জগতৰ সঙ্গমস্থান, সমগ্ৰ মানৱাত্মাৰ স্থিতি। যিদৰে ব্যক্তিৰ ক্ষুদ্ৰ হৃদয়তেই বিৰাট বিশ্বাত্মাৰ

পৰিপুষ্টি,—সেইদৰে মোৰ অসমৰ জাতীয় মণ্ডপাতেই সমগ্ৰ মানৱ জগতৰ ৰক্ষণাবেক্ষণ, মঙ্গল-অমঙ্গলৰ দায়িত্ব ন্যস্ত। যিদৰে ব্যক্তিৰ হৃদয়দেশ সঙ্কুচিত হলে, মলিন হলে, এন্ধাৰ হলে, অশান্তিপূৰ্ণ হলে, বিশ্বাত্মাৰ বিৰাটত্বও সঙ্কুচিত হয়, নিমলিন হয়, এন্ধাৰ হয়, অশান্তিপূৰ্ণ হয়, সেইদৰে মোৰ অসমৰ জাতীয় মণ্ডপটো দুঃখ-দাৰিদ্ৰ্য, হীনতা-নীচতা, ভীৰুতা, দীনতা, কাপুৰুষতা, ক্লৈব্য, অলসতাৰ আধিপত্যৰ দ্বাৰা মলিন হলে, সঙ্কুচিত হলে, এন্ধাৰ হলে, অশান্তিপূৰ্ণ হলে—বাহিৰ-ভিতৰ দুয়োফালৰ পৰা লোভ, খক, প্ৰলোভন, প্ৰতাৰণা, অসততা, স্বাৰ্থপৰতা, শোষণ, আক্ৰমণ আদিৰ নিৰ্বিঘ্ন উপদ্ৰৱৰ দ্বাৰা দুৰ্ব্বল হলে, নিঃস্ব হলে, প্ৰপীড়িত হলে, মনুষ্যত্বহীন হলে, সিও মানৱ সমাজৰ পৰা উক্ত কোনোবিধ উপদ্ৰৱকে নিৰ্মূল কৰি পৃথিৱীত সমস্বত্ব সাম্যৰ শান্তি স্থাপন কৰিবলৈকে যত্ন কৰাৰ লায়ক হ'ব নোৱাৰে। সকলো দুৰ্ব্বলতা, সকলো বন্ধন, সকলো অশান্তি আহুকালৰ পৰা নিজক নিৰ্মুক্ত কৰি লোৱাৰ পৰা নিজৰ ভিতৰত যি শক্তিৰ সঞ্চয় হ'ব, সেই শক্তি আৰু ইচ্ছাৰ দ্বাৰাহে মোৰ বাহিৰৰ বন্ধনগ্ৰস্ত, অশান্তিগ্ৰস্ত জগতত শান্তিৰ শৃঙ্খলা লগাবলৈকে মই শক্তিমন্ত হ'ব পাৰিম। নিজে যেতিয়ালৈকে পাপমুক্ত হ'ব নোৱাৰিম, তেতিয়ালৈকে নিজ সীমা অতিক্ৰম কৰি গৈ আন-খিনিৰ পাপ খেদিবলৈকে অগ্ৰসৰ হোৱা কথাটো অৰ্থহীন। সেইবাবে, মোৰ নিজৰ ওপৰত, মোৰ সামূহিক জীৱনৰ ওপৰত, মোৰ জাতীয় দেহৰ সীমা চেৰাই, একীভূত (assimilate) হোৱাৰ পৰিবৰ্তে, বিভিন্ন স্বাৰ্থ সত্বৰ নিচান উৰুৱাই, বাহিৰৰ বা ভিতৰৰ যিবিলাক অবাধ শোষণ আৰু আক্ৰমণ অবিৰত মোৰ ওপৰত চলি আছে, তাৰ পৰা মোক, মোৰ জাতিক মোৰ দেশক সৰ্ব্বতোভাৱে নিৰ্মুক্ত কৰি লোৱাটোৱে হ'ল মই ডেকা-অসমৰ আজি সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বপ্ৰধান সাধনা। আনৰ শোষণ-আক্ৰমণে ক্ষত-বিক্ষত কৰা দুৰ্ব্বল দেহেৰে আৰু অশান্তিত জ্বলাকলা হোৱা বিক্ষিপ্ত মনেৰে, কি সবলতা আৰু কি একাগ্ৰতাৰে সমগ্ৰভাৱে মই বিৰাট মানৱ সমষ্টিৰ মহা-মণ্ডপত সাম্যৰ শান্তি স্থাপন কৰিবলৈকে অগ্ৰসৰ হ'ব পাৰিম?

(৩) পতিত অসমৰ ৰাজনৈতিক, সমাজ-নৈতিক আৰু অৰ্থনৈতিক, আৰু আন সকলো ক্ষেত্ৰত মনুষ্যত্ব মুক্তিৰ যি পথ, পতিত ভাৰতৰ আৰু পতিত মানৱ সমাজৰ মনুষ্যত্ব মুক্তিৰো ঠিক সেই একে পথ। মই মুক্তিৰ উন্মাদনাৰে মানৱ সমাজৰ বিশাল ক্ষেত্ৰলৈ আগবাঢ়ি যাব লাগিলে, মোৰ প্ৰত্যেকটো খোজ খুব নিশ্চিন্ত দৃঢ়ভাৱে সম্পূৰ্ণ সবল কৰি লৈ আগুৱাব লাগিব।

(৪) সাম্ৰাজ্যবাদ, ধনবাদ আৰু শোষণবাদৰ গ্ৰাসত পৰা বিৰাট মানৱ সমাজক বা ভাৰতক যদি এজন বিৰাট পুৰুষ বুলিও ধৰা যায়, তেন্তে প্ৰথমতে তাৰ প্ৰত্যেকটো অঙ্গ এটা এটাকৈ সবল কৰি লৈ পাৰস্পৰিক সহযোগৰ আন্তৰিক একতা লৈহে সেই গ্ৰাসৰ পৰা মুক্ত হ'ব পৰা যাব। এটা অঙ্গ দুৰ্ব্বল থাকিলে, বা আন এটা অঙ্গৰ শোষণত আনটো অঙ্গৰ পৰিপুষ্টি কৰা হলেও, সেয়েই মুক্তিৰ প্ৰচেষ্টাত দুৰ্ব্বলতা ঢালি তাৰ সকলো পৰিকল্পনা বিফল কৰি দিব।

## ডেকা শক্তিলৈ প্ৰথম ধৰ্ম্ম-ডাক

ডেকা-অসম! তোমাৰ ডেকা শক্তি সাৰ্থক কৰাৰ এই সোণালী সুযোগ তুমি নেহেৰুৱাবা। মিছা তৰ্কৰ ঢ'উ তুলি, ৰাজহুৱা সভাৰ কথাবাজীত আৰু বাতৰি-কাকতৰ আখৰকেইটাত ভাঁহি ফুৰিবলৈকে তোমাৰ আজি আজৰি নাই। পুৰণিক মন্থন কৰি পৃথিৱীত নতুন ৰূপৰ প্ৰফুল্লিত লহৰ তুলিবলৈকে মহা-বিপ্লৱৰ প্ৰচণ্ড ধুমুহা-বিজুলী গতিৰে তোমাৰ ঘৰ-চোতাল আচ্ছন্ন কৰি ব্যাপ্ত হ'ল। তুমি এই ভয়াবহ আঁঘাতৰ পৰা কঠোৰ শৃঙ্খলতা আৰু অটল নিৰ্ভীক দৃঢ়তাৰে থিয় দি ধ্বংসৰ পৰিৱৰ্ত্তে আত্মৰক্ষাৰ আশীৰ্ব্বাদ লাভ কৰা। নহলে, এই ধুমুহাত তুমি ভাগি-ছিগি ধূলি হৈ কৰবাত গৈ নিৰুদ্দিষ্ট হ'বা। ক'তো ডেকা-অসমৰ চিন-মোকামো নাথাকিব।

## ডেকা-শক্তিলৈ দ্বিতীয় ধৰ্ম্ম-ডাক

ডেকা অসম! তুমি খেতিয়ক, বনুৱা, উকিল, মুক্তিয়াৰ, হাকিম, চব-ডেপুটী, আমোলা, কেৰাণী, মহৰী, বেপাৰী, খামাৰী, ধনী-ঋণী, মুনিহ-তিৰোতা, যেয়েই হোৱা এবাৰ সমগ্ৰভাৱে তোমাৰ দেশৰ সামূহিক দুৰ্দ্দশাটোলৈ একান্তভাৱে মন দি, মুক্তিৰ উন্মাদনাত উজ্জীৱিত হৈ, তোমাৰ মাতৃভূমিত তোমাৰ প্ৰকৃত স্থিতিটো হৃদয়ঙ্গম কৰি, তোমাৰ ব্যক্তিগত স্বাৰ্থৰ নীচ থকটোতকৈ দেশৰ সামূহিক স্বাৰ্থৰ উচ্চ মৰ্য্যাদাটোক আগত লৈ, বীৰ দৰ্পৰে কৰ্ম্ম-ক্ষেত্ৰত সোমাই পৰাহি। এয়ে তোমাৰ প্ৰতি নিষ্পেষিত নৰ-নাৰায়ণৰ মুক্তিৰ বাবে দেশ-মাতৃকাৰ অলঙ্ঘনীয় কঠোৰ আহ্বান।

তোমাৰ এনে উদাসীনতা আৰু অশ্ৰদ্ধাতেই, অতুল ঐশ্বৰ্য্য বিভৱ আৰু সৌন্দৰ্য্যশালিনী দেশ-মাতৃকাই বাহিৰ-ভিতৰৰ আক্ৰমণ-শোষণৰ উপদ্ৰৱত সকলো সম্পদ হেৰুৱাই মূৰৰ পৰা ভৰিলৈকে আজি নিৰাভৰণ, নঙঠা হ'ল, শৃঙ্খলাবদ্ধা হ'ল, কোনো ফালেদি মুক্তিৰ পথ তেওঁ বিচাৰি নোপোৱা হ'ল।

এফালে তেওঁৰ ওপৰত নানাফালৰ অফুৰন্ত আক্ৰমণ, শোষণৰ উপদ্ৰৱ, আনফালে জন্মভূমি মাতৃৰ প্ৰতি সন্তানৰ এই শোচনীয় উদাসীন অকৃতজ্ঞতা। কি শোচনীয় পতন তোমাৰ! এই উদাসীনতাৰ বাবেই, তোমাৰ জাতীয় সত্তা, জাতীয় সন্মান, জাতীয় স্থিতিৰ সকলোখিনি আজি তোমাক পৰিবৰ্জ্জন কৰাৰ পথত বাগৰি পৰিল। তাৰ এই ধ্বংসৰ গতি তোমাৰ আত্মৰক্ষাৰফালে ফিৰাই আনা। আনিব নোৱাৰিলে তোমাৰ জাতীয় জীৱনৰ নিস্তাৰ ক'ত? তোমাৰ নিজ অস্তিত্বৰ আশা ক'ত?

তোমাৰ ভাষা, সাহিত্য, সংস্কৃতি, সভ্যতা, জাতীয় আদৰ্শ আৰু চিন্তাধাৰাৰ উন্নতিগামী গতি আজি আনৰ বলিশালত। মাটি-বাৰী, বেহা-বেপাৰ, শ্ৰম-চাকৰি সকলো আজি আনৰ কৰাল কবলত। তুমি তোমাৰ অস্তিত্ব স্বীকাৰ কৰাটোও আজি পৰমুখাপেক্ষী। তুমি নিজে সচেতন হৈ উঠিলে এই পতনৰ পৰা তোমাৰ উদ্ধাৰৰ আশা ক'ত? আত্মৰক্ষাৰ জন্মগত ধৰ্ম্মটোলৈ আওকাণ কৰি তুমি নিজে নিজক আনৰ গ্ৰাসত আত্ম-বিসৰ্জ্জন দিবলৈকে ইচ্ছা কৰিলে ৰক্ষা কৰিব কোনে তোমাক? নিজে সচেতন হৈ, আত্মৰক্ষাৰ জ্ঞান অন্তৰত চপাই লৈ প্ৰচণ্ড বিক্ৰমেৰে নিজে যদি কৰ্ম্ম-পথত সোমাই নপৰাহি, আন কাৰ ওপৰত তুমি কি আশা কৰিব পাৰা?

আনৰ চুৰভিসন্ধিত আত্মবিসৰ্জন দিয়েই যদি তুমি এইদৰে তিলতিলকৈ নাই-নুই হৈ যাবলৈকে ইচ্ছা কৰিছা, তেন্তে মানৱ সমাজত যাবচ্চন্দ্ৰ-দিবাকৰ তুমি কি মহাপাপত কলুষিত হবা, তোমাৰ কি অপবাদৰ বোজাত ভাৰত তথা মানৱ সভ্যতাৰ ইতিহাস কিমানখিনি অৱসাদগ্ৰস্ত হৈ পৰিব, তোমাৰ আলস্য-পৰায়ণতা আৰু অমানৱোচিত কু-জীৱনৰ আৰ্হিয়ে সৃষ্টি ৰহস্যৰ উজ্জ্বল প্ৰভা কিমানখিনি কলঙ্কিত কৰিব, সেইটোলৈ এবাৰ চিন্তা কৰা।

সামূহিক জাতীয় স্বাৰ্থ, জাতীয় জীৱন বিসৰ্জন দি, ব্যক্তিগত স্বাৰ্থত ভৰ দি জগতত জিলিকিবৰ মতলবেৰেই যদি তুমি জাতিটোৰ এই শোচনীয় মৰ্মান্তিক বেদনাবোৰলৈ কাণ কলা কৰি বহি আছা, তেন্তে তোমাৰ যি বাজহাড়ডালে তোমাৰ গোটেইটো দেহৰ ভাৰ বহন কৰি তোমাক চিধাকৈ চলিব-ফুৰিব পৰা কৰি ৰাখি থৈছে, সেই বাজহাড়-ডাল হাত খেপিয়াই এবাৰ ভালদৰে চাই-চিটি লোৱা, তাৰ প্ৰত্যেকটো সাফত্তে ধ্বংসৰ মামৰ পৰি মুহূৰ্ত্তে মুহূৰ্ত্তে তাক কিমান কাহিল কৰি নিব ধৰিছে। এইদৰে চলিলে অতি সোনকালে তোমাৰ গোটেইডাল মেৰুদণ্ডত মামৰ পৰি অচল হৈ চূৰ্ণাকৃত হ'ব, তুমিও বাগৰি পৰিবা।

তোমাৰ ব্যক্তিগত বাজহাড়ডালৰ দৰে তোমাৰ জাতীয় দেহৰ মেৰুদণ্ডডালতো ক্ষয়-ৰোগে আক্ৰমণ কৰিছে। এই ক্ষয়-ৰোগত যদি তোমাৰ এই মেৰুদণ্ডডালকো নিৰ্ম্মূল হবলৈকে এৰি দিয়া, তেন্তে কিহৰ ওপৰত ভৰ দি, ব্যক্তিগত হিচাপেও আৰু জাতিগত হিচাপেও, তুমি পৃথিৱীৰ কোন শ্ৰেণীৰ জীৱৰ আগত থিয় হৈ তোমাৰ ব্যক্তিত্বৰ আৰু জাতীয় মৰ্য্যাদাৰ কি বৰাই কৰিবা?

তেন্তে আহা! তোমাৰ এই আলস্য আৰু মূৰ্খতা সমভূত পৈশাচিক পাৰিপাৰ্শ্বিকৰ পৰা তুমি মুক্ত হৈ ওলাই আহা,—নিজ দেশত নিজ অস্তিত্বৰ আত্মৰক্ষাৰ বাবে বীৰ হুঙ্কাৰেৰে কৰ্ম্মক্ষেত্ৰত সোমাই পৰাহি। জাতিৰ সামূহিক জীৱনৰ হকে ব্যক্তিগত জীৱন বিসৰ্জন দিবলৈকে সাজু হোৱাহি। তোমাৰ জাতিৰ সামূহিক জীৱন পূৰ্ণ পয়োভৰেৰে সঞ্জীৱিত হৈ উঠক, বিশ্বজয়ী সম্ভাৰেৰে তুমি তোমাৰ অধিকাৰত প্ৰতিষ্ঠিত হোৱাহি। ভাৰতত, বিশ্ব সমাজত মৰ্য্যাদা বাঢ়ক।

## ডেকা-অসমক কেনে ডেকা-ডেকেৰী লাগে?

'ডেকা-অসম'ৰ দাবি—তাক লাগে, আজি দেশভৰা দাৰিদ্ৰ্যৰ কঠোৰ নিষ্পেষণৰ আলু উভালি, দীনতা, হীনতা, মূৰ্খতাৰ কদৰ্য্য-কাজলবোৰ ধুই পেলাই, হৃদয়হীনতাৰ কলুষিত শাসন উৎপাটন কৰি থকুৱা উপদ্ৰৱী দলৰ সৰ্ব্ব প্ৰকাৰৰ আক্ৰমণ আৰু শোষণৰ অভিসন্ধি চূৰ্ণ কৰি,—দেশৰ বুকুখনত বিপুল সম্পদৰ, অপৰ্য্যাপ্ত জীৱনী শক্তিদায়ক খাদ্য-শস্যৰ অক্ষয় ভঁৰাল গঢ়ি তুলিবলৈকে,—দেশভৰা অলসতা আৰু মূৰ্খতা ভস্মীভূত কৰি কৰ্ম্মশক্তি আৰু জ্ঞানশক্তিৰ অবিশ্ৰান্ত জীৱন্ত হিল্লোল তুলি থাকিবলৈকে দলে দলে অধ্যৱসায়ী, দৃঢ় প্ৰতিজ্ঞ, দুঃখ-যন্ত্ৰণাত ভাগি নপৰা, ধৈৰ্য্যৱান-ধৈৰ্য্যৱতী, টলবল তেজৰ অসমীয়া ডেকা-গাভৰুৰ অবাধিত স্বাধীনতা। এই কৰ্ম্মব্ৰতী দলে যিদৰে জাতিটোৰ বুকুৰ পৰা আনৰ সৰ্ব্ব প্ৰকাৰ আক্ৰমণ-শোষণৰ উপদ্ৰৱ নিৰ্ম্মূল কৰি, যাৱতীয় অন্তৰায় আঁতৰাই প্ৰগতিৰ পথ নিষ্কণ্টক কৰি, জাতিৰ আৰু দেশৰ

পৰিপূৰ্ণ সৌষ্ঠৱ বঢ়াই তুলিব,—ধনে-ধানে, জ্ঞানে-গৌৰৱে অসমীয়া জাতিক আত্মস্থ কৰি তুলিব,—সেইদৰে তাক এই বিৰাট জগতৰ মহাসভাতো গৌৰৱেৰে প্ৰতিষ্ঠিত কৰি থব। এনে কৰ্ম্মী-কৰ্ম্মিনী দলে-দলে শৃঙ্খলিত দৃঢ়তা লৈ কৰ্ম্মক্ষেত্ৰলৈ ওলাই নাহিলে, অকল অসমীয়া জাতিৰে নহয়, সমগ্ৰ ভাৰতীয় জাতিকো এই কলঙ্কিত দাসত্বৰ ঘোৰ কলঙ্কৰ পৰা মুক্তিৰ সম্ভাৱনা নাই। দেশ-মাতৃকাৰ বুকুৰ পৰা এই শোচনীয় কলঙ্কৰ কবাল গুচাই জাতিটোক নদন-বদন বিতোপন কৰি তোলা স্বাধীনতাৰ বাবে আজি দেশক এনে হাজাৰ হাজাৰ ডেকা-গাভৰুৰ দল লাগে।

## ডেকাৰ সংজ্ঞা

যি ডেকা-শক্তিৰ সংজ্ঞা নিৰূপিত হয় বয়সত নহয়, কৰ্ম্ম-শক্তিত,—ধুন-পেচত নহয়, ত্যাগত—ৰূপ-লাৱণ্যত নহয়, হৃদয়ৰ প্ৰশস্ততাত, অন্তৰৰ উদাৰতাত।

যি ডেকা-ডেকেৰীৰ মনত ভাৱ আৰু কাৰ্য্যৰ পাৰ্থক্য নাই।

যি ডেকা-ডেকেৰীয়ে মনত কৰ্ম্মৰ প্ৰেৰণা উদয় হোৱা মাত্ৰেই পৰিণামৰ তৰ্ক-বিতৰ্কলৈ অপেক্ষা নকৰি বজ্ৰ-দাপেৰে কাৰ্য্যৰ গতিত খোজ লৈ তাক মূৰ্ত্ত কৰিবলৈকে উদ্যোগ কৰাৰ সম্বাদত দেশৰ বায়ুমণ্ডল মুখৰিত হৈ উঠে।

যি ডেকা-ডেকেৰীৰ মন, জাতীয় সম্পদৰ বিচিত্ৰ বৃক্ষ গজাবলৈকে দেশাত্মবোধ আৰু জাতীয় প্ৰেম প্ৰস্ৰৱণৰ পলস পৰি উৰ্ব্বৰ হৈ উঠিছে।

যি ডেকা-ডেকেৰীৰ নিখুঁত অঙ্গ-প্ৰত্যঙ্গৰ ওপৰেদি প্ৰবল কৰ্ম্মধাৰাৰ কলধ্বনি চলি থকাৰ চিন অহৰহ ফুটি ওলাই আছে।

যি ডেকা-ডেকেৰীৰ দৃষ্টিত কালৰ কুটিল পৰিহাসৰ দুৰ্ভেদ্য আৱৰণ ভেদিব পৰা তীক্ষ্ণতা বৰ্ত্তমান।

যি ডেকা-ডেকেৰীৰ কৰণীয় কৰ্ত্তব্য সম্পাদনত বজ্ৰৰ কঠোৰতাও হাৰ মানে।

যি ডেকা-ডেকেৰীৰ মন দেশাত্মবোধৰ প্ৰখৰতাত পৰিপ্লুত হৈ উঠাৰ চিন কাৰ্য্য-ক্ষেত্ৰত প্ৰচণ্ড মাৰ্ত্তণ্ডৰ দৰে জ্বলি উঠিছে।

যি ডেকা-ডেকেৰীৰ মন কৰ্ত্তব্যৰ কঠোৰতাত দুখ-কষ্টৰ বিভীষিকা দেখি ভয়ত আৰষ্ট হৈ পৰা নাই।

যি ডেকা-শক্তিৰ অদম্য প্ৰয়োগত দেশৰ আৰু জাতিৰ যুগ যুগ সঞ্চিত পুঞ্জীভূত আবৰ্জ্জনা, অপৰিমেয় গ্লানি, কদৰ্য্য দুখ-দাৰিদ্ৰ্যৰ বিনাশ সাধিত হৈ আহিছে, দেশৰ জাতীয় নিঃস্বতাৰ অপূৰ্ণ খালবিলাক জ্ঞান-ঐশ্বৰ্য্যৰ পৰিপূৰ্ণতাৰে ভৰপূৰ হৈ উঠিব ধৰিছে।

যি ডেকা-ডেকেৰীৰ তেজৰ আলোকত দেশময় ভৰি থকা ঘোলা অন্ধকাৰৰ চুকবিলাক ক্ৰমে আলোকিত হৈ আহিছে।

যি ডেকা-শক্তিৰ দ্বাৰা নিজৰ জাতি, নিজৰ দেশে বিশ্ব মানৱতাৰ মহৎ সম্পদবিলাক আহৰণ কৰি জগতত গৰিয়ান হৈ উঠিবলৈকে উখল-মাখল লগাই আছে।

যি ডেকা-ডেকেৰীৰ খোজেপতি জঠৰ বুঢ়া সমাজৰ ঘুণে ধৰা ভিত্তিটোত ফাট মেলি নতুন জীৱনৰ উৎসবিলাক ফেনে-ফোটোকাৰে জুৰাবি ওলাই আহিব ধৰাৰ গম পোৱা গৈছে।

যি ডেকাৰ অব্যৰ্থ, অন্তৰ ঢালি দিয়া সেৱা শুশ্ৰূষাৰ সঞ্জীৱনী ধাৰা প্ৰয়োগত অচল কল্যাকাৰ কৰি ৰখা ব্যাধিৰ আক্ৰমণবোৰ নিৰ্ম্মূল হৈ সমাজৰ দেহডুখৰি সুস্থ, নিটোল, নিৰাময় হৈ আহিব ধৰিছে।

যি ডেকা শক্তিৰ বজ্ৰ কঠোৰ হাতুৰিৰ কোৰত নীচতা, হীনতা, স্বাৰ্থপৰতাৰ স্তূপীকৃত মামৰবিলাক খহি পৰি, সমাজ-দেহটো নন্দন-বদন বিতোপন হৈ ধুলি উঠিবলৈকে যো-যা কৰিছে।

যি ডেকা-ডেকেৰীয়ে অব্যৰ্থ কৰ্ম্ম-পদ্ধতিৰ দ্বাৰা দেশৰ পৰা নানা বেমাৰৰ মূল উচ্ছেদ কৰি দেশবাসীক নিখুত স্বাস্থ্য-ধন লাভ কৰিবলৈকে অব্যৰ্থ অনুপ্ৰেৰণা যোগাই আছে।

যি ডেকা-ডেকেৰীয়ে সঙ্কল্প সাধনৰ উদ্দেশ্যে গুলাই আগবাঢ়ি যাওঁতে বাটৰ হেজাৰ হেজাৰ বাধা-বিঘিনিৰ পাহাৰ-পৰ্ব্বতবিলাক ভৰিৰ উজুটিৰে ওফৰাই পেলাই থৈ পথ নিৰ্বিঘ্ন মুকলি কৰি গৈ আছে।

কৰ্ম্মক্ষেত্ৰত যি ডেকা-ডেকেৰীৰ উৎসাহটো জ্বলন্ত দাৱানলৰ দৰে অদমনীয়।

নীচতা, হীনতা, লোভ, প্ৰলোভন, ভীকতাৰ ভ্ৰূকুটিয়ে যি ডেকা-ডেকেৰীৰ মন লক্ষ্যভ্ৰষ্ট কৰিবলৈকে অপাৰগ।

জাতীয় কৰ্ত্তব্য সাধনত ভয় আৰু নিৰাশাৰ ডোবাত পৰি যি ডেকা-ডেকেৰীৰ মন পঙ্কিল আৰু ম্ৰিয়মান হৈ নুঠে।

জাতীয় আত্ম-সন্মানত আঘাত পৰিলে যি ডেকা-ডেকেৰীৰ সৰ্ব্বাঙ্গজুৰি প্ৰলয়ৰ উল্কা জ্বলি উঠাৰ স্পষ্ট উমান পোৱা যায়,—তেৱেঁই আচল ডেকা-ডেকেৰী,—তেৱেঁই ডেকা-ডেকেৰীৰ আচল ৰূপ, তেৱেঁই ডেকা-ডেকেৰী নামৰ আচল অধিকাৰী,—তেনে ডেকা-ডেকেৰীকেই দেশক লাগে, জাতিক লাগে,—তেনে ডেকা-ডেকেৰীৰ পৰাই দেশ, জাতি আৰু মানৱ সমষ্টি ধন্য হয়। এয়ে ডেকা-ডেকেৰীৰ আচল সংজ্ঞা।

ইয়াৰ বাহিৰাবিলাক ডেকা-ডেকেৰীৰ প্ৰেত-প্ৰেতিনীৰ প্ৰতিমূৰ্ত্তি, দেশৰ, জাতিৰ আৰু মানৱ সমাজৰ অমাৰ্জ্জনীয় আৱৰ্জ্জনা,—অবহনীয় বোজা।

## ডেকা-অসমৰ লক্ষ্য

জাতিৰ সামূহিক জীৱনৰ প্ৰতি চৈতন্যহীন, সকলোকালৰ পৰা আত্মৰক্ষাত উদাসীন লোক-সঙ্ঘ এটা পৃথিৱীত উন্নত জাতিসমূহৰ সমকক্ষ হৈ প্ৰকৃত মনুষ্যত্বৰ মঞ্চত উঠি বহিব লাগিলে, পোন, প্ৰথমতে যি বস্তুটোৰ তাৰ প্ৰয়োজন, অসমীয়াক সেই বস্তুটোৰ সন্ধান দিবলৈকে যত্ন কৰাৰ বাহিৰে 'ডেকা-অসম'ৰ আন লক্ষ্য নাই।

অসমীয়াৰ সকলো দুৰ্দ্দশাৰ মূলত একমাত্ৰ কাৰণ সামূহিক জাতীয় দেশাত্মবোধহীনতা। এই দেশাত্ম-বোধহীনতাৰ কাৰণেই অসমীয়া আজি ইমান দুৰ্ব্বল, ইমান অৱজ্ঞিত। সেইবাবে, আন সকলো কথা বাদ দি, অসমীয়াৰ মনত সামূহিক জাতীয় দেশাত্মবোধৰ প্ৰাণৱন্ত চেতনা প্ৰবলভাৱে জগাই তুলিবলৈকেই 'ডেকা-অসমে' পাৰ্য্যমানে যত্ন কৰি আহিছে। ইয়াৰ প্ৰত্যেকটো কথা, প্ৰত্যেকটো আখৰ সেই উদ্দেশ্যেৰেই লিখা হয়। এই মূল মৰ্ম্মটোৱেই হৈছে, অসমীয়াৰ দৰে সকলো পতিত লোকসমূহৰ কাণত একমাত্ৰ উদ্ধাৰৰ উদাসনি মন্ত্ৰ,—আত্মৰক্ষা আৰু

সামূহিক স্বাধীনতাৰ একমাত্ৰ ঘাই অস্ত্ৰ। জাতীয় দেশাত্মবোধৰ বিদ্যুৎধাৰা এবাৰ মাত্ৰ অসমীয়াৰ এলেহুৱা মস্তিষ্কৰ ভিতৰত শুমুৱাই দিব পাৰিলে, অৰ্থাৎ ব্যক্তিগত লাভালাভতকৈ জাতীয় লাভা-লাভৰ অনুপ্ৰেৰণা অসমীয়াৰ অন্তৰত খিতি হ'লে, তাৰ সকলো দুৰ্দ্দশা, সকলো দুৰ্ব্বলতা নিমিষতে নোহোৱা হ'ব।

ডেকা-অসমৰ লক্ষ্য হৈছে,—তাৰ অদমনীয় কৰ্ম্ম-শক্তিৰে সি অসম-মাতৃৰ ৰসাল বুকুত অমৃত ৰসেৰে পৰিপূৰ্ণ নানা স্বাদৰ অপৰ্য্যাপ্ত ফল-মূল উৎপাদন কৰিব আৰু সেই ফল-মূল খাই অসমীয়া ডেকা-গাভৰুসকলে নিখুঁত স্বাস্থ্য, শক্তি উপাৰ্জ্জন কৰি বগা তেজৰ অবিৰল ভৰত বিশ্বজয়ী টৈলবল বীৰ-বীৰাঙ্গনাৰ দৰে অসমৰ বাটে-ঘাটে, গাঁৱে-ভূঞে দলদোপেৰে খোজ কাঢ়ি অসম-মাতৃৰ ওপৰ-তলৰ আকাশ আৰু মাটিৰ প্ৰত্যেকটো অণুকে বিপুল কৰ্ম্মশক্তিত উদ্বোধিত কৰি তুলিব,—আৰু আজিৰ দৰে ভৱিষ্যতলৈও বিপুল জগতৰ নিৰন্নসকলক অন্ন যোগোৱা ভাৰ উদাৰ মনেৰে সি গ্ৰহণ কৰি থাকিব, —অসমভূমিৰ ভূঁই-পথাৰ ভৰাই জ্ঞান-গৌৰৱৰ, শান্তি-সৌৰভৰ, জীৱন-ফুলৰ মহত্ব ফুলাব, আৰু সেই মহত্ব ফুলৰ গোন্ধত আকুল হৈ জগতবাসীয়ে অসমীয়া জাতিৰ জয়ধ্বনি গাই ধন্য হ'ব।

ডেকা-অসমৰ লক্ষ্য— অসমীয়া ডেকা-গাভৰু দলৰ বিপুল অব্যৰ্থ কৰ্ম্মশক্তিত অসমআইৰ প্ৰত্যেকটো অণু-পৰমাণু উৎকৃষ্ট সোণ হৈ গঢ়ি উঠিব; আৰু তাকে কৰিবলৈকে আগবাঢ়ি যোৱা পথত দলে দলে মৃত্যুৰ কঠোৰ কৱলত পৰা নিজ চকুৰে দেখিও ভয়ত কোঁচ খাই থমক নাখাব। ডেকা-গাভৰুৰ দল! নিৰ্ভীক চিত্তেৰে আগবাঢ়া।

## দেশ-সেৱাত আন্তৰিকতাৰ চিন

যিদৰে কোনো ডেকা প্ৰেমিক এজনে কোনো সুন্দৰী গাভৰু এজনীৰ প্ৰেমত, বা কোনো সুন্দৰী গাভৰু এজনীয়ে কোনো সুদৰ্শন ডেকা এজনৰ প্ৰেমত বলিয়া বুলি অকল মুখৰ ৰং-সনা কথাবাৰেৰে বুকু ফুলাই চিঞৰি কৈ দিলেই সেই ডেকাজন বা গাভৰু-জনীয়ে পৰস্পৰে পৰস্পৰৰ প্ৰতি নিবিড়ভাৱে আসক্ত হোৱা বুলি প্ৰমাণিত নহয়, যেতিয়ালৈকে ডেকাজনে বা সেই গাভৰুজনীয়ে পৰস্পৰক লাভ কৰিবলৈকে, বিপদৰ সাত সাগৰ চেৰাইও প্ৰকৃততে ইমান দূৰলৈ যাবলৈকে প্ৰস্তুত যে, তেওঁলোকৰ প্ৰাণৰ বিনিময়তো সেই প্ৰেম সম্পূৰ্ণকৈ সত্যভাৱে পাবলৈকে তেওঁলোক দৃঢ়সঙ্কল্প। যিদৰে লোভ মোহত অভিভূত হোৱা কোনো এজনে তেওঁৰ জীৱন পৰ্যন্ত পণ কৰি কোনো এটা তেওঁৰ লোভৰ বস্তু পাবলৈকে প্ৰস্তুত থকা প্ৰমাণটো দেখুৱাব নোৱাৰিলে, তেওঁ সেই বস্তুটো পাবৰ লায়ক বুলি বিচাৰৰ তুলাচনিত উচিত জোখত ধাৰ্য্য হৈ নুঠে, সেইদৰে, আমাৰ কোনো দেশ-সেৱকেও দেশ উদ্ধাৰৰ, দেশ মুক্তিৰ নানা ধৰণৰ বক্তৃতা দি তেওঁৰ আন্তৰিকতাৰ অব্যৰ্থ সন্ধানেৰে দেশবাসীৰ বুকুত মুক্তিৰ আকাঙ্ক্ষা জগাই তুলিবলৈকে চেষ্টা কৰাৰ লগে লগে, কৰ্ম্মীজনে নিঃসন্দেহ আৰু নিৰ্ভুলভাৱে নিজ অন্তৰত স্থিৰ কৰি লব লাগিব যে, তেওঁ এই কলঙ্কিত দাসত্বৰ পৰা, মনুষ্যত্বহাৰক অধীনতাৰ পৰা, শোষণ আক্ৰমণৰ অবৰ্ণনীয় উৎপীড়নৰপৰা, অকথনীয় দুঃখ-দাৰিদ্ৰৰ দুৰ্দ্দশাৰ পৰা জন্মভূমিক, জাতিক, সমাজক আৰু দুৰ্ব্বলক উদ্ধাৰ কৰিবলৈকে, নানা দুখ-দুৰ্গতি, লাঞ্ছনা-উৎপীড়নৰতো কথাই নাই, এনেকি, আনন্দেৰে প্ৰাণ পৰ্য্যন্তও হাঁহি মুখেৰে

বিসৰ্জন দিবলৈকে দৃঢ় প্ৰতিজ্ঞ হৈ প্ৰস্তুত আছে। ইয়াতেই নিৰ্ভুলকৈ প্ৰমাণিত হ'ব, যে, তেওঁৰ বা তেওঁলোকৰ দেশ-সেৱাৰ আন্তৰিকতা প্ৰকৃতভাৱে সত্য আৰু অকপট।

আমি অসমীয়াৰ আজি সকলো প্ৰকাৰৰ দাসত্ব শিকলি ছিঙি, আমাৰ ৰাজনীতিত, অৰ্থনীতিত, সমাজনীতিত, ভাষাত, সাহিত্যত, আনৰ সৰ্ব্ব-প্ৰকাৰ শোষণৰ আক্ৰমণ উৎপাটন কৰি, জন্মভূমিক আৰু জাতিটোক দিগন্ত প্ৰসাৰিত মুক্তিৰ আলোকলৈ উলিয়াই আনিবলৈকে,—হীনতা, নীচতা, আলস্য-পৰায়ণতা, সৎসাহহীনতা, ভয় বিহ্বলতা, মৃত্যু-ভয় আদিৰ বজ্ৰ-কৰালবিলাক মনৰ পৰা খহাই, তাৰ সমাজক, তাৰ জাতিটোক ধুই-পখালি সোণ এডুখৰি কৰি তুলিবলৈকে, আমাৰ ভিতৰত, দেশৰ সেৱাত হাজাৰ বিপদ-বিঘিনিৰ আঘাততো ভাঙি নপৰা তেজে ফুটো-ফুটো দুৰ্দ্দমনীয় টলবল ডেকা-ডেকেৰীৰ আৱিৰ্ভাৱ বিশেষভাৱে আমি বাঞ্ছা কৰোঁ। আমাৰ ডেকা-ডেকেৰী দলে, কেৱল মুখৰ কথাৰেই দেশ-সেৱাৰ, জাতি-সেৱাৰ দায়িত্ব শেষ কৰা বুলি নাভাবি, কৰ্ম্মধাৰাত এইদৰে নিজক প্ৰস্তুত কৰি লৈ, দেশখনক, জাতিটোক, মুক্ত কৰি, আন আন সবল জাতিসমূহৰ সমান শক্তিৰে উচ্চ শিৰ তুলি জগতৰ অগ্ৰগামী গতিত খোজ লবলৈকে নিজক গঢ়ি তোলক।

## ডেকা! তোমাৰ ভিতৰতেই সি আছে

কিন্তু, মোৰ দেশৰ, মোৰ জন্মভূমি অসমৰ অমৃত স্তন্য পান কৰি ডেকা ডাঙৰ হৈ লহপহকৈ বাঢ়ি উঠা ডেকা-ডেকেৰী ভাই-ভনীৰ দল? তোমাৰ মাতৃভূমি সেৱাৰ এই আন্তৰিকতা, জন্মভূমিক মুক্ত কৰা আকাঙ্ক্ষাৰ এই অকপটতাৰ সুপ্ত বীজ তোমাৰ নিজৰ ভিতৰতেই পূৰা শক্তিৰে বিৰাজমান। তুমি এবাৰ মাথোন দৃঢ়-সঙ্কল্প হৈ সাহ কৰি আলস্য-পৰায়ণতা, হীনতা, নীচতা, ভীৰুতা, দীনতাৰ, মলি-মামৰবোৰ জোকাৰি পেলাই, মৃত্যু-ভয়, দুখ-কষ্টৰ মিছা লাজ-অপমান, আৰু সঙ্কোচনাৰ প্ৰভাৱৰ পৰা মুক্ত হৈ, দুৰ্দ্দমনীয় কৰ্ম্মময় শক্তিমন্ত বাহু দুখন ওপৰলৈকে তুলি, শৃঙ্খলিত নিয়মানুৱৰ্ত্তিতাৰ নিখুঁত-মৰ্ম্ম হৃদয়ঙ্গম কৰি, সুসংযত সুশৃঙ্খল খোজেৰে বিশাল কৰ্ম্ম-ক্ষেত্ৰলৈকে আগ বাঢ়া। তোমাৰ হৃদয়ৰ সুপ্ত শক্তি তেতিয়া বিশ্ববিজয়ী বিজুলী গতিৰে বিকশিত হৈ উঠিব, তোমাৰ সেই শক্তিৰ আগত পৰি তেতিয়া বিপদ-বিঘিনিৰ অভ্ৰভেদী হিমালয়ৰ চূড়াও উফৰি গৈ চূৰ্ণীকৃত হ'ব,—গোটেই জগত অসমীয়া ডেকা-ডেকেৰীৰ জয়গীতত মুখৰিত, ঝঙ্কৃত হ'ব। ডেকা-ডেকেৰী ভাই-ভনীসকল! তোমাৰ নিজৰ জাতিটোক জগতত ধন্য কৰা এনে এটা গৌৰৱপূৰ্ণ সন্মানেৰে নিজক ভূষিত কৰি তুলিবলৈকে তুমি প্ৰাণেৰে হেঁপাহ নকৰিবানে? নিশ্চয় কৰিবা। তুমি যে অসম-মাতৃৰ অমৰ সন্তান। তোমাৰ ভিতৰত সুপ্ত কৰ্ম্মশক্তিৰ অনন্ত উৎস তোমাকেই আজি বাট চাই ম্ৰিয়মান হৈ পৰি আছে। তোমাৰ কৰ্ম্মোন্মত্ততাৰে তাক আজি তুমি জগাই তুলি জীৱন সাৰ্থক কৰা। তোমাৰ জাতিৰ সকলো দুখ, সকলো গ্লানি উটি যা'ক - সোণালী আভাৰে তোমাৰ দেশ, তোমাৰ জাতি, নন্দন-বদন বিভোৰ্ছন্ন হৈ উঠক। বিশাল বুকু ফালি অমৃত ধাৰা পিয়াই তোমাক ডাঙৰ-দীঘল কৰা তোমাৰ দেশমাতৃকাৰ

তোমাৰ প্ৰতি এয়ে আদেশ,—নিৰ্ভীক চিত্তেৰে আগ বাঢ়া।

## ডেকা-অসম সংগঠনৰ প্ৰথম খোপ

### আৰম্ভণীৰ ইঙ্গিত

সবল আৰু শক্তিশালী অসমীয়া জাতি সংগঠন কৰি তুলিবলৈ হলে ডেকা-অসমক কেনে ডেকা-ডেকেৰী লাগে, জাতিৰ প্ৰকৃত মঙ্গলময় ৰক্ষণা-বেক্ষণৰ ভাৰ গ্ৰহণ কৰিব লাগিলে, এই উদ্দেশ্যে প্ৰস্তুত হৈ উঠা ডেকা-গাভৰুসকলে প্ৰথমতে কেনেভাৱে অগ্ৰসৰ হ'ব লাগিব, তাৰে কিছু ইঙ্গিত দিয়া হ'ল।

এটা এটাকৈ ছিটিছন হৈ পৰি থকা বস্তু কিছুমানক ৰক্ষা কৰিব লাগিলে যিদৰে সেই বস্তুবিলাক কোঁচাই-মেলি সৰি কৰি শৃঙ্খলাকৈ আঁতি বান্ধি বা সাজত ভৰাই থব লাগে, সেইদৰে, কেৱা পুৰুষো দাসত্বৰ ঘূৰ্ণিবিলাকত অভ্যস্ত হৈ সকলো বিষয়তে শৃঙ্খলা হেৰুৱাই জীৱনৰ মূলধাৰা এৰি শতধা বিচ্ছিন্ন পথেৰে খোজ কাঢ়ি দুৰ্ব্বল হোৱা জাতি এটাও অপৰাজেয় শক্তিৰে সবল হৈ উঠিব লাগিলে, প্ৰথমতে সি কঠোৰ নিয়মানুবৰ্ত্তিতাত কঠোৰভাৱে শৃঙ্খলিত জীৱনৰ গতিৰে গঢ় লৈ উঠিব লাগিব। এই নিয়মানুবৰ্ত্তিতাত লাগিব তাৰ প্ৰচণ্ড নিখুঁত দেশাত্মবোধ, আৰু সককালিৰ পৰাই তাৰ অন্তৰত, তাৰ তেজ-মঙহৰ প্ৰতিটো অণুত এই ধাৰাৰ নিৰবচ্ছিন্ন কল্লোল তুলি থাকিব লাগিব। তেহে সি দেশৰ, জাতিৰ ভৱিষ্যৎ মঙ্গলৰ ভাৰ গ্ৰহণ কৰিবৰ লায়ক হ'ব। সেইবাবে, এই নিয়মানু-বৰ্ত্তিতা শিক্ষাৰ প্ৰত্যেকটো মুহূৰ্ত্ততে আমি ব্যগ্ৰতাৰ কৰা, অথচ, একো টান নোপোৱাকৈ অতি সহজে কৰিব পৰা কাম এটাত সককালিৰ পৰাই অভ্যস্ত হব লাগিব। সৰু, অথচ, অতি প্ৰয়োজনীয় বিষয় এটাত সফলতা আৰু উপকাৰৰ আনন্দ পালে, ক্ৰমে বাকী ডাঙৰবিলাকলৈও আমাৰ হেঁপাহৰ আনন্দ বাঢ়ি যাব।

পোন প্ৰথমতে অসমীয়া জাতিৰ মঙ্গলাকাঙ্ক্ষী ছাত্ৰ-ছাত্ৰী, ডেকা-গাভৰুসকলে একেলগে দুজনে বা চাৰিজনে বাটেদি খোজ কাঢ়ি ফুৰোঁতে, নাইবা এঠাইৰ পৰা আন ঠাইলৈ যাওঁতে, বিশৃঙ্খলভাৱে খোজ পেলাই নগৈ, খোজে খোজে খোজ পেলাই 'মিলিটাৰী পেৰেড'ৰ দৰে এটা শৃঙ্খলিত তাল ৰক্ষা কৰি চলিব লাগিব।

এনে কৰাৰ পৰা, একফালে যিদৰে তেওঁলোকে শৃঙ্খলা আৰু নিয়মানুবৰ্ত্তিতাৰ উপকাৰিতা বুজি তাৰ প্ৰতি শ্ৰদ্ধাশীল হৈ আহিব, আনফালে সেই কামে তেওঁলোকৰ মনৰ পৰা কেংমৰা বা আংমৰা উৎসাহ উদ্যমহীন ভাৱ আঁতৰাই শাৰীৰিক আৰু মানসিক স্থিৰতা আৰু সবলতা অন্তৰত জমাই তুলিব,—আৰু অসমীয়া জাতিক জ্ঞানে, গৌৰৱে, ঐশ্বৰ্য্যে, সম্পদে স্বাধীন শক্তিশালী কৰি তুলিবলৈকে তেওঁলোকৰ অন্তৰত শক্তি সঞ্চয় কৰাব।

আন ডেকা-ডেকেৰীক নকৈ ছাত্ৰ-ছাত্ৰী-সকলকহে যাহিকৈ কোৱা হ'ল এইবাবে, যে নিজে এইদৰে গঢ়ি উঠি তেওঁলোকেই মাত্ৰ শক্তিশালী 'ডেকা-অসম' সংগঠিত কৰি তোলাৰ ঘাই কৰ্ম্মী-কৰ্ম্মিনী।

## সংগঠনৰ দ্বিতীয় খোপ

### ইচ্ছাশক্তিৰ অনুশীলন

নিজৰ জাতিটোক সৰ্ব্বাঙ্গ-সুন্দৰকৈ সংগঠন

কৰি তুলিবলৈকে আশা কৰা প্ৰত্যেক অসমীয়া ডেকা-গাভৰুৱে পোন প্ৰথমতে কৰিব লাগিব, একমুখী শাৰীৰিক আৰু মানসিক শক্তিত ভৰপূৰ হৈ উঠিবলৈকে কায়োমনোবাক্যে একাগ্ৰতাৰ ভিত্তিত কঠোৰ সাধনা। একমুখী বোলাৰ কাৰণ এই, যে, মই নিজক পূৰাকৈ নিখুঁত স্বাস্থ্যত গঢ়ি তুলি একমাত্ৰ দেশৰ আৰু দহৰ সেৱাৰ নিমিত্তেই শক্তি আহৰণ কৰি লোৱাটো মোৰ ঘাই উদ্দেশ্য হ'ব লাগিব। যি দেশৰ মাটিডোখৰত মই জন্ম লভি, তাৰ বুকু ফালি নানা সুস্বাদৰ ৰস পি, দিগন্ত বিস্তৃত মুক্ত আকাশ ছিৰি উশাহ-নিশাহ লৈ ভাব, চিন্তা, আদৰ্শ, ৰক্তধাৰা, সমাজ-বন্ধন, চেহেৰা, গঢ় সাজ-পোছাক, খাৱন দাৱন, ধৰণ-ধাৰণ আদিত সম্মিলীত ভাই-বন্ধুৰ সৈতে লগ লাগি আদান-প্ৰদান সহযোগ অনুযোগত ৰং-ধেমালি কৰি, বিচাৰ বুদ্ধিৰ পৰিমাৰ্জ্জনা পাই জীৱন ধৰি শান্তি-শৃঙ্খলাৰে জী আছোঁ, সেইখন দেশতেই মোৰ অহৰহ বৈ থকা অন্তৰতম্ তৃপ্তিৰ উৎস বৰ্ত্তমান,—সেই জাতিয়েই, সেই বিৰাট নৰ-নাৰায়ণেই, সেই মাটিডোখৰেই মোৰ সেৱাৰ মূৰ্ত্ত দেৱতা। প্ৰাণৰ পৰিতৃপ্তিৰে তাক সেৱা কৰি দেশৰ সৌন্দৰ্য্য, জাতিৰ সৌষ্ঠৱ বঢ়াব নোৱাৰিলে, বা সামৰ্থ্য অনুসাৰে সেৱা কৰিবলৈকে ইচ্ছাও নকৰিলে, বা এতিলমান সহানুভূতিও নিদিলে, মোৰ অকৃতজ্ঞ জীৱনৰ তিলমানো প্ৰয়োজন নাই। শক্তি আহৰণৰ প্ৰচেষ্টাৰ সময়ত এই একেটা মাত্ৰ ভাবৰ অনুপ্ৰেৰণা লৈ নচলিলে, সেই শক্তি একমুখী নহৈ বহুমুখী হয়, আৰু মনক সেই বিভ্ৰান্ত গতিয়ে, বিচাৰ-বুদ্ধিত, কৰ্ম্মধাৰাত জঁট লগাই অন্তৰৰ পৰা দেশৰ চিন্তা বিদূৰ কৰি, তাত পেট সৰ্ব্বস্বতাৰে আনক প্ৰপীড়ন কৰা স্বাৰ্থপৰতাৰ হীন প্ৰয়োগ মাথোন থাপি তোলে আৰু সেই শক্তি তেতিয়া দেশৰ পক্ষে, জাতিৰ প.ক্ষ প্ৰাণ সংহাৰক কালকূট বিহ হৈ উঠে।

সেইবাবেই, প্ৰথম খোপত উল্লেখ কৰা মতে খোজে খোজে খোজ কাঢ়িবৰ সময়ত অসমীয়া ডেকা-গাভৰুসকলে, মুখ বন্ধ কৰি প্ৰবল ইচ্ছা শক্তিৰ প্ৰয়োগেৰে একমনে এই মাত্ৰহে চিন্তা কৰিব লাগিব, যে মোৰ খোজেপতি শক্তিৰ অফুৰন্ত উৎস উচ্ছলিত হৈ উঠিছে, মই বিৰাট চেতনাত ভৰপূৰ হৈ দেশৰ নৰ-নাৰায়ণৰ সেৱা কৰিবলৈ অনন্ত আকাশ ফালি অমিত শক্তি মোৰ আয়ত্বলৈকে টানি আনি আছো, -নিশ্বাসেপতি বিদ্যুত ৰেখাৰ অনন্ত প্ৰৱাহ মোৰ অন্তৰলৈকে সোমাই আহিছে,—মই ক্ৰমে শক্তিশালী হৈ দেশ-সেৱাৰ বাবে বিশ্ৰামহীন দৃঢ়তাৰ লায়ক হৈ উঠিব ধৰিছোঁ।

মুখ বন্ধ কৰি খোজ কঢ়াৰ কথা এইবাবে কোৱা হ'ল যে, মুখেদি উশাহ ললে হাঁওফাঁওত শক্তিক্ষয়ৰ প্ৰভাৱ পৰি অন্তৰত শক্তি জমি উঠাত বাধা পৰে, আৰু প্ৰবল ইচ্ছা-শক্তি অনুশীলনৰ সময়ত মুখেদি কথা পাতিলে, মন বহুমুখী বিভ্ৰান্ত ধাৰাত পৰি একাগ্ৰতা ভেকৰা বাবে শক্তি আহৰণৰ উদ্দেশ্য ব্যৰ্থ হয়।

## সংগঠনৰ তৃতীয় খোপ

### আত্মবিশ্বাস আৰু তৎপৰতা

অসমীয়া মুনিহ-তিকতাৰ শাৰীৰিক, মানসিক আৰু চাৰিত্ৰিক শক্তিৰ পৰিমাণ জগতৰ যি কোনো উন্নত জাতিৰ সমকক্ষ,—কোনো কোনো বিষয়ত

বেছিও। অথচ, তথাপি—কৰ্ম্মতৎপৰতা, কৰ্ত্তব্য পৰায়ণতা, দূৰদৰ্শিতা, দায়িত্বশীলতা, সততা, উত্তম আৰু শ্ৰমপ্ৰিয়তা সম্বন্ধে আনৰ ওচৰত অসমীয়া জাতিৰ এটা দুৰ্নাম পটন্তৰৰ দৰে থিয় হৈ থাকি তাৰ জাতীয় আত্মাক আজিলৈকে বিদ্ৰূপ কৰিয়েই আছে। এই অৱস্থাটোক কানিদাতা বৃটিছ গৱৰ্ণমেণ্টৰ অভিশাপ বুলি কেৱল সমালোচনা কৰি থাকিলেই একো লাভ নহ'ব। তাৰ সমূল উচ্ছেদৰ বাবে আমি সৰ্ব্বমুখী কৃতিত্বেৰে অপৰাজেয় আত্মবল সঞ্চয় কৰি লব লাগিব; আৰু আমাৰ সকলো-বিধ দুৰ্ব্বলতাক জয় কৰি অসমীয়া জাতিক জগৎ বৰেণ্য কৰি তুলিবলৈকে সেই আত্মবলৰ সঞ্চয় ঘনীভূত হৈ উঠিব, আমাৰ গভীৰ আৰু প্ৰবল ইচ্ছা-শক্তিৰ দ্বাৰাহে। এই ইচ্ছা-শক্তিৰ বলেৰেহে আমি শাৰীৰিক আৰু মানসিক কৰ্ম্মশক্তিক পূৰা পৰিপুষ্টি দি, আজিৰ ম্ৰিয়মানা অসমভূমিক আমি সোণময় উজ্জ্বল স্বৰ্গত গঢ়ি তুলিব পাৰিম,—অসমৰ প্ৰত্যেকটো ধূলি-বালিত জীৱনধাৰা বোৱাব পাৰিম। সেই ধাৰাৰে আমাৰ কৰ্ম্মবিমুখ জঠৰতা উঠাই দিব পাৰিম।

আৱশ্যকীয় ব্যৱহাৰ, উচিত তৎপৰ-পৰিচালনা আৰু অনুশীলন নহলে, সকলো বস্তুতে মামৰে ধৰে। সি উচিত পৰিণতি লাভ কৰিব নোৱাৰে। আমি অসমীয়া জাতিৰ এই এলেহুৱা দুৰ্নামটোও, এই পৰিচালনা আৰু উচিত অনুশীলনেৰে, শাৰীৰিক আৰু মানসিক শক্তিত সুতীক্ষ্ণ ধাৰ দি লব পৰা নাই কাৰণেই, আজিলৈকে এই দুৰ্নামটোও আমি গুচাব পৰা নাই।

সেইবাবে, ভৱিষ্যৎ অসমৰ আৰু অসমীয়া জাতিৰ সৰ্ব্বভাৰ গ্ৰহণ কৰিবলৈকে আকাঙ্ক্ষা কৰা ডেকা-ডেকেৰীয়ে, এই কথাটোৰ তত্ত্ব খুব গাঢ়ভাৱে হৃদয়ত অনুভৱ কৰি কৰ্ম্মশক্তিত ভৰপূৰ হৈ উঠিব লাগিব; সবল ডেকা-অসম সংগঠনকামী প্ৰত্যেক অসমীয়া ডেকা-ডেকেৰীয়ে আমাৰ জীৱন যাত্ৰাৰ সকলো ক্ষেত্ৰতে শক্তিৰ সেই পুৰণি বাতগ্ৰস্ত গতিটো সম্পূৰ্ণ কৈ ফিৰাই আনি টলমল জীৱনৰ খৰতৰ স্ৰোতত পেলাই দিব লাগিব।

তেনে কৰিব লাগিলে, প্ৰত্যেক ডেকা-ডেকেৰী, ছাত্ৰ-ছাত্ৰীয়ে সচৰাচৰ কৰি থকা সকলো কামকে বেছি সময়লৈকে লেলেটীয়াকৈ নকৰি খৰধৰকৈ খুব কম সময়ৰ ভিতৰত, অথচ ক'তো জুঁট নলগাকৈ খুব পৰিপাটি আৰু কৃতিত্বেৰে সমাধা কৰিবলৈকে চেষ্টা কৰিব লাগিব। এই চেষ্টাৰ পৰা কামটো সুচাৰুকৈ সোনকালে সম্পন্ন কৰিবৰ বাবে তেওঁ-লোকৰ মস্তিষ্কৰ লগত প্ৰবল আৰু একাগ্ৰ ইচ্ছা-শক্তিৰ সংঘৰ্ষণ ঘটাৰ কাৰণে, মস্তিষ্কৰ যথেষ্ট পৰিচালনা হ'ব, আৰু তাৰ লগে লগে জঠৰতাৰ বান্ধ খহি সকলো কামতে তেওঁলোকৰ কৃতিত্বও বাঢ়ি আহিব। তেতিয়া অসমীয়া জাতিটো জগতত অতুলনীয় বুলি সকলোৰে আদৰ্শ হৈ উঠা পথত আগ বাঢ়িব।

## সংগঠনৰ চতুৰ্থ খোপ

### জপ মন্ত্ৰ

ডেকা-অসমে বিশ্বাস কৰে, সংগঠনকামী ডেকা-ডেকেৰী, প্ৰত্যেকেই, তেওঁলোকৰ কৰ্ম্মক্ষেত্ৰত নিজ নিজ অঙ্গ-প্ৰত্যঙ্গ পৰিচালনা কৰাৰ সময়ত, একাগ্ৰ মনেৰে অৰ্থ আৰু মৰ্ম্ম হৃদয়ঙ্গম কৰি এই মন্ত্ৰ জপ কৰিব লাগিব।

"মই অজৰ, মই অমৰ। জীৱন বিদ্যুতৰ মৃত্যুঞ্জয়ী শিখাই সৰ্ব্বাঙ্গজুৰি মোৰ খেলা কৰে। মই জীৱনময়। দুঃখ-লাঞ্ছনাৰ, নিন্দা-গৰিহণাৰ, মান-অপমানৰ অবিৰল কষাঘাত বৰ্ষণ মোৰ স্পৰ্শ লাগি জীৱনৰ আনন্দত ৰূপায়িত হৈ উঠে।

"মই জগজ্জয়ী। পৰাজয় মোৰ ওচৰত কল্পনাৰ কথা। মানুহে যাক পৰাজয় নাম দি মাতে, সি মোৰ কাম্য-সিদ্ধি লাভৰ যুদ্ধত মোক আগুৱাই দিয়া শক্তিৰ অনন্তধাৰী জীৱন গতি।

"মই মহাবলী। দুৰ্ব্বলতা মোৰ ওচৰত অজ্ঞাত। দশৰ মূৰ্খতা-দীনতাৰ, হীনতা-নীচতাৰ, যুগ যুগ সঞ্চিত পুঞ্জীভূত আৱৰ্জ্জনাৰাশি গুচাই জাতিক স্বৰ্গীয় জ্যোতিত বিকশিত কৰি তোলাৰ পথ ৰোধ কৰি থকা হিমালয় সদৃশ বাধা বিপত্তিও মোৰ বুকুত পৰি উফৰি যায়।

"দুঃখ-দৈন্য, ব্যৰ্থতা, বাধা-বিপত্তি সকলোবিলাক মোৰ দৃঢ় সঙ্কল্প সাধনত অমিত শক্তি যোগোৱা প্ৰেৰণাৰ প্ৰবল উপাদান।

"মই বাধাহীন। মোৰ সঙ্কল্প সাধনত বাসৱৰ বজ্ৰয়ো মোক আগ ভেটি বাধা দিব নোৱাৰে।

"মোৰ মন একমাত্ৰ মোৰ লক্ষ্য ধিয়াইহে তীব্ৰ গতিৰে চলি গৈ আছে। বাটত বাধা ঘটোৱা যি কোনো ঘটনাৰফালে ফিৰি চাবলৈকে মোৰ আজৰি নাই।

## সংগঠনৰ পঞ্চম খোপ
## ডেকা ডেকেৰীৰ পণ

"মইয়েই কৰিম, ময়েই কৰিব লাগিব। মই নকৰিলে আন কোনে কৰিব? মোৰ দেশৰ বাবে, মোৰ জাতিৰ বাবে, মোৰ বাহিৰে আন কাৰ এনে গৰজ যে, এতিলমান সময় খৰচ কৰি চিন্তা কৰিব, এধানমান শক্তি খটাই কাম কৰিব?

"মই নকৰাকৈ থাকিব নোৱাৰোঁ। কেনেকৈ থাকিম? মই যে ডেকা-অসমৰ সংগঠনৰ বাবে সাজি ওলোৱা তেজিয়ান তেজস্বিনী ডেকা-গাভৰু। নকৰি থাকো কেনেকৈ? মোৰ দেশৰ মাটিত, মোৰ জাতীয় সমাজৰ মাজত মই জন্ম লোৱাৰ মুহূৰ্ত্তৰ পৰাই দেশমাতৃকাই এই কঠোৰ দায়িত্ব মোৰ হাতত ন্যস্ত কৰি দি নিশ্চিন্ত হৈছে। সেই মহা মুহূৰ্ত্তৰ পৰাই মই এই অধিকাৰ লাভ কৰিছোঁ। এই দায়িত্ব মই সম্পাদন কৰিমেই এই অধিকাৰৰ যোল্লঅনা সম্মান মই অক্ষুণ্ণ ৰাখিমেই। এয়ে মোৰ দৃঢ় সঙ্কল্প। এয়ে মোৰ জীৱনৰ পূৰ্ণ পৰিতৃপ্তি। আহক মোৰ সমুখলৈ প্ৰধাৱিত হৈ হাজাৰ বিপদৰ বিশ্ব বুৰোৱা ধলবিলাক, উঠক মোৰ যোৱাৰ পথত বাধা বিঘিনি অন্তৰায়ৰ হাজাৰ হাজাৰ অগ্নিশিখাবোৰ লকলককৈ জ্বলি—আহক মোক নিষ্পেষণ কৰিবলৈকে দুঃখ-দাৰিদ্ৰ্যৰ, লাঞ্ছনা-গঞ্জনাৰ, গৰিহণা অপমানৰ, ঠাট্টা, বিদ্ৰূপৰ লেথেৰি নিছিগা ৰুদ্ৰ দোষৰ ধাৰ—হকহি থিয় মোৰ সমুখত দ্বিধা ভণ্ডামিৰ কুটিলতা-চাতুৰিৰ বীভৎস দানৱৰ দলবোৰ,—তথাপিও মোৰ অভিযানত, মোৰ সংগ্ৰামত জঁট নালাগিব, কঠোৰ সঙ্কল্পেৰে লক্ষ্য ধিয়াই যোৱাৰ পথত মই বিচলিত নহম,— সুদৃঢ় খোজেৰে কেৱল আগবাঢ়ি যাম। মই যে চিৰ গতিশীল।

"মই নকৰাকৈ নোৱাৰো। কাৰণ, মই নকৰিলে মোৰ স্বৰ্ণোজ্জলা স্বৰ্ণফলা অমৃত প্ৰসৱিনী, কনককান্তি অসমী আইৰ মহামানৱীয়

সম্পদেৰে ভৰি থকা, অথচ আমাৰ আলস্য-পৰায়ণতা, নীচতা, ভীৰুতা, হীনতাৰ এন্ধাৰত অনুজ্জ্বল হৈ পৰি থকা আমাৰ পাহাৰ-পৰ্ব্বত, শিল বিল, ভূঁই-পথাৰ, নৈ-জুৰি, গছ-গছনি, ধূলি-বালি বিলাকত মোৰ স্বাধীন জাতীয় জীৱনৰ, স্বাধীন মানৱত্বৰ দীপান্বিতা সজাব কোনে? মই নগলে এই দেশভৰা পঙ্গুতাৰ গাঁঠি ভাঙি মোৰ জাতিৰ, মোৰ দেশৰ অগ্ৰাভিযানৰ অনন্ত গতি সচল কৰি দিব কোনে? মই পুৰি ভস্ম নকৰিলে, তিলে তিলে গ্ৰাস কৰি নিঃচিহ্ন কৰি লৈ যাব ধৰা এই নীচতা, হীনতা, দাৰিদ্ৰতা, স্বাৰ্থপৰতা, মূৰ্খতা, ভয়-বিহ্বলতা, দ্বিধা-সঙ্কোচৰ ধ্বংস সাধি, মোৰ জাতিক, মোৰ দেশক উদ্ধাৰ কৰিবলৈকে আন কোন আছে?

"মই কৰিবই লাগিব, যাবই লাগিব, মই পুৰিবই লাগিব। এয়ে মই ডেকা-অসমৰ অসমীয়া ডেকাৰ, অসমীয়া ডেকেৰীৰ অচল-অটল দৃঢ় পণ।

## সংগঠনৰ ষষ্ঠ খোপ

### সাধন পথত

'মোৰ সময় নাই' সময় মোৰ ক'ত? জীৱনৰ মোৰ প্ৰত্যেকটো মুহূৰ্ত্ত, গতি-বিধিৰ মোৰ প্ৰত্যেকটো ভঙ্গিমা জীৱন বাহিকা মোৰ প্ৰত্যেকটো স্ফুলিঙ্গ, কৰ্ম্ম প্ৰৱাহৰ মোৰ প্ৰত্যেকটো কড়া-ক্ৰান্তিৰ হিচাপ, মোৰ জীৱনব্ৰত উদ্‌যাপন কৰি সোণৰ অসমত মোৰ সোণৰ সপোন মূৰ্ত্ত কৰি তোলা কামত গভীৰভাৱে আজি নিৱিষ্ট। মোৰ সময় আছে ক'ত? মোৰ জীৱনৰ এই ব্ৰত-যজ্ঞ সৰ্ব্বতোভাৱে পৰিপূৰ্কৈ সমাধা কৰি তুলিবলৈকে, মোৰ জ্ঞানশক্তি, চিন্তাশক্তি, ধনশক্তি, কৰ্ম্মশক্তি, বিদ্যানুশীলনৰ সাৰ্থকতা, মোৰ অন্তৰৰ সমগ্ৰ আগ্ৰহ আসক্তি আজি একান্তভাৱে মই নিয়োগ কৰিছোঁ। উপকৰা কোনো বাধাই আজি মোক বিৰত কৰিব নোৱাৰে,—উপকৰা আন কোনো প্ৰলোভনেই আজি মোক আকৰ্ষণ কৰিব নোৱাৰে। আনফালে চাবলৈকে, আনৰ পাতল কথা শুনিবলৈকে মোৰ আজি আজৰি নাই। এই ব্ৰত উদ্‌যাপনৰ বাহিৰে আন সুখ-সম্ভোগ বিলাস-ব্যসনত মোৰ মন আকৃষ্ট হৈ পৰিবলৈকে মই তিলমানো সুবিধা নিদিম। তোমালোকে মোক বিৰক্ত নকৰিবা।

"এই ব্ৰত মোৰ কি তোমালোকে জানানে? এই ব্ৰত হৈছে মোৰ তিলতিলকৈ জগতৰ যাৱতীয় শক্তিৰ উৎসবোৰ আহৰণ কৰি মোৰ জীৱন বিপুল শক্তিত পৰিপূৰ্ণ কৰি তোলা,—এই ব্ৰত হৈছে মোৰ আকাশ-বতাহ, মাটি পানী সকলোৰে স্তূপীকৃত আৱৰ্জ্জনাৰাশিত প্ৰচণ্ড বিপ্লৱৰ মহা-মন্থন তোলা, —মোৰ এই মহা বৈপ্লৱিক মন্থন-ব্ৰত হৈছে, শৃঙ্খলা-বদ্ধ নিষ্পেষিত নৰ-নাৰায়ণক মুক্তিৰ বিশাল মুকলিলৈ উলিয়াই আনিবলৈকে দাৰুণীয় আক্ৰমণৰ বিৰুদ্ধে মোৰ জীৱন বলিদান।

"মোৰ এই মহা-মন্থন, এই মহাবিপ্লৱ অবিৰল ধাৰেৰে চলিব মোৰ দেশৰ, মানৱ জগতৰ পঙ্কিল চিন্তা ৰাজ্যত, কলুষিত সমাজনীতি, ৰাষ্ট্ৰনীতি, অৰ্থনীতিৰ অন্তঃস্থলিত। এই মহা মন্থনৰ, এই মহাবিপ্লৱৰ ধুমুহা তুলিবলৈকে দৃঢ় সঙ্কল্প হৈ কি বাবে মই সাধনাত নিবিষ্ট হৈছোঁ তুমি জানানে? এই মন্থন, এই বিপ্লৱৰ ধুমুহা নুতুলিলে মোৰ দেশক, মোৰ সমাজক আৰু মহামানৱতাক, পূৰ্ণ স্বৰূপত প্ৰতিভাত হৈ উঠাত বাধা দি যথা স্বাৰ্থপৰতা,

ভণ্ডামি, নীচতা, হীনতাক ছাঁই-মাটি কৰি দেশৰ, সমাজৰ, মানৱ জগতৰ নিঃস্বতাৰ খালবিলাক মহত্বৰ, মনুষ্যত্বৰ লৰনুৰাজিৰে পৰিপূৰ্ণ কৰি তোলা মোৰ মহান দায়িত্ব মই পালন কৰা নহ'ব,—মোৰ সমাজৰ অতি পুৰণি, স্থিতিশীল, পঙ্গু ঘোলাৰ গেলা পঁচা মনোবৃত্তিৰ বজ্ৰ কঢ়াল খহাই, তাৰ ঠাইত মনুষ্যত্বৰ মহান ৰূপ বিকশিত কৰি তুলিব নোৱাৰিম, — স্বচ্ছজলা স্বাধীনতাৰ দুৰ্জ্জয় দুৰ্নিবাৰ সোঁতেৰে শতাব্দীকে শতাব্দী ধৰি নানাবিধ দাসত্বৰ পুঞ্জীভূত দুৰপনেয় কলঙ্ক ধুই-পখালি মোৰ জাতিক, মোৰ দেশক, মোৰ সমাজক, মানৱ জগতক মই পৰিশুদ্ধ মুক্তি দিব নোৱাৰিম। তাকে যদি মই কৰিব নোৱাৰো, মোৰ জীৱনৰ সাৰ্থকতা ক'ত? মোৰ মাতৃভূমিৰ বুকুফালি অমৃতধাৰা পি মই জীয়াই থকাৰ প্ৰয়োজন কি? সকাম কি?

"সৰ্ব্বাধিক দাসত্বৰ কঠোৰ শৃঙ্খল সোলোকাই যদি মোৰ দেশক, সমাজক, মানৱ জাতিক মই মুক্তি দিব নোৱাৰো, তেনেহলে মোৰ লাহ-বিলাহ, সুখ সম্ভোগৰ সাৰ্থকতা থাকিল ক'ত? সকলো ব্যৰ্থ। চিন্তাৰ দাসত্ব, কৰ্ম্মৰ দাসত্ব, জীৱিকা নিৰ্ব্বাহৰ দাসত্ব সকলোতে সেইবাবে বিৰাট বিপ্লৱৰ আলোড়ন তুলিবলৈকে আজি মই সাজু হৈ উঠিছোঁ। মোৰ সময় তেন্তে ক'ত?

"এইদৰে একান্তভাৱে নিবিষ্টচিত্তে মই নবহিলে অন্তৰৰ পৰাতো মোৰ বিপ্লৱৰ মন্থন জাগি নুঠিব। প্ৰথমতে মোৰ নিজৰ অন্তৰ-দেশৰ পৰি-প্লাৱনেৰে মই নিজৰ ভিতৰত বিপ্লৱ-মন্থনৰ দুৰ্জ্জয় শিশু জগাই তুলিব নোৱাৰিলে, বাহিৰত তাৰ ডেকা-শক্তিৰ প্ৰচণ্ড প্ৰতিক্ৰিয়া চলিব কিয়? কেৱলমাত্ৰ দু এখন সভা সমিতিত বক্তৃতা দি, বাতৰি কাকতত নাম ফুটাই, বাটে-ঘাটে সাজ কাচোনৰ ভেম দেখুৱাই, পাতল হাৱাৰ দোলনত মোৰ মন শতধা বিচ্ছিন্ন হবলৈকে এৰি দিলে, মোৰ অন্তৰৰ নিগূঢ় বেদীত এইদৰে মই বিপ্লৱ মন্থনৰ ধুমুহা তুলিবলৈকে, তাৰ বেটুডাল হাতৰ মুঠিত ধৰিবলৈকেও মই নিজে সঁচা হৈ নুঠিলে, আনৰ গাত সঁচাৰ ছাব মই বছৱাম কেনেকৈ? তেতিয়া বিপ্লৱ বিপ্লৱকৈ চিঞৰি চিঞৰি কোৱা কথাকেষাৰ আনৰ পৰা ধাৰ কৰি আনি মুখস্থ গোৱা লজ্জাকষ্ট ব্যৰ্থতাত মোৰ জীৱন দুৰ্ব্বহ হৈ নুঠিবনে? সেইবাবে, আজি মই কায়-মনোবাক্যে এইদৰে সাধনাত নিৰিষ্ট হৈ বহিছোঁ, মোৰ নিজৰ ভিতৰৰ বজ্ৰ শৃঙ্খল ছিডি পেলাই নতুন সৃষ্টিৰ মহা সাধনাৰ হকে।" এই কঠোৰ দৃঢ়তাৰে নিজৰ মানোক্ষেত্ৰখন বিপ্লৱৰ বাবে নিখুঁত শক্তিৱন্তকৈ প্ৰস্তুত কৰি লব লাগিব।

## সংগঠনৰ সপ্তম খোপ

### জীৱনৰ কৰ্ম্মধাৰা

ডেকা-অসমে কায়মনোবাক্যে অবিচলিত বিশ্বাস কৰে আৰু কাৰ্য্যত কৰিবলৈ দৃঢ় পণ কৰে যে,—

(১) ত্যাগৰ সাৰ্থকতাৰ বাবেই আসক্তি আৰু স্বাৰ্থ। ব্যক্তিগত ত্যাগৰ দ্বাৰা সমাজৰ, সমাজগত ত্যাগৰ দ্বাৰা জাতিৰ আৰু জাতিগত ত্যাগৰ দ্বাৰা বিৰাট মানৱমণ্ডলীৰ মঙ্গল সাধন কৰাটোৱে ডেকা-অসমৰ প্ৰত্যেকজন ডেকা-ডেকেৰীৰ স্বাস্থ্য, ধন, বিদ্যা, জ্ঞান, কৃতিত্ব উপাৰ্জ্জনৰ ঘাই উদ্দেশ্য। ডেকা-অসমৰ অস্থি-মজ্জাগত বিশ্বাস যে, ব্যক্তিগত,

সমাজগত, জাতিগত আৰু মহা মানৱগত মনুষ্যত্বৰ পূৰ্ণতা লাভ কৰে আসক্তি আৰু স্বাৰ্থক চেৰাই যোৱা ত্যাগৰ পথেদিহে। আজিলৈকে পৃথিৱীৰ মানৱ সমাজত মনুষ্যত্বৰ যিখিনি পূৰ্ণ পৰিপুষ্টি ঘটিছে, ঠিক এই পথেৰেহে। য'ত আসক্তি আৰু স্বাৰ্থক ভেদ কৰি যোৱা ত্যাগৰ অবাধ গতি চলা নাই, তাত মনুষ্যত্বৰ পূৰ্ণতাও জমি উঠিব পৰা নাই,—ঘোৰ হীনতা, নীচতা, স্বাৰ্থপৰতাত পোত গৈ সেই সমাজ, সেই জাতি সদায় আনৰ শোষণ, লুণ্ঠন, আক্ৰমণ, উৎপীড়ন আদি জঘন্য প্ৰবৃত্তিসমূহ পৰিতুষ্ট কৰা উৰ্ব্বৰ ভূমি হৈ আৰ্ত্তনাদৰ বিভীষিকাত মাথোন তল পৰি আছে। ৰাজনৈতিক, অৰ্থ নৈতিক, সামাজিক, সাংস্কৃতিক, সকলো প্ৰকাৰ মুক্তিৰ সম্ভাৱনা সেই সমাজ বা সেই জাতিৰ পৰা সদায় বিদূৰত লুটি খাই বাগৰি পৰি আছে। গতিকে, সমাজৰ বাবে, দেশৰ বাবে, জাতিৰ বাবে, ধন, প্ৰাণ, বিদ্যা-বুদ্ধি, ধৰ্ম্ম-কৰ্ম্ম সকলো বিষয়ক ত্যাগৰ ধাৰা ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত ওত-প্ৰোত কৰি লোৱা হ'ল।

(২) ক. অধিকাৰ লাভৰ আকাঙ্ক্ষাৰ আগতে কৰ্ত্তব্য পালনৰ পূৰ্ব্বঠ জ্ঞান। য'ত কৰ্ত্তব্য পৰিপালনৰ জ্ঞান তলত পেলাই অধিকাৰ লাভৰ আকাঙ্ক্ষা আৰু দাবিহে মাত্ৰ ওপৰত উঠি বহে, তাত প্ৰকৃত অধিকাৰ লাভৰ সম্ভাৱনা চিৰকাললৈকে বিলুপ্ত হয়। কৰ্ত্তব্যৰ পৰিপালন আৰু অধিকাৰৰ আকাঙ্ক্ষা এনে অঙ্গাঙ্গীভাৱে চলিব লাগে, যাতে কৰ্ত্তব্য সম্পাদনৰ পৰিণতিত অধিকাৰটো আপোনা-আপুনি আহি হাতত উঠে।

খ. ডেকা-অসমৰ খিলঞ্জীয়া ভৌগোলিক পৰিৱেষ্টনত. তাৰ স্থলজ, জলজ, বনজ, শূন্যজ, ৰাজনৈতিক, অৰ্থ নৈতিক, বাণিজ্যিক, শিক্ষানীতিক সকলোবিলাক জ্ঞান সম্পদৰ উন্নতি কৰা, ভোগ কৰা আৰু উচিত ব্যৱহাৰৰ দ্বাৰা সম্পূৰ্ণাঙ্গ ডেকা-অসম গঢ়ি তুলি বিশ্বমানৱতাৰ ক্ষেত্ৰলৈ অগ্ৰসৰ হোৱা কঠোৰ কৰ্ত্তব্য সম্পাদনত একমাত্ৰ ডেকা-অসমৰেই যোল্লঅনা অধিকাৰ; আৰু এই অধিকাৰৰ যোল্লঅনা হস্তগত কৰা বিষয়ত যি অনিবাৰ্য্য কৰ্ত্তব্য সম্পাদন, তাতো একমাত্ৰ ডেকা-অসমৰেই কৃতিত্ব গৌৰৱ; আৰু এই অধিকাৰ পূৰাপূৰিকৈ তাৰ আয়ত্তাধীনলৈকে আনি লব পৰাটোৰেহে যে তাৰ পৰিকল্পনাৰ ডেকা-অসম যি সম্পূৰ্ণাঙ্গকৈ গঢ়ি তুলিব পাৰিব সেইটো কায়মনোবাক্যে হৃদয়ঙ্গম কৰি কৰ্ম্মক্ষেত্ৰত দৃঢ় প্ৰতিজ্ঞ হৈ সোমাই পৰা দায়িত্বটোও একমাত্ৰ ডেকা-অসমৰেই, আন কাৰো নহয়। সেইবাবে, ডেকা-অসমৰ সকলো সম্পদৰ ওপৰত যোল্লঅনা অধিকাৰ বৰ্ত্তোৱা কঠোৰ কৰ্ত্তব্য আৰু অপৰিহাৰ্য্য দায়িত্বটো ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত একীভূত কৰি লোৱা হ'ল।

(৩) পৰিকল্পনাৰ ডেকা-অসম উদ্ধাৰ কৰিবলৈ উপযুক্ত শক্তিত ভৰপূৰ হৈ উঠিবলৈ শাৰীৰিক, মানসিক, চাৰিত্ৰিক, সামৰিক, যান্ত্ৰিক, বৈজ্ঞানিক, ৰাসায়নিক উন্নত প্ৰণালী শিক্ষাৰ সুবিধাবোৰ যি ক্ষেত্ৰতেই পোৱা যাব, ডেকা-অসমৰ ডেকা-ডেকেৰীয়ে তৎক্ষণাত সেইবোৰৰ সুবিধা গ্ৰহণ কৰাটোকো ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত সুমুৱাই লোৱা হ'ল।

(৪) সুশৃঙ্খলিত নিয়মানুবৰ্ত্তিতা আৰু অলঙ্ঘনীয় আদেশানুবৰ্ত্তিতা ডেকা-অসম সংগঠনৰ অন্যতম ঘাই উপাদান। সুশৃঙ্খলিত নিয়মানুবৰ্ত্তিতা

আৰু অলঙ্ঘনীয় আদেশানুবৰ্ত্তিতাৰ য'ত অভাৱ, তাতেই জন্ম লাভ কৰে উশৃঙ্খলতাই। উশৃঙ্খল-তাতেই উদ্ভৱ হয় বিশৃঙ্খলতাৰ উৎপাত। বিশৃঙ্খলতাৰ ফাঁকেদিয়েই জাতিৰ গোটেইটুপি ৰক্ত পি পুষ্ট হবলৈকে আগবাঢ়ি আহে বাহিৰৰ শোষণ, লুণ্ঠন, আক্ৰমণ, উৎপীড়ন। তেতিয়া জাতিটোৱে সমগ্ৰভাৱে আহি পৰে এনে এটা কলঙ্কিত অৱস্থাত যে, তাৰ পৰা জাতীয়ভাৱে তাৰ বিৰাট ৰূপটো উপলব্ধি কৰাটোতো দূৰৰ কথা, ব্যক্তিগত স্থিতিটোৰ প্ৰতিও সি আত্মস্থিতিৰ চেতনা হেৰুৱায়। আত্মবিশ্বাস হেৰুৱালেই আত্ম-স্থিতি হেৰুৱায়। আত্মবিশ্বাস হেৰুৱালেই, সি নিজৰ বাবেই হওক, বা জাতিৰ বাবেই হওক, কৰ্ত্তব্য দায়িত্বৰ জ্ঞান, বিবেক, আদেশানুবৰ্ত্তিতা পৰিপালনৰ, আত্ম-সম্ভ্ৰম ৰক্ষাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিবলৈকেও অনুপযুক্ত হয়। এই অনুপযুক্ততাই ব্যক্তিগত, সমাজগত জাতিগত জীৱনত মানুহক পশুত্ব দান কৰে। বিশেষকৈ নিয়মানুবৰ্ত্তিতা আৰু আদেশানুবৰ্ত্তিতা নহলে সঙ্ঘবদ্ধ শক্তি সঞ্চয়ত বাধা ঘটে, কৰ্ম্মৰ গতিত জঁট লাগে। গতিকে সুশৃঙ্খলিত নিয়মানুবৰ্ত্তিতা আৰু অলঙ্ঘনীয় আদেশানুবৰ্ত্তিতা পৰিপালনৰ কঠোৰ ব্যৱস্থা ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত সানি লোৱা হ'ল।

(৫) জাতীয়-চৰিত্ৰ আৰু আত্মশুদ্ধি ডেকা-অসমৰ পৰম সম্বল। এই দুটা সম্বলৰ অভাৱত ডেকা-অসমৰ পৰিপূৰ্ণ সংঠনত এক খোজো আগুৱাব পৰা নহ'ব। শুদ্ধাত্মা আৰু চৰিত্ৰ-বল নহলে দেশবাসীৰ বিশ্বাস আকৰ্ষণ কৰা টান হ'ব। দেশবাসীৰ বিশ্বাস আকৰ্ষণ কৰিব নোৱাৰিলে কৰ্ম্মীসকলে কৰ্ম্মক্ষেত্ৰত শক্তি হেৰুৱাব। কৰ্ম্মীসকল শক্তিহীন হলেই, তাত নানা প্ৰকাৰৰ ভণ্ডামি, কুটিলতা, প্ৰৱঞ্চনা, প্ৰতাৰণা সোমাই অসতালিয়ে নেতৃত্বক ৰক্ষা কৰিবলৈকে তেওঁলোকক উদগাব। তেতিয়া, যি অসতালিৰ উপদ্ৰৱক ধ্বংস কৰি জাতীয় জীৱনৰ সত্যতা উদ্ধাৰ কৰিবলৈকে কৰ্ম্মী-সকলে পৰিকল্পনা গঢ়ি লৈছিল, তাৰো মৃত্যু ঘটিব। গতিকে, জাতীয়চৰিত্ৰ আৰু আত্মশুদ্ধিক ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত অস্থি-মজ্জাগত কৰি স্থাপন কৰা হ'ল।

(৬) সংযমটো, চৰিত্ৰ, স্বাস্থ্য আৰু আত্মশুদ্ধিৰ এটা ঘাই অৱলম্বন। নিয়মিতাচাৰেই সংযম। সংযম নাথাকিলে প্ৰবৃত্তিবিলাকৰ নিয়মিতাচাৰ নঘটে। প্ৰবৃত্তিবিলাকৰ নিয়মিতাচাৰ নঘটিলে চৰিত্ৰ, স্বাস্থ্য গঠনত আৰু আত্মশুদ্ধিৰ প্ৰচেষ্টাত আলী লাগে। স্বাস্থ্য-চৰিত্ৰ গঠনত আৰু আত্ম-শুদ্ধিত আলী লাগিলে কৰ্ম্মীসকলৰ মন আৰু কাৰ্য্যৰ পতন ঘটে। অধঃপতিত মন আৰু কাৰ্য্যৰ দ্বাৰা সংকল্পিত ডেকা অসমৰ সংগঠন অসম্ভৱ। সেইবাবে, সংযম শিক্ষা আৰু অভ্যাসানুশীলক ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত সামৰি লোৱা হ'ল।

(৭) খাদ্যাখাদ্যৰ বিচাৰ আৰু সুখাদ্যৰ নিৰ্ব্বাচনো ডেকা-অসম সংগঠনৰ অতি আৱশ্যকীয় বস্তু। খাদ্য, পানী, হাৱাৰ সহায়তেই মানুহ জী থাকে। গতিকে সুখাদ্য, নিৰ্ম্মল পানী, বিশুদ্ধ বায়ুৰ ব্যৱহাৰ নহলে, পৰিকল্পনাৰ ডেকা-অসম সংগঠন আৰু সংবৰ্দ্ধনৰ হকে নিখুঁত সবল স্বাস্থ্য, অটল চৰিত্ৰ আৰু আত্মাৰ পৰিশুদ্ধতা লাভ কৰাত বাধা পৰিব। সেইবাবে, স্বাস্থ্যবল, মনোবল বঢ়াই

চৰিত্ৰ গঠনত আৰু আত্মশুদ্ধিত প্ৰভাৱ বিস্তাৰ কৰিব পৰা সুখাদ্য, সুনিৰ্ম্মল পানী, বিশুদ্ধ বায়ু সংগ্ৰহৰ অনিবাৰ্য্য কৰ্ত্তব্যটোকো ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত পেলাই লোৱা হ'ল।

(৮) নিয়মানুগত শাৰীৰিক, মানসিক অভ্যাস আৰু অনুশীলনটোও নিটোল ডেকা-অসম সংগঠনৰ এটা এৰিব নোৱাৰা বিষয়। গতিকে সোণৰ ডেকা-অসম সংগঠন, সংৰক্ষণ আৰু সংবৰ্দ্ধনকামী দেশবাসীৰ জীৱনৰ কৰ্ম্মধাৰাত নিয়মানুগ শাৰীৰিক, মানসিক আৰু চাৰিত্ৰিক ব্যায়াম আৰু অভ্যাসানুশীলনকো আৱশ্যকৰণীয় কৰি গ্ৰহণ কৰা হ'ল।

(৯) দেশসেৱা, সমাজসেৱা, জনসেৱাৰ নিখুঁত ভাব আৰু আন্তৰিক উৎসাহ (spirit of service) নহলে কৰ্ম্মীসকলৰ কৰ্ম্মত দোষ ঘটে। সেইবাবে দেশসেৱা ( spirit of service ) টোক ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত সানি-পুতকি লোৱা হ'ল।

(১০) দেশৰ যি মাটিডোখৰে খুৱাই-পিয়াই, উৰাই-পিন্ধাই, ফুৰাই-চকাই জীয়াই ৰাখিছে, সেই মাটিডোখৰৰ লগত দেশবাসী প্ৰত্যেক নৰ-নাৰীৰ নাড়ীৰ সম্বন্ধ, জীৱনৰ সম্বন্ধ, প্ৰাণৰ সম্বন্ধ। তেনে মাটিডোখৰ দেশবাসীৰ জাতীয় অধিকাৰৰ পৰা বিচ্যুত হোৱাৰ অৰ্থই হৈছে, নাড়ীৰ পৰা, জীৱনৰ পৰা, প্ৰাণৰ পৰা বিচ্ছিন্ন হৈ মৃত্যুত পৰা। সেইবাবে ডেকা-অসমৰ নাড়ী সংযুক্ত মাটিডোখৰ সৰ্ব্বতোভাৱে তাৰ নিজ অধিকাৰত ৰক্ষা কৰা গুৰুত্বপূৰ্ণ দায়িত্বটো ডেকা অসমৰ জীৱনৰ কৰ্ম্মধাৰাত একাত্মভূত কৰি লোৱা হ'ল।

(১১) ডেকা-অসমৰ সীমা ৰেখাৰ ভিতৰত সকলোৱে এক পৰিয়ালভুক্ত ভাই-ভাইৰ সম্বন্ধত সাঙোৰ নাখালে নিখুঁত ডেকা-অসম সংগঠিত হৈ নুঠিব। সেইবাবে জাতিভেদ, শ্ৰেণীভেদ, খেলভেদ, সম্প্ৰদায়ভেদৰ অমিল অৱস্থাক সমিল-মিল কৰি গোটেইটো দেশবাসীক একেটা মাত্ৰ বিৰাট আৰু মহৎ স্বাৰ্থত সাঙুৰি লোৱা কৰ্ত্তব্য আৰু দায়িত্বটোও ডেকা-অসমৰ জীৱনৰ কৰ্ম্মধাৰাত অপৰিহাৰ্য্য বিষয় কৰি লোৱা হ'ল।

(১২) ডেকা-অসমৰ সামূহিক জীৱনৰ কৰ্ম্ম-ধাৰাত একেটা স্বাৰ্থ, একেটা জাতীয়তা, একেটা আকাঙ্ক্ষা, একেটা আশা, একেটা লক্ষ্য, একেটা উদ্দেশ্য, একেটা উৎসাহ, একেটা উদ্যমৰ বাহিৰে আন একো নোহোৱা হ'ল।

## ডেকা উদ্বোধনী গীত

জাগ ডেকা-তেজ জাগ আজি জাগ
আগ্নেয়গিৰি উগাৰি জাগ,—

এলাহৰ গাঁঠি ভাঙি গুড়ি কৰি
কৰ্ম্ম-ধাৰাৰে ধৰণী ঢাক।

জাগ ডেকা-তেজ জাগ আজি জাগ
স্বৰ্গ-মৰ্ত্ত্য কঁপাই জাগ,

বিনাশী দেশৰ দুখ-দাৰিদ্ৰ্য,
ঘৃণিত গলিত গোলামি দাগ।

জাগ ডেকা-তেজ ধল ঢালি তোৰ
উটাই জাতিৰ জঠৰ ভাগ,

দেশৰ মাটিত গছ-লতা ভৰি উথলি
উঠক সোণালী ৰাগ।

জাগ ডেকা-তেজ বজ্ৰ-মুঠিত ভাঙি পুণু গঢ়া হাতুৰি লৈ,
স্বদেশ সেৱাত ভণ্ডামিবোৰ ভাঙি উৰি য'ক চূৰ্ণ হৈ।

**ৰাইজলৈ অনুৰোধ**

## প্ৰথম সংস্কৰণত থকা কথা

'এই স্বাধীন পঞ্চায়ৎ-ৰাষ্ট্ৰৰ প্ৰাথমিক আঁচনি'খন ভাৰত মহাজাতীয় স্বাধীনতাৰ লগতে অসমীয়াৰ জাতীয়-ঘৰৰ স্বাধীনতালৈ শ্ৰদ্ধা আৰু আসক্তি থকা লোকে একোখন হাতেৰে লিখি খুব বিশ্বাসী লোকৰ দ্বাৰা গাঁৱে গাঁৱে প্ৰচাৰ কৰি গোলামিৰ পৰা মুক্ত হ'বলৈকে গাঁৱে গাঁৱে স্বাধীন পঞ্চায়ৎ-ৰাষ্ট্ৰ গঠন কৰক। নহলে এই ঘৃণনীয় দাসত্বৰ পোতৰ পৰা আমাৰ উদ্ধাৰ নাই। কাৰণ এই অৱস্থাতো মিঃ চাৰ্চহিলৰ বৃটিছ গবৰ্ণমেণ্টে খুলি কৈ দিছে, স্বাধীনতা পাবৰ আমি যোগ্য হোৱা নাই।

৭ চেপ্তেম্বৰ,

ইং ১৯৭২ চন।

# আৱেদন

আজি, কংগ্রেছ ৱৰ্কিং কমিটি আৰু মহাত্মা গান্ধীৰ 'ভাৰত ত্যাগ', আৰু 'কৰা নাইবা মৰা' বাণীত ভাৰতব্যাপী প্ৰকম্পিত হোৱা বিৰাট জাতীয় স্পন্দনটোক অকল 'ৰাজনৈতিক আন্দোলন' নাম দি কাম কৰিলে নহ'ব। এইটো 'আন্দোলন' নহয়, কিন্তু জাতীয় স্বাধীন-ৰাষ্ট্ৰ গঠন কৰাৰ আদেশহে। ৪০ কোটি নিষ্পেষিত ভাৰতীয়ৰ ৰাজনৈতিক মুক্তিৰ বাবে এই আদেশ দিয়েই মহাত্মা গান্ধী আৰু কংগ্রেছ ৱৰ্কিং কমিটিৰ সদস্যসকলকে আদি কৰি আমাৰ নেতাসকল গৈ বন্দীশালত সোমাল। সেইসকলক পুনৰ আমি দেখা পাবও পাৰোঁ, নাপাবও পাৰোঁ। তেখেতসকলে জীৱনৰ সৰ্ব্বস্ব বলি দি আমাৰ মুক্তিৰ বাবে কাম কৰি কৰি আজি এই দশাত পৰিল। তেখেতসকলে আমাৰ ওপৰতেই সৰ্ব্বভৰষা আৰু সৰ্ব্ববিশ্বাস স্থাপন কৰি বাকী থকা কাম পূৰা কৰি তুলিবলৈকে আমাৰ হাতত দায়িত্ব সঁপি দি গৈছে। আমি যদি এই দায়িত্ব পালন নকৰোঁ তেন্তে অকল নেতা-সকলৰ ওচৰতেই আমি বিশ্বাসঘাতক নহম, আমি ধৰ্ম্মদ্ৰোহী দেশদ্ৰোহী, মহাপাপত পৰিও শাস্তি ভুগিব লাগিব।

কিন্তু এই দায়িত্ব সম্যকভাৱে পৰিপালন কৰা শক্তি আমি লাভ কৰিব নোৱাৰিম, যদি আমি নিজক নিজে সুবিচাৰৰ শাস্তিৰে শাসিত হ'ব পৰা অটল আত্মবিশ্বাসৰ অক্ষয় শক্তি উৎপাদনৰ উৎসটো কঠোৰ নিয়মানুবৰ্ত্তিতাৰ ভিত্তিত সঙ্ঘবদ্ধভাৱে গাঁৱৰ মাজত গঢ়ি সুদৃঢ়কৈ আমি থাপি লব নোৱাৰোঁ। গাঁওত আমাৰ জাতীয় স্বাধীন-ৰাষ্ট্ৰ পৰিচালনাৰ ভিত্তিটো ৰাইজৰ সঙ্ঘবদ্ধ শাস্তিৰে সুদৃঢ়কৈ থাপি ললেই আমাৰ দাবে নিৰস্ত্ৰ জাতিয়ে যি কোনো সাম্ৰাজ্যবাদীক উপদ্ৰৱ নিৰ্ম্মূল কৰি আমাৰ মনোমত যি কোনো প্ৰগতিবাদী জাতীয় স্বাধীন-ৰাষ্ট্ৰ স্থাপনৰ হকে, সহিংস বা অহিংস যি কোনো নীতিৰ বাবে অক্ষয় শক্তি লাভ কৰিব পাৰিব। গাঁওত নিয়মতান্ত্ৰিক সুশৃঙ্খল দৃঢ় ভিত্তি স্থাপন নকৰাকৈ, গাঁৱলীয়া ৰাইজৰ শৃঙ্খলিত সঙ্ঘবদ্ধ শক্তিৰ সমৰ্থন উপাৰ্জ্জন নকৰাকৈ বিশৃঙ্খল, উশৃঙ্খলভাৱে অ'ত ত'ত কিবাকিবি দুই-এটা কাম কৰি, অপৰ্য্যাপ্ত কামান, বন্দুক, টেঙ্ক, এৰোপ্লেন আদি মাৰণাস্ত্ৰ লৈ আমাক দাসত্বৰ পৰা মুকলি কৰি নিদিওঁ বুলি খোলাখুলিকৈ কৈ দিয়া বৃটিছৰ সাম্ৰাজ্যিক শক্তিৰ বিৰুদ্ধে ফলদায়ক একো কৰিব পৰা নহ'ব। সেইবাবে, আমি নিজ যোগ্যতা আৰু কৃতিত্বেৰে নিজক নিজে নিয়মতান্ত্ৰিক শাস্তি সুবিচাৰেৰে শাসিত হ'ব পৰা অটল আত্মবিশ্বাস অন্তৰত লৈ শান্তিপূৰ্ণভাৱে আমাৰ গাঁৱত জাতীয় স্বাধীন-ৰাষ্ট্ৰৰ ভিত্তি গঢ়ি তুলিব লাগিব। ইংৰাজ আদি স্বাধীন জাতিৰ গৱৰ্ণমেণ্টৰ দৰে কঠোৰ নিয়মানুবৰ্ত্তিতাৰ দৃঢ় বান্ধোনত গাঁৱত এই ভিত্তি স্থাপন কৰি লব পাৰিলে, ৰাজহুৱা সঙ্ঘবদ্ধ শক্তিৰে যি কোনো মনোমত নীতি ( অহিংস বা সহিংস ) খুব সফলতাৰে আমি প্ৰয়োগ কৰিব পাৰিম। সেইবাবে এই আঁচনিৰে গাঁওত 'স্বাধীন পঞ্চায়ৎ' ৰাষ্ট্ৰ গঠন কৰিবলৈকে সকলোৱে দিহা কৰক।

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী
জেনেৰেল চেক্ৰেটাৰী
'অসম জাতীয় মহাসভা'

৭ চেপ্তেম্বৰ
ইং ১৯৪২

# দুাই কথা

আদিম অৱস্থাত আন জন্তুবিলাকৰ দৰে মানুহ জাতি প্ৰাণীও নঙঠা আছিল। কেঁচা মঙহ, কেঁচা উদ্ভিদ খাই পৃথিৱীৰ ঠায়ে ঠায়ে ঘূৰি ফুৰিছিল। একো শ্ৰেণীৰ জীৱৰ লগত একো শ্ৰেণীৰ জীৱৰ সদায় সংঘৰ্ষ চলিছিল। যি শ্ৰেণীয়ে আন শ্ৰেণীক পাৰে মাৰি খাই প্ৰাণ ধাৰণ কৰিছিল। এই সংঘৰ্ষত বল, বুদ্ধি দুয়োটাৰ আৱশ্যক হৈছিল। কোনো শ্ৰেণীৰ বল বেছি আৰু বুদ্ধি কম আছিল। কোনো শ্ৰেণীৰ বুদ্ধি বেছি আৰু বল কম আছিল। সংঘৰ্ষৰ সময়ত বল আৰু বুদ্ধি, যিটোৰ বেছি প্ৰয়োজন হৈছিল, সেই শ্ৰেণীৰ প্ৰাণীয়ে সেইটো খটাই আন শ্ৰেণীক খাই জীৱিকা চলাইছিল। এই সংঘৰ্ষত টিকি জীয়াই থাকিবলৈকেই বল আৰু বুদ্ধিৰ পৰিমাণ অনুসাৰে সকলো শ্ৰেণীৰ প্ৰাণীৰ ভিতৰত পোনপ্ৰথমতে আত্মৰক্ষাৰ উপায় উদ্ভাৱনাৰ চেতনা গজি উঠে।

মানুহ সকলো শ্ৰেণীৰ প্ৰাণীতকৈ বল আৰু বুদ্ধিত প্ৰখৰ। প্ৰয়োজন মতে সেই বল বুদ্ধিৰ বৃদ্ধি আৰু উৎকৰ্ষ সাধি আন শ্ৰেণী প্ৰাণীৰ আক্ৰমণৰ পৰা আত্মৰক্ষা কৰি জীয়াই থাকিবলৈকে স্বাভাৱিক ইচ্ছা আৰু চেষ্টাও মানুহৰ আছিল। এই ইচ্ছাৰ পৰাই শ্ৰেণী হিচাপে মানুহৰ ভিতৰত পোনপ্ৰথমতে সঙ্ঘবদ্ধ শক্তিৰে আত্মৰক্ষাৰ ভাব উদয় হ'ল। মানুহৰ এই আত্মৰক্ষাৰ ইচ্ছাটোৰ ওপৰতেই সমাজ সংগঠনৰ প্ৰথম অঙ্কুৰেও ফুট দিলে। এই সমাজ সংগঠনৰ ইচ্ছাৰ পৰাই মানুহ-শ্ৰেণী প্ৰাণীৰ মনত নিৰ্দ্দিষ্ট ঠাই একোডোখৰত স্থায়ীভাৱে বসতি কৰাৰ আৱশ্যকতাও অনুভূত হ'ল; আৰু সেয়ে ক্ৰমোন্নতিৰ খাপত গৈ একোখন গাঁৱত পৰিণত হ'ল, আৰু সেই গাঁৱৰ পৰাই মানৱ-জ্ঞান আৰু মানৱ সভ্যতা, সংস্কৃতিৰ ক্ৰমোন্মেষণৰ আৰু ক্ৰমোন্নতিৰ নিজৰা বৰবলৈ আৰম্ভ কৰিলে। গাঁৱৰ মানৱ জ্ঞান আৰু মানৱ-সভ্যতাৰ এই মূল প্ৰস্ৰৱণৰ পৰাই নানা কাৰণে, ডাঙৰ ডাঙৰ নগৰ-বিলাকৰ সৃষ্টি হ'ল —আৰু বুদ্ধিৰ বিচিত্ৰ বিকাশে সেই নগৰত বহুবিলাক কৃত্ৰিমতাৰ উদ্ভৱ ঘটাই, গাঁৱক মূল নিজৰাৰ সচ্ছল সোঁত আওকাণ কৰি চেপি ৰাখি মানুহৰ বিৰাট সমষ্টি গাঁৱক সকলো প্ৰকাৰে ঘোলা সৌন্দৰ্য্যহীন কৰিলে। এইবাবেই, নাগৰিকতা আৰু গ্ৰাম্যতাৰ সংঘৰ্ষমূলক নানা মতবাদ মানুহৰ মনত উদয় হ'ল।

পূৰ্ণ পৰিপুষ্টিৰ পথত এটা স্থায়িত্ব দি মানৱ সভ্যতাৰ ধাৰা শান্তিপূৰ্ণভাৱে বোৱাই থাকিব লাগিলে সংস্কৃতি, শিল্প, কলা অৰ্থনৈতিক, আৰু সকলো সংগঠনৰ কাম আৰম্ভ কৰিব লাগিব গাঁৱক কেন্দ্ৰ কৰি। সেইবাবে 'জাতীয় মহাসভা'ৰ পক্ষৰ পৰা গাঁৱক কেন্দ্ৰ কৰি এই 'স্বাধীন-পঞ্চায়ৎ-ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আচনি'ৰে সংগঠন কামৰ চেষ্টা কৰা হ'ল। এই আঁচনি মতে যি কোনো মতবাদৰ লোকেই দেশক গঢ়ি তুলিব পাৰিব। তাত 'অসম জাতীয় মহাসভা'ৰ পূৰা সহযোগ থাকিব।


**শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী**

জেনেৰেল চেক্ৰেটৰী,

'অসম জাতীয় মহাসভা'।

# পঞ্চায়ৎ-ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি

তলত লিখা দৰে ৰাষ্ট্ৰাঙ্গৰ বিভাগ লৈ প্ৰদেশবিলাক আৰু স্বাধীন যুক্ত ভাৰত গঠিত হ'ব। মানৱ-সভ্যতাৰ মূল ভূমি আৰু মানৱ প্ৰগতিৰ ঘাই উৎস গাঁও। সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, জ্ঞান-বিজ্ঞান, শিল্প-বাণিজ্য, সাহিত্য কলা, সভ্যতা-সংস্কৃতি আদি মানৱীয় প্ৰগতিৰ প্ৰথম ভাষাহীন স্পন্দন জাগে গাঁৱত। গাঁৱত সজাগ হোৱা এই ভাষাহীন স্পন্দনেই মানৱ প্ৰাণত জগাই তোলে অভিযান বা প্ৰগতিৰ দুৰ্দ্দম্য আকাংক্ষা তাৰ বিচিত্ৰ বিকাশত ৰূপ দি দেশ, নগৰ আদি সৃষ্টি কৰিবলৈকে। মানৱ-প্ৰগতিৰ মূল শিপা গাঁৱত। মূল ভেটিৰ পৰা গঢ় দি তুতুলিলে মানৱ-প্ৰগতিৰ অনন্তগামী উচ্চ চূড়া নিটোল, নিৰ্ঘুণ হৈ স্থায়ী নহ'ব—অশান্তিৰ উৎপাতত যুগে যুগে সি ভাঙি চূৰ্ণীকৃত হ'ব। গাঁৱক কেন্দ্ৰ কৰি মানৱাত্মাৰ বিকাশ প্ৰসাৰিত হ'ব লাগিব। তেহে মানৱ প্ৰগতি নিখুঁত হ'ব। সেইবাবে, গাঁৱৰ ভিতৰে-দিয়েই প্ৰদেশবিলাকৰ জাতীয় জীৱন সংগঠনৰ চেষ্টা কৰা হ'ল।

## ৰাষ্ট্ৰাঙ্গ গঠনৰ নিয়ম

( ১ )

(ক) স্বাধীন প্ৰাথমিক পঞ্চায়ৎ ৰাষ্ট্ৰ

(খ) স্বাধীন গাঁৱলীয়া পঞ্চায়ৎ ৰাষ্ট্ৰ

(গ) স্বাধীন জন-পঞ্চায়ৎ ৰাষ্ট্ৰ

(ঘ) স্বাধীন সমূহ পঞ্চায়ৎ ৰাষ্ট্ৰ

(ঙ) স্বাধীন সাধাৰণ পঞ্চায়ৎ ৰাষ্ট্ৰ

(চ) স্বাধীন জাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ

(ছ) স্বাধীন মহাজাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ

( ২ ) নগৰ, শিক্ষা, শিল্প আৰু ব্যাৱসায়ৰ কেন্দ্ৰবিলাক এই নিয়মে একোটা বেলেগ বেলেগ ৰাষ্ট্ৰাঙ্গ নামে গঠিত হ'ব।

## ৰাষ্ট্ৰাঙ্গ গঠনৰ নিয়ম

( ৩ ) (ক) প্ৰত্যেক গাঁৱত ১৩ আৰু ১৪ নিয়ম মতে বাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধিৰ দ্বাৰা গঠিত হ'ব 'স্বাধীন প্ৰাথমিক পঞ্চায়েৎ ৰাষ্ট্ৰ পৰিষদ'।

(খ) পাঁচখন বা আৱশ্যক মতে ততোধিক 'স্বাধীন প্ৰাথমিক পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদ' লগ লাগি গঠিত হ'ব 'স্বাধীন গাঁৱলীয়া পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ' আৰু প্ৰত্যেক 'প্ৰাথমিক পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদ'ৰ সুবিধা অসুবিধা বুজি, দুইজনকৈ বা ততোধিক নিৰ্ব্বাচিত প্ৰতিনিধি লৈ গঢ়িব আৰু পৰিচালনা কৰিব এই ৰাষ্ট্ৰ-পৰিষদ।

(গ) পাঁচখন বা আৱশ্যকানুযায়ী বেছি 'গাঁৱলীয়া স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ' লগ লাগি গঠিত হ'ব স্বাধীন জন-পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদ' আৰু প্ৰত্যেকখন গাঁৱলীয়া পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদৰ পৰা তিনিজনকৈ বা ততোধিক নিৰ্ব্বাচিত প্ৰতিনিধি লৈ গঢ়িব আৰু পৰিচালনা কৰিব এই ৰাষ্ট্ৰ-পৰিষদ।

(ঘ) পাঁচখন বা আৱশ্যক মতে ততোধিক 'স্বাধীন জন-পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদ' লগ

লাগি গঢ়িব 'স্বাধীন সমূহ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' আৰু প্ৰত্যেকখন 'স্বাধীন জন-পঞ্চায়ং ৰাষ্ট্ৰ পৰিষদ'ৰ পৰা চাৰি বা তাতকৈ বেছি সংখ্যক নিৰ্ব্বাচিত প্ৰতিনিধি গৈ গঢ়িব আৰু পৰিচালনা কৰিব এই ৰাষ্ট্ৰ-পৰিষদ।

(ঙ) পাঁচখন বা আৱশ্যকানুযায়ী ততোধিক 'স্বাধীনসমূহ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' লগ লাগি গঠিত হ'ব 'স্বাধান সাধাৰণ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' আৰু প্ৰত্যেক 'স্বাধীন সমহ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ৰ পৰা পাঁচজনকৈ, বা আৱশ্যক হ'লে বেছি সংখ্যক নিৰ্ব্বাচিত প্ৰতিনিধি গৈ গঢ়িব আৰু পৰিচালনা কৰিব ৰাষ্ট্ৰ-পৰিষদ।

(চ) পাঁচখন বা আৱশ্যক দেখিলে বেছি 'স্বাধান সাধাৰণ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' লগ লাগি গঠিত হ'ব 'স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' আৰু প্ৰত্যেক 'স্বাধীন সাধাৰণ পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ৰ পৰা ছয়জনকৈ বা আৱশ্যক মতে, তাতোকৈ বেছি সংখ্যক নিৰ্ব্বাচিত প্ৰতিনিধি গৈ গঢ়িব আৰু পৰিচালনা কৰিব এই ৰাষ্ট্ৰ-পৰিষদ।

(ছ) গোটেইবিলাক 'স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' লগ লাগি গঠিত হ'ব 'স্বাধীন মহাজাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' আৰু প্ৰত্যেক 'স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদৰ'ৰ পৰা সাতজনকৈ বা আৱশ্যকানুযায়ী বেছি সংখ্যক নিৰ্ব্বাচিত প্ৰতিনিধি গৈ গঢ়িব আৰু পৰিচালনা কৰিব এই ৰাষ্ট্ৰ-পৰিষদ।

## ৰাষ্ট্ৰাঙ্গৰ ভিত্তি

(৪) বৰ্ত্তমান মীমাংসিত ভৌগোলিক সীমা ঠিক ৰাখি ঐতিহাসিক জাতিগত ধাৰাৰে জাতীয় ভাষা-সংস্কৃতিগত ভিত্তিত সকলো 'স্বাধীন পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ' গঠিত হ'ব।

(৫) উক্ত নীতিমতে আৱশ্যক হলে 'স্বাধীন পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ৰ আধুনিক ভৌগোলিক সীমাৰ পৰিৱৰ্ত্তনো হ'ব পাৰিব।

(৬) 'স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ৰ ভিতৰত থকা যি কোনো মূল অধিবাসীৰ, তেওঁ-লোকৰ ইচ্ছামতে 'স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ৰ অংশ স্বাধীন উপৰাষ্ট্ৰ Independent Sub-unit) হিচাপে, তেওঁলোকৰ ভাষা, সংস্কৃতি, অৰ্থ, সমাজনীতিত সম্পূৰ্ণ স্বাধীনতা থাকিব।

(৭) স্বাধীন জাতীয় পঞ্চায়ং ৰাষ্ট্ৰ-পৰিষদ'ত তাৰ ভৌগোলিক সীমাৰ বাহিৰৰ কোনো ভাষাগত, ধৰ্ম্মগত, অৰ্থগত ৰাজনীতিগত গোজ-পোতা স্বাৰ্থকে (vested interests) শ্ৰেণীগত বা খেলগত ঘকৰা অধিকাৰৰ বাহিৰে ৰাষ্ট্ৰীয় অধিকাৰ দিয়া নহ'ব।

(৮) প্ৰত্যেক ৰাষ্ট্ৰাঙ্গ পৰিষদত ভাষা, সংস্কৃতি, অৰ্থ, শিক্ষা, সমাজ আৰু ৰাজনীতি বিষয়ত ৰাষ্ট্ৰাঙ্গৰ সামূহিক স্বাৰ্থৰ বাহিৰে কোনোবিধ সাম্প্ৰদায়িক বা ব্যক্তিগত স্বাৰ্থ থাকিব নোৱাৰিব।

(৯) ব্যক্তিগত স্বাধীনতা সম্পূৰ্ণ থাকিলেও, প্ৰত্যেক ৰাষ্ট্ৰাঙ্গৰ প্ৰত্যেক ব্যক্তিয়ে একেটা পৰিয়াল ভুক্ত লোক বুলি ৰাষ্ট্ৰাঙ্গৰ সামূহিক মঙ্গলামঙ্গলত ব্যক্তিগত স্বাৰ্থ এৰি দিব লাগিব।

(১০) 'স্বাধীন প্ৰাথমিক পঞ্চায়ং ৰাষ্ট্ৰ'ৰ বাহিৰে আন ৰাষ্ট্ৰবিলাকলৈ প্ৰতিনিধি নিৰ্ব্বাচিত হ'ব প্ৰত্যেক তলতীয়া ৰাষ্ট্ৰাঙ্গৰ প্ৰতিনিধিসকলৰ দ্বাৰা।

(১১) আৱশ্যক দেখিলে পাঁচখনতকৈ বেছি সংখ্যক পঞ্চায়তৰ সংযোগেৰেও একোখন ৰাষ্ট্ৰ গঠন কৰিব পাৰিব।

(১২) এইদৰে ৰাষ্ট্ৰবিলাক গঠনত, আৱশ্যক হলে, বৰ্ত্তমান গাঁও, মহকুমা, জিলা, মৌজা-বিলাকত, সংশ্লিষ্ট ৰাইজৰ মতামত আৰু সুবিধা-অসুবিধালৈ তীক্ষ্ণ দৃষ্টি ৰাখি সাল-সলনি ঘটাব পাৰিব।

(১৩) নিৰ্ব্বাচনবিলাক প্ৰত্যেক গাঁৱৰ সাবালক আৰু সাবালিকা মুনিহ-তিৰোতাৰ ভোটৰ দ্বাৰা স্বিকৃত হ'ব।

(১৪) 'প্ৰাথমিক' আৰু 'গাঁৱলীয়া'ত দহ ভাগৰ ন ভাগ, 'জন' আৰু 'সমূহত' দহ ভাগৰ আঠ ভাগ, আৰু 'সাধাৰণ'ত, 'জাতীয়'ত আৰু 'মহাজাতীয়'ত দহ ভাগৰ সাত ভাগ ভোটাৰে ভোট ব্যৱহাৰ কৰিলেহে সেই নিৰ্ব্বাচন গ্ৰহণীয় হ'ব। নহলে, সেই নিৰ্ব্বাচন বাতিল কৰি পুনৰ্নিৰ্ব্বাচন চলাব লাগিব।

(১৫) নিৰ্ব্বাচনবিলাকত হিন্দু, মুছলমান, অস্পৃশ্য, ট্ৰাইবেল, ধনী, নিধনী, বামুণ, অবামুণ, মুনিহ, তিৰোতা আদি কোনো প্ৰকাৰৰ সাম্প্ৰদায়িক বা শ্ৰেণীগত বিভেদভাৱৰ চিন্তা আৰু কল্পনাও মনত আৰু কাৰ্য্য ক্ষেত্ৰত ঠাই নোপোৱা বিশেষকৈ সকলো বিবেচনাৰ আগত উজ্জ্বল হৈ থাকিব। বৰঞ্চ, সাম্প্ৰদায়িক বা শ্ৰেণীগত দুৰ্ব্বল মনোবৃত্তি থকা গম পোৱা প্ৰাৰ্থীসকলক বা অসাম্প্ৰদায়িক আৰু অ-শ্ৰেণীকতাৰে আনসকলে উদাৰ মনেৰে নিজ স্বাৰ্থ ত্যাগ কৰিও সৰ্ব্বপ্ৰকাৰ সুবিধায়ে দিয়া হব লাগিব।

(১৬) কোনো লোকে সাম্প্ৰদায়িক বা শ্ৰেণীগত মনোবৃত্তিৰে পঞ্চায়ৎ ৰাষ্ট্ৰৰ ভিতৰত সোমাবলৈ অনিচ্ছা প্ৰকাশ কৰিলে বা কোনো প্ৰকাৰৰ বিৰোধ ভাৱ দেখুৱালে, তেওঁৰ প্ৰতি কোনো প্ৰকাৰৰ জোৰ-জবৰদস্তী, বা মনত আঘাত দিয়া আচৰণ নকৰি, পঞ্চয়তৰ নিৰপেক্ষ, ন্যায়, নিঃস্বাৰ্থ, উদাৰ আৰু সকল কাৰ্য্যেৰে তেওঁক পঞ্চায়তৰ প্ৰতি আকৰ্ষণ কৰিবলৈ যত্ন কৰিব।

(১৭) 'প্ৰাথমিক পঞ্চায়ৎ ৰাষ্ট্ৰ' গঠন কৰাৰ আগতেই সেই গাঁৱৰ ৰাইজে গোট খাই তিনিজন লোক নিৰ্ব্বাচন কৰি এখন 'নিৰ্ব্বাচন সমিতি' পাতি দিব আৰু নিৰ্ব্বাচন সম্বন্ধীয় সকলো কাম এই সমিতিয়ে কৰিব।

(১৮) নিৰ্ব্বাচন সমিতিৰ কোনো জনেই নিৰ্ব্বাচন প্ৰাৰ্থী হ'ব নোৱাৰিব।

(১৯) নিৰ্ব্বাচনৰ কাম শেষ হৈ প্ৰাথমিক পঞ্চায়তৰ গঠন হলেই উক্ত নিৰ্ব্বাচন সমিতি এনেয়ে ভাঙি যাব, আৰু নিৰ্ব্বাচনৰ সকলো কাকত-পত্ৰ বিধে-বিধে পঞ্চায়ৎ পৰিষদৰ হাতত গতাই দিব।

(২০) প্ৰত্যেক নিৰ্ব্বাচন সম্প্ৰতি মাত্ৰ এবছৰলৈ থাকিব। বছৰৰ পাছতেই অৰ্থাৎ এমাহ আগতেই উক্ত দৰে সমগ্ৰ ৰাইজ গোট খাই এখন 'নিৰ্ব্বাচন সমিতি' পাতি নতুন নিৰ্ব্বাচনৰ কাম চলাব।

(২১) নিৰ্ব্বাচনৰ পাছতেই আটাইকেজন নিৰ্ব্বাচিত সদস্য গোট খাই পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদৰ ভাৰ গ্ৰহণ কৰিব আৰু পাৰস্পৰিক ভোটৰ দ্বাৰা (ক) এজন সভাপতি (খ) এজন সাধাৰণ সম্পাদক, (গ) এজন সম্পাদক, (ঘ) এজন ধনাধ্যক্ষ, (ঙ) এজন সংগঠক পাতি ল'ব।

(২২) প্ৰাথমিক পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদৰ সদস্য আৱশ্যক বুজিলে পাঁচ জনতকৈ বেছি জনো নিৰ্ব্বাচিত হৈ পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদত ঠাই পাব পাৰিব আৰু পৰিচালনাৰ আন বিভাগ তেওঁৰ অধীনত অৰ্পণ কৰিব।

(২৩) নিৰ্ব্বাচন-সমিতিয়ে পোনপ্ৰথমে সেই গাঁৱৰ প্ৰত্যেক সাবালক, সাবালিকা ভোটাৰৰ তালিকা প্ৰস্তুত কৰি পঞ্চায়ৎ-পৰিষদৰ বাবে নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত প্ৰাৰ্থী আহ্বান কৰিব।

(২৪) প্ৰাৰ্থীৰ আৱেদন নিৰ্দিষ্ট কালৰ ভিতৰত শেষ হোৱা মাত্ৰেই প্ৰত্যেকজন পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদৰ সদস্য-পদ প্ৰাৰ্থীৰ নামে নামে একোটা বিৱৰণ পৰিচয় লিখি উলিয়াই নিৰ্ব্বাচন সমিতিয়ে প্ৰত্যেকজন ভোটদাতা আৰু ভোটদাত্ৰীৰ আগত নি—প্ৰাৰ্থীজনে তাৰ আগতে সেই গাঁও বা খেলৰ সামূহিক মঙ্গলৰ বাবে কি কি কাম কৰিছে, বা কনে ধৰণৰ মনোবৃত্তিৰ পৰিচয় দিছে, বা কি কি বিষয়ত কিমান পৰিমাণে ত্যাগ স্বীকাৰ কৰিছে,—তেওঁৰ বা খেলৰ বা বাহিৰৰ আনসকলৰ প্ৰতি তেওঁ কামেৰে বা চিন্তাৰে সহৃদয়তা, নিঃস্বাৰ্থতা, উদাৰতা আৰু উচ্চ ভাৱৰ কেনে পৰিচয় দিছে, ইত্যাদি উপস্থিত কৰিব।

মৰ্ম্মাৰ্থ এনে কৰাৰ উদ্দেশ্য হৈছে এই যে, (ক) প্ৰাৰ্থীজনৰ বাবে ভোটদাতা ভোটদাত্ৰী সকলে নিঃসন্দেহ নিশ্চিতকৈ জানি ভোটৰ ক্ষমতা ব্যৱহাৰ কৰিব লাগিব যে, তেওঁৰ ওপৰত ৰাষ্ট্ৰৰ শাসনভাৰ পৰিলে, তেওঁৰ সকলো ক্ষেত্ৰতে নিৰপেক্ষ, নিঃস্বাৰ্থভাৱে বিচাৰ কৰিব, ৰাইজৰ মঙ্গলৰ কামত নিজ স্বাৰ্থ হানি কৰিও কাম কৰিব, ভোটদাতা, ভোটদাত্ৰীসকলেও ভোটৰ অপব্যৱহাৰ হোৱা মনোকষ্টৰ পৰা নিষ্কৃতি পাব। (খ) এই প্ৰাৰ্থীসকলৰ সেই অঞ্চলৰ ৰাইজৰ মঙ্গলৰ পক্ষৰ পৰা ঈশ্বৰ, ধৰ্ম্ম, দেশ মাতৃকাৰ দোহাই দি অনুৰোধ কৰিব, যাতে তেওঁৰ পূৰ্ব্বাপৰৰ কাৰ্য্যৰ বিৱৰণাদি ৰাইজৰ আগত সেইদৰে উপস্থিত কৰাত, ৰাইজৰ মঙ্গলৰ খাটিৰত তেওঁ মনত একো বিষমভাৱ পৰিপোষণ নকৰি, বৰঞ্চ, সৰলভাৱে আনন্দ মনেৰে তেওঁ নিজেই সেই কামটো কৰে,—তেনে কৰাত বেয়া পোৱা লোকে যেন প্ৰাৰ্থীয়েই নহয়। (গ) স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠন আৰু পৰিচালনা কৰোঁতা প্ৰত্যেকে এইটো সম্যকভাৱে হৃদয়ঙ্গম কৰিব লাগিব যে, ৰাইজৰ মঙ্গলজনক সচ্চৰিত্ৰবান লোকৰ কাৰ্য্যৰ দ্বাৰা, প্ৰভাৱৰ দ্বাৰাহে অধীন অৱস্থাৰ পৰা আমাৰ দেশক স্বাধীন অৱস্থালৈ তুলি আনিব পৰা হ'ব। আনৰ অনুগ্ৰহ নিগ্ৰহ অতিক্ৰম, অৱজ্ঞা কৰি নিজে নিজৰ জাতীয় স্বাধীন-ৰাষ্ট্ৰৰ দৃঢ়ভিত্তি গঢ়িব আৰু পৰিচালনা পৰা হ'ব। ৰাইজৰ মঙ্গলৰ প্ৰতিকূল চৰিত্ৰৰ লোকৰ হাতত এই ক্ষমতা পৰিলে আমাৰ জাতীয় স্বাধীন-ৰাষ্ট্ৰ কোনোকালে গঢ়িব পৰা নহ'ব। আমি চিৰকাললৈকে পৰ-দাসত্বত বন্ধা থাকিব লাগিব। আমাৰ নিজৰ চৰিত্ৰবল, কৰ্ম্মবলৰ দ্বাৰা এই ক্ষমতা আমি নিজে আমাৰ ভিতৰত গঢ়ি লব লাগিব।

(২৫) গাঁওখনৰ সকলোৰে পক্ষে সুবিধাজনক ঠাই এডোখৰ নিৰ্দ্দিষ্ট কৰি ভোটদাতা-ভোটদাত্ৰী সকলে নিজে তালৈ আহি প্ৰাৰ্থীসকলৰ পক্ষে ভোট দিব।

(২৬) ভোট দিয়াৰ আগতে নিৰ্ব্বাচন সমিতিৰ আগত ভোটদাতা, ভোটদাত্ৰীৰ প্ৰত্যেক জনেই

স্পষ্ট-শপত গ্ৰহণ কৰিব লাগিব "মই ঈশ্বৰক, ধৰ্ম্মক, দেশ মাতৃকাক, ৰাইজক সাক্ষী কৰি সৰলান্তঃকৰণেৰে শপত কৰি কৰোঁ যে, 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ শাসন, আদেশ মই সৰ্ব্বতোভাৱে মান্য কৰি চলিম, পঞ্চায়ৎ পৰিষদক ৰাষ্ট্ৰীয় শাসন নিৰপেক্ষ সুচাৰুকৈ পৰিচালনা কৰাত সৰ্ব্বতোভাৱে সহায় কৰিম,—অমান্য কৰি সহায় নকৰিলে মই ঈশ্বৰদ্ৰোহী, ধৰ্ম্মদ্ৰোহী, সমাজদ্ৰোহী, ৰাইজদ্ৰোহীৰ পাপত পৰিম, তাৰবাবে পঞ্চায়ৎ পৰিষদৰ বিহিত শাস্তি মই বিনা আপত্তিৰে গ্ৰহণ কৰিম।"

(২৭) উক্ত শপথটো কাগজ এটুকুৰাত ছপা বা লিখা থাকিব। ভোটদাতা, ভোটদাত্ৰীয়ে নিজে নিজে পঢ়িব নাজানিলেও আনে পঢ়ি মৰ্ম্ম বুজাই কোৱামতে স্পষ্টকৈ উচ্চাৰণ কৰিব।

(২৮) কোনো প্ৰাৰ্থীয়েই, নিজে বা তেওঁৰ পক্ষৰ কোনো লোকে তেওঁৰ বাবে ভোটাৰসকলৰ ওচৰত কোনো প্ৰকাৰৰ কেনভাচ কৰিব নোৱাৰিব। তেহে সাম্যবাদৰ শোষণহীন, নিখুঁত গণতন্ত্ৰী নিৰ্ব্বাচন হ'ব।

(২৯) 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ শাসন পৰিষদৰ সভাপতিৰ ক্ষমতা :

(ক) সেই পঞ্চায়তৰ সীমাৰ ভিতৰত নৰ-নাৰীৰ শাৰীৰিক, মানসিক, চাৰিত্ৰিক, নৈতিক আৰু আৰ্থিক অৱস্থাৰ—শিক্ষা আৰু স্বাস্থ্য ৰক্ষাৰ,—গৰু গাই, খেতি-বাতি, বাট-ঘাটৰ উন্নতি আৰু উৎকৰ্ষ সাধন প্ৰণালীৰ—শান্তি ৰক্ষা, আত্মৰক্ষাৰ সুব্যৱস্থাৰ—ন্যায়ান্যায় বিচাৰৰ পদ্ধতি আদি শাসন বিভাগৰ যাৱতীয় বিষয়ৰ পাৰিপাটিকৈ চলন বিষয়ত সদায় সচেতন থাকিব আৰু শাসন পৰিষদৰ আন সকলৰ লগত পৰামৰ্শ আলোচনা কৰি সেইমতে উন্নতিৰ পদ্ধতি প্ৰণালী স্থিৰ কৰিব। (খ) আৱশ্যক হলে সকলো বিষয়তে শেষ মতামতৰ ক্ষমতা থাকিব সভাপতিৰ হাতত আৰু এই ক্ষমতা তেওঁ পৰিচালনা কৰিব পৰিষদত আলোচনা কাৰ্য্য শেষ কৰাৰ পাচত।

(গ) আৱশ্যক হলে, সভাপতিৰ এক বা ততোধিক কৰ্ম্মচাৰীৰ বিশিষ্ট এখন স্বকীয়া কাৰ্য্যালয় থাকিব। কোনো জৰুৰী বিষয়ত ৰাষ্ট্ৰৰ সন্মান, ৰাষ্ট্ৰৰ স্বাৰ্থ আদি ৰক্ষাৰ আৱশ্যকীয় আৰু নিশ্চিন্ত উপায় অৱলম্বন কৰাত, পৰিষদৰ লগত মতৰ অমিল হলেও, সভাপতিয়ে বিশেষ ক্ষমতাৰে সেই কাম কৰিব পাৰিব।

(৩০) সাধাৰণ সম্পাদকৰ ক্ষমতা : (ক) ৰাষ্ট্ৰৰ সকলো বিভাগৰ শেষ সিদ্ধান্তৰ ৰেকৰ্ড আদি পৰিপাটিকৈ ৰক্ষা কৰাৰ দায়িত্ব সাধাৰণ সম্পাদকৰ। আৱশ্যক হলে, সেই সম্বন্ধে নতুন পৰিকল্পনাও প্ৰেছিডেণ্ট বা সভাপতিৰ ওচৰত উপস্থিত কৰি সেই কথা পৰিষদত আলোচনা কৰাব পাৰিব। (খ) ৰাষ্ট্ৰ-পৰিষদৰ যি কোনো, সাধাৰণ বা জৰুৰী বৈঠক আহ্বান কৰা ক্ষমতা সাধাৰণ সম্পাদকৰ হাতত থাকিব। (গ) আন বিভাগবিলাকৰ কামত অৱহেলা বা শিথিলতা দেখিলে, সাধাৰণ সম্পাদকে সেই বিভাগবিলাকৰ ওচৰত সভাপতিৰ আদেশক্ৰমে কৈফিয়ৎ, তৎপৰতা দাবী কৰিব পাৰিব।

(৩১) সম্পাদকৰ ক্ষমতা : সম্পাদকে সকলো বিষয়তে সাধাৰণ সম্পাদকক সহায় কৰিব। সাধাৰণ সম্পাদকে ইচ্ছা কৰিলে তেওঁৰ সম্পাদনীয় কোনো কোনো বিষয়ক কামৰ ভাৰ সম্পাদকৰ

হাততো দিব পাৰিব ; কিন্তু সেইবিলাক কামৰ বাবে সম্পাদক মাত্র সাধাৰণ সম্পাদকৰ ওচৰতহে দায়ী থাকিব।

(৩২) ধনাধ্যক্ষৰ ক্ষমতা : (ক) ৰাষ্ট্ৰৰ ধন-ভঁৰালৰ ভাৰ ধনাধ্যক্ষৰ হাতত থাকিব, আৰু বিভাগে বিভাগে যি ধনৰ আৱশ্যক হ'ব, সেই ধন প্রেছিডেণ্টৰ শেষ স্বাক্ষৰযুক্ত মঞ্জুৰী লৈ খৰচ কৰিব পাৰিব।

(খ) পঞ্চায়ৎ ৰাষ্ট্ৰৰ সকলো খেতি-বাতি, বেহা-বেপাৰ, শিল্প আৰু যি-কোনো আয়-ব্যয়, আৰ্থিক অৱস্থা অনুসন্ধান কৰি, তাৰ অৱনতিৰ কাৰণ বা উন্নতিৰ পন্থা নির্দ্দেশক বিৱৰণ পৰিপাটিকৈ লিপিবদ্ধ কৰি পঞ্চায়তৰ ওচৰত অর্থাৎ সম্পাদকৰ জৰিয়তে প্রেছিডেণ্টৰ ওচৰত পঞ্চায়ত পৰিষদৰ বৈঠকত আলোচনাৰ বাবে উপস্থিত কৰিব। (গ) ইয়াৰ ভিতৰত পঞ্চায়ৎ ৰাষ্ট্ৰৰ ভিতৰুৱা মানুহ আৰু ঘৰচীয়া পশু-পক্ষী আদিৰ শাৰীৰিক আৰু মানসিক স্বাস্থ্য আৰু পৰিশ্ৰমো এই অৰ্থৰ লগত গণ্য হ'ব। (ঘ) ৰাষ্ট্ৰীয় সদস্যৰ বাধ্যতামূলক মাচুলৰ বাহিৰেও, পঞ্চায়তৰ নির্দ্দিষ্ট নিয়ম মতে কৰ, খাজনা আদায় কৰি ধন সংগ্ৰহ কৰিব। (ঙ) আৱশ্যক বুজি পঞ্চায়ৎ ৰাষ্ট্ৰৰ ভিতৰুৱা প্রকৃতভাৱে অধিক অভাৱগ্রস্ত লোক-সকলৰ সহায়ৰ বাবে স্বেচ্ছা-প্রণোদিত দানৰ এটা ৰাজহুৱা ভঁৰালো খুলিব।

(৩৩) সংগঠকৰ ক্ষমতা : (ক) সংগঠকে সেই পঞ্চায়ৎ ৰাষ্ট্ৰৰ ভিতৰুৱা প্ৰত্যেক সাবালক-সাবালিকাক বাধ্যতামূলক শাৰীৰিক, মানসিক আৰু চাৰিত্ৰিক শক্তি চৰ্চ্চাৰ বাবে সংগ্ৰহ কৰিব, আৰু তেওঁবিলাকৰ ব্যক্তিগত শাৰীৰিক, মানসিক আৰু চাৰিত্ৰিক যোগ্যতা আৰু ইচ্ছা অনুসন্ধান কৰি, সেই অনুসাৰে শান্তিসেনা বিভাগ (civil) বা নগৰ ৰক্ষক সেনা বিভাগ (military) ভৰ্ত্তি কৰি, দৈনিক নির্দিষ্ট ঠাই আৰু সময়ত অতিকমেও একো ঘণ্টাকৈ কঠোৰ নিয়মানুবৰ্ত্তিতা আৰু আদেশানু-বৰ্ত্তিতাৰে কুচকাৱাজ (ধনুবিদ্যা, লাঠি, তৰোৱাল খেলা, দৌৰা, জপিওৱা) ইত্যাদি শিক্ষা দিব। (খ) গাঁৱৰ ঘৰ-দুৱাৰ, থকা-মেলাৰ প্ৰণালী, বাট-ঘাট, খোৱা পানী, স্বাস্থ্য বিষয়ক সকলো ৰক্ষা কৰা আৰু উন্নতি কৰা দায়িত্ব গ্রহণ কৰিব। (গ) গাঁৱৰ শান্তিৰক্ষা, আনৰ আক্ৰমণৰ পৰা গাঁৱৰ আত্মৰক্ষা কৰা সকলো দায়িত্ব কঠোৰ নিয়মানুবৰ্ত্তিতা আৰু শৃঙ্খলতাৰে গ্ৰহণ কৰিব। এইবাবে এওঁৰো নিজৰ বেলেগ বেলেগ পাৰিশ্ৰমিকৰ কৰ্ম্মচাৰীৰে বেলেগ কাৰ্য্যালয় এখন থাকিব।

(৩৪) পঞ্চায়তৰ বৈঠক দৈনিক, বা সাপ্তাহিক, বা পষেকীয়া, যেনে সুবিধা আৰু আৱশ্যক, সেইমতে বহাব।

(৩৫) 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ ভিতৰুৱা মাটি-বাৰী, হাই-কাজিয়া, টকা-কড়ি বা আন যি কোনো বিষয়ক বিবাদৰ বিচাৰ পঞ্চায়তৰ বৈঠকত কৰা হ'ব, আৰু ৰায়টো দুয়োপক্ষৰ আগত প্ৰথমতে পঞ্চায়তৰ আচল তত্বটো বুজাই দি সান্ত্বনা আৰু শান্তি আশা কৰি শুনাই দিব।

(৩৬) পঞ্চায়তে তাৰ সৰু সৰু ল'ৰা-ছোৱালী-বিলাককো দেশাত্মবোধক আদৰ্শৰ স্বাধীন জাতীয় নিচান আগত ৰাখি বাধ্যতামূলক শাৰীৰিক ব্যায়াম চৰ্চ্চা, কুচকাৱাজ কৰাই দেশৰক্ষা আৰু শান্তিৰক্ষাৰ বাবে অনুপ্রাণিত কৰি তুলিব।

(৩৭) সেনাৰ দুটা বিভাগ প্ৰত্যেকখন

ৰাষ্ট্ৰাঙ্গত থাকিব। এটা শান্তিৰক্ষক (civil) আনটো দেশৰক্ষক (military); আৰু এই দুয়োটা বিভাগ যোগ্য সেনাধ্যক্ষৰ অধীনত কঢ়া আজ্ঞানুবৰ্ত্তিতাত শিক্ষা প্ৰাপ্ত হৈ পৰিচালিত হ'ব।

(৩৮) ইয়াৰ বাহিৰে (ক) শিক্ষা বিভাগ, (খ) স্বাস্থ্য ৰিভাগ, (গ) বিচাৰ বিভাগ, (ঘ) শ্ৰম বিভাগ, (ঙ) অৰ্থ বিভাগ, (চ) খেতি বিভাগ, (ছ) শিল্প বিভাগ, (জ) বেহা-বেপাৰ বিভাগ, (ঝ) প্ৰচাৰ বিভাগ, আৰু কাৰ্য্য ক্ষেত্ৰত যি যি নতুন বিষয় ওলাই থাকিব, সেইবিলাক পঞ্চায়তে আলোচনা কৰি ভাগে ভাগে নিজ নিজ আয়ত্তাধীনত ভগাই লব আৰু সেইমতে নিজ নিজ কাৰ্য্যালয়ত কৰ্ম্মী নিযুক্ত কৰিব।

(৩৯) প্ৰাথমিক পঞ্চায়ত গাঁৱলীয়া পঞ্চায়তৰ লগত, গাঁৱলীয়া পঞ্চায়তে জন পঞ্চায়তৰ লগত, জন পঞ্চায়তে সমূহ পঞ্চায়তৰ লগত, সমূহ পঞ্চাযতে সাধাৰণ পঞ্চায়তৰ লগত, সাধাৰণ পঞ্চায়তে জাতীয় পঞ্চায়তৰ লগত, জাতীয় পঞ্চায়তে মহাজাতীয় পঞ্চায়তৰ লগত সুদৃঢ় পাৰস্পৰিক সংযোগ আৰু সহযোগ ৰক্ষা বিষয়ত যি কোনো সাৰ্থক বিধি ব্যৱস্থা গঠন কৰি লব।

(৪০) 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ সকলো সংগঠনৰ কাম সম্প্ৰতি থুব শান্তিপূৰ্ণভাৱে কৰি যাব লাগিব। কাৰণ, বৰ্ত্তমান অৱস্থাত শান্তিপূৰ্ণ অহিংস নীতিৰ ওপৰতেই এই স্বাধীন-ৰাষ্ট্ৰ সংগঠনৰ সফলতা ঘাইকৈ নিৰ্ভৰ কৰিছে।

(৪১) পঞ্চায়ৎ কৰ্ম্মী আৰু পঞ্চায়ৎ ৰাষ্ট্ৰবাসী প্ৰত্যেকজনেই ধৰ্ম্ম, ঈশ্বৰ, দেশমাতৃকা আৰু জাতীয় মঙ্গলক সাক্ষী কৰি শপত লৈ পঞ্চায়ৎ আইনৰ নিয়মানুবৰ্ত্তিতা, ওপৰৱালাৰ আদেশানুবৰ্ত্তিতা, সমাজৰ প্ৰতি কৰ্ত্তব্য পৰায়ণতা, কৰ্ম্মক্ষেত্ৰত সত্যনিষ্ঠতা আৰু আন্তৰিকতা, চৰিত্ৰ প্ৰদৰ্শনত পবিত্ৰতা, কঠোৰতাৰে সৰ্ব্বতোভাৱে ৰক্ষা কৰি চলিব লাগিব। তেহে আমাৰ ভিতৰত সংঘবদ্ধ একতাৰ কঠোৰ দৃঢ়তা ঘনীভূত হৈ উঠিব। এনে সঙ্ঘবদ্ধ শক্তিৰেই এমুঠি ইংৰাজে আমি ৪০ কোটি ভাৰতীয়ৰ বিৰাট লোকসঙ্ঘক গোলামতকৈও অধম কৰি শাসন কৰি আছে। এই কলঙ্কনীয় দাসত্বৰ পৰা মুক্ত হবলৈকেও আমি তেওঁলোকৰ দৰেই সঙ্ঘবদ্ধ শক্তি সঞ্চয় কৰি লব লাগিব।

(৪২) এইদৰে আমাৰ গাওঁবিলাক সংগঠিত হলে, ভাৰতত ভাৰত মহাজাতীয় স্বাধীনতা, আৰু অসমত অসমীয়াৰ জাতীয় স্বাধীনতা সংস্থাপনৰ, দুয়োটা কাম সুদৃঢ় শৃঙ্খলিত ভিত্তিত অঙ্গাঙ্গীভাৱে পৰিপূৰ্ণ হৈ উঠিব; আৰু ব্যক্তি-পৰিয়াল-খেল-সম্প্ৰদায়-জাতিগত জীৱনৰ ওপৰত সকলোবিধ সাম্ৰাজ্যবাদীক আৰু ধনতান্ত্ৰিক শোষণ লোপ পাব।

## আন বিশেষ নিয়ম

(৪৩) যি কোনো 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদ'ৰ যি কোনো লোকে, যি কোনো কাৰণত, আন এখন স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰত আহি স্থায়ীভাৱে বসতি কৰিবলৈ ইচ্ছা কৰিলে, সেই 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ সকলো বিষয়ক স্বাৰ্থত সংশ্লিষ্ট হোৱা চৰ্ত্তত লিখিত সম্মতি দি সেই 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ পৰা লিখিত অনুমতি নোপোৱালৈকে, সেই পঞ্চায়তৰ সীমাৰ ভিতৰত উক্ত ইচ্ছা লৈ সোমাব নোৱাৰিব।

(৪৪) পঞ্চায়তে পঞ্চায়তে আদান-প্ৰদান, বেহা-বেপাৰ চলিব। কিন্তু, তেনে কোনো উপলক্ষেও, ২৬ আৰু ৪৩ নিয়মৰ চৰ্ত্তত লিখিত সম্মতি নিদিয়াকৈ, আন এখন পঞ্চায়তৰ কোনো বেপাৰী-কাৰবাৰীয়ে, তেওঁৰ মূল 'পঞ্চায়ত'ৰ কোনো চৰ্ত্ত ৰক্ষা কৰি চলাৰ দাবী লৈ আনখন 'পঞ্চায়ত'ত সোমাব নোৱাৰিব।

(৪৫) কোনো লোকে উক্ত লিখিত চৰ্ত দি 'পঞ্চায়ত'ত সোমাই তেওঁৰ ব্যৱহাৰ, কাৰ্য্য-প্ৰণালী আৰু মতি-গতিৰে 'পঞ্চায়ত'ৰ স্বাৰ্থ হানি কৰা কাম কৰি চৰ্ত্ত ভঙ্গ কৰিলে, তেওঁৰ ওপৰত সকলো 'পঞ্চায়ত'ৰ কোনো সুবিধা ভোগ কৰিব নোৱাৰা শাস্তি পঞ্চায়তে বিহিব; আৰু যেতিয়ালৈকে তেওঁক তেনে বিশ্বাসঘাতকতা কৰাৰ ভাৱ অন্তৰৰ পৰা নিৰ্ম্মূল কৰা দেখা নাযায়, তেতিয়ালৈকে এই সুবিধাৰ পৰা তেওঁ বঞ্চিত থাকিব।

(৪৬) পঞ্চায়তে পঞ্চায়তে আদান-প্ৰদান, বেহা-বেপাৰ ব্যক্তিগত হিচাপে কৰিলেও, সকলো কাম পঞ্চায়ত ৰাষ্ট্ৰ ক্ষমতাৰ জৰিয়তেহে চলিব, আৰু পঞ্চায়ত ৰাষ্ট্ৰৰ জৰিয়তেহে সকলো লেন-দেন হ'ব।

(৪৭) প্ৰত্যেক বিধ পঞ্চায়ৎ ৰাষ্ট্ৰৰ সকলো কাম তাৰ জাতীয় ভাষাৰ জৰিয়তেহে চলিব।

(৪৮) ইচ্ছা কৰিলে, 'স্বাধীন জাতীয় পঞ্চয়ৎ ৰাষ্ট্ৰ'ৰ ভিতৰুৱা 'স্বাধীন উপৰাষ্ট্ৰ'বিলাকৰ কাম-কাজবিলাকো তেওঁলোকৰ নিজ নিজ জাতীয় ভাষাত চলিব।

(৪৯) গৰু-ছাগলীক ঘাঁহ খুওৱা আৰু মানুহৰ খাদ্য শস্য উৎপাদন কৰা 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ মাটি পথাৰবোৰ সকলো পঞ্চায়ৎ ৰাষ্ট্ৰবাসীলোকৰ উমৈহতীয়া হ'ব।

(৫০) কোনো 'পঞ্চায়ৎ ৰাষ্ট্ৰত'ত বৃদ্ধি হোৱা জন সংখ্যাক সেই 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ই ঠাই দিব নোৱাৰা হলে, সেই জনসংখ্যাক ৪৩ নিয়মৰ চৰ্ত্তত আন এখন ঠাই থকা 'প।ায়ৎ ৰাষ্ট্ৰ'ৰ লগত মিলা-প্ৰীতিভাৱে আলোচনা কৰি ঠাই দিবলৈকে বন্দৱস্ত কৰিব।

(৫১) পঞ্চায়তে পঞ্চায়তে বেহা-বেপাৰৰ বন্দৱস্ত, নিজৰ ভিতৰত মিলা প্ৰীতিৰে আলোচনা কৰি চৰ্ত্ত আৰু সুবিধা বিবেচনা কৰি কৰিব।

(৫২) উক্ত বিষয়বোৰত দুখন 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ'ৰ মত অমিল হলে, সেই অমিল উচ্চ 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদে' বিচাৰ কৰি মীমাংসা কৰি দিব।

(৫৩) 'পঞ্চায়ত ৰাষ্ট্ৰ'ৰ ভিতৰুৱা কোনো লোকে কোনো লোকৰ মাটি ব্যক্তিগতভাৱে কিনিব নোৱাৰিব।

(৫৪) এখন 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ কোনো লোকৰ মাটি বা কোনো সম্পত্তি আন এখন 'পঞ্চায়ৎ ৰাষ্ট্ৰ'ৰ কোনো লোকে কিনাটো কল্পনাৰ অতীত।

(৫৫) উক্ত নিয়মবোৰৰ দোষ-গুণ বুজি আৱশ্যকানুযায়ী পঞ্চায়ৎবিলাকে সংশোধন কৰিব পাৰিব আৰু আৱশ্যক বুজি নতুন নিয়ম গঢ়ি লব পাৰিব। ইতি

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী
জেনেৰেল চেক্ৰেটৰী
অসম জাতীয় মহাসভা

গুৱাহাটী
৭ চেপ্টেম্বৰ, ইং ১৯৪২

# অসম আত্মৰক্ষী বাহিনী গঠন

## দেশবাসীলৈ নিবেদন

বৃটিছ সাম্ৰাজ্যবাদী কূটনীতিৰ সহযোগত মুছলীম লীগে 'প্ৰত্যক্ষ সংগ্ৰামেৰে আমাৰ চুবুৰীয়া বঙ্গদেশক ছাৰখাৰ কৰি কেনে জ্বলন্ত নৰকত পৰিণত কৰিছে, সেইটো কলিকতা, ঢাকা, নোৱাখালী, চাদপুৰ, ত্ৰিপুৰা, চট্টগ্ৰাম, মৈমনচিং আদি ঠাইত ব্যাপকভাৱে পুৰুষ-তিৰোতা নিৰ্ব্বিশেষে কাটি-মাৰি, ধৰি বান্ধি জ্বলন্ত জুইত পেলাই দি পুৰি হত্যা কৰা, —বলেৰে ধৰ্ম্মান্তৰ গ্ৰহণ কৰোৱা,—বিয়া দিয়া আৰু বিয়া নিদিয়া গাভৰু ছোৱালীবিলাকক বলেৰে ধৰ্ম্মনাশ কৰি বিয়া কৰোৱা,—ধন-সম্পত্তি লুট কৰা,—ঘৰ-বাৰী পুৰি ছাই কৰা আদি পাশৱিক কাণ্ডবোৰ আমি প্ৰত্যক্ষ দেখা পাইছোঁ। এতিয়া অসমতো, আইন অমান্য কৰি ৰিজাৰ্ভ আৰু পট্টাৰ মাটিবোৰ বলেৰে দখল কৰা নতুন বাহিৰৰ লোকসকল উচ্ছেদৰ বাবে অসম গৱৰ্ণমেণ্টে গ্ৰহণ কৰা নীতিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি মুছলীম লীগৰ গুণ্ডাদলে আমাৰ শান্তিপূৰ্ণ অসমকো অৰাজক-ৰক্তপাতেৰে এখন অশান্তিপূৰ্ণ নৰকত পৰিণত কৰিবলৈকে উদ্যোগ কৰাৰ কাম প্ৰত্যক্ষ দেখা গৈছে। এই উদ্দেশ্যে মুছলীম-লীগে বাহিৰৰ পৰা নিতৌ শই শই নতুন নতুন গুণ্ডা প্ৰকৃতিৰ লোক আমদানি কৰি অসমৰ গাঁৱে-ভূঞে সুমুৱাই দিছে। এই গুণ্ডাদলে প্ৰৱলভাৱে সজ্ঞবদ্ধ হৈ অসমীয়া ৰাইজক আৰু অসম গৱৰ্ণমেণ্টক কাম-কাজ আৰু মতি-গতিৰে দেখুৱাই কৈ দিছে, যে আমি বে-আইনীকৈ দখল কৰা ৰিজাৰ্ভ আৰু পট্টাৰ মাটিবোৰ কেতিয়াও এৰি নিদিওঁ। অসম চৰকাৰ আৰু অসমীয়া ৰাইজে যুটীয়াভাৱে উঠাবলৈকে চেষ্টা কৰিলেও আমি 'প্ৰত্যক্ষ সংগ্ৰাম' চলাই গাৰ বলেৰে সেই মাটি দখল কৰি থাকিম। কিন্তু এইবোৰ মাটি অসমীয়াৰ চিৰকলীয়া পৈতৃক সম্পত্তি।

এই গুণ্ডাদলে শান্তি কেতিয়াও ভাল নাপায়। সেইবাবেই আমাৰ পৈতৃক সম্পত্তিৰ ওপৰত বে-আইনী আক্ৰমণ চলাবলৈকে এই দল সঙ্কুচিত হোৱা নাই। হাই-কাজিয়া মৰা-কটাৰ অশান্তিত থকাটোৱে এই দলৰ ধৰ্ম্ম। এই দলৰ কাৰ্য্যবোৰ প্ৰকৃত হিন্দু, মুছলমান, বৌদ্ধ, খৃষ্টিয়ান, ট্ৰাইবেল নিৰ্ব্বিশেষে মানৱধৰ্ম্মী মাত্ৰকৰে ঘৃণনীয়।

দেখা গৈছে, এই গুণ্ডাদলে উক্ত পৈশাচিক মনোবৃত্তি এৰি সহজতে শান্তিকামী হৈ উঠিব বুলি বিশ্বাস নহয়। গতিকে, বঙ্গদেশৰ দৰে অসমতো এই দলে শান্তি-শৃঙ্খলা ভঙ্গ কৰি অৰাজকতা সৃষ্টি কৰাটো অসম্ভৱ নহয়। এই বিষয়ক মুছলীম-লীগৰ পৰিকল্পনাৰ আঁচনি আৰু মেপ আমাৰ হাতত পৰিছে। কিন্তু আমি অসমীয়াই কৰিম কি ?

অসমৰ বাহিৰতো অসমীয়াৰ ক'তো ঠাই নাই। বঙ্গৰ নোৱাখালীৰ উপদ্ৰুত লোকবিলাক অসমলৈ আহিছে ; কিন্তু অসমত গুণ্ডাদলৰ

উপদ্ৰৱ হলে আমি অসমীয়াই যাম ক'লৈ! পৰ্ব্বতৰ বাহিৰেতো আন ঠাই নাই। কিন্তু তাতো আমি নিৰ্ম্মূল নহমনে? গতিকে, অসমীয়াৰ ৰক্ষাৰ উপায় কি?

উপায়, একমাত্ৰ অসমীয়া পুৰুষ-তিৰোতা নিৰ্ব্বিশেষে 'আত্মৰক্ষী-বাহিনী'ত যোগ দি প্ৰবল সঙ্ঘবদ্ধ শক্তিৰে মুছলীম-লীগৰ গুণ্ডাদলৰ উপদ্ৰৱৰ পৰা আত্মৰক্ষা কৰা। আহক! হিন্দু-বৌদ্ধ মুছলমান-ট্ৰাইবেল-খৃষ্টিয়ান অসমীয়া ভাই ভনী সকল! আহক! আমি আমাৰ সকলো দুৰ্ব্বলতা এৰি আত্মৰক্ষী বাহিনী গঠন কৰি বজ্ৰৰ দৰে প্ৰচণ্ড শক্তিৰে আমাৰ পৈতৃক ঘৰ-বাৰী আমি মুছলীম-লীগৰ আক্ৰমণৰ পৰা ৰক্ষা কৰোঁ।

মাটিৰ সমষ্টি লৈয়ে দেশ,-- দেশ লৈয়ে জাতি আৰু দেশৰ মাটিতেই জী থাকে সেই জাতিৰ লোকবিলাক। সেইবাবেই বৃটিছ আদি সাম্ৰাজ্য-বাদীসকলে আন জাতি এটাক নিৰ্ম্মূল কৰি বা আধামৰা কৰি সেই দেশৰ বুকুত শোষণধৰ্ম্ম নিৰ্ব্বিবাদে চলাই চলাই থাকিবলৈকে পোন প্ৰথমতে সেই দেশৰ মাটিকেই দখল কৰি লয়। সাম্ৰাজ্যবাদী বৃটিছৰ প্ৰিয় শিষ্য মুছলীম-লীগেও সেই বাবে অসমীয়া জাতিক নিৰ্ম্মূল কৰি পাৰম্পৰিক সহযোগেৰে অসমৰ ওপৰত বৃটিছ-পাকিস্থানী শোষণ অব্যাহত চলাই থাকিবলৈকে, বাহিৰৰ পৰা মুছলীম-লীগপন্থী অবাৰিত পমুৱাৰ সোঁত বোৱাই, অসমক ৰক্ষা কৰিবলৈকে প্ৰবৰ্ত্তন কৰা লাইন-প্ৰথাটো বলেৰে উচ্ছেদ কৰি চৰণীয়া ৰিজাৰ্ভ, গৱৰ্ণমেণ্টৰ ৰিজাৰ্ভ, আৰু পট্টাৰ মাটিতো বে-আইনী পমুৱাৰ সোঁত সুমুৱাই দি গাঁৱে-ভূঞে এই মাটিকেই দখল কৰিব ধৰিছে; আৰু এই আইন-বিৰুদ্ধ অৰাজকতা দমন কৰিবলৈকে গ্ৰহণ কৰা অসম চৰকাৰৰ উচ্ছেদ নীতি ব্যৰ্থ কৰি অসমক পাকিস্থান ভুক্ত কৰিবলৈকে প্ৰবলভাৱে সঙ্ঘবদ্ধ হৈছে। এই মাটি অসমীয়াৰ হাতৰ পৰা গলে সবংশে নিৰ্ম্মূল হ'ব। অসমৰ মাটি অসমীয়াৰ চিৰকলীয়া পৈতৃক জাতীয় সম্পত্তি। এই পৈতৃক জাতীয় সম্পত্তি অসমীয়াই সংঘবদ্ধ শক্তিৰে সৰ্ব্বতোভাৱে ৰক্ষা কৰিবই লাগিব। নহলে অসমীয়াৰ ৰক্ষা নাই। অসমৰ বাহিৰে অসমীয়া জাতি ৰক্ষা পৰিবলৈকে আন ক'তো ঠাই নাই।

গুৱাহাটী অসম জাতীয় মহাসভা
ইং ১৯৪৬ চন

## পুৰণি পমুৱা ভাইসকল

আপোনালোকৰ যিসকলে অসমকেই নিজ ভূমি কৰি লৈ অসমত স্থায়ী হৈ সুখে-দুখে বিপদে-আপদে অসমীয়াৰ লগত একেলগে শান্তিৰে বাস কৰি আছে, সেইসকলৰ লগত আমাৰ কোনো বিৰোধ নাই। আপোনালোক অসম দেশৰ অসমীয়া লোক। সেইবাবে গুণ্ডাদলৰ আক্ৰমণৰ পৰা আমি আত্মৰক্ষা কৰি শান্তিৰে থকাৰ চেষ্টাত আমাৰ লগত একগোট বান্ধিবলৈকে আপোনা-লোককো আমি অন্তৰেৰে সৈতে আহ্বান কৰিছোঁ। আপোনালোকৰ লগত যে আমাৰ কোনো বিৰোধ নাই, আপোনালোকক প্ৰথমৰ পৰাই অসমীয়াই মাটি-বাৰী, টকা-কড়ি, ধান-চাউল, খেৰ-বাঁহ আৰু গৰু-গাই আদি সহায় কৰি আৰু অসম চৰকাৰেও ইং ১৯৩৭ চনৰ শেষলৈকে সুবিধা দি আপোনালোকক

অসমত স্থায়ী হৈ বসতি কৰিবলৈ দিয়াটোৱে তাৰ উজ্জ্বল প্ৰমাণ। এতিয়ালৈকে আপোনালোকৰ প্ৰায় তিনি লাখ লোকক অসমীয়াই নিজৰ ভাগৰ মাটি এৰি দি আপোনালোকক নিজৰ চামিল কৰি লৈছে—যিটো আন কোনো প্ৰদেশেই আন কোনো প্ৰদেশক দিয়া নাই। কিন্তু আমাৰ আপত্তি হৈছে, যিসকল বাহিৰৰ লোকে আমি সকলোৰে জাতীয় অস্তিত্ব ধ্বংস কৰিবলৈকে ৰণ-সজ্জাৰে বাহিৰৰপৰা হেজাৰ হেজাৰ নতুন গুণ্ডা আমদানি কৰি গাঁও-ভূঁই দখল কৰি অৰাজক আক্ৰমণেৰে শান্তি আৰু শৃঙ্খলা ভঙ্গ কৰিব ধৰিছে, সেইবিলাক অবাঞ্ছিত মানুহলৈ।

অসম দেশখন সীমা নোহোৱা মাটি থকা দেশ নহয়। খিলঞ্জীয়া হিন্দু, বৌদ্ধ, মুছলমান, ট্ৰাইবেল, খৃষ্টিয়ান আৰু ইং ১৯৩৭ চনলৈকে বাহিৰৰপৰা অহা পুৰণি লোকসকলৰ ভৱিষ্যত সতি-সন্ততিৰ বাবে দূৰৈৰ কথা, বৰ্ত্তমানৰ বাবেও আৱশ্যকীয় পৰিমাণৰ অসমত মাটি নাই। এই কথা ছাদুল্লা চাহাবৰ আমোলৰপৰা আজি কংগ্ৰেছী আমোল-লৈকে গৱৰ্ণমেণ্টে কৈ আছে। তথাপি অসমৰ মাটি লবলৈকে হেজাৰ হেজাৰ নতুন পমুৱা আমদানি হ'বলৈকে এৰা নাই। ১৯৪৫ চনৰ শেষলৈকে 'জাতীয় মহাসভা'ই গণি উলিওৱা মতে উক্ত অসমীয়াসকলৰ ভিতৰতেই একেবাৰেই মাটি নোহোৱা লোকৰ সংখ্যা দহ লাখ পোৱা গৈছে। অসম গৱৰ্ণমেণ্টৰ মতে এই দহ লাখৰ সিকি ভাগ নিজৰ লোকক দিবলৈকেই অসমত মাটি নাই। তাৰ ওপৰত মুছলীম-লীগৰ যুক্তিহীন পাকিস্থানী উত্তেজনাত বাহিৰৰপৰা এইদৰে হেজাৰ হেজাৰ নতুন পমুৱা আহি থাকিলে অসমত কি পৰিস্থিতি হ'ব? অসমীয়াৰ গতি কি হ'ব? অসমকেই নিজ ভূমি কৰি লোৱা অসমীয়া জাতিৰ ভৱিষ্যৎ সন্তান-সকল মাটি-ভেটিহীন হৈ চিৰকাল কাজিয়া-কন্দল আৰু অশান্তিৰ মাজত পৰি অসমৰপৰা নিৰ্ম্মূল হ'ব নালাগিবনে? সেইবাবে খিলঞ্জীয়া অসমীয়া আৰু ১৯৩৭ চনৰ শেষলৈকে আহি স্থায়ী হোৱা পুৰণি পমুৱা ভাইসকল একগোট বাঞ্চি আমি সকলোকে নিৰ্ম্মূল কৰিবলৈকে আগবঢ়া মুছলীম-লীগৰ এই আক্ৰমণৰ অভিসন্ধিৰপৰা আত্মৰক্ষা কৰিবলৈকে সৰ্ব্বতোভাৱে সাজু হৈ উঠাৰ বাহিৰে আমাৰ আন গতি নাই। আমাৰ এই গোট বন্ধাৰ উদ্দেশ্যটো কাৰো ওপৰত সীমা লঙ্ঘন কৰি গৈ আক্ৰমণ কৰা নহয়, কি আন পক্ষই আমাৰ ঘৰ খেদি আহি কৰা আক্ৰমণৰ পৰা আমি আত্মৰক্ষা কৰাহে। আন পক্ষই কাম-কাজেদি আমাক আক্ৰমণ কৰাৰ স্পষ্ট ইঙ্গিত নিদিলে আত্মৰক্ষাৰ বাবে আমি সাজু হোৱাৰ কোনো প্ৰয়োজনীয়তা অনুভৱ নকৰিলোহেঁতেন। আমাৰ এই প্ৰস্তুতিৰ উদ্যমটো আক্ৰমণমূলক নহয়, আত্মৰক্ষামূলকহে।

অসমক মুছলীম-লীগৰ পাকিস্থানী আক্ৰমণৰপৰা ৰক্ষা কৰাটোৱেই আমাৰ এই উদ্যমৰ ঘাই উদ্দেশ্য। অসম গৱৰ্ণমেণ্টে আজি ৰিজাৰ্ভৰ পৰা যি উচ্ছেদ নীতি চলাব ধৰিছে সেইটো ছাদুল্লা মন্ত্ৰীসভাই গ্ৰহণ কৰা নীতি। ইয়াত কোনো হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক কথা নাই। এনেকি, বে-আইনীকৈ সোমোৱা অসমীয়া হিন্দু আৰু ট্ৰাইবেলকো ৰিজাৰ্ভৰ-পৰা উচ্ছেদ কৰা হৈছে।

আহক! কোনোকালে সাম্প্ৰদায়িক অশান্তি নঘটা অসমৰ বৰ্ণ-ধৰ্ম্মনিৰ্বিশেষে সৰ্ব্বশ্ৰেণীৰ অসমীয়া ভাই-ভনীসকল, আহক! আমি 'জাতীয় মহাসভা'ই সংগঠন কৰা 'আত্মৰক্ষী বাহিনীত'ভুক্ত হৈ এক গোট বাঞ্চি আমাৰ ধন-প্ৰাণ, সম্পত্তি, মাটি-বাৰী, তিৰোতা-ছোৱালীৰ ইজ্জৎ-আব্ৰু, ধৰ্ম্ম-কৰ্ম্ম সৈতে আত্মৰক্ষাৰ বাবে সৰ্ব্বতোভাৱে আমি সাজু হওঁ। ইতি—

জাতীয় মহাসভাৰ
আত্মৰক্ষী বাহিনী

গুৱাহাটী— বৰপেটা
১৫ জুন, ১৯৪৬

আপোনাৰ পঢ়া হলে অনুগ্ৰহ কৰি আপোনাৰ বন্ধু-বান্ধৱকো পাঢ়বলৈ দিব।

বৰপেটা 'জাতীয় মহাসভা'ৰ দ্বাৰা প্ৰচাৰিত।

# আত্মৰক্ষী-বাহিনীৰ সংগঠন

( 'আত্মৰক্ষী-ফৌজ'ৰ নাম 'আত্মৰক্ষী-বাহিনী' কৰা হ'ল )

## অসমৰ শান্তিৰক্ষাই 'আত্মৰক্ষী বাহিনী'ৰ লক্ষ্য

অসমীয়া জাতি চিৰ শান্তিপ্ৰিয়। সেইবাবে, অসম দেশ হিন্দু-বৌদ্ধ-ট্ৰাইবেল-মুছলমানৰ মিলন-ভূমি আৰু উপমাৰ স্থল। আজি বাহিৰৰ আক্ৰমণে হেজাৰ ন্যায়, যুক্তি, অনুৰোধ, প্ৰতিবাদ অৱজ্ঞা কৰি অসমৰ সেই চিৰশান্তিত আঘাত কৰিছে। গতিকে অশান্তিবাদী আক্ৰমণকাৰীয়ে যি কূট-কৌশলেৰে আমাৰ শান্তি ভঙ্গ কৰিবলৈকে দিহা কৰিছে, আমি অসমীয়াইও সেই কৌশলেৰে নিজক যোগ্যতাৰে প্ৰস্তুত কৰি ললেহে আক্ৰমণকাৰীক নিৰাশ কৰি আমি আমাৰ চিৰশান্তি ৰক্ষা কৰিব পাৰিম।

## আত্মৰক্ষী-বাহিনীৰ বিশিষ্টতা

কংগ্ৰেছৰ দ্বাৰা গঠন কৰা 'সেৱাদল' নিখিল ভাৰত কংগ্ৰেছৰ আজ্ঞা-অনুজ্ঞা মতে চলিব বাবে, অসমৰ বিশেষ অৱস্থাত বিশেষ আৱশ্যকতা লৈ সি কামত নাহিবও পাৰে, নাইবা কামত খাটিলেও সি অসমীয়াৰ জাতীয় স্বাৰ্থৰ প্ৰতিকূলে যাব পাৰে।

কিন্তু, অসম 'জাতীয় মহাসভা'ই গঠন কৰা 'অসম আত্মৰক্ষী বাহিনী' নিখুঁতকৈ অসমীয়াৰ জাতীয় বাহিনী। অসমীয়াৰ জাতীয় দেশ অসমত অসমীয়াৰ জাতীয় স্বাৰ্থৰ সৰ্ব্বাঙ্গিক সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনেই ইয়াৰ ঘাই লক্ষ্য।

## 'আত্মৰক্ষী-বাহিনী'ৰ ন্যায়-যৌক্তিকতা

কোনো ব্যক্তি এজন বা পৰিয়াল এটাৰ ঘৰ-বাৰীৰ হদৰ দৰে, জাতি এটাৰো ভৌগোলিক সীমা-বিশিষ্ট দেশ এখনৰ ৰাজনীতি, অৰ্থনীতি, সমাজ-নীতি, শিক্ষানীতি, ধৰ্ম্মনীতিৰ ওপৰত স্বতঃসিদ্ধ অধিকাৰ আছে। এই অধিকাৰৰ ওপৰত বাহিৰৰ যি কোনো আক্ৰমণ ( aggression ) মানৱীয় সভ্যতাৰ মাৰ্জ্জিত আৰু নৈতিক জ্ঞানে ঘৃণা কৰে। সেইবাবেই, এই দ্বিতীয় মহাযুদ্ধৰ ফল স্বৰূপে যুযুৎসু জাতিবিলাকৰ ভিতৰত নৈতিক জ্ঞানৰ উন্মেষ ঘটাত, পৃথিৱীৰ যাৱতীয় স্বাধীন জাতিবিলাকে লগলাগি ইউ-এন-ও ( United Nations Organisation ) গঢ়ি একযোগে পাৰস্পৰিক আক্ৰমণৰ বিৰুদ্ধে ব্যৱস্থা কৰিছে। অসম দেশ, ভাৰতত জাতি-বৰ্ণ-ধৰ্ম্ম-সম্প্ৰদায় নিৰ্ব্বিশেষে স্থায়ীভাৱে বাস কৰা লোক-সমষ্টিৰে অসমত গঢ়ি উঠা একমাত্ৰ অসমীয়াৰ জাতীয় দেশ, জাতীয় ঘৰ। সেইবাবে অসমৰ ৰাজনীতি, অৰ্থনীতি, সমাজনীতি,

শিক্ষানীতি, ধৰ্ম্মনীতিত একমাত্ৰ অসমীয়াৰহে জাতীয় অধিকাৰ! এই অধিকাৰত বাহিৰৰ যিকোনো বিজাতীয় আক্ৰমণ পৰিব, এই 'আত্মৰক্ষী-বাহিনী'য়ে তাকেই চূৰ্ণ কৰি অসমত অসমীয়াৰ জাতীয় অধিকাৰ অক্ষুণ্ণ ৰাখিব। 'অসম আত্মৰক্ষী বাহিনী'য়ে নিজ অধিকাৰৰ সীমা লঙ্ঘন কৰি আনৰ অধিকাৰত গৈ কেতিয়াও আক্ৰমণ নকৰে।

## আত্মৰক্ষী-বাহিনীৰ সংগঠন ন্যায়-ধৰ্ম্ম-আইন সঙ্গত

অসমৰ মাটি-বাৰী, ধন-সম্পত্তি, ধৰ্ম্ম-কৰ্ম্ম, মান-মৰ্য্যাদা ধ্বংস কৰি পৃথিৱীৰ পৰা অসমীয়াৰ জাতীয়-ঘৰ আৰু জাতীয় অস্তিত্বৰ চিন লুপ্ত কৰিবলৈকে অসমৰ বাহিৰ-ভিতৰত মুছলীম-লীগৰ যি প্ৰচণ্ড আক্ৰমণ চলিছে, সেই কথা চকু-কাণ আৰু সামান্য বুদ্ধি বিবেচনা থকা অসমীয়া হিন্দু, বৌদ্ধ, ট্ৰাইবেল, মুছলমান, আহোম, খৃষ্টিয়ান আৰু বাহিৰৰ স্থায়ী অধিবাসী কাৰো অবিদিত নাই। কিন্তু এই আক্ৰমণৰ বিৰুদ্ধে আত্মৰক্ষাৰ উদ্যোগ আৰু সংগঠন সম্বন্ধে বহুতৰ ভিতৰত মতদ্বৈধ আছে, যিটো এই জাতীয় সঙ্কটৰ মুহূৰ্ত্তত অসমীয়াৰ ভুল আৰু দুৰ্ভাগ্যৰ বাহিৰে আন একো নহয়। কিন্তু এই দুৰ্ভাগ্যৰ কথাকে ৰতি-খছি আত্মানুতাপত দগ্ধ হৈ থাকিবলৈকে আজি আমাৰ আজৰি নাই। তৎক্ষণাত স্থিৰ সিদ্ধান্ত লৈ উচিত নিয়মানুবৰ্ত্তিতাৰে আত্মৰক্ষাৰ বাবে প্ৰস্তুত হৈ নুঠিলে অসমীয়া জাতিৰ নিস্তাৰ নাই। কংগ্ৰেছী দলে এই মুহূৰ্ত্তলৈকে কোনো এটা স্থিৰ সিদ্ধান্ত লৈ উচিত প্ৰণালীৰে দেশক প্ৰস্তুত কৰিবলৈকে একো দিহা কৰা নাই। কিন্তু অসমীয়াৰ অসম দেশ অকল কংগ্ৰেছী দলৰেই নহয়। সেইবাবে মুছলীম-লীগৰ এই আক্ৰমণৰ পৰা আত্মৰক্ষা কৰি "অসম দেশ একমাত্ৰ অসমক মাতৃভূমি বুলি সেৱা কৰা অসমীয়া"ৰ কৰি ৰাখিবলৈকে 'জাতীয় মহাসভা'ই দুইলখীয়া 'অসম আত্মৰক্ষী বাহিনী' এটা গঠন কৰিবলৈকে আৰম্ভ কৰিছে ইং ১৯৪৬ চনৰ মেই মাহৰ পৰাই।

এই দুইলখীয়া 'অসম আত্মৰক্ষী বাহিনী'ৰ উদ্দেশ্য মুছলীম-লীগৰ নেছনেল-গাৰ্ডৰ দৰে আনৰ অধিকাৰত গৈ বলেৰে সোমাই আক্ৰমণ কৰি ৰক্তপাত কৰা হিংসা নহয়; কিন্তু এই হিংসাৰ ৰক্তপাতৰ ভয়াবহ পৰিণামৰ পৰা আত্মৰক্ষা কৰি নিজৰ দেশত ভূঁইফুটা স্বাভাৱিক অধিকাৰ লৈ শান্তিৰে বৰ্ত্তি থকাটোহে ইয়াৰ ঘাই উদ্দেশ্য। মুছলীম-লীগে বাহিৰৰপৰা খেদি আহি আমাক বলেৰে আক্ৰমণ কৰিছে; আৰু আমি নিজ ঘৰত আমাৰ আত্মৰক্ষাৰ বাবে প্ৰস্তুত হৈছোঁ, এয়ে কথা। মুছলীম-লীগৰ এই আক্ৰমণ ঘোৰ অন্যায়, অধৰ্ম্মমূলক আৰু আইন বিৰোধী, কিন্তু আমাৰ আত্মৰক্ষাৰ প্ৰস্তুতিটো ন্যায়-ধৰ্ম্মমূলক আৰু আইনসঙ্গত।

## আত্মৰক্ষাৰ প্ৰস্তুতিটো হিংসা নহয়

নিৰ্হিংসতা সহিংসতা বোলা বস্তু দুটা সৃষ্টিৰ ধাৰাত চিৰকাল চলি আহিছে আৰু থাকিবও। কিন্তু বুজাৰ ভুলত নিৰ্হিংসতায়ো কেতিয়াবা অহিংসতাৰ সংজ্ঞা পাই শান্তিবাদীৰ দ্বাৰা তিৰস্কৃত হয়। সহিংসতাৰ আক্ৰমণক প্ৰতিৰোধ কৰি আত্মৰক্ষা কৰা শক্তি সংগঠনৰ চেষ্টাত হিংসা ভাৱৰ লেশমাত্ৰও আঁচ নাই, আৰু থাকিবও

নোৱাৰে। আনক আক্ৰমণ কৰা ভাৱ আৰু উদ্যোগটোহে হিংসাত্মক। কিন্তু আক্ৰমণক প্ৰতিৰোধ বা প্ৰতিহত কৰি আত্মৰক্ষা কৰাৰ প্ৰস্তুতিটো হিংসাত্মক নহয়, অহিংসাত্মক। আত্মৰক্ষাৰ ধৰ্ম্মটোৱে সকলো ধৰ্ম্মৰ মূল। ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, আইন ব্যৱস্থা আদি মানৱ সভ্যতাৰ সম্পদৰ প্ৰযোজনো এই আত্মৰক্ষাৰ বাবেই। নিজস্ব দেশ, অস্তিত্ব, মাটি-বাৰী, ধন-সম্পত্তি ইজ্জৎ আবুৰ, ভাষা-সাহিত্য, সভ্যতা-সংস্কৃতি আদি সকলো এই আত্মাৰ অন্তৰ্ভুক্তি। এইবোৰ বাদ দি যি আত্ম, তাৰ বেচ শন্য। তাক আত্ম নকয়, কয় অসাৰ আৱৰ্জ্জনা। সহিংসতা সেয়ে, যি আনৰ এই অধিকাৰত আক্ৰমণ চলাই অনাহকত ৰক্তপাত কৰিবলৈকে কুণ্ঠিত নহয়। কিন্তু যি সংগঠনে এই আক্ৰমণৰ অভিসন্ধি ব্যৰ্থ কৰি আত্মৰক্ষাৰ বাবে যত্ন কৰে সি খাটি নিহিংসতা। এনে কি, এই আত্মৰক্ষাৰ প্ৰচেষ্টাত যদি ৰক্তপাতো ঘটে, তথাপি সি বিশুদ্ধ নিহিংসতা। কাৰণ, আক্ৰমণাত্মক উদ্যোগতহে হিংসাই জন্ম লাভ কৰে, আত্মৰক্ষাত্মক সংগঠনত হিংসাৰ ঠাই নাই। নিহিংসবাদৰ জনক মহাত্মা গান্ধীয়েও তাকেই কৈছে। আক্ৰমণাত্মক সহিংস অভিসন্ধিৰ আগত ক্লীৱ মূৰ্ত্তিৰ নিহিংস স্থিতি ঘোৰ মনুষ্যত্বহীনতা আৰু কাপুৰুষতা। এই কাপুৰুষতাত মানৱ মহত্বজ্ঞাপক শৌৰ্য্য, বীৰ্য্য, বীৰত্ব নাথাকে। শৌৰ্য্য, বীৰ্য্য, মহত্ব বীৰত্বহীন মানৱৰ পৃথিৱীত জী থাকিবৰ অধিকাৰ নাই।

## 'আত্মৰক্ষা-বাহিনাত' ভৰ্ত্তি হোৱা চৰ্ত্ত ?

অসম দেশ কি ?—যি ভূমিখণ্ড অসমীয়া হিন্দু, মুছলমান, বৌদ্ধ, ট্ৰাইবেল, খৃষ্টিয়ানৰ সমান স্বত্ব বিশিষ্ট জাতীয় ধৰ।

অসমীয়া কোন ?—অসমৰ যি স্থায়ী হিন্দু, বৌদ্ধ, ট্ৰাইবেল, মুছলমান, খৃষ্টিয়ানে এই জাতীয়-ঘৰৰ অস্তিত্ব আৰু সন্মান ৰক্ষা কাৰণে সৰ্ব্বস্ব বিসৰ্জ্জন দিবলৈকে সঙ্ঘবদ্ধভাৱে সৰ্ব্বতোভাৱে প্ৰস্তুত হয়।

অসমৰ বৰ্ত্তমান অৱস্থা কি ?—বৰ্ত্তমানত, মাটি-বাৰী, ধন-সম্পদ, মান-ইজ্জৎ, সভ্যতা-সংস্কৃতিৰ সৈতে গোটেইখন অসমৰ ওপৰত বাহিৰৰ প্ৰবল আক্ৰমণ চলিছে।

এতিয়া অসমীয়াৰ কৰ্ত্তব্য কি ?—জাতীয়-ঘৰৰ ওপৰত সমান স্বত্ববিশিষ্ট সৰ্ব্ব-শ্ৰেণীৰ অসমীয়াই সঙ্ঘবদ্ধ শক্তিৰে এই বাহিৰৰ পৰা অসমক ৰক্ষা কৰাটোৱে এতিয়া অসমীয়াৰ ঘাই কৰ্ত্তব্য।

তাৰ বাবে কি উপায় কৰা হৈছে ? তাৰবাবেই 'জাতীয় মহাসভা'ই হুই লখীয়া 'আত্ম-ৰক্ষী বাহিনী' এটা গঠন কৰিবলৈকে দিহা কৰিছে।

এই 'আত্মৰক্ষী বাহিনী' ভৰ্ত্তি হোৱাৰ চৰ্ত্ত কি ?—চৰ্ত্ত তলত দিয়া প্ৰতিজ্ঞা-পত্ৰত চহী কৰিব লাগিব।

## 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰতিজ্ঞা

(১) মই অসমীয়াই, অখণ্ড ভাৰতৰ মহা-জাতীয় স্বাধীন ৰাষ্ট্ৰত, মোৰ চুবুৰীয়া বঙ্গ আৰু আন প্ৰদেশবিলাকৰ দৰে, অসমৰ স্বাধীন বৈশিষ্ট্য ৰক্ষা কৰিবলৈকে প্ৰাণ বলি দিবলৈও কুণ্ঠিত নহম।

(২) মই অসমীয়াই হিন্দু, বৌদ্ধ, মুছলমান, ট্ৰাইবেল, খৃষ্টিয়ান, বামুণ, শুদিৰ, কেওট, কলিতা, মহাপুৰুষীয়া, দামোদৰীয়া, উপত্যকাবাসী, পৰ্ব্বত-বাসী আদি কোনো প্ৰকাৰৰ শ্ৰেণী, সম্প্ৰদায়, নাইবা খেলগত বিৰোধৰ ভাৱ মনত ঠাই নিদিম।

(৩) মই অসমীয়াই, অসমক একমাত্র নিজঘৰ বুলি ধৰা অসম মাতৃৰ সন্তান মাত্রককে এক মাতৃ-গৰ্ভা ভাই-ভনীৰ প্রেম, প্রীতি, স্নেহত গোট খুৱাই জাতীয় একতাৰ শক্তিৰে জাতীয়-ঘৰ সৰ্ব্বতোভাৱে ৰক্ষা কৰিবলৈকে দৃঢ়-প্রতিজ্ঞ হলোঁ।

(৪) মই অসমীয়াই, মোৰ সুখ-বিলাসৰপৰা কাটিও অতি কমেও দিনে এপইচাকৈ বা এমুঠিকৈ চাউল, জাতীয়-ঘৰ ৰক্ষাৰ এই সঙ্কল্প সিদ্ধিৰ খৰচৰ বাবে জমাই বিৰাট জাতীয় ভঁৰাল সৃষ্টি কৰিম।

(৫) মই 'অসম আত্মৰক্ষী বাহিনী'ৰ সৈনিক অসমীয়াই, জাতীয়-ঘৰ ৰক্ষাৰ কামত নেতাৰ আদেশ সৰ্ব্বতোভাৱে বিনা আপত্তিৰে মানি কাম কৰিম।

(৬) মই 'আত্মৰক্ষী বাহিনী'ৰ অসমীয়াক বঙ্গ-পাকিস্থানো নালাগে, হিন্দুস্থানো নালাগে,—লাগে অখণ্ড ভাৰতৰ অবিচ্ছেদ্য অঙ্গ স্বাধীন অসমীয়া স্থান, য'ত প্রত্যেক অসমীয়াই ব্যক্তিগত আৰু শ্রেণী-সমষ্টিগত বৈশিষ্ট্যৰ স্বাধীনতাৰে জাতীয় আত্ম-নিয়ন্ত্রণৰ পূৰা মাত্রা ভোগ কৰিব। সেইবাবে উক্ত আক্রমণবিলাকক প্রতিহত কৰি মোৰ জাতীয়-ঘৰ মই ৰক্ষা কৰিমেই।

(৭) মোৰ এই সংকল্পত যি কোনো শক্তিয়েই বাধা দিব, বা সহযোগ নিদিব, সি অসমক নিজৰ বুলি গ্রহণ কৰা প্রকৃত অসমীয়া নহয়, সি অসম-দ্রোহী, অসমৰ শত্রু। ইতি—

চহী—

ঠিকনা—

## অসম আত্মৰক্ষী-ফৌজৰ মূল উদ্দেশ্য

সমগ্র অসমব্যাপী 'জাতীয়-মহাসভা'ৰ নিৰ্দ্দেশ মতে যি 'অসম আত্মৰক্ষী বাহিনী' গঠিত হ'ব ধৰিছে, তাৰ প্রতিজন সদস্যৰ বাবে :

(১) জীৱ মাত্রকৰে আত্মৰক্ষা পৰম আৰু আদি ধৰ্ম্ম। মানুহৰ পক্ষে এই আত্মৰক্ষাৰ ধৰ্ম্মটো সকলো জীৱতকৈ প্রখৰ আৰু শ্রেষ্ঠ। শ্রেষ্ঠ জীৱৰ চেতনা, জ্ঞান, বিবেকো শ্রেষ্ঠ। শ্রেষ্ঠ জীৱে উচিত দায়িত্ব পালন নকৰিলে সি অশ্রেষ্ঠ অৰ্থাৎ সাধাৰণ জীৱত পৰিণত হয়। সাধাৰণ জীৱত পৰিণত হলে তাৰ পূৰ্ব্ব শ্রেষ্ঠত্ব লোপ পায়।

(২) আত্মচেতনা নাজাগিলে আত্ম-সন্মানৰ জ্ঞান নজন্মে। আত্ম-সন্মানৰ জ্ঞান নজন্মিলে অন্তৰত আত্মৰক্ষাৰ উদ্দীপনা নজ্বলে। অন্তৰত আত্মৰক্ষাৰ উদ্দীপনা নজ্বলিলে আত্মৰক্ষা কৰিবলৈকে আত্মত্যাগৰ প্রস্তুতি গঢ়ি নুঠে। আৱশ্যক হলে, ধন-সোণৰতো কথাই নাই, আত্মত্যাগ কৰিবলৈকে পৰ্য্যন্তও প্রস্তুত নহলে আত্মৰক্ষাৰ যোগ্যতা হাতত নপৰে।

(৩) 'আত্ম' শব্দৰ অৰ্থ অকল নিজৰ শৰীৰটোৱেই নহয়। প্রগতিশীল পথত 'আত্ম'ৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ বাবে নিজ অধিকাৰত সংশ্লিষ্ট মাটি-বাৰী, ঘৰ-দুৱাৰ, বেহা-বেপাৰ, ভাষা সাহিত্য, সভ্যতা-সংস্কৃতি, ধৰ্ম্ম-কৰ্ম্ম, নীতি-নিয়ম, খেল-সমাজ, আবুৰ-ইজ্জৎ, ভাত-কাপোৰ, ব্যৱস্থা বিচাৰ সকলো 'আত্ম' শব্দৰ অন্তৰ্গত। সেইবাবে আত্মৰক্ষাৰ অৰ্থ হৈছে, আত্ম-সংশ্লিষ্ট সকলো-বিলাকক ৰক্ষা কৰা। 'অসম জাতীয় মহাসভা'ই সংগঠন কৰা 'অসম আত্মৰক্ষী বাহিনী'য়ে তাৰ নিজ জাতীয় ঘৰত এই আত্মৰক্ষাৰ বাবে সৰ্ব্বতোভাৱে প্রস্তুত হোৱাটোৱে তাৰ মূল উদ্দেশ্য।

## 'অসম আত্মৰক্ষী ফৌজ'ৰ পালনীয় নির্দ্দেশ

(১) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেক জন সৈনিকে তাৰ জাতীয় দেশ অসমৰ সীমাৰ ভিতৰত অসমীয়াৰ জাতীয় স্বাৰ্থৰ লগত বাহিৰৰ আৰু ভিতৰৰ স্থায়ী অধিবাসীৰ যি কোনো ভাষা, ধৰ্ম্ম, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি সংশ্লিষ্ট সাম্প্ৰদায়িক স্বাৰ্থৰ সমন্বয় ঘটাই সকলো ৰকমৰ সাম্প্ৰদায়িক অভিযোগৰ বাট নিৰ্ম্মূল কৰিবলৈকে অসমীয়াত্বৰ ভিত্তিত যুক্তি আৰু শান্তিপূৰ্ণ প্ৰচাৰ চলাব।

(২) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকেই ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, ধৰ্ম্মনীতি, বৰ্ণনীতি, শ্ৰেণীনীতি আদি সকলো প্ৰকাৰৰ সাম্প্ৰদায়িক ভাৱৰ পৰা মন মুক্ত ৰাখি, সৰ্ব্বতোভাৱে অসমীয়াৰ সামূহিক দেশ, জাতীয় অস্তিত্বৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ কামতেই মানসিক, কায়িক, আৰ্থিক শক্তি নিয়োগ কৰিব।

(৩) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকৰ কৰ্ত্তব্য হ'ব, অসমীয়াৰ জাতীয় দেশ অসমৰ ভিতৰত সকলো প্ৰকাৰৰ সাম্প্ৰদায়িক বিৰোধৰ কাৰণ ভস্মীভূত কৰি প্ৰতিজন দেশবাসীৰ ভিতৰত পাৰস্পৰিক ভ্ৰাতৃ-হৃদয়ৰ সংযোগ ঘটোৱা।

(৪) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকে প্ৰত্যেকৰ প্ৰতি তীক্ষ্ণদৃষ্টি আৰু মনোযোগেৰে লক্ষ্য কৰি চলিব, যাতে তেওঁৰ জাতীয় কোনো লোকে কোনো বাহিৰৰ লোকৰ ওচৰত টকাৰ লোভত কোনো প্ৰকাৰৰ জাতীয় স্বাৰ্থ, জাতীয় সম্পত্তি বিক্ৰী নকৰে। মাটি-বাৰী, কাৰবাৰ-ব্যৱসায়, মান-ইজ্জৎ, ধৰ্ম্ম-কৰ্ম্ম সকলোবিলাক এই জাতীয় স্বাৰ্থ আৰু জাতীয় সম্পত্তিৰ অন্তৰ্গত।

(৫) 'আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেক জনে ২৫ জনকৈ অসমৰ স্থায়ী লোকক অসমীয়া ভাষাৰে প্ৰাথমিক শিক্ষা দিয়া কৰ্ত্তব্য উৎসাহেৰে হাতত লব।

(৬) 'আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকে সকলো বিষয়ত অসমীয়াৰ জাতীয়-ঘৰ আৰু জাতীয়-অস্তিত্বৰ লগত সংশ্লিষ্ট পুৰুষ-তিৰোতাৰ লগত একে ঘৰৰ ভাই-ভনীৰ সম্বন্ধ স্থাপন কৰি চলিব।

(৭) 'আত্মৰক্ষী বাহিনী'ৰ সকলো সেনানীয়ে এই মনোবৃত্তিৰে গঢ়ি উঠিব যে, তেওঁ সকলো পক্ষে নিজ জাতীয়-দেশ আৰু জাতীয়-সমাজৰ বাবেহে,—তেওঁৰ বিদ্যা-ধনৰ সকলো উপাৰ্জ্জন নিজৰ লগতে থাইকৈ দেশৰ আৰু জাতিৰ বাবেহে।

(৮) 'আত্মৰক্ষী বাহিনী'ৰ সকলোৰে প্ৰথম কাম হ'ব, তেওঁলোক সকলো ঋতুত, সকলো পাৰিপাৰ্শ্বিকতাত আৰু সকলো অৱস্থাত ধীৰ-স্থিৰ চিত্তেৰে কৰ্ত্তব্য পথত কাম কৰি চলি থাকিব পৰা উপযোগী শাৰীৰিক, মানসিক, চাৰিত্ৰিক স্বাস্থ্যত পৰিপূৰ্ণ হৈ উঠিবলৈকে কায়োমনোবাক্যে নিৰ্দিষ্ট সুপৰিকল্পিত পদ্ধতিৰে নিজক উপযুক্তকৈ গঢ়ি তোলা।

(৯) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰতিজনে স্থানীয় শ্ৰমশিল্প, খেতি-বাতি, বেহা-বেহাৰ, বাট-ঘাট, খোৱা পানী, থকা ঘৰ-দুৱাৰ আৰু স্বাস্থ্য সম্পদৰ উন্নতিৰে অসমীয়াৰ মানসিক, আৰ্থিক, সামাজিক অৱস্থা টনকিয়াল কৰাটো সকলো কৰ্ত্তব্যৰ আগ কৰ্ত্তব্য বুলি পালন কৰি সকলো কাম কৰিব।

(১০) এই বাহিনীৰ প্ৰত্যেকজন সদস্যৰ কৰ্ত্তব্য

হ'ব, পুৰুষ-তিৰোতা, ল'ৰা-ছোৱাল। নিৰ্বিশেষে প্ৰত্যেকজন অসমীয়াক দেশৰ সকলোবিলাক সাময়িক পৰিস্থিতি হৃদয়ঙ্গম কৰোৱা।

(১১) 'আত্মৰক্ষী বাহিনী'ৰ প্ৰতিজনৰ কাম হ'ব মানসিক আৰু শাৰীৰিক স্বাস্থ্যবৰ্দ্ধক আচাৰ-ব্যৱহাৰ আৰু খাদ্যাদি সকলো অসমীয়াৰ গাঁৱে-গাঁৱে উভৈনদীকে উৎপাদন কৰোৱা।

(১২) 'অসম আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকেই হঠাৎ দুৰ্ঘটনা, বিপদ-আপদ আৰু বেমাৰ-পাতিত নিজক আৰু নিজ জাতীয়জনক উপকাৰ কৰিব পৰা প্ৰাথমিক-চিকিৎসা আৰু সেৱা শুশ্ৰূষা শিকিব।

(১৩) 'আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকজনে ২৫ জনকৈ, পুৰুষ হলে ১৬ বছৰৰপৰা ওপৰলৈ, আৰু তিৰোতা হলে ১৮ বছৰৰ পৰা ওপৰলৈ বয়সৰ, পুৰুষ আৰু তিৰোতাক ইয়াৰ মৰ্ম্ম হৃদয়ঙ্গম কৰাই বাহিনীত ভৰ্ত্তি কৰিব।

(১৪) 'আত্মৰক্ষী বাহিনী'ৰ প্ৰত্যেকজনৰ নিৰ্ঘাত কৰ্ত্তব্য হ'ব, 'জাতীয় মহাসভা'ই গ্ৰহণ কৰা 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' মতে গাঁও সংগঠন কৰা।

(১৫) দেশৰ এই মহা পৰিবৰ্ত্তনৰ সন্ধিক্ষণত অসৎ প্ৰবৃত্তিক আশ্ৰয় কৰি যি মহাবিপ্লৱ আৰু ৰক্তপাতৰ উত্তেজিত বিভীষিকা আহিব ধৰিছে, 'আত্মৰক্ষী বাহিনী'য়ে তাৰ পৰা দেশক সৰ্ব্বতোভাৱে ৰক্ষা কৰি দেশত শান্তি-শৃঙ্খলা থাপিব লাগিব।

## অসম আত্মৰক্ষী বাহিনীৰ সংগঠন

প্ৰত্যেক চহৰ, নগৰ, গাঁৱত, তলত লিখা প্ৰণালীৰে 'অসম আত্মৰক্ষী বাহিনী' সংগঠন কৰি পাকিস্থানী আক্ৰমণ চূৰ্ণ কৰিবলৈকে শৃঙ্খলিত দৃঢ়তাৰে প্ৰস্তুত হ'ব লাগিব।

(১) প্ৰত্যেক ঠাইতে সকলোৰে ওপৰত এটা স্থানীয় 'পৰামৰ্শ আৰু কাৰ্য্যকৰী পৰিষদ' থাকিব আৰু সেই পৰিষদে অসমৰ 'প্ৰাদেশিক পৰামৰ্শ আৰু কাৰ্য্যকৰী পৰিষদ'ৰ অধীনত কাম কৰিব। জৰুৰী সময়ত মূল লক্ষ্য আৰু মূলনীতি ৰক্ষা কৰি স্থানীয় পৰিষদবিলাকে স্বাধীন স্বাধীনভাৱেও কাম কৰিব পাৰিব। এই 'পৰামৰ্শ আৰু কাৰ্য্যকৰী পৰিষদে' সৰ্ব্বতোভাৱে গৱৰ্ণমেণ্টৰ লগত সহযোগ ৰাখি সকলো কাম কৰিব। কংগ্ৰেছ অফিচবিলাকৰ লগতো আৰু তেনে কোনো একেটা উদ্দেশ্যৰে কাম কৰা অনুষ্ঠানৰ লগতো সহযোগ ৰাখি কাম কৰিব।

(২) প্ৰত্যেক চহৰ-নগৰ আৰু গাঁওত একোজনকৈ দলপতি আৰু তেওঁৰ অধীনত তিনিজন বা আৱশ্যক মতে তাতোকৈ বেছি জনকৈ 'তলিদাৰ' থাকিব।

(৩) দলপতিয়ে 'পৰামৰ্শ আৰু কাৰ্য্যকৰী পৰিষদ'ৰ সম্মতি সাপেক্ষে চহৰ, নগৰ আৰু গাঁৱৰ কৰ্ম্মদক্ষ মানুহবোৰক সাতটা 'তলি'ত বিভক্ত কৰি প্ৰত্যেকজন 'তলিদাৰ'ৰ অধীনত দিব। সেই তলিবোৰ হৈছে, *(ক) যুজাৰু তলি, (খ) খবৰদাতা তলি, গ) সহায়কাৰী তলি, (ঘ) ৰচদ যোগোৱা তলি, (ঙ) গৃহৰক্ষা তলি, (চ) শিক্ষা তলি, আৰু (ছ) ধনগোটোৱা তলি।*

## 'তলি' সাতটাৰ কাম

(৪) 'যুজাৰু তলি' : দলপতিৰ আদেশ মতে 'যুজাৰু তলিদাৰে' নিজ 'তলি'ৰ হা-হাতিয়াৰবোৰ

ভালদৰে চাই-চিন্তি পৰীক্ষা কৰি দি যুঁজাৰু তলিক যুঁজৰ ঠাইলৈ শৃঙ্খলিতভাৱে আগবঢ়াব। তলিদাৰে 'খবৰদাতা তলিৰ' লগত প্ৰত্যেক মুহূৰ্ত্তৰ সংযোগ ৰাখিব। দলপতিৰ বিনা হুকুমত 'যুঁজাৰু তলিদাৰে' নিজ বাহিনীক যুঁজৰ ঠাইৰপৰা পিছলৈ আনিব নোৱাৰিব।

(৫) 'খবৰদাতা তলি': যুঁজৰ ঠাইৰ খবৰ 'খবৰদাতা তলিয়ে' মুহূৰ্ত্তে মুহূৰ্ত্তে দলপতিৰ ওচৰলৈ পঠাব। আক্ৰমণকাৰীৰ হা-হাতিয়াৰ, সংখ্যা আৰু গতি-বিধিৰ এখন পৰিষ্কাৰ ৰিপোৰ্ট 'দলপতিৰ' ওচৰলৈ সদায় পঠাব। প্ৰত্যেক 'খবৰদাতা তলি'ত অতি কমেও সাতজন, সংবাদবাহী নিযুক্ত কৰিব। আক্ৰমণৰ মুহূৰ্ত্ত বা তাৰ আগ মুহূৰ্ত্তৰ পৰা আক্ৰমণকাৰীৰ আৰু নিজ পক্ষৰ কেউফালৰ সঠিক খবৰ দলপতিক দিব। সকলো সংবাদ ভালদৰে পৰীক্ষা কৰি সঁচা-মিছা নিৰ্ণয় কৰিহে দলপতিক জনাব। আক্ৰমণৰ সময়ত যুদ্ধ-ক্ষেত্ৰৰ খবৰ 'গৃহৰক্ষী-তলি'ৰ লগত ঠিক মতে আদান-প্ৰদান কৰিহে 'দলপতিক' জনাব। গৱৰ্ণমেণ্টৰ পুলিছ থানা আৰু কংগ্ৰেছ অফিছতো দৰ্কাৰি খবৰ দিব। এই 'খবৰদাতা তলি'ৰ লোকে আৱশ্যক হলে দলপতিৰ আদেশ অনুসৰি যুঁজৰ ঠাই বা আন কোনোফালে হলেও, যাবলৈকে সাজু থাকিব।

(৬) 'সহায়কাৰী তলি':—এই 'তলি'য়ে আৱশ্যক অনুসাৰে আন সকলো 'তলি'ক সহায় কৰিবলৈ ৰিজাৰ্ভ হৈ সাজু থাকিব।

(৭) 'ৰচদ যোগোৱা তলি':—এই 'তলি'য়ে যুঁজাৰু দলক যুঁজৰ ঠাইত আৰু 'গৃহৰক্ষী তলি'ৰ তত্বাৱধানত থকা বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, বেমাৰী আদিক আৱশ্যকীয় ৰচদ-পাতি যোগাব লাগিব। (খ) এই বিভাগতে—'ৰচদ-পাতি গোটোৱা' আৰু 'ৰচদ-পাতি ৰক্ষা কৰা' তলি দুটাও থাকিব।

(৮) 'গৃহৰক্ষী তলি': এই 'তলি'টোৱে গাঁৱৰ বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, বেমাৰী আৰু গাঁৱৰ বয়-বস্তু, ধন-সম্পত্তি, খেতি-বাতি, বাট-পথ, ঘৰ-বাৰী ৰক্ষা কৰিব। বিপদ সংকেট হোৱা মাত্ৰেই গাঁৱৰ বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, বেমাৰী গাঁৱৰ, চহৰৰ বা নগৰৰ নিৰ্দ্দিষ্ট নিৰাপদ ঠাইত গোট খুৱাব। এই গোট খোৱা বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, বেমাৰী সকলৰ চাৰিওফালে এই 'গৃহৰক্ষী তলি'ৰ এভাগে সশস্ত্ৰ দেশৰক্ষী হিচাপে দিন-ৰাতি পহৰা দিব। মাজে মাজে এই 'তলি'ৰ একোটা দলে (পাঁচ জন বা সাত জনৰ, বা তাতকৈ বেছি) গাঁও-চহৰ বা নগৰৰ এৰি অহা ঘৰবোৰলৈ চোকা দৃষ্টি ৰাখিব, যাতে ছদ্মবেশী হিচাপে কোনো আক্ৰমণকাৰীয়ে আহি সেইবোৰ ঘৰত জুই দি বয়-বস্তু ধ্বংস আৰু লুটপাট কৰিব নোৱাৰে। এই 'তলি'য়ে কোনো সন্দেহ কৰিব-লগীয়া পৰিচিত বা অপৰিচিত স্বদেশী বা বিদেশী লোকক নিজ এলেকালৈ অহা যোৱা কৰিবলৈ নিদিব। গোট খোৱা বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, বেমাৰীক স্থানান্তৰিত কৰিব লগা হলে, 'পৰামৰ্শ আৰু কাৰ্য্যকৰী পৰিষদ'ৰ নিৰ্দ্দেশিত প্ৰণালীমতে দলপতিৰ আদেশ লৈ কৰিব। 'তলিপতি'য়ে সদায় ৰণক্ষেত্ৰৰ খবৰ ৰাখিব।

(৯) 'শিক্ষাতলি': এই 'তলি'ত যোগ্য অধ্যক্ষৰ দ্বাৰা স্থানীয় লায়ক যুৱক-যুৱতী মাত্ৰকে ধনু-তীৰ, বৰ্শা-বল্লম, খাপৰ-কছ, দা-তৰোৱাল, জোং-যাঠি, শৃঙ্খলিতভাৱে বাধ্যতামূলককৈ নিতৌ নিৰ্দ্দিষ্ট সময়ত শিক্ষা দিব।

(১০) 'ধন গোটোৱা তলি': এই তলিয়ে দেশ-ৰক্ষাৰ বাবে দেশৰ আচল বিপদপূৰ্ণ পৰিস্থিতিটো বুজাই ৰাইজৰ সহযোগত শান্তিপূৰ্ণ উপায়েৰে ধন গোটাব।

## ৰাতি পহৰা

(১১) দলপতিয়ে প্ৰত্যেকটো ৰাতিৰ কাৰণে পহৰাদাৰ নিযুক্ত কৰিব। মানুহৰ সংখ্যা অনুসৰি পহৰাদাৰৰ সংখ্যা কমাব, বঢ়াব। কিন্তু কোনো কাৰণেও দুজন পহৰাদাৰৰ কম নকৰিব। প্ৰত্যেকটো ৰাতিৰ পহৰাদাৰৰ ওপৰত এজন নায়ক নিযুক্ত কৰিব, যিয়ে ৰাতিৰ সকলো ডাঙৰ-সৰু ঘটনাৰ এটা 'ৰিপোৰ্ট' ৰাখিব। পহৰাদাৰ নায়কে ৰাতি নিজৰ কাম হাতত লওঁতেই পহৰাদাৰৰ লগত থাকিবলগীয়া অস্ত্ৰ-শস্ত্ৰ আছেনে নাই, চাই লব।

## পহৰাদাৰৰ হাতিয়াৰ

(১২) পহৰাদাৰৰ হাতত এডাল ছয় হাত দীঘল বল্লম বা বাঁহৰ জোং ৰাখিব। এটা পেঁপা বা শিঙা আৰু এটা 'টৰ্চলাইট' ৰাখিব। কঁকালত এখন দীঘল দা বান্ধি ৰাখিব।

## হা-হাতিয়াৰৰ ব্যৱহাৰ

(১৩) যদি কোনো মানুহে নিৰ্দ্দিষ্ট সময়ৰ পাছত গাঁৱলৈ আহে, তেন্তে পহৰাদাৰে সতৰ্ক হৈ আগবাঢ়ি বল্লম বা জোং লোকজনৰ বুকুলৈ পোন ধৰি 'থিয় হ', বা 'হাত তোল' বুলি থিয় কৰাব। দ্বিতীয়বাৰ কওঁতেও যদি হাত নোতোলে, তেন্তে হাতৰ হাতিয়াৰেৰে হেঁচি ধৰিব। যদি থিয় হৈ হাত তোলে, তেন্তে আন পহৰাদাৰে ভালকৈ তাক তালাচ কৰি সকলো বয়-বস্তু, হা-হাতিয়াৰ কাঢ়ি লৈ তাক পহৰাদাৰ নায়কৰ কাষলৈ আনিব।

নায়কে, পথিকৰ নাম, গন্তব্যস্থান, কাৰণ আদি সুধিব। সকলো সুধি-পুছি লগত পোৱা বস্তুবোৰৰ নাম নোট-বহীত লিখিব। যদি সন্দেহজনক উত্তৰ হয়, তেন্তে নায়কে দলপতিৰ হাতত দুৰ্বৃত্তক সোধাই দিব। পেঁপাৰে সংকেত ধ্বনি কৰি গোটেই গাঁও, চহৰ বা নগৰ সাজু কৰি তুলিব। পহৰাদাৰে বলে নোৱাৰা অৱস্থাতহে পেঁপা বা শিঙা বজাব।

(১৪) হাতৰ পৰা যদি দুৰ্বৃত্ত এৰা দি পলাবলৈ উপক্ৰম কৰে, তেন্তে টৰ্চলাইটৰ সহায়ত তাৰ পিছে পিছে খেদিব। যেই-সেই সময়তে টৰ্চলাইট জ্বলাব নোৱাৰিব।

(১৫) যদি কোনো পথত বাঁহ বা অন্য গছ কাটিবৰ দৰকাৰ হয়, তেন্তে দা ব্যৱহাৰ কৰিব। বল্লমেৰে কাম নহলে দাৰেও নিতান্ত কাম হ'ব।

(১৬) যদি আক্ৰমণকাৰীয়ে আগ্নেয় অস্ত্ৰ বৰ্ষণ কৰে বা কৰিব বুলি জনা যায়, তেন্তে পহৰাদাৰে সতৰ্ক হৈ, নিজক লুকাই ৰাখি, আক্ৰমণকাৰী অহা পথৰ দুয়োকাষে বল্লম ৰাস্তাৰ পোন কৰি প্ৰতি আক্ৰমণৰ বাবে সাজু থাকিব। আক্ৰমণকাৰীৰ সংখ্যা বেছি থাকিলেও ভয় নকৰি একেবাৰে শেষৰ জন বা তাৰ আগৰ জনলৈ অপেক্ষা কৰিব। বল্লমে খুঁচিব পৰা অৱস্থা পালেই, ভয়ানক আৰ্ত্তনাদ কৰি শত্ৰুৰ ওপৰত জপিয়াই খুঁচি ধৰিব। সেই মুহূৰ্ত্ততে সংকেত ধ্বনি কৰিব, আৰু আতঙ্কিত আক্ৰমণকাৰীক যেনেকৈ পাৰে তৎপৰতাৰে কাবু কৰিব। মৰিব লগা হলেও, গাঁও, চহৰ বা নগৰ সাজু নোহোৱাকৈ

আক্ৰমণকাৰীক বাধা দিব। যদি পহৰাদাৰৰ আক্ৰমণতে কেইজনমান কাবু হোৱাত বাকীবোৰ পলাই যায়, তেন্তে কাবু হোৱা কেইজনৰ জবান-বন্দি লৈ পুলিচ থানাত খবৰ দিব। সকলো ঘটনা পুলিচ থানালৈ যোৱাৰ আগতে গাঁও পঞ্চায়তে বিচাৰ কৰিব।

(১৭) পহৰাদাৰে কোনো সময়ত, কোনো কাৰণেও নিজৰ স্থান আক্ৰমণকাৰীক নজনাব। বিড়ি-চিগাৰেট খোৱা, হাঁচি, কাহ একেবাৰে বন্ধ ৰাখিব। সদায় কঁকালত দীঘল দা বান্ধি, বল্লম সোঁহাতেৰে বাটৰ পোন কৰি ধৰি, আন্ধাৰে আন্ধাৰে নিজৰ নিৰ্দ্দিষ্ট ঠাইত ফুৰিব।

(১৮) দলপতিয়ে সদায় সকলো খবৰ বুজি কাম কৰিব। নিজৰ গাঁও, চহৰ বা নগৰ পৰাজয় হ'বৰ আশঙ্কা থাকিলে সেনাপতিক খবৰ দিব। সেনাপতিয়ে ভয়াবহ আক্ৰমণৰ খবৰ সদায় পাব লাগিব। আক্ৰমণ হলে, আৰু গাঁও-চহৰ বা নগৰ আয়ত্বাধীন কৰিব পৰা হলে, ঘটনাৰ পিছত এটা ৰিপোৰ্ট দিলেও হ'ব। কিন্তু সেইজন আন দুৰ্বৃত্তই হক বা বহুসংখ্যক শত্ৰুৱেই হক, আক্ৰমণ কৰাৰ লগে লগে সেনাপতিক জনাব।

(১৯) প্ৰত্যেক গাঁও, চহৰ বা নগৰত দলপতিৰ অধীনত পাঁচজন বা সাতজন চোৰাংচোৱা থাকিব।

(ক) চোৰাংচোৱা সকলো ৰকমৰ কষ্টসহিষ্ণু হ'ব লাগিব। ভেশছন কৰিব পৰা হ'ব লাগিব। অলপ শিক্ষিত হোৱা দৰ্কাৰ। কাৰণ, আক্ৰমণ-কাৰীৰ পক্ষৰ ঘাটিৰ আৰু আক্ৰমণৰ পথৰ মানচিত্ৰ দলপতিক দিব লাগিব। চোৰাংচোৱাৰ সঠিক বাতৰিয়ে আক্ৰমণ ব্যৰ্থ কৰাত সহায় কৰে। জন্মভূমিৰ আচল সেৱক নহলে চোৰাংচোৱা হোৱা কঠিন। আৱশ্যক বুজি নিজৰ খুব আপোনজনৰ আগতো নিজৰ সৈন্যৰ বাতৰি গোপন ৰাখি আক্ৰমণকাৰী সৈন্যৰ কথাহে কব—যাতে কিবা উপায়েৰে শত্ৰুৰ ভিতৰুৱা খবৰ পোৱা যায়। চোৰাংচোৱাই মেপ আৰু সংকেতৰ দ্বাৰাই দলপতিক শত্ৰুৰ সকলো বাতৰি দিব। এই চোৰাংচোৱা তলিৰ কাম হ'ব আক্ৰমণকাৰীৰ সীমাৰ ভিতৰত।

(২০) তলিদাৰ: ২৫ জনৰ পৰা ৩০ জন মানুহৰ দ্বাৰা গঠিত দলৰ নাম তলি। তলিৰ প্ৰধান কৰ্ম্মচাৰীৰ নাম তলিদাৰ।

(২১) জথাদাৰ: তিনিটাৰ পৰা পাঁচটা তলি গোট খাই এটা জথা হ'ব। প্ৰধান কৰ্ম্মচাৰী জথাদাৰ।

(২২) দলপতি: পাঁচটাৰপৰা সাতটা জথা গোট খাই এটা দল হ'ব। প্ৰধান কৰ্ম্মচাৰীৰ নাম দলপতি।

(২৩) সেনাপতি: পাঁচটাৰ পৰা সাতটা দলৰ ওপৰৰ কৰ্ম্মচাৰীৰ নাম সেনাপতি।

(২৪) ইয়াৰ উপৰিও তলিদাৰে ১৫ জনৰ ওপৰত এজন অধিনায়ক আৰু দুজন নায়ক নিযুক্ত কৰিব পাৰিব, যদি দৰকাৰ হয়।

(২৫) যুদ্ধৰ সময়ত মনত ৰাখিবলগীয়া পাঁচটা কথা:

(ক) যুদ্ধ-ক্ষেত্ৰত সদায় আক্ৰমণকাৰীতকৈ আগতে আক্ৰমণ কৰিব।

(খ) সকলো কামতে তৎপৰ আৰু বেগৱান হ'ব।

(গ) শত্ৰুৰ মাজত আতঙ্কৰ সৃষ্টি কৰিব।

(ঘ) নিজৰ অফিচৰ লগত সদায় সংযোগ ৰাখিব।

(৬) আক্ৰমণকাৰীৰ ৰচদ-পাতি আৰু খবৰৰ স্থান আৰু খবৰ-দাতাক আটক কৰিব।

বিঃ দ্ৰঃ - (১) গাঁও, চহৰ বা নগৰত যদি চৰণীয়া মাটি থাকে বা আক্ৰমণৰ পথ থাকে, তেন্তে গাঁৱৰ বাহিৰত ৩০ হাতমান দীঘলীয়া বাঁহৰ চাং কৰিব যাতে পহৰাদাৰে দূৰৈতে আক্ৰমণকাৰীৰ গতি-বিধি লক্ষ্য কৰিব পাৰে।

(২) ভয়াবহ উৰা বাতৰি যি কোনো উপায়েৰে বন্ধ কৰিব। নহলে নিজৰ দলত আতঙ্কৰ সৃষ্টি হ'ব।

(৩) প্ৰত্যেকে ওপৰৱালাৰ হুকুম মানি চলিব লাগিব। অন্যথায় পৰামৰ্শ কমিটিয়ে শাস্তি বিহিব।

(৪) হুকুম দিওঁতে, হুকুম পালন কৰোঁতে বা যেই সেই কামতে সৈনিকৰ উৎসাহ আৰু তেজ ধাৰণ কৰিব লাগিব।

(৫) কঢ়া নিয়মানুবৰ্ত্তিতাৰ মাজেৰে সকলো জয় কৰিব পাৰি।

বিঃ—অসমৰ শত্ৰু বা বিশ্বাসঘাতকতা কৰিব পাৰে বুলি সন্দেহ হোৱা কোনো স্বাৰ্থ-সৰ্ব্বস্ব সমাজ-দ্ৰোহী, দেশদ্ৰোহী অসমীয়াৰ হাততো যেন এই পুথি নপৰে।

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী
জেনেৰেল চেক্ৰেটাৰী
অসম জাতীয় মহাসভা

গুৱাহাটী
ইং ১৯৪৬

# বক্তব্য

পুথিখনৰ নাম দিলে 'আহুতি' মোৰ জ্যেষ্ঠা দুহিতা শ্ৰীমতী শুচিব্ৰতাই। সোধাত ক'লে,—কথাবিলাক হেনো যজ্ঞৰ আহুতি ঢলাৰ দৰেই। ময়ো তথাস্তু বুলি কৈ সন্মত হলোঁ।

কথাবিলাক ইং ১৯১৪ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত মোৰ লিখাবোৰৰ আংশিক সংগ্ৰহ। (১) 'আঁকোৱালি লোৱা আৰু বচোৱা সাংস্কৃতিক অভিমান' (২) 'অসমীয়াৰ ওচৰত অভিযোগ আৰু আহ্বান', (৩) 'অসমীয়া জাতি গঠনত শ্ৰীমন্ত শঙ্কৰদেৱ' আৰু (৪) 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব-শান্তি স্থাপনৰ পথ'—এই চাৰিটাৰ বাহিৰে বাকী সকলোবিলাক মোৰ সম্পাদিত 'চেতনা' আৰু 'ডেকা-অসম'ৰ সম্পাদকীয় হিচাপে ইং ১৯১৯-৪২ চনৰ ভিতৰত লিখা। দুয়োখন কাকতত সিচঁৰতি হৈ পৰি আছিল। মাত্ৰ 'আহিছা যদি মোৰ জগত একেটা হৈ মিলি যোৱা' শীৰ্ষক প্ৰবন্ধটোত উপমা হিচাপে ১৯৪৭ চনৰ ভাৰত বিভাগৰ কথাযাৰ উল্লেখ কৰা হৈছে।

গুৱাহাটী
২ ভাদ, ১৮৭৫ শক
ইং ১৯ আগষ্ট, ১৯৫৩

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

# আহুতি

## জাতীয়তাৰ মূল

( ইং ১৯১৯ চনৰ ১ম বছৰৰ ২য় সংখ্যা 'চেতনা'ৰ সম্পাদকীয়। )

পূৱ-পশ্চিমজুৰি লাগি থকা আকাশখন এটা অখণ্ড বস্তু হলেও, ৰূপ, বৰ্ণ অৱস্থা আৰু পাৰিপাৰ্শ্বিকতা বিষয়ত দুটা বেলেগ বস্তু। প্ৰাচ্য আৰু প্ৰতীচ্য জগত একেখন অখণ্ড পৃথিৱীৰ বুকুত উদ্ভাসিত যদিও, চৰম লক্ষ্যলৈ গতি লোৱা প্ৰণালী দুয়ো জগতৰ বেলেগ বেলেগ আৰু পাৰিপাৰ্শ্বিকতাৰ তাৰতম্যৰ প্ৰভাৱেৰেই সেই প্ৰণালীৰ বিভিন্নতাও গঢ়ি উঠে ; আৰু সেইবাবেই, প্ৰণালীৰ বিভিন্নতানুসাৰেই লক্ষ্যৰ স্পষ্টতা-অস্পষ্টতা আৰু উজ্জ্বলতা-অনুজ্জ্বলতা লৈ পাৰস্পৰিক বিৰোধও আবহমান কালৰ পৰা চলি আহিছে। কোনটো প্ৰণালী ভাল আৰু কোনটো প্ৰণালী বেয়া সেইটো বিচাৰৰ তৰ্ক আমি ইয়াত তুলিব খোজা নাই। কিন্তু প্ৰত্যেকটোৱেই যে নিজ নিজ প্ৰাণালীৰে লক্ষ্য অনুধাৱন কৰি আগুৱাই গৈ তাক লাভ কৰি ধন্য হোৱাৰ চেষ্টা নেৰে, তাকেহে কৈছোঁ। এই চেষ্টা কাৰো ফলৱতী হৈ সাৰ্থক হয়, আৰু কাৰো ফলৱতী নোহোৱাৰ ঘাই কাৰণ বুজি পালেও, সেই প্ৰণালীয়ে জীৱনৰ ওপৰত ওতপ্ৰোত প্ৰভাৱ বিস্তাৰ কৰা গতিকে, তাৰ মোহ এৰাব নোৱাৰি তাৰেই সি আদৰ্শ আৰু লক্ষ্যস্থানৰ পৰিপূৰ্ণতা পোৱাৰ চেষ্টাত প্ৰাণ তৃপ্ত কৰে। এইটো মানুহৰ মনৰ স্বাভাৱিক গতি। কিন্তু এনেকুৱা হোৱাৰ ঘাই কাৰণ এই :

কাল-প্ৰভাৱৰ লগে লগে শাৰীৰিক প্ৰশস্ততাতকৈ মানুহৰ মানসিক প্ৰশস্ততা আৰু ধাৰণা ক্ৰমে বহলতৰ হৈ যোৱাৰ কাৰণে, বিশেষ ডাঙৰ-দীঘল অভাৱৰ তীব্ৰতা এটাই সমাজ-দেহৰ ভিতৰখন আকুল কৰি তোলে। তেতিয়া সেই আকুলতাই মূৰ্ত্ত হৈ উঠা আকাঙ্ক্ষাৰে সামাজিক মনোৰাজ্যত ব্যাপকভাৱে যি এটা প্ৰচণ্ড আলোড়ন তোলে, তাতেই সেই সমাজত দুই-এজন প্ৰতিভাশালী লোক অঙ্কুৰিত হয়। তেতিয়া সেই ক্ষণজন্মা প্ৰতিভাশালী লোকৰ ঘাই চিন্তাৰ বিষয়টো স্বাভাৱিকভাৱেই হৈ পৰে, সেই সমাজৰ হাতজোখা পৰিসৰ ভেদ কৰি ওলাই পৰা এখন আহল-বহল ক্ষেত্ৰ। চিন্তাৰ সাৰ-পানী পাই লগে লগে ক্ষেত্ৰখনৰ আয়তনও বলি গৈ প্ৰতিভাশালীৰ চিন্তাৰ সোঁত পৰে তেতিয়া বিৰাট জন-সমষ্টি এটাৰ বিশাল ভূমি এখণ্ডক ব্যাপ্ত কৰি। এই চিন্তাৰ পৰা, তেতিয়া তেওঁৰ স্বচ্ছ মনত সেই সমাজৰ দুৰ্ব্বলতাবিলাকৰ ৰূপ ক্ৰমে উজ্জ্বলতৰ হৈ প্ৰতিভাত হবলৈ ধৰে, আৰু সেই দুৰ্ব্বলতাৰ মলি-মামৰবোৰ গুচাই সমাজখনক বৰ্ত্তমানতকৈও উন্নততৰ অৱস্থা এটাত গঢ়ি তুলিবলৈকে তেওঁৰ মনত প্ৰবল আকাঙ্ক্ষা এটাৰ উদ্ভৱ হয়। এই আকাঙ্ক্ষাই তেতিয়া সেই সমাজৰ দুখ-দুৰ্গতি, অভাৱ-

অভিযোগ আদি গুচাবৰ নিমিত্তে তেওঁৰ ভিতৰত, সেই সমাজৰ পাৰিপাৰ্শ্বিক অৱস্থাক সঙ্গত কৰি লৈ যি এটা অদম্য চেষ্টাৰ সৃষ্টি কৰে, সেয়েহে সেই সমাজৰ ভিতৰত পাৰস্পৰিক সমানুভূতিমূলক এটা সামূহিক স্বাৰ্থৰ জনম দিয়ে। এয়ে জাতীয় ভাৱৰ মূল বা গুৰি। তেতিয়া, সেই ভূখণ্ডৰ লোকবিলাকে, দৈনন্দিন ব্যৱহাৰত মুহূৰ্ত্তে মুহূৰ্ত্তে পাৰস্পৰিক সংশ্লিষ্ট থাকিব লগীয়া হোৱাত,—একে বতাহ, একে আকাশ, একে খাদ্য, একে ৰীতি-নীতি, একে দুখ-সুখ, একে জীৱিকা-নিৰ্ব্বাহৰ প্ৰণালী, একে পাৰিপাৰ্শ্বিক অৱস্থাই সেই ঠাইৰ সকলো মানুহৰ জীৱনৰ ওপৰত সনাসনি প্ৰভাৱ বিস্তাৰ কৰা গতিকে—আৰু সকলো ফালেদি সেইবোৰ সেই লোকসমূহৰ অনুকূল হৈ বৰ্ত্তাৰ বাবে, সেইটো তেতিয়া সকলোৰে সাধাৰণ বস্তু বা সম্পত্তি হৈ পৰে, আৰু তাৰ ৰক্ষণ, পৰিপালন আৰু পৰিবৰ্দ্ধনৰ বাবে সেই ঠাইৰ সকলোৱে প্ৰাণপন কৰি একগোট বান্ধে। এইদৰে, সেই ভূমিখণ্ডবাসী সকলো মানুহৰ ব্যক্তিগত স্বাৰ্থ বিলাকৰ অসংলগ্ন বিভিন্নমুখী সোঁতবিলাক যি এটা কেন্দ্ৰীয় আকৰ্ষণত গৈ মিলি পৰে, সেইটোৱেই এক দেশবাসী সাধাৰণ ৰাইজৰ হৈ পৰে ঘনীভূত জাতীয়-চেতনা।

আমি অসমৰ অসমীয়াৰো এইদৰে সৃষ্ট হোৱা এটা জাতীয়-জীৱন, জাতীয়-চেতনা আছে। এই জাতীয় জীৱন, জাতীয়-আদৰ্শক বিভিন্ন আদৰ্শৰ আধিপত্যই মলিন কৰি তুলিব বুলিয়েই, ইংৰাজ, বঙ্গালী, মাৰোৱাৰী, পঞ্জাবী আদিয়ে আমাৰ লগত একেটা জাতীয়-স্বাৰ্থত সাঙোৰ খাই শান্তিৰে বাস কৰি থকাৰ ইচ্ছাৰে নহয়, প্ৰত্যেকৰ ভিন্ ভিন্ স্বাৰ্থৰ আবদাৰ লৈ অসমৰ বুকু বিদাৰ্ণকাৰী বিভিন্ন সত্তাৰ স্থায়ী বসতি পাতিবলৈকে অহা দেখিলে, পৰ্ব্বত-ভৈয়ামজুৰি অসমীয়া হিন্দু-বৌদ্ধ-মুছলমান-খৃষ্টীয়ান সকলোৱে অসন্তুষ্ট হৈ তাৰ প্ৰতিবাদ কৰে আৰু প্ৰতিৰোধৰ বাবে সাজু হৈ উঠিব খোজে। এই জাতীয়-জীৱন, জাতীয়-চেতনা, জাতীয়-আদৰ্শ ৰক্ষা কৰাটো এক দেশবাসী সকলোৰে ধৰ্ম্মৰ অঙ্গ। এই ধৰ্ম্মলৈ আওকাণ কৰিলে জাতীয় জীৱনো কাহিল হয়, আৰু জাতীয় দেশও নাথাকে। সেই কাৰণে, এই জাতীয় সম্পত্তি যি কোনো উপায়-কৌশলেৰে ৰক্ষা কৰি তাৰ সংৰক্ষণ, সংবৰ্দ্ধন আৰু সংস্থাপন কৰাটো প্ৰত্যেক-জন দেশবাসী মানুহৰে ধৰ্ম্মানুমোদিত কাম। কিন্তু এই জাতীয়-জীৱন ৰক্ষা কৰিবলৈ হলে মানুহে বুজিব লাগিব মনুষ্যত্ব কি বস্তু।

## মনুষ্যত্ব কি ?

সকলোবিলাক বিজাতীয় ভাব, বিজাতীয় আদৰ্শ, বিজাতীয় প্ৰভাৱৰ আপদ-বিপদ অতিক্ৰম কৰি, জাতীয়-চেতনা আৰু জাতীয়-আদৰ্শৰ ভিতৰেদি মানুহৰ অন্তৰৰ সকলোবিলাক প্ৰবৃত্তিৰ সদ্ সম্পদটো পৰিস্ফুটকৈ তুলি ক্ৰমে পূৰ্ণ-মানৱতাৰ সাঁচত নিজে গঢ়ি উঠাটোৱেই মানুহ নামধাৰী প্ৰাণ-বস্তুটোৰ মনুষ্যত্ব। এই মনুষ্যত্বটো ব্যাপক জাতীয়-ভাব আৰু জাতীয়-চেতনাৰ আলোকত দোপত-দোপে প্ৰফুল্লিত হৈ উঠে, আৰু বিজাতীয় প্ৰভাৱৰ শাসন-হেঁচাত ক্ৰমে জঁয় পৰি যায়। সেইবাবেই, মনুষ্যত্বৰ নিৰ্বিকাৰ সম্পদটো উপাৰ্জ্জন কৰিবলৈকে সি তাৰ জনা-শুনা অস্থি-মজ্জা-সংশ্লিষ্ট পাৰি-পাৰ্শ্বিকতাৰ অনুমোদন নথকা বিজাতীয় বান্ধোনৰ প্ৰকোপত নোসোমাই নিজস্ব জাতীয়তাৰ মুক্ত

গৌৰৱ ৰক্ষা কৰিবলৈকে সৰ্ব্বতোভাৱে চেষ্টা কৰে। এইটো মনুষ্যত্ব প্ৰয়াসী মানুহবিধ প্ৰাণীৰ স্বাভাৱিক ৰাপ।

মানুহ ভগৱানৰ ৰাজ্যৰ জ্ঞান-চৈতন্য লগা এটা উৎকৃষ্ট সৃষ্টি। এইবাবেই, জাতীয়তা বোলা উদাৰ বস্তুটো ৰক্ষা কৰি পূৰ্ণতালৈ আগ বাঢ়ি যোৱাৰ প্ৰশস্ত পথটো অকল মানুহৰ বাবেই মুকলি হৈ পৰি আছে, আন প্ৰাণীৰ বাবে সেই পথ বন্ধ। সেই কাৰণে, নিজস্ব জাতীয় ভাব, জাতীয় চেতনা, জাতীয় আদৰ্শ অৱহেলা কৰি বিজাতীয় প্ৰভাৱৰ শাসন সামৰি ললে মানুহৰ উৎকৃষ্টতাৰ ওপৰত কলঙ্ক পৰে।

জাতীয়তা ৰক্ষা কৰা পবিত্ৰ অভিযানৰ পৰা পিছলি পৰিলে, বিজাতীয় আক্ৰমণৰ বান পৰি মানুহৰ মনষ্যত্বক বুৰাই পেলায়। তেতিয়া সি সেই বানৰ তলিত পৰি, হয় উশাহ-নিশাহ হেৰুৱাই চিৰমৃত্যুক আলিঙ্গন কৰে, নাইবা আধামৰা-আধাজীয়াৰ কলধপ-কলধপ অৱস্থাটো লৈ ওপৰলৈ ভাহি উঠে আৰু আক্ৰমণকাৰীৰ অভিপ্ৰায়মূলক শুশ্ৰূষাৰে আংশিক সুস্থতা লাভ কৰি আনৰ শোষণাভিপ্ৰায় পূৰণ কৰা আজ্ঞাবাহী অস্ত্ৰ এপাট হৈ পৰে। তেতিয়া, আক্ৰমণকাৰীয়ে সেই অস্ত্ৰেৰেই তাৰ নিজৰ দেশ আৰু নিজৰ জাতীয়-জীৱনৰ সৰ্ব্বনাশ সাধন কৰে। সেইবাবেই, সচেতন মানুহে এই অশোভনীয় কলঙ্কত নপৰিবলৈকেই বিজাতীয় আধিপত্যৰ প্ৰভাৱ চূৰ্ণ কৰি নিজস্ব জাতীয়তাৰ অধিকাৰ অক্ষুণ্ণ ৰাখিবলৈকে প্ৰাণপণ চেষ্টা প্ৰয়োগ কৰাৰ কথা আমি ইতিহাসত ইমানকৈ পাওঁ। কাৰণ এই চেষ্টাৰ অধিকাৰে মানুহক জাতীয় আদৰ্শৰ ভিতৰেদি পূৰ্ণ মানৱ হৈ উঠাত সহায় কৰে। এই অধিকাৰৰ ওপৰত পাৰ্থিৱ কোনো শক্তিৰেই হাত নাই। কোনোৱে হাত দি এই অধিকাৰ চেপি ৰাখিবলৈ কিবা চেষ্টা কৰিলেও, মানুহৰ অন্তৰতম প্ৰেৰণাত উথলি উঠা শক্তিৰ ফুৎকাৰত সি চিটিকি উৰি গৈ চূৰ্ণ হৈ নিজস্ব জাতীয়তাৰ অটল ভেটিত তাক জাতীয় আদৰ্শৰ সুউচ্চ সৌধ প্ৰতিষ্ঠা কৰিবলৈকে বাট মুকলি কৰি দিবই।

## মুক্তি

( ইং ১৯১৯ চনৰ ১ম বছৰৰ ৫ম সংখ্যা 'চেতনা'ৰ সম্পাদকীয় )

মুক্তি বুলিলে যদি মানুহে বুজে যে কোনো এটা নিশ্চল অৱস্থা, য'ত জীৱনে তাৰ বিচিত্ৰ বিকাশশীল ধৰ্ম্ম পাহৰি গৈ চিন্তা-চেতনা বিহীন জড়ত্বৰ অৱস্থা এটা প্ৰাপ্ত হয়, তেন্তে সেইটো ভুল বুজা হ'ব। কাৰণ, যাৰ গতি নাই, বিকাশ নাই, প্ৰস্ফুৰণ নাই, বৈচিত্ৰ-উন্মেষণৰ লগত যাৰ বিচ্ছেদ ঘটিছে, তাৰ মুক্তিয়েই বা কি, আৰু বন্ধনেই বা কি?

মুক্তিৰ স্বৰূপ হৈছে পূৰ্ণতা, য'ত গৈ জীৱনৰ যাৱতীয় গতি মানেই পূৰ্ণতাৰ পৰিপুষ্ট সোৱাদ পাই পৰিতৃপ্ত হয়,—আত্মানন্দত আপ্লুত হৈ সকলো বিৰোধৰ আস্ফালন নিৰাশ কৰে।

আগত মথাউৰি তুলি দি জীৱনৰ স্বাধীন গতিৰ ধাৰটো ভোটা কৰি থৈ দিব খোজাৰ কাৰণেই প্ৰচলিত বিধি-ব্যৱস্থা, আইন-কাৰণৰ লগত বৰ্দ্ধিষ্ণু জীৱনৰ বিৰোধ সদায় চলি আহিছে। সেইবাবে আমি দেখো—যুগে যুগে, বছৰে বছৰে, দিনে দিনে, মুহূৰ্ত্তে মুহূৰ্ত্তে পুৰণি বা প্ৰচলিত বিধি-ব্যৱস্থা আৰু আইন-কাৰণৰ ভেটি খুন্দি ধূলিস্মাৎ কৰি, তাৰ ঠাইত

নতুন বিধি-ব্যৱস্থা প্ৰতিষ্ঠা কৰি তুলিবলৈকে মানুহ উত্তেজিত হৈ উঠে। সেইবাবেই, কি ধৰ্ম্ম-জগত, কি সমাজ-জগত, কি ৰাজনৈতিক জগত— সকলোতে উঠন-পতনৰ বাতৰিবোৰ ইতিহাসত আমি ইমানকৈ পাওঁ। আজিও ৰাষ্ট্ৰীয় আৰু সামাজিক জগতত যি ভীষণ পৰিৱৰ্ত্তনৰ সূচনা চলিছে, সেইটো পুৰণিৰ বন্ধন এৰি নতুনকৈ আগুৱাই যোৱাৰ অদম্য স্পৃহাহে। পুৰণিটো একেবাৰে অৱহেলাৰ বস্তু নহলেও, নতুনত্ব প্ৰয়াসীৰ পক্ষে সি সম্পূৰ্ণ গ্ৰহণীয় নহয়, নতুন তেজাল স্ফূৰ্ত্তিৰ লগত পুৰণিৰ বুঢ়া নাড়ীৰ ঠাকে-ঠিকে খাপ খোৱা সংযোগৰ ঠাই নাই বোলা মতটোহে আজি প্ৰবল।

মানুহৰ জীৱনৰ স্বাধীন বিকাশটো দুফালৰপৰা দুটা প্ৰবল শক্তিয়ে প্ৰতিহত কৰি ৰাখিবলৈকে সদায় সচেষ্ট হৈ আছে যদিও জীৱনৰ জীৱন্ত শক্তিৰ প্ৰভাৱত তিষ্ঠিব নোৱাৰি সি সদায় পৰাজিত হৈ নতুনৰ বাবে বাট এৰি দিবই লাগিছে। জীৱনৰ মুক্ত গতিক ঠেকাই ৰাখিবলৈকে চেষ্টা কৰা এই দুটি শক্তিৰ এটা হৈছে সামাজিক শক্তি আৰু আনটো হৈছে ৰাষ্ট্ৰীয় শক্তি। জীৱনৰ মুক্ত পথ নিৰ্দ্দেশ কৰি দিবলৈকে এই দুটা শক্তিৰ আৱশ্যকতা নাই বুলি কব নোৱাৰি। কিন্তু, জীৱনৰ বিচিত্ৰ-বিকাশশীল সনাতন ধৰ্ম্মটোৰফালে নেওচা দি, পুৰণিৰ ঘূণীয়া দণ্ড হাতত লৈয়ে যেতিয়া এই দুই শক্তিয়ে মানুহক শাসন কৰিবলৈকে দিহা কৰে, তেতিয়া মানুহৰ বিকাশশীল গতিৰ পক্ষে ইয়াৰ আৱশ্যকতা নোহোৱা হয়। তেতিয়া, এই দুয়োটা শক্তিয়ে মানুহৰ জীৱনী শক্তিৰ বশৱৰ্ত্তী হৈ চলিব লগাত পৰে। নচলিলে, দুয়োফালৰ সংঘৰ্ষণত বিপ্লৱ অশান্তিৰ আবকাল মাথোন দুয়ো পক্ষই সমানে ভোগ কৰিব লাগে।

এই ক্ষেত্ৰত সামাজিক শক্তি আৰু ৰাষ্ট্ৰীয় শক্তি, দুয়োটাৰ কোনোটোৰ প্ৰভাৱ কম নহয়। এটাৰ সংযোগ মানুহৰ দৈনন্দিন জীৱনৰ লগত আৰু আনটো সংশ্লিষ্ট মানুহৰ ব্যৱহাৰিক জীৱনৰ সৈতে। দুয়োটাৰে প্ৰভাৱ মানুহে এৰাব নোৱাৰে —অথচ, দুয়োটাৰ শাসনকেই মানুহে এৰাই আহিছে, যেতিয়া মানুহে দেখিছে যে তাৰ নতুন জীৱনৰ বৰেণ্য আশা-আকাঙ্ক্ষাৰ পক্ষে এই পুৰণিৰ শাসন উপযোগী নহয়।

এই পুৰণিৰ আক্ৰোশ এৰাই মুক্ত হৈ ওলাবৰ নিমিত্তে মানুহৰ জীৱনত এটা বিশেষ মুহূৰ্ত্ত প্ৰতিফলিত হয়। যেতিয়া মানুহে নিজে গম পায়, মানুহ এটা অৱহেলাৰ বস্তু নহয়—মানুহৰ এটা আত্মসম্ভ্ৰম আছে—মানুহৰ মনুষ্যত্ব বোলা এটা সত্তা আছে, যিটো সি আপোন বুলি গ্ৰহণ কৰিব নোৱাৰা, তাৰ জীৱনৰ মুক্ত গতিৰ লগত খাপ খুৱাই লব নোৱাৰা শাসনৰ তলত পৰি অপমানিত হবলৈ ধৰিছে, তেতিয়া মানুহে পুৰণিৰ প্ৰভাৱ জাৰি-জোকাৰি পেলাই নতুনক আলিঙ্গন কৰিবলৈ আগবাঢ়ি যায়। এই কাৰণেই পৃথিৱীময় আজি দেখা গৈছে কল-কাৰখানা, খেতি-বাতি, শ্ৰম-শিল্পানুষ্ঠান আদিত শ্ৰমজীৱীসকলৰ ধৰ্ম্মঘট, হৰতাল ইত্যাদি। এই কাৰণেই দেখা গৈছে, য়ুৰোপ, আমেৰিকা, এছিয়া, আফ্ৰিকা আদি মহাদেশবিলাকৰ প্ৰত্যেকটো অঙ্গতেই আৰু সাগৰৰ বুকুত থকা দ্বীপপুঞ্জবিলাকতো আভি-জাত্যাভিমানীসকলৰ ওচৰত বহুকাল অৱজ্ঞাত হৈ পৰি থকা কৃষক আৰু শ্ৰমজীৱী শ্ৰেণীৰ ভিতৰত আজি উত্থান-স্পন্দনৰ উত্তেজিত কল্লোল। আৰু এইবাবেই, ভাৰতৰ ৰাষ্ট্ৰীয় আৰু সামাজিক

ক্ষেত্রতো ইয়াৰ পৰিবৰ্ত্তন আৰম্ভ হৈছে। মুকলিৰ আহ্বানত মতলীয়া হোৱা মানৱ জীৱনৰ এই মুক্ত-গতি ঠেকাই ৰাখিবৰ শাসনবিধি কোনো পাৰ্থিৱ শক্তিৰেই নাই। জগত আজি মুক্তিৰ শঙ্খনিনাদত উন্মত্ত।

## ৰাজনীতি, প্ৰজানীতি আৰু শৃঙ্খলানীতি

( ইং ১৯১৯ চনৰ ১ম বছৰৰ ‘চেতনা’ৰ ৬ষ্ঠ সংখ্যাৰ সম্পাদকীয় )

পুৰণি কালৰ প্ৰচলিত বিধি-বিধানৰ পকা ভেটিৰ যি বিশেষ অংশ এটা বৰ্ত্তমানৰ জীৱন্ত আন্দোলনৰ মুক্ত প্ৰচণ্ড আঘাত লাগি আজি ভাগি-ছিগি থানবান হৈছে, মানৱ সভ্যতাৰ বিৰাট প্ৰদৰ্শনীত তাৰ মূল্য পুৰণিতকৈ বহুত বেছি আৰু আসনো সকলোৰে সন্মুখত। কাৰণ, পুৰণি কালত যেতিয়া কৌটি কৌটি মানুহৰ বৃহৎ জীৱিত সমষ্টি এটাৰ মানসিক স্বাধীন বিকাশৰ বেগ ৰুদ্ধ কৰি তাৰ সুখ-দুখ, হাউছ-হাবিলাষ, আশা-আকাঙ্ক্ষাৰ পৰিমাণ নিৰূপণ কৰিবলৈকে আৰু সেইবোৰক শান্তিৰ শৃঙ্খলিত মীমাংসা দিবলৈকে একেজন মানুহকে মাথোন অধিকাৰ দি সকলোৰে ওপৰত ৰজা বুলি নিৰ্ব্বিবাদে মানি লোৱা হৈছিল, তেতিয়া অৱশ্যে সেইটো ৰাজনীতি আছিল। যেতিয়া সেই একেজন ৰজা নামধাৰী লোকৰ ইচ্ছা বা অনিচ্ছাৰ প্ৰতি বিৰাট মানৱ-সমষ্টি এটাৰ ইচ্ছা বা অনিচ্ছাবোৰ পৰ্ব্বতীয়া জুৰিৰ দৰে অনুগামী হ’বলগীয়া হৈছিল, তেতিয়া সেই একেজন ইচ্ছাতন্ত্ৰী ৰজাৰ দ্বাৰা উদ্ভূত আৰু পৰিচালিত বিধি-ব্যৱস্থাবিলাকে ৰাজনীতি আখ্যা পোৱাত আপত্তি কৰিবলগীয়া একো নাছিল,—এই কথাও সঁচা। কিন্তু, আজি গোটেইখন পৃথিৱীকে আচ্ছন্ন কৰি মানৱ-সমষ্টিগত যি মহাবাণীৰ আলোড়ন উত্থিত হৈ আহিছে, তাক প্ৰজানীতি বুলি কলেও ৰাজনীতি নাম দিব নোৱাৰি; আৰু ইয়াক প্ৰজানীতি বুলি কলেও বিৰাট মানৱ-সমষ্টিৰ বিৰাট স্বাধীন আকাঙ্ক্ষাৰ ব্যাপক অভিযানত আঘাত পৰে। কাৰণ প্ৰজানীতিৰ ভিতৰতো লাখ লাখ, কৌটি কৌটি মানৱৰ সমষ্টিগত আশা-আকাঙ্ক্ষাৰ সপক্ষে যুঁজিবলৈকে সৰ্ব্বসাধাৰণতকৈ বিভিন্ন অৱস্থাৰ একেজন মাত্ৰ প্ৰতিনিধি নিৰ্ব্বাচনৰ সঙ্কীৰ্ণতা আছে। এই প্ৰথাই বিৰাট মানৱ-সমষ্টি এটাৰ মঙ্গল সাধন কৰাৰ দোহাই দি নানা উপায়েৰে কৰ্ম্মক্ষেত্ৰত শান্তিৰ সফলতা বিচাৰিলেও প্ৰতিনিধি-জনৰ ব্যক্তিত্বটো আনসকলতকৈ স্বাভাৱিকতে বেলেগ হোৱাত সি প্ৰজাসকলৰ ( ইয়াত অৱশ্যে লোক-সঙ্ঘকেই বুজোৱা হৈছে—কাৰণ, ৰজা থাকিলেহে প্ৰজা নামটো শুৱনি হৈ পৰে ) নিখুঁত আশা-আকাঙ্ক্ষা সম্পূৰ্ণকৈ পূৰণ কৰাটো সম্ভৱপৰ হৈ নুঠে। অৰ্থাৎ যি সৰ্ব্বসাধাৰণৰ মুখপত্ৰ স্বৰূপে তেওঁ কৰ্ম্মক্ষেত্ৰত গৈ দেখা দিয়ে, সেই সৰ্ব্বসাধাৰণৰ মনৰ গতি, আশা-আকাঙ্ক্ষাৰ আও-ভাও সুখ-দুখ আদি অৱস্থাৰ লগত বিশেষ-ভাৱে জড়িত নথকাত, প্ৰতিনিধিজন আচলতে সৰ্ব্বসাধাৰণৰ নহৈ, তেওঁৰ অনুপাতে তেওঁৰ শাৰীত চলা এটা বিশেষ সম্প্ৰদায়ৰহে হৈ পৰে।

ইয়াৰ প্ৰমাণ পাৰ্লিয়ামেণ্ট, এচেমব্লী, কাউন্সিল, মন্ত্ৰীসভা, কমিটি, লোকেলবোৰ্ড, মিউনিচিপালিটি আদি সকলোবোৰৰ নিৰ্ব্বাচনত প্ৰতিনিধিসকলৰ কাৰ্য্যাৱলীৰ বিৱৰণবিলাকৰ পৰাই সংগ্ৰহ কৰিব

পাঁৰি। সৰ্ব্বসাধাৰণৰ নিৰ্ব্বাচিত প্ৰতিনিধি হৈ উক্ত অনুষ্ঠানবিলাকত যিসকলক কাম কৰিবলৈকে গধুৰ দায়িত্ব এটা হাতত তুলি দি পঠোৱা হয়, সেই-সকল, জন-সমষ্টিৰ চাঁৰি ভাগৰ তিনি ভাগ নানা অসুবিধাৰ নিকাৰ ভুঞ্জি থকা গাঁৱলীয়া খেতিয়ক সমাজৰ ভিতৰৰ এজন নহৈ, তেওঁলোকতকৈ বেলেগ শ্ৰেণী বিশেষৰ এজন হোৱাত, সাধাৰণ প্ৰজা-সমষ্টিৰ প্ৰকৃত আশা-আকাঙ্ক্ষাৰ উমান অনুপাতে কাম কৰিবলৈ অক্ষম হৈ, তেওঁ নিৰ্ব্বাচক ৰাইজৰ অকল অপ্ৰিয় ভাজনেই নহয়, কৰ্ত্তব্য-দায়িত্ব বিমুখ নৈতিক পতনতো পোত যায়। এনে অৱস্থাত, এই প্ৰথাৰ বিৰুদ্ধে সমূহ সাধাৰণৰ আপত্তি-আন্দোলনৰ প্ৰবল ঢৌ উঠাটো স্বাভাৱিক।

যি নীতিয়ে হাজাৰ হাজাৰ, লক্ষ, লক্ষ, কৌটি কৌটি মানৱৰ আশা-আকাঙ্ক্ষাৰ স্বাধীন বিকাশত ভেটা দি স্বাভাৱিক স্ফুৰণত হেঁচা মাৰি মাত্ৰ একেজন মানুহকেই সৰ্ব্বেসৰ্ব্বা কৰি তোলে, সেই নীতিটো আজি জাগ্ৰত মানৱ-সমষ্টিৰ তেজাল নীতিৰ ওচৰত নিষ্প্ৰভ—গতিকে ৰাজনীতিও নহয়,—আৰু যি নীতিয়ে বৃহৎ জন-সমষ্টি এটাৰ আশা-আকাঙ্ক্ষাৰ প্ৰতি সশ্ৰদ্ধ ৰাপ ৰাখি তেওঁ-লোকৰ অভাৱ-অভিযোগ দূৰীভূত কৰিবলৈকে জনসাধাৰণৰ নাড়ীৰ স্পন্দনৰ লগত সম্পৰ্কহীন বিশেষ শ্ৰেণী এটাৰ ভিতৰৰ পৰা তেওঁক প্ৰতিনিধি নিৰ্ব্বাচন কৰে, তেতিয়া সেই নীতিও অঙ্গহীন অনুদাৰ—গতিকে প্ৰজানীতিও নহয়। কিন্তু যি নীতিয়ে বিবেক-পৰিপ্লুত সকলো মানুহকে সুচাৰুকৈ নিজক নিজে শাসন আৰু আত্মৰক্ষণ কৰিবলৈ অধিকাৰ দিয়ে, সেয়ে হৈছে আজিৰ মানৱ-সমষ্টিৰ ঘাই নীতি— গতিকে, ইয়াক মানৱ-নীতি আখ্যাও দিব পাৰি। এই নীতিৰ লগত ৰজা-প্ৰজা বোলা বস্তু দুটাৰ কোনো সম্বন্ধ নাই—সম্বন্ধ আছে মাত্ৰ ব্যক্তিগত কঠোৰ শৃঙ্খলাৰ লগত বিৰাট সমষ্টিগত মানৱীয় মনোৰাজ্যৰ।

বিৰাট মানৱ-সমষ্টিৰ গতিশীল মনোজগতৰ সকলোবিলাক আসোঁৱাহ আপত্তিৰ সুমীমাংসা কৰি মানৱ সমাজত শৃঙ্খলা আনিবলৈকে এই নীতিয়ে অনিবাৰ্য্য মুক্ত প্ৰেৰণা দিয়ে। গতিকে ইয়াক শৃঙ্খলানীতিও কব পাৰি। এৰাব নোৱাৰা সাঙোৰত বান্ধ খাই থকা বিভাগবিলাকৰ শৃঙ্খলা আৰু কৰ্ত্তব্যৰ ওচৰত প্ৰত্যেক মানুহেই দায়ী। এই কৰ্ত্তব্য সম্পাদন নকৰিলে মানুহ দায়িত্বহীন দোষত পৰে।

মানুহে নিজ নিজ মাৰ্জ্জিত বুদ্ধি আৰু বিবেচনাৰে সকলো বিষয়ে শৃঙ্খলা লগাই সমাজত সুখ-শান্তিৰ পৰিমাণ জমাবলৈ বিবেকৰ শুভ্ৰ প্ৰেৰণাৰে যিবিলাক কাৰ্য্য কৰে, সেইবিলাকে ৰাজদ্ৰোহ বা প্ৰজাদ্ৰোহৰ লগত একো সম্পৰ্ক নাৰাখে। কাৰণ, ই ৰাজনীতি নহয়—প্ৰজানীতিও নহয়,—কিন্তু মানৱনীতি বা শৃঙ্খলানীতি।

নিজৰ আৰু তাৰ চাৰিওকালৰ শৃঙ্খলা লগাই সমাজত শান্তি স্থাপন কৰি নিৰ্ব্বিঘ্নে চলিবলৈকে প্ৰত্যেকজন মানুহৰেই জন্মগত অধিকাৰ আৰু দায়িত্ব আছে। এই অধিকাৰ যিমানেই মুক্ত উদাৰ সবল আৰু সতেজ হৈ আহিব, মানৱ সমাজত শান্তিৰ বিচিত্ৰ উদাৰতা তিমানেই বৃদ্ধি প্ৰাপ্ত হ'ব। এই বৈচিত্ৰ্যৰ বৃদ্ধিৰ পৰাই জীৱনৰ স্তৰে স্তৰে সুপ্ত হৈ থকা বিভূতিবিলাকৰ তৰপে তৰপে উন্মেষণ ঘটিব—সচেতন উন্মিলিত আৰু প্ৰস্ফুটিত হৈ উঠিব আৰু বিৰাট মানৱ-সমষ্টিৰ সম্পূৰ্ণতা সম্পাদন কৰাটো সম্ভৱপৰ কৰি তুলিব।

## 'চেতনা'ৰ উদ্দেশ্য

( ১৯১৯ চনৰ ১ম সংখ্যা 'চেতনা'ৰ ১ম পিঠিৰ সম্পাদকীয় )

কালৰ প্ৰবল সোঁতে সময়ে সময়ে কু-সংস্কাৰৰ বালি-মাটি উটাই আনি, পৃথিৱীৰ সকলো সভ্য জাতিৰে নিজ নিজ আদৰ্শানুযায়ী আগুৱাই যোৱা অগ্ৰগামী তেজাল গতিৰ মুখত চাপৰি তুলি দি জাতীয় উন্নতিৰ বেগ ৰুদ্ধ কৰে। তেতিয়া, অগ্ৰগামী গতি প্ৰতিহত হোৱা বাবে, সীমাবদ্ধ পৰিসৰতে জীৱনৰ শঙ্খধ্বনিত উদ্বাউল হোৱা সমাজে সেই প্ৰতিবন্ধকতাৰ গড় ভাঙি বাহিৰলৈ ওলাই আহিবলৈকে কৰা দুৰ্দ্দমনীয় চেষ্টাৰ পৰা উদ্ভূত হোৱা আঘাত পাই সেই সঙ্কীৰ্ণ পৰিৱেষ্টনৰ বায়ু-মণ্ডল ঘোলা হোৱাত, আগতে উপাৰ্জ্জন কৰি থোৱা সামাজিক সম্পদবিলাকৰ ওপৰতো মলি-মামৰ জমিবলৈ ধৰে আৰু লগে লগে পূৰ্ব্ব আদৰ্শটোও নিষ্প্ৰভ অস্পষ্ট হৈ আহি শেষত নাইকিয়া হ'বলৈ উপক্ৰম কৰে। তেতিয়া, পুৰণি বাট বন্ধ হোৱাত পূৰ্ব্ব আদৰ্শ ধিয়াই আগুৱাই যাবলৈকে নতুন বাট বিচৰা আগ্ৰহৰ আকুল কম্পন এটা সমাজৰ বুকুত যদিও অনুভৱ কৰা দেখা যায়, তথাপি প্ৰাচীন পথত খোজ কাঢ়ি অভ্যস্ত হৈ সেইটোকে স্বাভাৱিক গতি বুলি ধৰি লোৱাত, নতুনৰফালে গতি লবলৈ উদ্যোগ কৰা আগ্ৰহটো সাময়িকভাৱে বিশেষ কাৰ্য্যকৰী হৈ নুঠে। তেতিয়া, কোনো নতুন উপায়েৰে কোনো নতুনক উপাৰ্জ্জন কৰিব নোৱাৰি সভ্যতাৰ জোখত সমাজখন ক্ৰমে পাতল আৰু দুৰ্ব্বল হৈ যাবলৈ ধৰে। তেতিয়া, আন সচেতন আৰু বুদ্ধিমান জাতিবিলাকৰ, এই ভুল বুজি পাই নতুনক বৰণ কৰি লৈ উপাৰ্জ্জন কৰা নানা স্বাস্থ্যবান সম্পদ-সৌন্দৰ্য্যৰ আগত, পুৰণিৰ আকোলনত সোমাই শুই থকা সমাজৰ সম্পদ-বিলাক অনাদৃত আৰু ইতিকিঙৰ বস্তু হৈ পৰে। কাৰণ, নানা কুসংস্কাৰৰ বালি-মলি জমি পঙ্গু কৰা পুৰণি সমাজৰ অন্তৰখন, নতুনক 'আহ' বুলি আলিঙ্গন কৰিবলৈকে বিশেষভাৱে বহল নহৈ চেপা খাই থকা গতিকে, পুৰণি সম্পদবিলাকৰ ওপৰত নতুনৰ কাৰু-কাৰ্য্য খটাই তাৰ সৌন্দৰ্য্য চৰাই সি নতুন প্ৰয়াসী মনোজগতক আকৰ্ষণ কৰিব পৰা নাই। গতিকে, অগ্ৰগামী সভ্যতাৰ নতুন তেজাল উন্মেষবোৰৰ শাৰীৰ বহুত পাছত সেইবোৰ বস্তু পৰি থাকে। এইদৰে ক্ৰমাগত-ভাৱে পাছ পৰি গৈ থাকি সৰ্ব্বশেষত সেইবোৰ গতিশীল সভ্য সমাজৰ চকুত নলগা হৈ পৰি অচল হয়।

ভাৰতে এদিন নিজ আদৰ্শৰ বিজয়-পতাকা আগত লৈ বীৰ দৰ্পেৰে দুন্দুভি বজাই তাৰ সভ্যতাৰ দীপ্ত আলোকেৰে গোটেইখন পৃথিৱীকে মোহিত আৰু আলোকিত কৰি তুলিছিল। তেতিয়া ভাৰতৰ সমাজ-দেহত নতুনক আকোৱালি লোৱা উদাৰতাৰ সতেজ স্ফুলিঙ্গ থকাৰ কাৰণে, সংকীৰ্ণতাৰ কুসংস্কাৰ নানা ছল-চক্ৰান্তৰে প্ৰতিৰোধ কৰোঁ বুলি আগবাঢ়ি আহিবলৈ কাও-বাও কৰিলেও তাৰ প্ৰচণ্ড তাপত সি পুৰি ছাই হৈ উৰি গৈছিল। সেইবাবে প্ৰাচীন ভাৰতীয় সমাজত নতুন-পুৰণিৰ চিৰস্থায়ী বিৰোধৰ লিপিবদ্ধ ইতিহাস আমি নাপাওঁ! যি সামান্য পাওঁ, সেইটো নতুন-পুৰণিৰ সংমিশ্ৰণ বা সম্মিলনত ঘটা স্বাভাৱিক সংঘৰ্ষণৰ ক্ষীণ উমানহে। সেইগুণেই, পুৰণি ভাৰতীয়

সমাজত স্তৰে স্তৰে সভ্যতাৰ ইমানবিলাক বিচিত্ৰ সম্পদ উপাৰ্জ্জিত হ'ব পাৰিছিল আৰু সভ্যতা-সম্পদ-ৰাশিৰ ওচৰত পৃথিৱীৰ আন আন জাতি-বিলাকেও শৰণ লৈ মানৱ-জীৱনৰ সফল উদ্দেশ্য সাধিবলৈকে আগ বাঢ়ি আহিছিল। জীৱনৰ বিচিত্ৰ উন্মেষ সাধনাৰ্থে পৃথিৱীৰ আন আন জাতিসমূহে ভাৰতৰ ওচৰত জনোৱা আৱেদনৰ প্ৰত্যুত্তৰত নিজ সভ্যতাৰ উজ্জ্বল আলোক সকলো জাতিকে বিলাই দি সি আনন্দ পাইছিল। সংক্ষেপতে এয়েই ভাৰতৰ আদৰ্শ।

বহুতৰ ধাৰণা, ভাৰতৰ আদৰ্শ-মন্দিৰ সম্পূৰ্ণ আধ্যাত্মিকতাৰ ওপৰত সাজি তোলা,—তাত বাস্তৱতাৰ ঠাই মুঠেই নাই। সেইবাবে আধ্যাত্মিকতাৰ বাণীয়ে ভাৰতবাসীৰ জীৱনৰ গতি নিয়ন্ত্ৰণ কৰাত ক্ৰমে দুৰ্ব্বল হৈ আহি অন্ধ হোৱা হেতুকে, বাহ্যিক জগতৰ বিপুলতা দেখা নেপাই সি অন্যান্য উন্নতিশীল প্ৰবল জাতিৰ বহুত পাছত পৰি আছে। ফলত, সেই দুৰ্ব্বলতাৰ আশ্ৰয় কৰিয়েই পূৰ্ব্ব পুৰুষ-সকলৰ অশেষ প্ৰতিভাৰ দোহাই দি সি বিশ্ব-সমাজত নিজৰ অনুচিত আসনৰ দাবী কৰি আছে। কিন্তু এই ধাৰণা সম্পূৰ্ণ অমূলক। ভাৰতে অকল আধ্যাত্মিকতাৰ মাল-মছলাৰে কেতিয়াও সভ্যতাৰ সৌধ গঢ়ি তুলিব খোজা নাছিল। সেইবাবেই, আজি আমি ভাৰতৰ প্ৰাচীন সভ্যতাৰ ভঁৰালত আধ্যাত্মিক আৰু বাস্তৱতাৰ একেলগে ঘৰ পাতি বসতি কৰি থকা বৃত্তান্ত-কাহিনীবোৰ খেপিয়াই পাওঁ। আধ্যাত্মিকতা ভাৰতীয় সভ্যতাৰ যিদৰে এটা বিশেষ সম্পত্তি, বাস্তৱতাও সেইদৰে ভাৰতৰ এটা অমূল্য সম্পদ। আধ্যাত্মিকতাৰ জোখতকৈ বাস্তৱতাৰ জোখ ভাৰতীয় সভ্যতাই কেতিয়াও কমাব খোজা নাছিল। বৰং ইহজগতৰ কল্যাণৰ অৰ্থে আধ্যাত্মিকতাতকৈ বাস্তৱতাৰ উপযোগিতা বেছি, আৰু আধ্যাত্মিকতা ক্ৰমে উজ্জ্বলতৰ কৰি তুলিবলৈকে বাস্তৱতাৰ বিশেষ আৱশ্যকতা আছে বুলিহে প্ৰচাৰ কৰি সেইমতে কাৰ্য্য-প্ৰণালী চলাই-ছিল। সেইবাবে, প্ৰাচীন ভাৰতবাসীয়ে কৃষি বাণিজ্য, শিল্প, বিজ্ঞান, দৰ্শন, সাহিত্য, জ্যোতিষ, ৰাজনীতি, ধৰ্ম্মনীতি ইত্যাদি বিদ্যাৰ সমানে অনু-শীলন কৰি সকলো ক্ষেত্ৰতে এটা শেষ মীমাংসাৰ পথ বিচাৰি চলিছিল।

ভাৰতীয় বৃহৎ জাতিৰ এটা ঠেঙুলি আমাৰ এই অসমীয়া কামৰূপী জাতিটোৱেও ভাৰতীয় সভ্যতাৰ এই আদৰ্শ আগত লৈ এদিন উন্নতিৰ উচ্চ আসনত গৈ বহিছিল বুলি কথাই-বাৰ্ত্তাই, কাকত-পত্ৰই, সভাই-সমিতিয়ে আমি প্ৰচাৰ কৰি ফুৰোঁ। কিন্তু আমাৰ সমাজৰ বৰ্ত্তমান অৱস্থাটো দ'কৈ আলোচনা কৰি চালে পূৰ্ব্ব-গৌৰৱ প্ৰচাৰ কৰি ফুৰা কথাৰ সত্যতাৰ ওপৰত সন্দেহৰ খুঁত ওলায়। কিন্তু তথাপিতো ইয়াত সান্ত্বনা পাবলৈ পথ আছে এই বুলি যে অকল অসমীয়া জাতিৰ ভাগ্যত এনে দুৰ্গতি ঘটা নাই। পৃথিৱীৰ সকলো প্ৰাচীন জাতিৰ অদৃষ্টতেই কালৰ এই কঠোৰতাৰ ছাব পৰিছে। কিন্তু "সকলো জাতিৰে ভাগ্যত এনে দুৰাৱস্থা ঘটিছে যেতিয়া আমাৰো ঘটিছে" বুলি নিশ্চিন্ত হৈ বহি থকা নিৰ্লজ্জ সান্ত্বনাৰে অসমীয়াৰ দুৰ্ব্বলতা-সম্ভূত এই কলঙ্ক খেদিব পৰা নাযাব। পৃথিৱীৰ আন আন প্ৰাচীন সুসভ্য জাতিবিলাকে কালৰ এই কঠোৰ বিবিধ শাসনৰ পৰা নিজস্বখিনি সম্পূৰ্ণকৈ মুক্ত কৰিবলৈবৰ নিমিত্তে দুৰ্ব্বলতাৰ বিৰুদ্ধে যি যি, উপায়েৰে যুঁজি যুঁজি সুস্থ আৰু সবল হ'বলৈ ধৰিছে,

অসমীয়া জাতিয়েও নিজৰ মান-গৌৰৱ সকলো ৰক্ষা কৰি নিজস্ব অক্ষত আদৰ্শানুযায়ী সভ্যতাৰ দৃঢ় ভেটি সাজি তুলি লৈ যাবলৈকে সেইবিলাক উপায় অৱলম্বন কৰিব লাগিব।

এইদৰে আগুৱাব লাগিলে অসমীয়া জাতিয়ে স্পষ্টকৈ বুজিব লাগিব যে দেশৰ স্বাৰ্থৰ আগত ব্যক্তিগত স্বাৰ্থ অতি হীন,—দেশৰ গৌৰৱৰ আগত নিজৰ গাই-গুটীয়া ভেম-অভিমান নিচেই ঠেক, দেশৰ মঙ্গলৰ তুলনাত নিজৰ মঙ্গল অতি তুচ্ছ। অসমীয়া জাতিয়ে বুজিব লাগিব, যে জাতীয় যজ্ঞ সম্পাদনৰ অৰ্থে নিজৰ জীৱন বলি দিয়াটো অতি সজ কথা—ইয়াত ধৰ্ম্ম-কৰ্ম্ম প্ৰাণতাৰ গৌৰৱ সম্পূৰ্ণকৈ স্থিৰ থাকে। অসমীয়া জাতিয়ে বুজিব লাগিব, জাতীয় সম্পদ, জাতীয় চিন্তাৰ ওচৰত আন সকলো সম্পদ, সকলো ভাব, সকলো চিন্তা সম্পূৰ্ণ বিজাতীয়, নিৰৰ্থক! সেইবোৰত অনুপ্ৰাণিত হৈ চলিলে নিজৰ নিজত্বটো জাতীয় নহৈ বিজাতীয় হ'ব। তাৰ ফলত, মাতৃভূমিৰ মহাদান, মহা-আশীৰ্ব্বাদ অসমীয়াই চিৰকাললৈকে হেৰুৱাব আৰু আত্ম-বিস্মৃত সি নিজক নিজে চিনি পাবলৈকে টান পোৱা হ'ব। এই সত্য অসমীয়াই যেতিয়াই হৃদয়ঙ্গম কৰিব পাৰিব তেতিয়াই দেখা যাব, যে জাতীয় গৌৰৱ ৰক্ষা কৰিবৰ নিমিত্তে অসমীয়াই প্ৰাণৰ ভয়ত কোঁচ খাই থকা নাই, জাতীয় স্বাৰ্থৰ তলত ব্যক্তিগত স্বাৰ্থ ৰাখি জাতীয় কল্যাণৰ অৰ্থে জীৱন বলি দিবলৈকে সক্ষম হৈ সি আগ বাঢ়িছে। অসমীয়া জাতিয়ে তেতিয়া বুজিব, জাতীয় মঙ্গলৰ নিমিত্তে সমাজ-নীতিৰ দৰকাৰ,—জাতীয় কল্যাণৰ নিমিত্তে ৰাজনীতিৰ আৱশ্যক,—জাতিৰ মেৰুদণ্ড সবলকৈ ৰাখিবলৈকে কৃষি, শিল্প, বাণিজ্য, বেঙ্কিং আদি প্ৰধান অস্ত্ৰ—জাতিৰ সম্ভ্ৰম বঢ়াবলৈকে সাহিত্য, দৰ্শন, বিজ্ঞান, জ্যোতিষ আদি মূল্যৱান অলঙ্কাৰ,—দেশক, জাতিক, বাহিৰ-ভিতৰৰ শত্ৰুৰ আক্ৰমণৰ পৰা নিৰাপদ ৰাখিবলৈকে আত্মৰক্ষা-মূলক শৃঙ্খলিত সঙ্ঘবদ্ধতা আৰু শাৰীৰিক-সামাজিক-শক্তি-আহৰণটো অনিবাৰ্য্য বিধান। সেইবাবে আমি সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, কৃষি, শিল্প, বাণিজ্য, বিজ্ঞান, সাহিত্য ইত্যাদিৰ সহায়েৰেই জাতীয়তাৰ ডাঙৰ-দীঘল আহল-বহল ৰাজআলি বান্ধিবলৈকে যত্ন কৰি আগ বাঢ়িম। কাৰণ, জাতীয়-জীৱনৰ যেতিয়া শকত-আৱত হৈ সুস্থ-সবল বীৰ-দাপেৰে আদৰ্শ ধিয়াই চলিবলৈকে সময় আহিব, তেতিয়া এই ৰাজআলি ঠেক বুলি যেন সি পিছল খাই বাগৰি পৰা অভিযোগ তাত উপস্থিত হ'ব নোৱাৰে। এই মহাসত্যৰ সৌন্দৰ্য্য বঢ়োৱাটোৱেই 'চেতনা'ৰ ঘাই উদ্দেশ্য।

## মানুহৰ স্বাভাৱিক অৱস্থা

(ইং ১৯১৯ চনৰ ১ম বছৰৰ 'চেতনা'ৰ ৪ৰ্থ সংখ্যাৰ সম্পাদকীয়)

যি অৱস্থাত মানুহৰ আত্ম-শক্তিয়ে বাধা বিনিৰ্মুক্ত তৎপৰতাৰে জীৱনৰ সকলোফালৰ কৰ্ম্মগতি নিয়ন্ত্ৰণ কৰিবলৈ বিচাৰে, মানুহৰ জীৱন-পাতী একাগ্ৰতাৰ সাধনাৰ উৰ্ব্বৰ-ভূমি ভেদ কৰি ওলোৱা অভিজ্ঞতাৰাশিয়ে সেই অৱস্থাটোকেই স্বাধীন আৰু স্বাভাৱিক আৰু ইয়াৰ বিপৰীত অৱস্থাটোক অস্বাভাৱিক আৰু পৰাধীন বুলি সিদ্ধান্ত দিয়ে। এই অৱস্থাটো অনুকূল হলে মনুষ্যত্বৰ বিৰাটত্বৰ প্ৰভা পাই মানুহ জাতি মানুহ নামৰ

যোগ্য হয়; আৰু প্ৰতিকূল হলে, মনুষ্যত্ব প্ৰস্ফুৰণৰ সম্ভাৱনাত পঙ্কিলতাৰ ক্লেদ জমে। মানুহ যেতিয়া এনে অৱস্থাত পৰে, তেতিয়া তাৰ ইতিহাস লিখিবলৈ গলে, অতীতৰ প্ৰোথিত জীৰ্ণ বিকৃত কঙ্কালসাৰ খোলাকটি কেড়ুখৰিৰ বাহিৰে, বৰ্ত্তমানৰ তেজ-মঙ্গহ সম্বলিত দৃশ্যমান জীৱন্ত উপাদানৰ ওপৰত নিৰ্ভৰ কৰিবৰ পথ নাই। সেইবাবে, আজি ভাৰতৰ বুৰঞ্জী লিখিবৰ চেষ্টা হাতত লোৱা মাত্ৰেই প্ৰাচীনৰ গুহাত গৈ সোমাই তাৰ গুণ-গান বিচাৰি ফুৰোঁতেই বুকুৰ বল যিখিনি খৰচ হয়, তাৰে বাকীখিনি লৈ ওলাই আহি বৰ্ত্তমানৰ গৰিমাময় গুণ-গান কৰিবলৈকে বেছি সামৰ্থ্য নাথাকে। অতীতৰ সম্পদেৰে বৰ্ত্তমানৰ নিঃকিন অৱস্থাটোক শক্তিশালী বুলি সাব্যস্ত কৰি লব নোৱাৰি। অতীতৰ সম্পদৰাশিয়ে বৰ্ত্তমানটোক কাল-প্ৰভাৱৰ উপযোগীকৈ গঢ়ি তোলাত অনুপ্ৰেৰণাৰ উপাদান যোগায় সঁচা। কিন্তু, সি যদি বৰ্ত্তমানক গৌৰৱ-মণ্ডিতকৈ গঢ়ি তোলা বিষয়ত অনুপ্ৰেৰণাৰ বস্তু নহৈ মাত্ৰ ডাক্কোপৰ কৰ্কশ শবদেৰে গতিশীলতাৰ শান্তি ভঙ্গ কৰা এটা ফোপোলা বস্তু হৈ পৰে, তেন্তে সি আশীৰ্ব্বাদৰ পৰিৱৰ্ত্তে অভিশাপৰ দুৰন্ত আহ্বানকহে বৰণ কৰি মাতি আনে। তেতিয়া সি আত্ম-শক্তি, আত্ম-চেতনা, আত্ম-বিশ্বাস, আত্ম-জ্ঞান, আত্ম-নিৰ্ভৰতাৰ সকলো বিভূতি নাশ কৰে। এই অৱস্থাটো মানুহৰ অস্বাভাৱিক। কাৰণ, মানুহ চৈতন্যযুক্ত জীৱ।

আত্ম-বিস্মৃতিত পৰি মানুহে মনুষ্যত্ব হেৰুৱাৰ কাৰণ আন বহুত থাকিলেও, যি কাৰণটো সকলোতকৈ প্ৰবল, ভয়াবহ, বিস্ময়কৰ আৰু ঘৃণনীয়, সেই কাৰণ মাথোন এটা,—আৰু সেই-টোৱেই হৈছে চিত্তৰ পৰাধীনতা।

জগতৰ সকলো মানুহেই নিজ নিজ পাৰি-পাৰ্শ্বিকতাৰ প্ৰভাৱত উদ্ভূত হোৱা দেশাচাৰ, লোকাচাৰ, সামাজিক নীতি-নিয়ম আৰু ধৰ্ম্ম-বিশ্বাসৰ তলতীয়া। কিন্তু এনেবিধ অধীনতাই মানুহক অধোগামী নকৰি, নিজ নিজ জাতীয়-তাবোধ জাগ্ৰত কৰি নিজস্ব আদৰ্শানুযায়ী মনুষ্যত্ব স্বাস্থ্যৱন্ত আৰু পুষ্ট কৰি তুলি মানৱ সমাজত মঙ্গলৰ সচেতন সৌৰভ বিলাবলৈকেহে অন্তৰত প্ৰবল আকাঙ্ক্ষা সঞ্চাৰিত কৰে। কিন্তু আমি যি অধীনতাৰ কথা কৈছো, সেই অধীনতাটো মানৱ-সমাজৰ এটা পাপময় মূৰ্ত্ত-কলঙ্ক। যি কলঙ্কৰ পৰিকল্পনাতো মনুষ্যত্বৰ শুভ্ৰতাত মলি জমে,—যি কলঙ্কৰ চাৎ পৰা মাত্ৰেই আত্ম-নিসৃত বিদ্ৰোহ-পাৱকে লেলিহান জিভা মেলি মৰ্য্যাদাৰ সৌষ্ঠৱ চেলেকি ছাই কৰি দিবলৈকে বিভচ্ছ ৰূপেৰে ওলাই আহে,—যি কলঙ্কৰ চেকা লাগিলে মানুহৰ অন্তৰতম দেৱতাই মনুষ্যত্বৰ আসন শূন্য কৰি থৈ মানৱ সমাজৰ পৰা বিদায় লয়, ই সেই কলঙ্ক।

এই ভয়াবহ কলঙ্কৰ বাহক হৈছে, স্বাৰ্থান্ধতা, আত্ম-মৰ্য্যাদা, আত্ম-চেতনা-আত্মবিশ্বাসহীনতা আৰু ভীৰুতা, ক্ষুদ্ৰতা ইত্যাদিবোৰ। এইবিলাক অবাঞ্ছনীয় অসৎ আৰু মনুষ্যত্ব খৰ্ব্বকাৰী প্ৰবৃত্তিৰ উত্তাপত তেজাল হৈ কোনো সবল মানুহ বা জাতিয়ে যেতিয়া আন কোনো দুৰ্ব্বল মানুহ বা জাতিক সিহঁতৰ কু-প্ৰবৃত্তি তৃপ্ত কৰা যন্ত্ৰ এটা বুলি ভাবি সিহঁতৰ ওপৰত সেই প্ৰভাৱ বিস্তাৰ কৰিবলৈ আহে, তেতিয়া সেই কলঙ্ক সিহঁতৰো সঙ্গী হয়, আৰু নিজৰ অমানৱীয়তাত ৰহণ চলোৱা

চমকনিৰে আক্ৰমিত জাতিৰ মনুষ্যত্বটো সকলো ফালেদি মূৰ্চ্ছিত কৰি তাৰ ওপৰত এটা দুৰ্ভেদ্য বজ্ৰ-প্ৰলেপ সানি দিয়ে। তেতিয়া সি মনুষ্যত্ব খৰ্ব্বকাৰী অভিযানত সাফল্য লাভ কৰা বুলি নিঃসঙ্কোচ মুক্তকণ্ঠেৰে চিঞৰি চিঞৰি আনন্দৰ কিৰিলি পাৰে। আক্ৰমিত আৰু আক্ৰমণকাৰী দুয়ো এই কলঙ্কত কলঙ্কিত,—আক্ৰমিতে আত্মসমৰ্পণ কৰা বাবে, আৰু আক্ৰমণ-কাৰীয়ে মনুষ্যত্ব খৰ্ব্ব কৰা বাবে।

মানৱেতিহাস আলোচনা কৰি চালে, জাতি-বৰ্ণ, দেশ-মহাদেশ নিৰ্ব্বিশেষে সকলো শ্ৰেণীৰ মানুহকেই কোনো নে কোনো সময়ত এই দুৰপনেয় কলঙ্কত কলঙ্কিত হোৱা দেখা যায়।

এই কলঙ্কই মানৱ জাতিৰ খ্যাতি-গৌৰৱ হানি কৰে বুলিয়েই ক্ষণজন্মা মহাপুৰুষ কেইজনমানৰ আপ্ৰাণ চেষ্টাত পৃথিৱীৰ পৰা গোলাম-প্ৰথা ৰহিত হ'ল। আত্ম-সন্মান উজ্জ্বলকাৰী এই মহান সত্যৰ উত্তেজনাতেই, বহুকাল পৰাধীনতাৰ হেঁচাই তল কৰি থোৱা গধুৰ আৱৰণ ওফৰাই পেলাই বহু জাতিৰ আত্মশক্তিৰ প্ৰচণ্ড নিষ্ঠা আজি পৃথিৱীময় সজাগ হৈ উঠিছে।

এজন মানুহ বা এটা জাতি আন এজন মানুহ বা আন এটা জাতিৰ এইদৰে অধীন হৈ পৰাৰ কাৰণটো শক্তিৰ দুৰ্ব্বলতা নহয়,— সাধনাৰ অভাৱ,—আত্মোপলব্ধিৰ নিষ্ক্ৰিয়তা। সাধনাৰ অভাৱতেই শক্তিৰ দুৰ্ব্বলতাই খোপ লৈ বহি পৰে, আত্মোপলব্ধিৰ নিষ্ক্ৰিয়তাতেই আত্ম-সঙ্কুচিত হৈ পঙ্গুতা প্ৰাপ্ত হয়। তেতিয়া বাহিৰৰ আঘাত প্ৰতিৰোধ কৰা শক্তিৰ অনুপস্থিতিত, জাতীয় সাধনাই বিজাতীয় আস্ফালনৰ আধিপত্য গ্ৰহ পাতি গ্ৰহণ কৰিবলগীয়াত পৰে। এই জাতীয় সাধনাৰ উত্তপ্ত বেগটো চেঁচা পৰি জাতীয় শক্তিক নিষ্প্ৰভ কৰি হীন কৰে বহুত ফালেদি।

এই কলঙ্ক যে মানৱ সমাজত এটা স্থায়ী চিৰজীৱিত বস্তু, তেনে নহয়। ইয়াৰ হাত সাৰি মনুষ্যত্বক ফুটাই তোলাৰ বাট মুকলি কৰি লব পাৰি বহুত উপায়েৰে। মানুহে যেতিয়া অন্তৰগতভাৱে বুজি পায়, উপলব্ধি কৰে যে তাৰ এটা নিজস্ব আত্ম-সম্ভ্ৰম আছে আৰু সি পাৰ্থিৱ সকলো বস্তুতকৈ তেজাল ;—মানুহৰ মনুষ্যত্ব বুলি এটি আপুৰুগীয়া সম্পদ আছে, যাৰ জ্যোতিষ্কাৰ ৰূপ প্ৰতিভাত হৈ উঠাটো একমাত্ৰ মানুহৰ হৃদয়তহে সম্ভৱ, আৰু তাতেই তাৰ সাধনাৰ দেৱতা উৎফুল্ল হৈ বাস কৰে, আৰু বিজাতীয় সাধনাৰ অধীনতাত এই দেৱতা অপমানিত হৈ গুচি যায় ;—মানুহৰ এটা নিজস্ব আত্মশক্তি আছে, যি শক্তিৰ কোবত, মনুষ্যত্ব অৱমাননাকাৰীৰ আঘাত যিমানেই প্ৰচণ্ড নহওক চূৰ্ণ-বিচূৰ্ণ হয়, তেতিয়াহে মানুহে কলঙ্কৰ হাত সাৰি ক্ৰমে উন্নত হৈ আহি মনুষ্যত্বৰ পূৰ্ণতাত থিতি হবলৈকে সমৰ্থৱান হয়। তেতিয়া, যি মানুহে কলঙ্কৰ হেঁচাৰে মনুষ্যত্বটোক ম্ৰিয়মান কৰি তুলিছিল, সেই মানুহেই নিজস্ব শক্তিৰেই কলঙ্ক-মুক্ত হৈ জগতত মানৱীয় কীৰ্ত্তিৰ জয়স্তম্ভ প্ৰতিষ্ঠা কৰে। এই কাম অব্যাহত পাৰিপাট্যৰ ভিতৰেদি সম্পাদিত হয় একমাত্ৰ জাতীয় সাধনাৰ বেদীত। বিজাতীয় সাধনাৰ সহলেৰে আগবাঢ়িলে মুক্ত হোৱাৰ পৰিৱৰ্ত্তে দুৰ্ঘোৰ বন্ধনহে ক্ৰমে দৃঢ়তৰ হৈ উঠে। ভাৰতৰ এই জাতীয়-সাধনা হৈছে আধ্যাত্মিক সাধনা। ই ভাৰতৰ অন্তৰ্নিহিত নিজস্ব বস্তু।

## তেতিয়াহে আত্ম-প্ৰতিষ্ঠাৰ বজ্ৰ-কপাট মুকলি হ'ব

( ইং ১৯১৯ চনৰ ১ম বছৰৰ ৪ৰ্থ সংখ্যা 'চেতনা'ৰ সম্পাদকীয় )

কোনো দেশৰ খিলঞ্জীয়া লোক এছামৰ অন্তৰত যেতিয়া আত্ম-বিশ্বাসৰ হানি ঘটে, কৰ্ম্ম-ধাৰাৰ গতিশীল প্ৰাখৰ্য্যই নিষ্ক্ৰিয়তাৰ চেঁচা বতাহ পাই পঙ্গুত্ব প্ৰাপ্ত হয়, তেতিয়া বাহিৰৰ লোলুপ স্বাৰ্থই সেই লোক-সমষ্টিৰ ওপৰত জঁপিয়াই পৰি তাৰ খিলঞ্জীয়া অধিকাৰ উচ্ছেদ কৰি তাৰ পৈতৃক ভূমিত বিৰোধী অধিকাৰ স্থাপন কৰে।

এইদৰেই মানৱ জাতিৰ প্ৰাক্-ঐতিহাসিক যুগৰ পৰাই পৃথিৱীৰ সকলো ঠাইতে খিলঞ্জীয়া লোকৰ সঁচ মৰি সেইবোৰ সাৰুৱা ভূমিত বাহিৰৰ শক্তিশালী লোকৰ বিৰাট বসতি-বৃক্ষ শিপা-গাৰি বাঢ়ি উঠিছে, আৰু সেই ভূমিডোখৰত আনৰ অধিকাৰ বৰ্ত্তিছে। আনৰ ঠাইৰ কথা নকওঁ আমি অসমৰ অসমীয়া লোক-সমষ্টিও আজি পৰ্ব্বত-ভৈয়ামত তেনে শোচনীয় অৱস্থাত পৰা যেন উপলব্ধি কৰিছোঁ। এই কথা চুনাই বহলাই লিখাৰ প্ৰয়োজন নাই। ইয়াৰ আগতে বহুবাৰ এইকথা পৰ্ব্বত-ভৈয়ামৰ অসমীয়াৰ কাণত বিড়িয়াই থকা হৈছে। তথাপিতো যদি কোনোবাৰ মনত কথাষাৰ সোমোৱা নাই, তেন্তে তেওঁ এবাৰ অসমৰ বাট পথ, আলি-পদূলি, ঘৰ-চোতাল, হাট-বজাৰ, ভূঁই-পথাৰ, বেহা-বেপাৰ, দোকান-পোহাৰ আৰু আমাৰ শাসন-তন্ত্ৰটোলৈ চাই মনোযোগেৰে ধাৰণা কৰিব পাৰিলেই সকলো সন্দেহৰপৰা নিষ্কৃতি লাভ কৰিব পাৰিব।

আত্ম-বিশ্বাস, আত্ম-চেতনা, আত্ম-মৰ্য্যাদা আদি মানৱীয় হৃদয়স্থিত গুণৰাশিয়েই মানুহক তাৰ খিলঞ্জীয়া পিতৃ-ভূমিত সুদৃঢ় শক্তিশালীকৈ প্ৰতিষ্ঠাপন কৰে। অন্তৰত এই গুণাৱলীৰ অন্তৰ্দ্ধান ঘটিলে পিতৃ-ভূমিৰপৰা তাৰো অন্তৰ্দ্ধান ঘটে। তেতিয়া সেই ভূমি, সেই দেশ আনৰ হৈ পৰে। অসমীয়াৰ জীৱনৰ ওপৰলৈ আজি এই দশাটো আগবাঢ়ি আহিছে। নাই আত্ম-চেতনা, নাই আত্ম-বিশ্বাস, নাই আত্ম-শ্ৰদ্ধা, নাই আত্ম-মৰ্য্যাদা জ্ঞান। তাৰ পৈত্ৰিক মাটি-বাৰী, বেহা-বেপাৰ, ভাষা-সংস্কৃতি, গতি-মতি চিন্তাধাৰা, ৰাজনীতি, অৰ্থনীতি আদি সকলো, আনৰ অধিকাৰৰ প্ৰতিষ্ঠাৰে উচ্ছেদ কৰি লৈ যোৱা অভিযানৰ সহায়কভাৱে পৰিচালিত হৈছে। নাই তত, নাই উদ্বেগ, নাই তৎপৰতা, নাই সতৰ্কতা।

আমি অসমীয়াৰ বহুতেই আত্ম-সমৰ্পণৰ এই হীন ক্ষয়শীল গতিটোকেই উদাৰতা বুলি অকল ভাবিয়েই নহয়, সেই বিশ্বাসেৰে কামো কৰোঁ। কিন্তু এই বিশ্বাসটো আত্ম-নিঃসৃত বিশ্বাস নহয়, গতিকে আত্ম-বিশ্বাসো নহয়। কাৰণ, আত্ম-বিশ্বাসে আনৰ অসদভিপ্ৰায়ৰ ওচৰত আত্ম-সমৰ্পণ কৰাৰ পৰা মানুহক বিৰত ৰাখে। ই আত্মক আচ্ছন্ন কৰি ৰখা দুষ্প্ৰবৃত্তিসমূহৰ প্ৰতি মোহহে। ইয়াত উদাৰতাৰ আশীৰ্ব্বাদ নাই, আছে ক্ষুদ্ৰতাৰ অভিশাপ। এই অভিশাপে আত্মাক নিজ ৰূপত প্ৰস্ফুটিত হৈ উঠাত বাধা দিয়ে। যেতিয়াই অসমীয়াৰ অন্তৰত পাতালভেদী শিপা মেলি এই বিশ্বাস অঙ্কুৰিত হ'ব, তেতিয়াই সি তাৰ আত্ম-বিশ্বাসত পৰিণত হ'ব, আৰু তেতিয়াই তাৰ নিজস্ব

পৈতৃক দেশত সবল আত্ম-প্ৰতিষ্ঠাৰ বজ্ৰ-কপাট মুকলি হৈ পৰিব।

## জাতীয়তাৰ উত্থান-পতন

(ইং ১৯১৯ চনৰ ১ম বছৰৰ ৪ৰ্থ সংখ্যা 'চেতনা'ৰ সম্পাদকীয়)

মানৱ-সভ্যতাৰ তুলাচনীত যি জাতিৰ অতীতৰ গৌৰৱময় কোনো ওজনেই নাই, তেনে জাতি এটাৰ ব্যক্তিত্বটো আন জাতি এটাৰ সবল ব্যক্তিত্বৰ প্ৰভাৱত জাহ যাব পাৰে বুলি কথা এষাৰ ইতিহাসত আছে; কিন্তু কালৰ স্পৰ্শত ক'লা দাগ পৰি বৰ্ত্তমানটো কিছু অনুজ্জ্বল হলেও, যি জাতিৰ গণ্য-মান্য বুলি এটা প্ৰাচীন সম্পদ আছে,—যি জাতিৰ অতীতটো এনে কিছুমান জাতীয় ঐশ্বৰ্য্যৰ দ্বাৰা সমৃদ্ধশালী, যিবিলাকৰ মনোমোহা স্মৃতিয়ে সেই জাতিক নিজ-বৈশিষ্ট্যত অচল-অটল-স্থিৰ থাকিবলৈকে অন্তৰত উদগনি যোগাই শক্তি দান কৰি থাকে—যি জাতিৰ গৌৰৱময় অতীতে মানৱ সভ্যতাৰ খটখটীত খোজ কাঢ়োতে নিজৰ স্বাধীন মূল্য নিজে স্থিৰকৈ সাব্যস্ত কৰি লয়, আৰু এইদৰে জাতীয় ব্যক্তিত্ব ৰক্ষাৰ চেষ্টাত তাৰ পাৰিপাৰ্শ্বিক অৱস্থাটোও সহায়ক হয়, তেনে এটা জাতি আন কোনো এটাৰ জঠৰাগ্নিত জাৰ্ণ হৈ যোৱাৰ নিদৰ্শন মানৱ-সভ্যতাৰ ইতিহাসে আজিও আমাক কোৱা নাই। আমাৰ অসমীয়া জাতিৰো তেনে এটা গৌৰৱময় অতীত আছে।

প্ৰাচীন বেবিলন, ইজিপ্ত, ৰোম আদি সভ্য জাতিসমূহৰ সেই সময়ৰ পাৰিপাৰ্শ্বিকতাটো নানা সময়ত নানা ক্ষালবপৰা আহি পৰা বাহিৰৰ খকা-খুন্দাৰ আঘাতত বিধ্বস্ত হৈ জাতীয় বৈশিষ্ট্য অবিকৃত ৰখাৰ চেষ্টাত সজ্ঞত থাকিবলৈ অপাৰগ হোৱা বাবে আন জাতিৰ প্ৰবল ব্যক্তিত্বৰ হেঁচাত তল পৰি যোৱাৰ কথা ইতিহাসত আছে সঁচা, কিন্তু যাৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধাটো প্ৰবল আৰু তাক অবিকৃত ৰখাৰ সহায়কাৰী পৰিপাৰ্শ্বিকতাটোও কোনো বিজাতীয় আঘাতে বিকৃত কৰিব পৰা নাই, তেনে জাতি এটাৰ অস্তিত্বটো এইদৰে বিলুপ্ত হৈ যোৱাৰ অস্বাভাৱিক কথা তাত নাই। এই কাৰণেই, সেই সুদূৰ অতীতৰ পৰা নানাকালৰ বিজাতীয় আক্ৰমণ ব্যৰ্থ কৰি ভাৰতে আজিও অচল-অটল হৈ নিজৰ অস্তিত্বটো ঠিক ৰাখিব পাৰিছে। আমাৰ কামৰূপ-অসম ভাৰতৰ অবিচ্ছিন্ন বিশিষ্ট অঙ্গ।

বৃহত্তৰ ভাৰতৰ তাৰ সকলো অধিবাসী একেটা সম্মিলিত মহাজাতিৰ অন্তৰ্ভুক্ত হলেও, প্ৰত্যেকৰে একোটা নিজস্ব বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য-বিলাকৰ ভিতৰত নিজ নিজ সামাজিক ৰীতি-নীতিৰ বাহিৰেও, নিজ নিজ মাতৃভাষাও এটা। সকলোকালোদি সেই বিশেষত্ববিলাকৰ পুষ্টি সাধনেৰে নিজস্ব জীৱনৰ পূৰ্ণতা সম্পাদন কৰিলেহে ভাৰতৰ বিৰাট সম্মিলিত মহাজাতীয় জীৱনটোও পৰিপূৰ্ণ সুস্থতাত স্বাস্থ্যৱান হৈ গঢ়ি উঠিব পাৰিব।

## জী থকা আৰু মৰি যোৱাৰ অধিকাৰ

(ইং ১৯২৪ চনৰ ৬ষ্ঠ বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

ধৰ্ম্ম আৰু ব্যৱহাৰিক জগতৰ চুৱোপিঠিৰ সকলো বিভাগতে জীৱনৰ গতি নিজালকৈ চলাই

লৈ যাবলৈকে জীৱনৰ উমত মুকুলিত যিবিলাক নিয়ম-নীতি অনিবাৰ্য্যভাৱে মানুহে আচৰণ কৰে, সেইবিলাকত, ব্যক্তিগতভাৱেই হওক, নাইবা জাতিগতভাৱেই হওক, মানুহৰ এটা নিখুঁত প্ৰভাৱ সমাসনিকৈ বৈ থকা দেখা পালে, তাত সেই ব্যক্তিৰ বা সেই জাতিৰ আত্ম-প্ৰতিষ্ঠা আছে বুলি আমি বুজি লওঁ আৰু সেইবিলাকৰ গতি-গোত্ৰখিনি বিন্দু-বিন্দুকৈ ফালি-ছিৰি বিশ্লেষণ কৰি চাই জীৱনৰ স্বাভাৱিক আশা-আকাঙ্ক্ষাৰ লগত মিল ৰাখি মানুহক পৰিপূৰ্ণ তৃপ্তিৰে ওচৰ চাপিবলৈকে সুযোগ কৰি দিয়াত,—ব্যক্তি হিচাপেই হওক, নাইবা জাতি হিচাপেই হওক—অধিকাৰৰ বাটটো যাৰ জেং-জাবৰহীন পৰিষ্কাৰ মুকলি হৈ পৰি থকা দেখোঁ, তাতেই সেই ব্যক্তিৰ বা জাতিৰ নিচ্ছিদ্ৰ আত্মাধিকাৰ এটা আছে বুলি দাঠি কৈ এই বিষয়ত আৰু তৰ্ক-বিতৰ্কৰ হিল্লোল তুলি অশান্তি তোলাৰ মুৰ মাৰি থওঁ। এইবাবেই, পৃথিৱীৰ যিবিলাক জাতিৰ এই অধিকাৰটো নিখুঁত হৈ থকা আজি আমি দেখিছোঁ, সেইবিলাকক আমি স্বাধীন বা স্বৰাজী জাতি বুলি সম্ভাষণ কৰি সুখ পাওঁ।

এনে ব্যক্তিৰ বা জাতিৰ জীৱন আৰু মৰণ, দুয়োটা ইচ্ছাধীন! ইচ্ছা কৰিলে, এনে ব্যক্তিয়ে বা জাতিয়ে মৰ্য্যাদাটো সকলোবিধ বিপদ-অমঙ্গলৰ পৰা নিকিলকিলিয়াকৈ বচাই ৰাখিবলৈকে আনৰ অন্যায় হীন আক্ৰমণৰ আঁচোৰবিলাকত ঐন্দ্ৰজালিক শক্তিৰে মনুষ্যত্বৰ প্ৰকাণ্ড সুকয় একোটাও ফুলাব পাৰে,—নিজত্বৰ সাতাম-পুৰুষীয়া ভেঁটিটোত জীৱন-স্তম্ভৰ আকাশলঙ্ঘী চূড়া গাঁথি তুলি তাৰ মূৰত নিজ বৈশিষ্ট্যৰ বিজয় পতাকা উৰুৱাই জগতক স্তম্ভিতও কৰিব পাৰে নাইবা তাক ৰক্ষা কৰিবলৈকে, বীৰ দৰ্পেৰে হাতত লৈ আগবঢ়া হাতিয়াৰখন ক্ষীৰবৎ পৰি মুঠিৰপৰা এৰি দিয়াৰ লগে লগেই ছাইমাটি হৈ যাবও পাৰে। এনে স্বাধীন বা স্বৰাজী ব্যক্তি বা জাতিয়ে ইচ্ছা কৰিলে, বিস্মৃতি-সাগৰৰ তলিহীন দ'ত নি নিজ সম্পদৰ সঁফুৰাটো পেলাই বুৰাই দিও আনন্দ পাব পাৰে—নাইবা নিজ শক্তিৰ পৰশ-পাথৰটোৰে নিজ ঘৰৰ বা নিজ দেশৰ প্ৰতিটো অণুতে সোণ ফুলাই চিৰোজ্জ্বল স্বৰ্ণোদ্যান এখনৰ ভুঁইফুটা অধীকাৰী এজনও হৈ উঠিব পাৰে। তাত কাৰো হকা-বাধা নাখাটে। আনৰ হীন কটাক্ষ সোমাই সেই নিখুঁত অধিকাৰ কলুষিত কৰিবলৈকে তাত পথ নাই। স্বাধীন ব্যক্তি বা জাতিৰ জীৱন-মৰণ এইদৰে নিজৰ ইচ্ছাধীন। এই ইচ্ছাধীন ক্ষমতাৰ সম্যক পৰিচালনাকাৰী ব্যক্তি বা জাতিকেই আমি কওঁ আত্ম-প্ৰতিষ্ঠ আৰু আত্মাধিকাৰী বুলি।

এই আত্ম-প্ৰতিষ্ঠ জাতিয়ে বা ব্যক্তিয়ে যেনেকৈ চেতনাদীপ্ত তেজেৰে জী থাকিবলৈকে জানে, তেনেকৈ লোমহৰ্ষক সাহসেৰে মৰিবলৈকেও জানে। তেওঁলোকক জীয়াই থাকিবলৈকে বা মৰি উছন হৈ যাবলৈকে কোনো উপদেশ বা বাধা দিবলৈ কাৰো প্ৰয়োজন নাই। তেওঁলোক মৃত্যুৰ ভয়তো বিচলিত নহয়, আৰু জীৱনৰ দলদোপতো আপোন পাহৰি উবাউল হৈ নুঠে। তেওঁলোক নিৰ্ব্বিকাৰ। জীৱন-মৰণৰ তুলাচনীখন তেওঁলোকৰ সমান জোখত চলে। জীৱন-মৰণ তেওঁলোকৰ হাতৰ মুঠিত—এৰি দিবও পাৰে, আৰু ৰাখি থবও পাৰে।

মানুহক এনে মৰ্য্যাদা-সম্পন্ন অধিকাৰ লাগে। ব্যক্তিগতভাৱেই হওক, নাইবা জাতিগতভাৱেই হওক, ইচ্ছা কৰি মৰিম নাইবা ইচ্ছা কৰি জী

থাকিম, এনে গৰিয়ান গধুৰ অধিকাৰ মানুহক লাগে। নহলে, মানুহ আত্মশক্তিত পূৰাকৈ প্ৰফুল্লিত হৈ ফুলি উঠিব নোৱাৰে,—সংকোচনৰ জঠৰ শিলত খুন্দা খাই মানৱাত্মাৰ স্ফুৰণ-গতি ভোটা হয়, —অথচ, সম্পূৰ্ণকৈ নাই-নুই হৈ যাবও নোৱাৰে। সম্পূৰ্ণকৈ ফুলি উঠা আৰু সম্পূৰ্ণকৈ নাই-নুই হৈ যোৱা—এই দুয়োটা অধিকাৰ একে শ্ৰেণীৰ।

## নেতৃত্বৰ কথা

( ইং ১৯২০ চনৰ ২য় বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

নেতৃত্ব বুলিলেই সমাজ নামে বিৰাট বস্তু এটালৈ মন আকৰ্ষিত হয়। সমাজ বুলিলেই মানুহৰ সজীৱ সমষ্টি এটাৰ আনন্দদায়ক অস্তিত্ব এটাৰ প্ৰতিও শ্ৰদ্ধা আহে। পৃথিৱীত নানা শ্ৰেণীৰ জীৱ থাকিলেও, সমাজ বুলিবৰ বস্তুটো সজীৱ-সচল হৈ আছে একমাত্ৰ মানুহ নামৰ জীৱ শ্ৰেণীৰ ভিতৰতেই। আন শ্ৰেণীৰ প্ৰাণীৰ ভিতৰত গৈ এই মানৱ সমাজৰ আচল চেহেৰাখন চাবলৈকে ইচ্ছা কৰিলে, নিৰাশাই আগ ভেটি ধৰে। আন শ্ৰেণীৰ জীৱৰ ভিতৰত যে এনে ভাবৰ একো বস্তু নাই, তেনে নহয়। কিন্তু সমাজ বুলিলে প্ৰকৃতভাৱে মানুহে যি বুজে, সেইটো একমাত্ৰ মানুহৰ বাহিৰে আন কোনো প্ৰাণীৰ ভিতৰতে নাই। এই বস্তুটোৰ গৰাকী বাবেই পৃথিৱীত সকলো জাতিতকৈ উচ্চ অধিকাৰ আছে বুলি কৰা দাবীটোৰ অভিমান মানুহে প্ৰকৃতিগতভাৱে আজিলৈকেও অন্তৰত পুহি লৈ তাক শাসন কৰি আহিছে।

জ্ঞান-চৈতন্য বিষয়ত মানুহ আনবিলাক জীৱতকৈ শ্ৰেষ্ঠ হলেও সামাজিক জীৱনৰ ভিতৰে-দিহে মানুহে সেই জ্ঞান-চৈতন্যৰ উন্মেষ ঘটায়। সেইবাবে সমাজেই মানুহৰ ধাই ধৰণী। কিন্তু, এই সমাজ নামৰ বস্তুটো কি, তাক মানুহে সম্যকভাৱে বুজি লবলৈকে লায়ক হোৱাটোও মানুহৰ এটা ধাই দায়িত্ব। কাৰণ, যি বস্তুটোৰ লগত মানুহৰ জন্মৰ-পৰাই নেৰানেপেৰা সম্বন্ধ, তাৰ প্ৰকৃতিস্থ ৰূপটো বুজি নোৱাৰাকালে উদাসীন হৈ নেতৃত্বৰ দায়িত্বটো হাতত ললে, মানুহ আৰু সমাজ দুয়োৰো কল্যাণকৰ উন্মেষতো নঘটেই, বৰঞ্চ সঙ্কুচিতহে হয়।

মানুহ এটা জ্ঞান-চৈতন্যযুক্ত জীৱ। সেইবাবে, মানুহৰ হাতৰ বস্তু এই সমাজটোৰ ভিতৰত তাৰ জ্ঞান-চৈতন্যৰ মুকলিমূৰীয়া অধিকাৰ এটাও আছে। সেই অধিকাৰটো একো ফালটু বস্তু নহয়। সেই-কাৰণে সমাজৰ ৰূপটো যুগে যুগে আমি নানা গাঁথনিক আকৃতিৰে পাই আহিছোঁ। সত্যকালত সমাজৰ ৰূপ যি আছিল ত্ৰেতাত সেই ৰূপ সলাই সি অলপ বেলেগ আকাৰ লৈ ওলাল,—ত্ৰেতাত সমাজৰ সাজ যেনে আছিল, দ্বাপৰত সেই সাজ সলাই সি নতুন সাজেৰে আহি মানুহৰ আগত থিয় হ'ল,—দ্বাপৰত যি আকাৰ আছিল তাক ভাঙি-পিটি কালত সম্পূৰ্ণ নতুন ঠাঁচেৰে গঢ়ি লোৱা হ'ল। সমাজত জ্ঞান-চৈতন্যৰ অধিকাৰটো স্থিৰ হোৱা হলে, যুগে যুগে ইমানবিলাক পৰিবৰ্ত্তনৰ ভিতৰেদি নানা ঘাত-সংঘাতৰ পৰা নিজক ৰক্ষা কৰি সমাজে মানুহৰ আগত এনে নতুন নতুন ৰূপ লৈ ওলাই থাকিব নোৱাৰিলেহেঁতেন।

এই পৰিবৰ্ত্তনবিলাকৰ মাজখিনি সমস্ত মানৱ জগতৰ উঠন-পতনৰ কিমান ইতিহাস যে কিমান-

ভাৱে উঠা-নমা কৰি অনন্ত জগতৰ কোনটো অৰাত* গৈ সান-মিহলি হৈ ক'ত কি বিচিত্ৰ সৃষ্টিৰ নতুন নতুন উপাদান যোগাইছে, তাৰ হিচাপ-পত্ৰবোৰ আজিও আৱিষ্কৃত হোৱা নাই। কিন্তু, যিসকলৰ জুই-জ্বলা উৎসাহ উদ্যম আৰু অধ্যৱসায়ৰ ভিতৰেদি যুগে যুগে বিপ্লৱবোৰৰ গতিটোৱে সিদ্ধিৰ বাট মুকলি কৰি লৈছিল সেইসকলৰ হিচাপ কিছু অনুমান কৰিব পাৰি। সেইসকলেই সমাজৰ নেতা। সেইসকলৰ জীৱন-মৰণ পণ কৰি গঢ় দিয়া পোন-প্ৰথমৰ সেই বুঢ়া সমাজৰ ৰূপটোৱেই চোকোৱা সলাই সলাই নতুন নতুন ৰূপ লৈ লৈ যুগে যুগে খাপ খাই খাই আহি আজি আমাৰ হাতত পৰিছেহি। নহলে, গাঁথনিক প্ৰণালী সম্বন্ধে, সত্যকালৰ সেই দণ্ডহেজাৰ বছৰীয়া অতি পুৰণি সমাজ-বন্ধনৰ আকৃতিৰ লগত আজিৰ আমাৰ নতুন আকৃতিৰ সম্বন্ধখিনিৰ কোনো প্ৰকাৰৰ আঁত আমি বিচাৰি নাপালোহেঁতেন। অৰ্থাৎ সমাজে নতুন নতুন ৰূপ লোৱাৰ সময়ত তাৰ বেগৱান খোজৰ লগত সেই আতি প্ৰাচীন সমাজৰ আকৃতিৰ গাঁথনিক প্ৰণালীৰ অনুপ্ৰেৰণাৰ একো যোগসূত্ৰ নোলাল-হেঁতেন। মানুহৰ মনো-জগতৰ প্ৰস্ফুৰণৰ লগে লগে যুগে যুগে সমাজ-দেহত মানসিকি পৰিৱৰ্ত্তন ঘটে, কিন্তু তাত আকৃতি গঠন প্ৰণালীৰ পৰিৱৰ্ত্তন নহয়। এইখিনিতেই নেতৃত্বৰ অভিযানটো সাফল্যমণ্ডিত জাতিষ্কাৰ হৈ উঠে।

নেতৃত্বহীন সমাজ কল্পনাতীত। সমাজৰ প্ৰত্যেকজনৰ ওপৰত সমাজ সম্বন্ধে একোটা অনিবাৰ্য্য দায়িত্ব থাকিলেও, সেই দায়িত্বক বিশৃঙ্খলভাৱে সমাজত বিচৰণ কৰিবলৈকে এৰি

* অৰাত—শেষ মূৰত, ওচৰত।

নিদি, তাক সম্মিলিতভাৱে নিয়ন্ত্ৰণ কৰি ৰখা আৰু এই নতুন গঠনত খাপ নোখোৱা ভুল-ভ্ৰান্তিৰ উপাদানবোৰ ছালি-জাৰি শোধন কৰি লৈ মনোমত সুস্থ-সবল সমাজ গঢ়ি উঠাৰ পুষ্টিকৰ আহাৰ-পানী যোগাব পৰা নীতিৰ বিধান কৰি দিয়াটোৱেই নেতৃত্বৰ প্ৰকৃত ৰূপ। নেতৃত্ব নহলে নীতি থাকিব নোৱাৰে, আৰু নীতি নাথাকিলে সমাজবো ঠাই নাথাকে, নেতৃত্ব, নীতি আৰু সমাজৰ নেৰা-নেপেৰা সম্বন্ধ। এই হিচাপে নেতৃত্বকেই নীতি আৰু সমাজৰ মুখ্য বুলি গ্ৰহণ কৰিব পাৰি।

কিন্তু এই নেতৃত্বটো নিচেই টিলা বস্তু নহয়। সোলোক-ঢোলোক বা মুহূৰ্ত্তে মুহূৰ্ত্তে ৰাগৰ সলোৱা ব্যৱসায়ী বুদ্ধিৰ অপবাদ তাত নাই। নেতৃত্বটোৱে এই গুৰু-দায়িত্ব সম্বন্ধে অনভিজ্ঞ উদ্যমেৰে ব্যৱসায়ী লাভ-লোকচানৰ কড়া-ক্ৰান্তিৰ হিচাপ কৰা কুটিল অস্ত্ৰখন হাতত লৈ সমাজৰ ওচৰত উচ্চ আসনৰ দাবী কৰি বহিব লাগিলে, বিপদৰ সীমা নোহোৱা ভয়ৰ আশঙ্কা আছে। সমাজৰ উঠন-পতনৰ প্ৰকৃত গতি-বিধি, অভাৱ-অভিযোগৰ আচল ৰূপ আৰু আশা-আকাঙ্খাৰ প্ৰকৃতি উপলব্ধি কৰাৰ ফালে আওকাণ কৰি সমাজৰ প্ৰকৃত উন্নতি-অৱনতিৰ গতিধাৰাৰ লগত বিচ্ছিন্ন হৈ থাকি : অথচ, নিজ স্বাৰ্থ সিদ্ধি কৰি লোৱা অভি-প্ৰায়ত বিভোৰ হৈ উদ্যম চলোৱাৰ নিচিনা আপচু আৰু সক বস্তু এইটো নহয়। মানৱ সমাজৰ প্ৰবৃত্তিধাৰাৰ সোঁতটো ইমান প্ৰচণ্ড, তেজাল আৰু শক্তিশালী যে তাৰ বিৰাট তীব্ৰতাই পৃথিৱীৰ-দৰে বিশাল বস্তু এটাকো মুহূৰ্ত্তৰ ভিতৰতে উটাই লৈ গৈ কেতিয়াবা কোনোবা অদৃশ্য শক্তিৰ

মহাযজ্ঞত আহুতি ঢালি ভস্ম কৰি পেলাবও পাৰে, হয়তো কৰিছেও,—কেতিয়াবা হয়তো সেই কদৰ্য্য প্ৰবৃত্তিৰ সাখী দিবলৈকে, কদৰ্য্য চিত্ৰ কিছুমান কৃত্ৰিম সজাৱতাৰ বহণ সানি সমাজৰ আগতেই ৰাখি থৈ দিছে,—আৰু কেতিয়াবা হয়তো তাৰ সপক্ষে বাজি উঠিবলৈকে, সম্পূৰ্ণ কৈ নোৱাৰিলেও, সৰগৰ অমিয় মাধুৰীৰ ধাৰা ঢালি আগতকৈও সুন্দৰতৰ কৰি তুলিছে।

মানুহৰ যি প্ৰবৃত্তিৰ ফেৰত পৰি সৃষ্টিখনৰ ইমান লটিঘটি, তাৰ তেজটো যে কিমান প্ৰচণ্ড শক্তিশালী আৰু গভীৰ তাক হৃদয়ৰ পৰিধিটো বিশালভাৱে বহল হৈ নুঠিলে সম্যক উপলব্ধি কৰা টান, নেতৃত্বৰ হৃদয়খনত এই শক্তিৰ পৰিপুষ্টি লাগিব, আৰু ইমান পৰিৱৰ্ত্তনৰ জোৱাৰ-ভাটাত উঠা-নমাকৈ উটি-বুৰি সকলো আঘাত অচল-অটল নিৰ্ব্বিকাৰ চিত্তেৰে সহি গন্তব্য পথত আগবাঢ়ি চলিব লাগিব। গতিকে মানৱ সমাজৰ নেতৃত্বটো আজিৰ দৰে সাধাৰণ বস্তু নহয়।

## আমাৰ কৰ্ম্মধাৰা

(ইং ১৯৩৫ চনৰ ১ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

যিদৰে আৰম্ভণিৰ পৰাই গাঁথনিটো নিখুঁত মাল-মছলাৰ সংযোগেৰে ভিতৰৰপৰা আঁহে আঁহে গঢ়ি নুঠিলে, যি কোনো বস্তুৰেই নহওক, স্থায়ী বলিষ্ঠ অভ্যুদয় ঘটিব নোৱাৰে, সেইদৰে বৰ্ত্তমানত জাতীয় চৰিত্ৰ হেৰুৱাই দুৰ্ব্বলতাত জঁট লাগি উজুটি খাই পৰি নাক-মুখ ভাগি ক্ষত-বিক্ষত হৈ বিকৃত হোৱা আমিও আমাৰ নিজদেশত সবল, অচল-অটল আৰু মনোমুগ্ধকৰ স্থায়ী-অস্তিত্বটো গঢ় তুলিব লাগিলে, তাৰ ভিতৰত আধিপত্য চলাই থকা দুৰ্ব্বলতাৰ গলিত অস্বাস্থ্য ভুহুঁবৰোৰ ভস্মীভূত কৰি নিৰ্ঘুণী উপাদানেৰে ভিতৰৰপৰা, অৰ্থাৎ আৰম্ভণিৰ একেবাৰে কেঁচুৱা অৱস্থাৰ পৰাই তাৰ গাঁথনিটো আৰম্ভ কৰিব লাগিব। তেহে বৰ্ত্তমানৰ দৰে, যিমানেই প্ৰবল নহওক, তাৰ অগ্ৰগতিৰ আগত বাধা হৈ উপস্থিত হোৱা বিপদ-অমঙ্গলৰ ধাৰাসাৰ বৰ্ষণকো ওফৰাই পেলাই গন্তব্য লক্ষ্যত গৌৰৱেৰে গৈ উপনীত হোৱা যোগ্যতা সি লাভ কৰিব পাৰিব। ভিতৰৰ পৰা নিজক এইদৰে গঢ়ি তোলা উপাদানৰ ঘাই সম্বলবিলাক হৈছে—বেহা-বেপাৰ, কলা-শিল্প, ধৰ্ম্ম-কৰ্ম্ম, শিক্ষা-সাধনা, সাহিত্য-বিজ্ঞান, খেল-ধেমালি, শ্ৰম-বিশ্ৰাম আদি সকলো ক্ষেত্ৰত স্বচ্ছন্দ অনুশীলনৰ আনন্দেৰে প্ৰাণ ঢালি দি, পেচ-পাকহীন চিধা সত্য-প্ৰিয়তা, নিৰ্ভীকতা, স্পষ্টবাদিতা, ন্যায়নিষ্ঠতা, সততা আদিৰ সোণৰ ৰঙেৰে আমাৰ বৰ্ত্তমান দুগুণী চৰিত্ৰৰ বং সলাই জাতীয়-চৰিত্ৰ আৰু জাতীয় মনোবৃত্তিৰ উৎকৰ্ষ সাধনৰ প্ৰতি প্ৰবল শ্ৰদ্ধা আৰু স্পৃহা। এই শ্ৰদ্ধা আৰু স্পৃহাৰ খৰস্ৰোতা ধাৰাতেই আমাৰ সকলো কৰ্ম্ম গতিৰ জীৱন্তাভিলাষ পৰিচালনা কৰিব লাগিব। তেহে আমি উন্নত মানৱ জগতত মঙ্গল-সুধা-বহনকাৰী সংজ্ঞাৰে মহান হৈ উঠিব পাৰিম।

## সঞ্চাৰনীৰ ব্যৱস্থা

(ইং ১৯৩৬ চনৰ ২য় বছৰৰ ৩য় সংখ্যা 'ডেকা-অসম'ৰ সম্পাদকীয়)

ব্যক্তিগত দেহৰ কোনোটো অঙ্গ সেই অঞ্চলৰ ৰক্ত-বাহী সিৰ আৰু শক্তি-বাহী স্নায়ুদলৰ জড়ত্বৰ

খুন্দাত নিতত হোৱাৰ কাৰণে পঙ্গুত্ব প্ৰাপ্ত হলে যিদৰে তাৰ ব্যাপ্তি প্ৰতিহত কৰি সমগ্ৰ দেহটোৰ স্বাস্থ্যধন ৰক্ষাৰ হকে ঠিক সেই অঙ্গটোতেই পোন প্ৰথমতে, যিমানেই কঠোৰ নহওক, উচিত চিকিৎসাৰ ব্যৱস্থা লব লাগে, সেইদৰে সমষ্টিগত বা জাতিগত দেহটোৰো যিখিনিত বাহিৰৰ ৰাক্ষসী-থকৰ আক্ৰমণত হীনতা, নীচতা, ভীৰুতা, দীনতাৰ দুষ্ট ক্লেদবোৰ জমি উঠি সেই লোকসমষ্টিৰ উচ্চ আদৰ্শ, নিৰ্ম্মল চিন্তাধাৰা আৰু স্বচ্ছ কৰ্ম্ম-প্ৰবাহ ৰুদ্ধ কৰি ঘোলা কৰে, আৰু চাৰিওফালে ডাঠ এন্ধাৰৰ জেওৰা পুতি তাক অন্ধ কৰি থয়, সেই ঘোলাৰ অন্ধকাৰত তাৰ আত্ম-বিলুপ্তিৰ শোচনীয় পৰিণাম নঘটাবলৈকে, ঠিক সেইখিনিতেই উচিত ব্যৱস্থাৰ তৎপৰ উদ্যমৰ প্ৰয়োজন হয়;—আৰু ঠিক সেই-খিনিতেই, চেতনা সঞ্চাৰ কৰিবলৈকে জৰা-ফুকা মন্ত্ৰৰ *বজ্ৰাম-টিপাও বহুৱাব লাগে—এন্ধাৰ বিনাশক আত্ম-তত্ত্বৰ বিজুলী-শিখা জ্বলাই দিব লাগে—স্বাস্থ্য উদ্ধাৰত পঙ্গুত্ব বিনাশকাৰী, ক্লেদ-নিৰাশা স্বচ্ছতা উৎপাদক দিহা-উপায় লব লাগে—বিশুদ্ধ স্বাস্থ্যধন, সুতীক্ষ্ণ চিন্তাশীলতা, প্ৰচণ্ড কৰ্ম্মানুৰাগ আৰু অগ্ৰগামী গতিৰ ধূপ-ধনা সংগ্ৰহৰ বলিষ্ঠ আয়োজন কৰিব লাগে।

ভাৰতীয়-অসমীয়াৰো বাহিৰৰ নানা আক্ৰমণ অভিযানে খিলঞ্জীয়া অস্তিত্বৰ গৌৰৱময় প্ৰেৰণাটো তাৰ স্মৃতি-পটৰপৰা কোবাই খহাই বহুদূৰ, নেদেখালৈকে বগৰাই লৈ গৈছে, -তাৰ জাতীয়-দেহৰ চাৰিওফালে পঙ্গুত্বৰ প্ৰলেপ সানি তাক নিতত কৰি থৈ দিছে, যাৰ ফলত, সি তাৰ নিজস্ব আদৰ্শ, চিন্তাধাৰা, আশা-আকাঙ্ক্ষাৰ স্বৰূপকে নেদেখা হৈ পাৰিছে, আৰু তাৰ পৰিবৰ্ত্তে সি নিমগ্ন হৈ পৰিছে হীনতা, দীনতা, নীচতা, ভীৰুতাৰ ক্ষীণ-দৃষ্টি আৰু উচ্চ-আদৰ্শহীনতাৰ পোতত।

অসমীয়াৰ *জৈৱনিক-বৈশিষ্ট্য কেতিয়াও অসম মাতৃৰ কোলাৰ পৰা বিলুপ্ত হৈ উঠি যাব নোৱাৰে। কাৰণ, তাৰ আপুৰুগীয়া ঐতিহ্যৰ স্তূপীকৃত সম্পদ আছে,—তাৰ নিজস্ব গৰীয়ান ভাষা-সাহিত্যৰ আৰু শিল্প-কলাৰ অপূৰ্ব্ব বৈভৱ আছে,—তাৰ সমাজ আৰু সভ্যতাৰ তুলনাহীন আভিজাত্য আছে। আনৰ প্ৰৰোচনা ফুচুলনি বা আক্ৰমণৰ উপদ্ৰৱত সেও হৈ আত্ম-সমৰ্পণৰ ফটুৱামিয়ে মুহূৰ্ত্তৰ বাবে তাক উত্তেজনা দিলেও, পাছ মুহূৰ্ত্ততেই অতীত বুৰঞ্জীয়ে তাৰ পুণ্য-স্মৃতি উজাৰি দি গাত তত চপাই দিব,—আত্মহত্যা কৰিবলৈ নিদিব। কিন্তু জাতীয় স্মৃতিৰ কেৱল এই স্পৰ্শটোৱেই তাক নিজ কপড় নিটোল আৰু জাতিকাৰ কৰি তুলিবলৈ সমৰ্থ নহব, যদি সেই চেতনাত কৰ্ম্ম-প্ৰেৰণাৰ বিজুলী শিখাই অবিৰল স্ৰোত চলাই দি থকা অফুৰন্ত উৎসৰ এটা অনুপ্ৰেৰণা নাথাকে, যদি নিজৰ বিৰাট অনুধাৱনলৈ উন্মত্ত কৰি তাক কৰ্ম্ম-প্ৰৱণ কৰি তুলিব পৰা নহয়। এয়ে প্ৰকৃত জাতীয় চেতনা।

প্ৰাকৃতিক আৱৰ্ত্তন-বিৱৰ্ত্তন ধাৰাৰ প্ৰভাৱমতে দেশ-কাল-পাত্ৰ ভেদে, মানৱীয় সত্তা সম্পন্ন নানা সম্পদ-সম্বল গোটাই লৈ গঢ়ি উঠা যি কোনো লোকসঙ্ঘ এটাৰ আদৰ্শৰ ওপৰত, আন এটাই আধিপত্য চলাই, তাক তাৰ আদৰ্শৰপৰা বিচ্যুত

* বজ্ৰাম—কঠোৰ ব্যৱস্থা

* জৈৱনিক—জীৱন সম্বন্ধীয়

কৰি শাসন কৰিবলৈকে কৰা দুষ্ট চেষ্টাটো মনুষ্যত্বহাৰক বুলি মানৱীয় মৰ্য্যাদাৰ গম পোৱা মানুহ মাত্ৰেই অমানৱীয় বুলি ঘৃণা কৰে। কাৰণ, তাত বিশ্ব-মানৱৰ মহামিলন সংঘটিত হোৱা সম্ভাৱনাৰ প্ৰতিবিম্বৰ মূলত কুঠাৰাঘাত পৰে। সেইবাবেই, ভাৰতৰ ওপৰত ইংৰাজৰ, অবি-ছিনিয়াৰ ওপৰত ইটালীৰ, ৰেড্ ইণ্ডিয়ানৰ ওপৰত আমেৰিকাৰ আৰু আফ্ৰিকাৰ ক'লা কাফ্ৰী-নিগ্ৰোৰ ওপৰত বাহিৰৰ আন যি কোনো বগা বা ক'লা জাতিৰ আধিপত্যৰ কথাটো ঘৃণনীয় আপচু বুলি গ্ৰহণ কৰা হয়। সেইদৰেই একেখন ভাৰত-মহাদেশৰ একে সাংস্কৃতিক ধাৰাৰ লগত সংগ্ৰথিত হলেও, বিশিষ্ট মাটি-পানী, আকাশ-বতাহৰ আবেষ্টনীৰ প্ৰভাৱত গঢ়ি উঠা নিজস্ব জাতীয়-জীৱনসম্পন্ন অসমীয়াৰ ওপৰত অকল সুদূৰৰ ইংৰাজ জাতিৰেই নহয়, গাৰ সীমাত ছালে-ছালে লাগি থকা বিভিন্ন আশা-আকাঙ্ক্ষা-আদৰ্শসম্পন্ন বেলেগ প্ৰকৃতিৰ লোকসমষ্টি এটাৰ কোনো প্ৰকাৰৰ প্ৰভাৱও জাতীয় মৰ্য্যাদাৰ সন্ধান পোৱা কোনো অসমীয়াই গ্ৰহণ নকৰে যদিও আনৰ উৎকৃষ্ট ৰীতি-নীতি, ভাব-চিন্তা আহৰণ কৰি তাৰ আত্ম-বৃক্ষক ফলে-ফুলে জাতিকাৰ কৰি তোলা বিষয়ত সি সদায় আগ্ৰহান্বিত আৰু প্ৰস্তুত। কাৰণ, নিজৰক নিটোলকৈ পৰিপুষ্ট কৰি তোলাৰ ধাৰাটো পৰিবৰ্জ্জন কৰি আনৰ ধাৰাত উটি যাবলৈ আগ্ৰহ কৰিলে অসমীয়াৰ সমষ্টিগত জীৱনৰ মৃত্যু অনিবাৰ্য্য। আনৰ অভিপ্ৰায়ত আত্ম-সমৰ্পণ কৰি মৃত্যুত বিলীন হৈ নিশ্চিহ্ন হোৱাতকৈ, নিজৰ জীৱনৰ নদন-বদন ৰূপত প্ৰস্ফুটিত কৰাটো চেতনাসম্পন্ন জীৱ মাত্ৰৰেই প্ৰকৃতিগত ধৰ্ম্ম।

আত্ম-সংৰক্ষণ, আত্ম-সংগঠন আৰু আত্ম-সংবৰ্দ্ধনেই হৈছে ব্যষ্টি হিচাপেও আৰু সমষ্টি হিচাপেও সকলো মানুহৰ মূল উদ্দেশ্য আৰু মূলনীতি। কিন্তু, এই 'আত্ম' শব্দটো মানুহে সচৰাচৰ সাধাৰণ-ভাৱে যি অৰ্থত ব্যৱহাৰ কৰে, সেই অৰ্থত নহয়। 'আত্ম' শব্দটোৰ অৰ্থ হৈছে, চেতনাময় বস্তু এটাই নানা আকাৰৰ জীৱন্ত ধৰণীৰ ভিতৰেদি ক্ৰমাভিযানৰ অগ্ৰগত-খটখটিত আগুৱাই যোৱাৰ লগে লগে, স্বভাৱজ ক্ৰিয়া-পদ্ধতিৰে তাৰ আঁহে আঁহে ওতপ্ৰোতভাৱে সংশ্লিষ্ট হৈ, যি নিত্য নতুন অবিচ্ছিন্ন উপাদানৰ সম্পদসমূহ সৃষ্টি কৰি তাক শক্তি যোগাই গৈ থাকে, আৰু সেই সকলো-বিলাক উপাদান তাৰ জীৱন-পাত্ৰত গোট মাৰি একেটা হৈ যি এটা চিৰন্তন ইংগিতেৰে তাৰ অভিযানৰ পথত নিৰাপদ, নিৰ্ভীক আৰু বলিষ্ঠ আহ্বান যোগাই থাকে, তাকেই সেই বস্তুটোৰ আত্মা বুলি কোৱা হয়।

যিদৰে কোনো এজন ব্যক্তিৰ শাৰীৰিক গঠন, আকৃতি, ৰূপ, ভাব, চিন্তা, সংস্কাৰ, ৰীতি-নীতিৰ ওতপ্ৰোত সম্মিলনত সংগঠিত হৈ উঠা সত্তা বা স্থিতিটোৱেই হৈছে তাৰ জীৱনাত্মাৰ ৰূপ, আৰু সেই জীৱনাত্মাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ বাবে সৰ্ব্বতোভাৱে যত্ন লোৱাটোৱেই তাৰ প্ৰকৃতিগত ধৰ্ম্ম, আৰু সেই যত্ন নকৰাটোৱেই তাৰ অস্বাভাৱিকতা, অধৰ্ম্ম আৰু আত্মহত্যা—সেইদৰে কোনো লোকসংঘ এটাৰো নিজস্ব ভাষা, সাহিত্য, ভাব, চিন্তাধাৰা, জীৱিকা নিৰ্ব্বাহৰ প্ৰণালী আৰু আন সৌষ্ঠৱময় সম্পদ গোট মাৰি গঢ়ি উঠা যি এটা জাতীয়-জীৱনৰ মূৰ্ত্তিমান সত্তাই তাক চলাই লৈ যোৱা পথটোৰ

জীৱন্ত অৱলম্বন হৈ উঠে, তাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনলৈ আওহেলা কৰিলে জাতীয় জীৱনৰ অধৰ্ম্ম হয়, গতি অস্বাভাৱিক আৰু অধোগামী হয়, জাতীয় আত্মাক হত্যা কৰা হয়।

ব্যক্তিৰ ক্ষেত্ৰত যিদৰে যি গঠিত হৈ উঠা উপাদান বা অণু-পৰমাণুবিলাক তাৰ সমগ্ৰ শৰীৰ আৰু আত্মাৰ পূৰ্ণবিকাশ কৰাই তোলাৰ পক্ষে অনুকূল নহলে ব্যক্তিৰ অস্তিত্ব হালুক হয়, আত্মা আচ্ছন্ন হয়, জীৱন-যুদ্ধৰ অসহায়ক হয়,—জাতি এটাৰো সেইদৰে, প্ৰত্যেক নৰ-নাৰীয়ে নিজৰ জাতীয়-জীৱন বা জাতীয়-আত্মাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ উদ্দেশ্যেৰেহে সুস্থ সুচিন্তিত আৰু শৃঙ্খলিত পৰিকল্পনাৰে অবিশ্ৰান্ত কৰ্ম্মোদ্যমৰ শঙ্খ বজাই তাৰ ভিতৰত অবিৰল চেতনাৰ সক্ৰিয় প্ৰেৰণা জগাই নাৰাখিলে তাৰ অস্তিত্ব থাকিব নোৱাৰে, বা থাকিলেও সি প্ৰয়োজনীয় সাহ-পিতেৰে আত্মৰক্ষণৰ অস্ত্ৰ হৈ ক্ৰমোন্নতিৰ পথত েোৱাল খোজ পেলাবলৈকে অক্ষম হয়।

আত্ম-বিস্মৃত, আত্ম-মৰ্য্যাদাৰ ষোল আৰু ৰকম-কছমৰ ভু নোপোৱা জাতিৰ প্ৰত্যেকজন ডেকা-গাভৰুক তেওঁলোকৰ বায়সিক স্বাভাৱিকতা ৰক্ষা কৰিও, নিজস্ব সত্তা, নিজস্ব অস্তিত্ব আৰু নিজস্ব আনন্দৰ সকলোখিনি এই জাতীয় সত্তা ৰক্ষাৰ বিশাল আনন্দত বুৰি পৰা উত্তেজনাৰ কৰ্ম্ম-ধাৰাত এৰি দিবলৈকে সকলো জাতীয় অনুষ্ঠানৰ পত্তন হ'ব লাগে। কাৰণ, জাতীয় স্বাৰ্থত সকলো ব্যক্তিগত স্বাৰ্থ বিলীন কৰি যি কৰ্ম্ম-প্ৰৱাহ চলাই নিদিলে, জাতীয় শক্তি বলশালী হৈ নুঠে,—আৰু জাতীয় জীৱন বা জাতীয় আত্মাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনো হ'ব নোৱাৰে।

জাতীয় অনুষ্ঠানৰ অৰ্থই হৈছে,—স্বাধীন আদৰ্শানুযায়ী অবাধ মুক্ত-গতিৰে নিজৰ বিৰাটত্বৰ উপলব্ধিটো প্ৰত্যক্ষভাৱে আহৰণ কৰি লৈ, তাৰ পৰিচয়টোক পৰিপূৰ্ণ কৈ আয়ত্তলৈ আনি, নিজৰ ভিতৰত জগৎ-শক্তিৰ ভৰা প্ৰস্ৰৱণৰ হিল্লোল তুলিবলৈকে বিপুল নিৰ্ভয় আৰু নিশ্চিন্ত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ। এইখিনি নাথাকিলে যি কোনো ৰাজহুৱা অনুষ্ঠানৰ আয়োজনটো নিৰৰ্থক।

যিদৰে টোপনিত কাল-কাল দি পৰি থকা লোক এজনক নাম ধৰি গা ঠেলি মাতিহে টোপনিৰ পৰা সাৰ পোৱাব পাৰি,—যিদৰে দুষ্কৰ্ম্মত ৰত হৈ অধঃপতনলৈ বাগৰি যোৱা লোক এজনক উদ্ধাৰ কৰিবলৈকে, দিন-ৰাতি তাৰ কাণত নিজ বংশ-গৌৰৱময় অতীত ঐতিহ্যৰ স্মৃতিবোৰ ঢালি ঢালি তাৰ আত্মসন্মানৰ ৰিমঝিম চেতনা ধুই-পখালি পৰিশুদ্ধিৰ প্ৰণালীৰেহে সজাগ কৰি তুলিব লাগে,—উমৈহতীয়া স্বাৰ্থৰ উমান নাপাই খিতিঙালি গাই ফুৰা কোনো নিষ্কৰ্ম্মা দায়িত্বহীন ডেকা এজনৰ গাত কৰ্ম্মডোল লগাই তাৰ পৰিয়ালটোৰ স্বাৰ্থৰফালে মনোযোগ দিবলৈকে তাৰ ওপৰত নানা প্ৰকাৰৰ নৰম-গৰম ব্যৱস্থাৰে চলাব লাগে,—সেইদৰে অসমীয়াবদৰে টোপনি-বহীয়া আত্ম-বিস্মৃত, নিস্তত জাতি এটাকো তাৰ নিজস্ব জাতীয়-চেতনাত সজাগ কৰি তুলিবলৈকে তাক নিৰ্দ্দিষ্ট নামেৰে সদায় আহ্বান কৰি থাকিবই লাগে। সেইবাবে, তাক নিৰ্দ্দিষ্ট নামেৰে মাতি গাত ঠেলি সাৰ পোৱাই নিজ কাণত খিতি হ'বলৈকে উদগনি দিয়াৰ উদ্দেশ্যেৰেহে যি কোনো ৰাজহুৱা অনুষ্ঠান গঢ়ি তুলিব লাগে। কাৰণ, জীৱনৰ গতিছন্দ চেতনাখিনিয়েই আগ। চেতনাৰ সঞ্চাৰ নহলে একোৰে বিকাশ নঘটে।

## আহিছো যদি মোৰ লগত একেটা হৈ মিলি যোৱা

(ইং ১৯২০ চনৰ ২য় সংখ্যাৰ 'চেতনা'ৰ সম্পাদকীয়)

একে ধৰণৰ পাৰিপাৰ্শ্বিকতা উদ্ভূত ভাষা, সংস্কৃতি, মনোবৃত্তি, ভাব প্ৰকাশৰ ঠাঁচ-ভঙ্গী, সামাজিকতা, জীৱিকা-নিৰ্ব্বাহৰ প্ৰণালী, সাজ-কাচোনৰ ধৰণ-ধাৰণ আদি লৈ বাস কৰা লোক-সমষ্টিয়ে কোনো এটা ভৌগোলিক সীমাৰ ভিতৰত বিশেষ জন-সমষ্টিৰ নামত গঢ়ি উঠি সেই ভূমিখণ্ডক যি এখন দেশ বা প্ৰদেশ নামেৰে পৰিচিত কৰায়, সেই দেশ বা প্ৰদেশখনৰ সেই পাৰিপাৰ্শ্বিক লোক-সমষ্টিৰ মাজত আন দৈশিক বা প্ৰাদেশিক জাতিৰ লোক কিছুমান আহি স্থায়ীভাৱে বাস কৰি থাকিলে, সি ভাষা, সংস্কৃতি, জাতীয়তা আদি সকলো বিষয়তে সেই দেশৰ সেই জাতীয় লোক বুলি গণ্য হ'ব লাগিব; অৰ্থাৎ সি যি স্থলত তাৰ মূল দেশত জী থাকিবলৈকে একো অৱলম্বন নাপাই আন এখন দেশলৈকে সেই দেশৰ জন-সমষ্টিৰ সহযোগ-সহানুভূতিৰেই জীৱন ধাৰণ কৰিম বুলি আশা কৰি আহিছে, তেনে স্থলত, যিখন দেশে তাক বসাবৰ যোগাই জী থাকি বংশ বৃদ্ধি কৰি শান্তিৰে জীৱিকা চলাই থাকিবলৈকে সুবিধা দিছে যি নব-সংঘৰ আশ্ৰয় আৰু সাহায্যৰ ওপৰতেই তাৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে, সেই দেশখনক তাৰ নিজ দেশ বুলি গ্ৰহণ কৰি সেই লোকসংঘৰ সুখ-দুখ, অভাৱ-অভিযোগ, বিপদ আপদৰ সমভাগী হ'বলৈ ৰাজী নহলে, নতুন সামাজিক গঠনৰ স্বাভাৱিকতাত বিভ্ৰাট ঘটে। তাৰ ফলত, সেই দেশখনত বসুমতাবদৰে নানা শ্ৰেণীৰ গোষ্ঠ পুতি গজাই লোৱা ভিন্ ভিন্ স্বাৰ্থৰ সৃষ্টি হয়, (যাক ইংৰাজীত 'ভেষ্টেড্ ইণ্টাৰেষ্ট' নামেৰে বুজোৱা হয়), আৰু দেশখনৰ জাতীয় ঐক্যৰ ভিত্তিৰ ওপৰত মৌলিক অধিকাৰৰ দোহাই দি, আন জাতীয় স্বাৰ্থৰ প্ৰভুত্ব স্থাপন কৰি তাক খানবান কৰা অভিসন্ধিৰ কেতিয়াও অন্ত নপৰে; আৰু তাত বিভিন্ন জাতীয় স্বাৰ্থৰ ভেটি থাপিবলৈকে যোৱা বাবে স্থানীয় লোকসংঘৰ লগত যি এটা অনাহুত আৰু অবাঞ্ছনীয় সংঘৰ্ষৰ উজান উটে, সেয়ে সেই দেশৰ লোক-সমষ্টিৰ উন্নতি খিয়াই আগ বাঢ়ি যোৱা অগ্ৰগতিটোৰ মূৰত কোবাই পিছ হোহোকাই থয়।

অৱশ্যে, সেই অতি পুৰণি কালত, যেতিয়া মানুহৰ জাতীয়তা-বোধটো নানা ঐশ্বৰ্য্য-সম্পদৰ সৈতে জীৱনৰ লগত নিবিড়ভাৱে সংশ্লিষ্ট হৈ আজিৰ-দৰে এনে প্ৰবল আকাৰেৰে গঢ়ি উঠা নাছিল তেতিয়া কোনো কোনো নব-সংঘ একোটা বাহিৰৰ-পৰা দল বান্ধি আহি ঠায়ে ঠায়ে সোমাই তাৰ মূল খিলঞ্জীয়া অধিবাসীৰ ওপৰত হত্যাকাণ্ড চলাই সমূলঞ্চে নাশ কৰি বা দুৰ্ব্বলতাত সেও কৰাই, সেই সেই ঠাইত নিজ নিজ বিজয় পতাকা তুলি উৰুৱাইছো সত্যৰূপৰ হৈছিল, সন্দেহ নাই; কিন্তু আজি প্ৰত্যেক ঠাইতে প্ৰত্যেক দেশ-প্ৰদেশতে প্ৰবল জাতীয়তাবোধৰ এনাৰ নোৱাৰা এঠাৰে গোট বন্ধা নব-সংঘৰ ওচৰত সেই পুৰণি মামৰে ধৰি বাতিল কৰা উদাহৰণটো নাখাটে। কাৰণ, আজিৰ জগতত কোনো বাহিৰৰ জাতিয়ে আন কোনো জাতিৰ ওপৰত সৰবটো হৈ আহি প্ৰভুত্বটোও নতুন নহয়, আৰু কোনো জাতিয়েই সেই পুৰণি জাতটোৰ-

দৰে তাৰ নিজ দেশত নিজ অস্তিত্বৰ হানি ঘটাবলৈকে সেও হৈ এৰি দিয়াটোও কল্পনাত মুঠা কথা।

ইয়াত এটা প্ৰশ্ন উঠিব পাৰে যে বেলেগ বেলেগ ধৰ্ম্ম-বিশ্বাসৰ বিভিন্নতা লৈ যদি একেখন দেশত ভিন ভিন্ শ্ৰেণীৰ লোকবিলাক বাস কৰি থকাত আপত্তি মুঠে, তেন্তে, বিভিন্ন ভাষা-ভাষী লোকবিলাকে তেওঁলোকৰ ভিন্ ভিন্ ভাষা-গত আবদাৰ লৈ প্ৰদেশ বা দেশ এখনত থাকিলে তাত অশান্তিৰ আশঙ্কা কৰা হয় কিয় ?

ইয়াৰ উত্তৰত কব পাৰি যে বিভিন্ন ধৰ্ম্ম-বিশ্বাসৰ ভিতৰত প্ৰকৃতভাৱে অশান্তিৰ কাৰণটো স্বাভাৱিক নহয়, যেহেতু, সকলো ধৰ্ম্ম-বিশ্বাসৰেই লক্ষ্যণীয় মূলকেন্দ্ৰ মাত্ৰ একেটা। ধৰ্ম্ম-বিশ্বাসৰ নামত সংশ্লিষ্ট হৈ যিবিলাক হাই-উকমিয়ে সমাজক অশান্তিগ্ৰস্ত কৰে সেইটো কেৱল মূলৰ পৰা পাৰস্পৰিক কেন্দ্ৰচ্যুতি ঘটাটোৰেই ফল। মূলতঃ, ধৰ্ম্ম-বিশ্বাসৰ বাবে জেওৰা দি বেৰি ৰখা দেশগত কোনো ভৌগোলিক বিভিন্ন সত্তা নাই,—সকলো ঠাইতে ধৰ্ম্ম-বিশ্বাসৰ সেই একেটি সত্তাৰ অধিষ্ঠান। আজি যে ভাৰত বিভক্ত হ'ল, তাৰ কাৰণ, ভাৰতবাসী হিন্দু-মুছলমান প্ৰত্যেকেই ধৰ্ম্ম-বিশ্বাসৰ সেই মূলৰ পৰা কেন্দ্ৰচ্যুত হৈ লক্ষ্যটো ভুললৈ নমাই আনি দেশগত কৰি তাক দেশৰ মাটিত নিবদ্ধ কৰি লৈ হিন্দুৱে কৈছে, ভাৰত হিন্দু ধৰ্ম্ম-বিশ্বাসীৰ বাবে আৰু মুছলমানে কৈছে, ভাৰত মুছলমান ধৰ্ম্ম-বিশ্বাসীৰ বাবে বুলি। সেইবাবে, দুয়ো ধৰ্ম্ম-বিশ্বাসেই উৰ্দ্ধগামী গতি এৰি সীমাবদ্ধ ঠেক চেপাত খেকেচা খাই পৰি পাৰস্পৰিক সংঘৰ্ষণৰ ঘাত-প্ৰতি-ঘাতত ৰক্তাক্ত হোৱাত ভাৰত ছিবাছিৰ হ'ল। ধৰ্ম্ম-বিশ্বাসটোক তাৰ লক্ষ্য কোঁচাই আনি দেশগত স্বাৰ্থৰ মাটিৰ মোনাত সুমুৱাই নলৈ, প্ৰত্যেকেই সৰল উন্মুক্ত মনেৰে কেন্দ্ৰ ধিয়াই আগবাঢ়ি গলে কাৰো লগত কাৰো সংঘৰ্ষ ঘটি কোনো প্ৰকাৰৰ অশান্তিৰ সৃষ্টি হ'বলৈ একো চেলু নাথাকে। কাৰণ, ধৰ্ম্মটো ভগৱৎ-বিশ্বাসী অবিনশ্বৰ বস্তু বাবে কেন্দ্ৰলৈ আগুৱাই যোৱাৰ বাহিৰে ইয়াত আন কোনো স্বাৰ্থ নাই।

কিন্তু, পাৰ্থিব ভাষা-সংস্কৃতিৰ বিভিন্নতাৰ লগত বিভিন্ন দেশগত সত্তা আৰু স্বাৰ্থ সংশ্লিষ্ট আছে। সেইবাবেই, আন আন বাহিৰৰ দেশ-মহাদেশ-বিলাকৰ কথা নকওঁ,—ভাৰতস্থিত অসমত অসমীয়া ভাষা, বঙ্গত বঙ্গালী ভাষা, উৰিষ্যাত উৰিয়া ভাষা, বিহাৰত বিহাৰী ভাষা, পঞ্জাৱত পঞ্জাৱী ভাষা, মহাৰাষ্ট্ৰত মহাৰাষ্ট্ৰী ভাষা ইত্যাদি। আৰু এই দেশগত খিলঞ্জীয়া স্বাৰ্থ, অৰ্থাৎ তাৰ ভাষা-বৃক্ষৰ শিপাডাল দেশখনৰ মাটিত অস্থি-মজ্জাগতভাৱে প্ৰোথিত থকা বাবে- অসমৰ অসমীয়া ভাষাৰ ক্ষেত্ৰত বঙ্গ-ভাষাৰ,—বঙ্গৰ বঙ্গালী ভাষাৰ মঞ্চত উৰিয়া ভাষাৰ—উৰিষ্যাৰ উৰিয়া-ভাষাৰ চোতালত পঞ্জাৱী-ভাষাৰ বঘুমলা বিয়পিব লাগিলে, নাইবা, তাত সেই সেই ভাষাৰ শিপা গাজিবলৈ দিব লাগিলে, তাৰ বাহিৰৰ সেই লোকসকলৰ বিসৰ্জন দি এৰি অহা নিজ নিজ দেশগত গোজপোতা স্বাৰ্থ (vested interest) সৃষ্টি হৈ উঠা বাবে, সেই দেশখনৰ খিলঞ্জীয়া অধিবাসীৰ গোটবন্ধা স্বাৰ্থৰ ওপৰত আন নানা স্বাৰ্থ-ঘটিত সংঘৰ্ষৰ আঘাত পৰে। ফলত, সেইখন দেশক আৰু লোকসংঘক শোষণমূলক অশান্তিৰ স্থায়ী আধিপত্যই অলাকলা কৰে।

অসমতো তেনেদৰে ভাষাৰ বিভিন্নতা আছে,

যেনে, কছাৰি, খাছিয়া, মণিপুৰী, লুচাই, নগা, গাড়ো, বড়ো, মিকিৰ, আবৰ, ডফলা ইত্যাদি। কিন্তু এই সকলোবিলাক অসমৰ মাটি ফুটি ওলোৱা, আৰু অসমৰ বতাহ-পানী-আলোকেৰে প্ৰতিপালিত হোৱা অসমৰ সৰু সৰু খিলঞ্জীয়া ভাষা। অসমৰ বাহিৰৰ কোনো ভাষাৰ স্বাৰ্থৰ লগত এইবিলাক ভাষাগত স্বাৰ্থ সংশ্লিষ্ট নহয়। কাৰণ, এইবোৰ ভাষাভাষী মানুহ অসমৰ সীমাৰ বাহিৰৰ আন কোনো ঠাইত নাই। গতিকে, ভাষাগত স্বাৰ্থক আশ্ৰয় কৰি এই খিলঞ্জীয়া লোকসকলে অসমৰ বাহিৰলৈ অসম-শোষণৰ সোঁতটো বোৱাই লৈ যাবলৈকে কোনো পথো নাই। সেইবাবে, এইসকল অসমৰ খিলঞ্জীয়া লোকৰ স্বাভাৱিক স্বাৰ্থৰ লগত অসমীয়াৰ সম্মিলিত বিৰাট স্বাৰ্থৰ শোষণমূলক সংঘৰ্ষ ঘটিবৰো একো বাট নাই। এইসকলৰ সকলো স্বাৰ্থ অসমৰ সীমাৰ ভিতৰতেই মুকলিমূৰীয়া স্বাধীন।

কিন্তু, অসমত যিসকল আন প্ৰদেশৰ লোক স্থায়ীভাৱে আহি বসতি কৰিছে, সেইসকলৰ ভাষা-সংস্কৃতিগত স্বাৰ্থবিলাক অসমৰ সীমাৰ বাহিৰত। গতিকে, ভাষা-সংস্কৃতিৰ নামত অসমৰ স্থানীয় স্বাৰ্থৰ শোষণৰ সোঁতটো তেওঁলোকে বাহিৰলৈ উলিয়াই নি খিলঞ্জীয়া লোকৰ লগত চিৰ সংঘাত চলাই থকাৰ সম্ভাৱনাটো বৰ বেছি। সেইবাবে, অসমত শান্তিৰে জাতীয় উন্নতি বিচৰাসকলে আশা কৰাটো নিশ্চয় অন্যায় নহয়, যে অসমত স্থায়ীভাৱে বাস কৰা লোকসকলে সকলো বিষয়তে স্থানীয় খিলঞ্জীয়া লোকসংঘৰ স্বাৰ্থৰ লগত একেটা স্বাৰ্থ-সম্পন্ন হৈ একেটা জাতীয়-জীৱনত সাজোৰ খাই পৰি ভৱিষ্যৎ গৃহ-কন্দলৰ সম্ভাৱনা নিৰ্মূল কৰক।

## আত্ম-ৰক্ষাৰ বাবে প্ৰবল জাতীয় ভাৱ লাগে

( ইংৰাজী ১৯৩৮ চনৰ ৪ৰ্থ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

বাহিৰৰ শোষণধৰ্মী লিখক কিছুমানৰ 'ইণ্টাৰনেছনেলিজ্‌ম্' বা আন্তৰ্জাতিকতাৰ অচিনাকি গুৰুখাদ্যৰ উচ্ছিষ্ট গুমুৰাই, জীৰ্ণশক্তিৰ তেজ চেকৰা লক্ষ্যহীন অসমীয়া নৱ-কঙ্কাল কিছুমানৰ দাসত্ব নিমজ্জিত পাকস্থলীৰ পৰা আজি কেদিনমানৰ পৰা অজীৰ্ণ উদ্‌গাৰৰ অস্বস্তিকৰ কৰ্কশ আৱাজ উঠিবলৈ আৰম্ভ কৰিছে যে জাতীয়তাটো অশান্তিৰ মূল, আন্তৰ্জাতিকতাটোহে শান্তিৰ সঁফুৰা। এই অজীৰ্ণ-উদ্‌গাৰটো কিন্তু অসমীয়াৰ জাতীয়-জীৱনৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ পক্ষে মাৰাত্মক বিষবাষ্প। যিমান সোনকালে এই বিষবাষ্পৰ নিবৃত্তি ঘটে, তিমানেই অসমীয়াৰ পক্ষে মঙ্গল।

'ইণ্টাৰনেছনেলিজ্‌ম্' বা আন্তৰ্জাতিকতাই কেনে জাতিৰ ভিতৰত সাৰ্থকতাৰ সাজ-সৰঞ্জামেৰে কেতিয়া জন্ম লাভ কৰে? যেতিয়া সেই জাতিটোক জাতীয়তাৰ নিটোল পৰিপক্কতাই আনৰ কোনোবিধ আক্ৰমণত সেও হোৱা লজ্জাকৰ দুৰৱস্থাটোৰ পৰা মুক্ত কৰি ৰাখে। নহলে, সি আন সবল জাতিসমূহৰ লুণ্ঠন-শোষণৰ লীলাক্ষেত্ৰ হৈ দুৰ্বহ যাতনাৰ অকথ্য নিকাৰত চিৰকাল অভিশপ্ত হৈ পৰি থাকিব লাগে।

আজি আমাৰ অসমীয়া জাতিটো বৰ্ত্তমান যুগত আনৰ প্ৰতিযোগিতাত তিষ্ঠি থাকিব পৰা প্ৰায়বিলাক আহিলা পাতিৰ পৰাই বঞ্চিত। নাই তাৰ জাতীয় ভাৱ, নাই তাৰ জাতীয়-সন্মানৰ প্ৰতি প্ৰবল শ্ৰদ্ধা, নাই তাৰ আত্মৰক্ষাৰ উন্মাদনা।

এই দুৰ্বলতাৰ সুবিধাটোকে লৈ আজি চাৰিও-ফালৰ পৰা অসমীয়াক শোষণ-লুণ্ঠন নকৰিছে কোনে? অথচ, এই একমাত্ৰ কাৰণেই, অৰ্থাৎ অসমীয়াই জাতীয়চেতনাৰ প্ৰখৰতা হেৰুৱা বাবেই, তাৰ জাতীয়-সম্পত্তি মাটি-বাৰী, খেতি-পথাৰ, ঠিকা-মহল, চাকৰি-বাকৰি, এনেকি তাৰ ভাষা-সংস্কৃতিও আজি আনৰ অশোভনীয় আক্ৰমণৰ গ্ৰাসত আগ্ৰামৰা। অথচ, লুণ্ঠন-শোষণৰ উদ্দেশ্যেৰে সেইফালৰ পৰা এৰি দিয়া এই আন্তৰ্জাতিকতাৰ গৰহজমীটোকেই আমাৰ অসমীয়াই, বিশেষকৈ উঠি অহা ডেকাশক্তিৰ কণ কিছুমানে পাকস্থলীত সুমুৱাই লৈ অসাধ্য অজীৰ্ণ-ৰোগত ভুগি তাৰ জাতীয়-জীৱনৰ আত্মৰক্ষাৰ শ্ৰীহবিলাককো অসুস্থ আৰু হালুক কৰি তোলা উদ্যমত ৰত হৈ চলিছে।

জাতীয় চেতনাটোৱেই হৈছে জাতিৰ উদ্গতিৰ ঘাই মেৰুদণ্ড। এই মেৰুদণ্ডডাল অচল-অটল শক্তিৰ পৰিপূৰ্ণভাৱে থিয়কৈ ৰখাৰ যোগ্যতা লাভ কৰিব নোৱাৰিলে, আন্তৰ্জাতিকতাৰফালে প্ৰাণৰন্ত খোজেৰে আগুৱাই যাবলৈ আকাঙ্ক্ষা কৰাটো বিড়ম্বনা,—খোৰেপতি উজুটি খাই পৰি নাক-মুখ ভাগি আকাল্দেৰী হ'ব লাগে। জাতীয়-চেতনা যিমানেই প্ৰখৰ হৈ উঠিব সিমানেই জাতিৰ মেৰুদণ্ডই শক্তিশালী গঢ় লব আৰু আনৰ শোষণ-লুণ্ঠনৰ অসদভিপ্ৰায়ৰ আঘাতত হামখুৰি খাই বাগৰি নপৰাকৈ আন্তৰ্জাতিক জীৱনলৈ আগবঢ়া সামৰ্থ্যখিনি লাভ কৰিব পৰা হ'ব। আন্তৰ্জাতিক জীৱনৰ সাফল্যৰ বাবেই জাতীয়-জীৱনৰ সম্যক পৰিস্ফুটিৰ প্ৰয়োজন। জাতীয় চেতনাৰ ক্ষীণতাত যি জাতিৰ বাকচাড়ালৰ হালুক হৈ পৰে, আন্তৰ্জাতিকতাৰ বিপুল ভৰ সহিব নোৱাৰি সি ভাগি পৰি গুড়ি হয়। সেইবাবে, অসমীয়া সতৰ্ক হওক। জাতীয় চেতনাহীন ঘুণীয়াৰ দুৰ্বল পাকস্থলীত আন্তৰ্জাতিকতাৰ গুৰুপাকী খাদ্য সুমুৱাই কণীয়া হৈ অজীৰ্ণ উদ্গাৰৰ বিষ বাষ্প উলিয়াবলৈ এৰি দি প্ৰথমতে নিজৰ জাতীয়-সত্তাক সবল-শক্তিমন্ত কৰি তোলা সাধনাত নিমগ্ন হওক। আমি অসমীয়াই আনৰ ন্যায়সঙ্গত খিলঞ্জীয়া অধিকাৰত গৈ আক্ৰমণৰ উপদ্ৰৱেৰে শোষণ-লুণ্ঠনৰ ধল বোৱাৰলৈকে জাতীয়তাৰ সেৱক হৈ উঠিব খোজা নাই। আমি খুজিছোঁ, আমাৰ নিজৰ ঘৰ-চোতালৰ, বাট-পথৰ, হাট-বজাৰৰ, ভাষা-সংস্কৃতিৰ খিলিঞ্জীয়া অধিকাৰত আক্ৰমণ কৰি আমাৰ জাতীয়-জীৱন ধ্বংস কৰা শোষণ-লুণ্ঠনৰ উপদ্ৰৱী আস্ফালন প্ৰতিৰোধ কৰি আত্মৰক্ষা কৰিবলৈকে। আত্মৰক্ষাটো জীৱৰ ভূঁইফুটা স্বাভাৱিক ধৰ্ম্ম। নিজৰ জাতীয়-সত্তাৰ স্বাধীনতাটো নিৰুপদ্ৰৱ, নিৰাপদ আৰু কৰ্ম্মবীৰৰ ধৰ্ম্ম। আমি সেই ধৰ্ম্মকেই সাৰ-বিশ্বাসেৰে গ্ৰহণ কৰিছোঁ। সেইবাবে, অসমীয়াৰ অন্তৰত সোন প্ৰথমে প্ৰবল জাতীয়-চেতনাৰ উন্মেষণ লাগিবই। নহলে তাৰ নিস্তাৰ নাই।

## পৃথিৱীৰ ৰূপান্তৰ দান

(ইং ১৯৩৬ চনৰ ৪ৰ্থ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

ৰূপ দিয়ে পৃথিৱীক মানুহেই, তাৰ জন্ম-জন্মান্তৰ সাধনা-লব্ধ বিচিত্ৰ পৰিকল্পনাৰ তুলিকা টানি। এই পৰিকল্পনাৰ তুলিকাৰে চলিছে সি অনন্ত কালৰ বুকুত ৰেখা টানি টানি নানা বিচিত্ৰ ৰূপৰ সৃজন কৰি,—আৰু এই পৰিকল্পনাৰ ঢৌ-খেমালি, লীলা-খেলাৰ মাজেদিয়েই বিচাৰি ফুৰিছে সি তাৰ অনন্তগামী আত্মানন্দৰ পূৰ্ণ পৰিতৃপ্তি।

পৃথিবীৰ এই কালান্তৰ মানুহৰ কাৰিকৰী গতিটোক, পৰিকল্পনা বুলি কোৱা হ'ল এইবাবে যে, এইদৰেই এটাৰ পিছত এটাক এৰি, পুনৰ আন এটালৈ লক্ষ্য থিয়াই হাত মেলি মেলি অনন্ত কাল ধৰি মানুহে চলি লৈ আছে অন্তহীন পথৰ যাত্ৰী হৈ। উদ্দেশ্য, কিজানোবা তাতেই তাৰ অন্তৰাত্মাৰ সকলো তৃপ্তিৰ ওৰ পৰে! কিন্তু ক'ত? এই গতিৰ কোনো শেষ নাই, অন্ত নাই। অথচ, এইটোৱেই মানুহৰ স্বভাৱসিদ্ধ পৰিণাম। ইচ্ছা কৰিও সি তাৰ হাত সাৰিব নোৱাৰে। আগ বাঢ়ি চলি লৈ থাকিবই লাগিব সি। এইটো মানুহে জন্মবীজৰ লগতে লৈ অহা তাৰ অনিবাৰ্য্য বিধান। এইদৰে মানুহে আগ বাঢ়ি বাঢ়ি বিন্দু একোটাত গৈ স্থিতি লৈ, কিছু কালৰ বাবে জিৰণি লৈ চলাৰ তাগৰ মাৰি, নতুন বাট-পথ, বিধি-ব্যৱস্থা গঢ়ি লৈ পৰিতৃপ্তিৰ সীমা পালোঁ বুলি যুগ এটাৰ ভিতৰত বিশ্বাস এৰি দি নিশ্চিন্ত হ'ব খোজে;—কিন্তু নোৱাৰে সেই সাময়িক নিশ্চিন্ততা ভংগ কৰিয়েই কিছু কালৰ পাছত পুনৰ সি মূৰ দাঙি উঠে তাৰ নতুন পিয়াহৰ, নতুন আকাঙ্ক্ষাৰ, নতুন অতৃপ্তিৰ বিচিত্ৰ বেদনা আগত লৈ।

এইদৰেই, মানুহৰ সেই আদিম যুগৰ পৰাই পৃথিৱীৰ মাটিডোখৰত কিমান বিচিত্ৰ সভ্যতাৰ উত্থান ঘটিল, পতন হ'ল,—কিমান বিচিত্ৰ বিধি-বিধানৰ সৃষ্টি হ'ল, লয় পালে। তাৰ পাছত আক নতুন সভ্যতাৰ, নতুন বিধি-ব্যৱহাৰ অভ্যুদয়-অংকুৰ গজি উঠিছিল মানুহৰ মন-জোৱাৰত দুৰ্দ্ধাৰ বাসনাৰ কম্পন উঠিল। এয়ে হৈছে অনন্ত গতিশীল মানৱাত্মাৰ আচল প্ৰকৃতি।

আজিও যে ৰাজনীতি, অৰ্থনীতি, সমাজনীতি আদিক কেন্দ্ৰ কৰি, পৃথিৱীখনক নতুন ৰূপেৰে উদ্ভাসিত কৰি, মানৱাত্মাৰ পৰিতৃপ্তিৰ সীমা বিচৰা মানুহৰ মনোজগতত ভীষণ আগ্নেয়গিৰিৰ সুপ্ত উত্তাপবোৰ জাগ্ৰত হৈ উঠাৰ ধুমুহ-ঘানাক চলিছে, আক তাৰে আগ জাননীৰ ইস্তাহাৰ লৈ সমগ্ৰ পৃথিৱীজুৰি প্ৰলয়ঙ্কৰ ৰূপেৰে আত্ম-প্ৰকাশ কৰিবলৈকে প্ৰস্তুত হৈ উঠা বৈপ্লৱিক স্ফুলিঙ্গবোৰ দেখা গৈছে, এয়ে তাৰ ৰহস্য।

এই ৰহস্যৰ মৰ্য্যাদাপূৰ্ণ যি জাতিয়ে তাত আত্ম-প্ৰয়োগ কৰিব, সেই জাতিয়েই পৃথিৱীৰ আগন্তুক নৱ-ৰূপ-প্ৰাপ্তিৰ মহোৎসৱত নিশ্চিত বিশ্ৰামৰ বাবে যোগ্য ঠাই এডুখৰি বিচাৰি পাব, আক যি জাতিয়ে অৱহেলা কৰিব, সি চিৰ-দাসত্বৰ অভিশাপত পৰি বিলুণ্ঠিত অৱসৰ লব, নাইবা আনৰ ইচ্ছা বহন কৰা ঘৃণিত পাত্ৰ হৈ পৰি থাকিব।

সেইবাবে, মানুহৰ স্বাভাৱিক অধিকাৰৰ সন্মান ৰক্ষাৰ উচ্চ আদৰ্শ থিয়াই সমগ্ৰ পৃথিৱী ব্যাপি যি লীলা-খেলাবিলাক চলিব ধৰিছে সেই স্বাভাৱিক অধিকাৰৰ সত্যতা স্পষ্টকৈ সাব্যস্ত কৰি লৈ ভাৰতেও তাৰ পৰা শক্তিৰ উপাদান আহৰণ কৰিব লাগিব। কিন্তু, এই আহৰণ ভাৰতৰ পক্ষে কোনোদিনাই সম্ভৱপৰ হৈ নুঠিব, যিদিনালৈকে ভাৰতে ধৰ্ম্মগত, শ্ৰেণীগত, বৰ্ণগত, প্ৰদেশগত ক্ষুদ্ৰতাৰ জেওৰা ভাঙি ওলাই আহি নিজৰ আত্ম-স্থিত বিৰাটত্বক উপলব্ধি কৰাৰ দুৰ্দম্য বাসনা মনত পুহি নলয়।

## নিজ-সত্তাৰ চিন্তা সকলোৰে আগ শাৰীত

( ইং ১৯৩৭ চনৰ ৩য় বছৰৰ 'ডেকা অসম'ৰ সম্পাদকীয় )

কৰ্ম্মক্ষেত্ৰত পৰিপুষ্ট গতিৰ সাফল্য বিচাৰিলে, শাৰীৰিক আক মানসিক স্বাস্থ্যত নিজক নিৰ্ভুলকৈ

গঢ়ি লব লাগে। আন বিৰোধী গতিক এই স্বাস্থ্য-সম্পদ শোষণ কৰিবলৈকে এৰি দিলে, কৰ্ম্ম-প্ৰয়োগত বাধা ঘটে, সি ব্যৰ্থ হয়। সমগ্ৰ মানৱ মহলৰ মঙ্গল সাধন কৰা মহৎ আকাঙ্ক্ষাটো পৰিপোষণ কৰিবলৈ হলে, অমঙ্গলীয়া শোষণৰ পৰা আত্মৰক্ষা কৰি ভিতৰৰ পৰা নিজে শক্তিমন্ত হৈ উঠিব লাগিব। নহলে কৰ্ম্মপ্ৰয়োগত বিফলতাৰ ভুৰা পৰিব। জগতৰ জাতিসমূহৰ গণতান্ত্ৰিক গুৰুত্বৰ দুমূৰ্ল্য-মৰ্য্যাদাটো ৰক্ষা কৰিবলৈ হলে, প্ৰথমতে নিজৰ জাতীয়-দেহৰ ভিতৰৰ পৰা সাম্ৰাজ্য-বাদ, পৰ-শোষণবাদ আদি গণতন্ত্ৰ-বিৰোধী মনোবৃত্তিবিলাক উভাৰি নিৰ্ম্মূল কৰিব লাগিব। নহলে, গণতন্ত্ৰ ৰক্ষাৰ দোহাইটো ফাঁকিৰ আৱৰ্জ্জনা-ৰেই ভাৰাক্ৰান্ত হৈ থাকিব। সেইদৰে, ভাৰতীয় মহাজাতিৰ জাতীয় স্বাধীনতা লাভৰ বাবে চলোৱা সংগ্ৰামৰ আগখিনিত অসমীয়াই তাৰ নিজৰ জাতীয় স্বাধীনতাৰ সবল-সত্তাৰ আদৰ্শটো আগত তুলি ধৰি লৈহে আগ বাঢ়িব লাগিব, যি কোনো-দৰৰ শোষণ-ক্ৰিয়াকেই অসমীয়াৰ জাতীয় জীৱনৰ গাৰ পৰা খহাই পেলাই পোন প্ৰথমতে সেইবোৰ নিশ্চিহ্ন কৰিব লাগিব,—সেইটো বাহিৰৰ পৰা অহাই হওক, নাইবা ভিতৰৰ পৰা উঠাই হওক। তেহে সি তাৰ জাতীয় শক্তিৰ প্ৰবলতাৰে ভাৰতীয় গণতান্ত্ৰিক মহাজাতীয় স্বাধীনতাৰ সংগ্ৰামত শক্তি যোগাব পাৰিব। একফালে শোষণৰ বিৰুদ্ধে ভাৰতৰ গণতান্ত্ৰিক স্বাধীনতাৰ কথা কৈ, আনফালে যদি আনৰ দ্বাৰা নিজক শোষিত হৈ থাকিবলৈকে গা এৰি দি থকা হয়, তেন্তে ভাৰতীয় গণতান্ত্ৰিক স্বাধীনতাৰ সংগ্ৰামত অসমীয়াৰ সংযোগটো মঙ্গলাশীৰ্ব্বাদৰ পৰিৱৰ্ত্তে অমঙ্গলৰ অভিশাপ হৈ উঠিব। অসমৰ ৰাজনৈতিক সাজ-সজনিৰ সময়তো অসমীয়াই তাৰ এই জাতীয়-স্বাধীনতাৰ আদৰ্শ-টোকেই আগত ৰাখি সকলো সমস্যাৰ মীমাংসা বিচাৰিব লাগিব। নহলে, ভাৰতৰ আৰু তাৰ অবিচ্ছিন্ন অঙ্গ অসমৰ মঙ্গল সাধন কৰা কথাটো মিছা হ'ব।

কিন্তু, এইদৰে গণতান্ত্ৰিক জাতীয় স্বাধীনতাৰ পূৰ্ণাঙ্গ পৰিপুষ্টিৰ সুবিধাটো আদায়ৰ হকে লাগিব দেশকৰ্ম্মীসকলৰ ভিতৰত কঠোৰ নৈতিক-শক্তিৰ প্ৰখৰতা। নৈতিক শক্তিৰ সবলতাৰ ভিত্তিত কৰ্ম্মধাৰাক প্ৰতিষ্ঠিত কৰি নললে, আদৰ্শচ্যুতিৰ দুষিত কলঙ্ক ঘটিব। আদৰ্শচ্যুতিৰ কলঙ্ক ঘটিলে, গণতান্ত্ৰিক মঙ্গল-সাধনাৰ প্ৰতিশ্ৰুতি দি ভোট সংগ্ৰহৰ দ্বাৰা ৰাইজৰ প্ৰতিনিধিত্ব লাভ কৰি সোমোৱা সেৱা-যন্ত্ৰটো শাসন-যন্ত্ৰৰ কপটতাত ৰূপান্তৰিত হ'ব, আৰু দেশসেৱাৰ ঠাইত কৰ্ম্মীসকলৰ স্বাৰ্থপৰতাৰ ক্লেদবোৰ তাত জমি উঠিব। গতিকে সেৱাৰ আদৰ্শও তাত কলুষিত হ'ব।

## নৈতিক উৎসই সকলোৰে মূল

(ইং ১৯৩৮ চনৰ ৪ৰ্থ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

আত্মিক-মুক্তি পাবলৈ হলে মানুহে যিদৰে সৃষ্টিৰ মূলটোত গৈ তাৰ অনুসন্ধানী অভিযানৰ সাফল্য বিচাৰিব লাগে, গ্ৰহপূজা, মূৰ্ত্তিপূজা, গছ-পাথৰ পূজা আদি ডাল-পাত, শাখা-প্ৰশাখা-বিলাকত তাক পোৱা নেযায়,— ৰাজনৈতিক আৰু অৰ্থনৈতিক মুক্তিৰ বিষয়তো সেইদৰে মানুহে তাৰ মূলটোত গৈ আশ্ৰয় ল'ব লাগে, য'ৰপৰা ৰাজনৈতিক

আৰু অৰ্থনৈতিক আৰু স্বাধীনতাৰ অধীনতাৰ মঙ্গল আৰু অমঙ্গলবোৰ বিকীৰ্ণ হয়। ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাধীনতা আৰু অধীনতাৰ উৎস মাত্ৰ একেটা। যেতিয়া কোনো জাতিয়ে সেই উৎস-টোৰ সন্ধান হেৰুৱাই পথভ্ৰষ্ট হয়, তেতিয়া আনৰ অধীনতাই কাবু কৰি তাৰ মানৱীয় অভিমান ক্ষয় কৰে—আৰু সন্ধান পোৱা জাতিয়ে তাৰ ভুঁইফুটা অধিকাৰত ধন্য হৈ প্ৰৱৰ্ত্তন কৰে। সেইটোৱেই হৈছে নৈতিক উৎস। সততা, পবিত্ৰতা, আন্তৰিকতা, নিৰ্ভীকতা আদিয়েই ইয়াৰ ঘাই উপাদান। এই নৈতিক উৎসটোৰ পৰা বঞ্চিত হলে, কোনো জাতিয়ে স্বাধীনতা লাভ কৰিলেও তাক ৰক্ষা কৰিব নোৱাৰে।

## স্বৰাজৰ ভেটি

(ইং ১৯২১ চনৰ ৩য় বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

ব্যক্তিগত স্বৰাজ্য ব্যক্তিৰ যেনে লোভনীয় বস্তু, সামূহিক জাতিগত স্বৰাজ্যও জাতিৰ তেনে আকাঙ্ক্ষিত বস্তু। কিন্তু, যেতিয়ালৈকে ব্যক্তিয়ে তাৰ গাৰ পৰা ক্ষুদ্ৰতা-হীনতাৰ আক্ৰোশ-ধূলিকিটি জোকাৰি পেলাবলৈকে যত্নৱান হৈ তাৰ ধৰ্ম্ম উপলব্ধি কৰা মনৰ জাগ্ৰত নিদৰ্শন দাঙি তুলি ধৰিব নোৱাৰে, তেতিয়ালৈকে জাতিয়ে সমষ্টিগতভাৱে সকলো প্ৰকাৰৰ দ্বিধা-শঙ্কাৰ হাত সাৰি জাতীয় স্বৰাজ্য লাভ কৰাৰ লায়ক হৈ উঠিবলৈকে তৃপ্তিকৰ আশা কৰাটোও টান কথা। কিন্তু, এই ব্যক্তিগত স্বৰাজ্য লাভৰ কাৰণে নিজে যোগ্য হৈ উঠাৰ বাটত, নানা চাকচিক্যময় কথা-চহকী যি উপকৰণ-বোৰে, জীৱনটোক দুখ-বেদনাৰ জ্বালামুখী আস্ফালন ঠেলি যোগ্যতাৰ জয়প্ৰাপ্তিলৈ অপাৰগ কৰি থোৱা বিভীষিকাবোৰ লৈ আহি অন্তৰায় হৈ আগত দেখা দিয়ে, সেইবিলাকৰ পৰা মুক্ত হ'ব লাগিব। আহক বিপদ, আহক উৎপীড়ন, আহক লাঞ্ছনা-গঞ্জনা, আহক জীৱন-মৰণৰ সঙ্কটময় সন্ধিক্ষণ,—একোলৈকে ভ্ৰূক্ষেপ নকৰি য'ত মহামুক্তিৰ মহদাহ্বানে দীনতা-হীনতাৰ কণ্টকিত কদৰ্য্য জাল ছিন্ন কৰি ওলাই গৈ বিশালতাৰ আনন্দময় ফৰকালত পৰিৱৰ্লৈকে হৰ্ষোন্মাদী সঙ্গীতেৰে উদগনি দিবই লাগিছে, শক্তিৰ অফুৰন্ত প্ৰস্ৰৱণ ঢালিবই লাগিছে, সেইফালে উচ্চ শিৰ তুলি বুকু ওফন্দাই আগ বাঢ়ি যাব লাইগিব। এইদৰে আমি প্ৰত্যেক-জনে যেতিয়া ব্যক্তিগত স্বৰাজ্য স্থাপনৰ বাবে যোগ্য সংগ্ৰামী-বীৰ হৈ গঢ়ি উঠিব পাৰিম, তেতিয়া জাতিগত স্বৰাজ্য-সৌধ থাপি তোলাৰ কামটো আপোনা-আপুনি গঢ় লাগি আহিব,—তাৰ বাবে বিশেষ একো কষ্ট-পৰিশ্ৰম স্বীকাৰ কৰিব নালাগিব। ব্যক্তিৰ স্বাস্থ্যশালী গঠনৰ ওপৰতেই নিৰ্ভৰ কৰে সমষ্টিৰ পৰিপক্ক আত্ম-প্ৰকাশৰ চিৰন্তনীয় অমৃত-ফল। ব্যক্তিগত দায়িত্বৰ সুদৃঢ় ভেটিৰ পকা খুটাৰ ওপৰত জাতীয়-দায়িত্বৰ পবিত্ৰ মন্দিৰ প্ৰতিষ্ঠাপিত হৈ নুঠিলে তাক স্বৰাজলাভ বুলি কোৱাটোৱেই হ'বই নোৱাৰে,—দুৰ্নীতিৰ বীভৎস-ডঙ্কা বজোৱা প্ৰেত-পুৰী বুলি কোৱা কথাটোহে সঁচা হ'ব পাৰে। সেইবাবে, জাতীয় স্বৰাজ্য স্থাপনৰ কথাটো তুলি ধৰাৰ লগে লগে দেশবাসীৰ প্ৰত্যেকজন পুৰুষ মনৰ নৰ-নাৰীয়ে নিজক সকলো দুৰ্ব্বলতাৰ পৰা মুক্ত কৰি বলিষ্ঠ হৈ উঠিবলৈ যত্ন কৰা কথাটোত বিশেষ দকৈ জোৰ দি চলিব লাগে।

ব্যক্তিগত স্বৰাজ্য স্থাপন যাইকৈ ব্যক্তিৰ তিখাৰ দৰে টান চাৰিত্ৰিক বলৰ ওপৰত নিৰ্ভৰ কৰে। সোলোক-ঢোলোক ঢিলা চৰিত্ৰৰ অযোগ্যতা আৰু অবিমৃশ্যকাৰিতাৰে জাতীয় স্বৰাজ্য স্থাপনৰ চেষ্টাত যোগ দিবলৈ গলে, বিশৃঙ্খলা ঘটাই স্বৰাজৰ আচল আদৰ্শটো বিকৃত কলুষিত কৰি তোলা হ'ব। ঢিলা চাৰিত্ৰিক ধৃষ্টতাৰ দ্বাৰা জগতৰ আন আন মহৎ আদৰ্শবিলাক দোষণীয় হৈ উঠাৰদৰে স্বৰাজ্যৰ আদৰ্শও বীভৎস হৈ পৰিব। গতিকে, চাৰিত্ৰিক যোগ্যতা অৰ্জ্জনলৈ মন-কাণ নিদিয়া লোকে এই সংগ্ৰামত যোগ নিদিয়াই ভাল। অৱশ্যে, নিজ দেশৰ, নিজ জাতিৰ মুক্তি-সংগ্ৰামত দেশৰ সৰু-ডাঙৰ, ভাল-বেয়া নিৰ্বিশেষে দেশবাসী মাত্ৰৰেই মনে-প্ৰাণে গোট বান্ধি যোগ দিয়াটোতেই সকলোৰে স্বাভাৱিক অনুৰাগ সঁচা। কিন্তু দেশ আৰু জাতিৰ মঙ্গলৰ স্বাৰ্থৰদৰে সমূহ লোকৰ জীৱন-মৰণ ওলমি থকা পৱিত্ৰ অভিযানৰ আয়োজন এটাত ব্যক্তি এজনে নিজৰ দুৰ্ব্বলতাৰ খুন্দা লগাই, তাৰ সৰ্ব্বনাশ সধাতকৈ, আৰু জাতিৰ ভৱিষ্যতৰ বাবে মনে-প্ৰাণে মঙ্গলাকাঙ্ক্ষা কৰা দেশবাসী মাত্ৰেই সৰ্ব্ব-প্ৰথমতে নিজক চৰিত্ৰবলেৰে বলিয়ান কৰি তুলিবলৈকে ইচ্ছা আৰু যত্ন কৰাটোহে অতি প্ৰয়োজনীয় কথা।

## মানুহ আৰু তাৰ অধিকাৰ

( ইং ১৯১৯ চনৰ ১ম বছৰৰ 'চেতনা'ৰ সম্পাদকীয় )

জ্ঞান-গৌৰৱ, মান-সম্ভ্ৰম, চলন-ফুৰণ ৰীতি-নীতি সকলোতে যাৰ আত্ম-প্ৰতিষ্ঠাৰ মূৰ্ত্তবিকাশ ঘটে, তাকেই কয় মানুহ। মানুহৰ বাহিৰে আন জীৱৰ ভিতৰত আত্ম-প্ৰতিষ্ঠাৰ মহান ভাব নাই। আত্মপ্ৰতিষ্ঠাৰ গুণৰ বাবেই পৃথিৱীখন আন জীৱ-জন্তু-প্ৰধান নহৈ মানুহৰ বাপ-কলীয়া সম্পত্তি যেন হৈ পৰিছে; আৰু আত্ম-প্ৰতিষ্ঠ মানুহৰ ব্যৱহাৰত আছে বাবেই পৃথিৱীৰ গছ, লতা ইতৰ জীৱ-জন্তু, বতাহ, আলোক, আকাশ, ইত্যাদিৰ শত-প্ৰশংসা আৰু সৌন্দৰ্য্যৰ বাখ্যা-বৰ্ণনাৰে মানৱ-সাহিত্য মুখৰিত হৈ আছে। আৰু এইবোৰৰ সংস্পৰ্শ সংঘাত পাই আত্ম-প্ৰতিষ্ঠাৰ কাৰণে মানুহৰ গোটেই জীৱন উদ্দীপনাত উতলা হৈ উঠে বাবেই, সৃষ্টিৰ মহামূলক পৰিতৃপ্তিৰ নিৰ্ব্বিকাৰ সঁফুৰা বুলি উপলব্ধি কৰি আনন্দত আত্মহাৰা হৈ তাৰ সাধনাত মানুহ লিপ্ত হয়, আৰু মানুহ নামৰ উচিত মানদণ্ড বাহাল ৰাখিবলৈকে দেহেকেহে লাগি থাকে।

কিন্তু, এনে মানুহৰ ভিতৰতো, সময়ে সময়ে নানা উপসৰ্গৰ পিতনি পৰি আত্ম-প্ৰতিষ্ঠাৰ উৰ্ব্বৰ ভাৱ নাইকিয়া কৰে। তেতিয়া মানুহে প্ৰকৃত মনুষ্যত্ব হেৰুৱাই আকাৰতহে মাত্ৰ মানুহ নাম লৈ জী থাকে; আৰু তেতিয়া, ইতৰ জীৱ-জন্তুৰ সাধাৰণ সংজ্ঞাৰ লগত তাৰ সাধাৰণ সংজ্ঞাৰ পাৰ্থক্য বিচাৰি উলিওৱাটো টান হৈ পৰে। তেতিয়া আন জীৱ-জন্তুই পৃথিৱীৰ সকলো সৌন্দৰ্য্যৰ সম্পদলৈ নেওচা দি কেৱল ঘাহ-পানী বিচাৰি পেট-প্ৰৱৰ্ত্তোৱা চেষ্টাটোতেই যিদৰে গোটেই জীৱনৰ লক্ষ্যবোৰ খৰচ কৰে, সেইদৰে আত্ম-প্ৰতিষ্ঠাহীন মানুহ এছাপেও পৃথিৱীৰ ওপৰত তাৰ শাশ্বত অধিকাৰটো আন আত্ম-প্ৰতিষ্ঠ মানুহ এছাপৰ হাতত সঁপি দি মানৱ-জীৱনৰ আচল সাৰৱত্তাটো পাহৰি গৈ পশুত্ব প্ৰাপ্ত হয়। যিদৰে পশু-পক্ষী আদি ইতৰ

প্ৰাণীয়ে আন প্ৰাণীক সিবোৰতকৈ বুদ্ধিমন্ত, শক্তিশালী আৰু উন্নত বুলি ভাবি নিজক শঙ্কিত আৰু সঙ্কুচিতকৈ ৰাখি নিজৰ হীনতা নির্বিকাৰ চিত্তেৰে যুৰ পাতি স্বীকাৰ কৰি চলাটোকেই তাৰ স্থিৰীকৃত স্বভাৱ-সিদ্ধ কাম বুলি ভাবে, সেইদৰে আত্ম-প্রতিষ্ঠাহীন মানুহেও,—বৰ্ত্তমান বৈজ্ঞানিক সংজ্ঞামতে উন্নতেই হওক, নাইবা অনুন্নতেই হওক, —"আনৰ সৎ বা অসৎ ইচ্ছামতেই তাৰ ভাগ্য নিবদ্ধ আছে"—এই দাসত্বপূর্ণ ভাৱত তাৰ মন-প্ৰাণ, হৃদয়, অনুভূতি আদি সকলো নিমজ্জিতকৈ ৰখাটোকেই স্বাভাৱিক বুলি নির্ব্বিবাদে স্বীকাৰ কৰি লয়। কাৰণ, আত্ম-চেতনা, আত্ম-বিশ্বাস, আৰু আত্ম-শক্তিৰ অভাৱত হিতাহিত বিবেচনা কৰি নিজে চলিব পৰা বিবেকৰ বিভূতিখিনি সি সম্পূর্ণকৈ হেৰুৱাই পেলাইছে।

এই কথা যিদৰে এজন মানুহৰ ওপৰত খটাব পাৰি, সেইদৰে এখন সমাজ বা এটা জাতিৰ ওপৰতো খটাব পাৰি। কাৰণ, মানুহৰ সমষ্টিয়েই হৈছে সমাজ আৰু জাতি।

এক হিচাপে আত্ম-প্রতিষ্ঠাহীন মানুহ বা জাতি পশু-পক্ষী আৰু কোনো কোনো পৰ্ব্বতীয়া অসভ্য জাতিসমূহতকৈও অধম। কাৰণ এই-বিলাকৰ ইচ্ছানুসাৰে চলিব পৰা স্বাধীন মুক্তগতি একোটা আছে, কিন্তু এনে মানুহবোৰ সেইখিনি স্বাধীনতাৰ পৰাও বঞ্চিত, সকলো ফালেদি হাত-ভৰি বন্ধা। আন ফালেদি আকৌ পশু-পক্ষীতকৈ এনে মানুহৰ ভাগ্যত পোহৰ আছে। কাৰণ ইচ্ছা আৰু চেষ্টা কৰিলে মানুহে তাৰ সকলো বন্ধনৰ পৰা মুক্ত হৈ আত্ম-প্রতিষ্ঠা আৰু আত্ম-কৰ্ত্তৃত্বেৰে পৃথিৱীত নিজৰ উচিত স্বত্ব সাব্যস্ত কৰিব লৈকে মানৱ-জীৱনৰ মূল উদ্দেশ্য আৰু মাহাত্ম্যটো উত্তৰোত্তৰ উজ্জ্বল কৰি লৈ যাব পাৰে—কিন্তু ইতৰ জীৱ-জন্তুৱে সেইটো নোৱাৰে। এই কাৰণেই মানুহে পৃথিৱীৰ সকলো প্ৰাণীতকৈ উন্নত আৰু উচ্চ জীৱ বুলি আজিও অভিমানত আপ্লুত হৈ আছে।

প্রাচীন গৌৰৱত ভাৰত তুলনাবিহীন হলেও, বহু যুগ আগৰে পৰা নানা উপসৰ্গৰ আৱৰ্জনাই আত্ম-শক্তিক তন্দ্ৰা খুৱাই থোৱাৰ বাবে সি সম্পূর্ণকৈ আত্ম-চেতন হৈ উঠা নাই; আৰু সেই বাবেই মানৱ সভ্যতাৰ কোনো থাপতেই সি আত্ম-কৰ্ত্তৃত্বও দৃঢ়মূলকৈ থাপি লব পৰা নাই। কিন্তু সি বুজি পাইছে, কোন ফালেদি কি উপসৰ্গই আহি তাক এই দুর্দ্দশাত পেলালে,—কি উপায় অৱলম্বন কৰিলে সি এই অৱস্থাৰ পৰা উত্তীর্ণ হ'ব পাৰিব—কি সাধনাৰ দ্বাৰা সি পূৰ্ব্ব-গৌৰৱ পুনৰ ফিৰাই আনি পৃথিৱীত তাৰ উচিত অধিকাৰ সাব্যস্ত কৰি লব পাৰিব। সেইবাবেই, গোটেই ভাৰতজুৰি সকলোৰে প্ৰাণে প্ৰাণে, হৃদয়ে হৃদয়ে, এই একেটা চিন্তাৰ একেটি স্পন্দনৰ ধাৰা সমানে বৈ গৈছে, যে যুগ-যুগান্ত ব্যাপি জমি থকা স্তূপীকৃত আৱৰ্জনাৰাশি নির্ম্মূল কৰি নিকা হৈ পৃথিৱীত সি কি উপায়েৰে আত্ম-প্রতিষ্ঠ হৈ উঠিব পাৰিব। ভাৰতৰ এই বিৰাট আকাঙ্ক্ষাৰ স্পন্দন সার্থক হ'বই,—সার্থক হ'বলৈকেই তাক এই স্পন্দনে স্বাধীনতাৰ বিশাল ফৰকাল বাটত তুলি দিছে। এই আলোড়নত দেশ-প্ৰাণতাৰ নাড়ী হজম কৰা স্বাৰ্থ-সৰ্ব্বস্ব ব্যক্তিৰ হীন আয়োজনৰ কদৰ্য্য স্পৰ্শই লাই নাপায়। কাৰণ ইয়াত আছে বিৰাট একত্বৰ মহাবাণী,—যাৰ

ধ্বনিত উচ্চ-নীচ, ধনী-নিধনী নির্ব্বিশেষে সকলোৰে প্ৰাণত মহামানৱৰ পূর্ণৰূপ মূৰ্ত্তিমান হৈ উঠিবলৈ আগ্ৰহ কৰা আশাৰ প্ৰচণ্ড ঢ'উ উদ্বেলিত হৈ উঠিছে। ভাৰতৰ এই মহাজাগৰণ সমগ্ৰ মানৱ সমাজৰ দাসত্ব প্ৰক্ষালনৰ নিমিত্তে জীৱন্ত আগ-জাননী। এই মহাস্পন্দন সাৰ্থক হ'বই। কোনো পাৰ্থিৱ শক্তিয়েই ইয়াক ব্যৰ্থ কৰিব নোৱাৰে। ই অনন্ত মঙ্গলময়ৰ মঙ্গলেচ্ছা পৰিপূৰণৰ মহা আয়োজন।

বিশ্বব্যাপী একত্ব আৰু সমত্বৰ দাবী সম্পাদন কৰি লোৱাটোৱেই মানুহৰ আত্ম-প্ৰতিষ্ঠাৰ ৰূপ; আৰু সেই ৰূপৰ মৰ্য্যাদা ৰক্ষা কৰাটোৱেই ভাৰতৰ শিক্ষা, ভাৰতৰ সাধনা, ভাৰতৰ সভ্যতা।

## জাতি গঠনৰ স্বাভাৱিক ধাৰা

(ইং ১৯২১ চনৰ ৩য় বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

সমাজত যিদৰে তেজৰ ধাৰা বা ক্ৰমৰ সূতা ধৰি বংশ এটাৰ সৃষ্টি হয়, আৰু কাৰ্য্য বিশেষৰ সম্পাদনাত সেই ধাৰা বা ক্ৰমৰ সংযোগ, নাইবা সমাজ-ধৰ্ম্ম-অৰ্থ সম্বন্ধনীয় কোনো স্বাৰ্থত, কিম্বা বিপদ-আপদত বা সুখ-সম্ভোগৰ আনন্দোৎসৱত এই বংশীয় লোকবিলাকৰ ভিতৰত অবিচ্ছিন্ন সংযোগৰ সহযোগ থাকে, আৰু এই সহযোগ সংযোগৰ সূত্ৰ-ডালিৰ অক্ষতভাটো সৰ্ব্বতোভাৱে ৰক্ষা কৰিবলৈকে সেই বংশীয় সকলো মানুহেই পৰস্পৰৰ ওচৰত এটা পাৰস্পৰিক শক্তিমন্ত দাবী থিয়কৈ তোলে; আৰু সেই দাবী সহজভাৱে পৰিপূৰণ কৰা দায়িত্বটো সেই বংশীয় সকলোবিলাকৰ পক্ষে স্বাভাৱিক। নহলে, সেই বংশীয় লোকসকল পাৰস্পৰিক বংশদ্ৰোহী বুলি কলঙ্ক এটাৰ ভাগ লবলগীয়াত পৰে;- আৰু সেইবাবেই এক বংশীয় সকলো লোকেই পৰস্পৰক ভাগী বুলি চিনাকি দিয়ে। সেইদৰে চিন্তাৰ ধাৰা, ভাব-ভাষা-ভঙ্গী, সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, খোৱা-বোৱা, পিন্ধা-উৰা, ধৰণ-ধাৰণৰ সূত্ৰডালিৰ সংযোগ লৈ একে হাৱা-পানীৰ প্ৰভাৱত একে আকাশৰ তলত, একে প্ৰাকৃতিক পৰিবেষ্টনৰ ভিতৰত একে-দৰৰ সহানুভূতি আৰু অনুভৱতা লৈ যিসকল লোক একেলগে বাস কৰে, সেয়ে এটা জাতি হয়; আৰু সেইদৰে, জাতিৰ এই স্বাভাৱিক সংযোগটো অচ্ছেদ্য-ভাৱে দৃঢ়কৈ ৰাখিবলৈকে জাতিটোৰ প্ৰত্যেকজন লোকে নিজ নিজ সামৰ্থ্যানুসাৰে ইচ্ছা নকৰিলে সেই লোকসকলৰ গাত জাতি-দ্ৰোহীৰ চেকা পৰে। এইদৰে পৃথিৱীৰ সকলো দেশতে একোটা জাতিৰ সৃষ্টি হৈছে, আৰু তাক জীৱন্তকৈ ৰক্ষা কৰাৰ চেষ্টালৈ অমনোযোগী হোৱাৰ বাবে কোনোটো জাতি ধ্বংস প্ৰাপ্ত হৈছে, আৰু মনোযোগ হৈ তৎপৰতাৰে অবিচ্ছিন্ন কৰ্ম্ম-শক্তি প্ৰয়োগ কৰাৰ কাৰণে কোনোটো উঠি বহিছে। প্ৰকৃতিৰ এই ধাৰা বা ক্ৰমৰ সংযোগ ৰক্ষা কৰিয়েই অসমীয়া জাতি গঠিত হৈ অসমত বৰ্ত্তি আছে।

কিন্তু এই যে পৰিয়ালৰ বা জাতিৰ বৰ্ত্তি থকা —ই কেৱল আধামৰা আধাজীয়া লেৰফেলিয়া জীৱন এটা লৈ বৰ্ত্তি থকা নহয়,—এইটো জীৱনৰ মৰ্য্যাদাসম্পন্ন যশস্যা-সম্পদ লৈ বৰ্ত্তি থকাৰ দৰে বৰ্ত্তি থকা। এনেকৈ বৰ্ত্তি থকাটো পৰিয়ালৰ বা জাতিৰ অকল ব্যক্তি এজনৰ চেষ্টাতেই হৈ নুঠে। তাৰবাবে পৰিয়ালৰ বা জাতিৰ প্ৰত্যেকৰে প্ৰবল

ইচ্ছাশক্তিৰ সক্ৰিয় প্ৰয়োগ লাগে। নহলে, সেই পৰিয়াল বা সেই জাতিৰ বাবে পৃথিৱীত মানুহৰ গৌৰৱ লৈ বৰ্ত্তি থকাৰ অধিকাৰ নাথাকে। পৃথিৱীত যিবিলাক জাতি বা পৰিয়ালৰ উন্নত শিৰ দেখি আমি তধা লাগি চাই আছোঁ, আজি সেইসকল এইদৰেই মানৱ সমাজৰ একোটা মঙ্গলকাৰী গৌৰৱৰ বস্তু হৈ উঠিছে। অসমীয়াইও প্ৰকৃত মানুহৰ গৌৰৱেৰে গৌৰৱান্বিত হবলৈ হলে, এইদৰেই প্ৰত্যেকজনে মনো-জগতত ইচ্ছা-শক্তিৰ সক্ৰিয় প্ৰয়োগ ঘটাব লাগিব।

## আঁকোৱালি লোৱা আৰু বচোৱা সাংস্কৃতিক অভিমান

(ইং ১৯৫০ চনত শিলং-গুৱাহাটী ৰেডিঅ' যোগে প্ৰচাৰিত)

সৌন্দৰ্য্যবোধটোক সাৰ্থকতা দি মানৱাত্মাৰ বিশ্বাভিমুখী গতিটোৱে যি ৰূপ সৃষ্টিৰ অবিৰাম ৰেখা চলাই লৈ যায়, সেয়ে মানৱৰ সংস্কৃতি। বৈজ্ঞানিকৰ বিশ্লেষণ-যন্ত্ৰত চেকি চেকি বস্তু উৎপাদনৰ সূক্ষ্মাতিসূক্ষ্ম ৰূপ উলিওৱাৰ দৰে নানা যুগৰ উঠন-পতনৰ ঢকা-গতা খাই মানৱৰ মনোযন্ত্ৰৰ দুৰ্দ্দম্য সংস্কাৰাভিলাষৰ মন্থনত পৰি সামাজিকতাই এই সংস্কৃতিতেই শান্তি-শৃঙ্খলাৰ আনন্দভাতী ৰূপেৰে প্ৰতিষ্ঠা লাভ কৰে। সংস্কৃতিৰ এই স্থিতিটো আত্মচেতন সজীৱ। সেইবাবে আন সকলো আত্মচেতন সজীৱ বস্তুৰদৰে আত্মচেতন সজীৱ লোক-সমষ্টি এটাৰ সাংস্কৃতিক অভিমানবো চেতনা-চকিত গৌৰৱ এটা আছে, যিটোৰ অভাৱত সংস্কৃতি বোলা বস্তুটো অকল মূল্যহীনেই নহয়, অৰ্থহীনও হৈ পৰে। কিন্তু সেইটো গৰ্ব্বাভিমান নহয়, আত্মাভিমান। জীৱন্ত আত্মাভিমানী লোক-সমষ্টি বা জাতি এটাই, এই আত্মচেতন সজীৱ সাংস্কৃতিক অভিমান লৈয়েই, আত্ম-বিকাশৰ অবাধ স্বাধীনতাৰ উচ্ছল আনন্দ উপভোগ কৰে। য'ত বাহিৰৰ উপদ্ৰৱে এই সাংস্কৃতিক অভিমানক মূৰ্চ্ছিত আৰু ম্লান কৰি পেলায়, তাত সেই লোক-সমষ্টিৰ দীপ্ত সজীৱতা আৰু আত্ম-বিকাশৰ অবাধ স্বাধীনতাখিনি নিৰানন্দত মূৰছি পৰে। তেতিয়া তাৰ আত্ম-বিলোপৰ শোচনীয় পাল আৰম্ভ হয়।

মানৱৰ সেই আদিম অৱস্থাৰ পৰাই, বিচিত্ৰ পৰিৱৰ্ত্তনৰ ভিতৰেদি ভৌগোলিক পৰিবেষ্টনৰ কোনো ঠাই এডোখৰৰ লোক-সমষ্টি এটাৰ পাৰস্পৰিক স্বাৰ্থ-সংঘাতী মনোৰাজ্যত শান্তিপ্ৰয়াসী পৰিৱৰ্ত্তন আৰু পৰিপুষ্টিৰ আকাঙ্ক্ষাই দেখা দিয়াৰ লগে লগে তাত এটা সামাজিক জীৱনৰ উদ্ভৱ হ'ল,—তাৰ পাছত, তাৰ শান্তি-শৃঙ্খলাপূৰ্ণ অৱস্থিতিৰ হকে, আত্মিক সৌন্দৰ্য্যবোধৰ পৰিতৃপ্তিৰ সংযোগ ৰক্ষা কৰি, যোগ-বিয়োগ, দিয়া-লোৱাৰ স্বাভাৱিক পদ্ধতিৰে তাত সংস্কাৰৰ আয়োজন চলিল;—তাৰ পাছত সি সেই ঠাইডোখৰৰ গোটেইটো জন-সমষ্টিৰ ভিতৰতে সমানে পৰিব্যাপ্ত হৈ পৰিল। এইদৰে, যুগে যুগে আদান-প্ৰদানৰ কৰ্ম্মস্থলীত যোগ-বিয়োগ, পূৰণ-হৰণৰ ভিতৰেদি সংস্কৃত হৈ হৈ শান্তি-শৃঙ্খলাৰ আনন্দক স্থায়িত্ব দি যি এটা সৌন্দৰ্য্যবোধৰ সমষ্টিগত সামাজিকতা গঢ়ি উঠিল, সেয়ে সেই ঠাইডোখৰৰ লোক-সমষ্টিৰ সংস্কৃতি হ'ল। এই সংস্কৃতিটো, সেই বিশেষ ঠাইডোখৰৰ লোক-সমষ্টিৰ আত্ম-সংশ্লিষ্ট নিজস্ব সম্পদ। তাৰ নিজৰ ঠাইডোখৰত মানুহে এই সংস্কৃতিৰ হাত

সাৰিব নোৱাৰে। কাৰণ, সেই ঠাইডোখৰৰ বিশিষ্ট পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱেৰেই বিশ্ব-মানৱীয়তাৰ আনন্দময় প্ৰতিবিম্ব বুকুত লৈ সি ৰূপায়িত হৈ উঠিছে।

এইদৰে বিশিষ্ট সামাজিক জীৱনত সংস্কৃতিয়ে যেতিয়া এটা স্থিৰতা পালে, তেতিয়া সি তাতেই সন্তুষ্ট নাথাকি, বিশ্বাত্মাৰ সৌন্দৰ্য্য লাভৰ হাবিলাষ লৈ ক্ষিপ্ৰ-ব্যস্ততাৰে আত্ম-প্ৰকাশৰ বাবে আকুল হৈ উঠিল, আৰু সকলো ক্ষেত্ৰতে সৌন্দৰ্য্যৰ পোহৰত নিজক উপলব্ধি কৰিবলৈ বিচাৰিলে। আত্ম-প্ৰকাশক ৰূপায়িত কৰা এই আকুলতাটোৰেই, সাংস্কৃতিক শিল্প-কলাৰ জন্মকোষ। এই আকুলতা-টোৰেই, মানৱাত্মাত বিশ্বৰূপ প্ৰতিভাতী ইচ্ছাটোক স্থায়িত্ব দিবলৈকে সামাজিক ৰীতি-নীতি, চলন-ফুৰণ, ভঙ্গী-ভাৱণ, খাৱন-দাৱন, উঠন-বহন, পিন্ধন-উৰণ, আচাৰ-ব্যৱহাৰ, গীত-নৃত্য-বাদ্য, ভাস্কৰ্য্য, স্থাপত্য, চিত্ৰকলা, শ্ৰমশিল্প, আদি সকলোতে কলা-সৌন্দৰ্য্যৰ ৰেখাপাত কৰি কৰি নিজস্ব ভঙ্গীমাৰে আত্ম-প্ৰকাশৰ সীমাহীন বাটত আগ বাঢ়ে। এয়ে সজীৱ বিশিষ্ট জন-সমষ্টিৰ সজীৱ সতেজ সংস্কৃতি।

এই বিশিষ্ট লোক-সমষ্টিৰ সাহিত্য, বিজ্ঞান, দৰ্শন, অৰ্থনীতি, ৰাজনীতি, সমাজনীতি আদি সকলো মানৱীয় সম্পদে, সেই ঠাইৰ সেই বিশিষ্ট সবল সজীৱ সংস্কৃতিটোক কেন্দ্ৰ কৰিয়েই বিচিত্ৰ ৰূপেৰে জাতিকাৰ হৈ বিশ্বাভিগামী অভিযান চলায়। য'ত জন-সমষ্টিৰ আত্ম-নিগ্ৰহত এই সম্পদবোৰে, নিজস্ব সাংস্কৃতিক সৌন্দৰ্য্যবোধৰূপৰা পিছলি পৰি আত্ম-বিকাশৰ আকাংক্ষা কৰিছে, তাতেই প্ৰচণ্ড বিফলতাই তাক স্তব্ধ কৰি থৈ তাৰ গতি থমাই দিছে, আগুৱাব দিয়া নাই। আজিৰ অসমীয়াৰ অৱস্থাটোলৈ লক্ষ্য কৰিলেই, কথাটোত প্ৰত্যক্ষ সত্য উজ্জ্বল হৈ উঠে।

অসমীয়াৰ আজি আত্ম-বিস্মৃতি ঘটিছে। তাৰ নিজস্ব সাংস্কৃতিক অভিমান সি পাহৰি পেলাইছে। কেন্দ্ৰচ্যুত হৈ সি নিজস্ব সাংস্কৃতিক সৌন্দৰ্য্য আজি নোপোৱা হৈছে। নিজস্ব সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাই, অপৰিচিত হাৱা-পানীৰ আপদালত লালিত-পালিত হৈ অচিনাকি ৰূপেৰে ওলাই অহা আনৰ সংস্কৃতিৰ মোহত পৰি আনৰ সাংস্কৃতিক ৰহণ গালে-মুখে সানি, তাৰ নিজৰ সাংস্কৃতিক মজিয়াত এটা কিম্ভুতকিমাকাৰ অপদাৰ্থ হৈ থিয় দি সি দেখা দিছে। সেইবাবে বিধ্বংসী ধুমুহাত তাৰ জাতীয় সাংস্কৃতিক জীৱন আজি বিপন্ন। অসমীয়াৰ সামাজিক জীৱনত নিজস্ব সাংস্কৃতিক সৌন্দৰ্য্য আজি ফুটি নোলোৱা হ'ল; আৰু সেই-বাবেই, বাহিৰৰ আনবিলাকে, দেশত আজি জাতীয় স্বাধীনতা প্ৰতিষ্ঠিত হোৱাৰ দিনটো তাক নিজস্ব সংস্কৃতিহীন, ভাষা সাহিত্যহীন, সামাজিকতা-হীন বুলি প্ৰকাশ্য দাপেৰে বিদ্ৰূপবাণ হানি নিতৌ কৰি থৈ দিছে, অথচ তাৰ আত্মাভিমানে সেই বিদ্ৰূপৰ আঘাতত বেদনা উপলব্ধি কৰা নাই, আৰু সেইবাবেই, আজি সমগ্ৰ মানৱ-জগতব্যাপী বিশ্বাত্মাৰ সজাগ উত্থানৰ দিনটো তাৰ ভাষা-সাহিত্য আৰু সুকুমাৰ শিল্প-কলাত, সি বিশ্বজনীন-সৌৰভও ফুটাই তুলিব পৰা নাই—জ্ঞান-বিজ্ঞান, শিল্প-বাণিজ্য, অৰ্থনীতি, ৰাজনীতিতো বিশ্ব-গতিৰ বহু পাছত সি পৰি আছে।

আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস হেৰুৱালে আত্ম সঙ্কুচিত হয়। সঙ্কুচিত আত্মাৰ আত্মৰক্ষা কৰি বিশ্বাত্মাৰ সমান-সমানকৈ খোজ লোৱা শক্তি নিতৌত

হয়। সেইবাবেই, বিশ্বাত্মাৰ মিলন থিয়াই আস- বঢ়াতো দূৰৰ কথা, নিজ ঘৰতে সি আজি তাৰ ভাষা, সাহিত্য, সংস্কৃতি, ঐতিহ্যৰ বিপুল সম্ভাৰৰ সৈতে অস্তিত্ব পৰ্য্যন্ত হেৰুৱাবলগীয়া সঙ্কটময় শোচনীয় সন্ধিত আহি উপস্থিত হ'ল। অসমৰ পৰ্ব্বত-ভৈয়ামৰ খিলঞ্জীয়া অধিবাসী আৰু পূব- পশ্চিম-উত্তৰ-দক্ষিণৰ পৰা আহি থিতি হোৱা জনস্ৰোতৰ সনাসনি সম্মিলনতেই অসমীয়াৰ জাতীয় সংস্কৃতিৰ খৰস্ৰোতা স্বচ্ছ বলিষ্ঠ পুঙ। কিন্তু সেই পুঙৰ মুখ আজি বন্ধ। অসমীয়াই নিজস্ব সাংস্কৃতিক সম্পদ লৈ আজি বাচি থাকিব লাগিলে, এই পুঙটোৰ সেই বন্ধ হোৱা মুখখন সুতীব্ৰ উপলব্ধিৰ তেজস্কৰ কৰ্মধাৰৰ খৰস্ৰোতেৰে জাহি-জাবৰবোৰ উটুৱাই দি মুকলি কৰি লব লাগিব। উদ্দীপ্ত কৰ্ম্মহিল্লোলেৰে দেশত খলক তুলি চলিব লাগিব।

মহামানৱীয়তাৰ ফালৰপৰা, মানৱীয় সংস্কৃতি এটা সমগ্ৰ মানৱ-জগতক আচ্ছন্ন কৰি বৰ্ত্তাৰ প্ৰয়োজনীয়তা মানুহে উপলব্ধি কৰিলেও, আৰু পৃথিৱীৰ পিঠিখনত ইঠাই-সিঠাইৰ মানুহৰ ভিতৰত যাতায়াতৰ মাজেদি পাৰস্পৰিক আদান- প্ৰদানৰ সংমিশ্ৰণ আৰু সনাসনি ঘটিলেও, ভৌগোলিক অৱস্থান আৰু বতাহ-পানী-আলোক আকাশৰ তাৰতম্যানুসাৰে মানৱীয় সংস্কৃতিৰ সমগ্ৰতাৰ লগত যোগসূত্ৰ ৰক্ষা কৰি, ঠায়ে ঠায়ে একোটা বিশিষ্ট সাংস্কৃতিক জীৱনৰ উদ্ভৱ হ'ল বুলি আগতে কৈ অহা হৈছে। এইটো প্ৰাকৃতিক নিয়ম। এজনৰ গোটেইটো দেহৰ সমন্বয়-সামঞ্জস্য ৰক্ষা কৰিও, হাত, ভৰি, নাক, চকু, কাণ আদি প্ৰত্যেকে একোটা নিজৰ স্বাধীনতা উপভোগ কৰে। যদি হাতৰ স্বাধীনতাই ভৰিৰ, নাইবা চকুৰ স্বাধীনতাই নাকৰ স্বাধীনতাৰ ওপৰত হস্তক্ষেপ কৰি হেঁচি ধৰে, তেন্তে দেহভূখৰিৰ সমগ্ৰতাৰ অৱয়ৱতো হেঁচা পৰি সি কেনে ৰূপ ধৰিব পাৰে সেইটো সহজতে উপলব্ধি কৰিব পাৰি।

অসমীয়াৰ পৰ্ব্বত-ভৈয়ামৰ সমষ্টিৰ সংস্কৃতিও বিশাল ভাৰতীয় বা মহা-মানৱীয় সংস্কৃতিৰ যোগ- সূত্ৰ আৰু সমন্বয় ৰক্ষা কৰি প্ৰাকৃতিক গঠনৰ প্ৰণালীৰে সৃষ্টি হোৱা এটা বিশিষ্ট বস্তু। নানা সময়ৰ্ত নানা ফালৰ নৱসংঘৰ সংমিশ্ৰণ আৰু আদান-প্ৰদানজাত সনাসনি আৰু সমন্বয়ৰ ভিতৰেদি খিলঞ্জীয়া লোক-সমষ্টিৰ উদাৰ ভিত্তিত বিশিষ্ট ৰূপ প্ৰাপ্তিৰে ই পৰিস্ফুট হৈ উঠিছে। গতিকে, অসমীয়াৰ সাংস্কৃতিক ক্ষেত্ৰত বিশ্ব-মানৱীয়- তাৰ ধাৰা প্ৰৱাহিত হৈ আছে বাবে, ই বিশ্ব- জনীন যোগসূত্ৰৰ পৰা বিচ্ছিন্ন নহয়। সেই বাবেই, অসমীয়াৰ সাংস্কৃতিক আত্ম-চেতনাৰ স্বচ্ছন্দ সজীৱতাও আছে; আৰু সেইবাবে তাৰ অভিমানো আছে, যদিও কালৰ কুটিলতাত পৰি তাৰ পাত্ৰটোত আত্মবিস্মৃতিৰ মলিনতা জমা বাবে সি আলোক বিকীৰ্ণ কৰিবলৈ অক্ষম হৈ সাময়িকভাৱে তন্দ্ৰাচ্ছন্ন হৈ পৰি আছে। পৰ্ব্বত- ভৈয়ামৰ লোক-সমষ্টিয়েই অসমীয়াৰ সাংস্কৃতিক পাত্ৰ। অসমীয়াৰ মনোবৃত্তিৰ পৰা আত্মবিস্মৃতিৰ হীনতা গুচি গ'লেই, তাৰ সংস্কৃতিয়ে পুনৰ নিজস্ব আত্মাভিমানী তেজেৰে অপূৰ্ব্ব মাধুৰিমা লৈ তাক দেখা দিব, নিজস্ব সৌন্দৰ্য্যৰ গৌৰৱ-সম্ভাৰেৰে বিশ্বাভিমুখী গতিত উৎসাহেৰে খোজ লব।

অৱশ্যে, পৃথিৱীত বহুবিলাক সাংস্কৃতিক ৰূপ- ৰেখা ঠায়ে ঠায়ে ইয়াৰ আগতে কালৰ অতল গৰ্ভত বিলীন হৈ নিঃচিহ্ন হৈ গৈছে, আৰু তাৰ

ওপৰত আন সাংস্কৃতিক আধিপত্যই সেই সেই ঠাইৰ খিলঞ্জীয়া লোক-সমষ্টিবো নিজস্ব ৰূপ সলাই থৈছে। তাৰ কাৰণ, সেইবিলাক সংস্কৃতিৰ ডিম্ব-কোষে বিশ্ব-মানৱীয়তাৰ উমনি পাই ফুকাই ওলোৱা নাছিল কাৰণে আন ফালৰ সংস্কৃতিক আঁকোৱালি লৈ নিজ সংস্কৃতিক বিৰাট ৰূপত মহীয়ান আৰু জাতিস্কাৰ কৰি লোৱা শক্তিশালী পাক-স্থলীও লাভ কৰিব পৰা নাছিল। সেইবাবে, সেইবোৰ সংস্কৃতিয়ে নিজৰ ঘৰত আছি উপস্থিত হোৱা বাহিৰৰ সাংস্কৃতিক হজম কৰি নিজে শকত-আৱত হৈ উঠাৰ পৰিবৰ্তে আনৰ সংস্কৃতিৰ শক্তিশালী পাকস্থলীত পৰি নিজেই জীৰ্ণ হৈ আত্ম-বিলোপ কৰিলে।

কিন্তু অসমীয়াৰ (কামৰূপীৰ) সাংস্কৃতিক জীৱনটো তেনে বিশ্বমানৱীয়তা বৰ্জ্জিত উকা বস্তু নহয়। গতিকে, তাৰ আত্ম-বিলোপৰ কথাও নুঠে। অসমীয়াৰ সংস্কৃতিটো আবহমান কালৰ-পৰাই তাৰ ঘৰত সোমোৱা নানা ফালৰ সংস্কৃতিবোৰক তাৰ শক্তিশালী পাকস্থলীত জীৰ্ণ কৰি লৈ নিজস্ব বৈশিষ্ট্যেৰে ভৰপূৰ হৈ উঠা বিশ্ব-মানৱীয় সংস্কৃতি। ই সেই প্ৰাগৈতিহাসিক যুগৰ-পৰাই, তাৰ নিজ ঘৰলৈ অহা বাহিৰৰ সকলো-বিলাক সংস্কৃতিকে আঁকোৱালি লৈ তাৰ নিজস্ব ৰূপটো বিশ্বজনীন কৰি সি বচাই তুলি লৈ আহিছে। তাৰ নিজৰ ঘৰত আন সংস্কৃতিবে তাৰটোৰ ওপৰত আধিপত্য বৰ্ত্তাবলৈকে এৰি দি সি কেতিয়াও আত্ম-বিলোপ কৰা নাই আৰু নকৰেও। এয়ে অসমীয়াৰ সাংস্কৃতিক অভিমান!

অসমীয়াৰ নাই কি? সেই পুৰাণ-ভাৰত-ৰামায়ণ-ভাগৱত বৰ্ণিত প্ৰাগ্‌জ্যোতিৰী কামৰূপী অসমীয়া মানৱ-সংস্কৃতি কি সম্পদত দুখীয়া? অসমবদৰে কাৰ এনে উদাৰতা আছে? কাৰ সমাজত এনে বিশ্ব-মানৱীয়তাৰ অপোজ্জ্বল ধাৰা বৈ আছে? সেই সুদূৰ অতীতৰ পৰাই সি খিলঞ্জীয়া বড়ো, কছাৰী, চুতীয়া, কোচ, কলিতা, কৈৱৰ্ত্ত, গাড়ো, মিকিৰ, লালুং, ৰাভা, হাজং, ডিমাছা, খাছিয়া, নগা, আঁকা, ডফলা, আবৰ, মিছিমি, মণিপুৰী আৰু তেনে অন্যান্য জন-সমষ্টিৰ লগত সনাসনি হৈ, পছিমফালৰপৰা অহা বামুণ, কায়স্থ, ক্ষত্ৰিয়সকলৰ আৰু পুৱফালৰ পৰা অহা টাই আদিৰ লগত সংমিশ্ৰণ ঘটাই—'দেশতকৈ একো ডাঙৰ নহয়'—বোলা অবিনশ্বৰ বীৰ-বাণীৰ জনম-দাতা অসমীয়া কামৰূপী জাতিটো গঢ়ি উঠিল,—সকলোৰে ওতপ্ৰোত মিলন-ভূমিত অমৃতবৰ্ষী অমিয় অসমীয়া ভাষাই সুধাকণ্ঠী ৰূপ পালে,—হৃদয়তন্ত্ৰী জোকাৰি তোলা বিচিত্ৰ লীলায়িত ভঙ্গীমাৰে দেওধাই-নৃত্য, নটুৱা-নৃত্য, সূত্ৰধাৰ-নৃত্য, ওজাপালি নৃত্য-গীত, বিহু-নৃত্য-গীত, বৰগীত, দেহ-বিচাৰ-গীত, মাৰৈ-গীত, পীতাম্বৰী গীত, নাম-কীৰ্ত্তন, ব্যাস-কীৰ্ত্তন, বলি-নাম, আই-নাম, ধাই-নাম, বিয়া-নাম জাতিস্কাৰ হৈ ফুলি উঠিল,—নামঘোষা, কীৰ্ত্তনঘোষা, কথা-গীতা, বস্ত্ৰাৱলী আদিত বিশ্ব-সাহিত্যৰ বিপুল সৌন্দৰ্য্য প্ৰতিভাত হ'ল,—মঠ-মন্দিৰ, সত্ৰ-সাহং আদিৰ অবিনশ্বৰ স্তম্ভ গঢ়ি উঠিল,—অপৰ্য্যাপ্ত বুৰঞ্জীবাজি জীৱনৰ তেজাল প্ৰতিবিম্বৰ নিদৰ্শনেৰে মুখৰিত হৈ উঠিল, শিপিনী-শিল্পত মহাত্মা গান্ধীয়ে কোৱা 'সপোনৰ বুল' প্ৰস্ফুটিত হ'ল,—চিত্ৰলেখাৰ চিত্ৰত সপোন কোঁৱৰ মূৰ্ত্তিমান হ'ল। যি ভগদত্ত, নৰক, বাণ, বলি, অম্বৰ, বভ্ৰুবাহন, ঘটোৎকচ, তাম্ৰধ্বজ, গদাপাণি, লাচিত, নৰনাৰায়ণ, চিলাৰায়,

জয়মতী, ৰাধিকা, ৰাঘমৰান, ৰাধা-কব্বিনী আদি বীৰ সন্তান আৰু বীৰ দুহিতাসকলৰ অপূৰ্ব্ব বীৰত্ব-গাথাৱলীৰে অসমৰ গাঁও-ভূঁই পৰিপ্লাৱিত, সেই অসমীয়াৰ নাই কি? সকলো আছে। নাই কিন্তু আত্ম-শ্ৰদ্ধা, আত্ম-চেতনা আত্ম-বিশ্বাস আৰু আত্ম-সাধনা।

অসমীয়া, এবাৰ মাত্ৰ তোমাৰ অন্তৰখন আত্ম-শ্ৰদ্ধাৰ স্বৰ্গীয় আলোকেৰে উদ্ভাসিত কৰি তোলা, দেখিবা অশ্ৰদ্ধাত বিমলিন হৈ পৰি থকা তোমাৰ সাংস্কৃতিক মণি-মুক্তাবোৰ বিশ্বোজ্জ্বল ৰূপেৰে তোমাৰ আগত উপস্থিত হৈ কিমান পৰিমাণে তাক বিশ্ব-বিমোহন কৰি তুলিছে। উঠা, যোৱা, সেই আগৰদৰেই তোমাৰ পৰ্ব্বতবাসী ভাই-ভনীসকলক বুকুত সুমুৱাই আঁকোৱালি লোৱাগৈ। নমাই আনাগৈ ভৈয়ামলৈ তেওঁলোকক তোমাৰ মাজত সম্মানিত স্থান দিবলৈকে,—আৰু যোৱাগৈ পৰ্ব্বতলৈ উঠি তেওঁলোকৰ মনৰ পৰা তোমাৰ ওপৰত পুহি ৰখা সন্দেহৰ ভাৱ নিৰ্ম্মূল কৰি তোমাৰ একাত্ম-বোধৰ উদাৰতাৰে তেওঁলোকৰ হৃদয় জয় কৰিবলৈকে। তোমাৰ ভাষা, সংস্কৃতি, ৰীতি-নীতিৰ সৌন্দৰ্য্য দিয়াগৈ তেওঁলোকক, আৰু আনাগৈ তেওঁলোকৰ ভাষা সংস্কৃতি ৰীতি-নীতিৰ মাধুৰ্য্য তোমালোকৰ ভিতৰলৈ। এই দিয়া-লোৱা সনাসনি যোগ-বিয়োগৰ পদ্ধতিৰে সেই আগৰদৰেই চৰাই তোলা পৰ্ব্বত-ভৈয়ামজুৰি অসমীয়া ভাষাত, অসমীয়া সাহিত্যত, অসমীয়া সংস্কৃতিত, অসমীয়া সামাজিকতাত মানৱ-জগত সমুজ্জ্বলকাৰী এটা বিচিত্ৰ নতুন ৰূপ, এটা বিচিত্ৰ নতুন প্ৰাণ।

ভৈয়ামৰ অসমীয়া। এই বিষয়ত তোমাৰেই দায়িত্ব আজি গধুৰ। তুমিয়েই তোমাৰ উচ্চাত্মিকাৰ গৰ্ব্বাভিমানেৰে পৰ্ব্বতবাসী অসমীয়া ভাই-ভনী-সকলক দূৰলৈ ঠেলি থৈ দিছা। আজি জাতীয় স্বাধীনতাৰ দিনত, পৰ্ব্বত-ভৈয়ামৰ সেই হেৰুৱা আঁত বিচাৰি উলিয়াই ঐতিহাসিক সত্যৰ উদাৰ সংমিশ্ৰণ সাৰ্থক কৰি তোমাৰ ভাষা, সাহিত্য, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি, সমাজনীতি আৰু শিল্প-কলাক বিশ্ববৰেণ্য ৰূপত প্ৰতিভাত কৰি তোলা দায়িত্বটো সেইবাবে আজি তোমাৰেই। তোমাৰ উচ্চ সাংস্কৃতিক গৰ্ব্বাভিমানৰ পৰা তুমি ৰেহাই লৈ, জাতীয় জীৱনৰ মহান মঙ্গলৰ হকে প্ৰথমতে এই দায়িত্ব আজি তুমিয়েই নিঃসঙ্কোচনাৰে পালন কৰিব লাগিব। তেহে, তাৰ পাছত তোমাৰ মাজত সোমোৱা আনফালৰ সকলোকে তোমাৰ উদাৰতাৰ সৌন্দৰ্য্যেৰে আকৰ্ষণ কৰি তোমাৰ নিজস্ব সাংস্কৃতিক জীৱনত তেওঁলোকক লীন নিয়াব পাৰিবা। নহলে তোমাৰ নিস্তাৰ নাই। এয়ে আজি অসমীয়াৰ সাংস্কৃতিক জীৱনত আঁকোৱালি লোৱা আৰু বচোৱা কৰ্ম্মধাৰা।

## ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ

(ইং ১৯২০ চনৰ ১ম বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

এই বিষয়টো আলোচনা কৰাৰ আগতে স্বতঃ-সিদ্ধভাৱে সংজ্ঞা এটা ধৰি লব লাগিব যে অতি প্ৰাচীন কালৰ পৰাই ভাৰতবৰ্ষ ধৰ্ম্মত এক থাকিলেও, ভাষাত আৰু জাতীয়তাত এক নাছিল। অৱশ্যে, আজিৰ দিনত জাতীয়তাটো যি ভেটিত তুলি থিয় কৰি লৈ বিচাৰ কৰা হয়, তেতিয়া সেই ভেটিটো নাছিল। তেতিয়া সেইটো গোষ্ঠীগত বিচাৰ,—

আৰ্য্য, অনাৰ্য্য ( দ্ৰাবিড়, ভীল, কোল, মঙ্গোলীয়) ইত্যাদি লৈ বিচাৰ। কিন্তু হলেও, ভাৰতৰ সভ্যতা যাইকৈ আৰ্য্যমূলক হৈও বিস্তাৰৰ লগে লগে, স্থানীয় মূল অধিবাসীৰ লগত সনা-পোতোকা হৈ প্ৰাকৃতিক পৰিৱেষ্টনত পৰি একোটা ভৌগোলিক সীমাৰ আঁক কাটি, ভিন্ ভিন্ আচাৰ-নীতি, চিন্তা-ধাৰা, জীৱিকা নিৰ্ব্বাহৰ প্ৰণালী, আইন-ব্যৱস্থা, ভাষা-সাহিত্যৰ সৃষ্টিৰে পৰিবৃত হৈ ঠায়ে ঠায়ে একোটা বিশেষত্ব লৈ ভিন্ ভিন্ ৰাষ্ট্ৰীয়-শক্তি গঢ়ি উঠিল। সমগ্ৰ ভাৰতত একে ধৰণৰ শাসন-পদ্ধতি ৰীতি-নীতি প্ৰতিষ্ঠিত নহ'ল। সেইবাবেই, পুৰণি কালত যুধিষ্ঠিৰ আদি ৰজাসকলে ভাৰতৰ এক-চ্ছত্ৰাধিপতি হ'বলৈকে সমগ্ৰ ভাৰত ঘূৰি ঘূৰি একধৰ্ম্মী ৰাজশক্তি আৰু জাতিবিলাককো সমৰাহ্বান কৰি অশ্বমেধ যজ্ঞ সমাপন কৰিবলগীয়া হৈছিল; আৰু তাৰ পাচৰ কালডোখৰতো বৌদ্ধ-যুগত অশোক, কণিষ্ক আদি সম্ৰাটসকলে সাম্যময় বৌদ্ধধৰ্ম্মৰ উদাৰ ছাব মাৰিও, প্ৰদেশ-বিলাকৰ আৰু প্ৰাদেশিক জাতিবিলাকৰ বৈশিষ্ট্য-বিলাক মচি সমগ্ৰ ভাৰতক এক ভাষাভাষীৰ সাঁচত বহুৱাই জাতীয় ভিত্তিত গঢ়ি তুলিব নোৱাৰিছিল। অৱশ্যে, সকলো ঠাইতে আৰ্য্য-মূলৰ বিস্তৃতিৰ লগে লগে হিন্দুধৰ্ম্ম আৰু সভ্যতাৰো বিস্তৃতি ঘটিছিল সঁচা। কিন্তু হিন্দুৰ সাধাৰণ ধৰ্ম্ম আৰু সভ্যতাৰ বাহিৰেও সেই সকলোবিলাক ঠাইতে স্থানীয় পৰিৱেষ্টনৰ উনৈশ-বিশ অনুসাৰে ভিন্ ভিন্ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, নিয়ম-কাৰণ, ভাষা-সাহিত্য ইত্যাদিৰ স্বভাৱিক স্ফুৰণৰ সহযোগ লৈ, স্থানীয় সামাজিক স্বাৰ্থ আৰু ভাষা-সংস্কৃতিক কেন্দ্ৰ কৰি, যি নতুন, অথচ, সেই সেই ঠাইৰ ওপৰ-তলক একেটা কৰি সী লৈ পাতালভেদী শিপা গাৰি যি দৃঢ়মূলী গছ একোজোপা গজি উঠিল,—অন্তঃসলিলা ফল্গুৰ দৰে সমগ্ৰ ভাৰতৰ লগত সাংস্কৃতিক সংযোগ ৰক্ষা কৰিও, ঠায়ে ঠায়ে বিশিষ্ট ৰস-পানীৰ সেৱা-শুশ্ৰূষা লৈ স্বাধীনভাৱে যি এটা বস্তু পূৰঠ হৈ গঢ়ি উঠিল, সেইটো হৈছে ভাৰতৰ অঞ্চলে অঞ্চলে ভিন্ ভিন আঞ্চলিক বা প্ৰাদেশিক জীৱন,-- আৰু সেই জীৱন ৰক্ষণৰ হকে ৰাজশক্তিবিলাকৰ শাসন সংগঠন; আৰু সেইবিলাকে আত্ম-ৰক্ষাৰ হকে মূল-শক্তিৰ বিৰুদ্ধেও যুঁজি অহাৰ ঐতিহাসিক নিদৰ্শন।

তাৰ পাছত, মুছলমান ৰাজ-শক্তিৰ মোস্লেম সভ্যতাৰ দ্বাৰা সমগ্ৰ ভাৰতক একধৰ্ম্মী এক ভাষা-ভাষী আৰু এক আচাৰ-নীতি সম্পন্ন কৰি তোলাৰ বুকু ভঙা চেষ্টাও ব্যৰ্থ হ'ল,- একেটা কৰিব নোৱাৰিলে, ধৰ্ম্মৰ গুটি সিঁচি দিলেও, প্ৰদেশ-বিলাকৰ নিজস্ব সত্তা হৰণ কৰি লুপ্ত কৰিব নোৱাৰিলে। এইবাবেই, সমগ্ৰ ভাৰত ধৰ্ম্মত এক হলেও, পুৰণিকালৰে পৰা আজিলৈকে নিজ নিজ স্বাতন্ত্ৰ্য আৰু বৈশিষ্ট্য ৰক্ষাৰ হকে এখন অঞ্চল বা প্ৰদেশে আৱশ্যকতা বুজি আন এখন অঞ্চল বা প্ৰদেশৰ লগত যুঁজি আহিছে—কোনো প্ৰদেশে কোনোখন প্ৰদেশৰ বৈশিষ্ট্যৰ ওপৰত অধিকাৰ বহুৱাবলৈকে এৰি দিয়া নাই। যদি কালৰ ফেৰত সাময়িকভাৱে কেতিয়াবা এখন প্ৰদেশ আন এখন প্ৰদেশৰ অধীন হোৱাৰ কথা ইতিহাসত দেখা গৈছেও, তথাপি সেই অধীনতা ওফৰাই পেলাই দি নিজস্ব স্বতন্ত্ৰতা ৰক্ষাৰ বাবে প্ৰত্যেক প্ৰদেশে পুৰণিকালিৰে পৰা চেষ্টা কৰি অহাৰ কথাও জীৱন্ত হৈ ইতিহাসত আছে।

প্ৰাদেশিক স্বতন্ত্ৰতা আৰু তাৰ জাতীয়তা গঠনৰ এই এটা স্বাভাৱিক বিধান। এই বিধানৰ বিপক্ষে চলি ভাৰতৰ কেন্দ্ৰীভূত কোনো শক্তিয়েই আজিলৈকে সফলকাম হোৱা নাই…………… ……নহলে, বঙ্গ আজি বঙ্গ নাথাকি মাৰাঠী বা কামৰূপী হৈ গ'লহেঁতেন ; আৰু আজিও যদিও ভাৰতৰ সকলো প্ৰদেশেই সমগ্ৰ ভাৰতৰ স্বাধীনতা লাভৰ হকে কংগ্ৰেছ অনুষ্ঠানৰ অধীনতাত একগোট বান্ধি একেটা মূল নীতি লৈ কাম কৰিছে, তথাপি প্ৰত্যেকখন প্ৰদেশে নিজ নিজ উচ্চতা আৰু যোগ্যতাৰ নিদৰ্শনবোৰ তুলি ধৰি নিজ নিজ বৈশিষ্ট্যৰ মাহাত্ম্য বঢ়াবলৈকে যৎপৰোনাস্তি যত্ন কৰাও দেখা গৈছে ; আৰু মূলত একধৰ্ম্মী আৰু একভাষী হ'লেও স্থিতিৰ স্থায়িত্ব পোৱা ঠাইৰ উনৈশ-বিশ অনুসাৰে ৰাজনৈতিক স্বাৰ্থত আৰু জাতীয়তাত একেটা স্বাৰ্থসম্পন্ন হ'ব পৰা নাই পূৰণিকালতো আৰু আজিৰ কালতো। পূৰণি যুগত সেইবাবেই ভাৰতীয়, গ্ৰীক, ৰোমান, পাৰ্চী আদি একেটা গোষ্ঠীৰ সন্তান হৈও জাতীয়তাত, ভাষাত আৰু ৰাজনৈতিক স্বাৰ্থত একেটা হ'ব নোৱাৰিলে - ঠায়ে ঠায়ে স্থিতিৰ স্থায়িত্ব পাই বেলেগ বেলেগ হ'ল,—চীন, জাপান, তিব্বত, ব্ৰহ্ম, শ্যাম, কোৰিয়া, মাঞ্চুৰিয়া আদি মূলতঃ একে পৰ্য্যায়ৰ হৈও, প্ৰাকৃতিক বিধানানুসাৰে, ভিন্ ভিন্ হ'ল দ্ৰাবিড়, নিগ্ৰো, কাফ্ৰী আৰু আমাৰ ভাৰতৰ দুই-এটা শাখা, ইটালিয়ান, জাৰ্ম্মান, ইংৰাজ — আৰু ৰুচ, বুলগেৰিয়া, জেকোস্লোভেকিয়া আদি জাতিবোৰ মূলতঃ একো একোটা গুটি কাটি ওলালেও, একো একোখন খনিৰ পৰা ওলাই পাৰিলেও, বেলেগ বেলেগ গছত আৰু ভিন্ ভিন্ ধাতুত পৰিণত হ'ল। এইদৰেই মহাচীন দেশত উত্তৰ চীন, দক্ষিণ চীন, পূব চীন, মাঞ্চুৰিয়া, কোৰিয়াৰ উৎপত্তি হ'ল।

আধুনিক যুগত ইংৰাজ, আমেৰিকান, অষ্ট্ৰেলিয়ান, ইষ্ট-আফ্ৰিকান আদি বগাসকল এক মা-বাপৰ সন্তান, এক ভাষা-ভাষী আৰু এক ধৰ্ম্মী হৈও, দেশগত ৰাজনৈতিক স্বাৰ্থ আৰু জাতীয়তাত সম্পূৰ্ণ ভিন্ ভিন্ হৈ পৰিল, যদিও পৰস্পৰৰ ভিতৰত কিছুমান চৰ্চ্চামূলক মিলও আছে।

এইদৰে আৰব, টুৰ্কী, পাৰস্য, আফগানিস্থান আদিও প্ৰায় একে বা ওচৰা-ওচৰি জাতৰ আৰু একধৰ্ম্মী হৈও, ভাষা আৰু জাতীয়তাত একেটা হোৱা নাই বা হ'ব নোৱাৰিলে। য়ুৰোপৰো প্ৰায় সকলো লোক একধৰ্ম্মী হৈও, জাতীয়তাত, ভাষাত, ৰাজনৈতিক আৰু অৰ্থ নৈতিক স্বাৰ্থত এক হ'ব পৰা নাই,—ধৰ্ম্মৰ নিমিত্তে নহয়, কিন্তু নিজ নিজ ভাষা আৰু জাতীয় আত্মা ৰক্ষাৰ নিমিত্তে, সৰু-ডাঙৰ প্ৰত্যেকটো জাতিয়ে কামান-বন্দুক আৰু আন আন মাৰণাস্ত্ৰৰ মাৰাত্মক বোজাবিলাক বৈ লৈ পৰস্পৰৰ প্ৰতি সভয় সচকিত বেঁকা-চকুৰে তৎপৰ সতৰ্কতা লৈ তীক্ষ্ণ দৃষ্টি তুলি চাই আছে—কি জানোবা আন কাৰোবাৰ ভাষিক, সাংস্কৃতিক, ৰাজনৈতিক আৰু আৰ্থিক স্বাৰ্থ ওপৰত জঁপিয়াই পৰি নিজ অস্তিত্বটো বিলোপ কৰি দিয়েহি বুলি।

এইবাবেই, য়ুৰোপৰ আলছাছ লোৰেন বহুকাল জাৰ্ম্মান জাতিৰ তলতীয়া হৈ থাকিও, পোলেণ্ড আৰু ফিনলেণ্ড বহুকাল ৰুচিয়াৰ অধীনতাত পৰি থাকিও,—যদিও সেই দেশবিলাকত জাৰ্ম্মানে জাৰ্ম্মান ভাষা-সভ্যতা-সংস্কৃতিৰ আৰু ৰুচিয়াই ৰুচভাষা-সভ্যতা-সংস্কৃতিৰ বল ঢালি সেই দেশকেখনৰ অস্তিত্ব

জীণ কৰি জাৰ্ম্মান আৰু ৰুচ জাতিৰ পেটত জাহ নিয়াৰলৈ দিহা কৰিছিল, তথাপি সি তেল-পানী হৈয়ে থাকিল। যোৱা দ্বিতীয় মহাৰণৰ সুবিধা গ্ৰহণ কৰি জাৰ্ম্মান আৰু ৰুচৰ প্ৰভাৱ ওফৰাই পেলাই দি নিজৰ নিজৰ ভুঁইফুটা ৰূপ সজাগ কৰি লৈ সেই দেশবিলাক স্বাধীন হ'ল। স্বাধীনতা লাভ কৰাৰ লগে লগে সেই সেই লোকবিলাকৰ দেশাত্ম-বোধবিলাকো ইমান প্ৰবল হৈ উঠিল যে সেইবোৰ দেশত তেওঁলোকৰ জাতীয় বিৰোধী আন দেশৰ কোনো লোক মাটি-বাৰী বা কাৰবাৰ-ব্যৱসায় আদি লৈ নিগাজি হবলৈকে ইচ্ছা কৰি তালৈ যাব খুজিলে, বিশেষ চৰ্ত্ত এটাত প্ৰতিজ্ঞাবদ্ধ হৈহে তাত সোমাব পৰা হ'ল।

য়ুৰোপৰ প্ৰায়বিলাক জাতি একধৰ্ম্মী হলেও নিজ নিজ বৈশিষ্ট্য অনুসৰি তাত অসংখ্য সৰু-ডাঙৰ স্বাধীন ৰাজ্য সৃষ্টি হৈ প্ৰত্যেকে একোটা স্বকীয়া জাতি হৈ আছে— আৰু এখন দেশৰ কোনো লোক সোমাই যাতে তাৰ জাতীয়-স্বাৰ্থত একো বিঘাত ঘটাব নোৱাৰে, তাৰবাবে দেশে-দেশে বিশেষ কড়া ব্যৱস্থাও আছে। এনেকি, প্ৰায় যোলজনা একে আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ধৰ্ম্ম-কৰ্ম্মপ্ৰন্ত আইৰিচ্ জাতি বহু শতাব্দী ধৰি ইংৰাজৰ অধীনতাত থাকিও ইংৰাজৰ লগত সান-মিহলি হৈ যাব নোৱাৰিলে, —নিজৰ জাতীয় ভাগ্য নিজে নিয়ন্ত্ৰণ কৰিবলৈকে ইংৰাজৰ অধীনতা-বেড়ি ছিডি পেলাই স্বাধীন হ'ল। এনেকি, ইংৰাজপ্ৰধান আলষ্টাৰৰ বাহিৰে কোনো ইংৰাজে আয়ৰ্লণ্ডত গৈ মাটি-বাৰী লৈ নিগাজি হোৱাটোও অসম্ভৱ হৈ উঠিল—কিজানোবা আই-ৰিছৰ জাতীয় স্বাৰ্থত তেওঁ কিবা বিখিনি ঘটায়। আমেৰিকা মহাদেশ যদিও আজি নানা জাতিৰ যুক্তৰাজ্য, আৰু সমগ্ৰ আমেৰিকাবাসী যদিও একধৰ্ম্মী, তথাপি তাৰ ৰাজ্যে ৰাজ্যে একোটা নিজস্ব বৈশিষ্ট্য আছে, আৰু একোখন যুক্তৰাজ্যৰ শাসন-তন্ত্ৰত বান্ধ খাই থাকিলেও এখন ৰাজ্যৰ অন্যায় প্ৰভাৱৰ পৰা আনখন ৰাজ্যৰ বৈশিষ্ট্যৰ স্বাধীনতা ৰক্ষা কৰাৰ ভাল ব্যৱস্থাবিলাকো তাত আছে।

এয়ে জাতীয় বৈশিষ্ট্য ৰক্ষণৰ প্ৰধান কথা। এই বৈশিষ্ট্যটো ব্যক্তিগতভাৱেই হওক, নাইবা জাতিগত বা সমষ্টিগত হিচাপেই হ'ক, কোনেও এৰিব নোখোজে, আৰু এৰিব নোৱাৰেও। পৃথিৱীৰ যিমানবোৰ যুদ্ধ-বিগ্ৰহৰ ঘটনা আৰু সাহিত্য-বিজ্ঞান দৰ্শন-কলা, শিল্প-বাণিজ্যৰ সকলোৰে গতি আৰু উন্নতিৰ চেষ্টাবিলাক, মুখ্যভাৱেই হওক নাইবা গৌণভাৱেই হওক, এই বৈশিষ্ট্য ৰক্ষাৰ স্বাভাৱিক প্ৰেৰণা। বৈশিষ্ট্য ৰক্ষাৰ এই চেষ্টাত জড়তা সোমালে, আত্মৰক্ষাৰ বাটতো বন্ধ হয়েই, সৃষ্টিৰ গতিও অচল হয়। সেইবাবে আত্মৰক্ষা কৰি সৃষ্টি-বৈচিত্ৰ্যৰ সদ্‌গতি অব্যাহত ৰাখিবলৈকে এই চেষ্টাৰ, এই সতৰ্ক তৎপৰতাৰ অতি প্ৰয়োজন আছে।

এই প্ৰাকৃতিক বিধানমতেই ভাৰতত অসমীয়াৰ অসম, বঙ্গালীৰ বঙ্গ, পঞ্জাবীৰ পঞ্জাব, গুজৰাটীৰ গুজৰাট, মাৰাঠীৰ মহাৰাষ্ট্ৰ, মাদ্ৰাজীৰ মাদ্ৰাজ, উৰিয়াৰ উৰিষ্যা আদি দেশবোৰ গঢ় লৈ উঠিল। সমগ্ৰ ভাৰতৰ ধৰ্ম্ম, জাতীয়তা, ৰাজনীতি, অৰ্থনীতি আৰু সংস্কৃতি ক্ষেত্ৰৰ সাধাৰণ স্বাৰ্থত এইবিলাক প্ৰত্যেক প্ৰদেশ জড়িত যদিও, তথাপি, এই প্ৰদেশ-বিলাকৰ প্ৰত্যেকৰে একোটা বেলেগ স্বাৰ্থও আছে—ৰাজনীতিত, অৰ্থনীতিত ভাষাত, সংস্কৃতিত—এনেকি, উন্নতিৰ গতিতো। এই

সকলো প্ৰদেশে যদিও সমগ্ৰ ভাৰতৰ সাধাৰণ স্বাৰ্থৰ হকে যুটীয়াভাৱে কাম কৰিছে, তথাপি কোনোৱে কাৰো নিজস্বৰ ওপৰত আন কাৰো অধিকাৰ বৰ্তাবলৈ এৰি দি নিজৰ অস্তিত্বত হানিৰ অভিশাপ সামৰি লব নোখোজে। প্ৰত্যেকে ভাৰতত নিজ নিজ প্ৰাধান্য স্থাপন কৰা বিষয়ত সচেষ্ট আৰু তৎপৰ। তাৰ আচল কাৰণটো এই--

ভাৰতবৰ্ষ এখন দেশ নহয়, মহাদেশ—কেবা-খনো দেশৰ সমষ্টি। নিজ নিজ দেশৰ ভাষা-সংস্কৃতি আৰু সমাজ-বন্ধনৰ নিয়ম-প্ৰণালী অনুসাৰে প্ৰত্যেকে একোটা স্বকীয়া জাতি,—আৰু এই জাতিসমূহৰ সম্মিলনত গঢ়ি উঠিছে ভাৰতীয় মহাজাতি,—গতিকে, ভাৰতবৰ্ষখন ভাৰতীয় মহা-জাতিৰ মহাদেশ। দেশ বা প্ৰদেশবিলাকৰ জনসমূহ ধাইকৈ একধৰ্ম্মী হলেও, প্ৰত্যেকৰে চলন-ফুৰণ পিন্ধন-উৰণ, খাৱন দাৱন, সামাজিক ৰীতি-নীতি, চৰিত্ৰৰ বৈশিষ্ট্যতা আছে। চিন্তাৰ ধাৰাও স্বকীয়া—সাহিত্য, সংস্কৃতি আৰু সামাজিক বন্ধনৰ ব্যৱস্থাও বেলেগ বেলেগ। সেই বৈশিষ্ট্যবোৰ কোনোৱে কাৰো বুকুত মাৰ নিয়াই চিন-ছাব নোহোৱাকৈ-উছন হৈ যাব দিব নোখোজে, ভাৰতত নিজ নিজ প্ৰাধান্য প্ৰতিষ্ঠাপন কৰিবলৈকে সকলোৱে ব্যস্ত—বঙ্গালীয়ে নহয় মই,—মাৰাঠীয়ে নহয় মই,—পঞ্জাবীয়ে নহয় মই,—বিহাৰীয়ে নহয় মই,—যুক্ত প্ৰদেশীয়ে নহয় মই,– মাদ্ৰাজীয়ে নহয় মই বুলি।

আজি সমগ্ৰ ভাৰত সমানে একেটি মাত্ৰ বিদেশী প্ৰবল শক্তিৰ অধীনতাত পৰি সমব্যথাৰ ভুক্তভোগী হৈ থকাৰ কাৰণেহে সকলো প্ৰদেশে একোটা ভাৰতীয় স্বাৰ্থত বান্ধ খাই একেযোগে, ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্যে চেষ্টা কৰিবলগীয়াত পৰিছে; আৰু কেতিয়াবা প্ৰাদেশিক জাতি-বিলাকৰ বৈশিষ্ট্যবিলাক মূৰ দাঙি উঠিব খুজিলেই ভাৰতৰ সামগ্ৰিক স্বাৰ্থৰ কিবা ক্ষতি হ'ব বুলি দোহাই দি নিতাল মৰাই থোৱা হৈছে। কাৰণ স্বাধীনতা আজি কোনো প্ৰদেশৰেই নাই। গতিকে সকলোৱে একে সমানে অধীনতাত পৰি থকা বৰ্ত্তমান অৱস্থাত কাৰ কি বিশিষ্টতা কোনে অকলে ৰক্ষা কৰিব পাৰিব, যদি প্ৰদেশবিলাকৰ পাৰস্পৰিক সহযোগ নাথাকে? এই ভাবৰ পৰাহে বৰ্ত্তমানত প্ৰদেশবিলাক সকলো এক ভাৰতীয় স্বাৰ্থত লগলাগি কাম কৰিবলগীয়া হৈছে। কিন্তু, যেতিয়া ভাৰতত স্বাধীনতা প্ৰতিষ্ঠিত হ'ব, তেতিয়া এই প্ৰাদেশিক বৈশিষ্ট্যবিলাক নিজ নিজ মুক্তি লৈ নিশ্চয় মূৰ দাঙি উঠিব। এইটো ভবিষ্যৎবাণী আমি এতিয়াই কৰি থলোঁ। কাৰণ, প্ৰত্যেক প্ৰদেশৰে একোটা সন্মানজনক প্ৰাচীন ঐতিহ্য আছে, আৰু তাক কোনেও পাহৰিব নোৱাৰে।

স্বাধীন নেপাল আৰু স্বাধীন ভোট দুয়োটা ভাৰতৰ বিশিষ্ট জাতি আৰু তেওঁলোকৰ দেশো বেলেগ। এই দেশ দুখনো যদি ভাৰতৰ আন আন প্ৰদেশবিলাকৰদৰে সমানে বৃটিছৰ তলতীয়া হৈ থাকিলহেঁতেন, তেন্তে এই দুটা জাতিও নিজ নিজ দেশৰ জাতীয় স্বাধীনতা উদ্ধাৰৰ হকে ভাৰতৰ আন প্ৰদেশবিলাকৰ লগত গোট বান্ধিলেহেঁতেন। কিন্তু, এই দেশ দুখন যদিও বিৰাট ভাৰতবৰ্ষৰ অংশ, তথাপি স্বাধীন হৈ থকাৰ কাৰণে ভাৰতৰ জাতীয় কংগ্ৰেছত যোগ দিয়া নাই,– ভাৰতৰ আন-বিলাক প্ৰদেশ বা দেশৰ গতি কি হৈছে নহৈছে,

সেইকালে কাণ-মন নিদি নিজে নিজে স্বাধীনভাৱে আত্ম-নিয়ন্ত্ৰণ কৰাত ব্যস্ত আছে। সকলো প্ৰদেশে পাৰস্পৰিক সহযোগ লৈ নচলিলে সমগ্ৰ ভাৰততে সমানে পৰিব্যাপ্ত অধীনতাৰ শৃঙ্খল ছিঙি মুক্ত হোৱাটো অসম্ভৱ কাৰণেই একগোট বান্ধি চলিব-লগীয়া হৈছে। অকলে অকলে কৰিব পাৰিলে সকলো প্ৰদেশেই নিজ নিজ স্বকীয়া পন্থাৰে নিশ্চয় কৰিলেহেঁতেন। কোনোৱে কাৰো মুখাপেক্ষী নহ'লহেঁতেন।

আনকালে আৰু ব্ৰহ্মদেশ যদিও কোনো কালেই ভাৰতবৰ্ষৰ অঙ্গ নহয় আৰু নাছিলো, আৰু ভাৰতৰ লগত ব্ৰহ্মদেশৰ ধৰ্ম্ম-সমাজ জাতিগত সম্বন্ধও একো নাই, তথাপি, ভাৰতৰ দৰে সমানে একে বৃটিছ শক্তিৰ অধীনতাত পৰি থকা বাবে ভাৰতীয় কংগ্ৰেছৰ লগত যোগ দি একযোগে স্বাধীনতা লাভৰ চেষ্টা কৰিছে। ব্ৰহ্মদেশ স্বাধীন থাকিলে শ্যাম আদি দেশৰ দৰে কেতিয়াও ভাৰতীয়ৰ লগত কংগ্ৰেছ অনুষ্ঠানত আহি সি যোগ নিদিলেহেঁতেন।

তথাপিতো, এই পৰাধীনতাৰ ভিতৰতো ভাৰতৰ প্ৰাদেশিক বৈশিষ্ট্যবিলাকৰ মূৰ দাঙি উঠাৰ প্ৰমাণ আমি পাওঁ। এই বৰ্ত্তমান চলি থকা সংস্কৃত শাসনৰ কিস্তিটো আনিবলৈকে প্ৰত্যেক প্ৰদেশৰ পৰা নিজ নিজ লোক বিলাতলৈ গৈছে নিজৰ নিজৰ যোগ্যতা প্ৰমাণ কৰিবলৈকে ওকালতি কৰিবলগীয়া হৈছিল। আমাৰ অসমৰ পৰাও নিজৰ লোক নগলে অসমে হয়তো শাসন সংস্কাৰৰ এই ভাগখিনি নেপালেহেঁতেন, আৰু বৃটিছ চৰকাৰৰ প্ৰতিশ্ৰুতিমতে এই আহিব ধৰা শাসনৰ নতুন দফাটো লাভৰ বাবে ভাৰতত আন্দোলন হোৱাৰ পোন প্ৰথমতে বঙ্গ, মাদ্ৰাজ আৰু বোম্বায়েহে নিজ নিজ প্ৰদেশত প্ৰাদেশিক স্বায়ত্ত-শাসন ( Provincial Autonomy ) পাবৰ লায়েক হৈছে বুলি দাবী কৰিছিল।

আৰু এইবাবেই, মহাত্মা গান্ধীৰ কাৰাবাসৰ সময়ত, অসহযোগ আন্দোলন হালুক হোৱাত, যেতিয়া দেশবন্ধু চিত্তৰঞ্জন দাসৰ স্বৰাজদল ফুটি ওলাল, আৰু সমগ্ৰ ভাৰতত সমানে পৰিব্যাপ্ত হিন্দু-মুছলমান সমস্যাটো সমাধান কৰিবলৈকে কংগ্ৰেছ মহাসভাই নিৰ্দ্দিষ্ট কৰি দিয়া পন্থাও আওকাণ কৰি স্বতন্ত্ৰভাৱে বঙ্গ-হিন্দু-মুছলমান-চুক্তি গঠন কৰা বাবে সমগ্ৰ ভাৰতত প্ৰবল আন্দোলন চলিল, তেতিয়া দেশবন্ধু চিত্তৰঞ্জন দাসে উত্তৰ দিছিল—বঙ্গৰ সমস্যা বঙ্গই নিজে মীমাংসা কৰি লব। তাত আন কোনো প্ৰদেশৰ মাতৰ ঠাই নাই। বঙ্গালী যে ভাৰতীয় মহাজাতিৰ অন্তৰ্গত এটা বিশিষ্ট জাতি, সি যে এই জাতীয় বৈশিষ্ট্যটো বাদ দি ভাৰতীয় মহাজাতিৰ সম্মিলিত মহাসভাত অস্তিত্ব হেৰুৱাই নাই-কুই হৈ যাব নোখোজে, এয়ে তাৰ প্ৰমাণ।

এইদৰে অসমৰ অসমীয়াও ভাৰতীয় মহাজাতিৰ অন্তৰ্গত এটা বিশিষ্ট জাতি। ভাৰতৰ আন আন বাকীবোৰ জাতিবিলাকৰ দৰে তাৰো নিজস্ব বৈশিষ্ট্য আছে। আৰ্য্য, দ্ৰাবিড়ীয়, মঙ্গোলীয় আদি মূলৰ সভ্যতা-সংস্কৃতিৰ সংমিশ্ৰণ লৈ অসমত অসমীয়া জাতি উদ্ভূত হৈছে। ভাৰতৰ আনবিলাক প্ৰাদেশিক জাতিৰ সত্তোৰত বৃটিছৰ অধীন নহৈ ই যদি স্বাধীন হৈ থাকিলহেঁতেন, তেন্তে অসমীয়া জাতিৰ এই বৈশিষ্ট্যটোও স্বাধীন নেপাল-ভূটানৰ দৰে মিকিল্-কিলিয়া অবিকৃত আৰু সবল হৈ

থাকিলহেঁতেন। বিশ্ব-মানৱীয়তাৰ বিবেচনাৰ বাহিৰে, জাতি হিচাপে আন প্ৰদেশবিলাকৰ পৰাধীনতাত অসমে ভিমান তীব্ৰতা অনুভৱ নকৰিলেহেঁতেন,—সকলোকে নিজ নিজ প্ৰদেশত স্বাধীনতা লাভৰ বাবে চেষ্টা কৰিবলৈকে উপদেশ একোষাৰ দিয়েই নিশ্চিন্ত থাকিলহেঁতেন,—আৰু আন আন প্ৰদেশৰ অসংখ্য লোকক এইদৰে অসমত মাটি-বাৰী লৈ নিগাজিকৈ বহি যাবলৈও নিদিলে-হেঁতেন, আৰু যদিও দিলেহেঁতেন, সেইটো অসমীয়াৰ জাতীয় বৈশিষ্ট্যত একো প্ৰমাদ নঘটাই অসমীয়া জাতিৰ অন্তৰ্ভুক্ত হৈ থকাৰ চৰ্ত্ত এটাৰে সেও কৰিহে দিলেহেঁতেন। কিন্তু আজি সমগ্ৰ ভাৰতৰ লগতে সি তাৰ ঘাই-স্বাৰ্থৰ প্ৰতি উদাসীন চৰকাৰ এটাৰ অধীন হোৱা গুণেই অসমত অসমীয়াৰ এই চৰ্ত্তৰ জোৰ নোহোৱা হ'ল। সেইবাবে, অসমীয়াৰ ভাল-বেয়াত ভাগ নথকা বৃতিছৰ লগে লগে বাহিৰৰ অসংখ্য লোক মান-মৰাণৰ উপদ্ৰৱত হাড়ে-ছালে লগা অসমীয়াৰ ওপৰত আহি পৰি তাৰ বৈশিষ্ট্যতো নাশ কৰিলেই, এতিয়া তাৰ দৈহিক অস্তিত্বও সংশয়জনক কৰি তুলিলে।

অসমীয়াৰ আজিৰ এই ভীষণ অৱস্থানৰ পৰিণামটো উপলব্ধি কৰি, কোনোবাই বাহিৰৰ অসংখ্য লোক আহি অসমত বসতি কৰাত আপত্তি তুলি কিবা আন্দোলন এটা কৰিব খুজিলেও, আমাৰ ওপৰ-চকুৱা নেতা কিছুমানে কয় যে ইয়াত আপত্তি কিয় তুলিব লাগে? আমি সকলোৱে ভাৰতীয়। অসমীয়াও ভাৰতীয়, আন প্ৰদেশৰ লোকবিলাকো ভাৰতীয়, গতিকে ভাৰতীয়ৰ ঠাইত ভাৰতীয় আহি বসতি কৰাত আনন্দ পোৱা উদাৰতাখিনি আমাৰ থকা উচিত। কিন্তু সেই লোকবিলাকে ভাৰতৰ যি যি ঠাইৰ পৰা আহিছে, সেই সেই ঠাইৰ জাতীয় বিভিন্নতাবিলাক যে অসমীয়াৰ জাতীয় স্বাৰ্থৰ লগত মিলাই দি তাক শক্তিশালী কৰিবলৈকে অহা নাই, তেওঁলোকৰ প্ৰাদেশিক বৈশিষ্ট্যবিলাকহে অসমৰ বুকুত পুতি লৈ আমাক অস্তিত্বহীন কৰি অসমত আধিপত্য স্থাপন কৰিবলৈকে অকল অহাই নহয়, পাৰ্য্যমানে চেষ্টাও কৰিছে, এই স্পষ্ট কথাটো তেওঁলোকে বুজিবলৈ অলপো কষ্ট স্বীকাৰ নকৰে। এইসকল নেতাই এই সহজ সত্যটোও বুজি নাপায় যে নিজৰ পূৰা পৰিপুষ্টি লৈহে আনবিলাকৰদৰে অসমীয়া জাতিটো ভাৰতীয় মহাজাতিৰ অঙ্গ, অসমীয়াত্বৰ শিলডোখৰতহে তাৰ অস্তিত্বৰ চিৰন্তনীয় পীৰাখন,—তাক হেৰুৱালে ধৰণীহীন হৈ বাগৰি পৰি সি নিৰ্ম্মূল হ'ব।

অসমীয়াও ভাৰতীয়, আৰু আন প্ৰাদেশিক লোকসকলো ভাৰতীয়,—গতিকে, ভাৰতীয় লোক ভাৰতীয়ৰ ঠাইত আহি বসতি কৰাত আপত্তি তোলাটো অন্যায়,—এই কথাষাৰে অসমীয়াৰ আগত শুদ্ধ আৰু সত্য হৈ দেখা দিব কেতিয়া? যেতিয়া আন প্ৰদেশৰ লোকসকল অসমলৈ নিজ নিজ পৰিচয়ৰ দাবীৰ বোজা লৈ নাহি, ভাৰতীয়ৰ পৰিচয়েৰে ভাৰতীয় হিচাপে আহি অসমীয়াৰ মাজত সোমাই ভাষা, সংস্কৃতি, জাতীয়তা আশা-আকাঙ্ক্ষা আদি সকলো বিষয়তে তাৰ লগত মনাসনিৰ তালেৰে একেটা হৈ পৰিব। নহলে, বহল ভাৰতীয়তাৰ দোহাই দি প্ৰাদেশিক পৰিচয়ৰ ছদ্মবেশে প্ৰাদেশিক জাতীয়তাৰ গুৰুপাকী স্বাৰ্থ এটা আন এটা প্ৰাদেশিক জাতীয়তাৰ বুকুত গুজাই লৈ স্থানীয় লোকৰ লগত চিৰসংঘৰ্ষ চলাই থাকিব-

লৈকে দিহা কৰিলে, ভাৰত মহাজাতীয় একতা কোনোকালেই সম্পাদিত হৈ নুঠিব।

ভাৰতৰ সাংস্কৃতিক জীৱনৰ অন্যতম থাই অঙ্গ হিচাপে অসমীয়া ( কামৰূপী ) জাতিটোৱে সেই পুৰণিকালৰ পৰাই বেদ-ভাগৱত, ৰামায়ণ-মহাভাৰত, পুৰাণাদি শাস্ত্ৰসমূহত গৰীয়ান প্ৰসিদ্ধি লাভ কৰি আহিছে। সি ভাৰতত বৰ্ত্তিব লাগিলেও অসমীয়াৰ দৰেই বৰ্ত্তিব, আৰু মৰিব লাগিলেও অসমীয়াৰ দৰেই মৰিব। ইয়াত ভাৰতৰ অন্যান্য প্ৰাদেশিক জাতিসমূহৰ আনন্দ-উল্লাসো নাই আৰু বিবাদ কান্দোনো নাই। অসমীয়াই নিজৰ পৈতৃক দেশত নিজৰ জীৱন বা মৰণ নিজে ঠিৰাং কৰি লব।

## দেশৰ মাটিহে আচল

( ইং ১৯৩৫ চনৰ ১ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

মানুহে নিজক নিজ-ইচ্ছাৰে পৰিচালিত একোটা মাত্ৰ জীৱলগা যন্ত্ৰ বুলি ক'লেই যথেষ্ট নহ'ব। তাৰ বাহিৰেও তাৰ যে এটা বিকাশশীল অপৰূপ আছে, তাকো সি সিদ্ধান্ত কৰি লৈ সেই সম্বন্ধে চিন্তা কৰিব লাগিব। অকল চিন্তা কৰিলেও নহ'ব, তাৰ বিচিত্ৰ বিকাশমুখী আত্ম-অধ্যয়নৰ আনন্দাপ্লুত উপলব্ধিটোকো সি জীৱনৰ কৰ্ম্মোত্তমী সঙ্গী কৰি লব লাগিব।

কিন্তু, যি মানুহৰ জীৱনটো ইমান ব্যাপকতাশীল, ৰূপটো ইমান বিশ্বভাতী, দায়িত্বটো ইমান বিৰাট, সেই মানুহে তাৰ ৰস-ৰূপময় জীৱন-সম্ভাৰৰ জয়ধ্বনি তুলি থাকে ক'ত? জন্মে ক'ত? লালিত-পালিত বৰ্দ্ধিত হৈ গৌৰৱস্ফীত আকাৰেৰে বৰ্ত্তি থাকে ক'ত? সি জন্মে, সি থাকে, সি লালিত-পালিত বৰ্দ্ধিত হৈ বৰ্ত্তে তাৰ নিজস্ব মাটি এডোখৰত। এই মাটিডোখৰতেই তাৰ বীজ অঙ্কুৰিত হয়, এই মাটিডোখৰতেই সি জন্ম লাভ কৰে, এই মাটিডোখৰৰ ৰস-জীপ পিয়েই সি লালিত-পালিত-বৰ্দ্ধিত হয়, এই মাটিডোখৰত গজি উঠা ফল-মূল-শস্য আদি খায়েই সি পুষ্ট হয়, নোদোকা শকত-আৱত হয়, এই মাটিডোখৰ ভেদি ওলোৱা স্ফটিক জলটুপি পিয়েই সি পিয়াহ মাৰে, এই মাটিখিনিৰ আকাশখনত ভাহি থকা বতাহ-ছাটি টানি লৈয়েই সি জী থাকে, এই মাটিখণ্ডৰ ঔপাদানিক প্ৰভাৱেৰে গঢ লৈ উঠা মন, প্ৰাণ, হৃদয়, অনুভূতিৰেই সি তাৰ ভাষা, সাহিত্য, সংস্কৃতি, শিল্প, কলা, আচাৰ-নীতি, জীৱিকা-নিৰ্ব্বাহৰ প্ৰণালী সৃষ্টি কৰি সমষ্টিগতভাৱে একোটা গোট মাৰি উঠি, তাত জন্ম পোৱাৰ স্বাভাৱিক অধিকাৰৰ সৈতে জাতি নামে সি পৰিচিত হয়। গতিকে, জন্ম লোৱাৰ স্বাভাৱিক অধিকাৰৰ লগতে সেই মাটিডোখৰতো তাৰ আৰু তাৰ জাতিৰ স্বাভাৱিক অধিকাৰ বৰ্ত্তে। সেই মাটিত তাৰ আৰু তাৰ জাতিৰ ওতপ্ৰোত সম্বন্ধ। এই মাটিখিনিয়েই তাৰ আৰু তাৰ জাতিৰ জীৱন-মৰণৰ পবিত্ৰ সঙ্গমস্থল। এই মাটি এৰি সি আৰু তাৰ জাতিৰ কোনোৱেই জী থাকিব নোৱাৰে। এই মাটিডোখৰক মুখৰিত কৰিয়েই তাক আৰু তাৰ জাতিক বিশ্ব-মানৱতালৈ আগুৱাই নিয়া প্ৰশস্ত মুক্ত পথৰ অকুৰন্ত শঙ্খধ্বনিও উচ্ছ্বসিত হৈ বাজি আছে। এই মাটিখিনিয়েই তাৰ আৰু জাতিৰ একমাত্ৰ ধৰণী, তাৰ আৰু জাতিৰ জীৱনৰ একমাত্ৰ সৰ্ব্বস্ব সম্বল। এই ধৰণীৰ পৰা পিছলি পৰিলে সি আৰু তাৰ জাতি অতল

অন্ধকাৰত নিমগ্ন হৈ অন্ধ হ'ব,—এই সৰ্ব্বহ-সম্বন্ধে তাক এৰা দিলে, তাৰ আৰু তাৰ জাতিৰ অকল জন্ম বিফলেই নহ'ব, নাই-মুইৰ বিষোদ্‌গাৰত বাষ্পীভূত হৈ সি উৰিও যাব।

মাটিৰ মূল্য সম্বন্ধে পৃথিৱীৰ ৰিখ্যাত ধনী হেনৰী ফোৰ্ডে কৈছে: "মাটিতেই আমাৰ সকলো সুখ বিৰাজ কৰিছে। মাটিয়েই আমাৰ সুখ-স্বাচ্ছন্দ্যৰ মূল আৰু মাটিয়েই আমাৰ জীৱন ৰক্ষা কৰিছে। মাটি এৰি আমি যিমান দূৰলৈকে যাম, তিমানেই আমাৰ অসুবিধা আৰু দুখ বাঢ়ি থাকিব। মাটি চিৰকালেই একেভাৱে বিস্তৃত হৈ পৰি আছে,—সি সঙ্কুচিত হৈ যোৱা নাই, আৰু তাৰ উৎপাদিকা শক্তিৰো হ্ৰাস হোৱা নাই। এই মাটিয়েই আমাৰ সকলো পৰিশ্ৰমক সম্মানিতভাৱে সাৰ্থক কৰিব পাৰে। মাটিত টকা পেলাই দি শস্য গজাই তাক দুগুণ লাভত ফিৰাই লব পাৰি। দেশৰ বেহা-বেপাৰৰ যিমানেই দুৰ্দ্দশা নঘটক, মাটিয়ে আমাক দুৰ্দ্দশাৰ পৰা পৰিত্ৰাণ কৰিব। এজন মানুহ আৰু এডোখৰ মাটিৰ সম্বন্ধৰ লগত নিবনুৱা জীৱনবীমাৰ সম্বন্ধ তুলনা নহয়। এখন ভৰি বেহা-বেপাৰৰ ওপৰত আৰু এখন ভৰি মাটিৰ ওপৰত ৰাখিলে, অতি আৰ্থিক বিপদৰ পৰাও ত্ৰাণ পোৱা যায়। যদি কোনো চাকৰিত কিছু নগদ আয় আৰু কিছু মাটি-বাৰী থাকে, তেন্তে তেওঁৰ জীৱন দুয়ো ৰকমে স্বচ্ছন্দ আৰু নিৰাপদে থাকে। সাঁচতীয়া ধন কমি যাব পাৰে, কিন্তু শস্য কেতিয়াও নকমে, বা সামান্য পৰিমাণে কমিলেও, তাৰ দ্বাৰা জীৱনলৈ অভাৱৰ বিপদ নাহে।"

কিন্তু, মানুহৰ যেতিয়া এনে মাটিডোখৰৰ প্ৰতি আওহেলা হয়,—এনে মাটিডোখৰৰ অধিকাৰটো হাতৰ মুঠিৰ পৰা এৰি দিয়া হয়,—তেতিয়া অনিবাৰ্য্য ক্ষয়-ৰোগত পৰি তাৰ অস্তিত্বও মৃত্যুত বিলীন হৈ যায়। তেতিয়া, ধন-সম্পত্তি, জ্ঞান-বিজ্ঞান, ভাষা-সাহিত্য-সংস্কৃতি, কলা-শিল্প, বেহা-বেপাৰ আদিৰ ক্ষেত্ৰত উন্নতিগামী খোজ পেলোৱাটোও তাৰপক্ষে শোচনীয়ভাৱে নিৰৰ্থক হৈ পৰে। তেতিয়া, বিশ্ব-মানৱতাৰ আৰাও তোজা কথাটোও তাৰ ভণ্ডামিৰ স্থূল এডাল যেন হৈ সমাজত দেখা দিয়ে। কাৰণ, তেজ-মঙহ, অস্থি-মজ্জাগত মাটিডোখৰকেই যদি ক্ষয়ৰ সোঁতত উটি যাবলৈকে সি এৰি দিলে, সেই ধৰণীহীন ক্ষয়গ্ৰস্ত শক্তিৰে মানৱীয়তাৰ আছৰত কি মহৎ কলা-কৃষ্টিৰ সাম্পদিক সংযোগ ঘটাবলৈকে আশা কৰিব পাৰে সি? কিবা এটা কৰিবলৈকে ইচ্ছা কৰিলেও, সেইখিনি সি ৰক্ষা কৰিব কাৰ তত্ত্বাৱধানত কোনটো পাত্ৰত? তাৰ ঔৎকৰ্ষ্য সাধিবলৈকে সাধনা কৰিব সি কাৰ বাবে? কাৰণ, তাৰ তলিখন ফুটি সেই ফালেদি উদং হৈ ওলাই গৈ নিঃশেষ হৈ যাব ধৰিছে সি। নিজৰ গাৰ মঙহডুখৰিৰ অস্তিত্ব এৰি দিয়া জনে বিৰাট মানৱতাৰ বিৰাট কাম্নাৰ কোন ডোখৰ মঙহৰ উন্নতিৰ বাবে সি কি কৰিব পাৰিব?

দেশৰ যি মাটিডোখৰে তাক আৰু তাৰ জাতিক মানৱীয় সংস্কৃতিৰ সকলো বিভাগৰ পৰিচৰ্চ্চাৰে চিন্তাশক্তিৰ ক্ৰমোৎকৰ্ষতা সাধিবলৈ দি তাৰ প্ৰাণোম্মাদক ভাষাৰত্নৰ আলোক বিকীৰণ কৰি গোটেইখন জগতজুৰি তাক চিনাকি কৰি দি আছে, তেনে মাটিডৰা, তেনে দেশখন আৰু তেনে জাতীয় সত্তাটোৰ প্ৰতি তাৰ আসক্তিটো যদি তীব্ৰ হৈয়ে নজন্মিল তেন্তে, সি আৰু তাৰ জাতিটো জী থকা দাবীটোৰেই বা মূল্য আৰু সাৰ্থকতাৰ গুৰুত্ব কি?

গাঁও-চুবুৰিক লৈ সাঙোৰ খোৱা সমষ্টিগত জীৱনটোৰ উন্নতি-অৱনতিৰ গতিটোৰ সম্বন্ধে উদাসীনতাৰ ছিদ্ৰময় ফটাকানিৰ মোনাখনিত ভৰাই লোৱা জীৱনৰ টোপোলাটো বৈ নিৰুদ্বেগ-নিৰ্ভাৱনাৰে খাই-বৈ থাকিবলৈকে উপাৰ্জ্জন আদায় কৰাৰ অনিশ্চিত চেষ্টাটো ব্যক্তিগত জীৱনৰ এটা ফালে হলেও হ'ব পাৰে ;—কিন্তু তাৰ স্থিতিটোৰ ঘাই ধৰণী নিজ দেশৰ মাটিডোখৰৰ আৰু তাৰ গোটবন্ধা সমষ্টিগত জীৱনটোৰ সৰ্ব্বাঙ্গিক উন্নতি বিধায়ক আকাঙ্ক্ষাৰ লগত সি ওতপ্ৰোতভাৱে সংশ্লিষ্ট হৈ নচলিলে, তাৰ জীৱনত ধ্বংসৰ বিপদে আহি পদে পদে দেখা দিয়ে। দেশৰ মাটি আৰু তাৰ সমষ্টিগত জীৱনৰ লগত বিচ্ছিন্ন ব্যক্তিগত জীৱনটো ব্যৱহাৰিক পয়োভৰৰ ভৰক মাৰি ভঁৰাল হৈ উঠিলেও, তাৰ স্থিতিটো স্বাৰ্থপৰতাৰ ক্ষণভঙ্গুৰ দুৰ্ব্বলতাত থুন্দা খাই চূৰ্ণীকৃত হয়। কিন্তু ব্যক্তিগত জীৱনটো যদি দেশৰ মাটিত পতালভেদী শিপা গাৰি গজি উঠা গোটবন্ধা জাতীয় জীৱনৰ অমোঘ-শক্তিৰ লগত সংগ্ৰথিত হৈ থাকে, তেন্তে হেজাৰ ধুমুহা ঢেৰেকনিৰ কোবতো একো হানি-বিঘিনি নোহোৱাকৈ সি স্থিৰ থাকে।

*দেশৰ প্ৰত্যেকজন নৰ-নাৰীৰ গা-গুটীয়া জীৱনবিলাক দেশৰ মাটি আৰু জাতিৰ স্বাৰ্থৰ লগত অঙ্গাঙ্গীকৈ গাঁথি লৈ হৃদয়-মন-উদ্দীপ্ত কৰি তুলিলেই বীৰত্ব-ব্যঞ্জক মনুষ্যত্বটো জীৱনত প্ৰতিভাত* হ'ব, আৰু বাহিৰৰ যি কোনো আক্ৰমণৰ শঙ্কাৰ-পৰা মাটি আৰু জাতি নিৰাপদ হ'ব। কিন্তু, দেশৰ মাটি আৰু জাতি-প্ৰাণতাৰ বীজ দেশৰ সতি-সন্ততিৰ শিশুকালৰ পৰাই অন্তৰত উপ্ত নহলে, ডাঙৰত পুৰঠ হৈও সেইটো কৰিম বুলি ভবাটো জীৱনবিলাক বিফল হোৱা অপবাদৰ নামান্তৰ। একফালে মুখ কৰি বাঢ়ি যোৱা পূৰঠক আনমুখী কৰি তোলাটো অতি কঠিন কাম। সেইবোৰে দেশৰ শিশুসকলৰ জীৱনবিলাকৰ আৰম্ভণিৰ পৰাই দেশৰ মাটি হালিছাৰ অণুকেইটাৰ আৰু জাতিৰ সত্তাটোৰ লগত নাড়ীগত সংযোগ স্থাপন কৰি দিয়াটো সকলো কৰ্ত্তব্যৰ আগ-কৰ্ত্তব্য।

## নিজ মাটিডৰাতহে সত্যৰ পোন প্ৰথম বিকাশ

( ইং ১৯৩৫ চনৰ ১ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

আনৰ আক্ৰমণত পৰা নিজাত্মাটোৰ আৰ্ত্তনা-দলৈ পাছ দি আন্তৰ্জাতিকতাৰ অচিনাকি ধ্বনিলৈ কাণ পাতি উতনুৱা হোৱা আমাৰ কোনো কোনোৰ মুখত শুনা যায়, যে জাতীয়-চেতনাৰ তীব্ৰতা বৃদ্ধি কৰা চেষ্টাত, প্ৰচণ্ড জাতীয়তাবাদী হিট্লাৰ মুছোলিনীৰ দৰে আনৰ জাতীয়-স্বাধীনতা হৰণ কৰা ধূমকেতুইহে জন্ম লাভ কৰে। কিন্তু আত্মৰক্ষাৰ আশীৰ্ব্বাদ-বঞ্চিত এই মুষ্টিমেয় দুৰ্ভগীয়া কেজনে যে এই কথাষাৰৰ দ্বাৰা নিজ দেশৰ ওপৰত অধিকাৰ বৰ্ত্তাবলৈকে অশান্তিৰ ধূমকেতু হিট্লাৰ-মুছোলিনীৰ প্ৰেতাত্মাক লাইহে দিছে, আৰু আনৰ স্বাধীনতা হৰণ কৰিবলৈকেই নিজৰ জাতীয়তাক শক্তিশালী কৰি লৈ পৃথিৱীময় অশান্তিৰ ধল ঢালি দিয়া হিট্লাৰ-মুছোলিনীৰ লগত, নিজৰ ঘৰ-চোতাল ছাটি ধৰা ধাৰাসাৰ আক্ৰমণৰ পৰা আত্মৰক্ষা কৰিবলৈকে খুম হেৰুৱা ক্লীৱত্বত, পুৰুষত্বৰ নিৰ্ভীক চেতনা সঞ্চাৰ কৰি তুলিব খোজা চেষ্টাটোক তুলনা কৰি যে নিজৰ

হাস্যাস্পদ পৰিচয়টোহে দাঙি ধৰিছে, সেইটো বুজা নাই। এই এমুঠিয়ে ইয়াকো বুজি নাপায় যে হিট্‌লাৰ-মুছোলিনীৰ জাতীয়তাবাদটো হৈছে আনৰ ওপৰত অধিকাৰ বিস্তাৰ কৰা আক্ৰমণ-মূলক আৰু আমি অসমীয়াৰ জাতীয়তাবাদটো হৈছে আত্মৰক্ষামূলক। গতিকে, জাতীয়তা-বোধৰ ধাৰণা ৰূপ আৰু প্ৰয়োজনীয়তা সম্বন্ধে হিট্‌-লাৰ-মুছোলিনীৰ লগত অসমীয়াৰ স্বৰ্গ-মৰ্ত্ত্য ফাঁক।

মহাত্মা গান্ধীয়ে পোন-প্ৰথমতে নিজ জন্মভূমি গুজৰাটৰ মাটিত, গুজৰাটী লোকসঙ্ঘৰ মাজত কৰ্ম্মক্ষেত্ৰ থাপি নিজৰ গুজৰাটী ভাষাৰ ভিতৰে-দিহে ভাৰত-সেৱা আৰু বিশ্ব-মানৱ সেৱাৰ মহান ক্ষেত্ৰলৈ আগ বাঢ়ি গৈছিল। বঙ্গৰ মাটি বঙলা ভাষাত চিন্তা-সাধনা সেৱা নিবদ্ধ ৰাখিহে ৰবীন্দ্ৰ-নাথে বিশ্ব-বিমোহনী ৰূপেৰে কবিত্ব কুঁৱৰীক সৃষ্টি কৰি তোলাটো সম্ভৱপৰ হৈছিল। পোন-প্ৰথমতে ৰুছিয়াৰ মাটি আৰু ৰুচভাষাত ৰুচীয় জাতিৰ মুক্তি আৰু উপায় অন্বেষণৰ পথেদিহে লেনিন আৰু ষ্টেলিনে ছোভিয়েট ৰাষ্ট্ৰ গঢ়ি তুলিছে। কাৰ্লমাৰ্কছেও তেওঁৰ নিজ জাতীয় দুঃস্থ জাৰ্ম্মান-সকলৰ আশা-আকাঙ্ক্ষাৰ তীব্ৰতাৰ ওপৰতেই আজি বিশ্ব-মানৱীয়তাৰ পুৰণি ধাৰণাত প্ৰলয় ভূমিকম্পৰ বিস্ফোৰণ ফুটোৱা কমিউনিজম্‌ স্থাপন কৰে। পোনতে নিজ দেশৰ মাটিডোখৰতহে বিশ্বাভিযানী গতিৰ সচ্চল বীজ অঙ্কুৰিত হয়। নিজ দেশৰ মাটি আৰু জাতিত নিটোল আৰু নিৰ্ম্মল ৰূপৰ ঠগ নোতোলাকৈ আন্তৰ্জাতিকতাৰ বুলি-বচন আওৰালে, সেই মুখত মৰ্য্যাদাৰ ওজন পাতল পৰে। উক্ত মহৎলোকসকলৰ যদি পোনতেই নিজদেশ আৰু নিজ জাতিৰ প্ৰতি প্ৰেম নাজাগিলহেঁতেন, হৃদয়ত নিজ দেশাত্মবোধৰ প্ৰখৰতাটো জীৱনবাহী সোঁতেৰে উজ্জীৱিত হৈ নুঠিলহেঁতেন, তেন্তে, আন্তৰ্জাতিকতা বিশ্ব-মানৱতাৰ ক্ষেত্ৰলৈ বাট বুলি যোৱা বাটৰ সন্ধানকেই তেওঁ-লোকে নাপালেহেঁতেন।

## জাতীয়তা আৰু মহাজাতীয়তা

(ইং ১৯৩৫ চনৰ ১ম বছৰৰ 'ডেকা-অসম'ৰ পৰা)

প্ৰশ্ন :—'জাতীয়তা' শব্দটো আপুনি বহু সময়ত বহু ৰকমে ব্যৱহাৰ কৰে। কেতিয়াবা অসমীয়াক লৈ আৰু কেতিয়াবা ভাৰতক লৈ। এইবাবে, 'জাতীয়তা' সম্বন্ধে আপোনাৰ ধাৰণা বুজিবলৈকে আমি টান পাওঁ। অনুগ্ৰহ কৰি বুজাই কওকচোন?

উত্তৰ : 'জাতীয়তা' শব্দটো যেতিয়া মই অকলে ব্যৱহাৰ কৰোঁ, তেতিয়া তাৰ দ্বাৰা মাত্ৰ অসমীয়াকহে বুজাওঁ। গোটেইখন ভাৰতক বুজাবলৈকে মই 'মহাজাতীয়তা' শব্দহে ব্যৱহাৰ কৰোঁ। যেতিয়া ভাৰতৰ সীমা চেৰাই যাম তেতিয়া মই তাক 'মহামানৱতা' আখ্যাৰে বুজাই কম। কাৰণ, 'জাতীয়তা'বিলাকৰ গোটেই 'মহাজাতীয়তা', আৰু 'মহাজাতীয়তা'বিলাকৰ সম্মিলনতেই 'মহামানৱতা'ই ৰূপ পায়।

প্ৰঃ - কিয়, বুজাই কবনে?

উঃ—নিশ্চয় কম,—কিন্তু মন দি শুনিলেহে মই কৈ সুখ পাম।

প্ৰঃ—বাৰু শুনিম, কওক।

উঃ—মই সদায় কৈ আহিছোঁ, যে আনক বুজি-বলৈ হলে, প্ৰথমতে নিজক বুজি লব লাগিব। নিজক সম্যকভাৱে বুজি নোলোৱাকৈ আনক বুজিবলৈকে

মন মেলিলে বুজটোত বিভ্ৰাট ঘটে,—আনকো বুজি পোৱা নহয়, আৰু নিজকো হেৰুৱা হয়। নিজে শক্তিশালী নোহোৱাকৈ আনক উদ্ধাৰ কৰিবলৈকে যোৱা গতিটোৱে গ্লানিকৰ বিফলতাত থেকেচা খাই *ফেন্তা হয়। বাতৰোগগ্ৰস্ত পঙ্গু এজনে নিজৰ বহি থকা ঠাইডোখৰ এৰি গৈ বহল মুকলিত ফুৰা-চকা কৰিব নোৱাৰে, মানুহজন নিজে নিজত শক্তিৱন্ত হৈ মুঠিলে আনক শক্তিৱন্ত কৰি তুলিব খোজাটো, নাইবা তাৰ উপাদানৰ যোগেৰে বিৰাট-বস্তু এটাত শক্তিৰ সংযোগ কৰাৰ কথা ভবাটো অবান্তৰ। অসমীয়া জাতীয়তাই প্ৰথমতে নিজক সম্পূৰ্ণাঙ্গকৈ প্ৰস্ফুলিত কৰি লৈহে ভাৰতীয় মহাজাতীয়তাৰ অবিচ্ছিন্ন অঙ্গৰূপে মূল্যৱান উপাদান যোগাই বলিষ্ঠ খোজেৰে তাক মহামানৱীয়তাৰফালে চলাই লৈ যাবলৈকে সক্ষম হ'ব।

প্ৰঃ—বৰ্ত্তমান যুগত 'জাতীয়তা' শব্দটোৰ অৰ্থ যেনেভাৱে গ্ৰহণ কৰা হয়, সেইভাৱে লবলৈকে অসমীয়াৰ ভিতৰত উপাদানবিলাক সম্পূৰ্ণকৈ অপুনি পাইছেনে?

উঃ - নিশ্চয় পাইছোঁ। আগৰ বহুখিনি বাদ গৈও এতিয়া যিখিনি আছে, তাৰ ভিতৰতেই জাতীয়তাৰ সম্পূৰ্ণ সম্বলখিনি মই দেখা পাইছোঁ। অৱশ্যে তাৰ পুষ্টিসাধন কৰি লব লাগিব।

প্ৰঃ—আপুনি দেখা পোৱা বুলি কব পাৰে, কিন্তু আমি হলে একো দেখা নাই।

উঃ—জাতীয়তাৰ মাল-মছলা সম্বন্ধে তোমা-লোক নিজৰ প্ৰতি ইমান আস্থাহীন হৈ থকাৰ বাবেই অসমীয়াৰ জাতীয় ৰূপটো তোমালোকৰ ওচৰত আজিলৈকে স্পষ্ট হৈ উঠিব পৰা নাই। জাতীয়তাটো বৰ আত্ম-সম্ভ্ৰমী আৰু অভিমানীও;—তাতৈ অশ্ৰদ্ধাশীল লোকক সি ধৰা নিদিয়ে। সমগ্ৰ লোকসংঘৰ পুৰুষ-পুৰুষানুক্ৰমিক জীৱন-ৰহস্য-বিলাকৰ বিনিময়ত সি গঢ়ি উঠিছে। সেইবাবে সি আত্ম-সম্ভ্ৰমী আৰু অভিমানী!

প্ৰঃ—কিবা থাকিলেহে আস্থা আৰু শ্ৰদ্ধা হোৱাৰ সম্ভাৱনা থাকে; একো নাথাকিলে আস্থা বা শ্ৰদ্ধা জন্মিব কিহৰ ওপৰত?

উঃ—এইটো তোমালোকৰ আত্মচৈতন্য আৰু আত্ম-বিশ্বাস সম্বন্ধে ঘোৰ দুৰ্ব্বলতাৰ অভিব্যক্তিৰ বাহিৰে আন একো নহয়। তোমালোকে নিশ্চিত নিজত্বৰ ভেঁটিটোৰ পৰা ভৰি দুখন আনৰ অনিশ্চিত ভেঁটিত থিয় কৰাই লৈ অসম্মানী আত্ম-পৰিচয়টো দাঙি ধৰিব খুজিছা বাবেই অসমীয়াৰ জাতীয়-সম্পদৰ একো বস্তু তোমালোকৰ চকুত পৰা নাই।

প্ৰঃ—আপুনিতো আমাক এইদৰে সদায় কটু কথাকে কৈ আহিছে। বাৰু কওকচোন, 'জাতীয়তা' শব্দটোৰ সম্যক অৰ্থ বুজাবলৈকে অসমীয়াৰ ভিতৰত কি কি সম্বল আছে?

উঃ—তোমাৰ খং উঠিছে যেন পাইছো। খং উঠিলেতো মোৰ কথা স্থিৰ হৈ একাগ্ৰ মনেৰে কাণ পাতি শুনিব নোৱাৰিবা। অথচ, একমাত্ৰ এই কাৰণেই এই সম্বন্ধীয় মোৰ কথাবিলাক কোনেও আজিলৈকে বুজিবলৈ চেষ্টা কৰা নাই। কথাখিনি শুনাৰ আগতে যদি মোৰ ব্যাখ্যা সম্বন্ধে তোমালোকে এটা বিৰুদ্ধ ভাৱ লৈ থোৱা, তেন্তে তাক সুস্থিৰ মনেৰে শুনি নিৰপেক্ষ বিচাৰ এটা দিবা কেনেকৈ?

প্ৰঃ—বাৰু, আমি আমাৰ মন স্থিৰ কৰি শুনিবলৈকে যত্ন কৰিলোঁ, আপুনি কৈ যাওক।

* ফেন্তা—ভীষণ হৈচা পাৰ ফাটি-ফুটি বিকৃত হৈ যোৱা অৱস্থা।

উঃ—তেন্তে শুনা, মানৱ মনৰ বিচিত্র প্রকাশ-টোক সৰ্ব্বাঙ্গিক সুন্দৰ ৰূপ দিবলৈকে উত্থিত হোৱা আকুলতাৰ স্পন্দনটোৰ স্পর্শবিলাক বুটলি লব পৰা সম্পদবিলাকেই যদি কোনো জাতি এটাৰ জাতীয়-জীৱনৰ মূল বস্তু হয়, তেনে, তাৰ সকলো-খিনি অসমীয়াৰ ভিতৰতেই আছে।

অসম-মাতৃৰ গর্ভত নৰ-পশু-পক্ষী-কীট-উদ্ভিদ আদি প্রাণীজগতৰ সকলো পৰিয়াল আছে,—নদ-নদী, *সাগৰ-সৰোবৰ আছে,—পৰ্ব্বত-ভৈয়াম, জান-জুৰি, খেতি-পথাৰ, বেহা-বেপাৰ আছে—নানা শ্রেণীৰ খিলঞ্জীয়া মানুহ আছে,—ইয়াৰ মাটি ফুটি ওলোৱা নানা ভাষা আৰু ভাষী আছে,—সকলোৰে ওতপ্রোত সম্মিলনত ৰূপায়িত হৈ উঠা উমৈহতীয়া অসমীয়া ভাষা সাহিত্য-সংস্কৃতি আছে,—নানা ঔষধ আছে,—সোণ, ৰূপ-লো-তেল-চুণ-কয়লা আদিৰ খনিবোৰ আছে,—নানা ধৰ্ম্ম আৰু মতবাদৰ সমন্বয় আছে,—দর্শন, জ্যোতিষ, জ্ঞান-বিজ্ঞান, স্থপতিবিদ্যা, শ্রমশিল্প, সুকুমাৰ কলা, বোৱন-কাটন আছে—কবিতা-সঙ্গীত-নৃত্য-চিত্রকলা আছে—আশা আছে, আকাঙ্ক্ষা আছে, কল্পনা-পৰিকল্পনা আছে। সম শেহত, দেখিলে ভোক-পিয়াহ টুটি যোৱা নোদোকা তেজাল ডেকা-গাভৰুৰ দল আছে। অসমীয়া জাতীয়তাক সুঠাম-সুন্দৰকৈ জীৱন্ত কৰি তুলিবলৈকে ইয়াতকৈ কি উপাদান তোমালোকক লাগে?

আমাৰ জাতীয় চেতনাযুক্ত ডেকাশক্তিৰ প্রাখৰ্য্যৰ স্পৰ্শত এই সম্পদবিলাক যেতিয়া ঠন ধৰি উঠিব, তেতিয়া অসমীয়াৰ জাতীয় জীৱনটো ভাৰতীয় মহাজাতীয় জীৱনত এটা শোভনীয় সম্পদ হৈ দেখা দিব;—নহলে, সি ভাৰতৰ মহাজাতীয় আৰু আন্তর্জাতিক মহামানৱীয় জীৱন-যজ্ঞত একো আহুতি যোগাব নোৱাৰিব।

*জয়সাগৰ, শিৱসাগৰ, গৌৰীসাগৰ আদি বিপুল মানৱীয় শক্তিৰ নিদর্শন।

প্রঃ—বাৰু, আপুনি যে জাতীয় স্বাধীনতাৰ কথাটো ইমানকৈ কয়, সেই সম্বন্ধে আপোনাৰ ধাৰণা কি? ভাৰতৰ পূর্ণ-স্বাধীনতাৰ ৰূপ সম্বন্ধে মহাত্মা গান্ধী, নেহৰু আদিয়ে ব্যাখ্যা দিছে। আপুনিও ভাৰতৰ পূর্ণ-স্বাধীনতাৰ লগতে অসমৰো পূর্ণ-স্বাধীনতাৰ কথা কয়,—অথচ যি কংগ্রেছ অনুষ্ঠানৰ পৰা ওলোৱা ভাৰত-মহাজাতীয় স্বাধীনতাৰ অনু-প্রেৰণাৰে আপুনি অসমৰ জাতীয়-স্বাধীনতাৰ কথা কয়, সেই কংগ্রেছ অনুষ্ঠানকো দেখোন আপুনি মাজে সময়ে কঠোৰ-তিক্তভাৱে সমালোচনা কৰে। তেনেহলে আপোনাৰ মতে ভাৰতৰ মহাজাতীয় স্বাধীনতাৰ পৰা আপোনাৰ অসমৰ জাতীয় স্বাধীনতাৰ ধাৰণটো বেলেগনেকি? এইটো পৰস্পৰ বিৰোধী কথা নহয়নে? আমি একো বুজা নাই।

উঃ—ভাৰতৰ মহাজাতীয় স্বাধীনতা আৰু অসমৰ জাতীয় স্বাধীনতা সম্বন্ধে মোৰ ধাৰণা নুবুজিবৰ একো কাৰণ নাই। এই সম্বন্ধে বহু ঠাইত মই এই একে কথাকে নানাভাৱে কৈছোঁ। তথাপি যে ভাৰতৰ আৰু অসমৰ স্বাধীনতা সম্বন্ধে মোৰ ধাৰণা তোমালোকে বুজিব পৰা নাই বুলি কৈছা, সেইটোৱে মোৰ লিখা আৰু কোৱা কথাবিলাকলৈ তোমালোকৰ মন উদাসীন থকাটোকেই বুজাইছে। ভাৰতৰ মহাজাতীয়-স্বাধীনতা আৰু অসমৰ জাতীয়-স্বাধীনতাৰ পাৰস্পৰিক একো বিৰোধ নাই। তোমালোকে যদি এই সম্বন্ধে মোৰ ধাৰণা বুজিবলৈকে ইমান আগ্রহ কৰিছা, তেন্তে মোৰ লিখা-

বিলাক আৰু মোৰ কোৱা কথাবিলাক মন দি পঢ়িবা, শুনিবা। কিন্তু মোৰ লিখা কথা, আৰু কাৰ্য্যবিলাকলৈ অৱজ্ঞা কৰি উদাসীন থাকি, মাত্র মোক সমালোচনা আৰু অভিযুক্ত কৰিবৰ সময়ত গা-টঙাই উঠিলেতো মোক বুজি নাপাবা। কিন্তু বিষয়ক চিন্তা কৰাৰ সময়ত কেন্দ্রচ্যুৎ নহ'বা, অৰ্থাৎ ভাৰত মহাদেশখন আৰু ভাৰতীয় মহাজাতিটো কেবাখনো দেশৰ আৰু কেবাটাও জাতিৰ সমষ্টি— এই সত্যটোৰ পৰা পিছলি নপৰাকৈ বিষয়টো চিন্তা কৰিবা, তেতিয়া এই বিষয়ত মোৰ ধাৰণাটো সহজতে বুজি পাবা।

প্রঃ—বাৰু কওকচোন, ভাৰত মহাজাতীয়-স্বাধীনতা আৰু অসম-জাতীয়-স্বাধীনতা, দুয়োটাৰ লগত সামঞ্জস্য ৰাখি এই সম্বন্ধে আপোনাৰ স্পষ্ট ধাৰণা কি?

উঃ—একেবাৰে চুটি একাষাৰেৰেই ইয়াৰ সহজ উত্তৰ দিব পাৰি। এই কথাকে আগতে কেবাবাৰো মই নানান ভঙ্গীৰে কৈ আহিছো। ব্যষ্টি-বৈচিত্র্যৰ পূৰ্ণবিকাশ আৰু পাৰস্পৰিক সমন্বয়তেই সমষ্টিগত বিকাশৰ মৰ্য্যাদা ৰক্ষা পৰে। এই সমন্বয়ৰ সাফল্য-তেই অনন্তগামী সৃষ্টি-বৈচিত্র্যৰ পৰিকল্পনাৰ চয়নাদেও আত্মতুষ্টি পায়। ব্যষ্টি আৰু সমষ্টিৰ পৰিপূৰ্ণতা লাভ কৰা প্রণালী মূলতঃ একেটা। মহামানৱীয়তা, ভাৰতীয় মহাজাতীয়তা আৰু তাৰ অচ্ছেদ্য অঙ্গ অসমীয়া-জাতীয়তাই পৰস্পৰ সামন্বয়িক পূৰ্ণতা লাভ কৰা নিৰ্ব্বিৰোধ প্রণালীও একেটা— একো বিভিন্নতা নাই—মাত্র প্রত্যেকেই মহা-মানৱীয়তালৈ অগ্রসৰ হোৱা কেন্দ্রীয় লক্ষ্য এৰি পিছলি পৰা দোষত দুষ্ট হৈ নুঠিলেই হ'ল। কেন্দ্রচ্যুতিৰ দোষনীয় ঘটনাতহে বিৰোধৰ হাই-উৰুমিয়ে দেখা দিয়ে,—কেন্দ্রীয় খোপনি স্থিৰ থাকিলে সেই দোষ নঘটে। যেতিয়া দেশৰ প্রত্যেক-জনেই তাৰ শাৰীৰিক আৰু মানসিক সত্তাৰ সৰ্ব্বাঙ্গ পৰিপুষ্টি আৰু পৰিৱেশনৰ বাবে প্রয়োজনীয় খাদ্য, বাসগৃহ, শিক্ষা, চিকিৎসা, যাতায়াত আৰু আন যাৱতীয় ব্যৱহাৰ্য্য বস্তুৰ একো অভাৱ বোধ নকৰিব, —দেশৰ প্রত্যেকজন নৰ-নাৰীয়ে কেন্দ্ৰৰদ্ধ আশা-আকাঙ্ক্ষাৰ তৃপ্তি সাধন কৰাত কাৰো লগত কাবো কোনোদৰৰ সংঘৰ্ষ নলগোৱাকৈ পাৰস্পৰিক সহযোগ-সহানুভূতিৰে নিজ নিজ বিকাশৰ পথত স্বাধীনচিতীয়া খোজ লৈ আত্মস্থিত বিৰাটত্বক মুকলি কৰাত একো বাধা-নিষেধৰ আঘাত নাপাব,— যেতিয়া এইফালৰ পৰা সুস্থ নিৰ্ঘুণ আৰু উচিত বিবেচনাৰে দেশৰ সমাজ শাসনৰ আৰু জন-সমষ্টি নিয়ন্ত্ৰণৰ নিৰ্বিঘ্ন বিধি-ব্যৱস্থা গঠিত হৈ প্রত্যেকজন নৰ-নাৰীকেই নিজ নিজ বিবেক-বুদ্ধিৰ সুশৃঙ্খলিত স্বাধীনতাৰে চলি যোৱাৰ আনন্দ দিব,—সেয়ে হৈছে মোৰ স্বাধীনতা সম্বন্ধীয় ধাৰণা আৰু লক্ষ্য। এই বিষয়ত, মহামানৱীয়তা, ভাৰতীয়ৰ মহাজাতীয়তা আৰু অসমীয়াৰ জাতীয়তাৰ কোনো প্রকাৰৰ বিৰোধ নাই।

## ভৱিষ্যৎ-ৰাষ্ট্ৰ বা মানৱ-তন্ত্ৰ

(ইং ১৯২০ চনৰ ২য় বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

স্বৰাজ্য বা স্বাতন্ত্ৰ্যৰ আচল অধিকাৰটোৱে ভিতৰে-বাহিৰে সমানে সক্রিয় হৈ ধীৰ, স্থিৰ, শৃঙ্খলিতভাৱে যেতিয়া মানৱতাক বিশ্ব-মানৱতাৰ সঙ্গমলৈকে পথ দেখুৱাই লৈ যায়, তেতিয়াই তাৰ

সঁচা অৰ্থটো মানুহৰ ওচৰত গৌৰৱৰ ছাব-মোহৰ পৰি ধন্য হয়। এই স্বৰাজ বা স্বাতন্ত্ৰ্যৰ ঠিক উচিত ব্যৱহাৰটো মানুহে জানে, আৰু মানুহৰ ওচৰত ই তপত সমাদৰ পায় বুলিয়েই ইয়াক মানৱতন্ত্ৰ বুলিও কব পাৰি। মনুষ্যত্বৰ বিৰাটত্বক কেন্দ্ৰ কৰি তাৰ সৰ্ব্বাৱয়ৱস্থিতি ৰক্ষা কৰাটোৱেই মানৱতন্ত্ৰৰ ঘাই কথা। ই মানুহক সকলো প্ৰকাৰৰ বিৰোধৰ জটিলতা ভাঙি সৰল কৰি লৈ সকলোৱে সমভূমিৰ ওপৰেদি একাত্মানুভূতিৰ নিৰ্ব্বিৰোধ সোঁত চলাই লৈ যাবলৈকে প্ৰস্তুত কৰি তোলে। মানৱতন্ত্ৰৰ কাৰ্য্যকাৰিতাৰ মূল্য যেতিয়া মনুষ্যত্বৰ বজাৰত এই-ফালৰ পৰা উচিত অঙ্কেৰে নিৰ্দ্ধাৰিত হয়, তেতিয়াহে ধৰ্ম্ম, দৰ্শন-বিজ্ঞান, সাহিত্য-সংস্কৃতি, ৰাজনীতি-অৰ্থনীতি, শিল্প-কলা, সমাজনীতি, বেহা-বেপাৰ আদি মানুহৰ জীৱনৰ উহ নিজৰি ওলোৱা সম্পদ-বিলাকৰ প্ৰাচুৰ্য্যই সাৰ্থকতা পায়। এই মানৱতন্ত্ৰ নামেৰে বস্তুটো মনুষ্যত্ব উন্মেষক মানৱ মাত্ৰকৰে সাধাৰণ বিধান। যেয়ে মানৱত্বৰ দাবী তুলি ধৰে ই তাৰেই আয়ত্তলৈ আহে, আৰু মনুষত্ব-লাভ প্ৰয়াসী মানৱ মাত্ৰেই এই বিধান গ্ৰহণ কৰিবলৈকে বাধ্য; নহলে, মানৱত্বৰ দাবীটো তেওঁৰ উকা হৈ উৰি যায়। কিন্তু এই মানৱতন্ত্ৰক, মনুষ্যত্বৰ ক্ষীণ দোহাই দি স্বাৰ্থপৰতাৰ স্বয়ম্ভু অভিমানী জেওৰাখনৰ ভিতৰতে লুন্দি-খুন্দি যেতিয়া সম্পূৰ্ণতা দিবলৈকে চেষ্টা কৰা হয়, তেতিয়াই মানৱতন্ত্ৰৰ ৰক্তপাত হৈ চেহেৰাখন শেঁতা পৰে, আৰু মানৱত্বৰ নিখুঁত ৰূপৰ পোহৰৰ পৰা মানুহ বঞ্চিত হয়।

আজি পৃথিৱীৰ সৰু-ডাঙৰ প্ৰত্যেকটো জাতিয়েই স্বতন্ত্ৰভাৱে নিজ নিজ দেশাত্মবোধ জগাই তুলিছে, আৰু তাৰ তীব্ৰতাৰে প্ৰত্যেকে আনসকলৰ পৰা, হয়, সংযোগছিন্ন হৈ, নাইবা সহযোগ ভাঙি-তুলি লৈ বাঢ়ি উঠিবলৈকে উপায় পাঙি আগ বাঢ়ি গৈছে। সেইবাবেই, এই মহাযুদ্ধৰ যোগেদি গোটেইখন ইউৰোপকে প্ৰচণ্ড ৰক্তপাতৰ লোল-শিখাই চেলেকি নি বিশ্ব-শ্ৰৱণ বধিৰকাৰী অকথনীয় বিভচ আৰ্ত্তনাদ তুলিছে; আৰু এই কাৰণেই, জাপান আৰু আমেৰিকাৰ গতিক দেখি নানা প্ৰসঙ্গত নানাজনে মত প্ৰকাশ কৰিছে, যে ইউৰোপৰ এই ৰক্তপাতৰ পাছত মানৱ সমাজত ভৱিষ্যৎ যি ৰক্তপাত হ'ব, সেইটো হ'ব এচিয়াত, পূৱদেশত। অথচ, এই ব্যাপক ৰক্তপাতৰ মূল কাৰণটো ধ্বংস কৰিবলৈকে উচিত মতে কোনো-ফালৰ পৰা কোনেও চেষ্টা কৰাৰ কথা চিন্তা নকৰে এই কাৰণে, যে দেশাত্মবোধৰ এই অসংলগ্ন চুটি হিচাপটোকেই মানুহৰ জীৱন-সমস্যা সমাধানৰ ঘাই সূত্ৰ বুলি ধৰি লৈ মানুহে চলি আছে। গতিকে জাপান বা আমেৰিকা যেয়েই ৰক্ত-ৰঞ্জিত সোঁতত উটি নাযাওক, তাত কাৰো একো স্বাৰ্থ নাই। বিৰাট মানৱীয় চিন্তাধাৰাৰ আঁত হেৰুৱা বিভ্ৰান্ত দেশাত্মবোধৰ ক্ষুদ্ৰ উপলব্ধিটো পৰিতৃপ্ত হলেই হ'ল।

কিন্তু দেশাত্মবোধৰ এই ক্ষীণ বুজটো মহামানৱত্ব প্ৰস্ফুৰণৰ শেষ হিচাপৰ পক্ষে কল্যাণকৰ যেন নেদেখিলেও, সেই হিচাপত উঠিবলৈকে সাময়িকভাৱে ইয়াৰো প্ৰয়োজন আছে। জাতীয়তাবোধৰ এই অঙ্গহীন ক্ষুদ্ৰ সূত্ৰটো অৱলম্বন কৰি যোঁপাই উঠা উন্মাদিত কোনো জাতি এটাৰ হেঁচা পাই বৈশিষ্ট্য-সম্পন্ন দুৰ্ব্বলতৰ জাতিৰ ভিতৰত এই প্ৰয়োজনটো জাগি উঠে। কিন্তু সেই প্ৰয়োজনৰ আচল গতিটো মহামানৱৰ পৰম্পৰা সংযোগ ছিন্ন কৰাটো নহৈ,

তাৰ সংযোগ ৰক্ষা কৰি চলা মানৱাভিযানত হাৰ্দিক সহযোগ কৰাটোতহে সফলতাই পক ধৰে। কিন্তু যেতিয়া সেই অঙ্গহীন প্ৰয়োজনটোক অঙ্গহীনভাৱেই সাফল্য দি, তাকেই পূৰ্ণতা প্ৰাপ্তিৰ আনন্দ বুদ্ধি গ্ৰহণ কৰা হয়, তেতিয়া পুনৰ সেই দেশাত্মবোধৰ ক্ষুদ্ৰতায়েই আনবিলাকৰ শঙ্কাৰ কাৰণ আৰু মহামানৱীয়তাৰ শত্ৰু হৈ পৰে। তেতিয়া ই ৰক্তপাত, জিঘাংসা, প্ৰতিহিংসা, উপদ্ৰৱ আদিৰ ভীষণতাৰে পৰিচালিত হৈ মহামানৱীয় ঐশ্বৰ্য্য নষ্ট কৰে।

ভাৰততো দেশাত্মবোধ জাগি উঠিছে। কিন্তু, ভাৰতৰ এই দেশাত্মবোধটো অঙ্গহীন হৈ তাত সিদ্ধি লাভ কৰা প্ৰণালীটো মানৱসমষ্টিৰ সংযোগ ছিন্ন কৰা অভিপ্ৰায়ৰ পৰা উদ্ভূত হোৱা নাই। ই প্ৰথমৰ পৰাই মানৱ-মৈত্ৰীৰ অমোঘ মন্ত্ৰ উচ্চাৰণ কৰিয়েই গতি লৈছে আৰু বিশ্ব-মৈত্ৰীতেই ই পৰিণতি পাব। সেইকাৰণেই, ভাৰতৰ দেশাত্মবোধক জাতীয় আন্দোলনটো শান্তিপূৰ্ণ ( Non-violent ); সেইকাৰণেই ৰক্তপাত, হিংসা, ঘৃণা আদি মানৱ-মৈত্ৰীৰ বিৰুদ্ধ ভাৱবিলাক ইয়াত নাই ;— আৰু সেইকাৰণেই, বিশ্ব-মানৱৰ পক্ষেও ই বৈধ ( Legitimate ), আৰু মহামানৱতন্ত্ৰৰো এইটো ঘাই নীতি।

মহামানৱতন্ত্ৰৰ এই-নীতিৰ একনিষ্ঠ আমোলৰ স্থিতিটো হৈছে আধ্যাত্মিকতাৰ অমল ভূমিত। ত্যাগৰ ভিতৰেদিয়েই ই পৰিপক পৰিণতি লাভ কৰে। আধ্যাত্মিকতাৰ নিৰাপদ ভিত্তিক বাদ দিয়া ভোগ-সৰ্ব্বস্ব সভ্যতাৰ শাসনত পৰি মানৱ-সমাজ আজি যি অৱস্থাত উপস্থিত হৈছেহি, সেইটো অতীতৰ বুৰঞ্জীয়েও ৰিঙিয়াই কৈ আছে,—আমিও আজি প্ৰত্যক্ষ দেখিছো,—আৰু পাছত আমাৰ ভৱিষ্যৎ বংশধৰসকলেও দেখা পাব। মহামানৱীয়তাৰ সামাজিক মঙ্গল সাধন কৰাটোৱে মানৱ-জীৱনৰ ঘাই উদ্দেশ্য। ভৱিষ্যৎ মানৱতন্ত্ৰ বা মানৱীয়ৰাজ্য এই সক্ৰিয় আধ্যাত্মিকতাৰ ওপৰত প্ৰতিষ্ঠিত হৈ জীৱন্ত ত্যাগৰূপে বিকাশ লাভ নকৰিলে মানৱ-জীৱনৰ এই উদ্দেশ্য ব্যৰ্থতাত হেৰাই যাব। তেনেহলেই, জগতখন মোৰ নিমিত্তে হোৱাটো শেষ সিদ্ধান্ত নহৈ, মই জগতৰ কাৰণে হোৱাটোৱে আচল হ'ব ;—আৰু সেইকাৰণেই, নিজ-স্বাৰ্থৰ পৰিৱেষ্টনৰ বাহিৰলৈ উলিয়াই নি মোৰ সহানুভূতি, সমপ্ৰাণতা আৰু সমপ্ৰীতি বিস্তাৰ কৰি হৈ যাবলৈকে প্ৰশস্ত বাট মুকলি হোৱাত, সকলোৰে ভিতৰত একপ্ৰাণতাৰ উদাৰতা সোমাই পাৰস্পৰিক হিংসা-ঘৃণা-বিৰোধৰ সঁচ-গুটি নাইকিয়া কৰি পেলাব। এই নীতিৰ মূলসূত্ৰ ধৰিয়েই পৃথিৱীত ভৱিষ্যৎ মানৱতন্ত্ৰ গঢ় লৈ উঠিব লাগিব। তেহে মানৱ-জগতত শান্তি-শৃঙ্খলাই নিজ ৰূপেৰে আহি দেখা দিব।

ভাৰতবৰ্ষ আধ্যাত্মিতাৰ লীলাভূমি। জীৱন-সমস্যাৰ সকলো বিভাগকেই ভাৰতবৰ্ষই সেই সুদূৰ অতীতৰ পৰাই আধ্যাত্মিকতাক কেন্দ্ৰ কৰিয়েই বিচাৰ কৰি চলি আহিছে। ভাৰতীয়ৰ এইটো জাতিগত আৰু দেশগত গুণ। এই কাৰণেই, ভাৰতত বৰ্ত্তমান স্বৰাজ্য স্থাপনৰ যি আকাঙ্ক্ষা আৰু চেষ্টা ফোঁপাই উঠিছে, সেইটো আধ্যাত্মিক বা আত্মিক শক্তিক ভিত্তি কৰি লৈ,—আৰু সেই কাৰণেই ইয়াক মহামানৱতন্ত্ৰ বা মানৱৰাজ্য, অৰ্থাৎ মানৱ-সমাজৰ সমগ্ৰতাক এক শাসনৰ ভিতৰুৱা কৰা শাসনতন্ত্ৰ স্থাপনৰ উদ্যোগ বুলিও কব পাৰি। ই ক্ষুদ্ৰতাৰ আক্ৰোশত চেপা খাই থকা মনুষ্যত্বক

মুকলি কৰি দি মানৱত্বৰ আভিজাত্যাভিমান উচ্ছলিত কৰি তোলাৰ আপুৰুগীয়া চেষ্টা। সেইবাবে, মনুষ্যত্ব প্ৰয়াসী মানুহ মাত্ৰেই ইয়াত যোগ দিছে ;—আৰু সেই কাৰণেই, মহামানৱতন্ত্ৰ বা মহামানৱৰাজ্য পৃথিৱীত স্থাপিত হ'ব বুলি বিশ্বাস কৰাটোও একো ভুলৰ কথা নহয়।

## ভৱিষ্যৎ মানৱ-তন্ত্ৰৰ আঁচনি

(১) যিজন এই মানৱতন্ত্ৰৰ পৰিচালক হ'ব, তেওঁক নিৰ্ব্বাচন কৰা হ'ব গণতান্ত্ৰিক নিয়মেৰে, তেওঁৰ মানৱধৰ্ম্ম-জ্ঞান, পূত-চৰিত্ৰ, সমদৰ্শিতা, উদাৰতা, সহৃদয়তা, নিৰপেক্ষতা, সততা আদি মানৱীয় গুণবিলাকৰ পৰিমাপ কৰি। যিজনে ব্যৱহাৰিক ক্ষেত্ৰত কৰ্ম্মোদ্যমেৰে বিচৰণ কৰিও আধ্যাত্মিকতাক কেন্দ্ৰ কৰি মানৱ-মৈত্ৰীৰ উদ্দেশ্যে শাসন-ভাৰ হাতত ল'ব, তেৱেঁই হ'ব এই মানৱতন্ত্ৰৰ সভাপতি আৰু তেনেলোকসকলেই হ'ব মানৱ-তান্ত্ৰিক মহাসভাৰ সম্মানিত ত্যাগী সদস্য।

(২) এই মহামানৱ-ৰাষ্ট্ৰৰ বিভাগীয় কৰ্ম্মচাৰী-সকল, যিসকলৰ হাতত বিচাৰ আৰু শাসনভাৰ থাকিব,—হ'ব ত্যাগী, ধৰ্ম্মপ্ৰাণ, চৰিত্ৰৱান আৰু সৎ। তেহে তেওঁলোকৰ নিৰপেক্ষ ন্যায় বিচাৰ আৰু উচিত শাসনৰ দ্বাৰা মানৱ-মন অনুপ্ৰাণিত কৰি মানৱ-সমাজত প্ৰকৃত শান্তি-শৃঙ্খলাৰ ৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা হ'ব।

(৩) এই মানৱ-ৰাষ্ট্ৰৰ এনে দায়িত্বশীল কৰ্ম্মচাৰী-সকলক নিয়োগ কৰা আৰু নিৰ্ব্বাচন কৰা নিয়মটো, বৰ্ত্তমানৰ জড়-সৰ্ব্বস্ব নীতিমতে নিৰ্দ্দিষ্ট পৰিমাণৰ ৰাজকৰ দিয়া সম্পত্তিবানসকলৰ ওপৰত নাথাকি, পবিত্ৰ-চৰিত্ৰ, সততাৰ উপাসক, ধৰ্ম্মপ্ৰাণ, ন্যায়-পৰায়ণ, ভগৱদ্বিশ্বাসী লোকৰ ওপৰত থাকিব।

(৪) কোনো লোকৰ গাই-গুটীয়াকৈ উপাৰ্জ্জন কৰা ধন-সম্পত্তি আৰু জ্ঞান-বিদ্যাবিলাক নিজৰ ভোগৰ বাবে নহৈ হ'ব সকলোৰে নিমিত্তে। তেহে নহলে, সমপ্ৰাণতাৰ সাম্যভূমিখন সবল নাথাকিব।

(৫) বৰ্ত্তমান শাসনযন্ত্ৰৰ আইন-প্ৰণালীত সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটিব লাগিব। বৰ্ত্তমান শাসন আইনৰ যি ধাৰা ( section ) বিভাগ, সি মানুহৰ আত্ম-বিকাশৰ দুৰ্ম্মূল্য উদ্যমশীল গতিটোক চাৰিও-ফালৰ পৰা চেপি খোৰা কৰি থৈ দিছে। ধাৰাৰ বাহিৰে মানুহে স্বাধীনভাৱে কথা এটা কবৰ বা কাম এটা কৰিবৰ উপায় নাই। কোনো এটা কথা কোৱা মাত্ৰেই, নাইবা কোনো কাম এটা আৰম্ভ কৰা মাত্ৰেই, এটা নে এটা আইনৰ ধাৰাৰ কোব মানুহজনৰ মূৰত পৰিল, আৰু সেই আঘাততেই মানুহজনৰ আত্মিক বিকাশত বাধাও ঘটিল। অৱশ্যে, ইচ্ছা কৰিলে সকলো কথাকে আৰু সকলো কামকে আইনৰ ধাৰাত নেপেলাবও পাৰি। কিন্তু ইচ্ছা কৰিলে পেলোৱাটোত বাধা নাই। যেনে :— কোনো লোক এজনে কোনো উদ্দেশ্যবিহীন নিৰ্ব্বিকাৰ ভাৱেৰেই কেৱাহিকৈ কোনো এজন মানুহৰফালে চকু মেলি চালে,—তেতিয়া, ইচ্ছা কৰিলে সেই লোকজনে তেওঁৰফালে অসম্মানী দৃষ্টি নিক্ষেপ কৰা বুলি তেওঁক আইনৰ ধাৰা এটাত সহজতে পেলাই লব পাৰে। নাইবা কোনো এজনে কিছু ভাওৰ মাতেৰে কোনো এজনৰ ফালে চাই কিবা একাষাৰ ক'লে,—তেতিয়া তেওঁ ইচ্ছা কৰিলে তেওঁৰ প্ৰতি ৰোষপূৰ্ণ কটূক্তি কৰা বুলি কওঁতাজনৰ গাত তৎক্ষণাৎ আইনৰ ধাৰাৰ তীক্ষ্ণ শেল এডাল বিন্ধি দিব পাৰে। নাইবা, কোনো এজন

লোকে সবলভাৱেৰেই আন কোনো লোক এজনৰ ঘৰৰ পদূলিত গৈ থিয় হ'ল,—তেতিয়া ইচ্ছা কৰিলে, তেওঁক চুৰ কৰিবলৈ বা গিৰিহঁতক গালি পাৰিবলৈ গৈছিল বুলি এটা আইনৰ ধাৰাত পেলাই লোৱাটোও একো টান নহয়,—যেহেতু, এই ধাৰাবোৰৰ মাহাত্ম্য লৈয়েই হিংসা-জিঘাংসাক অৱলম্বন কৰি এটা বীভচ্ছ ব্যৱসায় প্ৰচণ্ডভাৱে চলি আছে।

বৰ্ত্তমান আইনৰ ধাৰা-বৈচিত্ৰ্যটো মানুহৰ মস্ত এটা কলঙ্কৰ চিন। এই বিচিত্ৰ ৰহস্যময় ধাৰাবিলাকৰ পৰাই বুজিব পাৰি মানৱ সমাজৰ বৰ্ত্তমান মানসিক অৱস্থাটো কিমান কদৰ্য্য, কলুষিত আৰু দোষপূৰ্ণ। অৱশ্যে, এই ৰহস্যময় বিৰাট মানৱ-সমাজক শৃঙ্খলিতভাৱে পৰিচালনা কৰিবলৈকে শাসন-নীতিত আইনৰ বিবিধ ধাৰাৰ প্ৰয়োজন আছে। কিন্তু সেইটো মানৱ-মনৰ গ্লানিকৰ অৱস্থাটো শোধন কৰি পুত-চৰিত্ৰ মানৱৰ সংখ্যা বঢ়াই প্ৰত্যেককে নিজে নিজে শৃঙ্খলিত আৰু শান্তিপূৰ্ণ ভঙ্গীৰে চলিবলৈ প্ৰস্তুত কৰি তোলা দায়িত্বহে হ'ব লাগে। আইনৰ ধাৰা নামে বস্তুটো শোষণ-ব্যৱসায়ী এদলৰ ঘাই অৱলম্বন হোৱাত ই তেনে হোৱা নাই।

আইনৰ এই দুষিত সঙ্কেত দিয়া ধাৰাবিলাকৰ চেপাত পৰি মানৱ মন স্বভাৱতে বিদ্ৰোহী হৈ উঠে, বিদ্ৰোহী মনৰ পক্ষে সংযম, ধৈৰ্য্য, পবিত্ৰতা, উদাৰতা আদি সৎ সঙ্গতিবোৰৰ আশ্ৰয় ধৰি চৰিত্ৰ শোধনৰফালে যত্ন লোৱাতকৈ, প্ৰতিহিংসাৰ ভীষণতাৰে অধৈৰ্য্য, অসংযম, উশৃঙ্খলতা, কুটিলতা আদিৰ পোতত পৰি আৰু দহগুণ দুষ্ট হৈ উঠা কথাটোহে ঘাই হৈ পৰে। কাৰণ, বিদ্ৰোহী মনত প্ৰেম-প্ৰীতিৰ স্থিতিয়ে ঠাই নাপায়। মনত প্ৰেম-প্ৰীতিৰ প্ৰভাৱ নোহোৱা হলে, তাত হিংসা-জিঘাংসাৰ প্ৰতিশোধপৰায়ণ পিশাচে বাহ বান্ধে। তেনে মনৰ মানসিকতাই চৰিত্ৰ শোধনৰফালে ইচ্ছা নকৰে। তেতিয়া, মানৱ-সমাজত দোষ-কলুষৰ অবাধ লীলা-খেলা সদায় চলি থাকে, আৰু মানুহ কেতিয়াও মানৱীয় চৰিত্ৰত সম্যকভাৱে ভৰি ভঁৰাল হৈ উঠিব নোৱাৰে। এই কাৰণেই আজিও দেখা গৈছে, যিমানেই আইনৰ বিচিত্ৰ ধাৰা গঠিত হৈ শাস্তিৰ বিধান দিয়া হৈছে, সিমানেই বিচিত্ৰ দোষৰ সৃষ্টি হৈছে—সমাজৰ পৰা দোষৰ পৰিমাণ কমা নাই।

জীৱন্ত গতিৰ শৃঙ্খলতা ৰক্ষাৰ বাবে আইন লাগে। কিন্তু য'ৰ পৰা সেই আইনৰ উদ্ভৱ হলে মানৱ মাত্ৰেই তাক আন্তৰিকতাৰে গ্ৰহণ কৰিব পাৰে, আৰু সমপ্ৰাণতাৰ অনুভূতিৰে অনুপ্ৰাণিত হৈ সমাজক শান্তিৰ তীৰ্থ কৰি তুলিব পাৰে, সেই প্ৰেম আৰু মহাপ্ৰাণতাৰ লগত সম্পৰ্কহীন বৰ্ত্তমান আইনৰ ধাৰাবোৰ মহামানৱতন্ত্ৰৰ আইনৰ ধাৰা নহয়, ই মানৱ পশুত্ব বিচাৰৰ আইনৰ ধাৰা। গতিকে, ভৱিষ্যৎ মানৱ-ৰাষ্ট্ৰৰ শাসনতন্ত্ৰখন ইমান বিচিত্ৰ ধাৰা-সম্পন্ন নহ'ব। চিত্তশুদ্ধিৰ দ্বাৰা মানৱ-জগতৰ সুখ-দুখ, অভাৱ-অভিযোগ, ভাৱ-অনুভূতিৰ লগত নিজৰ হৃদয়গত সম্বন্ধ থাপি ললে, নীচ স্বাৰ্থমূলক ইমান বিচিত্ৰ দায়-দোষবোৰেই নো উলঙ্গ উচ্ছেদ ঘটিব কিয়? আৰু সেইবোৰৰ বিচাৰৰ নিমিত্তে ইমানবিলাক ধাৰাৰেই নো প্ৰয়োজন হ'ব কিয়? আৰু এই অসংখ্য ধাৰাবোৰ মুখস্থ ৰাখিবৰ নিমিত্তে আইন-ব্যৱসায়ী বিশেষ শ্ৰেণী এটাৰেই বা সৃষ্টি হ'ব কিয়? বিৰাট

মানৱ-সমষ্টিক এই বিষয়ত সম্পূর্ণ অজ্ঞ ৰাখি আইনৰ অধিকাৰটো মুষ্টিমেয় বিশেষ ব্যৱসায়ী শ্ৰেণী এটাৰ ভিতৰত আৱদ্ধ থাকিবলৈ দিয়া বাবে, সি মানৱ প্ৰগতিৰ পৰিবৰ্ত্তে অধোগতিকাৰক বস্তু এটা হৈ পৰিছে। এই দোষৰ পৰা আইন যাতে মুক্ত হয়, সেই উদ্দেশ্যে, ভৱিষ্যৎ মানৱতন্ত্ৰৰ আইন কেৱল একেখন হ'ব,—আৰু সেইখন আইন হ'ব মানৱীয় ধৰ্ম্মজ্ঞানৰ দ্বাৰা, প্ৰেমৰ দ্বাৰা, সহৃদয়তাৰ দ্বাৰা সকলো মানৱৰ লগত স্বাৰ্থ-লিপ্ত থাকি মনুষ্যত্বৰ প্ৰকৃত ৰূপটো সমাজত সমুজ্জ্বল কৰি তোলা। তেনেহলেই মানৱ-চৰিত্ৰত স্বৰ্গীয় আভা ফুটি ওলাব, সমাজত ইমানবিলাক হাই-হাহাকাৰ, মালী-মোকৰ্দ্দমাৰ উদ্ভৱ নহ'ব, আৰু সমাজত বিশ্ব-মানৱীয় শান্তি বিৰাজ কৰিব।

(৬) বৰ্ত্তমানৰ বিচাৰালয়বোৰ ঘাইকৈ ক্ষণভঙ্গুৰ বাস্তৱ-সভ্যতাৰ খেৰ-কুটা, ৰুৱা-কামিৰ মাল-মছলাৰেই সাজি তোলা বাবে, তাত ন্যায়ধৰ্ম্মৰ স্থায়ী বিচাৰ-ফলও আশা কৰা টান। কাৰণ, ইয়াত বুদ্ধিৰ উৎকট আস্ফালনেই প্ৰবল,—হৃদয়ৰ ঠাই নাই। যেয়ে যিমান বুদ্ধি খটাই কুট-তৰ্কৰ জালেৰে দোষীক নিৰ্দ্দোষীৰ ধাৰাত মেৰ খুৱাই লব পাৰিব, সেয়ে ঘাটিব বা জিতিব। আজিৰ আদালতৰ বিচাৰত ধৰ্ম্মভাৱৰ এনে সৰলতা নাই, যাৰ প্ৰেৰণা পাই দোষীয়ে স্বকৃত দোষ স্বীকাৰ কৰি স্বইচ্ছাৰে শাস্তি বা প্ৰায়শ্চিত্ত বা পৰিণাম বৰণ কৰি লব, আৰু নিৰ্দ্দোষীয়ে নিৰ্বিবাদে খালাচ পাব। অনীতি আৰু অধৰ্ম্মৰ প্ৰসাৰ আৰু গতি তীব্ৰ। সেইকাৰণে, কুটিলতাপূৰ্ণ এই ব্যৱসায়টোৱেও বিচাৰ-ক্ষেত্ৰত বিশেষভাৱে প্ৰতিপত্তি পাইছে। প্ৰাণহীন জড়-সৰ্ব্বস্ব সভ্যতাৰ বিচাৰ-পদ্ধতিক মূলমন্ত্ৰ কৰি লৈ, অধ্যাত্মিকতাৰ নিৰ্ব্বিকাৰ প্ৰভাৱৰ পৰা নিলগত থাকি, ত্যাগৰ মৰ্য্যাদা শূন্য কৰি, ভোগৰ বিকাৰী পৰিৱেষ্টনত বহি বিচাৰদণ্ড হাতত লোৱাৰ বাবেই বৰ্ত্তমানৰ বেছিভাগ বিচাৰেই ইমান ভুলভৰা, অনিশ্চিত। সেইকাৰণেই সৰু, মাজু, বৰ আদি বিচাৰালয়বোৰ সৃষ্টি কৰি যদিও নানা-ভাৱে সত্যাসত্য ছেকি-বাছি উলিওৱাৰ চেষ্টা হৈ আছে, তথাপি তাত কিমান ভ্ৰম, কিমান প্ৰমাদ, কিমান কিমান অন্যায় থাকি যায়—প্ৰকৃত সত্যাসত্য ওলাই নপৰে,—বহু সময়ত নিৰ্দ্দোষীয়ে শাস্তি ভোগে আৰু দোষীয়ে ৰেহাই পায়।

সেইকাৰণে, ভৱিষ্যৎ মানৱ-ৰাষ্ট্ৰৰ সুবিচাৰ দিয়াৰ নামত আইন বোলা বস্তুটোক লৈ ব্যৱসায় চলোৱা ৰীতি উঠি যাব, আৰু আইনজ্ঞসকল তাৰ মূলসূত্ৰ আৰু তত্ত্ববিলাক লোক সমাজত বুজাই দিয়া প্ৰচাৰক হ'ব,—যাতে জন সাধাৰণ তেওঁলোকৰ প্ৰচাৰত শান্তি-শৃঙ্খলা ৰক্ষা বিষয়ত সচেতন হৈ পবিত্ৰতালৈ মন মেলি দুষ্ট প্ৰবৃত্তি সম্ভূত দোষবিলাক সমাজত নঘটাবলৈকে অনুপ্ৰাণিত হয়। ভৱিষ্যৎ মানৱ-তন্ত্ৰৰ বিচাৰকসকলেও আধ্যাত্মিকতাবাদী, ত্যাগপন্থী হৈ আত্মস্থ ধৰ্ম্ম-জ্ঞানৰ সম্মতিসূচক আদেশ পালিহে বিচাৰত বহিব।

এই ত্যাগধৰ্ম্মী প্ৰচাৰক আৰু বিচাৰক-সকলে সমাজৰ নিমিত্তে সেৱাৰ কাম কৰি যি পাৰিশ্ৰমিক বা মূল্য পাব, তাৰ পৰিমাণ এনেভাৱে নিৰ্দ্দিষ্ট হ'ব, যাতে ধনৰ বলত তেওঁৰ ওচৰত ভোগে লাই নাপায়, আৰু ত্যাগৰ পথেৰেই যাতে পৰিয়াল-বৰ্গৰ সৈতে স্বচ্ছন্দ-জীৱিকা নিৰ্ব্বাহ কৰি নিশ্চিন্ততাৰে চলি যাব পাৰে।

তেতিয়া, এই কৰ্ম্মচাৰীসকলৰ নানা ভোগ-বিলাসৰ খৰ-খৰু চৰিতাৰ্থে কৰিবলৈকে মাথোন অৰ্থ-সংগ্ৰহত ব্যস্ত থকা বৰ্ত্তমান শাসনতন্ত্ৰৰ নানাবিধ কৰ-কাটলৰ পৰা উৎপীড়িত মানৱসমাজ ৰক্ষা পৰিব। আৰু বৰ্ত্তমান ভোগ-সৰ্ব্বস্ব সভ্যতাৰ তাড়না খাই বিলাস-লিপ্ত কৃত্রিম জীৱন পোহপালৰ নিমিত্তে অৰ্থোপাৰ্জ্জনৰ সৎ-অসৎ পথ অৱলম্বন কৰি হাৱাশ্ৰান্তি খাই মৰা মানৱ-সমাজ শান্তিপূৰ্ণ আৰু ধৈৰ্য্যসম্পন্ন হ'ব।

(৭) ব্যৱসায়ৰ কাৰণে ব্যৱসায় কৰা নীতিটো উঠি গৈ ত্যাগৰকালৰ পৰা সৰল-উচ্চ জীৱিকাদৰ্শ ৰক্ষা কৰা আৰু সেইমতে আনবিলাকৰো পৰিমিত প্ৰয়োজন পূৰণ কৰাটোৱেই হ'ব ব্যৱসায়ৰ উদ্দেশ্য। কাৰণ, ব্যৱসায়ৰ কাৰণেই পৰিচালনা কৰা ব্যৱসায়ীৰ বুদ্ধিৰ ওচৰত হাৰ্দ্দিক সৰলতাই বিদায় মাগে, হৃদয় কঠিন কৰে, অন্তৰৰ মহৎ ভাৱ-বিলাকৰ বাঢ়নি শক্তিক বেঁকা কৰি পেলাই থৈ দি মানুহক ঘোৰ স্বাৰ্থপৰ প্ৰতিদ্বন্দ্বী আৰু হিংসাপৰায়ণ কৰে। ফলত আনৰ সৈতে তাৰ সমপ্ৰাণতা, সহানুভূতি আৰু অনুভৱতা চলাচল কৰা সুঁতিটোৰ মুখত আৱৰ্জ্জনা জমি হৃদয়-বিভাতী প্ৰেমৰ পথ ৰুদ্ধ হয়। এইকাৰণেই, আজি স্বৰাজ লাভৰ অন্দোলনৰ দিনত ভাৰত-প্ৰাণ মহাত্মা গান্ধী আৰু কংগ্ৰেছ মহাসভাৰ ইমান চেষ্টা আৰু অনুৰোধৰ স্থলতো বিদেশী-বৰ্জ্জনত ব্যৱসায়-বুদ্ধিগ্ৰস্ত ভাৰতীয় ব্যৱসায়ী সম্প্ৰদায়ে নিজ স্বাৰ্থ এৰি সম্পূৰ্ণকৈ সহযোগ দিব পৰা নাই। এই কাৰণৰ বাবেই, ভৱিষ্যৎ মানৱ-ৰাষ্ট্ৰত টকা ধাৰ দি সুদ খোৱা ৰীতি উঠি যাব। কাৰণ, সুদ খোৱা ৰীতিয়ে লোকক হৃদয়হীন কৰ্কশ এলেহুৱা, ভোগী, স্বাৰ্থপৰ আৰু সমবেদনানুভূতি-শূন্য কৰে।

ভৱিষ্যৎ যি মানৱ-ৰাষ্ট্ৰ ধৰ্ম্ম, আধ্যাত্মিকতা আৰু পবিত্ৰতাৰ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত হ'ব, বৰ্ত্তমান ভাৰতৰ স্বৰাজ লাভৰ চেষ্টাটোৱেই তাৰ সূচনা। গতিকে, এই মহামানৱতন্ত্ৰৰ কেন্দ্ৰভূমি হ'ব ভাৰতবৰ্ষ। ভাৰতত এই চেষ্টাই সফলতা লাভ কৰিলেহে ই পৃথিৱীব্যাপী সাৰ্থকতাত ৰূপায়িত হৈ উঠিব।

আধ্যাত্মিকতাৰ উৰ্ব্বৰ ভূমি ভাৰতবৰ্ষত আত্মিক-বলেৰে বলিয়ান মনুষ্যত্বক কেন্দ্ৰ কৰি এই মানৱ-তন্ত্ৰৰ ঘাই স্তম্ভটো গঢ় দি তুলিব লাগিব। তেনেহলেই, জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো মানৱৰে ই অনুমোদিত আৰু অনুকূল হৈ উঠিব। আধ্যাত্মিকতাৰ অনুশীলনতেই মনুষ্যত্বৰ আচল ৰূপটোৱে সম্পূৰ্ণতা পাই মানৱ-জীৱন প্ৰস্ফুৰণৰ অমিত তৃপ্তি লাভ কৰে; আৰু এই মনুষ্যত্বৰ পৰশমণিৰেই পৰীক্ষিত হৈ মানৱৰ সোণ-পিতল আচল-নকল বাছি উলিয়াই শ্ৰেণী-বিভাগ কৰা হয়।

কোনোৱে তৰ্কৰেখা টানিব পাৰে যে, মনুষ্যত্বৰ এই সংজ্ঞাটো সকলো মানুহৰ একেদৰৰ সত্য হৈ নুঠিবও পাৰে,—এখন দেশৰ, এটা জাতিৰ এক-ধৰ্ম্মী লোকে, আনখন দেশৰ আনটো জাতিৰ আন-ধৰ্ম্মী লোকৰ লগত মনুষ্যত্ব নিৰ্ণায়ক মানদণ্ড-ডাল সম্বন্ধে একমত নহবও পাৰে,--কিন্তু, তেনে তৰ্ক উঠিবৰ কোনো পথ নাই। যদি উঠে, তেন্তে সি নিজ সঙ্কীৰ্ণতাৰ চেপাত পৰি নিজে চেপেটা হৈ পৰি ৰব। দয়া, ক্ষমা, বিনয়, বীৰত্ব, নিৰ্ভীকতা, নিৰ্হিংসতা, প্ৰেম, প্ৰীতি, সততা,

পবিত্ৰতা, সাম্যতা সমমৈত্ৰী, নিঃস্বাৰ্থতা, সেৱা-পৰায়ণতা আদি সদ্‌গুণবিলাকেই মনুষ্যত্ব বিকাশৰ ঘাই সাকৰা ভূমি। এই সম্বন্ধে দেশ-জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্বিশেষে পৃথিৱীৰ চিন্তাশীল মনস্বী মাত্ৰেই একমত। কোনো দেশৰ কোনো জাতিৰ মানৱীয়তাৰ প্ৰচাৰ কৰোঁতা আৰু তাৰ ওপৰত অটল বিশ্বাস থাপি চলোঁতা কোনোজন পুৰুষেই আজিলৈকে এনে কথা কোৱা নাই, আৰু ভৱিষ্যত-লৈকেও কবৰ সম্ভৱনা নাই, যে সমাজৰ পৰা মনুষ্যত্বক সাং কৰি উলিয়াই দি মানৱধৰ্ম্মী বুলি মানৱ-মৰ্য্যাদা বঢ়াই তুলিবলৈকে মানুহে ঘৃণা, হিংসা স্বাৰ্থপৰতা ক্ৰোধ, বিৰোধ আদি মানৱ প্ৰগতি-ৰুদ্ধকাৰী উপাদানবোৰকে ঘাই অৱলম্বন বুলি সামৰি লব লাগিব।

অৱশ্যে, সাময়িক প্ৰয়োজন পৰিবেশনৰ নিমিত্তে, দেশ-কাল-পাত্ৰভেদে সামাজিক ৰীতি-নীতি আৰু দেশাচাৰ-লোকাচাৰৰ বিভিন্নতা থকাটো অস্বীকাৰ কৰা টান। কিন্তু, এইবোৰৰ বিভিন্নতা ঘাইকৈ ব্যাৱহাৰিক জগতৰ হাত-জোখা পৰিসৰৰ হিচাপ্‌টো পৰিপাটিকৈ ৰাখিবৰ নিমিত্তে উদ্ভাৱিত হোৱাৰ কাৰণেই যে আধ্যাত্মিকতাৰ নিৰ্ম্মল উদাৰ স্নিগ্ধতাৰ ভিতৰতো সি অবিসম্বাদী মুকলি প্ৰভাৱ চলাই মনুষ্যত্বৰ মৰ্ম্মভূমিত বিৰোধৰ দাগ কাটিবলৈকে অধিকাৰ পাই থাকিব, তাৰ একো অৰ্থ নাই। গতিকে, ভৱিষ্যতত আধ্যাত্মিকতাৰ অতুল্য বলেৰে বলিয়ান মনুষ্যত্বৰ দ্বাৰা মানৱতন্ত্ৰৰ যি বিধি-ব্যৱস্থা গঠিত হ'ব, তাক দেশ-জাতি-বৰ্ণ-শ্ৰেণী-নিৰ্বিশেষে মানুহ মাত্ৰেই আগ্ৰহেৰে গ্ৰহণ কৰাত আপত্তি উত্থাপন কৰিবলৈকে একো কাৰণ নাথাকিব।

এই ভৱিষ্যৎ মানৱতন্ত্ৰৰ ৰচনা কৰিব লাগিলে, যিবিলাক ব্যাৱহাৰিক কথাত বা কাৰ্য্যত পোনে পোনে পাশৱিক শক্তিৰ, পাশৱিক শাসনৰ বিভীষিকা আহি মনত স্থিতি হ'বৰ সম্ভাৱনা থাকে, তেনে ভাষিক বা কাৰ্য্যিক ব্যৱহাৰবিলাক মানুহৰ কড়া-গণ্ডাৰ হিচাপৰ পৰা সম্পূৰ্ণকৈ উঠি যাব লাগিব।

ব্যৱহাৰিক হিচাপত সম্ৰাট শব্দটোৱে লাখ লাখ, কোটি কোটি মানুহৰ ওপৰত বিশেষ প্ৰভুত্বৱান লোক এজনক বুজায়। পাশৱিক শক্তিৰ দ্বাৰা প্ৰতিপত্তিশালী হৈ যেতিয়া লক্ষ লক্ষ কোটি কোটি মানুহৰ মনত ভয়-আতঙ্কৰ বীজ ছিটোৱা হয়, তেতিয়াহে প্ৰভুত্বৰ আচল অৰ্থটো মেল খাই পৰে। এই প্ৰভুত্বই মানুহৰ মনত প্ৰেম-প্ৰীতি সঞ্চাৰ কৰি মানৱ মৈত্ৰীৰফালে আগবঢ়া কাৰ্য্যত সহযোগৰ কণিকাও বৰঙনি নিদিয়ে; কেৱল তাৰ তীব্ৰ-তেজাল প্ৰভুত্বৰ দ্বাৰা মানুহৰ মনত তিক্ত-বিৰোধৰ বিদ্ৰোহী-বীজ গজাই তোলে। প্ৰভুত্ব বুলিলেই স্বভাৱতঃ মনত উঠে—মোৰ এজন প্ৰভু আছে, যাৰ মোৰ ওপৰত দেখাদেখিকৈয়ে সকলো বিষয়তে অধিকাৰ আছে। তেওঁ ইচ্ছা কৰিলে মোক মাৰিব পাৰে,—কাটিব পাৰে,—ফাঁচি দিব পাৰে, শূলত দিব পাৰে,—মুঠতে যি ইচ্ছা তাকে কৰিব পাৰে। কিন্তু এনে ডাঙৰ প্ৰভুত্বতো মানুহৰ ওপৰত মানুহৰ থাকিব নোৱাৰে। যদি ৰজা বা সম্ৰাটৰূপে মানৱ-সমষ্টিৰ ন্যায়সঙ্গত অধিকাৰ লাভৰ আচল পথটো মোকলাই দিয়া কৰ্ত্তব্যটোকেই প্ৰভুত্ব বুলি কোৱা হয়, তেন্তে তাত আমাৰ আপত্তি নাই। আমি তাক প্ৰভুত্ব নকৈ ন্যায়-ধৰ্ম্মৰ আদৰ্শৰে অনুপ্ৰাণিত কৰি সকলো মানুহকে স্বাধিকাৰৰ যোগ্য কৰি তোলাৰ দায়িত্ব বুলি কৈ, তাৰ প্ৰতি ধন্য-ধন্যহে বৰবিম। কাৰণ, এই দায়িত্বটোৰ

সুচাৰু সম্পাদনাৰে লোক-সাধাৰণৰ মনত ন্যায়-ধৰ্ম্মৰ প্ৰভাৱ বিস্তাৰ কৰাটোৱে মানৱ-নেতাৰ ঘাই কাম। কিন্তু বৰ্ত্তমান ৰজা বা সম্ৰাট বোলা বস্তুটোৱে, গণতান্ত্ৰিকতাৰ দোহাই দি সাম্যবাদৰ উপাসনা কৰি থকা যেন দেখা গৈছে যদিও, এই-ফালৰ পৰা সি তেনে পৰিচয়টো সুবুজায়।

যি স্থলত, জীৱন-মৰণ সকলোতে অধিকাৰ থকাটোকেই প্ৰভুত্ব বুলি বুজা হয়, তেনেস্থলত, কোনো মানুহেই মানুহৰ ওপৰত এনে প্ৰভুত্ব-জ্ঞাপক অৰ্থ লৈ ৰজা বা সম্ৰাট পদবী পাব নোৱাৰে। একমাত্ৰ ভগৱান—যাৰ একণিমান অনুগ্ৰহ বা ইচ্ছাৰ ওপৰতেই ঘাইকৈ নিখিল জগতৰ জীৱন-মৰণ, উঠন-পতন, সৃষ্টি-স্থিতি সম্পূৰ্ণকৈ নিৰ্ভৰ কৰিছে, তেৱেঁই মানৱৰ প্ৰভু, মানৱৰ ৰজা, মানৱৰ সম্ৰাট। গতিকে, ভৱিষ্যৎ মানৱ-ৰাষ্ট্ৰ পৰিচালক যিজন দায়িত্বশীল নেতা হ'ব, সেই মানৱ-প্ৰভুৰ প্ৰতিনিধি স্বৰূপে তেওঁৰ নাম হ'ব মহামানৱ মহাত্মা, যাৰ প্ৰকৃত মানৱোচিত শান্তি-শৃঙ্খলাপূৰ্ণ প্ৰভাৱে মানৱ মাত্ৰককে মহনীয় আদৰ্শৰ পথত চলি গৈ থাকিবলৈকে আগে আগে উদ্দীপনাৰ জয়শঙ্খ বজাই যাব।

সেইদৰে, শাসনযন্ত্ৰ— যি শুনা মাত্ৰকতে ঘাইকৈ কঠোৰতা, হৃদয়হীনতা আদি ভয় লগা অৱস্থাটোলৈকে মনটো টানি নি মানুহক আতঙ্কিত আৰু নিৰুৎসাহিত কৰে, তাৰ নাম শাসনতন্ত্ৰ নহৈ মিলনতন্ত্ৰ হ'ব, আৰু মহামানৱৰ মিলন-ভূমি স্থায়ী কৰি তোলাৰ উদ্দেশ্যেৰেই বৰ্ত্তমান আইন-বিলাকৰ ঠাইত তাৰ সূত্ৰ-সংজ্ঞা আৰু বিধি-ব্যৱস্থা গঠিত হ'ব।

এই ভৱিষ্যৎ শাসনতন্ত্ৰত, বৰ্ত্তমান জড়-সৰ্ব্বস্ব ৰাজনৈতিক শাস্ত্ৰাদিত থকা শত্ৰুদমন, বৈৰী-নিৰ্য্যাতন, ৰাজদ্ৰোহী-পীড়ন আদি ভয় লগা কঠোৰ কথাবিলাক উঠি গৈ, ব্যৱহৃত হ'ব মানৱ-মিলন, মানৱ-শোধন, বিশ্বমৈত্ৰী, বিশ্বানুভূতি, মানৱসেৱা আদি মহৎ কথাবিলাক, আৰু এইবোৰৰ সম্যক সাৰ্থকতাৰ উদ্দেশ্যেই মহামানৱ-নীতি পৰিচালিত হ'ব।

## ভৱিষ্যৎ অসমৰ অধিকাৰী ডেকা-শক্তিলৈ

( ইং ১৯৪২ চনৰ ৮ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

নিজস্ব মুক্তিৰ লগত বিশ্ব-মুক্তিৰ নেৰা-নেপেৰা ঘনিষ্ঠ সম্বন্ধ। যি মুহূৰ্ত্তত মানুহে নিজস্ব মুক্তিৰ বাবে অধীনতাৰ বিৰুদ্ধে দেহ-মনৰ সকলো শক্তি প্ৰয়োগ কৰে, সেই মুহূৰ্ত্তত, সি জনাকৈয়ে হওক বা নজনাকৈয়ে হওক, তাৰদৰে দলিত নিষ্পেষিত মানৱ-সমষ্টিৰ মুক্তিৰ সপোনটোও তাৰ আকাঙ্ক্ষাত প্ৰতি-ফলিত হৈ উঠে। সেইবাবে তাৰ নিজস্ব মুক্তি প্ৰয়াসৰ লগতে তাৰ সীমাৰ বাহিৰৰ বন্ধনত আৰ্ত্তনাদ তুলি পৰি থকা খিনিৰ মুক্তিৰ বাবেও সি ওকালতি কৰিবলগীয়াত পৰে। ভাৰতে আজি তাৰ নিজস্ব মুক্তি-যুদ্ধত ঘাইকৈ লিপ্ত থাকিও, ইণ্ডোনেছিয়া, ইণ্ডোচীন, ব্ৰহ্মদেশ আদিৰ মুক্তিৰ বাবে সমান জোৰেৰে সুৰ ফুটাই—'ভাৰত ত্যাগ'ৰ লগতে 'এচিয়া ত্যাগৰ'ৰ যুদ্ধগীতটো গোৱাৰ কাৰণও এয়ে। নিজস্ব মুক্তিৰ সুৰত বিশ্ব-মুক্তিৰ সুৰটো নুফুটিলে, তেনে মুক্তিৰ আকাঙ্ক্ষাটো প্ৰাণহীন স্বাৰ্থপৰতাৰ অঙ্গঘাতী বিক্ৰপত পৰি ব্যৰ্থ হয়। তেনে মুক্তি-প্ৰয়াসত স্বচ্ছ-সচল মুক্তিৰ বিশাল তৃপ্তিৰ সমৰ্থন

নাই,—তেনে ঠেক খোলা মুক্তি প্ৰয়াসৰ সুদূৰগামী সাৰ্থকতা সম্বন্ধে নিঃসন্দেহ হোৱাত অসুবিধা ঘটে। কিন্তু এই কথাটো সঁচা বুলি মানি লোৱাৰ সুবিধাটো লাভ কৰা হয় কেতিয়া? যেতিয়া, নিজস্ব দাসত্বৰ যন্ত্ৰণাটো কঠোৰ তীব্ৰতাৰে তিক্ত-পাত্ৰত পেটভৰাই আস্বাদন কৰিবলৈকে বাধ্য হোৱা হয়।

দাসত্বৰ বন্ধনত চেপা খাই থকা নিজস্বটোৰও যদি এটা বিশেষত্ব আছে,—আৰু সেই বিশেষত্ব-টোৱে যদি দাসত্বৰ আঘাত অনুভৱ নকৰি, আওকাণ কৰি, নাইবা আত্মাভিমানটো বিস্মৃতিত বুৰাই থৈ নিজস্বটোক এৰি, বাহিৰটোৰ মুক্তিৰ পক্ষে চিঞৰ মাৰে,—তেতিয়া, হেজাৰেই সি মুক্তিৰ-বাণী নাইবা স্বাধীনতাৰ উচ্ছ্বাস সুস্ফুটাওক, বিশ্ব-মুক্তিৰ উদ্দেশ্যে সি শক্তিৰ কণা এটাৰো যোগান ধৰিবতো নোৱাৰেই, নিজ মুক্তিৰ সম্ভৱনাকো অসম্ভৱ কৰি তোলে।

কিন্তু, তোমালোক ডেকা-শক্তিয়ে দেখোন আজিৰ এই জীৱন-মৰণৰ সঙ্কটপূৰ্ণ সন্ধিক্ষণতো ঠিক তাকেই কৰি হাঁহিয়াতৰ বস্তু হৈ তোমাৰ নিজৰ অস্তিত্বটোক, তোমালোকৰ উপৰিৱালা ব্যৱসায়ী দেশ-প্ৰেমিক কিছুমানৰ দৰেই আনৰ আক্ৰমণত শেষ হ'বলৈকে এৰি দি কেৱল ছপা আখৰত উকুৱাই দিয়া অৰ্থহীন বুলি (শ্লোগান) কেইটামান মুখস্থ গাই তোমালোকৰ হাওঁফাওঁ কেডুখৰি আৰু বুকুৰ কামী-হাড়কেডাল কাহিল কৰা উৎসাহতেই ব্যস্ত আছা? নিৰৰ্থক উৎসাহত এইদৰে বল-শক্তি খৰচ কৰিলে, প্ৰয়োজনৰ মুহূৰ্ত্তত নিজৰ অস্তিত্ব ৰক্ষাৰহকে আক্ৰমণকাৰীৰ হেঁচাৰ বিৰুদ্ধে বুকুৰ পতা পাতি দি থিয় হ'বলৈকে শক্তি পাবা ক'ত?

তোমালোকে নিশ্চিতকৈ আজিও বুজা নাই,—তুমি কোন,—তোমাৰ অস্তিত্বটো আৰু নিজস্বটো কোনখিনিত,—তোমাৰ আত্মতুষ্টিৰ পৰিপুষ্টি লাভ কৰা নিৰাপদ ঘাই-ক্ষেত্ৰ কোনখন? তুমি আজিও নিচিনিলা, তোমাৰ শ্ৰম-লব্ধ ভাতমুঠি পেট ভৰাই খাই নিৰাপদ স্বস্তিৰে বৰ্ত্তি থাকিব পৰা তোমাৰ অস্থি-মজ্জা, তেজ-মঙহ, নাড়ী-সিৰ গঢ় লৈ উঠা তোমাৰ নিজৰ মাটিডোখৰক,—তুমি আজিও নিচিনিলা, তোমাৰ দৰে একেখনি আকাশৰ তলিত উশাহ-নিশাহ লৈ, একেখনি পথাৰৰ মাহ-চাউল খাই,—একেটি নদীৰ পানীটুপি পি,—একেষাৰ মাত মাতি, একেটি সুখ-দুখ, আশা-আকাঙ্ক্ষাৰ বোকোচা বৈ চলি থকা তোমাৰ নিজ-ঘৰৰ, নিজ-দেশৰ, নিজ-জাতীয় মানুহকেইগৰাক। তুমি আজিও নুবুজিলা, এই মাটিডোখৰৰ, এই মানুহ কেইগৰাৰ নিশ্চিন্ত নিৰাপদতাতহে তোমাৰো নিশ্চিন্ত নিৰাপদতা। তুমি আজিও উপলব্ধি কৰিবলৈ ইচ্ছা নকৰিলা, তোমাৰ এই মাটিডোখৰ আজি কাৰ ভৰিৰ তলিলৈকে বাগৰি যাবলৈ ধৰিছে, য'ত, ভৱিষ্যতে তুমি তোমাৰ ইচ্ছা-আকাঙ্ক্ষা মতে তোমাৰ খোজ এটা পেলোৱাৰ অধিকাৰৰ পৰাও তুমি বঞ্চিত হবা,—তোমাৰ দেশখন, তোমাৰ জাতীয় অস্তিত্বটো কোনটো সাগৰত পৰি বিলীন হ'বলৈকে বৈ যাবলৈ ধৰিছে, য'ত তুমি মহামানৱৰ বিৰাট-সমাজত তোমাৰ আত্ম-পৰিচয় দি সম্মানিত হ'বলৈকে দাবী-যুক্তিৰ শুং এধানমানো খেপিয়াই বিচাৰি নাপাবা,—তুমি এতিয়াও এই শোচনীয় পৰিণামৰ প্ৰতিকাৰ বিচাৰি আকুল হোৱা মনোবৃত্তিটো গঢ় দি তোমাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব নোৱাৰিলা,—

তুমি এইক্ষণতো কাণ পাতি শুণিলা, তোমাৰ পৈতৃক জাতীয়-দেশ, জাতীয়-অস্তিত্ব হানি কৰা আক্ৰমণৰ উপদ্ৰৱত পাৰেঁ-ভূএ তোমাৰ জাতীয় ভাই-ভনীসকলৰ কি হৃদয়-বিদীৰ্ণকাৰী অসহায় আৰ্তনাদবিলাক উঠি আছে। অথচ, তুমি ভুৱা-প্ৰোপানৰ হাৰাত কমোৱা তুলাৰ দৰে উৰাদিহ নোহোৱা হৈ কোনফালে উৰি গৈছা, তাকো তুমি বুজিবলৈ যত্ন কৰা নাই। নিজস্বৰ পৰা লক্ষ্যভ্ৰষ্ট হৈ কেন্দ্ৰচ্যুৎ হলে, তাৰ পৰিণাম ইয়াৰ বাহিৰে আন কি হ'ব পাৰে? নিজত আৰু আনত দুয়োফালে প্ৰতিষ্ঠাৰ ভিত্তি হেৰুৱায়। কিন্তু অসমীয়া ডেকা-শক্তি। আজি বিশ্বময় মহামানৱৰ মুক্তি-সংগ্ৰামত পৃথিৱীখনৰ বুকুত সকলো জন-সমষ্টিয়ে নিজ নিজ অধিকাৰৰ ঠাই একোডোখৰ নিৰাপদ কৰা উদ্যম-উদ্যোগৰ মহামুহূৰ্ত্তত, এতিয়াও তোমালোকে হাঁহিয়াতৰ পাত্ৰ হৈয়ে চলি থাকিবানে? নিজস্বলৈ উভতি আহা।

## সেইবাবে আমি বেজাৰ পোৱা নাই

(ইং ১৯৪২ চনৰ ৮ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

পিল ফটাই বক্ৰ-কচাল খহাই জুৰিটি বোৱা-বলৈকে বাৰে বাৰে হাতুৰি পিটি থকাৰ আৱশ্যকতা আছে। কিন্তু তাত যদি খৰস্ৰোত চলি নাথাকে, তেন্তে বাৰে বাৰে হাতুৰি পিটাৰ ফলনিত জুৰিটিৰ পানীখিনি ঘোলা হয়। তাৰ পাছতো যদি থলি থকা যায়, তেন্তে সি চিৰকাললৈকে স্বচ্ছতা হেৰুৱাই পেঁক হয়, বোকা হয়। অসমীয়াৰ সমষ্টিগত জীৱনত ঠিক এনেটোৱে ঘটিছে, নে অদূৰ ভৱিষ্যতত কিবা খৰ-স্ৰোত বৈ ঘোলা-পেঁকত স্বচ্ছজলা জুৰিটি বত্তিবৰ কিবা সম্ভাৱনা আছে, সেইটো প্ৰত্যেকজন অসমীয়াই এতিয়াও থমকি বৈ স্থিৰ-চিত্তেৰে চিন্তা কৰক। কিন্তু আমাৰ মত হৈছে হয় যদি অসমীয়াৰ জাতীয়-জীৱন, জাতীয়-অস্তিত্ব চিৰকাললৈকে ঘোলা-পেঁকত পৰিণত হওক, নাইবা, তাত খৰস্ৰোত বৈ সি নদন-বদন স্বচ্ছ-সচল সজীৱ হৈ উঠক;—হয় সমূলি ধ্বংস, নহয় সম্পূৰ্ণ সবল জীৱন। কলধপ্-কলধপ্ জীৱনৰ কলঙ্ক বৈ আধমৰা-আধাজীয়াত পৰি থকা আমাৰ মত নহয়। সেইবাবে, আনসকলৰ বিৰক্তিৰ স্থলতো বাৰে বাৰে সেই একে কথাকে খদলি থাকি আমি বিৰক্তি পোৱা নাই!

"দেশ-মাতৃকাৰ বুকু ফালি জীৱন-ৰস পি জী থাকিও যিসকল দেশৰ কুসন্তানে আনৰ দাসত্বত বিক্ৰি গৈ আত্ম-চেতনা হেৰুৱা মূৰ্খতাৰে নিজ ঘৰৰ ভাই-ভনী বিৰোধী নানা কলঙ্কিত স্বাৰ্থ-বুদ্ধিৰ ধ্বজা তুলি, বুকুত কটাৰি বহুৱাই, বিশ্বাসঘাতকতাৰে বিকৃতাকাৰ কৰি দেশ-মাতৃকাক বধ কৰিব পাৰে—নিজ-মাতৃৰ সহোদৰ-সহোদৰা ভাই-ভনীক, জীৱন-বন্ধন ছিগি পেলাই চিৰশক্ৰ কৰি তুলিব পাৰে,—সেইসকলে পৃথিৱীত কি এনে অপকৰ্ম্ম আছে যিটো অসঙ্কোচনাৰে কৰিব নোৱাৰে? জী থাকিবলৈকে নিজৰ নিজৰ প্ৰয়োজনীয় ন্যায়সঙ্গত ভাগৰ লাড়ু-পিঠাখিনি হাতৰ পৰা সিঁতক এৰি দি আনবিলাক ভাই-ভনীয়ে অনাহাৰৰ যন্ত্ৰণাত আত্মহত্যা নকৰালৈকে, সকলোকে সমান-স্নেহেৰে পালি থকা মাতৃৰ একেটি অখণ্ড প্ৰাণক ঘৃণিত স্বাৰ্থৰ শাণিত অস্ত্ৰেৰে খণ্ড-বিখণ্ড কৰি বধ নকৰালৈকে সেইসকলৰ

সন্তুষ্টি নাই। এইসকলৰ ওচৰত কোনো প্ৰকাৰৰ ন্যায়-যুক্তি আৰু নৈতিক দোহাইৰ অৱতাৰণা কৰাটো নিস্ফল। কাৰণ, এইসকলৰ ভিতৰত মাতৃবধী, ভাই-ভনী হত্যাকাৰী প্ৰকৃতিৰ বাহিৰে আন প্ৰকৃতিৰ ঠাই নাই। এইসকলে নিঃসংকোচনাৰে সহজভাৱে স্পষ্টকৈ কৈ দিয়ে—"আমি মাতৃৰ সন্তান নহওঁ,—এইসকল মোৰ ভাই-ভনী নহয়—আমি জহৰা-সন্তান।" গতিকে, এনে আচহুৱা জীৱ-সকলৰ আত্ম-চেতনা জগাই তুলিবলৈকে একে মন্ত্ৰবাৰকে বাৰে-বাৰে গাই থকাৰ প্ৰয়োজন আছে।

## বেদনাৰ বেদনা প্ৰকাশৰ ভাষা নাই

( ইং ১৯৪২ চনৰ ৮ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

দেহ-মন-স্বাস্থ্য-সম্পদ হানি কৰি উপস্থিত হোৱা বেদনাৰ ওপৰত যি বেদনা জন্মে, তাৰ ৰূপ প্ৰকাশ কৰিবলৈকে উপলব্ধিৰ বাহিৰে মানুহৰ আন ভাষা নাই। সেইবাবে, দাসত্বৰ উৎপীড়নে স্বাস্থ্য-চেতনা খেতেলাই থোৱা বেদনাত আজি যি বেদনা উপস্থিত হৈছে, সেই বেদনা-যন্ত্ৰণাৰ ৰূপ প্ৰকাশ কৰিবলৈকে আমি ভাষা বিচাৰি পোৱা নাই। বেদনা এনেয়ে যন্ত্ৰণাদায়ক। সেই বেদনাৰেই যেতিয়া বেদনা উঠে, তেতিয়া তাৰ গভীৰতা বুজাবলৈকে একমাত্ৰ অব্যক্ত উপলব্ধিৰ বাহিৰে আন কি ভাষা থাকিব পাৰে? সেইবাবে আমি নিৰ্ব্বাক নিৰ্ভাষী হৈ পৰিছোঁ।

জাতীয়-ঘৰ, জাতীয়-দেশ, জাতীয়-জীৱনৰ অস্তিত্ব আজি বলিশালত,—মাটি-বাৰী, ধন-সম্পত্তি, ভাষা-সাহিত্য-সংস্কৃতি, ধৰ্ম্ম-কৰ্ম্ম সকলো আজি মৃত্যুৰ গৰাহত। এই বেদনাৰ যন্ত্ৰণাত এনেয়ে আমি অস্থিৰ। সেই বেদনাৰেই আৰু বেদনা উপস্থিত হৈছে, নিজৰ জাতীয় ঘৰ আৰু নিজৰ জাতীয়-জীৱনৰ শোচনীয় অৱস্থাটোলৈকে দেশবাসীৰ অমনোযোগিতা আৰু উদাসীনতা দেখি।

দেশবাসীয়ে, নিজৰ ভৱিষ্যতটো গৰা-খহনিয়াৰ দৰে মুহূৰ্ত্তে মুহূৰ্ত্তে ক্ষয় হৈ যাব ধৰা চকুৰ আগত স্পষ্টোজ্জ্বল হৈ চলি থকা দেখিও, কিয়, কি সাহেৰে তালৈ উদাসীন অমনোযোগী হৈ থাকিব পাৰিছে? কিয় দেশবাসীয়ে এই মুহূৰ্ত্তলৈকেও নিজ দেশৰ নিজ জনসমষ্টিৰ স্বাৰ্থতকৈ ব্যক্তিগত জঘন্য স্বাৰ্থটোকেই ডাঙৰ কৰি লৈ বুকুৰ মাজত পুহি আছে? কিয় এই ধ্বংসকাৰী আক্ৰমণ প্ৰতিৰোধ কৰিবলৈকে সমষ্টিগত জাতীয়শক্তি সংগঠনৰ চেষ্টা সবল কৰি তুলিবলৈ মন কৰা নাই? কিয় উদাসীনতা, ফাঁকি, ভণ্ডামি, প্ৰৱঞ্চনাই এই মুহূৰ্ত্তলৈকে জাতীয় স্বাৰ্থ সংগঠনৰ পৰিকল্পনা আৰু চেষ্টাক কেৱল কাহিল কৰিহে নিব ধৰিছে।

দেশবাসীয়ে চকুৰ আগত নিঃসন্দেহে, স্পষ্ট উজ্জ্বলকৈ দেখিও, কিয় এই মুহূৰ্ত্তলৈকেও বুজা নাই, যে তাৰ গৰিয়ান ঐতিহ্যপূৰ্ণ জাতীয়-ঘৰ, জাতীয়-দেশ আৰু জাতীয়-অস্তিত্বটোত বিকৃতিৰ ৰূপান্তৰ ঘটোৱা অভিসন্ধি প্ৰচণ্ড বেগেৰে চলিব ধৰিছে? এনে কলঙ্কিত উদাসীনতাৰে, এই অভিসন্ধি সফল হ'বলৈকে এৰি দিলে, তাৰ দেশ, অস্তিত্ব, ভাষা, সাহিত্য সংস্কৃতি, সভ্যতা, ধৰ্ম্ম, চিন-ছাব সকলো ভাৰতত, তথা পৃথিৱীত চিৰকাললৈকে পৰ-পদানত হৈ থকা অৱস্থাত পৰিব? এই বেদনাৰ গভীৰতা কোনে বুজিব কিমান দ, কিমান তীব্ৰ, কিমান প্ৰচণ্ড?

## আত্মৰক্ষাৰ প্ৰস্তুতিটো হিংসা নহয়

(ইং ১৯৪০ চনৰ ৬ষ্ঠ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

নিৰ্হিংসতা, সহিংসতা বোলা বস্তু দুটা সৃষ্টিৰ ধাৰাত চিৰকাল চলি আছে, আৰু থাকিবও। কিন্তু বুজাৰ ভুলত নিৰ্হিংসতাইও কেতিয়াবা সহিংসতাৰ সংজ্ঞা পাই শান্তিবাদীৰ দ্বাৰা তিৰস্কৃত হয়। সহিংসতাৰ আক্ৰমণক প্ৰতিৰোধ কৰি আত্মৰক্ষা কৰা শক্তি সংগঠনৰ চেষ্টাত হিংসাভাৱৰ লেশমাত্ৰও নাই, আৰু থাকিব নোৱাৰে। আনক আক্ৰমণ কৰা ভাৱ আৰু উদ্যোগটোহে হিংসাত্মক। কিন্তু আক্ৰমণৰ বিৰুদ্ধে প্ৰতিৰোধৰ গড় তুলি আত্মৰক্ষা কৰা প্ৰস্তুতিটো হিংসাত্মক নহয়, নিৰ্হিংসাত্মক। আত্মৰক্ষাৰ ভাৱ আৰু কাম সকলো ধৰ্ম্মৰ মূল। য'ত এই ভাৱ আৰু কাম নাই, তাত ধৰ্ম্মও নাই। ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, দৰ্শন, বিজ্ঞান, সাহিত্য, কলা, ৰীতি-নীতি, আচাৰ-বিচাৰ, আইন-বিধান, সকলো সম্পদৰ আৱশ্যকতাও এই আত্মৰক্ষাৰ আনন্দৰ বাবেই। নিজস্ব দেশ, অস্তিত্ব, মাটি-বাৰী, ধন-সম্পত্তি, বিদ্যা-বুদ্ধি, ইজ্জৎ-আবুৰ, ভাষা-সাহিত্য, সভ্যতা-সংস্কৃতি আদি জীৱন-ভোগৰ লগত ওতপ্ৰোত হৈ থকা সকলো বস্তু এই আত্মৰ অন্তৰ্ভূত। এইবিলাক বাদ দি যি আত্ম, তাৰ বেচ শূন্য,—তাক আত্ম নকয়, কয় অসাৰ-আৱৰ্জ্জনা। হিংসাত্মক তাকেই কয়, যি কাৰ্য্যই আনৰ এই আত্মাধিকাৰত অনাহূত আক্ৰমণ চলাই অনাহক ৰক্তপাত কৰিবলৈকে কুণ্ঠিত নহয়। কিন্তু যি সংগঠনে এনে আক্ৰমণৰ উদ্যোগলি ব্যৰ্থ কৰি আত্মৰক্ষাৰ বাবে উঠি-পৰি লাগে, সেইটো একেবাৰে নিখুঁত নিৰ্হিংসতা। কাৰণ, আক্ৰমণাত্মক উদ্যোগতহে হিংসাই জন্ম লাভ কৰে, আত্মৰক্ষাত্মক সংগঠনত হিংসাৰ ঠাই নাই। নিৰ্হিংসবাদৰ জনক মহাত্মা গান্ধীয়েও তাকেই কৈছে।

আক্ৰমণাত্মক সহিংস অভিসন্ধিৰ আগত ক্লীৱত্বৰ নিৰ্হিংস স্থিতিটো ঘোৰ মনুষ্যত্বহাৰক কাপুৰুষতা। এনে কাপুৰুষতাক বনৰীয়া পশু-পক্ষীয়েও ঘৃণা কৰে। এই কাপুৰুষতাত মানৱ-মহত্ব-জ্ঞাপক শৌৰ্য্য, বীৰ্য্য, বীৰত্ব, মহত্ত্ব নাথাকে। আত্মৰক্ষাৰ ক্ষেত্ৰত শৌৰ্য্য-বীৰ্য্য-বীৰত্ব-মহত্ত্বহীন জীৱ পৃথিৱীৰ পৰা লোপ পায়। অসমীয়াই নিজৰ বৰ্ত্তমান অৱস্থাটো ইয়াৰ লগত তুলনা কৰি চাই ধ্যানস্থ হওক · বাচিব নে লোপ পাব।

## আত্ম-চেতনাহীনৰ পৰিণাম আত্ম-বিলোপ

(ইং ১৯৫০ চনৰ ৬ষ্ঠ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

মানুহ আত্ম-চেতনাহীন হলে, তাৰ আত্ম-বিশ্বাস লোপ পায়,—আত্মবিশ্বাস লোপ পালে, আত্ম-শ্ৰদ্ধাই তাক এৰা দিয়ে,—আত্ম-শ্ৰদ্ধাই এৰা দিলে, আত্ম-মৰ্য্যাদাৰ জ্ঞান তাৰ পৰা খহি পৰে,—আত্ম-মৰ্য্যাদাৰ জ্ঞান খহি পৰিলে, তাৰ ভিতৰত আত্ম-ৰক্ষাৰ ভাৱটোৰ সঁচ মৰে। য'ত আত্মৰক্ষাৰ ভাৱৰ সঁচ মৰে, তাত চিন্তাশক্তি আৰু দূৰদৃষ্টিও নাইকিয়া হয়,—চিন্তাশক্তি আৰু দূৰদৃষ্টি নাইকিয়া হলে, সি নিজৰ ওপৰত আস্থাহীন হৈ আনৰ ইচ্ছা আৰু আদেশৰ ওচৰত মুখ থেকেচা খাই পৰি আত্মসমৰ্পণ কৰে।

দেশত যেতিয়া এনে কোপোলা অৱস্থা ঘটে,

তেতিয়া বাহিৰৰ শোষণ-অভিসন্ধিমূলক কথা কিছুমান ভাহি আহি সেই ফোপোলাত সোমাই পৰে, আৰু সেয়ে 'বাণী' ৰূপ লৈ তাত কু-ধ্বনি তুলিবলৈ আৰম্ভ কৰে। তেতিয়া তাকেই মুখস্থ গাই ব্যক্তিগত বা দলগত স্বাৰ্থ-ৰক্ষাৰ চক্ৰান্তৰে সেই শূন্য-গৰ্ভ ফোপোলাখিনিয়ে উৎকট ধ্বনি তুলি ৰাইজক ভুল পথেৰে পৰিচালনা কৰা নেতৃত্ব গ্ৰহণ কৰে। এনে অসাৰ নেতৃত্বৰ বিকট ধ্বনিৰ শঙ্কাত আৱিষ্ট হৈ নিৰীহ সৰল ৰাইজ মোহাবিষ্ট হয় আৰু আনে আত্ম-হৰণ কৰা গ্লানিকৰ বিপদৰ সময়তো আত্ম-ৰক্ষাৰ বাবে নিজৰ ভিতৰত একো উপায় উদ্ভাৱনৰ পথ নেদেখি থৰক-বৰক লগায়। তেতিয়া, বাহিৰৰ সহায়ৰ বাবে নিৰুপায়ৰ মুখ মেলি থকা এই অসাৰ নেতৃত্বৰ লগত নিৰীহ মোহাবিষ্ট ৰাইজেও পাৰস্পৰিক বিশ্বাস হেৰুৱাই ধ্বংসৰ মুখত পৰে। এনে আত্মহীন অসাৰ নেতৃত্বতেই অসমীয়া জাতি আজি শোচনীয় সঙ্কটত পৰিল,—নিজৰ গাত কোনো এটা সমস্যাৰ ফোঁহোৰা ফুটাৰ উপক্ৰমতো গম নোপোৱা হ'ল, গাত তত নচপা হ'ল, নিজে একো নিৰাময়ৰ উপায় বিচাৰি নোপোৱা হ'ল। সেইবাবে, কংগ্ৰেছী-দলে কাতৰ চকুৰে চায় দিল্লীৰ ফালে,— চ'ছিয়েলিষ্ট দলে চায় শ্ৰীজয়-প্ৰকাশ নাৰায়ণৰ ফালে,- কমিউ-নিষ্টদলে চায় শ্ৰীপি, চি, যোশীৰ ফালে,—হিন্দুসকলে চায় শ্ৰীচাভাৰকৰ, শ্ৰীশ্যামাপ্ৰসাদৰ ফালে, আৰু মুছলমানসকলে চায় মিঃ জিন্নাৰ ফালে। অসমীয়াৰ নিজস্ব নেতৃত্বত এই আত্মচেতনা, আত্ম-বিশ্বাস, আত্ম-জ্ঞান, আত্ম-সন্মানহীনতাৰ ফোপোলা অৱস্থা ঘটাৰ বাবেই অসমীয়া ৰাইজ নানা বিভাগত বিদীৰ্ণ হৈ আজি আত্মবিলোপৰ ফালে আগবাঢ়িছে। অথচ, তথাপি আমাৰ এই নেতৃত্ব সংশোধিত হৈ আজিও তাত আত্মচেতনা মুকলি হৈ নোলাল, আৰু অসমীয়া ৰাইজেও তাত মোহাবিষ্ট হ'বলৈকে নেৰিলে।

## আত্ম-চেতনাহীনৰ জাতীয়-চৰিত্ৰ

( ইং ১৯৪২ চনৰ ৮ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

( ১ )

নিজ দেহৰ হাড়-মঙহ-ছালখিনিৰ দৰে, নাইবা, নিজ-ঘৰৰ বেৰাকেখনৰ দৰে নিজ জাতীয় দেশৰ চাৰিসীমাৰ লগত জাতি এটাৰ সম্বন্ধটো অস্থি-মজ্জাগত। এই সীমাৰ পৰিবেষ্টনত জাতিৰ যি জাতীয় সৌষ্ঠৱ-সম্পদে বাহিৰৰ আক্ৰমণ ব্যৰ্থ কৰি নিৰ্বিঘ্ন আত্ম-চেতনাৰে নদন-বদন গঢ় লৈ বাঢ়ি উঠে, সেয়ে হৈছে জাতি এটাৰ জাতীয়-দেশ বা জাতীয়-ঘৰ, বা জাতীয়-সম্পত্তি, বা জাতীয়-অধিকাৰ। ছাল-মঙহ ভেদ কৰি দেহত ৰোগৰ বীজাণু সোমালে দেহটোৰ লগতে আত্মাটোতো ধ্বংসৰ ধূলি উঠে, নাইবা ঘৰৰ বেৰ ভাঙি চোৰ-ডকাইত সোমাই বস্তু-বাহানি হানি কৰিলে, গিৰিহঁতৰ হাহাকাৰ লাগে। কিন্তু আত্ম-চেতনাহীনৰ জাতীয়-ঘৰৰ সীমা ভাঙি জাতীয় ঐশ্বৰ্য্য-সম্পদ হৰণ কৰি, আনে তাত আধিপত্য থাপি ললেও, তাৰ গাত তত নাচাপে। এয়ে বৰ্ত্তমান অসমীয়াৰ জাতীয়-চৰিত্ৰ।

( ২ )

মায়েকে বুকু নিকৰি নিকৰি পিয়াহ খুৱাই সন্তানক তালিতুলি ডাঙৰ কৰে। পিতাকে বুকু ধাকুৰি ধন ঘটি সন্তানৰ বাবে উঁৱাল বান্ধে, পৰি-

ঘৰ তোলে, মাটি-সম্পত্তি, ঐশ্বৰ্য্য-সম্পদ, যানবাহন গোটায়। তাৰ পাছত, এই আশা বুকুত বান্ধি লৈ তেওঁলোক মৰি যায়, যে সন্তানে সেইবোৰ ৰক্ষা কৰি মাক-পিতাকৰ স্মৃতিৰ সৈতে বংশোজ্জ্বল কৰি গৈ চলি থাকিব। সচ্চৰিত্ৰ সুসন্তানে, কৰ্ম্ম-কৃতিত্বৰে পিতৃ-মাতৃদত্ত সা-সম্পত্তি অক্ষুণ্ণ ৰাখি, সৌষ্ঠৱৰ ওপৰত সৌষ্ঠৱ বঢ়াই জনক-জননীৰ স্মৃতি-সম্পদ গধুৰ মধুৰ গভীৰ কৰি তোলে,—আৰু দুশ্চৰিত্ৰ কুসন্তানে মলি-মামৰৰ দ'মত পুতি সকলো সম্পদ নাশ কৰি থৈ নিজৰ লগতে পিতৃ-মাতৃৰ পুণ্যস্মৃতিও লোপ কৰে।

পুণ্যভাগ পিতৃপুৰুষসকলে নিজ বীৰত্ব, কৃতিত্ব আৰু কৰ্ম্মশক্তিৰে অসমীয়া সন্তানক জাতীয়-ঘৰ এখনত সকলো প্ৰকাৰৰ জাতীয়-সম্পত্তি দি গুচি গ'ল। পূৰ্ব্বৰ আত্ম-চেতনাবান সচ্চৰিত্ৰ সুসন্তান-সকলে তাক ৰক্ষা কৰিলে,—কিন্তু আজিৰ আত্ম-চেতনাহীন সন্তানে তাক তিলতিলকৈ ধ্বংস কৰা আনন্দত বিভোৰ থকা গৌৰৱ অনুভৱ কৰি কৃতাৰ্থ হ'ল। জাতীয়-চৰিত্ৰহীন আৰু জাতীয়-চৰিত্ৰৱানৰ এয়ে পাৰ্থক্য।

## এতিয়া হেলা কৰিলে আৰু কেতিয়াও নাপাবা

( ইং ১৯৪২ চনৰ ৮ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

কিন্তু অসমীয়া ! তুমি আত্মস্থ হোৱা। তুমি হিন্দু, বৌদ্ধ, মুছলমান, খৃষ্টিয়ান, ভৈয়ামবাসী, পৰ্ব্বতবাসী, চিডিউল্ড, ট্ৰাইবেল, উন্নত, অনুন্নত আৰু অসমীয়াৰ ভাগ্যৰ লগত সাঙোৰ খাই অসমত স্থায়ী হৈ বাস কৰা বাহিৰৰ যেয়েই নোহোৱা, তুমি আত্মস্থিত হোৱা। তোমাৰ জাতীয় স্বাধীনতাৰ সপোনটোৱে সিদ্ধিৰ সফলতা লৈ সৌ তোমাৰ দুৱাৰদলিত আহি থিয় হ'লহি। তোমাৰ সকলো জড়তা, দুৰ্ব্বলতা উজাৰ কৰি জোকাৰি পেলাই দি হৃদয়ৰ ৰুদ্ধ দুৱাৰখন খুলি দিয়া, সি তাত ৰাজাধিৰাজৰ মহিমাময় গৰিমাৰে বহি তোমাক নিজস্ব ৰূপত পৰিপূৰ্ণ কৰি তুলি নিৰ্ব্বিঘ্ন স্বাধীনতাৰ পথেৰে বিশ্ব-মানৱতাৰ ফালে তোমাক আগুৱাই নিয়ক। এইটো তোমাৰ দৈৱ-দান। কিন্তু আন্তৰিক আকুলতাৰ বৰণীয় উৎসাহ নেদেখিলে দৈৱইও মুখ ফিৰাই গুচি যায়। তুমি যদি আজি এই ঘোৰ সঙ্কটৰ মুহূৰ্ত্ততো আত্মচেতন হৈ সকলো দুৰ্ব্বলতা জোকাৰি পেলাই সিদ্ধিৰ আশীৰ্ব্বাদ লৈ আহি উপস্থিত হোৱা, এই দৈৱ-দেৱতাক ৰাজকীয় গৰি মাৰে অন্তৰত অভিষিক্ত কৰি লৈ তোমাৰ যাৱতীয় বিপদ-অন্তৰায়ৰ মাঁচ মাৰি জাতীয় স্বাধীনতা গ্ৰহণ কৰিব নোৱাৰা, তেন্তে কোনো দৈৱিক শক্তিয়েও তোমাক আৰু কেতিয়াও এনে দান দিবলৈকে সময় নাপাব। তোমাৰ পৈতৃক ঘৰত চিৰদিনলৈকে তোমাৰ আলু উঠিব।

## প্ৰকৃত দেশ-সেৱকৰ প্ৰাৰ্থনা

( ইং ১৯৪১ চনৰ ৭ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয় )

দেশ আৰু জাতিৰ মঙ্গলৰ সজনি মোৰ জীৱন যেনেকৈ লেশ মাত্ৰও শকত-আৱত-থুকাস্তৰ হৈ নুঠে—মোৰ জন্মভূমিৰ আৰু মোৰ জাতীয় ভাই-ভনীৰ মঙ্গলময় ভবিষ্যৎ বিক্ৰী কৰি মোৰ

ঘৰ-দুৱাৰ, সুখ-সম্ভোগক পকা কৰি তোলা চিন্তাই যেন মুহূৰ্ত্তৰ বাবেও মোৰ মনত ঠাই নাপায়,— মোৰ নিজ সন্তানৰতো কথাই নাই, দেশৰ আৰু জাতিৰ মঙ্গল হানি কৰা মোৰ নিজ দেহৰ তেজ-মঙহখিনিকো তৎক্ষণাৎ ত্যাগ কৰা শক্তি যেন প্ৰচণ্ড তেজেৰে মোৰ অন্তৰত থিতি হয়;— মুখত দেশসেৱা, জাতিসেৱা আৰু মানৱসেৱাৰ ভণ্ডামি গাই ফাঁকি-প্ৰতাৰণাৰে দেশ, জাতি আৰু মহামানৱীয়তাৰ অমঙ্গল সাধি সমাজত প্ৰতিপত্তি লভি থকা নৰাধমসকলৰ বা-বতাহ ছাটিৰ পৰা যেন মই দূৰতো বিদূৰত থাকোঁ;—কলুষ-দুৰ্নীতিৰ বিৰুদ্ধে বিদ্ৰোহী হৈ তাক নাশ কৰা চেষ্টাত যদি মোৰ জীৱনো বিপন্ন হয়, তাকো যেন মই আনন্দ মনেৰে মূৰ দোঁৱাই সামৰি লওঁ;—ভিতৰত কলুষ-ক্লেদৰ নৰক ভৰাই থৈ বাহিৰখন চিকচিকীয়া কৰি জিলিকাই ৰখা ভণ্ডামিয়ে যেন খন্তেকৰ কাৰণেও মোক প্ৰতাৰণা কৰিব নোৱাৰে—দুৰ্নীতিৰ আশ্ৰয়ত নদন-বদন হৈ থকাতকৈ যেন মৃত্যুই মোৰ পৰম শ্ৰেয় হৈ উঠে,—দেশসেৱা, জাতিসেৱা আৰু মানৱ-সেৱাৰ ক্ষেত্ৰত যেন কোনো প্ৰকাৰৰ ব্যৱসায়ী বুদ্ধিয়ে মোৰ অন্তৰত পৈশাচিক প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে;—হে সৰ্ব্বশক্তিমান ভগৱান! এই মহা-শীৰ্ব্বাদ কণিকাটি লৈ তুমি মোৰ অন্তৰত থিতি হোৱাহি প্ৰভু! এয়ে তোমাৰ ওচৰত মোৰ কাতৰ প্ৰাৰ্থনা।

## মোক কেনে ক্ষমতা লাগে

(ইং ১৯৪১ চনৰ ৭ম বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

মোক ক্ষমতা লাগে,—নিষ্কলঙ্ক দেশ-সেৱা, জাতিসেৱা আৰু মানৱসেৱাৰ তৃপ্তিসাধন কৰিব-লৈকে,—অজ্ঞানতাৰ এন্ধাৰত বৰফ হৈ চেঁচা পৰি থকা মোৰ দেশৰ, মোৰ সমাজৰ চুক-কোণবিলাক মানৱীয় জ্ঞানৰ পোহৰেৰে তপ্তোজ্জ্বল কৰি তুলিবলৈকে,—দেশৰ ভাই-ভনীকিটিৰ দাৰিদ্ৰ্যগ্ৰস্ত দুখী দেহাকেডুখৰিত জীৱনীশক্তি পৰিপূৰ্ণ খাদ্যসম্পদ আৰু শৃঙ্খলিত প্ৰণালীৰে নিখুঁত স্বাস্থ্য-সম্ভাৰ ভৰাই তুলিবলৈকে,—মোৰ জাতীয়-ঘৰৰ ধনী-নিধনী, ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী, ৰোগী-ভোগী প্ৰত্যেকজন আৰু প্ৰত্যেকজনী ভাই-ভনীৰ স্বাৰ্থ অধিকাৰ আৰু মঙ্গললৈ সম-দৃষ্টি ৰাখি, মোৰ নিষ্কলঙ্ক নীতি আৰু নিঃস্বাৰ্থ কৰ্ম্মোদ্যমেৰে সকলোৰে লগত হৃদয়ৰ সংযোগ ঘটাই একেটা দেশ-জাতিগত অভঙ্গুৰ স্বাৰ্থৰ গোটত জাতিটোক লাড়ু বান্ধি লবলৈকে, মোৰ ভাষা-সাহিত্যক বিশ্ব-ৱৰেণ্য ৰূপত গঢ় দি তুলিবলৈকে, মোৰ জাতীয়-ঘৰৰ ভাই-ভনীসকলৰ প্ৰাণত পৱিত্ৰতাৰ শাৰদী-শেৱালী ফুলাই তাৰ সৌন্দৰ্য্য-সৌৰভেৰে প্ৰাণীজগতক আমোদিত কৰিবলৈকে, মোৰ প্ৰত্যেকখন ভুঁই-পথাৰ, প্ৰত্যেকটো ধূলি-বালি জীৱনীশক্তি পৰিপূৰ্ণ খাদ্যসম্ভাৰেৰে ওপচাই পেলাবলৈকে, মোৰ জাতীয়-ঘৰৰ ভেটিটোৰ পৰা যাৱতীয় ৰোগৰ কদৰ্য্য বীজাণুবোৰ নিৰ্ম্মূল কৰি ভাই-ভনীসকলক নিখুঁত স্বাস্থ্যেৰে তেজোদ্দীপ্ত কৰি তুলিবলৈকে,—মোৰ কাৰ্য্য আৰু নীতিৰে সকলোৰে মনত পৱিত্ৰতা, নিৰ্ম্মলতা আৰু পৰিছন্নতাৰ প্ৰভাৱ বৰ্ত্তাবলৈকে, মানৱীয় মহত্ত্বৰ উপাদানেৰে মোৰ দেশবাসীৰ শাৰীৰিক আৰু মানসিক অৱয়ব গঢ়ি তুলিবলৈকে, —এনে ক্ষমতাটোহে মোক লাগে। যেতিয়া দেখোঁ, যে কোনো ব্যক্তিয়ে বা দল এটাই নানা

প্ৰৱন্ধেৰে দেশৰ সামাজিক, আৰ্থিক আৰু ৰাজনৈতিক ক্ষেত্ৰত ক্ষমতা লাভ কৰিবলৈকে হাবাথুৰি খাই ফুৰিছে, নাইবা, লাভ কৰিবলৈকে সমৰ্থৱান হৈছে, তেতিয়া মই ক্ষমতা লাভৰ এই অৰ্থটোকেহে ঘাইকৈ বুজি লওঁ।

কিন্তু, যেতিয়া দেখা পাওঁ, সেই ক্ষমতাটোত দুৰ্ব্বল-দুখীক নিষ্পেষণ কৰি ৰস-জীপ পি থকা উন্মত্ত প্ৰকৃতিৰ জোঙা দাঁতবিলাক প্ৰয়োগৰ ক্ষেত্ৰত উল্কাৰ দৰে জিলিকি উঠিছে,— কৃষ্ণ-হৰি-ৰাম গান্ধী-আল্লা-ইছাইৰ নামাৱলী গাত মেৰিয়াই সিদ্ধিৰ মুখত গৈ থিয় হৈ পৰস্বাপহৰণৰ অপকৰ্ম্মৰ ওপৰত ভণ্ডামি-প্ৰতাৰণাৰ ৰাংপতা চৰাই দুৰ্নীতি-অভিসন্ধি পূৰণ কৰা কলুষ-ক্লেদা পিশাচটোৱে গা লুকুৱাই গোটেইখন সমাজকে, গোটেইখন দেশকে নৰকৰ অতল তলিলৈকে টানি নিবলৈ ধৰিছে,—তেতিয়া মোৰ বুকুৰ সপোনটো ডোখৰ ডোখৰ হৈ ভাগি পৰে আৰু ভাবোঁ ক্ষমতাৰো দুটা ৰূপ আছে—এটা স্বৰ্গীয়, আনটো নাৰকীয়,— এটা মানৱীয়, আনটো পৈশাচিক। হে সৰ্ব্বশক্তিময় ভগৱান। ক্ষমতাৰ এই পৈশাচিক-নাৰকীয় ৰূপটো বিধ্বস্ত কৰি তাৰ মানৱীয়-স্বৰ্গীয় ৰূপটোৰে মোৰ অন্তৰখন ওপচাই দিয়াহি প্ৰভু।

## অসমীয়াক কি লাগে আৰু কি নালাগে

(ইং ১৯৩৮ চনৰ ৪ৰ্থ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

অসমীয়াক লাগে,— নিজ দেশত তাৰ আত্ম-নিয়ন্ত্ৰণৰ নিৰ্ব্বিবাদ অধিকাৰ ;—অসমীয়াক লাগে, তাৰ নিজ দেশত এক জাতীয়তা (homogenity); —অসমীয়াক লাগে নিজ দেশৰ আৰ্থিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক সমস্যাৰ সমাধান, যিবিলাকৰ সমাধান সি আন কোনো প্ৰদেশত আশা কৰা অসম্ভৱ ;—অসমীয়াক লাগে, নিজস্ব আদৰ্শৰ পথেৰে নিজ দেশত তাৰ আত্ম-বিকাশৰ মুকলি অধিকাৰৰ পূৰ্ণ স্বাধীনতা, যিটো সি বিভিন্ন আদৰ্শযুক্ত লোকৰ সংখ্যাধিক্যত লাভ কৰিবৰ তাৰ আশা নাই।

অসমীয়াক নালাগে,—যি বস্তুত তাৰ জাতীয় জীৱনৰ পৰিপুষ্ট তৃপ্তি সাধিত নহয়,—যি শাৰীৰিক আৰু মানসিক শক্তি পৰিচৰ্চ্চাৰ পোহৰত তাৰ জীৱনটো বিৰাট-বিপুল-বহল হৈ নুঠে, যি ধন-বিদ্যা লাভত তাৰ পাৰ্থিৱ অপাৰ্থিৱ সকলো দৈন্য দূৰীভূত নহয়, যি পোৱাত তাৰ জাতীয়-জীৱনৰ অপূৰ্ণতাবিলাক পূৰ্ণতাৰ প্ৰাচুৰ্য্যেৰে পৰিশোভিত হৈ উপচি নপৰে, তাৰ গীত-নৃত্যত বিশ্ব-চেতনা পুলকিত হৈ নুঠে, তাৰ যি গৰ্জ্জনত দুৰ্নীত কলুষ পিশাচে তালমৰা দি অদৃশ্য নহয়, তাৰ যি কৰ্ম্মোদ্যমৰ দীপ্ত শিখাত পৰি পুঞ্জীভূত আলস্য-অকৰ্ম্মণ্যতা ভস্মীভূত হৈ উৰি নাযায়। তেনে বস্তু স্বয়ং ভগৱানৰ দান বুলি অমৃত হৈ আহি আগত উপস্থিত হলেও অসমীয়াক নালাগে

## জীয়াৰ ৰহস্য

(ইং ১৯৩৮ চনৰ ৪ৰ্থ বছৰৰ 'ডেকা-অসম'ৰ সম্পাদকীয়)

মানুহৰ ভাবাত জীয়াৰ কথাবাৰ উচ্চাৰণ কৰাৰ লগতে মৰাৰ কথাবাৰো আপোনা-আপুনি মনত উঠে। বস্তু এটাৰ ইপিঠিত হাত পৰিলে

সিপিঠিত সন্নিহান হ'বলৈকে বাট নাথাকে। জীয়া আৰু মৰা বুলি বস্তু দুটা প্ৰকৃততে জীৱনৰ দুখন অবিচ্ছিন্ন পিঠি মাথোন। এটা এৰি আনটোৰ অস্তিত্ব নিৰৰ্থক। জীৱনৰ অৰ্থই হৈছে জীয়া আৰু মৰাৰ গোট-বন্ধা সমষ্টি এটা। য'ত জীয়াটোক সম্বৰ্দ্ধি সাৰটি লৈ মৰাটোক অস্বীকাৰ কৰা হয়, নাইবা মৰাটোক সাৰ ভাবি জীয়াটোক ভুছি বুলি আৱৰ্জ্জনাৰ স্তূপত ভৰাই থোৱা হয়, তাত জীৱনৰ তেজাল প্ৰতিপত্তিটো অপদস্থ হৈ অনুতাপত দগ্ধ হয়, ব্যৰ্থতাৰ সংঘৰ্ষণত ভাপ হৈ উৰি যায়. জীৱনৰ পৰাক্ৰম অৰ্থহীন বুলি তাত প্ৰমাণিত হয়। সেইবাবেই দেখিছো, সুদূৰ অতীতৰ সৌ হাজাৰ হাজাৰ যুগৰ বিচিত্ৰ পৰিবৰ্ত্তনৰ কঠোৰ অনুশাসনবিলাক উলংঘা কৰি, মহা-মৰণৰ পুণ্য-পৰশত অমৰত্ব লভি আজিও সগৌৰৱে আমাৰ আগত বুকু ওফন্দাই থিয় দি থকা মহা-জীৱনৰ অক্ষয় পদচিহ্নবিলাক, মৰণক মোক বুলি জ্যোতিৰ্ম্ময় আনন্দেৰে আলিঙ্গন কৰা সন্দেহ-বিনিৰ্ম্মুক্ত ইতিহাস মালা, প্ৰত্যেকটো জীৱনৰ অমৰ স্তম্ভত অক্ষয়োজ্জল দাগেৰে লিখি থোৱা কাহিনীবাজি। এয়ে হৈছে মানৱ-জীৱনৰ জীয়া-মৰাৰ ৰহস্য আৰু এই ৰহস্যক মূৰ্ত্ত কৰি তোলাটোৱেই হৈছে মানৱ জীৱনৰ সাৰ্থকতা, মানৱ-জীৱনৰ পূৰ্ণ মুক্তি।

আজি ভাৰতে তাৰ পূৰ্ণতাৰ সাৰ্থকতাৰ বাবে নিজস্ব জীৱনৰ মুক্ত ৰূপ বিচাৰি অভিযান মেলিছে। সেইদৰে, অসমেও তাৰ নিজস্ব মুক্তিৰ সপোন লৈ তাৰ যোগ্য সহগামী হ'বলৈকে আকাঙ্ক্ষা কৰিছে। কিন্তু দুয়ো, ভাৰত-মহাজাতীয় ভাৱেৰেই হওক, নাইবা অসম-প্ৰাদেশিক জাতীয় ভাৱেৰেই হওক, যেতিয়ালৈকে জীৱনৰ এই জীয়া-মৰাৰ ৰহস্য-তত্ত্বৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ আকুল উদ্যমৰ সক্ৰিয় জাগৰণত থিতি হৈ আগ নাবাঢ়িব, যেতিয়ালৈকে জীৱনক মহীয়ান ৰূপত ৰূপায়িত কৰি তুলিবলৈকে মহানভাৱে মৃত্যুক আলিঙ্গন কৰা আনন্দৰ প্ৰস্তুতি লৈ অভিযান চলাবলৈকে উঠি-পৰি নালাগিব, তেতিয়ালৈকে ভাৰতৰ নিজস্ব মহাজাতীয় পৰিপূৰ্ণতাৰ মুক্তিদ্বাৰ মেল খাবৰ আশা নাই, আৰু অসমৰো জাতীয়-জীৱন জাতিস্মাৰ হৈ ফুলি উঠিবৰ সম্ভাৱনা নাই। নিৰ্ভীকতা, ত্যাগ, সত্যনিষ্ঠা, দৃঢ়তা, নৈতিকতা আৰু দেশৰ বাবে জাতিৰ বাবে যাৱতীয় দুঃখ-কষ্ট, লাঞ্ছনা-গঞ্জনা আৰু মৃত্যুকো মহান তৃপ্তিৰে বুকুপাতি বৰণ কৰি লোৱা আনন্দতেই এই অভিযানে সাফল্য লাভ কৰে।

## অসমীয়াৰ ওচৰত অভিযোগ আৰু আহ্বান

( ইং ১৯২৪ চনৰ 'সংৰক্ষিণীৰ জাতিগঠনমূলক স্কীম'ৰ পাতনি )

অসমত অসমীয়াৰ অস্তিত্ব আজি কিমান দূৰ সঙ্কটাপন্ন হৈ উঠিছে, সেইকথা কোনোজন অসমীয়াক আজি বহলাই বুজাবৰ আৱশ্যক নাই। প্ৰত্যেকজন অসমীয়াই তন্দ্ৰা-এলাহ তিয়াগি, কথা এৰি আজি কৰ্ম্ম-তৎপৰ নহলে অসমত অসমীয়াৰ নিস্তাৰ নাই। তন্দ্ৰালস্যত নিতত হৈ পৰি থাকোঁতেই অসমীয়াৰ নিজস্ব-জীৱনৰ বাৰঅনা শেষ হ'ল। এতিয়াও সাৰ পাই সচেতন হৈ নুঠিলে বাকী চাৰিঅনাও নিৰ্ম্মূল হ'ব। কিন্তু গাত তত চপাই লৈ বিপুল উৎসাহেৰে কৰ্ম্মক্ষেত্ৰত সোমাই পৰিলে এই চাৰিঅনা সম্বলেৰেই হেৰুৱা বাৰ অনাও মূলে-মূলে আদায় কৰি লব পৰা হ'ব,—

অসমীয়া ( কামৰূপী ) জাতি শৌৰ্য্যে-বীৰ্য্যে, ঐশ্বৰ্য্যে-সম্পদে আকৌ সেই আগৰ দৰেই নন্দন-বদন বিতোপন হৈ উঠিব।

অসমত অসমীয়াৰ আজি আছে কি? কি সম্পদৰ স্বৰ্ণ-ভাণ্ডাৰ আগত লৈ নিৰুদ্বেগে আজি আমি বহি আছোঁ? অসমত অসমীয়াৰ লোকসংখ্যা বাঢ়িছে মাত্ৰ শতকৰা ১৪ জন, কিন্তু আন অনাহূত ভাগ্যান্বেষীৰ সংখ্যা বাঢ়িছে বানপানীৰ ধলৰ দৰে শতকৰা ৩৪ জন। অসমৰ মাটিৰ আঠ ভাগৰ পাঁচ ভাগ খেতি আৰু বাসোপযোগী উৎকৃষ্ট মাটি পৰিল আনৰ হাতত, আৰু নৈ-বিল, পৰ্ব্বত-শিল, বালি ধূলি লৈ অসমীয়াৰ ভাগত থাকিল মাত্ৰ তিনি ভাগ, অসমৰ বেহা-বেপাৰৰ শতকৰা ৯৮ ভাগ আন লোকৰ, অসমীয়াৰ ঘৰুৱা শ্ৰম-শিল্পবিলাক তল পেলাই দৈনিক ব্যৱহাৰীয় বস্তুবিলাকৰ শতকৰা ৯৫ ভাগ আহে বাহিৰৰ পৰা, অসমৰ মাটিত উৎপাদিত হোৱা সম্পদৰ শতকৰা ৮৫ ভাগ ভোগ কৰে বাহিৰৰ লোকে, অসম চৰকাৰৰ আৰু চৰকাৰৰ সংশ্ৰৱ থকা সকলো বিভাগ আৰু অসমত কাম কৰা কেন্দ্ৰীয় ভাৰত চৰকাৰৰ চাকৰিৰ শতকৰা ৯২ ভাগ, আৰু ঠিকা আদি লাভজনক ব্যৱসায়ৰ শতকৰা ৯৫ ভাগ ভোগ কৰে বাহিৰৰ লোকে, অসমীয়াৰ সাংস্কৃতিক জীৱনৰ চেতনা, সন্মান, গৌৰৱ পোত গৈছে শতকৰা ৯৯ ভাগ আজি বাহিৰৰ বিক্ৰমৰ তলত; অথচ, জাতিটোৰ এই শোচনীয় দুৰৱস্থা হৃদয়ঙ্গম কৰি দিগ্বিজয়ী বীৰৰ দৰে অদম্য উদ্যমেৰে আত্ম-ৰক্ষাৰ বাবে কৰ্ম্মক্ষেত্ৰত সোমাব-লৈকে সাজু হৈ ওলাই অহা অসমীয়া নাই আজি, শতকৰা নহয়, হাজাৰ-কড়া এজনো।

তাৰ ফলত, অসমীয়াৰ নিজস্ব-চৈতন্য আজি মূহ-কঁছ যোৱা। যি অসমীয়াৰ ( পুৰণি কামৰূপীয়াৰ ) জ্ঞান-গৌৰৱ, শৌৰ্য্য-বীৰ্য্য, ধন-ঐশ্বৰ্য্যৰ অতুলনীয় সম্পদেৰে তাৰ ইতিহাস ভাৰাক্ৰান্ত, সেই অসমীয়া কামৰূপী আজি সকলোফালৰ পৰা নিষ্পেষিত, নিৰ্য্যাতিত। আজি অসমীয়াৰ ওপৰত এজনেই ৰজা হয়,—একচ্ছত্ৰাধিপতি বৃটিছৰ বাহিৰেও, বাহিৰৰ বঙ্গালী, মাৰোৱাৰী, পাঞ্জাৰী, মাদ্ৰাজী আদিয়ে পাৰস্পৰিক সংযোগেৰে অসমীয়াৰ ভাগ্য শাসন কৰিছে।

ইয়াৰ কাৰণ, একফালে যিদৰে অসমীয়াক ৰক্ষা কৰা সম্বন্ধে বৃটিছ আমোলাতন্ত্ৰৰ ঘোৰ উদাসীনতা, আনফালে সেইদৰে অসমীয়াৰ নিজস্ব চৈতন্য-হীনতা। অকল চৈতন্যহীনতাও নহয়, কাপুৰুষৰ ভীকতাও। আনে বেয়া পাব, বা এনে কৰিব লাগিলে নিজে কিছু ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিব, এই ভয়ত অসমীয়াই চকুৰ আগতে নিজৰ ওপৰত আনৰ নানা অত্যাচাৰ উপদ্ৰৱবোৰ জাউৰিয়ে জাউৰিয়ে পৰি থকা দেখি-শুনিও কিছুমানে বা গাত নলগা ভাবেই উদাসীন হৈ আছে আৰু কিছুমানে বা প্ৰতিৰোধ কৰি আত্মৰক্ষা কৰিবলৈকে চেষ্টা কৰা কষ্টখিনি স্বীকাৰ কৰিব লাগিব বুলি ভয়তে লুকাই ঘৰৰ চুকত বহি আছে। অসমীয়াৰ এই শোচনীয় দুৰ্ব্বলতাৰ সুযোগ লৈয়েই আনবিলাকে পাৰস্পৰিক সহযোগেৰে তাৰ স্বাৰ্থ হানি কৰি নিজ নিজ স্বাৰ্থ চিৰকাল নিৰাপদে পূৰাই থাকিবলৈকে তেওঁলোকৰ সংঘবদ্ধতা অসমীয়াৰ বিৰুদ্ধে ক্ৰমে দৃঢ়তৰ কৰি লৈ গৈ আছে, আৰু বৃটিছ চৰকাৰেও তাত তেওঁলোকক সহায় কৰা যেন দেখা গৈছে। অথচ, আত্ম-চৈতন্যহীন অসমীয়াই আনবিলাকৰ এই ধাৰাসাৰ আক্ৰমণ প্ৰতিৰোধ

কৰি আত্মৰক্ষা কৰিবলৈকে আজিলৈকে সংঘবদ্ধ হৈ উঠিবলৈ মনকে কৰা নাই, আৰু বৃটিছ চৰকাৰেও এই বিষয়ে অসমীয়াক একো উদগনি দিয়া নাই।

অসমীয়াৰ এই শোচনীয় সঙ্কট আৰু দুৰ্ব্বলতা বুজি পাই 'অসমীয়া সংৰক্ষিণী সভা'ই ইংৰাজী ১৯২৪ চনতেই আত্মৰক্ষাৰ বাবে সাজু হ'বলৈকে কাতৰ কণ্ঠেৰে ৰাইজক উদ্দেশ্য কৰি ডাক দিয়ে, আৰু তাৰ বাবে সু-সংগঠিত হৈ উঠিবলৈকে কাৰ্য্য-পদ্ধতি ৰাইজৰ আগত দাঙি ধৰে। অসমীয়াই গাত তত চপাই লৈ তেতিয়াই যদি সজাগ হৈ উঠিলহেঁতেন, তেন্তে চেন্সাচ কমিচনাৰ মিঃ মুলানে তেওঁৰ ৰিপোৰ্টত "৩০ বছৰৰ পাছত অসমীয়াৰ ক্ষীণ নিদৰ্শন শিৱসাগৰ জিলাতহে মাত্ৰ দেখিবলৈ পোৱা যাব" বোলা ভয়াবহ অভিমতটো প্ৰকাশ কৰিবলৈকে কাৰণ নাপালেহেঁতেন।

যি নহওক, গাত চেতনা জগাই তন্দ্ৰালস্য ত্যাগি কৰ্ম্ম-তৎপৰ হৈ উঠিলে তাৰ নিস্তাৰ নাই বুলি বেছি সংখ্যক অসমীয়াই আজি চাৰিওফালৰ পৰা গম পোৱাৰ আভাস ফুটি ওলাইছে। এইটো এটা অতি শুভ লক্ষণ। এই গমটো সক্ৰিয়ভাৱে কৰ্ম্মক্ষেত্ৰত সোমাই পৰিবলৈকে সাজু হলে এই শুভ লক্ষণটো সোপত-দোপে মূৰ্ত্তিমান আৰু শুভ হৈ উঠিব, সকলো অশুভ-অমঙ্গল দূৰতোবিদূৰ হ'ব। আহক! নিৰ্য্যাতিত, নিষ্পেষিত, চেতনা-বিচ্যুৎ, তভহেঁকৰা পৰ্ব্বত-ভৈয়ামৰ অসমীয়া ভাই! সিৰে সিৰে জাতীয়-চেতনাৰ বিপুল উন্মাদনা লৈ দৃঢ়-সঙ্কল্পেৰে আগবাঢ়ি আহক,— আনৰ দ্বাৰা শোষিত হৈও সন্তুষ্ট থকা হীনাত্মিক মনোবৃত্তিৰ পৰা মুক্ত হৈ সকলো পক্ষে পৃথিৱীৰ সু-উন্নত জাতিসমূহৰ সমকক্ষ হৈ ভাৰতত আৰু মানৱীয় সমাজত সম্মানিত আসন অধিকাৰ কৰি লবলৈকে নিজক যোগ্য কৰি তোলকহি।

## এতিয়াও সময় আছে— আত্মচেতন হোৱা

(ইং ১৯২৭ চনৰ ৯ম বছৰৰ 'চেতনা'ৰ সম্পাদকীয়)

পৰ্ব্বত-ভৈয়ামৰ অসমীয়া! সৌ সুদূৰ পুৰণি-কালৰে পৰা ধৰ্ম্মাৰণ্য, প্ৰাগজ্যোতিষপুৰ, কামৰূপ, অসম আদি যুগে-যুগে নানান নামেৰে বিভূষিত হৈ অহা স্বৰ্গাদপি-গৰিয়সী অসম-মাতৃৰ পৰ্ব্বত, ভৈয়াম পৰিশোভি থকা দুৰ্দ্দমা অসমীয়া! আজি তোমাৰ নিজ ঘৰৰ, নিজ দেশৰ পৈতৃক ভেটিটোতেই তোমাৰ এনে শোচনীয় নিৰাশ্ৰয়তা দেখি জগতৰ সভ্য অৰ্দ্ধসভ্য অসভ্য, সকলো থাপৰ মানৱ-মণ্ডলীয়ে তোমাৰ গাত তিক্ত-বিদ্ৰূপৰ বাণ হানি তোমাকেই আকাশধ্বনিত খলক তুলি হাঁহিব ধৰিছে। অথচ, তথাপি, তুমি অনুভৱ কৰিব পৰা নাই;—নাই চিন্তাশক্তি, নাই কৰ্ম্মশক্তি, নাই উদ্যম, নাই চেতনা। ঘৃণনীয় অকৰ্ম্মণ্যতা, লজ্জাকৰ অযোগ্যতা, গ্লানিকৰ অপদাৰ্থতা আৰু মূৰ্খতাৰ কদৰ্য্য প্ৰলেপ পৰি তোমাৰ অন্তৰখন ইমানেইনো ডাঠ হৈ পৰিল নে, যে আত্ম-সন্মান, আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস, আত্ম-চেতনাৰ লেশমাত্ৰ সংস্পৰ্শও তাত টিকিব নোৱাৰা হ'ল? তোমাৰ এই ভীষণ পতনৰ বাবেই, সত্য, ত্ৰেতা, দ্বাপৰ, কলি চাৰিও যুগৰ তোমাৰ গৌৰৱ-স্ফীত সম্পদ-বাণিয়ে তোমাক নেওচা দি এৰি থৈ তোমাৰ পৈতৃক ধৰণীখনৰ সৈতে আনৰ হাতলৈ লৈ প্ৰায় শেষ হ'বলৈকে ওলাল। তথাপি তোমাৰ গাত আত্ম-চেতনাৰ উমান নুফুটিল।

কিন্তু এতিয়াও সময় শেষ হৈ যোৱা নাই। চোৱা, চকু মেলি চোৱা, তোমাৰ শোচনীয় পতনটো নিজ চকুৰে চাই লৈ আত্মস্থ হোৱা, চিন্তা কৰা। সুপ্রখৰ আত্মশ্রদ্ধা, আত্ম-বিশ্বাসেৰে অন্তৰ্দ্দেশ ভৰপূৰ কৰি লৈ সিংহ-বিক্রমেৰে কৰ্ম্মক্ষেত্রত সোমাই পৰাহি। নহলে, তোমাৰ নিজ ঘৰতে তুমি নিঃচিহ্ন হৈ যোৱাৰ বাহিৰে আন একো পৰিণাম নাই। আত্ম-বিশ্বাসহীন এনেকুৱা ধোদৰ পৃথিৱীৰ কোনোটো চুকতে ঠাই নাই।

তুমি নিশ্চয়কৈ বুজি লোৱা, তোমাৰ বাহিৰে আন কোনেও তোমাক ৰক্ষা কৰিব নোৱাৰে আৰু নকৰেও। তুমি নিজেই তোমাৰ ৰক্ষাকাৰীও, হত্যাকাৰীও। আত্ম-হত্যাকাৰী মূৰ্খ পাপীক স্বয়ং ভগৱানেও ৰক্ষা নকৰে। তোমাৰ আত্ম-বলেৰেই তুমি তোমাক ৰক্ষাও কৰিব লাগিব আৰু নিজ দেশৰ অধিকাৰী-স্বত্বও অক্ষুন্ন ৰাখিব লাগিব। আত্ম-চেতনা, আত্ম-শ্রদ্ধা, আত্ম-বিশ্বাস, আত্ম-সন্মান জগাই তোলা। এবাৰ মাত্র সাম্প্রদায়িক পৰিচয়-বোৰ এৰি পৰ্ব্বত-ভৈয়াম পৰিশোভিত অসম-মাতৃৰ সন্তান অসমীয়া বুলি গোট বান্ধি একে জঁাপে দিয় দি উঠা—তোমাৰ সকলো অমঙ্গল খিতাতে নাইকিয়া হ'ব,—এতিয়াও সময় আছে।

## জাতি গঠনত শ্রীমন্ত শঙ্কৰদেৱ

(এই শিতানেৰে লেখকৰ দীঘলীয়া প্রবন্ধৰ একাংশ)

অসমীয়া জাতি গঠনত শ্রীমন্ত শঙ্কৰদেৱৰ যি কৃতিত্ব, মহাপ্রাণতা আৰু বিপ্লৱীয় অৱদান, সি সমসাময়িক ভাৰতৰ, সম্ভৱতঃ পৃথিৱীৰ আন নান ঠাইৰো সেই পথাৱলম্বী ধৰ্ম্ম-কৰ্ম্ম সাধক মহাপুৰুষসকলৰ তুলনাত বিশেষত্বেৰে বিভূষিত। সেইবাবে, মানৱ-ধৰ্ম্মী কৰ্ম্মযোগীৰ সমাজত শ্রীমন্ত শঙ্কৰৰ ব্যক্তিত্বৰো বিশেষত্ব আছে। সেই সমসাময়িক যুগৰ ভাৰত আৰু অন্যান্য ঠাইৰ সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিবোৰ নিৰপেক্ষ তুলনামূলক পদ্ধতিৰে পৰ্য্যালোচনা কৰি চালেই সেইটো বুজিব পৰা হ'ব। এই বিশেষত্বৰ বাবেই তেৰাৰ গুণগ্রাহী অনুগমন-কাৰীসকলে শ্রীমন্ত শঙ্কৰক জগৎগুৰু, জয়গুৰু আৰু অৱতাৰী মহাপুৰুষ বুলি শ্রদ্ধা-ভক্তি-সেৱা কৰে। নিজৰ প্রাচীন-নিৰ্ম্মল-নিষ্কাম ভিত্তিটোৰ প্রতি শ্রদ্ধা অটল ৰাখি, বাস্তৱতালৈ কাৰ্য্যকৰী সহানুভূতি লৈ, অথচ, মুখ্যতঃ তাক আধ্যাত্মি-কতাত প্রতিষ্ঠাপন কৰি, সাম্যৰ শান্তিপূৰ্ণ সামঞ্জস্যতাৰে সামাজিক উদ্ভট প্রভাৱবোৰ প্রগতি-শীল দৃষ্টি-কোণেৰে শান্ত কৰি, সমাজক মানৱীয় ভিত্তিত গঢ় দি তোলা মহান প্রতিভা সেই সম-সাময়িক যুগত শ্রীমন্ত শঙ্কৰৰ বাহিৰে আন ক'তো দেখা নাযায়। সেইবাবেই, আজি স্মৃতি-বিচ্যুত অসমীয়াৰ মহাসঙ্কটৰ সন্ধিক্ষণত শ্রীমন্ত শঙ্কৰৰ বিপ্লৱীয় ব্যক্তিত্ব আৰু অৱদানৰ মৰ্ম্ম হৃদিগত কৰি লৈ তেৰাৰ প্রদৰ্শিত পথেৰে আগ নাবাঢ়িলে, পৰ্ব্বত-ভৈয়ামবাসী অসমীয়াৰ অস্তিত্বৰ নিস্তাৰ নাই।

নিজে ভূঞাৰাজ্যৰ শিৰোমণি শাসক,—ভাৰতীয় উদাৰ আৰ্য্য-সংস্কৃতিৰ লগত হাড়ে-হিম-জুৰে ওতপ্রোত,—আৰু ধাতুগতভাৱে আৰ্য্য-সংস্কৃতিৰ বৰ্ণাশ্রমী প্রভাৱ নপৰা সেইকালৰ কছাৰি, আহোম, কোচ আদি ৰাজশক্তিবিলাকৰ, আৰু বৰ্ণাশ্রমী আৰ্য্য-সংস্কৃতিৰ লগত অহি-নকুল-সম্বন্ধ

মোগল ৰাজশক্তিৰ অসমৰ ওপৰত নিজ নিজ আধিপত্যৰ দাবী লৈ প্ৰায় ছেদ নপৰাভাৱে চলি থকা যুদ্ধ-বিগ্ৰহৰ হেঁচা-ঠেলাত ভূঞা ৰাজশক্তিৰ থান-থিতি নোহোৱা অৱস্থা ;— তাতে ধৰ্ম্মৰ নামত আধ্যাত্মিক জগতৰ সংবাদ পৰ্য্যন্ত লাভ কৰাৰ অধিকাৰ-বঞ্চিত আৰু উন্নত সমাজৰ সংস্পৰ্শ-ৰহিত স্থানীয় বিৰাট মূক নৰ-নাৰায়ণৰ মনোজগতত পৌৰোহিত্য-ব্যৱসায়ী শ্ৰেণীৰ সামাজিক ব্যৱস্থাৰ তাৰতম্য বিচাৰে তুলি দিয়া গভীৰ ম্ৰিয়মান ক্ষোভৰ দুৰ্ব্বহ বোজা,—আৰু আনফালে শাস্ত্ৰ-সত্য-তত্ত্বজ্ঞ উদাৰমনা লোক এদলৰ মনত বিৰাট জনগণাত্মাক এনে আপচু গ্লানিত পেলাই ৰখা কদৰ্য্য সামাজিক হীনডেটিবোধৰ প্ৰতি বিতৃষ্ণা ;— আন-ফালে আকৌ সেইবোৰ গ্লানিকেই সমাজত বাহাল ৰাখি জন-সঙ্ঘক উন্নত মানৱীয় অধিকাৰৰ সন্ধান নিদি চিৰকাল পতিতকৈ পেলাই থবলৈকে উক্ত ৰাজশক্তিবিলাকৰ সহায়েৰে ব্যৱসায়ীদলে চলাই থকা অশোভনীয় উৎকট প্ৰচেষ্টা,—ইত্যাদি বস্তু-বিলাক উদ্ভূত বিশৃঙ্খলাত গোটেইখন অসমৰ অসমীয়া সমাজৰ জঁট লাগি পৰিমৰা অৱস্থা। সেই সাময়িক যুগত ইমানবিলাক শক্তিশালী জটিলতাই গোটেইখন দেশৰ গোটেইটো জনসংঘকে মেৰাই সাঙুৰি লোৱা পৰিস্থিতিয়ে, সম্ভৱতঃ ভাৰতৰ আন কোনো ঠাইতেই দেখা দিছিল বুলি জনা নাযায়। এককালে নিজৰ ৰাজশক্তি ধ্বস্ত-বিধ্বস্ত, একফালে আহোম ৰাজশক্তিৰ নিৰ্য্যাতন, একফালে কছাৰি ৰাজশক্তিৰ উপদ্ৰৱ, আনফালে মেচ-কোচ ৰাজশক্তিৰ নিষ্পেষণ,—অকা, ডফলা, ভোটৰ আক্ৰমণ,—তাৰ ওপৰত সেই সময়ৰ সমাজ শাসনকাৰী ব্যৱসায়ী পাণ্ডিত্যাভিমানী দলৰ কুটিল ষড়যন্ত্ৰ। এই সকলোবিলাক শক্তিৰ বিৰুদ্ধতাত শ্ৰীমন্ত শঙ্কৰ ক্ষত-বিক্ষত। কিন্তু তেৰাই সাধনালব্ধ আত্মিক-শক্তিৰ তেজোদ্দীপ্ত দুৰ্দ্দম্য প্ৰভাৱেৰে সকলো অমঙ্গলীয়া অন্তৰায়ক বিমৰ্দ্দন কৰি ছেদেলি-ভেদেলি হৈ পৰি থকা অনাদৃত মণি-মুক্তাবোৰ বুটলি লৈ বিপুল সাফল্যৰ জয়োল্লাসেৰে অসমীয়া জাতি-গঠনৰ মহান আদৰ্শ দিয়াই আগ বাঢ়িল,—সূৰ্য্যোদয়ত হিমকণাৰ দৰে পথৰ সকলো বিৰোধী শক্তি ক্ষয় পৰি অন্তৰ্হিত হ'ল আৰু তাতেই সামাজিক নিৰ্য্যাতনত চেপেটা লাগি পৰি থকা বিৰাট নৰনাৰায়ণে আত্মচেতন হৈ শান্তিৰ মুকলি উশাহ এচাটি টানি লবলৈকে সুবিধা পালে, আৰু সাম্যৰ প্ৰগতিশীল ভিত্তিত প্ৰতিষ্ঠিত হৈ পৰ্ব্বত-ভৈয়ামজুৰি উদাৰ অসমীয়া জনসঙ্ঘত গঢ় লৈ গজি উঠিল।

উক্ত সকলোবিলাক অন্তৰায়ৰ আঘাত যিজন পুৰুষে অপৰাজেয় শক্তিৰে বুকু পাতি লৈ জয় কৰি ধৰ্ম্ম-কৰ্ম্ম-সমাজ ক্ষেত্ৰত মূক নিষ্পেষিত জনগণৰ বাবে সমানাধিকাৰৰ মুক্তিদ্বাৰ খুলি দিলে, সেইজন পুৰুষৰ বিপ্লৱী ব্যক্তিত্ব আৰু অৱদানৰ বিশেষত্ব নিশ্চয় আছে,— আৰু সেইজন পুৰুষক মানৱীয় অধিকাৰ-আকাঙ্ক্ষীসকলে জগদ্‌গুৰু, জয়গুৰু, অৱতাৰী মহাপুৰুষ আদি আখ্যাৰে ভক্তি-সেৱা কৰাটোত আচৰিত হ'বলগীয়া একো নাই। তাৰো কিছু আগৰ পৰাই, স্থানীয় ভাষাক আশ্ৰয় কৰি গীত-পদ, নৃত্য-বাদ্য, ভাওনা সবাহ আদিৰ ভিতৰেদি একো পৰিকল্পনাহীনভাৱে স্বতঃস্ফূৰ্ত সহাৰি এটাৰ আভাস কিছু পোৱা গৈছিল যদিও, তাত জাতি-গঠন সংস্থানৰ একো ইঙ্গিত নাছিল। সেইবাবে, জাতি-সংগঠক শ্ৰীমন্ত শঙ্কৰসূৰ্য্যৰ উদয়ত তেৰাক

কেন্দ্ৰ কৰি ঘূৰি ঘূৰি সেইসকলে অসমীয়াৰ জাতীয় সৌধজগত সৃষ্টি কৰিলে।

শ্ৰীমন্ত শংকৰৰ প্ৰভাৱে নানান সামাজিক আলোড়ন-অভিযোগ সমিল-মিল ঘটাই জাতি গঠনৰ প্ৰয়োজনীয় সকলোবিলাক ঘাই উপাদান অসমীয়াৰ হাতত তুলি দিলে, যি দুৰ্ব্বল আছিল তাক শক্তিযুক্ত কৰি, আৰু যি নাছিল তাক সৃষ্টি কৰি শক্তিশালীকৈ প্ৰতিষ্ঠা কৰি। ভূঞা ৰাজশক্তি পৰিবৰ্জনকাৰী তেৰাৰ প্ৰভাৱে গণস্বত্বৰ অধিকাৰ থাপি সমাজ-ধৰ্ম্মৰ ক্ষেত্ৰত জনগণৰ বাবে সমানাধিকাৰৰ প্ৰশস্ত বাট মুকলি কৰি দিলে,—বৰপেটা সত্ৰৰ সত্ৰাধিকাৰ নিৰ্ব্বাচন আৰু সত্ৰৰ যাৱতীয় কৰ্ম্ম-পৰিচালনাত সমূহাধিকাৰেই তাৰ প্ৰমাণ,—অমিয় সাহিত্য ৰসেৰে পৰিপ্লুত কৰি অসমীয়া ভাষাক জ্যোতিষ্মান ৰূপ দিলে,- নিজে গীত-পদ, ঘোষা-নাম ৰচি গাই-বাই বিশ্বৰসৰ সঁফুৰা সাজিলে,—নৃত্য-ভঙ্গী ভাওনাত স্বৰ্গীয় মাধুৰী প্ৰফুল্লিত কৰিলে,—বিপুল বৈষ্ণৱ সাহিত্যৰাজি, নটুৱা-নৃত্য মুদ্ৰা-ভঙ্গী আদিয়ে তাৰ প্ৰমাণ,—সামাজিক নিয়ম-নীতি, আচাৰ-ব্যৱহাৰত নৈতিকতা, শ্লীলতা, পবিত্ৰতা, শুচিতা প্ৰতিভাত কৰিলে,—সেইবাবে তেৰাৰ পন্থক 'নিকা-পন্থ' বুলি শ্ৰদ্ধাৰে সকলোৱে অভিহিত কৰে,—নিজ হাতেৰে বৈকুণ্ঠ আঁকি চিহ্নযাত্ৰা দেখুৱাই, সত্ৰবোৰৰ আসন গুৰু-শৰাই, বেৰখুটা-চাটিবোৰত মনোমোহা কাৰুকাৰ্য্যময় চিত্ৰবোৰ আঁকি, খোদন কৰি চিত্ৰ শিল্প-বিদ্যাৰ স্তম্ভ থিয় কৰি তুলিলে;— অৱনত কৰ্মীয় কৰ্ম আৰু সাংস্কৃতিক মৰ্য্যাদাত উচ্চ-নীচ নিৰ্ব্বিশেষে সকলোকে সমান অধিকাৰ দি জনগণৰ আৰ্থিক সমস্যাও সহজ আৰু ব্যাপকভাৱে সমাধান কৰিলে আৰু সামাজিক সমতাক ভেটিটোও গঢ় দি তুলি ধৰিলে;—অথচ, বৃদ্ধত্বৰ মামৰে ধৰা ৰক্ষণশীল বুলি উপেক্ষিত প্ৰাচীন বৰ্ণাশ্ৰমী ভিত্তিটোকো কোনোবিধ উপদ্ৰৱেৰে ভাঙি নাই-সুই নকৰি, মাত্ৰ তাত অনুদাৰতাৰ অসুস্থতাৰে জমাই লোৱা মলি-মামৰবোৰ উদাৰ সুস্থতাৰে ধুই-পখালি জাৰি-জোকাৰি পেলাই তাতেই গুণগত সাংস্কৃতিক অধিকাৰৰ থাপনা পাতিলে। সেইবাবেই, অসমীয়া সমাজৰ জনসংঘৰ মাজত ভাৰতৰ অন্যান্য ঠাইৰ দৰে সামাজিক অস্পৃশ্যতা তীব্ৰভাৱে আজিও নাই, আৰু গুণগত সাংস্কৃতিক অধিকাৰৰ বলেৰেই সকলো শ্ৰেণীৰ বহুবিলাক সত্ৰাধিকাৰীয়েই গাদীত বহি উচ্চ-নীচ নিৰ্ব্বিশেষে আজিলৈকে সকলোকে সমানে শৰণ-ভজন দি আছে। ঐতিহ্য-বিস্মৃত অসমীয়াই আজিও জাতীয়-শক্তিৰে ভৰপূৰ হৈ সুগঠিত হৈ উঠিব লাগিলে, অসমীয়া জাতিৰ বিপ্লৱী সংগঠক একমাত্ৰ শ্ৰীমন্ত শংকৰৰ নিৰ্দ্দেশিত পথেৰেই বাহু দাঙি বুকু ফুলাই অগ্ৰসৰ হ'ব লাগিব।

## জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ

( প্ৰথম মহাযুদ্ধৰ ইং ১৯১৪ চনতে, অৰ্থাৎ ৪২ বছৰৰ আগতে বৰপেটাত উক্ত নামেৰে এই প্ৰবন্ধটো লিখি ইং ১৯১৬ চনত ডিব্ৰুগড়ৰ বেলৱে প্ৰেছত পুথিৰ আকাৰেৰে ছপা কৰোৱা হৈছিল, আৰু পুথিখন বেচি পোৱা সকলোখিনি পইচা সেই সময়ৰ 'আসাম এছোছিয়েচনে' খোলা 'জাতীয় ধন-ভঁৰাল'ত দিয়া হৈছিল। পুথিখনত—মৌলিক স্বাধীন চিন্তা আৰু উচ্চ কল্পনা-প্ৰৱণতা আছে, কিন্তু কাৰ্য্যকৰী নহয় বুলি সেই সময়ৰ

'টাইমচ্ অব্ আসাম' আৰু কলিকতাৰ 'মডাৰ্ণ-ৰিভিউ' আদিয়ে মত প্ৰকাশ কৰিছিল। কিন্তু আজি ৪২ বছৰৰ পাছত আমেৰিকাৰ 'টৰেন্টোভ'ত এটমিক্ শক্তি সংযোগ কৰি কেইটামান বান্দৰ ভৰাই পৃথিৱীৰ বায়ু-মণ্ডল অতিক্ৰম কৰাই এৰি দিয়া বেলুনৰ, জীৱকেইটাৰ একো হানি-বিঘিনি নোহোৱাকৈ পুনৰ পৃথিৱীলৈ নামি অহা ঘটনাই, অদূৰ ভৱিষ্যতত এইটো কাৰ্য্যকৰী হৈ উঠিব বুলি বৈজ্ঞানিক মহলত বিশ্বাসৰ আলোড়ন সৃষ্টি কৰিছে। আমেৰিকাৰ 'ইয়েল ইউনিভাৰ্চিটিৰ' পদাৰ্থ-বিজ্ঞানবিদ্ অধ্যাপক ডা: উইলিয়াম উব্লিউ. ৱাটচনে ৰেডিও'ৰ যোগেৰে সাহেৰে স্পষ্টকৈয়ে কৈছে, যে—আণৱিক শক্তি পৰিচালিত আকাশী-যানে কেবছমানৰ ভিতৰতে বহুকেখন সেই শক্তি সংযোজিত 'জেট্ ক্ৰেফট্' লৈ অতি তীব্ৰ বেগেৰে পৃথিৱীৰ বায়ু-মণ্ডল ভেদ কৰি শূন্য পথেৰে ইচ্ছামতে অন্যান্য গ্ৰহ-উপগ্ৰহত গৈ উপস্থিত হৈ পুনৰ পৃথিৱীলৈ ঘূৰি আহিব পাৰিব। গতিকে, প্ৰায় চাৰি যুগ আগতে আমি লিখা চিন্তাৰ সত্যতাই বৈজ্ঞানিক মণ্ডলীৰ আগতো আজি দেখা দিছে। এই বিষয়ক মোৰ এটা কবিতাও আছে আৰু স্বৰ্গীয় ডা: কাকতিৰ দ্বাৰা ইংৰাজীত অনুবাদিত হৈ ইং ১৯৪২ চনত মোৰ 'Songs of the Cell'ত প্ৰকাশ পাইছে। অসমীয়া কবিতাটো প্ৰকাশ হৈছিল ইং ১৯২৮ চনৰ 'বাঁহী'ত। কিন্তু, অন্যান্য গ্ৰহ-উপগ্ৰহলৈ অভিযান চলোৱা এই বিষয়টোত মোৰ আৰু আমেৰিকান বৈজ্ঞানিক মণ্ডলীৰ দৃষ্টিকোণৰ পাৰ্থক্য আছে। মই বিষয়টোত এটা মহান উদ্দেশ্য লৈ বিৰাট পৰিকল্পনাৰে দাৰ্শনিক মত এটা স্থাপন কৰিবলৈকে যত্ন কৰিছিলোঁ; কিন্তু আমেৰিকান বৈজ্ঞানিকসকলে মাত্ৰ অভিযানৰ সম্ভৱনাটো লৈহে চেষ্টা কৰিছে। কিন্তু হলেও, তেওঁলোকৰ এই যত্নটোও হয়তো শেষত দাৰ্শনিক মতবাদতেই পৰি-পুষ্টি লাভ কৰিবগৈ। ছপা পুথিখন আজি ক'তো পাবলৈ নাই,— মাত্ৰ একেখন পুথি ডঃ সূৰ্য্য কুমাৰ ভূঞাই ভালকৈ বন্ধাই তেখেতৰ লাইব্ৰেৰীত যত্নেৰে ৰাখি থৈ দি আমাৰ কৃতজ্ঞ ভাজন হৈছে। সেই-খনৰ পৰাই লিখি উলিয়াই আনি ইয়াত পুনৰ ছপা কৰা হ'ল। বিষয়টো কিছু স্পষ্ট কৰিবলৈকে দুই-চাৰিটা শব্দ বদলোৱাৰ বাহিৰে মূল পুথিখনিৰ একো কথাৰ পৰিবৰ্ত্তন ঘটোৱা নাই। —ৰচক, ১৮৭৫ ইং ১৯৫৩ শক)

আজি ইউৰোপক আশ্ৰয় কৰি প্ৰলয়ৰ যি বিশ্বনাশী জুইকুৰাই গোটেইখন পৃথিৱীকে পুৰি ছাই কৰি পেলাব খুজিছে, তাৰ গুৰিত থকাকৈ আমি দেখিছোঁ স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতা;—আৰু তাকেই আমি নানা প্ৰবন্ধেৰে গৰিহণা দি তাৰ প্ৰতি আমাৰ ক্ষোভ প্ৰকাশ কৰি আছোঁ। কিন্তু এই স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ তীব্ৰতাৰেই জগতত মহাশান্তি স্থাপন কৰিব পাৰি। ইয়াত আচৰিত হ'বলগীয়া একো নাই।

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতা একো বেয়া বস্তু নহয়। ইয়াৰ কৰ্ম্মক্ষেত্ৰ এই এধানমান পৃথিৱীখনৰ সীমাৰ ভিতৰতে বান্ধি ৰাখিবলৈকে চেষ্টা নকৰি, সীমা ভাঙি বঢ়াই বঢ়াই ক্ৰমে তাক অসীমমুখী কৰি চলাই লৈ যাব পাৰিলে স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বি-তাৰ বিৰুদ্ধে কবলৈকে কথা একো নাথাকে। অথচ, মানুহে আজি ইমান দিন ইয়াৰ কোনো এনেবিধ উপকাৰিতা উপলব্ধি কৰিব নোৱাৰি পৃথিৱীত শান্তিস্থাপন কৰিবৰ কাৰণে ইয়াৰ বিৰুদ্ধে

অনৰ্থক অশেষ শক্তি খৰচ কৰি আহিছে। ইয়াত মানুহক কণাৰ দৰে অনিৰ্দিষ্ট কিবা এটিৰ কাৰণে খেপিয়াই ফুৰাত বাহিৰে আন কিবা কৰিছে বুলি কব নোৱাৰি।

জগতৰ গোটেইবিলাক মানুহৰ গোটেইখিনি শক্তি যাৱৎকাল খটাই থাকিলেও স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক পৃথিৱীৰ পৰা খেদি নিঃচিহ্ন কৰি পেলাই, তাৰ ঠাইত নিঃস্বাৰ্থপৰতা আৰু অপ্ৰতিদ্বন্দ্বিতাক বহুৱাই লোৱাৰ আশা কেতিয়াও কৰিব নোৱাৰি। কাৰণ, জগতৰ লক্ষ্যই হৈছে আগ বাঢ়ি যোৱা। স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ খটখটিত খোজ পেলাই আগুৱাই নগলে সেই উদ্দেশ্য সি সিদ্ধ কৰিব কেনেকৈ? আৰু সৃষ্টিৰ ধাৰাটোকেই বা সি অব্যাহত ৰাখিব কেনেকৈ? স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাটো প্ৰবৃত্তিমূলক। প্ৰবৃত্তিৰ সোঁত বন্ধ হলে সৃষ্টিৰ সোঁতো বন্ধ হ'ব নিশ্চয়। য'ত সৃষ্টি তাতেই প্ৰবৃত্তি,—য'ত প্ৰবৃত্তি নাই তাত সৃষ্টিও নাই।

এই দৃশ্যমান জগতখন সমগ্ৰভাৱে এটা বস্তু হলেও, ই সীমাবোৰৰ হেঙাৰ ভাঙি ভাঙি অসমীত গৈ মিলি নপৰালৈকে, সীমাৰ ভিতৰুৱা এই অসংখ্যৰ ভিতৰত হনা-হনি খোচা-খুচিবোৰ থাকিবই! এই হনাহনি আৰু খোচা-খুচিবোৰ অসীমৰ ভিতৰুৱা বস্তু। অসীমৰ ব্যাপক সোঁতত পৰি ইয়াৰ অস্তিত্ব লয় হৈ নোযোৱালৈকে সীমাৰ ভিতৰত ইয়াৰ অস্তিত্ব আৰু জীৱন্ত গতি চলি থাকিবই। এনে এটা অসীম-ব্যাপী গধুৰ বস্তুৰ তৃপ্তি মাথোন হাতজোখা পৃথিৱীখনৰ এই সঙ্কীৰ্ণতাৰ ভিতৰত মুমুৱাই থব খুজিলে তাত বিদ্ৰোহ নহৈ হ'ব কি? অথচ, সেইখিনি মানুহে বুজি নোপোৱাৰ কাৰণেই, মান্ধাতাৰ দিনৰে সেই অন্ধ বিশ্বাসটোৱে মানুহক মাথোন বাগৰি পৰি মাটিত কামুৰি ধৰি থাকিবলৈকেহে বাধ্য কৰি আছে।

কিন্তু স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক আমি ইমান বহল বিপুল হিচাপত দেখা নাপাওঁ এইবাবে যে সি যি ঠাইৰ বস্তু সেই সমগ্ৰতাৰ লগত 'হাতে-হাতে' পোৱা পৰিচয়টো আয়ত্তলৈ আনি লবলৈকে কৰা চেষ্টাটো আজিলৈকে আমি মানুহৰ ভিতৰত হোৱা নাই। আৰু সেইটো হোৱা নাই বুলিয়েই মানুহে পৃথিৱীৰ পৰা স্বাৰ্থপৰতা আৰু প্ৰতি-দ্বন্দ্বিতাক খেদি পেলাই ইয়াত মহাশান্তি স্থাপনৰ অস্পষ্ট সপোন দেখি আহিছে।

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক আমি বেয়া বস্তু বুলি কওঁ কিয়? কামানৰ প্ৰচণ্ড গোলা এটা তাৰ বেগৰ নিৰ্দ্দিষ্ট সীমাৰ মাজ এডোখৰৰ দুৰ্ভেদ্য দেৱাল এখনত খুন্দা খাই উলটি আহি আমাৰ ওপৰত পৰি কিছুমান অনিষ্ট কৰি পেলালেই আমি কৈ পেলাম "কামান বস্তুটো বৰ বেয়া" বুলি,— নাইবা অনন্ত পথৰ পথিক এই বিশ্বব্ৰহ্মাণ্ডখন তাৰ নিৰ্দ্দিষ্ট গন্তব্য পথত অনন্তকাল ধৰি খোজত খোজ পেলাই চলি গৈয়েই আছে; কাৰণ, এই চলি গৈ থকাটোৱেই তাৰ স্বভাৱ। এই স্বভাৱ সি ইচ্ছা কৰিও থমাব নোৱাৰে, দমাব নোৱাৰে। কিন্তু সেই অনুপাতৰ শক্তিৱান কিবা এটাই যদি তাক আগুৱাবলৈ নিদি পাচৰ ফালে টানি ধৰিবলৈকে চেষ্টা কৰে, তেন্তে ফল কি হ'ব অলপ ভাবিলেই বুজিব পাৰি।

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাকো আমি এই হিচাপৰ পৰাই ভাল বা বেয়া বুলি কওঁ। আমি যি স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰে আমাৰ অন্তৰৰ

জুই জ্বলা কামনাৰ পিয়াহখিনি পলুৱাৰলৈকে চেষ্টা কৰোঁ, তাক এনে এটা চুটি-চাপৰ সীমাৰ ভিতৰত ঘূৰাই ৰাখোঁ, অৰ্থাৎ এৰি দিয়া শক্তিটোতকৈ টানি ধৰা শক্তিটো ইমান বেছিকৈ খটাওঁ, যে কিছু সময় ঘূৰি ঘূৰি যেতিয়া তাৰ স্বাভাৱিক বেগেৰে, কোনোফালে ওলাই যাবলৈকে বাট বিচাৰি নোপোৱা হয়, তেতিয়া সেই সংকীৰ্ণতাৰ দেৱালখনতে সি খুন্দা খাই উফৰি আহি আমাৰ ওপৰত পৰি কিছুমান অনিষ্ট সাধন কৰে। নাইবা, সেইক্ষেত্ৰত বহুত লোকচান মানি অলপমান যদি কিবা পোৱাও যায়, সি কিমান আক্ষেপ, অনুতাপ, ধিক্কাৰ অভিযোগৰ বোজা লৈ আহি সমগ্ৰভাৱে জীৱনটো আৰু দহ গুণ গধুৰ কৰি তোলে। তাত সাফল্যৰ বুকুভৰা আনন্দ অকণো নাই। স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাই সিমাৰ পাছত সীমা অতিক্ৰম কৰি অসীমক উদ্দেশ্য কৰি তাৰ স্বাভাৱিক পথেদি পোনে পোনে যাবলৈ সংকীৰ্ণতাই বাধা জন্মায়। সংকীৰ্ণতাত তাক বান্ধি ৰাখিবলৈকে চেষ্টা কৰা হয় কিয়? এই খিনিতেইতো যিমানবোৰ অশান্তিয়ে পোখা মেলে।

আমি যেতিয়া কোনো এটা সিদ্ধি লাভৰ আশাত জীৱন পাত কৰিও কৃতকাৰ্য্য হ'ব নোৱাৰি হতাশ হওঁ, তেতিয়াও আমাৰ লক্ষ্যটোক পৃথিৱীৰ এই সংকীৰ্ণতা ভেদ কৰি বৰ বহল এটা উদাৰতাত নি মিলাই দিয়াৰ চেষ্টাটোক কোনো কামৰ কথা বুলিয়েই ধৰি লব নোখোজোঁ। ইমান ডাঙৰ অনন্ত বিকাশশীল জীৱন-সম্বল এটাৰ সকলোখিনি ঘুনুক-ঘানাক মাথোন পৃথিৱীৰ চাৰি খুটিৰ মাজত শেষ কৰিয়েই আমি আমাৰ জীৱনটোৰ অপৰিপক্ক আনন্দ উপভোগ কৰোঁ।

জীৱনৰ সঠিক সন্ধানখিনি বুজিবৰ সেই প্ৰথম মুহূৰ্ত্তৰ পৰাই মানুহে কৈ আহিছে "মানুহৰ আত্মা বুলি এটা বস্তু আছে। সেই আত্মাক কোনো ঠাইত বান্ধি ৰাখিবৰ উপায় নাই। তাৰ স্থিতি অনন্ত আৰু সেই আত্মাৰ ভিতৰেদিয়েই মানুহ অনন্তত পৰিপূৰ্ণ।" অথচ, মানুহৰ ওচৰত আত্মাৰ এই অনন্তত্বটো মাথোন এটা মুঠিত লুকুৱা কথাৰ কথাহে হৈ আছে। তাৰ নিখুঁত চেহেৰাখনৰ বিমল সৌন্দৰ্য্যখিনি তৃপ্তি পলুৱাই ভোগ কৰিবলৈকে সি আচলতে কোনো দিনাই আকুল হৈ উঠা নাই। একফালেদি মানুহে বৰ ডাঙৰ-দীঘল কথাৰে যদিও তাৰ মনটো সেইফালে ঢাল খুৱাবলৈকে চেষ্টা যেন দেখুৱাইছে, আনফালেদি আৰু তাক সংকীৰ্ণতাত পিটি পিটি ক্ৰমে সৰু কৰি তাৰ ইমান ডাঙৰ বিকাশৰ অনন্ত আকুলতা টোক চেপি ৰাখিবলৈকে চেষ্টা কৰি অনন্তৰ কঠোৰ অভিশাপ ভোগৰ ফালেহে ক্ৰমে সি আগুৱাই গৈ আছে। এই দোষৰ বাবেই, মঙ্গলৰ দোহাই দি যদিও মানুহে সকলোখিনি কাম তাৰ দায়িত্ব শেষ কৰি থবলৈকে বিচাৰিছে, তথাপি তাত ব্যাপক মঙ্গলৰ নিগূঢ় ৰহনখিনি সি চৰাই তুলিব পৰা নাই।

মানুহে ভাবে, জৈৱিক সফলতাৰ ক্ষেত্ৰখন এই পৃথিৱীত বাদে আন ক'তো নাই। সেইবাবে সি তাৰ মূলগত চাবেক নিয়মটোৰ মূৰত লথিয়াই দি তাৰ অনন্তগামী গতিটো সংকীৰ্ণতাৰ তুলাচনীত জুখি হিচাপ শেষ কৰি থৈ নিজেই পূৰ্ণতাৰ লগত তাৰ চিৰ-বিচ্ছেদ ঘটাব খুজিছে।

উন্নতিটোক মানুহে এনে এটা বস্তু বুলি ভাবিছে যে ইয়াক তুলি তালি ডাঙৰ দীঘল কৰিবৰ সময়ত

যেন অনন্তৰ অনুমোদন নহলেও হয়। অনন্তক চুটি কৰি লবলৈকে সি ইমানেই চেষ্টা কৰিছে। ইমানেই ভুল ভাব।

এই ভুলত পৰিয়েই মানুহে তাৰ হাতজোখা সীমাৰ ভিতৰত অসীমক সম্পূৰ্ণ কৈ পাবলৈকে আকাঙ্ক্ষা কৰিছে, - কিন্তু প্ৰত্যক্ষভাৱে পাবলৈকে একো চেষ্টা কৰা নাই। অৰ্থাৎ মানুহৰ উন্নতিটোক সকলোফালেদি অসীমৰফালে বঢাই দিবলৈকে মন থাকিলেও, তাত প্ৰত্যক্ষ সিদ্ধি লাভৰ 'হাতে-হাতে' পোৱা উপায়টো সম্বন্ধে সম্পূৰ্ণ উদাসীন আছে। সীমাৰ ভিতৰত যে অসীমৰ সোৱাদ একেবাৰে পোৱা নাযায় তেনেকথা কোৱা নাই। উপলব্ধিত সেইটো পোৱাৰ গম পোৱা যায় সঁচা। কিন্তু তাক প্ৰত্যক্ষভাৱে হাতে-হাতে পোৱা বুলি নকয়। মানুহৰ ইমান ডাঙৰ-দীঘল, আহল-বহল জীৱনটোৰ কোনো মুহূৰ্ত্ত এটাত জীৱনৰ স্বৰূপটো অলপমান উজ্জ্বল হৈ উঠিব পাৰে, কিন্তু সম্পূৰ্ণ জীৱনটো তাত পাবলৈকে কোনোমতেই আশা কৰিব নোৱাৰি। অথচ, সম্পূৰ্ণ কৈ পোৱাটোতহে মনুষ্যত্বৰো পূৰ্ণতা।

মানুহক ৰাজ্য লাগে,—সুবিধাতো চকুৰ আগত পৃথিৱীখনতে পৰি আছে ;—সজোপানে ছল চাই, দুৰ্ব্বল দেখি, চোৰ নাইবা দৈত্যৰ নিচিনাকৈ ওপৰত জাপ মাৰি হাড় ভাঙি গুড়ি কৰি থৈ আন ৰাজভোগী বেচেৰা একজনৰ আধিপত্যটো কাঢ়ি ললেই হ'ল। মানুহক ধন লাগে,—ঐশ্বৰ্য্য লাগে,—বেপাৰ-বাণিজ্য লাগে,—কিমান ছল পৰি আছে। সিদ্ধি খাদ্দি ঘৰৰ ভিতৰত সোমাব পাৰিলেই হ'ল। একজনৰ বেপাৰ-বাণিজ্য নানা অত্যাচাৰৰ শৰণ লৈ নষ্ট কৰিব পাৰিলেই হ'ল। এইদৰে সকলোবিলাক স্বাৰ্থ আৰু প্ৰতিদ্বন্দ্বিতা সিদ্ধিৰ সুবিধাবোৰ মানুহে এই অকণমান পৃথিৱী-খনৰ ভিতৰতেই সুন্দৰকৈ বিচাৰি আহিছে, আৰু সেইদৰে পাইও আহিছে। পক্ষিকে, প্ৰত্যক্ষভাৱে সীমা ভাঙি খুন হৈ অসীমৰফালে খোজ লোৱাৰ কষ্টটো সি লা পাতি লব কিয়? অথচ 'শুনি সাৰি ভাং বাৰি' লোৱাৰ নিচিনাকৈ অস্পষ্ট কিবা এটাৰ কাৰণে অনন্তকাল ধৰি শক্তি খৰচ কৰি কৰিও প্ৰতিদানত একো ডাঙৰ ভাল বস্তু মানুহে পোৱা নাই। তথাপিতো সি বুজা নাই যে সেইটো তাৰ ভুল।

মানুহৰ স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ বৰ ডাঙৰ-দীঘল আহল-বহল সিদ্ধিটো মাথোন অপূৰ্ণতাৰ সাৰ্থকতাক আশ্ৰয় কৰি নিজৰ গা বচাব পৰা শক্তিটোও ক্ৰমে সঙ্কুচিত কৰি তোলা বাবে, লগে লগে সি বিকৃতো হৈ যাব ধৰিছে। ইয়াৰ ফল ভালতো হোৱাই নাই, মানুহৰ এই সংকীৰ্ণতাত মুখ-থেকেচা খাই পৰি মৰা অত্যাচাৰত পৃথিৱীখনো এনে বিৰাট সিদ্ধিৰ বাবে ক্ৰমে অনুপযুক্ত হৈ আহিছে। মানুহৰ স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ অসীম ভেদ কৰি চলি গৈ থকা আদৰ্শৰ আকাঙ্ক্ষাই সৰ্বব্যাপক ভেটিটোৰ সুবিশাল ঠাইতোখৰৰ সন্ধানত থিতি লব পৰা নাই।

অসীমৰ মৰ্ম্মস্থল ভেদ কৰি বাঁহী বাজিবই লাগিছে,—"তোমাৰ আদৰ্শটো মোৰ ফালে বঢাই এৰি দি থকাৰ আকাঙ্ক্ষা আৰু চেষ্টাটো অস্থি-মজ্জাগত কৰি লোৱা, —দেখিবা, জীৱনৰ কিমান-থিনি ঠাইত তেতিয়া পূৰ্ণানন্দৰ ৰূপটো জ্বলি উঠে।" কিন্তু মানুহে বঢাই দিয়া দূৰৰ কথা,—ক্ৰমে কোঁচাই সৰু কৰিছে হৈ যাব ধৰিছে। অমন্ত উন্নতিশীল

আত্মাসম্পন্ন মানুহৰ এইটো কম কলঙ্কৰ কথা নহয়।

মানুহৰ আদৰ্শটো অনন্ত পথেৰে অনন্তগামী কৰি চাই লবৰ চেষ্টাটো আজিলৈকে যে হোৱা নাই তেনে নহয়; কিন্তু এইটো, মানুহৰ তেজ-মঙহ সম্বলিত অঙ্গ-প্ৰত্যঙ্গৰে প্ৰত্যক্ষভাৱে হাতে-হাতে পোৱা উপায়ৰ সন্ধান নকৰি মাথোন আধ্যাত্মিকতাৰ পথেদি কৰিবলৈ যোৱাত কেতিয়াও সফলতাৰ ওচৰ চাপিব পৰা নাই।

প্ৰবৃত্তিসমূহেই বিচিত্ৰ জীৱন-সৃষ্টিৰ মূল। কিন্তু সেই জীৱন সম্পূৰ্ণ কৈ লাভ কৰিব লাগিলে, ভিতৰ আৰু বাহিৰৰ দৃশ্যমান আৰু অদৃশ্যমানৰ সামঞ্জস্য সাবটা-সাবটিকৈ নচলিলে হ'ব কেনেকৈ?

অনন্তৰ ৰাজ্যত অনন্ত ধন, ঐশ্বৰ্য্য পৰিপূৰ্ণ কিমান গ্ৰহ-উপগ্ৰহ আছে। সেইবিলাকৰ সম্পূৰ্ণ ৰস, সম্পূৰ্ণ সৌন্দৰ্য্য মানুহে বা তাৰদৰে কোনো উন্নত জীৱে ভোগ কৰিব বুলিহে সেইবিলাক ইমান ঐশ্বৰ্য্য আৰু সৌন্দৰ্য্যপূৰ্ণ।

জগতৰ অকণমান ধূলি এটিৰো জীৱনী শক্তিটো কেন্দ্ৰগত হোৱা গতিকেই সি চাৰিওফালে সমানে বিকশিত হৈ উঠিব পাৰে।

অসীমৰ সংজ্ঞা আনে যি কি নিদিয়ক, মই কিন্তু দিওঁ যে, "অসীমৰ যি কোনো ঠাইত যি কোনো অংশত বিন্দু এটা ধৰি লোৱা হয়, সেই-টোৱেই তাৰ কেন্দ্ৰ, আৰু সেই কেন্দ্ৰৰ পৰাই বিকীৰ্ণিত হৈ অনন্তৰূপত অন্তহীন কালেদি সি বিকাশ লাভ কৰে।" এই কাৰণে আমি আমাৰ মানুহৰ জীৱনটোকেই কেন্দ্ৰ ধৰি অন্তহীনৰকালে তাৰ বিকাশ লাভৰ গতিটো বলাই লৈ যাবলৈকে সাহ কৰিব পাৰোঁ।

মানুহে এই পৃথিৱী এৰি অনন্তৰ বুকুত জঁপিয়াই পৰি ক্ৰমে এটা এটাকৈ সকলো গ্ৰহ-উপগ্ৰহ, তৰা-নক্ষত্ৰত তাৰ অস্তিত্ব বিয়পাই দি তাৰ পৃথিৱীৰ সীমাবদ্ধ জ্ঞান-গৰিমাৰ পৰিসৰ অনন্তগামী কৰি লবলৈ আকাঙ্ক্ষা কৰাটোতেইহে মানুহৰ পূৰ্ণতা; তাতেইহে তাৰ সৃষ্টিগত প্ৰবৃত্তিসমূহৰ আকাঙ্ক্ষাবো নিবৃত্তিৰ আশা কৰিব পাৰি। অথচ, এইখিনি নোহোৱাৰ কাৰণেই মানুহে পূৰ্ণতাৰ পৰিবৰ্ত্তে অপূৰ্ণতাৰ, আনন্দৰ পৰিবৰ্ত্তে নিৰানন্দৰ, মঙ্গলৰ পৰিবৰ্ত্তে অমঙ্গলৰ অভিশাপ তাৰ জ্ঞানোন্মেষৰ ঘাই মুহূৰ্ত্তটোৰ পৰাই ভোগ কৰি আহিছে।

মানুহ ইমানেই সৰু হৈ থকা উচিত নে যে, পৃথিৱীৰ বাহিৰে সি আৰু থিয় দিবলৈকে ঠাই নাই? ইমানেই সি ছুদিনীয়া বুলি ভবাটো উচিত নে, যে কালৰ প্ৰভাৱত এই পৃথিৱীখন ধ্বংস হৈ যোৱাৰ লগে লগে বিচিত্ৰ জ্ঞান-সৌন্দৰ্য্যময় তাৰ এই জীৱনটোও চিৰকালৰ কাৰণে ধ্বংস হৈ যাব? মানুহে সদায় বিশ্বাস কৰি আহিছে যে তাৰ জীৱনটো অনন্ত বৈচিত্ৰ্যৰেই ভৰা। তেনেহলে, তাৰ এই বিচিত্ৰ বিকাশৰ তৃপ্তিটো মাথোন আধ্যা-ত্মিকতাৰ ধুঁৱলি-কুঁৱলি ৰাজ্যখনতে নিবদ্ধ ৰাখি, দৃশ্যমান বাস্তৱ জগতৰফালে পাছ দি, মাথোন এই পৃথিৱীখনতেই তাক শেষ কৰি বহি থাকি আনন্দ পাবলৈকে কৰা চেষ্টাটোকনো কোন বমজ্ঞই ভাল বুলি কব? যি ঠাইত পৃথিৱীৰ দৰে ঐশ্বৰ্য্যভৰা অগণন গ্ৰহ-উপগ্ৰহ আছে,—যিবিলাকত মানুহৰ স্বাৰ্থপৰতা, প্ৰতিদ্বন্দ্বিতাৰ তৃপ্তি সাধন কৰা, নিত্য নতুন উন্মেষিত অভাৱবোৰ পূৰণ কৰা, বেপাৰ-বাণিজ্যৰ পিয়াহ পলুৱা, উপনিবেশ স্থাপন কৰা, ৰাজ্য জয় কৰা, ৰূপতৃষ্ণা আদি আকাঙ্ক্ষাবোৰক

বিৰাট সাফল্য দি, আৰু সেইবোৰলৈকে আধিপত্য বঢ়াই লৈ গৈ অসীম ব্যাপী মানুহৰ নতুন নতুন কৰ্মক্ষেত্ৰ সাজি লোৱা ইচ্ছাবিলাকৰ সফলতাই প্ৰত্যক্ষভাৱে হাতে-হাতে পোৱা মূৰ্ত্তি ধৰি আগত থিয় হ'বহি পাৰে, সেইফালে মানুহৰ মন মেলি দিবৰ একো বাট নাইনেকি? মানুহৰ দৃশ্যমান বাস্তৱ সত্তাৰে অনন্তৰ আটাইবিলাক দৃশ্যমান বাস্তৱ সত্তাৰ লগত সংস্পৰ্শ ঘটাই, কুসালাপ কৰি, তাৰ গোটেইখিনি কথা বুজি লৈ, তাৰ গোটেইটো সীমাহীন শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ গোটেইবিলাক অণু-পৰমাণু গণি-পিটিকি চাই লোৱাৰ চেষ্টাত যি আনন্দ, যি শান্তি, যি তৃপ্তি, যি পূৰ্ণতা, তাক মাথোন আধ্যাত্মিকতাৰফালৰ পৰা কৈ দিয়া সেই অতি পুৰণি বন্ধা গৎকেইটা অকল আওৰাই মুখস্থ গাই বহি থাকিলেই পাব পাৰিনেকি? বৰং তাত একো জীৰ্ণ নাযাব। কাৰণ, দৃশ্যমান জগতখনক তেনেই অৱহেলা কৰা হৈছে।

উপলব্ধিটো যে বৰ ডাঙৰ বস্তু তাত অলপো সন্দেহ নাই। কিন্তু সেই উপলব্ধিটোক মাথোন আধ্যাত্মিকতাৰ একলীয়া ভাৱেৰে সম্পূৰ্ণ কৈ পাবলৈ খুজিলে আপত্তি নকৰিবৰো একো হেতু নাই। কাৰণ, সি অঙ্গহীন।

ভাল বস্তুটো যিমানেই বেছি আৰু ডাঙৰ হয় সিমানেই ভাল। উপলব্ধিটোও ভাল বস্তু যেতিয়া সি যিমানেই বহল আৰু বিশাল হয়, সিমানেই মানুহৰ বিকাশ আৰু পূৰ্ণতাও বহল আৰু বিশাল হৈ দেখা দিব। কিন্তু অনন্তৰ নিজৰেই ৰূপ-ৰসময় বাস্তৱ দৃশ্যমান ফালটোক বাদ দি সম্পূৰ্ণ কৈ তাক পাবলৈকে আশা কৰাটো এক-ৰকমৰ অদ্ভুত কথা। অথচ, তাক সম্পূৰ্ণকৈ পোৱাটোতহে মানুহৰো পূৰ্ণতা। এইদৰে ভিতৰ-বাহিৰ উদি কৰি অসীমক পাব পাৰিলেহে উপলব্ধি-টোৱেও তাৰ লগত সমানে ফেৰ মাৰিব পৰাকৈ মানুহক ধৰা দিব।

সম্পূৰ্ণ কৈ অনন্তক পোৱাৰ অৰ্থই হৈছে প্ৰত্যক্ষভাৱে তাক 'হাতে হাতে' পোৱা। তাৰ প্ৰকাশ ৰহস্যৰ লগত মুখা-মুখি কৰি ধৰাধৰিকৈ চাব লাগিব তাৰ ৰূপ কি, ৰস কি; ভীষণ নে সুন্দৰ, কঠিন নে কোমল। ইমান বিৰাট জনা-শুনা এটি মাথোন আধ্যাত্মিকতাৰ ৰাজ্যত অকৰ্ম্মা হৈ বহি থাকিলে জানো হ'ব পাৰে? আমি জানিবই লাগিব, বুজিব লাগিবই যে আধ্যাত্মিক-তাৰ একলীয়া উপলব্ধিটোতকৈ প্ৰত্যক্ষভাৱে 'হাতে-হাতে' পোৱা বাস্তৱীয় উপলব্ধিটো কম ডাঙৰ, কম বহল, কম উদাৰ, কম বিৰাট নহয়। এই বাটেদি খোজ নললে মানুহে এইদৰে অনন্তক পোৱাৰ আশা ক'ত?

ইয়াক সম্পূৰ্ণ কৈ পাবলৈ হলে আধ্যাত্মিক আৰু বাস্তৱ জগতৰ ভৱ জীৱনৰ তুলাচনীত সমান জোখত ৰাখি সকলো কাম চলাব লাগিব। অৰ্থাৎ কোনো ফালটো অৱহেলা কৰিলে নহ'ব। যি ঠাইত এটা গধুৰ হৈ তলত পৰি আনটো পাতল হৈ ওপৰত উঠিবলৈকে চেষ্টা কৰিব, তাতেই হাৰ-কাজিয়া, বেজাৰ-বেমেজালিৰ বাবে দুৱাৰখনো খোলা থাকিব। অৰ্থাৎ আধ্যাত্মিক জগতত আগুৱাবৰ চেষ্টাটো যিমান হ'ব, বাস্তৱ জগতত আগুৱাবৰ চেষ্টাটোও সমানে সেই পৰিমাণৰ হ'ব লাগিব। অৰ্থাৎ দুয়োটা নলী-নলীকৈ ওতপ্ৰোত হৈ আগুৱাব লাগিব। নহলে এটাই কব, "মই তলত পৰি থাকিম কিয়? মই ইমানেই সৰুনে?"

আনটোৱে কব, "চা, মই তোৰ ওপৰত উঠি বহিছোঁ, মই ডাঙৰ, তই বেয়া।" এইদৰে আধ্যাত্মিকতা আৰু বাস্তৱতা, দুয়োটা শিঠিৰ ভিতৰত হাই-কাজিয়া লাগি মানুহৰ মাই ধৰণী পৃথিৱীখন আজিৰ দৰে কেৱল অশান্তিৰ ঠাই হৈ পৰি থাকিব; শান্তি কোনো দিনাই পৃথিৱীলৈ নামি নাহিব। ইয়াক বাধা দি ৰাখিবলৈকে একো উপায় নাই। কাৰণ, ভিতৰ আৰু বাজ লৈয়েই অনন্ত নিজত পৰিপূৰ্ণ। একে সময়ত, একে মুহূৰ্ত্তত, একে আনন্দত, একে অৱস্থাত সি ভিতৰ আৰু বাজ—এই বৈচিত্ৰ্যময় সুগঠিত আত্ম-বিকাশৰ স্ফূৰ্ত্তি ধৰি ওতঃপ্ৰোত হৈ চলি আছে। যেতিয়ালৈকে মানুহে অনন্তক এই উপায়েৰে হাতে-হাতে পোৱা প্ৰত্যক্ষ উপলব্ধিত সমগ্ৰভাৱে সামৰি লব নোৱাৰিব তেতিয়ালৈকে এই 'ভিতৰ-বাজ' জ্ঞান সংকীৰ্ণ হলেও থাকিবই।

এদিন ভাৰতবৰ্ষই বাস্তৱৰ ফালে পাছ দি আধ্যাত্মিকতাৰ আশ্ৰয় লৈ অনন্তৰ বাটত খোজ লোৱাই লব মাৰিব খুজিছিল, তাৰ স্বৰূপ আদায় কৰিবলৈকে। তাত ভাৰতবৰ্ষই অনন্তক হাতে-হাতে প্ৰত্যক্ষভাৱে আদায় কৰি লোৱাতো নহ'লেই, বৰঞ্চ আজি এই ভীষণ পতনতহে পৰিল। আজি ইউৰোপে আধ্যাত্মিকতাক বনবাস দি বাস্তৱতাক সাৱটি ধৰি অনন্তগামী প্ৰাণৰ অতৃপ্ত হেঁপাহ পলুৱাব খুজিছে,—তাত ইউৰোপৰ বৰ্ত্তমান এই লক্ষ লক্ষ নৰহত্যাৰ ভীষণ বিভীষিকা,—মানুহৰ পৃথিৱীখনক পিশাচৰ ঠাই কৰি তুলিলে। যিমান দিনলৈকে মানুহে এটাৰফালে পাছ দি আনটোক কোলাত তুলি লৈ, তাৰ অনন্তগামী আত্মাৰ পিয়াহটোক পৃথিৱীৰ সীমা ভাঙি লৈ গৈ অনন্তক হাতে-হাতে পোৱা প্ৰত্যক্ষ জ্ঞানৰ দ্বাৰা পৰিতৃপ্ত কৰাৰ যত্ন নিবিচাৰিব, তিমান দিনলৈকে বিৰুদ্ধ হাই-কাজিয়াৰ সৰ্ব্বনাশী জুইকুৰাও পৃথিৱীত জ্বলি থাকিব, আৰু মানুহে সেই জুইত জীৱন বলি দি দি চিৰকাল নানা অশান্তি ভোগ কৰিবই লাগিব।

কি হিন্দুধৰ্ম্ম, কি বৌদ্ধধৰ্ম্ম, কি খৃষ্টিয়ানধৰ্ম্ম, কি ইছলামধৰ্ম্ম—সকলোবিলাক ধৰ্ম্মৰ বুৰঞ্জী চালেই বুজিব পাৰি যে পৃথিৱীত পৰি প্ৰত্যেক-টোৱেই প্ৰথমতে কিছু দিন বিপুল তেজেৰে, অপাৰ উত্তেজনাৰে পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈকে জীৱনৰ এটা বিৰাট চেতনাৰ আলোড়ন তুলিছিল। কিন্তু, কিছুদিনৰ পাচত সেই শক্তি হঠাৎ স্তব্ধ হৈ লৈ গ'ল। প্ৰত্যেকটো ধৰ্ম্মৰে প্ৰথমৰ সেই তেজো-তেজৰ ভিতৰত স্থবিৰতাৰ বিহ সোমাল—আগৰ সেই মাধুৰী, সেই সৌন্দৰ্য্যৰ ওপৰত কদৰ্য্যতাৰ ছাঁয়া পৰিল। ইয়াৰ কাৰণ কি? মানুহৰ অনন্তগামী জীৱনৰ লগত অনন্তৰ হিচাপটো এই প্ৰণালীৰে কৰি উলিয়াবলৈকে চেষ্টা নকৰাটোৰ বাহিৰেনো আৰু কি কাৰণ হ'ব পাৰে?

কোনো বস্তু নাইবা মানুহৰ শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গাদিৰ সামঞ্জস্যৰ লগত সৌন্দৰ্য্যৰ সামঞ্জস্য সমান পৰিমাণে মিহলি হৈ নাথাকিলে তাক সুন্দৰেই বা বুলিম কিয়, আৰু ভালেই বা বুলিম কিয়? অনন্তক ভিতৰে-বাহিৰে সমানে প্ৰত্যক্ষ-ভাৱে পাবলৈকে আকাংক্ষা নকৰা পথতো সামঞ্জস্যও নাই, গতিকে সৌন্দৰ্য্যও নাই। যত সৌন্দৰ্য্যটো আবৃত হয়, তাত তৃপ্তিয়েনো মাটি পাবে। অনন্ত গতিশীল মানৱাত্মাই এনে অসম্পূৰ্ণটো তৃপ্তিত লোৱাৰ উপায়।

অন্তৰৰ আকুলতা জনাব পাৰিলেই উত্তৰ

সিদ্ধি লাভ কৰাৰ বাটটোও উজু হৈ আহিব। অভাৱবোধটো যিমানেই ডাঙৰ হ'ব, তাক পূৰণ কৰা আৱিষ্কাৰৰ দিহাটোও তিমান ডাঙৰ হৈ ওলাই দেখা দিব। কিন্তু এই অভাৱটো অকল অনুভৱ কৰিবলগীয়া বস্তুই নহয়। এটা নিৰ্দিষ্ট লক্ষ্যলৈকে নিৰ্দ্দিষ্ট এটা বাট ধৰি ইয়াক অনুভৱ কৰাৰ নিখুঁত প্ৰণালীও মানুহে জানিব লাগিব।

অভাৱ অনুভৱ কৰাৰ প্ৰণালী জানিলে জগতত এনে কোনো বিষয় নাই,—মানুহে সিদ্ধি লাভ কৰিব নোৱাৰে। এনেকি, মানুহৰ বৰ্ত্তমানৰ অঙ্গ প্ৰত্যঙ্গাদিৰ আকাৰ পৰ্য্যন্তও ইয়াতকৈও কাৰ্য্যক্ষম কৰি সি সলাই লব পাৰে। অৱশ্যে, ইয়াত মানুহৰ চাৰিওফালৰ প্ৰাকৃতিক অৱস্থাৰ সহানুভূতিও লাগিব। কিন্তু চাৰিওফালৰ প্ৰাকৃতিক অৱস্থাটোকো আমাৰ মনোমতকৈ গঢ় দি লোৱাৰ ক্ষমতা আমাৰ হাততেই আছে। পুৰণি সংস্কাৰৰ ঢাকনী গুচাই অলপ ওপৰলৈকে চকু মেলি চাব পাৰিলেই সকলো উজ্জ্বল হৈ উঠিব।

মানুহে ইমান কাল পৃথিৱীৰ সীমাৰ ক্ষুদ্ৰতাৰ ভিতৰত থাকিও বুদ্ধি খটাই নানা বৈজ্ঞানিক কৌশলৰ যন্ত্ৰ-পাতি আৱিষ্কাৰ কৰিছে। কিন্তু সেই বিজ্ঞানবিলাকক বৰ এটা বিবাটৰৰকালে লৈ গৈ সম্পূৰ্ণ সফলতা এটাত নি পেলাই দিব পৰাতো নায়েই, চেষ্টাও কৰা নাই। মূৰৰ ঘাম মাটিত পেলাই মানুহে বায়ুযান, জলযান, স্থলযান, কামান-বন্দুক, সুকুমাৰ কলা ইত্যাদি আৰু কিমান কি আৱিষ্কাৰ কৰিছে, আৱিষ্কাৰ কৰিব ধৰিছে আৰু আৱিষ্কাৰ কৰিবলৈকে গভীৰ চিন্তাত মগ্ন হৈছে, মাথোন পৃথিৱীৰ দৰে ক্ষুদ্ৰ সীমা এটাৰ ভিতৰত ঘূৰি-চাকি তাৰ আয়ু নিঃশেষ কৰি সাৰ্থকতা লাভ কৰিবলৈকেনেকি? মানুহৰ এই আৱিষ্কাৰবিলাক পৃথিৱীৰ সীমাবদ্ধ ক্ষুদ্ৰতাৰ হাত এৰুৱাই নি, এটা গ্ৰহ-উপগ্ৰহৰ পৰা নি আন এটা গ্ৰহ-উপগ্ৰহত, এখন সৌৰজগতৰপৰা নি আন এখন সৌৰজগতত মেলি দি অনন্তৰ চুক কোণ-বিলাকৰ লগত চিনা-পৰিচয় ঘটাই ভিতৰ-বাহিৰ জুৰি অনন্তত পৰিপূৰ্ণ হৈ উঠিবলৈকে মানুহৰ একো ক্ষমতা নাইনেকি? নিশ্চয় আছে। আমাৰ এই অকণমানি পৃথিৱীখনৰ পৰা অনন্তৰ আনবিলাক অগণন গ্ৰহ-উপগ্ৰহ আদি পৃথিৱীবিলাকলৈকেও গৈ বিজয়-দুন্দুভি বজাই আগুৱাই যোৱাৰ ক্ষমতা মানুহৰ অৱশ্যে আছে। কিন্তু সেইফালে মানুহৰ ইমান দিনলৈকেও চকু যোৱা নাই। কাৰণ, তাৰ সকলোখিনি শক্তি তাৰ হাতজোখা পৃথিৱীখনৰ সীমাৰ ক্ষুদ্ৰতাৰ পেটত সোমাই কণা হৈ পৰি আছে।

মানুহৰ ভিতৰত এনে এটা বস্তু আছে, যি তাৰ চাৰিওফালৰ অনন্ত পৰিৱেষ্টনতকৈ কোনো বিষয়ত সৰু নাইবা হীন নহয়। একফালে অনন্তক ৰাখা আৰু আনফালে অনন্ত আত্মযুক্ত মানুহক ৰাখা,—দেখিবা, মানুহক তলত পেলাই অনন্ত কেতিয়াও ওপৰত উঠিব নোৱাৰিব। ইমান ডাঙৰ মানুহৰ মনুষ্যত্ব বুলিবৰ অনন্ত-জীৱনশীল বস্তুটোৱে, চুঙা এটাৰ ভিতৰত সোমাই থাকি সুখ পাব পাৰেনেকি? মানুহৰ চিন্তা, মানুহৰ চেষ্টা ক্ৰমে এনে ভাৱৰ হৈ আগ নাবাঢ়িলে মানুহে বিশ্বজনীন প্ৰাণী বুলি কবলৈকে সাহ কৰে কেনেকৈ?

মানুহে প্ৰথমৰ পৰাই কিমাননো হা-হুতাশ কৰি আহিছে,—আগুৱাই যোৱাৰ নামত কিমাননো

চেষ্টা কৰি আহিছে ; কিন্তু সকলো চেষ্টা তাৰ পণ্ড হৈছে,—খোজেপতি উন্নতি-আফাল খোৱাৰ বাহিৰে অনন্ত শক্তিশালী আৰু নীল অপৰাজেয় বীৰৰ দৰে এক খোজো সি আগুৱাব পৰা নাই। কিছুদূৰ আগুৱাই যোৱা যেন দেখুৱাই তাৰ পাচতে সি ভাগি পৰিছে। এইদৰে আজন্মকাল মানুহ চলি আহিছে—অনন্তৰ লগত এই বাটেদি পৰিচয় হ'বলৈকে একো চেষ্টা হোৱা নাই বুলিছে।

প্ৰবৃত্তিৰ পিয়াহ চৰিতাৰ্থ কৰিবলৈকে মানুহে মাথোন তাৰ সীমাবদ্ধ পৃথিৱীখনৰ মানুহৰ লগত প্ৰতিদ্বন্দ্বিতা চলাই একে সমান বস্তু এটাৰ লগতহে নিজৰ প্ৰতিপত্তিশালিত্ব প্ৰমাণিত কৰিবলৈকে চেষ্টা কৰি আহিছে ; তাৰ স্বাৰ্থপৰতা চৰিতাৰ্থ কৰিবলৈকে, তাৰ প্ৰতিদ্বন্দ্বিতা চলাবলৈকে যেন তাৰ পৃথিৱীখনতকৈ আৰু আন কোনো ডাঙৰ ঠাই নাই। আন এটা ডাঙৰ প্ৰতিদ্বন্দ্বী, যাৰ লগত সংস্পৰ্শ ঘটিলে পূৰ্ণতাৰ পৰিতৃপ্তিলৈ আগ বাঢ়ি যাবলৈকে তাৰবাবে বৰ বিশাল বাট এটা মুকলি হৈ পৰি বৈচিত্ৰ্যময় অনন্তৰ বিকাশ-ৰহস্য উদ্‌ঘাটিত হৈ উঠিব পাৰে, সেইফালে মানুহৰ কোনো চিন্তাধাৰাই বৰলৈ নোখোজে। কিন্তু মানুহৰ লগত মানুহৰ, অৰ্থাৎ সমানৰ লগত সমানৰ প্ৰতিদ্বন্দ্বিতা চলিব পাৰে কেনেকৈ ? তেনেহলে, প্ৰতিদ্বন্দ্বিতা শব্দটোৰ একো অৰ্থ ই নাথাকে।

যিজনে প্ৰতিদ্বন্দ্বিতা চলাব, তাতকৈ প্ৰতিদ্বন্দ্বীজন নিশ্চয়কৈ ডাঙৰ হ'ব লাগিব। তেহে সফলতায়ো বিশেষ ডাঙৰ হৈ দেখা দিব। মানুহ মানুহৰ লগত সদায় সমান। সমানে সমানে প্ৰতিদ্বন্দ্বিতা চলিব নোৱাৰে, আৰু চলালেও একো ডাঙৰ ফলৰ প্ৰাপ্তি নঘটে। অথচ, মানুহে তাৰ এই ক্ষুদ্ৰ পৃথিৱীৰ সীমাৰেখাৰ ভিতৰতে তাৰ প্ৰতিদ্বন্দ্বিতাটোক মানুহৰ ওপৰত লগাই দি বৰ ডাঙৰ সিদ্ধি একো লাভ কৰিব পৰাতো নায়েই, তাৰ অনন্ত গতিশীল প্ৰবৃত্তি এটাৰো স্বাভাৱিক আয়ু খৰ্ব্ব কৰিছে। সৃষ্টিৰ থাই উপাদান প্ৰবৃত্তিৰ অসীম গতিৰ উৎসাহটোক এইদৰে পৃথিৱীৰ ক্ষুদ্ৰতাৰ চেপাত পেলাই ৰাখিবলৈকে চেষ্টা কৰাৰ বাবেই পৃথিৱীৰ পৰ, হাই-উৰুমি অশান্তি-উৎপাতবোৰ সুগুচা হৈছে। যিমান দিনলৈকে মানুহ সমান ঠাইত সমানৰ লগত সমানে সমানে প্ৰতিদ্বন্দ্বিতা চলাই প্ৰবৃত্তিৰ অসীমগামী গতিটোক সীমাৰ ভিতৰত আবদ্ধ কৰি ৰাখিবলৈকে চেষ্টা কৰি থাকিব, তেতিয়ালৈকে মানুহৰ মাজৰ পৰা অশান্তিৰ উৎপাতবিলাকো সুগুচিব আৰু মানুহে ভিতৰ-বাহিৰ সম্মিলিত বিৰাট শাৰীৰিক আকৃতিৰে বিশ্বজনীন হৈ উঠিবলৈকেও সুবিধা কৰি লব নোৱাৰিব।

পৃথিৱীবাসী সকলোবিলাক মানুহৰ বৈচিত্ৰ্য গোট খাই একেটা মানৱ-সমাজ। নিজৰ ভিতৰত নিজে বিৰোধ লগাই নিজকে খণ্ড-বিখণ্ড কৰি ধ্বংস পাবলৈকে কৰা মূৰ্খতাৰ বিৰুদ্ধে মনুষ্যত্বৰফালৰ পৰা একো প্ৰতিবাদ নাইনেকি ? আহা ! আমি পৃথিৱীৰ আটাইবিলাক মানুহে একগোট বান্ধি আমাৰ ভিতৰৰ সৰ্ব্বনাশী বিৰোধৰ কাৰণটো আমি পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিওঁ—পৃথিৱীবাসী মানুহ সোঁশৰীৰে দৃশ্যমান বাস্তৱ অনন্তৰ প্ৰতিদ্বন্দ্বী হৈ উঠোঁ ; অনন্তৰ সকলোবিলাক গ্ৰহ-উপগ্ৰহত আমাৰ অস্তিত্ব মেলি দি তাৰ লগত প্ৰত্যক্ষ জনা-শুনা হোৱাৰ বাট উজু কৰোঁ। আমাৰ পৃথিৱীখনৰ দৰেই অন্যান্য গ্ৰহ-উপগ্ৰহবিলাকৰ

ৰূপ-সৌন্দৰ্য্যবিলাকৰ পৰা বঞ্চিত হৈ আমি ইয়াৰ ক্ষুদ্ৰতাতেই ৰূপ-সৌন্দৰ্য্যৰ অধিকাৰ লৈ হাই-কাজিয়া কৰি মৰো কিয়? অৰ্থাৎ সৃষ্টিৰ ঘাই উপাদান প্ৰবৃত্তিৰ পৰা যেতিয়া হাত সাৰিবৰ উপায়েই নাই, আৰু সেই প্ৰবৃত্তিসমূহৰ গতিবোৰো যেতিয়া অনন্তগামী; তেতিয়া তাৰ গতি-বেগ, ক্ষুধা-পিয়াহ জোৰকৈ এই ক্ষুদ্ৰ পৃথিৱীৰ আমাৰ ভিতৰতেই ভোটাকৈ বান্ধিবলৈকে চেষ্টা কৰি অশান্তিত বুৰি থাকিবলৈকে মৰো কৰো কিয়?

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক এইদৰে খণ্ডতাৰ-পৰা উলিয়াই নি অখণ্ড বিশালতাত পেলাই, সীমাৰ পৰা বগৰাই লৈ গৈ অসীমলৈ এৰি দিয়াৰ ফালে দৃষ্টি ৰাখিলেহে সীমাবদ্ধ পৃথিৱীত শান্তি স্থাপনৰ আশাপ্ৰদ কল্পনা কৰিব পাৰি; অৰ্থাৎ অসীম গতিশীল প্ৰবৃত্তিৰ হেঁপাহটো সীমাৰ মথাউৰি কাটি অসীমত নি পেলাই দিব পাৰিলে সীমাত আপোনা আপুনি শান্তি স্থাপিত হ'ব।

এইবাৰ বাৰিষাত দিহিং নৈৰ পানী সোমাই ডিব্ৰুগড় নগৰখন বুৰাই পেলাই যি উৎপাতখন কৰিলে, সেইটোৱেই এই তত্ত্বৰ সত্যতাত ভাল প্ৰমাণ দিছে। দক্ষিণফালৰ পৰা আলিটো কাটি যদি পানীখিনি বাহিৰলৈ ওলাই যাবলৈকে বাট উলিয়াই দিয়া নহ'লহেঁতেন, তেন্তে এই বন্ধ পানী-খিনিয়ে যে ডিব্ৰুগড় নগৰৰ কিমান অনিষ্ট সাধিলেহেঁতেন সেইটো চিন্তাশীল মানুহ মাত্ৰেই বুজিব পাৰে।

অনন্তৰ যি বাস্তৱ দৃশ্যমান অংশটো পৃথিৱীৰ মানুহৰ ওচৰত ধৰা পৰিছে, তাতেই তাৰ সমগ্ৰ চেহেৰাটো প্ৰত্যক্ষভাৱে পাবলৈকে আশা কৰাটো একো কথাৰ কথা নহয়। অংশই কেতিয়াও সমগ্ৰতাৰ ৰূপটোক ধৰাই দিব নোৱাৰে।

সীমাবদ্ধ পৃথিৱীৰ মানুহে অনন্তৰ যিখিনি দেখি আজি আত্মানন্দত পৰি আছে, তাত অনন্ত শক্তিযুক্ত আত্মাশীল মানুহে সমগ্ৰতাৰ জগত চিৰ-অপৰিচিত থাকি, মাত্ৰ অংশ এটাতেই তাৰ অনন্তগামী আনন্দটো তৃপ্ত কৰি, সমগ্ৰতাৰ ওচৰত নিৰাশ্ৰয়তা দেখুৱাই, মাত্ৰ অংশৰ অপূৰ্ণতাৰহে মৰ্য্যাদা বঢ়াই চলিছে। মাথোন এখন হাত বা ভৰি এখন দেখি জীৱ এটাৰ সমগ্ৰতাৰ তত্ত্ব বুজি পোৱা নাযায়, অথচ এই সমগ্ৰতাক আত্মসম্পন্ন মানুহৰ জ্ঞান-চেতনাৰ আয়ত্তলৈ অনাটোতেই মানুহৰ পূৰ্ণতা।

মানুহে অভাৱ অনুভৱ কৰিব জানিছেই, এইদৰে সীমা ভাঙি ভাঙি তাৰ নিজস্ব বিকাশটোও আগুৱাই লৈ গৈ থাকি সি ক্ৰমে পূৰ্ণতাত উপস্থিত হোৱাৰ উপায়টোও আৱিষ্কৃত হৈ আহিব; আৰু সেই অভাৱটো মানুহে অনুভৱ কৰিব লাগিব তাৰ এই পৃথিৱীৰ সীমাটো অতিক্ৰম কৰি লক্ষ্য ধিয়াই গৈ।

মানুহে বিজ্ঞানৰ পথেৰে বায়ুযান আৱিষ্কাৰ কৰিছে। কিন্তু তাকো পৃথিৱীখনৰ ভিতৰতেই তাৰ সমান জীৱ মানুহৰ জগত যুদ্ধ-বিগ্ৰহ আৰু নৰহত্যা আদি চলোৱাৰ ফালে দৃষ্টি ৰাখিছে। তাতকৈ ডাঙৰ উদ্দেশ্য-সংযুক্ত অভাৱবোধ লৈ এই আৱিষ্কাৰৰ পৰিকল্পনা মানুহৰ মনত উদয় হোৱা নাই। এই বায়ুযানেৰেই যে মানুহে জোৰাৰে অনন্তৰ অন্যান্য সকলোবোৰ ঐশ্বৰ্য্যপূৰ্ণ গ্ৰহ-উপগ্ৰহৰ জগত প্ৰত্যক্ষভাৱে জনা-শুনা হৈ অনন্ত সৃষ্টি-ৰহস্যক হাতে-হাতে লাভ কৰা স্বাদী আনন্দ এটাও পাব পাৰে, এনে ধাৰণা-চিন্তা মানুহৰ মনত আজিলৈকে সোমোৱা নাই। প্ৰথমতে

বায়ুযানৰ দৰে কিবা এটা আৱিষ্কাৰৰ কথা যেতিয়া মানুহৰ মনত উঠে, তেতিয়াও সি এই কথা ভবা নাই। সি মাত্র ভাবিছিল, এই পৃথিৱীৰ সীমা কটা বুকুখনতেই এই আৱিষ্কাৰেৰে সি কেনেকৈ আনবোৰক মাৰি খাম্চাং কৰি মনো-জগতত বিভীষিকাৰ ধল ঢালি দি আৱৰিত মনাই ধন্য ধন্য আদায় কৰি লব পাৰে। ইয়াত আনন্দভাৱে বিচিত্র বিকাশত মুহূর্ত্তে মুহূর্ত্তে বিচিত্র সৌন্দর্য্য ব্যক্ত কৰি প্রফুল্লিত হৈ উঠি থকা সৃষ্টিখনলৈ পাচ দি পৃথিৱীৰ ক্ষুদ্র এখন জেওৰাৰ ভিতৰত মাথোন মানুহৰ অসীম ধাৱমান গতিৰ উদ্যমটো বান্ধি ৰখাৰ চেষ্টা হৈছে, যদিও ভিতৰৰ পৰা সি মানুহক সৌশৰীৰে আগ বাঢ়ি গৈ থাকিবলৈকে অহৰহ উদগনি দিবই লাগিছে। এইটো চুটিকৈ আগতে উল্লেখ কৰা হৈছে। মানুহে ক্ষুদ্রতাত আকৃষ্ট হৈ থকাৰ বাবেই এই উদগনিৰ সি গম পোৱা নাই। মানুহৰ ইয়াতকৈ অপূর্ণতাৰ প্রমাণ আৰু একো নাই। কিন্তু এই অপূর্ণতা মানুহৰ চিৰকলীয়া বস্তু নহয়। এই অপূর্ণতাৰ-পৰা মানুহে এদিন নহয় এদিন ৰেহাই পাবই লাগিব—অপূর্ণতাৰ পাচত অপূর্ণতা শেষ কৰি গৈ গৈ সৌশৰীৰে মানুহ অনন্তগামী বিশ্বজনিত ৰূপত জিলিকি উঠিবই লাগিব,—মানুহৰ এই বাস্তৱ সত্তাটো অনন্ত-বাস্তৱতাতী কৰি তুলিবই লাগিব। এইদৰে গ্রহৰ পৰা গ্রহান্তৰলৈকে সৌশৰীৰে আগুৱাই গৈ থকা বিচিত্র হাৱা-পানীৰ সংস্পর্শৰ প্রভাৱত মানুহৰ এই পৃথিৱীখনৰ হাতজোখা হাৱা-পানীত পোৱা হাতজোখা আয়ুসটোও অনন্তৰ বিচিত্র হাৱা-পানীৰ প্রভাৱত ডিকি থাকিব পৰা অনন্ত-আয়ুসৰ আশীর্ব্বাদ লাভ কৰিব পাৰিব ; আৰু এই পৃথিৱীৰ চুঙাটোৰ ভিতৰত লাভ কৰা তাৰ অসম্পূর্ণ জ্ঞান-বিজ্ঞান আৰু চিন্তা-ধাৰণাৰ সূত্রবিলাকবো বিশাল হাৱা-পানীৰ বহল অভিজ্ঞতাত পৰি ভুলবোৰ সংশোধিত হৈ ক্রমে পূর্ণতাৰ ওচৰ চাপি যাবলৈকে সুবিধা হ'ব।

মুঠৰ ওপৰত, প্রবৃত্তিবিলাকেই হৈছে সৃষ্টিৰ ঘাই উপাদান। প্রবৃত্তিক একোপধোই নিৰোধ কৰিব নোৱাৰি। সৃষ্টিৰ গতিও অনন্ত, প্রবৃত্তিৰ গতিও অনন্ত। প্রবৃত্তি নহলে সৃষ্টি হ'ব নোৱাৰে আৰু সৃষ্টি নহলেও প্রবৃত্তি থাকিব নোৱাৰে। য'ত সৃষ্টি তাতেই প্রবৃত্তি,—আৰ য'ত প্রবৃত্তি তাতেই সৃষ্টি। মানুহে তাৰ অনন্ত গতিশীল প্রবৃত্তিবিলাকৰ নির্ব্বিকাৰ পৰিতৃপ্তিটো ক্ষুদ্রতাকেও ক্ষুদ্র কৰি কোঁচাই লৈ পৃথিৱীখনৰ ক্ষুদ্রতাৰ ভিতৰতেই তাক ঘূৰাই-পকাই অতৃপ্তিৰ আঘাতবিলাক দি ৰখাত ব্যস্ত আছে বাবেই পৃথিৱীৰ পৰা অশান্তিও নুগুচা হৈছে আৰু মানুহো তাৰ অনন্ত আয়ুশীলতাত চিৰন্তন ৰূপেৰে বিশ্ব-বিচৰণকাৰী হৈ উঠিব পৰা নাই। মানুহে তাৰ অনন্ত আয়ুশীল প্রবৃত্তিৰ অনন্ত বিকাশশীলতাক এইদৰে খর্ব্ব কৰি সৰু হৈ সি জীয়াই থাকিব নোৱাৰে। এই ভাৱৰ ইংগিতো আগতে দি অহা হৈছে।

সেইবাবে, মানুহে পৃথিৱীত শান্তি স্থাপন কৰিবলৈ হলে তাৰ প্রবৃত্তিবিলাকৰ অতৃপ্ত গোপাহ-বিলাক, যিবিলাকেই ঘাইকৈ পৃথিৱীৰ পৰিতৃপ্তি বিচাৰি অশান্তিকেই সৃষ্টি কৰি আছে, পৃথিৱীৰ সীমা এৰুৱাই বাহিৰলৈ উলিয়াই দিব লাগিব এই বুলি, যে তাৰ প্রবৃত্তিবিলাক পৰিতৃপ্ত কৰা সম্ভৱ পৃথিৱীত নাই,—তাৰ প্রবৃত্তিসমূহৰ অনন্ত-গতিশীল তৃপ্তি চৰিতার্থ কৰা পৰিমাণৰ ধন-ঐশ্বর্য্য, ৰস-ৰূপ

পৃথিৱীত নাই,—তাৰ যুদ্ধ কৰি ৰাজ্য জয় কৰাৰ প্ৰতিযোগিতা চলোৱাৰ, ক্ষমতা প্ৰয়োগ কৰাৰ, প্ৰতিদ্বন্দ্বী বিচৰাৰ বহল ক্ষেত্ৰও পৃথিৱীখন নহয়। গতিকে, পৃথিৱীৰ ভিতৰত তৃপ্তি বিচৰা সকলো পথ বন্ধ কৰি তাৰ গতিটো মানুহে পৃথিৱীৰ সীমা ভাঙি বাহিৰলৈ অন্যান্য গ্ৰহ উপগ্ৰহৰফালে লক্ষ্য কৰি উলিয়াই দিব লাগিব। এইদৰে সীমাবোৰৰ ভিতৰত শান্তি থাপি থাপি মানুহে অনন্ত ব্যাপী শান্তি স্থাপনৰ উদ্দেশ্যে আগ বাঢ়ি গৈ গৈ সি অনন্তত সৌশৰীৰে বিচৰণশীল প্ৰকৃত বিশ্ব-মানৱীয় ৰূপত প্ৰতিভাত হৈ উঠিব লাগিব। মানুহে এই লক্ষ্যলৈকে নাহৰালে পৃথিৱীত শান্তি স্থাপিত হ'বৰ একো আশা নাই।

আনফালৰ পৰাও এই লক্ষ্যৰ সাৰ্থকতা আছে। পৃথিৱীত মানুহৰ সংখ্যাৰ অতিবৃদ্ধিৰ বাবে, যেতিয়া মানুহৰ উদ্ভাবিত অভিজ্ঞতা আৰু জ্ঞান-বিজ্ঞানৰ সহায়েৰে পৰ্ব্বত-সাগৰ-মৰুভূমিবোৰ লুটি-পুটি সমান কৰিও মানুহৰ বাবে প্ৰয়োজনীয় পৰিমাণৰ খাদ্য আৰু আন ব্যৱহাৰ্য্য বস্তু উৎপাদন কৰিব পৰা নহ'ব, নাইবা কোনো এটা সময়ত পৃথিৱীখন চেঁচা পৰি সি মানুহ জী থকাৰ অনুপযোগী হৈ উঠিব, তেতিয়া এই পথত সাফল্য লাভ কৰিবলৈকে এতিয়াৰ পৰা মানুহ সচেতন আৰু সক্ৰিয় হৈ নুঠিলে, অন্যান্য গ্ৰহ-উপগ্ৰহলৈ গৈ মানুহে আত্মৰক্ষা কৰিবলৈকে অক্ষম হৈ তাৰ পৃথিৱীত সি লাভ কৰা জ্ঞান-বিজ্ঞান, সাহিত্য-কলা আদিৰ অসম্পূৰ্ণতা লৈয়েই সি ধ্বংস হৈ গৈ তাৰ অনন্ত গতিশীল আত্মাৰ অধিকাৰিত্বত নিজেই কলঙ্ক ঢাকিব লাগিব। এই কথাৰো আভাস আগতে দি অহা হৈছে।

আমি আমাৰ পৃথিৱীৰ ঘৰখনতে দেখি আহিছোঁ,—পৰিয়াল এটাৰ ভাই ভনী, পিতৃ-মাতৃৰ ভিতৰত ক্ষুদ্ৰ ক্ষুদ্ৰ কাৰণ লৈ মনোমালিন্য ঘটি থাকে। কিন্তু যেতিয়া পৰিয়ালটোৰ সকলোটিৰ উমৈহতীয়া স্বাৰ্থ এটা নষ্ট হোৱাৰ উপক্ৰম হয়, তেতিয়া আটাইকেইজনে ঘৰৰ ভিতৰত খুমুৰাই ৰখা বিবাদৰ কাৰণটো মনৰ পৰা বাহিৰলৈ উলিয়াই আনি তাক সেই উমৈহতীয়া স্বাৰ্থটো ৰক্ষা কৰাত লগাই দিয়ে, আৰু ঘৰখনত শান্তি স্থাপিত হয়। মানুহেও সেইদৰে পৃথিৱীৰ পৰা তাৰ উমৈহতীয়া বাহিৰৰ কাৰণ এটালৈ লক্ষ্য ৰাখি তাৰ প্ৰবৃত্তিমূলক বিৰোধবিলাক পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিব লাগিব। তেতিয়া পৃথিৱীত মানুহৰ ভিতৰত আপোনা-আপুনি শান্তি স্থাপিত হ'ব। কিন্তু পৃথিৱীখনতেই তাৰ অনন্তগামী প্ৰবৃত্তিক বান্ধি ৰাখি থৈ পৃথিৱীত শান্তি স্থাপনৰ আশা কেতিয়াও কৰিব নোৱাৰে।

বহু ক্ষেত্ৰত সাময়িক অমঙ্গলকাৰী ঘটনাৰ ভিতৰেদিয়েই মঙ্গল সৰকি আহি দেখা দিয়ে। কিন্তু তাক অমঙ্গল ভাবি ঘটনাটোৰ পৰিণামৰ শেষলৈকে বাট চোৱাৰ ধৈৰ্য্য নাৰাখিলে তাৰ পৰা উদ্ভৱ হোৱা মঙ্গলটো বুজিব নোৱাৰি।

আজি ইউৰোপৰ এই লাখ লাখ নৰহত্যাৰ ঘটনাযেই মানুহৰ প্ৰবৃত্তিমূলক সকলো অশান্তি অথণ্ডতাৰ পৰা তুলি নি বাহিৰলৈ উলিয়াই দি পৃথিৱীত শান্তি স্থাপন কৰিবলৈকে প্ৰশস্ত বাট উলিয়াই দিব।

এই মহাযুদ্ধৰ আগতে মানুহৰ মাজত বগা-ক'লা, স্বাধীন-অধীন, সৰু-ডাঙৰ আদি ভাৱৰ তীব্ৰতাই মানুহক মানুহৰ পৰা ঠেলি আঁতোন

সম্বন্ধহীন কৰাতেই ৰত আছিল। সেই মহাযুদ্ধৰ শিঙা বাজি উঠিল আৰু কুসংস্কাৰবোৰ জোকাৰি পেলাই সকলো মানুহ এটা হৈ উঠিবলৈকে গা দাঙি থিয় হ'ল। কাৰণ এই যুদ্ধবোৰেই মানুহক হত্যা কৰি ৰাজ্য দখল, ধন-সম্পত্তি, বেপাৰ-বাণিজ্য লাভ কৰা প্ৰবৃত্তিবোৰে পৃথিৱীৰ ভিতৰত তৃপ্তি বিচাৰি সকলো মানুহৰে সাধাৰণ সাধাৰণ উমৈহতীয়া শান্তি ভঙ্গ কৰিছে।

কিন্তু, এই মহাযুদ্ধক আশ্ৰয় কৰি ঘটা মানুহৰ এই মহা-মিলনৰ সুযোগটো কোনো সাময়িক প্ৰয়োজনৰ কাৰণে বুলি ভাবি যদি পুনৰ তাক সেই পুৰণি সংস্কাৰত থানথান হবলৈকে এৰি দিয়া হয়, তেন্তে মানুহৰ প্ৰগতিশীল গতিত কলঙ্ক পৰিব। এই সুবিধাটো মানুহে সাৰ্বজনীন সমবেত চেষ্টাৰে আগুৰি ধৰি খেটি বান্ধিব লাগিব, যেন পলাব নোৱাৰে। এই সুবিধাটোক মানুহে তাৰ এটা অস্থি-মজ্জাগত স্থায়ী সম্পত্তি কৰি লব লাগিব। তেহে মানুহে সকলোবিলাক বিৰোধৰ হাত এৰাই তাৰ মনুষ্যত্বটো বিৰাটভাৱে ফুলাই তুলিবলৈকে বাট পাব।

অনন্ত জগতৰ তুলনাত এই একণিমান পৃথিৱীখন। তাতে আৰু মহাদেশেই বা কিমান, দেশেই বা কিমান, প্ৰদেশেই বা কিমান,—জিলা, মহকুমা, মৌজা, গাওঁ, চুবুৰি আদিয়েই বা কিমান বিভাগ। মানুহে ইমান দিনলৈকে সকলো পৃথিৱীবাসী মানুহক একেটা সমাজ ভুক্ত কৰি লৈ একেটা শাসন-প্ৰণালীৰ অধীনতালৈ আনি পৃথিৱীখনক একেখন ৰাষ্ট্ৰ বুলি একমুহূৰ্তৰ কাৰণেও শাসন কৰিব কি, কল্পনাও কৰিব পৰা নাই। আজিলৈকেও পৃথিৱীৰ মানুহে তাৰ একেপেত মান ঠাইখনৰ নিজে দিয়া নামটো পাহৰি লৈ উচ্চ-নীচ, ক'লা-বগা, ধনী-নিৰ্ধনী আদি বিচাৰৰ সঙ্কীৰ্ণতাৰ বাহিৰলৈ আহি আমি পৃথিৱীবাসী মানুহ বুলি চিনাকিটো দিবলৈকেই সাহ কৰা নাই। এই মানুহেই আৰু কয়—আমি ভাৰতৰ সম্ৰাট, আমি শক্তিশালী শাসক,—আমাৰ শাসন ভাল, সিহঁতৰ শাসন বেয়া,—আমি ৰাজ্য শাসন কৰিবলৈ জানোঁ, সিহঁতে নাজানে,—আমি স্বাধীন, তহঁত অধীন,—আমি সাহী, সবল, তহঁত ভীৰু দুৰ্ব্বল, আমি ধনী, তহঁত দুখীয়া,—আমি বগা, তহঁত ক'লা। অথচ এনে ক্ষুদ্ৰতাৰ কামোৰ এৰাব নোৱাৰিও অহঙ্কাৰত উন্মত্ত হৈ মানুহে কেতিয়াও লাজ অনুভৱ কৰা নাই। পৃথিৱীখনৰ বাহিৰলৈ গৈ অনন্তৰ অন্যান্য গ্ৰহ-উপগ্ৰহত নিজৰ প্ৰভাৱ পেলাই দি মানুহে আমি শক্তিশালী, আমি ক্ষমতাপন্ন, আমি সাহী, আমি উপযুক্ত বুলি কলেহে কথাষাৰ বুকুৰ পটাখন বহল কৰি লৈ শুনিবলৈ ভাল লাগে।

মানুহে এটা পাক দি পৃথিৱীখন ঘূৰি আহিলে আৰু লগে লগে ভ্ৰমণ-বৃত্তান্ত উলিয়াই কেইজনমানৰ ধন্য ধন্য ল'লে। মাটি খান্দি পুৰণি প্ৰত্নতত্ত্বৰ কঙ্কাল কেইটুখৰিমান বাহিৰ কৰিলে, আৰু লগে লগে তাৰ পিঠিত ধন্যবাদৰ বোজা উঠিল। অলিক সৃষ্টি কৰি, যুৱক ভাবি কৰি ইতিহাসৰ পুথি এখন লিখি প্ৰকাশ কৰিলে,—লগতে নাম-যশৰ ভৰত লিখকৰ গাম্ভীৰ্য্য চৰি উঠিল। বিজ্ঞানৰ নতুন তত্ত্ব এটা উলিয়ালে—লগে লগে ধন্যবাদৰ উজান উঠিল। কিন্তু পৃথিৱীৰ এই হাত-জোখা জ্ঞান-সম্পদখিনিৰ লাভতেই মানুহৰ অনন্ত-অশান্ত আকাঙ্ক্ষাৰ পিয়াহটো পলাব পাৰে নেকি?

মানুহে যদি অনন্তৰ বুকুত আমাৰ পৃথিৱীৰ দৰেই বিচৰণ কৰি থকা গ্ৰহ-উপগ্ৰহবিলাক ঘূৰি আহি ভ্ৰমণ-কাহিনী লিখিলেহেঁতেন,—সেই-বিলাকৰ ইতিহাস, প্ৰত্নতত্ত্ব, অভিজ্ঞতাবিলাক গোটাই আনি পৃথিৱীত পেলাব পাৰিলেহেঁতেন,— আটাইখন ব্ৰহ্মাণ্ডৰ নাড়ী-নক্ষত্ৰৰ লগত মিলাই দৰ্শন-বিজ্ঞানৰ মূল-সূত্ৰ আৰু তত্ত্ববিলাক অনন্তৰ প্ৰত্যক্ষ পৰিধিৰ লগত সামঞ্জস্য লগাই প্ৰমাণবোৰ উপস্থিত কৰিব পাৰিলেহেঁতেন,- পৃথিৱীত নুশুনা, নেদেখা-নুশুনা, সৌন্দৰ্য্য অনুভূতি আৰু ভাৱবিলাকৰ বিচিত্ৰ ৰূপ আহৰণ কৰি কাব্য-সাহিত্যৰ বিচিত্ৰ ৰূপ-ৰসৰ ধাৰাবে পৃথিৱীখন ওপচাই পেলাই মানুহক প্ৰত্যক্ষভাৱে সীমা এৰি ওলাই যাবলৈকে উদ্বাউল কৰি তুলিব পাৰিলেহেঁতেন, তেতিয়াহে মানুহৰ জ্ঞান-বিজ্ঞান, সাহিত্য-দৰ্শন, বেহা বেপাৰ আদিৰ পূৰ্ণতাৰ লগত তাৰ জৈৱিক পূৰ্ণতাও লাভ হ'ব পাৰে।

ইয়াত এটা প্ৰশ্ন উঠিব পাৰে যে অনন্তৰ নিত্য-বিকাশশীল বাস্তৱ ফালটো এইদৰে প্ৰত্যক্ষভাৱে পাব লগীয়া জীৱ মানুহ নহ'বও পাৰে, এই বিষয়ত মানুহতকৈও যোগ্য জীৱ ব্ৰহ্মাণ্ডৰ কোনোবা কোণত থাকিব পাৰে। কথাটো অতি সঁচা,- থাকিব পাৰে,—আৰু এই কাৰণতেই মানুহে পৃথিৱীৰ সীমা ভাঙি তাৰ প্ৰবৃত্তিবিলাকৰ গতি অন্যান্য গ্ৰহ-উপগ্ৰহবিলাকলৈ লক্ষ্য কৰি এৰি দিয়াৰ প্ৰয়োজন হৈছে তেনে উন্নত জীৱৰ সংস্পৰ্শ বিচাৰি। মানুহতকৈও বেছি জ্ঞান-চৈতন্য সম্পন্ন জীৱ সৃষ্টিত নিশ্চয় বহুত আছে। কিন্তু সেইবিলাক জীৱৰ লগত পৰিচিত হ'বলৈ নাপালে কথাটো প্ৰত্যক্ষ-ভাৱে সত্য হৈ উঠিব কেনেকৈ?

আনফালে আন তেনে জীৱৰ অস্তিত্বটোও পৃথিৱীৰ মানুহে আজিলৈকে স্বীকাৰ কৰা নাই,— হয়তো, তাৰ অভিমানত কিবা আঘাত পৰিব বুলি,- সকলো জীৱনতকৈ পৃথিৱীত মানুহেই শ্ৰেষ্ঠ যেতিয়া, তেতিয়া তাতকৈ উন্নত কোনোবা জীৱ আন কৰবাত থকা ভাবি ল'বলৈ দৰকাৰ নাই বুলি। কিন্তু এই দুটাৰ যি কোনো এটা কাৰণতেই হওক, মানুহে তাৰ বিৰাটত্ব উপলব্ধি কৰিবলৈকে তাৰ প্ৰবৃত্তিসমূহৰ তৃপ্তি বিচাৰি পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিবই লাগিব। তাৰ বিৰাট জীৱনৰ বাবে, তাৰ জীৱনৰ স্থায়িত্বৰ বাবে, অন্যান্য গ্ৰহ-উপগ্ৰহত তাতকৈ বিশিষ্ট ৰূপ লৈ বস্তি থকা জীৱৰ লগত মানুহে পৰিচয় ঘটাবই লাগিব।

যেতিয়ালৈকে কোনো বস্তু এটাৰ সকলো আঁতি-গুৰি প্ৰত্যক্ষভাৱে জানি বুজি আমি আদৰ্শটো ধৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমাৰ শাৰীৰিক আৰু মানসিক বৃত্তিবিলাকক সেই সাঁচত ঢালি গঢ় দি তুলিবলৈকেও আশা কৰিব নোৱাৰোঁ। পৃথিৱীৰ সীমা এৰি গৈ আগুৱাই থাকিলেহে মানুহে তেনে জীৱৰ লগত দেখা-সাক্ষাৎ কৰি তেনে আদৰ্শ লৈকে ধাউতি জগাবলৈকে সুবিধা পাব।

মানুহে ভাবিব পাৰে যে সি পৃথিৱীৰ ভিতৰতেই পৃথিৱীৰ ছাঁ-পানী আৰু প্ৰাকৃতিক অৱস্থাত ধাৰা লালিত-পালিত হৈ উঠা অৱস্থাটো আন গ্ৰহ-উপগ্ৰহবিলাকত নহ'বও পাৰে। গতিকে তাক লুতুজা অনিশ্চিত আৰু অপৰিচিত ছাঁ-পানীলৈ মন মেলিলে তাৰ ধ্বংসহে হ'ব। কিন্তু এই ভয়ত আবদ্ধ হ'বৰ একো কাৰণ নাই। এই আদৰ্শৰ ফালে লক্ষ্য ৰাখি মানুহে তাৰ জীৱনটো বহলাই

লৈ যোৱা সাধনা হাতত ল'লে সি ক্রমে এনে এটা শক্তিৰ অধিকাৰী হ'ব, যি শক্তিয়ে তাক ব্রহ্মাণ্ডৰ সকলো অৱস্থাৰ উপযোগী কৰি তুলিব।

সকলো আৱিষ্কাৰৰ মূল হৈছে অভাৱবোধ। এই বিষয়ত মানুহে অভাৱবোধটো আন্তৰিকভাৱে অনুভৱ কৰিলে উপায়বিলাকো ওলাই থাকিব। মানুহে প্রকৃতভাৱে অভাৱবোধটো অনুভৱ কৰিব জানিলে, কেপুৰুষমান পাচত সি তাৰ এই দৈহিক আকৃতিৰো পৰিৱৰ্ত্তন ঘটাই ল'ব পাৰিব,-- এই কথাও আগেয়ে কোৱা হৈছে।

পৃথিৱীৰ সীমা বন্ধা প্রাকৃতিক অৱস্থাৰ চেপা খাই খাই মানুহ এতিয়া সোনকালে বুঢ়া হৈছে, মৰিছে। কিন্তু গোটেইখন ব্রহ্মাণ্ডৰ গোটেইখিনি বিচিত্র অৱস্থা তাৰ অনুকূল কৰি ল'ব পাৰিলে, মানুহ ইমান সোনকালে বুঢ়াও নহ'ব আৰু ইমান সোনকালে নমৰিবও। তেতিয়া সি ক্রমে বৰ ডাঙৰ-দীঘল জীৱনৰ গৰাকী হৈ গৈ থাকি শেষত এটা চিৰস্থায়ী জীৱনৰ গৰাকী হৈ উঠিব পাৰিব।

মানুহে এইটো অৱহেলা কৰিলে নহ'ব। বৰ বিৰাট, বৰ উদাৰ কল্যাণ, মঙ্গল আৰু বিশ্ব-শান্তিৰ বাবে এই আদৰ্শলৈকে লক্ষ্য দিয়াই সি আগুৱাই গৈ থাকিবই লাগিব। এই হাতজোখা পৃথিৱী-খনৰ অশান্তিপূৰ্ণ ক্ষুদ্রতাত খুন্দা খাই খাই অনন্ত-আত্মাশীল মানুহ আজি আত্ম-লোপৰ সন্ধিস্থলত উপস্থিত হৈছে। তাৰ শান্তিপূৰ্ণ অনন্ত জীৱনৰ আহ্বানত এই আদৰ্শ সি লবই লাগিব।

কিন্তু এই আদৰ্শ-প্রাপ্তিত সিদ্ধি লাভ কৰাটো দুই এদিনৰ কাম নহয়। বিশেষ পৰিকল্পনা আৰু ধৈৰ্য্যৰ সৈতে ইয়াক সাধনা কৰি কৰি মানুহ আৰু পুৰণি হ'ব লাগিব। এইটো বলিয়াৰ প্রলাপ বুলি উপলুঙা কৰিলে নহ'ব। মানুহে এইদৰে চলিবলৈ সাজু হলেহে অশান্তিপূৰ্ণ পৃথিৱীখনত শান্তি স্থাপিত হ'ব পাৰিব আৰু সিও বিশ্বজনীন জীৱন প্রত্যক্ষ-ভাৱে লাভ কৰিব পাৰিব।

এই আদৰ্শক দিয়াই আগুৱাব লাগিলে বৰ্ত্তমানৰ সমাজনীতি আৰু ৰাষ্ট্রনীতিয়ে কেনে গঢ় লৈ চলিব লাগিব, পাচত তাক আলোচনা কৰা হ'ব। *

---

* এই বিষয়টো বহু উপমা আৰু ঘটনা আদি দি বিশ্লেষণমূলকভাৱে ডাঙৰ পুথি এখন লিখি উলিওৱা হৈছিল। ইং ১৯১৭ চনৰপৰা ইং ১৯২১ চনলৈকে চাৰি বছৰ চেষ্টা কৰি। কিন্তু মোৰ লিখিত আন পুথিৰ লগতে সেই খনো মোৰ ঘৰত এৰি থৈ স্বাধীনতাৰ অসহযোগ আন্দোলনত ইং ১৯২১ চনত ১২ ফেব্রুৱাৰী দিনা ৩½ বছৰৰ বাবে মই গৈ জেলত সোমাওঁ আৰু এই চনৰে দহ মাৰ্চ্চৰ দিনা ৰাতি ১টা বজাত জুই লাগি মোৰ অৰুণা প্রেচ' ভস্মীভূত হয়। সেই জুইতে মোৰ অন্যান্য লিখিত পুথিৰ লগতে এই পুথিখনো ভস্মীভূত হয়। ইং ১৯২১ চনৰ এই দহ মাৰ্চ্চৰ দিনটো মোৰ পক্ষে অতি স্মৰণীয় দিন। এই দিনাখনেই ভাৰতৰ সিমুৰত আহমেদাবাদত মহাত্মা গান্ধীক বৃটিছৰাজে ৰাতি গ্রেপ্তাৰ কৰে আৰু ইমুৰত গুৱাহাটীত মই জেলত থকা অৱস্থাত সেই ৰাতিয়ে ১টা বজাত মোৰ 'অৰুণা প্রেচ' 'চেতনা কাৰ্য্যালয়' (যি 'চেতনা'ই ঘাইকৈ অসমত মহাত্মাৰ অসহযোগ আন্দোলন প্রবলকৈ চলাই আছিল) আৰু মোৰ হাতে লিখা ৪০ খন নানা বিষয়ক গদ্য-পদ্য পুথি আন সকলো সম্পত্তিৰ সৈতে চিৰদিনলৈ পুৰি ছাই হৈ যায়। —লেখক

# প্ৰকাশিকাৰ কথা

মোৰ স্বামী স্বৰ্গীয় ৺অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে সাপ্তাহিক 'অসম বাণী'ত 'মোৰ জীৱন ধুমুহাৰ এছাটি' শিতানেৰে আত্ম-জীৱনীমূলক বিৱৰণ এলানি লিখিছিল। 'অসম বাণী'ৰ সুযোগ্য সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতিৰ খাটনিত পৰি এই লানি বিৱৰণ তেখেতে লিখিবলৈ আৰম্ভ কৰে। এই বিৱৰণমূলক ৰচনাসমূহ সু-সংঘবদ্ধ 'আত্ম-জীৱনী' পুথিৰ আকাৰত লিখা হোৱা নাছিল। গতিকে, এই পুথিত সন্নিবিষ্ট প্ৰবন্ধ কেইটিত 'আত্ম-জীৱনী'ৰ ধাৰাবাহিকতা পোৱা নাযাব। এই প্ৰবন্ধকেইটিৰ সৰহভাগেই 'অসম বাণী'ত প্ৰকাশ হৈ গৈছে। কিছুঅংশ, মাহেকীয়া 'ৰামধেনু'তো প্ৰকাশিত হৈছিল। তদুপৰি, এই পুথিত ৰায়চৌধুৰীদেৱে তাহানি 'চেতনা'ত প্ৰকাশ কৰা 'জেল কাহিনী', সুকীয়াকৈ ৰচনা কৰা 'মোৰ দাদা', আৰু 'তুমি' কাব্যৰ উৎস—আদি 'আত্ম-জীৱনীমূলক' কথাখিনিও অন্তৰ্ভুক্ত কৰা হৈছে।

পুথিৰ আকাৰত এইখন ছপাই প্ৰকাশ কৰিবৰ কাৰণে 'অসম প্ৰকাশন পৰিষদ'ৰ পৰা আৰ্থিক সহায় পোৱা হৈছে। তাৰ বাবে পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আৰু সংশ্লিষ্ট আন সকলোকে ধন্যবাদ জনালোঁ। এই আৰ্থিক সহায়কণ নাপালে পুথিখন প্ৰকাশ কৰাত হয়তো আৰু পলম হ'লহেঁতেন। ইতি—

গুৱাহাটী
১ জুলাই, ইং ১৯৭৩ চন

শ্ৰীকৌশল্যাদেৱী ৰায়চৌধুৰী

# মোৰ জীৱন ধুমুহাৰ এছাটি

১

দুৰ্দম গতিৰে বৈ অহা নৈখনিয়ে তাৰ সেই পুৱাৰ পোন মুহূৰ্ত্তটোৰ পৰাই ভাঙন-গঢ়নৰ ক'ত কিমান আঁচোৰ লগাই আহি আজি এইখিনি পাইও তাৰ খোজৰ থিতি লগাব পৰা নাই—নিতৌ নতুন নতুন পয়মাল আৰকালৰ খলক তুলি প্ৰাণী সমাজত আশা-নিৰাশাৰ ৰং-বেৰং ৰচনা ৰচি সি গৈয়ে আছে। মানৱ প্ৰাণীৰ জীৱন গতিটোৰেও সেইদৰে পৃথিৱীত সি ফুট দি উঠা সেই প্ৰথম খেন খিনিৰ পৰাই সমাজৰ ক'ত কিমান হাঁহি-কান্দোনৰ দ-পাতল ৰেখাবোৰ আঁকি-উকি চলি গৈ আছে অভিজ্ঞতালব্ধ আত্ম-ৰক্ষাৰ সম্বল বুটলি লবলৈকে নিৰ্ঘাত প্ৰয়োজনৰ আমন্ত্ৰণ গ্ৰহণ কৰি। ময়ো এই আমন্ত্ৰণ আহ্বান মতেই, অতীতত পেলাই অহা মোৰ জীৱন গতিৰ ঠেও বা ধাৰা কেইটামানৰ ৰূপ অলপমান আঁক মাৰি থবলৈকে মন কৰিলোঁ। এই অঙ্কনত কোনো কালৰ মাত-মন্তব্যলৈ মন-কাণ কৰি চলা ধাতুটোৰ পৰা মই সম্পূৰ্ণ মুক্ত।

মনত পৰিছে, তেতিয়া ইং ১৮৯৭ চনৰ সেই বিখ্যাত প্ৰলয়কাৰী আপদীয়া ভুঁইকঁপটোৰ দুবছৰ পাছত, ইং ১৮৯৯ চনত বৰপেটাৰ পৰা গুৱাহাটীলৈ আহি ইংৰাজী স্কুলত নাম লগাওঁ। কোষ্ঠীমতে তেতিয়া বয়স মোৰ ১৩ বছৰ। গৈছিলোঁ বৰপেটাৰ ঘৰলৈ বঙালী বিহুৰ বাবে, আয়ে মনত দুখ পাব বুলি। সাত বিহুৰ পাছত আহিছিলোঁ বৰপেটাৰ পৰা গুৱাহাটীলৈ খোলাবান্ধা ঘাটেদি জাহাজত উঠি। পাণ্ডু-আমিনগাঁৱেদি উত্তৰ পাৰৰ ৰেলখন অহাৰ উম-ঘাম তেতিয়া হোৱাই নাছিল। বৰপেটাৰ পৰা খোলাবান্ধা জাহাজ ঘাট ১৩ মাইল। লোকেল বোৰ্ডৰ কেঁচা আলি। ঘাইকৈ গোটেইখন বৰপেটা মহকুমাৰ কামিহাড় থেঁতেলাই থোৱা ইং ১৮৯৭ চনৰ আপদীয়া ভুঁইকঁপটোৰ তাণ্ডৱত ঘৰ-চোতাল, খেতি-পথাৰৰ লগতে বাট-ঘাট-বিলাকো ভাঙি-ছিঙি থাষ্টাং হৈছে। বৰপেটাৰ পৰা খোলাবান্ধা জাহাজ ঘাটলৈ যোৱাটোও তেনে এটা আলি। থিতাতে ডোং, থিতাতে বালিৰ বৰি। গোটেইটো বাট ঘন নল-খাগৰি, বতা-বেন্না, কাঁহি-টাঘা অটব্য বনে চেপি ধৰা। সেইবিলাক দাঙি-ভাঙি কাষৰীয়াকৈ থৈ সুৰসুৰীয়া বাট উলিয়াই লৈ চলি যাব লাগে। দ মাটিত বাৰিষাৰ আৰম্ভণিতে এই বনবোৰ বাঢ়ি উঠে। ময়ো দুজন বেপাৰী সঙ্গীৰ সৈতে মোৰ নিজৰ কাপোৰ-কানি আৰু কিতাপ-বহীৰ বয়স অনুপাতে গধুৰ বোজাটো কাবুলীৰ দৰে পিঠিত বান্ধি লৈ বৰপেটাৰ পৰা খোলাবান্ধালৈ আহিছিলোঁ। সঙ্গী দুজন যাব ভটীয়া-জাহাজত গুৱালপাৰালৈ আৰু মই আহিম উজনি জাহাজত গুৱাহাটীলৈ। ভটীয়া-জাহাজখন আগতে আহি পোৱাত সঙ্গী দুজন ভটীয়াই গুৱালপাৰালৈ বাওনা হ'ল আৰু মই অকল হলোঁ। তিনি ঘণ্টামান পাছত উজনিমুৱা জাহাজখনো আহি পালে। মই জাহাজত উঠিলোঁ। তেতিয়া সম্ভৱতঃ

আবেলি ৪।৫টামান। জাহাজত উঠিয়েকি ইফাল সিফাল চাই দেখিলোঁ ডেকৰ ওপৰত সন্ধি নাই, মানুহ অৰ্থাৎ বেছি ভাগেই চাহ বনুৱা, তেওঁলোকৰ গোটেইখন সংসাৰ লৈ ভৰি আছে। এমূৰত দেখিলোঁ এখন ধপধপীয়া বগা চালা বিছনা পাতি দুগৰাকী লোক কথা পাতি বহি আছে। তেখেত দুজন তেতিয়া তৰুণ আছিল নে প্ৰৌঢ় আছিল মনত নপৰে। কিন্তু দুয়ো গৰাকীৰে থুৰোৱা ডাটি-গোফৰ শুংবোৰ গালে-থুঁতৰিয়ে মুখ দাড়ি উঠা যেন দেখা মনত পৰে। মুখৰ চুলিবোৰ এগৰাকীৰ চুটি চুটিকৈ কটা আৰু আন গৰাকীৰ পাহকটা দীঘল চুলিৰ খোপা। এগৰাকীৰ গাত বগা চোলা আৰু আন গৰাকীৰ গাত খনীয়া বৰ কাপোৰ। তেখেত সকল আছিছিল কলিকতাৰ পৰা তেজপুৰলৈ। কিছু সময় ঘূৰি ফিৰি তেখেত দুগৰাকীৰ চালা বিছনাৰ ওচৰতে লক এডোখৰ খালি ঠাইত গৈ পিঠিৰ বোকোচাটো নমাই থলোঁ। তেখেত সকলেও একো নকলে, মইও একো নামাতিলোঁ। আইয়ে জাহাজৰ একো বস্তু খাবলৈ হাক দি লগত কেথমমান খোলা চাপৰি আৰু কেইটামান নাৰিকলৰ লাড়ু দি পঠাইছিল। আইয়ে জাহাজত লোকে-হোৱা পানী এটুপিকো পিবলৈ হাক দি নৈৰ পৰা পানী তুলি খাবলৈকে লগত ঘটি এটিও দিছিল। সোনাতে গুৱাহাটীলৈ আহোঁতেও আইৰ এনে আদেশ আছিল। আইৰ আদেশ মই আখৰে আখৰে পালন কৰিছিলোঁ। সেইবাবে জাহাজ এৰি নৌ দিওঁতেই নদীৰ পৰা ঘটিত পানী লৈ থৈছিলোঁ। গধুলি হৈ আহিল। জাহাজো এৰি দিলে। মইও টোপোলাটো মেলি সৰুকৈ শেতেলিখন পাৰি তাতে বহি ললোঁ। গোটেই দিনটো কষ্টভৰা টান আজিটোত খুঁজি খুঁজি আহি ভাগৰি পৰিছিলোঁ। আইয়ে দি পঠোৱা খোলা চাপৰি আৰু নাৰিকলৰ লাড়ু কেইটামান খাই নদীৰ পৰা তুলি অনা পানী পি এতাই শুই পৰিলোঁ সাৰ-সুৰ নোহোৱাকৈ নিচাজে পুৱালৈকে। পুৱাৰ সাৰত সকলো ডেক আৰোহী উঠি বহিল। নটামান বজাত পলাশবাৰী ঘাটত জাহাজ থামিল। ঘাটলৈ চিড়ি লাগিল। জাহাজৰ সময়ত ঘাটতে পলাশবাৰীৰ তিৰোতা ছোৱালী কিছুমানে কল, মুভফল, নাৰিকল কুঁহিয়াৰ, লাউ, কোমোৰা, তিল. আখৈৰ লাড়ু আদি লৈ আহি সৰু-সুৰা এখন বজাৰ পাতে-জাহাজৰ যাত্ৰী আৰু খালাচীৰ বাবে। চিড়িখন লগোৱা মাত্ৰকেই জাহাজৰ পৰা যাত্ৰী আৰু খালাচীবিলাক বামলৈ উঠি গৈ যাক যি লাগে পোহাৰে পোহাৰে দৰাই দৰাই কিনিবলৈ লাগি গ'ল। মই আৰু আগতে উল্লেখ কৰা পুৰুষ দুগৰাকী পাৰলৈ নগৈ জাহাজৰ ওপৰতে ডেকৰ পৰা থিয় দি সেই কালে চাই থাকিলোঁ। তেতিয়া-লৈকে এই দুগৰাকীৰ লগত মোৰ একো মাত-কথা ঘটা নাছিল। মোৰ বয়স তেতিয়া ১৪ বছৰ।

মই দেখিলোঁ, পাৰত এজনী আদ বয়সীয়া পোহাৰীৰ লগত এজন ধুতি পিন্ধা বাবুৰ টনা-আজোৰা লাগিছে। পোহাৰীজনীয়ে তুলিত থাপ মাৰি টানি ধৰাত ধুতিখন খহি পৰিব বুলি বাবুজনে কঁকালৰ গাঠিত খামোচা মাৰি ধৰিছে, তাৰ পাছতেই দেখিলোঁ পোহাৰীজনীয়ে এৰি দিয়াত বাবুজনে ধুতিখন সামৰি লৈ কঁকালত টানকৈ পিন্ধি, ভৰিত পিন্ধি থকা জোতাৰে পোহাৰীজনীৰ কপালতে এটা গোৰ মাৰি দিলে। পোহাৰীজনী

চিং হৈ ওলোটাফালে বাগৰি পৰিল। মই আৰু স্থিৰে থাকিব নোৱাৰিলোঁ। তৎক্ষণাৎ তললৈ নামি চিড়িয়েদি গৈ পাৰত উঠিলোঁ আৰু দেখিলোঁ, পোহাৰীজনীৰ কপাল ফাটি তেজৰ ধাৰ বব ধৰিছে। আন আন লগৰ পোহাৰীবিলাক আৰু যাত্ৰী-খালাছীবিলাক নিৰ্ধাক নিস্পন্দ। মই তৎক্ষণাৎ চোলাৰ হাত কোঁচাই লৈ বাবুজনক উধাই-মুধাই ঘুচিয়াবলৈ ধৰিলোঁ। মোৰ ধোঁচাৰ কোব সহিব নোৱাৰি বাবুজনে জাহাজলৈ লৰ মাৰিলে। ময়ো পাছে পাছে ঘুচিয়াই ঘুচিয়াই খেদি গ'লোঁ। জাহাজলৈ উঠা চিড়িখন পাওঁতেই সম্ভবতঃ ধোঁচৰ কোব বেছিকৈ পৰাত বাবুজন চিড়িৰ পৰা নদীৰ যুঁৱাললৈ ধপ্ কৰে বাগৰি পৰিল। বাবুজনৰ লগৰীয়া আন দুজন বাবুই মোক খেদি আহিল, কিন্তু মোৰ খঙৰ মূৰ্ত্তি দেখি তেওঁলোক দুজনো আঁতৰি থাকিল। চিড়িৰ ওপৰত বহুত লোক জমা হ'ল। সেই জাহাজত সিদিনাখন এজন ইংৰাজ কেপ্টেইনো আছিল। কেপ্টেইন-চাৰেং সমন্বিতে সকলোৱে ঘটনাস্থলীলৈ আহিল আৰু মোৰ প্ৰতি কষ্ট হ'ল। কেপ্টেইন আৰু চাৰেং আদি প্ৰায়-কেইজনে অসমীয়া বুজি পাইছিল। ঘটনাৰ বিচাৰ হ'ল। বাবুজনক মই তেনেকৈ ধোঁচা শোধোৱাত সাহ পাই অন্যান্য পোহাৰীবিলাকেও গালি পাৰি আহি মোৰ লগত যোগ দিলে। বিচাৰত ওলাল, পোহাৰীজনীৰ পৰা এটা পকা অমৃতা বাবুজনে কিনিছিল। অমৃতাটোৰ দাম কৰিছিল পোহাৰীজনীয়ে তিনি অনা; কিন্তু বাবুজনে মাত্ৰ এক অনা দি লৈ আহিব ধৰোতেই পোহাৰী-জনীয়ে বাবুজনৰ ভুনিত থাপ মাৰি ধৰিলে। তাতেই এই ঘটনা ঘটিল। বাবুজনক মই কিয় মাৰিলোঁ এইটোৱে হ'ল তেওঁৰ পক্ষৰ মোৰ ওপৰত ডাঙৰ অভিযোগ। মোৰ জোৱাব প্ৰশ্ন হ'ল, পোহাৰী-জনীক চাৰি অনাৰ ঠাইত মাত্ৰ এক অনা দি বাবুজন পলাব খুজিছিল কিয়? আৰু তাত বাধা দিয়াত আদহীয়া পোহাৰীজনীৰ কপালত ভৰিৰ জোতাৰে গোৰ মাৰি ঘাইল কৰিলে কিয়? কিছু সময় তৰ্কাতৰ্কিৰ পাছত কেপ্টেইন আৰু চাৰেং আদিৰ বিচাৰত বাবুজনেই দোষী সাব্যস্ত হ'ল, আৰু আমাক দুয়োকো মিলাই দিয়াৰ প্ৰস্তাৱ তুলিলে। মই কলোঁ যে উপযুক্ত ক্ষতিপূৰণ দি পোহাৰীজনীৰ ওচৰত সাষ্টাঙ্গে ক্ষমা ভিক্ষা নকৰিলে মই নেৰিম। কেপ্টেইন, চাৰেং আদিয়েও তাকেই সমৰ্থন কৰিলে। বাবুজনৰ দলটো সৈমান হ'ল আৰু পাঁচ টকা পোহাৰীজনীক ক্ষতিপূৰণ দি হাত যোৰ কৰি ক্ষমা খুজিলে। পোহাৰীজনীয়ে হাতেৰে গালৰ পৰা নি মোক চুমা খাই কেইটামান পকা কল দিলে।

ইমান পৰ সেইদুগৰাকী পুৰুষে জাহাজৰ পৰা সকলো ঘটনা চাই আছিল। মই ওপৰলৈ উঠি অহাত তেখেত দুজনে মোৰ পৰিচয় ললে, আৰু মোক বৰপেটাৰ ৰায়-পৰিয়ালৰ বুলি জানি বৰ মৰম কৰিলে। এই দুগৰাকীৰ এজন আছিল মহৰ্ষি ৺কমলাকান্ত ভট্টাচাৰ্য্য আৰু আনগৰাকী আছিল স্বনামধন্য মহাপুৰুষীয়া বন্ধু ৺হৰিবিলাস আগৰৱালা। তেখেত দুজনে সিদিনাখন লোভনীয় মৰম-স্নেহেৰে মোক যি অনুপ্ৰেৰণা দিছিল সি মোৰ গোটেইটো জীৱনক ঋদ্ধ কৰি আছে।

আগৰৱালাদেৱে মোক কলে—"বোপা, তোমাৰ সাহ-পিত দেখি আমি বৰ সুখ পালোঁ। তোমাক ধন্যবাদ। গুৰুজনৰ পৰিয়ালৰ এই এখানমান সন্তানে ভাল প্ৰতাপ দেখুৱালা। তুমি যদি

তেজপুৰলৈ যোৱা, মই তাতে তোমাক ভালকৈ ৰাখি পঢ়া-শুনাৰ সকলো সুবিধা কৰি দিম।" ভট্টাচাৰ্য্যদেৱে মোক টান মাৰি নি তেখেতৰ বুকুৰ মাজত সুমুৱাই লৈ কলে, "সিংহৰ সন্তান সিংহহে হ'ব। ময়ো ৺অনন্ত কন্দলীৰ পৰিয়ালৰ মানুহ। শ্ৰীশঙ্কৰদেৱ আৰু ৺অনন্ত কন্দলী একে সখি আছিল। আমি দুয়ো একে।" এই স্বনামধন্য পুৰুষ দুজনৰ কথাকেযাৰ আজিলৈকেও মোৰ মনত আছে।

## এই উগ্ৰতাতেই তোৰ অপঘাত মৃত্যু হ'ব কেতিয়াবা

ইং ১৯০২-১৯০৩ চন। মই, শ্ৰীবিষ্ণুৰাম মেধি, ৺কুমুদ বৰা, ৺পুষ্প উজীৰ, ৺গণেশ ব্ৰহ্ম, ৺বঙ্কিম বৰা আদি কেইজনমান লগৰীয়াৰ সৈতে পাণবজাৰৰ বিখ্যাত ব্যায়ামবীৰ ৺বিজয়ানন্দ চৌধুৰীৰ আখৰাত ডাম্বেল, মুদগৰ, বাৰ, মল্লযুদ্ধ, যযুৎচু, ডেগাৰ, তৰোৱাল, লাঠি আদি যাৰ যি ৰুচি অনুসাৰে ব্যায়াম শিকোঁ আৰু ব্ৰহ্মপুত্ৰত গৈ সাতোঁৰৰ প্ৰতিদ্বন্দ্বিতাও চলাওঁ। কুস্তিৰ সময় আছিল, পাটি-শুনি উঠি পুৱা আঠটাৰ পৰা নটালৈকে আৰু আবেলি স্কুলৰ পৰা আহি পাঁচটাৰ পৰা সাতটালৈকে—দুয়োটা সময়ত যাৰ যেতিয়া সুবিধা হয়। সিদিনা আমি কেইজনমানে কুস্তি কৰি এজাই পুৱা নটা বজাত ব্ৰহ্মপুত্ৰলৈ গা ধুবলৈ যাওঁ। তেতিয়া ভৰপূৰ বাৰিষা। জাহাজঘাটটো তেতিয়া আছিল ঠিক পাণবজাৰৰ আৰ্য্যনাট্য হলৰ সমুখতে। বাৰিষাৰ ব্ৰহ্মপুত্ৰ উপচি পৰিছে, ষ্টেশ্চ বোডটোৰ প্ৰায় গুৰিলৈকে। জাহাজবোটে ঠাইখন ভৰি পৰিছে। জাহাজ-বোট বন্ধা প্ৰকাণ্ড প্ৰকাণ্ড লোৰ ৰচিবিলাক আৰু নঙ্গৰ পেলোৱা প্ৰকাণ্ড প্ৰকাণ্ড লোৰ শিকলিবিলাক কঁপাই কঁপাই উতলা ব্ৰহ্মপুত্ৰৰ সাগৰ নেগুৰ-ছিগা তীব্ৰ ধাৰটোৱে ঢ'উ তুলি তুলি জাহাজ আৰু বোটৰ ফাঁকে ফাঁকে চলি গৈ আছে। সাঁতোৰাত হেজাৰ পটুজনৰো দেখি ভয় লাগে। সাঁতোৰা বাদ দি পাৰৰ তৰ-পানীতেই সকলোৱে গা ধুইছে। ৺অৰ্দ্ধেন্দু ব্যানাৰ্জী, ৺কামাখ্যা বাগচী, ৺গোলোকে গুৱাল আদি কেইজনমানেও সৰু সৰু ল'ৰা-ছোৱালী লৈ ঘাটলৈ গা ধুবলৈ গৈছিল। ৺গোলোকে গুৱালৰ আঠ বছৰীয়া সৰু ছোৱালী এজনীয়ে তৰ-পানীত খদলি-নাচি ৰং কৰি গা ধুই থাকোতেই হঠাৎ তাই ছিটিকি গৈ ধাৰাল সোঁতৰ মুখত পৰি ভাহি গ'ল। পাৰৰ সকলোৱে আৰ্তনাদৰ হুলস্থূল তুলিলে, কোনেও একো উপায় বিচাৰি নাপায়। ছোৱালীজনী ভাহি গৈ বোট-জাহাজৰ ফাঁকত সোমাওঁ সোমাওঁ হৈছে। এনেতে মই জঁাপ মাৰি গৈ সাঁতোৰ মেলিলোঁ ছোৱালীজনীক ৰক্ষা কৰিবলৈকে। তেজাল সোঁতে মোকো নি জাহাজ-বোটৰ ফাঁকত সুমুৱালে। মুহূৰ্ত্তৰ ভিতৰতে ফাঁকেদি ছোৱালীজনী বহুদূৰ উটি গ'ল। সোঁতৰ তীব্ৰতাৰ লগতে মোৰো সাঁতোৰাৰ তীব্ৰতা যোগাই খেদি খেদি গৈ পি-ডব্লিউ-ডি অফিচৰ আগমানত ছোৱালীজনীৰ ভাহি থকা চুলিকোছাত খাপ মাৰি ধৰিলোঁ। তলুৱা-সোঁতত ছোৱালীজনী পৰা নাছিল বাবে চুলিকোছা ভাহি আছিল। মই খাপ মাৰি ধৰা মাত্ৰেই ছোৱালীজনীয়েও মোক জপটিয়াই ধৰিলে। তাইৰ ভৰত মোৰো সাঁতোৰৰ তেজ কমি গ'ল। দুয়ো ডুব গৈ মৰিবলৈ যেন লাগিল। ইফালে পাৰেদি আৰ্তনাদ কৰি মানুহবিলাকে আমাক চাই

চাই দৌৰি গৈছে। পাৰত এখন সৰু নাৱো নাই, একো কৰিব নোৱাৰে। ময়ো মৰণ নিশ্চিত বুলি ভাবি লৈছোঁ। এনেতে ভগৱানৰ কৃপাত কাঁচীবজাৰ ঘাটত সবিয়হ-ব্ৰবাপাটৰ জমা হৈ থকা দৈ-নাও এখনৰ পৰা জীৱল চ'ৰিবাৰি এডালৰ মূৰ এটা আমাৰ ফাললৈ এৰি দিলে। মই তাৰ আগটোত খাপ মাৰি ধৰিলোঁ। ধাৰে উটাই নিবলৈ যত্ন কৰিছে যদিও চ'ৰিবাৰিৰ মূৰটো মই এৰি দিয়া নাই। আমাক টানি নাৱত তুলিলে। ছোৱালীজনীয়ে পানী খাইছে, মৰা নাই। মই সিখন হাতেদি তাইৰ মূৰটো মোৰ কান্ধত পানাৰ ওপৰলৈ তুলি ৰাখি এখন হাতেৰে আক ভৰি দুখনেৰে সাঁতুৰিছিলোঁ। দুয়োকো পাৰত তুলি ছোৱালীজনী তলমুখ কৰি পেটত হেঁচা দি কিছু কিছু পানী উলিয়াই হাস্পতাললৈ লৈ গ'ল। মই তাতে অৱশ হৈ বহি পৰিলোঁ। মই পানী খোৱা নাছিলোঁ যেন লাগে। মোক দুই-জনে কলে, "তোৰ এই উগ্ৰ সাহৰ বাবেই কেতিয়াবা অপঘাত মৃত্যু হ'ব।" মই কলোঁ, "সেই বুলি ছোৱালীজনীক এনেকৈ মৰিবলৈ দিব পাৰিনে?" ছোৱালীজনী হাস্পতালত ভাল হৈ উঠিল।

২

সম্ভৱতঃ ইং ১৯০৬ চন। জাৰৰ দিন। আমাৰ দৈনিক কাৰ্য্যক্ৰম অনুসৰি পুৱা পটি-শুনি উঠি আঠ বজাৰ পৰা ন বজালৈকে সেই সময়ৰ আমাৰ ওস্তাদ ৺বিভৱানন্দ চৌধুৰীৰ ব্যায়ামা-গাৰত শৰীৰ-চৰ্চা কৰি উঠি লগৰীয়াইকেজনৰ সৈতে ব্ৰহ্মপুত্ৰৰ পাণবজাৰ ঘাটত গা ধুবলৈকে বালিত নামিছোঁহে মাথোন, এজনী খেৰ, খাগৰি-ইকৰা বেচা মাৰৰীয়াই চকু-মুখত উদ্বিগ্নতাৰ আঁচোৰ লগাই লৰি আহি আমাৰ আগত কৰলৈ ধৰিলে, "বাপাহেৰে চাচুন, এনাওমু ৰাইজোত ন'হ কথা আছে না? উজনোৰ পেৰা ভাইঠে আছা বেপাৰী নাৱ এখেনে মাল্লাত পৰা লপ-দোইপা চেখ্ৰা ছোলি এটাক আন্ধোক-বালিটুৰ তলতে পানীৰ জেইলাত জীয়াই জীয়াই দোইলে ফেলে দি নাৱ ভাইঠে গুচি গেইছে। মই অচ্ৰোতে ঝাউৰ মাজোতে কুৰা হৈ আছিলো। ছোলিটুই ভোৰি-হাত আছৰি আছৰি কান্দি আটাহ পাৰি নাৱ খেনোক মাতা শুনি কি হোইছে বোলি অচ্ৰোক লোগিন ৰাই দেখি মইও নাৱখেনোক ইমেনমু মাতুলু ফিৰিয়ে নাচ্লাক; ধম্ধমকে চোৰি-বৈঠা মাৰি ভাই-ঠেহে গেল। বাপহেহ্। এনা ৰাইজোত ন'হ কথা কুনি কোত দেখছাহ! পানী পানী কোৰি ছোলিটুই কাউলে কাউলে আটাহ ধৰাত, মোৰ হাতোত তো সাজ নাই— হাতোৰ চোলেদি নোদীৰ পেৰা পানী আনি খুৱে মই গুচি আইহ্লু। মোৰো আক ইসপা নাৱতে এক্লাই ফেলে থৈ কুৰা হুৱা গেইলু ন'হে। ইখান ছোলিটুক জীয়াই জীয়াই শোগণে খাবো। চাচুন সিগ্লাখেন শোগুণ উপৰোত ভৰমিবা খোৰছে।" এইবুলি সি কামাখ্যা পৰ্ব্বতৰকালে হাত দাঙি শগুণবোৰ উৰি থকা আমাক দেখুৱালে। কথাটো শুনি মই অস্থিৰ মনেৰে লগৰীয়াকেইজনক কলোঁ—"আহচোন ভাই-হঁত কি হৈছে চাওঁগৈ।" লগৰীয়াকেইজনে কলে— "ক'ত এতিয়া শোগুণ খেদ্‌বা যাবি ঐ! গা ধুই, ভাত খাই ইস্কুলক যাবা লাগে।" মই মামানিলোঁ। গা ধুই লজাবলৈ নিয়া চুৰিয়াখন গলত মেৰিয়াই লৈ গামোচাখন কঁকালত বান্ধি লৰ দিলোঁ পকা বালিৰ

ওপৰেদি শগুণ উৰা ঠাইলৈকে। পকা শুকান বালিত লৰি যোৱা টান। জোৰেৰে পেলোৱা খোজবোৰ বালিত সোমাই যায়! এখোজ আগুৱালে এখোজ পিছুৱাব লাগে। সেইবাবে আগ-ঠেলি নিয়া লৰৰ হেঁচাই ঢুবাৰমান মোক হামকুৰিও খুৱালে। আমি গা-ধোৱা পাণবজাৰ ঘাটৰ পৰা কামখ্যাৰফালে শগুণ উৰা ঠাইখিনি ডেৰ ফাৰ্লং দূৰ। ঠাইখিনি আওঁৱৰীয়া, সাধাৰণতঃ সেইখিনিলৈকে মানুহ যোৱাৰ প্ৰয়োজন নাহে।

ওচৰ পাই দেখিলোঁ, শগুণ এজাকৰ কেইটামানে পৰি থকা ল'ৰাটোৰ ন-দহ হাতমান দূৰে দূৰে পাখি জোকাৰি জোকাৰি ইফাল সিফালকৈ লৰি ফুৰিছে। আৰু কেইটামান বহি আছে। ল'ৰাটোৱে শৌচ-বমি আৰু ভিজা বালিৰে লেটি-পেটি হৈ কৰছি কৰছি গৈ নদীৰ জেলিত মুখ লগাই পানী পিবলৈ যত্ন কৰিছে। মই বোকা কিছুমান দলিয়াই শগুণ-বিলাকক আৰু দূৰলৈকে খেদি পঠালোঁ। ল'ৰাটোৰ গাত মাত্ৰ ছুডোখৰ কাপোৰ। কলেৰাৰ শৌচ-বাঁতি আৰু ভিজা বালিৰ লেটি লৈ তাৰ স্থিতিটোৱে এটা বীভৎস ৰূপ ধৰিছে। মোক ল'ৰাটোৱে দেখা পাই সেহাই সেহাই হৃদয়বিদাৰক মাতেৰে কলে— "মোৰ পিতৃপুৰুষ, মোৰ ঈশ্বৰপুৰুষ, মোক ৰক্ষা কৰ বাপাহেৰে! মোক তাহাঁতে ইয়াতে ফেলে থৈ গুচি গৈছে— মোৰ মুখোত একটুপা পানী দি মোৰ পিতৃপুৰুষ।" দৃশ্যটো দেখি মই হতভম্ব হৈ পৰিলোঁ। তাৰ বয়স ১৪-১৫ বছৰমান হ'ব। নোদোকা আৰু কিছু ডাঙৰ-দীঘলৰ সঁচ। মা-বাপ মৰীয়া। নাম নাউতি। বেপাৰী নাৱত ভাত ৰন্ধা আৰু আলপৈচান ধৰা হৈ উজনিলৈ গৈছিল।

মোৰ তৎক্ষণাৎ মনত পৰিল কলেৰা হাস্পতাল-টোলৈকে। কলেৰা হাস্পতালটো আছিল তেতিয়া ছুটা খেৰৰ ঘৰেৰে সৈতে আজিৰ সোণাৰাম হাইস্কুল থকা ঠাইত, ভৰলুৰ পছিম পাৰত, অটব্য বেঁতনি-কাঠনিৰ মাজত। তেতিয়া তাত পুলিচ থানাখন আৰু ৰেললাইন হোৱা নাছিল। ভৰলু নদীখনৰ ওপৰৰ কাঠৰ দলঙৰ তুয়োফালৰ অটব্য বেঁতনি-কাঠনি ভেদ কৰি কামাখ্যা পৰ্বতৰ কাষেদি পলাশবাৰীৰফালে চলি আছিল লোকেল বোৰ্ডৰ কেঁচা আলি। বেলি পৰিলেই তাত বাঘ আহি বহি থাকে বুলি সন্ধিয়াৰ লগে লগে সেই আলিয়েদি মানুহ যোৱা-অহাৰ ওৰ পৰে। হাস্পতালটোৰ এক ফাৰ্লংমান দূৰত উত্তৰ-পছিম মুখে নদীৰ পাৰত বেঁতনি-কাঠনিৰ মাজত শ্মশানখন আলিৰ পৰা ছুশ-আঢৈশ গজ দূৰত। ভৰলুৰ পাৰৰ পৰা এই কলেৰা হাস্পতাল আৰু শ্মশানখনৰ বাহিৰে কামাখ্যা পৰ্বতৰ কাষলৈকে কোনো জন-প্ৰাণীৰ বসতি নাছিল। ৰেল নাছিল বাবে জাহাজেদি চাহ-বাগিচাবিলাকলৈ যিবোৰ কুলি-বনুৱা অনা হৈছিল, সেইবিলাকৰ ভিতৰত কলেৰা আদি মহামাৰীয়ে দেখা দিলে কামাখ্যা পৰ্ব্বতৰ নামনিত আঙ্কোৰ বালিৰ ওচৰত জাহাজ ধমাই ৰোগীবোৰক এই কলেৰা হাস্পতাললৈকে লৈ অহা হয়। চিকিৎসা কৰা হয় আৰু মৰিলে ব্ৰহ্মপুত্ৰত পেলাই দিয়া হয়। শ্মশানত সংকাৰ কৰা নহয়।

মই হাতৰ চলুৱেদি নদীৰ পৰা পানী আনি ল'ৰা-টোৰ মুখত দি, তৎক্ষণাৎ ল'ৰাটোৰ শৌচ-বান্তি-বালিত লেটি-পেটি হোৱা কাপোৰ ছুডোখৰ গাৰ পৰা খহাই-পেলাই, মোৰ গা ধুই সজাবলৈকে লগত নিয়া চুৰিয়াখন দ্ৰুৱাপ কৰি তাৰে তাক মেৰিয়াই পথালি কোলাকৈ তুলি লৈ কলেৰা হাস্পতাললৈকে

বেগাই খোজ ললোঁ আন্ধোক-বালিটোৰ ওপৰেদি। ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰা থিয়গড়া আন্ধোক-বালিটোত চিধাচিধিকৈ উঠি যোৱা টান যদিও, বিশেষকৈ ১৪।১৫ বছৰীয়া নোদোকা ল'ৰা এটাৰ ভৰ লৈ, মোৰ ব্যায়ামী শৰীৰৰ শক্তিয়ে সেইটো অৱজ্ঞা কৰিলে। আন্ধোক-বালিটো আছিল পুবৰ পৰা ব্ৰহ্মপুত্ৰ আৰু দক্ষিণৰ পৰা ভৰলুৱে উটাই অনা মাটি-বালি পৰি বছৰে বছৰে জমা হৈ হৈ কামাখ্যা পৰ্ব্বতৰ কাণত কেবাবছৰৰো আগৰে পৰা হৈয়াৰ হৈ অহা এটা প্ৰকাণ্ড চাপৰি। তাত পোন প্ৰথমতে আন্ধোক নামৰ মানুহ এজনে ঘৰ বান্ধি বস্তি পাতি খেতি-বাতি কৰিছিল। সেইবাবে তাৰ নাম আছিল আন্ধোক-বালি। আমি স্কুলীয়া কালত তালৈ গৈ সি বোৱা তিয়ঁহ, বাঙি, তৰমুজ, মাকৈ, মটৰ, বুট আদি খুজি খাইছিলোঁ। সিও আমাক মৰম কৰি খাবলৈ দিছিল। মানুহজন অপৰিমিত পৰিশ্ৰমী আছিল। পিছত সিও মৰিল। আৰু বছৰে বছৰে ব্ৰহ্মপুত্ৰৰ চাপি বদলোৱা সোঁতে খহাই নি নি চাপৰিটোৰে চিন নাইকিয়া কৰিলে।

ল'ৰাটোৰ বোজা লৈ আন্ধোক-বালি পাৰ হৈ গুৱাহাটীৰ আলিত উঠি গৈ কলেৰা হাস্পতালৰ দুৱাৰ খোলা ঘৰ এটাত সোমাই বাঁহৰ চাং এখনত তাক শুৱাই দিলোঁ আৰু মোৰ কঁকালত বন্ধা গামোচাখন খহাই লৈ তাৰে তাক শাৰু কৰি দিলোঁ। কলেৰা হাস্পতালৰ ঘৰ আটাই কেওটাৰ দুৱাৰ খোলা। জন-প্ৰাণী নাই। কোনো ৰোগীও নাই। কিন্তু কেইটামান গৰু সোমাই আছে।

মই গৰুকেইটা বাহিৰলৈ উলিয়াই দিলোঁ। গৰুৰ গোবৰ আৰু নানা জাবৰ-জুঁটাৰে ঘৰকেইটাৰ মজিয়াবোৰ ভৰি আছে। ওচৰত মানুহৰ ঘৰ নাই। নদীৰ পাৰৰ পৰা দাঙি লৈ অহাৰ পৰা মোৰ কোলাৰ ওপৰতে বাটত দুৱাৰ আৰু হাস্পতালৰ চাঙত শুৱাই থোৱাৰ পাচত এবাৰ ল'ৰাটোৱে শৌচ-বমি কৰিছে। শৌচ-বমি অৱশ্যে মোৰ গাতো কিছু পৰিছে কিন্তু মই তালৈ মন কৰিবৰ সময় পোৱা নাই। মই লৰি গৈ ভৰলুৰ সিপাৰত কিছু দূৰত থকা আমাৰ ইস্কুলৰ শ্ৰদ্ধেয় শিক্ষক ৺ৰতিকান্ত দাসৰ ঘৰলৈ গলোঁ পানী খিচাৰি। তেখিয়া তেখেত ঘৰত নাছিল, ইস্কুললৈ গৈছিল। তেখেতৰ পৰিবাৰক আচল কথাটো বুজাই কোৱাত অৰুণমানি সৰু ছোৱালী এজনীৰ হতুৱাই মাটিৰ টেকেলি এটাত পানী দিয়াইছিল। পানী আনি দিয়া এই অৰুণমানি ছোৱালীজনী ৺ৰতিবাবুৰ জায়াৰী। সম্ভৱতঃ বৰ্ত্তমান শ্ৰীনীলকান্ত হাজৰিকা-দেৱৰ পৰিবাৰ—ডেকা শিল্পী ডঃ ভূপেন হাজৰিকাৰ মাক।

মই পানী লৈ আহি টেকেলিটো ল'ৰাটোক শুৱাই থোৱা চাংখনৰ ওচৰতে মাটিত নি লাগ পোৱাকৈ থৈ, তাক একো ভয় কৰিবলৈ হাক দি ভৰলুৰ দলং পাৰ হৈ, উদি গাৰেই ব্ৰহ্মপুত্ৰৰ পাৰৰ আলিটোৰে উৰ্দ্ধশ্বাস টানি পাণবজাৰৰ চিভিল হাস্পতাললৈকে লৰ দিলোঁ। বাটত দুই-এজন চিনি পোৱা লোকে কি হ'ল বুজি সুধিছিল। কিন্তু কেগাই লৰি যোৱাৰ বাহিৰে মোৰ উত্তৰ দিবলৈকে সময় নাছিল। গুৱাহাটী চিভিল হাস্পতালৰ এচিষ্টাণ্ট চাৰ্জ্জন আছিল তেতিয়া বৰ্ত্তমান জীৱিত স্বনামধন্য ডাঃ হৰিকৃষ্ণ দাস। অফিচতে মই গৈ তেখেতৰ আগত থিয় হলোঁ। হেকাই-ফেকাই তীব্ৰ উদ্বিগ্নতাত লুটি-পুটি খাই। মই বালি-ধূলি পৰা ঘৰ্মাক্ত উদি গাৰে তেনেকৈ গৈ উপস্থিত হোৱা দেখি

তেখেতেও উদ্বিগ্ন আগ্ৰহেৰে আচম্বিত হৈ মোক সুধিলে কি হৈছে বুলি। মই সকলো কথা বিৱৰি কৈ তেখেতক তৎক্ষণাৎ কলেৰা হাস্পতাললৈ গৈ ল'ৰাটোৰ প্ৰাণ বচাবলৈকে অনুৰোধ কৰিলোঁ। তেখেতেও কাম এৰি তৎক্ষণাৎ উঠি থিয় হৈ মোক এখন ঘোঁৰাৰ হেক্‌নিগাড়ী মাতি আনিবলৈ কলে। ময়ো তৎক্ষণাৎ লৰি গৈ পানবজাৰৰ ওচৰৰে ৺বীৰমল দৰ্জিৰ গাড়ীখন লৈ আহিলোঁ। সেই সময়ত গুৱাহাটীত মানুহ যোৱা-অহা কৰা ঘোঁৰাৰ হেক্‌নিগাড়ী কেইখনমানহে ঠায়ে ঠায়ে আছিল। ইয়াৰ ভিতৰতে ডাক্তৰ দাদাই (মই সৰুৰে পৰা ডাঃ হৰিকৃষ্ণ দাসক দাদা বুলি মাতিছিলোঁ।) এখন চাম্ৰাৰ বেগত ঔষধ-পাতি ভৰাই লৈ ঠিক হৈ আছিল। তেখেতে মোক কলে, "তুমি এই গাৰেই যাবানে? যোৱা, গা ধুই কাপোৰ সলাই আহাগৈ।" সদৰ হাস্পতালৰ ওচৰতে বৰপেটীয়া পাৰাত আমাৰ ভাৰাঘৰ। মই লৰি গৈ হাস্পতালটোৰ কাষতে বৈ থকা ব্ৰহ্মপুত্ৰত গা আৰু কাপোৰখন ধুই লৰি গৈ ঘৰৰ পৰা বেলেগ কাপোৰ আৰু চোলা পিন্ধি লৰি আহিলোঁ হাস্পতাললৈ। মোৰ ভাত খোৱা নহ'ল। গাত ভাগৰ লগাটো তেতিয়াও অনুভৱ কৰিব পৰা নাছিলোঁ। দুয়ো গাড়ীত উঠি গৈ কলেৰা হাস্পতাল পালোঁ। ল'ৰাটো তেতিয়াও অস্থিৰ হৈ চাংখনত ধৰফৰাই আছে। ডাক্তৰ দাদাই ল'ৰাটোক দুই হাতে দুটা ইনজেক্সন দি কিবা ঔষধ খুৱালে। নাড়ীৰ উত্তাপ আদি পৰীক্ষা কৰি চাই কলে, যদি তিনি-চাৰি ঘণ্টাৰ ভিতৰত ইযাতকৈ বেয়ালৈ নাযায়, তেন্তে ভাল হ'ব। তেখেতে কিবা এটা ঔষধ দিলে গাত মালিছ কৰিবলৈ, আৰু বালি ভাজি কলে সেক দিবলৈ। সময় তেতিয়া ১২টা মান বাজি গৈছে— তেখেতৰ ঘড়ীটো চাই পালে। তেখেতে গুচি গ'ল ব্যৱস্থা দি আৰু আবেলি এবাৰ আহিম বুলি কৈ। মই থাকিলোঁ ল'ৰাটোৰ সেকা মালিছৰ বন্দবস্ত কৰিবলৈ তেখেতে কোৱা মতে তিনি-চাৰি ঘণ্টালৈ অপেক্ষা কৰি। কিন্তু চিন্তাত পৰিলোঁ কেনকৈ এইখিনি কৰা হ'ব বুলি। বাহিৰ ওলাই ভৰলুৰ সিপাৰৰ এটা জহি যোৱা জুপুৰিৰ আগত এটা বুঢ়া মানুহ বহি থকা দেখা পাই তালৈ গলোঁ। মানুহজন বুঢ়া নহয় কিন্তু কানীয়া। কানিয়ে তাক বুঢ়া যেন কৰিছে। তাক মোৰ কথা খুলি কলোঁ। সি সন্মত হ'ল, যদি তাক 'দেৱাই' দিয়া হয়। 'দেৱাই'ৰ অৰ্থ সি মোক কানি বুলি বুজাই দিলে। আৰু ক'ত পোৱা যায় তাকো কলে। মই সন্মত হৈ তাক হাস্পতাললৈ লৈ আহিলোঁ আৰু খেৰ-খৰি কিছু বুটলি আনি ঘৰটোৰ ভিতৰত জুই একুৰা ধৰিবলৈ কলোঁ। তাক কোৱাত সি এচটা ভঙা কেৰাহী আৰু বালিও গোটাই আনিলে। জুই ধৰিলে, বালি ভাজিলে আৰু মোৰ পিন্ধা ধুতিখনৰ অলপমান ছিৰি লৈ তাৰে ভজা বালিৰ টোপোলা বান্ধি মই ল'ৰাটোক সেকিব ধৰিলোঁ আৰু লগে লগে মালিছটোও কৰিলোঁ। মই তাক দুয়োটা কাম নিজে কৰি দেখুৱাই দি কলোঁ, "ককাই, মই এতিয়া তোমাৰ দেৱাই আনোগৈ, তুমি এনেদৰে সেকি আৰু মালিছ কৰি থাকা। পাৰিবানে?" সি কলে 'পাৰম' বুলি। মানুহজন আছিল চাহ-বাগিচাৰ বনুৱা। সেইবাবে তাৰ তেনে কথা। মই তাক সমুলো বিছা দি ফাঁচীবজাৰৰ কুঞ্জ ঠাকুৰৰ দোকানৰ পৰা দেৱাই আনিবলৈ গলোঁ। মনত ভাবিলোঁ, এই ছেগতে ঘৰত ভাতকেইটাও খাই

আহিম। গোটেইটো দিন উদ্বিগ্নতা আৰু পৰিশ্ৰমতে গৈছে—ভাগৰ লগা অৱস্থাটোৰো কিছু গম পোৱা গৈছে। গতিকে ঘৰলৈ গৈ লৰালৰিকৈ চেঁচা ভাত কেইগৰাহমান খাই অলপ পইচা সংগ্ৰহ কৰি কুঞ্জ ঠাকুৰৰ দোকানৰ পৰা আধা তোলা কানি কিনি লৈ কলেৰা হাস্পতাললৈ বেগ দিলোঁ। সেই সময়ত কানি কিনাত আজিৰ দৰে বাধা নাছিল। হাস্পতাললৈ গৈ দেখো মানুহজনে ঠিক মই কৈ যোৱাৰ দৰেই সেকি মালিছ কৰি আছে। মই গৈ তাৰ হাতত নি কানিখিনি দিয়াত তাৰ আনন্দ আৰু উৎসাহ দুগুণ বাঢ়ি যোৱা যেন দেখিলোঁ। কানীয়া হলেও এই মানুহজনৰ মহানুভৱতা আজিও মই পাহৰিব পৰা নাই। তাৰ নাম আছিল পিন্নাই।

আবেলি ডাক্তৰ দাদা আহিল। ল'ৰাটোক পৰীক্ষা কৰি চাই মুখত হাঁহি তুলি কলে আৰু ভয় নাই বুলি। ল'ৰাটো বাচিব। তাৰ দুহাতে দুটা ইনজেক্সন দিলে আৰু ঔষধ খুৱালে। তেতিয়া আবেলি পাঁচটামান বাজিছে। সাঁজ লগাৰ আগখিনিৰ পৰাই হাস্পতালটো ঘেৰি জাকে জাকে শিয়ালে বীভৎস ৰুৱা দি ঠাইখিনি ভয়াবহ কৰি তুলি আনিব ধৰিছে। মই মানুহজনক তাৰ বাহালৈ পঠাই দি সোনকালে খাই আহিবলৈ কলোঁ। সি গৈ এঘণ্টামানৰ ভিতৰতে খাই-বৈ এটা লণ্ঠন আৰু তাৰ কাপোৰ-কানি অলপ লৈ আহিল ৰাতি তাতে থাকিবলৈ। মই আশাতীত আনন্দ পালোঁ।

ইয়াৰ ভিতৰতে ল'ৰাটোৰ শৌচ-বমি বন্ধ হৈছে। কিন্তু প্ৰস্ৰাৱ চলা নাই। প্ৰস্ৰাৱৰ বাবে নাইত কিবা এটা দিবলৈ ডাক্তৰ দাদাই কৈ গৈছিল, তাকো দি থকা হৈছে। তেতিয়া ৰাতি প্ৰায় আঠটামান বাজিছে। জাৰ কালি। জঙ্গলৰ মাজত চাৰিওফালে কুঁৱলিয়ে আগুৰি ধৰিছে। মই মানুহজনৰ সম্মতি লৈ ঘৰলৈ আঁহো বুলি বাহিৰ হৈয়েকি দেখিলোঁ আগতে এজাক শিয়াল। মই ঘৰৰ ভিতৰ সোমালোঁ। মানুহজনে তাৰ টোকনডাল আৰু লণ্ঠনটো লৈ ওলাই অহাত শিয়াল জাক কিছুদূৰলৈ গ'ল। সি মোক কলে, "বাবু ভয় নকৰিবি, মই আছোঁ।" এই বুলি লণ্ঠনটো লৈ সি মোক ভৰলুৰ দলং পাৰ কৰাই দিলে। মানুহজন ৰাতি তাতে ল'ৰাটোৰ লগত থাকিল। মই ঘৰলৈ আহিলোঁ। ৰাতিতে মই ডাক্তৰ দাদাক খবৰ দিলোঁ ল'ৰাটো ভাল হৈ অহাৰ। তেখেতেও আনন্দ প্ৰকাশ কৰি আশ্বাস দিলে। পিছদিনা পুৱাও ডাক্তৰ দাদা এবাৰ গৈ চাই-চিন্তি আৱশ্যকীয় ব্যৱস্থা দি কৈ আহিল আৰু ভয় নাই বুলি। সাত-আঠ দিন ল'ৰাটোক কলেৰা হাস্পতালত ৰখা হৈছিল। এই আটাইকেদিন মোৰ স্কুল খতি হৈ আছিল। পুৱাই যাওঁ তালৈ, আৰু ডাক্তৰ দাদাই কোৱামতে পথ্য-ঔষধ ব্যৱহাৰ কৰাই ১২টামান বজাত আহোঁ ঘৰলৈ—আৰু যাওঁ ভাতকেইটা খায়েকি, আহোঁ ৰাতি আঠ-ন বজাত, পিন্নাইক তাতে থৈ। এই অশিক্ষিত হাড়ে-ছালে লগা অতি দুখীয়া মানুহজনৰ কঠোৰ কৰ্ত্তব্যনিষ্ঠা আৰু মহৎ সহৃদয়তা আমাৰ শীৰ্ষস্থানীয় ধনী-মানীসকলৰ নিশ্চয় লোভনীয় আৰু সেৱনীয়।

ডাক্তৰ দাদাৰ কথামতেই সাত-আঠ দিনৰ পাছত ভৰলুৰ পৰা পানী আনি তপতাই পিন্নাই আৰু মই ল'ৰাটোক ধুৱাই-পখলাই বজাৰৰ পৰা কিনি অনা নতুন কাপোৰ চোলা পিন্ধাই মোৰ ঘৰলৈ লৈ আহিলোঁ দৌৰাৰ হেকুনি-গাড়ী এখনত তুলি।

অহাৰ সময়ত ৰোগী ল'ৰাটোক গোনপ্ৰথমে দিয়া নতুন গছা কাপোৰ দুখন শৌচ-প্ৰস্ৰাৱ-বমি লাগি মলিয়ন হৈছে বুলি মই কোনোবা মেতৰৰ বাবে বুলি তাতে এৰি আহিব খুজিছিলোঁ। কিন্তু পিল্লাইয়ে সেই দুখন নিজে ধুই-পখালি ল'ব বুলি ৰাখি থ'লে। আহিবৰ সময়ত তাক দুটা টকা আৰু আধা তোলা আফিং দিলোঁ। তাতেই সি মহা সন্তুষ্ট হ'ল। এই নিৰাশ্ৰয় ল'ৰাটোক বচোৱা সংশ্ৰৱৰ প্ৰায় আটাইখিনি খৰচ দিছিল ডাক্তৰ দাদাই। মই আইৰ পৰা আনি অতি সামান্যহে খৰচ কৰিছিলোঁ। ল'ৰাটোক মোৰ ঘৰত এসপ্তাহ-মান ৰাখি সম্পূৰ্ণ ভাল কৰাই ডাক্তৰ দাদাক ধৰ্মপিতৃ অৰ্থাৎ 'বাপদাই' দিয়াই ঘৰলৈ পঠাই দিলোঁ। ল'ৰাটো বৰপেটাৰ। এতিয়াও সি ভাল ব্যৱসায় কৰি, ল'ৰা-তিৰোতা লৈ জী আছে।

৩

বৃটিছ-শাসনৰ বিৰুদ্ধে সকলো প্ৰদেশতে আগৰে পৰা উমাই থকা অসন্তুষ্টিৰ তুঁহ-জুইত ১৯০৫ চনৰ বঙ্গভঙ্গ আন্দোলনৰ বা-লাগি শিখা এটা জ্বলি উঠিলেও সমগ্ৰ ভাৰতৰ পৰা বৃটিছ শাসন উচ্ছেদ কৰি জাতীয় স্বাধীনতা উদ্ধাৰৰ পৰিকল্পনাৰে সকলো প্ৰদেশৰ যোগসূত্ৰৰ গাঁথনি লৈ এনাৰ্কিষ্ট দলৰ উদ্ভৱ ঘটা নাছিল, ঘটিছিল ঠায়ে ঠায়ে—বিশেষকৈ বঙ্গত, পঞ্জাবত, মহাৰাষ্ট্ৰত আৰু ক্ষীণভাৱে অসমতো বৃটিছ-শাসনৰ বিৰুদ্ধে নিজ নিজ স্থানিক অভিযোগৰ একোটা অসন্তুষ্টি লৈ। বঙ্গত বঙ্গ-ভঙ্গৰ বিৰুদ্ধে, পঞ্জাব আৰু মহাৰাষ্ট্ৰতো তেনে একোটা স্থানিক অসন্তুষ্টিৰ বাবে আৰু অসমত পূৰ্ববঙ্গক আনি অসমৰ লগত সাঙুৰি দিয়াৰ বাবে। সমগ্ৰ ভাৰতৰ পৰা বৃটিছ-শাসনৰ শিপা উভালি পেলাই ভাৰতক স্বাধীন কৰা ইচ্ছা-আঁচনি ইয়াৰ এটাতো নাছিল। যেন, স্থানিক অভিযোগবিলাকৰ পূৰণ হলেই সকলোৱে সন্তুষ্ট হ'ব। সেইবাবে এনাৰ্কিজ্‌মৰ অঙ্গঘাটি আন্দোলনটো ভাৰতে সমগ্ৰ-ভাৱে গ্ৰহণ নকৰাত, তাৰ বিফলতাটো বিৰাট জাতীয় লক্ষ্যযুক্ত পৰিকল্পনাৰে জন্মলাভ কৰা ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাত পৰি বিলীন হ'ল। আৰু জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ ঐন্দ্ৰজালিক স্পৰ্শত সি যাদুকৰী সাফল্যেৰে ফুলে ফলে ভাৰতক ভৰংকাৰ কৰি তুলিলে।

১৯০৫ চনৰ এই বঙ্গভঙ্গ আন্দোলনটোৱে গুৱাহাটীৰ বাহিৰে অসমৰ আন কোনো ঠাইকে স্পৰ্শ কৰা নাছিল। তাৰ কাৰণ আছিল ৰেলপথ নথকাত তেতিয়া কলিকতাৰ প্ৰত্যক্ষ যোগ আছিল অকল গুৱাহাটীৰ লগত ব্ৰহ্মপুত্ৰৰ জল-পথেদি। তেতিয়া আমি স্কুলীয়া ছাত্ৰ। এই আন্দোলনৰ বিদেশী-বৰ্জন আৰু স্বদেশী-গ্ৰহণৰ বিষয়টোৱেই সক্ৰিয়ভাৱে আমি গুৱাহাটীয়া ছাত্ৰ-কেইজনমানৰ অন্তৰ ছুইছিল পাণবজাৰৰ আসাম ভেলী ট্ৰেডিং কোম্পানীৰ মেনেজাৰ ৺গোবিন্দ লাহিড়ীৰ জৰিয়তে। আমি তেওঁৰ পৰামৰ্শতেই দল বান্ধি গুৱাহাটী নগৰত বাটে বাটে স্বদেশী গ্ৰহণৰ মন্ত্ৰ প্ৰচাৰ কৰা, কলিকতাৰ বঙ্গলক্ষ্মী কটন মিলৰ কেন্‌ভাচৰ নিচিনা মোটা ধুতি কাপোৰ-বিলাক ঘৰে ঘৰে বিক্ৰী কৰা আৰু লগে লগে আজন্ম অভ্যস্ত অসমীয়া বাই-ভনী-আইসকলক নিজ বৃত্তি সূতা কটা আৰু তাঁত বোৱা কাম কৰিবলৈ আৰু বঙালী বাই-ভনীসকলক সূতা কটা আৰু কাপোৰ বোৱা শিকিবলৈ অনুৰোধ কৰি

ফুৰা কামত উৎসাহেৰে লাগি গ'লোঁ। সেই সময়ৰ আমাৰ উৎসাহৰ চিন ১৯২০-২১ চনৰ কংগ্ৰেছৰ অসহযোগ আন্দোলন আৰু ১৯৪২ চনৰ গণ-আন্দোলনৰ বাহিৰে আজি ক'তো দেখা নাপাওঁ। আজি ইমানবিলাক প্ৰাণঘাতী সমস্যাই ডাঠৰ ওপৰত ডাঠ হৈ অসমীয়াৰ অস্তিত্বটো নদালৈকে পুতি পেলাই নিব ধৰাৰ স্থলতো কোনো ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালীৰ গাত সাৰসুৰ নাই। অসমীয়া জাতিটো মৰি শেষেই হ'ল নেকি জানো ?

লগে লগে নিৰাশ্ৰয় আতুৰক সেৱা কৰাৰ উদ্দেশ্য লৈ শ্ৰীনিধিৰাম দাসক কেপ্টেইন-চেক্ৰেটাৰী পাতি সেৱা সংঘ নামৰ এটা অনুষ্ঠান খুলিলোঁ। ৺গোবিন্দ লাহিড়ীক ধন-ভঁৰালী পাতি ইয়াৰ বাবে এটা ধন-ভঁৰাল খোলা হ'ল। তেতিয়া গুৱাহাটীত ৰেলৰ ষ্টেচন-মাষ্টৰ আছিল ৺ৰোলাৰাম পাঞ্জাৰী, জাহাজঘাটৰ এজেণ্ট আৰু ছব-এজেণ্ট আছিল যথাক্ৰমে ৰায়বাহাদুৰ ভুবনচন্দ্ৰ দাস আৰু সভাৰাম দাস আৰু কুলিৰ চৰ্দাৰ আছিল সোমেশ্বৰ চৌধুৰী। আমি গৈ তেওঁলোকক অনুৰোধ কৰিলোঁ। প্ৰত্যেক ৰবিবাৰে ষ্টেচন আৰু ঘাটৰ যাত্ৰীসকলৰ মোট বোৱা কামখিনি আমাক কৰিব দিব লাগে বুলি। আটাইকেইজনে খুচী মনেৰে সন্মতি দিলে। আমিও প্ৰত্যেক ৰবিবাৰে অৰ্থাৎ স্কুল ছুটীৰ দিনা, বহু-বিলাক ছাত্ৰই গোট বান্ধি ষ্টেচন আৰু ঘাটলৈ গৈ সেই কাম আৰম্ভ কৰিলোঁ। সেইসময়ত চাহ-বাগিচা-বোৰৰ আৰু আন নানা উদ্যোগৰ সম্পৰ্কত ইংৰাজ চাহাব-মেমৰ সংখ্যা বেছি আছিল আৰু তেওঁলোকে ৰেল-জাহাজৰ প্ৰথম শ্ৰেণীৰ যাত্ৰী হৈ দলে দলে যাতায়াত কৰিছিল। আমি স্কুলীয়া মোটবাহী আছিলোঁ বাবে তেওঁলোকে কুলিবিলাকতকৈও আমাক চাৰি-পাঁচ গুণ বেছি পইচা দিছিল আৰু সেই ধনবোৰ আমাৰ ধন-ভঁৰালীৰ হাতত জমা হৈছিল। এই দলত অন্যান্যৰ উপৰিও যাইকৈ আছিলোঁ আমি—শ্ৰীনিধিৰাম দাস, শ্ৰীসিন্ধুৰাম মেধি, শ্ৰীত্ৰিগুণা বৰুৱা, ৺পীতাম্বৰ চক্ৰৱৰ্তী, ৺বালেক লহকৰ, ৺কুমুদ বৰা, ৺বিনন্দ বৰুৱা, ৺বঙ্কিম বৰা, শ্ৰীপুষ্প উজীৰ, ৺গণেশ ব্ৰহ্ম, ৺কেশৱ সেন, ৺ধীৰেন সেন, ৺অনুকূল দাসগুপ্ত, ৺ধীৰেশ্বৰ ভট্টাচাৰ্য্য আৰু মই।[১] আমি সকলোকেইজনে এদিন মিটিং পাতি স্থিৰ কৰিলোঁ যে আমি আৰু স্কুললৈ নাযাওঁ—সেৱা-সংঘতে মন পুতি লাগি অসমৰ পৰা বৃটিছ-শাসন উচ্ছেদ কৰি আমি স্বাধীন হ'বলৈ দিহা কৰিম। কিন্তু শেষলৈকে একমাত্ৰ ময়েই বৈ গ'লো স্কুল-বৰ্জন কৰা ডেকা আজিলৈকে হেজাৰ-বিজাৰ ঘাত-প্ৰতিঘাতৰ হান-খোচ খাই জুকলা হোৱা বুঢ়া হৈ। আমাৰ উক্ত মিটিংখনৰ পাছৰ পৰাই আমাৰ এনাৰ্কিষ্ট-পাৰ্টি গঠনৰ প্ৰবল ইচ্ছা মনত গজি উঠে।

এই সেৱা-সংঘৰ জৰিয়তে গুৱাহাটীত আৰু গুৱাহাটীৰ বাহিৰৰো দুই-এখন ঢুকি পোৱা ঠাইত আতুৰ-নিৰাশ্ৰয়ক সেৱা-শুশ্ৰূষা কৰা কামবোৰ আজিও মনত পৰিলে চকুত আনন্দৰ পানী ওলায়। কিন্তু কঠোৰ কাম বুলি সেৱা-সংঘৰ পৰা শেষলৈকে বহুজন আঁতৰি গ'ল। থাকিলোঁ চেক্ৰেটাৰী-কেপ্টেইন শ্ৰীনিধিৰাম দাসক লৈ আমি মাত্ৰ সাত-জনমান। কিছুদিন পাছত ৺ডাঃ হৰিকৃষ্ণ দাসক

১। লেখকে দুজনমানৰ নামৰ শ্ৰী সংযুক্ত কৰিছে যদিও এতিয়া এজনো জীৱিত নাই।

আমাৰ সেৱা-সংঘৰ মেডিকেল অফিচাৰ কৰি লৈছোঁ। তেওঁ খুচী হৈ সন্মত হ'ল।

বিদেশী-বৰ্জন আৰু স্বদেশী-গ্ৰহণৰ মতে ৺গোবিন্দ লাহিড়ীয়ে কলিকতা আৰু বোম্বাই আদি ঠাইৰ কাপোৰ কলবিলাকৰ পৰা বহু ধৰণৰ দেশী কাপোৰ আসাম ভেলী ট্ৰেডিং কোম্পানীলৈ আমদানি কৰিলে আৰু সেইবোৰ কাপোৰ আমি ঘৰে-ঘৰে ফেৰি কৰি স্বদেশী প্ৰচাৰ কৰি ফুৰাৰ উপৰিও, দোকানৰ ভিতৰতে বেচিবলৈকে আমাৰ লগতে ফেৰি কৰি ফুৰা ৺বীৰেন সেন, ৺সুৰেন দাসগুপ্ত, ৺কেশৱ সেন, ৺ক্ষিতীশ দে আদি কেইজনমানক আমাৰ সেৱা-সংঘৰ ধন-ভঁৰালৰ পৰা মাহিলী ২০-২৫ টকাকৈ পাৰিশ্ৰমিক দি নিযুক্ত কৰিলে। আমি বাহিৰতে স্বদেশী-গ্ৰহণ আৰু বিদেশী-বৰ্জনৰ কাম কৰি ফুৰিলোঁ। কেইদিনমানৰ পাছত আসাম ভেলী দোকানৰ পৰা কেইবা কডমৰো দামী দামী কাপোৰৰ থান কিছুমান নোহোৱা হ'ল বুলি হাহাকাৰ উঠিল। দোকানত স্বদেশী কাপোৰ বিকিবলৈ ৰখা কেইজনমান ধৰা পৰি খেদা খালে আৰু লাহিড়ীয়ে তেওঁৰ নিজৰ ফালৰ মানুহকেইজনক ৰাখিলে। আমাক বিশ্বাস নকৰিলে বুলি আমি বাহিৰত স্বদেশী-গ্ৰহণ, বিদেশী-বৰ্জন প্ৰচাৰ কৰি ফুৰাকেইজনৰ মন ক্ষুণ্ণ হ'ল। এই কামত আমি ঢিলা দিলোঁ। আমাৰ মনত বিক্ষোভ আৰু বিদ্ৰোহৰ ভাব জাগি উঠিল আৰু এটা গুৰুত্বপূৰ্ণ কাম হাতত লবলৈকে মন আৰু উত্ৰাৱল হৈ উঠিল।

কেইদিনমান পাছতেই সৰস্বতী পূজা আহিল। সেই সময়ত গুৱাহাটীত গৱৰ্ণমেণ্ট হাইস্কুলতহে মাত্ৰ একেখন সৰস্বতী পূজা আছিল, সিও ঘটপূজা। মূৰ্তিপূজা নাছিল। আমি ঠিক কৰিলোঁ, সৰস্বতী পূজাৰ দিনা হাইস্কুলত আমি এখন নতুন নাটকৰ অভিনয় কৰিম। কিন্তু নতুন নাটক পাওঁ ক'ত? নতুন নাটকৰ প্লট ভাবি উলিয়ালোঁ আৰু বিনন্দৰ লগত পৰামৰ্শ কৰি একে ৰাতিৰ ভিতৰতে মই 'বন্দিনী ভাৰত' নামৰ বিদ্ৰোহমূলক নাটক এখন লিখি উলিয়াই ভাগে ভাগে কথাবোৰ ভগাই দি নৰ্মাল স্কুল বোৰ্ডিঙৰ বিনন্দ বৰুৱাৰ কোঠাটোত তালিম আৰম্ভ কৰিলোঁ বঙ্কিম, ত্ৰিগুণা, পীতাম্বৰ, বিনন্দ, চন্দ্ৰ, বালেক, মই। আগতে বিপদ অনুমান কৰিয়েই মূল নাটকখনৰ কথাবিলাক ভাগে ভাগে কপি কৰাই লৈছিলোঁ আমাৰ চামিল নোহোৱা ছাত্ৰ এজনৰ দ্বাৰা। কাৰণ, নাটক গোটেইখনতে আছিল বিদ্ৰোহৰ কথা। সেইবাবে ভাগে ভাগে কপি কৰাই উলিয়াই মোৰ আখৰৰ মূল নাটকখন নোহোৱা কৰি পেলালোঁ, অৰ্থাৎ এটাই লুকাই ৰাখিলে। নাটকখনৰ অভিনয় খুব উত্তেজনাৰ মাজত শেষ হ'ল। পুলিচে আহি নাটকখনৰ পাণ্ডুলিপি বিচাৰিলে আৰু পাণ্ডু-লিপি নাপাই কথাবিলাকবে কেডুখৰিমান লৈ গ'ল। কথাবিলাকৰ আখৰবিলাক মিলাই চাই দেখিলে আমাৰ এজনৰো আখৰৰ লগত নিমিলে। সেই সময়ত পুলিচৰ দেশী কৰ্তা আছিল গুৱাহাটীত ৺বীৰেশ্বৰ সেন। তেওঁৰ পুত্ৰ ৺কেশৱ সেন আছিল স্বদেশী প্ৰচাৰত আমাৰ লগৰে এজন উদ্যোগী কৰ্মী। সেই সময়ত একো নকৰিলে যদিও আমাৰ ওপৰত পুলিচৰ চোকা চকু চলাৰ গম পালোঁ। কেশৱ সেনেও আমাক সাৱধান হৈ চলিবলৈ দঢ়াই কলে।

বঙ্কিম, বিনন্দ, ত্ৰিগুণা, পীতাম্বৰ, বালেক,

আমাৰ কেপ্টেইন-চেক্ৰেটাৰী শ্ৰীনিধিৰাম দাস আৰু মই এই কেইজনেই আছিলোঁ স্বদেশী-গ্ৰহণ আৰু বিদেশী-বৰ্জনত প্ৰাণ দি কাম কৰা কৰ্মী। তাৰে ভিতৰত শ্ৰীনিধিৰাম, সন্ন্যাসী হৈ যোৱা ত্ৰিগুণা বৰুৱা আৰু মই আজিলৈকে জী আছোঁ। আমাৰ এই কামত শিথিলতা দেখিয়েই অৱশেষত শ্ৰীগোবিন্দ লাহিড়ীয়ে এদিনাখন গধূলি অকলে মোক মাতি নি কলে যে, কলিকতাৰ পৰা বাৰীন্দ্ৰ ঘোষ, উল্লাসকৰ দত্ত আৰু ক্ষুদিৰাম বসু গুৱাহাটীলৈ আহিব ধৰিছে গুৱাহাটীতো এটা এনাৰ্কিষ্ট পাৰ্টি খুলিবলৈ। তুমি তেওঁলোকক লগ ধৰিব লাগিব। মই একো হুং-মুং নামাতিলোঁ। মই শুচি আহিলোঁ। কথাটো প্ৰথমতে আমাৰ সেৱা-সংঘৰ চৰ্দাৰ শ্ৰীনিধিৰাম দাসৰ আগত কলোঁগৈ, এনাৰ্কিষ্ট পাৰ্টি খোলাত সংঘৰ সমৰ্থন পাবৰ আশাৰে। কথাটো শুনিয়েই তেওঁ কলে, "ওই অম্বিক! বাটৌৰ কোচু কাটিত ঘূঁহি মোৰ্বা অসহায়্। স্বহাতো মোৰ্বি। আমাক মাৰ্বি। কেখেনো তেনা কাম নকৰ্বি।" শুচি আহি কথাটো বিনন্দ, ত্ৰিগুণা, বঙ্কিম, পীতাম্বৰ, বালেকক কলোঁ আৰু কলোঁ যে এনাৰ্কিষ্ট দল খোলোঁ যদি, অসমৰ পৰা বৃটিছক উচ্ছেদ কৰিবলৈকে আমি আমাৰ নিজৰ ভিতৰত খুলিম, বঙ্গভঙ্গ আন্দোলনত মাত্ৰ বঙ্গালীৰ স্বাৰ্থ, কলিকতাৰ এনাৰ্কিষ্ট দলৰ অধীনত কিয় চলিম? কথাটো সকলোকেইজনে সমৰ্থন কৰিলে আৰু সেইদিনাৰ পৰাই আমি বঙ্গভঙ্গ বিষয়টো বাদ দি, অসমক পূৰ্ববঙ্গৰ লগত যোগ দিয়াৰ বিৰুদ্ধে স্বাধীনভাৱে এনাৰ্কিষ্ট দল গঠন কৰাত লাগি গলোঁ। বাৰীন ঘোষ, উল্লাসকৰ দত্ত, ক্ষুদিৰাম বসু গুৱাহাটীলৈ আহিছিল নে নাই গম নাপালোঁ। সেই সম্বন্ধে শ্ৰীগোবিন্দ লাহিড়ীৰ ওচৰতো একো খবৰ নললোঁ। এই বিষয়ত আমাৰ চৰ্দাৰ শ্ৰীনিধিৰামৰো লগ এৰিলোঁ।

সেইদিনাই আমি এই কেইজনে স্থিৰ কৰিলোঁ, বৃটিছ-শাসন অসমৰ পৰা উভালি পেলোৱা প্ৰথম কাম হিচাপে, দীঘলী পুখুৰীৰ উত্তৰকালে সদৰে থিয় দি থকা ইংৰাজ চাহাব-মেমসকলৰ ক্লাবঘৰ বিৰাট প্ৰমোদ গৃহ 'আন্ধাৰবাংলা'টো ধ্বংস কৰিব লাগিব। সেইটোক সকলোৱে আন্ধাৰবাংলা বুলি কৈছিল। তাৰ মূল কি নাজানো। ইংৰাজসকলক গৰমত চেঁচা আৰু চেঁচাত গৰম লগা যাবে বাংলাটোৰ চাল চাৰিখন আছিল ডেৰহাতমান ডাঠ কৰি ছোৱা খেৰৰ আৰু ভিতৰত আছিল লাখমান টকাৰ মূল্যৰ নানা প্ৰমোদ বিলাসৰ বস্তু। চাহাব-মেম-সকলে তাত আবেলি টেনিছ, বেড্মিণ্টন খেলি থকা আৰু গধূলি নাচ কৰি থকা সময়ত বাংলাটোৰ ওচৰেদি যোৱা দক্ষিণফালৰ আলিটোৱেদি আমাৰ কোনোবা দেশী মানুহ অহা-যোৱা কৰিলে নানা ৰকমৰ অপমান ভোগ কৰিব লাগিছিল। চিন্তা হ'ল, কি উপায়েৰে বাংলাটো ধ্বংস কৰিব পৰা যাব। উপায়ো ওলাল। আধা শুকোৱা কলৰ দোনা গাঁথি, মুখ দুটা জোঙা চুঙা যেন কৰি, টিকা এসোপা তাত ভৰাই মাজত জ্বলা টিকা দুটামান সুমুৱাই দি, মাৰি এডালত দোলা-চুঙা যন্ত্ৰটোৰ মূৰ এটা কটকটীয়াকৈ বান্ধি, বাংলাটোত জোৰেৰে বতাহ বলা কালে চালৰ খেৰত খোঁচ মাৰি সুমুৱাই দিয়া। কামটো শুকান বতৰত প্ৰবল বতাহ বোৱা অমাৱস্যাৰ ৰাতি হলেই সুবিধা হ'ব বুলি কেইদিন-মান অপেক্ষা কৰিলোঁ।

মাঘৰ ভোগালি-বিহু তেতিয়া পাৰ হৈ গৈছে।

অমাৱস্যাৰ ৰাতিও আহি পালে। সিদিনাখন দুপৰীয়াৰ পৰাই উত্তৰ-পছিমৰ জোৰাল বতাহে ব্ৰহ্মপুত্ৰৰ বালিবোৰ উৰুৱাই আনি গুৱাহাটীখন ঘোলা কৰি তুলিছে। শেষ ৰাতিলৈকে সেই শুকান বতাহত ধূলি উৰুৱাই জোৰেৰে চলি থাকিল। যতৰ ভাল বুলি ভাবি থাকোঁতেই দোনা-চুঙা যন্ত্ৰটো সাজি তুলিলোঁ। অমাৱস্যাৰ ৰাতি। জোৰেৰে বতাহ বলি আৰু ধূলি উৰি এন্ধাৰ ঘন কৰি তুলিছে। বহুত দূৰে দূৰে আলিৰ চক-বিলাকত মিউনিচিপালিটীৰ কেৰাচিনৰ চাকি-বিলাক গাত ডাঠ ধূলিৰ লেপ সানি মৰা কচ্ মাছৰ চকুৰ দৰে আপচু হৈ জ্বলি আছে। বতাহ-ধূলিৰ উপদ্ৰৱত সকলো নগৰীয়া দুৱাৰ-খিৰিকি মাৰি নিজম দি শুই আছে। পহৰাদাৰ পুলিচ আৰু বাটৰ কুকুৰবিলাকো সাৰি-সুৰা নোহোৱাকৈ ক'ৰবাত সোমাই আছে। ওলালোঁ আমি আঠাইকেইজন দোনা-চুঙা বা 'টিকা-জুই' যন্ত্ৰটো লৈ ইংৰাজৰ প্ৰমোদ-গৃহৰ ধ্বংস সাধিবলৈকে। টিকাৰ জুই কোনেও কোনোফালৰ পৰা দেখা নাপাব বুলি বহিলোঁগৈ প্ৰমোদ গৃহৰ ওচৰতেই দীঘলী পুখুৰীৰ দপাৰটোত। যন্ত্ৰটোত কিছুমান টিকা ভৰালোঁ। লগত নিয়া ক'লা কমলিখনৰ বেৰৰ মাজত দিয়া-চলাই মাৰি দুটা জ্বলাই সুমুৱাই দিলোঁ টিকাদ'মৰ মাজত। বতাহ তেতিয়াও বলিয়েই আছে। কাছাৰি ঘৰৰ কাঁহত ৰাতি দুটা বজাৰ ডাং পৰিল। যন্ত্ৰটোৰ মুখ বন্ধ কৰি লগত নিয়া মাৰি ডালত বান্ধি-কুন্ধি লৈ গৈ খোঁচ মাৰি দিলোঁগৈ যন্ত্ৰটো সুমুৱাই প্ৰমোদ-গৃহৰ পছিমফালৰ চালখনত। সেই-ফালৰ পৰাই জোৰেৰে বতাহ বলিছিল। যন্ত্ৰটো সুমুৱাই দিলে ৰক্ৰিমে বালেকৰ কান্ধত উঠি। সিহঁত দুয়ো আমাতকৈ দীঘল আছিল। বালেক আছিল মজবুত সবল। সেইবাবে সি কান্ধ পাতি দিছিল। যন্ত্ৰটো সুমুৱাই দি আমি গৈ চাই থাকিলোঁ জজ্‌ কাছাৰিৰ পছিমফালৰ জোপোহা কেন্দুডালৰ সেই গোটেইখনকে গিলি খোৱা এন্ধাৰৰ মাজত যন্ত্ৰটো জ্বলে নে নজ্বলে বুলি। বতাহ সমান জোৰেৰে বলি আছে। দেখিলোঁ, জুই জ্বলিছে আৰু বতাহৰ কোবত মুহূৰ্তৰ ভিতৰতে লকলককৈ জিভা মেলি দাউ দাউকৈ গোটেইটো ঘৰকে ছাটি পেলাই জুই বহু ওপৰলৈকে উঠি যাব ধৰিছে আৰু দৰলৈকে পোহৰ হৈ আহিব ধৰিছে। কাছাৰিৰ বৰ কাঁহত জোৰেৰে বিপদ-ধ্বনি বাজিব ধৰিছে। আমি তাৰপৰা এন্ধাৰে এন্ধাৰে পলাই গৈ ৰেলষ্টেচনত ওলালোঁ। হুলস্থুল লাগিল চাৰিওফালে, ভস্ম হ'ল ইংৰাজ মেম-চাহেবৰ প্ৰমোদ কিল্লাটো সকলো-বোৰ বিলাস-সামগ্ৰীৰ সৈতে। এপদ বস্তুও বাচি নাথাকিল। অসমৰ বুকুৰ পৰা বৃটিছ-শাসনৰ ঘাই শিপা এডাল উভালি পেলোৱা হ'ল বুলি আমি উল্লাসিত হ'লোঁ। কেঁচা বয়সৰ এই কথাবোৰ মনত পৰিলে আজিও হাঁহি উঠে। স্থানীয় পুলিচে ঘটনাৰ ৰহস্য ভেদ কৰিব নোৱাৰাত বাহিৰৰ পৰা চি-আই-ডি আনি লগোৱা হ'ল। এই ঘটনাৰ পৰা 'বন্দিনী ভাৰত' নাটক অভিনয় কৰা আমি কেইজনমানৰ ওপৰত পুলিচ চি-আই-ডিৰ সন্দেহ চোকা আৰু ধাৰাল হৈ উঠিল। শ্ৰীগোবিন্দ লাহিড়ীৰ সংশ্ৰৱ আমি এৰি দিয়াত স্বদেশী প্ৰচাৰৰ সক্ৰিয়তা প্ৰায় লোপ পাই আহিছিল যদিও, তেওঁৰো পুলিচৰ সন্দেহৰ পৰা ৰেহাই নাপালে।

ইয়াৰ পিছৰ পৰাই খুব সতৰ্কতাৰে গুৱাহাটীত এনাৰ্কিষ্ট পাৰ্টি গঠন কৰাত আমি লাগি গ'লোঁ।

মোৰ ওপৰত পৰিল সংগঠনৰ কামৰ ভাৰ। বিনন্দ, বঙ্কিম, ত্ৰিগুণাই সলে আমাৰ দলৰ চোৰাংচোৱা বিভাগৰ ভাৰ আৰু পীতাম্বৰৰ ওপৰত ভাৰ পৰিল বিষয়টোৰ গুৰুত্ব কমাই পাতল কৰি ৰখাৰ ভাৰ, যাতে পুলিচ চি-আই-ডিৰ নজৰ আমাৰ প্ৰতি কিছু ঢিলা কৰি ৰাখিব পাৰে। পীতাম্বৰ আছিল বৰ ৰঙিয়াল আৰু ৰসিক ডেকা। সি ফুচুৰি কথা কৈ, নানা ভাও-ভঙ্গী দেখুৱাই পধুৰ বিষয়কো পাতলাই পেলাই মানুহক হঁহুৱাই আনন্দ দি শত্ৰুকো মিত্ৰ কৰি ল'ব পৰা গুণীলোক আছিল। সেইবাবে, এই ভাৰ পৰিল তাৰ ওপৰত। প্ৰয়োজন মতে সি কোনো কোনো চৰাই, পশু আৰু মতা-মাইকীৰ হুবহু মাতো অনুকৰণ কৰি মানুহক বিভ্ৰান্ত কৰিব পাৰিছিল।

এই সময়তে মদিনাপুৰত ক্ষুদিৰামে বোমা পেলাই ইংৰাজ কৰ্মচাৰীক হত্যা কৰা ঘটনালৈ কলিকতীয়া এনাকিষ্ট দলৰ ধৰ-পাকড়ৰ আৰু এই দলৰেই নদীয়া শান্তিপুৰৰ নৰেন্দ্ৰ গোস্বামীয়ে বিশ্বাসঘাতকতা কৰি চৰকাৰী এপ্ৰুভাৰ হোৱাত হুলস্থূল লাগে।

আমি আটাইকেইজনে খুব কঢ়া গোপনীয়তা আৰু সতৰ্কতা ৰক্ষা কৰি যথাসাধ্য কামত লাগি যাওঁ। কথাটো মই অকলে গৈ ৺নবীনচন্দ্ৰ বৰদলৈৰ আগত কৈ তেওঁক অনুৰোধ কৰোঁ যাতে সময়ত দৰকাৰ হলে তেওঁ আদালতত গৈ আমাৰ পক্ষে ওকালতি কৰে। বৰদলৈ তেতিয়া গুৱাহাটীত নকৈ উকিল হৈ বহিছে। তেওঁ সন্মতি দিয়ে আৰু এই দলত কোন কোন আছে মোক সোধে আৰু কয় যে অসমীয়াৰ ভিতৰতনো এনে সাহিয়াল ডেকা ওলাইছেনে? মই কওঁ, ওলাইছে। যদি আপোনালোকে সহায় কৰে ধৰুত ওলাব। মই নাম এজনৰো নকওঁ কাৰণ আমাৰ দলৰ কোনোজনেই কোনোজনৰ নাম কোনো অৱস্থাতেই যি কোনো আন এজনৰ আগত প্ৰকাশ নকৰিম বুলি ধৰ্ম্ম আৰু দেশ-মাতৃকাৰ নামত শপত কাঢ়ি প্ৰতিজ্ঞাবদ্ধ হৈছোঁ। যেয়ে প্ৰকাশ কৰিব তাৰেই প্ৰাণ যাব। বৰদলৈক কথাটো বুজাই কওঁ। তেৰোঁ বাৰু নালাগে কব বুলি ওপৰলৈ হাতখন তুলি টিলিকি মাৰি কলে, "কুছ পৰোৱা নাই, লাগি যোৱা, মই আছোঁ" বুলি। মই গুচি আহিলোঁ। এই কথা কোনো দ্বিতীয়জনৰ আগত প্ৰকাশ নকৰিবলৈকে অনুৰোধ কৰি; কৰিলে, তাৰ পৰিণামৰ স্থিৰ হোৱা কথাটোও কলোঁ। তাৰ পাছত শ্ৰীউপেন্দ্ৰনাথ সেনক লগ ধৰি আমাৰ প্লেনটো বুজাই কৈ অনুৰোধ কৰিলোঁগে যে তেওঁৱেই এই বিষয়ত আমাক প্ৰয়োজনীয় অৰ্থ-সাহায্য দিব লাগিব আৰু দৰকাৰ মতে আইনৰ আশ্ৰয়ো দিব লাগিব। সেই সময়ত গুৱাহাটীত শ্ৰীউপেন্দ্ৰনাথ সেনেই আছিল ধনী আৰু আইন বিশেষজ্ঞ। কথাটো শুনি বহুপৰ তেওঁ একো নমতাকৈ থাকি পাছত কলে, "অম্বিকা, আসামত কি একটু কোৰ্‌বা পাৰ্‌বা? এই দেখা কোলকাতাত ধৰা পোৰিল।" মই কলোঁ, অসমত বহুত পৰ্বত-জঙ্গল আছে, ইয়াত আমি পাৰিম। কথাবাৰ কৈ কথাটো মনত ৰাখিবলৈকে আৰু কাৰো আগত প্ৰকাশ নকৰিবলৈকে অনুৰোধ কৰি আৰু আমি ধৰ্ম্ম আৰু দেশৰ নামত প্ৰতিজ্ঞাবদ্ধ হোৱা কথাটো বুজাই কৈ গুচি আহিলোঁ।।

মোৰ কাম হ'ল বিভিন্নভাৱ, পিস্তল, বন্দুক, তৰোৱাল, তীৰ-ধনু, লাঠি-যাঠি, আৰু বোমা কৰা

মাল-মছলাৰ যোগাৰ কৰা, এইবোৰৰ ব্যৱহাৰ শিক্ষা কৰা আৰু পৰীক্ষা কৰি দলৰ মেম্বৰ বৃদ্ধি কৰা। লাগি গ'লোঁ একাগ্ৰতাৰে। ত্ৰিগুণা, পীতাম্বৰ, ৰক্তিম, বিনন্দয়ো ভাগে ভাগে কামত লাগি গ'ল।

৪

মই মানুহজন হেনো নীৰস, কৰ্কশ, শুকান। চেহেৰাও হেনো কলা-শিল্পৰ' বেশ নপৰা বিধৰ কিবা এটা। মুখ, ডাঢ়ি, গোঁফ, চুলি আদি পৰিবেশনৰ ধৰণটোও হেনো প্ৰগত মৰ্য্যাদাৰ স্পৰ্শ নথকা কৰ্কশ, অনিয়ম। সাজ-কাচোন, চালন-ফালনখিনিও হেনো চকুৰ পীড়াদায়ক, কদৰ্য্য ইত্যাদি। প্ৰায় ৪০ বছৰ আগতে লোক ভাল পোৱা বন্ধু এগৰাকীয়ে মোৰ গাত এই বিশেষণখিনি আৰোপ কৰিছিল। অৱশ্যে হুবহু এই কথা-কেইষাৰেৰেই নহয়, কিন্তু তাৰ অৰ্থখিনি আছিল ঠিক এই। মই পাহৰিয়েই গৈছিলোঁ। কিন্তু আজি আমাৰ হাটে-বাটে, গাঁৱে-নগৰে প্ৰগতি নামেৰে কলা-শিল্পৰ যি ঔহ এটা কুটি উঠা দেখা গৈছে, তাতো মোৰ সম্বন্ধে এনে বিশেষণৰ প্ৰতিধ্বনিকে শুনা যায়। প্ৰমাণৰ আভাজত পোৱা যায়, মই হেনো সহ-অভিনয় ৰসৰ বিৰোধী আৰু সঙ্গীত-নাট্য-নৃত্য-কলাকো হেনো মোৰ ধাপ নাই। গতিকে, মোৰ জীৱনটো ৰসহীন, শুকান। সেই বাবেই মোৰ কৰ্কশ নীৰস ধৰণ-ধাৰণে, চালন-ফুৰণে, লিখাই-মেলাই কাকো আনন্দ দিব নোৱাৰে, কেৱল জোঙা শলাৰে হানি-খুঁচি তিতকতাহে দিয়ে। কথাটো একেবাৰে মিছা নহয়। কিন্তু ইয়াৰ সংক্ষেপ উত্তৰত একাষাৰ মই কব খোজোঁ। মোৰ ভিতৰত শিল্প-কলাৰ ওপৰকে প্ৰেম-সৌন্দৰ্য্য-ৰসৰ যি খৰস্ৰোতা কক্ষ সোঁত এটা অহৰহ বৈ থাকি অনিৰ্বচনীয় আনন্দৰ হিল্লোল তুলি মোৰ অন্তৰ্দেশ মুখৰিত কৰি আছে, সি এখন কিতাপ নৈ, জুৰি নহয়। কলা-শিল্প আৰু প্ৰেম-সৌন্দৰ্য্যৰ কিমান বিচিত্ৰ পৰিকল্পনাৰ কল্পলহৰী তাত কেনে বিচিত্ৰ ভঙ্গীৰে খেলি আছে! সেই আনন্দ হিল্লোলী নৈখনৰ ৰূপৰ সন্ধান এই প্ৰগতি নামে পৰিচিত লোৱা ঔহটোৱে পোৱা নাই,— মাত্ৰ শিলনিৰ ওপৰেদি কিছুদূৰ বৈ গৈ শুকাই যোৱা জুৰি-সুঁতি এটাৰ বালি এডৰাতহে আকালাফাল তুলি প্ৰগত কলা-শিল্পৰসৰ পৰিবৰ্তে পিচ-হোঁহকি গৈ কেনেকি ঘোলা কৰা বিস্বাদী ৰস চাকি চলিছে। এই সম্বন্ধে আন ঠাইত বহুল আৰু প্ৰাঞ্জলকৈ কোৱা হৈছে। সেই বাবে ইয়াত কোৱাৰ প্ৰয়োজনবোধ নকৰিলোঁ। কিন্তু মই যে কাব্য-সঙ্গীত-নৃত্য-নাট্য-অভিনয় কলা-ৰস-বৰ্জিত নীৰস শুকান শিল এডোখৰ নহওঁ, তাৰেই তলত অকাট্য প্ৰমাণ কেইটামান উল্লেখ কৰিলোঁ।

মোৰ মাতৃদেৱীৰ শিক্ষাত ছয়-সাত বছৰ বয়সতে মই কীৰ্তন-ঘোষা, নাম-ঘোষা, বৰগীত আদি শুৱলা সুৰেৰে গোৱাত এনে পাৰ্গত হৈ উঠিছিলোঁ যে, বৰপেটাৰ দক্ষিণ-হাটীৰ আত্মীয় প্ৰায়বোৰ পৰিয়ালৰ বছৰেকীয়া তিথি-সভাত পুথি-পঢ়ি সন্তোষ দি এটা কৈ আৰু দানা শুদ্ধৰে লোকা চাউল একো বাটি খাবলৈকে আৰু প্ৰসাদৰ শৰাই লবলৈকে মই আগ্ৰহেৰে নিমন্ত্ৰিত হৈছিলোঁ। মোৰ মাতটোও আছিল নিমল, শুৱলা, মিহি আৰু ডাঙৰ। এনেকি, মোৰ শুৱলা সুৰৰ কীৰ্তন-ঘোষা, নাম-ঘোষা আৰু বৰগীতেৰে কোনো বেমাৰীক শুশ্ৰূষাৰ পৰা মুকলি হোৱাৰকৈও

মই আদৰেৰে নিমন্ত্ৰিত হৈছিলোঁ। আৰু প্ৰকৃততে ৰেমাৰীয়ে সকাহ পোৱাও দেখা গৈছিল। সেই বাবে বোৱনী ক্বোনো কোনোৰ পৰা ফুলাম চেলেং গামোচাও মই উপহাৰ পাইছিলোঁ।।

১৯০৪ চনত শিৱসাগৰৰ আমোলাপটী নামঘৰটোত দুৰ্গা পূজা উপলক্ষে মঞ্চ তুলি শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ যি 'মেঘনাদ বধ' নাটকৰ অভিনয় কৰা হৈছিল, সেই অভিনয়ত ৺নবকুমাৰ বৰুৱাৰ ভ্ৰাতৃ ডাঃ প্ৰসন্ন বৰুৱাৰ সৈতে মই মুখত জিঙ্ক অক্সাইড্ আৰু গোলাপী গুড়া সানি, মূৰত আৰু ডিঙিত গোলাপৰ মালা পিন্ধি নাৰিকলৰ লাকড়া খুৱাই বুকু ওখ কৰি, পৰীৰ ৰং-চঙীয়া শাৰী-চোলা পিন্ধি, ভৰিত ঘুণুৰা লগাই যি যুগল-পৰীৰ নাচোনখন দিছিলোঁ সেইটো এতিয়াও মনত আছে। তাৰ আগতে শিৱসাগৰৰ কোনো মঞ্চতেই তেনে নাচোন কোনেও দেখা নাছিল। সৰু নগৰ। লোকজনো এমুঠি। গতিকে, আমাৰ সেই যুগল নাচোনত শিৱসাগৰ নগৰৰ জীউলাওটোত বাৰকৈয়ে আনন্দ-ৰসৰ ধুমুহা উঠিছিল। আমি যুগল-পৰীৰ নাচোনৰ ছেৱে ছেৱে নাট্যমঞ্চৰ ঘৰ-চোতাল ভৰি পৰা মুনিহ-তিৰোতাৰ হাত-চাপৰি আৰু আনন্দ-কিৰীলিৰ মাজত, বিশেষকৈ আমাৰ বিধানসভাৰ মাজত বৰ্তমান অধ্যক্ষ শ্ৰীকুলধৰ চলিহা আৰু শিৱসাগৰৰ স্বনামধন্য মৌজাদাৰ শ্ৰীহৰেশ ৰাজখোৱাৰ মুৰব পাক, মুখৰ আধৈ ফুটা হাঁহি আৰু হাত-চাপৰিৰ সৈতে গোটেই গা দোলাই দোলাই আনন্দ প্ৰকাশ কৰাৰ ভঙ্গীবোৰ দেখি আমি নাচোন নাচি থকা পৰী-যুগলৰ মুখতো হাঁহি ফুটিছিল। স্পষ্ট মনত আছে। সেইকালত আমি পৰী-যুগল শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়ো আৰু শ্ৰীচলিহা আৰু শ্ৰীৰাজখোৱা গুৱাহাটীৰ কটন কলেজত পঢ়ে। পূজাৰ বন্ধত তেখেতসকল শিৱসাগৰৰ ঘৰলৈ গৈছিল।

১৯০৪–১৯০৫ চন। বঙ্গভঙ্গ আৰু বিদেশী বৰ্জনৰ প্ৰবল আন্দোলন। বঙ্গৰ অনুশীলন সমিতিৰ অনুকৰণত গুৱাহাটীত আমি কেইজনমানেও এনাকিছু দল এটা গঠনৰ চেষ্টা কৰাৰ অভিশাপত মই গুৱাহাটীৰ পৰা বৰপেটাৰ নিজ ঘৰত গৈ থাকিবলগীয়া হওঁ। বৰপেটাত তেতিয়া বঙালী ভাষাৰ নাটক, গীত, অভিনয়ৰ একাধিপত্য। বৰপেটীয়াৰ জিভাত বঙ্গালী ভাষাৰ উচ্চাৰণ কদৰ্য্য শুনায়। মনত আঘাত পাওঁ। ১৯১১ চনত তেতিয়াৰ ভাৰত-সম্ৰাট পঞ্চম জৰ্জৰ দিল্লীত অভিষেক উপলক্ষে বৰপেটাতো উৎসৱৰ জাউৰি উঠে। শ্ৰীৰাধানাথ ফুকন তেতিয়া বৰপেটাৰ মহকুমাধিপতি। তেখেতে আমাক কেইবাজন সঙ্গীত আৰু নাট্যামোদীক নিমন্ত্ৰণ কৰি মাতি নি এই অভিষেক উৎসৱ-আনন্দ প্ৰকাশৰ আনবিলাক দফাৰ লগতে ভাল নাটক এখন অভিনয়ৰ দিহা কৰিবলৈও অনুৰোধ কৰে। তেতিয়া ভাল নাটকৰ বিচাৰ-তৰ্ক আমাৰ মাজত আৰম্ভ হ'ল। মই কলোঁ, এখন অসমীয়া নাটকৰ অভিনয় কৰিব লাগে। কথাষাৰ শুনি কেইজনমানে হাঁহিলে। তেওঁলোকে কলে, অসমীয়া ভাষাতনো নাটক হ'ব পাৰেনে? অসমীয়া ভাষা নাটকৰ উপযোগী নহয়। সেইবাবে একো ভাল নাটক নাই। মই কলোঁ, "শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' আৰু শ্ৰীদুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ পৰাজয়' দুয়োখন ভাল

নাটক।" তেওঁলোকে কলে, "থৈ দিয়ক সেই দুখন। কথাবিলাক আবৃত্তি কৰিবলৈকে মন নাযায়, ভাল নালাগে, ৰস নাই, জোৰ নাই।" কিছু তৰ্ক-বিতৰ্কৰ পাছত প্ৰতিবাদ কৰি এই বুলি কৈ মই তেওঁলোকৰ পৰা গুচি আহিলোঁ, যে মই নিজে ৰচনা কৰি শিকাই আপোনালোকক দেখুৱাম, শুনাম, অসমীয়া ভাষা নাটকৰ উপযোগী হয় নে নহয়। তেতিয়া ৰাতি ন মান পাৰ হৈছে।

সেই সময়ত বৰপেটাৰ দক্ষিণহাটীত বঙালী নাটকৰ অভিনয় কৰা দুটা যাত্ৰা গানৰ দল আছিল। দুয়োটা দলে সিদিনাখন দুঠাইত তালিম দি আছিল। মই বাহিৰে বাহিৰে এটা এটাকৈ দুয়োটা দলৰ তালিমত সোমাই দলৰ মুখিয়াল-কেইজনক থূপ খুৱাই লৈ কলোঁ যে, আপোনালোকে বঙালী নাটকৰ অভিনয় কিয় কৰে? বঙালী ভাষাৰ উচ্চাৰণ আপোনালোকৰ মুখত বেয়া শুনি বঙালীসকলে হাঁহে, আৰু সেইটো অসমীয়াৰ জাতীয়-মৰ্য্যাদা হানিকৰ কথাও। তেওঁলোকে কলে, অসমীয়া কৈ সুখ লগা ভাল নাটক নাই, অথচ আমি সঙ্গীত অভিনয় নকৰাকৈয়ে থাকিব নোৱাৰোঁ, গতিকে, বঙালী নাটকৰ অভিনয় কৰোঁ। মই কলোঁ, "বাৰু আবৃত্তি কৰি ৰস পোৱা অসমীয়া ভাষাৰ ভাল নাটক পালে আপোনালোকে বঙালী নাটক এৰি দিবনে?" তেওঁলোক সকলোৱে একে মুখেৰে কলে এৰি দিম বুলি।...

মই পুৰা দুমাহ মন পুতি জোৰাল শুৱলাকৈ অসমীয়া ভাষাৰে 'জয়দ্ৰথ বধ' আৰু পৌৰাণিক শিখীধ্বজ ৰজাৰ আখ্যান লৈ 'ভক্ত গৌৰৱ' নামেৰে মুৰ্কলি মধ্যত ৰাতিপুৱালৈকে চলি থাকিব পৰাকৈ দুখন ডাঙৰ নাটক লিখি উলিয়ালোঁ। লগে লগে মই নিজে হাৰমোনিয়াম, বেহালা, তবলা শিকি ললোঁ। বৰগীত, ঘোষা, দেহ-বিচাৰ আদিৰ সান-মিহলিৰে সুৰৰ বেশ দি, অৰ্থাৎ গালে অসমীয়া সুৰত পৰিচয় দিব পৰাকৈ গীতবিলাক ৰচনা কৰিলোঁ। দুয়ো দলৰ খাইকেইজনক মাতি আনি বহুৱাই লৈ মই নিজে কথাবিলাক অভিনয়ৰ সুৰত আবৃত্তি কৰি শুনালোঁ। বেহেলাৰ, তবলাৰ বাজনাত গীতবিলাকো গাই শুনালোঁ। সকলোৱে একমুখে হৰিধ্বনি দি বঙালী নাটক এৰি এই অসমীয়া নাটক দুখনৰ অভিনয় কৰিবলৈকে উত্ৰাৱল হ'ল। পাছদিনাখনেই দুয়োটা যাত্ৰাদলৰ অভিনেতা-সকলক গোট খুৱাই 'সনাতন সঙ্গীত সমাজ' নামেৰে অনুষ্ঠান পাতি নাটক দুখনৰ কথাবিলাক অভিনেতা-সকলক যোগ্যাযোগ্য চাই গায়ে গায়ে ভগাই দিয়া হ'ল। তাৰ পিছদিনাৰ পৰাই বিপুল উৎসাহেৰে সকলোৱে তালিম দিবলৈ আৰম্ভ কৰিলে। মই নিজে বচন আৰু গানবিলাক শিকালোঁ আৰু 'ছোক্ৰা'বিলাকক নাচো শিকালোঁ। তেতিয়া ইং ১৯১২ চনৰ প্ৰথম ভাগ।

দুমাহমান মনপুতি তালিম দি শিকাই যেতিয়া দেখিলোঁ যে বাহিৰলৈ উলিয়াব পৰা হৈছে, তেতিয়া অসমীয়া ভাষা নাটকৰ উপযোগী নহয় বুলি কোৱা কেইজনৰ সৈতে বৰপেটাৰ পুৰুষ-মহিলা, ডেকা-ডেকেৰা সকলোকে নিমন্ত্ৰণ কৰিলোঁ অসমীয়া ভাষাৰ নাটকাভিনয় চাবলৈকে।

সিদিনাখন মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ তিথি। কীৰ্তন-ঘৰৰ আগচোতালত বিৰাট চন্দ্ৰতাপ তৰিলোঁ। অসমীয়া যাত্ৰাভিনয় চাবলৈকে মুনিহ-তিৰোতা, ডেকা-ডেকেৰী আহি চন্দ্ৰতাপৰ তল ভৰি পৰিল। লোকে লোকাৰণ্য। অসমীয়া

ভাষাটো নাটকৰ উপযোগী নহয় বুলি কোৱা কেইজনমানৰ আগত বহুৱালোঁ। মই নিজে বেহেলাৰ বেশ টানি মুকলি সঙ্গীত আৰম্ভ কৰিলোঁ। তাৰ পাছত এটা এটাকৈ দৃশ্য ওলাই থাকিল। অভিনেতাসকলে অভিনয় আৰম্ভ কৰিলে। নিৰ্দিষ্ট ঠাইবিলাকত মাজে মাজে গান চলিল। সেই বিৰাট লোকাৰণ্যই নিৰ্নিমেষ, নিকাহ, নিমাত হৈ ভাত-পানী এৰি ধল-পুৱালৈকে তবধ হৈ অসমীয়া নাটকৰ অভিনয় শুনি চাই থাকিল আৰু মাজে মাজে উৎসাহপূৰ্ণ ভাষাৰে মোলৈকে ধন্যবাদ বৰষিলে। অভিমন্যু, উত্তৰা, আৰু পঞ্চ-পাণ্ডৱৰ শোক-গীতত তিৰোতাবিলাকৰ ভিতৰত কান্দোনৰ ৰোল উঠিল। বৰপেটাত বঙ্গালী ভাষাৰ অভিনয়ক নিপাত কৰি অসমীয়া ভাষাৰ অভিনয়ৰ বিজয় পতাকা উৰিল। বিয়াৰ উৎসৱত ঘৰে ঘৰে 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ' চলিল—প্ৰত্যেকটো অভিনয়ত ৰাতিটোৰ বাবে বান্ধি দিয়া ৬০ টকা হাৰত। মই নিজে বেহেলা লৈ উঠিলে আৰু কুৰি টকা বেছি। এইদৰে সম্পূৰ্ণ তিনিবছৰ চলিল। এই দলটোৱে কোনো কোনো উপলক্ষে গুৱাহাটী, ধুবুৰী, ডিব্ৰুগড়, যোৰহাট, আদি নগৰত আৰু কামৰূপ, গোৱালপাৰা বহুকেইখন ভিতৰুৱা ঠাইত যোগ্যভাবে অভিনয় দেখুৱাই অসমত অসমীয়া ভাষাৰ জয় ঘোষণা কৰিলে। এই নাটক দুখনৰ পাণ্ডুলিপি এতিয়া 'সনাতন সঙ্গীত সমাজ'ৰ সহকাৰী অধ্যক্ষ বৰপেটাৰ শ্ৰীহৰেন্দ্ৰ পূজাৰীৰ হাতত আছে।

গুৱাহাটীৰ আৰ্য্য-নাট্যৰঙ্গমঞ্চত বঙ্গালী অভিনয়ত মই পাণবজাৰৰ মহী মেৰামতকাৰী ধুনীয়া চেহেৰাৰ ৺পূৰ্ণ শৰ্মা নামৰ ল'ৰা এজনৰ লগত যুগল-সখী হৈ খুব নাচোন দি বাহ্-বা পাইছিলোঁ। তেতিয়া ১৯০৪ চন। মই তৃতীয়া ছাত্ৰ। অদম্য ইচ্ছাৰ তাড়নাত অভিভাৱকক লুকুৱাই তেনে কৰিছিলোঁ। এই বছৰতেই উজান-বজাৰৰ ভাকৰ নাট্য মন্দিৰত কৰ্মবীৰ ৺নবীন বৰদলৈ, ৺বিপিন বৰদলৈ, ৺মীন বৰদলৈ, ৺অম্বিকা বৰুৱা, ৺যোগেন বৰুৱা (জজ্) আদিৰ তত্বাৱধানত অভিনীত হোৱা 'চন্দ্ৰহাস' নাটকত মই কৃতিত্বৰে মুৰলাৰ অভিনয় কৰি প্ৰশংসা পাইছিলোঁ।

১৯১৫ চনৰ পৰা ১৯১৭ চনৰ শেষলৈকে ডিব্ৰুগড়ৰ আমোলাপটী থিয়েটাৰ হলত শ্ৰীজগৎ বৰদলৈ, শ্ৰীস্মৃতি দুৱৰা, শ্ৰীৰত্ন বৰদলৈ আদিৰ লগত পুৰা তিনি বছৰ প্ৰত্যেকখন নাটকৰ অভিনয়তে মোৰ নিজৰ ৰচিত "দে দে দে দোলন সখী, উড়ন দোলাত দোলন দে", আদি গান গাই যি নাচোনৰ ধুম দেখুৱাই দিছিলোঁ তাত গোটেইখন ডিব্ৰুগড় ৰজনজনাই গৈছিল। ঘৰে ঘৰে গান শিকাবলৈ নিমন্ত্ৰিত হৈছিলোঁ। ডিব্ৰুগড আমোলাপটী থিয়েটাৰ হলত সেই তিনি বছৰে অভিনীত হোৱা আটাইবিলাক নাটকৰে, স্বনামধন্য গীত-বাদ্য বিশাৰদ ৺ডাঃ উমেশচন্দ্ৰ দাসৰ লগত সুৰ-বাদ্যৰ সংযোগ ঘটাই সখী নাচোনৰ নতুন নতুন গানবিলাক ময়েই ৰচনা কৰি দিছিলোঁ।

এই চনতে ডিব্ৰুগড়ত কৰ্মবীৰ ৺বৰদলৈৰ সভা-পতিত্বত বহা 'আসাম এছোচিয়েশ্যন'ৰ অধিবেশন-খনত মোৰ স্বৰচিত "হায়! এয়ে নে ভাৰত ধাম, হায়! এয়ে নে ভাৰত ধাম, বেদোপনিষদ আৰু পুৰাণে বখানে যাৰ নাম" গীতটো মই নিজে গাই উদ্বোধন কৰিছিলোঁ। সভাপতি ৺বৰদলৈ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি ৺পৰশুৰাম বাউত,

৺হৰনাথ চাংকাকতি আদি কৃতী লোকসকলে এই উদ্বোধনী গীতত উদ্বেলিত হোৱা দেখা গৈছিল। অধিবেশনত উপস্থিত শ্ৰীকুলধৰ চলিহা, ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺বোধনাথ পটঙ্গীয়া আদি ডেকা প্ৰতিনিধিসকলো আনন্দত আত্মহাৰা হৈ উঠিছিল। গীতটো গোৱাৰ তালে তালে ডেওঁলোকে খুব ফুৰ্তিৰে ভৰি দাঙি দাঙি তাল ৰাখিছিল। আৰু 'এঙ্কোৰ এঙ্কোৰ' বুলি দ্বিতীয়বাৰ গাবলৈ আদেশ দিছিল।

১৯১৬ চনত গুৱাহাটীৰ ইউনিয়ন ফিল্ডত ৺জ্ঞানদাভিৰাম বেজবৰুৱাৰ সভাপতিত্বত যি 'অসম ছাত্ৰ সন্মিলন' পতা হয়, সেইখনো পুৰা আঠ বজাতেই "তেজৰে কমলাপতি পৰভাতে নিন্দ" বিখ্যাত শ্যাম ৰাগৰ বৰগীতটো গাই মইয়েই উদ্বোধন কৰিছিলোঁ। মোৰ সেই গীতটো শুনি উপস্থিত বেজবৰুৱা-তনয়া শ্ৰীমতী অৰুণা বেজবৰুৱাই নিৰ্দিষ্ট দ্বিতীয় গীত গাবলৈকে সঙ্কোচৰ ভাব দেখুৱাইছিল। মোৰ মাতৰ পৰিসৰটো ডাঙৰ থাবে ৰাতিপুৱা শ্যাম ৰাগৰ সেই ভকতি আৱাজটো হেনো পাণবজাৰৰ পৰা শুনি সভাস্থলীলৈকে মানুহ লৰি আহিছিল। মলবাৰী পণ্ডিত হাইবুলখনো "প্ৰভু! তোমাৰ মঙ্গল নামৰ ভাৰ শুনি হে মোৰ অন্তৰ্য্যামী, তোমাৰে মন্দিৰ দুৱাৰত আহি মিলিছোঁ আমুৰ আমি" বৰগীতৰ সুৰত ৰচা গীতটোৰেই কাৰ্য্যসূচী সভাত মুকলি কৰা হৈছিল। গীতটো তেওঁ নিজে গাইছিলে। এই সময়ছোৱাৰ ভিতৰত বাঙালী হিচাপৰ গায়ক আৰু নৰ্তক অসমৰ ভিতৰত মইয়েই আছিলোঁ। সেই বাবে প্ৰায়বিলাক ৰাজহুৱা আয়োজনতে মই গীত গাবলৈকে নিমন্ত্ৰিত হৈছিলোঁ। তাৰ পিছত শুনাইছিল সুগায়ক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা। ইউনিভাৰ্চিটি চেড্‌লাৰ কমিছন গুৱাহাটীলৈ আহোঁতে আৰ্ল-ল কলেজৰ টি-পাৰ্টিত জে. বৰুৱাৰ অনুৰোধ মতে মইয়েই গীত গাই কমিছনক সম্বৰ্দ্ধনা কৰিছিলোঁ।

মোৰ স্বৰচিত 'কল্যাণময়ী' নাটকৰ ৰবৰ্টেচৰীয়া কথাৰে ঘৰুৱা চিত্ৰ এটা শ্ৰীবাৰণচন্দ্ৰ নাথৰ দ্বাৰা 'হিজ মাষ্টাৰ ভয়েচ' ৰেকৰ্ড কৰি সকলোকে আনন্দ দিছিল। এই ৰেকৰ্ডখন অসমীয়া আন ৰেকৰ্ডৰ চাৰি গুণ বেছি বিক্ৰী হোৱা বুলি কোম্পানীয়ে নিজে কৈছিল।

১৯২৬ চনত ভাৰত জাতীয় মহাসভা কংগ্ৰেছৰ অধিবেশন মোৰ "আজি বন্দো কি ছন্দেৰে, সমাগত বিৰাট নৰনাৰায়ণ ৰূপ" গীতেৰেই উদ্বোধিত হৈছিল। গীতটোৰ ইংৰাজী অনুবাদ সমগ্ৰ ভাৰতৰ কাকত-বিলাকত প্ৰকাশ পাইছিল।

১৯১৭ চনত ৺গঙ্গাগোবিন্দ ফুকনৰ সভাপতিত্বত গুৱাহাটীত বহা 'আসাম এছোচিয়েছন'ৰ অধিবেশনত বৰগীতৰ ভাটিয়ালী সুৰত মোৰ ৰচিত "হে জনমভূমি জননী আমাৰ শান্তি সাধনো কৰ্ম" গীতটো শ্ৰীলক্ষেশ্বৰ বৰুৱা, শ্ৰীকান্তিপ্ৰসাদ বৰুৱা, শ্ৰীপদ্মধৰ চলিহা আদিৰ দ্বাৰা সমবেত উদ্বোধনী গীত কৰি গোৱা হৈছিল।

১৯২১ চনত মোৰ ৰচিত "আজি জেগ ভাৰতী কাল, ভগ্নোদ্যম ভাৰত আত্মা জাগিছে নিজধাম" —"এই হে তোমাৰ বাণী ভাৰত এই হে তোমাৰ দান, তোমাৰ হকে জীৱন-মৰণ, তোমাৰ হকে প্ৰাণ" —"বলা ভাই! আগুৱাই অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই" আদি গীতবোৰ মোক আৰু বৰ্তমান আই-জি-পি-এইচ শ্ৰীউমেশ বৰদলৈ, মোলাৰ মহিবুদ্দিন আহমদ আদিৰ নেতৃত্বত স্বেচ্ছাসেৱক-

সকলো শোভাযাত্ৰা কৰি খোল-তাল বজাই গাই গাই কংগ্ৰেছৰ আদৰ্শ আৰু অসহযোগ নীতিৰ তত্ত্ব গুৱাহাটী নগৰত আৰু গাঁৱে গাঁৱে গাই ফুৰিছিল। এইবোৰ গীতে তেতিয়া বাইজৰ মন কংগ্ৰেছ আন্দোলনৰ কালে বৰকৈ আকৰ্ষণ কৰিছিল আৰু মানুহৰ মুখে মুখে চলিছিল।

অসমত ৰাগ-ৰাগিণীযুক্ত উচ্চাঙ্গ সঙ্গীত শিক্ষা আৰু বিস্তাৰৰ হকে ইং ১৯২৭ চনত পাণবজাৰত মঞ্চেই যোগ্য হিন্দুস্থানী ওস্তাদ ৰাখি 'কামৰূপ সঙ্গীত বিদ্যালয়' স্থাপন কৰিছিলোঁ। এই বিদ্যালয়ৰ ছাত্ৰ আছিল বৰ্তমান 'নতুন অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, সঙ্গীতজ্ঞ শ্ৰীশশীকান্ত গোস্বামী আদি।

গতিকে মই সঙ্গীত-নাট্য, নৃত্য-শিল্প-কলা-বৰ্জিত শুকান নীৰস নহওঁ। অৱশ্যে প্ৰগতি কলা-শিল্পৰ নামত সামাজিক জীৱনত ক্লেদ তোলা বিধৰ কলা-ৰসিক মই নহওঁ।

৫

'আকাশবাণী'ৰ গুৱাহাটী কেন্দ্ৰই মোৰ দ্বাৰা ৰচিত কবিতাৰ প্ৰথম প্ৰকাশৰ অন্তত মোৰ মনৰ অৱস্থা কেনে হৈছিল, ইত্যাদি বিষয়ে "অন্তৰতো অন্তৰত গঁথা সেই কণ" শিতানেৰে মোক সুধি পঠিয়াইছে।

'আকাশবাণী'ৰ উক্ত অনুৰোধবাৰ মোৰ মনত কেনেকেনে লাগিল। কবিতা 'প্ৰকাশৰ অন্তত' কবিজনৰ মনৰ অৱস্থাটো 'বাইজৰ স্বীকৃতি' বিচাৰি ব্যস্তভাৱে হাবাথুৰি খাই ফুৰা সকলোৰেকৈ, সকলো লোক-কবি কবিৰ কলম জুৰিয়াব হৈ অহা পোন প্ৰথমৰ সেই আকস্মিক দুৰ্লভ কণটোহে অন্ততঃ জীৱিত কবিৰ অবিনশ্বৰ হৈ জীৱন্ত কবিতাৰে আজীৱন অন্তৰত গঁথা থাকে, আৰু সেয়েহে কবিজনক প্ৰাণ-প্ৰাচুৰ্য্যৰে নানা ৰচনাৰ কল্পনাৰ সৃষ্টি কৰিবলৈকে অনুপ্ৰাণিত কৰে। যেনে—বাল্মীকিৰ 'মা-নিষাদ'—কালিদাসৰ 'শকুন্তলা নাট'—তুলসীদাসৰ 'সহধৰ্মিণী তিৰস্কাৰ'—ডাণ্টেৰ 'বিয়াট্ৰিচ'—শেলীৰ 'এমিলিয়া ভিভিয়ানি' ইত্যাদি। কোনো কবিয়ে সেই কণটোক প্ৰকাশ্যভাৱে মূৰ্তমান কৰি লৈ তাৰ অনুপ্ৰেৰণাৰ আলোকত কল্প-তত্ত্ব সৃষ্টিৰ পথত আগ বাঢ়ে আৰু কোনো কবিয়ে অপ্ৰকাশ্যভাৱে অন্তৰত লুকাই গাঁথি লৈ কল্প-সৃষ্টিৰ জোৱাৰ তোলে; যেনে ৰবীন্দ্ৰনাথ। কিন্তু প্ৰকাশ্য-অপ্ৰকাশ্য এই দুয়োটাতেই কবিৰ অন্তৰত গঁথা সাৰ্থক কণ। দুয়োটা কণতেই কবিৰ মনৰ উজ্জ্বল ধাৰা সচল থাকে। মোতো তেনে এটা কণ আছে। মোৰ কাব্যিক, সাহিত্যিক, সাংস্কৃতিক, সাঙ্গীতিক, আত্মিক, সামাজিক, আৰ্থিক, ৰাজনৈতিক, শাৰীৰিক, মানসিক, পাৰিবাৰিক, ব্যক্তিগত আদি সকলো ক্ষেত্ৰতে যেতিয়া যেতিয়া সংকট, যেতিয়া যেতিয়া 'অন্তৰত গঁথা' এইকণটো কণৰ উদয় হৈছে। কিন্তু এই সকলোবিলাক কণকৈ সেই কণটোহে মোৰ 'অন্তৰতো অন্তৰত গঁথা' হৈ ৰৈ আছে। এই কণটোৱেহে আন সকলোবিলাক উপ-কণক ম্লান কৰি থৈ মোৰ অন্তৰ্জগত আলোকিত কৰি কৰ্মক্ষেত্ৰত মোক বাট দেখুৱাই লৈ গৈ আছে। কিন্তু মোৰ 'অন্তৰতো অন্তৰত গঁথা' চিৰোজ্জ্বল এই ৰহস্যময় কণটোৰ কথা মই ইয়াত কব খোজা নাই। মই কব খুজিছোঁ, 'আকাশবাণী'ৰ আহ্বান মতে মই মোৰ ৰচনা কৰা কবিতাৰ প্ৰথম প্ৰকাশৰ অন্তত মোৰ মনৰ অৱস্থা আৰু বাইজৰ পৰা স্বীকৃতি পোৱা কণটি সুঁৱৰিছোঁ।

ইংৰাজী ১৯০৮ চনৰপৰা ১৯১৫ চনলৈকে মোৰ ঘৰ বৰপেটাত মই 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী', 'তুমি', 'বীণা', 'বেণু' আৰু নানা গীত-পদ-প্ৰবন্ধ আদি এবা-ধৰাকৈ প্ৰায় একে সময়তেই ৰচনা কৰাত লাগোঁ। এয়েই মোৰ সাহিত্য চৰ্চাৰ আৰম্ভণী মুহূৰ্ত। 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ' মুকলি মঞ্চৰ উপযোগী যাত্ৰা-গীতি-নাট্য, 'কল্যাণময়ী' আধুনিক ৰঙ্গমঞ্চৰ উপযোগী নাটক, আৰু আন-বিলাক কাব্যিক, ছান্দিক পদ্য-গদ্য ৰচনা। ছপাশালত প্ৰকাশ নোহোৱাকৈও ৰঙ্গমঞ্চত উঠা-টোকে যদি 'প্ৰথম প্ৰকাশ' বুলি ধৰা হয়, তেন্তে হাতে লিখা 'জয়দ্ৰথ বধ'ৰ সফল অভিনয়ত, বৰপেটাৰ ৰাইজৰ আকাশমণ্ডল উপচি পৰা অকুণ্ঠ জয়-ময় স্বীকৃতিত মোৰ মনত আনন্দৰ কেনে হিল্লোল উঠিছিল, সেইটো নিজৰ নিজৰ ক্ষেত্ৰত শ্ৰোতা আৰু পাঠকসকলে অনুমান কৰি লওক। 'জয়দ্ৰথ বধ' যাত্ৰা-গীতি-নাট্যখন মই নিজে লিখি, নিজে গাই-বাই-শিকাই মুকলি মঞ্চত প্ৰথমতে উদ্বোধন কৰোঁ।

'জয়দ্ৰথ বধ'ৰ অভিনয় সাফল্যত বৰপেটাৰ সেই সময়ৰ আবাল-বৃদ্ধ-বনিতাৰ মাজত আনন্দোল্লাসৰ যি উজান উঠিছিল, সেই অবিস্মৰ-ণীয় কথাটো মনত পৰিলে আজিও মই আনন্দত উপচি পৰোঁ। বাটে-ঘাটে, ঘৰে-চোতালে কেৱল 'জয়দ্ৰথ বধ'ৰ জয় ঘোষণা,—মোৰ প্ৰতি সমূহ বৰপেটীয়া ৰাইজৰ আশীৰ্বাদ-বৰ্ষণ। এই জয়ানন্দৰ বাতৰি যি সেই সময়ৰ বৰপেটাৰ দেশপ্ৰেমিক লিখক ৺কন্দৰ্পকুমাৰ বৰুৱাই ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আসাম-বান্ধৱ'ত প্ৰবন্ধ এটি প্ৰকাশ কৰে। মোৰ মনটো আনন্দত দোলায়িত হৈ উঠে। কিন্তু তেতিয়া মোৰ মনৰ অন্তৰ্হাটোত কবিতাপ্ৰসূত-অলসতাই যে ঠাই পোৱা নাছিল, সেইটো মোৰ স্পষ্টকৈ মনত আছে। 'জয়দ্ৰথ বধ'ৰ এই জয়োদ্দীপনাতেই বৰপেটীয়া ৰাইজৰ আগ্ৰহানুক্ৰমে মোৰ দ্বিতীয় যাত্ৰা গীত-নাটক পুৰাণোক্ত শিখিধ্বজ ৰজাৰ কাহিনীটো লৈ মই 'ভক্ত গৌৰৱ'খন লিখি উলিয়াওঁ। এইখন নাটকো মই নিজে গাই-বাই-শিকাই মুকলি মঞ্চত অভিনয় কৰাওঁ। এইখনেও ৰাইজৰ পৰা 'জয়দ্ৰথ বধ'ৰ সমানেই আদৰ আৰু স্বীকৃতি পায়। কিন্তু তেতিয়াও কবিসুলভ লবঙ্গকুলীয়া কোনো নিৰ্জ্জ ভাৱৰ অঙ্কুৰে মোৰ অন্তৰত ফুট দিয়া নাছিল। 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ'ৰ জয়ে মোৰ মনত সংগ্ৰামী কাঠিন্যৰ ভাৱ এটাহে বৰ্তাইছিল। সেইটো আছিল কেনেকৈ অসমীয়া ভাষাক বৰপেটীয়া ৰাইজৰ আভিনয়িক ৰুচিৰ উপযোগী কৰি বঙ্গলা ভাষাৰ নাটক অভিনয়ৰ ৰুচি-মোহৰ পৰা তেওঁলোকক মুক্ত কৰা যায়। ৰঙ্গমঞ্চৰ বাবে লিখা 'কল্যাণময়ী' নাটকখনো চক্ৰধ্বজ সিংহৰ সময়ত মিৰজুমলাৰ অসম আক্ৰমণত বিধ্বস্ত হোৱা ঘটনা লৈ এটি সংগ্ৰামী মানসিকতাৰেই লিখা হৈছিল। সেই সময়ৰ বৰপেটীয়া কলেজীয়া ছাত্ৰসকলৰ দ্বাৰা 'কল্যাণময়ী'ৰ সফল অভিনয়েও মোৰ এই সংগ্ৰাম জয়যুক্ত কৰি তুলিছিল। এই সকল অভিনেতাৰ ভিতৰত শ্ৰীজানকী শৰ্মা, শ্ৰীহৰেন্দ্ৰ শৰ্মা, শ্ৰীযাদব দাস, শ্ৰীগিৰিশ চৌধুৰী, আদিকৈইজন বৰপেটাৰ বিশিষ্ট নেতৃস্থানীয় উকিল বুঢ়া হৈ আজিও জীৱিত আছে।[২]

কবিৰ কাম কয়, প্ৰকৃততে মোৰ প্ৰথম

২। বৰ্তমান এওঁলোক জীৱিত নাই।

নাই। মই যি কিবা লিখোঁ, সেইটো কবিত্বলৈ লক্ষ্য-ৰহিতভাৱেই লিখোঁ,—অকল সাঙ্গীতিক-লয়-আসৰ ফালটোলৈ চকু ৰাখি। যি মুহূৰ্ত্তত মনলৈ যি ভাব আহে, তাকে সাঙ্গীতিক ছন্দত ৰূপ দি তুলিবলৈকে যত্ন কৰাটোতেই মোৰ মন থাকে,—তাত কবিত্ব বোলা ৰস-লতিকাৰ কিবা ভুং ফুটাই তোলাটোলৈ মোৰ হুঁচ নাথাকে। আগতে উল্লেখ কৰা মোৰ অন্তৰৰো অন্তৰত গঁথা অবিস্মৰণীয় ক্ষণটোৰ পোহৰত 'তুমি' আৰু 'বীণা'ৰ দুই-এটা ৰেখা আঁকিবলৈ আৰম্ভ কৰিছিলোঁ, যদিও অসমীয়া ভাষাৰ সফল অভিনয়েৰে বৰপেটাৰ বাইজৰ মনৰ পৰা বংলা ভাষাৰ নাটক অভিনয় কৰাৰ মোহ নিৰ্ম্মূল কৰাৰ প্ৰতিজ্ঞা লৈ—সেইবোৰ সম্প্ৰতিকলৈ এৰি থৈ, উল্লিখিত 'জয়দ্ৰথ বধ' আদি নাটককেইখন লিখি উলিওৱাত মন পুতি লাগোঁ আৰু তাৰ সাফল্যৰে এই সংগ্ৰামত মই জয়ী হওঁ,—অৰ্থাৎ তেতিয়াৰ পৰা বৰপেটাৰ বাইজৰ বংলা ভাষাৰ গীত-নাট অভিনয়ৰ মোহ নিৰ্ম্মূল হয় আৰু সকলোৰে ধন্যবাদ আশীৰ্বাদে মই জনপ্ৰিয় হৈ পৰোঁ। এই আনন্দৰ নিশ্চিন্ত মন লৈ মই তেতিয়া 'তুমি', 'বীণা'ৰ ৰচনা সম্পূৰ্ণ কৰি তোলাত লাগোঁ।

এই সময়তে ইং ১৯১২ চনত, গুৱাহাটীত এনাৰ্কিষ্ট দল গঠন কৰা সন্দেহৰ চেকা লৈ বৰপেটাত লৈ আশ্ৰয় লোৱা মই, উক্ত নাটকৰ আভিনয়িক সাফল্যেৰে বহুলকৈ জনপ্ৰিয় হৈ উঠা দেখি, সেই সময়ৰ চি. আই. ডি. ৺হাফিজ-উদ্দিন আহমদ আৰু ৺তাৰিণীদত্তগুপ্তৰ ৰিপোৰ্টমতে মই মোৰ ঘৰত বে-আইনীকৈ অস্ত্ৰশস্ত্ৰ লুকাই ৰাখি বৰপেটাতো এনাৰ্কিষ্ট দল গঠনৰ চিন্তা কৰা বুলি সন্দেহ কৰি, গোটেইখন পুলিচ শক্তিক গোট খুৱাই লৈ চৰকাৰৰ আদেশক্ৰমে পুৱা আঠ বজাত মোৰ ঘৰ আগুৰি ধৰি ঘৰ-দুৱাৰ খানা-তালাচ কৰি, তেতি-চোতাল খান্দি আন সকলো বস্তুৰ লগতে মোৰ লিখাবিলাকো লণ্ড-ভণ্ড কৰি দিয়ে। ভাগ্য গতিকত 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰব', 'কল্যাণময়ী', তিনিওখনৰ পাণ্ডুলিপি অভিনয়ৰ বাবে বাহিৰত আছিল, সেইবাবে তিনিওখন তেতিয়া তালচৰে ৰক্ষা পৰিল। আধা লিখা 'তুমি', 'বীণা' আৰু গীত-প্ৰবন্ধ আদিৰ ৰচনাবিলাক যাহুৰা আৰু হিন্দুস্থানী পুলিচ-কনিষ্টবলৰ উৎপাতত ফলা-ছিঁৰা থানবান হৈ পৰি থাকিল। মোৰ এই ঘৰ-তালাচত পঞ্চাশ-ষাঠিজন কনিষ্টবলৰ উপৰিও, তেতিয়াৰ বৰপেটাৰ দ্বিতীয় মহকুমাধিপতি ৺ফুকন আদি আৰু পুলিচ অফিচাৰ দেশপ্ৰেমিক শ্ৰীকীৰকান্ত বৰুৱা আৰু শ্ৰীলোলেশ্বৰ ভূঞাও আছিল। ঘৰত বে-আইনী তেনে কোনো অস্ত্ৰাদি নাপাই চি. আই. ডি.ৰ মিছা ৰিপোৰ্ট মতে মোক অন্যায়কৈ নিৰ্য্যাতন কৰা বুলি আটাইকেইজনে দুখ প্ৰকাশ কৰিছিল। ইও এটা মোৰ মনত গঁথা ক্ষণ।

এই সময়তে প্ৰথম মহাযুদ্ধ আহি পৰে। তেতিয়াৰ ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে মিত্ৰশক্তিৰ পক্ষে যোগ দিবলৈকে ইচ্ছুক ভাৰতীয়ক আহ্বান জনায়। এনাৰ্কিষ্ট আখ্যাৰ হাত সাৰিবলৈকে মই যুদ্ধত যোগ দিবলৈ প্ৰস্তুত আছোঁ বুলি লৰ্ড হাৰ্ডিঞ্জক জনাওঁ। লৰ্ড হাৰ্ডিঞ্জে ধন্যবাদ দি মোলৈ চিঠি লিখে। মই সেই চিঠি বৰপেটাৰ তেতিয়াৰ মহকুমাধিপতি ৺কনকলাল বৰুৱা আৰু পুলিচ অফিচাৰসকলক দেখুৱাই আৰু তাৰ নকল এটা তিব্ৰগড়ৰ সেই সময়ৰ 'টাইমছ' কাকত আসামত

প্ৰকাশ কৰি দি এনাৰ্কিষ্ট আখ্যাৰ পৰা নিষ্কৃতি লওঁ, আৰু ইয়াৰ ভিতৰতে মই সম্পূৰ্ণ কৰি লিখি উলিওৱা 'তুমি' আৰু 'বীণা'ৰ পাণ্ডুলিপি দুখন লৈ পোনে পোনে গৈ ডিব্ৰুগড়ত উপস্থিত হওঁ ইং ১৯১৪ চনৰ নৱেম্বৰ মাহত। তেতিয়াৰ বিখ্যাত পুথি বেচোঁতা ৺শিৱনাথ ভট্টাচাৰ্য্যক ৪০ ( চল্লিছ ) টকাত 'তুমি'খনৰ স্বত্ব বিক্ৰীৰ প্ৰস্তাৱ দিওঁ। তেখেতে মোক দিব খুজিলে মাত্ৰ ২০ ( কুৰি ) টকা। ময়ো অৰ্থাভাৱত তাতেই সন্মত হলোঁ। কিন্তু ভট্টাচাৰ্য্যই তেতিয়াই টকাকেইটা দিয়াত অসুবিধা বুলি কোৱাত, পিছদিনাখন দিলেও হ'ব বুলি কৈ 'তুমি'ৰ পাণ্ডুলিপিখন তেখেতক দি মই গুচি আহোঁ। এই কথা শুনি গোৱালপাৰাৰ ডিব্ৰুগড়বাসী মোৰ সঙ্গীত-সতীৰ্থ পৰম বন্ধু সঙ্গীত-বাদ্যবিদ্ স্বৰ্গীয় ডাঃ উমেশচন্দ্ৰ দাসে ইমান কম মূল্যত 'তুমি'ৰ স্বত্ব বিক্ৰী কৰি দিবলৈ মোক হাক দিলে। পিছদিনাখনেই ভট্টাচাৰ্য্যৰ ওচৰলৈ গৈ বিক্ৰী কৰা নহব বুলি 'তুমি'ৰ পাণ্ডুলিপিটো মই ঘূৰাই লব খোজোঁ। ভট্টাচাৰ্য্যই তেতিয়া আৰু ১০ টকা বঢ়াই দি মুঠ ৩০ ( ত্ৰিশ ) টকাত কিনিবলৈ খোজে। মই সন্মত নহৈ পাণ্ডুলিপিটো লৈ গুচি আহোঁ। ৺ডাঃ উমেশ দাস আৰু সঙ্গীত-সহবন্ধু ৺কীৰ্ত্তিনাথ শৰ্মাৰ কিছু অৰ্থ-সাহায্য আৰু মই ঘৰুৱা শিক্ষকতা কৰি, গান শিকাই পোৱা ধনেৰে ইং ১৯১৬ চনত ডিব্ৰুগড়ৰ বেলাৰ্ড প্ৰেছত পোন প্ৰথমতে 'তুমি'খন এক হেজাৰ ছপা কৰাওঁ। ছপাত প্ৰকাশ হৈ, বাইৰৰ আগত ওলোৱা কবিতা বা কাব্যপুথি এয়ে মোৰ প্ৰথম। পুথিখন ডিব্ৰুগড়ৰ ঘৰে ঘৰে লৈ লৈ মই নিজে বিক্ৰী কৰোঁ। সকলোৱে আদৰেৰে গ্ৰহণ কৰে। লগে লগে কটন কলেজৰ সেই সময়ৰ বৰপেটীয়া ছাত্ৰ শ্ৰীমান যাদব চন্দ্ৰ দাসলৈ দুকুৰি খন ছপা 'তুমি' পঠিয়াই দিওঁ। কিতাপ গৈ পোৱাৰ দুই সপ্তাহমানৰ পাছতেই সেই দুকুৰি বিক্ৰী হোৱা মূল্যখিনি মোলৈ পঠিয়াই দি আৰু দুশখন 'তুমি' পঠাই দিবলৈ মোলৈ চিঠি লিখে। ময়ো পঠিয়াই দিওঁ। এই দুশও সোনকালে বিক্ৰী হয়। সেই সময়ৰ কটন কলেজৰ প্ৰতিভাশালী ছাত্ৰ আৰু আজিৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, কবি, গৱেষক, শ্ৰীমান ডিম্বেশ্বৰ নেওগে, 'তুমি'য়ে, অসমীয়া কাব্য-সাহিত্য জগতত নতুন ধাৰা বোৱালে বুলি 'তুমি'ক প্ৰশংসা কৰে ( পিছত তেওঁ 'চেতনা'ত এটি প্ৰবন্ধও লিখে ), স্বনামধন্য সাহিত্যিক শৰৎ চন্দ্ৰ গোস্বামীয়ে 'তুমি'ক 'আসাম বান্ধৱ'ত সম্বৰ্দ্ধনা জনায়। 'তুমি' আৰু ইয়াৰ ভিতৰতে 'আসাম বান্ধৱ'ত প্ৰকাশ হোৱা মোৰ কবিতা কেইটামান পঢ়ি ৺ডঃ বাণীকান্ত কাকতিয়ে আন সকলো কাম এৰি কবিতা লিখিবলৈকে ভিয়ে ভিয়ে তিৰস্কাৰ-অনুৰোধ কৰি মোক কয় যে মোৰ কবিতাবিলাক তেখেতে ইংৰাজীত ভালকৈ অনুবাদ কৰি ছপাই তুলি নোবেল প্ৰাইজৰ প্ৰতিদ্বন্দ্বিতাৰ বাবে পঠাব। 'তুমি'ৰ এই প্ৰথম প্ৰকাশতে সুধীসকলৰ পৰা ইমানবিলাক মধুৰ স্বীকৃতি পাইও, কবি হৈ উঠাৰ ওখমনি প্ৰকৃততে মোৰ অন্তৰত জমা হোৱা নাছিল। মোৰ মনত কেৱল অসমীয়াৰ জাতীয় সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ পথ-সন্ধানতেই জীৱনৰ কৰ্ম-গতি অবিৰাম চলি গৈছিল। মোৰ অবিচলিত ভাব, যদি ঐতিহ্যপূৰ্ণ অসমীয়াৰ ( কামৰূপীয়াৰ ) নিজৰ বৈশিষ্ট্যৰে আত্মশাসনত থকা হয় এই শাসকিবিলাকে নিজৰ জাতীয় ঠাই অভোখৰেই

তপতে তপতে ধৰি লৈ তেওঁৰ মধুৰসুৰী সুকণ্ঠত তাক আৰু মোলায়েম কৰি লৈছিল। গায়ক-দলত আছিল শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীপদ্মধৰ চলিহা, শ্ৰীউমেশ চৌধুৰী, ৺জ্যোতিপ্ৰসাদ আগৰৱালা, মই, শ্ৰীমতী পুষ্পলতা দাস, শ্ৰীমতী লীলাৱতী দেৱী, শ্ৰীপ্ৰিয়লতা কাকতি আদি এজাক তৰুণ-তৰুণী, ডেকা-গাভৰু—সকলোকে মনত নাই।

পাণ্ডু কংগ্ৰেছৰ অধিৱেশনৰ প্ৰথম দিনা আৰম্ভণিতে উদ্বোধনী-গীত কৰি 'বন্দো কি ছন্দেৰে' গোৱা হৈছিল। 'কাৰ কি আৱাহন'টো দ্বিতীয় দিনা দ্বিতীয় গীত কৰি দেহ-বিচাৰৰ সুৰত কৰতাল-খঞ্জৰিৰে গোৱা হৈছিল। শ্ৰীপ্ৰফুল্ল বৰুৱাৰ বিশেষ যত্ন আৰু পৰিচালনাত গায়ক-গায়িকাদলৰ কণ্ঠ-সমন্বয় ঘটা সুৰেৰে প্ৰথম দিনাই আৰম্ভণিতে 'বন্দো কি ছন্দেৰে' গীতটো তালে তালে সুৰৰ ঢ'উ তুলি তুলি দোলায়িত হৈ লীলায়িত লাস্যেৰে যেতিয়া গায়ক-গায়িকাদলৰ সুধাকণ্ঠ ফালি ওলাই আহিছিল, তেতিয়া কংগ্ৰেছ অধিবেশনত উপস্থিত সেই বিৰাট জনতাৰ মাজত যি আনন্দ-উদ্দীপনা প্ৰবাহিত হৈছিল, বৰ্ণনা দিবলৈকে মোৰ ভাষা অপাৰগ। এনেকি, সভাপতি মণ্ডপত মহাত্মা গান্ধী, ৺সৰোজিনী নাইডু আদি সমন্বিতে বহি থকা দু-এজনকো গীতটোৰ তালে তালে মূৰ লৰাই আনন্দ প্ৰকাশ কৰা দেখা গৈছিল। দুয়োটা গীতৰ ইংৰাজী অনুবাদ ৺ডঃ কাকতিয়ে কৰি দিছিল। সেই দুয়োটাৰে ইংৰাজী অনুবাদ বেলেগে ছপা কৰি উপস্থিত বিপুল জনতাৰ ভিতৰত বিলাই দিয়া হৈছিল। গীতটো গোৱাৰ লগে লগে সেই ইংৰাজী অনুবাদ সকলোৱে পঢ়িছিল আৰু চকুৱে-মুখে আনন্দ-হিল্লোলিত ভঙ্গী প্ৰকাশ কৰিছিল। স্বীৰ্ব-স্থানীয় ভাৰত-নেতা কেইবাজনৰ অভিমত পিছত শুনা গৈছিল, শব্দ-সম্পদ, ভাৱ-সম্পদ, সুৰ-তাল-সম্পদ, এনে উচ্চাঙ্গৰ জাতীয় সংগীত ইয়াৰ আগতে আন কোনো ভাৰতীয় ভাষাত লিখা হোৱা নাই বুলি। পাণ্ডু কংগ্ৰেছ অধিৱেশনত উপস্থিত থকা তেতিয়াৰ সংবাদ-সন্থা 'ফ্ৰী-প্ৰেছ-অৱ-ইণ্ডিয়া'ৰ স্বত্বাধিকাৰী মাদ্ৰাজৰ শ্ৰীসদানন্দৰ দ্বাৰা দুয়োটা গীতৰ গোটেইখিনি ইংৰাজী অনুবাদ সমগ্ৰ ভাৰতৰ মুখিয়াল কাকতবিলাকত তপতে তপতে টেলিগ্ৰাম যোগে প্ৰকাশ পাইছিল। তাৰ পিছৰ ১৯২৭ চনৰ মাদ্ৰাজৰ ৪৭তম আৰু কলিকতাৰ ৪৮তম কংগ্ৰেছ অধিৱেশনতো দুয়ো ঠাইৰ মুখিয়াল (মাদ্ৰাজৰ 'হিন্দু', 'স্বৰাজ্য' আৰু কলিকতাৰ 'অমৃতবজাৰ', 'এডভান্স' আদি) কাকতবিলাকত ডাঙৰ ডাঙৰ শিৰোনামাৰে গীত দুটিৰ ইংৰাজী অনুবাদ গোটেই-খিনি ছপাই দুয়ো ঠাইৰ কংগ্ৰেছ অধিৱেশনক সম্বৰ্দ্ধনা জনাইছিল। গীত দুটিৰ এই ইংৰাজী অনুবাদ আৰু মই জেলত আৰু স্বাধীনতা সংগ্ৰামৰ সন্দৰ্ভত লিখা আন কেইটামান গীতৰ ৺ডঃ কাকতি আৰু ডঃ বিৰিঞ্চি বৰুৱাই কৰা ইংৰাজী অনুবাদ লগ লগাই ইং ১৯৪২ চনত, মোৰ 'Songs of the Cell' নামৰ পুথিখন ছপাই উলিয়াওঁ। এই পুথিখনে ভাৰতৰ আৰু ভাৰতৰ বাহিৰৰ কেইবা ঠাইতো আদৰ পায়।

দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱা, কংগ্ৰেছ সেৱক শ্ৰীঅমিয় কুমাৰ দাস আদিয়ে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ অধিৱেশন উপলক্ষে বোম্বাই, পুনা আদিৰ পৰা উভতি আহি কথা-প্ৰসঙ্গত গুৱাহাটীত মোক কৈছিল যে, পাণ্ডু কংগ্ৰেছত গোৱা 'বন্দো কি ছন্দেৰে' আৰু 'আজি কাৰ কি আৱাহন'

গানৰ ইংৰাজী অনুবাদ পঢ়ি ভাৰত-নেতা ৺পেটেল, ৺যমুনালাল বাজাজ, ৺খৈতান আদিয়ে উচ্চ অভিমত প্ৰকাশ কৰি কৈছিল, "Above all, we love your national songs." এই সকলে মোক আৰু নতুন জাতীয় সঙ্গীত লিখিবলৈ অনুৰোধ কৰিছিল। এই গীতবোৰ দেশভক্ত ফুকন আৰু লোকপ্ৰিয় বৰদলৈৰ বৰ প্ৰিয় আছিল। সুবিধা হলেই এই ছুয়োজনে মোক এই গীতবিলাক গাবলৈ কৈছিল আৰু ময়ো আনন্দ মনেৰে গাইছিলোঁ। কোনো কোনো সময়ত দেশভক্ত ফুকনে মই গোৱাৰ তালে তালে অঙ্গী-ভঙ্গী কৰি নাচিছিল। গতিকে 'বন্দো কি ছন্দেৰে' ৰচনাৰ সাৰ্থক ক্ষণটো অবিস্মৰণীয় হৈ আজিলৈকে মোৰ মনত গঁথা আছে।

৭

আজি গতায়ু ডঃ বাণীকান্ত কাকতিৰ গৌৰৱ-স্মৃতি স্মৰণৰ দিন। সাহিত্য-কলা-সংস্কৃতি-ঐতিহ্যৰ চিন্তনীয় প্ৰায় সকলো বিষয়তে ডঃ কাকতিৰ পাণ্ডিত্যৰ গভীৰতা, অতৃপ্ত জ্ঞান-নিপুণতা, অতুল ধৈৰ্য্যশালী অধ্যয়ন-পিপাসুতা সম্বন্ধে কবৰ মোৰ অধিকাৰ নাই। সেইটো বিদগ্ধ পণ্ডিতসকলৰ কাম। তথাপি আজি ডঃ কাকতিৰ পুণ্য-স্মৃতি-গ্ৰাহী দিনটোত 'দৈনিক অসম'ৰ অনুৰোধক্ৰমে মোৰ লগত ব্যক্তিগতভাৱে সম্বন্ধ ঘটা তেওঁৰ, মোৰ লগত সাক্ষাৎমূলক কথাকেইটামান মোৰ মনলৈ আহিছে।

ইং ১৯০৮ চনত মই গুৱাহাটীৰ পৰা গৈ মোৰ ঘৰ বৰপেটাত থাকোঁ। তাতেই মোৰ অন্যান্য কামৰ লগতে বৰপেটাৰ তৃতীয়া ছাত্ৰসকলক শিক্ষাত আৰ্থিক সাহায্য দিবলৈকে প্ৰথমতে ছাত্ৰসকলৰ ভিতৰতে আৰম্ভ কৰি এটা 'পুওৰ ফাণ্ড' খোলাৰ প্ৰয়োজনীয়তা আলোচনা কৰিবলৈকে সেই সময়ৰ বৰপেটাৰ হাইস্কুলত পঢ়া মুখিয়াল ছাত্ৰ কেইজন-মানক গোট খুৱাই আমবাৰীত এখন মেলৰ উদ্যোগ কৰোঁ। সেই মেলখনত তেতিয়াৰ ছাত্ৰ শ্ৰীপ্ৰাণেশ্বৰ দাস, জনাৰ্দন দাস, কামেশ্বৰ দাস আদি উচ্চ শ্ৰেণীত পঢ়া মুখিয়াল ছাত্ৰসকল উপস্থিত আছিল। বাণী-কান্ত কাকতিও তেতিয়া উচ্চ শ্ৰেণীৰ ছাত্ৰ আছিল। কিন্তু কোনো বিষয়ত তেওঁ ছাত্ৰসকলৰ মুখিয়ালৰ শ্ৰেণীত নাছিল ; স্কুলৰ পৰা অহা-যোৱা কৰি নিজৰ কোঠাটোত সোমাই কেৱল পঢ়া-শুনাতেই মগ্ন আছিল। স্কুলৰ লগৰীয়া কোনো ছাত্ৰৰ লগতে ফুৰা-চকা কৰা বা বহি মেল মৰা তেওঁৰ অভ্যাস নাছিল। সেইবাবে ছাত্ৰ কিছুমানে তেওঁক কিতাপৰ পোক, খোৰোঙৰ ফেঁচা আদি আখ্যা দি জোকাইছিল। কিন্তু তাত তেওঁ মুঠেই বিচলিত বা মিছা বাক-বিতণ্ডাত লিপ্ত নহৈছিল। লগৰ কোনো ছাত্ৰই তামাচা কৰি কিতাপৰ পোক, খোৰোঙৰ ফেঁচা বুলি কলে কাকতিয়ে একো বাক-বিতণ্ডা নকৰি মিচিকৈকৈ হাঁহি মাৰি গৈ নিজৰ কোঠাটোত সোমাই কিতাপ পঢ়াতে মগ্ন আছিল। 'পুওৰ ফাণ্ড' খোলা সেই মেললৈ সিদিনাখন কাকতিও গৈছিল। তাকে দেখি কাকতিক লক্ষ্য কৰি হাঁহি হাঁহি এজনে কৈছিল, 'বাপৰে, বাপ! কোনটো ইশ্বৰেনো আজি তোক আমাৰ মেললৈ আনিলে? আজি কিতাপৰ পোকটোৱে তোক এৰি দিলে নেকি?" কাকতিয়ে গম্ভীৰ অথচ দৃঢ়তাৰে উত্তৰ দিছিল, "তহঁতৰ বালেবাজী মেল-খেললৈ মই কিয় যাম? ময়ো এজন তৃতীয়া ছাত্ৰ, তৃতীয়া ছাত্ৰৰ

সুবিধাৰ বাবে খুলিব খোজা 'পুওৰ ফাণ্ড'ৰ মেললৈহে মই আহিছোঁ।" কাকতিলৈ চাই চাই হাঁহি হাঁহি এজনে কৈছিল, "উঃ ইমান স্বাৰ্থপৰ। নিজৰ স্বাৰ্থ দেখিহে আজি আহিছে।" কাকতিয়ে উত্তৰ দিছিল, "অ'তো, মই স্বাৰ্থপৰ। তইঁতেও এনে নহয় কিয়? তাকে নকৰি, তইঁতে মিছাতে ঘূৰি ফুৰিবি, মেল মাৰিবি, পঢ়া-শুনা মন দি নকৰিবি, চেল-চেলাই ঘুৰিবি। তইঁতৰ লগত কোন যাব?" শ্ৰীপ্ৰাণেশ্বৰ দাসে, 'ঠিক কৈছে, ঠিক কৈছে' বুলি কাকতিক শলাগিলে। কাকতিয়ে মৃদু হাঁহি মাৰি মনে মনে থাকিল। আন সকলেও আৰু একো নকলে। উপস্থিত সকলোকেইজন একে লগে পঢ়া ছাত্ৰ আছিল। মই লক্ষ্য কৰিছিলোঁ, কাকতিয়ে তেওঁলোকৰ লগত মুফুৰিলেও, তেওঁলোকে কাকতিক মৰম কৰিছিল, শ্ৰদ্ধা কৰিছিল। এই মেলখনতে কাকতিৰ সৎ-সাহস, দৃঢ়তা দেখি মই তেওঁৰ প্ৰতি আকৃষ্ট হৈছিলোঁ।

তাৰ পাছত তেওঁ,—সেই সময়ত এণ্ট্ৰেঞ্চ আছিল নে মেট্ৰিক আছিল মনত নপৰে, পাছ কৰি কলেজত পঢ়িলে,—কলিকতা ইউনিভাৰ্চিটিৰ পৰা ইণ্টাৰমিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰথম স্থান লাভ কৰি অসমক গৌৰৱান্বিত কৰি দেশ জুৰি হৰ্ষোৎফুল্ল ধন্যবাদৰ ঢৌ তুলিলে—চৰকাৰৰ বৃত্তিধাৰী হৈ কলিকতালৈ গৈ বি-এ, এম-এ, পাছ কৰি আহি, কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক হ'ল। তেওঁৰ গুণ দেখি আত্মীয়-স্বজন বহুতে তেওঁক হাকিম হ'বলৈ কৈছিল, আৰু চৰকাৰেও সেই পদ কাকতিক দিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু বাণীপুত্ৰ বাণীকান্ত কাকতিয়ে তালৈ নগৈ বাণী-মন্দিৰত জ্ঞান-সেৱা কৰাটোকে সাৰ্দৰি ললে।

বৰপেটাত সেই 'পুওৰ ফাণ্ড' খোলা মেলখনৰ পাছত এই সময়লৈকে প্ৰায় দহ-বাৰ বছৰ কাকতিৰ লগত মোৰ দেখা-শুনা হোৱা নাছিল। তেওঁ এম-এ পৰীক্ষা দি অহাৰ পাছত বৰপেটাৰ কোনো বিয়া-ঘৰত মই নিজে লিখি, নিজে শিকাই কৰা অভিনয় চাই, মোক ধন্যবাদ দিবলৈ মোৰ ঘৰলৈ আহি মোক দেখা দিছিল। 'জয়দ্ৰথ বধ'ৰ অভিনয় চাই তেওঁ মুগ্ধ হোৱাৰ কথা মোক কৈছিল। ইমান বছৰৰ মূৰত মই কাকতিক দেখিছিলোঁ— মুখৰ গম্ভীৰতা আৰু চকুৰ উজ্জ্বলতা বৃদ্ধি পাইছে। দুয়ো বহু পৰ কথা হ'লোঁ। যাবৰ সময়ত দঢ়াই দঢাই মোক আৰু লিখি থাকিবলৈ অনুৰোধ কৰি গ'ল।

কাকতি কটন কলেজত নিগাজী হোৱাৰ প্ৰায় দুই-তিনি বছৰ মানৰ পাছতেই ময়ো গুৱাহাটীত 'অৰুণা প্ৰেছ' স্থাপন কৰোঁ, আৰু মাহেকীয়া 'চেতনা' সম্পাদন কৰোঁ। সেই সময়ৰ পৰাই কাকতিৰ লগত মোৰ ঘনিষ্ঠতা ঘটে। 'অৰুণা প্ৰেছ' স্থাপন কৰিছিলোঁ ১৯১৮ চনত। তেতিয়াৰে পৰা কাকতিয়ে মোৰ প্ৰেছলৈকে আহি নানা পৰামৰ্শেৰে মোক সহায় কৰিছিল। সম্ভৱতঃ কাকতিয়ে পোন প্ৰথমতে অসমীয়া সাহিত্যৰ চৰ্চ্চা ক'ৰে মোৰ 'চেতনা'ৰ পাততেই, পুৰণি অসমীয়া সাহিত্যৰ তত্ত্ব, সৌন্দৰ্য্য বৈজ্ঞানিক প্ৰণালীৰে উদঘাটন কৰি। তেওঁৰ পুৰণি অসমীয়া সাহিত্যৰ সমালোচনাবিলাক উচ্চ পৰ্য্যায়ৰ মূল্যাঙ্কনকৃত বস্তু। 'চেতনা'ৰ তেওঁ নিয়মিত লিখক আছিল।

ডঃ কাকতিৰ ইংৰাজী (১) 'Assamese: Its Formation & Development' (২) 'Mother Goddess Kamakhya' (৩)

'Vaishnavite Myths & Legends' আৰু অসমীয়া (৭) 'পুৰণি অসমীয়া সাহিত্য' (৫) 'সাহিত্য আৰু প্ৰেম' (৬) 'প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা' (৭) 'কলিতা জাতিৰ ইতিবৃত্ত', (৮) শ্ৰীশ্ৰীমাধৱদেৱৰ 'পিম্পৰা গুচোৱা' নাটকৰ সম্পাদন আদি গ্ৰন্থই তেওঁৰ গভীৰ পাণ্ডিত্য আৰু বিশাল মননশীলতাৰ পৰিচয় দিয়ে। ড: কাকতিৰ এইবোৰ চিন্তা অকল অসমীয়া সাহিত্যতে নহয়, ভাৰতীয় সাহিত্যতো অাপুৰুগীয়া সম্পদ। তেওঁৰ দৰে জ্ঞানান্বেষী অধ্যয়নশীল ব্যক্তি বিৰল।

ডঃ কাকতিয়ে মোৰ 'তুমি', 'বীণা' আৰু 'অসম বান্ধৱ'-'চেতনা'ত ওলোৱা কবিতাবোৰৰ সম্বন্ধে উচ্চ ধাৰণা লৈছিল। মোক কবিতা লিখিবলৈ সদায় উৎসাহিত কৰিছিল। মই কবিতা লিখিবলৈ এৰি ৰাজনীতিত লগাত তেওঁ মোক spoiled child অৰ্থাৎ, নষ্ট-ল'ৰা বুলি কেইবা দিনো তিৰস্কাৰ কৰাৰ দৰে কঢ় কথা কৈছিল, তথাপি মোৰ দেশাত্মবোধক গীতবোৰ তেওঁ ইংৰাজীত অনুবাদ কৰি দিছিল, আৰু তেওঁৰ পৰামৰ্শ মতেই সেইবোৰ 'Songs of the Cell' নামে দি কিতাপৰ আকাৰত প্ৰকাশ কৰি সেই সময়ত ভাৰতৰ বাহিৰলৈও পঠিওৱা হৈছিল আৰু সকলো ঠাইতে সমাদৰ লাভ কৰিছিল।

ডঃ কাকতি নিজে যেনে গুণী আছিল, সেই পৰিমাণে তেওঁৰ আনৰ প্ৰতি গুণগ্ৰাহিতাও প্ৰচুৰ আছিল। তেওঁ অকাৰণত কাৰো কু-চৰ্চা নকৰিছিল। অতি সামান্যজনৰ পৰাও জ্ঞানখিনি সংগ্ৰহ কৰাত তেওঁৰ উদাৰতা আছিল। মই অন্তৰঙ্গভাৱে তেওঁৰ লগত ঘনিষ্ঠতা ৰাখি সেইটো সদায় অনুভৱ কৰিছিলোঁ।

ডঃ কাকতিয়ে মই কবিতা লিখাত মন নিদিয়াত মোক নষ্ট ল'ৰা বুলি তিৰস্কাৰ কৰিছেই, ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত গোৱা মোৰ উদ্বোধনী গীত দুটা ইংৰাজীত তৰ্জমা কৰি তেওঁৰ নিজৰ খৰচেৰেই ছপাই কংগ্ৰেছৰ মুকলি অধিবেশনত বিপুল জনতাৰ মাজত বিলাই দিছিল, আৰু সেই গীতৰ ইংৰাজী তৰ্জমা পঢ়ি সকলোৱে প্ৰশংসা কৰাত মোক সোঁৱৰাই কৈছিল, "দেখিলে! তথাপি আপুনি কবিতা নিলিখে?" এই গীতৰ ইংৰাজী তৰ্জমাই সেই সময়ত সমগ্ৰ ভাৰতত কেনে প্ৰশংসা পাইছিল, সেই কথা মোৰ সম্বন্ধে তেওঁ লিখা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্ণেলত প্ৰকাশ হোৱা প্ৰবন্ধতো উল্লেখ কৰিছে।

ডঃ কাকতিয়েই সম্ভৱতঃ অসমীয়া সাহিত্য সমালোচনাৰ বৈজ্ঞানিক প্ৰণালী পোন প্ৰথমতে প্ৰৱৰ্তন কৰে। তেওঁৰ অধ্যয়নশীলতা ইমান বিস্তৃত আছিল যে সৰু সামান্য পুথি এখনকো তেওঁ নপঢ়াকৈ নেৰিছিল। অসমীয়া সাহিত্যৰ গতি-মতি লৈ তেওঁ মোৰ লগত সদায় আলোচনা কৰিছিল।

তেওঁ ইংৰাজী সাহিত্য 'এ' গ্ৰুপৰ এম. এ.-ত আশানুৰূপে ভাল কৰিব নোৱাৰি 'বি' গ্ৰুপটো (ভাষা-ব্যাকৰণ) পঢ়ি কলিকতা ইউনিভাৰছিটিত প্ৰথম হৈ সন্মানেৰে উত্তীৰ্ণ হোৱাৰ পাছত পাণ-বজাৰৰ ভাড়াঘৰত কেইবামাহৰ বাবে এটা ডাঙৰ অসুখত পৰিছিল। মই তেওঁক প্ৰাণ ঢালি শুশ্ৰূষা কৰিছিলোঁ। ভাল হৈ অহাত কাকতিয়ে এদিন মোক কৈছিল, "মই আই. এ.-ত কলিকতা ইউনিভাৰছিটিত প্ৰথম বি. এ. আৰু এম. এ.-ত সেই অনুপাতে ভাল কৰিব নোৱাৰি

ভাবিলোঁ, মোৰ আচলতে 'মেৰিট' নাই নেকি? দৈৱাৎ ঘটনাক্রমেহে আই. এ.-ত প্রথম হৈ উত্তীর্ণ হৈছিলোঁ নেকি? এই ভাবি মই মোৰ প্রকৃত 'মেৰিট' আছে নে নাই সেইটো প্রমাণ কৰিবলৈকে ইংৰাজী এম. এ.-ৰ বি গ্রুপটো ললোঁ। এ-গ্রুপতকৈ বি-গ্রুপটো বহুত টান। 'বি'-গ্রুপত প্রথম শ্রেণীৰ প্রথম হৈ উত্তীর্ণ হ'বলৈকে অতিপাত পৰিশ্রম কৰি পঢ়িলোঁ। সেই পৰিশ্রমৰ কাৰণেই মই এই বেমাৰত ভুগিলোঁ।" এয়া তেওঁৰ সংকল্প সিদ্ধিৰ বাবে কঠোৰ দৃঢ়তাৰ পৰিচায়ক।

মই 'অৰুণা প্রেছ' স্থাপনৰ প্রথম অৱস্থাত এটা চৰকাৰী জৰুৰী কামৰ বাবে ছপাৰ নতুন আখৰ আদি কিনিবলগীয়া হোৱাত, তেওঁৰ হাতত টকা নথকাতো তেওঁৰ এজন হিতাকাঙ্ক্ষী বন্ধুৰ পৰা বিনা সুদত ধাৰ কৰি নি মোক তিনি শ টকা দি সহায় কৰিছিল। কিন্তু পিছদিনা-খনেই চৰকাৰৰ পৰা অগ্রিম টকা এহেজাৰ পোৱাত সেই তিনি শ টকা কাকতিৰ হাতত দি তেওঁক নিশ্চিন্ত কৰিছিলোঁ।

ডঃ কাকতি থুহুতীয়া কথাত ৰসিকো আছিল। কবিতা নিলিখাৰ বাবে মোক কঠোৰভাৱে তিৰস্কাৰ কৰাৰ দৰে, মই মোৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ বাবে মনোযোগ নিদি কেৱল সংৰক্ষিণী আন্দোলনত ব্যস্ত থকাৰ বাবেও কাকতিয়ে মোৰ লগত বগৰ কৰিছিল। এদিন কাকতি, মই আৰু ডঃ বিৰিঞ্চি বৰুৱা গধূলি দীঘলী পুখুৰীৰ পাৰৰ ঘাঁহনিত বহি নানা ধৰণৰ কথা আলোচনা কৰি আছিলোঁ। তাতে মোৰ কথা ওলাইছিল। মই মোৰ আৰ্থিক ফালটো অৱজ্ঞা কৰি চলাৰ বিষয়টোলৈয়েই কথা হৈছিল। এইটো দ্বিতীয় মহাযুদ্ধৰ সময়ৰ, ইং ১৯৪০ চনৰ কথা। ডঃ কাকতিয়ে মোক কৈছিল, "এতিয়া আপোনাৰ আৰু আন উপায় নোহোৱা হ'ল। এতিয়া আপুনি এখন গেৰুৱা পিন্ধি সপৰিয়ালে কোনো এখন দেৱালয় বা আশ্রমত আশ্রয় লওক।" মই কৈছিলোঁ, "বৰ ভাল পৰামৰ্শ। ময়ো তাকেই ভাবি আছিলোঁ। এতিয়া আপুনি নিজেই যেতিয়া কথাটো কলে, মোৰ সাহস বাঢ়িল। মই কালিৰ পৰাই মোৰ মূৰটো খুৰাই এখন গেৰুৱা পিন্ধি এই দীঘলী পুখুৰীৰ পাৰতে এঠাইত চকু দুটা মুদি আসন পাতি ধ্যানমগ্ন হৈ বহি যাওঁ। আপুনি আৰু বিৰিঞ্চিয়ে ভক্তি-গদ্‌গদ্ হৈ হাত যোৰ কৰি মোৰ আগত বহি থাকক। মানুহৰ আগত প্রচাৰ কৰক, ৰায়চৌধুৰীৰ গাত সিদ্ধি লম্ভিছে। তেওঁ সিদ্ধপুৰুষ হৈছে। তেতিয়া টকা-পইচা সোপা-সোপে আহি জমা হ'ব। আপোনালোকেও তাৰ ভাগ পাব। এই দৰেই তো বহুত ব'ম-বাবাই বাইজৰ পৰা টকা-পইচা লুটি নানাবিধ ভোগ কৰিব ধৰিছে।" আমাৰ তিনিওজনৰ হাঁহিৰ খলকনিত দীঘলী পুখুৰীৰ পাৰখন উদ্বেলিত হৈ উঠিছিল। আমাৰ হাঁহিৰ খলকনিত ওচৰেদি ফুৰিবলৈ যোৱা কেইবাজনো লোক আমাৰ ওচৰলৈ গৈ থিয় দিছিল। মই তেতিয়া কৈছিলোঁ, "দেখিলে, মই কথাটো আলচা মাত্রেই ইমান জন আহি গোট খালে। মই গেৰুৱা লৈ তেনে কৰিলে আৰু আপুনি আৰু বিৰিঞ্চিয়ে সেইদৰে হাত যোৰ কৰি বহি থাকিলে ঠাই নোহোৱা লোকৰ সমাগম হ'ব আৰু টকা-পইচাৰো ঠাই নোহোৱা আমদানি হ'ব।" ডঃ কাকতিৰ লগত মোৰ এনে ধৰণৰ বহুত ৰসিকতা

চলিছিল। ডঃ কাকতিয়ে ফোফদাং-মৰা বিলাসিতা কেতিয়াও ভাল নাপাইছিল। তেওঁ খুব মিতব্যয়ী আছিল, আৰু অমিতব্যয়ী আন লোকক সমালোচনা কৰিছিল। তেওঁৰ নিজৰ পিন্ধন-উৰণো অতি সৰল আছিল। কাকতিয়ে মোৰ পাৰিবাৰিক জীৱনৰ কথাও ভালদৰে জানিছিল, আৰু তেওঁৰ পাৰিবাৰিক জীৱনৰো বহু কথা মোক অন্তৰঙ্গভাৱে খুলি কৈছিল।

ডঃ কাকতিয়ে, কেতিয়াবা মোৰ লগত, কেতিয়াবা ডঃ বিৰিঞ্চি বৰুৱাৰ লগত আৰু কেতিয়াবা ডঃ মথুৰা গোস্বামীৰ লগত আবেলি গুৱাহাটীৰ পৰা নাৰেঙীলৈ যোৱা ৰেল লাইনটোৰ কাষে কাষে ফুৰি ফুৰি তেওঁৰ Assamese : Its Formation and Development গ্ৰন্থখনৰ বাবে কোনো শব্দত আৱিষ্কাৰ কৰা তত্ত্ববোৰ আমাৰ আগত বহলাই বুজাই কৈছিল। এইদৰে প্ৰায়বিলাক আবেলিতেই আমি ছয়-সাত মাইল পৰ্য্যন্ত ফুৰিছিলোঁ।

তেওঁ তামোল বেছিকৈ খাইছিল। ধোঁৱাও খাইছিল। ঘৰত গুড়গুড়িত মলা ধঁপাত আৰু বাহিৰত চিগাৰেট বা বিড়ি। চিগাৰেটতকৈ তেওঁ বিড়িকেই বেছিকৈ হুপিছিল।

ইং ১৯২৩ চনত কাকতি, মই, শ্ৰীবিষ্ণু মেধি, কামেশ্বৰ দাস, ৰমেশ দাস আদিয়ে একেলগে মহাপুৰুষীয়া একশৰণীয়া নামধৰ্ম্মত বৰপেটা সত্ৰত শৰণ লৈছিলোঁ। তেতিয়াৰে পৰা কাকতিৰ লগত মোৰ অন্তৰঙ্গতা বেছি গাঢ় হৈছিল। তেতিয়াৰে পৰা আমি দুয়ো দুয়োকো আতৈ-সখি বুলি সম্বোধন কৰি আমোদ পাইছিলোঁ।

কাকতিৰ লগত মোৰ অন্তৰঙ্গতা সম্বন্ধে কবলৈ বহুত কথা আছে। সময় পালে সেইবোৰ বিশ্লেষণ কৰি কবৰ মন আছে। কিন্তু সময় চাপি আহিছে; কি জানোবা সেই আশা পণ্ডই হয়। সময় থাকোঁতে মোৰ জীৱনৰ নানা তয়া-ময়া সংগ্ৰামত সেই আশা মনত উদয় হলেও, সুবিধা নোলাল। এতিয়া মোৰ জীৱনৰ শেষ প্ৰান্ত। হয়তো এনে আন বহুত কথা ৰক্ষা কৰিব নোৱাৰিম। হেৰাই যাব। সময় নহ'ব।

ডঃ কাকতিৰ পুণ্য-স্মৃতিৰ উদ্দেশ্যে মূৰ দোৱালোঁ।

## ৮

ডাঃ হৰিকৃষ্ণ দাস গ'ল। আমাৰ সকলোৰে শ্ৰদ্ধাস্পদ ডাক্তৰ দাদাই আমাক এৰি গুচি গ'ল। অসমৰ জনসমুদ্ৰত জীৱনভৰ মানৱতাৰ সন্ধান বিচাৰি অনাড়ম্বৰ নীৰৱ-সেৱাৰ শান্তিদায়ক উৰ্মি তুলি থকা ডাক্তৰ দাদা, সৃষ্টিৰ ৰহস্যময় কোনোবা কিবা অঙ্কুৰ এটাত প্ৰস্ফুটিত হৈ উঠিবলৈকে বয়সৰ পৰিপক্ক ৮৩ বছৰ শেষ কৰি থৈ আমাৰ আগৰ পৰা অন্তৰ্হিত হ'ল। ডাক্তৰ দাদা ভাৰতীয় সভ্যতা-সংস্কৃতিৰে পৰিপুষ্ট মানৱ-সেৱাধৰ্মী মহাপুৰুষীয়াপন্থী আছিল। মহাপুৰুষীয়া মানৱ-সেৱাপন্থীয়ে, মানৱাত্মাৰ অমৰত্ব আৰু মানৱ-সেৱাৰ আনন্দ-উচ্ছল পথেৰে সি মহত্তৰপৰা মহত্তমলৈ ধাৱমান হৈ অনন্ত কাল গৈ থাকি নানান ৰূপেৰে নিজক বিকাশ কৰি ভগৱৎ প্ৰাপ্তিৰ অবিচ্ছিন্ন আত্মানন্দ লাভ কৰি থকা শাশ্বত সত্যটো নিৰ্বিবাদে বিশ্বাস কৰে। ডাক্তৰ দাদা আছিল এই নিস্পৃহ মহাপুৰুষীয়া মানৱ-সেৱাধৰ্মী। সেই বাবে, এই বিশ্বাসেৰে ধাতু মজ্জায়িত আমাৰো, ডাক্তৰ দাদাৰ বিয়োগত ইয়াৰ বাহিৰে

আৰু ধাৰণা আৰু ধৰ্ম-বিশ্বাস পৰিপোষণ কৰি নিৰাশ্ৰাবাদত পৰিলিপ্ত হ'বলৈকে পথ নাই। কাৰণ মানৱ জীৱনৰ অনন্তগামী ছন্দায়িত গতিটোৱেই মানৱ-সেৱাধৰ্মী মহাপুৰুষীয়াৰ অবিনশ্বৰ ভাব-মোহৰ পৰা চিৰন্তন নিৰ্দেশ।

ডাঃ দাদা গ'ল, কিন্তু থৈ গ'ল আমাৰ বাবে তেওঁ—শৰণীয়া কস্তুৰীবাই আশ্ৰমত তেওঁৰ নিস্পৃহ নীৰৱ সেৱাদৰ্শৰ জীৱন্ত সেৱানুষ্ঠান, 'গ্ৰাম সেৱিকা বিদ্যালয়' আৰু চানমাৰী আশ্ৰমত 'গ্ৰামসেৱক বিদ্যালয়'। সেই আশ্ৰম ৰাখি গ'ল তেওঁৰ নিৰাড়ম্বৰ সেৱাৰ আদৰ্শেৰে গঢ় লৈ উঠা শিক্ষিতা চিৰকুমাৰী বিদুষী দুহিতা, শ্ৰীমতী অমলপ্ৰভা ( সৰুমণি ), নিজ পুত্ৰতুল্য একনিষ্ঠ সৰ্বোদয় কৰ্মী শ্ৰীমান খগেশ্বৰ ভূঞা আৰু দুগাগুামান নিঃস্বাৰ্থ মানৱ সেৱক-সেৱিকাৰ তত্ত্বাৱধানত। ডাক্তাৰ দাদাৰ প্ৰতিষ্ঠিত আন একাধিক সেৱানুষ্ঠানৰ পৰিচালনা কাৰ্যত নিৰাশ হৈ এই সেৱানুষ্ঠান দুটা তেওঁ নিজৰ খৰচত নিজ তত্ত্বাৱধানত পৰিচালনা কৰি থাকি, সেৱাৰ সময়ত নিজৰ বিশ্বাস-ভাজন সেৱাব্ৰতা দুহিতাৰ তত্ত্বাৱধানত ৰাখি থৈ যোৱাটোকে তেওঁ উচিত যুক্তি ভাবিলে। এই দুয়োটা সেৱানুষ্ঠানক জীৱন্তভাৱে কৰ্মতৎপৰ ৰখাৰ কাৰণে তেওঁ নিজে সকলো খৰচ বহন কৰিছিল।

ডাঃ দাদা আজন্ম মানৱ-সেৱাস্পৃহ। এই স্পৃহা তেওঁ উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছিল নিখুঁত মহাপুৰুষীয়াপন্থী পৰম বৈষ্ণৱ ভগৱৎ-প্ৰেমিক তেওঁৰ পিতাক ৺জুৰোৰাম দাস উকীলৰ পৰা। সেই বাবে, ছাত্ৰাৱস্থা পাৰ হৈ কৰ্মময় সাংসাৰিক ক্ষেত্ৰত সোমাই পৰা মুহূৰ্তৰ পৰাই তেওঁৰ জীৱনত সক্ৰিয়ভাৱে সামাজিক সৰু-বৰ, ধনী-নিৰ্ধনী, অস্পৃশ্যতা, জাত-পাত বিচাৰ ভেদা-ভেদৰ অস্বস্তিকৰ আপচু টিলা-বোৰ ভাঙি ভোহৰাই মানৱতাৰ স্বচ্ছ ফল্গুধাৰা-টোৱেই নীৰৱ অথচ প্ৰচণ্ড গতিৰে বৈ আছিল তেওঁৰ গোটেইটো জীৱন বুৰাই। সেই বাবেই, তেওঁৰ ঘৰখনেই আছিল জাতি-বৰ্ণ-নিৰ্বিশেষে নিগৃহীত নিৰাশ্ৰয় ন'বা ছোৱালীৰ নিশ্চিন্ত আশ্ৰয় আৰু সান্ত্বনাৰ স্থল, সেই বাবেই তেওঁ শতাধিক এনে নিগৃহীত নিগৃহীতা আৰু নিৰাশ্ৰয়-নিৰাশ্ৰয়াৰ পিতা, আতা, দেউতা; সেই বাবেই তেওঁ তেওঁৰ চাকৰি জীৱনতো আৰু পেঞ্চন পোৱাৰ পাছতো মানৱত্ব বিনাশকাৰী সাম্ৰাজ্যবাদী শোষক বৃটিছ শাসননীতিৰ বিৰুদ্ধে সৎ সাহসেৰে ফেৰ প্ৰাতি থিয় দিব পাৰিছিল; সেই বাবেই তেওঁ বৃটিছ গৱৰ্ণমেণ্ট প্ৰদত্ত যোল হেজাৰ টকা আৰু নিজৰো বহুখিনি ধন আৰু মাটি-সম্পত্তি বৃটিছৰ অমানবীয় শোষণ মুক্তকাৰী কংগ্ৰেছৰ সংগঠনৰ বাবে অকাতৰে দান কৰি এগৰাকী উচ্চস্তৰৰ কংগ্ৰেছ কৰ্মী হ'ব পাৰিছিল আৰু সেই বাবেই তেওঁ সাংগঠনিক নৈতিকতা ৰক্ষাত কঠোৰ আছিল আৰু তাত ব্যতিক্ৰম দেখিয়ে নিজৰ প্ৰদত্ত ধন-মাটি সকলো অৱিক্ৰপ মনেৰে থৈকেচা মাৰি এৰি থৈ নিজাভাৱে সেৱানুষ্ঠান প্ৰতিষ্ঠা কৰি মানৱ সেৱাৰ স্পৃহা পৰিতৃপ্ত কৰিবলৈ যত্ন কৰিছিল, আৰু সেই আদৰ্শ ধিয়াইয়েই তেওঁ সত্তৰ বছৰীয়া বুঢ়া কালতো একাধিক বাৰ জেল খাটিব পাৰিছিল। এনেজন আছিল আমাৰ ডাক্তাৰ দাদা ৺হৰিকৃষ্ণ দাস।

ডাক্তাৰ দাদাই নিজ পৰিচয়ৰ সন্মান কঠোৰভাৱে ৰক্ষা কৰিছিল আৰু তাক লঘু কৰা কোনোফালৰ অপচেষ্টা সহ্য নকৰিছিল। কামৰূপী মাতৃ-কথাক ব্যঙ্গ কৰাৰ প্ৰত্যুত্তৰত পণ্ডিত ৺তাৰানাথ চক্ৰৱৰ্তী

কাব্যবিনোদৰ সম্পাদকত্বত যি মাহেকীয়া 'আসাম বান্ধৱ' ওলাইছিল, তাত প্ৰসিদ্ধ ভাষাতত্ত্ব ব্যাকৰণ-বিদ সাহিত্যিক ৺কালিৰাম মেধি, সাহিত্যিক গ্ৰন্থকাৰ ৺ভাৰতচন্দ্ৰ দাস আৰু ডিব্ৰুগড়ৰ্বাসী প্ৰসিদ্ধ চাহ-খেতিয়ক ব্যৱসায়ী ৺গঙ্গাৰাম চৌধুৰীৰ সৈতে সমভাৱে তেওঁৰ অৰ্থ-সাহায্য কৰিছিল। আৰু ৰাজকাৰ্য্যত সম্পাদকৰ সৈতে মেধি আৰু দাস ডাঙৰীয়াদ্বয় আন ঠাইলৈ বদলি হৈ যোৱাৰ পাছত আৰু ৺গঙ্গাৰাম চৌধুৰীয়েও হেলা কটাত, 'আসাম বান্ধৱ'ৰ কাৰ্য্যালয়টো ডাক্তৰ দাদাই তেওঁৰ নিজ ঘৰলৈ আনি লৈ, নিজৰ সম্পাদকতাত নিজে গোটেইখিনি খৰচ বহন কৰি কাকতখন কেইবা বছৰো চলাই আত্ম-পৰিচয়ৰ সন্মান অক্ষুণ্ণ ৰাখিছিল। ময়ো দুবছৰ ডিব্ৰুগড়ত 'আসাম বান্ধৱ'ৰ সহকাৰী সম্পাদক আছিলোঁ, আৰু তাৰ বাবে মোৰ পাৰিশ্ৰমিকখিনিও ডাক্তৰ দাদাই নিজৰ পৰাই দিছিল। এই আত্ম-পৰিচয়ৰ প্ৰতি সন্মানৰ বাবেই তেওঁ নিজৰ বৰপেটীয়া মাত-কথা মৃত্যুৰ দিনলৈকে ৰাখি চলিছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনত মই আৰু কৰ্মবীৰ ৺চন্দ্ৰনাথ শৰ্মাই কটন কলেজৰ বাহিৰত চাৰিওকাষে ঘূৰি ঘূৰি বক্তৃতা দি কংগ্ৰেছৰ স্কুল-কলেজ বৰ্জন কৰা প্ৰোগ্ৰামটো সফল কৰি তুলিব-লৈকে ছাত্ৰসকলক আহ্বান জনাওঁ। প্ৰায় পাঁচশ মান ছাত্ৰ ওলাই আহোঁতে তেওঁলোকক লৈ আমি কংগ্ৰেছৰ জয় গাই গাই গোটেইখন গুৱাহাটী খলক লগাই তোলোঁ। ক্ৰমে সন্ধিয়া হৈ আহিল। চিন্তা হ'ল এই ছাত্ৰসকলক ৰখা হয় ক'ত? মনত পৰিল; বৰপেটীয়া পাৰাত ডাক্তৰ দাদাৰ ডাঙৰ টিনৰ পকা ঘৰটো খালি আছে। আৰু সেইটো ৺ডাঃ জ্যোতিষচন্দ্ৰ দাসৰ অগ্ৰজ শ্ৰীগৰ্গৰাম দাসৰ তত্বাৱধানত আছে; তৎক্ষণাত তেওঁৰ অনুমতি লৈ ছাত্ৰ দলক ঘৰটোত নি সুমুৱাই দিলোঁ আৰু কলেজ হোষ্টেলৰ পৰা নি নিজ কাপোৰ-কানি, বিছনা পত্ৰ, বাকচ-কিতাপ সকলো তালৈকে লৈ আহিবলৈ ছাত্ৰসকলক পঠাই দিলোঁ। তেতিয়াতে ডাক্তৰ দাদালৈ টেলিগ্ৰামেৰে অনুমতি খুজিলোঁ। ডাক্তৰ দাদায়ো পলম নকৰি তপাতে তপাতে টেলি-গ্ৰামেৰে অনুমতি দি পঠালে। কিন্তু ক'লে, ঘৰটো যাতে নষ্ট নহয়। তাৰ পিছ দিনাখন মই সকলো কথা বৰ্ণাই ডাক্তৰদাদালৈ পৰিস্থিতিটো জনোৱাত ছাত্ৰসকলৰ খোৱা খৰচৰ বাবে একশ টকা মোলৈ মনি অৰ্ডাৰ কৰি পঠাই দিলে। ছাত্ৰ-সকলক তাত সাত-আঠ দিনমান ৰাখি প্ৰোগ্ৰাম দি কংগ্ৰেছৰ প্ৰচাৰ আৰু সংগঠন কৰিবলৈকে নিজ নিজ ঠাইলৈকে পঠোৱা হ'ল। এমাহমান পাছত ডাক্তৰ দাদাই তেওঁৰ কাৰ্য্যস্থলী ডিব্ৰুগড় বেৰী-হোৱাইটৰ পৰা ছুটী লৈ আহিল আৰু দেখিলে যে তেওঁৰ ঘৰটোৰ বহুখিনিত ভঙা-ছিঙা হৈছে। কিন্তু তেওঁ নিৰ্বিকাৰ মনেৰে হাঁহি মাৰি ল'বাৰ কাম বুলি কৈ মিস্ত্ৰি মাতি আনি ভঙা-ছিঙাবোৰ মেৰামত কৰিবলৈ দিলে।

ডাক্তৰ দাদাই সংগঠনমূলক কামৰ বাহিৰে পাৰ্লিয়ামেণ্টৰী ৰাজনীতি ভাল নাপাইছিল। ১৯২৯ চনত এবাৰ তেওঁ গুৱাহাটী মিউনিচিপালিটিৰ কমিচনাৰ নিৰ্বাচনত থিয় হয়। মই কলোঁ, "ডাক্তৰ দাদা দেখোন পাৰ্লিয়ামেণ্টৰী ৰাজনীতিলৈ গ'ল!" তেওঁ কলে—"কি কোৰ্ বাহে? লক্ষী, ৰাখিকাই নেখে! দিয়া, মই কেনভাচ নকৰু, হাৰু যোঁদি হাৰিম—আৰু গুঠু।"

১৯৩০ চনত লোণ আইন ভঙ্গ সত্যাগ্ৰহ। গুৱাহাটী কংগ্ৰেছ কমিটিয়ে সত্যাগ্ৰহী সংগঠন কৰিব-লৈকে মোক একনায়কত্বৰ ভাৰ দিয়ে। মই বহুত চেষ্টা কৰিও সত্যাগ্ৰহী সংগ্ৰহ কৰিবলৈ অপাৰগ হওঁ। এই সময়তে ভাৰতৰ অন্যান্য কিছুমান ঠাইত একনিষ্ঠ কংগ্ৰেছ কৰ্মী এদলে স্থিৰ কৰে যে তেওঁলোকে এই সত্যাগ্ৰহত ঘৰৰ পৰা বাহিৰ হৈ ভাৰত স্বাধীন নোহোৱালৈকে সত্যাগ্ৰহ সংগ্ৰামকে চলাই থাকিব—ঘৰলৈকে কেতিয়াও ফিৰি নাহিব। জুবিলী পাৰ্কৰ এখন ৰাজহুৱা সভাত ময়ো এই প্ৰতিজ্ঞা কৰোঁ। তাকে শুনি ডাক্তৰ দাদাই মোৰ ঘৰলৈকে আহি, সকলো দায়িত্ব আৰু কৰ্তব্যতকৈ নিজৰ আশ্ৰিত পৰিয়ালাৰ নিশ্চিন্ততা আৰু নিৰাপত্তাৰ প্ৰতি দায়িত্ব আৰু কৰ্তব্য আগ বুলি মোক আৰু মোৰ পৰিবাৰক বহুত যুক্তিৰে বুজালে। কাৰণ, ডাক্তৰ দাদাই জানে—মই কি কঠোৰ পৰিশ্ৰমেৰে জীবিকা নিৰ্বাহ কৰোঁ আৰু অভাৱত মোৰ আশ্ৰিত পৰিবাৰ আৰু কেঁচুৱা সন্তান দুটিৰ কি গতি হব। মই ডাক্তৰ দাদাৰ যুক্তিপূৰ্ণ উপদেশত নিৰস্ত হলোঁ। মোৰ সন্তান ৰেণু-অণু তেতিয়া কেঁচুৱা।

১৯৩৯ চনত ৺ৰামদেৱ শৰ্মাই তেওঁৰ পাণ-বজাৰৰ মাটিৰ পৰা মোৰ ওপৰত কৰা উচ্ছেদৰ মোকৰ্দমাত এক-তৰফা ডিক্ৰী পাই মোৰ ঘৰটো ২৫০ টকাত নিলামত দিয়ে। মই তেতিয়া সংৰক্ষিণী সভাৰ এদল কৰ্মী গঠন কৰি নগাঁৱত বানপানী ৰিলিফ দিয়াত চুৰ্তি নোহোৱাকৈ ব্যস্ত। মোৰ ঘৰ নিলামৰ তাৰিখ সম্বন্ধেও মোৰ ইয়াদ নাছিল; কাৰণ, যি হয় হব—মোৰ তো টকা নাই এই বুলি। মোৰ ঘৰ নিলামৰ তাৰিখৰ আগদিনা ভাঠিবেলা এজন মানুহে আহি মোৰ পৰিবাৰৰ হাতত ডাক্তৰ দাদাৰ চহীৰে মোৰ নামৰ এখন ২৫০ টকাৰ চেক্ দি গুচি যায়। মই গধূলি ঘৰলৈ অহাত পৰিবাৰে চেক্‌খন মোৰ হাতত দিয়ে। মই চাই একো বুজি নাপাই চেক্‌খন লৈ ডাক্তৰ দাদাৰ ঘৰলৈ যাওঁ আৰু তেওঁক চেক্‌খনৰ কথা সোধো কিয় দিলে বুলি। তেওঁ মোক কলে, "যাৱা, যাৱা, সুধবা নালাগে—নিলামোৰ পেৰে ঘৰটু খালাচ কৰা যাই—কালি ১০টা বাজাতে তোমাৰ ঘৰ নিলাম হব।" মোৰ তেতিয়াহে গাত ইয়াদ চাপিল! এনে আছিল ডাক্তৰ দাদাৰ প্ৰকৃত বিপদগ্ৰস্তৰ প্ৰতি লক্ষ্য ৰাখি তাক ৰক্ষা কৰাৰ উদাৰ মন। মই পাছ-দিনা গৈ আদালতত টকা জমা দি ঘৰটো নিলামৰ পৰা খালাচ কৰিলোঁ। এনে ঋণ অপৰিশোধ্য যদিও তেওঁৰ প্ৰতিস্থাপিত অসম সেৱক প্ৰেছত মোৰ অৰুণা প্ৰেছৰ কিছুমান সৰঞ্জাম দি ঋণৰ ধন পৰিশোধ কৰিছিলোঁ।

ডাক্তৰ দাদাৰ বহু সৰল অৰ্থ-সাহায্যৰ বহু জনে অপব্যৱহাৰ কৰিছিল। এই লৈ প্ৰসঙ্গক্ৰমে কেতিয়াবা কথা উঠিলে নিৰ্বিকাৰভাৱে তেওঁ কৈছিল, "দিয়াহে অম্বিকা, সিখিনিদি কিমেন দিন খাবো।" লগতে ৰবীন্দ্ৰনাথৰ গীত এষাৰ গাইছিল: "অল্প লইয়া থাকি—তায়, যাহা যায় তাহা যায়, কণাটুকু যদি হাৰায় তা লয়ে প্ৰাণ কৰে হায় হায়।"

ডাক্তৰ দাদা ৰবি ঠাকুৰৰ ভাৱৰাশিৰ ভক্ত আছিল। কিন্তু তেওঁৰ আড়ম্বৰী চাল-চলনটো ভাল নাপাইছিল। এই কথা কথা-প্ৰসঙ্গত কেইবাবাৰো মোৰ আগত তেওঁ প্ৰকাশ কৰিছিল। ডাক্তৰ দাদা সৰ্বতোভাৱে মহাত্মা গান্ধীৰ আদৰ্শৰ ভক্ত আছিল।

ডাক্তৰ দাদাৰ বিয়োগত আজি এনে বহুত কথাই মনত পৰিছে। সেইবোৰকে স্মৰণ কৰি আজি আগু-শ্ৰাদ্ধৰ দিনা তেওঁৰ মহৎ আত্মাৰ উদ্দেশ্যে মূৰ দোঁৱালোঁ।

# অৰুণা প্ৰেছ : চেতনা

## মূলধন ছুটিকা

ক

ইং ১৯১৫ চনৰ পৰা ১৯১৭ চনলৈকে মই তেতিয়া ডিব্ৰুগড়ত। অসমীয়া ভাষাত কামৰূপী শাব্দিক (ভাব প্ৰকাশক হলেও), আৰু প্ৰত্যয়িক ৰূপ (যেনে—চখু-চকু, তাৰা-তৰা, বাজা-বজা, বাঙা-ৰঙা, ঘৰক-ঘৰলৈ, হাতেদি-হাতেৰে আদি) ব্যৱহাৰৰ বাবে লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদিত 'বাঁহী'ৰ বিৰোধিতাৰ প্ৰত্যাহ্বান স্বৰূপে সেই সময়ত ডিব্ৰুগড়বাসী ডাঃ হৰিকৃষ্ণ দাস, কান্তিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, গঙ্গাৰাম চৌধুৰী আদিৰ পৃষ্ঠপোষকতাত পণ্ডিত ভাৱানাথ চক্ৰৱৰ্তী কাব্য-বিনোদৰ সম্পাদনাত প্ৰকাশ হোৱা মাহেকীয়া 'আসাম বান্ধৱ'ৰ মই সহকাৰী সম্পাদক। কাব্য-বিনোদ চক্ৰৱৰ্তীয়ে দীঘলীয়া ছুটী লৈ কামৰূপৰ ঘৰলৈ অহাত ডাঃ হৰিকৃষ্ণ দাসৰ তত্বাৱধানত 'আসাম বান্ধৱ' সম্পাদনৰ ভাৰ প্ৰায় মোৰ হাতভেই অৰ্পিত হৈছিল। ভাষিক ব্যৱহাৰ সংক্ৰান্তত 'বাঁহী' আৰু 'বান্ধৱ'ৰ তেতিয়া ঘোৰ অৰিয়া-অৰি। এই সংঘৰ্ষৰ সমাধানৰ বাবে ডাঃ হৰিকৃষ্ণ দাসক মই প্ৰস্তাৱ দিলোঁ, প্ৰতিষ্ঠাবান লেখকসকলে প্ৰকৃত বানান, শব্দ, আৰু প্ৰত্যয়াদি প্ৰয়োগ নিয়মৰ যেনেকৈ লিখে, 'আসাম বান্ধৱ'ৰ ঠাঁচত কাটি-কুটি নকৰাকৈ ঠিক তেনেকৈয়ে ছপোৱা ভাল হ'ব যেন লাগে বুলি। ডাঃ দাস সম্মত নহ'ল। সেই বাবে, মই 'আসাম বান্ধৱ'ৰ দায়িত্ব ত্যাগ কৰিলোঁ, আৰু ডাঃ দাসক কলোঁ যে মই গুৱাহাটীলৈ গৈ নিজে এখন এই মতৰ কাকত উলিয়াম। কলোঁ হয়,— কিন্তু গুৱাহাটীত প্ৰেছ ক'ত? ছপাম ক'ত? ডিব্ৰুগড়ত কেৱলৈ প্ৰেছ আছে। তাতে 'আসাম বান্ধৱ' ছপায়। গুৱাহাটীততো তেনে কোনো প্ৰেছ নাই। চিন্তাত পৰিলোঁ।

সেই সময়ত কবি-গাল্পিক, আসাম ট্ৰিবিউনৰ প্ৰাক্তন সম্পাদক শ্ৰীলক্ষ্মীনাথ ফুকনো ডিব্ৰুগড়ত আছিল জৰ্জ ইনষ্টিটিউটৰ শিক্ষক হৈ আৰু ৺দুৰ্গানাথ চাংকাকতিৰ সম্পাদিত আৰু শ্ৰীনীলমণি ফুকনৰ পৰিবেশিত মাহেকীয়া 'আলোচনী' কাকতৰ সহায়ক হিচাপে আছিল নীলমণি শ্ৰীফুকনৰ লগত। তেওঁ কিবা কাৰণত জৰ্জ ইনষ্টিটিউটৰ শিক্ষকৰ কাম আৰু 'আলোচনী' কাকতৰ সম্পৰ্ক ত্যাগ কৰিলে। দুয়ো লগ হই কথা হলোঁ। মোৰ সংকল্পৰ কথা তেওঁক কলোঁ। তেওঁ যি পাৰে মোক সহায় কৰিব বুলি কলে।* ইচ্ছা আছিল, গুৱাহাটীৰ পৰা এখন উচ্চ শ্ৰেণীৰ মাহেকীয়া কাকত উলিয়াম। ৮৫০ (চাৰে আঠ শ) আঠশ পঞ্চাছ টকাৰে এটা সৰু হেণ্ড-প্ৰেছ কিনি আনি গুৱাহাটীত কাকত চলাব

* শ্ৰীলক্ষ্মীনাথ ফুকনে ৰায়চৌধুৰীৰ লগত বেলেগে আহিলেও, ৰায়চৌধুৰীয়ে লিখামতে প্ৰেছ আদি খোলা আৰু সেই সংক্ৰান্তত একেলগে কলিকতালৈ যোৱাৰ কথা অস্বীকাৰ কৰিছে। (ৰামধেনু, ১৮শ বছৰ ৪ৰ্থ সংখ্যা, পৃঃ ৩৮৩-৩৮৪ দ্ৰষ্টব্য।) —প্ৰকাশক

পাৰিম। সেই সময়ত চেকেণ্ড হেণ্ডৰ সৰু হেণ্ডপ্ৰেছ মেছিন এটা তিনিশমান টকাতে পাব পৰা আছিল। মোৰ হাতত ৩৫০ (চাৰে তিনিশ) টকা জমা আছিল। মেছিনটোক বাদে বাকী টকাৰে আৱশ্যকীয় আখৰ, কেছ, ষ্টিক আদি সৰঞ্জাম আৰু কাকত কিছু কিনিম। এইদৰে কথা হৈ ফুকন আৰু মই উৎফুল্ল মনেৰে গুৱাহাটীলৈ ওলালোঁ। তেতিয়া ইং ১৯১৭ চনৰ মে' মাহ।

দুয়ো ডিব্ৰুগড়ৰ ৰিহাবাৰী ষ্টেচনত ৰেলত উঠি ৰাওনা হলোঁ গুৱাহাটীলৈ বুলি। তেতিয়া ৰাতি আঠ-নটামান। তিনিচুকীয়া জংছনত ৰেল সলাই ৰাতি তিনিটামান বজাত গুৱাহাটীমুখী ৰেলত উঠিলোঁ। পিছদিনা দিনৰ নটামান বজাত নাজিৰা ষ্টেছনত নামি, তাত কাননগো কাম কৰি থকা মোৰ বংশীয় দাদা ৺গোবিন্দনাথ ৰায়চৌধুৰীৰ ঘৰত দুপুৰীয়াৰ সাজ খাই, দুয়ো পুনৰ আবেলিৰ গুৱাহাটীমুখী পেছেঞ্জাৰ ৰেলত উঠিলোঁ। বাটত দুয়োৰো ভিতৰত বন্দৱস্ত হ'ল, ফুকনে দুদিনৰ বাবে যোৰহাটত সোমাব, মই গুৱাহাটীলৈ যাম। নিৰ্দিষ্ট দিনত তেওঁ গুৱাহাটী পাব আৰু দুয়ো কলিকতালৈ যাম। সেইমতে গৈ ফুকনে গুৱাহাটী পালে। মোৰ বাহাতে দুয়ো একেলগে ভাত খাই সিদিনা-খনেই ৰাতিৰ গাড়ীত দুয়ো কলিকতালৈ যাত্ৰা কৰিলোঁ। মোৰ মনত আনন্দ-উৎসাহৰ সীমা নাই—কলিকতাৰ পৰা প্ৰেছ আনি গুৱাহাটীত পাতিম, তাৰপৰা মোৰ সঙ্কল্পিত কাকতখন উলিয়াম। সেই সময়ত অসমৰ প্ৰায়বিলাক মানুহেই কিবা কাৰণত কলিকতালৈ গলে লোহিত ভূঞাৰ ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটতেই উঠিছিল। এই উদ্দেশ্যতে ভূঞাই সেই আৱাসটো ৰাখি অসমৰ পৰা যোৱা মানুহক আদৰ-অভ্যৰ্থনাৰে তাত আশ্ৰয় দিছিল।

পিছদিনা দুপৰীয়া এঘাৰটামান বজাত গৈ শিয়ালদহ ষ্টেচনত নামি ফুকন আৰু মই দুয়ো গৈ উঠিলোঁ ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত। লোহিত ভূঞা তেতিয়া তাত নাছিল—অসম ভ্ৰমণত আছিল। আৱাসটো পৰিচালনাৰ ভাৰ আছিল তেতিয়া 'পুৰী ভ্ৰমণ'ৰ গ্ৰন্থকাৰ শ্ৰীপ্ৰাণেশ্বৰ দাসৰ হাতত। তেওঁ কলিকতাৰ কলেজত পঢ়িছিল আৰু আৱাসটোও চলাইছিল। ফুকনে মোক তাতে থৈ তেওঁ আন ঠাইত থাকিম বুলি গুচি গ'ল, আবেলি আহিব বুলি কৈ।

আবেলি তিনিটামান বজাত ফুকনে আহি মোক লৈ গ'ল। এইদৰে চাৰি-পাঁচ দিনমান দুপৰীয়া আবেলি তেওঁ আহি মোক লৈ কলিকতাৰ কেইবাখনো ঠাই দেখুৱালে। ইফালে মই প্ৰেছৰ খবৰ কৰি থাকিলোঁ। ফুকনে কলে, "ৰব, আপুনি গৈ ক'ত প্ৰেছ বিচাৰি উলিয়াব পাৰিব ?" কথা সঁচা, কলিকতাৰ দৰে বিৰাট নগৰত দালালৰ জৰিয়তে এনে বস্তুৰ সন্ধান নাপালে, নতুন মানুহৰ পক্ষে বিচাৰি উলিওৱা সম্ভৱ নহয়।

ফুকন দুদিনমান অহা নাছিল। তেওঁ ক'ত থাকে তাৰো সন্ধান পোৱা নাছিলোঁ। মোৰ উচ-পিচ লাগিল। কেইদিনমান জ্বৰত ভুগিলোঁ। গুচৰৰে ডাক্তৰ এজনক অনাই প্ৰাণেশ্বৰ দাসে চিকিৎসা কৰালে। ভাল হলোঁ। এদিনাখন কলিকতাত এম-এ পঢ়ি থকা গোৱালপাৰাৰ শ্ৰীধৰ্মেশ্বৰ দাসৰ লগত কলেজত পঢ়ি থকা শ্ৰীকৃষ্ণকান্ত সন্দিকৈক সন্ধিয়া তেওঁৰ বোৰ্ডিঙত গৈ লগ ধৰিলোঁ। কিছু সময় পাছত বাণীকান্ত কাকতি

আৰু শ্ৰীলক্ষ্মীনাথ দাস আদিও তাতে আহি উপস্থিত হ'ল। তেওঁলোকেও তেতিয়া তাত কলেজত পঢ়ি আছিল। আটাইকেইজনে মোক সুধিলে মই কিয় কলিকতালৈ আহিছোঁ বুলি। মই আনুপূৰ্বিক সকলো কথা বৰ্ণাই কলোঁ। সন্দিকৈয়ে কলে যে প্ৰেছ এটা যোগাৰ কৰা বৰ সহজ নহ'ব। মই বজ্ৰাঘাত পোৱাৰদৰে হতভম্ব হৈ পৰিলোঁ। মই আৰ্তনাদ কৰাৰদৰে চিঞৰি কলোঁ, প্ৰেছ এখন কৰিবলৈ নাপালে মোৰ জীৱন নাবাচিব বুলি। মোৰ এই 'প্ৰেছ এখন নাপালে মোৰ জীৱন নাবাচিব' বুলি কোৱা কথাষাৰত আটাইকেইজনে গলগলীয়া হাঁহিৰ খলক তুলি আমোদ কৰিলে। সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ হৈ থকা কালতো, যেতিয়াই সন্দিকৈ, কাকতি আৰু মই লগ লাগিছিলোঁ, তেতিয়া সন্দিকৈয়ে মোৰ সেই প্ৰেছ এখন নাপালে প্ৰাণ নাবাচিব বুলি কোৱা আটেকুৰি বছৰীয়া পুৰণি কথাষাৰ আবৃত্তি কৰি মোক আদৰণি জনাইছিল। আমাৰ তিনিওজনৰ গলগলীয়া হাঁহিৰ শব্দ কথাৰ পাকত বহা কোঠাটো মুখৰিত হৈ উঠিছিল।

প্ৰেছৰ আশাত বঞ্চিত হৈ কলিকতাৰ পৰা গুৱাহাটীমুখী ৰেলত উঠিলোঁ। ৰেলত ভাবি আহিলোঁ, গুৱাহাটীত ৺মথুৰা বৰুৱাৰ 'এড্‌ভোকেট অৱ আসাম' ছপোৱা সৰু প্ৰেছ এটা আছে। গৈ তাকেই ধৰিম। পিছদিনা গুৱাহাটী আহি পাই ৰেলৰ পৰা নামি উজানবজাৰৰ ৺মথুৰা বৰুৱাৰ ঘৰলৈ খোজ ললোঁ। বৰুৱাৰ বিধবা পত্নী বৰুৱানীক লগ ধৰি মোৰ উদ্দেশ্য খুলি কলোঁ। বৰুৱাৰ পুত্ৰদ্বয় শ্ৰীমান শুভ আৰু শ্ৰীমান তাৰিণী তেতিয়া নিচেই সৰু ল'ৰা; গতিকে বৰুৱানীৰ লগতে কথা হলোঁ। চাবলৈ খোজাত প্ৰেছটো মোক দেখুৱালে। চাই দেখিলোঁ যে তাত অসমীয়া আখৰ অতি সামান্যভাৱে মাত্ৰ এখন কেছত আছে, বাকী চাৰিখন কেছ ইংৰাজী আখৰৰ। সকলো আখৰ পুৰণি। ভাবিলোঁ, প্ৰেছখন যদি পাওঁ, নতুন অসমীয়া আখৰ কিনি আনিব পাৰিম। বৰুৱানীৰ ওচৰত প্ৰস্তাৱ দিলোঁ—প্ৰেছখন মোক ভাড়ালৈ দিবলৈ। প্ৰস্তাৱটো শুনিয়েই বৰুৱানীয়ে জিকাৰ খাই উঠাৰদৰে উঠি গৈ ঘৰৰ ভিতৰ সোমাল। মই তাত বহি শুনিবলৈ পালোঁ, বৰুৱানীয়ে গৈ ঘৰৰ ভিতৰত সোমাই কান্দিবলৈ ধৰিছে। মই বুজিলোঁ, মোৰ এই প্ৰস্তাৱে তেখেতৰ স্বৰ্গগত স্বামীৰ মহৎ স্মৃতি মনত পেলাই দি তেখেতক অভিভূত কৰিছে। ময়ো ব্যথিত হলোঁ। আৰু কিছুপৰ বহি বাহিৰৰ পৰাই বৰুৱানীৰ ওচৰত ক্ষমা খুজি গুচি আহিলোঁ।

সিদিনাখনেই বাহাত ভাত-পানী খাই উঠি, ৺সত্যনাথ বৰা, দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ, চান্দ্ৰা চাহাব আদি এজন এজনকৈ সকলো কেইজনৰ ওচৰলৈ গৈ গুৱাহাটীত এটা ভাল প্ৰেছ পতাৰ প্ৰস্তাৱ তুলিলোঁ। সকলো কেইজনে নিৰাশ কৰিলে। বৰা ডাঙৰীয়াই মোক কলে, "তুমি এটা হাতী পুহিব খুজিছা? ৺চিদানন্দ চৌধুৰী, ৺কালিৰাম বৰুৱা, ৺মথুৰা বৰুৱা আদি সকলোৱে প্ৰেছ কৰি খান্তাং হ'ল,—এতিয়া তুমিও তাকে কৰিব খুজিছা?" নিৰাশ হলোঁ। মনত পৰিল, বৰপেটাৰ পণ্ডিত নাৰায়ণদেৱ মিশ্ৰৰ হাতত বহুত নতুন আখৰ আৰু ছপাৰ অন্যান্য সৰঞ্জাম সৈতে ডিমাই হেণ্ডপ্ৰেছ এটা কাম নকৰাকৈ এনেয়ে বহি আছে। পিছদিনাই বৰপেটালৈ যাত্ৰা কৰিলোঁ।

সৰুপেটা ষ্টেচনত ৰেলৰ পৰা নামি বাৰিষাৰ বানে খটি খের্খেৰীয়া কৰি থোৱা দ ৰাস্তাটোৱেদি চৈধ্য মাইল খোজ কাঢ়ি বাহিৰে বাহিৰে গৈ পণ্ডিত মিশ্ৰক লগ ধৰি প্ৰেছটোৰ কথা উলিয়ালোঁ। তেখেতে কলে, "এৰা, প্ৰেছটো পৰি আছে মনদি ভালকৈ কাম কৰা মানুহৰ অভাৱত।" মই কলোঁ, "তেনেহলে মোকেই দিয়ক প্ৰেছটো ভাড়াত। মই গুৱাহাটীলৈ নি এখন মাহেকীয়া আলোচনী উলিয়াওঁ।" তেখেতে কলে, "প্ৰেছটোত অংশীদাৰ আছে। ভাড়াত বাহিৰলৈ নিব নিদিব। কিন্তু, প্ৰেছটো সকলো সৰঞ্জাম সৈতে তিনি হেজাৰ টকা দি একেবাৰে কিনি নিনিয়া কিয়?" মই কলোঁ, "প্ৰেছটো কিনি নিবলৈ ইমান টকা ক'ত পাম?" তেখেতে কলে, "ইমান টকা যদি নোপোৱা, প্ৰেছনো কেনেকৈ চলাবা? কাকতনো কেনেকৈ উলিয়াবা? প্ৰেছ এখন চলাবলৈ বহুত টকা লাগে।" এই কথা শুনি মোৰ কথা হেৰাল; উত্তৰ দিব নোৱাৰিলোঁ। গুচি আহিলোঁ।

মোৰ প্ৰেছ আৰু কাকত উলিওৱাৰ বাবে খপ্‌ধপাই ফুৰাৰ খবৰ পাই ৰৰপেটাৰ কবি-নাট্যকাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ অগ্ৰজ ৺গণেশলাল চৌধুৰীয়ে মোক লগ ধৰিলে। ৺গণেশলালো আছিল এজন কবি। শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ তুলনাত পৰিমাণ কম হলেও, অসমীয়া সাহিত্যত এওঁৰো কিছু বৰঙণি আছে। গণেশলালে মোক কলে—গুৱাহাটীত এখন প্ৰেছ থাপি কাকত এখন উলিয়াবলৈ তেৱোঁ বৰকৈ ইচ্ছা কৰিছে। শুনি মই উৎসাহিত হলোঁ, আৰু ধৰিলোঁ গণেশক ভাঙদৰে খামোচ মাৰি,—ধৰি মই কলোঁ গণেশক প্ৰেছৰ মালিক হ'বলৈ। মোক প্ৰেছ নালাগে—লাগে এখন কাকত উলিয়াবলৈ। "প্ৰেছ তুমিয়েই আনিবা—প্ৰেছৰ মালিক তুমিয়েই থাকিবা, কিন্তু ছপা খৰছ লৈ তোমাৰ প্ৰেছত কাকতখন মোক ছপাই দিবা।" গণেশলাল সন্মত হ'ল। তেওঁ মোক কলে, হাৰ্দিয়াৰ চৌধুৰীৰ ঘৰৰ ৺উত্তম চৌধুৰীৰ লগত তেওঁৰ মুমলীয়া ভনীয়েকজনীক তেওঁ ধিয়া দিবলৈ ইচ্ছা কৰিছে। গুৱাহাটীৰ উজান-বজাৰৰ অৱসৰপ্ৰাপ্ত হাকিম ৺কৃষ্ণ চৌধুৰী ৺উত্তম চৌধুৰীৰ মোমায়েক হয়, আৰু তেখেতৰ ঘৰতে থাকি তেওঁ কলেজত পঢ়ে। কবি শ্ৰীৰঘুনাথ চৌধাৰী তেওঁৰ ভতিজাক হয়। আপুনি যদি যত্ন কৰি এই বিয়াখন পাতি দি লেঠা মাৰি দিব পাৰে, তেন্তে তাৰ পিছদিনাই মই আপোনাক লৈ কলিকতালৈ গৈ প্ৰেছ আনিম।" মই আশ্বস্ত হলোঁ। প্ৰেছ আনিম আৰু কাকতো উলিয়াব পাৰিম। এই বুলি মই উল্লাসেৰে গণেশলালক কলোঁ, "মই নিশ্চয় যত্ন কৰিম। কোৱা কি কৰিব লাগে।"

গণেশলাল আৰু মই আহিলোঁ বৰপেটাৰ পৰা গুৱাহাটীলৈ। উজানবজাৰৰ ৺কৃষ্ণ চৌধুৰীৰ ওচৰলৈ হুয়ো গলোঁ। গণেশলালৰ পিতায়েক ৺শ্যামলাল চৌধুৰীৰ পৰিয়ালৰ সন্মান আৰু বিশিষ্টতা ৺কৃষ্ণ চৌধুৰীয়ে আগৰ পৰাই জানে। গতিকে, কন্যা সম্বন্ধে বেছি কথা কব লগীয়া নহ'ল। মই ৺উত্তম চৌধুৰীৰ লগত কন্যাৰ বিয়াৰ প্ৰস্তাৱ তুলিলোঁ। কৃষ্ণ চৌধুৰীয়ে কলে—"মইতো উত্তমৰ বিয়াৰ অভিভাৱক নহওঁ। সি মোৰ ভাগিন। মোৰ ঘৰত থাকি সি পঢ়েছে। তাৰ বিয়াৰ গৰাকী হৈছে তাৰ পিতায়েক, খুৰায়েক। তাৰ খুৰায়েক

ৰঘু চৌধাৰী ইয়াতে আছে নহয়। তেওঁৰ তালৈ যোৱা।" শুনি আহি শ্রীৰঘু চৌধাৰীৰ ঘৰলৈ গলোঁ। ঘৰত কলে—তেওঁ বোন্দাত আছে। তাতে পাম ধৰি তেওঁ খেতি কৰে। বোন্দা গুৱাহাটীৰ পৰা ছয় মাইল দূৰ পুবফালে, মিকিৰ কছাৰীৰ গাঁও।

পিছদিনা গণেশলাল আৰু মই পুৱাতে ওলালোঁ বোন্দা অভিমুখে। শ্রীৰঘুনাথ চৌধাৰীক বিচাৰি মানুহক সুধি সুধি জঙ্গলৰ মাজে মাজে সুৰুসুৰীয়া পাহকৰা আৰু ৰেলৰ ৰাস্তা ধৰি বোন্দা পালোঁ। তেতিয়া ডিচেম্বৰৰ জাৰকালি। বেলি নটামানত ৰ'দ উঠিছে। গৰু চৰোৱা ৰখীয়া এটাক সোধাত চৌধাৰীৰ ঘৰটো দেখুৱাই দিলে। আগবাঢ়ি গৈ দেখিলোঁ, ৰ'দত বহি শ্রীৰঘু চৌধাৰীয়ে কেইজনমান মানুহক কিবা বিলাই আছে। আমি গৈ উপস্থিত হোৱাত সেইটো বন্ধ কৰি মানুহকেইজনক খেদাই পঠাই চৌধাৰীয়ে আমাক সম্ভাষণ জনালে। আমি আমাৰ উদ্দেশ্যৰ কথা কোৱাত চৌধাৰীয়ে কলে, "হয়, উত্তম মোৰ ভতিজা হয়। কিন্তু তাৰ বিয়াৰ মালিক আচলতে তাৰ পিতাক।" আমি সুধিলোঁ উত্তম চৌধুৰীৰ পিতাকৰ সন্ধান। শ্রীৰঘু চৌধাৰীয়ে কলে, "তেওঁ থাকে ব্রহ্মপুত্রৰ উত্তৰ পাৰত হাৰ্দিয়া গাঁৱৰ ঘৰত।" বহু দূৰ,—ব্রহ্মপুত্র পাৰ হৈ গুৱালকুছিকো এৰি যাব লাগে। উত্তমৰ পিতাকৰ নাম সোণাৰাম চৌধুৰী। সন্ধান পাই আমি লৰালৰিকৈ আহিবলৈ ওলালোঁ। ৰঘু চৌধাৰীয়ে আমাক আহিবলৈ নিদি কলে, ভাত খাই যাব লাগে বুলি। আমিও সন্মত হলোঁ। চৌধুৰীয়ে নিজে যোৱা পালেং আৰু ধনিয়া শাকেৰে মাগুৰ মাছৰ আঞ্জা ৰান্ধি আমাক দুয়োকো তৃপ্তি কৰাকৈ ভাত খুৱালে। খাই-বই উঠি গণেশলাল আৰু মই বোন্দাৰ পৰা আহি গুৱাহাটী পাওঁতে গধূলি হ'ল।

পিছদিনা দুয়ো পুৱাতেই ব্রহ্মপুত্রৰ পাৰত বিচাৰি বিচাৰি গুৱালকুছিলৈ যোৱা নাও এখনত উঠি গৈ গুৱালকুছিত নামিলোঁ। তেতিয়া বেলা ভাটি দিছে। খোৱা-বোৱাৰ নাম নাই। বাটটোত ভাৰ বান্ধি লৈ যোৱা মানুহ এজনক খুজি আধাখকা আঠিয়াকল দুয়ো ভুটাকৈ খালোঁ। ব্রহ্মপুত্রৰ পাৰে পাৰে খোজ লৈ মহুকেইটা বাধা চেৰাই সৰকিয়া পৰত গৈ হাৰ্দিয়া গাঁও পালোঁ। উত্তম চৌধুৰীৰ পিতাকৰ ঘৰ বিচাৰি উলিয়াই তেওঁক লগ ধৰিলোঁ। অলপ জিৰাই-সেঁতাই হাত-ভৰি ধুই কিছু জলপান খাই উঠি আমি যোৱাৰ উদ্দেশ্য তেওঁক কলোঁ। সোণাৰাম চৌধুৰীয়ে গণেশলালৰ পিতাক জ্ঞান চৌধুৰীৰ পৰিয়ালক ভালকৈ জানে বাবে সেইহে পৰিচয় দিবৰ প্রয়োজন নহ'ল। প্রস্তাবটো শুনি সোণাৰাম চৌধুৰীয়ে আগ্রহেৰে আনন্দ প্রকাশ কৰিলে। কিন্তু কলে, "উত্তম এতিয়া কলেজত পঢ়া অৱস্থাত আছে। এই অৱস্থাত তাৰ বিয়া হোৱা টান।" শ্রীৰঘু চৌধাৰীকো এই সম্বন্ধে আমি লগ ধৰা বুলি কোৱাত সোণাৰাম চৌধুৰীয়ে ৰঘু চৌধাৰীৰ জনৰ পৰাই বহু কথা আমাৰ আগতে কলে। ইয়ানখিনিলৈ প্রায় পাম পাম বুলি উৎফুল্লিত হৈয়েই আছিলোঁ। কিন্তু সোণাৰাম চৌধুৰীৰ উত্তমৰ বিয়া হোৱা টান বুলি কোৱা কথাষাৰে মোৰ মনত নিৰুৎসাহ ঢালিলে। কাৰণ গণেশলালৰ ভনীয়েকৰ বিয়া উত্তম চৌধুৰীৰ লগত হৈ গলেহে গণেশে মোহ আনিব বুলি কৈছিল। কিন্তু গণেশলালক মোৰ নিৰুৎসাহৰ

ভাৱটো নেদেখুৱালোঁ। ৰাতিটো সোণাৰাম চৌধুৰীৰ ঘৰতে থাকি ভাত সাজ খালোঁ। পুৱাতেই নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ পলাশবাৰীত উঠি দুয়ো গুৱাহাটীলৈ খোজ ললোঁ। সেই সময়ত কোনো ৰাছ মটৰৰ চলতি নাছিল তাত।

এই সময়তে মোৰ প্ৰেছ কৰা, কাকত উলিওৱা ব্যগ্ৰতা আৰু আবেগৰ তীব্ৰতাত শান্তি দিবলৈকে আকস্মিকভাৱে মহিয়সী নাৰী-হৃদয়ৰ কোমলতা ভৰা দৈৱ সন্তানৰ বিভূতিৰ দৰে শ'কত আৰ্থিক দান এটা মোৰফালে আগবাঢ়ি আহিল। কিন্তু মই অনুৰূপ কোমলতাৰেই সেই দৈৱ দান গ্ৰহণ কৰিবলৈকে মোৰ অক্ষমতা প্ৰকাশ কৰিলোঁ এই বুলি কৈ যে, এই দান অতি মহৎ, অতি মধুৰ। এই দানৰ মহত্ত্ব আৰু গুৰুত্ব বহন কৰিবলৈ মোৰ অন্তৰ শক্তিমন্ত নহয়। এই দান গ্ৰহণ কৰিলে দুয়োফালে মৰ্য্যাদা-হানিকৰ হ'ব। ই দানৰ মহত্ত্ব আৰু মোৰ মনুষ্যত্ব খৰ্ব কৰিব। গতিকে, দুয়োটাকালে বিশুদ্ধ থকাই ভাল। ঐকান্তিকভাৱে মই পুৰুষকাৰত বিশ্বাসী। দৈৱাশীৰ্বাদৰ দৰে অহা এই দানে মোৰ সেই বিশ্বাস ম্লান কৰিব। মোৰ কথা শুনি দাতাও তুষ্টি গ'ল মোৰ পুৰুষকাৰী বিশ্বাসৰ সাফল্য কামনা কৰি আশীৰ্বাদ দি আৰু কৈ যে, এই দান মোৰ বাবে চিৰকাললৈকে মুক্ত থাকিব। এই দৈৱ-দানৰ আগমনিত মোৰ পুৰুষকাৰী বিশ্বাস আৰু তেজাল হৈ উঠিল।

দৃঢ়তাৰে মনত প্ৰতিজ্ঞা কৰিলোঁ,—বৰপেটাৰ পৰা পণ্ডিত মিশ্ৰৰ প্ৰেছটো ভাড়াৰ বন্দবস্তত যেনে উপায়েৰে হওক, আনিমেই। ইয়াৰ বাহিৰে মোৰ সংকল্প সিদ্ধিৰ আন গতি নাই। এই প্ৰতিজ্ঞাৰ দৃঢ়তাৰে বৰপেটালৈ গৈ পণ্ডিত মিশ্ৰক পুনৰ মোৰ সংকল্পৰ দৃঢ়তাৰে সকলো কথা কৈ মোৰ নিবেদন জনালোঁ। পণ্ডিত মিশ্ৰই সহানুভূতিশীল মনেৰে প্ৰেছৰ সকলোকেইজন অংশীদাৰক গোট খুৱাই মোৰ সকলো কথা শুনাই সহানুভূতি আকৰ্ষণ কৰাই প্ৰেছখন ভাড়াত দিবলৈ সন্মত কৰালে। এই প্ৰেছখনৰ অন্যতম অংশীদাৰ ডাঃ জগদীশচন্দ্ৰ মেধিৰ ককায়েক বৰপেটাৰ লব্ধপ্ৰতিষ্ঠ আইনজীৱী ৺হেম-চন্দ্ৰ মেধিয়ে মই উলিয়াব খোজা আলোচনীখনলৈ শুভাকাঙ্ক্ষা জনাই ২৫ টকা দানো আগবঢ়ালে। মই কৃতজ্ঞতা প্ৰকাশেৰে আনন্দত উপচি পৰিলোঁ। তেওঁলোকৰ প্ৰেছখনৰ অংশীদাৰ দুজনমানে কলে যে, প্ৰেছখন গুৱাহাটীলৈ ভাড়াত নিবলৈ হলে, মোৰ লগত আৰু এজন জনা-শুনা লোক লাগিব। মই কিছুপৰ চিন্তা কৰি মনতে প্ৰশ্ন কৰিলোঁ, এই সম্পৰ্কত মোৰ লগত সমান দায়িত্ব লৈ প্ৰেছখন ভাড়াত নিবলৈকে কাক পোৱা যাব। মনত পৰিল ৺চন্দ্ৰ শৰ্মাৰ কথা। মই সুধিলোঁ, গুৱাহাটীত ওকালতি কৰা আৰু 'আসাম এছোছিয়েচন'ৰ সহকাৰী সম্পাদক দেশপ্ৰাণ ৺চন্দ্ৰনাথ শৰ্মা হলে হ'বনে? আটাইকেইজনে কলে হ'ব বুলি। প্ৰেছখন মাহে কুৰি টকা ভাড়াত বন্দবস্ত হ'ল। কিন্তু চিন্তা হ'ল, প্ৰেছখন ভাড়াত লোৱা, ৰেজিষ্টাৰী কৰা আৰু গুৱাহাটীলৈ নিয়া খৰচ মোৰ হাতত নাই।

গুৱাহাটীলৈ আহিলোঁ। ৺চন্দ্ৰ শৰ্মাক কোৱা মাত্ৰেই তেওঁ সন্মত হ'ল। ৺ডাঃ জ্যোতিষ দাসৰ ককায়েক বিখ্যাত ফট'গ্ৰাফাৰ ৺গৰ্গৰাম দাস আৰু সেই সময়ত গুৱাহাটী আদালতত নাজিৰ কাম কৰা বৰপেটাৰ ৺ৰামপ্ৰসাদ দাসৰ আগত কোৱাত তেখেত দুয়োজনে পঞ্চাশ টকাকৈ একশ টকা ধাৰ দিলে।

টকা পাই শৰ্মাক লৈ বৰপেটালৈ গলোঁ। দুয়োবো নামত প্ৰেছখন ভাড়াদাৰ হিচাপে ৰেজিষ্টাৰী কৰিলোঁ। শৰ্মা গুচি আহিল। মই বৰপেটাত দুদিন থাকি মিস্ত্ৰি লগাই প্ৰেছৰ সৰু-ডাঙৰ সাজ-সৰঞ্জাম বাকচ-বন্দী কৰি বান্ধি-জুন্ধি সাতখন গৰুৰ গাড়ীত বোজাই দি সৰুপেটা ষ্টেচনেদি আনি প্ৰেছখন গুৱাহাটীত তুলিলোঁ। মই প্ৰেছ অনা কথা কোৱাত মোৰ আপোন পেহীৰ পুত্ৰ আৰু মোৰ আশ্ৰয়দাতা গুৱাহাটী আদালতৰ ফৌজ-দাৰী চিৰস্তাদাৰ ৺হৰমোহন দত্তচৌধুৰীয়ে তেখেতৰ এমাহ আগতে হোৱা মৃত্যুকালত তেখেতৰ বৰপেটীয়া পাবাৰ খেৰৰ বঙলা ঘৰটো মই প্ৰেছ ৰাখিবৰ বাবে মোক দানদি গৈছিল। গুৱাহাটী ষ্টেচনৰ পৰা প্ৰেছখন আনি সেই ঘৰটোতে তুলিলোঁ। এইখিনি সময়লৈকে, মই ডিব্ৰুগড়ৰ পৰা লৈ অহা আৰু গুৱাহাটীত গৰ্গ দাস আৰু ৰামপ্ৰসাদ দাসৰ পৰা ধাৰ কৰা টকাখিনিৰ খৰচ হৈ আৰু বৰপেটাৰ পৰা প্ৰেছ অনা গৰুৰ গাড়ীত চুৰি গৈ মোৰ হাতত ৰ'ল মাত্ৰ দুই টকা। এই টকা হ'ল প্ৰেছখনৰ মূলধন। প্ৰেছখন বহুৱা ঠাইডোখৰ পকা কৰা আৰু কেছবিলাক পাতিবলৈ কামলা ধৰাৰ কথা এই দুটি টকাৰ সম্বলেৰে উঠিব নোৱাৰে।

বঙলা ঘৰটোৰ চাৰিওফালে আৰু বাৰাণ্ডাখন পকা কৰা আছিল যদিও, ঘৰৰ মালিক ৺হৰমোহন দত্তচৌধুৰীৰ নৈষ্ঠিক পৰিবাৰে ভিতৰৰ ডাঙৰ হলটো মছা-কছাৰ সুবিধাৰ বাবে কেঁচাকৈয়ে ৰাখিছিল। সেই হলটোতে প্ৰেছখন বহুৱাব লাগিব। কিন্তু কেঁচা ভেটিত প্ৰেছৰ লোৰ গধুৰ ভৰিকেইখন বহি যাব। গতিকে, প্ৰেছ বহুওৱা ঠাইডোখৰ অন্ততঃ পকা কৰিব লাগিব। আখৰৰ কেছবিলাক পাতিবলৈ আৰু অন্যান্য সৰঞ্জামবিলাক থবলৈ, কাঠৰ নহলেও বাঁহৰ চাং লাগিব। তাৰ বাবে ইটা আৰু বাঁহ লাগিব। কিন্তু হাতত মাত্ৰ দুটি টকা। গৰ্গ দাস আৰু ৰামপ্ৰসাদ দাসক আৰু কেইটামান টকা ধাৰে দিবলৈ অনুৰোধ কৰাত তেওঁলোকে টকা আৰু নাই বুলি কলে। আন-ঠাইত ধাৰ কৰিবলৈও সুবিধা নাই। মোৰ সঙ্কল্পৰ দৃঢ়তা কঠোৰভাৱে বৃদ্ধি পালে। ভাত-পানীৰ চিন্তা নোহোৱা হ'ল। মোৰ এজন আত্মীয় তেওঁৰ ইচ্ছানুসাৰে প্ৰেছখন তেওঁৰ আগৰ ঘৰত নোতো-লাত বিতুষ্ট হৈছে। গতিকে, তেওঁৰ ঘৰত ভাত খোৱাৰ আশাও এৰিলোঁ। সেই সময়ত হোটেলতো ভাত কিনি খোৱাৰ প্ৰবৃত্তি জন্মা নাছিল; আৰু পইচাও নাছিল।

দুই-তিনিখন প্ৰেছ গুৱাহাটীত বিফল হোৱাৰ বহুবছৰ পাছত নতুনকৈ প্ৰেছ এখন অহা সম্বাদ পাই কলেজীয়া, স্কুলীয়া আৰু অন্যান্য ডেকা-বুঢ়া বহুলোক আহি জুম বান্ধিলে প্ৰেছ চাবলৈ। তাৰে ডেকাকেইজনমানৰ সহায়ত প্ৰেছৰ গধুৰ অংশবিলাক, কেছবিলাক আৰু আখৰৰ বাকচ-বিলাকৰ সৈতে আন সৰঞ্জামবিলাক দাঙি দাঙি আনি ঘৰৰ ভিতৰত সুমুৱালোঁ। এতিয়া মেছিনটো বহুৱা আৰু কেছবিলাক পাতি ভাগে ভাগে আখৰ বছা কাম। এজন প্ৰেছৰ ভাল কাম জনা মানুহ নহলেও নহব। তাতেই কিছুমানে কলে—উজান-বজাৰত দুতিৰাম মেধি নামৰ প্ৰেছৰ ভাল কাম জনা মানুহ আছে। তেওঁ কালিৰাম বৰুৱা, চিদানন্দ চৌধুৰী, মথুৰা বৰুৱাৰ 'এড্‌ভোকেট অব আসাম'ত কাম কৰা পুৰণি মানুহ। শুনাৰ লগে লগে কাম

আৰম্ভ হ'ল। খোৱা-বোৱাৰ চিন্তা এৰি দিলোঁ।

তেতিয়া ৰাতি প্ৰায় আঠটা। প্ৰেছ খোলা ঘৰটোত তলা লগাই গলোঁ উজানবজাৰলৈ ছুতিৰাম মেধিক বিচাৰি। তেওঁক ঘৰতে পালোঁ। সতুমকৈ প্ৰেছ অনাৰ কথা শুনি মেধিয়ে খুব আনন্দ পালে। বন্দবস্ত কৰি গুচি আহিলোঁ, মেধিয়ে পিছদিনা পুৱা ন বজাতে খাই-বৈ উঠি মোৰ তালৈ যাব। প্ৰেছৰ ভাল কাম জনা পুৰণি লোক এজন পাই মনত আনন্দ লৈ গুচি আহিলোঁ।

আহোঁতে বাটত চিন্তা হ'ল, ইটাৰ। মেছিনটো বহুৱা ঠাইখিনি পকা কৰিব লাগিব। মনত পৰিলে, প্ৰেছ পতা ঠাই বৰপেটীয়াপাৰাৰ ওচৰতে লাখটকীয়াত মোৰ সহপাঠী বন্ধু খেতিবুদ্দিন আহমদৰ ঘৰৰ পিছফালে ৰেল লাইন খোৱাত দেৱাল ভাঙি পেলাই থোৱা ইটা দ'ম লাগি পৰি আছে। গলোঁ বাহিৰে বাহিৰে খেতিবৰ ঘৰ বুলি। খেতিৰ আছিল বৰ্তমান গুৱাহাটীৰ এডভোকেট ফুকন হকৰ ককায়েক। প্ৰেছখন আনি বৰপেটীয়াপাৰাত পেলোৱাৰ দিনা কৌতূহলেৰে অন্যান্যৰ লগত খেতিয়ো গৈছিল চাবলৈ। মেছিনটো বহুৱাবলৈ কেইখনমান ইটা লাগে বুলি কোৱা মাত্ৰেই খেতিবে উজাইহে কলে, "অ'হ মা মা কিমানখন ইটা লাগে তাই। কাইলৈ পুৱা এজন মানুহ পঠাই দি দিয়াবি।" মই কলোঁ, "মই এতিয়াই নিম, কাইলৈ পঠাবলৈ মোৰ মানুহ নাই। তুমি মোক এটা বাকচ দিয়া, তাতে ভৰাই মই মূৰত তুলি লৈ যাম।" মোৰ কথা শুনি খেতিবুদ্দিনে আচৰিত হোৱা ভাৱৰ দিলখোচ হাঁহি এটা মাৰি ভিতৰৰ পৰা খালি পেকিং বাকচ এটা আনি দি কলে, "এইটোত ইটা ভৰাই তই মূৰত তুলি নিব পাৰিবি?" মই পাৰিম বুলি কলোঁ। দুয়ো তেওঁলোকৰ ঘৰৰ পিছফালে থকা ইটাৰ দ'মলৈ গৈ বাকচটোত ত্ৰিশখনমান আস্ত-আস্ত ইটা ভৰালোঁ, আৰু দুয়ো ধৰাধৰি কৰি বাকচটো মোৰ মূৰৰ ওপৰত তুলি লৈ আহিলোঁ। খেতিৰে দিলখোচ হাঁহি মাৰি মোৰফালে চাই থাকিল। এইদৰে আৰু এবাকচ ইটা আনিলোঁগৈ। তেতিয়া ৰাতি দহটামান। এতিয়া মেছিনটো বহুৱা ঠাই-খিনি পকা কৰিবলৈকে মাটি খান্দিবলৈ এখন কোদাল বা এপাট চিপৰাং আৰু ইটা গাঁথিবলৈকে বোকা কৰিবলৈ পানী লাগিব। সেই সময়খিনিত ৰাস্তাৰ পানীকলবিলাক বন্ধ হৈছে। অৱশ্যে গৃহস্থসকল শোৱা নাই।

মোৰ মুখামুখি ৰাস্তাৰ সিপাৰৰ মধু ডেকা মহৰীক খুজি কোদাল নাপাই এখন চিপৰাঙকে আনিলোঁ। মই প্ৰেছ আনি থোৱা ঘৰৰ প্ৰায় লগালগিকৈ ঘৰ বান্ধি বাস কৰা অসমীয়া বিখ্যাত গায়িকা শ্ৰীযন্ত্ৰা দাসৰ পিতাক, জজ কোৰ্টৰ চিৰস্তাদাৰ যজ্ঞৰাম দাসৰ ভিতৰ চোতালৰ কুৱাটোৰ পৰা তেখেতৰে বল্টিন এটাত একটিন পানী আনিলে—ইটা গাঁথা বোকা কৰিবলৈ। লাগিলে পানী আৰু আনিব পাৰিম। তেতিয়া ওচৰৰে সদৰ থানাত কাঁহৰ কাঁহীত সময়ৰ জোৰ পৰিছে ঠং ঠংকৈ বাৰটা। পুৱা ন বজাত ছুতিৰ মেধি আহিলেই মেছিনটো বহুৱাব লাগিব।

ভোক-পিয়াহ আঁতৰ কৰি থৈ কামত লাগিলোঁ। কেৰাচিনৰ চাকি এটাৰ পোহৰ লৈ প্ৰথমতে চোতালত চিপৰাংখনেৰে মূৰ খান্দ এটা খান্দি তাত ইটা গাঁথা বোকা কৰিবলৈ মাটি ভিজাই থলোঁ। মেছিনটোৰ পায়া চাৰিখনৰ জোখ-মাখ

লৈ তাক বহুৱা ঠাইখিনিত টিপৰাঙেৰে দেড় ফুটমান দকৈ খান্দি সেই মাটিখিনিও বোকা কৰা মাটিখিনিৰ লগত ভিজাই থলোঁ নি। ইটাখিনি বাহিৰৰ পৰা খেতিৰে দিয়া পেকিং বাকচটোতে ভৰাই ভিতৰলৈ আনিলোঁ। ইয়াৰ ভিতৰতে বোকাখিনি হৈ উঠিল। প্ৰেছৰ লগতে অহা বোলাৰ কৰা সাজটোত ভৰাই চোতালত বোকা ভৰাই ভৰাই আনি ইটাবিলাক ভিজাই ভিজাই মেছিনটো বহুৱাবলৈ খান্দি থোৱা ঠাইখিনিত এখন এখনকৈ গাঁথিলোঁ। ইটাবিলাক বোকাত টানকৈ খাপ খুৱাই লবলৈকে ওপৰত উঠি ভৰিৰ ভিৰেৰে হেঁচি হেঁচি দিলোঁ।

গাত লাগি থকা ঘৰ এটাৰ ভিতৰত মোৰ কামৰ খাটাং-খুটুং শব্দই টোপনিত ব্যাঘাত ঘটোৱা বাবেই সম্ভবতঃ যজ্ঞৰাম বাবুই উঠি আহি ভিতৰ ফালৰ মেলি থোৱা দুৱাৰখনেদি সোমাই মোৰ ফালে চাই কলে, "সমস্ত ৰাতিটো তুমি এইবিলাক কি খাটাং-খুটুং কৰিছা? আমাৰ টোপনিয়ে অহা নাই।" তেতিয়া ৰাতি তিনিটা বাজি গৈছে। মই কলোঁ, "কালি পুৱা ন বজাত ছুতিৰাম মেধি আহি পালেই মেছিনটো তুলিব লাগিব। সেই বাবে ইটা বহুৱাই ঠাইডোখৰ পকা কৰি লৈছোঁ।" তেওঁ আৰু কিছু কথা সুধি গুচি গ'ল। মই বাকী কামখিনি কৰি থাকোঁতেই ওচৰৰে সদৰ থানাৰ বৰ কাঁহত ঠং ঠংকৈ পাঁচটাৰ কোব পৰিল। বাহিৰত কাউৰীয়ে কা-কা কৰিলে। লৰা-লৰিকৈ বাকীখিনি কাম কৰি শৌচ কৰি আহি বৰ ভোক অনুভৱ কৰিলোঁ। প্ৰায় দুদিন ধৰি একো খোৱা নাই। বাহিৰখন ভালকৈ পোহৰ হৈ আহিল। সুকয ওলোৱা নাই। ওচৰতে ব্ৰহ্মপুত্ৰৰ ঘাট, তাতে বাঁহ-খেৰৰ মহলো আছিল এজন পাটবাউসীয়া লোকৰ। নদীৰ পাৰতে সৰু ঘৰ এটা বান্ধি তেওঁ তাতেই থাকে বাঁহ-খেৰ বিক্ৰী কৰি। গা-ধুবলৈ গলোঁ ছয় অনা পইচা লৈ—গা ধুই আহোঁতে বাঁহ দুটা কিনি লৈ আহিবলৈ। গা ধুই উঠি দুটা ভাল জাতি বাঁহ কিনি দুয়ো কান্ধত তুলি লৈ আহিলোঁ। এতিয়া ভোকৰ পীড়ন ভালকৈয়ে অনুভৱ কৰিলোঁ। ওচৰৰে কমাৰপট্টিৰ নবীন গোৱাল আৰু ভৱানী গোৱালিনীৰ পুৱাতেই ঘৰৰ আগত মেলি দিয়া পোহাৰৰ পৰা দুই অনা পইচাৰ গুৰ সানি বনোৱা চাৰিখন মুড়িৰ পিঠা আনি খাই এঘটিমান পানী পি কিছু সুস্থতা পালোঁ। তেতিয়া ৰ'দ উঠিছে। মেছিনটো বহুৱা ঠাইখিনি ঠিক কৰা হ'ল। এতিয়া কেছবিলাক পাতিবলৈ চাং লাগিল। চাং পতা বাঁহ আনিলোঁ যদিও ছুতি মেধি নহাকৈ জোখ-মাখ মতে চাং পাতিবলৈ বাঁহ কটাৰ অসুবিধা হ'ল। মধু ডেকা মহৰীৰ ঘৰৰ পৰা দা এখন খুজি আনি মই থাকিলোঁ মেধিক অপেক্ষা কৰি। মেধি নহালৈকে মেছিনটোৰ অংশবিলাকৰ পুৰণি মলি-মামৰবিলাক খুচৰি খুচৰি গুচোৱাত লাগিলোঁ। মেধি ঠিক নটা বজাতে আহি পায়েকি মোক কলে—"প্ৰেছ বহুৱাবলৈ, বোলাৰ আদি কৰিবলৈ আপোনাক এজন ভাল কাম জনা মানুহ লাগিব। 'এডভোকেট অব আসাম'ৰ মথুৰা বৰুৱাৰ প্ৰেছত আমি একেলগে কাম কৰা প্ৰেছৰ ভাল কাম জনা ডেকা শ্ৰীগোবিন্দ গগৈ উগ্ৰতাৰা দেৱালয়ৰ মাটিতে ঘৰ কৰি আছে। আপুনি তেওঁকো আনক। সুবিধা হ'ব।" মই মেধিয়ে কোৱা মাত্ৰেই তেওঁক পকা বাৰান্দাখনতেই কেছ এযোৰ মেলি লৈ

আখৰবিলাক ভাগে ভাগে বাছি পেলাবলৈ দি গলোঁ। উগ্ৰতাৰা দেৱালয়লৈ শ্ৰীগোবিন্দ গগৈক বিচাৰি। তেতিয়া দহটা মান বাজিছে। ঘৰতে গোবিন্দ গগৈক পালোঁ আৰু প্ৰেছ অনাৰ কথা কলোঁ। তেওঁ আনন্দেৰে মান্তি হ'ল। ভাত খুৱাই তেওঁক লগতে লৈ আহিলোঁ। আহিয়েকি গোবিন্দ গগৈক মেছিনটোৰ অংশবিলাকৰ মই আধা চাফা কৰি এৰা মলি-মামৰবিলাক গুচোৱাত লগাই দিলোঁ। মেথিৰ দ্বাৰা কেছ পতা ঠাই-ডোখৰৰ জোখ-মাখ লোৱাই তেওঁৰ পৰামৰ্শ মতেই চাঙৰ জোখত বাঁহ দুদাল কাটিলোঁ। গাত খান্দি খান্দি চাঙৰ খুটাবিলাক পুতিলোঁ। চাঙৰ গড়-বিলাক বান্ধিলোঁ। কেছবিলাক ধৰি ৰাখিবলৈ জোখকৈ কাটি-ফালি চটা বাঁহবিলাক বান্ধিলোঁ। মেথিয়ে কলে—আৰু দুটা বাঁহ লাগিব। তেওঁ কোৱা মাত্ৰে ঘাটলৈ গৈ ছয় অনা পইচা দি আৰু দুটা বাঁহ দুই কান্ধত তুলি লৈ আহিলোঁ। এই সময়খিনিলৈকে মই মুড়িৰ পিঠা কিনি খোৱা আৰু বাঁহ কিনাত চৈধ্য অনা খৰচ হৈ হাতত থাকিল ১৵০ ( এটকা দুই অনা ) পইচা।

মেথিয়ে কেছবিলাক বাৰাণ্ডাৰ পৰা তুলি আনি ভাগে-ভাগে চাঙত বহুৱাই বাছি বাছি আখৰবিলাক কেছত পেলাবলৈ ধৰিলে। প্ৰেছৰ বিষয়ত বহু বছৰ মৰিশালি যেন হৈ পৰি থকা গুৱাহাটীত নতুনকৈ এখন প্ৰেছ অহাৰ উৎসাহত মেথি আৰু গগৈয়েও মোৰ দৰেই সমান উদ্যমেৰে কামত ধৰিলে নিজৰ বুলি। মোৰ মনত আনন্দ জন্মিল। ভোক-পিয়াহৰ নাম নাই। এটা মান বজাত গোবিন্দ গগৈৰ মেছিনটোৰ অংশবিলাকৰ মলি-মামৰ চাফা কৰা হৈ উঠিল। এতিয়া মেছিনটো দাঙি তুলি বহুৱাব লাগিল। বাঁহৰ এচটাতে পানী দি গগৈ আৰু মেথিয়ে মেছিনটো বহুওৱা ঠাইখিনিৰ লেভেল ঠিক কৰিলে। মেছিনটোৰ মূল অংশটো গধুৰ। আমি তিনিজনে দাঙি তুলি পায়াকেইখনত বহুৱাব নোৱাৰিম। মোৰ মুখামুখি ৰাস্তাটোৰ সিপাৰে স্কুল-কলেজত পঢ়ি থকা শ্ৰীহাবি ডেকা, ৺অভি তালুকদাৰ আদি ডেকা ছাত্ৰকেইজন-মানৰ সহায় ললোঁ। তেওঁলোকৰ সিদিনা কলেজ বন্ধ আছিল। মই গৈ কোৱা মাত্ৰে শ্ৰীহাবি ডেকা, ৺অভি তালুকদাৰ আৰু দুজনমান ডেকা ছাত্ৰ আহি গধুৰ অংশবিলাক দাঙি তুলি মেছিনটো বহুওৱাত সহায় কৰিলে। বাকীখিনি গগৈ আৰু মই কৰিব পাৰিম। শ্ৰীহাবিৰাম ডেকা আৰু অভি তালুকদাৰে প্ৰেছ অনা বাবে আনন্দ প্ৰকাশ কৰি মোক ধন্যবাদ দি আৰু কিবা কৰিবলৈ মাতিলে তেওঁলোক আহিব বুলি কৈ লগৰ ছাত্ৰ দুজনক লৈ গুচি গ'ল। মই তেওঁলোকক কৃতজ্ঞতাৰে ধন্যবাদ দিলোঁ। বাকী-খিনি কাম গগৈ আৰু মই শেষ কৰিলোঁ। মেথিয়ে কেছত 'পাই আখৰ' পেলায়েই আছে। বৰপেটাৰ পৰা প্ৰেছটো আনোঁতে প্লেটখন ইফাল-সিফাল কৰা কাঠৰ চকাটোত চামৰাৰ ফিটা আৰু দুখনত ভালকৈ কাপোৰ লগোৱাই আছিল। দুয়োখন 'বেড'ৰ মাজত দিয়া কাকতবিলাকো আছিল। গতিকে এইবোৰ লগোৱাৰ আৰু কিনা-মেলাৰ একো আৱশ্যক নহ'ল। এতিয়া চিৰিখনত দিবলৈকে তেল অলপ লাগিল। মই লৰা-লৰিকৈ এটা বোটলত আধাপোৱা সৰিয়হৰ তেল আৰু আধা পোৱা নাৰিকলৰ তেল মিহলাই ওচৰৰে কমাৰপট্টিৰ দোকানৰ পৰা কিনি আনিলোঁ।

ইয়াত চাৰি অনা খৰচ হৈ মোৰ হাতত থাকিল মাত্র চৈধ্য অনা পইচা। তেল কিনি আনি চিৰিখনত ঢালি দি গোবিন্দ গগৈয়ে হেণ্ডেলত ধৰি চকাটো ইফাল-সিফালকৈ ঘূৰাই দিলে। প্লেটখন স্নুন্দৰকৈ অহা-যোৱা কৰিবলৈ ধৰিলে। দেখি মোৰ মন পুলকত ভৰি উঠিল। তেতিয়া আবেলি প্ৰায় তিনিটা।

ঠিক এই সময়তে দুজন মানুহে আহি সুধিলে কাইলৈ দুখন বিয়াৰ চিঠি ছপাই দিব পাৰিব নেকি বুলি। মই চালোঁ মেধি আৰু গগৈৰ ফালে প্ৰত্যাশাত। প্ৰেছটোতো চলিলেই, প্ৰেছৰ লগত কেইটিনমান ৰঙা, ক'লা, নীলা চিয়াঁহী আৰু ৰোলাৰো আহিছে। নতুন ৰোলাৰ কৰা নতুন চিৰিচ আঠাও এটোপোলা আহিছে। সোণালী-ৰূপালী গুড়াও দুই পেকেটমান প্ৰেছ অনাৰ সময়ত পণ্ডিত মিশ্ৰই—লৈ যোৱা, আমি এইবোৰ কি কৰিম বুলি দি পঠাইছে। ইফালে মেধিয়েওতো কেছত পাই আখৰ আধা-আধি ভৰাই পেলাইছেই। গতিকে মই পাৰিম বুলি কলোঁ। চিঠি দুখনৰ কপি ৰাখি দুয়োখনৰ দুটকা আগধন ললোঁ। বন্দৱস্ত হ'ল প্ৰতিখনত সোণালী ছপাত তিনি টকাকৈ। কালিলৈ দুই বজাত ছপা চিঠি লৈ যাব বাকী টকা দি। মোৰ হাতত থকা চৈধ্য অনাৰ লগত এই আগধন দুটা টকা জমা হ'ল। মনত বল বাঢ়িল। প্ৰেছৰ লগত অহা পুৰণি ৰোলাৰেৰে ছপা ভাল নহ'ব বুলি গগৈয়ে কলে। লৰালৰিকৈ গগৈক নতুন ৰোলাৰ কৰিবলৈ লগাই দিলোঁ। নতুন চিৰিচো প্ৰেছৰ লগতেই আহিছে। ৰোলাৰ কৰা সঞ্জুগবিলাকো আহিছে। গগৈয়ে পাছ-ফালৰ ঘৰটোত উৎসাহেৰে চৌকা খান্দিলে। গ্লু-পটটোত ধুই-ধাই চিৰিচখিনি বহাই দিলো। মই কিনি অনা বাঁহৰ টুকুৰা কেইডোখৰমান সৰু সৰুকৈ দাবে ফালি জুই ধৰি দিলোঁ। গগৈয়ে কলে নতুন চিৰিচত ৰোলাৰ কৰিবলৈ লালি বা গুড় দিব লাগে। তৎক্ষণাত ওচৰৰ কমাৰপট্টিৰ দোকানৰ পৰা কিছু লালি কিনি আনিলোঁ। দেড় ঘণ্টামান জাল দিয়াৰ পাছত চিৰিচখিনি গলিল। গগৈয়ে ৰোলৰ ম'উল্ডটো ঘঁহি-পিহি চাফা কৰি তাত তেল ঘঁহি দি ৰোলাৰ ঢালিলে। মোক কলে ৰাতিৰ ভিতৰত নালাৰিবলৈ। পাঁচটা বাজিল। মেধি আৰু গগৈৰ যাবৰ সময় হ'ল। ইমানখিনি সময় মোৰতো খোৱা-বোৱা একো নায়েই, মেধি আৰু গগৈৰো একো নাই। তেওঁলোকে সেই ন-দহ বজাতে যি এমুঠি ভাত ঘৰত খাই আহিছে।

দুয়োকো হাত-পা ধুবলৈ মই পানীটোপা যোগাৰ কৰি দি লৰি গৈ কমাৰপট্টিৰ ভৱানী গোৱালিনীৰ পোহাৰৰ পৰা মুড়িৰ পিঠা ছয়খন তিনি অনা পইচা দি কিনি লৈ আহিলোঁ। মেধি আৰু গগৈ দুয়োকো দুখন দিলোঁ। মই চাৰিখন ৰাখিলোঁ। তেওঁলোক দুয়ো মুড়িৰ পিঠা খাই পানী পি গুচি গ'ল। যাওঁতে মেধিৰ আৰু গগৈৰ পাৰিশ্ৰমিক সম্প্ৰতিকলৈ মাহে ১৫ (পোন্ধৰ) টকা আৰু ১২ (বাৰ) টকা ধাৰ্য্য হ'ল। কাম বঢ়াৰ লগে লগে পাৰিশ্ৰমিকো বাঢ়ি থাকিব। দুয়ো সন্তোষিত মনেৰে গুচি গ'ল।

মই ভৰি-হাত ধুই উঠি মুড়িৰ পিঠা এখন খাই পানী পিলোঁ। বাকী তিনিখন পিঠা ৰাতিৰ সাজত খাম বুলি থৈ দিলোঁ। সাঁজ লাগি আহিল;

কেৰাচিনৰ চাকিটো জ্বলালোঁ। ডিব্রুগড়ৰ পৰা আহোঁতে সময়ত কামত লাগিব বুলি 'আসাম বান্ধৱ' ছপোৱা ৰেলৱে প্রেছৰ কর্মচাৰী এজনৰ পৰা অসমীয়া-ইংৰাজী আখৰৰ 'কম্পোজিটৰচ গাইড' এখন সংগ্রহ কৰি লৈ আহিছিলোঁ। চাকিৰ পোহৰত সেই গাইডখন চাই চাই মেধিয়ে কিছু আধকৰাকৈ এৰি যোৱা অসমীয়া আখৰৰ কেছযোৰ পাই আখৰ বাছি বাছি পেলাই পূৰা কৰি আৰু এযোৰ নতুন কেছ পাতি আখৰ পেলাবলৈ ধৰিলোঁ। মাজতে ৰাতি ১২মান বজাত উঠি গৈ হাত-পা ধুই মুড়িৰ পিঠা তুখন খাই পানী পি পুনৰ আহি কেছত আখৰ বাচিবলৈ ধৰিলোঁ। এখন মুড়িৰ পিঠা পুৱালৈ থৈ দিলোঁ। এইখিনি সময়ৰ ভিতৰতে গাইড চাই আখৰ কেছত পোলোৱাটো নাই-সুই হৈ মোৰ ক্ষিপ্রতা বাঢ়িল। এইযোৰ কেছও পূৰা হৈ আহিল। এযোৰ ইংৰাজী আখৰৰ কেছ পাতি লৈ তাতো আখৰ পেলাবলৈ ধৰিলোঁ গাইড চাই চাই। ইংৰাজী কেছযোৰো প্রায় পূৰা হ'ল। ৰাতিপুৱাৰ খবৰ দিয়া সদৰ থানাৰ পাঁচটাৰ ঘন্টা পৰিল। কাউৰীয়ে বাহৰ ভিতৰৰ পৰা ওলাই উৰি উৰি কা-কা কৰিবলৈ ধৰিলে। মই উঠি শৌচ কৰি আহি ব্রহ্মপুত্রত গৈ গা-ধুই আহি পুৱালৈ সাঁচি থোৱা মুড়িৰ পিঠাখন খাই পানী পি পুনৰ আন এখন কেছ পাতি লৈ পাই আখৰ বাছি ভাগে ভাগে পেলাবলৈ ধৰিলোঁ। টোপনি-ভাগৰৰ চিন্তা নাই। এইযোৰ কেছও প্রায় পূৰা হৈ আহিল। নটা বাজিল। মেধি আৰু গগৈ তুয়ো আহি পালে। আহি পোৱামাত্রেই মেধিক লগাই দিলোঁ কালি অৰ্ডাৰ লোৱা বিয়াৰ চিঠি তুখন কম্পোজ কৰিবলৈ। কেছ তুখনতো আখৰেৰে পূৰা কৰি থোৱাই হৈছে। মেধিয়ে দেখি আচৰিত হৈ মুখত নীৰৱ হাঁহি মাৰি চিঠি তুখন কম্পোজ কৰাত লাগিল। গগৈক লগাই দিলোঁ ইঙ্ক-টেবিল, ৰোলাৰ আদি ঠিক কৰাত। গগৈয়ে মোৰ নাই বুলি ভাবিয়েই হয়তো লগত এখন ছুৰি কটাৰি লৈ আহিছিল। তাৰেই ভেঙা ৰোলাৰটো সাঁচৰ পৰা উলিয়াই ঘ'ত যেনেকৈ কটা-ছিঙা কৰিব লাগে কৰি ৰোলাৰ ফ্রেমত গাঁথি তুলি ধুই-ধাই ছায়াত শুকাবলৈ দিলে। প্রেছৰ লগতে অহা ৰঙা চিঁয়াহীৰ আধা পাউণ্ডৰ নোখোলা টিন এটা খুলি চালোঁ চিঁয়াহীবিলাক গোট বান্ধিছে। তাক গলাবলৈ তার্পিন তেল লাগিব বুলি গগৈয়ে কলে। আনিলোঁ তাপিন তেল তুই অনাৰ কমাৰপট্টিৰ মৌলবী দেৱানৰ দোকানৰ পৰা। গগৈয়ে পৰীক্ষা কৰি চালে,—ৰোলাৰটো শুকাই ব্যৱহাৰ কৰিব পৰা হৈছে। টিমৰ পৰা ৰঙা চিঁয়াহী কিছু উলিয়াই ইঙ্ক-টেবিলত দি তাত কিছু তার্পিন ঢালি ৰোলাৰেৰে পিটিব ধৰিলে। চিঁয়াহী সুন্দৰকৈ নৰম হ'ল। ইয়াৰ ভিতৰতে বিয়াৰ সৰু চিঠি তুখনো মেধিৰ কম্পোজ হৈ ওলাল। অসুবিধা একো নাছিল। প্রেছৰ লগতে দীঘল-চুটি লেড্ কিছুমান আৰু চাইজ মতে লেড্ কটা কেচি এখনো আহিছিল। প্রেছৰ লগত সৰু-ডাঙৰ ফ্রেম কেই-খনমান কোৱাৰ্ড, কোটেছন, কাঠৰ চাইড-ষ্টিক, পেজবন্ধা শনৰ পুৰণি ৰচি কিছুমানো আনিছিলোঁ। এনেকি পেজ ঠুকা কাঠৰ পুৰণি হাতুৰিটোও আনিছিলোঁ। গতিকে কামত একোতে বাধা নপৰিল। মেধি, গগৈ তুয়ো চিঠি তুখনৰ কম্পোজ প্রেছৰ প্লেটত তুলিলে আৰু সৰু ফ্রেম তুখনত টাইট কৰি লক্-অন কৰিলে। ৰোলাৰেৰে চিঁয়াহী দি প্রুফ লৈ মোক দিলে। প্রুফ মই

সোনকালে চাই দিলোঁ। 'আসাম বান্ধৱৰ' সংশ্ৰৱত সেই বিদ্যা মোৰ আয়ত্ত হৈছিল। তেতিয়া গগৈৰ মনত পৰিল ফ্ৰীস্কেটখনত কাকত লগোৱা নাই, কাকত আছে, আঠা নাই। পিনো লাগিব ছপাৰ জোখটো ঠিক ৰাখিবলৈকে বেডখনত মাৰিবলৈ। লৰা-লৰিকৈ কমাৰপট্টিৰ দোকানৰ পৰা আঠা কৰিবলৈ দু অনাৰ ময়দা আৰু এক অনাৰ চাৰিটা বেজি কিনি আনিলোঁ,—পিন্ নাই। লৰা-লৰিকৈ গগৈয়ে ঘৰতে থকা এটা পুৰণি মাটিৰ সাজত ময়দাৰ আঠা কৰি ফ্ৰীস্কেটত কাকত লগাই বাৰাণ্ডাৰ আগৰ ৰ'দত শুকাব দিলে। মেধিয়ে মই চাই দিয়া মতে চিঠিৰ প্ৰুফ দুখন শুদ্ধ কৰিলে। ইয়াৰ ভিতৰতে ফ্ৰীস্কেটখন শুকাল আৰু গগৈয়ে আনি বেডখনত লগাই দিলে। ৰোলাৰেৰে চিঠি-দুখনৰ কম্পোজত চিঁয়াহী লগালে চকাটো ঘূৰাই দি প্লেটখন ভিতৰলৈ সুমুৱাই নি ওপৰৰ প্লেটখনেৰে চেপি ফ্ৰীস্কেটৰ কাকতত সাঁচ বহুৱাই উলিয়াই আনি সেই সাঁচ দুটা কেচীৰ অভাৱত গগৈয়ে লগতে লৈ অহা ছুৰি-কটাৰিখনেৰে কাটিলে। এই সময়তে চিঠি ছপাব অহা মানুহ দুজনে দুই পেকেট ৰঙা চিঠিৰ কাকত লৈ আহিল। বন্দৰস্ত সেইটোৱে আছিল। মানুহ দুজনৰ আগতেই গগৈয়ে বেডখনত সাঁচ বহুৱাই বেজি মাৰিলে। মই ৰোলাৰেৰে চিঁয়াহী দিলোঁ, মেধিয়ে ৰঙা চিঁয়াহীৰে ছপা চিঠিবোৰত কেঁচাই কেঁচাই প্ৰেছৰ লগতে অহা পেকেট খুলি, তুলা নাছিল বাবে কাপোৰৰ আগৰেই সোণালী গুড়ি সানি দিলে। এক ঘণ্টাৰ ভিতৰতে দুয়োখন চিঠিৰ দুশখন ছপা হৈ ওলাল। গ্ৰাহক দুজনে বাকী ৪৲ (চাৰি) টকা দি ছপা চিঠিবোৰ লৈ গ'ল। মোৰ আগৰ মূলধন দুটকা আৰু কালি পোৱা আগধন দুটাৰ সৰু-সুৰাকৈ খৰচ হৈ বাকী থকা ছয় অনাৰ লগত এই চাৰি টকা যোগ হৈ হাতত জমিল মুঠ চাৰি টকা ছয় অনা। মনত স্বস্তি আহিল। হেণ্ড মেছিন হলেও, ডিমাই প্ৰেছ এটা, ১৮-৩০ যোৰা কেছ, ১০-১২ বাকছ ভৰ্তি পাই আখৰৰ বোজা, আৰু আন সকলো সৰঞ্জামৰ সৈতে বৰপেটাৰ পৰা সাতখন গৰুৰ গাড়ীত ভৰাই আনি সৰুপেটাৰ বেলত তুলি আমিনগাঁও পাৰ কৰাই গুৱাহাটী ষ্টেচনত আনি নমাই, তাৰ পৰা গৰুৰ গাড়ীৰে আনি পাণবজাৰৰ বৰপেটীয়া পাৰাৰ ঘৰত তুলি-পাতি, ভোক-পিয়াহ, জিৰণি-টোপনি এৰি চাৰি দিনৰ ভিতৰত পইচা আৰ্জিবলৈ সমৰ্থ হোৱা সেই সময়ৰ আত্মপ্ৰসাদ-আনন্দ-আশা-উত্তমৰ স্মৃতি আজি পঞ্চাশ বছৰ পাছতো মোৰ মনত কেঁচা হৈ আছে।

আজি চাৰিদিন ভাত খোৱা নাই। ভৱানী গোৱালিনীৰ পোহাৰৰ দুই-পইচীয়া *মুড়িৰ পিঠা* সাজত দুখনকৈ দুসাজত খাই পানী পিয়েই ৰাতি দিনক সমান কৰি কাম কৰি আছোঁ। জিৰণি-টোপনিৰ নাম-গোন্ধেই নাই। চিঠি ছপাৰ পইচা-খিনি হাতলৈ অহাত মাছৰ আঞ্জাৰে ভাত এসাজ খাবলৈ ইচ্ছা হ'ল। ইচ্ছা হোৱা মাত্ৰেই অদৃশ্য হোৱা ভোকটোও কলমলাই পেটত বাঢ়ি উঠিল।

সেই সময়তে আন এজন মানুহে বিয়াৰ চিঠি ছপাব আৰু যাত্ৰাদলৰ প্ৰোগ্ৰাম এখন একহেজাৰ ছপাবলৈ আহিল। কাইলৈ গধূলি নাইবা পৰহি ১২ বজাৰ ভিতৰত দিলেও হ'ব। মোৰ চাৰি-দিনীয়া ভোকৰ উঠি অহা কামনাটোও ক'ৰবালৈ পলাল। মই মেধি আৰু গগৈৰ মুখলৈ চালোঁ।

চিঠিখন সৰু, প্ৰোগ্ৰামখন ডাঙৰ, হাফ ফুলস্কেপ চাইজৰ। মেধি আৰু গগৈয়ে পৰস্পৰৰ মুখলৈ চোৱা-চুইকৈ চিন্তাত পৰিল। চিঠিখনৰ বাবে নহয়, হাফ ফুলস্কেপ চাইজৰ প্ৰোগ্ৰামখন সময়-মতে দিব পৰা হ'ব নে নহ'ব বুলি ভাবি। মই তেওঁলোকৰ গুণা-গঁথালৈ অপেক্ষা নকৰি মানুহজনক কলোঁ পাৰিম বুলি এই সাহসত যে আগদিনাখনৰ চিঠিখন মেধিয়ে কম্পোজ কৰা আৰু চাইজমতে লেড্ কটাৰ কৌশলটো মই চাই চাই, কামটো ময়ো পাৰিম বুলি মনত ধাৰণা কৰি লৈছিলোঁ। চিঠি দুখনৰ সোণালী ছপাৰ দাম হ'ল চাৰে চাৰি টকা আৰু হাফ ফুলস্কেপ প্ৰোগ্ৰামখনৰ দাম হ'ল ১০ টকা। কিন্তু দুয়োখনৰ কাকত তেওঁলোকে দিব লাগিব—আজি গধূলি বা কাইলৈ পুৱাতেই। গ্ৰাহকজন সম্মত হ'ল আৰু দুয়োখনৰ কামৰ বাবে আগধন পাঁচ টকা দি গুচি গ'ল। আগৰ চাৰি টকা ছয় অনাৰ লগত এই আগধন পাঁচ টকা যোগ হৈ মোৰ হাতত হ'ল নটকা ছয় অনা। উৎসাহ-উদ্যম বাঢ়িল। মেধিক তৎক্ষণাত কম্পোজত লগাই দিলোঁ। গগৈয়ে নতুন ৰোলাৰ কৰাত লাগি গ'ল। মোৰ পলাই যোৱা ভোকটোৱেও পুনৰ আহি এইবাৰ তীব্ৰভাৱে আক্ৰমণ কৰিলে। ভাবিলোঁ, পাঁচ বজাত মেধি-গগৈ যোৱাৰ পাছত বজাৰ কৰি এমুঠি ভাত সিজাই খাম। প্ৰোগ্ৰামখন ৰাতিৰ ভিতৰত ময়ে কম্পোজ কৰিম। মেধিয়ে চিঠিখন কম্পোজ কৰি শেষ কৰিলে। গগৈয়েও ৰোলাৰ মাউণ্ডত ঢালিলে। পাঁচটা বজাত তেওঁলোক গ'ল। মই বজাৰলৈ গৈ পানী আনিবৰ বাবে মাটিৰ কলহ এটা, চাউল, নিমখ, তেল, ভাত ৰন্ধা মাটিৰ চৰু দুটা, বিলাহী, মাছ কিনি আনিলোঁ। মছলা আৰু খৰি অনা নহ'ল। মছলা মই নাখাওঁ— আজিলৈকেও। প্ৰেছৰ কেছ বহুওৱা চাংপতা বাঁহৰ সৰু সৰু টুকুৰা আছিল। সেয়ে খৰি হ'ল। এটা চৰুত ভাত সিজাই, আনটো চৰুত চিতল মাছৰ কলঠিৰে বিলাহীৰ আঞ্জা ৰান্ধি অপৰ্য্যাপ্ত তৃপ্তিৰে চাৰিদিনীয়া প্ৰায়-লঘোণ আৰু কঠোৰ শ্ৰমৰ মূৰত ভাত-সাজ খালোঁ। পাছত শুবলৈ মন গ'ল। কিন্তু ভাগৰ লাগি শুলেতো নহ'ব! ৰাতিৰ ভিতৰত প্ৰোগ্ৰামখনৰ কম্পোজ শেষ কৰিবই লাগিব। তেহে কথামতে গ্ৰাহকক দিব পৰা হ'ব।

কেৰাচিন চাকিৰ ধোঁৱা নাকে-মুখে সোমোৱা-টো অস্বস্তিকৰ কাৰণে গাতে লাগি থকা বৰপেটীয়া পাৰা কীৰ্তন-ঘৰটোৰ চোতালৰ একাষত পৰি থকা মাটিৰ পুৰণি ডাঙৰ চাকি এটা বুটলি আনি তাত খাই-তেলেৰে চাকি জ্বলাই তাৰ পোহৰতে প্ৰোগ্ৰামখন কম্পোজ আৰম্ভ কৰিলোঁ। তেতিয়া অনুমান ৰাতি আঠটা। একেবাৰে কেঁচা হাত বাবে কম্পোজত কেইবাবাৰো ভুল হ'ল। কেইবা-বাৰো ভাঙি পেলাই নতুনকৈ কম্পোজ কৰিলোঁ। বিৰক্তি লাগি উঠে। কিন্তু বিৰক্তি লাগিলেতো নহ'ব। কৰিবই লাগিব। এৰণ নাই। এইদৰে কেইবাবাৰো ভাঙি-পাতি প্ৰোগ্ৰামখনৰ কম্পোজ শেষ কৰোঁতে ৰাতি পুৱাল। কাউৰে ৰমলিয়ালে। উঠি গৈ শৌচ কৰি অটাই ব্ৰহ্মপুত্ৰৰ পাৰলৈ গৈ তাত কেইমিনিটমান নিত্য-নৈমিত্তিক প্ৰাণায়াম আৰু ব্যায়াম কৰি গা ধুই আহিলোঁ। আহোঁতে বাটত চাৰি পইচাৰে ভৱানী গোৱালিনীৰ পুৱাতেই খোলা পোহাৰিৰ পৰা মুড়িৰ পিঠা দুখন কিনি আনি, খাই পানী পি উঠি প্ৰোগ্ৰামখনৰ ৰাতিৰ

কম্পোজটো পিটিকি পিটিকি শুদ্ধ-অশুদ্ধবিলাক চালোঁ। এইখনেই আছিল মোৰ কম্পোজ শিকা আৰু কৰা প্ৰথম প্ৰচেষ্টা। সেই সময়ত মই ধপাত হুপিছিলোঁ। যোৱা চাৰিদিন খোৱা-লোৱা জিৰণি-টোপনিৰ লগতে এই নিচাটোও মোৰ মনৰ পৰা পলাইছিল। এতিয়া, প্ৰথম পদক্ষেপতেই কম্পোজ শিকি আধা ফুলস্কেপ চাইজৰ ডাঙৰ ঠাছা-কম্পোজ এটা শুদ্ধকৈ কৰিবলৈ সক্ষম হোৱা আত্ম-প্ৰসাদ আনন্দত ধপাত হুপিবলৈ মন গ'ল। কিন্তু হোকা-চিলিম, ধপাততো নাই। সমুখৰ মধুদাৰ ঘৰলৈ গৈ খুব তৃপ্তিৰে ধপাত এচিলিম হুপিলোঁ। আৰাম পালোঁ। পুৱাৰ সাতটা ঘণ্টি পৰিল বৰ থানাত। থানাখন মোৰ ঘৰৰ ঠিক পিছফালেই। পুৱাতে আহি কম্পোজত নালাগিলে প্ৰোগ্ৰামখন সময়মতে দিব পৰা নহ'ব বুলি ভাবিয়েই নিশ্চয়, মই আগদিনাখন নোকোৱাকৈয়ে,—সেইদিনা মেধি আৰু গগৈয়েও ঠিক সাত বজাতে আহি ওলাল। তেওঁলোক দুয়োজনৰ দায়িত্ব আৰু কৰ্তব্যবোধ দেখি মই মোহিত হলোঁ। মই ৰাতিয়েই প্ৰোগ্ৰামখনৰ কম্পোজ শেষ কৰি থোৱা দেখি দুয়ো আচৰিত হ'ল। মোৰ কম্পোজটোৰ 'জাষ্টিফিকেছন'ত যি অলপ গড়মিল আছিল সেইটো ঠিক কৰি আগদিনাখন মেধিয়ে কম্পোজ কৰা চিঠিখনৰ সৈতে দুয়োটা ফৰ্মা ৰচিবে বান্ধি ফৰ্মা দুটা প্ৰেছত তুলি লক্-আপ কৰিবলৈ ধৰিলে। গগৈয়ে মাউণ্ডৰ পৰা নতুন ৰোলাৰটো উলিয়াই কাটি-কুটি ধুই-ধাই ছায়াত শুকাবলৈ দিলে—ফ্ৰীস্কেটখনত কাকত লগাই উঠি অহা ৰ'দত শুকাবলৈ দিলে। অলপ পাছতেই গ্ৰাহকজনে চিঠি আৰু প্ৰোগ্ৰামৰ কাকত লৈ আহিল। দুয়োটা ফৰ্মা লক্-আপ কৰি প্ৰুফ লোৱা হ'ল। দেখিলোঁ চিঠি আৰু প্ৰোগ্ৰাম দুয়োটাৰ কম্পোজত এটাও ভুল নথকাকৈ কম্পোজ হৈছে। মই কৰা ডাঙৰ কম্পোজটোত এটাও ভুল নথকা বাবে মেধি-গগৈয়ে মোৰফালে আনন্দ-বিস্ময় চকুৰে চাই মোক ধন্য ধন্য দিলে। আৰু কলে যে এনে কাম তেওঁলোকে আৰু ক'তো দেখা নাই। মোৰ আত্মপ্ৰসাদ আৰু উৎসাহ বাঢ়িল। পুৱাতেই আহি কামত ধৰিছে গতিকে মই মুড়িৰ পিঠা কিনি আনি দুয়োকো খুৱালোঁ। ময়ো খালোঁ। ঘৰতে গা ধুই আহিছিল বাবে ধৰ্মভাৱাপন্ন মেধিয়ে খাবলৈ আপত্তি নকৰিলে। খাই পি উঠি গগৈয়ে প্ৰেছ মাৰিলে, মই চিঁয়াহী দিলোঁ, মেধিয়ে কাকত ধৰিলে আৰু ছপা চিঠিত সোণালী ৰং ঘঁহি দিলে। দুটামান বজাত সকলোখিনি ছপা শেষ হ'ল। গ্ৰাহক-জন আহিল। ছপা খৰছৰ বাকী ৯॥০ (চাৰে ন) টকা দি গ্ৰাহকে ছপা চিঠি আৰু প্ৰোগ্ৰাম লৈ গ'ল। কালিৰ জমা ৯।৶০ টকাৰ, পুৱাৰ পৰা আমি তিনিওজনে মুড়িৰ পিঠা খোৱা খৰচ চাৰি অনা গৈ হাতত থকা ৯৶০ (নটকা দুই) অনাৰ লগত ৯॥০ টকা যোগ হৈ মোৰ হাতত জমিল ১৮॥৶০ (ওঠৰ টকা) দহ অনা। মোৰ আনন্দ-উৎসাহৰ পৰিসীমা নোহোৱা হ'ল।

খ

এইদৰে দুই-এটাকৈ ছপা কাম আহিবলৈ ধৰিলে। বিয়াৰ চিঠি, ৰচিদ, চিঠি লিখা পেড ইত্যাদি। মেধি, গগৈ আৰু মই সেইদৰেই কাম কৰি থাকিলোঁ। হাতলৈ পইচা আহি থাকিল। একমাহৰ মূৰত মেধি-গগৈৰ পাৰিশ্ৰমিক, প্ৰেছৰ

ভাড়া, মোৰ খোৱা আৰু প্ৰেছৰ দৈনিক প্ৰয়োজনীয় সকলো খৰচ কৰি মোৰ হাতত জমিল প্ৰায় ৬০ (ষাঠি) টকা। মোৰ উৎসাহৰ ওপৰত উৎসাহ উথলি উঠিল। কাম কৰাত দিন-ৰাতিৰ পাৰ্থক্য নোহোৱা হ'ল। ৰেছি পোহৰৰ বাবে ভাল লেম্প দুটা কিনিলোঁ। মোৰ খোৱা-লোৱা সৰঞ্জাম—মাটিৰ চৰু-কলহৰ ঠাইত কেৰাহি, কাঁহী-বাটি, বালটি কিনিলোঁ। যোৱা কেইদিন ভাত-আঞ্জা লাৰা-চাৰা কৰা বাঁহৰ চটাৰ ঠাইত পিতলৰ কৰছ কিনিলোঁ। উক্ত সকলো খৰচ কৰি মোৰ হাতত থাকিল প্ৰায় ২৫_ টকা। প্ৰেছটো অনাৰ এমাহৰ মূৰত দুটকা মাত্ৰ মূলধন লৈ এইখিনি আৰ্জিলোঁ। দ্বিতীয় মাহত মেধিৰ পাৰিশ্ৰমিক ১৫ টকাৰ ঠাইত ১৮ টকা আৰু গগৈৰ ১২ টকাৰ ঠাইত ১৫ টকা কৰা হ'ল। তেওঁলোক দুজনেও উৎসাহেৰে কাম কৰি গ'ল।

নিতৌ নতুন নতুন ছপাৰ কাম আহিব ধৰিলে। অসমীয়া, ইংৰাজী, দুয়োটা ভাষাৰ। গুৱাহাটী মিউনিচিপালিটি, লোকেল বোৰ্ড আৰু উকীল-খানালৈ গৈ ধৰি-মেলি সেইবিলাকৰ পৰাও কাম আনিলোঁ। আৰু সেইদৰেই মেধি, গগৈক চাই মই দিন-ৰাতিক সমান কৰি কাম কৰোতে কৰোতে ৰাতিপুৱাই দি, কথা দিয়া মতে গ্ৰাহকসকলক সন্তুষ্ট কৰি থাকিলোঁ। পইচা আহি হাতত জমা হৈ থাকিল। মই আগতে মুড়িৰ পিঠা খাই কাম কৰাৰ পৰিবৰ্তে দুসাজ ভাত খাই কাম কৰাৰ অৱস্থা পালোঁ। ৰাতিৰ সাজৰ লগতে পিছদিনাৰ দুপৰীয়াৰ ভাতখিনিও বান্ধি থৈ দিওঁ। বোন্দা মেকুৰী এটাই এইদৰে সাজি থোৱা ভাত-আঞ্জাত উপদ্ৰৱ কৰি আকৌ সেই দুই পইচীয়া মুড়িৰ পিঠা দুপৰীয়া খাই পানী পি গোটেই দিনটো কাম কৰিবলগীয়াত পেলাইছিল। কিন্তু এদিন মেধি আৰু গগৈৰ বুদ্ধি-পৰামৰ্শ মতে ৰচিৰে ফান পাতি বোন্দাটো ধৰি মাৰি পেলোৱাত সেই উপদ্ৰৱ আৰু নোহোৱা হ'ল। এসাজতে দুসাজৰ ৰন্ধা ভাত খাই কাম কৰি থাকিবলৈ সুবিধা পালোঁ।

ছপাৰ নতুন নতুন কাম আহিব ধৰাত মই, মেধি আৰু গগৈয়ে সামৰিব নোৱাৰা যেন হোৱাত নতুন কৰ্মী লোৱাৰ আৱশ্যকতা অনুভৱ কৰিলোঁ। কিন্তু প্ৰেছৰ নতুন কৰ্মীতো তেতিয়া গুৱাহাটীত নাছিল। গতিকে কাম শিকা সৰু ল'ৰা কেইজনমান যোগাৰ কৰিবলৈ মেধি আৰু গগৈক কলোঁ। দুয়োজনে উজানবজাৰৰ পৰা বৰদা বিষয়া, কৃষ্ণ হাজৰিকা, আনন্দ হাজৰিকা, ললিত দাস, ৰমণী দাস আদি সৰু সৰু ল'ৰা কেইজনমানক কাম শিকাবলৈ আনি দিলে। ইফালে লাখটকীয়াৰ পৰাও ইমতাজ, ৰহমান, জেলিল আদি সৰু সৰু ল'ৰা কেইজনমান খেতিৰে যোগাৰ কৰি পঠালে। কাম শিকাৰ বাবে এই ল'ৰা কেইজনৰ সাম্প্ৰতিক পাৰিশ্ৰমিক বন্দবস্ত হ'ল মাহত তিনি-চাৰি টকাকৈ। ল'ৰাকেইজনক বিধে বিধে পাই আখৰ বছা, কেছৰ ঘৰ চিনি আখৰ পেলোৱা, ছপা ফৰ্ম্মা ধোৱা, ফ্ৰীস্কেটত কাকত লগোৱা, ইঙ্ক টেবিল ধোৱা, পুৰণি ৰোলাৰ কাটি লগোৱা আদি কাম-বোৰৰ শিক্ষা দিয়া হৈ থাকিল। কিন্তু ক্ৰমে কামৰ ভিৰ ইমান হৈ আহিল যে কাম জনা লোক নহলে নচলা যেন হ'ল। মেধি, মই, গগৈ তিনিও চম্ভালিব নোৱাৰা যেন অনুভৱ কৰিলোঁ। সৰু সৰু ল'ৰাকেইটাইতো কম্পোজ কৰিব নাজানে।

গোবিন্দ গগৈয়েও কম্পোজত ধৰিবলগীয়া হোৱাত এজন ভাল প্ৰেছমেনৰো দৰকাৰ হ'ল। গুৱাহাটী-তভো তেনে মানুহ নাই গতিকে ছিলঙত গৱৰ্ণমেণ্ট প্ৰেছত কাম কৰা, অথচ কাম এৰি বহি থকা লোকৰ খবৰ কৰিলোঁ। ইয়াৰ ভিতৰতে অকস্মাৎ এজন প্ৰেছ-অভিজ্ঞ লোকক পোৱা গ'ল। তেওঁ নিজে আহি মোক লগ ধৰিলে। তেওঁৰ নাম ৰামচন্দ্ৰ ব্ৰহ্মচাৰী। তেওঁ হেনো বোম্বাইৰ 'টাইমচ অব ইণ্ডিয়া' প্ৰেছ আৰু কাকতৰ সহকাৰী মেনেজাৰ আৰু সহকাৰী সম্পাদক আছিল। তেওঁৰ পৰিবাৰ আৰু একেটি মাত্ৰ লৰা সন্তানৰ মৃত্যুৰ পাছত মনত বৈৰাগ্যৰ ভাব ওপজাত কাম এৰি ব্ৰহ্মচৰ্য্য ব্ৰত লৈ এইদৰে গোটেইখন ভাৰতবৰ্ষৰ তীৰ্থবোৰ পৰ্য্যটন কৰি ফুৰিছে। তেওঁ মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ। কামাখ্যা তীৰ্থ পৰ্য্যটনলৈ আহিছিল। কামাখ্যাত তেওঁ বেমাৰত পৰিল আৰু তেওঁৰ হাতত যি সামান্য টকা-পইচা আৰু কানি-কাপোৰ আছিল সকলোখিনিকে চোৰে চুৰ কৰিলে। কামাখ্যাৰ যি পাণ্ডাৰ আশ্ৰয়ত বিনা পইচাতে প্ৰায় দুমাহ খাই আছিল তেওঁলোকেও কিছু অনাদৰ কৰা হ'ল। তেওঁৰ চুৰি নোহোৱাকৈ আছিল মাত্ৰ এটা চুট কোট আৰু জেপত এটা ৰূপৰ শিকলিৰে বুক-ঘড়ী। তাকে লৈ তেওঁ কামাখ্যাৰ পৰা নামি আহিল· গুৱাহাটীলৈ প্ৰেছ বিচাৰি, কাৰণ তেওঁৰ হাতত তেতিয়া সম্বল আছিল মাত্ৰ প্ৰেছৰ অভিজ্ঞতা, বুক-ঘড়ীটো আৰু কোটটো। গুৱাহাটীতো তেতিয়া মোৰ এই নতুনকৈ খোলাটোৰ বাহিৰে আন প্ৰেছ নাছিল। সেইবাবে বিচাৰি বিচাৰি তেওঁ ইয়ালৈ আহিছে।

সিদিনাখন পুৱা ৮৷৷ মান বজাত প্ৰেছৰ মানুহ কোনোৱে অহা নাই। মই অকলে প্ৰেছ ঘৰৰ ভিতৰত কাম কৰি আছোঁ। বাহিৰত এটা ক্ষীণ কণ্ঠৰ মাত শুনিলোঁ হিন্দীত, "অন্দৰ মে কৈ হায়?" মাতটো মোৰ কাণত বাজিল যদিও, কামৰ হেঁচাত বৰকৈ মন কৰা নাছিলোঁ। আৰু এবাৰ শুনিলোঁ ইংৰাজীত, "Is there any-body inside?" মই কাম এৰি গৈ বাহিৰলৈ ওলাই গলোঁ। দেখিলোঁ, আমাৰ কেওলীয়া ভকত বা মহন্তৰ দৰে মূৰত পাহ-কটা চুলিৰে মাজ মূৰত দীঘল টিকনি একোচাৰ খোপা বন্ধা, কপালত চন্দনৰ ফোট লোৱা, ভৰিত জোতা পিন্ধা, গাত পিন্ধা কোট চোলাটোৰ বুক-জেপত ৰূপৰ চেইন ওলোমাই ঘড়ীৰে বেমাৰী চেহেৰা লৈ চুটি-চাপৰ মানুহ এজন। দেখিয়েই মোৰ মনত প্ৰশ্ন উঠিল। আমাৰ কেওলীয়া মহন্তইনো ইমান দূৰ আগুৱাইছেনে? তেওঁৰ লগত কথা পাতি প্ৰশ্নটোৰ সমাধান হ'ল। তেওঁ উক্ত দৰে তেওঁৰ সকলো বৃত্তান্ত খুলি কলে, আৰু তেওঁৰ ঘড়ীটো বিক্ৰী কৰি অসমৰ পৰা ঘূৰি যাব বুলি কলে। তেওঁ আৰু কলে যে, প্ৰেছৰ সকলো কামৰ বাবে তেওঁ এক্সপাৰ্ট। যদি কোনো প্ৰেছক তেওঁ কিবা সহায় কৰিব লাগে, তাকো তেওঁ কৰিব পাৰে। তেওঁক বহিব দিলোঁ। প্ৰেছখন তেওঁ চাব খুজিলে। মই তেওঁক ভিতৰতলৈ নি দেখুৱাই কলোঁ, যে প্ৰেছখন পাতিবৰ মাত্ৰ এমাহমানহে হ'ল। প্ৰেছৰ সকলো সাজ-সৰঞ্জাম চাই তেওঁ মোক কলে যে, ভাল ডাঙৰ অটোমেটিক প্ৰেছ এটা মই যোগাৰ কৰি দিওঁ, তুমি নোলোৱা কিয়? মই সুধিলোঁ দাম কিমান টকা। তেওঁ কলে

যে তাৰ আচল দাম ২৫ হেজাৰ। কিন্তু মোৰ এই সম্পৰ্কত কলিকতাৰ সকলো প্ৰেছৱালৰ লগত ভালদৰে জনা-শুনা আছে বাবে মই তোমাক ৫০০০ (পাঁচ) হেজাৰ টকাতে লৈ দিব পাৰিম। মই তেওঁৰ কথা শুনি হতভম্ব যেন হলোঁ। সন্দেহ হ'ল, এওঁ বা মোৰ ওচৰলৈ কি মতলব লৈ আহিছে! কাৰণ বিদেশী মানুহ তাতে একে চৰেই ২৫ হেজাৰ টকাৰ মূল্যৰ প্ৰেছ এটা মোলৈ মাত্ৰ পাঁচ হেজাৰতেই দিব খুজিছে। কিন্তু তেওঁৰ মুখত সৰলতাৰ এটা কমনীয় ছাব দেখি সেই সন্দেহটো গাঢ় নহ'ল। তেওঁক ৰহিবলৈ দিলোঁ। এনেতে মেধি, গগৈ আৰু কাম শিকা ল'ৰাকেইজন আহি পালে। সকলোকেইজনে কামে কামে লাগি গ'ল। ব্ৰহ্মচাৰীয়ে নিজে উঠি গৈ কৰ্মীকেইজনৰ কাম চাবলৈ ধৰিলে আৰু মোৰ লগত প্ৰেছৰ যাৱতীয় কাম সম্বন্ধে তেওঁৰ অভিজ্ঞতা আৰু কৃতিত্ব-জ্ঞাপক কথা কবলৈ ধৰিলে। মই ব্ৰহ্মচাৰীক চাগু আৰু দৈ খুৱালোঁ। তেওঁ মাছ নাখায়। আবেলি মাথোন চাউল, আম, কবি, মূলা, একেলগে একে পাকতে বান্ধি এসাজ খায়। মই তেওঁক সেইদিনা সেইদৰেই যোগাৰ দিলোঁ। তেওঁ মোৰ লগত থাকিয়ে গ'ল। তেওঁৰ পাকতে ময়ো খোৱা হলোঁ। তেওঁ বেয়া পায় আৰু নাখায় বাবে ময়ো মাছ খাবলৈ এৰিলোঁ। ব্ৰহ্মচাৰীয়ে, দিনত দুটা মাহৰ চাতুৰ লগত দৈ মিহলাই পাক কৰি তাকে দুপৰীয়া খাইছিল, ময়ো তাকে খোৱা হলোঁ।

ব্ৰহ্মচাচাৰীৰ বাবে একো জঞ্জাল নাছিল। সামান্য বিছনা এখন দিছিলোঁ, তাতেই সুখেৰে টোপনি যায়, খায়ো অতি সৰলভাৱে, অতি সামান্য। কিন্তু তেওঁ মোক প্ৰেছত যি কাম কৰি দিছিল, সেইটো মোৰ পক্ষে বৰ মূল্যৱান আছিল। তেৱেঁই প্ৰেছখনৰ আৰু কৰ্মীকেইজনৰ কামত যি ভুল আছিল তাক সংশোধন কৰি দিছিল। তেওঁ অসমীয়াটো নাজানিছিল। কিন্তু ইংৰাজী কামবিলাক লোকেল বোৰ্ড, মিউনিচিপালিটি আৰু চাহ-বাগিচাৰ কামবিলাক নিজে কম্পোজ কৰিছিল। মেধি আৰু গগৈয়েও ব্ৰহ্মচাৰীৰ পৰা এইবোৰ কাম শিকিছিল। প্ৰেছত লেড্‌ৰ কম কৰিলে, কলিকতাৰ পৰা অৰ্ডাৰ দি অনাত অসুবিধা হলে, ব্ৰহ্মচাৰীয়ে কাঠমিস্ত্ৰি এজনৰ তালৈ গৈ লেড্‌ৰ জোখত কাঠেৰে চটা তৈয়াৰ কৰি আনি কাম চলাই দিছিল। গেলী থোৱা ৰেক, কাকত-বহী কটা হাত-যন্ত্ৰ, কাঠমিস্ত্ৰিৰ হতুৱাই এই ব্ৰহ্মচাৰীজনেই তৈয়াৰ কৰাই মোক বহু উপকাৰ কৰিছিল। ব্ৰহ্মচাৰীয়ে মোৰ তাত প্ৰায় তিনি মাহ আছিল। এই তিনি মাহৰ ভিতৰতে তেওঁৰ সৰলতা আৰু আন্তৰিকতাই মোক আৰু প্ৰেছৰ কৰ্মীসকলক বিশেষভাৱে আকৰ্ষণ কৰিছিল। এনে সৰল অকপট আৰু উচ্চ আদৰ্শযুক্ত মানুহ মই আগতে দেখা নাছিলোঁ বিশেষকৈ শিক্ষিত লোকৰ ভিতৰত। তেওঁ ভাৰতৰ সমসাময়িক ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতি সম্বন্ধে আমাৰ প্ৰথম শ্ৰেণীৰ নেতাসকলৰ দৰেই সজাগ আছিল। অথচ নিৰ্লিপ্তভাৱে। তেওঁ মোৰ লগলৈ অহা দিনৰে পৰা দুয়ো সমানভাৱে প্ৰেছৰ কামত লিপ্ত আছিলোঁ। তেওঁ প্ৰেছ সম্বন্ধীয় বহু কথা মোক শিকাইছিল। আমি দুয়ো দুয়োৰে পাৰস্পৰিক ব্যৱহাৰত মুগ্ধ হৈছিলোঁ। ভাবিছিলোঁ যেন ব্ৰহ্মচাৰীৰ লগত মোৰ কোনো

দিনাই এৰাএৰি নহ'ব। তেওঁতো পুত্ৰ-পৰিবাৰ ছেৰাই বৈৰাগ্য লৈ ব্ৰহ্মচাৰী হৈও কৰ্মপ্ৰবাহৰ হাত এৰিব পৰা নাই। মইতো চিৰকাল অবিবাহিত থাকি দেশলেৱাৰ প্ৰতিজ্ঞাৰে এই প্ৰেছখনতে মোৰ কৰ্মপ্ৰবাহ ঢালি দিছোঁ। গতিকে ব্ৰহ্মচাৰীৰ দৰে সহধৰ্মী লোক এজনক মই লগৰীয়া পালে বহুত কাম কৰিব পাৰিম। কিন্তু সেইটো নহ'ল।

এদিনাখন ডিব্ৰুগড়বাসী গঙ্গাৰাম চৌধুৰীয়ে মোক দেখা কৰিবলৈ অহাত ব্ৰহ্মচাৰীৰ লগত চৌধুৰীৰ কথা-বতৰা হ'ল। তাতেই ওলাল ব্ৰহ্মচাৰীয়ে কলিকতাৰ পৰা পাঁচ হেজাৰ টকাতে পঁচিশ হেজাৰীয়া অটোমেটিক প্ৰেছ এটা মোক যোগাৰ কৰি দিব খোজা কথাটো। মই কলোঁ মোৰ টকা নাই বুলি। গঙ্গা চৌধুৰীয়ে কলে, "আপোনাৰ টকা নাই জানো, তেনে প্ৰেছ এটা ইমান সস্তাত তেন্তে ডিব্ৰুগড়ত 'অসমীয়া' সাত-দিনীয়াখন ছপোৱা প্ৰেছখনকে নিদিয়ে কিয়? চন্দ্ৰ-কুমাৰ আগৰৱালাই তেনে অটোপ্ৰেছ এটা আনিবলৈ বিচাৰিছে।" গঙ্গা চৌধুৰীৰ এই কথাত ব্ৰহ্মচাৰীয়ে তেওঁৰ পৰা সকলো কথাৰ আঁতি-গুৰি ললে আৰু ডিব্ৰুগড়লৈকে যাবলৈ ওলোৱাত মনত কিছু অস্বস্তি অনুভৱ কৰিলোঁ যদিও, ব্ৰহ্মচাৰীয়ে পাঁচ হেজাৰতে মোক দিব খোজা কলিকতাৰ ২৫ হেজাৰীয়া অটোমেটিক ডাঙৰ প্ৰেছটো, যদি ডিব্ৰুগড়ৰ পৰা ওলোৱা সাতদিনীয়া 'অসমীয়া' কাকতখন ভালকৈ চলাবলৈকে চন্দ্ৰকুমাৰ আগৰ-ৱালাক দিয়ে, ভাল কথাহে হ'ব বুলি মই সন্মতি দিলোঁ। আৰু খৰচ-পাতি দি গঙ্গাৰাম চৌধুৰীৰ লগতে ডিব্ৰুগড়লৈ যাবলৈকে ব্ৰহ্মচাৰীক সুবিধা কৰি দিলোঁ। চৌধুৰী নিজেও অংশীদাৰ হিচাপে 'অসমীয়া' কাকতখনৰ লগত সংশ্লিষ্ট আছিল বাবে মনত আনন্দ পালে। ব্ৰহ্মচাৰীয়ে কলে, তেওঁ কেইদিনমান পাছত পুনৰ মোৰ ওচৰলৈ ঘূৰি আহিব।

ব্ৰহ্মচাৰীয়ে ডিব্ৰুগড়লৈ গৈ কলিকতীয়া অটোমেটিক ডাঙৰ প্ৰেছটো আগৰৱালাৰ দ্বাৰা কিনাবলৈ বন্দবস্ত কৰিলে, আৰু সেই প্ৰেছটো আনি গুৱাহাটীত পাতি 'অসমীয়া' কাকতখনো গুৱাহাটীৰ পৰাই ছপোৱাৰ বাবে সন্মত কৰালে। কেইদিনমান পাছত ব্ৰহ্মচাৰী আৰু আগৰৱালা দুয়ো গুৱাহাটীলৈ আহিল। আৰু কলিকতাৰ পৰা ব্ৰহ্মচাৰীয়ে দিব খোজা অটোমেটিক প্ৰেছটো গুৱাহাটীত পাতি তালৈ ডিব্ৰুগড়ৰ খলিহামাৰীৰ প্ৰেছটোও আনি 'অসমীয়া'খন গুৱাহাটীৰ পৰা চলাবলৈ উজান বজাৰৰ কৃষ্ণ চৌধুৰী হাকিমৰ ব্ৰহ্ম-পুত্ৰৰ পাৰত খাৰঘুলিৰ তেওঁৰ বাগিচাৰ পৰ্বতীয়া মাটি ললে। ব্ৰহ্মচাৰী আগৰৱালাৰ লৈতে ডিব্ৰুগড়ৰ পৰা আহি প্ৰথমতে মোৰ ঘৰতে উঠিছিল। আগৰৱালাই মোৰ তালৈ গৈ ব্ৰহ্মচাৰীৰ লগত প্ৰেছ সম্বন্ধে আলোচনা কৰে। আগৰৱালাই মোৰ প্ৰেছখনকো তেওঁৰ এই প্ৰেছ প্ৰজেক্টৰ লগ লগাই ডাঙৰকৈ পাতিবলৈ বুলি মোক বৰকৈ ধৰিছিল; মই তাত সন্মত নহলোঁ। কলোঁ যে মোৰ এইখন ঘৰুৱা-শ্ৰমশিল্পভাৱে পতা সৰু হেণ্ড প্ৰেছ। মোৰ উদ্দেশ্য, মই এখন মাহেকীয়া কাকত উলিয়াম। তাৰ বাবেহে যত্ন কৰিছোঁ। আগৰৱালাই কলে, "ভাল হে হ'ব।" সাতদিনীয়া 'অসমীয়া' আৰু মাহেকীয়া এখন একেটা ডাঙৰ প্ৰেছতে একেলগে ওলাব। মই কলোঁ যে মোৰ এটা বিশেষ মত লৈ

মাহেকীয়া আলোচনীখন উলিয়াব খুজিছোঁ। লগ হৈ চলালে মোৰ সেই মতত বাধা পৰিব পাৰে। আগৰৱালাই একো নামাতিলে।

ব্ৰহ্মচাৰীক লৈ তেওঁ কলিকতালৈ গ'ল আৰু এমাহ মানৰ ভিতৰুতে সেই ২৫ হেজাৰীয়া প্ৰকাণ্ড অটোমেটিক মেছিন প্ৰেছটো পাঁচ হেজাৰ টকাতে কিনি জাহাজেৰে আনি গুৱাহাটীত তুলিলে, আৰু তাৰ সকলো সৰঞ্জাম উজানবজাৰত থকা হেম গোস্বামীৰ মুকলি মাটিত ৰাখিলে। পাছত এই প্ৰেছৰ নাম 'নিউ প্ৰেছ' হ'ল। সেই প্ৰকাণ্ড মেছিনটো এতিয়াও তাতেই আছে। আগৰৱালা নিজেই গুৱাহাটীত থাকি ব্ৰহ্মচাৰীৰ পৰামৰ্শমতে কৃষ্ণ চৌধুৰীৰ পৰা লোৱা খাৰঘুলিৰ পৰ্বতীয়া মাটিত নিউ প্ৰেছৰ ঘৰ-দুৱাৰ কৰিবলৈ আৰম্ভ কৰিলে। ব্ৰহ্মচাৰীয়ে কলিকতাৰ পৰা আহিও মোৰ তাতেই উঠিছিল, আৰু মোৰ হেণ্ডপ্ৰেছৰ কামত মোক দিহা-পৰামৰ্শ দিছিল। এইটো ইং ১৯১৮ চনৰ ফেব্ৰুৱাৰী মাহৰ কথা।

ইয়াৰ ভিতৰতে মোৰ প্ৰেছটো চৰকাৰী আইন মতে ৰেজিষ্টাৰী কৰিলোঁ। নাম দিলোঁ 'অৰুণা প্ৰেছ'—মোৰ দাদা গিৰীশ চৌধুৰীৰ প্ৰথমা কন্যাৰ নামেৰে। দ্বিতীয় মাহত মেধি, গগৈ আৰু কাম-শিকা সকল'ৰাকেইজনৰ পাৰিশ্ৰমিক, প্ৰেছৰ ভাড়া, মোৰ খোৱা আৰু দৈনিক প্ৰেছৰ বাবে চোডা, তেল আদিত খৰচ গৈ মোৰ হাতত জমিল প্ৰায় ১০০শ টকা। ছপাৰ কাম খতি নপৰাকৈ দিনৌ আহিব ধৰিলে। মোৰো কামৰ হেঁচাত এসাজ ৰান্ধি দুসাজত খাবলৈকেও সময় কৰিব নোৱৰাত, আকৌ সেই ভৱানী গোৱালিনীৰ পোহাৰৰ দুই পইচীয়া মুড়িৰ পিঠাই গতি হ'ল কেইদিনমানৰ বাবে। ছেদ নোহোৱাকৈ দিনে দিনে কাম কৰি থাকিলোঁ। দিনে দিনে হাতত পইচা জমা হৈ থাকিল। ভোক-পিয়াহ ভাগৰ জুৰাবলৈ মনত নপৰা হ'ল। উৎসাহ উদ্যমত মন ভৰি পৰিল। নতুন প্ৰেছৰ কাম জনা লোকৰ অভাৱ তীব্ৰ হৈ উঠিল। কামৰ ভিৰৰ বাবে মেধিৰ লগত গগৈয়ে কম্পোজত ধৰাত ভাল প্ৰেছমেন এজনৰো প্ৰয়োজন হৈছিল। তথাপি গগৈয়ে কম্পোজ কৰি, ফৰ্ম্মা বান্ধি, মেকআপ কৰি প্ৰেছত মাৰিছিল। ময়ো প্ৰেছ টানি ছপাবলৈ শিকিছিলোঁ আৰু কৰিছিলোঁও। মানুহ নহলে বুলিতো কাম পৰি থাকিব নোৱাৰে। দিনে আহি পইচা হাতত জমা হৈ থকাত, মোৰ সঙ্কল্পিত মাহেকীয়াখন সোনকালে উলিয়াব পৰাৰ আশাপ্ৰদ ইঙ্গিতে মোক বেছি উৎসাহিত কৰিছিল। তৃতীয় মাহতো কৰ্মীৰ পাৰিশ্ৰমিক, প্ৰেছৰ ভাড়া, মোৰ খৰচ বাদ দি মোৰ হাতত জমা হ'ল দুশ টকাৰ কিছু বেছি। মাহেকীয়াখন সোনকালে উলিয়াব পাৰিম— বিশ্বাস হ'ল।

এই সময়তে 'এডভোকেট অব্ আসাম প্ৰেছ'ৰ স্বত্বাধিকাৰিণী বৰুৱানীয়ে মোলৈ কৈ পঠালে যে, প্ৰেছটো তেখেতে বিক্ৰী কৰিবলৈ মন কৰিছে। মই শুনা মাত্ৰেই উজানবজাৰলৈ গৈ তেখেতক ঘৰত দেখা কৰিলোঁ। প্ৰেছখনৰ সকলো সৰঞ্জাম সৈতে মূল্য ঠিক হ'ল ৪৫০ ( চাৰিশ পঞ্চাশ ) টকা ; কিন্তু মোৰ হাতত দিব পৰাকৈ মাত্ৰ দুশমানহে টকা আছে। মই বৰুৱানীক কলোঁ যে, এতিয়া মাত্ৰ দুশ টকাহে দিব পাৰিম। বাকী আড়াই শ টকা অহা দুমাহৰ ভিতৰত দিম। বৰুৱানী সন্মত হ'ল। এই বন্দবস্ত কৰি প্ৰেছলৈ ঘূৰি আহিয়ে দেখো কি যে, ছিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছত মুখ্যাভিৰে কাম কৰা

পূৰ্ণ কাকতি আৰু বালেক কলিতাই মোক অপেক্ষা কৰি বহি আছে। পূৰ্ণ কাকতি ইংৰাজী, অসমীয়া কম্পোজ আৰু 'জব ৱাৰ্ক'ত পাকৈত, আৰু বালেক কলিতা (কিছু বয়সীয়া) প্ৰেছ-মেনৰ কামত পাকৈত। দুয়োজন উত্তৰ পাৰৰ নলবাৰী, বজিয়া-বাইহাটা অঞ্চলৰ। গুৱাহাটীত থাকিব পাৰিলে ঘৰৰ ওচৰ হ'ব বুলি দুয়ো ছিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছৰ পৰা কাম এৰি আহিছে। মই দুয়োকো ৰাখি থলোঁ, আৰু আজি বন্দৱস্ত কৰি অহা 'এডভোকেট অৱ আসাম'ৰ প্ৰেছখন তেওঁলোক দুজনৰ হতুৱাই অনাই আজিতেই ইয়াত পাছফালৰ ঘৰটোত পাতিবলৈ ঠিক কৰিলোঁ। তেওঁলোক দুজনক সুধিলোঁ ভাত-পানী খাইছে নে নাই। তেওঁলোকে কলে, "আমি খাই-বই আহিছোঁ।" গতিকে মোৰ প্ৰেছৰ মেধি, গগৈ আৰু কাম শিকা ল'ৰা-কেইজনক কাম বটাই দি মই খোৱা-বোৱা একো নকৰাকৈয়ে তপতে তপতে পূৰ্ণ কাকতি আৰু বালেক কলিতাক লৈ উজানবজাৰলৈ প্ৰেছখন আনিবলৈ গ'লোঁ। বৰুৱানীক দিবলৈকে টকা দুই শও ললোঁ। বাটতে বালেক কলিতাক লাখটকীয়াৰ ফালৰ পৰা দুখন গৰুৰ গাড়ী বন্দৱস্ত কৰি লৈ যাবলৈ কলো। তেতিয়া দিনৰ প্ৰায় বাৰটামান বাজিছে। মই আৰু পূৰ্ণ কাকতি গৈ বৰুৱানীক টকা দুই শ দি প্ৰেছৰ সকলো সৰঞ্জাম বন্ধা-কোঢ়াত লাগিলোঁ। মই বৰুৱানীক সুধিলোঁ—প্ৰেছ কিনাৰ লিখা-পঢ়াটো বাকী আঢ়াই শ টকা দিয়াৰ পাছত হলেও নহবনে বুলি। বৰুৱানীয়ে কলে হ'ব, হ'ব বুলি। বালেক কলিতাই গাড়ী দুখন লৈ আহি পালে। প্ৰেছৰ আখৰ ভৰ্তি কেছ আদি কিছুমান এখন গাড়ীত ভৰালোঁ। মেছিনটো খহাই তাৰ গধুৰ অংশবিলাক গাৰোৱান দুজন আৰু আমি তিনিজনে ধৰাধৰিকৈ দাঙি আনখন গাড়ীত ভৰাই তাৰ ওপৰত প্ৰেছৰ সৰু-সুৰা বস্তুবোৰ লৈ আহি, সকলোকেইজনে ধৰা-ধৰিকৈ মোৰ প্ৰেছৰ ভিতৰ চোতালতে সম্প্ৰতি গোটেইবিলাক পেলাই থলোঁ। তেতিয়া প্ৰায় তিনিটামান বাজিছে। সেই প্ৰেছটোৰ মেচিনটো বহুৱাবলৈকে নতুনকৈ ইটাৰ চিন্তা হোৱাত আকৌ সেই লাখটকীয়াৰ মোৰ বন্ধু খেতিবৰ ওচৰ চাপিলোঁগৈ লগত কাম কৰা সৰু সৰু ল'ৰাকেইজনক লৈ। খেতিবক কোৱা মাত্ৰেই ইটা আনিবলৈ দিলে। কাম শিকা সৰু সৰু ল'ৰা প্ৰত্যেকজনেই দুখনকৈ আৰু মই চাৰিখনমানকৈ ইটা লৈ আহিলোঁ—পিছদিনা মেছিনটো বহুৱাবলৈ। এনেতে পাঁচ বাজিল। সকলোকেইজন প্ৰেছকৰ্মী গ'ল। ছিলং প্ৰেছৰ পৰা অহা কাকতি আৰু কলিতাক ৰখা হ'ব বুলি কথাদি কাইলৈ আহিবলৈ কলোঁ। তেওঁলোক দুজনৰ পাৰিশ্ৰমিকো কাইলৈয়ে ঠিক কৰা হব বুলি কলোঁ। এইবাৰ অনা ইটাৰ বাবে খেতিবক এটা টকা দিলোঁ; কাৰণ পইচা হাতত আছে যেতিয়া, নিদিয়াটো উচিত নহয় বুলি; তেওঁ একো নামাতিলে। গধূলি হৈ আহিল। ময়ো এমুঠি ভাত সিজাবলৈ উদ্যোগ কৰিলোঁ। বজাৰলৈ গৈ এটা অকলে খাব পৰা মাজু ধৰণৰ বৌ মাছৰ মূৰ আনিলোঁ। বৌ মাছৰ মূৰ যিউৰে নাৰান্ধিলে সোৱাদ নুঠে। ভৱানী গোৱাল্লিনীৰ পৰা আধা ছটাক টাটকা গৰুৰ ঘিউ আনিলোঁ। মূৰটো আলুৰে ৰান্ধি বিলাহীৰ এখন চাটনি কৰি ৰাতি আঠটামান বজাত বৰ তৃপ্তিৰে ভাত মুঠি খালোঁ, আৰু কালি দুপৰীয়াৰ সাজতলৈ

কিছু থৈ দিলোঁ। সিদিনা আৰু মোৰ কাম কৰিবলৈ মন নগ'ল। শুই পৰিলোঁ; গাঢ় নিদ্ৰা হ'ল।

পুৱে বগা ভ'াৰ দিওঁতেই বিছনা এৰি শৌচাচাৰ কৰি মুখ-হাত ধুই উঠি ব্ৰহ্মপুত্ৰৰ পাৰলৈ গৈ ব্যায়াম-প্ৰাণায়াম আদি নিত্য কৰ্ম শেষ কৰি গা ধুই বাহিৰে বাহিৰে ভৱানী গোৱালিনীৰ মুড়িৰ পিঠা দুখন লৈ আহিলো। মুড়ি-পিঠা দুখন আৰু নেমু-টেঙাৰ চৰবৎ খালোঁ। বৰ জঞ্জাল যেন লাগে বাবে চাহৰ একো যোগাৰ কৰা নাছিলোঁ।

খাই উঠি কালি অনা প্ৰেছ মেছিনটো বহুৱা ঠাইত ইটা পাৰিবলৈকে জোখ-মাখ লৈ খাল এটা খান্দিলোঁ। এইবাৰো সেই মধু ডেকাৰ গাঁত খন্দা টিপৰাং। গাঁত খন্দা মাটিবোৰ ইটা গাঁথিবলৈকে ভিজাই থলোঁ। বোকা হোৱাত এখন এখনকৈ ইটা গাঁথিলো যাতে পূৰ্ণ কাকতি আৰু বালেক কলিতা আহি পোৱা মাত্ৰেই প্ৰেছ মেছিনটো তুলিব পৰা হয়। এইবাৰ এই প্ৰেছটোৰ, ( বৰুৱানীৰ পৰা কিনি অনা 'এডভোকেট অব আসাম' প্ৰেছৰ ) লগত অহা আখৰৰ কেছবোৰ পাতিবলৈকে চাং বাঁহ কিনাৰ প্ৰয়োজন নহ'ল। প্ৰেছখনৰ লগতে চাৰিযোৰ ইংৰাজী আৰু এযোৰা অসমীয়া কেছৰ কাঠৰ ষ্টেণ্ড আহিছিল।

মোৰ ইটা গঁথা শেষ হ'ল। কালি বন্দবস্ত কৰা পূৰ্ণ কাকতি আৰু বালেক কলিতাও আহি পালে। তেওঁলোক দুজনক মেছিনটো পৰিকাৰ কৰাত লগাই দিলোঁ। অলপ পিছতে মেধি, গগৈ আৰু কাম শিকা ল'ৰাকেইজনো আহি পালে। মেছিনটো পৰিকাৰ হৈ উঠিল। সকলোকেইজনে ধৰাধৰিকৈ মেছিনটো ইটা গঁথা প্লেটফৰ্মত তুলিলোঁ। এইখন প্ৰেছতো চকাৰ ফিটা, ফ্ৰিস্কেট, ইঙ্ক টেবিল, একোৰে অসুবিধা নাছিল। সকলোবিলাক প্ৰেছৰ লগতে আহিছিল। প্ৰিণ্টিং ইঙ্কৰো অসুবিধা নহ'ল। প্ৰেছ খোলাৰ প্ৰথমতে বৰপেটাৰ পৰা অনা প্ৰেছটোৰ লগত যিবিলাক প্ৰিণ্টিং ইঙ্ক আহিছিল, সেই ইঙ্কেৰে এইখন প্ৰেছতো হ'ল। এইটো 'অৰুণা প্ৰেছ' খোলাৰ তিনি মাহৰ ভিতৰৰ কথা। ছয়োটা মেছিনত কাম পূৰ্ণ উদ্যমেৰে চলিবলৈ ধৰিলে। দুয়োটা মেছিনত দুজন প্ৰেছমেন গোবিন্দ গগৈ আৰু বালেক কলিতা। পূৰ্ণ কাকতি ইংৰাজী, অসমীয়া দুয়োটাতে বৰ পাকৈত কম্পজিটৰ আছিল। কেইদিনমান পাছতে ছিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছত কাম কৰা প্ৰতাপ তালুকদাৰো আহিল। তেওঁকো ৰখা হ'ল। দুতি মেধি, পূৰ্ণ কাকতি, প্ৰতাপ তালুকদাৰ, তিনিজন পকা কম্পজিটৰ হ'ল। ইয়াৰ ভিতৰতে কৃষ্ণ হাজৰিকা, আনন্দি দাস, ললিত দাস, ৰমণী দাস, ইমতাদ ৰহমান আদি সৰু শিক্ষাৰ্থী ল'ৰা কেইজনেও, ৰাণ-অন কম্পোজ কৰিবলৈ শিকি লৈছে। ৰূপৰাম, সোণাৰাম বেজ, যদু আদি নতুন শিক্ষাৰ্থী কেইজনমানো আহি সোমাল। ছপাৰ কামৰ অৰ্ডাৰ আহি থাকিল। গুৱাহাটী লোকেল বোৰ্ড, গুৱাহাটী মিউনিচিপালিটি, ৰাণী টি ইষ্টেট, আঠাবিধাট টি ইষ্টেট, উকীলসকলৰ চিঠি লিখা পেড্, বিয়াৰ চিঠি, মেমোৰেণ্ডাম আদি নানা কাম। পইচা হাতত আহি জমা হৈ থাকিল। পূৰ্ণ কাকতি, বালেক কলিতা, প্ৰতাপ তালুকদাৰৰ পাৰিশ্ৰমিক প্ৰথমতে ২০ টকাৰ পৰা ১৮ টকাকৈ, মেধি, আৰু গগৈৰ বঢ়াই দি ২০ টকাকৈ, আৰু শিক্ষাৰ্থী ল'ৰাকেইজনৰ শিকাৰ পাৰ্শ্বতালি চাই

পাঁচ-সাত টকাকৈ বঢ়োৱা হ'ল। সেইদিনত এইখিনি প্ৰথম অৱস্থাত একধৰণৰ আঁটি থোৱা আছিল। সকলোকেইজন কৰ্মীয়ে মনৰ আনন্দেৰে কাম কৰি গ'ল।

এই সময়তেই ইং ১৯২০ চনৰ মণ্টেগু-চেমচফোৰ্ড ভাৰত শাসনৰ ভোটাৰ লিষ্ট ছপোৱা সম্বন্ধে গুৱাহাটীৰ ডেপুটি কমিছনাৰ মিঃ বেন্টিঙ্ক আৰু অসম উপত্যকাৰ কমিছনাৰ মিঃ এলেন চাহাব মোৰ প্ৰেছলৈ আহিল। কথা হ'লোঁ। মই ভোটাৰ লিষ্ট ছপাই দিব পাৰিম বুলি কলোঁ। প্ৰথমতে তেওঁলোকে কেইটামান কেডিডেৰে কেইজনমানৰ নাম দি এখন আৰ্হি কৰিবলৈ মোক অৰ্ডাৰ দিলে। নমুনাখন তেওঁলোকৰ কথামতে একেদিনাই কৰি দিলোঁ। তেওঁলোকে তাত তিনি-চাৰি বাৰ কাটি-কুটি শুদ্ধ কৰি দিলে। মই ভাঙি ভাঙি নতুন নতুনকৈ কৰি দিলোঁ। শেষত আৰ্হিখন মনোনীত হ'ল, আৰু তাৰ বাবে মই ১২৫ টকা পালোঁ। মই ছপাই দিয়া এই ভোটাৰ লিষ্টৰ আৰ্হিটোৱেই একাধিক বৃটিছ শাসন-সংস্কাৰ পাৰ হৈ, আজি অসমৰ স্বাধীন দিনতো চলি আছে। আৰ্হিখন মনোনীত হোৱাৰ পাছত গৱৰ্ণমেণ্টে কমিছনাৰৰ জৰিয়তে মণ্টেগু-চেমচফোৰ্ড শাসন-সংস্কাৰত অসমৰ ভোটাৰ তালিকা গোটেইখিনি মোৰ প্ৰেছত ছপাবলৈ অৰ্ডাৰ দিলে। কাকত যিমান লাগে গৱৰ্ণমেণ্টে দিব। মই কেৱল শুদ্ধকৈ ছপাই আৰু গাঁথি দিব লাগিব। প্ৰুফ নিজেই ডি. চি.ৰ কেৰাণী এজনে চাই দিব। ছপাৰ বাবে পিঠিত আঠ টকাকৈ মোক দিব। ছপাব লাগিব ৫০ খনকৈ। আজিৰ দৰে তেতিয়া এডাল্ট-ফ্ৰেন্‌চাইজ নাছিল বাবে ভোটাৰৰ সংখ্যা তিমান বেছি নাছিল, কিন্তু একেবাৰে কমো নাছিল। ডি. চি.ৰ নিৰ্দেশ মতে মোৰ এখন লিখা ললে, দুমাহৰ ভিতৰত ছপা কৰি দিব লাগিব। নোৱাৰিলে, দিনে ৫০ টকাকৈ ক্ষতিপূৰণ। মই মৰসাহ দি লিখি দিলোঁ। বেন্টিঙ্ক চাহাবক কলোঁ যে কামটো কৰিবলৈকে মোৰ প্ৰেছৰ কৰ্মীসকলক অতিৰিক্ত খটাব লাগিব ; মোৰ ইমান পইচা নাই। গতিকে কামটো শেষ কৰালৈকে বিল আদায় কৰাত মোৰ অসুবিধা হ'ব। মাজে মাজে মোক অগ্ৰিম ধন দিব লাগিব। বেন্টিঙ্কে সন্মত হৈ নাজিৰক অৰ্ডাৰ দিলে মোক অগ্ৰিম ধন দিবলৈ। সেইমতে নাজিৰেও অগ্ৰিম ধন দি থাকিল। প্ৰথমতে মই এক হেজাৰ টকা অগ্ৰিম আনিলোঁ।

মোৰ সেই আগৰদৰেই ভোক-পিয়াহ, জিৰণি-টোপনি এৰি কাম কৰাৰ পাল পৰিল। নিজে আহি থকা আন কামবিলাকো কৰিব লাগিব ; আৰু ভোটাৰ লিষ্টৰ ক্ষতিপূৰণ দিবলগীয়া কামটোও নিৰ্দিষ্ট সময়ত দিব লাগিব। গতিকে, উৎসাহ-নিশাহ নবলে আৰু কি ক'ত ?

প্ৰেছৰ কৰ্মীকেইজনক কণ্ট্ৰেক্ট দিলোঁ। ভোটাৰ লিষ্টৰ বাবে গৱৰ্ণমেণ্টে দিব পৃষ্ঠাত আঠ টকাকৈ। কৰ্মীকেইজনক মই ঠিকা দিলোঁ পৃষ্ঠাত ৩৷৷০ (চাৰে তিনি) টকাকৈ, আৰু প্ৰেছখন সৈতে মই ৰাখিলোঁ ৪৷৷০ টকাকৈ। এই দুই মাহৰ ভিতৰৰ নিতে আহি থকা বাহিৰৰ কামবোৰবো তেনে নিৰিখকৈই স্থিৰ কৰি দিলোঁ। কৰ্মীকেইজন সন্তুষ্ট হ'ল। দুগুণ উদ্যমেৰে কাম কৰিবলৈ ধৰিলে। তেওঁলোকৰ ওভাৰ টাইমৰ সময়ক খোৱাখিনিৰ বন্দৱস্ত নিজে নিজেই কৰিলে। টকা-পইচা তাৰ বাবে যি লাগে মই দি থাকিলোঁ। ডি. চি.ৰ পৰা ভোটাৰ লিষ্ট

ছপাব বাবে অগ্রিম এক হেজাৰ টকা আনিছোঁ, গতিকে তেওঁলোকক খোৱাৰ খৰচ দিয়াৰ অসুবিধা নহ'ল। ভোটাৰ লিষ্ট আৰু বাহিৰা কাম সমানে চলি থাকিল।

কর্মীসকলৰ কর্মকুশলতা আৰু মোৰ প্রাণান্তিক পৰিচালনাৰ ফলত ভোটাৰ লিষ্ট গোটেইখিনি দুমাহৰ দুদিনমান আগতে শেষ হ'ল, আৰু ডি. চি.ৰ অফিছত দি আহিলোঁ। বিল দিলোঁ। টকা আনিলোঁ। প্রায় ৪০০০ (চাঁৰি হেজাৰ) টকা। কর্মীসকলক ঠিকা মতে ভগাই দি মোৰ হাতত ৰ'ল প্রায় ২৮০০ (দুই হেজাৰ আঠশমান) টকা। মাত্র দুটি টকা মূলধন লৈ প্রেছখন খোলাৰ পাঁচ-ছয় মাহ মানৰ ভিতৰতে আন বাহিৰা কাম আৰু ভোটাৰ লিষ্টৰ টকাৰ সৈতে মই লাভ কৰিলোঁ তিনি হেজাৰ টকাৰো ওপৰ ধন। মোৰ খোৱা-বোৱা, জিৰণি-টোপনি এৰি কৰা অতিপাত পৰি-শ্রমৰ কঠোৰতাৰ অনুভৱতা নোহোৱা হৈ মনত অপাৰ আনন্দ উদিত হ'ল—চাৰিফালৰ পৰা আশা ভৰি পৰিল। মোৰ সংকল্পিত আলোচনীখন উলিওৱা উদ্যমত লাগি গলোঁ; কাৰণ এই আলোচনীখনৰ বাবেহে মোৰ এই প্রাণঘাতী পৰিশ্রম।

গ

ভাড়ালৈ অনা ইং ১৯১৮ চনত স্থাপিত এই সৰু হেণ্ডপ্রেছখনেই মোৰ জীৱনৰ ফলা-ছিৰা অস্থিৰ গতিটোৰ আগত এটা গোটাল স্থিৰ দিগন্ত খুলি দিলে—যিটোৰ নিশ্চিত অনুগমনত সেই গতি আজি প্রায় ৫০ বছৰৰ পাছতো অর্থাৎ মই বার্দ্ধক্যৰ অচলতাত পৰা অৱস্থাতো, ব্যর্থতাত বা অব্যর্থতাত নিস্পন্দ হৈ পৰা নাই। এই সৰু প্রেছৰ আলম নাপালে মোৰ জীৱনৰ গতি হয়তো আন কিবা ফালত ঢাল ললেহেঁতেন। অতি সংক্ষেপকৈ ইয়াত মোৰ হেৰোৱা আনন্দকৰ সোঁৱৰণবিলাক মনলৈ আহিছে।

ইং ১৯১৫ চনৰ পৰা লেথাৰি নিছিগাকৈ ১৯১৭ চনলৈকে প্রেমৰ খেলা, স্বদেশী আন্দোলন, এনাৰ্কিষ্ট দল, সেৱা-সঙ্ঘ গঠন, অন্তৰীণ, বৰপেটাত যাত্রাদল, পুওৰ ফাণ্ড, গৰীব সমাজ, শঙ্কৰদেৱ চাৰ্কাচ পাৰ্টি, লাঠি খেলা দল গঠন, সাহিত্য-চর্চা আৰু ডিব্রুগড়ত নানা বিধ অস্থায়ী চাকৰি, আমোলাপট্টি ৰঙ্গমঞ্চত নৃত্যগীত, ঘৰে ঘৰে দৰমহীয়া সঙ্গীত শিক্ষা, 'আসাম বান্ধৱ'ৰ সহঃ সম্পাদক, প্রথম মহাযুদ্ধত দৰমহা লৈ যুদ্ধস্থলীলৈ যোৱাৰ উদ্যোগ আদি শতধাবিচ্ছিন্ন অস্থিৰ গতি; আৰু ইং ১৯১৭ চনতে খোজ পেলাই ইং ১৯১৮ চনৰ পৰা দুটকা ধনৰ পুঁজি লৈ একমাত্র শাৰীৰিক আৰু মানসিক কঠোৰ শ্রমৰ সম্বলেৰেই এই সৰু হেণ্ড-প্রেছখন থাপি লৈ, তাৰে 'চেতনা' সম্পাদন, কংগ্রেছৰ স্বাধীনতা সংগ্রামৰ সক্রিয়তা গ্রহণ, এটাৰ পাছত এটাকৈ সংৰক্ষিণী সভা, 'জাতীয় মহাসভা', শিক্ষা প্রচাৰ সমিতি, স্বদেশী কিনক সঙ্ঘ, ব্যায়াম সমিতি, সঙ্গীত বিদ্যালয়, হিন্দুসভা, শুদ্ধি, লাজপৎ ৰায় অনাথ আশ্রম, শ্রীহট্ট বিচ্ছেদ, চেঞ্চাচ, ভাষা-সংৰক্ষণ, অসমৰ সকলো ক্ষেত্রতে, অসমীয়া খিলঞ্জীয়া লোকৰ আর্থিক. ব্যৱসায়িক, মানসিক প্রভাৱ স্থাপন, উপদ্রৱকাৰী মৈমনচিঙীয়া আৰু ভগনীয়াৰ ঢল প্রতিৰোধকৰণ, গ্রুপিং বিৰোধ, মুছলিম লীগৰ ৫০ হেজাৰ মুজাহিদৰ প্রত্যক্ষ সংগ্রামেৰে অসমক পাকিস্তান-ভুক্ত কৰি লোৱা ষড়যন্ত্র ব্যর্থ কৰিবলৈ দুই লাখৰ

আত্মৰক্ষী বাহিনী গঠন আদি নানা সংগঠন আৰু সক্ৰিয় আন্দোলনৰ প্ৰতি।

উক্ত সকলোবিলাক সক্ৰিয়তাৰ নিখুঁত বহল বিৱৰণবিলাক নথি-পত্ৰৰ সৈতে মোৰ নিজৰ দপ্তৰত পুঞ্জীভূত হৈ পৰি আছে। মোৰ কেইবাটাও বিপৰ্যয়ত বহুবিলাক নষ্ট হ'ল, তথাপি এতিয়াও যিখিনি আছে সেইখিনিৰ লগতেই যোৱা অৰ্দ্ধ শতাব্দীৰ অসমৰ ৰাষ্ট্ৰীয়, সামাজিক, ভাষিক, সাহিত্যিক, সাংস্কৃতিক, আৰ্থিক উত্থান-পতনৰ হুবহু সংবাদ বহন কৰা জীৱন্ত ইতিহাস এটা লোপ পাব। অৱশ্যে আন কোনোবাই যদি এই নথি-পত্ৰৰ বিৱৰণ নিদৰ্শনবোৰ শ্ৰদ্ধা-নিষ্ঠা সহকাৰে পঢ়ি-শুনি চালি-জাৰি বিশ্লেষণ কৰি মোৰদৰেই চিন্তা আৰু দৃষ্টিভঙ্গীৰ ধাৰাৰে অনুপ্ৰাণিত হৈ লিখিবলৈ ইচ্ছা কৰে, তেনেহলে হয়তো থাকিব। কিন্তু তেনে মন আজিলৈকে মোৰ দৃষ্টিত পৰা নাই।

৯

হাতত টকা জমিল। দুটা ছপা মেছিন হ'ল। প্ৰেছমেনো দুজন হ'ল। বালেক কলিতা আৰু গোবিন্দ গগৈ (এওঁ কম্পোজ কৰিবলৈও শিকি লৈছিল) পকা কম্প্যোজিটৰ। দুতি মেধি আৰু পূৰ্ণ কাকতিও আছেই, সৰু সৰু ল'ৰা শিক্ষাৰ্থী বৰদা বিষয়া, কৃষ্ণ হাজৰিকা, দেৱী দাস, আনন্দি দাস, ইমতাজ, যদু দাস আদিয়েও কম্পোজ, ডিষ্ট্ৰিবিউছন আদি কাম শিকি লৈছে। ইয়াৰ ভিতৰতে ছিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছত কাম শিকি পকা হোৱা প্ৰতাপ তালুকদাৰো আহি মোৰ প্ৰেছত সোমাইছে। গতিকে কেইটামান মাহে'ই যুক্ত আখৰৰ বাহিৰে প্ৰেছখন পূৰা হ'ল। যুক্ত আখৰকেইটা কলিকতাৰ পৰা আনিবলৈ কেইদিনমান আগতে অৰ্ডাৰ পঠাইছোঁ। দিনে দিনে নতুন নতুন ছপা কামৰ অৰ্ডাৰ আহি থাকিল। দুয়োটা ছপা মেছিন উদ্ভ্ৰান্ত চলিবলৈ ধৰিলে। এতিয়া মই মোৰ পৰিকল্পিত আলোচনীখন উলিওৱাৰ চিন্তাত লাগিলোঁ, এনেতে কেইদিনমানৰ বাবে বাধা উপস্থিত হ'ল।

বৰুৱানীৰ পৰা 'এড্‌ভোকেট অৱ-আসাম' ছপোৱা প্ৰেছখন মই অনা বুলি খবৰ পাই বৰপেটাৰ পৰা ভোগজুৰ বেপাৰীয়ে মোলৈ লিখিলে যে, সেইখন প্ৰেছ মথুৰা বৰুৱাৰ নহয়, তেওঁৰহে। তেওঁৰ পৰাই মথুৰা বৰুৱাই প্ৰেছখন গুৱাহাটীলৈ আনিছিল 'এড্‌ভোকেট অৱ আসাম' চলাবলৈ। তেওঁৰ বাহিৰে সেই প্ৰেছ আন কাৰো কাকো দিবৰ অধিকাৰ নাই। প্ৰেছখন ললে মই তেওঁৰ পৰাহে লিখা-পঢ়া কৰি লব লাগিব। মই চন্দ্ৰ শৰ্মাক লগত লৈ গৈ কথাটো বৰুৱানীক সুধিলোঁ। বৰুৱানীয়ে ভোগজুৰ বেপাৰীৰ লগত মথুৰা বৰুৱাৰ প্ৰেছখন সম্বন্ধীয় হোৱা ৰেজিষ্টাৰ্ড দলিলখন দেখুৱালে। এই কথা মই আগতে নাজানো। কিন্তু চন্দ্ৰ শৰ্মাই জনা বুলি কলে। মই চন্দ্ৰ শৰ্মাৰ পৰা এই কথা জানিলে এই ভুল নহ'লহেঁতেন। প্ৰথম প্ৰেছখন বৰপেটাৰ মিশ্ৰৰ পৰা ভাড়ালৈ অনা দলিলখনত চন্দ্ৰ শৰ্মাৰ চহীটোৰ বাহিৰে তেওঁক বৰপেটালৈ নিয়া-অনা ৰেজিষ্ট্ৰেছন কৰা প্ৰেছখন বৰপেটাৰ পৰা অনা গুৱাহাটীত পতা, প্ৰেছৰ কাম-কাজ পৰিচালনা কৰা, মাহে মাহে ভাড়া সোধোৱা, কৰ্মীসকলক পাৰিশ্ৰমিক দিয়া আদি কোনো কাম আৰু খৰচতে চন্দ্ৰ শৰ্মাৰ ভাগ নাছিল। মাজে সময়ে কেতিয়াবা তেওঁ

প্ৰেছলৈ আহিছিল আৰু মোৰ কৰ্মব্যস্ততাত বাধা পৰিব বুলি কেইমিনিটমান চায়েই গুচি গৈছিল। তেওঁৰ নিজৰ 'ওকালতি' আৰু বিশেষকৈ 'আসাম এছোছিয়েচন'ৰ সহকাৰী সম্পাদকৰ দায়িত্বত নিবিড়ভাৱে সংশ্লিষ্ট থাকিবলগীয়া হোৱাত তেওঁৰ সময় নাছিল। গতিকে প্ৰেছৰ সকলো কামৰ বাবে মোৰ ওপৰতেই নিৰ্ভৰ কৰি নিশ্চিত আছিল। সেইবাবে এই দ্বিতীয় প্ৰেছখন লবৰ সময়ত তেওঁক মোৰ সোধা নহ'ল। আৰু সেই বাবেই, মোৰ উৎসাহৰ আতিশয্যত আন একো নভবা-নিচিন্তাকৈয়ে বৰুৱানীৰে কথামতে ৪৫০ টকাত কিনাৰ বন্দবস্ত কৰি দুশ টকা দি, বাকী ২৫০ টকা দুমাহমান পাছত দিম বুলি একো লিখা-পঢ়া নকৰাকৈয়ে প্ৰেছখন লৈ আহিলোঁ। চন্দ্ৰ শৰ্মাক কৈ কথাটো জানিলে এইখিনি ভুল নকৰিলোঁহেঁতেন।

বৰুৱানীক অগ্ৰিম দিয়া দুশ টকাৰ কথা আৰু তেখেতে কিয় এনে কৰিলে বুলি অভিযোগৰ প্ৰশ্নও একো নুতুলিলোঁ। চন্দ্ৰ শৰ্মা আৰু মই গুচি আহিলোঁ। সেইদিনাখনেই বৰপেটাৰ ভোগজুৰ বেপাৰীলৈ মই লিখিলোঁ যে, কথাটো নজনাৰ বাবেই এনে ভুল হ'ল। তেওঁক গুৱাহাটীলৈ মাতি পঠিয়ালোঁ এই বুলি কৈ যে তেওঁৰ লগতে মই প্ৰেছখন কিনাৰ দাম-দৰ কৰি লিখা-পঢ়া কৰিম। মথুৰা বৰুৱাই 'এডভোকেট অৱ আসাম' ছপোৱা হাফ-ক্ৰাউন আকাৰৰ হেণ্ড-প্ৰেছখন প্ৰকৃততে ভোগজুৰ বেপাৰীৰে আছিল। তেওঁ ইং ১৯০২ চনত এই প্ৰেছখন কলিকতাৰ পৰা কিনি আনি শাস্ত্ৰপ্ৰকাশ প্ৰেছ নাম দি বৰপেটাত পাতিছিল কীৰ্তনঘোষা, নামঘোষা আদি কিতাপবিলাক প্ৰকাশৰ বাবে। কিছুদিন চলাই মন দি কাম কৰা ভাল মানুহৰ অভাৱত প্ৰেছখন এনেয়ে পেলাই ৰাখিছিল। মথুৰা বৰুৱাই বোম্বাইৰপৰা আহি 'এডভোকেট অৱ আসাম' নামৰ ইংৰাজী সাপ্তাহিক কাকতখন প্ৰকাশ কৰিবলৈ প্ৰেছখন লিখা-পঢ়া কৰি ভোগজুৰ বেপাৰীৰ পৰা ইং ১৯০৫ চনত গুৱাহাটীলৈ আনিছিল।

মোৰ চিঠি পাই ভোগজুৰ বেপাৰীয়ে তেওঁৰ ভ্ৰাতুষ্পুত্ৰ নাৰায়ণ বেপাৰীক মোৰ ওচৰলৈ পঠাই দিলে। এই প্ৰেছটোৰ বিষয়ে ভোগজুৰ বেপাৰীৰ হৈ তেওঁৰ লগতে মোৰ লিখা-পঢ়া হ'ল মাহেকত ১০ টকা ভাড়াৰ বন্দবস্তত। বৰুৱানীও তাত সম্মত হ'ল। বৰুৱানীক দিয়া দুইশ টকাৰ কথা একো নতুলিলোঁ। তেখেতেও একো নতুন দাবী নুতুলিলে। নিশ্চিন্ত হলোঁ।

আলোচনীখন উলিওৱা সম্বন্ধে চন্দ্ৰ শৰ্মাৰ লগত পৰামৰ্শ কৰিলোঁ। টকাতো জমা আছেই। সেই সম্বন্ধে একো চিন্তা নাই। চন্দ্ৰ শৰ্মাই কোৱাত তেওঁৰ English to Assamese Translation খন আৰু 'বছাফুলৰ কৰণি' পুথি দুখন ছপাবলৈ ৭০০ ( সাত শ ) টকা দিয়া হ'ল। কলিকতালৈ নতুন আখৰৰ বাবে অগ্ৰিম ২০০ শ টকা পঠোৱা হ'ল। বাঁহৰ চাং ভাঙি কাঠৰ কেছ-ষ্টেণ্ড, ছপা টেবিল আদি কৰিবলৈ কাঠমিস্ত্ৰি লগোৱা হ'ল। দুয়োটা ছপা যন্ত্ৰ পুৰ্ণোদ্যমেৰে চলিবলৈ ধৰিলে। পইচাৰ ওপৰত পইচা আহি জমা হৈ থাকিল। গুৱাহাটীত একেটা মাত্ৰ প্ৰেছ। চাৰিওফালৰ পৰা অন্ত নোহোৱাকৈ ছপাৰ কাম আহি থাকিল। কৰ্মীৰ সংখ্যাও দুই-এজনকৈ বাঢ়ি থাকিল। সেইদৰে খৰচো বাঢ়ি গ'ল।

চন্দ্ৰ শৰ্মাৰ লগত পৰামৰ্শ কৰি মই প্ৰস্তাৱ কৰিলোঁ আলোচনীখনৰ নাম 'চেতনা' দিম। চন্দ্ৰ শৰ্মাও মান্তি হ'ল। ৰত্নকান্ত বৰকাকতি, পদ্মধৰ চলিহা, অম্বিকা বৰা আদিয়েও নামটো পছন্দ কৰি কাকতখন সোনকালে উলিয়াবলৈ উৎসাহ দি মোলৈ চিঠি লিখিলে। স্থিৰ হ'ল চন্দ্ৰ শৰ্মা আৰু মই দুয়ো যুটীয়া সম্পাদক হ'ম।

দুৰ্গানাথ বৰুৱাৰ জৰিয়তে অৰ্ডাৰ দিয়া কাকত-খিনি কলিকতাৰ পৰা আহি পালে। দুৰ্গানাথ বৰুৱাৰ জৰিয়তে কাকতৰ অৰ্ডাৰ দিয়াৰ কাৰণ আছিল এইবাবে যে তেওঁ তেতিয়া দাস-তালুকদাৰ এজেন্সি নামৰ অনুষ্ঠান এটা স্থাপন কৰাত, অসমৰ সকলোবিলাক মিউনিচিপেলিটি, লোকেল বোৰ্ড আৰু হাইস্কুলৰ লাগতিয়াল সকলো কাকত পোৱাত সুবিধা হৈছিল। কিন্তু আখৰখিনি তেতিয়াও অহা নাছিল। আলোচনীখন সোন-কালে উলিয়াবলৈ প্ৰয়োজন হৈছিল যুক্ত আখৰ-খিনিৰহে।

'চেতনা'ৰ কাম আগবাঢ়িল। প্ৰবন্ধ-কবিতাৰ বাবে জনা-শুনা সকলোলৈকে অনুৰোধ কৰি চিঠি লিখিলোঁ। চন্দ্ৰ শৰ্মাক কলোঁ, 'চেতনা'ৰ উদ্দেশ্য আৰু লক্ষ্য লৈ আৰম্ভণিৰ কথাখিনি লিখিবলৈ। কিন্তু চন্দ্ৰ শৰ্মা সেই সময়ত, অৰ্থাৎ অসমলৈ তথা ভাৰতলৈ বৃটিছৰ নতুন শাসন-সংস্কাৰ আহিব ধৰা দুলস্থুলখিনিৰ ভিতৰত 'আসাম এছোছিয়েচন'ৰ কামত এনেভাৱে ব্যস্ত আছিল যে তেওঁ তেতিয়া তেওঁৰ ওকালতি ব্যৱসায়কো স্থগিত ৰাখি কাম কৰিবলগীয়া হৈছিল। গতিকে তেওঁ সময় কৰিব নোৱাৰাত আৰম্ভণিখিনি ময়েই লিখিব লগাত পৰিলোঁ। (কৰ্মবীৰ) নবীন বৰদলৈ, অম্বিকা বৰা, ৰত্নকান্ত বৰকাকতি, সৰ্বেশ্বৰ শৰ্মা কটকী, চাইফুদ্দিন আহমদ, হেৰাছাৎ উল্লা, গোপাল কৃষ্ণ দে আদি সুলেখকসকলৰ পৰা প্ৰবন্ধ-কবিতা আদি আহি পালে।

কলিকতাৰ পৰা যুক্ত আখৰখিনি আহি নাপালেও তাৰবাবে অপেক্ষা নকৰি 'চেতনা' উলিয়াবলৈ উদগ্ৰীৱ হৈ উঠিলোঁ। সেইবাবেই প্ৰথম বছৰৰ প্ৰথম সংখ্যা 'চেতনা' যুক্ত-আখৰ নোহোৱাকৈ গোটা গোটা আখৰৰ তলত হসন্ত চিন দি যুক্ত উচ্চাৰণ বুজাই প্ৰকাশ কৰা হৈছিল। তাৰবাবে প্ৰথম সংখ্যাত কৈফিয়তো দিয়া হৈছিল।

'চেতনা'ৰ আকাৰৰ পৰিকল্পনা কৰিছিলোঁ ৰয়েল অক্টেভোৰ। কিন্তু বৰপেটাৰ মিশ্ৰৰ পৰা অনা প্ৰেছ মেছিনটো ডিমাই অক্টেভো আকাৰৰ। ভোগজুৰ বেপৰীৰ পৰা লোৱা দ্বিতীয় প্ৰেছটো আছিল হাফ ক্ৰাউন আকাৰৰ। 'চেতনা' ছপোৱা লৈ কিছু চিন্তাত পৰিলোঁ। কিন্তু বহুত চিন্তা আৰু চেষ্টাৰ মূৰত এই চিন্তাৰ পৰাও অব্যাহতি পালোঁ। মিশ্ৰৰ পৰা অনা ডিমাই অক্টেভো প্ৰেছ-খনতে ৰয়েল অক্টেভো আকাৰৰ ফৰ্মা ছপা কৰিব পৰা যাব। সেইমতে কাম আৰম্ভ কৰিলোঁ। কম্পোজ কৰিবলৈ লগাই দিলোঁ। মই যুটীয়া সম্পাদক আৰু পাব্লিচাৰ, দুতি মেধিক প্ৰিণ্টাৰ কৰা হ'ল।

উপনিষদৰ 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰাণ্ নিবোধত' মহাবাণী সিক্ত ভাৰতীয় মহাজাতীয়তাৰ লগত নিবিড় সামঞ্জস্য ৰক্ষা কৰি অসমীয়া জাতীয়তাবাদৰ নিছান শিৰত তুলি লৈ, ভগৱান শ্ৰীকৃষ্ণ আৰু জয়গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ আৱিৰ্ভাৱ ঘটা পবিত্ৰ ভাদ্ৰ মাহত ১৮৪১ শক—ইং ১৯১৯

চনত ( কৰ্মবীৰ ) নবীনচন্দ্ৰ বৰদলৈ, শ্ৰীঅম্বিকানাথ বৰা, বত্নকান্ত বৰকাকতি, সৰ্বেশ্বৰ শৰ্মা কটকী, চাইফুদ্দিন আহমদ, হেৰাছাৎ উল্লা, গোপালকৃষ্ণ দে, আদি সুলেখকসকলৰ মূল্যৱান গধুৰ প্ৰবন্ধ আৰু কবিতাৰাজি বুকুত লৈ 'চেতনা'ৰ প্ৰথম সংখ্যা বাইজৰ আগত দেখা দিলে। প্ৰথম সংখ্যা 'চেতনা'ৰ প্ৰথম পিঠিৰ পৰা অষ্টম পিঠিলৈ তাৰ বিৱৰণ, উদ্দেশ্য আৰু লক্ষ্য সম্বন্ধে কোৱা দীঘলীয়া কথাখিনিৰ ভিতৰত তলৰ কথাখিনি কোৱা আছিল – "ভাৰতীয় মহাজাতিৰ বিশিষ্ট বিৰাট ঠেঙুলি অসমীয়া ( কামৰূপী ) জাতিয়ে ভাৰতীয় সভ্যতাৰ আদৰ্শেৰে এদিন উন্নতিৰ উচ্চ আসনত অধিষ্ঠিত হৈছিল বুলি কথাই-বাৰ্তাই, কাকতে-পত্ৰে, সভাই-সমিতিয়ে আমি প্ৰচাৰ কৰি ফুৰোঁ। কিন্তু আমাৰ সমাজৰ বৰ্তমান অৱস্থাটোৱে চালে, পূৰ্বগৌৰৱ প্ৰচাৰ কৰি ফুৰা কথাৰ সত্যতাৰ ওপৰত সন্দেহৰ খুঁত ওলায়। কিন্তু তথাপিতো ইয়াত সান্ত্বনা পাবৰ পথ আছে এই বুলি যে অকল অসমীয়া ( কামৰূপী ) জাতিৰ ভাগ্যতে ( ভাৰতীয় মহাজাতিৰ লৈতে ) অকলে এই দুৰ্দশা ঘটা নাই। পৃথিৱীৰ সকলো প্ৰাচীন জাতিৰ অদৃষ্টতে কালৰ কঠোৰতাৰ এই চাব পৰিছে। কিন্তু সকলো প্ৰাচীন জাতিৰে ভাগ্যত এনে দুৰৱস্থা ঘটিছে যেতিয়া আমাৰো- ঘটাটো স্বাভাৱিক বুলি সান্ত্বনা লৈ বহি থাকিলে অসমীয়া জাতিৰ দুৰ্বলতাসম্ভূত এই কলঙ্ক নাযাব। পৃথিৱীৰ অন্যান্য প্ৰাচীন সভ্য জাতিবিলাকে কালৰ এই কঠোৰ বিধানৰ পৰা নিজত্বখিনি সম্পূৰ্ণকৈ মুক্ত কৰি লবলৈকে দুৰ্বলতাৰ বিৰুদ্ধে যি যি উপায় অৱলম্বন কৰি যুঁজি যুঁজি সুস্থ সবল হবলৈ ধৰিছে, অসমীয়া ( কামৰূপী ) জাপিতৃয়েও নিজৰ পূৰ্ব-গৌৰৱ উদ্ধাৰ কৰি নিজস্ব আদৰ্শানুযায়ী সভ্যতাৰ সুদৃঢ় ভেটি সাজি তুলিবলৈকে সেইবিলাক উপায় অৱলম্বন কৰিব লাগিব। এইখিনি কৰিব লাগিলে অসমীয়া জাতিয়ে স্পষ্টকৈ বুজিব লাগিব যে, দেশৰ জাতীয় স্বাৰ্থৰ আগত ব্যক্তিগত স্বাৰ্থ অতি হীন, দেশৰ জাতীয় গৌৰৱৰ আগত নিজৰ সাম্প্ৰদায়িক আৰু ব্যক্তিগত স্বাৰ্থ অতি ঠেক, দেশৰ জাতীয় গৌৰৱৰ মঙ্গলৰ তুলনাত ব্যক্তিগত আৰু সাম্প্ৰদায়িক মঙ্গল অতি তুচ্ছ। অসমীয়া জাতিয়ে বুজিব লাগিব যে, জাতীয় যজ্ঞ সম্পাদনত নিজৰ জীৱন বলি দিয়াটো অতি সজ কথা, ইয়াত ধৰ্ম-কৰ্মপ্ৰাণতাৰ সম্পূৰ্ণ গৌৰৱ স্থিৰ থাকে। অসমীয়া জাতিয়ে বুজিব লাগিব যে জাতীয় ভাব-সম্পদ, চিন্তা-সম্পদ, সংস্কৃতি-সম্পদৰ ওচৰত আন সকলো ভাৱ, চিন্তা, সংস্কৃতিৰ ধাৰা সম্পূৰ্ণ বিজাতীয় ; সেইবোৰত অৰ্থাৎ এই বিজাতীয় ভাব-চিন্তা সংস্কৃতিৰ ধাৰাত অনু-প্ৰাণিত হৈ চলিলে অসমীয়াই নিজত্ব হেৰুৱাই বিজাতীয় হৈ পৰিব। দেশ-মাতৃকাৰ মহৎ আশীৰ্বাদ অসমীয়াই চিৰকাললৈকে হেৰুৱাব। অসমীয়াই নিজক নিজে চিনি নোপোৱা হ'ব। এই সত্য অসমীয়াই যি মুহূৰ্তত হৃদয়ঙ্গম কৰিব পাৰিব, তেতিয়াই দেখা যাব যে জাতীয় গৌৰৱ ৰক্ষা কৰিবলৈকে অসমীয়াই প্ৰাণৰ ভয় কৰা নাই ; জাতীয় স্বাৰ্থৰ তলত ব্যক্তিগত আৰু সম্প্ৰদায়গত স্বাৰ্থ ৰাখি জাতীয় কল্যাণ, জাতীয় গৌৰৱ ৰক্ষাৰ অৰ্থে নিজৰ জীৱন দান দিছে। অসমীয়া জাতিয়ে বুজিব লাগিব, জাতীয় মঙ্গলৰ নিমিত্তে সমাজনীতিৰ দৰকাৰ, জাতীয় মঙ্গলৰ বাবে ৰাজনীতিৰ প্ৰয়োজন, জাতিৰ মেৰুদণ্ড শক্তিশালীকৈ সবল ৰাখিবলৈকে কৃষি, শিল্প, শ্ৰম, বাণিজ্য ব্যৱসায়

প্ৰধান অস্ত্ৰ, জাতীয় সম্পদ বঢ়াবলৈকে দৰ্শন, বিজ্ঞান, সাহিত্য, জ্যোতিৰ্বিদ্যা আদি মূল্যৱান অলঙ্কাৰ। সেইবাবে আমি সমাজনীতি, কৃষি, শিল্প, বাণিজ্য, ব্যৱসায়, বিজ্ঞান, দৰ্শন ইত্যাদিৰ সহায়েৰে অসমীয়াৰ জাতীয়তাবোধৰ আহল-বহল, ডাঙৰ-দীঘল বাজআলি বান্ধি তুলিবলৈ আগবাঢ়িম, যাতে জাতীয়তাবোধ যেতিয়া শকত-আৱত হৈ যীৰ দৰ্পেৰে আদৰ্শৰফালে লক্ষ্য ৰাখি চলিবৰ সময় আহিব, তেতিয়া এই ৰাজআলি ঠেক বুলি যাতে সি উজুতি খাই পৰিব নালাগে, এই সত্যৰ সৌন্দৰ্য্য বঢ়োৱাটোৱে 'চেতনা'ৰ ঘাই লক্ষ্য।"

'চেতনা'ই উক্ত জাতীয়বাদী ঘোষণা তাৰ ন বছৰীয়া আয়ুকালত আখৰে আখৰে পালন কৰিছিল। এই সম্বন্ধে 'চেতনা যুগ' কথিকাত গুৱাহাটী ৰেডিঅ' আৰু 'ৰামধেনু'ৰ যোগেদি কেইবছৰমান আগতে বিশদকৈ কোৱা হৈছে। গতিকে, এই সম্বন্ধে ইয়াত বাহুল্যকৈ কোৱাৰ প্ৰয়োজন নাই। ইয়াত মাত্ৰ কোনো মূলধন-ৰহিত মনৰ দৃঢ়তা আৰু কঠোৰ পৰিশ্ৰমেৰে মহান সঙ্কল্প এটাক সাফল্য দিয়াৰ কথাহে কোৱা হৈছে। ইং ১৯১৭ চনত ডিব্ৰুগড়ত 'আসাম বান্ধৱ'ৰ সংশ্ৰৱ এৰি ডাঃ হৰিকৃষ্ণ দাসৰ আগত সঙ্কল্প প্ৰকাশ কৰি আছি এবছৰৰো ওপৰ নানা লটি-ঘটি হোৱাৰ মাজেদি সুদা হাতে কঠোৰ প্ৰাণঢলা পৰিশ্ৰমক সাৰথি কৰি সঙ্কল্পিত আলোচনী 'চেতনা'ৰ ১ম সংখ্যা প্ৰকাশ কৰিব পৰা সাফল্যত মোৰ মনত যি আনন্দৰ উদ্দীপনা উঠিছিল, সি আজিও বাৰ্দ্ধক্য-পীড়িত মোক সতেজ কৰি তোলে। সেইদিনা ৰাতি অকণা প্ৰেছ প্ৰাঙ্গণত ওচৰৰ বন্ধু-বান্ধৱ আৰু প্ৰেছ-কৰ্মীসকলক মোৰ এই সাফল্যত সহায় কৰা বাবে, ৰুচি অনুযায়ী খাবলৈ পঁচিশ টকা দিয়া হৈছিল।

১ম সংখ্যা 'চেতনা' এহেজাৰৰো বেছি ছপোৱা হৈছিল। কিন্তু কিমান হৈছিল মনত নাই। গুৱাহাটী কলেজ হোষ্টেলবিলাকত আৰু উকীলখানাত বিলাই দি আৰু বাহিৰলৈ ডাকত পঠোৱাৰ পাছত মোৰ হাতত পাঁচ-ছয়খনমানহে আছিল। তেতিয়া কমাৰপট্টিত মাত্ৰ এজন দপ্তৰী আছিল। গুৱাহাটীত কোনো প্ৰেছ নথকাত তেওঁ মাৰোৱাৰী কাৰবাৰী-সকলৰ খাতা আৰু ঘৰে ঘৰে গৈ বান্ধিব লগা কিতাপ, উকীলসকলৰ আইন সংক্ৰান্ত ৰিপোৰ্ট-বিলাক বন্ধা-কুন্ধাৰ কাম কৰিছিল।

'চেতনা'খন আছিল ৰয়েল অক্টভো আকাৰৰ ছয় ফৰ্মাৰ ৪৮ পিঠিয়া। প্ৰতিটো ফৰ্মা ছপা হোৱা মাত্ৰেই দপ্তৰী লতিকে নিজে আহি প্ৰেছৰ পৰা লৈ গৈ জাপিজুপি থয়। শেষ ফৰ্মা আৰু ক'ভাৰখন ছপা হৈছিল সিদিনা ৰাতি ১০ বজাত। প্ৰেছমেন, ইঙ্কবয় আৰু স্লাইবয়ক জলপান খুউৱাৰ উপৰিও ওভাৰ টাইমৰ বেচ দি সিদিনা কাম কৰোৱা হৈছিল। শেষ ফৰ্মা আৰু ক'ভাৰ ছপা শেষ হোৱা মাত্ৰেই আগতে কোৱা মতে ছপা হোৱা মাত্ৰেই লতিক দপ্তৰীয়ে ৰাতি ১০টা বজাত শেষ ফৰ্মা আৰু ক'ভাৰ লৈ গ'ল। তাক কোৱা হ'ল যে কাইলৈ পুৱা ছয় বজাতে অতি কমেও ৫০০ (পাঁচশ) খন বন্ধা-কটা 'চেতনা' মোক প্ৰেছত আনি দিব লাগিব। কথা মতে কাম হ'ল। লতিকে বন্ধা কটা ৫০০শ খন 'চেতনা' আনি প্ৰেছত দিলে। আগৰ দিনা আবেলি কাম এৰি খোৱাৰ সময়তে মেছি আৰু গগৈক কোৱা আছিল যে তেওঁলোকেও পুৱা আতাৰ

বজাতে প্ৰেছলৈ আহিব লাগিব। মই তেওঁলোকক কামবিলাক বুজাই দি সাতটা বজাতে ‘চেতনা’ বিলাই দিবলৈ ওলাই যাম। মেধি আৰু গগৈও ঠিক সময়তে আহি পালে। লতিফে বান্ধি কাটি অনা ‘চেতনা’ৰ বান্ধ খুলি এখন ‘চেতনা’ মই হাতত লৈ আত্মপ্ৰসাদৰ আনন্দত অভিভূত হৈ পৰিছে তেওঁলোক দুজনক দেখুৱাই তিনিওজন আনন্দত উপচি পৰিলোঁ। মেধি আৰু গগৈক কামবিলাক বুজাই দিলোঁ; কাৰণ মই গোটেইখন গুৱাহাটীত বিলি কৰি আহি কেতিয়া ফিৰি আহি ঘৰ পাওঁ ঠিক নাই।

মেধি আৰু গগৈক কামবিলাক বুজাই দি মই প্ৰথম দুই শ মান ‘চেতনা’ গামোচা দুখনত বান্ধি দুয়ো কান্ধত ওলোমাই লৈ কলেজ হোষ্টেল বিলাকলৈ গৈ ছাত্ৰসকলক বিলাই দিলোঁ। ছাত্ৰসকলে বৰ ঔৎসুক্য আৰু আগ্ৰহেৰে গ্ৰহণ কৰিলে। সকলোৱে জুম পাতি পাতি ‘চেতনা’ পঢ়িবলৈ আৰম্ভ কৰিলে। শুকদেৱ গোস্বামী বৰ উৎসাহী আছিল। তেওঁ নিজে ‘চেতনা’ লৈ গৈ ছাত্ৰসকলৰ হাতে হাতে বিলাই দিলে। ছাত্ৰসকলেও আগ্ৰহেৰে গ্ৰহণ কৰিলে। দুশ কপি ‘চেতনা’ বিলাই দিয়া শেষ হলত আৰু বাকী আগ্ৰহী ছাত্ৰ থাকি গ’ল। শুকদেৱ গোস্বামীয়ে মোক কলে, “ব’লক, আৰু ‘চেতনা’ আনোগৈ।” দুয়ো পুনৰ প্ৰেছলৈ আহি আৰু দুশ ‘চেতনা’ লৈ গলোঁ। এইবাৰো তেওঁ নিজে প্ৰত্যেকখন হোষ্টেললৈ গৈ চুপাৰিণ্টেণ্ডেণ্ট সমন্বিতে প্ৰায় এজনো ছাত্ৰ বাকী নথকাকৈ এই দুশখনো বিলাই দিলে। তাৰ পৰা আহি মই একো নোখোৱাকৈ অকল উদ্দীপনাৰ আনন্দকে খাই ৫০ খন মান ‘চেতনা’ লৈ উকীলখানালৈ গৈ শ্ৰদ্ধেয় সত্যনাথ বৰা, নবীন বৰদলৈ, তৰুণ ফুকন, চাদুল্লা চাহেব আদি কৰি উকীলসকলৰ হাতে হাতে বিলাই দিলোঁ। ডেপুটি কমিচনাৰৰ অফিছৰ হেড্‌ক্লাৰ্ক, চিৰস্তাদাৰ, নাজিৰ আৰু দুই-চাৰিজন বৰমূৰীয়া কৰ্মচাৰীকো দিলোঁ। উকীলখানাত বৰা, বৰদলৈ, ফুকন আদি সকলোৱে মোক ধন্যবাদ দিলে। মই গুচি আহি খোৱা বোৱা এৰি লতিফ দপ্তৰীৰ তালৈ গৈ, আগতে কোৱামতে বান্ধি-কাটি থোৱা বাকী ‘চেতনা’বিলাকো লৈ আহি বাহিৰলৈ ডাকত পঠিয়াব লগীয়া লোক সকললৈ,— আগতে ঠিকনা সংগ্ৰহ কৰি এটা বহীত লিখি থোৱা তালিকা মতে ‘চেতনা’বোৰ জাপি জাপি লেবেল লগাই নাম-ঠিকনা লিখিবলৈ আৰম্ভ কৰিলোঁ। সিদিনাখনো দুপৰীয়াৰ সাজ সেই ভৱানী গোৱালিনীৰ মুড়িৰ পিঠা দুখনেৰে কটালোঁ। মেধি আৰু গগৈয়ে পুৱা সাতটা বজাতে আহিছে বাবে মই নিৰ্দেশ দি যোৱা কামখিনি নিয়াৰিকৈ কৰি থৈ দুটা বজাতে গ’ল। আন কৰ্মীকেইজনে মেধি-গগৈয়ে কৈ যোৱা মতে কাম কৰি থাকিল। মই সিদিনাখন প্ৰেছৰ কোনো কামলৈ মন দিয়া নাছিলোঁ। পাঁচটা বজাত কৰ্মীসকল যোৱাৰ পাছলৈকে ‘চেতনা’ৰ লেবেল লগোৱা, নাম-ঠিকনা লিখাতে মগ্ন আছিলোঁ। গধূলি হ’ল। কাম এৰি উঠি গৈ মাছ-আঞ্জা কিনি আনি ভাতমুঠি সিজাই সাতটা মান বজাত খাই উঠি আকৌ ‘চেতনা’ত লেবেল লগোৱা আৰু নাম-ঠিকনা লিখাত লাগিলোঁ। ৰাতি ১২টা মান বজাত লেবেল লগোৱা, নাম-ঠিকনা লিখা শেষ হ’ল। জানি-শুনি আগতে কিনি আনি থোৱা ডাক-টিকটবোৰ এখন এখনকৈ চেতনাত লগালোঁ। কাইলৈ পুৱাতে ডাকঘৰত দিব লাগিব।

প্ৰথম সংখ্যা 'চেতনা'খন নমুনাভাৱে এনেয়ে সকলোকে হাতে হাতে বিলাই দিয়া আৰু ডাকত পঠোৱা হৈছিল। খৰচ বেছিকৈ পৰিছিল। কাৰণ পোষ্টাল-ৰেজিষ্টাৰ্ড হোৱা নাছিল। ২য়, ৩য় সংখ্যাও এনে বেছি ডাক খৰচতে পঠোৱা হৈছিল। কটন কলেজৰ হোষ্টেলৰ আৰু প্ৰফেচাৰবিলাকৰবাবে 'চেতনা' কলেজৰ ৪ৰ্থ বাৰ্ষিকত বিজ্ঞান পঢ়া মোৰ ভাগিনৰ হতুৱাই দিওৱা হৈছিল। গুৱাহাটীৰ গোটেইখিনি ভৰলুমুখৰ পৰা পানবজাৰ, উজানবজাৰ, শিলপুখুৰীলৈকে আৰু উকীলখানা আৰু আদালতী-সকলক মই নিজে খোজ কাটি ঘৰে ঘৰে হাতে হাতে দিছিলোঁ। মোৰ পৰিসীমা নোহোৱা উৎসাহৰ আনন্দত পৰিশ্ৰমৰ অনুভূতি নোহোৱা হৈছিল।

প্ৰথম সংখ্যা 'চেতনা'ত প্ৰচাৰ কৰা তাৰ উদ্দেশ্য, লক্ষ্য, আদৰ্শ আৰু সংগ্ৰামশীলতা জ্ঞাপক জাতীয়-তাৰ বাণীয়ে সকলোৰে মন আকৰ্ষণ কৰিলে। আগৰ আলোচনীবিলাক, 'বিজুলী', 'বাঁহী', 'উষা', 'আসাম বান্ধৱ', 'আলোচনী' আদিত এই স্পষ্ট জাতীয়তাবাদৰ আভাস নাছিল। আৰু তাৰ বাবে সংগ্ৰামশীলতাৰ কোনো প্ৰকাৰৰ ঔৎসুক্য নাছিল। সকলো ফালৰ পৰা উৎসাহপূৰ্ণ চিঠি-পত্ৰ পাবলৈ ধৰিলোঁ। দোপত দোপে মোৰ উৎসাহ বাঢ়ি গ'ল।

চতুৰ্থ সংখ্যা 'চেতনা' সকলোলৈকে প্ৰায় এহেজাৰ ভিঃ পিঃত পঠোৱা হ'ল—ডাকঘৰৰ কৰ্মচাৰীজনক ধৰি মেলি প্ৰায় সাত দিনমানৰ ভিতৰত। বেছি ভাগেই ভিঃ পিঃ গ্ৰহণ কৰিলে। যি সকলৰ কিবি আহিছিল সেইসকলে তেওঁলোক অনুপস্থিত থকাৰ অৱস্থাত কিবত আছিল বুলি মণিঅৰ্ডাৰেৰে ভিঃ পিঃ খৰচৰ সৈতে টকা পঠিয়ালে। টকা-পইচাৰ নাটনি নোহোৱা হ'ল। 'চেতনা'ৰ ভিঃ পিঃ টকা আৰু দৈনিক প্ৰেছৰ আয় জমা হৈ থাকিল। উঁৱাল হ'ল মোৰ মুখ-শিতানৰ ভলখন। নথকাত নাছিল, কিন্তু থকাত কাৰ্পণ্য মোৰ জীৱনত কোনো দিনেই ঘটা নাই।

ঘ

সচৰাচৰ দেখা যায়, কোনো প্ৰকাৰৰ দুৰ্নীতিৰে নহৈ ন্যায়সঙ্গত উপায়েৰে হলেও নিঃকিন অৱস্থা এৰি ধন উপাৰ্জনৰ শাৰীত ধনী হোৱাজনৰ ধনলৈ মোহ জন্মে, আক্ৰোশী হয়,—কৃপণ হয়, আৰু ধনৰ ওপৰত ধন জমাবলৈ উৎকটভাৱে যত্নপৰ হয়। কিন্তু মোৰ ধনৰ প্ৰতি এনে মোহ কেতিয়াও হোৱা নাছিল। মই নিচেই নিঃকিন অৱস্থাৰে মাত্ৰ দুটি টকা সম্বলেৰে ভাড়া কৰি অনা প্ৰেছখনেৰে 'চেতনা' চলাই আৰু নানা ছপাৰ কাম কৰি এবছৰৰ ভিতৰতে কেবা হাজাৰো টকা আৰ্জি আনি জমা কৰিলোঁ। অৱশ্যে তেতিয়া গুৱাহাটীত আন প্ৰেছ নাছিল বুলিয়েই সেইটো সম্ভৱ হৈছিল। কিন্তু মই ধনী হোৱা অহঙ্কাৰত আৰু ধনৰ মোহত স্ফীত হোৱা নাছিলোঁ। যেতিয়াই প্ৰয়োজন আহি আগত পৰিছিল, তেতিয়াই তাক পূৰণ কৰিবলৈ বিনা দ্বিধাৰে হাতৰ পৰা ধন খৰচ কৰিবলৈকে কুণ্ঠিত হোৱা নাছিলোঁ। মই তেতিয়া অবিবাহিত আছিলোঁ বাবেও হয়তো তেনে হব পাৰে। কিন্তু মোৰ বৈৱাহিক জীৱনক পাছতো মই ধন আৰ্জিছোঁ অথচ ধন জমোৱা আগ্ৰহেৰে ধনী হোৱা গৌৰৱৰ বাবে লালায়িত হোৱা নাই। যেতিয়াই হৈছে তেতিয়াই অকুণ্ঠিত

চিন্তেৰে খৰচ কৰিছোঁ আৰু আনকো সহায় কৰিছোঁ। অৱশ্যে সেইটো দৈশিক, জাতিক, সামাজিক আৰু মানৱিক প্ৰয়োজনতেই বেছি হয়। এনেও ঘটিছে,—প্ৰেছ পুৰি যোৱা, উচ্ছেদ হোৱা আৰু 'প্ৰেছ', 'চেতনা' আৰু 'ডেকা অসম'ৰপৰা পোৱা পইচাৰ ভাগ জৰুৰী ৰাজহুৱা কামত খটাই আৰ্থিক সঙ্কটত পৰি থকা অৱস্থাতো যেতিয়া হাতত দুই-তিনি টকাহে মাত্ৰ আছিল, এনেকি ঘৰত পৰিয়ালে খোৱা চাউল মুঠিৰো অভাৱ আছিল, তেতিয়াও অভাৱগ্ৰস্তৰ সাময়িকভাৱে আংশিক প্ৰয়োজন পূৰণৰ বাবে আধা বা এক-তৃতীয়াংশ দিয়া হৈছিল। পৰিবাৰ আৰু ল'ৰা-ছোৱালীয়েও তাকেই হৃষ্টমনেৰে মানি লৈছিল। নিজৰ অভাৱৰ বাবে মোক একো অশান্তি দিয়া নাছিল। সেইবাবে মই দেশৰ সমস্যা সমাধানৰ চিন্তাত নিশ্চিন্তভাৱে আনন্দৰ উৎসাহেৰে লাগি থাকিব পাৰিছিলোঁ। সাময়িক-ভাৱে আৰ্থিক সঙ্কটত পৰা আৰু পাছত অসমৰ শাসন-যন্ত্ৰত অন্যতম মুৰব্বীৰ পদলাভ কৰা এজন মোৰ নেতৃস্থানীয় বন্ধুৰ মনত সম্ভৱতঃ এনে কথা এতিয়াও ভাজা হৈয়েই আছে—যদি আত্মম্ভৰী অভিমানে পাহৰোৱা নাই।

নিতৌ ধন আহি হাতত জমা হৈ থাকিল। ধন-ভঁৰাল হ'ল মোৰ গাৰুৰ তলখন। প্ৰথমতে বৰপেটা পৰা প্ৰেছ আনিবলৈ যোৱাত গৰ্গ দাস আৰু ৰামপ্ৰসাদ দাসৰ পৰা লোৱা টকা শৰ ধাৰ শোধালোঁ। ৰামপ্ৰসাদ দালে কলে, "তই ইমান লাভ কৰিলি, টকা শৰ সুদো এশ দিব লাগিব।" দিলোঁ। কিন্তু পিছ মুহূৰ্ত্ততে হাঁহি এটা মাৰি, "নালাগে সুদ, তোৰ মনটোহে চালোঁ" বুলি কৈ টকা শ ফিৰাই দিলে। ধন আহি জমা হবলৈ ধৰাত প্ৰথমতে এটা ট্ৰেডল ছপা মেছিন আনি প্ৰেছখন ডাঙৰ কৰিবলৈ ইচ্ছা হোৱাত কিনিবলৈ কলিকতালৈকে যোৱাৰ ঠিকেই কৈছিল। কিন্তু এই সময়তেই জালিয়ান-ৱালাবাগত ভাৰতীয়ৰ হত্যাকাণ্ড লৈ ভাৰতৰ জনগণ মহাসমুদ্ৰত উঠা কংগ্ৰেছৰ স্বাধীনতা সংগ্ৰামৰ উত্তাল তৰঙ্গত সেই ইচ্ছা এৰি দি জঁপিয়াই পৰিলোঁ। লগে লগে আন কিছুমান এৰাৰ নোৱাৰা প্ৰয়োজন পূৰাব লগীয়া দাবীও উপস্থিত হ'ল। ভাবিলোঁ, দেশৰ আৰু সমাজৰ এনে অৱস্থাত ট্ৰেড্‌ল মেছিন কিনাৰ খৰচটো সম্প্ৰতিকলৈ উপস্থিত প্ৰয়োজনবিলাক পূৰোৱাত লগোৱাটোৱেই ভাল হব। টকাতো বৰ বেছি নহয়; মাত্ৰ তিনি-চাৰি হেজাৰ মান। ছপাৰ ট্ৰেডল মেছিন এটা কিনাত এই টকাখিনি খৰচ কৰি দিলক দিনে উঠি অহা প্ৰয়োজনবিলাক পূৰোৱাটো টান হ'ব। সাময়িকভাৱে ভোটাৰ লিষ্ট ছপোৱা টকাখিনি আৰু 'চেতনা'ৰ এবছৰৰ বাবে পোৱা চাঁদাখিনিহে। এইখিনি টকাৰেই 'চেতনা' এবছৰ চলাব লাগিব। প্ৰেছৰ দৈনিক আয়ৰ পইচা-খিনিতো কৰ্মচাৰীসকলক মাহে মাহে দৰমহা-দি, প্ৰেছৰ ভাড়া পৰিশোধ কৰি, মই খাই-বৈ থাকি আৰু প্ৰেছৰ দৈনিক আৱশ্যকীয় খৰচ-পাতি যোগাওঁতেই লাগি থাকিব। এনে সিদ্ধান্ত লোৱাত মোৰ কোনো অসুবিধা নাছিল; কাৰণ মই তেতিয়া অবিবাহিত আছিলোঁ। ইফালে একেটা পেট, দুৰ্বাৰ আদৰ্শ আৰু সেৱাৰ আসক্তি। আৰু তেতিয়া আছিল শদিয়াত দাদাৰ সংসাৰ। গতিকে একো চিন্তা নাছিল।

সাধাৰণ বিবেচনা মতে, যি যন্ত্ৰৰ সহায়েৰে কোনো আদৰ্শ এটাৰ উদ্দেশ্যলৈ কাম কৰা যায়, সেই যন্ত্ৰটো আগতে শক্তিশালী কৰি লোৱাটোহে উচিত। কথাটো সঁচা। কিন্তু মই ভাবিলোঁ, আলমটো শক্তিশালী কৰি লোৱাৰ ফালে মনটো বেছিকৈ ঢাল খুৱাই ললে আদৰ্শক পাছত পেলাই দি ব্যৱসায়িক ধন ঘটা যন্ত্ৰটো সবল কৰা ৰাপলৈহে ক্ৰমে মন বাটি যাব—আদৰ্শৰ ধ্যান হানি কৰিব, গতিকে আদৰ্শলৈহে মনৰ গতি জোৰালকৈ ৰাখিব লাগিব। যান্ত্ৰিক উন্নতি লাহে-ধীৰেও কৰাৰ পথ পোৱা যাব। কিন্তু আদৰ্শৰ পৰা পিচলি পৰিলে, সি হেৰাই যাব, তাক আৰু বিচাৰি পোৱা নাযাব। নাইবা নেহেৰাই যদি থাকিও যায়, সি তাৰ খাটি ৰূপেৰে নাথাকিব। ব্যৱসায়ী ধন-লিপ্সাত ক্ষতিৰ শঙ্কাই আদৰ্শক বিকৃত কৰি পেলাব। এই ভাবি, প্ৰেছখনৰ যান্ত্ৰিক উন্নতি কৰিবলৈকে ছপা ট্ৰেড্‌ল্ মেছিন কিনা কামটো সাম্প্ৰতিকলৈ স্থগিত ৰাখি সম্মুখত উপস্থিত হৈ অহা প্ৰয়োজনবিলাক পূৰোৱাৰ ফালেই মন দিলোঁ। অৱশ্যে কেইবাবিধো অসমীয়া আৰু ইংৰাজী নতুন আখৰ, স্পেচ্ কোৱাৰ্ড আদি কলিকতাৰ পৰা কিনি অনাত অৱহেলা নকৰিলোঁ। মোৰ এই বিবেচনা সুস্থ আছিল নে অসুস্থ আছিল, সেইটো বিচাৰ মই ইয়াত কৰিব খোজা নাই। কিন্তু এই বিবেচনাৰেই প্ৰেছখনৰ যান্ত্ৰিক উন্নতিটো সাম্প্ৰতিকলৈ অৱহেলা কৰিছিলোঁ। এই কাৰণতেই সেই সময়ত গুৱাহাটীত একেটা মাত্ৰ প্ৰথম প্ৰেছ, আৰম্ভণিৰ পৰাই আৰু জুইত ভস্মীভূত হৈ যোৱাৰ পাছতো ৰাইজৰ পৰা অকুণ্ঠিত সহানুভূতি পোৱাৰ সত্ত্বেও মোৰ 'অৰুণা প্ৰেছ'খনে যান্ত্ৰিক বিষয়ত একো উন্নতি লাভ কৰিব নোৱাৰিলে। অথচ বহু পিছত স্থাপিত হোৱা প্ৰেছকেইখনমানে বহুত উন্নতি কৰিলে। কাৰণ আদৰ্শৰ ধ্যানতকৈ ব্যৱসায়ী ফালটো সেইবোৰৰ প্ৰখৰ আছিল। এইটো মই বেয়া বুলি কোৱা নাই, বৰং বাস্তৱতাৰ ক্ষেত্ৰত এইটো অতি সমীচীন। কিন্তু আদৰ্শ খেদাৰ কুঁৱলিত বাস্তৱতাৰ যিদৰে হানি ঘটে, বাস্তৱতাৰ আতিশয্যত সেইদৰেই আদৰ্শৰো মৃত্যু ঘটে। এই প্ৰসঙ্গত আমাৰ বাস্তৱবাদী কৰ্মকুশল লোক এজনৰ কথা একাষাৰ কব খুজিছোঁ।

বিলাতত প্ৰায় ৩০ বছৰকাল থাকি অসমলৈ আহি কৃতকৰ্মা শুকদেৱ গোস্বামী ইং ১৯৪৮ চনত মোৰ ওচৰলৈ যায় দুপৰীয়া ১১টা মান বজাত। মই তেতিয়া মোৰ উজান বজাৰৰ লেম্ব ৰোডৰ প্ৰেছত অকলে 'ডেকা-অসম' কম্পোজ কৰি আছিলোঁ। দুঠাইৰ পৰা দুবাৰ উচ্ছেদ হোৱাৰ পাছত ভীষণ আৰ্থিক সঙ্কটত পৰি হেণ্ড-মেছিন দুটা আৰু আখৰৰ কেছ কেইখনৰ বাহিৰে কোনো কৰ্মচাৰী ৰাখিব নোৱাৰি 'ডেকা-অসম' মই নিজে কম্পোজ কৰি ফৰ্মাটো কেতিয়াবা মোৰ পৰিবাৰ আৰু ছোৱালী শ্ৰীমতী শুচিব্ৰতাক আৰু ল'ৰা শ্ৰীমান ভগাগিৰীক লৈ মই নিজে প্ৰেছত ছপাইছিলোঁ, আৰু কেতিয়াবা ফৰ্মাটো লৈ গৈ নিউ প্ৰেছত ছপাই আনিছিলোঁ। মই এনেকৈ 'ডেকা-অসম' কম্পোজ কৰি থকা অৱস্থাতে এদিন গোস্বামীয়ে গৈ মোৰ প্ৰেছ ঘৰত সোমাই আচম্বিত হোৱা চকুৰ দৃষ্টিৰে মোৰফালে আৰু প্ৰেছ ঘৰটোৰ চাৰিওফালে ঘূৰি ঘূৰি চায়, কিছুপৰ একো কথা নকয়। কিছুপৰ পাছত মই উঠি হাত-জোৰ কৰি গোস্বামীক বহিবলৈ দি দুষাৰ কথা পাতোঁ আৰু

বহুবছৰৰ মূৰত সাক্ষাৎ হোৱাত আনন্দ প্ৰকাশ কৰোঁ। গোস্বামীয়ে কৈছিল, "মই আপোনাক আৰু এইবোৰ দেখি আচৰিত মানিছোঁ। বিলাতত মই গৈ ভাবিছিলোঁ, এতিয়ামানে আপোনাৰ প্ৰেছখন এটি বৃহৎ ছপা প্ৰতিষ্ঠান হৈ উঠিছে আৰু আপুনি বৰ ধনী লোক হৈছে। অসমলৈ ঘূৰি আহি আপোনাৰ খবৰ লৈ জানিলোঁ, সেইটো হোৱা নাই। সেইবাবে নিজে এবাৰ চাবলৈ আহিলোঁ।" গোস্বামীয়ে হেনো মোৰ খবৰ মাজে সময়ে বিলাতৰ পৰাও লৈ আছিল। গোস্বামীৰ লগত বহুপৰ কথা হ'ল। মোৰ আনুপূৰ্বিক সকলো ঘটনা বিবৰি কলোঁ। শেষত তেওঁ "বাস্তৱ আৰু আদৰ্শ একে নহয়। বাস্তৱক অৱহেলা কৰিলে আদৰ্শই ফল নিদিয়ে" বুলি কৈ আৰু এদিন এই সম্বন্ধে মোৰ লগত কথা হ'বলৈ আহিব বুলি গুচি গ'ল। এইটো প্ৰেছখনৰ দ্বিতীয়বাৰ উচ্ছেদ হোৱাৰ পাছৰ কথা।

'অৰুণা প্ৰেছ'ত কেইবাজন গ্ৰন্থকাৰৰ কেইবাখন কিতাপ ছপা কৰা হৈছিল। শ্ৰীদেৱচন্দ্ৰ তালুকদাৰৰ, দণ্ডিনাথ কলিতাৰ, ৰত্নকান্ত বৰকাকতিৰ, সোণাৰাম ৰাজমেধিৰ, সন্তৰাম দেৱ চৌধুৰীৰ, ডঃ বাণীকান্ত কাকতিৰ সম্পাদিত মহাপুৰুষ মাধৱদেৱৰ 'পিম্পড়া গুচোৱা নাটক' আৰু বৰকাকতিৰ 'মহাত্মা গান্ধী'ৰ অসমীয়া অনুবাদ 'হিন্দ স্বৰাজ' আৰু 'আলাপ' মই নিজৰ খৰচতে উপযাচি ছপাইছিলোঁ। আন কেইজনৰ পৰা অতি সামান্য আগধন বা বিনা আগধনৰ বাহিৰে একো নাপালোঁ। তেওঁলোকে কিতাপবিলাক নিলে। কিন্তু খৰচ সোধোঁতাত অনিচ্ছা দেখি কোনো বাক-বিতণ্ডালৈ নগৈ এনেয়ে এৰি দিলোঁ। প্ৰেছৰ ছপা কামত আনিৰ খৰচৰ বাহিৰেও দপ্তৰীৰ কিতাপ বন্ধা খৰচখিনিও মই ভৰিলোঁ। কিন্তু হলেও আন বাহিৰা কাম আৰু 'চেতনা'ৰ পৰা মোৰ যথেষ্ট উপাৰ্জন হৈ থাকিল। দ্বিতীয় বছৰত 'চেতনা'ৰ চাঁদা দিয়া গ্ৰাহক দুই হেজাৰতকৈও ওপৰ আছিল। মাহেকীয়া হলেও সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচিত সুৰটো ৰাইজক যোগান ধৰিবলৈ 'চেতনা'ৰ বাহিৰে আন কাকত নাছিল বাবেই অসমীয়া ৰাইজৰ মাজত 'চেতনা'ৰ জনপ্ৰিয়তা বাঢ়ি গৈছিল।

ধন আহি জমাৰ ওপৰত জমা হ'বলৈ ধৰিলে। কেইবাজনো কলেজ-স্কুলৰ দুখীয়া ছাত্ৰৰ কলেজ-স্কুলৰ ফীজ, কলেজ হোষ্টেলৰ খৰচ আৰু কিতাপ-কাকত এনেকি কোনো কোনোৰ পিন্ধা-উৰা কানি-কাপোৰ কিনিব নোৱাৰাৰ প্ৰয়োজন পূৰাবলগীয়া হ'ল কিছুদিন দীঘলীয়াকৈ।

সৰু সৰু ল'ৰা-ছোৱালীৰ সৈতে পাণবজাৰত ভাড়াঘৰত থাকি আৰ্থিক সংকটত পৰা আমি সকলোৰে অতি শ্ৰদ্ধেয় ঋষিতুল্য বৃদ্ধ দাৰ্শনিক সাহিত্যিক কবি এগৰাকীক তেখেতৰ ভায়েকৰ পৰিয়ালৰ সৈতে কষ্ট নাখাবৰ অৰ্থে তেতিয়া পাণবজাৰত থকা কৃষ্ণ পোদ্দাৰৰ দোকানত মোৰ নামত হিচাপ ৰাখি মাহে মাহে বাকী পৰিশোধ কৰি থাকিবলগীয়া হ'ল কেইবা মাহলৈকে, অৰ্থাৎ ১৯২১ চনৰ ফেব্ৰুৱাৰী মাহত মই জেললৈ নোযোৱালৈকে।

অসহযোগ সংগ্ৰামত চৰকাৰী চাকৰি ইস্তফা দি আমাৰ লগতে কংগ্ৰেছত সোমোৱা ধৰা আমাৰ সতীৰ্থ শ্ৰদ্ধেয় পণ্ডিত এজনক তেওঁৰ মৰা-মচ্ছা বেমাৰত পৰা পৰিয়াৰ আৰু তাৰেকৰ চিকিৎসা

পন্দ্যৰ বাবেও ৫০০ ( পাঁচশ ) মান টকা যোগাব-লগীয়া হ'ল।

মহাত্মা গান্ধীয়ে কৈছিল—স্বাধীনতা সংগ্ৰামৰ বাবে খোলা 'স্বৰাজ-কাণ্ড'ত নিৰ্দিষ্ট দিনত ৰাইজৰ পৰা এক কোটি টকা জমা হোৱাৰ দিনাখনেই ভাৰতে স্বৰাজ লাভ কৰিব। মহাত্মাৰ অমোঘ প্ৰভাৱত নিৰ্দিষ্ট দিনত স্বৰাজ-কাণ্ডত এক কোটি টকা জমা হ'ল। স্বৰাজ আন্দোলনত যোগ নিদি বা বিৰোধ কৰি একলীয়া হৈ থকা এচাম সুবিধাবাদীয়ে এই সুবিধা গ্ৰহণ কৰিলে। অৱশ্যে পাছত নষ্ট-ঘটি হ'ল। এইদৰে এই কথা গাঁৱলীয়া খেতিয়কসকলৰ ভিতৰতো প্ৰচাৰ কৰিলে। বহুত ৰায়তে এই ভুল প্ৰচাৰৰ প্ৰভাৱত পৰি পাছত বহু দুৰ্গতি ভুগিলে। এজন আমাৰ সতীৰ্থ কবি-সাহিত্যিকেও এই ভুলৰ ভাগ লৈ তেওঁৰ মিকিৰ গাঁৱৰ মাটিৰ খাজানা নোশোধাওঁ বুলি কোৱা বাবে মৌজাদাৰে মোকৰ্দমা কৰি তেওঁৰ পামৰপৰা প্ৰায় ৩০ টা মান গৰু ক্ৰোক কৰি নিলাম কৰিবলৈ গুৱাহাটীৰ থানালৈ আনিলে। মই খবৰ পাইয়ে উপযাচি গৈ তেওঁক সুধি খাজনা ১২০ ( এশ একুৰি ) টকা দি গৰুকেইটা খালাচ কৰিবলগীয়া হ'ল।

অসহযোগৰ বাদীৰে স্বাধীনতা সংগ্ৰামৰ দোহাই দি মই আৰু দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই কটন হোষ্টেল কম্পাউণ্ডটোৰ চাৰিওফালে ঘূৰি ঘূৰি ছাত্ৰসকলক কলেজ এৰি আহি জাতীয় সংগ্ৰামত জঁপিয়াই পৰিবলৈ আহ্বান জনাই বক্তৃতা দি উলিয়াই অনা ৫০০ (পাঁচশ) ছাত্ৰক বৰপেটীয়া পাবাৰ ডাঃ হৰিকৃষ্ণ দাসৰ বহল কম্পাউণ্ডৰ ডাঙৰ টিনৰ ঘৰত ৰাখি কেইদিনমান খোৱা-বোৱাত প্ৰায় হেজাৰৰো অধিক খৰচ কৰিবলগীয়া হ'ল।

কংগ্ৰেছৰ অসহযোগ সংগ্ৰামৰ ঘন-ঘনকৈ হৈ থকা সভাবিলাকৰ আৰু মহাত্মা গান্ধীকে আদি কৰি জাতীয় নেতাসকলৰ উপস্থিতিত হোৱা বিবাট বিবাট সভাবিলাকৰ হেজাৰ হেজাৰ জাননী আদি ছপাৰ খৰচ মোৰ প্ৰেছখনৰ পৰাই বহন কৰিবলগীয়া হ'ল।

সেই সময়ত নিউ প্ৰেছখন খাৰঘুলিত পাতিব ধৰা হৈছিলহে মাথোন। পূৰ্ণ পৰ্য্যায়ত হোৱা নাছিল, আৰু ডিব্ৰুগড়ত থকা সাদিনীয়া 'অসমীয়া'ৰ ওপৰত অসহযোগ আন্দোলন দমনকাৰী চিপাহীয়ে সুন্দৰীদিয়াৰ ( কলয়াবিল ) কলিয়াৰ প্লান সত্ৰৰ তেতিত কিবা অসম্মানী অপকৰ্ম কৰা বুলি প্ৰকাশ কৰাৰ কাৰণে, চৰকাৰে কৰা মানহানিৰ মোকৰ্দমা চলি আছিল বাবে অসমীয়াৰে অংশ গুৱাহাটীত পতা নিউ প্ৰেছত তেতিয়া অসহযোগ সম্পৰ্কীয় কংগ্ৰেছৰ কোনো কাম ছপাৰ পৰা নহৈছিল। ডিব্ৰুগড়, যোৰহাট, তেজপুৰ আদিত আন যি একোখন প্ৰেছ আছিল, সেই কেইখন প্ৰেছৰো তেনে অৱস্থা আছিল। গতিকে, কংগ্ৰেছৰ স্বাধীনতা আন্দোলন সম্পৰ্কীয় ছপা কামবোৰ 'অৰুণা প্ৰেছ'তেই মই ছপাবলগীয়া হৈছিল, আৰু তেতিয়া কংগ্ৰেছৰ নিজা ধন-ভঁৰাল নথকাৰ বাবে ছপাৰ সকলো খৰচ মোৰ প্ৰেছৰ পৰাই বহন কৰিবলগীয়াত পৰিছিলোঁ।

কংগ্ৰেছ-সদস্য ভৰ্তি কৰা ৰচিদত অহিংস সংগ্ৰামেৰে ভাৰতৰ স্বাধীনতা উদ্ধাৰ কৰা প্ৰতিজ্ঞাটো ছপাবলৈ আন কোনো প্ৰেছে মাগ নধৰাত, কংগ্ৰেছ কমিটিবিলাক সংগঠন কৰিবলৈকে ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, তেজপুৰ, নগাঁও, গুৱাহাটী, বৰপেটা, গোৱালপাৰা, ধুবড়ী আদি জিলা কংগ্ৰেছবিলাকক দুহ হেজাৰৰ

পৰা চল্লিশ হেজাৰলৈকে সেই প্ৰতিজ্ঞা থকা কংগ্ৰেছ সভ্য-ভুক্তিৰ ৰচিদ বহীবিলাক মোৰ খৰচতেই 'অৰুণা প্ৰেছ'ত ছপাই যোগাবলগীয়া হৈছিল। কাৰণ, তেতিয়া উক্ত কোনো জিলাতেই কংগ্ৰেছৰ নিজা ধন-ভঁৰাল হৈ উঠা নাছিল। অৱশ্যে পাছত কোনো কোনো জিলা কংগ্ৰেছ কমিটিয়ে কিছু কিছু খৰচ মোক দিছিল। উক্ত সকলো খৰচ-পত্ৰ মই দ্বিধাশূন্য মনেৰে আনন্দেৰে বহন কৰিছিলোঁ।

বাহিৰা ছপাৰ কাম আৰু দিনে দিনে বাঢ়ি যোৱা 'চেতনা'ৰ গ্ৰাহকৰ জোৰত 'অৰুণা প্ৰেছ'ত দুয়োটা মেছিনত কাম তেতিয়া দিনে ১৪ ঘণ্টাকৈ চলিছিল। কৰ্মচাৰী আছিল ৩২ জন। সময় আছিল দুটা। এটা সময় আছিল পুৱা সাতটাৰ পৰা দুপৰীয়া দুটা বজালৈকে। আনটো সময় আছিল দুটা বজাৰ পৰা ৰাতি নটালৈকে। কৰ্মচাৰী ৩২ জনৰ ১৬ জনকৈ দুয়োটা সময়ত কাম ভগাই দিয়া হৈছিল। উপাৰ্জন যথেষ্ট হৈছিল। গতিকে স্বাধীনতা সংগ্ৰামৰ উক্ত ৰাজহুৱা কাম-বোৰত খৰচ কৰাটোত তেতিয়া মোৰ একো অসুবিধা নহৈছিল। মই তেতিয়া গুৱাহাটী চিটি কংগ্ৰেছৰ সম্পাদক আছিলোঁ, গতিকে দায়িত্ব মই নিজে মোৰ গাত সানি লৈছিলোঁ।

এফালে কংগ্ৰেছ সংগঠনৰ দায়িত্ব আৰু আনফালে প্ৰেছ আৰু 'চেতনা'ৰ দায়িত্ব। দুয়োটা মই অকলে পৰিপাটিকৈ চলোৱাত অসুবিধা বোধ কৰি মোৰ সহায়ক হিচাপে কলেজৰ শিক্ষাৰ পৰা অৱসৰ লোৱা হৰগোবিন্দ দত্ত নামৰ ডেকা এজনক প্ৰেছ আৰু 'চেতনা'ৰ মেনেজাৰ কৰি লৈছিলোঁ। মই তেওঁক পেছ আৰু 'চেতনা'ৰ সকলো কামৰ নিৰ্দেশ দি গৈ কংগ্ৰেছৰ কামত লাগিছিলোঁ, পিছদিনাখন তেওঁৰ পৰা কাম-কাজ আৰু টকা-পইচাৰ হিচাপ লৈছিলোঁ। তেওঁ নিৰ্দেশ পৰিপাটিকৈ পালন কৰিছিল। কামৰ ভিৰ বেছিকৈ বাঢ়ি যোৱাৰ বাবে হৰগোবিন্দ দত্তৰো কিছু অসুবিধা হোৱা যেন দেখি, সেই সময়ত প্ৰিঞ্চ্-অৱ্-ওৱেলচৰ ভাৰত দৰ্শন বয়কট কৰা কটন কলেজৰ বিজ্ঞানৰ চতুৰ্থ বাৰ্ষিকৰ বৃত্তিধাৰী ৰমেশচন্দ্ৰ চৌধুৰী নামৰ প্ৰতিভাশালী ডেকা এজনকো নিযুক্ত কৰিছিলোঁ। হৰগোবিন্দ দত্ত আৰু ৰমেশ চৌধুৰী দুয়োকো প্ৰেছৰ আৰু 'চেতনা'ৰ কামবোৰ আৰু কৰ্মচাৰীসকলৰ কামৰ দায়িত্ব বুজাই ভগাই দিছিলোঁ। তেওঁলোকেও কৰ্মচাৰী-সকলৰ সহযোগত বিশ্বস্তভাৱে সকলো কাম পৰিপাটিকৈ চলাইছিল। মোৰ ৰচিত কবিতা আদি দুই-এটা লিখা কেতিয়াবা 'চেতনা'ত শ্ৰীমান ৰমেশৰ নামত প্ৰকাশিতো হৈছিল।

ইয়াৰ ভিতৰতে শদিয়াৰ দাদাৰ ওচৰৰ পৰা আইক আনি মোৰ লগত ৰাখি বহুত পৰিমাণে নিৰ্ভয় হ'লোঁ। দুবেলা ভাত দুমুঠি নিয়মমতে পোৱাৰ অসুবিধা গুচিল। বৰপেটাৰ খগা নামৰ বিশ্বস্ত লগুৱা এটা আইৰ লগত দিলোঁ। প্ৰেছ আৰু 'চেতনা'ৰ পৰা নিতৌ অৰ্জন হোৱা টকা-পইচা হৰগোবিন্দ দত্ত আৰু ৰমেশ চৌধুৰীৰ জৰিয়তে আইৰ হাতত জমা হৈ থাকিল। মই নিশ্চিন্ত মনেৰে কংগ্ৰেছ সংগঠনৰ কামত লাগিবলৈ সুবিধা পালোঁ।

বৃটিছ শাসনৰ বিৰুদ্ধে কংগ্ৰেছৰ অহিংস অসহযোগ সংগ্ৰাম আৰম্ভ হ'ল। পুলিছে সকলো কংগ্ৰেছ কৰ্মীক এজন এজনকৈ বন্দী কৰিবলৈ আৰম্ভ

কৰিলে। বৰপেটাৰ পৰা মোৰ ডাক পৰিল। মই বৰপেটালৈ গৈ বিৰাট সভা পাতি কংগ্ৰেছৰ অহিংস আইন অমান্য সংগ্ৰামৰ ৰূপ ব্যাখ্যা কৰি ৰাইজক শুনালোঁ। ৰাইজ উত্তাৱল হৈ উঠিল। দক্ষিণ-হাটীৰ হাৰিজানত বিলাতী কাপোৰ, বিলাতী সূতাৰে তাঁতশালত লগোৱা কাপোৰৰ বিৰাট দ'ম পৰ্বতাকাৰ হৈ গোট খালে। তাত আমাৰ স্বাধীনতা সংগ্ৰামত ৰাইজৰ উপস্থিত কৰণীয় কামৰ তালিকা ব্যাখ্যা কৰি সেই বিলাতী কাপোৰৰ পুঁজিত অগ্নিসংযোগ কৰিলোঁ। তেজপুৰ নে যোৰহাটৰ পৰা অহা মিলিটাৰী মহকুমাধিপতি মিঃ বেঞ্জামিন চাহাবে অস্ত্ৰ-শস্ত্ৰ সজ্জিত দুশজনীয়া গুৰ্খা চিপাহীৰ দল এটা লৈ সেই দৃশ্য চাই আছিল। একো বিপত্তি জন্মোৱা নাছিল। পিছদিনা পুৱাতে বেঞ্জামিনৰ পৰোৱানা লৈ চিন্তাহৰণ নামৰ চি. আই. ডিয়ে কেইজনমান পুলিছৰ সৈতে মোৰ ঘৰত আহি মোক গ্ৰেপ্তাৰ কৰি নি বৰপেটাৰ হাজোতত সুমুৱাই দিলে। অভয়াপুৰীৰ হবিবৰ ৰহমান নামৰ ডেকা এজনে আগদিনাখন কীৰ্ত্তন-ঘৰৰ আগত বহা ৰাজহুৱা সভাত মোৰ লগতে বক্তৃতা দিয়া বাবে তাকো গ্ৰেপ্তাৰ কৰি নি একেলগে থৈ দিলে। তেতিয়া ডাঃ ভুৱনেশ্বৰ বৰুৱা বৰপেটাৰ মেডিকেল অফিছাৰ আছিল, আৰু তেওঁৰ হাততে হাজোত আৰু জেলৰ কয়েদীবিলাকৰ তত্ত্বাৱধানৰ ভাৰ আছিল। তেওঁ তেওঁৰ ঘৰৰ পৰা ভাত পঠিয়াই দি ৰাতি মোক আৰু সেই মুছলমান ডেকাজনক হাজোততে খুৱালে। পিছদিনা পুৱা আঠটা মান বজাতে আমাক দুয়োকো বেঞ্জামিনৰ আদালতত পুলিচে নি হাজিৰ কৰিলে। বেঞ্জামিনে এনে কাম আৰু নকৰিম বুলি লিখি দি ওলাই যাবলৈ কলে। মই তেনে অপমানজনক কথা নকৰবলৈ বেঞ্জামিনক দাবী দি কলোঁ। বেঞ্জামিনে ৰাজনৈতিক, অসহযোগীসকলৰ শাস্তিৰ বাবে নিৰ্দ্ধাৰণ কৰা ১০৮ ধাৰা আৰু ১৭ (বি) ধাৰাত মোক এবছৰ এবছৰকৈ সশ্ৰম জেল আৰু ১০০ টকা জৰিমনা বিহিলে। জেল দুয়োটা বছৰ এবছৰতে কটা যোৱাৰ আৰু জৰিমনা শ টকা নিদিলে ছয় মাহ ফাটেকৰ ৰায় দিলে। উক্ত হবিবৰ ৰহমান নামৰ ডেকাজনকো এক বছৰ সশ্ৰম জেল দিলে। দুয়োকো হাত-বেড়ী লগাই ১৬ মাইল খোজ কঢ়াই নি সৰভোগত ৰেলত তুলি গুৱাহাটী জেললৈ পঠাবলৈ বন্দোবস্ত কৰিলে। মেডিকেল অফিছাৰ ডাঃ ভুৱনেশ্বৰ বৰুৱাই আপত্তি কৰি তেনে কৰিবলৈ বাধা দিলে। সিদিনাখনো অহাৰ আগতে ডাঃ বৰুৱাই তেওঁৰ ঘৰৰ পৰা ভাত পঠিয়াই দি আমাক খুৱালে। পাছত শুনিছিলোঁ অসহযোগী বন্দীৰ লগত এনেবোৰ মানৱীয় ব্যৱহাৰ কৰাৰ কাৰণত বেঞ্জামিনে ডাঃ বৰুৱাৰ বিৰুদ্ধে চৰকাৰলৈ ৰিপোৰ্ট দি তেওঁক কিছু দিগদাৰ দিছিল। হাত-বেড়ী বন্ধা দেহাটো লৈ গৰুৰ গাড়ীত উঠি সৰভোগ ষ্টেচনলৈ যাত্ৰা কৰিলোঁ। বাটতে চাউলখোৱা ঘাটত দাৰ্শনিক কোহিৰাম দাস, জনাৰ্দন দাস, অক্ষয় দাস আদি কেইজনমান কংগ্ৰেছ কৰ্মীয়ে আমাক মালা পিন্ধাই সম্বৰ্দ্ধনা জনালে। বাটত বেকী নদীৰ ঘাটত জগদীশ মেধিৰ নেতৃত্বত গাঁৱে গাঁৱে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি ফুৰা স্বেচ্ছাসেৱকৰ দল এটায়ো আমাক লগ পাই জয় মহাত্মা গান্ধী ধ্বনিৰে আমাক অভিনন্দন দিলে। গধূলি গৈ সৰভোগ থানাৰ হাজোতত সুৰ সুমুৱালোঁ। ৰাতি সৰভোগৰ মৌজাদাৰ মোৰ আত্মীয় ৰায়বাহাদুৰ ৰজনীকান্ত

চৌধুৰীৰ ঘৰৰ পৰা ভাত আনি মোক খুৱালে; হবিবৰ ৰহমানক মুছলমান পুলিচ এজনে ভাত খুৱালে। সৰভোগৰ পুলিচ হাজোতত শুৱে ৰাতি হবিবৰ ৰহমানে কোৰাণৰ পদ গাই গাই মোক শুনাই আছিল। পুৱাতে পুলিচ দুজনে আমাক লৈ গৈ হাত-বেড়ীৰে সৈতে ৰেলত তুলিলে। সৰভোগৰ স্বনামধন্য কংগ্ৰেছ আৰু সমাজ-সেৱক হলীৰাম মহন্ত, নন্দেশ্বৰ মজুমদাৰ, সৰ্বেশ্বৰ দাস আদিয়ে ৰেলৰ ওপৰতে মালা পিন্ধাই সম্বৰ্দ্ধনাৰে বিদায় দিলে। ১২টা মান বজাত গৈ গুৱাহাটী পালোঁ, আৰু জেলত সোমালোঁ।

মোৰ বিচাৰৰ দিনটো আছিল ১২।২।২১ ইং। এই তাৰিখটোকেই আইনৰ ধাৰা দুটা সৈতে চাৰিকোণীয়া কাঠ এচটাত ক'লা চিয়াঁহীৰে ছাব মাৰি লোৰ-তাঁৰ এডালত গাঁঠি মোৰ ডিঙিত আঁৰি দিয়া হৈছিল। কাৰণ, মোৰ আছিল সশ্ৰম কাৰাবাস, ৰাজনৈতিক বন্দী হলেও, সাধাৰণ দগধা কয়েদীৰ দৰেই। সেই সময়ত বৃটিছ শাসনত সেয়ে ব্যৱস্থা আছিল।

গুৱাহাটী জেলত আহি সোমোৱা দিনাখনৰ পৰাই কয়েদীসকলৰ শাসন, খোৱা-বোৱা, শৌচ কৰা, গাধোৱা, কাপোৰ ধোৱা, পিন্ধা-উৰা, শোৱা আদিৰ ব্যৱস্থাৰ লগত সাক্ষাৎভাৱে সংশ্ৰৱ ঘটাত মনটো বিদ্ৰোহী হৈ উঠিল যদিও, সত্যাগ্ৰহী যুঁজাকৱে জেলৰ বিধি-ব্যৱস্থাবিলাক যেতিয়ালৈকে বিবেক আৰু আত্ম-সম্মানত আঘাত কৰি মানৱীয়-তাক মৰ্দন নকৰে, তেতিয়ালৈকে বিনাদ্বিধাৰে মানি চলিব লাগিব বুলি মহাত্মা গান্ধীয়ে দিয়া নিৰ্দেশ মতে প্ৰথমতে কেইদিনমান নিমাতেৰে সকলো কাঠোৰতা সহ্য কৰি থাকিলোঁ। তাৰ পিছতে আৰম্ভ হ'ল তীব্ৰ বিবেক দংশন আৰু মানৱীয়তাৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে জেল-কৰ্তৃপক্ষৰ লগত সত্যাগ্ৰহীৰ শান্তিপূৰ্ণ প্ৰতিবোধৰ তুমুল সংগ্ৰাম।

জেলত ১৭ দিন থাকিলোঁ। অৰ্থাৎ ১৩।২।২১ ইং তাৰিখৰ পৰা ২৯ ফ্ৰেব্ৰুৱাৰীলৈকে। সেই সময়ে পহিলা মাৰ্চৰ দিনা দুপৰীয়া খাই উঠাৰ পাছত জেলৰ হেড্ ৱাৰ্ডাৰজনে মোক নি জেলৰ গুদামঘৰত সুমুৱাই জেলকীট যোৰা খহাই, মই বাহিৰত পিন্ধা আৰু জেলত আহি সোমাই খহাই থোৱা খদ্দৰৰ কাপোৰ যোৰ পিন্ধাই হাতত হাত-বেড়ী লগাই মোক জেইলাৰৰ অফিচলৈ লৈ গ'ল। লোৰ তাঁৰেৰে ডিঙিত আঁৰি দিয়া আইনৰ ধাৰা আৰু তাৰিখৰ ক'লা ছাব মাৰি দিয়া কাঠছটা নখহালে। জেইলাৰে তপতে তপতে "creating dissatisfiction among the convicts" বুলি লিখি দিয়া মোৰ নামৰ কয়েদীৰ টিকটখন পুলিচ হাওলদাৰৰ হাতত দি আৰু দুজন কনিষ্টবলৰ সৈতে হাত-কেৰায়াত বন্ধা দীঘল ৰচিডালত ধৰি কাঁচীবজাৰৰ মাজেদি নদীৰ পাৰৰ ৰাস্তাইদি কাছাৰী ঘৰৰ আগেদি মোক উজানবজাৰৰ জাহজঘাটলৈ লৈ গ'ল তেজপুৰৰ জেললৈ পঠাবলৈকে। মোৰ লগত বেলেগ হাত-কেৰেয়া লগাই সাঙুৰি দিছিল বৰপেটাৰ সত্যাগ্ৰহী কয়েদী গণেশলাল চৌধুৰী নামৰ এজনকো।

পিছদিনা দুই মাৰ্চত গৈ তেজপুৰ জেলত সোমালোঁ। তেজপুৰ জেলত ন দিন থকাৰ মূৰত, অৰ্থাৎ দহ মাৰ্চৰ দিনা ৰাতি দুই বজাত মোৰ 'অৰুণা প্ৰেছ'ৰ ঘৰত জুই লাগি যথাসৰ্বস্ব সৈতে ভস্মীভূত হৈ যোৱা বুলি খবৰ পালোঁ। মোৰ বুকুৰ

ভেজেৰে গঢ়ি তোলা সাধনাৰ ধন 'অৰুণা প্ৰেছ' আৰু 'চেতনা' কাৰ্য্যালয় জুয়ে পুৰি ছাই কৰি দিলে। লগতে মোৰ বহুবিলাক লিখাও অগ্নিয়ে চেলেকি শেষ কৰিলে। মাৰ্চ মাহৰ এই দহ তাৰিখটো, সময়খিনি সৈতে, মোৰ এটা চিৰস্মৰণীয় দিন। সেইদিনাই ৰাতি ঠিক একে সময়তেই আহমদাবাদত মহাত্মা গান্ধীক বৃটিছ পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ নিছিল।

শদিয়াৰ পৰা মোৰ দাদা গিৰীশচন্দ্ৰ ৰায় চৌধুৰীয়ে এবছৰৰ ছুটী লৈ আহি পুৰি ভস্ম হোৱা 'অৰুণা প্ৰেছ' আৰু 'চেতনা' পুনৰ তুলি ধৰিলে। তেখেতে তৎপৰতাৰে সেই ঠাইতেই ভস্মস্তূপত টিনৰ আৰু খেৰৰ চালি দি, ছপা মেছিন দুটাৰে জুইত নষ্ট হোৱা সৰু সৰু অংশবিলাক গুৱাহাটীতে মিস্ত্ৰিৰদ্বাৰা মেৰামত কৰাই, জুইত গলি যোৱা চীচাৰ আখৰৰ গোটবিলাক নিজে কলি-কতালৈ লৈ গৈ সলাই নতুন আখৰ, কেছ আদি আনি সেই টিন খেৰৰ ছালিৰ তলতে 'অৰুণা প্ৰেছ' পুনৰ স্থাপন কৰিলে। মই এৰি যোৱা আগৰ কৰ্মীসকল পুনৰ আহি গোট খালে আৰু উৎসাহেৰে কামত লাগি গ'ল। মোৰ দাদা চৰকাৰী কৰ্মচাৰী আছিল বাবে, তেতিয়া গুৱাহাটীত নতুনকৈ উঠি অহা আৰু আজি লব্ধপ্ৰতিষ্ঠ বৃদ্ধ আইনজীৱী বুলি বিখ্যাত শ্ৰীদীননাথ মেধিৰ সহযোগেৰে, তেতিয়া গুৱাহাটীত আইন কলেজত পঢ়া আৰু পাছত অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীক সম্পাদক পাতি 'চেতনা' জীয়াই তুলিলে।

মই এবছৰৰ মূৰত তেজপুৰ জেলৰ পৰা ওলাই আহি 'অৰুণা প্ৰেছ' আৰু 'চেতনা'ৰ ভাৰ ললোঁ। পুৰণি কৰ্মচাৰীসকলৰ আন্তৰিক সহযোগ আৰু ৰাইজৰ অকুণ্ঠ সহানুভূতিত 'অৰুণা প্ৰেছ' আৰু 'চেতনা' আগতকৈও নন্দন-বদন হৈ আছিল। প্ৰেছত ৰাইজৰ পৰা অহা কামৰ ভিৰ আৰু 'চেতনা'ৰ গ্ৰাহকৰ সংখ্যা আগতকৈও বেছিকৈ বাঢ়ি আছিল। টকা-পইচা আহি হাতত জমা হ'বলৈ ধৰিলে। প্ৰেছ দুটাৰ লাগতিয়াল বস্তু-বাহানি নতুনকৈ কিনাত নিয়মিতভাৱে টকা খৰচ হ'বলৈ ধৰিলে। এইবাৰ ছপা ট্ৰেডল্ মেছিন এটা আনিম বুলি স্থিৰ কৰিলোঁ।

কিন্তু ইয়াৰ ভিতৰতে, মোৰ আশ্ৰয়দাতা হৰমোহন দত্তচৌধুৰীৰ বিধবা পত্নীৰ পৰা মই গম নোপোৱাকৈয়ে মোৰ ভাগীৰ ভাই এজনে মোৰ প্ৰেছ থকা মাটিডোখৰ গোপনে কিনি ৰেজিষ্টাৰ্ড কৰি লৈ মোৰ ওপৰত উচ্ছেদৰ মোকৰ্দমা কৰি মোৰ বিৰুদ্ধে এক-তৰফা ডিক্ৰি কৰি থৈ দিয়ে। দিনে-ৰাতিয়ে কামত ব্যস্ত থাকো বাবে এই কথাৰ গমকে নাপাওঁ। গম পালে মইয়েই সেই মাটি কিনি লব পাৰিলোঁহেঁতেন। মোৰ হাতত তেতিয়া টকা আছিল।

মই উচ্ছেদকাৰীক বহুত ধৰিলোঁ আৰু কিছুদিন মোক থাকিবলৈ দিবলৈকে। কিন্তু তেওঁ মোৰ একেবংশীয় ভাগীৰ ভাই হৈয়ো মোক সময় নিদিলে। উচ্ছেদ হ'বলৈ বাধ্য হলোঁ। ইয়াৰ ভিতৰতে বিহাবাৰীত এক বিঘা বকৰা জঙ্গলী মাটি তিনিশ টকাত একেখন পটাতে ডাঃ বাণীকান্ত কাকতি, শ্ৰীৰাধাকান্ত দাস আদিৰ লগতে একেলগে মই কিনিছিলোঁ। তেতিয়া বিহাবাৰী জঙ্গল-বকৰাৰে পৰিপূৰ্ণ আছিল। তেনে ঠাইলৈ নি প্ৰেছ পাতিলে নচলিব। গতিকে মাটি বিচাৰি হাবাথুৰি হলোঁ।

এজনে টকৌবাৰীত একঠা মাটি লীজত দিব বুলি কোৱাত মনৰ উদ্বিগ্নতাত তেওঁক ৪০ ( চল্লিশ ) টকা বায়নাও দিলোঁ। কিন্তু টকৌবাৰীও সেই সময়ত আওসেৰীয়া ঠাই আছিল বাবে তাতো প্রেছ নচলিব বুলি ভাবি চিন্তাত পৰিলোঁ। শেষত পাণবজাৰত পথালিয়ে মাত্র বত্রিশ ফুট আৰু দীঘলে পঁচাশী ফুট মাটি এডোখৰ লীজ লৈ দহ ফুটীয়া বহলৰ দীঘল দুটা খেৰৰ ঘৰ বান্ধি থকা বঙ্গালী ভদ্রলোক এজনৰ বিধবা পত্নী এগৰাকীৰ পৰা ঘৰ দুটা সৈতে আঠ বছৰ বাকী থকা সময়খিনিৰ লীজটো অসম্ভৱ মূল্যত কিনি লবলৈ বাধ্য হলোঁ। ঘৰ দুটা পুৰণি উৱলি যোৱা আছিল। তেনে ভগা-ভোঁহৰা ঘৰত প্রেছখন আনি পাতিব নোৱাৰি। গতিকে তাত নতুনকৈ টিনৰ ঘৰ সাজিবলৈ যো-জা কৰিলোঁ। কামিলা লগাই পুৰণি খেৰৰ ঘৰ দুটা ভাঙি পেলালোঁ। নতুন ঘৰৰ বাবে টিনপাত-কাঠ আদি কিনি তাতে থলোঁ। মই থাকোঁ বৰপেটীয়া পাৰাত আৰু লীজ কিনা মাটিডোখৰ হ'ল পাণ-বজাৰৰ মুখ-পাত্ততে। ৰাতি টিন-কাঠবিলাক থোৱা সেই মাটিৰ পৰা দুই গাঁঠমান টিনপাত আৰু সোণাৰুৰ খুঁটা কেইটামান সৈতে ফলা কাঠ কিছুমান চোৰে চুৰ কৰি নিলে। পুলিচক খবৰ দিলোঁ। একো ন'হল। বহুতদিন পাছত খবৰ ওলাল, ওচৰৰে এজন ক্রুৰ মতিৰ সমাজৰ মুখীয়াল লোকৰ পৰামর্শমতে টিনপাত আৰু খুঁটা, কাঠবিলাক ওচৰৰে ব্রহ্মপুত্রৰ নাৱত তুলি ৰাতিতেই পাৰ কৰি ক'ৰবালৈ লৈ যোৱা হ'ল। পুলিচেও মেঠাং দিলে, আৰু মোৰো কর্মব্যস্ততাৰ বাবে একো কৰা নহ'ল। এৰি দিলোঁ। নতুনকৈ টিনপাত আৰু কাঠ কিনিবলগীয়া হ'ল। এই বাবে এই বাৰো ট্রেডল্ মেছিন কিনাৰ আশা স্থগিত থাকিল। মই গম পালোঁ মোৰ বিৰুদ্ধে উক্ত ক্রুৰমতি লোক-জনৰ চেষ্টাত এটা হিংসাৰ ষড়যন্ত্র চলিছে। মই প্রেছ পাতি টকা অর্জাৰ দিহা কৰাটোৱে এই লোকজনৰ হিংসাৰ কাৰণ বুলি মই বুজি পালোঁ। মই ভ্রূক্ষেপ নকৰি নতুনকৈ টিনপাত আৰু কাঠ কিনি আনি ভোগৰাম মিস্ত্রিক ২৬ ফুট বহল আৰু ৭৫ ফুট দীঘল ঘৰ এটা সাজিবলৈ লগাই দিলো। এইবাৰ টিনপাত আৰু কাঠখিনি ৰাতি পহৰা দিবলৈকে মাহে ৩০ (ত্রিশ) টকা দৰমহাৰ বন্দোবস্ত কৰি এজন নেপালী ৰাখিলোঁ। তেওঁলৈ একো ভ্রূক্ষেপ নকৰাৰ বাবে এই হিংসুক লোকজনৰ মোৰ প্রতি আৰু বেছি ক্রোধ হ'ল। নানাভাৱে তেওঁ মোৰ অন্যায় কৰা ষড়যন্ত্র চলাই থাকিল।

ইয়াৰ ভিতৰতে 'নিউ প্রেছ'খন নতুন মেছিন-সৰঞ্জাম সৈতে পূর্ণ পর্য্যায়ত চলিবলৈ ধৰিলে আৰু সিংহদত্ত দেৱ অধিকাৰী আৰু কামেশ্বৰ চক্রৱর্ত্তীৰ দুখন প্রেছ গুৱাহাটীত স্থাপিত হ'ল। মোৰ প্রেছত কাম শিকা তিনি-চাৰিজনমান কর্মী বেছি দৰমহা পাই সেই প্রেছকেইখনলৈ গ'ল। গতিকে মোৰ হেণ্ড-প্রেছত বাহিৰৰ কাম-কাজ কিছু কমি আহিল। কিন্তু 'চেতনা'ৰ গ্রাহক-সংখ্যা বাঢি থাকিল।

'চেতনা'ত অসমীয়াৰ স্বার্থ হানি হোৱা কোনো বাহিৰৰ ব্যৱসায়ীৰ বিজ্ঞাপন প্রকাশ নহৈছিল, যদিও বহুবিলাক আহিছিল। সেইবাবে অকল গ্রাহকৰ চাঁদাৰ ওপৰতেই তাৰ জীৱন নির্ভৰ কৰিছিল।

নতুনকৈ হোৱা প্রেছকেইখনলৈ বেছি দৰমহা পাই গুচি যোৱা কাম জনা প্রেছকর্মী কেইজনৰ লগে

লগে আন কৰ্মীকেইজনবো বেছি দৰমহাৰ দাবী উঠিল। তেতিয়া মোৰ প্ৰেছত শ্ৰীতাৰকনাথ শৰ্মা মেনেজাৰ আছিল। তেওঁ এতিয়া 'অসম বাণী'ত কাম কৰে। তেওঁৰ লগত পৰামৰ্শ কৰি মোৰ বাকী কেইজন কৰ্মীৰ সন্তুষ্টিৰ বাবে, সকলোকেইজন কৰ্মীকে, 'অৰুণা প্ৰেছ'ৰ মোৰ দৰে সমান অংশীদাৰ আৰু সম লাভগ্ৰাহী কৰি এটা সমস্বত্বৰ অনুষ্ঠান খুলোঁ। শ্ৰীতাৰক শৰ্মাক এই অনুষ্ঠানৰ মুৰব্বী পাতি, তেওঁৰ দ্বাৰা সঠিককৈ হিচাপ-পত্ৰ ৰখাই প্ৰেছৰ লাভৰ প্ৰত্যেককে সমান সমান অংশ দিয়া হয়। এই ব্যৱস্থা কৰাত কিছুদিনৰ বাবে কৰ্মীসকল শান্ত হ'ল। সম্ভৱতঃ, অসমত শ্ৰমশিল্পৰ প্ৰতিষ্ঠানত মালিকৰ সৈতে কৰ্মীসকলৰ লাভালাভৰ সমস্বত্বৰ ব্যৱস্থা প্ৰথম 'অৰুণা প্ৰেছ'তেই হৈছিল। এইটো ইংৰাজী ১৯২৬-২৭ চনৰ কথা। আন প্ৰেছ কেইখনৰ প্ৰতিযোগিতাৰ বাবে 'অৰুণা প্ৰেছ'ৰ আগৰদৰে বাহিৰৰ কামো কমি গ'ল। 'চেতনা'ত-তো কোনো বিজ্ঞাপনৰ পইচা নাপাৱেঁই। তাতে আৰু উচ্ছেদ হোৱাৰ বাবে নতুন ঠাইত নতুন ঘৰ বান্ধিবলগীয়া হোৱাত, টিনপাত, কাঠ চুৰি হোৱাত বেছি টকা খৰচ হ'ল। এইবাবেই টকাৰ দৰকাৰ হোৱাত ৰিহাবাৰীত কিনা বকৰা জংগলী মাটি বিঘা ৩০০ (তিনি শ) টকাত গুৱাহাটী বেঙ্কত বন্ধক দিয়া হ'ল। গুৱাহাটী বেঙ্কে এবছৰৰ ভিতৰতে চক্ৰ-বৃদ্ধি সুদসহ মাটি বিঘা লৈ গ'ল। আনফালে, 'অৰুণা প্ৰেছ' আৰু 'চেতনা'ৰ পইচাৰেই দিনে দিনে উঠি থকা দেশৰ সমস্যাত 'সংৰক্ষিণী সভা', 'জাতীয় মহাসভা' আদিৰ কামত পইচা খৰচ কৰিব-লগীয়া হোৱাত টকাৰ নাটনি পৰি আহিল। কৰ্মী যি কেইজন আছিল সেইসকলৰ ভিতৰত অসন্তুষ্টিয়ে দেখা দিলে, মাজে মাজে ধৰ্মঘট হ'ল। মনত বিৰক্তিয়ে দেখা দিলে।

তথাপি উচ্ছেদ হোৱাৰ পিছতো নতুন ঘৰলৈ প্ৰেছ আনি ১৯২৭ চনলৈকে ন বছৰ 'চেতনা' চলোৱা হ'ল। তাৰ পাছত আন কৰ্মীসকলক এৰি দি মোৰ পুৰণি বিশ্বাসী কৰ্মী শ্ৰীযদুনাথ দাসক (তেওঁ এতিয়া গুৱাহাটী ইউনিভাৰ্চিটি প্ৰেছত কাম কৰে বুলি শুনিছোঁ) ৰাখি তেওঁৰ সহযোগেৰে মই নিজে কম্পোজ কৰি, ছপাই ১৯৩৫ চনত 'সংৰক্ষিণী সভা'ৰ মুখপত্ৰ হিচাপে সাতদিনীয়া 'ডেকা-অসম' উলিয়াওঁ। 'ডেকা-অসম'খন পাণ-বজাৰৰ পৰা মই দ্বিতীয়বাৰ উচ্ছেদিত হৈ উজানবজাৰৰ লাওৰ মাটিত আহি থিতি হোৱাৰ পাছতো ১৯৪৪ চনলৈকে, দ্বিতীয় মহাযুদ্ধৰ ভিতৰতো প্ৰায় ১১ বছৰ ধৰি ধৈৰ্য্যসনা নিয়মীয়াকৈ সেই একে সুৰেৰেই চলাই থকা হৈছিল। তাৰ পাছত দাৰুণ অৰ্থসঙ্কট আৰু মই বাৰ্দ্ধক্যত জৰাগ্ৰস্ত হৈ পৰাৰ স্থলতো, বছৰৰ ভিতৰত এক সংখ্যাকৈ হলেও, সেই একেটা সুৰেৰে আজিলৈকে চলাই থকা হৈছে।

তৃতীয়বাৰ নিদাৰুণ ভয়াবহ উচ্ছেদৰ আহ্বান আহিল। বিপৰ্য্যয়ৰ কথা অনুমান কৰি ডাঙৰ হেণ্ড-মেছিনটো মঙ্গলদৈৰ গোবিন্দ ডেকাৰ ওচৰত ৭০০ (সাত শ) টকাত বিক্ৰী কৰিলোঁ। ইয়াৰ আগতে আখৰ, গেলী, কেছ, ষ্টেণ্ড আদি কোনো কোনো বস্তু ডাঃ হৰিকৃষ্ণ দাসে প্ৰতিষ্ঠা কৰা 'অসম সেৱক প্ৰেছ', পণ্ডিত কনক শৰ্মাই পতা 'ভাৰতী প্ৰেছ', প্ৰতাপ তালুকদাৰৰ 'কামৰূপ প্ৰেছ', নগাঁৱৰ মোৰ ভাগিন মহেশ গোস্বামীৰ 'বিহুলঙ্গনী প্ৰেছ'ক কোনো কোনোক বিক্ৰী সূত্ৰে আৰু কোনো

কোনোক এনেয়ে দি দিয়া হৈছিল। শেষত, নগাঁৱত তেওঁৰ 'গঠন প্ৰেছ'ৰ বাবে শুকদেৱ গোস্বামীয়ে প্ৰায়খিনি ৬০০ (ছয় শ) টকাত কিনি নিলে। মই 'ডেকা-অসম'ৰ বাবে সক হেণ্ড-মেছিনটো, চুযোৰা- কেছ, চাৰিখন গেলী, কম্পোজ কৰা ষ্টিক এখন আৰু তাৰ বাবে যি আখৰ আৰু লেড আদি লাগে ৰাখিলোঁ।

১৯৫২ চনৰ আঠ অক্টোবৰ পুৱা আঠটা বজাত, সাত অক্টোবৰ ৰাতিৰ পৰাই আৰম্ভ হোৱা নেৰা-নেপেৰা ধাৰাসাৰ বৰষুণৰ তলত মাটিগিৰিয়ে পুলিচ-পিয়াদা আৰু তেওঁৰ ৩০ জনমান বেতনভোগী চাকৰ আৰু আন লোকক লৈ আহি মই ঘৰত নথকা অৱস্থাত মোৰ ঘৰ-দুৱাৰ ভাঙি, মূল্যৱান কাকত-পত্ৰ, কিতাপ, প্ৰেছ আদি বৰষুণৰ ধাৰাসাৰ সোঁতত দলিয়াই পেলাই মোক উচ্ছেদ কৰে। খুলি-মেলি দলিয়াই পেলোৱা হেণ্ড-মেছিন প্ৰেছটো কিছু সৰঞ্জামৰ সৈতে মোৰ প্ৰেছৰ পুৰণি কৰ্মী শ্ৰীদেবী শৰ্মাই প্ৰেছৰ কাম শিকিবলৈ এটা অনুষ্ঠান খুলিবলৈ ইচ্ছা কৰা বুলি কোৱাত, তেওঁক এনেয়ে দিয়া হ'ল। সামান্য কেছ আদি আখৰ কিছুমান মই চানমাৰীত আহি নতুনকৈ বসতি কৰা ঠাইলৈ আনিছিলোঁ। সেইখিনিও কলিকতাৰ এটা কোম্পানীৰ লোক এজনে এপ্ৰিল মাহত মূল্যখিনি দিম বুলি ১৯৫৪ চনতে এখন জিখা দি থৈ লৈ গ'ল। কিন্তু তাৰ পাছতে তেওঁ গুৱাহাটী এৰি গ'ল হেনো। তেওঁক নাপালোঁ, পইচাখিনিও নাপালোঁ।

এইদৰেই, মই মাত্ৰ দুটকা মূলধন লৈ বুকুৰ তেজেৰে প্ৰতিষ্ঠা কৰা যি 'অৰুণা প্ৰেছ'ৰ শক্তিৰেই, 'চেতনা', 'ডেকা-অসম', কংগ্ৰেছ, সংৰক্ষিণী সভা, শিক্ষা প্ৰচাৰ সমিতি, স্বদেশী কিনক সংঘ, শুদ্ধি সংগঠন, শ্ৰীহট্ট-বাদ আন্দোলন, অসমীয়া জাতিৰ সংগঠন, গ্ৰুপিং বিৰোধ, অসম পাকিস্তানৰ পৰা ৰক্ষাৰ আন্দোলন আদিৰে সমগ্ৰ অসম ব্যাপী আলোড়নৰ ঢৌ তুলিবলৈ সক্ষম হৈছিলোঁ, সেই 'অৰুণা প্ৰেছ'ৰ সমাধি ঘটিল। মোৰ জীৱন-ব্যাপী সংগ্ৰাম ব্যৰ্থতাৰ বেদনাত পোত গ'ল। হয়তো ভগৱানৰেই ইচ্ছা!

## জেল-কাহিনী

### ১০

জীৱন-ধৰ্মৰ স্বভাৱেই যেতিয়া নানা অনুকূল, প্ৰতিকূল অৱস্থা পাৰ হৈ নিত্য নতুন পথ ধৰি গৈ নিজক নানাভাৱে সম্পূৰ্ণকৈ পাই "মই থকাৰ নিচিনাকৈ আছোঁ" বুলি গম্ভীৰ নিনাদে জগতত ঘোষণা কৰি দিয়াটো, তেতিয়া সুখীয়ে হ'ক বা দুখীয়ে হ'ক, ৰোগীয়ে হ'ক বা ভোগীয়ে হ'ক, মুমূৰ্ষুয়ে হ'ক বা সুস্থ-সবলকায় হ'ক, জনাকৈয়েই হ'ক বা নজনাকৈয়ে হ'ক, সেই ধৰ্মৰ পৰা চুলিডালৰ সমানো আঁতৰি থাকিবৰ উপায় নাই। যদি কেতিয়াবা থকা যেন বোধ হয়, তেতিয়া সেইটো দৰ্শকৰ দেখাৰ ভুল বুলিহে বুজিব লাগে।

জীৱন-ধৰ্মৰ এই স্বাভাৱিক অনুমোদন মতেইময়ো আজি জেল-কাহিনী লিখিবৰ এটা ইচ্ছাৰ অধীনলৈ আহিছোঁ। মোৰ এই ইচ্ছাত জগত-বাসীৰ কোনো স্বাৰ্থপূৰণ হ'কেই বা ন'হকেই, সেইফালে মন দিবৰ মোৰ আজৰি নাই। জীৱনে তাৰ স্বাভাৱিক কাৰ্য্য সম্পাদন কৰাত আন কাৰো

দুই-দুই অপেক্ষা নকৰা সত্যৰ ওপৰত মোৰ বিশ্বাস আছে।

ইয়াৰ আগেয়ে এনে দিন আৰু এবাৰ আহোঁ আহোঁ হৈছিল। তেতিয়া জেল-কাহিনীয়ে নে দ্বীপান্তৰ নিৰ্বাসনৰ কাহিনীয়ে নে পৰলোকৰ কাহিনীকে লিখিলোঁহেঁতেন তাৰ ঠিক নাছিল। তেতিয়া বঙ্গ-ব্যৱচ্ছেদক আশ্ৰয় কৰি উঠি অহা স্বদেশী আন্দোলনৰ ভয়পূৰ যুগ। আমোলাতন্ত্ৰৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে মৰোঁ-জীওঁক বঙ্গদেশ তেতিয়া ভীষণ ৰূপে থিয় দি উঠে। আজিৰ দৰে তেতিয়াও শান্তিৰক্ষক পুলিচ কৰ্মচাৰীয়ে ঠায়ে ঠায়ে জনসাধাৰণৰ ওপৰত অকথ্য অত্যাচাৰ আদি কৰে, তেতিয়াও স্বদেশী দলৰ গুপ্ত অভিসন্ধি ধৰিবৰ নিমিত্তে গুপ্তচৰ পুলিচ নিযুক্ত কৰাত গৱৰ্ণমেণ্টে পানীৰ নিচিনাকৈ টকা খৰচ কৰে।

এক হিচাপত স্বদেশী আন্দোলনকেই স্বৰাজ আন্দোলনৰ জন্মদাতৃ বুলি কব পাৰি, যদিও কাল অনুযায়ী তাপ পাই স্বাভাৱিকভাৱেই ই জন্মলাভ কৰিছে। কিন্তু তথাপি স্বদেশী আন্দোলন আৰু স্বৰাজ আন্দোলনৰ ভিতৰত, উদ্দেশ্য এক হলেও উপায় আৰু নীতি সম্বন্ধে মূলগত পাৰ্থক্য কিছু আছে। স্বদেশী আন্দোলনত আছিল ষড়যন্ত্ৰ, গুপ্তহত্যা, ৰক্তপাতৰ বিভীষিকা আৰু প্ৰজাৰ মুখত মনৰ মৰ্মকথা স্পষ্টকৈ কব নোৱৰা নৈতিক বলৰ অভাৱ-সম্ভূত এটা সোপা; কিন্তু স্বৰাজ আন্দোলনত এইবোৰ একো নাই—আছে শান্তিপূৰ্ণ স্বৰ্গীয় ভাৱ যাৰ নামত মানুহৰ উগ্ৰ তেজাল তীব্ৰ প্ৰকৃতি মৰমাই মধুৰ সাগৰ দৰে শান্ত পৰে—আছে বুক-ভৰা এটা নৈতিক বল, যিয়ে পাপৰ ভীষণ বিভীষিকাৰ আগত মূৰ দাঙি মুখ খুলি কৈ দিয়ে—"তই পাপ, তোক মই নামানো, তোৰ পাপ-সংস্ৰৱৰ পৰা মই মুক্ত।" আৰু আছে এই মহাভাৰতৰ তেত্ৰিছ কোটি জাতি-ধৰ্মৰ বিভিন্নতা নিৰ্বিশেষে সকলোৰে হৃদয়ত সমবেদনাৰ বুকভৰা এটা উদাৰ সহানুভূতি। সেই কাৰণে, স্বদেশী আন্দোলনৰ যগত যিদৰে হিন্দু-মুছলমান-শিখ জৈন; ব্ৰাহ্মণ-চণ্ডাল আদিৰ পৰস্পৰ সহানুভূতি নথকাত জাতীয় অভিযানৰ বাটত বিশৃঙ্খলা ঘটিছিল, আজিৰ স্বৰাজ আন্দোলনত জাতিৰ তেনে দুৰ্বলতা নাই। কাৰণ দুয়োৰো ভিতৰত ধৰ্মবিশ্বাস আৰু সমাজ সম্বন্ধীয় হাজাৰ বিভিন্নতা থকা সত্বেও হিন্দু-মুছলমান আজি এক ভাৰতমাতাৰ সন্তান, দুয়ো সহোদৰ - লক্ষ্য আৰু উদ্দেশ্য দুয়োৰো এক—ভাৰতমাতাৰ দুখ মোচন কৰা। ইমান দিনে মুছলমানসকলে এই সত্য হৃদয়ঙ্গম কৰিছে। গতিকে ভাৰতবাসীৰ ওচৰত আজি কাৰো ৰঙা চকু নাখাটে।

সেইদৰে হিন্দুৰ ভিতৰতো জাতি-ভেদৰ অসংখ্য তীব্ৰতা ক্ৰমে কমি অহাত আৰু সকলোৱে এক মাতৃৰ সন্তান, সহোদৰ ভাই বুলি পৰস্পৰে পৰস্পৰক বুকত টানি লবলৈ পৰস্পৰৰ হৃদয়ত এটা আকুল আবেগ ঘটাত, ভাৰতৰ জাতীয়তা আৰু শক্তিশালী হৈ আহিছে।

এই নৈতিক সত্তাৰ অভাৱৰ কাৰণেই সেই সময়ত স্বদেশী আন্দোলনে অকল বঙ্গদেশৰ বাহিৰে গোটেই ভাৰতৰে বৃহৎ শৰীৰত বিশেষভাৱে জোঁকাৰ তুলিবলৈ সমৰ্থ হোৱা নাছিল। কিন্তু হলেও; এটি অঙ্গত কিছু আঘাত লাগিলে, মুখ্য বা গৌণভাৱেই হওক, গোটেই শৰীৰতে কিছু বোধ জন্মাৰ দৰে; মান্দ্ৰাজ, পঞ্জাব আদি প্ৰদেশতো তাৰ

অলপ তাপ লাগে। সেইবাবেই পঞ্জাব-কেশৰী লালা লাজপৎ ৰায়কে আদি কৰি নেতাসকলক সেই উপলক্ষে ভাৰতৰ বাহিৰত নিৰ্বাসিত কৰা হয়। বঙ্গদেশৰতো কথাই নাই, কিমানক ফাঁচী দিলে, কিমানক নিৰ্বাসন দিলে, কিমানক কলীয়া-পানী দিলে, কিমানক ফাটেক দিলে. কিমানক বেত মাৰি নিৰ্য্যাতন কৰি এৰি দিলে। আৰু কিমান ক'ম ?

আমাৰ অসম প্ৰদেশো বঙ্গদেশৰ নিচেই ওচৰ-চুবুৰীয়া বুলি এই স্বদেশী আন্দোলনৰ ঢৌ গোটেই অসমীয়া জাতিৰ গাত নালাগিলেও অসমপ্ৰবাসী বঙ্গালীসকলৰ সংশ্ৰৱত দুই-এজন অসমীয়াৰ গাত অলপ লগা বুলি চৰকাৰে সন্দেহ কৰি পাছত গুপ্ত পুলিচ লগায়। চৰকাৰৰ এই কোপদৃষ্টিত পৰা অসমীয়াৰ মই এজন। শুনিছিলোঁ, মোৰ কিছুমান স্বদেশবাসীয়েও মোক চৰকাৰৰ হাতত ধৰাই দি যি কোনো ৰকমৰ দণ্ড দিয়াবৰ নিমিত্তে চেষ্টা কৰিছিল। ইয়াৰ কাৰণ কি ঠিককৈ কব নোৱাৰিলেও, বুজিছিলোঁ যে তাত তেওঁলোকৰ হয় গভীৰ ৰাজভক্তি আছিল, নহয় মোৰ প্ৰতি ব্যক্তিগত হিংসা ভাব আছিল। যি হ'ক, সেইবাৰ মোৰ পাছে পাছে গুপ্ত পুলিচ ফুৰি আৰু লাইচেঞ্চ নোহোৱা বাৰুদ-বন্দুক ৰখা বুলি ঘৰ-বাৰী খানাতালাচ কৰিয়ে চৰকাৰ নিবৃত্ত হ'ল। তাৰ পাছত আজি যোল-সোতৰ বছৰ অতীত হৈ গ'ল, অমৃতসৰৰ জালিয়ানৱালাবাগত জেনেৰেল ডায়াৰৰ পৈশাচিক হত্যাকাণ্ডৰ ঘৃণিত খোচ খাই, আৰু মহাত্মা গান্ধীৰ অমৃত-মন্ত্ৰ শুনি সহনশীলা ভাৰতৰ বৃহৎ শৰীৰ সচকিত হৈ উঠে। ইয়াতেই জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে ভাৰতৰ আবালবৃদ্ধবনিতাৰ গাত বিশেষভাৱে চেতনা সঞ্চাৰ হয়। মহাপুৰুষৰ আৱিৰ্ভাৱত জীৱন-যন্ত্ৰৰ ওপৰত পুঞ্জীভূত হৈ থকা মোহৰ মামৰ খহি পৰাত, গোলামি-জীৱনৰ নৰক গোন্ধৰ গম পাই, ভাৰতবাসীৰ জীৱনত জাতীয় ভাৱে ধিক্কাৰ জাগি উঠে। ভাৰতবাসীয়ে মহাত্মা গান্ধীৰ নেতৃত্বত অন্তৰত দৃঢ়প্ৰতিজ্ঞ হয়, দেশমাতৃক জগতৰ শীৰ্ষস্থানত প্ৰতিষ্ঠিত কৰিবই লাগিব, জাতিক গোলামিৰ পোতনিৰ পৰা তুলিবই লাগিব, নহলে এই লাঞ্ছনা-যন্ত্ৰণাৰ শেষ নাই—চিৰকাল কুকুৰতকৈও হীন এই গোলামি-জীৱন যাপন কৰোঁতেই জাতিৰ অস্তিত্ব লোপ পাব।

জাতি যদিও এইদৰে দৃঢ়প্ৰতিজ্ঞ হ'ল, কিন্তু জানিতভাৱেই হ'ক বা অজানিতভাৱেই হ'ক, আনৰ তেজ চুহি খাই জুকলা কৰি নিজক পুষ্ট নিপোটল কৰি লবৰ ৰাক্ষসী বিভীষিকা এটাই জাতিৰ অন্তৰত ঠাই নাপালে। মহাত্মাৰ পুণ্য-বাণীত জাতিয়ে শুনিবলৈ পালে—"আমি আমাৰ অন্তৰত আনৰ প্ৰতি প্ৰতিহিংসাৰ ভাৱ পুহি যদি জাতীয় উদ্বোধনত আগ বাঢ়ো, তেনেহলে আমাৰ চেষ্টা ব্যৰ্থ হ'ব। কাৰণ, আনপক্ষৰ যি হেয় প্ৰবৃত্তিৰ উৎপাতৰ পৰা মুক্ত হ'বলৈ আমি বিচাৰিছোঁ, সেই নীচতাকে আশ্ৰয় কৰিলে মুক্তিৰ ঠাইত আমি বন্ধনহে পাম। গতিকে সম্পূৰ্ণ অহিংস হৈ, কামে-কথাই-চিন্তাই আনলৈ অনিষ্ট চিন্তা বৰ্জন কৰি নিতান্ত সৰল অকপটভাৱে আমাৰ অস্তিত্ব ৰক্ষাৰ চক্ৰব্যূহ ৰচনা কৰিব লাগিব। মাতৃৰ মুক্তিৰ নিমিত্তে, জাতিৰ জীৱনৰক্ষাৰ নিমিত্তে এইদৰে চলিলেও তোমাৰ পথ নিষ্কণ্টক নহয়। এনেকি, সেই কণ্টকত পৰি তোমাৰ জীৱন-সংশয় পৰ্য্যন্ত ঘটিব পাৰে, কিন্তু ভাৰতবাসী! তুমি নিৰাশ নহ'বা—

ভাৰত তোমাৰ মাতৃ, তুমি ভাৰত-সন্তান। জীৱন দি অমৰ জীৱনৰ অধিকাৰী হবলৈকেই তোমাক ভাৰতমাতাই আবহমানকালৰ পৰা শিক্ষা দি আহিছে। সুদূৰ অতীতৰ সুপুত্ৰসকলে মাতৃৰ এই আদেশ পালন কৰিছিল। এই মহৎ আদেশ শিৰোধাৰ্য কৰি মাতৃৰ মৰ্যাদা ৰক্ষা কৰিবৰ পাল আজি তোমাৰ। এইদৰে চলিলে তুমি দেখিবা, তোমাৰ জীৱনৰ ওপৰত যি গধুৰ বোজাৰ চেপা পৰি আজি ইমান দিনে তোমাক আধামৰা কৰি থৈ দিছিল, সেই বোজা জীৱনৰ পৰা খন্তেকতে খহি যাব, আৰু তুমি তেতিয়া এই দুৰ্বহ জীৱনৰ পৰিৱৰ্তে পাবা এটা ডাঙৰ শক্তিশালী জীৱন—তেতিয়া গোটেই জগতত তুমি জিলিকিবা কেবল মানুহ বুলি নহয়, দেৱতা বুলি—দুৰ্বল বুলি নহয়, অনন্ত এটি অখণ্ড উৎসাহৰ অৱতাৰ বুলি। তেতিয়া আৰু তুমি দেখিবা, এই সংগ্ৰামত অকল তুমিয়ে জয়ী হোৱা নাই, তোমাৰ লগত তোমাৰ উত্থানৰ উমান পাই জগতৰ যাৱতীয় নীচ, ভীৰু, দীন-হীন লাঞ্ছিত, ঘৃণিত, পতিত, উৎপীড়িত, অত্যাচাৰিত সকলো সচেতন হৈ উঠি জগতত সত্যৰ মৰ্যাদা ঘোষণা কৰিছে—আৰু নানা বিৰোধৰ প্ৰতিবন্ধককো বুকুত লৈ পৃথিৱীত চিৰশান্তি স্থাপিত হৈ উঠিছে।"

মহাত্মাৰ এই বজ্ৰ-গম্ভীৰ বাণীয়ে ভাৰতৰ ত্ৰিছ কোটি অধিবাসীৰ অন্তঃস্থল ভেদ কৰিলে। সকলোৱে সমস্বৰে জগত কম্পিত কৰি গালে—"জয় মহাত্মাৰ জয়! জয় ভাৰতমাতাৰ জয়! জয় হিন্দু-মুছলমান-শিখ-জৈনৰ জয়! ভাৰতমাতাৰ জয়!" এই সঙ্গীতত উদাৰ-হৃদয় দুই-চাৰিজন ইংৰাজ পুৰুষেও যোগ দিলে। কাৰণ প্ৰকৃত মানুহৰ মনৰ মৈত্ৰীক জাতিৰ বৰ্ণ-ধৰ্মৰ কোনো ৰকম মথাউৰিয়ে বান্ধি ৰাখিব নোৱাৰে। মানৱ মাত্ৰেই এক, এক আত্মাত ওতপ্ৰোত, সুখ, দুখ সকলোৰে এক, জগত সকলোৰে উমৈহতীয়া সম্পত্তি, এই চিন্তা-ধাৰাত চলি গৈ বিশ্বক আপোনৰ আপোন কৰি লোৱাটোৱেইতো মানৱ ধৰ্ম 'আত্মবৎ সৰ্বভূতেষু' মন্ত্ৰকেই তো ভাৰতমাতাই জন্ম-বীজৰ লগত আমাৰ ভিতৰত সুমুৱাই দিছে। যি হ'ক, ত্ৰিছ কোটি ভাৰতবাসীয়ে পৰস্পৰ বিবাদ-বিৰোধ পাহৰি মহাত্মা গান্ধীক সাৰথি লৈ ভাগ্য নিৰূপণ কৰিবলৈ অহিংস অসহযোগৰ সংগ্ৰাম সাগৰত খেও দিলে। কি কাৰণে? ভাৰতবাসীৰ হেয় জীৱনৰ মুক্তিৰ স্বৰ্ণ-ভূমি বিচাৰি। লগতে ময়ো ওলালোঁ। কাৰণ জাতি মোৰ তেজ, জাতি মোৰ মঙহ, জাতি মোৰ অস্থি, জাতি মোৰ মজ্জা। জাতিৰ গতি যিফালে, সেইফালে কাতি হোৱাটো মোৰ অনিবাৰ্য কথা। জাতিয়ে ধীৰ, স্থিৰ, শান্ত, শৃংখলাৰ সৈতে এইদৰে অগ্ৰসৰ হ'ল—লগে লগে আমোলাতন্ত্ৰৰ বজ্ৰ-শাসনৰ মেঘ ফালি ধুমুহা, শিল, বৰষুণ আহি অসহযোগী দলৰ ওপৰত ধাৰাসাৰে পৰিবলৈ ধৰিলে। তাৰ পাছত ভাৰতবাসীৰ কি হ'ল, মানুহৰ ন্যায্য অধিকাৰ লাভেচ্ছু ভাৰতবাসীৰ কি হ'ল, অহিংস অসহযোগী দলৰ ভাগ্যত কি ঘটিল, তাক পৃথিৱীময় সকলোৱে জানে।

মই যদিও অহিংস অসহযোগ নীতি পথ ধৰি জাতিৰ লগত একেলগে এইদৰে ওলালোঁ, কিন্তু মোৰ অতি প্ৰিয় 'চেতনা'ক ই হালুক কৰি তুলিলে। মোৰ অবিহনে 'চেতনা' আৰু 'অৰুণা প্ৰেছ'ৰ গতি হ'ব কি। মোৰ জীৱনৰ লগত যে এই দুটিৰ অস্থি-মজ্জাৰ সংযোগ। মোৰ বুকুৰ তেজ বিন্দু বিন্দুকৈ থাপি এই দুটি বস্তু মই থিয় কৰিছোঁ।

এই সংযোগছিন্ন হৈ ময়ে বা চলিম কেনেকৈ আৰু সিইতেই বা জী থাকিব কেনেকৈ? কিন্তু এবাৰ সাগৰত নাও মেলি দিলোঁ যেতিয়া আৰু ফিৰাৰৰ উপায় কি? কঠোৰ কৰ্তব্যৰ আহ্বান লাগি মোৰ এই মোহৰ ৰাগী ভাগি গ'ল।

মোৰ বিয়াৰ সকলো ঠিক ঠাক। আয়ে কলে, "মানুহৰ সাংসাৰিক জীৱনৰ পক্ষে বিয়াটো এটা দৈবিক কাৰ্য। তালৈ আওকাণ কৰিলেও কৰ্তব্যৰ পৰা পিছলি পৰা হয়। বোপা! বিয়াটো লৰালৰিকৈ আগেয়ে হৈ যক, তাৰ পিছত যি কৰ কৰিবি।" মাতৃ-আজ্ঞা শিৰোধাৰ্য কৰি বিয়াৰ সকলো কাম-কাজ ঠিক কৰিবৰ কাৰণে গুৱাহাটী এৰি গলোঁ বৰপেটালৈ।

বৰপেটাত গৈ এফালে বিয়াৰ কাম-কাজ কৰিছোঁ, আনফালে অহিংস অসহযোগৰ কামো চলাইছোঁ। বিয়ালৈ আৰু সাত-আঠ দিন মাত্ৰ বাকী। এনেতে এদিনাখন ভাঠিবেলা চাৰিটামান বজাত, বিয়াত ক'ত কি খৰচ-পত্ৰ কৰিব লাগিব চাৰি-পাঁচজন বন্ধু-বান্ধৱৰ লগত পৰামৰ্শ কৰি বহি আছোঁ, পুলিচৰ দলে আহি যেৰি ধৰিলে। ১৯০৮ চনৰ সংশোধিত ফৌজদাৰী আইনৰ ১৭ (২) ধাৰা মতে মোক গ্ৰেপ্তাৰ কৰি লৈ গুচি গ'ল! থানাত গৈ দেখোঁ—হবিবৰ ৰহমান বোলা ল'ৰা এজনকো এই ধাৰা মতেই গ্ৰেপ্তাৰ কৰি নি সুমাই থৈ দিছে। তেওঁ গ্ৰেপ্তাৰৰ আগদিনাখন এটা বৰ ডাঙৰ মিটিঙত মোৰে সৈতে একেলগে বক্তৃতা দিয়া এজন ল'ৰা বন্ধু; ঘৰ অভয়াপুৰীত।

ৰাতিটো দুয়োকো হাজোতত্তে ৰাখি থলে। পাছ দিনাখন দিনৰ দহটা বজাত কাছাৰীত মহকুমাধিপতি মিঃ বিজ্ৰামেনৰ আগত নি আমাক হাজিৰ কৰিলে। হাজিৰ হোৱামাত্ৰেই চৰাচৰি বিচাৰ আৰম্ভ হ'ল। ১৭ (২) ধাৰাৰ লগত ১০৮ ধাৰাও তাতেই যোগ হ'ল। বিজ্ৰামেনে কলে—"Undertaking দি গুচি যোৱা।" মই কলো, "এনে অসম্মানসূচক কথা কবৰ তোমাৰ অধিকাৰ নাই, তোমাৰ যি অধিকাৰ তাকে কৰা।" মই কোনো জবাব নিদিলোঁ। সকলো ঠিক-ঠাক কৰি লিখি জেললৈ পঠাই দিলে। ভাঠিবেলা মিঃ বিজ্ৰামেন, সেই সময়ত প্ৰায় ২০০ গুৰ্খা চিপাহীৰ অধিনায়ক হৈ বৰপেটালৈ যোৱা এজন চাহাব, আৰু কোৰ্ট চাব-ইন্সপেক্টৰ শ্ৰীযুত সোণেশ্বৰ ভূঞাৰে সৈতে জেলৰ ভিতৰলৈ সোমাই গৈ জেলত মোক আৰু সেই মুছলমান ল'ৰা বন্ধুজনক ৰায় শুনাই দিলে। মোৰ হ'ল ১০৮ ধাৰাত জামিন নিদিয়া বাবে এক বছৰ আৰু ১৭ (২) ধাৰাত এক বছৰ ফাটেক আৰু ১০০৲ (এশ) টকা জৰিমনা। নিদিলে আৰু ছয় মাহ সশ্ৰম ফাটেক। দুয়ো ধাৰাত মোক দিলে সশ্ৰম ফাটেক আৰু হবিবৰ ৰহমানক দিলে ১০৮ ধাৰাত এক বছৰ সশ্ৰম ফাটেক আৰু ১৭ (২) ধাৰাত ৪০৲ টকা জৰিমনা। কিন্তু মোৰ ১০৮ আৰু ১৭ (২) ধাৰাৰ দুয়ো বছৰ concurrently অৰ্থাৎ এক বছৰতে শেষ হোৱাকৈ দিলে। সিদিনাখন ৰাতিটো বৰপেটাৰ জেলতে থাকিলোঁ। এই সময়খিনিত জেলৰ স্বাস্থ্য-পৰিদৰ্শক ডাঃ শ্ৰীযুত ভুৱনেশ্বৰ বৰুৱা ডাঙৰীয়াৰ পৰা আমি বৰ ভাল ব্যৱহাৰ পাইছিলোঁ। পিছদিনাখন গুৱাহাটীলৈ চালান দিবৰ বন্দোবস্ত কৰিলে। বৰপেটাৰ পৰা সৰভোগ ৰেলষ্টেচন ১৬ মাইল দূৰ হ'ব। চৰকাৰৰ হুকুম হ'ল হাতত হাতকড়ি লৈ এই ১৬ মাইল বাট খোজ কাঢ়ি যাবলৈ। মই কলোঁ, "মই ইমান বাট খোজ

কাঢ়ি নাযাওঁ। মোক গাড়ী লাগে।" বহুত বাকযুদ্ধৰ পাছত ডাঃ শ্ৰীযুত ভুৱনেশ্বৰ বৰুৱা ডাঙৰীয়াৰ পৰামৰ্শ মতে এখন গৰুৰ গাড়ী দিয়া হ'ল। দুয়োকো হাতকড়ি লগাই গাড়ীত তুলি দিলে। লগত তিনিজন কনিষ্টবল। যাওঁতে বাটত দাৰ্শনিক মনীষী বন্ধু শ্ৰীযুত কুঁহিৰাম দাস ডাঙৰীয়া আৰু কংগ্ৰেছ সহকৰ্মী শ্ৰীযুত জনাৰ্দন দাস আৰু অক্ষয় কুমাৰ দাসৰ লগত দেখা হ'ল। তেওঁলোকে আমাক নানা আশীৰ্বাদ আৰু উৎসাহ আদি দি বিদায় দিলে। বিদায় দিবৰ সময়ত তেওঁলোকৰ চকু-মুখত যি ভাব খেলাইছিল সি যেন স্পষ্টভাৱে আমাক কৈ দিছিল—"আহা! এনে সৌভাগ্য আমাৰ কোনদিনা ঘটে!" কিন্তু এনে সৌভাগ্য লাভৰ কাৰণে তেওঁলোকে বেছিদিন অপেক্ষা কৰিব নালাগিল। মোৰ জেল হবৰ অলপ দিন পাছতে বন্ধুবৰ শ্ৰীযুত জনাৰ্দন চন্দ্ৰ দাসক গ্ৰেপ্তাৰ কৰি নি ৩০০ টকা জৰিমনা কৰি এৰি দিলে।

গুৱাহাটীলৈ মোক চালান দিয়াত বৰপেটাৰ পৰা ভ্ৰাতৃবৎ বন্ধু শ্ৰীমান হৰেন্দ্ৰ নাৰায়ণ বৰঠাকুৰো লগে লগে চাইকেল লৈ ওলাল। তেওঁৰ চেষ্টা হ'ল, যাতে হাতকড়ি আৰু পুলিচৰ কট-কটীয়া বান্ধোনত বাটত মোৰ একো কষ্ট নঘটে। এই ১৬ মাইল বাটৰ দুই-তিনি ঠাইতো আমি গৈ পোৱাৰ আগেয়ে তেওঁ গৈ চাহ-জলপান আদি ঠিক কৰি থয় আৰু আমি গৈয়ে খাবলৈ পাওঁ। এইদৰে যোৱাত বাটত একো কষ্ট নাপালোঁ। বাটত মাজে মাজে প্ৰচাৰ-বাৰ্জিত যুৱা দুই-চাৰিজন স্বেচ্ছা-সেৱকৰ মুখত জয় মহাত্মা গান্ধীকি জয়ধ্বনি শুনি বাস্তৱতে মন আনন্দত উথলি উঠিছিল।

ৰাতি দহটামান বজাত গৈ নৱভোগ থানা পালোঁ। মোৰ আত্মীয় শ্ৰীমান অভয় চৰণ চৌধুৰীয়ে বৰ দাৰোগাৰ হুকুম লৈ থানাত নি ভাত দিলে। খালোঁ আৰু মোৰ লগৰীয়া মুছলমান বন্ধুজনে থানাতেই এজন মুছলমান কৰ্মচাৰীৰ সহায়ত খালে। ৰাতিটো থানাৰ হাজোতত্তে শুই থাকিলোঁ। টোপনি নহালৈকে ওৰেও ৰাতিটো মুছলমান ল'ৰা বন্ধুজনে কোৰাণৰ পদ সুৰ লগাই গাই মনত অশেষ আনন্দ দিছিল।

ৰাতি পুৱাল। আমিও গৈ ৰেলত উঠিলোঁ। লগত শ্ৰীমান হৰেন বোপাও উঠিল। ষ্টেচনত বৰনগৰ কংগ্ৰেছ কমিটিৰ স্বেচ্ছাসেৱক কিছুমানে গৈ আমাক মালা পিন্ধালে। তাত কনিষ্টবল তিনি-জনৰ এজনে আপত্তি কৰিলে আৰু আমাৰ গলৰ পৰা মালা খহাই তুলি নি ছিঙি পেলালে। সিহঁতৰ বৰ্বৰতা দেখি বিচুৰ্তি হলোঁ।

সিদিনাখনেই দুপৰীয়া ১২॥০টা বজাত আহি গুৱাহাটী ষ্টেচন পালোঁ। ৰেলৰ পৰা নামি, গুৱাহাটীৰ ঘৰৰ পৰা মোৰ আয়ে পঠাই দিয়া কিছু এঁৰা গাখীৰ আৰু মিঠাই অলপ খালোঁ। খাই গুৱাহাটীৰ জেললৈ গলোঁ। জেলৰ ভিতৰত সোমাই জেলকিট্ পিন্ধিলোঁ।

## মোৰ দাদা

১১

সত্যসেৱী, সেৱাব্ৰতী, শিক্ষাবিদ, কঠোৰ নৈষ্ঠিক, কৰ্তব্যপৰায়ণ, দায়িত্বনিষ্ঠ, সু-গায়ক, সু-অভিনেতা, অহিংস, শান্তিপ্ৰিয় মোৰ দাদা ৺গিৰীশচন্দ্ৰ ৰায়-চৌধুৰীৰ সংক্ষেপ জীৱন-চৰিত লিপিবদ্ধ কৰিবলৈকে

মই কাপ হাতত লওঁ,—বৰ সঙ্কোচেৰে। সঙ্কোচৰ কাৰণ হ'ল, কি জানোবা তেখেতৰ মহান ব্যক্তিত্বৰ গভীৰতা আৰু সৌন্দৰ্য সম্যকভাৱে ফুটাই তুলিবলৈকে মোৰ কাপ অক্ষম হয়।

আমি দুয়ো সহোদৰ। তেখেত অগ্ৰজ, মই অনুজ। দুই বছৰৰ সৰু-ডাঙৰ। ভাইৰ ভিতৰত আমি দুজন আৰু ভনীৰ ভিতৰত—লক্ষ্মী আৰু ৰোহিণী (স্বৰ্ণকান্তি)। আটাইকেইজনৰ বয়সৰ ব্যৱধান দুই বছৰকৈ।

দাদা আৰু মোৰ প্ৰকৃতিত সৰুকালৰে পৰা কোনো কোনো বিষয়ত ব্যতিক্ৰম আছিল। ডাঙৰ হৈ অহাৰ লগে লগে মোৰ প্ৰকৃতিত ক্ৰমে পৰিৱৰ্তন ঘটি আহিছিল যদিও, সেইটো দাদা আৰু মই—দুয়ো আমাৰ বুঢ়াকাললৈকে অনুভৱ কৰিছিলোঁ। দাদা আছিল শান্ত-শিষ্ট, নিজু́, সহনশীল, অল্পভাষী, আৰু মই আছিলোঁ উগ্ৰ, খঙাল, অসহনশীল, উৎপাতী, গা-পাতি জেঙা লগোৱা, বহুৰঙ্গী। মোৰ এই প্ৰকৃতিৰ বাবেই বহুতে মন্তব্য কৰিছিল যে মোক দাদাৰ সহোদৰ ভায়েক যেন নালাগে। সৰুতে মোৰ এই প্ৰকৃতিৰ বাবেই, আই আৰু পিতাক বাদে ঘৰৰ আনবিলাকে; অৰ্থাৎ ইং ১৮৪৪ চনত বৃটিছ চৰকাৰৰ ঘোষণামতে খালাচ পোৱা বন্দী গোলামৰ দুঘৰমানে নিজক নিৰুপায় বুলি অনুভৱ কৰি আৰু আতা-আবুৰ মোহ এৰিব নোৱাৰি আগৰদৰেই আমাৰ পৰিয়ালৰেই খাম-খাটনি কৰি আমাৰ আতা-আবুৰ আশ্ৰয়তে থাকি সৰুতে মোক 'পত্তাপ' আৰু দাদাক 'সনাপিতি' বুলি মাতিছিল। এইসকলে আমাক নিজৰ দৰে মৰমো কৰিছিল আৰু শাসনো কৰিছিল। আমিও তেওঁলোকৰ ওচৰত নিজৰ দৰেই আব্দাৰ কৰিছিলোঁ। এওঁলোকৰ, পিতাতকৈ ডাঙৰসকলক জেঠা-জেঠী বুলি মাতিছিলোঁ আৰু সৰুসকলক কাকা-বাই বুলি মাতিছিলোঁ। এইসকলৰ ভিতৰত আছিল সবেৰী জেঠী, বিৰাহপইতা জেঠা, হৰদাহা জেঠা, বুদো কাকা, ধনা কাকা, জাবো কাকা, মনো কাকা, ধনো কাকা, কাপেহী বাই, নাউ বাই, আলেহী জেঠী, জানকী বউ আৰু এওঁলোকৰ ল'ৰা-ছোৱালী, আমাৰ প্ৰায় একে বয়সৰ শান্তি, তাৰা, মালো, পুতলা, ডিপৰু, সন্তহ, সবৰু আদি। এই-সকলক আমি সৰুতে পাইছোঁ। এইসকলৰ ভিতৰত সবেৰী জেঠীয়েই আছিল বয়সত সকলোতকৈ ডাঙৰ, আৰু সেইবাবে আনসকলে তেওঁৰ কথামতেই চলিছিল। সবেৰী জেঠীৰ ল'ৰা-ছোৱালী আছিল জাবো কাকা, ধনো কাকা, কাপেহী বাই, নাউ বাই, বুদো কাকা, ধনো কাকা। মনদেনী জেঠী আছিল বিৰাহপইতা জেঠাৰ ঘৈণী। আলেহী জেঠী আছিল হৰদাহা জেঠাৰ ঘৈণী, জানকী বউ আছিল জাবা কাকাৰ ঘৈণী। শান্তি আছিল তেওঁৰ জীয়েক। অপে, তাৰা, মালো আছিল বিৰাহপইতা জেঠা আৰু হৰদাহা জেঠাৰ জীয়েক। সন্তহ, সবৰু, পুতলা, ডিপৰু আছিল এওঁলোকৰ ল'ৰা। এইসকলে আমাক আদৰ আপডাল কৰিছিল। শান্তি, তাৰা, মালো, অপে ছোৱালীহঁত আৰু সন্তহ সবৰু, পুতলা, ডিপৰু ল'ৰাহঁত আমাৰ প্ৰায় একে বয়সৰ আছিল আৰু আমাৰ খেল-ধেমালি, খোৱা-লোৱাৰ লগ আছিল। মই ইহঁতৰ ওপৰত মাৰ-ধৰ আদি নানা উপদ্ৰৱ কৰিছিলোঁ, কিন্তু সিহঁতে মোক মৰম কৰিছিল আৰু কেতিয়াবা শাসনো কৰিছিল। ময়ো ইহঁতক নিজৰ ভাই-ভনী বুজিয়ে ইহঁতৰ শাসন মানি লৈছিলোঁ।

সৰেৰী জেঠী আছিল বয়া বুঢ়ীৰ জীয়েক। সকলো-বিলাকতকৈ বয়সত ডাঙৰ আছিল বুলি সকলোৱে বয়া বুঢ়ীক বুঢ়ী নাম দি মাতিছিল। তেওঁক আমি দেখা নাই। সৰেৰী জেঠীক ছাঁয়া ছাঁয়া দেখা মনত পৰে।

পিতাক জন্ম দি দুই মাহমান নৌহওঁতেই আবুৰ মৃত্যু হয় আৰু তেতিয়াৰ পৰা পিতাৰ ৰক্ষণাবেক্ষণ আৰু প্ৰতিপালনৰ ভাৰ পৰে বয়া বুঢ়ীৰ হাতত। তেতিয়া সৰেৰী জেঠী আছিল হেনো চাৰি-পাঁচ বছৰীয়া। বয়া বুঢ়ীয়ে বুঢ়ী নাম পাইছিল হেনো তেওঁৰ কথা-বাৰ্তা, কাম-কাজবিলাক বুঢ়ী অৰ্থাৎ বয়সিয়াল তিৰোতাৰ দৰে পৰিপাটি আছিল কাৰণে। মাক-জীয়েক বয়া আৰু সৰেৰী দুয়োৰো হাতত পিতাৰ ভাৰ পৰিল। আবুৰ মৃত্যুৰ এক-মাহৰ পিছতেই হেনো নাটকীয়ভাৱে অকস্মাৎ আতাৰো মৃত্যু ঘটে। নাটকীয়ভাৱে অকস্মাৎ বোলাৰ কাৰণ হ'ল,—পিতা হেনো তেতিয়া তিনি-চাৰি মহীয়া শিশু। বয়াই গাধীৰ-পানী খুৱাই শুৱাই থৈছে। আতাই হেনো পৰগনাৰ পৰা আহি গা-পা ধুই শুই থকা পিতাক মূৰটো হলাই চুমা খাব খোজোঁতেই সেইফালে পিতাৰ ওপৰতে ঢলি পৰিল, আৰু উঠিব নোৱাৰিলে, আতাৰ মৃত্যু ঘটিল। শোচনীয় হৃদয়-বিদাৰক ঘটনা! বয়া আৰু সৰেৰীয়ে হুৱা-দুৱা লগোৱাত আনবিলাকে লৰি আহি পিতাৰ ওপৰৰ পৰা আতাৰ মৃতদেহটো আঁতৰায়। পলম হলে হেনো আতাৰ মৃতদেহৰ হেঁচাত পিতাৰো মৃত্যু ঘটিলহেঁতেন। ভগৱানলৈ ধন্যবাদ, পিতাক ৰক্ষা কৰিলে।

ইয়াতে আতাৰ পৰগনা সম্বন্ধে এযাৰ কোৱা হওক। বৃটিছ গৱৰ্ণমেণ্টে অসম লোৱাৰ পাছত, শাসনৰ বাবে দেশখনক পৰগনা বিভাগত ভাগ কৰি পুৰণি অভিজাত শ্ৰেণীৰ লোকবিলাকক বাছি-বিচাৰি উজিয়াই একোখন পৰগনাৰ ভাৰ দিয়ে। এওঁলোকক সেই পৰগনাখনৰ ৰাইজৰ পৰা খাজনা তোলা, স্থানীয় ৰাইজৰ সৰুসুৰা কাজিয়া-পেছাল বিচাৰ কৰা, স্থানীয় ৰাইজৰ মনোভাৱ বুজি লৈ সেইটো বৃটিছ গৱৰ্ণমেণ্টক জনোৱা ইত্যাদি কিছুমান দায়িত্ব দিয়ে। এওঁলোকক ৰাইজৰ ৰাজহৰ এক-চতুৰ্থাংশ দিয়ে। এই পৰগনাকেই পাছত নতুন নতুনকৈ গঢ় দি তহচিল, মৌজা আদি কৰা হয়। আজি-কালি সেইবোৰ মৌজা হৈয়ে আছে। আমাৰ পূৰ্বপুৰুষ, শ্ৰীমন্ত শঙ্কৰদেৱৰ খুড়াকৰ পুতেক-ভাই ৰামৰায় বৰুৱা ওৰফে জগতানন্দ ৰায়বৰুৱাৰ পঞ্চম পুৰুষ জহাৰামক তেওঁৰ ইচ্ছাক্ৰমে, কোচবিহাৰৰ ৰামৰায় কুঠীৰ ( জেলা কাকতকুটা সত্ৰ ) পৰা নৰ-নাৰায়ণ ৰজাৰ আদেশক্ৰমে তেওঁৰ ভ্ৰাতৃ আৰু ৰামৰায়ৰ জোঁৱাই গুৰুধ্বজ ( চিলাৰায় ) যুৱৰাজে বৰপেটাত এখন ভাওৰ চমুৱা ( নিষ্কৰ জমিদাৰী ) দি বহুৱায়। সেই চমুৱাৰ চিন বৃটিছৰ দিনত কাটি-কুটি আজিলৈকেও নিষ্পিখেৰাজ নামত আমাৰ বংশত আছে। বৰপেটাৰ সত্ৰত থাম-খাটনি কৰাৰ বাবে থাকে সত্ৰৰ ভকতসকল আৰু আমি থাকোঁ আমাৰ নিজৰ নিষ্পিখেৰাজ লৈ আমাৰ বংশীয় অধিকাৰত। সত্ৰৰ ভকতসকলৰ লগত আমাৰ সম্পৰ্ক নাই। কিন্তু গুৰুবংশীয় আমাৰ পূৰ্বপুৰুষ আহি বৰপেটাত বহাৰ কাৰণে সত্ৰৰ মৰ্যাদা বঢ়া বুলি সত্ৰীয়াসমূহ ভকতসকলে সত্ৰত বহা-মিলা প্ৰসাদ-নিৰ্মালি আদি বিষয়ত নিৰ্দিষ্ট গাদী আৰু সকলো বিষয়তে আগভাগ দিয়াৰ

ব্যৱস্থা কৰি দি আমাৰ বংশক সন্মান কৰে। সেই বংশীয় সন্মান আজিলৈকে পুত্ৰ-পৌত্ৰাদিক্ৰমে বৰপেটা সত্ৰত আমাৰ বংশৰ সন্তানসকলে পাই আহিছে।

আমাৰ পূৰ্বপুৰুষ জহাৰাম ৰায়বৰুৱাই বৰপেটা সত্ৰৰ দক্ষিণ দিশত থাপনা লয়। তেতিয়াৰে পৰা সত্ৰ সম্বন্ধীয় সকলো বিষয়-ব্যৱস্থাতে দক্ষিণহাটীৰ নাম সকলো হাটীতকৈ আগতে পৰে। জহাৰামৰ বংশীয় পাঁচগৰাকী মুখিয়াল লোক তেতিয়া বৰপেটাত আছিল। বৃটিছ গৱৰ্ণমেণ্টে এই পাঁচ গৰাকীকেই পাঁচখন পৰগনাৰ ভাৰ দিয়ে। পৰগনা-কেইখনৰ নাম আছিল তেতিয়া দমকা, চকা-বাউসী, বাহমুড়া, বজালী, বগৰিবাৰী। আমাৰ আতাৰ আছিল চকা-বাউসী পৰগনা। আতাহঁত আছিল দুই ভায়েক। বৰ আতাৰ নাম আছিল কীৰ্তিৰাম আৰু সৰু আতাৰ নাম আছিল হৰিৰাম। আতাই পৰগনা পোৱাৰ আগতে মাটি-বাৰী আৰু আন সকলো স্থায়ী-অস্থায়ী সম্পত্তি সমানে দুভাগ কৰি দুয়ো ভায়েক বেলেগ হয়। আতাৰ অকস্মাৎ মৃত্যুৰ পাছত, বৃটিছ চৰকাৰৰ লগত লেন-দেন থকা আতাৰ যাৱতীয় লেঠাৰ সৈতে পৰগনাৰ ভাৰ লয় সৰু আতা হৰিৰামে। আতাৰ মাটি-বাৰী আৰু সকলো সম্পত্তি চলোৱাৰ ভাৰো লয় তেওঁৱেই। আতাৰ হঠাতে মৃত্যুৰ পাছত আতাৰ 'সাৰা' (পাচনিয়াৰ) কেইজনে পৰগনাৰ ৰায়তৰ পৰা জধে-মধে খাজনা তুলি বহু টকা আত্মসাৎ কৰে। পিতা কেঁচুৱা, তিনি মহীয়া। ঘৰত মাত্ৰ 'ৰয়া বুঢ়ী,' তেওঁৰ জীয়েক সবেৰী, সবেৰীৰ স্বামী যধা আৰু তেওঁলোকৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটা। বেলেগ হৈ যোৱা সৰু আতাই চাৰি-পাঁচ মাহ পাছতহে আতাৰ পৰগনাৰ ভাৰ পায়। চৰকাৰী দেনাত আতাৰ বহু মাটি-বৃত্তি নিলাম হয়। তাৰে সৰু আতাই কিছু কিনে আৰু বাকীখিনিত সবেৰী-হঁতে খেতি-বাতি কৰি পিতাক পোহপাল দি ডাঙৰ কৰে। ইয়াৰ ভিতৰত আতাৰ ঘৰৰ সাজ-বাচন আদি সকলো সম্পত্তিও আনৰ (আন ভাই-ভাগীৰ) হস্তগত হয়। পিতা কেঁচুৱা থকা অৱস্থাতেই সবেৰীৰ স্বামী যধাও মৰে। যধা আছিল আমাৰ পেহীৰ (বৰনগৰৰ মানৰ লগত যুঁজ কৰা বিখ্যাত চণ্ডী বৰুৱাৰ নাতি-বোৱাৰী) 'ঘৰুৱা' এজন। সবেৰীক বিয়া কৰাই সিও আছিল আহি আতা-আবুৰ ঘৰতে ৰয়াৰ দৰে নিজৰ পৰিয়ালৰ এজন যেন হৈ। সবেৰীয়ে তেতিয়া তেওঁৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটা ধনো, যনো, নাউ, কাপেহী আৰু মাক ৰয়াৰ সৈতে বহুত দুখ-কষ্টৰ মাজেদি পিতাক ডাঙৰ-দীঘল কৰে। ইয়াৰ ভিতৰতে সবেৰীৰ সকলো কেইটাতকৈ ডাঙৰ ল'ৰা জাৰোও মৰে আৰু একমাত্ৰ জীয়েক শান্তিক লৈ জানকী বউ বিধবা হয়। জানকী বউ আছিল পাট-বাউসীৰ। জানকীয়ে জীয়েক শান্তিক লৈ পিতাক লালন-পালন কৰা বিষয়ত সবেৰীৰ সহায়কাৰিণী হয়। ইমান দুখ-কষ্টৰ ভিতৰতো এইসকলে পিতাক এৰা দিয়া নাছিল,—কোনো বিষয়ত পিতাক অৱহেলা কৰা নাছিল। এইসকলৰ আদৰ-আপডালতেই নানা দুখ-কষ্টৰ মাজেদি লাহে লাহে পিতা ডাঙৰ হৈ আহিল।

ষোল্ল বছৰ বয়সত পিতাৰ বিয়া হ'ল সুন্দৰী-দিয়া সত্ৰৰ ডেকা অধিকাৰ ৺জিতৰাম দেৱ অধিকাৰীৰ জীয়েকৰ লগত। আই ঘৰলৈ আহিল আৰু এওঁলোকৰ ল'ৰা-ছোৱালীৰ সৈতে আইক আদৰ-সাদৰ কৰি আগুৰি ধৰিলে। আইক

এওঁলোক সকলোৱে ঘৰৰ একো কাম-বন কৰিব নিদিছিল আৰু আইক এইসকলে 'ন-কইনা' বুলি নাম দি সদায় আদৰ-মৰমেৰে ওপৰত তুলি ৰাখিছিল। সৰু আতাই আতাৰ পৰগনাৰ ভাৰ লোৱাৰ পাছৰ পৰা হেনো পিতাৰ কোনো খা-খবৰ কৰা নাছিল। সময়ত আমাৰ জন্ম হ'ল। ডাঙৰ হৈ আহিলোঁ। ৰয়া-সবেৰীৰ নাতি-পুতি ধনো, যনো, জাৰোকাকা, জানকী বউ, শান্তি বাই, কাপেহী বাই, নাউ বাই আদিৰ মৰম চেনেহ আমিও পাইছোঁ। তেতিয়া আমি চাৰি-পাঁচ-ছয় বছৰমান ডাঙৰ।

ওপৰত ইমানখিনি কোৱা হ'ল মাত্র পিতাৰ কেঁচুৱাকালৰ পৰা আমাক জন্ম দিয়া কাললৈকে অৱস্থাটোৰ কিছু পৰিচয় দিবলৈকে।

দাদা আৰু মোৰ ভিতৰত সৰুকালত প্রাকৃতিক ব্যতিক্রম থাকিলেও দুয়োৰো ভিতৰত মৰম-স্নেহ অতুলনীয় আছিল।

মনত পৰে, মই তেতিয়া চাৰি-পাঁচ বছৰীয়া, ভনী দুজনী প্রায় কেঁচুৱা। তেতিয়া নিয়ম আছিল ঘৰুৱা বন্দী-বেটীসকলে 'বৰেৰ পুৱাই'—অর্থাৎ পূৱে বগা দাৰ পৰাৰ আগতে আন্ধাৰে-পোহৰে উঠি ঘৰ-কাঁথি মুচি চোতাল-পদূলি সাৰি-পুচি গোবৰ-পানী ছটিয়াই অঁতাই ৰাতিৰ বাহি সাজ-বাচন ধুই ভালকৈ পোহৰ নৌহওঁতেই শেষ কৰি গা-পা ধুই আজৰি হৈছিল। এইটো এইসকলৰ নিত্য-নৈমিত্তিক পালনীয় নিয়ম আছিল। তাৰ পাছতহে 'গিৰি গিখেনী'হঁত উঠে। কাৰণ বাহি চোতাল-ঘৰত হেনো 'গিৰি-গিখেনী'সকলক ভৰি পেলাব দিয়াটো গৃহস্থৰ অমঙ্গলৰ কথা। এই বিশ্বাসটো 'গিৰি-গিখেনী'সকলৰ উপৰিও বন্দী-বেটীসকলে কঠোৰভাৱে আখৰে আখৰে পালন কৰাত কোনো ক্রুটি নকৰিছিল। এই নিয়ম মতে জানকী বউ, শান্তি ( জানকী বউ আমাৰ মুক্ত হোৱা অথচ আমাৰ আতা-বাবুৰ আশ্রয়তে থকা ঘৰুৱা সবেৰী জেঠীৰ সকলো কেউজনতকৈ ডাঙৰ পুতেক জাৰোকাকাৰ বিধবা পত্নী, শান্তি তেওঁৰ জীয়েক ) তাৰো, মালো, কাপেহী, নাউ আদিয়ে সকলোখিনি কাম কৰি গা-মূৰ ধুই উঠি নাদৰ পৰা আইক গা-পা ধুবলৈ পানী তুলি দিয়ে। আই উঠি শৌচাচাৰ কৰি মাটি-পানী লৈ গা ধুই উঠি নাম লৈ আমাক জগাই দিয়ে। তেতিয়াও পূৱে সূৰুযটো ভালকৈ মুঠে। অলপ ৰ'দ উঠিলে আমাক মুখ-হাত ধুৱাই দি ৰাতিৰ 'কাউৰ-কুকুৰ'ৰ বুলি তুলি থোৱা ভাত-আঞ্জা উলিয়াই আমাক চাৰিও ভাই-ভনীক খাব দিয়ে। ৰাতিৰ ভাত-আঞ্জা 'কাউৰ কুকুৰ'ৰ নামলৈ তুলি থোৱাৰ অর্থ বোধ কৰোঁ আমাৰ লগতে 'কাউৰ-কুকুৰ'ৰ চিন্তাটোও মনত লোৱা— অর্থাৎ শ্ৰীমন্ত শঙ্কৰদেৱে দিয়া ভাগৱতী বৈষ্ণৱী বিশ্বাস মতে জীৱমাত্রেই ভগৱানৰ বস্তু নিজৰ লগতে আনবিলাক আমাৰ গৃহস্থালিত লাগি থকা জীৱকেই আত্মিক বন্ধনত একীভূত কৰি চিন্তা কৰা আৰু আমাৰ লগতে কিছু অংশ কাউৰ-কুকুৰৰ বাবেও দলিয়াই দিয়াটোৱেই।

এদিনাখন আয়ে আমাক চাৰিও ভাই-ভনীক ৰাতিৰ ভাত-আঞ্জা খাব উলিয়াই দিছে। আমি খাই-বৈ উঠিছোঁ। এনেতে কিবা এটা কথাত মোৰ খং উঠিল আৰু মই জোঙা কিবা এডালেৰে দাদাৰ পিঠিতে হান মাৰি দিলোঁ। দাদাৰ পিঠিখন ফুটি তেজ ওলাবলৈ ধৰিলে। দাদাই উঃ উঃ বুলি চিঞৰি কান্দিব ধৰিলে আৰু আইক মাতি কলে, "আই,

চা আহি—'নাপিতিতি'য়ে মোক পিঠিতে হান মাৰি দিছে।" মোক দাদাই সকভে 'নাপিতি' আৰু মই দাদাক 'বুকুৰ দাদা' বুলি মাতিছিলোঁ। সকলোৱে লৰা-ঢপৰা কৰি দাদাৰ পিঠিৰ তেজবোৰ ধুৱাই দিলে আৰু কিবা শাকনি দৰব ঘঁহি দি বান্ধি দিলে। দাদা ভাল হ'ল। সকলোবিলাক আহি পোৱাৰ আগতে মই পলালোঁ, আয়ে খং কৰি মোক বিচাৰিলে আৰু জানকী বউ আদিয়ে আনফালে গুম্‌ৰালে—"উঃ এনাও পত্তাপ্ত। তাক আজি দিম মজা!" বুলি জানকী বউৱে আইক আৰু কলে, 'ন-কইনা' পত্তাপক আজি ভাত নেদিবি।" আইক এইসকলে 'ন-কইনা' বুলি মাতিছিল। মই পলাই গৈ শোৱা খাটৰ তলতে চেপেটা হৈ লুকাই থাকিলোঁ। আয়ে বা আন কোনেও দেখা নাছিল। কিন্তু দাদাই দেখিছিল, কাকো কোৱা নাছিল। বেলি উঠি আহিল। আয়ে ভাত-আঞ্জা বান্ধি দাদাক ভাত খাবলৈ মাতিলে, কিন্তু দাদা খাবলৈ যোৱা নাই। আয়ে পুনৰ্বাৰ মাতিলে দাদাক, "আহ ভাত হৈছে, খাহি।" দাদাই আইক সুধিলে, "নাপিতিকো দিছাহ নাকি" বুলি। জানকী বউৱে আইয়ে কোৱাৰ আগতে কলে, "তাক আজি ভাত নেদে,—তই খা আহি।" আয়েও জানকী বউৰ ওপৰত একো কথা নকলে। কাৰণ আই যদিও গৃহিণী, জানকী বউইতকে আই মানি চলিছিল, জানকী বউ, সৰেৰী জেঠী আদিৰ ওপৰত আই একো নকৈছিল, যিহেতু, ঘৰৰ সকলো কাম-কাজৰ বিষয়ত আইক একো কৰিব নিদি আটোল-টোলকৈ ৰাখে নিজৰ জীয়েকৰ দৰে। দাদাই কলে, "নাপিতিক নিদিলে ময়ো নাখাওঁ।" আয়ে কলে, "সি দেখোন নাই, ক'ৰবাত পলাই আছে।" দাদাই আইক কলে, "তই যদি নাপিতিক নামৰু বুলি কহ, তেনেহলি মই তাক মাতি আনবা পাক।" আইৰ আৰু জানকী বউৰ মোৰ ওপৰত খং উঠিলেও মৰমটোভো এৰিব নোৱাৰে! গতিকে আই, জানকী বউ দুয়ো কলে, 'যা নামৰু বা, তাক মাতি আন।" কথাবোৰ মই খাটৰ তলৰ পৰা শুনি আছিলোঁ। দাদাই মোক খাটৰ তলৰ পৰা মাতি আনিলে আৰু মৰম কৰি গা-মূৰ পিছি কলে, "আৰু মোক নাম্‌ৰিবিদে নাপিতি।" মই কান্দি পেলালোঁ আৰু কলো, "আৰু কেথানো নামৰু।" দুয়োকে আয়ে ভাত দিলে, দুয়ো খালোঁ।

কেতিয়াবা দাদাৰ ওচৰত কিবা এটা দোষ কৰিলেও তেওঁ মুখত একো খঙৰ ভাব নেদেখুৱাই লাহেকৈ গালতে চৰ এটা মাৰি পঠিয়ায়, কিন্তু তেওঁৰ আঙুলিৰ আগটোও মোৰ গাত নালাগে, শূন্যতে উৰি যায়। আমাৰ ভিতৰত, এনেকি আমাৰ লগত খেল খেলা ঘৰুৱা বান্দী-বেটীৰ ল'ৰা-ছোৱালীৰ ভিতৰতো কোনেও গালিসূচক কোনো কথা, যেনে—বজ্জাত, হাৰামজাদা আদি শব্দবোৰৰ ব্যৱহাৰ নকৰিছিল। কোনোৱে কিবা দোষ কৰিলে কেৱল দুষ্ট শব্দটোৰেই বুজোৱা হৈছিল। আয়ে বা আনে আমাক কিবা এটা বস্তু খাবলৈ দিলেও, মোৰ উপৰিও দাদাই তেওঁৰ নিজৰ ভাগৰ অলপ মোক নিদিয়াকৈ নাখাইছিল। আয়ে ডাঙৰ ডাঙৰ কাৱৈ, এলেঙা আদি মাছৰ আঞ্জা ৰান্ধে। সকলোকে পাতে পাতে ভগাই দিয়ে। দাদাই মাছৰ পেটীটো নাখাইছিল। কাৱৈ, এলেঙা আদি মাছৰ পিঠিডোখৰ একেবাৰে খাই পেটিডোখৰ মোৰ পাতলৈ দলিয়াই দিছিল। পেটীবিলাক তেলাল।

মই খুব আনন্দৰে খাইছিলোঁ। ডাঙৰ চেনি-কুৰিহা মাছৰ মূৰবিলাক দাদাক দিলেও, দাদাই মূৰৰ পৰা চকু দুটা মাত্র খাই বাকীবোৰ নাখাইছিল, মোৰ পাতলৈ দলিয়াই দিছিল। মই তৃপ্তিৰে চাহি-চুহি খাইছিলোঁ।

এদিনাখন, মনত পৰে—বাৰিষা ন-খণ্ডা নৈয়েদি বান-পানী সোমাই কার্তন-ঘৰৰ খট্‌খটী আৰু আমাৰ আগৰ হৰিজানটো ভৰি সোঁত বৈছে। বাৰিষাৰ পানী অহা সময়টো আমি সৰু সৰু ল'ৰাবোৰৰ ঠাই নোহোৱা আনন্দ-উৎসাহৰ সময়; কাৰণ বাৰিষাৰ বাঢ়নী পানীৰ লগে লগে সেন্দুৰসানি পুঠি, খলিহা আদি মাছবোৰ পানীৰ জেলিত আহি খলমলাই ফুৰে। তাকে আমি বৰশীৰে বা শালিৰে ধৰাত ব্যস্ত হৈ পৰোঁ ভাত-পানী এৰি। এনে এটা দিনত আমি, অর্থাৎ দাদা, মই, হলিদাদা, দীনদাদা (এই দুয়োজন আমাৰ ভাগীৰ ভাই) আৰু ডিপক, সন্ত, সবোৰু, পুতলাই বান-পানীৰ নতুন সোঁত বোৱা হৰিজানটোৰ জেলিয়ে জেলিয়ে বৰশী আৰু শালি লৈ মাছ ধৰিবলৈ গৈছোঁ। এই আটাইকেইজনে গৈ খট্‌খটী পালোঁ। মই আৰু দাদা হৰিজান আৰু খট্‌খটীৰ মাজতে থাকিলোঁ। কাৰণ, জেলিয়েদি কেৱল মাছলৈ চকু ৰাখি যাওঁতে আন একোলৈ মন নথকাত দাদাৰ ভৰিৰ তলত এডাল খুব জোঙা কটাহৰ কাঁটাই বিন্ধিলে আৰু দাদা থিতাতে উঃ উংকৈ বহি পৰিল। জেং এডালৰ লগত কাঁটাটো আছিল, মই জোৰেৰে টান মাৰি জেংডালৰ সৈতে কাঁটাটো উঘালি আনিলোঁ। দাদাৰ কঁহটা বিন্ধা ঠাইখিনিদি তেজ সোঁ-সোঁকৈ ব'ব ধৰিলে। বিবত দাদা পানীৰ জেলিতে পানা-পেক সানি বাগৰি পৰিল। মই লগৰ কেইজনক চিঞৰি চিঞৰি মাতিলোঁ। কিন্তু তেওঁলোক বহু-দূৰ আগুৱাই মাছৰ মোহত মত্ত। গতিকে মোৰ চিঞৰ শুনা নাপালে। মই আৰু দাদা তেতিয়া আঠ-দহ বছৰীয়া। মই দাদাক মোৰ পিঠিখন পাতি দি মোৰ গলত ভালকৈ সাবটি ধৰিবলৈ কৈ, মোৰ পিঠিত তুলি ললোঁ, আৰু কেঁকুৰি কেঁকুৰি উশাহ লৈ লৈ ঘৰলৈ খোজ ললোঁ। ঠাইডোখৰ আমাৰ ঘৰৰ পৰা এক ফার্লংমান হ'ব। ঘৰলৈ আহি বোকাৰ পৰা দাদাক নমাই থ'ব খোজোঁতে মোতকৈ দাদাৰ ভাৰী গাটো পিঠিত তুলি ইমান দূৰ বৈ অনাতময়ো আধামৰা যেন হৈ মূছ্‌কঁছ গৈ বাগৰি পৰিলোঁ। আই আৰু জানকী বউ, শান্তি, সকলোৱে আহি দাদাক আৰু মোক লৰালৰিকৈ তুলি ধৰিলে আৰু দুয়োৰো গাৰ বোকা-পানী ধুৱাই দাদাৰ কটাহে বিন্ধা ভৰিখনত কিবা-কিবি দৰব দিলে আৰু আমাতকৈ বয়সত ডাঙৰ, আমাৰ লগত যোৱা ডিপক-সন্তহঁত থাকোঁতে মই দাদাক কেকোমকোকৈ পিঠিত তুলি অনাত আটাইকেই-জনীয়ে সিহঁতক খঙেৰে তিৰস্কাৰ কৰিব ধৰিলে। দাদাই কলে, "তাহঁন আমাক এৰি বহুত দূৰ আগবাঢ়ি গৈছে।" জানকী বউ, শান্তি আদিয়ে একেমুখে কলে, "কিও, তাহঁত তুহাক এৰি কিয় আগবাঢ়ি গৈছে? দিম আজি তাহাক মজা, আহি পাৰক।" মই দাদাক ইমান দূৰ পিঠিত বৈ অনা ভৰত থেতেলা খোৱা যেন হৈ মূছ্‌কঁছ গৈ পৰি আছিলোঁ। দাদাই তেওঁৰ কটাহে বিন্ধা ভৰিৰ বিষটো লৈয়েই মোৰ ওচৰলৈ গৈ গা-মূৰ পিহি "নাপিতি, উঠ উঠ বুলি কান্দি কান্দি কৈছিল, "আৰ্ নাযাওঁ দে মাছ ধোৰ্‌বা, উঠ উঠ" বুলি। আমাৰ দুয়ো ভাইৰ ভিতৰত মৰম-চেনেহৰ অন্তৰঙ্গতা ইমানেই প্রবল আছিল।

এইখিনিতে আন এটি ঘটনাও মনত পৰিছে।

দাদা ডাক্তৰ দাদাহঁতৰ তাত থাকি পঢ়িছিল আগতে কৈছোঁৱেই। সৰ্বাদাও তাতে থাকি পঢ়িছিল। সৰ্বাদা মানে সৰ্বানন্দ দত্ত। ৰতনপুৰৰ ডাঙৰ বৌৰ দাদাক, গতিকে আমি দাদা বুলি মাতোঁ। সৰ্বাদা বৰ চতুৰ আৰু দাদা সিমানে চিধা। দাদাই অন্যায় কেতিয়াও নকৰে এই বিশ্বাস আমাৰ সকৰে পৰা আছিল। এইটো সত্যও আছিল। দাদাই অন্যায় নকৰিছিল, মিছা নকৈছিল। সেই দাদাক কিবা এটা কথাত এদিন সৰ্বাদাই মাষ্টৰৰ আগত অপদস্থ কৰি শাস্তি দিয়াইছিল। কথাটো মই সহ্য কৰিব নোৱাৰিছিলোঁ। লগৰ ল'ৰা হলে সৰ্বাদাক মই তাৰ শাস্তি দিলোঁহেঁতেন। এতিয়া সৰ্বাদা হ'ল মোতকৈ ডাঙৰ। গতিকে সংস্কাৰবশতঃ সৰ্বাদাক দেখা-দেখিকৈ মই একো কৰিব নোৱাৰোঁ। কিন্তু দাদাক অপদস্থ অপমান কৰি সৰ্বাদাই শাস্তি নোপোৱাকৈ বুকু ফুলাই ঘূৰি ফুৰিব এই কথাটো মই সহ্য কৰিব পৰা নাছিলোঁ। তাৰ প্ৰতিকাৰ এটা যেনেকৈয়ে হ'ক কৰিবলৈ মনটো তিহ-বিহাই আছিল। সুযোগ বিচাৰি আছিলোঁ।

এদিন সুযোগ পালোঁ। সৰ্বাদা চোতালত বহি ৰ'দ লৈ কিতাপ পঢ়ি আছিল। মই আগতেই এডাল কেঁচা বাঁহৰ চেক্‌নি ঠিক কৰি থৈছিলোঁ। কোনেও তৰ্কিব পৰাৰ আগতেই বাঁহৰ চেক্‌নিডাল লৈ গৈ সৰ্বাদাক সেই চেক্‌নিৰে উধাই-মুধাই তিনিটা কোব মাৰি কলোঁ, "মোৰ বুকুৰ দাদাক আৰো তেনা কৰবিনা!" তাৰ পিছত চেক্‌নিডাল পেলাই দৌৰ! কিন্তু দাদা আৰু আয়ে কথাটো জানি খুব বেয়া পাইছিল। আই মোক তাৰ কাৰণে বৰকৈ মাৰিছিল, দাদায়ো বকিছিল। মই কিন্তু সকলো সহ্য কৰিব পাৰিছিলোঁ; সৰ্বাদাক নিজ হাতে শাস্তি দিব পাৰি মনত যেন শান্তি পাইছিলোঁ। সৰ্বাদাই ইয়াৰ পাছত দাদাক একো জোকাবৰ সাহ নকৰা হ'ল।

মই যেনেকৈ দাদাক ভাল পাইছিলোঁ, মানি চলিছিলোঁ দাদায়ো মোক তেনেকৈ বৰ মৰম কৰিছিল।

কিন্তু মোৰ দোষ যদি কিবা দেখে, তেন্তে সেইটোও দাদাই সহ্য নকৰিছিল, অথচ গালা-গালি বা মাৰ-ধৰো নকৰিছিল, মনে মনে বেয়া পাই নিমাত হৈ আছিল। তেনেকৈ থাকিলে তেওঁৰ মুখৰ অৱস্থাটো দেখিয়েই আইহঁতে বুজি পাইছিল যে তেওঁৰ কিবা এটা হৈছে। বাৰে বাৰে সুধিলেও দাদাই কাকো একো কথা খুলি নকৈছিল। মই হলে ঠিক বুজিছিলোঁ মোৰ কি কাম বা কথাত বেয়া পাই দাদাৰ মুখৰ অৱস্থাটো তেনে হৈছে। দাদাই তেনেকৈ নীৰৱ হৈ থাকিয়েই মোক শাস্তি দিছিল। দাদাৰ প্ৰতি থকা মোৰ ভ্ৰাতৃত্বৰ ভাবৰ কাৰণেই দাদাই মোৰ দোষ-ক্ৰটিৰ সময়ত তেনেভাৱে নীৰৱে থাকিও প্ৰভাৱান্বিত কৰিব পাৰিছিল। মোৰ ভুল-ভ্ৰান্তিবিলাক মই বুজিবৰ সুযোগ পাইছিলোঁ, পৰ্যালোচনা কৰি চাব পাৰিছিলোঁ।

আমাৰ সৰু কালৰে পৰা আই, জেঠা, খুৰা আদি সকলোৰে এনে বিশ্বাস আছিল যে আমাৰ ভিতৰত কোনোবাই কিবা দোষ কৰিলে, দাদা যদি উপস্থিত থাকে তেনেহ'লে দোষীজনক ধৰা পেলোৱাটো অলপো টান নহ'ব। আমি মানে— দীনদাদা, হৰিদাদা, দাদা, মই, ভাৰাদা আৰু

একে লগৰ সন্তু, ডিপক, শুক্রা আদিয়ে একে-লগে খেলিছিলোঁ। আমাৰ ভিতৰত কোনোবাই কিবা কৰিলে আমি হয়তো ই তাক সি ইয়াক দোষ দিওঁ। কিন্তু জেঠা-খুৰাইতে আটাইয়েই জানিছিল যে দাদাইহে আচল কথা, অৰ্থাৎ কোন দোষী তাক কব। আমিও জানিছিলোঁ যে দাদাই সঁচা নোকোৱাকৈ নাথাকে। যদি কোনোবাই মিছাতে অন্য কাৰোবাৰ নাম কয়, তেন্তে দাদাইহে সঁচা কথা কৈ প্ৰকৃত দোষীক উলিয়াই দিয়াত সহায় কৰিব বুলি জানিছিলোঁ। দোষী নিৰ্ণয় কৰিব লাগিলে সকলোৱে দাদাৰ ওপৰতে নিৰ্ভৰ কৰিছিল। দাদাই একো নামাতিছিল, কিন্তু বৰকৈ ধৰিলে কৈ দিছিল কোন দোষী, কোন নিৰ্দোষী। মোকো ৰেহাই নিদিছিল। মই দুষ্ট আছিলোঁ, গতিকে মই দোষ কৰাটো স্বাভাৱিক আছিল। আমাৰ লগৰকেইটাৰ মনত এনে ভাৱ শিপাইছিল যে দাদাই যি কয় সত্য কয়, আমিও তাকে মানি লৈছিলোঁ।

চাকৰি জীৱনতো দাদাই যেতিয়া শিক্ষকতা কৰিছিল তেতিয়াও নীৰৱে থাকিয়েই দুষ্ট ল'ৰা-বিলাকক শাসন কৰিছিল। তেওঁ মাৰ-ধৰ বা বকাবকি নকৰিছিল, কিন্তু চকুৰে চালেই ল'ৰাবিলাক দাদাৰ ওচৰত সৈমান হৈ গৈছিল।

আমাৰ ঘৰৰ কিছু ওচৰত স্বৰ্গীয় পৃথুনাথ তহবিলদাৰৰ চাৰিওফালে কেঞা আদি হাবিৰে পৰিপূৰ্ণ আমৰ বাৰী এখন আছিল। বাৰীখনৰ একোণত সৰু এটা খেৰৰ পঁজাত বাৰী-ৰখীয়া এজন কুঁজা বুঢ়া মানুহ অকলে বাস কৰিছিল। এদিনাখন বতৰত মই, দাদা, হলিদাদা আৰু দীনদাদা (দীনদাদা আৰু হলিদাদা আমাৰ ভাগীৰ ভাই আছিল বুলি আগতে কোৱা হৈছে), এই চাৰিওজনে সেই বাৰীত আম পাৰি আনিবলৈ গৈছিলো। সিদিনা আমাৰ ঘৰুৱা ল'ৰা সন্তু, সৰক, পুতলা, ডিপক আদিয়ে কিছুদূৰলৈ খৰি কাটি আনিবলৈ আৰু বিলত মাছ ধৰিবলৈ গৈছিল, সেই-বাবে সিদিনা সিহঁত আমাৰ লগত যোৱা নাছিল। নহলে সিহঁতো আমাৰ লগত গ'লহেঁতেন। আম গছডাল সৰু আছিল আৰু ওচৰতে বহু আম লাগিছিল। সকলোকেইজনতকৈ বয়সত সৰু আছিলোঁ যদিও এনেবোৰ উৎপতীয়া দুৰন্ত কামবোৰলৈ মোৰ আগ্ৰহাতিশয্যৰ বাবে ময়েই আম গছ ডালত উঠিলোঁ। ছিঙি ছিঙি কেইটামান আম তলত পেলাই দিলোঁ আৰু তিনিওজন দাদাই সেইবোৰ কোঁচত ভৰালে। এনেতে বাৰী-ৰখীয়া সেই কুঁজা বুঢ়াজনে হাতত এডাল টোকন জোকাৰি আহি চিঞৰি কলে, "তহঁতে আম চুৰ কৰিবলৈ আহিছ, আজি তহঁতক মজা দিম!" গছৰ ওপৰলৈ চাই মোক কলে, "আহ, নামি আহ। তোক আজি মজা দিম।" কুঁজা বুঢ়াৰ ধমকিত দীনদাদা, হলিদাদা দুয়ো পলাই গ'ল। কিন্তু দাদাই মোক গছৰ ওপৰত এৰি নপলালে। মোৰ-ফালে আৰু কুঁজা বুঢ়াৰফালে চাই থিয় হৈ থাকিল। কুঁজা বুঢ়াই মোৰফালে আৰু দাদাৰ-ফালে চাই ধমক দি কবলৈ ধৰিলে, "সকলোৱে নামি আহ। দুয়োকো আজি একেলগে মজা দিম।" দাদাই কুঁজা বুঢ়াটোক নিজৰ কোঁচত ভৰোৱা আমকেইটা দি কলে, "ধৰ, আমকেইটা নে, আমি নিনিওঁ। আমাক নামাৰিবিদে।" আৰু গছৰ ওপৰত থকা মোক মাতিলে, "আহ নাপিতি, নামি আহ। আমাক আম নালাগে।"

মই লাহে লাহে নামি আছোঁ। কুঁজা বুঢ়াটোৱে গছৰ গোৰতে টোকনডাল জোঁকাৰি ওপৰলৈ মোৰ-ফালে চাই আছে। মই নামি আহি অলপ ওপৰৰ পৰা কুঁজা বুঢ়াৰ গাৰ ওপৰতে জাঁপ মাৰি পৰিলোঁ। কুঁজা-বুঢ়াই উঃ উঃ কৰি বাগৰি পৰিল। গাত বৰ দুখ পালে। কিন্তু মোৰ এখন ঠেঙত সি থাপ মাৰি ধৰিলে। কুঁজা বুঢ়া বাগৰি পৰি উঠিব পৰা নাই আৰু মোৰ ভৰিখনো এৰি দিয়া নাই। দাদাই ওচৰ চাপি কুঁজা বুঢ়াৰ গা পিহি দিব ধৰিলে আৰু কলে, "এৰি দে নাপিতিক। আমাক আম নালাগে। আমি গুচি যাওঁ।" কুঁজা বুঢ়াই অট্টাহ পাৰি কবলৈ ধৰিলে, "এৰি দিম না — ওঁহুঁত দুয়োকো আজি বলি দিম বাচ্ছা।" এনেবোৰ চিঞৰ-বাখৰৰ ভিতৰতে সন্দিয়া সত্ৰৰ ৺ৰাজো ঠাকুৰ (সন্দিয়া সত্ৰৰ পৰা আহি কেইবছৰমানৰ আগৰে পৰা সেই আৱৰাৰীৰ অলপ ওচৰতে বসতি কৰি এখন সত্ৰ পাতি আছিল) আহি সেইখিনিত উপস্থিত হ'ল। তেওঁ আমাক এৰি দিবলৈ বুঢ়াক দাবি দি ক'লে। ৰাজো ঠাকুৰেও 'ৰায়ৰ বংশ' বুলি আমাক মানে আৰু ৰাজো ঠাকুৰকো 'ঠাকুৰ বংশীয়' বুলি কুঁজা বুঢ়াই মানে। গতিকে বুঢ়াই মোক এৰি দি উঠি বহিল আৰু দুখ পোৱাৰ কথা ঠাকুৰক কান্দি কান্দি কলে।

আমি দুয়ো ভাই কেঁচুৱা কালৰে পৰা আইৰ বিনন্দীয়া বৰগীত, কীৰ্তন-ঘোষা, নাম-ঘোষাৰ পদ শুনি শুনি আধা-ফুটা কথা কব পৰা হোৱাৰ পৰাই আইৰ অনুকৰণত সেইবোৰ গাবলৈ শিকিছিলোঁ। মই পাঁচ-ছয় বছৰত আৰু দাদা সাত-আঠ বছৰত উঠি সেইবোৰ ভালকৈয়ে গাব পৰা হৈছিলোঁ। দুয়োৰো কণ্ঠস্বৰ মিহি-মিঠা আৰু মনোমোহা আছিল। সেইবাবে সকলোৱে আদৰ-যতন কৰি মাতি নি আমাৰ গীত-পদ শুনিছিল।

সম্ভৱতঃ ইং ১৮৯৩-৯৪ চনত 'বৰপেটা হিতসাধিনী সভা' নামেৰে এটা ৰাজহুৱা অনুষ্ঠান স্থাপিত হয় আৰু তাৰ নেতৃত্ব কৰে ৺গঙ্গানাথ ৰায়চৌধুৰী, ৺লোহিতচন্দ্ৰ নায়ক, ৺কমলাকান্ত দাস, ৺ৰামপ্ৰসাদ দাস, ৺ৰমেশচন্দ্ৰ দাস আদিয়ে। ৺গঙ্গানাথ ৰায়চৌধুৰী আমাৰ ভাগীৰ দাদা আৰু 'মেডিকেল প্ৰেক্‌টিশ্যনাৰ' আছিল। তেখেতৰ চ'ৰা-ঘৰতে ইয়াৰ কাৰ্যালয় স্থাপিত হয়। ৺লোহিত নায়ক বি. এল. (উকীল, এখেতে খুব সৰলবীয়াকৈ ইংৰাজী কব পাৰিছিল), ৺ৰামপ্ৰসাদ দাস এম. এ, বি. এল, (উকীল এখেত বৰপেটা মহকুমাৰ ভিতৰত প্ৰথম এম. এ., বি. এল.), কমলাকান্ত দাস বি. এল. (উকীল), ৰমেশচন্দ্ৰ দাস, (এখেতে তেতিয়াৰ এফ. এ. পাছ কৰিয়ে কামত সোমায়।)—এওঁলোক কলি-কতাৰ কলেজত পঢ়ি তাত ব্ৰাহ্ম সমাজৰ প্ৰাৰ্থনা-ঘৰত যোগ দি আৰু কলিকতাৰ সেই সময়ৰ নানা সামাজিক আন্দোলনৰ আও-ভাও লৈ আহি 'বৰপেটা হিতসাধিনী সভা' স্থাপন কৰে। গঙ্গানাথ ৰায়চৌধুৰীৰ (আমাৰ ভাগীৰ দাদা) ঘৰ আমাৰ ঘৰৰেই লগালগি। প্ৰতি দিনে গধূলি আৰু ৰবিবাৰে দুপৰীয়া উক্ত ব্যক্তিসকলে, বয়োবৃদ্ধ ৺হৰেশ্বৰ দত্তচৌধুৰী (তহছিলদাৰ), ৺পৃথুৰাম চৌধুৰী (তহছিলদাৰ), ৺ৰাধাকান্ত দাস (মোক্তাৰ) আদিকো গোটাই লৈ ৺গঙ্গানাথ ৰায়চৌধুৰীৰ চ'ৰা-ঘৰত এই "বৰপেটা হিতসাধিনী সভা"ৰ

উদ্দেশ্যমূলক আলোচনা কৰে। আমিও ওচৰত বহি বহি সেইবোৰ আলোচনা শুনি থাকোঁ। ইয়াৰ নিয়ম আছিল, বছৰে বছৰে হাটীয়ে হাটীয়ে নিমন্ত্ৰণ কৰি নি বছৰেকীয়া অধিৱেশন পতা আৰু বৰপেটাৰ নানা বিষয়ক উন্নতিমূলক কাৰ্য-প্ৰণালী স্থিৰ কৰা। সম্ভৱতঃ অসমত এনে ৰাজহুৱা অনুষ্ঠান 'বৰপেটা হিতসাধিনী সভা'য়েই প্ৰথম। যোৰ-হাটৰ 'সৰ্বজনীক সভা'খনৰো জন্ম তেতিয়া হোৱা নাছিল। 'বৰপেটা হিতসাধিনী সভা'ৰ প্ৰথম উদ্বোধনী সভাৰ অধিৱেশন বহে আমাৰ ঘৰৰ প্ৰায় নঙলা-মুখতেই হৰিজানৰ বুকত। ৺জুৰোৰাম পাঠকৰ ( উকীল) সভাপতিত্বত এই উদ্বোধনী সভাৰ ৰভা আদি সজা কামত দক্ষিণহাটীৰ ডেকা-বুঢ়া সকলোৱে বিপুল উৎসাহেৰে লাগি যায়। সভাখনৰ উদ্যোক্তা উক্তকেইজনে কলিকতাত দেখি অহা মতে উদ্বোধনী সঙ্গীত গাবলৈ দাদাক বাছি লয়। দাদাই একেলগে প্ৰাইমাৰী ( তেতিয়া নাম আছিল পঢ়া-শালি ) স্কুলত পঢ়া ৺যোগেশ দাস আৰু ৺ৰাধা দাসক বাছি লয়, কাৰণ সভাৰ উদ্বোধন হ'ব লাগিব সমবেত ( কোৰাচ্ ) গীতেৰে। উক্ত যোগেশ দাস আৰু ৰাধা দাসে দাদাৰ ওচৰত বৰগীত শিকিছিল আৰু স্বৰটোও দাদাৰ স্বৰৰ লগত মিল খোৱা, মিহি আৰু মিঠা আছিল। সেই সময়ত বৰগীত আৰু দুই-চাৰিটা বঙ্গালী যাত্ৰা-গানৰ ( তেতিয়া বৰপেটাত বঙ্গালী যাত্ৰা-অভিনয় হৈছিল। বৰপেটাত চাকৰি কৰা এজন বঙ্গালী চবডিপুটীৰ উদ্যোগত বিখ্যাত ৺তিপি বায়ন আদিৰ দ্বাৰা শিক্ষাপ্ৰাপ্ত হৈ ) বাহিৰে দেশ আৰু সমাজ সেৱা সম্বন্ধীয় কোনো গীত অসমীয়া ভাষাত ৰচিত হোৱা নাছিল। গতিকে 'বৰপেটা হিতসাধিনী সভা'ৰ প্ৰথম অধিৱেশনৰ উদ্বোধনী গীত আছিল বঙ্গালী ব্ৰাহ্ম-সঙ্গীত। এই সভাৰ উদ্যোক্তাসকলে কলিকতাৰ ব্ৰাহ্ম-সমাজৰ মন্দিৰলৈ যোৱা-অহা কৰি কেইটিমান ব্ৰাহ্ম-সঙ্গীত শিকিছিল। তাৰে দুটা গীত দাদাক এওঁলোকে শিকাইছিল এই উদ্বোধনী সভাত গাবলৈ। দাদাৰ নেতৃত্বত এই দুটা গীতেৰে 'বৰপেটা হিতসাধিনী সভা'ৰ প্ৰথম উদ্বোধন হৈছিল। সেই বঙ্গালী ব্ৰাহ্ম-সঙ্গীত দুটা আছিল "তুমি বন্ধু, তুমি নাথ, নিশিদিন তুমি আমাৰ" আৰু "দীন হীনজনে, পাপী পৰাধীনে, নাথ তোমাৰ বিনে কে আৰ নিস্তাৰে।" সেই গান দুটা আমিও শিকিছিলোঁ; আজিলৈকেও মনত আছে, পাহৰা নাই। তেতিয়া মোৰ আৰু দাদাৰ বয়স যথাক্ৰমে সাত আৰু ন বছৰমান।

হৰিপ্ৰসাদ দাস ( পাছত ব্ৰহ্মচাৰী ), ৺কমলাকান্ত দাস, ৺যাদৱচন্দ্ৰ দাস, ৺কন্দৰ্পকুমাৰ বৰুৱা, ৺ৰাম-প্ৰসাদ দাস, ৺জগন্নাথ প্ৰসাদ দাস আদি বৰপেটা হাইস্কুলত দাদাৰ সহপাঠী আছিল। হাইস্কুলত সকলো কেইজন উত্তীৰ্ণ হৈ ( তেতিয়া এণ্ট্ৰান্স আছিল )। কলেজত পঢ়িবলৈ কোনোৱে কলি-কতালৈ, কোনোৱে কোচবিহাৰলৈ, কোনোৱে গুৱাহাটীলৈ গৈছিল আৰু বন্ধৰ সময়ত আটাই-কেইজনে বৰপেটাৰ ঘৰলৈ আহি লগ লাগি দিনে গধূলিপৰত এঠাইত গীত-বাদ্য আনন্দ-উৎসৱ কৰিছিল। এই গীত-বাদ্যৰ আমোদত কোনো কাৰণবশতঃ যিদিনা দাদা অনুপস্থিত থাকিবলগীয়া হৈছিল সিদিনাখন যেন বৈঠকত নিৰানন্দৰ ছাঁয়া পৰিছিল আৰু গীত-বাদ্যৰ আমোদ নজমিছিল। এদিনাখন, মনত পৰে, এনে এটা গীত-বাদ্যৰ বৈঠকত দাদা উপস্থিত নাছিল। পানীলগা অসুখৰ বাধে

আয়ে কাপোৰ-কানি দি আল-তোলাকৈ গুঁজাই ৰাখিছিল। দাদাৰ অনুপস্থিতিত বৈঠক নজমে, গতিকে ৺হৰিপ্ৰসাদ দাস, ৺কমলাকান্ত দাস, ৺যাদৱ দাস, ৺কন্দৰ্প বৰুৱা, ৺ৰামপ্ৰসাদ দাস আদি আটাইকেইজনে আমাৰ ঘৰলৈ আহি দাদাক লৈ যাবলৈ জেদ মাৰি ধৰিলে। আয়ে কলে, "সি যাবা নৰে—পানী লাগি থেন-থেনাই মাত্ বাই নৰে বিছ্‌নাত পৰি আছে।" তেওঁলোকে কলে, "নহয়, গান গাবা নাল্‌গে, মাত্ৰ লগোত বহি থাকৃবো। আমি ভালকে গাত কাপুৰ মেইৰে লৈ যাম। নহলি আমাৰ স্ফূতি আজি মাটি হবো।" এই বুলি আটাইকেইজনে দাদাৰ গাত কাপোৰ মেৰিয়াই দাণ্ডি সাণ্ডি কৰি কান্ধত তুলি লৈ গ'ল হাঁহিৰ খলক তুলি। আয়ো আৰু একো নামাতিলে। বিশেষকৈ তেওঁলোককো দাদাৰ লগৰীয়া বুলি আয়ে দাদাৰ দৰেই মৰমিয়াল ব্যৱহাৰ কৰিছিল।

## ডেকা-কালৰ কথা

এদিনাখন এনে এটা বৈঠকত দাদা নাছিল। তেতিয়া দাদা কোকৃৰাঝাৰত স্কুল চব-ইনস্পেক্টৰ। সন্ধিয়া বৈঠক বহিছে ৺কমলাকান্ত দাসৰ (বৰপেটা কোৰ্টৰ নাজিৰ) ঘৰত। বন্দোৱস্ত, দাদা সময়ৰ মূৰত বৈঠকত আহি উপস্থিত হ'ব। কিন্তু দাদা তেতিয়ালৈকে আহি পোৱা নাই। আমোদকাৰী-সকলৰ অশান্তিৰ ঠাই নোহোৱা অৱস্থা। বাৰে বাৰে 'সাৰা' পঠাইছে আমাৰ ঘৰলৈ দাদা আহি পালে নে নাই খবৰ কৰিবলৈ। বৈঠকৰ সভ্যবৃন্দৰ সৈতে তবলা, হাৰমোনিয়ম, বেহেলা, সকলো সেমেকি নিৰানন্দত পৰি আছে। এনেতে কোকৃৰাঝাৰৰ পৰা হঠাতে বাহিৰে বাহিৰে দাদা বৈঠকত সোমাল। তেতিয়া আনন্দৰ কোলাহলত ৺কমলাকান্ত দাসৰ চ'ৰাঘৰ উৰি যাবলগীয়া হ'ল আৰু আনন্দৰ আতিশয্যত দুজনমানে তবলা আৰু হাৰমোনিয়মত ইমান জোৰে থাপৰ বহালে যে তবলাও ফাটিল আৰু হাৰমোনিয়মৰ ব্ল'টোও ফাটি গ'ল। তেতিয়া আৰু নিৰানন্দই ৰাজত্ব কৰিলে। কিন্তু সেই নিৰানন্দ বেছি পৰ নাথাকিল। দুজন-মানে লৰালৰিকৈ গৈ ওচৰৰ যাত্ৰাদল এটাৰ পৰা তবলা, হাৰমোনিয়ম লৈ আহি উপস্থিত হ'ল। তেতিয়া আৰু এটা আনন্দৰ মহা-কলৰৱ উঠিল। এই বৈঠকত গান শুনাবলৈ আন বহুতৰ লগত ময়ো যাওঁ। সিদিনাও গৈছিলোঁ। সিদিনাখন ৰাতি প্ৰায় এক-ডেৰ বজালৈ বৈঠক চলিল, দাদাক এৰি নিদিলে। কাৰণ তেওঁ আহি পোৱাত পলম হোৱা বাবেইহে তবলা, হাৰমোনিয়ম ভাঙিল—এয়ে তেওঁলোকৰ ৰগৰৰ যুক্তি। দাদাৰ গান-গীতৰ প্ৰতি মানুহৰ ইমান আদৰ আছিল। দাদাৰ বিশেষ প্ৰয়োজন নহলে অৰ্থাৎ কোনো বিপদ-আপদ বা বেমাৰ-আজাৰৰ খবৰ লবলৈকে নহলে কাৰো ঘৰলৈকে গৈ এনেয়ে কথা চবোৱা অভ্যাস নাছিল। সম্ভৱতঃ এই কাৰণেও যে তেওঁ গলেই তেওঁক বৰগীত গাবলৈ সকলোৱে চেপি ধৰিছিল। সেইবাবে সেইবোৰ বাদ দি তেওঁ আজৰি সময়খিনি ঘৰতে নানা অধ্যয়নত ৰত আছিল।

আমি সৰু থাকোঁতে বৰপেটাৰ দৌলোৎসৱত কৰিবলৈকে পুৰণি অঙ্কীয়া নাটৰ লগে লগে সেই সময়ৰ ৰুচি-সঙ্গত কৰি, পুৰণিৰ সূত্ৰধাৰ আৰু গায়ন-বায়নৰ কাৰ্যপ্ৰণালী কিছু সংস্কাৰী ভাৱ অব্যাহত ৰাখি অসমীয়া ভাষাৰ যাত্ৰা-নাট লিখে

প্ৰথমতে ৺চানাৰাম দত্ত চৌধুৰীয়ে। এওঁ বাৰভূঞা ৰাজ্যৰ কামৰূপৰ উত্তৰ-খণ্ডৰ শাসনাধিপতি ইতিহাস-খ্যাত বুঢ়াখাঁৰ বংশীয় লোক আছিল আৰু বৃটিছ গৱৰ্ণমেণ্টে শাসনৰ সুবিধাৰ বাবে ৰিধে বিধে বিভাগবোৰ খুলি একৰকম গঢ় লগাই আনি শৃঙ্খলিত শাসন প্ৰৱৰ্ত্তোৱাৰ পাছত বৰপেটাত শাসন আৰু বিচাৰ আদি সম্বন্ধে সেই সময়ৰ বৃটিছ শাসনকৰ্ত্তা কেপ্টেন চাওাৰৰ শাসন উপদেষ্টা আৰু সহযোগী আছিল, আৰু বুঢ়া হোৱা বাবে তাৰ পৰা অৱসৰ লোৱাৰ পাছত তেওঁ বৰপেটাত অনাৰেৰী মেজিষ্ট্ৰেট হৈছিল। বহু বছৰ বৰপেটা মহকুমাত এওঁৱেই প্ৰথম অনাৰেৰী মেজিষ্ট্ৰেট হৈছিল আৰু আমোদজনকভাৱে মালি-মোকৰ্দমাবোৰ মীমাংসা কৰিছিল। তেওঁক জনসাধাৰণে বুঢ়া হাকিম বুলি মাতিছিল। গুৱাহাটী আদালতৰ প্ৰসিদ্ধ আৰু প্ৰতিপত্তিশালী ৺হৰমোহন চিৰস্তাদাৰ, বহাৰ মৌজাদাৰ ৺সীতামোহন দত্তচৌধুৰী, চাপাগুৰিৰ তহচিলদাৰ ৺হৰেশ্বৰ দত্তচৌধুৰী, ৺ডাঃ পিয়াৰীমোহন দত্তচৌধুৰী, ৺ৰামনাথ কাননগো আদি এওঁৰে পুত্ৰ-পৌত্ৰাদি এই আটাইকেইজন আছিল সমাজত প্ৰতিপত্তিশালী। এই ৺চানাৰাম দত্তচৌধুৰীয়েই (বুঢ়া হাকিম) পোন-প্ৰথমে বৰপেটা সত্ৰত দৌলোৎসৱত কৰিবলৈ অসমীয়া ভাষাত লিখে 'যমপুৰীত জীৱন্ত মানুহ' নামে যাত্ৰা-নাটখন আৰু সেইখন তাত বৰ সাফল্যৰে অভিনীত হয়। এওঁ পুৰণি ৰাগ-ৰাগিণীৰ, 'বৰগীত'ৰ অবিসম্বাদী ওস্তাদী গায়ক আৰু সেই ঠাচৰ নতুন নতুন সুৰকাৰ আছিল, আৰু সেইবোৰ সুৰেৰে তেওঁ যাত্ৰানাটৰ গীতবোৰত সুৰ-সংযোজনা কৰিছিল। সেইবোৰ মনোমুগ্ধকাৰী অমিয় সুৰ আছিল। তেওঁ 'ৰাৱণ-বধ', 'জতুগৃহ-দাহ', 'সীতাৰ পাতাল প্ৰৱেশ' আদি কেইখনমান যাত্ৰা-নাট লিখি বৰপেটা দৌলোৎসৱত দক্ষিণহাটীয়া ভকতসমূহৰ দ্বাৰা অভিনয় কৰাইছিল। যোগ্য সংৰক্ষক নোহোৱাৰ বাবে সেইবোৰ নাটক লোপ পালে। আমি সকতে এইবোৰ যাত্ৰা-নাটৰ অভিনয় দেখা মনত পৰে। উক্ত নাটককেইখনত মন্দোদৰী, কুন্তী আৰু সীতাৰ ভাও লোৱা কেইজনৰ বিলাপ গীতবিলাক দাদাই গাইছিল, কাৰণ দাদাৰ কণ্ঠস্বৰ আৰু সুৰৰ মাধুৰ্য অতিশয় মিঠা আছিল। দাদা তেতিয়া ন-দহ বছৰীয়া।

তেওঁৰ পাছত কবিৰাজ ৺চন্দ্ৰকান্ত ৰায়চৌধুৰীয়ে (এওঁ আমাৰ ভাগীৰ খুড়া) 'ধ্ৰুৱ চৰিত', 'প্ৰহ্লাদ চৰিত', 'ৰাম বনবাস' আদি যাত্ৰা-নাট লিখে। এই আটাইকেইখন যাত্ৰা-নাট দক্ষিণহাটীৰ ভকতবৃন্দৰ দ্বাৰা বৰপেটা সত্ৰৰ দৌলোৎসৱত বৰ সফলতাৰে অভিনীত হৈছিল। দাদাই এই যাত্ৰা-নাটত ধ্ৰুৱ আৰু প্ৰহ্লাদৰ ভাও লৈছিল। দাদাক চন্দ্ৰ খুড়াই নিজে কথাবিলাক শিকাইছিল। খুড়াৰ ঘৰ আছিল আমাৰ ঘৰৰ লগালগি। এই যাত্ৰা-নাটবোৰৰ তালিম হৈছিল গধূলিৰ পৰা ৺চন্দ্ৰ খুড়াৰ চ'ৰা-ঘৰত। গতিকে, দাদাৰ অভিনয় শিক্ষাত সুবিধা হৈছিল। এইবোৰ তালিমত আমি অৰ্থাৎ মই, জীনদাদা, হৰিদাদা (আমাৰ ভাগীৰ ভাই) আৰু খগেশ্বৰ (চন্দ্ৰ খুড়াৰ পুলপায়লি) ৺চন্দ্ৰখুড়াই দাদাক কথাবোৰ শিকোৱাৰ সময়ত দাদাৰ সগে সগে আছিলোঁ। দৌলোৎসৱত যাত্ৰা-অভিনয়ৰ প্ৰথমতে পাঁচ-ছয় হেজাৰ বহিৰাগত তীৰ্থযাত্ৰী আৰু বৰপেটাৰ দৰ্শকেৰে সত্ৰৰ নোহোৱাকৈ ভৰি যোৱা কীৰ্ত্তন-ঘৰৰ পৰিসৰত

দৌল-চোতালখনত দক্ষিণহাটীৰ বিখ্যাত গায়ন-বায়ন দলৰ তাল-খোলৰ গিৰ্জনিৰ মাজত, 'মহলা লোৱা' কেইজনমানে ফলা বাঁহত 'এৰী সূতা' মেৰিয়াই মেৰিয়াই 'খাই তেল'ত জুবুৰিয়াই আঢ়ে হাতমান 'দীঘল মহলা'বিলাক জ্বলাই খোল-তালৰ ছেৱে ছেৱে নাচি নাচি সচকিত ঔৎসুক্যেৰে অপেক্ষা কৰি থকা যাত্ৰা দৰ্শনাকাঙ্ক্ষী উপস্থিত বিৰাট জনতাৰ মাজত যি হৰ্ষ-ধ্বনিৰ ঢৌ তুলিছিল সেইবোৰ কথা এতিয়াও মোৰ মনত আছে। গায়ন-বায়নৰ এঘণ্টামান ধৰি এই তাল-খোলৰ অভিনয়ক বৰপেটাত 'ধেমালি' বোলে। ধেমালিৰ অন্তত এজন খোল আৰু এজন তালধাৰীৰ সৈতে হাতত চোঁৱৰ লৈ নিখুঁত বগা পাগুৰি আৰু চোলা-চাপকন পিন্ধি সূত্ৰধাৰী ওলাই পৰম বিষ্ণু আৰু উপস্থিত নৰনাৰায়ণক বন্দনা কৰি মঙ্গলাচৰণ গায়। তাৰ পাছত যাত্ৰাৰ বিষয়বস্তু ব্যাখ্যা কৰি তাল-খোলৰ বাদ্যৰ লগত ঘোষা পদ গায়। তাৰ পাছতহে আচল যাত্ৰাভিনয় আৰম্ভ হয়।

এই 'ধেমালি' খেলা গায়ন-বায়নসকলৰ প্ৰধান আছিল ৺ভিখোৰু বায়ন, ৺কমলেশ্বৰ বায়ন, ৺হৰিচৰণ বায়ন, ৺গোবিন্দ বায়ন, আৰু পালি আছিল ৺সোণেশ্বৰ, ৺পৰমানন্দ, ৺বুটা, ৺প্ৰাণকৃষ্ণ আদি। সূত্ৰধাৰ আছিল ৺পদ্ম সূত্ৰধাৰ। এই আটাইকেইজন আছিল দক্ষিণহাটীৰ আৰু চানাৰাম বুঢ়া হাকিমৰ ওচৰত ঘোষা-গীত-পদৰ সুৰ-সঞ্চয় আৰু খোল-বাদ্য শিকা, অতি পাকৈত শিল্পী বা গীত-বাদ্য কলা-বিশাৰদ। উক্ত গায়ন-বায়ন-কেইজনৰ মুখ-ভৰি-হাত আৰু খোল-তালৰ চাপৰ আৰু বিনন্দীয়া ভঙ্গী উপস্থিত বিৰাট জনসঙ্ঘই বিস্ময়ান্বিত দৃষ্টিৰে চাই আছিল।

সূত্ৰধাৰীয়ে হাতত চোঁৱৰ লৈ হাত-ভৰিৰ নানা ভঙ্গীৰে নাচি-বাগি মঙ্গলাচৰণ গোৱাৰ পাছত কিছু সময় বিৰাম থাকে। সেই বিৰাম সময়খিনিত বালক-কৃষ্ণৰ ৰূপত দাদাই দৰ্শকসকলক দেখা দি এটি কৃষ্ণ-নৃত্য নাচি আনন্দ দান কৰিছিল।

দাদাৰ অভিনয় গীত-মাত আদিৰ প্ৰতি ৰাপ থাকিলেও মাথোন সেইবিলাকতেই আসক্ত হৈ পৰি, আন প্ৰয়োজনীয় কথালৈ পিঠি দিয়া স্বভাৱ নাছিল। অভিনয়ৰ প্ৰতি যে দাদাৰ ৰাপ আছিল তাৰ প্ৰমাণ পোৱা যায় এই কথাত যে দাদা তিনি-চুকীয়াৰ চেনাইৰাম হাইস্কুলৰ প্ৰধান শিক্ষক হৈ থকাৰ কালত তিনিচুকীয়াৰ প্ৰৌঢ় অভিনেতানকলে মঞ্চস্থ কৰা কোনো এখন নাটকত কোনো এটি স্ত্ৰী-চৰিত্ৰ ভাটি বয়সতো অভিনয় কৰিছিল। সেই অভিনয়ৰ কথা সেই সময়ৰ বাতৰি কাকতত প্ৰকাশ হৈছিল বুলি পঢ়া মনত আছে। কিন্তু কি নাটকত আছিল বা দাদাই অভিনয় কৰা চৰিত্ৰটি কি আছিল পাহৰিছোঁ।

দাদাৰ কৰ্তব্যবোধ কিমান প্ৰখৰ আছিল সেই বিষয়ে মাত্ৰ দুটা ঘটনাৰ কথা উল্লেখ কৰিলেই যথেষ্ট। দাদা তেতিয়া তেজপুৰৰ এখন স্কুলত এচিষ্টেণ্ট মাষ্টৰ হৈ আছিল। তেজপুৰৰ পৰা ছয়-সাত মাইল দূৰত মামাৰ ঘৰত আমাৰ আই সেই সময়ত আছিল। যি সময়ৰ কথা কৈছোঁ, তেতিয়া তেজপুৰৰ পৰা বেচেৰীয়া সত্ৰলৈ যাব লগা হলে এখন আঢ়ৈ-তিনি মাইলমান দীঘল জাৰণি-কাঠনি অতিক্ৰম কৰি যাব লগা হৈছিল। জঙ্গলৰ মাজেৰে এটা সৰু বাট, বাটৰ দুয়োকাষে অটব্য হাবি। সেই অৰণ্যত বাঘ-ভালুক আছিল।

দাদাই দিনৰ বেলাতে মামাৰ ঘৰলৈ গৈছিল! অসুখৰ খবৰ লবলৈ। গৈ দেখিলে অসুখৰ চা-চিকিৎসা হোৱা নাই। "বাৰু মই ঔষধ লৈ আহিম" বুলি দাদা তেতিয়াই তেজপুৰলৈ উভতি আহিল। আহি তেজপুৰ পাওঁতে পাওঁতে ৰাতি হ'ল। বেচেৰীয়া সত্ৰৰ সকলোৱে ৰাতি হৈ গ'ল দেখি ভাবি ললে—"ৰাতি হ'ল যেতিয়া ক'ত আহিব!" কিন্তু সকলোকে আচৰিত কৰি দাদা সিদিনাই ৰাতি এঘাৰ-বাৰ বজাত ঔষধ লৈ আকৌ গৈ সত্ৰ ওলাল। গধূলি হোৱাৰ পাছত বাটত পোৱা সেই জঙ্গল পাৰ হৈ কোনোৱেই অহা-যোৱা নকৰে। কিন্তু বেমাৰীক ঔষধ নি দিয়াৰ কঠোৰ দায়িত্ব সুঁৱৰি দাদাই ভয়-ভীত পাহৰি গ'ল। দাদা ঔষধ লৈ গৈ পোৱাত আই ওলাই আহিল আৰু থুই থুই বুলি দাদাৰ গা-মূৰ পিহি দি বাটৰ দোষা-দোষখিনি কটালে। দাদাই ঔষধ আনি দিম বুলি কৈছিল আৰু মুঠেই পলম নকৰি আনিও দিছিল। এইটো কম কৰ্তব্যপৰায়ণতাৰ চিন নহয়!

সেই ৰাতিয়েই দাদা উভতি তেজপুৰলৈ আহিব খুজিছিল পিছদিনা স্কুল আছে বুলি। কিন্তু মামা-আইহঁতে আহিব নিদিলে। পুৱাতে দাদা তাৰপৰা আহিল আৰু সময়মতে আহি স্কুল কৰিলে। এই ঘটনাটোৰ বিষয়ে মই পূজনীয়া আইৰ পৰা শুনিছিলোঁ।

একেদৰে দাদাৰ সৰুকালৰ এটি ঘটনাৰ পৰাও দাদাৰ কৰ্তব্যনিষ্ঠাৰ বিষয়ে জনা যায়। বৰপেটাত ডাক্তৰ দাদাৰ তাত থাকি মোৰ দাদাই পঢ়ি থকাৰ সময়ত ডাক্তৰ দাদাহঁতৰ বজালীৰ খাটৰ পৰা নাৱেৰে ধান অহাত এবাৰ ডাক্তৰ দাদাই সেই ধান নাৱৰ পৰা ঘৰলৈ আনিবৰ কাৰণে দাদাৰ ওপৰত ভাৰ দিছিল। এদিন নাও অহাত দাদাই ৰাতিপুৱাতে নাৱৰ পৰা ধান আনিবলৈ গ'ল। বন্দোবস্ত আছিল যে দাদাই তদাৰক কৰিব আৰু কামলা মানুহে ভাৰ লৈ ধানবিলাক ঘৰলৈ আনিব। তেতিয়া জাৰৰ দিন। নাওখন আছিল ফুটা। গতিকে নাৱত অলপ অপলকৈ পানী সোমাইছিল। দাদা লৰালৰিকৈ কামত লাগি গ'ল। ধান নমোৱাত গা-লাগি দিবলৈ ধৰিলে। ধানৰ খেৰ, ধূলা আদি দাদাৰ নাকে-মুখে লাগি একাকাৰ হ'ল। কামলা মানুহ-বিলাকে দাদাক দূৰলৈ আঁতৰি থাকিবলৈ কলে। কিন্তু দাদাই উত্তৰ দিলে, "তহঁত কাম কৰা মানুহ হে, তহঁতে কি বুজিবি? মোৰ ওপৰত এই কামৰ ভাৰ। লৰালৰিকৈ ধানবোৰ ননমালে তিতি গৈ নষ্ট হ'ব দেখোন।" দাদা সেই যে পুৱাতে গৈছিল, নোখোৱা-নোবোৱাকৈ গধূলিলৈকে নাৱৰ পৰা ধান উলিওৱা কাম কৰি থাকিল। গধূলি ডাক্তৰ দাদা কামৰ পৰা ঘৰলৈ উভতি আহি দাদাক নেদেখি যেতিয়া সুধিলে—"সি অহা নাইনেকি?"—আৰু ঘৰৰ মানুহে যেতিয়া কলে "নাই অহা" বুলি—তেতিয়া ডাক্তৰ দাদা নিজে নাও থকা ঠাইলৈ গ'ল খবৰ লবলৈ। তেওঁ গৈ দেখিলে যে দাদাই নাৱৰ পৰা সকলোখিনি ধান উলিয়াই নমাই শেষ কৰিছে; কিন্তু ভাগৰতে নৈৰ পাৰৰ মাটিত ধাঁহৰ ওপৰত শুই আছে। ধানৰ খেৰ ঘুগুলা আদি গায়ে-মূৰে লাগি ৰ'দত বহি, ৰোকা-পানীত লুতুৰি-পুতুৰি হৈ দাদাৰ চেহেৰাটো কিম্ভূত-কিমাকাৰ হৈছে। সৰু ল'ৰা, দিনৰ দিনটো অকণমান শৰীৰটোৰে নাৱৰ পৰা

ধান উলিওৱা কামত লাগি আছে। আটাইবোৰ ধান উলিওৱা শেষ নোহোৱা পৰ্যন্ত বিশ্ৰাম লোৱা নাই। ধান উলিওৱা শেষ কৰি অলপ জিৰাওঁ বুলি বাগৰ মাৰোঁতেই টোপনি আহি গ'ল, যেনেকৈ আছিল তেনেকৈয়ে। ডাক্তৰ দাদাই দেখি বেজাৰ পালে আৰু দাদাক নিজে তুলি ঘৰলৈ লৈ গ'ল।

বৰপেটাৰ পৰা মেট্ৰিক পাছ কৰি বৃত্তি পাই দাদাই গুৱাহাটীত আই-এ পঢ়িলে। আই-এ পাছ কৰি বৃত্তি লৈ বি-এ পঢ়িবলৈ কোচবিহাৰলৈ গ'ল। কিন্তু বি-এ-ত দাদাই ফেল কৰিলে। তেতিয়া গুৱাহাটীলৈ আহি তেওঁ সোণাৰাম স্কুলত মাষ্টৰ সোমাল কিছুদিনৰ কাৰণে। ব্ৰজদাদা তেতিয়া ওভাৰচিয়াৰ, তেজপুৰত। ব্ৰজদাদা তেজপুৰৰ হাইস্কুলত শিক্ষকৰ পদ খালি হোৱাত খবৰ দি দাদাক তালৈ নিয়ালে। স্কুলখন তেতিয়া নতুন আছিল। দাদাই গৈ যৰ ভাল পালে আৰু স্কুলখনৰ কেনেকৈ উন্নতি হয় সেই কামত দেহেকেহে লাগি গ'ল।

তেজপুৰত কিছুকাল শিক্ষকতা কৰাৰ পাছত দাদা চাৰ-ইন্সপেক্টৰো হৈছিল। ধুবুৰী চাব-ডিভিজনত তেওঁ বহুদিন আছিল। কোকৰাঝাৰ আদিৰফালে থকা বৰপেটীয়া বেপাৰীবিলাকে দাদাক বৰ আদৰ-সন্মান কৰিছিল। দাদায়ো তেওঁলোকৰ খবৰ ৰাখিছিল।

দাদা যেতিয়া ছাত্ৰ আছিল, কোচবিহাৰত পঢ়িছিল, তেতিয়াই তেওঁ বিয়া কৰাইছিল। গোৱালপাৰা জিলাৰ আগমনীৰ চন্দ্ৰকান্ত বৰুৱা (কাউনাথ বৰুৱা) আমাৰ দীনদাদাৰ শহুৰেক আছিল। তেওঁৰে দ্বিতীয়া কন্যা, দীনদাদাৰ প্ৰথমা পত্নীৰ ভনীয়েক অৰ্থাৎ খুলশালীয়েক সুৰবালা দেৱীৰ সৈতে দাদাৰ বিয়া হয়। কিন্তু দাদা চাব-ইন্সপেক্টৰৰ চাকৰিত থাকোঁতেই বৌ লোকান্তৰিতা হয়। পত্নী-বিয়োগৰ পিছত দাদাই আৰু বিয়া নকৰাওঁ বুলি কৈ আছিল। কিন্তু ব্ৰজদাদাই ধৰকৈ কলে, আৰু ৰায়বাহাদুৰ ৰজনী চৌধুৰীয়ে (সৰভোগৰ) ধৰকৈ ধৰিলে কাৰণে এবাৰ নোৱাৰি দাদা দ্বিতীয় বিবাহৰ বাবে সন্মত হ'ল। ৰায়বাহাদুৰ ৰজনী চৌধুৰীৰ ককায়েক ভুবন চৌধুৰীৰ কন্যা শ্ৰীহৈমৱতী দেৱীৰ সৈতে দাদাৰ বিয়া হ'ল।

বিয়াৰ পিছত চাকৰিত ঘূৰি ফুৰাটো অসু-বিধাজনক হোৱাত তেতিয়া স্কুল ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামীক কৈ-মেলি দাদা শদিয়াৰ চৰকাৰী মাইনৰ স্কুলৰ হেড্‌মাষ্টৰ হৈ শদিয়ালৈ যায়। শদিয়াতো দাদা বৰ সৰ্বৰহী আছিল। শিক্ষকতাতে দাদাৰ প্ৰকৃত ৰাপ আছিল। শদিয়াতো তেওঁ স্কুলখনক লৈয়ে ব্যস্ত আছিল। গভিকে শদিয়াতো ল'ৰাই ঠিকমতে পঢ়িছেনে নাই, এনেকি ঘৰে ঘৰে গৈও তেওঁ তাৰ তদাৰক কৰিছিল।

শদিয়া তেতিয়া সামৰিক শাসনত আছিল। শদিয়াৰ থিয়েটাৰ ঘৰত চৰকাৰী বিষয়াসকলৰ ক্লাব ঘৰ আছিল। তাৰ সভ্যসকলেও দাদাক বৰ সম্ভ্ৰম কৰিছিল। দাদা গৈ উপস্থিত হলেই তেওঁলোকে বহাৰ পৰা উঠি থিয় হৈ সন্মান প্ৰদৰ্শন কৰিছিল। দাদাই নিজৰ স্বভাৱগত সভ্যতা, সৰলতা, স্পষ্টবাদিতা আৰু গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্বৰ দ্বাৰা সেই সময়ৰ শদিয়াৰ পলিটিকেল অফিচাৰ

কালাগান চাহাবকো মুগ্ধ কৰিছিল। কালাগান চাহাবে দাদাক তাত মোকৰ্দ্দমা বিচাৰৰ ভাৰো দিছিল। শদিয়াত থাকোঁতে দাদাই মূৰত পাগুৰি মাৰিছিল, আৰু চাহাবৰ সমুখতো কেতিয়াও তাক মূৰৰ পৰা নুগুচাইছিল।

এবাৰ এগৰাকী বৰপেটাৰ ফালৰ ( বাৰাদিৰ ) মানুহ ( তেওঁৰ নামটো নকওঁ ) এখন ৬০_ ( ষাঠি ) টকাৰ চেক জাল কৰি ধৰা পৰিল। কালাগান চাহাবে নিয়মমতে 'মিলিটাৰী' কোৰ্টত বিচাৰ কৰিব লাগিছিল ; নকৰিলে। বিচাৰ কৰাৰ ভাৰ দাদাক দিলে অনুসন্ধান কৰি সত্যাসত্য নিৰ্ণয় কৰাৰ কাৰণে। দোষী মানুহজনে আহি দাদাৰ ভৰিয়ে-হাতে ধৰিলে। কলে, দাদাই চাহাবৰ আগত মানুহজন দাদাৰ ভায়েক বুলি কব লাগে—তেহে যদি মানুহজন ৰক্ষা পৰে। মানুহজনে আগতেই কালাগানৰ আগত 'দাদাৰ ভায়েক' বুলি নিজৰ পৰিচয় দিছিল।

দাদাই কিন্তু অন্যায়ো নকৰে, মিছাও নকয়। মানুহজনক দাদাই কলে, "মই কালাগানক আচল কথাটো কম। কম যে চেকখন জাল কৰিছে। আৰু কম যে তই শাস্তি পাব লাগে। লগতে কম যে যদি তোৰ জেল হয়—চাৰিজন পোষ্য নিৰাশ্ৰয় হ'ব। এই অৱস্থাত তোক যদি খালাচ দিয়ে দিব ; নহলে জেল হ'ব। মানুহজনে বৰকৈ কান্দিলে। দাদাই চাহাবক সেই মতেই কলে। কালাগান চাহাবে দাদাৰ কথা শুনি আশ্ৰিত-কেইজনৰ ভৱিষ্যতৰ কথা ভাবি মানুহজনক খালাচ দিলে। দাদা এনে সত্যাশ্ৰয়ী আছিল। তেওঁ বেছি নামাতে, কোনো অৱস্থাতে, কিন্তু অন্যায় আৰু অসত্য নকয়।

শদিয়াত থাকোঁতেই দাদাই প্ৰাইভেটে বি-এ পাছ কৰে। বি-এ পাছ কৰাৰ পিছত দাদা গুৱাহাটীলৈ সহকাৰী হেড্ মাষ্টৰ হৈ আহে। ইয়াৰ আগতেই দাদাই শদিয়াৰ পৰা গুৱাহাটীলৈ আহিব বিচাৰিছিল। কিন্তু শৰৎচন্দ্ৰ গোস্বামীয়ে বি-এ পাছ কৰি আহিব কলে। বি-এ পাছ নকৰিলে 'এছিষ্টেণ্ট মাষ্টাৰ' হৈ আহিব লাগিব, কিন্তু দাদা শদিয়াত হেডমাষ্টৰ হৈ আছে এম. ই. স্কুলত। বি-এ পাছ কৰিলে হাইস্কুলত সহকাৰী হেড মাষ্টৰ ৰূপে আনিব পৰা যাব।

শৰৎচন্দ্ৰ গোস্বামীয়ে দাদাক গুৱাহাটীলৈ বদলি কৰি অনাত স্কুলৰ শিক্ষকসকলৰ কোনো কোনোজন অলপ ক্ষুণ্ণ হ'ল, কাৰণ দাদাই নিজৰ স্বাভাৱিক নিষ্ঠাৰ বশৱৰ্ত্তী হৈ সহকাৰী শিক্ষক দুই-এজনৰ কৰ্তব্যৰ ত্ৰুটি আঙুলিয়াই দেখুৱাই শিক্ষকসকলে ল'ৰাক ভালকৈ শিকাইছে নে নাই, বহী আদি ভালকৈ পৰীক্ষা কৰিছে নে নাই আদি বিষয়-বিলাকলৈ লক্ষ্য ৰাখিব ধৰিলে। তাতে বিৰক্তি পাই কেইজনমান সহকাৰী শিক্ষকে দাদাকনো কেনেকৈ গুৱাহাটীৰ পৰা বদলি কৰাব পাৰি তাৰ যত্নত লাগিল। তেতিয়া শিক্ষা বিভাগৰ 'ডাইৰেক্টৰ' আছিল স্মল চাহাব। শিক্ষকসকলে তেওঁলৈ দাদাৰ বিৰুদ্ধে এখন বেনামী চিঠি পঠালে। চিঠিখন খবৰৰ কাকতৰ ছপা আখৰ কাটি কাটি আঠা লগাই এটা এটাকৈ শব্দ সজাই তৈয়াৰ কৰা হৈছিল। চিঠিত লিখিছিল—"গিৰীশ ৰায়-চৌধুৰী, অম্বিকা ৰায়চৌধুৰীৰ ককায়েক। অম্বিকা ৰায়চৌধুৰীৰ লগত একেলগে থাকে। গতিকে তেওঁক গুৱাহাটীৰ পৰা বদলি কৰিব লাগে।" স্মল চাহাবে চিঠিখন হেড্ মাষ্টৰ হেম সেনলৈ

পঠিয়াই দি মন্তব্য বিচাৰিলে। হেম সেন নিজে আমাৰ ঘৰলৈ আহিল আৰু চিঠিখন দাদাক দেখুৱালে। দাদাই কলে, "নবীন বৰদলৈৰ ককায়েক প্ৰবোধ বৰদলৈ হাকিম—তাততো একো হোৱা নাই।" হেম সেনে স্মল চাহাবলৈ সেইদৰেই লিখিলে। স্বাধীন জাতিৰ বংশধৰসকলে স্বাধীন সৎ-সাহসৰ সন্মান জানিছিল। স্মল চাহাবে দাদাৰ কোনো অন্যায় নকৰিলে।

* * *

দাদা শদিয়ালৈ যোৱাৰ পিছত মই প্ৰেছ আনোঁ। মই কৰা কাম আৰু মোৰ অমানুষিক খাটনি দেখি দাদাই আইক কৈছিল, "বাপ্‌ৰে বাপ্‌! মই তাৰ দৰে কাম কৰ্‌বা ন'ৰু।" দাদাই, মই সকলো পা-পইচা ৰাজহুৱা কামত খৰচ কৰা বাবে ঘৰৰ কাৰণে নভবা বাবেহে বেজাৰ কৰিছিল। দেশৰ কামত লাগি থকাত বেয়া নাপাইছিল। মোক দেশৰ কামত একে লেথাৰিয়ে লাগি থকা দেখি এবাৰ দাদাই তিনিচুকীয়াত থাকোঁতে লিখিছিল, "অম্বিকা, তুমি মোতকৈ বহুত ওপৰত।" মই বৰ লাজ পাই লিখিলোঁ, "দাদা, মই আপোনাৰ ভৰিৰ তলতহে থাকিব খোজোঁ।"

দাদা আৰু মোৰ ভিতৰত কেতিয়াও কোনো দিনেই আমি বেলেগ বেলেগ, এনে মনোভাৱে ঠাই পোৱা নাছিল। দাদা শদিয়াত থাকোঁতে মোৰ দায়িত্ব লঘু হ'ক বুলিয়েই আইক শদিয়ালৈ লৈ যাওঁ বুলি বৰপেটাৰ পৰা লৈ আহিছিল। মই কিন্তু আইক যাব নিদিলোঁ; দুখে-কষ্টই গুৱাহাটীত মোৰ লগতে ৰাখিলোঁ।

দাদা শদিয়াত থাকোঁতেই মোৰ 'অৰুণা প্ৰেছ' পুৰি ভস্ম হয়। তেতিয়া মই জেলত। দাদাই তেতিয়া ছুটী লৈ আহি গুৱাহাটীত প্ৰেছটো আকৌ নতুনকৈ পাতে আৰু আগৰ মেনেজাৰ শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীৰ তত্ত্বাৱধানত এৰি থৈ যায়।

মোৰ প্ৰতি দাদাৰ মৰম কিমান গভীৰ আছিল সেই কথা মই কৈ শেষ কৰিব নোৱাৰোঁ। মই যেতিয়া জেলত নিৰ্জন ফাটেকত আছিলোঁ তেতিয়া দাদাই মোক চাবলৈ গৈছিল। নিৰ্জন ফাটেকৰ বন্দীক বাহিৰৰ মানুহৰ সৈতে মিলিব দিয়াৰ নিয়ম নাই। বাহিৰৰ মানুহে কিন্তু ইচ্ছা কৰিলে তেনে বন্দীক নিৰ্জন ঠেক কোঠাটোৰ চালত উঠি খাদ্যাখাদ্য সৰবৰাহ কৰা সৰু ফুটা এটাৰে জুমি চাব পাৰে, কিন্তু কোনো কথা পাতিব নোৱাৰে। দাদাই গৈ মোক তেনেকৈয়ে চাই আহিছিল। মোৰ কষ্ট দেখি দাদাৰ গালেৰে গিৰ্‌গিৰাই চকুলো সৰি পৰিছিল।

দাদাই যদিও দুবাৰ বিয়া কৰাইছিল তথাপি তেওঁৰ যে সংসাৰৰ প্ৰতি বৰ বেছি আসক্তি আছিল তেনে নহয়। কিন্তু আমাৰ আগৰ দুৰৱস্থাৰ কথা ভাবি, ময়ো সাংসাৰিক বিষয়ৰ প্ৰতি অমনোযোগী দেখি মাজে মাজে দুখ কৰিছিল। কৈছিল, "ছা-ছলিৰ কথা ভাব্‌বা লাগে, অলপ ঘৰ-মাটি ক'ৰ্‌বা লাগে।" বিশেষকৈ মই লীজৰ মাটিত ঘৰ বান্ধি ইঠাইৰ পৰা সিঠাইলৈ উঠি গৈ নাস্তানাবুদ হৈ ফুৰা দেখি দাদাই তেনেকৈ কৈছিল।

দাদাই বিহাবাৰীত (গুৱাহাটীত) এটুকুৰা মাটি কিনাইছিল। দাম ৩০০ টকা আছিল। দাদাই ২৫০ টকা দিলে। বাকী পঞ্চাশ টকা মই দিলোঁ। মাটি মোৰ নামত কিনিলোঁ। সেই মাটি

পিছত 'গুৱাহাটী বেঙ্ক'ৰ পৰা মই লোৱা ধাৰ পৰিশোধ কৰিব নোৱৰাত বেঙ্কৰ হাতলৈ গ'ল আৰু বেঙ্কে মই লোৱা ধাৰৰ টকাতকৈও বেছি দামত সেই মাটি আনত বেচিলে।

কাচকাটা অঞ্চলত মই দুশ টকাৰে দাদাৰ নামত কেইবিঘামান খেতিৰ মাটি কিনিছিলোঁ। সেই মাটিৰ বাবে দাদাই মোক 'আমমোক্তাৰনামা' লিখি দিছিল। সেই মাটি মই বৰপেটীয়া পাৰাৰ পৰা উঠি অহাৰ সময়ত চাৰিশ টকাত বেচি টকাখিনি নতুনকৈ ঘৰ সজাত লগাওঁ।

বৰপেটাত আমাৰ ঘৰৰ সামান্য সৰু মাটিভেটি এটুকুৰা আছে। সম্ভৱ ইং ১৯৪১-৪২ চনত দাদাই মোক তিনিচুকীয়াৰ পৰা লিখিছিল যে মই বৰপেটালৈকেই যাব লাগে আৰু নামজাৰিৰ সময়ত মাটিৰ পট্টাত মোৰ নামটোও সুমাই লব লাগে। মই মান্তি নহলোঁ। দাদাৰ নাম থাকিলেই হ'ব বুলি সমিধান দিলোঁ।

ঘৰ-মাটি, টকা-পইচা আদিৰ বিষয় লৈ দাদা আৰু মোৰ মাজত কোনোকালেই একো বিভিন্নভাৱ সৃষ্টি হোৱা নাছিল। বিহাবাৰীৰ মাটি বন্ধকত থোৱা নাইবা বেচাৰ বিষয়ত দাদাই কোনোদিনেই মোক একো হুকাবধা কৰা নাছিল; কাৰণ দাদাই মোৰ স্বভাৱ জানিছিল। মই যে অনাহকত একো নকৰোঁ সেইটো তেওঁ বুজিছিল।

দাদাই চাকৰি লৈ শদিয়ালৈ যোৱাৰ আগতে বৰপেটাৰ ঘৰটো ভালকৈ বান্ধিবলৈ কিছু টিনপাত কিনিছিল। এনেতে শদিয়ালৈ যাব লগা হোৱাত টিনপাতখিনি ডাঃ দাদাইতৰ ঘৰত থৈ গৈছিল। মই সেই টিনপাতখিনি বেচি হৰমোহন চৌধুৰী দাদাৰ চিকিৎসা কৰাইছিলোঁ। দাদাই তাৰ বাবে মোক খং কৰা নাছিল। বৰং মানবীয় সেৱাৰ কাম কৰিছো বুলি আনন্দৰ ভাৱহে প্ৰকাশ কৰিছিল।

গুৱাহাটীত কিছুকাল চাকৰি কৰি দাদা পিছত বৰপেটাৰ হাইস্কুললৈ যায় আৰু তাতেই অৱসৰো গ্ৰহণ কৰে। কিন্তু দাদাই শিক্ষকতাৰ পৰা অব্যাহতি নললে। বৰপেটাৰ পৰা তেওঁ তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলৰ প্ৰধান শিক্ষক হৈ তিনিচুকীয়ালৈ গ'ল। মৃত্যুৰ কিছুদিন আগে আগেহে তেওঁ তাৰ পৰা বিদায় লয়। দাদাই যেতিয়া য'তেই শিক্ষকতা কৰিছিল ত'তেই ছাত্ৰ-ছাত্ৰীসকলক নিজ সন্তানৰ দৰে মৰম-চেনেহ কৰিছিল, সিহঁতৰ মঙ্গলামঙ্গল ভাল-বেয়াৰ খা-খবৰ ৰাখিছিল। শ্ৰীপ্ৰেমধৰ ৰাজখোৱাৰ পৰা শুনিছিলোঁ যে তিনিচুকীয়াত দাদাই কোনো দুখীয়া ছাত্ৰৰ বসন্ত ৰোগ হোৱাত তাক চাব-চিন্তিবৰ মানুহ নথকাত ৰাতি নিজে গৈ টোপনি খতি কৰি বেমাৰীৰ পৰিচৰ্যা কৰিছিল, ঔষধ আনি দিছিল। দাদাৰ এনে মহৎ গুণৰ বাবে আজিও প্ৰাক্তন ছাত্ৰ আৰু দুই-চাৰিজন অন্তৰঙ্গ বন্ধু, যিসকলে যথাৰ্থতে দাদাক চিনি পাইছিল, বুজিছিল, সেইসকলে শ্ৰদ্ধাৰে দাদাক স্মৰণ কৰে।

বৰপেটাত হেড্‌মাষ্টৰ হৈ থকাৰ কালত দাদাই তাত বহুতো সমাজ-সংস্কাৰমূলক কামত আত্ম-নিয়োগ কৰে। বৰপেটাৰ সমাজত মানুহৰ মাজত দৈনন্দিন কথা-বাৰ্তাত অশ্লীল কথা উচ্চাৰণ কৰাটো এটা ৰীতিৰ দৰে আছিল। আলিয়ে-পদূলিয়ে ল'ৰা-তিৰোতা নিৰ্বিশেষে অশিক্ষিত আৰু অৰ্দ্ধ-

শিক্ষিত লোকসকলে অশ্লীল গালি-গালাজ কৰা নাইবা দ্বন্দ্ব কাজিয়া কৰাটোত কোনোৱে একো সঙ্কোচ অনুভৱ কৰা নাছিল। দাদাই বৰপেটাৰ সমাজ-জীৱনৰ পৰা সেই দোষ আঁতৰোৱাৰ বাবে 'অশ্লীলতা বৰ্জন' বুলি এটা আন্দোলন চলায়। তাৰ ফলত বাটে বাটে দাদাক দেখিলেই ল'ৰা-ছোৱালীবিলাকে ভয় খোৱা হ'ল। ক্ৰমে ক্ৰমে ডেকা-বুঢ়াকে অশ্লীল কথা উচ্চাৰণ কৰাটোত বাধা জানি অৱশেষত সকলো সংযত হৈ আছিল।

মাঘ বিহুৰ সময়ত বৰপেটাত 'মেজি' কাটি আনি 'চৌকা পুৰা'টো এটা বৰ উৎসাহজনক কথা। কিন্তু কাল-প্ৰভাৱত দৌৰাত্ম্যই ঠাই লৈ মানুহৰ অন্যায় সাধন কৰিও মানুহৰ ঘৰৰ পৰা মূল্যৱান কাঠ, খুঁটা, খাটি, চকী, খাল, ঢেঁকী আদি পুৰি ছাই কৰাটো আৰম্ভ হৈছিল। দাদাই তেনে কুকাৰ্যৰ প্ৰতিৰোধ লবলৈ ঠিক কৰিলে। বৰপেটাৰ সমাজত উদণ্ড নাম পোৱা ল'ৰা কিছুমানক গোটাই আনি কুকাৰ্য প্ৰতিৰোধৰ দায়িত্ব সিহঁতৰ হাতত গটাই দি দাদাই বৰ বিচক্ষণতাৰে উক্ত অসৎ কাৰ্যৰ ওৰ পেলালে। কাৰণ, দাদাই যিবিলাক ল'ৰাই অন্যায়জনক উৎপাত কৰাত সাধাৰণতে আগভাগ লৈছিল সেইবিলাক ল'ৰাৰ কান্ধতে দায়িত্ব পেলাই দিয়াত উৎপাত আদি আপোনা-আপুনি তল পৰিল। মথুৰা হিতৈষী নামে এজন অলপ উদণ্ড ল'ৰা আছিল। আনে তাক বেয়া ল'ৰা বুলি গণনা কৰিছিল। কিন্তু দাদাই তাক মৰম কৰি এনে ব্যৱহাৰ কৰিলে যাৰ ফলত সি দাদাক দেৱতাৰ দৰে দেখা হ'ল। সিয়েই দাদাৰ অতি অনুগত হৈ সহায় কৰিবলৈ ধৰিলে। মথুৰা হিতৈষীয়ে দাদাক বৰ শ্ৰদ্ধা কৰিছিল।

ইয়াৰ পিছত দাদাই বৰপেটাত চিগাৰেট বৰ্জন আন্দোলন চলাইছিল। ৰবিবাৰে স্কুলীয়া ছাত্ৰবিলাকক লৈ বৰপেটাৰ পৰা ৰাস্তাবাদি, হাউলি আদি ঠাইলৈ বিৰাট বিৰাট শোভাযাত্ৰা কৰাই এই আন্দোলন চলাইছিল। দাদাৰ এই আন্দোলনত বিড়ি-চিগাৰেটৰ এজেণ্টবিলাকে বৰ বেয়া পাইছিল। কিন্তু দাদাকতো একো কৰিব নোৱাৰে! গতিকে বয়সীয়া লোকক বাদ দি সেইসকলে কমবয়সীয়া লক সক ল'ৰাৰ মাজত দোল আদিৰ সমাগমত, খেল-ধেমালিত বিনা পইচাৰ বিড়ি-চিগাৰেট বিলাই দি বিড়ি-চিগাৰেট খোৱা অভ্যাসটো বিয়পাই দিবলৈ যত্ন কৰিছিল। আনকি কেতিয়াবা কোনোবাই মাখালে বা বিড়ি-চিগাৰেট বেয়া বুলি কলে কাজিয়া কৰিছিল আৰু ল'ৰাবোৰক মাৰ-ধৰো কৰিছিল। কিন্তু দাদাক সিহঁতে (এজেণ্টবিলাকে) বৰ ভয় কৰিছিল আৰু দেখিলেই পলাইছিল।

দাদাই দুঃস্থজনৰ আলপৈচান, সেৱা-শুশ্ৰূষা কৰিছিল। সামাজিক কাম বৰপেটাতেই যদিও বেছিকৈ কৰিছিল তথাপি বৰপেটাত থকাৰ আগতেও অন্যান্য ঠাইত চাকৰি কৰাৰ সময়তো দুই-এটা সামাজিক কামত যে হাত দিয়া নাছিল, তেনে নহয়। তেজপুৰত থাকোঁতে তেওঁ প্ৰথম অসমীয়া কুটিৰ-শিল্পৰ প্ৰদৰ্শনী পাতিছিল। তাত অসমীয়া কমাৰ, কুমাৰ, কঁহাৰ—সকলোৰে হাতৰ কাম দেখুৱা হৈছিল। সকলো মানুহৰ সহযোগত প্ৰদৰ্শনীখন সফল হৈ উঠিছিল।

দাদা বৰ দেশ-প্ৰেমিক আছিল। চৰকাৰী চাকৰিয়াল আছিল যদিও দাদা মহাত্মা গান্ধীৰ

প্ৰকৃত শিষ্য আছিল। শদিয়াত থাকোঁতেও তেওঁ খদ্দৰৰ কাপোৰেই পিন্ধিছিল, ঘৰতে সূতা কাটিছিল আৰু মহাত্মা গান্ধীৰ 'ইয়ং-ইণ্ডিয়া', 'মডাৰ্ণ ৰিভিউ' আদি সদায় পঢ়িছিল। কাকত-আলোচনী ৰাখিছিল আৰু পঢ়িছিল। কোনোবা মানুহে এই বিষয়ে কালাগান চাহাবৰ দৃষ্টি আকৰ্ষণ কৰিছিল; কাৰণ চাহাবে দাদাক সেই-বিষয়ে সুধিলে। দাদাই কলে, "সূতা কটাটো ৰাজদ্ৰোহ নহয়। হয় যদি তুমি ভাবি চোৱা, সূতা কটাটো অৰ্থনৈতিক কাৰণত।" 'ইয়ং ইণ্ডিয়া' বা 'মডাৰ্ণ ৰিভিউ' ৰখা আৰু পঢ়াৰ বিষয়ত কলে, "মই পলিটিক্সত নাই; কিন্তু মোৰ মনক খোৰাক লাগে।" কথা শুনি কালাগান চাহাব মনে মনে থাকিল। দাদা স্পষ্টবাদী, সাহসী আৰু সত্যবাদী আছিল। সেই যুগত চৰকাৰী বিষয়া বা দাদাৰ লগৰ শিক্ষকক যদি সোধে, "ৰায়চৌধুৰীয়ে ৰখা 'ইয়ং ইণ্ডিয়া' বা 'মডাৰ্ণ ৰিভিউ' তোমালোকেও পঢ়ানে?' তেনেহলে তেওঁলোকে ভীষণ ভয় খাইছিল আৰু কৈছিল, "নাই, নপঢ়ো!"

দাদাই লুক-ঢাক নোহোৱাকৈ সেই কাকত আৰু আলোচনী দুখন পঢ়া বাবে সকলোৱে বৰ আচৰিত হৈছিল।

মৰণৰ শেষ কাল পৰ্যন্ত দাদাই এটা অনাড়ম্বৰ সৰল জীৱন যাপন কৰিছিল। নিজৰ কাপোৰ-কানি নিজে সদায় ধুই লৈছিল। নিজৰ প্ৰয়োজনীয় দৈনন্দিন কামবিলাক আনক কৰিব নিদিছিল। খাদ্য আদিৰ ক্ষেত্ৰতো তেওঁ নিৰামিষভোজী আছিল। মাছ-মাংস নাখাইছিল; ফল-মূল, ৰুটি, গাখীৰ আদিহে খাইছিল। সম্ভৱ ইও দাদাৰ ওপৰত মহাত্মা গান্ধীৰ আদৰ্শৰেই প্ৰভাৱ আছিল।

মোৰ দাদা এজন সুনিপুণ সাহিত্যিক আছিল। বৰ বেছি তেওঁ লিখা নাছিল। কিন্তু যি দুই-চাৰিটা চিন্তা-মধুৰ চুটি চুটি প্ৰবন্ধ ৰচনা কৰিছিল তাতেই তেওঁৰ গভীৰ চিন্তাশীল মনটোৰ পৰিচয় পোৱা গৈছিল।. বৰপেটাৰ শ্ৰীমনোৰঞ্জন দাসে সম্পাদনা কৰা 'অহিংসাৰ পথত' নামে সৰু আলোচনীখনত দাদাই লিখা প্ৰবন্ধ প্ৰকাশিত হৈছিল। ইয়াত বাদেও দাদাই মহাদেৱ দেশায়ে লিখা মহাত্মা গান্ধীৰ জীৱনীখন হিন্দীৰ পৰা সৰল সুন্দৰ অসমীয়ালৈ অনুবাদ কৰিছিল; কিন্তু মূল্য নুবুজা লোকৰ হাতত পৰি তাৰ পাণ্ডুলিপিখন হেৰায়। এই পুথিখন দাদাই ছপাব খুজিছিল। দাদা পৰলোক হোৱাৰ পিছত ময়ে ছপাম বুলি ঠিক কৰিছিলোঁ। কিতাপখন হেৰোৱা কথাটোৱে মোক কিমান দুখ দিছে অন্তই বুজিব।

দাদাই লিখাতকৈও পঢ়ি আৰু চিন্তা কৰি বেছি ভাল পাইছিল। তেওঁ অধ্যয়নশীল আছিল আৰু ইংৰাজীৰ বাহিৰেও হিন্দী, উৰ্দু, সংস্কৃত আৰু ফাৰ্চী ভাষা জানিছিল। গুৱাহাটীত থাকোঁতে ৺হৰমোহন দাসক ইংৰাজী গ্ৰামাৰ আদি পাঠ্য-পুথিবিলাক যুগুত কৰাৰ সময়ত ভালেখিনি দিহা-পৰামৰ্শ দিছিল। লোহিত নায়ক আদিয়ে কিবা ৰাজহুৱা বিষয় লৈ 'মেম'ৰেণ্ডাম' আদি দিব লগা হলে দাদাৰ লগত আলোচনা কৰি ইংৰাজীত লিখাই লৈ কাম কৰিছিল। দাদাৰ ইংৰাজী ভাষাত ভাল দখল আছিল।

দাদাৰ অন্যান্য চৰিত্ৰগত গুণৰাজিৰ ভিতৰত অপৰিসীম সহগুণটো আছিল এটা অতি মহৎ

গুণ। এই সহ্য-গুণ দাদাৰ শাৰীৰিক আৰু মানসিক দুয়োফালৰ পৰাই আছিল। মানসিক সহ্য-গুণৰ দ্বাৰা দাদাই সাংসাৰিক বাস্তৱ জীৱনৰ কঠোৰতা-বিলাক মূৰ পাতি লৈছিল নিৰ্বিকাৰভাৱে। তেওঁৰ শাৰীৰিক সহ্য-গুণৰ চিনাকি আমি পাইছিলোঁ তেওঁৰ 'কাৰ্বঙ্কল' অপাৰেচনৰ সময়ত। দুবাৰ দাদাৰ এই অপাৰেচন হৈছিল। অপাৰেচনৰ সময়ত দাদাই হেনো চাৰ্জনক এনাষ্টেচিয়া প্ৰয়োগ কৰিবলৈ নিদি এনেয়েই কাটিবলৈ গা পাতি দিছিল। তেওঁ কৈছিল যে শাৰীৰিক কষ্টৰ সময়ত মনটোক শৰীৰত আবদ্ধ নাৰাখি আন চিন্তাত নিবদ্ধ ৰাখিব লাগে; তেতিয়া হেনো শৰীৰৰ কষ্ট অনুভৱেই নহয়। কথাটো হয়তো সঁচা; কিন্তু সাধনা নহলে মানুহে তেনে কৰিব নোৱাৰে। দাদাই তেনে সাধনা কৰিছিল। দাদা আচলতে এজন যোগী আছিল। কাৰ্বঙ্কল অপাৰেচনে কেইবা ঘণ্টাও সময় লয়। ডাক্তৰে ঘাডোখৰ কুকি কুকি অপাৰেচন কৰাৰ সময়তো দাদাই কোনো উঃ আঃ এনেকি মুখৰ বিকৃতি পৰ্যন্ত নোহোৱাকৈ পিঠি পাতি থকা কথাই ডাক্তৰক অতি আচৰিত কৰিছিল।

দাদাৰ বহু কথা মাজে মাজে মনত পৰি থাকে। আজি, মোৰ এই জীৱনৰ-গধূলি উটি-ভাহি ফুৰা জীৱনটোক অলপ সুস্থিৰ অৱস্থালৈ আনিবলৈ মই সক্ষম হৈছোঁ। পৰম কৰুণাময় ভগৱানৰ কৃপাত কোনো অজ্ঞান দৈৱবলৰ প্ৰভাৱত এটুকুৰা মোৰ ঘৰ মাটিত মই আশ্ৰয় লব পাৰিছোঁ। আজি যদি মোৰ দাদা আৰু মোৰ আই জীয়াই থাকিলেহেঁতেন তেওঁলোকে মনত কিমান সুখ-সান্ত্বনা পালেহেঁতেন! কিন্তু ঈশ্বৰৰ ইচ্ছা সেইটো নহয়। আই গ'ল কেতিয়াবাই— মই পাণবজাৰত থাকোঁতেই; দাদাই মোক এৰি থৈ গ'ল ইং ১৯৪৮ চনতে। পক্ষাঘাত আক্ৰান্ত হৈ ডিব্ৰুগড়ত কিছুদিন চিকিৎসাধীন হৈ থাকি অলপ ভাল পোৱাত ভতিজাহঁতে দাদাক গুৱাহাটীলৈ অনালে। দাদাক আনো বুলি মই ষ্টেচনলৈ গাড়ী লৈ গৈছিলোঁ। যদিও দাদাক মোৰ ঘৰলৈ অনা নহ'ল। ভতিজাহঁতে আন ব্যৱস্থা কৰিছিল। তাৰ পাছত দাদাক আমাৰ বৰ জোঁৱাই শ্ৰীকেশৱনাৰায়ণ দত্তৰ তালৈ (ছিলঙলৈ) নিয়া হ'ল আৰু তাতেই দাদাই কিছুদিনৰ মূৰতে শেষ নিশ্বাস পেলালে।

দাদাক আনিবলৈ যাওঁতে গুৱাহাটী ৰেল-ষ্টেচনতেই যি দাদাৰ সৈতে মোৰ শেষ দেখা হ'ল। তাৰ পাছত আৰু নেদেখিলোঁ।

## 'তুমি'ৰ উৎস

### ১২

সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ স্মৃতিগ্ৰন্থত প্ৰকাশ কৰিবলৈকে অভ্যৰ্থনা সমিতিৰ সভাপতি কৃতবিদ্য সাহিত্যিক-সমালোচক অধ্যক্ষ শ্ৰীত্ৰৈলোক্য-নাথ গোস্বামীয়ে মোৰ 'তুমি' কাব্যৰ প্ৰেৰণা কি —বিষয়ক প্ৰবন্ধ এটা লিখিবলৈ মোক অনুৰোধ কৰিছে বুলি নকওঁ, আহ্বান কৰিছে। আজি দুবছৰ ধৰি প্ৰবল শিৰঃপীড়াৰ আক্ৰমণত প্ৰায় নিশ্চল নিষ্ক্ৰিয় অৱস্থাত শয্যাশায়ী হৈ পৰি থাকিও সেই আহ্বান গ্ৰহণ কৰিছোঁ, কাৰণ আহ্বান গ্ৰহণ নকৰাটো মোৰ স্বভাৱ-বিৰুদ্ধ। সকলো প্ৰকাৰৰ

আহ্বানকেই সংগ্ৰামী আহ্বান বুলি কেৱ পাতি মই থিয় হওঁ। কাৰণ, মোৰ জীৱনটোৱেই সংগ্ৰামমুখী। মোৰ 'তুমি' কাব্যৰ ক্ষেত্ৰতো প্ৰজ্ঞসকলে মোৰ এই সংগ্ৰামশীলতা দেখা পাব। কিন্তু, এই বিষয়টোতকৈ —"স্বাধীনতাৰ পাছতো কোনো প্ৰকাৰৰ বহিৰ্শোষণ আৰু ঔপনিবেশিক আক্ৰমণত নপৰাকৈ ভাৰতৰ নিবিড় অঙ্গ অসমৰ লোকসংঘই নিজস্ব পৈতৃক ভেটিত তাৰ আৰ্থিক, সাংস্কৃতিক, ভাষিক, ৰাজনৈতিক অধিকাৰেৰে শক্তিমন্ত হৈ বৰ্তি থাকি ভাৰতৰ পূৰ্বাঞ্চলৰ নিৰাপত্তা ৰক্ষাৰ কঠোৰ কৰ্তব্য আৰু দায়িত্ব পালন কৰি তাত শাশ্বত গৌৰৱ অক্ষুণ্ণ ৰখা বিষয়ত সি কিমান পৰিমাণে অগ্ৰগামী নাইবা পশ্চাৎপদ হৈ চলিছে?"—এনে এটা বিষয়ৰ আহ্বান আহিলে মই ভাল পালোঁহেঁতেন। কাৰণ, এই বিষয়টো লৈয়েই মোৰ সংগ্ৰামী জীৱনৰ যোৱা অৰ্দ্ধশতাব্দী ধৰি দাৰ্শনিক, বৈজ্ঞানিক, সাহিত্যিক, কাৰ্য্যিক আদি নানা যুক্তি-আলোচনাৰে মই সক্ৰিয়ভাৱে চিন্তা কৰি আৰু কাম কৰি চলি আহিছোঁ। আজি ৮১ বছৰীয়া বুঢ়া বয়সলৈকে অচল দেহাটো লৈও এই সংগ্ৰামশীল স্বভাৱটোৰ পৰা মই নিষ্কৃতি লাভ কৰিব পৰা নাই। গতিকে, অতীতৰ কথা নকওঁ, মোৰ জীৱনব্যাপী চিন্তা আৰু কৰ্ম-প্ৰৱাহত অসম দেশ (কামৰূপ) আৰু তাৰ খিলঞ্জীয়া লোকসংঘৰ বৰ্তমান আৰু ভৱিষ্যৎ ফুটি উঠা প্ৰতিচ্ছবি বৰ্ণাবলৈ মই ভাল পালোঁহেঁতেন। অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী আমাৰ এজন সাৰ্থক সাহিত্য-কাব্য সমালোচক। হয়তো তেওঁৰ কাব্য-সাহিত্য সমালোচনাৰ ক্ষেত্ৰত কিবা সুবিধা হ'ব বুলিয়েই আন বিষয় বাদ দি 'তুমি' কাব্যৰ প্ৰেৰণা কি?—বুলি প্ৰশ্ন কৰি মোক আহ্বান জনাইছে। যি নহওক, যি বিষয়ত আহ্বান আহিছে তাকেই গ্ৰহণ কৰি অতি চমুকৈ উত্তৰটো দিবলৈ প্ৰস্তুত হলোঁ।

মই মোৰ জীৱনত কোনো সময়তেই কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ কোনো চিন্তা আৰু কাম কৰা নাই। সাহিত্যিক, সামাজিক, ৰাজনৈতিক, ৰাজহুৱা, কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ চলাটো অৰ্থাৎ ৰাজহুৱা জীৱনৰ ভিতৰত এটা আৰু বাহিৰত আন এটা বুলি চলিবলৈ মই ভাল নাপাওঁ। লোকৰঞ্জনকাৰিতা বা জনপ্ৰিয়তা অৰ্জন কৰালৈ দৃষ্টি ৰাখি অৰ্থাৎ কোনোবাই মোক ভাল বোলক নাইবা মৰম কৰক বা ঘৃণা কৰক বুলি ভাবি চিন্তা আৰু কৰ্ম-প্ৰৱাহত চলা ধাতু মোৰ নহয়। মনত যেতিয়া যি ভাবৰ উদয় হয় আৰু আত্মপ্ৰকাশৰ বাবে যিহে উকমুক লগায় তাকেই তেতিয়া, ভাবাৰ কোনো বন্ধনলৈকে ভ্ৰূক্ষেপ নকৰি, নিখুঁতকৈ ৰূপ দিবলৈকে যত্ন কৰোঁ—জনপ্ৰিয়তা বা অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি। সেইবাবেই হয়তো, মোৰ চিন্তাধাৰা আৰু কৰ্ম-প্ৰৱাহৰ প্ৰতি সমৰ্থন আৰু শ্ৰদ্ধা ৰাখিও মোৰ সান্নিধ্য পৰিবৰ্জন কৰা মোৰ বন্ধুৰ সংখ্যা অলেখ, আৰু সেইবাবে হয়তো, এনে বন্ধুবৰ্গৰ হাততেই মই জীৱনত সংখ্যাতীতভাৱে নিৰ্যাতিত হৈছোঁ, আৰু মোৰ দেশ-গঠনৰ আৰু জাতি-গঠনৰ সপোনবিলাক আৰু যত্নৰাশিও, মোৰ চিন্তা আৰু কাৰ্যাৱলী সমৰ্থন আৰু শ্ৰদ্ধা কৰা এনেবিলাক বন্ধুৰ দূৰদৰ্শিতাহীন নিষ্ঠুৰ আঘাততেই ভাঙি চুৰমাৰ হৈ আজি অসম আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যত, সমাধান বিচাৰি নোপোৱা জটিলতম পৰিণামৰ সৈতে প্ৰচণ্ডতম বা-মাৰলিৰ পাকত পৰিল। জাউৰিয়ে জাউৰিয়ে

অসময় ওপৰত বিপদ-ধুমুহা পৰি থকা এই ঘোৰ সঙ্কটময় পৰিস্থিতিত তাৰ কৰাৰ পক্ষে শক্তিশালী ৰাজহুৱা মাত এবাৰ লিৰলৈকে কোনো ৰাজহুৱা অনুষ্ঠান এটা নোহোৱা হ'ল। সত্যপ্ৰিয় কোনো লোকেই ন্যায়তঃ এই কথা অস্বীকাৰ কৰিব নোৱাৰে। কিন্তু হলেও, মোৰ চিন্তা আৰু কৰ্ম-প্ৰৱাহ সেই একে সুৰে, একে গতিৰে, একে দৰেই অব্যাহতভাৱে আজিলৈকে চলি আছে। বাৰ্দ্ধক্যৰ অচল অৱস্থাত পৰি দুৰ্বল হৈ পৰিলেও উক্ত বদ্ধৰ্বৰ কোনো মাত্ৰাতেই তাত কোনো প্ৰকাৰৰ বিকৃতি আনিব পৰা নাই। মোৰ 'তুমি' কাব্যৰ প্ৰেৰণাৰ অন্তৰতো এই প্ৰিয়তা-অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি আচল কথাটোকে ক'ম।

নীলা মালৰ দেখা নাই—কিন্তু নীলা আকাশখন দিন-ৰাতি চকুৰ আগত লৈ আছোঁ। এই দুয়োখন আঁচলৰ মাজত নিজোজ্জ্বল জেউতিৰে পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখচন্দ্ৰিমাৰ, টিপ, হাঁহিটোৰ বিজুলী চমকটোৰৰ এপাৰ হাঁহি হোৱা মোৰ বাঁও হাতৰ কনিষ্ঠাঙুলিটোৰ ফালে চাই চাই মোৰ চিন্তা আৰু কৰ্মধাৰাৰে আজিলৈকে মোক প্ৰেৰণা দিয়েই আছে। এই জ্যোতি নিষ্প্ৰভ হোৱা নাই; একেদৰেই আলোক বিকীৰণ কৰি আছে।

মই ইংৰাজী ১৯০০ চনৰ পৰা গৌৰীপুৰ, শিৱসাগৰ আদি ঠাইত দুই-এবছৰৰ বাবে হাইস্কুলত পঢ়ি বাধ্যতাত পৰি পঢ়া এৰি পুনৰ গুৱাহাটীলৈ আহি হাইস্কুলত নাম লগাওঁ। তেতিয়া ইং ১৯০৩-৪ চন।

'তেওঁ' তেওঁৰ আপোন পৰা মুখখনিকে এবাৰ বছৰীয়া কিশোৰী। মই কিশোৰৰ চেতনা চেৰাই গৈ যুৱকত্বত সোমোৱা নাইবা সোমাওঁ সোমাওঁ হোৱা ১৭ বছৰীয়া অৰ্দ্ধ-ডেকা বা ডেকা। তেওঁ বঙালী, মই অসমীয়া। মই পঢ়োঁ। তেতিয়া পাণবজাৰৰ জুবিলী গাৰ্ডেনৰ পূব আলিটোত থকা সোণাৰাম হাইস্কুলত; তেওঁ পঢ়ে গুৱাহাটী সদৰ হস্পিটালটোৰ পাছত সামৰি লোৱা পশ্চিম ফালৰ মাটিত থকা ছোৱালী এম. ই. স্কুলত। দুয়োখন স্কুল ওচৰা-উচৰি। স্কুললৈ যোৱা-অহা বাটো দুয়োৰে প্ৰায় একেটাই। তেওঁ বায় স্কুললৈ লগৰীয়া ছাত্ৰী একাকৰ লৈতে তেওঁৰ অকল-কন্যা মুখখনিৰ দুয়োকাষে পহৰা দি আগুৰি ৰখা; খোলে পতি লাস্ত তোলা নিটোল নিতম্বখনিৰ চেৰাই কলাকুঞ্চলৈকে বৈ পৰা নিবিড় মেলা চুলিকোচাত পশ্চিমাকাশত বহাগী-ষষ্ঠীৰ ভুৰুকবোৰ মুকলি হৈ, উঠি অহা ঘনকৃষ্ণ মেঘলানিৰ লহৰ তুলি। মই যাওঁ সেই বাটেৰেই, কেতিয়াবা তেওঁৰ পিছে পিছে আৰু কেতিয়াবা তেওঁৰ আগ হৈ, বিভ্ৰান্ত-ব্যায়ামশালাত শৰীৰ-চৰ্চাত পুষ্ট হোৱা মোৰ স্বাস্থ্য-সম্পদৰ প্ৰতি তেওঁৰ মনোযোগ আকৰ্ষণ কৰাৰ মানসেৰে বলিষ্ঠ কেয়ামতী কায়দাৰে খোজ পেলাই পেলাই। তেওঁ মোৰফালে চায়—মই তেওঁৰ ফালে চাওঁ।

তেওঁলোকৰ বাহিৰৰ চ'ৰাঘৰত সঙ্গীত-চৰ্চাৰ ধুম আছিল। তবলা, হাৰমোনিয়ম, চেতাৰ; বেহেলা আদি বাদ্যযন্ত্ৰেৰে ভৰা। তেওঁৰ পিতাকে নিতৌ সন্ধিয়া সাতটামান বজাৰ পৰা ৰাতি এঘাৰ-বাৰ বজালৈকে তেওঁৰ সঙ্গীসকলৰে লৈ তাত গীতবাদ্যৰ আনন্দ উপভোগ কৰিছিল। তেওঁৰ সৰু খুড়াকৰ এজন একে স্কুলতে মোৰ সহপাঠী আছিল। মোৰ দৰে তেওঁ গাৰ বজাৰ

জানিছিল। এ গধূলি সাত বজাত পিতাৰেকৰ মজলিছ সমাপ্ত হোঁতেই, তেওঁৰ খুড়ায়েক আৰু মই মুকলি পৰা আহিয়েই তাত গীত-বাদ্য চলাইছিলোঁ। হাৰমোনিয়ামৰে মই গীত গাবলৈ আৰম্ভ কৰিলেই তেওঁ কপালৰ আঁৰিকৈ আহি কাষতে থকা বেঞ্চিখনত বহি আনন্দাপ্লুত দৃষ্টিৰে মোৰফালে চাই গীত শুনি থাকে। তেৱোঁ কিছু কিছু গীত গাব জানিছিল। এদিনাখন খুড়ায়েকৰ অনাকাঙ্ক্ষত তলৰ কথাখিনি গীতৰ সুৰেৰে গাই তেওঁক মই শুনাওঁ:

আমি গাই গান
তুমি একদৃষ্টে চেয়ে থাক
আমার প্রাণ করে আনচান—

তেওঁ লাজতে ৰঙাৰ ওপৰত ৰঙা হৈ হাঁহিৰ নীৰৱ খলক তুলি মোৰ আগৰ পৰা লৰি গুচি গৈ ঘৰত সোমায়। আজিও মোৰ কণ্ঠত উক্ত কথা কেইষাৰ সেই চাবেক সুৰেৰেই গীত হৈ আপোনা-আপুনি গুণ-গুণকৈ ওলাই আহে, আৰু আলোকময়ী তেৱোঁ সেই আগৰ চেহেৰেৰেই সেই বেঞ্চিখনত আহি বহি আনন্দাপ্লুত চকুযুৰিৰে মোৰ মুখৰ ফালে চাই থাকে। এদিন মই গীত গাই থাকোঁতে খুড়ায়েক কিবা কাৰণত ভিতৰলৈ যোৱাৰ সুযোগ বুজি হঠাৎ আহি তেওঁ মোৰ চোলাৰ মোনাত কিবা এটা ভৰাই দি বিজুলী গতিৰে গুচি গ'ল। মই পাছত চোলাৰ মোনাৰ পৰা উলিয়াই চাওঁ যে সেইটো এটা সৰু কপৰ টেমা। এনেতে খুড়ায়েকে ভিতৰৰ পৰা অহাত মই ততাতৈয়াকৈ টেমাটো পুনৰ মোৰ চোলাৰ মোনাত সুমুৱাই থলোঁ। মই গীত গাই গুচি আহি বাহিৰত মোনাৰ পৰা টেমাটো উলিয়াই খুলি চাই দেখোঁ যে তাত অতি সুগন্ধি সৰু সৰু কেইডোখৰমান কিবা মছলা আৰু এডোখৰ ভাঁজ কৰা কাকত। কাকতডোখৰ ভাঁজ মেলি চাওঁ। তাত লিখা আছিল —"তুমি সুন্দর গান গাও। তোমার গলাটা খুব মিষ্টি। আমাকেও গান শিকাও না!" ইয়াৰ কেইদিনমান পাছতেই বঙ্গ-ভঙ্গ স্বদেশী আন্দোলনৰ ঢৌ আহি পৰিল গুৱাহাটীত। মই তাত আত্মাহু দি লাগি গলোঁ। মোৰ গীত আহি পৰিল আন্দোলনৰ স্বদেশী প্ৰচাৰত। তেওঁক নিতৌ গৈ গীত শুনোৱা আগ্ৰহটোত কিছু যতি পৰিল। স্বদেশী আন্দোলনৰ লগতে গঠন কৰা 'অসম-সেৱাসংঘ' আদি এনাৰ্কিষ্ট দল সংগঠনত মই সমানে লিপ্ত থাকিবলগীয়া হোৱাত এই যতিটো আৰু কিছু দহল হৈ পৰিল। তথাপি পাঁচ-ছয় দিনৰ মূৰে মূৰে সুবিধাৰ সুৰুঙা উলিয়াই লৈ তেওঁক গীত শুনাওঁগৈ। তেওঁ আহি আগৰ দৰেই সেই একে ঠাইতে বহি মোৰ গীত শুনে। কিন্তু সেই আনন্দাপ্লুত উজ্জ্বল ৰেখা মুখখনত ফুটি উঠে—যেন কুণ্ণতাৰ আৱৰণে তাক ম্লান কৰি ৰাখিছে। মইয়ো মনত আঘাত পাওঁ আৰু দল সংগঠন আৰু সেৱা-সংঘৰ কামৰ আকৰ্ষণত কুণ্ণতা লৈ গুচি আহোঁ।

এইদৰে কেইদিনমান যতি পেলাই এদিনাখন মই গীত গাবলৈ যাওঁতে তেওঁ বিজুলী চমকেৰে আহি মোৰ হাতত কাকত এটুকুৰা দিয়েই বিজুলী গতিৰে গুচি গৈ ঘৰৰ ভিতৰ সোমাল। কাকত পঢ়ি চাই মই হতভম্ব হৈ পৰিলোঁ। বাহিৰত অন্তৰেৰে আকাশ-পাতাল জল-ওপৰ কৰা চিন্তাৰ বোকোচা বুকুত লৈ গুচি আহিলোঁ।

পীড়িত মনেৰে নিদিনা গোটেইটো দিন ধৰি চিন্তা কৰিলোঁ। সিদ্ধান্ত লোৱাত পালোঁ—তেওঁকো এৰিব নোৱাৰোঁ, মোৰ দেশ স্বাধীন কৰা সেৱা-

কাৰ্যকো এৰিব নোৱাৰোঁ। কিন্তু, দুয়োটা একে-লগে ঠিক ৰখা যায় কেনেকৈ? বিবুদ্ধিত পৰি আত্মহত্যাৰ কথাকে ভাবিলোঁ। কিন্তু পিছ মুহূৰ্ততে এনে ঘৃণনীয় কাপুৰুষতাৰ ভাব এৰি দিলোঁ, ততালিকে স্থিৰ কৰিলোঁ, মোৰ দেশক স্বাধীন কৰা সেৱা-সংগঠনকো ৰাখিম, আৰু তেওঁকো মোৰ লগে লগে ৰাখিম মোৰ কাৰ্যত প্ৰেৰণা দি থাকিবলৈকে। কিন্তু কেনেকৈ, কি উপায়েৰে? ব্যক্তি-প্ৰেমতকৈ দেশপ্ৰেম মহীয়ান। দেশৰ আৰু জাতিৰ পৰাধীনতাৰ ব্যক্তীয় সকলো ৰূপ, সকলো সৌন্দৰ্য সকলো সম্পদমান নিষ্প্ৰভ, ম্লান।

পিছদিনা পুৱাতেই ধাৰাল দা এখনেৰে মোৰ বাঁওহাতৰ কেঞা আঙুলিটোৰ এপাৰ কাটি, তেওঁ সেই সুগন্ধি মছলাৰ সৈতে মোৰ গীত তেওঁ ভাল পায় বুলি লিখা কাকতখন ভৰাই মোক উপহাৰ দিয়া ৰূপৰ টেমাটোতে কটা আঙুলিডোখৰ আৰু তেজখিনি ভৰাই সেই তেজেৰেই এখন কাকতত অসমীয়াৰে এনেভাৱেৰে লিখি তেওঁক উপহাৰ দি আহিলোঁ—"তুমি মোৰ গীত শুনিবলৈ ভাল পোৱা, মইও তোমাক গীত শুনাবলৈ ভাল পাওঁ। মোৰ গীতে তোমাক আকৰ্ষণ কৰিছে, মোকো তোমাৰ ৰূপে আকৰ্ষণ কৰিছে। তোমাকো মই এৰিব নোৱাৰো, দেশসেৱাৰ মোৰ কৰ্মপন্থাও মই এৰিব নোৱাৰোঁ। তোমাক মহিমাময়ী ৰূপ-বাণী কৰি তুলিবলৈকেই মোৰ দেশক স্বাধীন কৰা এই সেৱাব্ৰত। এই কথা নিখুঁত সত্য বুলি তুমি বিশ্বাস কৰিবা। তোমাক মই ভালপোৱা মোৰ এই সত্যটোৰ প্ৰতি তোমাৰ বিশ্বাস জন্মাই তোমাক মোৰ জীৱনত নেহেকৰাবলৈকেই তাৰ প্ৰত্যক্ষ চিনস্বৰূপে মই আজি মোৰ বাওঁহাতৰ কেঞা আঙুলিটোৰ এপাৰ কাটি, সেই তেজেৰে লিখা এই কথা কেযাৰ, তুমি মোক উপহাৰ দিয়া ৰূপৰ টেমাটোতে ভৰাই তোমাক উপহাৰ দিলোঁ। তুমি মোৰ দেশসেৱাৰ কামত মোক অনুপ্ৰাণিত কৰি চিৰকাল মোৰ হাতত বন্ধ হৈ থাকি মোৰ লগে লগে থাকিবা।" মই গুচি আহিলোঁ। তেওঁ বহুত কান্দিলে—ফুলালে নোযোৱা হ'ল।

ইয়াৰ এমাহমান পাছতে কলিকতাৰ ধনাঢ্য মৃত জমিদাৰৰ বিধবা পত্নীৰ একমাত্ৰ সন্তানৰ লগত বিবাহ-বন্ধনত পৰিবলৈ তেওঁ কলিকতালৈ যোৱা উজান বজাৰৰ ঘাটৰ জাহাজত উঠিল। ময়ো জাহাজঘাটলৈ গৈ দূৰৰ পৰা বেদনাৰে ভৰা মনেৰে বিদায় দিলোঁ। কিছুদিন পিছত তেওঁৰ চিঠি পালোঁ বিয়া হৈ গ'ল বুলি। দুমাহমান পাছতে, সাগৰত জাহাজ ডুবি বিলাতলৈ পঢ়িবলৈ যোৱা তেওঁৰ স্বামীৰ প্ৰাণহানি হ'ল।

অগাধ ধনসম্পত্তিৰ সৈতে অতুল ৰূপশালিনী ৰূপবাণী নিঃসন্তান হৈ বৈধব্যৰ অগ্নিকুণ্ডত পৰিল। বঙ্গালী কুলীন ব্ৰাহ্মণৰ কন্যা। তিনি মাহমান পাছত একমাত্ৰ পুত্ৰৰ শোকত বুঢ়ী শাহুৱেকৰো মৃত্যু হ'ল। সেই সংসাৰখনত তেওঁ অকলশৰীয়া হ'ল।

তাৰ পাছত তেওঁৰ কি হ'ল সেইটো বিস্ময় আনন্দকৰ কথা হলেও এই প্ৰসঙ্গত সি নিৰৰ্থক আৰু নিষ্প্ৰয়োজন। আৰু মোৰ কি হ'ল? তেওঁৰ স্মৃতিয়ে মোৰ ভাব-জগতত তুলিলে এক অভূতপূৰ্ব আলোড়ন। এফালে এপাৰ নোহোৱা আঙুলি-টোৱে সঘনাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনফালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনক মোৰ অজ্ঞাতসাৰে কোনোবা সাগৰত পেলাইছিল। সেই ভাব সাগৰত উটি-বুৰি লাভ কৰা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।

## প্ৰস্তাৱনা-অঞ্জলি

পৰম আৰাধ্য স্বামীদেৱে তেখেতৰ অ'ত ত'ত সিঁচৰতি হৈ থকা টুকুৰা-টুকুৰি ৰচনাৰ কিছুমান গোটাই জীৱন কালতে বাণী বিদ্যুৎ নামেৰে সঙ্কলনখন উলিয়াব খুজিছিল কিন্তু কাম আধাডুখৰীয়া হৈ থাকিল। তেখেত স্বৰ্গগামী হোৱাৰ আজি এযুগ পাৰ হোৱা সময়তে পুথিখন ৰাইজৰ হাতত নিবেদন কৰিলো।

গুৱাহাটী
কৃষ্ণা ষষ্ঠী তিথি
পুহ মাহ
১৩৮৫ ভাস্কৰাব্দ

ইতি
শ্ৰীকৌশল্যা দেৱী ৰায়চৌধুৰী

# বাণী বিদ্যুৎ

**স্বগতঃ**

১

ঘৰৰ মানুহে নিজৰ ঘৰত, থলুৱা মানুহে নিজৰ থলত, দেশৰ মানুহে নিজৰ দেশত নিৰুপদ্ৰৱ নিৰাপদ আনন্দেৰেই পেটৰ মুঠি খাই-বই নিঘুণী শাৰীৰিক, মানসিক স্বাস্থ্যেৰে পুষ্ট হৈ জী থাকিব খোজাৰ আকাঙ্ক্ষাটো বিশ্ব-মানৱবোধৰ পৰিপন্থী নহয়। বৰং ইয়াৰ দুৰ্বলতাজনিত বিপৰীত ভাৱ-টোৱেহে বহিৰ্শোষণেৰে বিৰাট মানৱীয়তাৰ ভাৱ হৰণ কৰি অন্তৰখনত নিৰ্মম অমানবীয়তাৰ প্ৰভাৱ বৰ্তাই সমূহ মানৱ সমাজক আত্মধ্বংসী দুৰৱস্থালৈ টানি নিবলৈ দিয়ে। চাৰিওফালৰ পৰা আক্ৰমিত, শোষিত, নিষ্পেষিত অসমৰ লোকসংঘই যদি খাই-বই নিৰুপদ্ৰৱ শান্তি আৰু মানৱীয় মৰ্যাদাৰে নিজ দেশত জী থাকিবলৈকে আকাংক্ষা কৰি আন্দোলন বা সংগ্ৰাম কৰে সেইটো আনফালৰ মানৱৰ প্ৰতি শত্ৰুতাচৰণ নহয়, আত্মৰক্ষাৰ ভগৱংদত্ত স্বাভাৱিক ধৰ্ম পালন কৰা ন্যায়সংগত উচিত কাৰ্যহে।

২

প্ৰগতিৰ বাবে বিপ্লৱ লাগে—মানসিক, দৈহিক দুয়োটাই। কিন্তু উশৃংখলতাটো বিপ্লৱক জয়যুক্ত কৰি তোলা পথ নহয়—প্ৰলয়ৰ পথ, ধ্বংসৰ পথ। সুশৃঙ্খল দৃঢ়তাইহে বিপ্লৱ পৰিপক্কৈ পৰিচালনা কৰিব পাৰে। তাৰেইহে বিপ্লৱক সাৰ্থকতা দিব পাৰি। কিন্তু এই শৃংখলাটো নৈতিকতাৰ প্ৰতি অকুণ্ঠন অনুগমনেহে দিয়ে। নৈতিকতাক বাদ দি বা অৱজ্ঞা কৰি বিপ্লৱ তুলিবলৈ গলে, গতি পথটোত উশৃংখলতাৰ বেমেজালিয়ে প্ৰলয় ঢালি দি প্ৰগতিৰ সম্ভাৱনা লোপ কৰে।

৩

অমানৱীয়তাক সমাজৰ পৰা উচ্ছেদ কৰাটোৱেই মানৱীয়তা আৰু সেয়েই মানৱৰ প্ৰকৃত ৰূপ। এইটো নকৰিলে মানৱীয়তাৰ কথা পাগুলিয়াই থাকিলেও মানৱৰ মৰ্যাদা ৰক্ষা কৰিব নোৱাৰি। অৱশ্যে এই কাৰ্যত নিৰ্ভীক শৃংখলিত সাহসিকতাৰ প্ৰয়োজন। কিন্তু এইখিনি নহলে, মানৱীয়তাৰ সেৱক নহৈ মানৱীয়তাৰ সেৱক হৈ উঠা হয়।

৪

যি ছাত্ৰই দেশৰ আৰু জন্মভূমিৰ সাৰ্বভৌমত্ব আৰু জাতীয় স্বাধীনতা ৰক্ষা কৰা দায়িত্ব আৰু কৰ্তব্য পালন কৰা বিষয়ৰ জীৱন উছৰ্গা কৰা নিৰ্ভীকতা, সাহসিকতা আৰু শৌৰ্য-বীৰ্য বীৰত্বেৰে নিজক অংলকৃত কৰি তোলা দুৰ্দমনীয় মানসেৰে শিক্ষা লাভ নকৰে; সেই ছাত্ৰই বিশ্ববিদ্যালয়ৰ গতানুগতিক সৰ্বোচ্চ উপাধি লাভ কৰিলেও তেওঁ দেশৰ আৰু জাতিৰ একো উপকাৰত নাহে। তেওঁ

দেশৰ আৰু জাতিৰ সম্পদ হৈ উঠাৰ পৰিবৰ্তে জোকৰ দৰে সৰ্বগ্ৰাসী শোষক হৈ উঠি নানা দুৰ্নীতিৰে নিজক, সমাজক, দেশক, জাতিক আৰু ধ্বংসহে কৰে। কিন্তু দেশ শাসক যি চৰকাৰে দেশৰ ছাত্ৰসকলক দেশৰ এনে সম্পদ কৰি তোলা শিক্ষা দিয়াৰ ব্যৱস্থা হাতত নলয় বা কৰিব নোৱাৰে সেই চৰকাৰৰো দেশৰ আৰু জাতিৰ শাসন দায়িত্ব লোৱাটো ধৃষ্টতা আৰু অমাৰ্জনীয় অপৰাধ।

৫

আত্মবোধ আৰু আত্মৰক্ষাটো জীৱ মাত্ৰকেৰে বীজ ধৰ্ম। এই বীজ ধৰ্ম য'ত নিৰ্বাক নিশ্চল, অৰ্থাৎ মধ্যাহ্ন মাৰ্গ মাৰ্তণ্ডৰ দৰে উদ্দীপ্ত হৈ জ্বলি নাথাকে, তাত জীৱনৰ এই দুয়োটা মহান বিভূতিৰো ক্ৰম বিলুপ্তি ঘটে। গতিতে তাত মহা-মানৱীয়তা-বোধৰ সুষমাখিনিও লুপ্ত হয়। কিন্তু এই আত্ম-বোধৰ আৰু আত্মৰক্ষাৰ প্ৰাথমিক প্ৰধানতম অস্ত্ৰ বা সম্বলখিনিয়েই হ'ল ঘনীভূত দেশপ্ৰেম আৰু জাতীয় চেতনা। আমাৰ অসমীয়াৰ দেশপ্ৰেম আৰু জাতীয় চেতনা অতি ত্ৰৱল, পনীয়া। যিফালে ভৰ পৰে সেইফালে ঢাল খায়, সেইফালে বাগৰি যায়। স্থিতিৰ একো ৰূপ নাপায়। জীৱনত আৰু চৰিত্ৰত দেশপ্ৰেম আৰু জাতীয় চেতনাৰ এই তাৰল্যৰ বাবেই দেশৰ প্ৰায়বিলাক জাতীয় ক্ষেত্ৰতেই আত্মমৰ্যাদাৰে আত্মৰক্ষাৰ দাবী সাৰ্যস্ত কৰি লোৱা বিষয়ত শোচনীয়ভাৱে অন্যায়েক আৰু পৰাজিত হ'ব পাৰিছো, আৰু সেই-বাবেই দেশখনৰ আৰু জাতিটোৰ বৰ্তমান আৰু ভবিষ্যতেও আজি স্পষ্ট অনিশ্চয়তাত দোদুল্যমান হৈ পৰিছে। এই দেশপ্ৰেম আৰু জাতীয় চেতনাৰ প্ৰাবল্যৰ প্ৰয়োজনটো আন কোনোৰ প্ৰতি বিদ্বেষ পোষণকাৰী নহয়, আনৰ অহৈতুক অন্যায় আক্ৰমণৰ পৰা আত্মৰক্ষা কৰি নিজ ভূমিত মানৱীয় মৰ্যাদা লৈ জী থকাৰ ঈশ্বৰদত্ত স্বাভাৱিক আকাঙ্ক্ষাহে। আমাৰ সাহিত্যসেৱীসকলৰ সাহিত্যৰ সেৱাৰ মুখ্য সাৰ্থকতা হ'ল— দেশবাসীৰ জীৱনত আৰু চৰিত্ৰত এই আত্মবোধ, আত্মৰক্ষা আৰু জাতীয় চেতনাৰ প্ৰচণ্ড হিল্লোল উজ্জীৱিত কৰি তোলাটো। সেইটো নহলে সাহিত্য-সেৱা আৰু সাহিত্য-সেৱীৰ জনগণপ্ৰেমৰ গুৰুত্বপূৰ্ণ অবিনাশী অৰ্থটো শূন্য হৈ পৰে।

৬

সকলোবিলাক সামাজিক বা ৰাষ্ট্ৰিক পৰিবৰ্তন গণ-সংগ্ৰামৰ ভিতৰেদিয়েই দেখা দিয়ে। এই সংগ্ৰামৰ আন নাম যুদ্ধ-বিগ্ৰহ। য'ত সংগ্ৰাম বা যুদ্ধ-বিগ্ৰহৰ আশ্ৰয় নোলোৱাকৈ সামাজিক বা ৰাষ্ট্ৰিক পৰিবৰ্তন বিচৰা হয়, সি তাত দেখা নিদিয়ে। এই সংগ্ৰাম বা যুদ্ধ-বিগ্ৰহ মানসিক বা দৈহিক যি কোনো পটভূমিত হ'ব পাৰে আৰু ইয়াত ধ্বংস বা সৃষ্টি যি কোনো এটা ঘটিব পাৰে। কিন্তু পৰিবৰ্তন আহিবই।

৭

আমাক আমিয়েই ৰক্ষা কৰিব লাগিব আমাৰ নিজৰ দৃঢ়তা, নিৰ্ভীকতা, শক্তি-বীৰ্য-শৌৰ্য-বীৰত্বেৰে। আমাৰ ৰক্ষাৰ ভাৰ আনৰ হাতত সঁপি দিলে, সি কেন্দ্ৰীয় চৰকাৰেই হওক বা আন কোনোবাই হওক, আমি আনৰ অনুগ্ৰহত আত্ম-বিসৰ্জন দিয়া হ'ব। আনৰ সহৃদয়ৰ সহ-

যোগেৰে নিজক ৰক্ষা কৰা আৰু এই দায়িত্ব আনৰ হাতত সঁপি দিয়া একে কথা নহয়। আমি নিজক ৰক্ষা কৰিবলৈকে আনৰ সহৃদয়তাৰ সহযোগ লম। কিন্তু এই বিষয়ত আনৰ ওপৰত হাত কেতিয়াও নিদিব। সেইটো আমাৰ জাতীয় কলংক। এনে হলে আমাৰ পক্ষে মানৱীয় অধিকাৰ নোহোৱা হ'ব। এই কলংকিত পৰিণামৰ হাত সাৰিবলৈকে আমি নিজক ৰক্ষাৰ ভাৰ নিজে হাতত লব লাগিব, আৰু সেই যোগ্যতাও আমি নিজেই অৰ্জন কৰি লব লাগিব। এই যোগ্যতাৰ সম্যক অৰ্জন হয় প্ৰচণ্ড দেশপ্ৰেমিক চৰিত্ৰতহে।

৮

যি কোনো এটা কাম কৰিবলৈকে হাত মেলাৰ আগতেই আৰু যি কোনো এটা কথা কবলৈকে মুখ মেলাৰ আগমুহূৰ্ততেই সুস্থ চেতনা আৰু গভীৰ মনেৰে চিন্তা কৰি চাব লাগিব, মোৰ বা তোমাৰ সেই কাম বা কথাই আন কোনোৰ মনত কিবা কষ্ট দিবনেকি? আন কোনোবাৰ কিবা অপকাৰ কৰিবনেকি? সমাজত কিবা বিভ্ৰাট ঘটাবনেকি? এইটো সুস্থভাবে চিন্তা কৰি কাম কৰিলে বা কথা কলে দুয়োটা সুস্থ আৰু শান্তিদায়ক হয়।

৯

মই যদি আনৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰাৰ কৃতিত্ব লাভ কৰিব পাৰো, তেন্তে তাৰ পৰাই জগতৰ যি কোনো আক্ৰমিত অঞ্চলেই আত্মৰক্ষা কৰিবলৈকে চেতনা পাব, সাহস পাব, প্ৰেৰণা পাব। কাৰণ বাস্তৱ ক্ষেত্ৰত মোৰ দৰে আন দুৰ্বল অঞ্চলবিলাকতো আন কোনো সবল অঞ্চলৰ দ্বাৰা আক্ৰমণৰ পৰা ভয় আছে।

১০

মানুহক, মানৱীয়তাক মনে প্ৰাণে, হৃদয়ে-উপলব্ধিয়ে, জ্ঞানে-কৰ্মে, চিন্তাই-ব্যৱহাৰে আত্মবৎ ভাল পোৱাৰ বাহিৰে আন একো ধৰ্ম নাই। তাতেই ভগবানো সন্তুষ্ট হয়। যদি বৰ্তমান চলি থকা ধৰ্মবিলাক লোপ হৈও মানুহৰ অন্তৰত সাৰ্বভৌম মানৱ প্ৰেমৰ উদয় হয়, মানৱ সমাজৰ পক্ষে সেয়ে মঙ্গলময়ৰ কাম্য মঙ্গলাশীৰ্বাদ।

১১

কঠোৰ কালে বহমান সৃষ্টিৰ সোঁতত অসীমিত তুলিকাৰে বৈচিত্ৰ্যময় চমক সানি অনিৰুদ্ধ পৰিবৰ্তনৰ ক্ষান্তিহীন গতিত চলিয়ে আছে। এই ৰহস্য মূৰ্তমান চেতনাগ্ৰাহী মানুহৰ বাহিৰে আন কোনো জীৱনধাৰী পদাৰ্থই ত্ৰিকাল অৰ্থাৎ অতীত, বৰ্তমান, ভৱিষ্যত পৰিণাম ভেদি উপলব্ধি কৰিব নোৱাৰে। সেই মানুহৰ যদি কালৰ দাবীত নিজক খাপ খুৱাই লৈ আনৰ আক্ৰমণৰ পৰা আত্মৰক্ষাৰ প্ৰশ্নত উদ্যমশীলতাৰে উত্তৰ দিয়াৰ প্ৰস্তুতি দেখা নাযায়, তেন্তে সি থিতাতে নিজক নাই সুই কৰি ভোলাৰ পথত নিঃসন্দেহৰে আগবাঢ়ি গৈছে বুলি স্বতঃসিদ্ধকৈ প্ৰমাণিত হয়।

১২

যি মুহূৰ্তলৈকে আকাশত মেঘমালাৰ ৰং-বিৰঙৰ খেল-ধেমালি চলি থাকিব—জাত সূৰ্য্যৰ জিলিকনি পৰি ৰামধেনুৰ উদয় হৈ থাকিব, বতাহ

বলি থাকিব, আলোক-আন্ধাৰৰ তয়াময়া লুকা-ভাকুৰ বহৰ বই থাকিব, সেই মুহূৰ্তলৈকে মানৱতাৰ পূৰ্ণ বিকাশ সম্বন্ধীয় আলোচনা-অভিব্যঞ্জনা চলিয়েই থাকিব। কাৰণ এইবোৰৰ লালন-পালনতেই মানৱ জীৱনৰ ৰূপ পৰিগ্ৰহ। যি মুহূৰ্তত এইবোৰ অদৃশ্য হ'ব, সেই মুহূৰ্ততেই মানৱীয়তাৰ পৰিপূৰ্ণ ৰূপপ্ৰাপ্তি সম্বন্ধীয় প্ৰশ্নটোৱেও নিটাল মাৰি লটি-ঘটিৰ পৰা নিষ্কৃতি পাব। অৰ্থাৎ এই প্ৰশ্নটো তুলিবলৈকে পৃথিৱীৰ মানৱীয়তাই নিজক বিলুপ্তিত মাৰ নিয়াই, হয়তো সৃষ্টিৰ কোনোবা একোণত নতুন ৰূপৰে প্ৰতিভাত হ'ব।

১৩

শক্তিটো মূলতঃ দুৰ্দান্ত অশান্তি উৎপাদক নহয়। দুষ্প্ৰবৃত্তিৰ সংশ্ৰৱত পৰিহে সি দুৰ্দান্ত আৰু অশান্তি-দায়ক হৈ উঠে। শান্তি বিৰোধী শত্ৰুক জয় কৰিবলৈকে শক্তিতো লাগিবই; কিন্তু এই দানৱ দলনীয় শক্তি লাভ কৰিবলৈ দুষ্প্ৰবৃত্তিক দলন কৰি মনত সুপ্ৰবৃত্তিৰ উন্মেষ ঘটাব লাগিব। তেহে তাৰ সংস্পৰ্শত শত্ৰু সংহাৰকাৰী অদম্য শক্তি লাভ কৰিব পৰা হ'ব। কিন্তু এই নৈতিকতাক আশ্ৰয় নকৰিলে এই সুপ্ৰকৃতি লাভ নহয়।

১৪

দেশৰ মানুহবিলাকৰ ভিতৰত যেতিয়া পাৰস্পৰিক আত্মদ্ৰোহ ঘটে, তেতিয়া তাত ছায়াটো এৰি থৈ দি আত্মা অন্তৰ্দ্ধান হয়। তেতিয়া সেই ছায়াটোতেই অন্ধ হৈ পৰি বিশৃংখলতাৰে মানুহ-বোৰে আত্মহত্যা কৰে। ভাৰতৰ, অসমৰ আজি এয়ে অৱস্থা।

১৫

কোনো এটা সু-উচ্চ আদৰ্শ লৈ সংগঠনত নালাগিলে, সেই সংগঠনে সু-উচ্চ ৰূপ নাপায়।

দুৰ্নীতিৰ পথেৰে কোনো সংগঠন নহয়। তাত সংগঠনৰ চেষ্টা বিফল হয়।

দুৰ্নীতি দুষ্ট নেতৃত্বৰ হাতত সংগঠনৰ ভাৰ পৰিলে, সেই সংগঠন দেশৰ পক্ষে, সমাজৰ পক্ষে, মহা অভিশাপ হৈ উঠে।

দুৰ্নীতিপৰায়ণ লোকৰ একো আদৰ্শ নাই।

১৬

আত্মসাংস্কৃতিক বিষয়ক উদ্যোগত ভিতৰৰ মৌলিক ভিত্তিৰ পৰা প্ৰস্তুত হৈ উঠা আয়োজন নাথাকি আধুনিকতাৰ উপকৰা হাৱাত শিপা বহাব খুজিলে, সি দৈহিক আৰু জাতীয় জীৱনত আনন্দ-কৰ আত্মসংস্কৃতিৰ পৰিবৰ্তে এটা উপকৰা অস্বস্তিকৰ বীভৎস ৰূপ স্থাপন কৰি দৈশিক আৰু জাতীয় প্ৰাণ বিনষ্ট কৰে।

১৭

মিছাটো স্বয়ংসিদ্ধ মিছাই। সেইদৰে সঁচাও স্বয়ংসিদ্ধই সঁচা। কিন্তু দুৰ্নীতি দানৱৰ উপদ্ৰৱত সঁচাতো যেতিয়া মিছাৰ সাঁচ পৰে, তেতিয়া সঁচা-মিছা দুয়োটাৰ পাৰ্থক্য নাইকিয়া হয়।

১৮

বৰ্তমানত অসমীয়া ডেকাদলৰ বিৰাট অংশ এটাক দেশৰ আৰু জাতিৰ চিন্তা-চৰ্চাৰ কথা এৰি, যৌনানন্দৰ কথাকেহে চিন্তা কৰা, আলোচনা কৰা, চৰ্চা কৰা আৰু কবিতা, গল্প, প্ৰবন্ধাদি লিখা দেখা

হৈছে। জাতীয় মৰ্যাদা যেতিয়া শীৰ্ষ স্থানত উপনীত হৈ কোনো দৰৰ বাহিৰা আক্ৰমণৰ পৰা নিশ্চিতকৈ নিৰাপদ হ'ব, তেতিয়াহে হয়তো নিশ্চিন্ত ভাৱবিলাসী আলস্যৱাসকলৰ বাবে এই লিখাবিলাকৰ কিছু আদৰ সম্বৰ্দ্ধনা বৰ্তি থাকি কিছুকালৰ বাবে উপভোগৰ উপাদান হৈ থাকিব। কিন্তু এইসকল ডেকাৰ দেশৰ আৰু জাতিৰ বাস্তৱতাৰ প্ৰতি এনে অৱহেলাৰ বাবেই যেতিয়া দেশখন আৰু জাতিটো ধ্বংস হৈ যাবলৈকে বাগৰি পৰিব, তেতিয়া নিৰপেক্ষ সমালোচকে এই ডেকা লেখকসকলক সংকটৰ সময়ত দেশ আৰু জাতি ৰক্ষাৰ বাবে দেশৰ জনগণক একো উদ্‌গনি-অনু-প্ৰেৰণাৰ দান নিদিয়া বুলি গৰিহণা নিদিবনে? সেইটো আদৰ্শহীন তেজৰ উন্মত্ততাত পৰি এই-সকলে ভবাই নাই।

১৯

দেশৰ আৰু জাতিৰ সন্মানলৈ আওকাণ দি মোৰ বয়সৰ কাৰণেই হওক নাইবা আন কিবা কাৰণেই হওক, মোক যি ব্যক্তিগত সন্মান দেখুৱা হয়, সি মোৰ প্ৰাণত কাঁইটেৰে বিন্ধা যেন আঘাত কৰে। কিন্তু মোৰ ব্যক্তিগত বিবেচনা হানি কৰিও, সন্মান প্ৰদানৰ যি গতি দেশ আৰু জাতিৰ সন্মান ৰক্ষাৰ বাবে ধাৱমান হয়, সি বজ্ৰতকৈ কঠোৰ হলেও মোৰ জীৱনত অমৃত-স্পৰ্শ।

২০

আত্মাটো প্ৰাণৱন্ত জীৱনৰ জ্যোতিৰ্ময় নিৰ্যাস। এই জ্যোতিৰ্ময় নিৰ্যাস যি প্ৰাণীৰ জীৱনত প্ৰতিভাত নহয়, সেই দুৰ্ভাগাই জগতলৈ গ্লানি আনে। তেনে প্ৰাণী মানৱ সমাজত জী থাকিও জীৱিত মৰাশ, যি জীৱনহীন মৰাশতকৈও উৎকট্ গেলা-পচাৰ দুৰ্গন্ধ বিকীৰণ কৰি বিৰাট মানৱ সমাজৰ স্বাস্থ্য-ধ্যান হানি কৰে।

২১

যাৰ এই আত্মা নাই, তাৰ আত্মবোধ, আত্ম-জ্ঞান, আত্ম-চেতনা, আত্ম-মৰ্যাদাও নাই। গতিকে সি আত্মাহীন। এনে আত্মহীনৰ পৰাই যুগে যুগে মানৱ সমাজৰ সৰ্বনাশ সাধিত হৈ আহিছে।

২২

যি কাম আৰু চিন্তাৰ লগত দেশৰ, সমাজৰ, বিৰাট মানৱ জাতিৰ, আৰু আন প্ৰাণীসমূহৰ বিপদ আৰু দুখ-দৈন্যৰ উপলব্ধি আৰু লাঘৱ কৰাৰ আকাঙ্ক্ষা নিবিড়ভাৱে সংশ্লিষ্ট হৈ চলে, সেয়েহে প্ৰকৃত মানৱীয়তাৰ ৰূপ। যি কাম আৰু চিন্তাই এই আকাঙ্ক্ষা বাদ দি স্বাৰ্থ-সৰ্বস্ব হৈ চলে, সেইটো কুকাম আৰু কুচিন্তা। এনে অকাম আৰু অচিন্তাত ৰত হৈ মানুহে তাৰ মানৱীয়তা হানি কৰিব নালাগে। হানি কৰিলে সি অমানৱ হয়।

২৩

মানৱীয়তাৰ সেৱাই মানুহৰ ঘাই ধৰ্ম। কিন্তু এই ধৰ্ম পালনত বাহ্যিক আড়ম্বৰপূৰ্ণ আয়োজনেৰে ঐন্দ্ৰিক প্ৰয়োজন তৃপ্ত কৰা আকাঙ্ক্ষা বঢ়াই লৈ যোৱাটো সেৱা নহয়। সমাজৰ বা ব্যক্তিৰ প্ৰতি কোনো অশান্তি-অমংগল উৎপাদন নকৰাকৈ ন্যায়-নীতি সংগত পথেৰে নিজৰ কায়িক আৰু মানসিক শ্ৰমলব্ধ ফালেৰে আত্মতুষ্টিৰ আনন্দ দি

জীৱনক বিচিত্ৰৰূপে উন্মেষিত কৰাৰ পথত নিঃশংক-তাৰে আগবঢ়াই লৈ যোৱাটোৱে প্ৰকৃত মানৱীয় সেৱাধৰ্ম।

২৪

মানৱীয় মৰ্যাদা জ্ঞানটো আত্মঃ-নিঃসৃত আত্মিক বস্তু। সি মানৱীয়তা লাভৰ চৰম পৰিণতিৰ সহায়ক। কিন্তু সেই জ্ঞানটো যেতিয়া আত্মা এৰি বাহিৰলৈ ওলাই আহি—বাহিৰৰ ৰং-ঢঙত লম্ভি পৰে, তেতিয়া অশেষ দুৰ্গতিৰ সোঁতত সি উটি গৈ নাই-নুই হৈ পৰে। তেতিয়া মানৱীয় সমাজৰো পতন ঘটে।

২৫

শক্তিমন্ত ইচ্ছাৰ সংগঠন নহলে আত্মৰক্ষা নপাৰে। আত্মৰক্ষা নপৰিলে সতেজ সৃষ্টিৰ সাধনা হ'ব নোৱাৰে। সকলো কৃষ্টি-সংস্কৃতিৰ জন্মভূমি হৈছে নিজাত্মাটো। নিজাত্মাটো দুৰ্বল হলে, কৃষ্টি সংস্কৃতিও দুৰ্বল হয়,—সমাজৰ, জনগণৰ মন আকৰ্ষণ কৰিব নোৱাৰে। এই নিজস্ব ৰক্ষাৰ শক্তিমন্ত ইচ্ছা গঢ় লৈ গজি উঠে একমাত্ৰ আত্মৰক্ষামূলক শক্তিমন্ত সুদৃঢ় দুৰ্দম্য মনতহে। একশৰণী সেৱা-ধৰ্মৰ উৰ্বৰতাই এই মন সতেজ কৰি গঢ়ি তোলে। জগদগুৰু শ্ৰীমন্ত শংকৰে অসমীয়াক এই বিশাল সেৱা ধৰ্মৰ বিশ্বজনিনতাকে দান দি গৈছে। কিন্তু সেই-ফালে অসমীয়াৰ মন গঢ় লৈ নুঠিল।

২৬

প্ৰবৃত্তিৰ দুটা দুমুখী গতি। কিন্তু হলেও তাৰ মূল গতিটো হৈছে বৈচিত্ৰ্য সৃষ্টি কৰা। বৈচিত্ৰ্য সৃষ্টিৰ উদ্দেশ্য হ'ল আত্মানন্দ লাভ। আত্মানন্দৰ উদ্দেশ্য হ'ল নিবিড় শান্তি। এইটো হ'ল প্ৰবৃত্তিৰ তৃপ্তিদায়ক স্বাভাৱিক গতি। কিন্তু তাৰ খৰমুখী প্ৰচণ্ড গতি এটাও আছে। এই গতিটো অস্বাভাৱিক গতিৰ পথত ভাৰসাম্য হেৰুৱাই চিটিকি পৰে। এই গতিত আত্মানন্দৰ সাৰ্থকতা নাই। প্ৰবৃত্তি খৰমুখী নহৈ সৃষ্টিমুখী হোৱাটোহে স্বাভাৱিক। খৰমুখী গতিত শান্তি ব্যাহত হৈ প্ৰবৃত্তিৰ স্বাভাৱিক মৌলিক ৰূপ হৰণ কৰে।

২৭

নিয়ৰ-বৰষুণৰ টোপালবোৰ পৰি পৰি নিজৰা হয়। নিজৰা বৈ বৈ গৈ নদী হয়। নদী বৈ বৈ গৈ সাগৰ হয়। ইয়াত নিয়ৰ, বৰষুণ, নিজৰা, নদী, সাগৰ সকলোৰে নিজ নিজ বৈশিষ্ট্য আছে। প্ৰত্যেকৰ পূৰ্ণ পৰিণতিতেই মহাসাগৰ তিষ্ঠি আছে।

২৮

ভাৰত থাকিলেহেময়ো থাকিম কথাটো যেনে সঁচা, ভাৰত থাকিলেও যদি মই মাথাকো এই প্ৰশ্নটোও সঁচা। কাৰণ বৈচিত্ৰ্যময় ভাৰতৰ ৰূপ সৃষ্টিত মোৰো এটা সক্ৰিয় চেতনাৰ অৱদান আছে। গতিকে, মই নোহোৱা ভাৰতৰ কল্পনা কৰাটো মোৰ পক্ষে সুস্থ কথা নহয়। ভাৰতো থাকিব লাগিব আৰু তাৰ অন্যতম ঘাই উপাদান ময়ো থাকিব লাগিব। মোৰ শক্তিশালী অস্তিত্ব বৰ্জিত ভাৰত মোক নালাগে।

২৯

চেষ্টাৰ ভিতৰেদি মানুহে কেৱল নিজকেই বুজিবলৈ আবহমান কাল চেষ্টাৰ ওপৰত চেষ্টা

চলাই আহিছে। এইদৰে জ্ঞান-বিজ্ঞান, অনুভূতি উপলব্ধিৰ ভিতৰেদি অনন্তকাল মানুহে নিজকেই বুজিবলৈ চেষ্টা চলাই থাকিব—যেতিয়ালৈকে সি মানৱীয়তাৰ পৰিপূৰ্ণ ৰূপৰ আস্বাদ পোৱা অৱস্থাত উপনীত নহয়। এয়ে সত্য। মানৱীয়তাৰ পূৰ্ণতা-প্ৰাপ্তিৰ আকাংক্ষাৰ শেষ নাই।

৩০

অসমীয়াৰ জাতীয় দেশত তাৰ জাতীয় অস্তিত্ব-টোক আনৰ চেঁপাত পেলাই আধামৰা আধা-জীয়াকৈ অকথ্য দাৰুণ যন্ত্ৰণা ভোগ কৰি থকাকৈ জীয়াৰ নামত জীয়াই ৰাখিবলৈ মোৰ নিচেই মন নাই। হয় পূৰা নিটোল জীৱন—নাইবা পূৰা নিঃচিহ্ন মৃত্যু।

৩১

দুধৰ পৰা দৈ, মাখন, ঘিউ—এইদৰে ক্ৰম-পৰিবৰ্তন। সকলোটি উৎকৃষ্ট তৃপ্তিদায়ক। কিন্তু উৎকৃষ্টতাৰ ক্ষেত্ৰত কোনটো বেছি? দৈ নে মাখন, নে লৱনু, নে ঘিউ? ইয়াৰ উত্তৰ নাই। সামগ্ৰিক প্ৰয়োজনৰ ক্ষেত্ৰত প্ৰত্যেকটো উৎকৃষ্ট। সেইদৰে প্ৰাণী জগততো মানুহ, পশু, পক্ষী, পতঙ্গৰ বিধে বিধে প্ৰয়োজন আছে। এইটো চিৰসত্য।

৩২

চৰিত্ৰত জাতীয়তাবোধহীন লোকৰ সংখ্যা যি দেশত যিমান সৰহ, সেই দেশ সেই পৰিমাণে অধঃপতনলৈ নামি যায়। জাতীয়তাবোধ চৰিত্ৰ দেশবাসীৰ ভিতৰত সংগঠিত নহলে, সেই দেশ নাথাকে। দেশ নাথাকিলে, তাৰ ভাষা, সাহিত্য, সংস্কৃতি, সমাজ, অৰ্থনীতি, ৰাজনীতিও নাথাকে। এই সম্পদবিলাক নাথাকিলে সেই দেশৰ অস্তিত্বও নিৰ্মাণ নহয়। অসমীয়াৰ শতকৰা প্ৰায় নিৰানব্বৈ-জনৰে চৰিত্ৰত এই জাতীয়তাবোধৰ দুৰ্বলতা দেখা গৈছে। সমগ্ৰভাৱে অসমত অসমীয়াই নিজ বৈশিষ্ট্যেৰে ভাৰতীয় মহাজাতিৰ অংশ হিচাপে শক্তিশালী হৈ নিজ জন্মভূমিত বতিব লাগিলে ডেকা-গাভৰু, বুঢ়া-বুঢ়ী কিশোৰ-কিশোৰী, ল'ৰা-ছোৱালী, নিৰ্বিশেষে সকলোৰে প্ৰাণত প্ৰবল জাতীয় চৰিত্ৰৰ হিল্লোল উঠিব লাগিব।

৩৩

আত্মৰক্ষাটোৱেই জীৱৰ প্ৰাথমিক সৰ্ব-প্ৰধান ধৰ্ম। সৰ্ব শ্ৰেণীৰ জীৱৰ ভিতৰত উৎকৃষ্ট জীৱ মানুহৰ এই ধৰ্ম-জ্ঞানটো স্বতঃসিদ্ধভাৱে প্ৰবল। যি মানুহে আত্মৰক্ষাৰ এই ধৰ্ম আলস্যৰ কাৰণেই হওক, নাইবা নীচ ব্যক্তিগত স্বাৰ্থপৰতাৰ কাৰণেই হওক, কিম্বা মূৰ্খতাৰ কাৰণেই হওক, বিসৰ্জন দি আত্মলোপৰ অধৰ্ম গ্ৰহণ কৰিও নিজক গৌৰৱান্বিত বোধ কৰে, সি অকল অমানুহেই নহয়, সি সৃষ্টিৰ কুজীৱ। সুন্দৰৰ সৃষ্টিত তাৰ ঠাই নাই। নিকৃষ্টতকৈও নিকৃষ্ট।

৩৪

জীৱনত নিজাত্মাৰ স্থিতিটো দৃঢ় হৈ নৌ-বৰ্তোতেই, নিজাত্মাৰ ধাৰা স্থিৰ স্পষ্ট হৈ নৌ-উঠোতেই যেতিয়া মনত দ্বন্দ্ব উপস্থিত হয়, তেতিয়া সি আমাক শাশ্বত ৰূপত হেৰুৱাৰ বাট মুকলি কৰে। সেইদৰে পাৰিবাৰিক, সামাজিক, জাতিক জীৱনতো দ্বন্দ্ব উপস্থিত হলেই সি নিজ দেশ হেৰুৱাৰ অৱস্থাত পৰে।

৩৫

জীৱনটো এখন অসীম প্ৰতিফলনৰ দাপোণ। এই দাপোণ স্বচ্ছ নিৰ্মল হলে তাত অসীমৰ সৃষ্টি-

ৰহস্যৰ ক্ষুদ্র প্ৰতিবিম্ব ফুটি উঠে আৰু আস্বাদ মলিয়ন হলে তাত সীতাৰ সৌন্দৰ্যও ধৰা নিদিয়ে।

৩৬

স্বচ্ছ নিৰ্মল জীৱন আৰু আস্বাদ মলিয়ন জীৱন-বোধৰো একোটা ৰহস্য আছে। এই ৰহস্য বৰ আশাদায়ক আৰু আনন্দৰ দীপ্তিত দীপ্তিমান। অস্বচ্ছ মলিয়ন জীৱনৰ প্ৰতি এই দীপ্তিয়ে অতৃপ্তা জন্মাই স্বচ্ছ নিৰ্মল জীৱনৰ প্ৰভা উদ্ভাসিত কৰে।

৩৭

মোক মোৰ মনোমত দেশ গঢ়িবলৈ এনে চৰিত্ৰ লাগে, যাৰ ওচৰত সমূল পৃথিৱীৰ ঐশ্চৰ্যৰ প্ৰলোভন, সৰ্ববিশ্বৰ ৰূপ-মহিমাৰ চমকনি, প্ৰলয়ংকাৰী তাণ্ডৱ-উপদ্ৰৱৰ ভয় আদি সকলো নিৰাশ হয়।

৩৮

বিচিত্ৰতৰ প্ৰস্ফুৰণেই সৃষ্টিৰ লীলা-খেলা। ময়ো সেই বৈচিত্ৰ্যৰেই এটা প্ৰস্ফুৰণ, বিশিষ্ট গৰিমাৰে প্ৰফুল্লিত হৈ চলি আছো, সৃষ্টিৰ লীলা-ৰহস্যৰ জয় ঘোষণা কৰি। এইদৰে নানা পৰিবৰ্তনৰ ভিতৰেদি নানা ৰূপত মই চলিয়েই থাকিম অনন্ত-কাল। মোক যদি কোনোবা এটা তাণ্ডৱ প্ৰস্ফুৰণে হেঁচি ধৰি মোৰ অস্তিত্ব বিলোপ কৰিবলৈ আগবাঢ়ে, তেন্তে তাৰ বিৰুদ্ধে মই সংগ্ৰাম কৰি মোৰ বৈশিষ্ট্য মই অক্ষত ৰাখিমেই নিশ্চয়।

৩৯

সৃষ্টিৰ আৱৰ্তন-বিৱৰ্তনৰ জোৱাৰ-ভাটাত নানা লটি-ঘটি হ'ব। তল পৰি যাবি, ওপৰ উঠিবি। কিন্তু তোৰ জীৱন-কেন্দ্ৰটো নেৰিবি। জীৱন-কেন্দ্ৰ কোনটো? যিটোত সৃষ্টিৰ অনন্ত ব্যাপ্তিত বিচৰণ কৰা স্নায়ু স্তৱকৰ সংযোগ আছে, সেয়ে জীৱন-কেন্দ্ৰ।

৪০

হিংস্ৰ পশুৰ মুখত পৰা মানুহ এজনৰ আত্ম-ৰক্ষাৰ বাবে যিদৰে তাৰ ঐকান্তিকতাটো তাৰ আত্মৰক্ষাৰ ধ্যান প্ৰচেষ্টাৰে কেন্দ্ৰীভূত হয়, এনেকি তাৰ খোজৰ তলিত থকা কণ্টকভৰা অগাধ খালটোলৈও হুচ নাথাকে, কেৱল তাৰ আত্মৰক্ষাৰ বাহিৰে আন কোনো চিন্তা মনত নথকা হয়,—সেইদৰে আজি চাৰিওফালে নানা শত্ৰুৱে বেঢ়ি ধৰা অসমীয়াই নিজ দেশত জী থাকিবলৈ হলে, আন সকলো চিন্তালৈ মন নিদি, লক্ষ্য নাৰাখি একান্ত-ভাৱে আত্মৰক্ষাৰ সংগ্ৰামত লিপ্ত হ'ব লাগিব।

৪১

মানৱ জাতীয় প্ৰাণীবিধে স্বভাৱজাত উৎকৃষ্ট বুদ্ধিৰ কৌশল, যুক্তি বিচাৰেৰে ধৰ্ম বোলা বস্তু এটাৰ নামত হিন্দু, মুছলমান, বৌদ্ধ, খৃষ্টিয়ান আদি পৰিচিতিৰে বিশেষ নিয়ম-কাৰণ কিছুমান বান্ধি লৈ যিসকলে চলি থাকিব খোজে, সেইসকলে প্ৰকৃতভাৱে মানৱতাৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰে। সেই বাবেই সাম্প্ৰদায়িক সংঘৰ্ষ উপস্থিত হয়। মানৱতাটো সাৰ্বজনিক বিশ্বজনীন। ই কোনো সম্প্ৰদায়ৰ ভিতৰত বান্ধ খাই থকা বস্তু নহয়।

৪২

প্ৰগতিৰ অৰ্থ কি?

আমি পোনে পোনে আগবাঢ়ি গৈ আছো, নে গতিৰ প্ৰত্যেকটো অণু মুহূৰ্তও ঘূৰি খাই গৈ একোটা জীৱন-বৃত্ত আঁকি গৈছো? আৰু এই

জীৱন-বৃত্তটোৱেই শেষ, নে ইয়াৰ পাছতো কিৱা নতুন জীৱন-বৃত্ত এটাৰ আৰম্ভণি আছে,—আৰু আমি গতি জীৱন-বৃত্তৰ সম্পূৰ্ণনিবে আৰু এটা নতুন জীৱন-বৃত্ত আৰম্ভ কৰিম? এই ৰহস্যৰ সম্যক উপলব্ধিতেই জীৱনৰ বিৰাটত্বৰ উপলব্ধি নির্ভৰ কৰিছে।

৪৩

একফালে নানা আকাঙ্ক্ষা পৰিবৃত জীৱনৰ গতি, আৰু আনফালে নানা দুঃখ-কষ্ট, দৰিদ্ৰ নিষ্পেষণৰ যন্ত্ৰণা। এই দুয়োটাকে একেলগে সাঙুৰি লৈ জীৱনৰ গতি সমুদ্ৰ-মন্থন কৰি অমৃতৰ আস্বাদন লৈ চলাটোৱে জীৱনৰ সাৰ্থকতা।

৪৪

বাহ্যতঃ অন্ধ হলেও নিৰাপদ শান্তিৰে চলি থাকিব পাৰি যদি অন্তৰ্দৃষ্টিটো মুকলি হৈ উজ্জ্বল থাকে, অৰ্থাৎ যদি সম্যক আত্মজ্ঞান লাভ হয়।

৪৫

ভুল সকলোৱে কৰে। যিসকলক ফুল-চন্দনৰ উপচাৰেৰে আমি নিতৌ পূজা কৰো, সেই দেৱতা-সকলেও ভুল কৰে। এনেকি মানৱীয় যুক্তি-তৰ্কৰ বিচাৰত স্বয়ং ভগৱানৰ ওপৰতো ভুল আৰোপ কৰিব পৰা যায়। সৃষ্টিৰ দুৰ্দাম কৰ্মস্ৰোতত নিয়োজিত শক্তিৰ আঁহ এটাৰ গতিটো কেতিয়াবা আওকণীয়া হৈ ছিটিকি যাব খোজাটো অসম্ভৱ বা অস্বাভাৱিক নহয়। কিন্তু আদৰ্শ আৰু পৰিকল্পনাৰ লক্ষ্যৰ কেন্দ্ৰটো স্থিৰ থাকিলে, চেতনা চকিত হৈ সম্বিৎ লাভ কৰি ভুলৰ হাত সাৰি সুৰি আহি পুনৰ মূল কক্ষত থিতি হৈ আদৰ্শ পৰিকল্পনাৰ সংগঠনত লাগি পৰি তাক সাৰ্থক কৰি তোলে। কিন্তু এইটো সুউচ্চ আদৰ্শবানৰ পক্ষেহে প্ৰযোজ্য। জাহি-জাবৰেৰে দল গঠনৰ দ্বাৰা কেৱল ক্ষমতা, সম্ভোগ, পদ-মৰ্যাদা লাভৰ দুৰ্দাম কামোৰত অলা-কলা হৈ এই উচ্চ আদৰ্শৰ পৰা বঞ্চিত দুৰ্ভাগা-সকলৰ পক্ষে এইটো প্ৰযোজ্য নহয়।

৪৬

যি ৰাজ্যৰ বা ৰাষ্ট্ৰৰ গৰিষ্ঠ সংখ্যক অধিবাসীৰ বিচিত্ৰ সাহিত্য-সম্ভাৰেৰে সমৃদ্ধিশালী লিখিত আৰু কথিত ভাষাৰ সেই ৰাজ্যত ৰাষ্ট্ৰীয় মৰ্যাদা নাই, সেই ৰাজ্যত সেই ভাষা কোৱা অধিবাসী সকলোৰো ৰাষ্ট্ৰীয় মৰ্যাদা নাই; অসমৰ অসমীয়াৰ ভাগ্যত আজি সেয়ে ঘটিছে।

৪৭

বৰ্তমানত মানৱ সমাজৰ ভিতৰ-বাহিৰ, তল-ওপৰ ব্যাপী হিল্লোল তোলা চাৰিত্ৰিক দুৰ্নীতিয়ে মানৱ মহত্ব কলংকিত কৰা পৱিত্ৰ আত্মাযুক্ত মানৱক হিংসা, বিদ্বেষ, ঠগ-প্ৰৱঞ্চনা, ফাকি-ধূৰ্তালিত লিপ্ত নিকৃষ্ট শ্ৰেণীৰ প্ৰাণীৰ শ্ৰেণীতহে ঠাই দিছে। এই পতনৰ পৰা নিজক উদ্ধাৰ কৰি তোলাটোৱেই হৈছে মানৱৰ মানৱতাৰ ৰূপ।

৪৮

জীৱনৰ দিশ দুটা। এটা দিশ হ'ল—মুহূৰ্তে মুহূৰ্তে বিচিত্ৰ ৰং-ৰূপৰ আনন্দাপ্লুত স্ফুৰণ তুলি আগবাঢ়ি গৈ থকা চিৰগতিশীল অনন্তগামী, আনটো হ'ল, ঠেক অদূৰদৰ্শিতাৰ স্থবিৰতাত বহি থিতাতে জীৱনৰ কলচপ নিৰ্দৰ্শন এটাৰ নিকৃষ্ট অপবাদ লৈ চলি থকা। এটাত জীৱনৰ উজ্জ্বল আশীৰ্বাদ আৰু আনটোৰ জীৱনৰ নিষ্ফল

অভিশাপ। জীৱনৰ এই দুটা দিশৰ পাৰ্থক্য উপলব্ধিতেই সি সাৰ্থক আৰু নিৰৰ্থক হয়।

৪৯

সৃষ্টিৰ মূলতেই অসমীধাৰী পৰিকল্পনাময় কৰ্ম-প্ৰৱাহৰ হিল্লোল বৰ্তমান। সৃষ্টিৰ সকলো সৌন্দৰ্য সুষমা-সুৰভি এই কৰ্ম প্ৰৱাহতেই উদ্ভাসিত হৈ উঠিছে। এই অনন্তব্যাপী কৰ্ম-প্ৰৱাহক উপেক্ষা কৰি বিনন্দীয়া আনন্দৰ তৃপ্তি উপলব্ধি কৰা জীৱনৰ লাভ নহয়। সেইবাবে কৰ্মভীৰু অলস জীৱনত সৃষ্টিৰ আনন্দৰ কল্লোলতো নজমেই, জীৱনৰ গতি-শীলতাটোতো সি নিষ্ক্ৰিয়তাৰ দুৰ্বহ ভাৰ চপাই দি তাক পংগু কৰি পেলাই সৃষ্টিৰ জয়োৎসৱত যোগ দিয়া অক্ষমতাৰে তাৰ নিজস্ব স্থিতিটোও সি লোপ কৰে।

৫০

যি সাহিত্যই নিজৰ ভিতৰত উঠা ঝংকাৰৰ লগত সমগ্ৰতাৰ ঝংকাৰ উঠা নিবিড় সম্বন্ধ ঘটাব নোৱাৰে অৰ্থাৎ অনুপ্ৰাণিত কৰিব নোৱাৰে তাক মানৱীয় উচ্চস্তৰৰ সাহিত্য বুলিব নোৱাৰি।

৫১

নিজৰ কোনো কথা, চিন্তা বা কাৰ্যৰ দ্বাৰা আনৰ অশান্তি, অন্যায়, অসন্তুষ্টি উৎপাদন নকৰাটোৰ নামেই চৰিত্ৰৰ পৱিত্ৰতা।

৫২

পৰিয়ালৰ প্ৰত্যেকজনৰ মানসিক আৰু দৈহিক ক্ষেত্ৰৰ পৰা আলস্যপৰায়ণতা, কৰ্তব্য, দায়িত্ববোধ-হীনতা উৎপাটন কৰি নিষ্ঠাৰে কৰ্ম-প্ৰৱাহত নিয়োগ কৰিব পাৰিলে, ভাৰতীয় হিন্দুৰ একান্নবৰ্তী প্ৰথাটো আন সকলো সামাজিক প্ৰথাতকৈ উত্তম। এই প্ৰথাই ব্যক্তিক, সামাজিক, জাতিক আৰু মানৱিকতাৰ পৰা মহামানৱিকতালৈ স্তৰে স্তৰে আগবঢ়াই নিয়ে হৃদয়ৰ ক্ৰম বিকাশশীল প্ৰশস্ততাৰে।

৫৩

মানৱীয়তাৰ দাবীটো মানৱ সমাজত উদ্ভৱ হোৱা কাঠফুলা সাম্প্ৰদায়িক শাস্ত্ৰবিলাকৰ নামত জাহিৰ কৰা বিভেদমুখী অনুজ্ঞাবোৰৰ বহুত ওপৰত। এইবোৰৰ ধ্বংস সাধিত হৈ যদি মানৱীয়তাটো জী থাকে, সেয়ে মানৱ মাত্ৰকৰে কাম্য হোৱা উচিত।

৫৪

কাম, ক্ৰোধ, লোভ, মোহ আদি ঐন্দ্ৰিক বস্তু-বোৰৰ আতিশয্যই বিশৃংখলা ঘটাই সমাজৰ শান্তি হৰণ কৰে। এই আতিশয্যবোৰক সৈমান কৰি ৰাখিবলৈকে সামাজিক আৰু ৰাষ্ট্ৰিক বিধি-ব্যৱস্থা গ্ৰহণ কৰা হয়। তেন্তে, কলা-শিল্প চৰ্চাৰ নামত এই ৰিপুবোৰৰ আতিশয্যেৰে বৰ্তমানত দেশৰ কিছুমান ডেকা-ডেকেৰীয়ে মুকলিভাৱে চিনেমা আদিৰ জৰিয়তে যিবোৰ ক্লেদ তুলি সমাজক কলংকিত কৰি নিব ধৰিছে সেই উন্মত্ততাক সৈমান কৰিবলৈ ফলদায়ক ব্যৱস্থা নহয় কিয়?

৫৫

আদৰ্শৰ ধিয়ানত বা অনুগমনত সৰ্বপ্ৰকাৰ ব্যক্তীয় স্বাৰ্থলোপ কৰি চলি যোৱা সক্ৰিয় ৰূপ বা আসক্তি নাথাকিলে, আদৰ্শই স্পষ্ট মূৰ্তমান ৰূপত ভৱপক দি উঠি নিবিড় আনন্দাপ্লুত ৰসাস্বাদন দিব-লৈকে ধৰা নিদিয়ে।

৫৬

কিছুমানে কয়, মোৰ আদৰ্শ আৰু মতটো সকলোৱে ভাল পায় কিন্তু মই বাক্য-বাণেৰে লোকক জৰ্জৰিত কৰো বাবে, ভাল পায়ো বেয়া পায়। সেইবাবে মোৰ লগত সহযোগ নকৰে। ইয়াৰ উত্তৰ মই কি দিম ? বাক্য-বাণেৰে লোকক জৰ্জৰিত কৰাটোৱেই মোৰ স্বভাৱ বা ব্যৱসায় নহয়। যদি স্বভাৱ বা ব্যৱসায় বুলি ধৰা হয়, তাৰ উত্তৰ মই এইদৰে দিম। মোৰ আদৰ্শ লাভৰ বেগটো আনসকলৰ দুৰ্বলতাসম্ভূত নিৰুৎসাহৰ শুকান শিলত খুন্দা খাই নিৰাশাজনিত যি দাৰুণ আৰ্তৰাৱৰ কৰ্কশ শব্দ উঠে, সেইবিলাককেই স্বাৰ্থ-সৰ্বস্ব দলে, অৰ্থাৎ যিসকলৰ অন্তৰত কোনো আদৰ্শ নাই, মনত গণশোষণৰ বাহিৰে গণপোষণ, গণসেৱনৰ উমান নাই ; সেইসকলে তাকেই মোৰ ৰাক্য-বাণ বুলি অভিহিত কৰি মোৰ ওপৰত দোষ দি নিজৰ চাৰিত্ৰিক দুৰ্বলতা আৰু কলুষ ক্লেদ ঢাকিবলৈ প্ৰয়াস কৰে।

৫৭

মই বাহিৰখনৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা ভাল পাওঁ। কিন্তু তাতোকৈ বেছি ভাল পাওঁ ভিতৰৰ কল্মষহীন পৰিমাৰ্জনা আৰু দুৰ্নীতি-কলংকহীন চাকচিক্যতা।

৫৮

ধনতন্ত্ৰ বা কেপিটেলিজম নীতি নহয়, খকহে। কেপিটেলিজম ডাল-পাত ; কিন্তু মূলটো, যাক আশ্ৰয় কৰি কেপিটেলিজম জী থাকে, সেইটো হৈছে খক। খকৰ পৰাহে কেপিটেলিজমৰ উৎপত্তি। বৃত্তিৰ আতিশয্যৰ আন নাম খক। খকে গ্ৰাসহে কৰে, আনক জী থাকিবলৈ নিদিয়ে। খক সংযত হলে ধনতন্ত্ৰ বা কেপিটেলিজম আৰু তাৰ সংশ্লিষ্ট সকলো দুৰ্নীতি-কলুষৰ উৎপাত আপোনা-আপুনি লুপ্ত হৈ সমাজত বিৰাট শান্তি প্ৰতিষ্ঠিত হ'ব।

৫৯

আৰ্ট বা কলাৰ সৃষ্টি হয় নিবিড় সঙ্গোপন সাধনাত। সঙ্গোপন সাধনাৰ ঐকান্তিকতাইহে কলাক ৰূপায়িত কৰি তোলে। সেই সাধনাই যেতিয়া বাহিৰৰ আচৰলৈ ওলাই আহি কলাকৃষ্টিৰ আবেদন জগাই সস্তীয়া জনপ্ৰিয়তাৰ হুলস্থুল লগায়, তেতিয়া সি বজৰুৱা ব্যৱসায়ৰ বস্তুৰ স্তৰলৈ নামি আহি কলাৰ নামত কলংক সানে। কলা আত্মিক সৌন্দৰ্য উপলব্ধিৰ বস্তু, দৈহিক সম্ভোগ-তৃষ্ণা পৰি-তৃপ্তিৰ বস্তু নহয়।

৬০

ব্যক্তীয় বা সামাজিক যি ক্ষেত্ৰতেই নহওক, নিজৰ বাহিৰত তাতোকৈ ডাঙৰ শক্তিশালী কোনো সত্তা এটাৰ অস্তিত্ব অনুভৱ নকৰিলে, নিজৰ ভিতৰত শক্তিশালীকৈ নিজক সংগঠিত কৰা দৃঢ়তাৰ ভাব অন্তৰত উদয় নহয়। মানুহে তাতকৈ বিৰাট শক্তিশালী ঐশিক সত্তা এটাৰ অস্তিত্ব উপলব্ধি কৰি চিন্তা কৰে বাবেই, নিজক সকলো অশান্তিৰ বিশৃংখলৰ পৰা ৰক্ষাকাৰী সংযত সাধনাৰ আশ্ৰয় লৈ শক্তিশালী হ'বলৈকে, অৰ্থাৎ নিজক দুৰ্বল কৰা নিজৰ ভিতৰৰ নানামুখী গতিবিলাক সংযত কৰি একত্ৰত গোট খুৱাই একাগ্ৰভাৱে শক্তিশালী হৈ আত্মৰক্ষা কৰিবলৈকে যত্নপৰ হয়।

৬১

পৃথিৱীৰ মানুহে তাৰ দৰেই বা তাতোকৈ ডাঙৰ জ্ঞান-চেতনা যুক্ত সত্তা এটা সৃষ্টিৰ কোনোবা

কোণত আছে বুলি বিশ্বাস কৰি চালেহে, সি তাৰ আত্মম্ভৰিতা আৰু হঠকাৰিতাৰ হাত সাৰি, সমগ্ৰ পৃথিৱী ব্যাপী তাৰ নিজৰ ভিতৰত সকলো বিভিন্নতা গুচাই, একেটা মাত্ৰ পৃথিৱীবাসী মানুহৰ গোট বন্ধা শক্তি সৃষ্টি কৰি, পৃথিৱীৰ পৰা অশান্তি বিৰোধৰ বীজ লুপ্ত কৰিব পাৰিব। পৰিয়ালগত, সমাজগত, দেশগত, জাতিগত, সকলো ক্ষেত্ৰতে এই একে কথা।

৬২

নিজৰ বাহিৰত আনৰ অস্তিত্ব সম্যকভাৱে উপলব্ধি নকৰি নিজৰ ভিতৰতেই আত্মতুষ্টি আৰু অহংকাৰৰ সংকীৰ্ণতা আৰু ক্ষুদ্ৰতাত সোমাই থাকিলে, সমগ্ৰতাত গোট নাবান্ধি নিজৰ ভিতৰতেই হিংসা-দ্বেষত ৰত থাকি নিজক দুৰ্বল কৰা হয়। পৃথিৱীত যিবিলাক লোকসংঘ লোপ পাইছে, সেইবিলাক জাতিয়ে নিজৰ বাহিৰত আন লোকসংঘ এটাৰ সবল অস্তিত্ব স্বীকাৰ নকৰি, আত্ম-শক্তি সংকুচিত কৰি, অসীমমুখী জীৱন্ত শিখা জ্বলাই নিজক আগবঢ়াই লৈ গৈ থকা আত্মচেতনাৰ অভাৱৰ বাবেই।

৬৩

আজি জ্ঞান-বিজ্ঞানৰ ভৰপক উঠি অহা যুগতো যাৰ মনত মানৱীয়তাৰ ৰূপ উদ্ভাসিত হৈ উঠা নাই, —মানৱীয় মনুষ্যত্বৰ উপলব্ধি ঘটা নাই, সেইসকলৰ মানৱতা জ্ঞান উন্মীলিত কৰি তোলাটোৱেই প্ৰধান কৰ্তব্য, প্ৰধান সাধনা।

৬৪

তুমি মোৰ দেশ-মাতৃকাৰ বুকু বিদাৰি জন্মলাভ কৰা মোৰ দৰেই দেশ-মাতৃকাৰ সন্তান, গতিকে তুমি মোৰ নিজৰ ভাই। মোৰ মনত নলগা তোমাৰ গাত বহুত কথা থাকিব পাৰে। সেইবোৰ গুণ হলেও হওক দোষ হলেও হওক, তথাপি মই তোমাক ভাল পাওঁ, কাৰণ তুমি দেশ-মাতৃকাৰ গৰ্ভজাত মোৰ সহোদৰ ভাই তোমাক ভাল নেপালে, তোমাৰ মঙ্গল চিন্তা নকৰিলে, মই মোৰ জন্মদাতৃ দেশ-মাতৃকাকো ভাল পাব নোৱাৰিম, দেশ মাতৃকাৰ মঙ্গল চিন্তা কৰিব নোৱাৰিম। তোমাৰ প্ৰতি মোৰ ভালপোৱা, মঙ্গল চিন্তা কৰা, মোৰ স্বাভাৱিক। এই স্বাভাৱিকতা প্ৰথম পদক্ষেপতে নিজ ভ্ৰাতৃৰ ওচৰত সাৰ্থক কৰিবলৈ যেতিয়া শক্তি নাপাম তেতিয়া বিশ্বমানৱতাৰ আগ্ৰহ ব্যৰ্থ হোৱা ভণ্ডামিয়ে মোক খুলি খুলি খাব।

৬৫

মাটি আৰু আমাই হৈছে মানৱ জীৱনৰ পৰম সাৰবস্তু। এই দুটা পৰম সাৰবস্তুৰ প্ৰতি যাৰ প্ৰজ্জ্বলিত অনুৰাগ নাথাকে, সেই জীৱন ৰসহীন, অসাৰ। তেনে জীৱনে পৃথিৱীত জী থকাৰ অধিকাৰটোও হেৰুৱায়।

৬৬

প্ৰেম ঐন্দ্ৰিক সম্ভোগৰ বস্তু নহয়। জীৱনক, মানৱতাক ভাল পোৱাৰ নামেই প্ৰেম। ইয়াক ঐন্দ্ৰিক সম্ভোগৰ বস্তু কৰি ললে, জীৱন আৰু মানৱতা দুয়োটাৰ মৰ্যাদা দুৰ্নীতিৰ খালত পৰি পোত যায়।

৬৭

ধুমুহা-ঢেৰেকনি আহিবই। তাক ৰোধা দিবৰ উপায় নাই। কিন্তু তাৰ ধ্বংসকাৰী উপদ্ৰৱৰ পৰা মানুহে নিজক ৰক্ষা কৰিব পাৰে, যদি আত্মচেতন

অভিজ্ঞতালিব্ধ দূৰদৃষ্টিৰে তাৰ স্বৰূপটো উপলব্ধি কৰিব পৰা হয়। এইটো উপলব্ধি কৰিবলৈকে মানুহে ঐকান্তিক সাধনাৰে আত্মশক্তি বিশ্লেষণৰ কৃতিত্ব লাভ কৰাৰ প্ৰয়োজন।

৬৮

যিবিলাক গছ-গছনিৰ মূল উপকৰা, তৰাং, ধুমুহাৰ কোবত সেইবোৰহে উঘালি পৰে। যিবিলাকৰ গভীৰ মূল, সেইবোৰ গছ-গছনিয়ে আত্মৰক্ষা কৰি অটল থাকে। মানুহৰ সভ্যতা-সংস্কৃতিৰ ক্ষেত্ৰতো সেই একে কথা। যিবিলাক মানুহৰ সভ্যতা আৰু সংস্কৃতিৰ শিপাৰ আত্মিক গভীৰতাৰ লগত সংযোগ নাই, উপকৰা, তৰাং, সেইবিলাক মানুহ আনৰ সভ্যতা-সংস্কৃতিৰ কোবত উফৰি পৰে। বৰ্তমান যুগত ভাৰতে চিনেমা, প্ৰদৰ্শনানুষ্ঠান আদিৰ ভিতৰেদি যিবিলাক নিৰ্লজ্জ উলঙ্গ ঠেও ভংগী বিলাই ভাৰতীয় সমাজৰ পৰা লজ্জাশীলতা, আবুৰ-ইজ্জতৰ মানদণ্ড অধোগামী কৰি নিব ধৰা হৈছে, আৰু আমাৰ অসমীয়া সমাজৰ পৰা অনুকূল ঠাকুৰ, স্বৰূপানন্দ, গৌড়ীয় মঠ, ৰামকৃষ্ণ মিছন, অৰবিন্দ আদিৰ প্ৰভাৱে যিদৰে শ্ৰীশংকৰ-মাধৱৰ সাংস্কৃতিক প্ৰভাৱ দোপত দোপে উচ্ছেদ কৰি নিব ধৰিছে, তালৈ চাই আধুনিকতম সৰ্বভাৰতীয় হিচাপে ভাৰতৰ আৰু অসম হিচাবে অসমীয়াৰ সভ্যতা সংস্কৃতিৰ শিপা আত্মিক ভূমিৰ দলৈকে বহি যোৱা নহয় যেন লাগে, হেজাৰেই তাৰ তত্ত্ব মুকলি কৰি তুলি ধৰাৰ চেষ্টা নহওক।

৬৯

মাটিত অনুৰূপ ৰস থকাৰ কাৰণেই ফুলে সুগোন্ধ বিলাব পাৰে, গছে সুস্বাদু ফল যোগাব পাৰে, পথাৰে জীৱনদায়ক শস্য দিব পাৰে, নদীয়ে তৃপ্তিকৰ নিৰ্মল পানী দিব পাৰে। যি মাটি ৰসহীন অনুৰ্বৰ তাত এইবোৰ পোৱা নাযায়। সেইদৰে যি জীৱনত বিশ্ব আলোকৰ আভা নপৰে, সেই জীৱনত মানৱীয়তাৰো উন্মেষ নঘটে। কাৰণ, সেই জীৱন বিশ্বলোকৰ আলোক পৰি উৰ্বৰ হৈ উঠা নাই।

৭০

কামৰ পাছত কাম কৰি যেয়ে বিশ্ৰাম লয়, প্ৰকৃততে সেয়েহে জীৱনত বিশ্ৰামৰ আনন্দ উপভোগ কৰে। নিষ্ক্ৰিয়তাটো বিশ্ৰামৰ অৰ্থ নহয়। তেনেহলে সেইটো এলেহুৱাৰ ভাগত পৰি সিদ্ধিৰ সকলো আশা বিচূৰ্ণিত কৰে।

৭১

ঔচিত্য আৰু ন্যায্যতাৰ ভিত্তিত নিঃশঙ্ক নিৰ্ভীকতা আৰু দ্বিধাহীন সাহসিকতাহে সকলো সিদ্ধিৰ মূল। কোনো বিষয়ত সৰ্ব-সাফল্য বিচৰাৰ পথত এই দুটা সম্বল থাকিলে, আন একোৰে প্ৰয়োজন নাথাকে।

৭২

দুঃখ-কষ্টৰ কঠোৰতাৰ আস্বাদন লবলৈ পিছ হুঁহকি থাকিলে, সুখ-সম্ভোগৰ স্বাদ পোৱা নাযায়। অশান্তিত বিমূঢ় হৈ পৰিলে শান্তি লাভ নহয়। বিপদত ধৈৰ্য হেৰুৱালে নিৰাপদ হ'ব নোৱাৰি।

৭৩

মৃত্যুক জয় কৰিলে জীৱনৰ সৌন্দৰ্য ফুটি উঠে। মৃত্যুক আলিঙ্গন কৰিবলৈকে আনন্দেৰে লৈ থকা প্ৰস্তুতিৰেহে মহান জীৱনৰ অধিকাৰী হ'ব পাৰি।

দেশৰ সেৱাত, জাতিৰ সেৱাত, আতুৰৰ সেৱাত, মানৱীয়তাৰ সেৱাত দ্বিধাশূন্য নিৰ্ভীক সাহসিকতাৰে জীৱন উছৰ্গা কৰাটোৱেই এই প্ৰস্তুতি।

৭৪

নিজে ভালদৰে খাই-লৈ জী থাকিবলৈকে চিন্তা কৰাৰ লগতে আনবিলাকেও সেইদৰে ভালকৈ খাই-বই জী থাকিব লগাৰ চিন্তাটো ওতপ্ৰোতভাৱে থাকিব লাগে। তেহে কোনেও কাকো শোষণ নকৰা অশান্তিকৰ মনোবৃত্তিৰ সৃষ্টি হয়।

৭৫

নিজে মিতব্যয়ী নোহোৱাটোৱে আনক শোষণ কৰাৰ আকাঙ্ক্ষা এটা মনত আনি দিয়ে। তেতিয়া সি তাৰ অমিতব্যয়ী অভাৱটো পূৰাবৰ বাবে লোভক আশ্ৰয় কৰি আনক শোষণ কৰিবলৈ আৰম্ভ কৰি সমাজত নানা প্ৰকাৰৰ দুৰ্নীতিৰ উদ্ভৱ ঘটায়। বিলাসিতাটো অমিতব্যয়িতাৰ ঘাই নিদৰ্শন।

৭৬

বিলাসিতাই কৰ্মৰ জীৱন্ত প্ৰৱাহ ঘোলা কৰি তাৰ তেজোৱন্ত ধাৱাল স্বচ্ছতা হৰণ কৰে। সেই ঘোলা অস্বচ্ছ কৰ্ম-প্ৰৱাহত মানুহে কৰ্মৰ সুদূৰ-প্ৰসাৰী গতিৰ পৰিণামৰ প্ৰতিবিম্ব দেখা নাপায়। গতিকে অদূৰদৰ্শী হৈ সমাজত নানা বিভ্ৰাট ঘটায়।

৭৭

খোৱাৰ সময়ত, খাদ্য-প্ৰাণেৰে জীৱন পৰিপুষ্ট কৰি আত্মাক তৃপ্ত কৰা ধ্যানত মগ্ন থাকি একান্ত-ভাৱে চোবাই চোবাই খোৱা চিন্তাৰ বাহিৰে, লগৰীয়াৰ লগত কথা কৈ হাঁহি-খিকিন্দালি কৰি অন্যমনস্ক হৈ নাখাবা। তেনেকৈ খালে খাদ্য-প্ৰাণ জীৱনে গ্ৰহণ কৰাত বাধা পৰিব। ফলত জীৱনে পৰিপুষ্টি নাপায়। সেই খাদ্য জীৰ্ণ নাপাই অজীৰ্ণৰো গত পেলাই তোমাক দুৰ্বল কৰি তোমাৰ জীৱন শুকাই নিব। আৰু আন বহু বিপদো ঘটিব পাৰে।

৭৮

আদৰ্শজনিতেই হওক, নাইবা ব্যক্তিগত স্বাৰ্থজনিতেই হওক উদ্দেশ্য নোহোৱাকৈ কোনো কাম হ'ব নোৱাৰে। এই লৈয়েই উদ্দেশ্যৰ উচ্চতা আৰু পবিত্ৰতা, অনুচ্চতা আৰু অপবিত্ৰতা নিৰ্মিত হয়।

৭৯

উপকাৰ সদায় স্বীকাৰ কৰিবা। উপকাৰীৰ প্ৰতি সদায় কৃতজ্ঞ থাকিবা। এইটো নহলে অন্তৰৰ পৰা মানৱীয় মহত্ত্ব গ্ৰহণ কৰা ভাৱ উৰি যায়। ব্যক্তিগত জীৱনত এনে দোষ ঘটিলে, সামাজিক জীৱনতো সি প্ৰভাৱ পেলায়। ফলত সমাজ জীৱনতো মানৱীয় মহত্ত্বৰ বিনাশ ঘটে।

৮০

উপস্থিত বিষয়ত নিজৰ কৰ্তব্য আৰু দায়িত্ব বোধৰ কঠোৰতা আনন্দেৰে আহ্বান কৰি গ্ৰহণ কৰিবা। নহলে তুমি অমানুহৰ আখ্যা পাবা। অমানুহৰ আখ্যা পোৱাটো মানুহৰ পক্ষে বৰ অপমানজনক।

৮১

মানুহে তাৰ বাস্তৱ আকাংক্ষা পূৰণৰ দিহা যেতিয়ালৈকে পৃথিৱীৰ গভীৰ ভিতৰত বিচাৰি

থাকিব, তিমান দিনলৈকে মানুহৰ ভিতৰত শান্তি স্থাপিত, নহব হাই-খন্দ-খৰিয়াল, হিংসা-বিদ্বেষত মানুহ জৰ্জৰিত হৈ থাকিব। পৃথিৱীৰ গণ্ডীৰ পৰা মানুহে এই আকাঙ্ক্ষা অন্যান্য গ্ৰহ-উপগ্ৰহলৈ ধাৱমান কৰি উলিয়াই দিয়াৰ ব্যৱস্থা সক্ৰিয়ভাৱে হাতত ললেহে পৃথিৱীবাসী মানৱ জাতিৰ ভিতৰত একত্ববোধেৰে শান্তি স্থাপিত হোৱাৰ সম্ভাৱনা আহিব।

৮২

নিজৰ ভুল অকুণ্ঠিতভাৱে স্বীকাৰ কৰিবা, আৰু কেতিয়াও তেনে ভুল নকৰিবলৈ আপ্ৰাণ সচেষ্ট হ'বা। কিন্তু সেই ভুলৰ বাবে অনুতাপ কৰি থাকি দুৰ্বল নহবা। কাৰণ অনুতাপৰ জ্বালাই দুনাই ভুল নকৰাৰ দৃঢ়তা কাহিল কৰে।

৮৩

কোনো কামৰ জৰিয়তে যশ পাবলৈ বাঞ্ছা কৰিলে আৰু সম্ভাব্য পৰিণামটো গ্ৰহণ কৰিবলৈও প্ৰস্তুত থাকিব লাগিব। কামৰ যশটো ভোগ কৰিম কিন্তু তাৰ পৰিণামটো অস্বীকাৰ কৰিম; —এনে কথা মনুষ্যত্বৰ মৰ্যাদা ৰক্ষাকৰী মানুহৰ নহয়।

৮৪

দুখ-কষ্টবোৰ বিনা প্ৰতিবাদেৰে সহ্য কৰা অভ্যাসটো পূৰঠ হলে যি আনন্দ পোৱা যায়, সেই আনন্দৰ তুলনা নাই। দুখ-কষ্ট সহ্য কৰা অভ্যাসে অপৰাজেয় আত্মশক্তি লাভৰ আনন্দদায়ক উপলব্ধি দিয়ে।

৮৫

জীৱনৰ সৰু সৰু ক্ৰটিবিলাক উত্তৰ জীৱনৰ ডাঙৰ ডাঙৰ ক্ৰটিৰ পোখা, যিবিলাকে কালত বিৰাট ক্ৰটি বৃক্ষ হৈ জীৱনৰ মহৎ উদ্দেশ্য ব্যৰ্থ কৰে। সেইবাবে জীৱনত দেখা দিয়া সৰু সৰু ক্ৰটি বা দোষবিলাকলৈও আওকাণ নকৰি সেইবোৰ দুপতীয়া হৈ উঠিবলৈ নৌ-পাওঁতেই নিৰ্মূল কৰিব লাগে। তেহে জীৱনে নিজ কক্ষত পৰিপূৰ্ণ পুষ্টিৰে বিকাশ লাভ কৰিব পাৰে।

৮৬

স্বাস্থ্য সজ্জা, কৰ্ম-ধৰ্মপ্ৰাণত সজ্জা, আত্মমৰ্যাদা-জ্ঞান সজ্জা, কৰ্তব্য দায়িত্ববোধ সজ্জা, বিনয়শীলতা-লজ্জাশীলতা সজ্জা, সুনীতি সজ্জা, সু-চৰিত্ৰ-সুঅভ্যাস সজ্জা, বিলাসিতাৰ জটিলতাবৰ্জিত সৰলতা সজ্জা, নিৰহংকাৰ সজ্জা আদিয়েই বাহিৰা সাজ-পোছাক, প্ৰসাধন, চেহেৰা, প্ৰদৰ্শনী সজ্জা চৰ্চাতকৈ অতি মহৎ।

৮৭

নিজে যি কাম নকৰা, সেই কাম আনক কৰিবলৈ কলে উপদেশৰ মূল্য নাথাকে। আনক কোৱা সকলো নিজে কৰি দেখুৱালেহে আনে কৰিবলৈ আগবাঢ়ে।

৮৮

তোমাৰ নিজস্ব নিয়ম নিষ্ঠাৰে হৰিক ভজিব লাগে সঁচা কিন্তু তুমি নিশ্চিন্ত মনেৰে হৰি ভজি আত্মানন্দ লাভ কৰা ঠাইখন আন নিয়ম-নিষ্ঠাই আক্ৰমণ কৰা অপবাদৰ পৰা আগতে নিৰাপদ কৰি লোৱা। তেহে তোমাৰ হৰিভজনৰ সাফল্যেৰে আত্মানন্দ লাভ কৰিব পাৰিবা। নহলে, তোমাৰ এইটোলৈ আওকাণ কৰোতে হৰিভজনে ভণ্ডামিৰ ৰূপ পাব।

৮৯

নিজৰ ভিতৰত শক্তিৰ পুং নাথাকিলে অৰ্থাৎ নিজৰ আত্মবল নাথাকিলে, বাহিৰৰ পৰা শ্ৰেষ্ঠৰ

উৎসাহ-উদ্দীপনা দিয়া হওক, সি সেইবোৰ গ্ৰহণ কৰিব নোৱাৰে। দেশৰ বা সমাজৰ বা নিজৰ অতি সংকটপূৰ্ণ মুহূৰ্ততো সি আত্মৰক্ষাৰ বাবে প্ৰয়োজনীয় অগ্ৰগামী সাহসিক দিহা লব নোৱাৰে। কাৰণ, মূলতে তাৰ সেই শক্তি নাই। শাল কাঠৰ নাও পানীত অলপ ঠেলি দিলেই সি নিজৰ ভিতৰৰ শক্তিৰে আগবাঢ়ি যায়। কাৰণ, তাৰ মূলত আগবঢ়া আত্মশক্তি আছে। কিন্তু মদাৰ কাঠৰ নাৱৰ সেই শক্তি মূলত নাই বাবে, ঠেলি থাকিলেও সি আগবাঢ়িব নোৱাৰে। আমি অসমীয়াৰ নেতৃত্বৰ মূলত অগ্ৰগামী হোৱা আত্ম-শক্তি নাই বাবে অসমৰ আজি এই ঘোৰ দুৰৱস্থা।

৯০

পদ-ক্ষমতালিপ্সু ৰাজনীতিটো হ'ল অতি নিলাজৰ দুষ্প্ৰবৃত্তি চৰিতাৰ্থ কৰা দলবদ্ধ দস্যুৱানাৰ খেলা। জনসাধাৰণৰ মংগল-কল্যাণ সাধন কৰাৰ মুখা পিন্ধি নানা ছলাহী কথাৰে মূক জনসাধাৰণক ভুৱা নিদিলে এই দলবদ্ধ দস্যুৱানা ৰাজনীতিকে সাৰ্থক কৰাৰ পথ নাপায়।

৯১

নাৰী হৈছে পুৰুষৰ জীৱনৰ অমৃত ৰস। এই ৰস বিহনে পুৰুষৰ জীৱন নিৰস, শুকান, মৃতপ্ৰায়। কিন্তু পুৰুষে নাৰীক এই অমৃত ৰস-ধাৰিণী ৰূপে গ্ৰহণ নকৰি আনভাৱে অৰ্থাৎ কেৱল পুৰুষৰ স্বাৰ্থপূৰক উন্মাদ আকাংক্ষাৰ প্ৰয়োজন চৰিতাৰ্থ কৰা কৰা যন্ত্ৰ এটা হিচাপে ব্যৱহাৰ কৰিলে নাৰীৰ সেই অমৃত কালকূট বিষত পৰিণত হয়, আৰু সেই বিষে পুৰুষৰ জীৱনৰ গতি ধ্বংস কৰে।

৯২

সকলো বিৰোধৰ মূলতেই হ'ল খক—অৰ্থাৎ প্ৰবৃত্তিৰ আতিশয্য। খকে নিজৰ স্বাৰ্থটোৰ বাহিৰে আন কাৰো স্বাৰ্থ নাজানে বা লক্ষ্য নকৰে।

৯৩

দুখ-শোক, বিপদ-বিপৰ্যয় আদি সকলো সৃষ্টিৰ বিচিত্ৰতাৰ অবিচ্ছেদ্য উপাদান। এই উপাদান-বোৰলৈ অৱজ্ঞা কৰিলে সৃষ্টি-বৈচিত্ৰ্যকো অৱজ্ঞা কৰা হয়। সৃষ্টি-বৈচিত্ৰ্যক অৱজ্ঞা কৰিলে সৃষ্টিৰ অৰ্থ-তত্ত্ব-মাধুৰ্যও নাথাকে। জীৱনত এই অৱজ্ঞাটো নিৰস।

৯৪

সূৰ্যদীপ্ত চন্দ্ৰই আদি কালৰে পৰা যিদৰে জ্যোৎস্নালোকেৰে জগতক আনন্দ দিয়া অস্ত নপৰে, সেইদৰে আত্মাদীপ্ত মানৱে দান কৰা জ্ঞানৰাশিৰ প্ৰভাৱো কোনোকালে অস্ত নপৰে।

৯৫

নিশ্চিন্ত নিৰাপদ স্থিতিত খোপ নাপালে গছৰ ওপৰলৈ উঠি গৈ পকা আম পাৰি খাব নোৱাৰি। সেইদৰে, নিজক নিৰাপদ স্থিতিত থাকি লব নোৱাৰিলে আনৰ নিৰাপদ স্থিতিত সহায়ক হব নোৱাৰি। অথচ, নিজৰ নিৰাপদতা থাপি লোৱাৰ লগে লগে আনৰ নিৰাপদতাৰ কথা চিন্তা কৰা-টোৱে মানৱীয়তা।

৯৬

কোনো বিষয়ত এটা চিন্তা কৰিবলৈ আগ-বাঢ়িলে তাৰ লগত সংশ্লিষ্ট সমগ্ৰতা লৈহে চিন্তা কৰিবা। নহলে একলীয়া চিন্তাত বিষয়টোৰ এটাকালহে তুমি দেখিবলৈ পাবা—তাৰ সমগ্ৰতাৰ

নিটোল সমাধান হেৰুৱাবা। তোমাৰ বুদ্ধি-বিবেকৰ আয়ত্তাধীনত যিখিনি ঢুকি পোৱা, সেইখিনিয়েই সেই বিষয়টোৰ সমগ্ৰতা।

৯৭

ধন খৰচ কৰি নিজ ভাষাৰ পুথি-কিতাপ, কাকত-আলোচনী পঢ়া আৰু ঘৰে-ঘৰে, গাঁৱে-গাঁৱে পুথিভঁৰাল পতা মানুহৰ সংখ্যা যি দেশত সৰহ, সেই দেশৰ মানুহে নিজ দেশত মৰ্যাদাপূৰ্ণ প্ৰতিষ্ঠাৰে জী থাকি আন দেশৰ লোকসকলৰ শ্ৰদ্ধা-সন্মান আকৰ্ষণ কৰিব পৰা যোগ্যতা লাভ কৰিছে বুলি সভ্য সমাজত বিবেচিত হয়।

৯৮

তুমি আনৰ দোষ বিচাৰ কৰাৰ ভাৰ হাতত লবলৈ যোৱাৰ আগতে তুমি নিজে নিজৰ দোষ-বিলাক বিচাৰি চোৱা। কি অৱস্থাত সেইজনে তেনে কাম কৰিলে, আৰু সেই অৱস্থাত তুমি পৰিলে তুমি নিজে কি কৰিলাহেঁতেন বিচাৰ কৰা। তেহে তুমি সমাজনীতি, ৰাজনীতি আৰু সৰ্বোপৰি মানৱনীতিৰ লগত সমন্বয় ৰাখি শান্তিৰ উদ্দেশ্যে ৰায় দিবলৈ মনত বল পাবা।

৯৯

গণতন্ত্ৰ শাসনটো মানৱৰেই। আন প্ৰাণীৰ নহয়। এই শাসনত জনগণৰ প্ৰগত অভিলাষ-আকাংক্ষা পৰিপোষণ আৰু শাসক শ্ৰেণীৰ মানৱীয়তাবোধক পৰিচালনা ওতপ্ৰোতভাৱে থাকিব লাগে। যদি নাথাকে গণতন্ত্ৰত ব্যাভিচাৰ সোমায়—দুৰ্নীতি সোমায়। জনগণৰ প্ৰগত আকাংক্ষা আৰু শাসক শ্ৰেণীৰ মানৱীয়তাবোধ ক্ষমতা, পদমৰ্যাদা লাভৰ উগ্ৰ খক বিচ্ছিন্ন হৈ চলিলে মানৱ সমাজত যি বিপৰ্যয় ঘটে, সেইটো বৰ্তমানত সৰ্বাঙ্গিক দুৰ্নীতিৰ আধিপত্যই স্বয়ংসিদ্ধ প্ৰমাণ। গণতন্ত্ৰৰ লগত কোনোবিধ বৰ্ণ শ্ৰেণীৰ ভেদ নাই।

১০০

মানৱৰ প্ৰকৃত আপোন কোন? যি ব্যক্তিয়ে ব্যক্তিক, সমাজে সমাজক, সম্প্ৰদায়ে সম্প্ৰদায়ক, খেলে খেলক, জাতিয়ে জাতিক, দেশে দেশক সৰ্বপ্ৰকাৰৰ শোষণৰ বিৰুদ্ধ, সেয়ে মানৱৰ আৰু মানৱীয়তাৰ প্ৰকৃত আপোন।

১০১

প্ৰেম প্ৰেমেই। তাত কামনা নাথাকে। গতিকে তাৰ পৰিণামো নাথাকে। আত্মানন্দৰ নিবিড় শান্তিয়েই প্ৰেমৰ পৰিণাম। তাত কামনাৰ স্পৰ্শ ঘটিলেই তাৰ পৰিণাম নিৰানন্দৰ অশান্তিত ভৰি উঠে।

১০২

যি বস্তুৰ উচিত ব্যৱহাৰ জনা নাযায়, বা জানিবলৈ ইচ্ছা কৰা নহয়, আৰু তাক তাৰ উচিত মৰ্যাদাৰে ৰক্ষা কৰিব পৰা নহয়, সেই বস্তু নিজৰ হাতলৈ আনিবলৈ আগ্ৰহ কৰিব নালাগে। কাৰণ তাৰদ্বাৰা নিজৰ আৰু সেই বস্তুৰ দুয়োৰো সমান হানি হয়।

১০৩

জীৱনৰ পৰিপূৰ্ণ তৃপ্তিৰ বাবেও সংগ্ৰামশীলতা লাগে। সংগ্ৰামশীলতাহীন জীৱনত তৃপ্তিৰ সোৱাদ আৰু স্বস্তি নাথাকে। গতিকে জীৱন বিফল হয়।

১০৪

নিখুঁত জাতীয়তাবোধ নহলে কোনো দেশ আৰু তাৰ লোকসংঘই প্ৰগতিৰ পথত আগবাঢ়িব

নোৱাৰে। এই জাতীয়তাবোধটো কোনো ধৰ্ম বিশেষগত, বা গোষ্ঠী বিশেষগত বা ভাষা বিশেষগত নহয়। ই সম্পূর্ণভাৱে দেশগত। পৃথিৱীৰ যাৱতীয় লোকসংঘই আন সকলো পৰিচিতি বৰ্জন কৰি এই দেশগত সমগ্ৰতাৰ স্বাৰ্থত সাঙোৰ খোৱাৰ নামেই প্ৰকৃত জাতীয়তা।

১০৫

মানসিক সম্পদৰ অভাৱ হলে, ধন-সম্পত্তিৰ আতিশয্যই মানৱীয়তাক উৰ্দ্ধগামী কৰি তুলি নিব নোৱাৰে।

১০৬

জন্মভূমিৰ প্ৰতি যাৰ ঐকান্তিক অনুৰাগ নাই, তাৰ ভূমিৰ প্ৰতিও অনুৰাগ নাই। কাৰণ নিজ জন্মভূমিখন ভূমাৰেই অন্তঃস্থলত।

১০৭

সমগ্ৰভাৱে দেশৰ জনগণৰ মানসিক প্ৰচণ্ডতাৰ ফলতেই এটা পৰাধীন জাতিয়ে স্বাধীনতা লাভ কৰে। সেই স্বাধীনতাটো এটা মুষ্টিমেয় সুবিধাবাদীৰ বাবে নহয়—সমগ্ৰ জনগণৰ বাবেহে। স্বাধীনতাৰ পাছত সেই জনগণ নিষ্পেষিত হৈ থাকিব লগীয়াটোকে জাতীয় স্বাধীনতা নকয়। সেইটো জনগণক প্ৰতাৰণা কৰি জোকৰ দৰে চুহি বৰ্তি থকা এদল সুবিধাবাদী ডকাইতৰ স্বাধীনতাহে।

১০৮

দেশক আশ্ৰয় কৰিয়েই জীৱই বাঢ়ে টুটে, সগৰ্বে জীয়ে, মৰে আৰু পুনৰ জীয়ে। সেই দেশৰ লটি-ঘটি হলে জীৱবো লটি-ঘটি হয়।

১০৯

ব্যক্তিত্বটো বিৰাট ব্যক্তিত্বমুখী ব্যক্তিত্বৰ বিৰাট ৰূপত প্ৰতিভাত হৈ উঠিবলৈকেই ব্যক্তিত্বৰ অঙ্কুৰ। সেই অঙ্কুৰ যদি প্ৰস্ফুটিত হৈ ওলোৱা বাট বন্ধ হয়, ব্যক্তিত্বৰ লগতে বিৰাট ব্যক্তিত্বও লুপ্ত হয়।

১১০

মানৱ জীৱনটো দোষ-গুণ আৰু ভুল-নিৰ্ভুলৰ সমষ্টি বা আকাৰ। নিৰ্দোষ বা নিৰ্ভুল মানৱ জীৱন হ'ব নোৱাৰে। দোষ আৰু ভুলবোৰ সংশোধন কৰি কৰিয়েই মানৱে মহামানৱৰ ৰূপত অধিষ্ঠিত হয়। যদি কোনোৱে কয় যে মোৰ দোষ-ভুল একো নাই, মই নিৰ্দোষ নিৰ্ভুল ; তেন্তে তেওঁ মানৱ নহয়— অমানৱ। অমানৱ আকাৰত মানৱ হলেও তাৰ মানৱত্ব নাই। দোষ-ভুল স্বীকাৰ কৰিব লাগে। তেতিয়াহে তাক সংশোধন কৰি মানৱত্ব লাভ কৰাৰ পথ পাব পাৰি। স্বীকাৰ নকৰিলেও তাৰ সংশোধনৰ পথ বন্ধ হোৱা বাবে সি অমানৱেই থাকি যায়।

১১১

পদ-মৰ্যাদা, ক্ষমতা, যশ, ধন-সম্পত্তি, ভোগ-বিলাসিতাৰ খকুৱা জনে কেতিয়াও শিল্পী, কৱি, সেৱক হ'ব নোৱাৰে। তেওঁ হোৱা বুলি আগবাঢ়ি আহিলে শিল্পৰ, কবিতাৰ, সেৱাৰ এডোখৰ বীভচ্ছ প্ৰেতাত্মাৰ পিণ্ড হৈহে দেখা দিয়ে, কাৰণ তেওঁৰ সুকুমাৰ বৃত্তিসমূহৰ সম্ভাৱনাও খকে খাই পেলাইছে।

১১২

যি বিষয়ক ভাব, চিন্তা, কথা, কাৰ্য, অনুমান, উপলব্ধি, পৰিকল্পনাই নহওক, তাত যদি বিষয়টোৰ সামগ্ৰিকতা নাথাকে, তেন্তে সি ভুৱা হৈ উবি যায়, অৰ্থাৎ ব্যৰ্থ হয়।

১১৩

সুদৃঢ় শক্তিশালী সামূহিক জীৱনৰ সংগঠনৰ বাবেই বলবন্ত ব্যক্তিত্বৰ প্ৰয়োজন। ব্যক্তিত্বটো

যদি সামূহিক জীৱন সংগঠন অভিমুখী নহৈ তাৰ লগত নিলিপ্ত হৈ স্বীয় স্বাৰ্থৰ চেঁকুৰ মাৰি আগবাঢ়ি যোৱা হয়, তেন্তে সামূহিক জীৱন গঢ় লৈ উঠাৰ পথত সি এটা নিশ্চল গাঁঠি হৈ উঠে। ফলত সামূহিক সত্তাটো পৰিপুষ্টিৰ বাবে বৈ থকা ৰস-পানীৰ স্বতঃনিঃসৃত সোঁতটো তাত বন্ধ হয়। তেতিয়া সামূহিক জীৱনৰ নামত অস্বাভাৱিক স্বাৰ্থপৰতাৰফালে ঢাল লৈ সমাজত খেলি-মেলিৰ জঞ্জাল জন্মায়। এনে স্বাৰ্থপৰ ব্যক্তিত্বটো আকাশলজ্ঘি উধাই যোৱা হলেও, জাতিৰ পক্ষে, সমাজৰ পক্ষে, দেশৰ পক্ষে, তাত গৌৰৱ-আনন্দৰ কথা নাই। তেনে ব্যক্তিত্বটো মহাবিপদৰ ধূমকেতু।

১১৪

আত্মশক্তিৰ অভাৱত মানুহে মানৱীয়তা হেৰুৱাৰ কাৰণ আন বহুত থাকিলেও, যি কাৰণটো আন সকলো বিলাকতকৈ প্ৰৱল, ভয়াবহ, বিস্ময়কৰ, ঘৃণনীয়, সেই কাৰণটো হৈছে চিত্তৰ পৰাধীনতা।

১১৫

যেনেকৈ গৰিয়ানভাৱে জী থাকিব জানিব লাগে, সেইদৰে গৰিয়ান মৰণ-আলিঙ্গন কৰিব-লৈকো জানিব লাগে। জীয়া মৰা দুয়োটা সমান জোখৰ বস্তু। সেই ওজনৰ য'ত ভাৱসাম্য থাকে, তাতে জীৱনৰ বিচিত্ৰ সৌন্দৰ্যও প্ৰতিভাত হয়।

১১৬

প্ৰকৃত প্ৰেমৰ পূজাৰীয়ে প্ৰগলভা বিলাস-পথিলাক ভাল পাব নোৱাৰে কাৰণ, প্ৰেমৰ অন্তঃছলিত প্ৰগলভতাক ঠাই নাই। অৱশ্যে কাম-পূজাৰীয়ে প্ৰগলভতাকহে ভাল পায়।

১১৭

কাৰ কি আছে, কাৰ কি নাই, তাৰ বিচাৰ লাগতিয়াল হলেও, আচল কথা নহয়। কিবা থকাসকলৰ মদগৰ্বিতা আৰু নথকাসকলৰ হা-হুমুনিয়াহ চিৰকাল চলি থাকিব। কাৰণ সি খিতাব বস্তু। কিন্তু কোন কোন কেনে হৈছে বা কোন কেনে হব তাৰ বিচাৰটোহে আচল কথা। এই বিচাৰৰ চিন্তাটোৱে মানুহক অসীম ব্যাপী দিগন্তলৈ লৈ গৈ মানৱীয়তা বিৰাটত্বতা সম্বন্ধে উপলব্ধি দিয়ে।

১১৮

দেশৰ বা সমাজৰ কোনো সংকটৰ সময়ত কল্যাণ সাধিবৰ কাৰণে নানা দুৰ্নীতিৰে ব্যৱসায় কৰি লাখপতি হোৱা লোকে দিয়া দহ হেজাৰীয়া দানতকৈ, বিকলাঙ্গ মগনীয়াই কঠোৰ শ্ৰম কৰি আজিও দুবেলা দুমুঠি আত্মসন্তুষ্টিৰে তৃপ্তিৰে খাব-ববৰ সুবিধা নোপোৱা লোকে দিয়া এপইচীয়া দানটো অতি মহৎ আৰু হেজাৰ গুণ কাৰ্যকৰী। এনে দানৰ তুলনা নাই।

১১৯

নিজৰ ওপৰত পৰা আঘাতটো অনুভৱ কৰিব নোৱাৰিলে, আনৰ ওপৰত পৰা আঘাতৰ গুৰুত্বটো অনুভৱ কৰিব নোৱাৰি। যিয়ে নিজৰফালে আওকাণ কৰি আনৰফালে চকু দিয়ে সেইটো এটা আত্মিক দুৰ্বলতাৰ লক্ষণ। সেই দুৰ্বলতাই নিজকে ৰক্ষা কৰিব নোৱাৰে, আনৰো ৰক্ষাৰ সহায়ক নহয়।

১২০

ঘৰৰ চালত বাহ লোৱা শালিকী এযুৰিয়ে কাজিয়া লাগি জোপোহাড চিঞৰৰ বাবে চুলি

থকা বোন্দা মেকুৰীটোলৈ মন নকৰি খামোচা-খামুচিকৈ জটপটাই বাগৰি পৰিলে, বোন্দাই দুয়োটাৰে ওপৰত জঁপিয়াই পৰি থাপ মাৰি লৈ গৈ ভোজন কৰে। দেশবাসীৰ নিজৰ ভিতৰত পাৰস্পৰিক কাজিয়া হৈ থাকিলে চল চাই চুপি থকা শত্ৰুৰ হাতত তেনেই গতি হয়।

১২১

যি সাহিত্যত জীৱনবোধৰ সমগ্ৰতাৰ ঐশ্বৰ্য প্ৰতিফলিত হয় সেয়েই কালজয়ী মহান সাহিত্যৰ মৰ্যাদাৰে স্থায়ী আলোক বিকীৰণ কৰি থাকে। জীৱনবোধৰ খণ্ডতা লৈ উদ্ভৱ হোৱা সাহিত্য জোনাকী পৰুৱাৰ দৰে ক্ষণস্থায়ী।

১২২

ব্যক্তি স্বাধীনতাৰ দাবী যিমান দিনলৈকে থাকিব, বিৰোধৰ দাবীও তিমান দিন থাকিব। বিৰোধ যিমান দিন থাকিব বাক-বিতণ্ডা, হাই-কাজিয়া, যুদ্ধ-বিগ্ৰহো তিমান দিন থাকিব। খণ্ড ব্যক্তিত্ববিলাক বিৰাট ব্যক্তিত্বত লয়প্ৰাপ্ত হলে খণ্ডতাৰ পৰা বিৰোধ উঠি গৈও বিৰাটত্বত পৰিব। বিৰাটত্ব প্ৰসাৰণৰ সীমা নাই—অসীম। বিৰোধ কোনো অৱস্থাতেই এৰাব নোৱাৰি। গতিকে, বিৰোধক পৰাভূত কৰি ৰখা শক্তি অৰ্জনটোহে আচল কথা।

১২৩

দুৰ্নীতিৰ অবাধ ৰাজত্বৰ নামেই অৰাজকতা। অৰাজকতাৰ অৰ্থ ই হ'ল শাসন-যন্ত্ৰৰ বিশৃঙ্খলতা। শাসন-যন্ত্ৰৰ বিশৃঙ্খলতাৰ অৰ্থ ই হ'ল শাসকসকলৰ অযোগ্যতা। শাসকসকলৰ অযোগ্যতাই হ'ল দেশৰ আৰু সমাজৰ ধ্বংসপ্ৰাপ্ততা।

১২৪

মানুহেই মানুহৰ বিপদ, মানুহেই মানুহৰ অশান্তি। পৃথিৱীত মানুহৰ সংখ্যা যিমান বেছি বাঢ়ি আহিব মানুহ তিমান বেছি পৰিমাণে বিপদ আৰু অশান্তিত অতিষ্ঠ হ'ব।

১২৫

সাহিত্য হৈছে জীৱনৰ সামগ্ৰিক ৰস-ভাণ্ডাৰ। এই ৰস-ভাণ্ডাৰে মানুহক নেতৃত্বৰ অধিকাৰ দিয়ে। যি নেতৃত্বত এই অধিকাৰ বৰ্তা নাই সেই নেতৃত্বই দেশক, সমাজক অধঃপতিত কৰে।

১২৬

যত সংগ্ৰামশীলতা নাই, তাত জীৱনৰ অৰ্থও নাই, মাধুৰ্যও নাই। সংগ্ৰামশীলতা-হীনতাই জীৱনক দুৰ্বল কৰে। জীৱনৰ প্ৰভা ম্লান কৰে।

১২৭

গাত পৌৰুষ নাথাকিলে সামান্য শত্ৰুৰ পৰাও আত্মৰক্ষা কৰিব নোৱাৰি। বক্তাজনৰ বক্তৃতাৰ দ্বাৰা বা লিখকজনৰ ৰচনা কবিতাৰদ্বাৰা সেই পৌৰুষ নিজ নিজ ক্ষেত্ৰত প্ৰমাণিত নহয়। কাব্য ক্ষেত্ৰত নিজক সাহিয়াল বীৰ বুলি চিনাকি দি ৰাইজৰ মন আকৰ্ষণ কৰি ধন্যবাদ লাভৰ হকে অতি ভীৰু আৰু কদৰ্য মনৰ এজনেও বাহ্‌বা লব পাৰে কিন্তু শত্ৰু জয় কৰি আত্মৰক্ষা কৰিব নোৱাৰে।

১২৮

বাস্তৱ চিন্তাক পৃথিৱীৰ সীমা এৰাই উলিয়াই দি গৈ থকা আঁচনি নহলে, পৃথিৱীত মানৱীয়তাক পূৰ্ণতা দিয়াৰ কল্পনাৰ সাৰ্থকতা নাই। সৃষ্টিৰ অন্তহীন গতিশীলতাক বাস্তৱ দৃষ্টিত প্ৰতিফলিত

নকৰাকৈ পৃথিবীৰ চুকাটোত মানৱীয়তাৰ পুষ্টি হ'ব নোৱাৰে। সেই বাবেই পৃথিবীত মানৱীয়তা-বোধৰ পূর্ণ বিকাশ আজিলৈকে ঘটা নাই আৰু সেইবাবেই মানুহৰ ভিতৰত মানুহে মানুহে পাৰস্পৰিক কামোৰা-কামুৰিৰ দন-খৰিয়ালো গুচা নাই।

১২৯

দৃশ্যমান যাৱতীয় বস্তুৰে নিজস্ব একোটা বিষ আছে। সেইদৰে মানুহৰো আছে। মানুহৰ বিহে মানুহক যিমান অন্যায় কৰি আছে, আন কোনোৰো বিহে মানুহক তেনে কৰিব পৰা নাই। কাৰণ আন সকলো ৰকমৰ বিহৰ প্ৰতিবিহ মানুহে আৱিষ্কাৰ কৰি মানুহক ৰক্ষা কৰে। কিন্তু মানুহৰ বিহৰ প্ৰতিবিহো মানুহে আৱিষ্কাৰ কৰিছে। সেইটো হৈছে, মানুহে মানুহক কায়-বাক্য-মনে মানুহ বুলি সেৱা কৰা।

১৩০

দেশপ্ৰেমহীন ভগৱান-প্ৰেমত আত্মবিশ্বাস নাথাকে। সকলো বিপদৰ সময়ত আত্মৰক্ষাৰ কাৰণে ভগৱানৰ কৃপা-ভিক্ষা কৰে। বিপদৰ পৰা উদ্ধাৰৰ বাবে আত্মশক্তিৰ প্ৰতি উদাসীন থাকে।

১৩১

যুগে যুগে নানা পৰিবৰ্তিত পাৰিপাৰ্শিকতাৰ উম লৈ পুৰুষ পুৰুষানুক্ৰমে সংস্কাৰীভূক্ত হৈ যি ঐতিহ্য সম্পদত থিতি লৈ আছে, সেই ঐতিহ্যৰ ঠেক ছিঙি ছিটিকি পৰিলে তাৰ পৰিচয় নোহোৱা হৈ সি জহৰা কিবা এটা হৈ পৰে। এনে জহৰাৰ উৎপাতত সমাজ আৰু দেশ বিধ্বস্ত হয়।

১৩২

বিলাসী সুখ-সম্ভোগৰ কালে আসক্তিটো প্ৰবল হলে মানুহৰ মনৰ পৰা সি বৈজ্ঞানিক দৃষ্টিভংগী হেৰুৱায়। তাৰ ফলত বহু নিকাৰ সি ভুগিব লাগে।

১৩৩

মোৰ কোনো এটা কল্পনা মনত উদয় হলেই, সেইটো লিখাতকৈ প্ৰথমতে এই চিন্তাটোৱেহে মন অধিকাৰ কৰি লয় যে এইটো কাক কেনেকৈ মূৰ্ত্যমান কৰি তুলিব পৰা যায়। তাক ভাবোতে ভাবোতে বহুত সময় খৰচ হয়। গতিকে লিখাত ঘাটি পৰে।

১৩৪

নিজস্ব ভাষা, সাহিত্য, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতিৰ নিটোল পুৰিপুষ্টি সাধি নিজৰ দেশ আৰু জাতীয় সত্তা ৰক্ষা কৰি নিজ দেশত গৌৰৱময় প্ৰতিষ্ঠাৰে জী থকাটোৱে চিৰন্তন ধৰ্ম-কৰ্ম সকলোৰে মূল। এই সাধনাৰ সাফল্যকৃত হয় দেশবাসীৰ অদম্য কৰ্ম-স্পৃহা আৰু শ্ৰমপ্ৰিয়তাত, এই কৰ্ম-স্পৃহা আৰু শ্ৰমপ্ৰিয়তা সদায় জীৱন্ত কৰি ৰাখে কালজয়ী জাতীয় সাহিত্যই।

১৩৫

যি সকলে নৈতিকতা জ্ঞানৰ কাষ নাচাপি হৃদয়ৰ স্বাভাৱিক প্ৰেৰণাৰ পৰিবৰ্তে ঐন্দ্ৰিক বা মদিক ৰাগীৰ উন্মাদনা লৈ সুন্দৰৰ সক-বৰ আজিয়েদি বুলি সুন্দৰৰ সৌন্দৰ্যৰ আৰু কলা-কৃষ্টিৰ উৎকৰ্ষ সাধন কৰা অভিমানেৰে চিএৰি-বাখৰি আধাখাৰী হয়, সেইসকল সমাজক পঁচাই নিয়া বিবাক্ত কীট মানৱ মনৰ পৱিত্ৰতাবাদী লোকসকলে তেনেবোৰ কীটৰ প্ৰভাৱৰ আঁতৰত থাকিব।

১৩৬

দেশখনক যদি ভগৱানৰ ব্যক্তিভূত জীৱন্ত ৰূপ বুজি সাধনা আৰু পূজা কৰা নহয়, তেন্তে তাৰ পৰা লাভ কৰা মানসিক বা দৈহিক ৰসটো আত্মাৰ ক্ষুধা তৃপ্ত কৰা খাদ্যহে নহৈ দৈহিক তাড়না-তৃপ্ত কৰা মূল সম্ভোগ ভোগৰ খাদ্যহে হয়। তেতিয়া আজিৰ দৰে সকলো ক্ষেত্ৰতে সামাজিক আউল লাগে।

১৩৭

পুৱাৰ পৰা গধূলিলৈকে বহু পৰিবৰ্তন হয়। কিন্তু সেইটো এটা দিন। সেইদৰে গধূলিৰ পৰা পুৱালৈকেও এটা ৰাতি। সেইদৰে সভ্যতাৰ চকু মেল খোৱা মুহূৰ্তৰ পৰা আজিৰ মুহূৰ্তলৈকে সংখ্যাহীন পৰিবৰ্তনৰ ছাব লৈ এটা জাতিৰ জাতীয় ইতিহাস গণিব নোৱাৰা বৰ্ণ-বৈচিত্ৰ্যৰে সমৃদ্ধকৃত। তাৰ প্ৰভাৱ আজিৰ সমাজৰ আঁহে আঁহে পৰি থাকে।

১৩৮

জীৱন লাভৰ বাবে জীৱন দিব নোৱাৰিলে জীৱন লাভ নহয়।

১৩৯

প্ৰবৃত্তিৰ চেঁকুৰত সংযমৰ লেকাম বান্ধিলেহে অন্তৰত শাশ্বত সৌন্দৰ্যবোধ জন্মে, যি সৌন্দৰ্যবোধে অতি কদৰ্য অসৌন্দৰ্যকো সৌন্দৰ্যত ৰূপান্তৰিত কৰি লয়।

১৪০

প্ৰথম খোজটো নিশ্চিন্ত নিৰাপদভাৱে দৃঢ়ীভূত কৰি লৈহে দ্বিতীয় খোজটোলৈ সাৰ্থক অভিযান হ'ব পাৰে। প্ৰথম ভৰিখন দুৰ্বল হ'লে দ্বিতীয় খোজলৈ অভিযানৰ পৰিণাম অসাৰ্থক হয় বা শোচনীয় হয়। অৱশ্যে প্ৰথম খোজতে সৰ্বপ্ৰাপ্তি জগাই বহুতে আত্মতুষ্টি লাভ কৰে। কিন্তু সেইটোৱে মোৰ ব্যক্তি কেন্দ্ৰীয়তাত পৰি মোৰ স্বাৰ্থপৰ কৰি তোলাৰ ফলত সৰ্বপ্ৰাপ্তিৰ সম্ভাৱনা চূৰ্ণীকৃত কৰে আৰু ভাঙিব নোৱাৰা জটে মেৰাই ধৰে।

১৪১

ভাল-বেয়াৰ নিখুঁত সংজ্ঞা নিৰ্দ্ধাৰণ কৰা জটিল। বিষয়টো সহজ নহয়। সাধাৰণ বিচাৰত সকলো বিষয়তে ভাৱসাম্য ৰক্ষা কৰি চলাটোৱে ভাল, আৰু তাৰ আতিশয্য লৈ ভাৱসাম্য হানি কৰাটোৱে বেয়া।

১৪২

অধ্যাত্মপন্থী আৰু বাস্তৱপন্থী দুয়োটাতে ভাৱসাম্য ৰাখি চলাটোৱে শান্তিৰ অজটিল প্ৰশস্ত পথ। কিন্তু দুয়ো পথতেই সৈনিক মানসিকতাৰ ধাতু লাগে। এই সৈনিকতাৰ ধাতু নহ'লে কোনোটোতে সফলতা লাভ কৰিব পৰা নহয়। এই সৈনিকতা কি? চিৰজাগ্ৰত, চিৰতৎপৰ, চিৰ-সতৰ্কতা।

১৪৩

চিৰসংগ্ৰামশীলতাটো সৈনিক ধাতুৰ প্ৰাণ। এই সংগ্ৰামশীলতাৰ অভাৱ হ'লে সৈনিক ধাতুও প্ৰাণহীন হয়। সৈনিক ধাতু প্ৰাণহীন হ'লে সকলো ক্ষেত্ৰৰে অগ্ৰগতিত যতি পৰে।

১৪৪

য'ত মানৱীয়তাৰ আবেদন নাই, তাত সৌন্দৰ্য নাই। য'ত এই সৌন্দৰ্য নাই, তাত সুন্দৰো নাই। অথচ, মানৱতাবৰ্জিত এই ছায়া সৌন্দৰ্যতেই সুন্দৰক লাভ কৰিবলৈ মানৱ সমাজৰ একাংশই শিল্পী নাম লৈ সমাজত নানা দুৰ্নীতিৰ সৃষ্টি কৰি আছে।

১৪৫

সামগ্রিকভাৱে জাতিক, দৈশিক, সামাজিক চিন্তা বৰ্জিত ব্যক্তিৰ স্বাৰ্থৰ লেপ লৈ থকা মনত ভীরুতাই আধিপত্য কৰে। তেনে নিবীৰ্য ভীরু মনে, যিমানেই আস্ফালন নোতলক কিয়, কোনো সামগ্রিক প্রভাৱ বৰ্তোৱা কাৰ্য বা কালজয়ী সাহিত্য সৃষ্টি কৰিব নোৱাৰে।

১৪৬

ৰাজনীতিটো হৈছে ব্যৱসায়ীৰ ধন-সম্ভোগ লাভৰ অতৃপ্ত বুভুক্ষা পূৰণ কৰা এটা অটুট ব্যৱসায়। ই নিজৰ লোৰ বাটিত সোণৰ গিল্টি সানি জনসাধাৰণক বিভ্রান্ত কৰি নিজ স্বাৰ্থ পূৰাই থাকে।

১৪৭

যিয়ে দেশৰ আৰু জাতিৰ চিৰোজ্জ্বল শক্তিশালী গৌৰৱ নিৰৱচ্ছিন্নভাৱে বহন কৰি চলে, সেয়েহে প্রকৃত কালজয়ী বস্তু। আনবিলাক অবস্তু, অস্থায়ী।

১৪৮

যি জীৱন জনগণৰ দৈনন্দিন সুখ-দুখ, অভাৱ-অভিযোগ, আশা-আকাঙ্ক্ষাৰ লগত অপৰিচিত, সেই জীৱনৰ নেতৃত্বত জনগণৰ আলু উঠে।

১৪৯

প্রচণ্ড কৰ্ম-প্রৱণতাৰে আত্মবিশ্বাসেহে ব্যক্তি জীৱন, সমাজ জীৱন আৰু ৰাষ্ট্ৰ জীৱনক হেজাৰ বিপদৰ ধুমুহাৰ মাজতো ৰক্ষা কৰে। সেইটো নহলে বিপদপাতৰ বা-মাৰলিত জীৱন ধূলি হৈ উৰি যায়।

১৫০

জীৱনত নানা সমস্যা আহিবই। যিকোনো সমস্যাই নহওক, হৃদয় দি উপলব্ধি কৰা, অন্তৰ দি বিচাৰ কৰা, প্ৰাণ দি চিন্তা কৰা—সমাধানৰ উপায় ওলাই আহিবই। যদি নাহে, তেন্তে বুজিব লাগিব তুমি সেই সমস্যা ঐকান্তিকতাৰে প্ৰাণ দি, হৃদয় দি, অন্তৰ দি উপলব্ধি কৰা নাই, চিন্তা কৰা নাই, বিচাৰ কৰা নাই।

১৫১

দেশপ্ৰেমমূলক সেৱাৰ ভাৱ অন্তৰত গঢ় লৈ নুঠিলে, দেশৰ প্ৰতি দায়িত্ব জ্ঞান নজন্মে। দেশৰ প্ৰতি দায়িত্ব জ্ঞান নজন্মিলে দেশসেৱা কৰা নহয়।

১৫২

পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু বিলাসিতা দুটা বেলেগ বস্তু। পৰিষ্কাৰ-পৰিচ্ছন্নতা সৰল অকপট আৰু বিলাসিতা জটিল কপটতাপূৰ্ণ। পৰিষ্কাৰ-পৰিচ্ছন্নতাই দৈহিক আৰু মানসিক স্বাস্থ্যৰ সৌন্দৰ্য বঢ়ায়; বিলাসিতাই দুয়োটা স্বাস্থ্যত ধ্বংসৰ বীজ ৰোপণ কৰে।

১৫৩

নৈতিকতালৈ অৱমাননা কৰা আকাশ লঙ্ঘিব পৰা বুদ্ধিমানতকৈ নৈতিক চৰিত্ৰত বলশালী নতুন সমাজৰ পক্ষে বেছি আদৰণীয়। কাৰণ নৈতিক চৰিত্ৰহীন বুদ্ধিয়ে দেশক, সমাজক, মানৱীয়তাক ধ্বংসও কৰিব পাৰে। কিন্তু নৈতিক চৰিত্ৰৱানত সেই আশংকা নাই।

১৫৪

পূজনীয়ৰ পৰা উপেক্ষণীয়লৈকে দোষহীন মানুহ নাই। যি দোষ ব্যক্তিগত জীৱনতে আবদ্ধ থাকে, সামাজিক স্বাস্থ্য হানি নকৰে, সেইবোৰ দোষক দোষ বুলিব নোৱাৰি। কোনো ব্যক্তিয়ে কিবা দোষক আশ্ৰয় কৰি ৰাজহুৱা স্বাৰ্থ হানি কৰিছেনেকি, সেইটোহে বিচাৰ্য বিষয়।

১৫৫

শৰীৰ যিদৰে খাদ্যৰে বৰ্তি থাকে, মনো সেইদৰে ভাবেৰে বৰ্তি থাকে। সুখাদ্যত যিদৰে শৰীৰ নিঘুণীভাৱে পুষ্ট হয়, কু-খাদ্যত ৰুগীয়া হয় আৰু কাৰো একো উপকাৰী কাম কৰিব নোৱাৰে, মনো সেইদৰে সু-ভাৱৰ দ্বাৰা সুস্থতাৰে পুষ্ট হয়, আৰু তেনে মনে সকলোৰে মঙ্গল, কল্যাণ উপকাৰ কৰে।

১৫৬

জাতীয় ৰাষ্ট্ৰীয বা ৰাজনৈতিক অস্তিত্ব শক্তিশালী হৈ নাথাকিলে ভাষিক, সাহিত্যিক, সাংস্কৃতিক, আৰ্থিক, সামাজিক সকলো অস্তিত্ব লুপ্ত হৈ শেষত একো নথকা জাবৰ হৈ পৰে।

১৫৭

চলা-ফুৰা আৰু নিয়ম-কাৰণৰ ব্যতিক্ৰমত মানুহৰ গাত ফোঁহোৰা ফুটে। কিন্তু সি ফুট দিয়াৰ আৰম্ভণিতে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা নললে সি মাৰাত্মক হৈ উঠি প্ৰাণ বিনাশ কৰে। ব্যক্তি, সমাজ, জাতীয় আৰু মহামানৱীয় দেহৰ বিষয়তো সেই একে কথা।

১৫৮

দুৰ্নীতিৰ টিপাত নীতিৰ শ্বাস ৰুদ্ধ হ'ল। যদি বাহ্যিকতাই অৰ্থাৎ -ৰমকজমকেই দুৰ্নীতিৰ ঘাই বাহন, তেন্তে মুহূৰ্ততে সেইবোৰ খহি নাই-সুই হওক, থাকক মাথোন সৃষ্টিৰ নিৰাভৰণ উলঙ্গ জকাটো।

১৫৯

মানুহ বিলাস-ভোগত মত্ত হলে, আন সকলো দুৰ্গুণে তাক বেঢি ধৰাৰ বাহিৰেও, লাজৰ কমনীয়তা হেৰুৱাই সি নিৰ্লজ্জ হয়। বেয়া বুলি সি নিজে জানিলেও সেই বেয়া কাম সি নিঃসঙ্কোচনাৰে সকলোৰে চকুৰ আগতে কৰা আৰু নিলাজ বুদ্ধি খটাই তাকেই সি নৈতিক সাহস বুলি যুক্তি দেখুৱাবলৈ উৎকট চেষ্টা কৰে।

১৬০

দেশখনত যাৰ ভগীবোৰত কেৱল সম্ভোগৰ কামনা তৃপ্ত কৰি চলা মতলবৰ বাহিৰে তাক সেৱাৰ মহিমাৰে মানৱীয় সৌন্দৰ্যত প্ৰতিষ্ঠাপন কৰাৰ উদ্দেশ্য আদৰ্শ নাই, সি দুৰ্নীতিকে তাৰ আৰাধ্য বস্তু বুলি লৈ থাকে কাৰণে, সি দেশত জন্ম লৈও দেশৰ ঘোৰ শত্ৰু। কাৰণ মানৱীয় মহত্ত্ব তাৰ পৰা গুচি যায়।

১৬১

মোৰেই ক্ষতি হওক, আৰু সেই ক্ষতিতেই মই তিলতিলকৈ নিঃশেষ হৈ যাওঁ কিন্তু মোৰ দ্বাৰা যেন জগতৰ কুটা এডালৰো একো ক্ষতি নহয়।

## নিভৃত

১

মোৰ প্ৰেম দেখিছা য'ত বজ্ৰাগ্নিয়ে বিজুলী খাপেৰে ভণ্ডামিৰ ভাণ্ড ভাঙি কঢ়াল লাগি থকা তূপ আঁতৰাই অনন্তলৈ ধাবমান হোৱা পথ মুকলি কৰে, ফৰকাল কৰে। মোৰ প্ৰেম কুসুম-কোমল নহয় যেয়ে মানুহক অলস কৰি বিলাসিতাত সুখ থেকেচা খুৱাই তিল তিলকৈ অস্তিত্ব দুৰ্লহনীয় কৈ শেষ কৰে।

২

এমূৰে তুমি এমূৰে মই লগ লাগি বিচিত্ৰ সৃষ্টিৰ অনন্ত সোঁত বোৱাই আছো, আত্মতৃপ্তি লভি

আছো, কিন্তু তথাপিতো যেন মাজতে কিবা কিবা কাঁক পৰি থোৱা যেন পাওঁ। তথাপি যেন কিবা নতুন সৃষ্টিৰ ধাৰা পথ হেৰুৱাই অনাই-বনাই ফুৰিছে—তাৰ বিৰহত যন্ত্ৰণা অনুভৱ কৰিছো। বাৰু এবাৰ তুমি সিমুৰৰ পৰা মেঘৰ আঁৰে আঁৰে বতাহৰ তালে তালে আলোকৰ ঢৌৰে ঢৌৰে উটি-বুৰি চোৱাচো তাক বিচাৰি পোৱানেকি ?

৩

মানুহক মনে-প্ৰাণে, হৃদয়ে-কৰ্মে, চিন্তাই-ব্যৱহাৰে, আত্মৱৎ ভাল পোৱাৰ বাহিৰে কোনো ধৰ্ম নাই। বৰ্তমান মানৱ ধৰ্মবিলাক ধ্বংস হৈও যদি মানৱ প্ৰেম জন্মে, সেয়ে কাম্য।

৪

জোৱাৰ-ভাটাত নানা লটি-ঘটি হ'বি, তল যাবি, ওপৰ উঠিবি, কিন্তু তোৰ জীৱন-কেন্দ্ৰটো কেতিয়াও নেৰিবি। জীৱন-কেন্দ্ৰ কোনটো ? যিটোত সৃষ্টি অনন্ত ব্যাপ্তিত বিচৰণ কৰা স্নায়ু-বোৰৰ সংযোগ আছে।

৫

মোৰ ঘৰ মই কিমান বান্ধিলো, কিমান ভাঙিলো, একমাত্ৰ মোৰ মূৰ্ত আদৰ্শক, জীৱন্ত সপোনটোক লৈ ধৰাই ধৰাই তাক প্ৰতিষ্ঠিত কৰিবলৈকে, কিন্তু কোনোটো ঘৰতেই সি জীৱন্ত হৈ নুঠিল।

৬

নীল সাগৰ দেখা নাই, কিন্তু নীল আকাশ-খন দিন-ৰাতি চকুৰ আগত লৈ আছো। এই মনোমোহন আঁচলৰ মাজত, স্নিগ্ধোজ্জ্বল জেউতিৰে পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখচন্দ্ৰমাৰ টিলিকাঁহিটোৰ বিজুলী চমকটোৱে এপাৰ হাঁহি হোৱা মোৰ বাঁওহাতৰ কনিষ্ঠাঙ্গুলিটোৰফালে চাই চাই মোৰ চিন্তা আৰু কৰ্মধাৰাক আজিলৈকে প্ৰেৰণা দি আছে। এই জেউতি নিষ্প্ৰভ হোৱা নাই। একেদৰেই আলোক বিকীৰণ কৰি আছে।

৭

সাহিত্যিক, সামাজিক, ৰাজনৈতিক কোনো ক্ষেত্ৰতেই জীৱনত লুক-ঢাককৈ চলাটো, অৰ্থাৎ ভিতৰত এটা আৰু বাহিৰত আন এটা বুলি দেখুওৱাটো মই আত্মচোৰৰ ব্যৱসায় বুলি ঘৃণা কৰো। লোকৰঞ্জন কবিতা বা জনপ্ৰিয়তা অৰ্জাৰফালে মন দি, অৰ্থাৎ কোনোবাই মোক ভাল বোলক বা বেয়া বোলক, নাইবা কোনোবাই মৰম কৰক বা ঘৃণা কৰক বুলি ভাবি-চিন্তা আৰু কৰ্ম-প্ৰবাহত চলা ধাতু মোৰ নহয়। মনত যেতিয়াই যি ভাৱৰ উদয় হয় আৰু আত্মপ্ৰকাশৰ বাবে উক্-মুক্ লগায়, তাকেই তেতিয়া ভাষাৰ কোনো বান্ধনিলৈকে ভ্ৰূক্ষেপ নকৰি, ৰূপ দিবলৈকে আগবাঢ়ো, জনপ্ৰিয়তা বা জনঅপ্ৰিয়তালৈ লক্ষ্য নাৰাখি। কাৰণ শিল্পকলা হ'ল শিল্পী আৰু কলাকাৰৰ জীৱনবোধমূলক সাধনাপক মনজগতত উদিত হোৱা চিৰসুন্দৰৰ ৰূপ-কণিকাৰ ঘনায়ত আলেখ্য।

৮

হয়তো মোৰ চিন্তা আৰু কৰ্ম-প্ৰবাহৰ প্ৰতি নিমাত সমৰ্থন আৰু শ্ৰদ্ধা ৰাখিও মোৰ সান্নিধ্য পৰিবৰ্জন কৰা মোৰ বন্ধুৰ সংখ্যা অলেখ। এনে বন্ধুদলৰ দ্বাৰাই মই জীৱনত সংখ্যাহীনভাৱে নিৰ্যাতিত হৈছো আৰু মোৰ দেশ গঠন আৰু

জাতি গঠনৰ সপোন আৰু যন্ত্ৰৰাশিও, মোৰ চিন্তা আৰু কাৰ্যাৱলীক সমৰ্থন আৰু শ্ৰদ্ধা কৰা এনেবিলাক বন্ধুৰ চিন্তা আৰু দূৰদৰ্শিতাহীন নিষ্ঠুৰ আঘাততেই ভাঙি চূৰমাৰ হৈ অসম আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যতত সমাধান বিচাৰি নোপোৱা জটিলতম পৰিণতি ঘটিল আৰু প্ৰচণ্ডতম বা-মাৰলিৰ পাকত পৰিল।

৯

মোৰ উশাহ-নিশাহত কিমান বিনন্দীয়া সৃষ্টিৰ উঠন-পতন হ'ব ধৰিছে সেইটো তুমি-মই মুখামুখিকৈ বহি সম্যক আলোচনা নকৰিলে বুজা-বুজি হ'ব পৰা হ'ব কেনেকৈ ?

১০

সামাজিক বিস্তাৰৰ ফলত হৃদয়ৰ সু-প্ৰবৃত্তি-বিলাক লোপ পায় বা আধামৰা হৈ পৰি থাকে। তাৰ ফলত আনৰ সম্ভাৱ, উপকাৰ, সদ্ব্যৱহাৰ-বিলাকৰ সৌন্দৰ্য গ্ৰহণ কৰিব নোৱাৰা হৈ তাত নিজৰ দৰে কিবা মতলবহে দেখা পায়। সেই বাবে সাম্ৰাজ্যিক বিস্তাৰবাদীসকলে আতিথ্য-শীল জাতিৰ সম্ভাৱ সহনশীলতা গ্ৰহণ কৰিব নোৱাৰে আৰু আতিথেয়তাক শোষণ কৰি উৎপাত অশান্তিৰ সৃষ্টি কৰে।

১১

মইতো মই,—মই মাটিৰ মানুহ কিন্তু তুমি কোন ? মুঠতে তুমি নে মই,—দুটা নে এটা ? দুটাটো দেখিছোঁ এটা আৰু এটাটো দেখিছোঁ দুটা। কোনটো ঠিক ? তৰাই তৰাই থপিয়াই ফুৰো, কিন্তু কতো দেখোন মোক লগ নাপাওঁ, কেতিয়াবা পামনে ? কিম্বা কেতিয়াও নাপামেই, পালেনো কি হ'ব আৰু নাপালেনো কি হ'ব ? যি হ'ব লগা আছে সেয়ে হ'বনে, যি কৰিম সেয়ে হ'ব ?

১২

কিমান দিন খাবা তুমি জনগণক শোষণ কৰি ? তোমাৰ খকত পৰি জনগণৰতো আহ্ উঠিব।

১৩

লাগে মোক, কিন্তু কি লাগে বুজি নাপাওঁ। বুজি পালে হেনো লগালে আগ্ৰহটো নাথাকে। কিন্তু যিটো বুজি নাপাওঁ, সেইটো লগাৰ আগ্ৰহৰ সাৰ্থকতা কি ? সাৰ্থকতাতে পৰিপূৰ্ণতা ? পৰি-পূৰ্ণতাতেই নিবৃত্তিৰ আত্মানন্দ নে অপৰিপূৰ্ণতাতেই প্ৰবৃত্তিৰ উত্তেজক পৰিপূৰ্ণ পৰিপুষ্টিৰ উৎস।

১৪

তোমাৰ ৰূপৰ দাহিকা-ছাটি লাগি মোৰ চকু দুটা অন্ধ হৈ গ'ল—তাৰ সলনি ভিতৰত এযোৰ অনিৰ্বাপিত চকু উজ্বলি উঠিল। সেই চকুযুৰিত তোমাৰ ৰূপৰ দাহিকাটো লুপ্ত হৈ এটা শান্তিময় ৰূপ ধাৰণ কৰিলে—তাৰেই মই এতিয়া স্নিগ্ধ শান্তিময় তোমাৰ ৰূপ-সাগৰত নিমগ্ন হৈ আছো।

১৫

দুৰ্নীতি নীতিত শ্বাস ৰোধ হ'ল—যদি বাহ্যিক আভৰণবোৰেই দুৰ্নীতিৰ ঘাই বাহন, তেন্তে মুহূৰ্তৰ ভিতৰতে সেইবোৰ খহি নাই-মুই হ'ক; থাকক মাথোন সৃষ্টিৰ নিৰাভৰণ জঁকাটো।

১৬

হেৰা, চেতনা নহয় কিয় ? দিনে দিনে দেখোন পলকে পলকে নিমেষে নিমেষে আত্মহত্যা কৰিছা তুমি ? এয়ে নে তোমাৰ নেতৃত্ব ক্ষমতা, খকৰ কৰ্তৃত্ব ?

১৭

যিটো হ'ব লগা সেয়েহে হ'ব নে, যি কৰিম মই সেয়েহে হ'ব? কোনটো ঠিক।

১৮

মই প্ৰকাশ তুমি অপ্ৰকাশ। মই প্ৰকাশক আশ্ৰয় নকৰাকৈ তুমি প্ৰকাশ হ'ব নোৱাৰা। তোমাৰ মৰ্যাদাভিমান বেছি, নে মোৰ মৰ্যাদাভিমান বেছি?

১৯

কেন্দ্ৰটো তুমি নেৰিবা—উত্তাল তৰঙ্গই তোমাক উটাই লৈ যাব। কাৰণ গতিৰ প্ৰবাহ তুমি এৰাব নোৱাৰা, কিন্তু কেন্দ্ৰটোত ধৰিহে তুমি ৰক্ষা পাবা। এয়ে মানৱাত্মাৰ ধৰ্ম। কাৰণ পৰমাত্মাৰ অংশ মানৱাত্মাৰ মৃত্যু নাই।

২০

মানৱাত্মা! আহিছা যে তুমি আজি অন্তহীন পৰমাত্মাৰ বুকুৰ দ্যুতি লৈ: তোমাৰ একমাত্ৰ আশ্ৰয় জুপুৰিটো প্ৰচণ্ড ধুমুহাই উৰাই নিবলৈকে আগবাঢ়ি আহিছে, তুমি এতিয়া কৰিবা কি?

২১

কবিতা, কবিতা লাগে বুলি মোক সকলোৱে দাবি কৰে—কিন্তু মোৰ কবিতা দেখোন হাতৰ পৰা স্খলকি পৰি ক'ৰবাত গৈ লুকাল?

২২

এৰি দিয়া বাট—সুন্দৰ মোৰ সোমাব খুজিছে জীৰ্ণ জুপুৰিলৈ দেখা নাই সৌ, থমক খাইছে আহি পদূলিত মোৰ মনৰ মণি, তোমাৰ হৰ্ম্যৰ আঁহে আঁহে ভৰা দুষ্প্ৰকৃতিৰ মলি দেখি থমক খাইছে, মোৰ জুপুৰিত শুদ্ধ সুন্দৰ সোমাবহি পৰা নাই, এৰি দিয়া বাট সকলো মামৰ ধুই ঠাই চাফ কৰি, সৃষ্টি উঠিব অতল তলৰ অৱচেতনাৰ ব্যক্ত আকুল, চিত্ৰ-বহুল জীৱন মুকুলৰ।

২৩

আমাক আমিয়েই ৰক্ষা কৰিব লাগিব। আনক ৰক্ষাৰ ভাৰ দিলে আমাক আনৰ অনুগ্ৰহত সমৰ্পণ কৰি দিব লাগিব। এইটো আমাৰ জাতীয় কলংক। এনে ঘটিলে আমাৰ পক্ষে মানৱীয় অধিকাৰ নোহোৱা হ'ব। এই কলংকৰ হাত সাৰি আমি নিজৰ ৰক্ষাৰ ভাৰ নিজে লব লাগিলে সেই যোগ্যতাও নিজে অৰ্জন কৰি লব লাগিব। এই যোগ্যতা অৰ্জন হয় প্ৰচণ্ড দেশাত্মবোধক চৰিত্ৰতহে।

২৪

জীৱন-কেন্দ্ৰ লক্ষ্য-পীঠত অচল-অটল খোপনি লৈ, নিৰ্ভীকতাৰ সৰ্বজয়ী কৱচেৰে সজ্জিত হৈ যদি তুমি জীৱন স্ৰোত এৰিব নোৱাৰা, সমস্যাকো নোৱাৰা এৰাব। সমস্যা এৰাব গলে জীৱন নোহোৱা হ'ব। জীৱন-প্ৰবাহৰ লগে লগে এটাৰ ওপৰত এটা উঠি নেৰানেৰিকৈ সমস্যাৰ সোঁত আহিয়ে থাকিব।

২৫

মই যে মানুহ ভগৱানৰ প্ৰতিনিধি। বাস্তৱ ক্ষেত্ৰত মই শিলক কৰিব পাৰো পানী, পানীক কৰিব পাৰো জুই। বুকুখন মোৰ এনে কৰা যেন, এটম বোমাও উফৰি যায়।

২৬

তোমাক চিৰকাললৈ পাবৰ বাবেই এদিনৰ বাবে নোখোজো।

২৭

এতিয়াও ভাবি চোৱা বাচিবা নে, তুমি মৰিবা, আত্ম-চেতনা পূৰা-পূৰিকৈ নৌ-আহোতেই পৰিলাহি তুমি বিজুলী যুগৰ শাসনত।

২৮

হে ভগৱান সৰ্বশক্তিমান, মোৰ হাঁহি-কান্দোন, বিৰহ-মিলন সকলো তোমাতেই স্থিতি আৰু তোমাতে লয়।

২৯

ভুল কৰিবি, বিভ্ৰান্ত নহ'বি।

৩০

পাপ-পুণ্য, সৰগ-নৰক কি একো মই নুবুজো, বুজাৰ প্ৰয়োজন অপ্ৰয়োজন তাকো ভাবি চাব নোখোজো। মই মাত্ৰ বুজো তুমি আছা আৰু মই আছোঁ।

৩১

স্বাধীনতাৰ ধাৰণা সকলোৰে একে নহয়।

৩২

বেদনায়েই সৃষ্টিৰ উৎস।

৩৩

জীৱন জোখা তুলাচনীত তোমাৰ-মোৰ ভৰ সমান।

৩৪

মোক তুমি পঠাইছা জ্ঞান চেতনা দি। সেইটো কেৱল তোমাৰ জীৱন্ত সৃষ্টিক সেৱা কৰিবলৈহে।

## একান্ত

১

তোমাৰ চিন্তা ঘাঁতত
(মোৰ) আহত সত্তা অবিৰত
চূৰ্ণীকৃত হৈ
আছে মাথোঁ গৈ
কোন কি দিশৰকালে।
এই তিল তিল ক্ষয়টো
তাতেই হ'বগৈ হয়তো
পুনৰ গঠিত
নতুন ৰূপেৰে
পুনৰ পূৰণ
নিটোল ৰূপেৰে
হৰিব নোৱাৰা কালে।
সেই ৰূপ লৈ মই
অজৰ অমৰ হৈ
তাতেই হ'বগৈ হয়তো
মোৰ সত্তাৰ ক্ষয়টো
নতুন ৰূপেৰে পুনঃ গঠিত
হৰিব নোৱাৰা কালে
পচিব নোৱাৰা
চেঁপিব নোৱাৰা
চিন্তাৰ জঞ্জাল।
এই সত্তাৰে
অপূৰ্ণতা
পৰিপূৰণ কৰি
হয়তো এটা
নতুন সত্তা
আহিব তাত ভৰি।
মাথাজিৰ
সেই সত্তাক
কোনো স্তৰৰ
ভঙা-ছিঙাৰ চেক
সি হয়তো
অদ্বিতীয় এক।

২

জীয়াই থকা, জী থকা,
একে নহয়, কথা দুটা
অমৃত এটা আনটো গৰল
এটা জটিল আনটো সৰল
আন্ধাৰ এটা আনটো পোহৰ
এটা খোলা আনটো মোহৰ।

৩

মোৰ জীৱন-মৰণ সঙ্গমত
নৱ সৃষ্টিৰ অঙ্কুৰে অৱগাহি
মোৰ দুখ যেতিয়া আহে
নতুন আশাৰ নতুন কুঁহি
ফুটে জীৱনৰ পাহে পাহে।

৪

অপৰূপৰ অতল তলত
মোৰ ৰূপৰ মাণিক হেৰাই গ'ল।

৫

হলে কিবা হ'ব,
নহলে নহ'ব,
নাই একো লাভ ক্ষতি—
মোৰ শিতান গুৱাই
সপোন শিখাৰ
জ্বলে অবিৰল দ্যুতি—

৬

মোৰ মৰণ ফুলত জীৱন সুধাৰ গন্ধ !

৭

সন্ধ্যা যেতিয়া আহে
( তাৰ ) বুকুৰ কাঁচলি পিছলি পিছলি
নামি যায় লাহে লাহে
( তাৰ ) যুতি সুবাসিত জোনালী বুকুত
পদুম দুপাহি জাহে।
( মোৰ ) কলিজা কোঁহত নিটোল সুধা
ঢালি চল চল হাঁহে।

৮

দূৰতে অদূৰ
অদূৰতে দূৰ
ওচৰে নিলগ
নিলগে ওচৰ
পোৱাতে নোপোৱা
নোপোৱাতে পোৱা
হোৱাতে নোহোৱা
নোহোৱাত হোৱা
সেয়ে মোৰ ভাল পোৱা।

৯

অহাৰ মুখত জ্যোৎস্না জ্বলে
যোৱাৰ মুখত অন্ধকাৰ,
অহা যোৱাৰ দুমূৰ জুৰি
সেইবাবে হৈ হাহাকাৰ
নিয়ৰ টোপাল ধৰাত সৰে
দুবৰি মূৰত ঠন ধৰি—

১০

শুনা, শুনা, শুনা দেশৰ ভাই—
স্বস্তি ভোগৰ সময় নাই—
সুনীল সেউতি এক হৈ যোৱা
( আজি ) নতুন যুগৰ বঙালি সুৰ—
দেশক, জাতিক দুৰ্বল কৰা
ক্ষুদ্ৰ স্বাৰ্থত অন্ধ হোৱা
মিছা 'য়ানা'বোৰ এৰা, এৰা, এৰা, এৰাচোন
এৰা,—
বাজে, আহা, শুনি, জীৱন কৰাহি পূৰ—।

১১

কাক ভুল ক'ম, কাক শুধ্ ক'ম ?
দেখিছা দেখোন সকলো ভুল, সকলো শুধ ?

১২

মই যামেই যাম,
সেয়ে হুক পৰিণাম, মই যামেই যাম
যাবৰ বাবেই ধৰাত নামিলোঁ।
ময়ে মোত মোৰ সৃষ্টি পাতিলোঁ।
ময়ে মোত মোৰ স্থিতি উজ্বলালোঁ।
ময়ে মোত মোৰ প্ৰলয় জ্বলালোঁ।
পুনু নৱ সৃষ্টি জগাই তুলিলোঁ।
মোৰ বাবে ময়ে ৰলো।
সেয়ে হুক পৰিণাম,
মই যামেই যাম।

১৩

ভোগৰ বাবেই তিয়াগ লাগে
ত্যাগৰ বাবে ভোগ নহয়,—
ভোগ-লিপ্সাই দিলেহে এৰি
শক্তি জমে, অমৰ অজয়।

১৪

সীমও অসীম অসীমও সীম--
দুয়োটা দুয়োতে অসীম সীম।

১৫

জীৱন মোৰ !
যা যা বহলি বহলি আগ বাঢ়ি বাঢ়ি
গৈ থাক তই—
নাই ওৰ—
অসুন্দৰক সুন্দৰ কৰি
গৈ থাক তই গৈ থাক।

১৬

অচিন কোণৰ কুঁৱলিটোত,
নৃত্য কৰা ম'ৰাৰ পাল,
পদুম পাতৰ নিমজ পাটিত
তুচ্ছ চুমা নিজগাল—
অৰুণ বোলৰ উতল উঠি
বৰফ চেঁচাক বুৰাই গ'ল
তৰাৰ নেজত সাত পাক খাই
শূন্যাধিৰাজ নিমাত হ'ল।

১৭

য'ত আছে খুঁত, নহয় নিখুঁত
হুক সেই ধন অযুত নিযুত
সেইটো নালাগে মোক।

১৮

জীৱনটোতো সমস্যাৰেই পুঞ্জীকৃত সমষ্টি গোট
জীৱন আৰু সমস্যা আছে দুয়ো দুয়োত ওতপ্ৰোত
তাক এৰিবৰ উপায় নাই—
অৱজ্ঞাৰো সন্ধি নাই—
উদ্যমশীল প্ৰেৰণাৰে
বুকু পাতি তাক গ্ৰহণ কৰা
প্ৰাণ জগোৱা বিক্ৰমেৰে
চেতনা চকিত তীক্ষ্ণতাৰে
বুকু পাতি তাক গ্ৰহণ কৰা,
অনুভৱ কৰা, চিন্তা কৰা,
প্ৰাণৰো প্ৰাণৰ অন্তৰেৰে
শূইন মোচোৰা বিচাৰেৰে
নিশ্চয় পাবা সু-সমিধান
হ'বা তুমি মহা-জীৱনবান।

১৯

মোৰ কোনো নাই নকৰো ভয়।
সকলোটি যাৰ ভেৰেঁ আছে মোৰ
কিহৰ ভয়?

২০

মোৰ প্ৰেমৰ শিলনি খচকি খচকি
নামিছে যি অভিসাৰ
বিজুলীতকৈও তীব্ৰ গতিৰে
চলে ভাঙি যি পাৰাপাৰ।

২১

আহিছিলোঁ
কিবা এটা হ'ম বুলি—
আন কিবা এটা হলোঁ,
হাঁহিছিলো,
বেদনাত ধল তুলি—
বেদনাতে পমি গলোঁ—

২২

সকলোতকৈ জীৱন শ্ৰেষ্ঠ
তাত বাদে একো সত্য নাই
সেই জীৱনৰে জেউতি চৰায়,
বিৰাট-বিশাল মানৱতাই
মানৱীয়তাত জীৱন জাগে
অমানৱীয়তাত জীৱনৰ ক্ষয় হয়।

২৩

মই বুজিছোঁ:
কিয় তুমি মোক দিয়া নাই ধৰা
বলিয়া কৰিছা দুৰণিৰ পৰা,
মই বুজিছোঁ:
ধৰা দিলে আৰু নাথাকিব মোৰ
বাউলী-পাক তোমাক খেদাৰ।
মই জানিছোঁ।

২৪

কি অপৰূপ কি বৰ্ণময় তুমি:
একেলগে তুমি অক্ষয়-ক্ষয়,
দুৰ্জয়-জয়, ব্যয়-অব্যয়,
চিৰ পুৰাতন
নিত্য নতুন
বচনীয়-অনিৰ্বচনীয়
উঃ কি বিস্ময় ৰহস্যময় তুমি!
একেলগে তুমি ধ্যেয়-অধ্যেয়
একেলগে পেয়-অপেয়,
ভিন্ন-অভিন্ন,
ছিন্ন-অছিন্ন,
দম্য-দুৰ্দমনীয়।
কি সুন্দৰ, কি মনোৰম তুমি
একেলগে তুমি প্ৰলয় সৃষ্টি,
জ্ঞান-বিজ্ঞান অন্ধতা সৃষ্টি,
জীৱন-মৰণ
হাঁহি-ক্ৰন্দন,
ক্ষুধা-তৃষ্ণা-তৃপ্তি,
কি লীলাময়, কি ৰঙিয়াল তুমি
একেলগে তুমি শান্তি দহন,
কঠোৰ ক্ৰূৰতা, সান্ত্বনাকণ,
সচিত-সপোন,
চেতন-অচেতন
ভগন-অভগন।
উঃ কি প্ৰকাণ্ড কি মাৰাত্মক তুমি
একেলগে তুমি সুন্দৰ কদাকাৰ
আলোক-আন্ধাৰ, বিকাৰ-নিৰ্বিকাৰ

উত্থান-পতন
ঘটনা-ঘটন
নিবাৰ-ছুৰ্নিবাৰ
উঃ কি ভয়াবহ, কি ভয়ঙ্কৰ তুমি।
একেলগে তুমি শান্ত-ৰুদ্ৰ
সুপ্ত-জাগ্ৰত, বিৰাট-ক্ষুদ্ৰ
কঠিন-কোমল
মলিন-বিমল
অধঃ আৰু উৰ্দ্ধ।

২৫

কিমান জাঁজিৰ বিশাল ভেটাই
আগ আগচি ধৰে,
ব'ঠাৰ চাবত উফৰি গৈ
পথ মুকলি কৰে।
এয়েতো মোৰ চলি যোৱাৰ
বিৰাম বিহীন-পথ।
কৰ্মধাৰাত চলি আছে
তীব্ৰ জীৱন-ৰথ।

২৬

বৰপেটা, মোৰ বৰপেটা—
মোৰ প্ৰপিতামহ আতা, পিতাৰ
পবিত্ৰতম জন্মভূমি—
বৰপেটা—মোৰ-বৰপেটা
দুজনা গুৰু এক শৰণীয়া ঐকান্তিকী মানৱ-সেৱাৰ
সোণৰ সপোন-ৰঞ্জিত
মোৰ বৰপেটা।

২৭

কাল-মহাকাল।
ভাঙ্‌, ভাঙ্‌, কণা-অনুকণা নৰখাকৈ
চিন-চাব একো নথকাকৈ
নিঃআকাৰৰ সঁচাত তুলি
ভাঙ ভাঙ ভাঙ দে গুড়ি কৰি
তাৰ পাছে তাত হৃদয় দানি
কলা-শিল্পৰ ৰহন সানি
সেই গুড়িতেই—নিঃআকাৰতেই
নতুন সৃষ্টি জগাই তোল
সৰু-বৰ কোনো ধৰণৰ ভেদ নথকাকৈ।

২৮

দেশ-জাতি আগে বুজা ডেকা-দল
দেশ-জাতি আগে বুজা—
জন্মদাতৃ পালনকৰ্ত্ৰী মাতৃভূমিৰ
ধাৰটো আগতে সুজা
তাৰ পাছতো শিল্পী, কবি,
গল্প-লিখক ঔপন্যাসিক
যি হোৱা তুমি হ'বা—
মন্ত্ৰীৰ উপমন্ত্ৰীৰ নাইবা নেতা নায়কৰ
যি ভাৰ লোৱা লবা।

২৯

মই কিহক কৰিম ভয়
দুখ-দৈন্যৰ শিল গুটিবোৰ
মুক্ত হৈ মোৰ ডিঙিত ডোলে
নিৰাশি নিৰাশা আন্ধাৰবোৰ
চকুত আশাৰ জোনাই জ্বলে—

৩০

হায়! কেঞ্জাবনৰ গুটিৰ দৰে দেশৰ বুকুত হুৰা হুৰে
দিনে দিনে গজি উঠে এই যে ইমান দল,
নানা ৰঙৰ সানি আবিৰ, গৰ হুজমী আইডোলজীৰ,
আইধা লগা গন্ধ বিলাই বোৱাই বিপুল চল,

যি দেখো মোৰ দেশৰ জাতিৰ
লাউ কোমোৰা বাবৰি তিয়ঁহ,
মাহ মুগ লাই ধান সৰিয়হ
শুকায় শিপাৰ সতে—
জাতিৰ নাড়ীৰ আইধা লাগিল,
পেটৰ কেডাল তেনেই ছিগিল
গেলি পচি-হ'ল তিঘিল-ঘিল—
তথাপি গাত নাচাপে তত—
মুবুজে একোতে।

৩১

দেশ ঘৰ মাটি ভাষা সংস্কৃতি
যিয়েই নাযাওক ধ্বংস হৈ
দুষ্প্ৰবৃত্তি খকৰ তৃপ্তি
পলুৱাই তাকে থাকিম লৈ।

৩২

ৰাইজক এৰি দল বান্ধি
ভগাই-বটাই কলটি খোৱাৰ
পদ-ক্ষমতা মৰ্যাদাধন আৰ্জা
খকা-খুন্দাত লাগি থোৱাৰ
নাচ-গীততেই গজাল মাৰি,
অলস ৰাগীৰ পাটী এৰি
মোৰ টোপনি হৰিলা পোনাকিটিহঁত
ভাগিলি যেতিয়া মুগুৰি আক।

৩৩

মাটিভৰা তোৰ নেৰিবি
এই মাটিৰেই উম লই লই—
এই মাটিৰেই ৰস খাই খাই
জন্মিলি বাঢ়িলি, টিঘিল-ঘিলাই
জী থাকিলি।

৩৪

সূক্ষ্মতকৈও সূক্ষ্মতৰ কেৱল গতিৰ গতি
কোনটো গতিৰে কোন আঁহেদি আহি
কোন আলোৰ ৰশ্মিধাৰাই ফুলায় জীৱন-পাহি
ৰঙা-ক'লা-হালধীয়া
বৰ্ণবিহীন কিম্বা নীলা সেউজীয়া।

৩৫

হেৰা বালে বাজি হেৰা বালে বাজি
ক'লৈ যাবা, কিহৰ পিঠিত উঠি,
হাতী, ঘোঁৰা, গাধ, সকলো হেৰালা
নিলে লুটি পুটি।

৩৬

হেৰা ধনখকুৱা তেজ-ক্লেদপিয়া দুৰ্নীতিৰত কাৰবাৰী
তোমাৰ চোহাত দীন-দুখীয়াৰ প্ৰাণ স'তে গ'ল ঘৰ-বাৰী
দুৰ্নীতি খকে দেশ জাতি যাব— এই জ্ঞানকণ হেৰাল কিয়?
ধনৰ খকে দেশ জাতি যায় এইটো নহয় মানৱীয়।

৩৭

দেশ যদি থাকে সকলো থাকিব,
দেশ নাথাকিলে সকলো যাব।

৩৮

যায় যদি দেশ য'ক—
থাকে যদি দেশ থ'ক
সেই বুলিনো এৰিমনে মই
দল উপদল
সাত জনমৰ খক।

৩৯

মইতো নহওঁ ৰাজনীতিক !
মই হ'লো সেৱাৰ প্ৰতীক—
জ্ঞান-ধ্যান-আদৰ্শ মোৰ
ৰাজনীতিকৰ জুৱা-খেলত
ইন্দ্ৰজালত
জুই জ্বলোৱা ; মই হ'ব খোজো
জন-দেৱতাৰ সেৱাৰ প্ৰতীক ।

৪০

আজি মোৰ জীৱনৰ সংগ্ৰামী গতিটোৰ
মহাজীৱনৰ হুকে মৃত্যুঞ্জয়ী যজ্ঞ
আজি মোৰ জাতিটোৰ ভীৰু মনোবৃত্তিক
সাহী শৌৰ্য বীৰ্যৰে কৰা পণ আৰোগ্য ।

৪১

দেশমাতৃকাৰ সেৱা দেউলত
জ্বলক মঙ্গল আশাৰ বন্তি
চিৰচিন্ময়ী নাৰীশক্তিৰ সোণৰ পৰশ লাগি,
সচকিত কৰি কৰ্মোদ্যমত
তন্দ্ৰা অলস জীৱনতন্ত্ৰী
চূৰ্ণিত হৈ আমেজ বিলাস নিঢালে পৰক ভাগি,
দুশ্চৰিত্ৰ দুৰ্নীত দানৱহন্তা শৌৰ্য দেশৰ বুকুত
উঠক জাগি,
জ্যোতিৰ্ময়ী দেশমাতৃৰ সেৱা-মণ্ডপত
জ্বলক উজ্বলি মঙ্গল অনিৰ্বাপিত আশাৰ বন্তি
চিৰচিন্ময়ী নাৰীশক্তিৰ সোণৰ পৰশ লাগি ।

৪২

নালাগে মোক পাকিস্থান,
নালাগে মোক হিন্দুস্থান,
বগা-ক'লাৰ মাংসলোভী ব্যৱধান
চূৰ্ণ কৰা লাগে মাথোঁ ৷ মানৱস্থান
য'ক উখি য'ক বৌদ্ধ খৃষ্টিয়ান
থাকক মাথোন মহামানৱীয় মহাপ্ৰাণ ।

৪৩

যা আগবাঢ়ি যা,
( মোৰ ) ৰঙা সপোনৰ জোঙা চিকিমিকি
আগলি গুৎটো লকূলকাই,
যা, যা, যা,—আগবাঢ়ি যা
যা আগবাঢ়ি সোঁৱে-বাঁৱে
আগে পাছে উধাই উধাই
পাছ টানি ৰাখি খোৰা কোঙা কৰা
যতবোৰ অভিশাপ উৰুৱাই,
মাতৃভূমিৰ পূজাৰ বেদীত
সয়ল জগত গোট খুৱাই,
স্তৰে স্তৰে তাৰ খলপ লগাই
ক্লেদ পখালি পথ মোকলাই
সৃষ্টিধাৰা বোৱাই যা ।

৪৪

মই নোহো দুষ্কৃত্য, সুকৃতি স্পষ্ট ;
কিয় হ'ম দুষ্প্ৰবৃত্ত ?
সীমা ভাঙি ভাঙি অসীমত বৈ
হ'ম পূৰা পৰিপুষ্ট ।
দুষ্প্ৰবৃত্তি দুষ্কৃতিৰ সীমাতেহে স্থিতি,
সীমা ভাঙি ভাঙি গৈ থাকিলে ক'ত
ৰ'ব তাৰ স্মৃতি ?

৪৫

নলবাৰী, নলবাৰী,
সাহিত্য-সভাৰ অধিৱেশনৰ
অবিস্মৰণীয় পয়োভৰধাৰী নলবাৰী,

জাগিছা যেতিয়া মুগুৰা পুনৰ
অবিস্মৰণীয় উদ্দীপনাৰ
পয়োভৰ ভৰা সম্পদাপাৰ
কৰ্মকুশল কৃতিত্বেৰে বিভূষিত মোৰ নলবাৰী
জাগিছা যেতিয়া মুগুৰা দুনাই
জ্বলি উঠা চাকি নিদিবা নুমাই
তোমাৰ প্ৰাণৰ সুপ্ত দেশৰ
ৰন্ধ্ৰে ৰন্ধ্ৰে অণুই অণুৰ
ভাৱনা চিন্তা উপলব্ধিকতা
ঠাহ খাই থকা জড়তা,
এই জগত চেতনা ঢলেৰে
উটাই দি তাত কৰা প্ৰতিষ্ঠা
চিৰজাগ্ৰত চিৰউদ্যমী
কৰ্মদীপ্ত দেৱতা।

৪৬

এই মুহূৰ্ত হেৰুৱালে
জীৱনটো মোৰ মহৎ কৰাৰ
সুযোগটো যে হেৰাই যাব
হীনতা নীচতা ভীকতা দীনতা
ধ্বংস কৰি তপন তাৰাৰ
বীৰ্যশালী প্ৰচণ্ডতাৰ
বিপুল সমল মোৰ জীৱনৰ
গোট নাখাব।

৪৭

মাটি এৰি জীৱন নাই
জীৱন এৰি মাটি নাই,
ছায়াকায়াহীন অদেহীৰ ভাপ, ৰঙ, ৰূপ, নাই
অথচ যেন খোজৰ ভৰত
প্ৰলয় উঠে ভিতৰখনত
অগ্নিৰাশিৰ উতল ফুটে অগ্নি-দহন পাই
তুমি কোন? মোৰ ওপৰত কৰা উপদ্ৰৱ?
কি অধিকাৰ আছে তোমাৰ
মোৰ ই মাটিৰ সপোন ভঙাৰ
মোৰ সতেনো তোমাৰ এনে আছে কি সংশ্ৰৱ?
মাটিৰ পৰা মোক উভালি য'লৈ নিয়া টানি,
আছে নে তাত মোৰ মাটিটোৰ
গন্ধ পৰশ ৰস ৰূপবোৰ
অগ্নি ক্ষুধাৰ খাদ্য আৰু ক্ৰুৰ পিয়াহৰ পানী?
নইতো এই মাটিৰ মানুহ মাটিৰ মোহত মৰা
জিপাল মাটিৰ ভাপ গোড়ত
আঠাল মাটিৰ তাপ স্পৰ্শত
গঢ়া বঢ়া জীৱনটো মোৰ মাটিৰ সপোন ভৰা।
ক'লা মাটিৰ ৰস-ৰঙেৰে কিমান সপোন আঁকো
জীৱন তৃষ্ণা জুৰ পেলোৱা
ৰং-ধেমালিৰ ঢৌ খেলোৱা
নিজানন্দ মদিৰাতেই মছগুল হৈ থাকোঁ।
কিন্তু তুমি কোন কুহকী, কি কৌশল পাতি
কোনফালেদি কোন টলকত
জঁাপ দি সোমাই মোৰ ভিতৰত
ক'লৈ টানা ধন হিয়া মোৰ মাটিৰ সপোন ভাঙি?

৪৮

জীৱন জীৱন বুলি গেৰিয়াওঁ
জীৱন দেখোন নাই,
হাবাথুৰি খাই এফেৰি যি পাওঁ
সিফেৰি শুকান ছাই।
নাই তাত তাপ ত'ত,
জীৱন থাকে বা ক'ত?
কোনোবাই চোন কয় বিঙিয়াই
নিৰ্বেদনাত জীৱন নাই,

জীৱনতো থাকে বেদনাত
যʼত হয় বেদনাৰ অগ্নিপাত—
যʼত বেদনাৰ উমান নাই
তাত বা জীৱন থাকিব কʼত
যি নাড়ীডাল যোৱা শুকাই
সি নাড়ীত ভোক থাকিব কʼত ?

৪৯

মোৰ জীৱন জোৰা সপোন জুপিত
ঠোকে ঠোকে ফলে তৃষিত ক্ষুধিত,
কত বিচিত্র ৰং সানি সানি
আশা-নিৰাশাৰ কিমান কুসুম
ফুলিল ফলিল সৰিল মৰিল
কিমান প্রলয় সৃষ্টিৰ গান
ফিৰজটি ফাট্ বিলীন হʼল—
আৱৰ্তনৰ বিৱৰ্তনৰ
কত ঢউ উঠি হেৰাই গʼল ।
তথাপি খেলিছোঁ তাকেই
মই,
সি কতো নেহেৰায় ।

৫০

মোৰ মৃত্যু নাই মৃত্যু নাই—
নিমৃর্ত্যু মোৰ মহামৃত্যুৰ
মোহন শিখা হেৰাই গʼল—
জীৱন জুৰি জীয়াৰ শিখা
সীমা উভাৰি অমৰ হʼল ।

৫১

সৰাতেই সৰি পৰি মৰি যাওঁ
তথাপি নহওঁ শেষ
বেথাতেই বেথা জʼট লাগি পৰি
ৰাখে বেথা অৱশেষ ।

৫২

আজৰিৰ নিজৰাত
শ্রান্তি ধূলি ধুই পখালি
গুপুত কথাটি ওঁঠত ভাহিছে
ৰঙিলী লহৰ তুলি,
কথাটোৱে পতি আৱেগ ঢলত
লৱনু উঠিছে ফুলি ।

৫৩

দিনান্তৰ ক্লান্তি বৈ চুপি চুপি চাপি অহা
ছাই খোলা গধূলি
বহিলে লেপেট কাঢ়ি থৰে থৰে মেঘ অহা
দিগ্‌বলয় পদূলি ;
পৰিলে থেকেচ খাই পোহৰৰ শেষ ছাটি
অতলৰ তলি চুই,
নিৰন্ধ্র আন্ধাৰে লিপা-পুচা পৰি-পাটি
নিচালে পৰিল শুই ।

# আগকথা

অসম কেশৰীৰ জীৱনত শয়নে সপোনে দিঠকে জাগৰণে মাত্ৰ এটা আকাঙ্ক্ষা আছিল—অসমীয়া ডেকা-গাভৰু, পুৰুষ-নাৰীক তেজোদ্দীপ্ত কৰ্মপ্ৰৱণ দেশপ্ৰাণ হিচাপে পোৱা। স্বপ্ন আছিল প্ৰতিজন অসমীয়া ভাৰতৰ এক শক্তিমান নাগৰিক ৰূপত প্ৰতিভাত হোৱাৰ। তেখেতৰ কেইফাকিমান টুকুৰা টুকুৰ ৰচনা 'অসম কেশৰীৰ বচন' হিচাপে অসমৰ ৰাইজ আৰু বিশেষকৈ ডেকা-ডেকেৰীৰ হাতত তুলি দিয়াৰ প্ৰচেষ্টা হিচাপে পুথিখন প্ৰকাশ কৰা হ'ল। ৰাইজৰ সমাদৰ পালে কৃতাৰ্থ মানিম। ইতি—

গুৱাহাটী
তাং ১৫।৪।৮১

আত্ম-বিকাশ ভৱন
শিলপুখুৰী
গুৱাহাটী—৩

# অসম কেশৰীৰ বচন

১

অসমীয়াৰ জাতীয় দেশত তাৰ জাতীয় অস্তিত্বটোক আনৰ চেঁপাত্ত পেলাই আধামৰা আধাজীয়াকৈ অকথ্য দাৰুণ যন্ত্ৰণা ভোগ কৰি থকাকৈ জীয়াৰ নামত জীয়াই ৰাখিবলৈ মোৰ নিচেই মন নাই। হয় পূৰা নিটোল জীৱন—নাইবা পূৰা নিঃচিহ্ন মৃত্যু।

২

ভাৰত থাকিলেহে ময়ো থাকিম কথাটো যেনে সঁচা, ভাৰত থাকিলেও যদি মই নাথাকো এই প্ৰশ্নটোও সঁচা। কাৰণ বৈচিত্ৰ্যময় ভাৰতৰ ৰূপ সৃষ্টিত মোৰো এটা সক্ৰিয় চেতনাৰ অৱদান আছে। গতিকে, মই নোহোৱা ভাৰতৰ কল্পনা কৰাটো মোৰ পক্ষে সুস্থ কথা নহয়। ভাৰতো থাকিব লাগিব আৰু তাৰ অন্যতম ঘাই উপাদান ময়ো থাকিব লাগিব। মোৰ শক্তিশালী অস্তিত্ব বৰ্জিত ভাৰত মোক নালাগে।

৩

ঘৰৰ মানুহে নিজৰ ঘৰত, থলুৱা মানুহে নিজৰ থলত, দেশৰ মানুহে নিজৰ দেশত নিৰুপদ্ৰৱ নিৰাপদ আনন্দেৰেই পেটৰ মুঠি খাই-বই নিঘৃ্ণী শাৰীৰিক-মানসিক স্বাস্থ্যেৰে পুষ্ট হৈ জী থাকিব খোজাৰ আকাংক্ষাটো বিশ্ব-মানৱবোধৰ পৰিপন্থী নহয়। বৰং ইয়াৰ দুৰ্বলতাজনিত বিপৰীত ভাৱটোৱেহে বহিৰ্শোষণেৰে বিৰাট মানৱীয়তাৰ ভাৱ হৰণ কৰি অন্তৰখনত নিৰ্মম অমানৱীয়তাৰ প্ৰভাৱ বৰ্তাই সমূহ মানৱ সমাজক আত্মধ্বংসী দুৰৱস্থালৈ টানি নিবলৈ দিয়ে। চাৰিওফালৰ পৰা আক্ৰমিত শোষিত নিষ্পেষিত অসমৰ লোকসংঘই যদি খাই-বই নিৰুপদ্ৰৱ শান্তি আৰু মানৱীয় মৰ্যাদাৰে নিজ দেশত জী থাকিবলৈকে আকাংক্ষা কৰি আন্দোলন বা সংগ্ৰাম কৰে সেইটো আন-ফালৰ মানৱৰ প্ৰতি শক্ৰতাচৰণ নহয়, আত্মৰক্ষাৰ ভগৱৎদত্ত স্বাভাৱিক ধৰ্ম-পালন কৰা ন্যায়সংগত উচিত কাৰ্যহে।

৪

যি ছাত্ৰই দেশৰ আৰু জন্মভূমিৰ সাৰ্বভৌমত্ব আৰু জাতীয় স্বাধীনতা ৰক্ষা কৰা দায়িত্ব আৰু কৰ্তব্য পালন কৰা বিষয়ৰ জীৱন উছৰ্গা কৰা নিৰ্ভীকতা, সাহসিকতা আৰু শৌৰ্য-বীৰ্য-বীৰত্বেৰে নিজক অলংকৃত কৰি তোলা দুৰ্দমনীয় মানসেৰে শিক্ষা লাভ নকৰে, সেই ছাত্ৰই বিশ্ববিদ্যালয়ৰ গতানুগতিক সৰ্বোচ্চ উপাধি লাভ কৰিলেও তেওঁ দেশৰ আৰু জাতিৰ একো উপকাৰত নাহে। তেওঁ দেশৰ আৰু জাতিৰ সম্পদ হৈ উঠাৰ পৰিবৰ্তে জোকৰ দৰে সৰ্বগ্ৰাসী শোষক হৈ উঠি নানা দুৰ্নীতিৰে নিজক, সমাজক, দেশক, জাতিক আৰু ধ্বংসহে কৰে। কিন্তু দেশ শাসক যি চৰকাৰে দেশৰ ছাত্ৰসকল দেশৰ এনে সম্পদ কৰি তোলা শিক্ষা দিয়াৰ ব্যৱস্থা হাতত নলয় বা কৰিব

নোৱাৰে সেই চৰকাৰৰো দেশৰ আৰু জাতিৰ শাসন-দায়িত্ব লোৱাটো ধৃষ্টতা আৰু অমাৰ্জনীয় অপৰাধ।

৫

আত্মবোধ আৰু আত্মৰক্ষাটো জীৱ মাত্ৰকৰে বীজ-ধৰ্ম। এই বীজ-ধৰ্ম য'ত নিৰ্বাক নিশ্চল, অৰ্থাৎ মধ্যাহ্ন মাৰ্গ মাৰ্তণ্ডৰ দৰে উদ্দীপ্ত হৈ জ্বলি নাথাকে, তাত জীৱনৰ এই দুয়োটা মহান বিভূতিৰো ক্ৰম বিলুপ্তি ঘটে। গতিকে তাত মহা-মানৱীয়তা-বোধৰ সুষমাখিনিও লুপ্ত হয়। কিন্তু এই আত্ম-বোধৰ আৰু আত্মৰক্ষাৰ প্ৰাথমিক প্ৰধানতম অস্ত্ৰ বা সম্বলখিনিয়েই হ'ল ঘনীভূত দেশপ্ৰেম আৰু জাতীয় চেতনা। আমাৰ অসমীয়াৰ দেশপ্ৰেম আৰু জাতীয় চেতনা অতি তৰল পনীয়া। যিফালে ভৰ পৰে সেইফালে ঢাল খায়, সেইফালে বাগৰি যায়। স্থিতিৰ একো ৰূপ নাপায়। জীৱনত আৰু চৰিত্ৰত দেশপ্ৰেম আৰু জাতীয় চেতনাৰ এই ভাবল্যৰ বাবেই দেশৰ প্ৰায়বিলাক জাতীয় ক্ষেত্ৰতেই আত্মমৰ্যাদাৰে আত্মৰক্ষাৰ দাবী সাব্যস্ত কৰি লোৱা বিষয়ত শোচনীয়ভাৱে অনায়েক আৰু পৰাজিত হ'ব পাৰিছো, আৰু সেইবাবেই দেশখনৰ আৰু জাতিটোৰ বৰ্তমান আৰু ভৱিষ্যতো আজি স্পষ্ট অনিশ্চয়তাত দোদুল্যমান হৈ পৰিছে। এই দেশপ্ৰেম আৰু জাতীয় চেতনাৰ প্ৰাবল্যৰ প্ৰয়োজনটো আন কোনোৰ প্ৰতি বিদ্বেষ পোষণ-কাৰী নহয়—আনৰ অহৈতুক অন্যায় আক্ৰমণৰ পৰা আত্মৰক্ষা কৰি নিজ ভূমিত মানৱীয় মৰ্যাদা লৈ জী থকাৰ ঈশ্বৰদত্ত স্বাভাৱিক আকাঙ্ক্ষাহে। আমাৰ সাহিত্যসেৱীসকলৰ সাহিত্যৰ সেৱাৰ মুখ্য সাৰ্থকতা হ'ল—দেশবাসীৰ জীৱনত আৰু চৰিত্ৰত এই আত্মবোধ, আত্মৰক্ষা, আৰু জাতীয় প্ৰচণ্ড হিল্লোল উজ্জীৱিত কৰি তোলাটো। সেইটো নহলে সাহিত্য-সেৱা আৰু সাহিত্যসেৱীৰ জনগণ-প্ৰেমৰ গুৰুত্বপূৰ্ণ অবিনাশী অৰ্থটো শূন্য হৈ পৰে।

৬

আমাক আমিয়েই ৰক্ষা কৰিব লাগিব আমাৰ নিজৰ দৃঢ়তা, নিৰ্ভীকতা, শক্তি-বীৰ্য-শৌৰ্য-বীৰত্বেৰে। আমাৰ ৰক্ষাৰ ভাৰ আনৰ হাতত সঁপি দিলে, সি কেন্দ্ৰীয় চৰকাৰেই হওক নাইবা আন কোনোবাই হওক, আমি আনৰ অনুগ্ৰহত আত্ম-বিসৰ্জন দিয়া হ'ব। আনৰ সহৃদয়ৰ সহযোগেৰে নিজক ৰক্ষা কৰা আৰু এই দায়িত্ব আনৰ হাতত সঁপি দিয়া একে কথা নহয়। আমি নিজক ৰক্ষা কৰিবলৈকে আনৰ সহৃদয়তাৰ সহযোগ লম। কিন্তু এই বিষয়ত আনৰ ওপৰত হাত কেতিয়াও নিদিম। সেইটো আমাৰ জাতীয় কলংক। এনে হলে আমাৰ পক্ষে মানৱীয় অধিকাৰ নোহোৱা হ'ব। এই কলংকিত পৰিণামৰ হাত সাৰিবলৈকে আমি নিজক ৰক্ষাৰ ভাৰ নিজে হাতত লব লাগিব, আৰু সেই যোগ্যতাও আমি নিজেই অৰ্জন কৰি লব লাগিব। এই যোগ্যতাৰ সম্যক অৰ্জন হয় প্ৰচণ্ড দেশপ্ৰেমিক চৰিত্ৰতহে।

৭

বৰ্তমান অসমীয়া ডেকাদলৰ বিৰাট অংশ এটাক দেশৰ আৰু জাতিৰ চিন্তা-চৰ্চাৰ কথা এৰি, যৌনানন্দৰ কথাকেহে চিন্তা কৰা, আলোচনা কৰা, চৰ্চা কৰা আৰু কবিতা, গল্প, প্ৰবন্ধাদি লিখা দেখা হৈছে। জাতীয় মৰ্যাদা যেতিয়া শীৰ্ষ-স্থানত উপনীত হৈ কোনো দৰৰ বাহিৰাক্ৰমণৰ পৰা নিশ্চিন্তকৈ নিৰাপদ হ'ব, তেতিয়াহে হয়তো নিশ্চিন্ত ভাৱ-বিলাসী আলসুৱাসকলৰ বাবে এই লিখাবিলাকৰ কিছু আদৰ সম্বৰ্দ্ধনা বৰ্তি

থাকি কিছুকালৰ বাবে উপভোগৰ উপাদান হৈ থাকিব। কিন্তু এইসকল ডেকাৰ দেশৰ আৰু জাতিৰ বাস্তৱতাৰ প্ৰতি এনে অৱহেলাৰ বাবেই যেতিয়া দেশখন আৰু জাতিটো ধ্বংস হৈ বাগৰি পৰিব, তেতিয়া নিৰপেক্ষ সমালোচকে এই ডেকা লেখকসকলক সংকটৰ সময়ত দেশ আৰু জাতি ৰক্ষাৰ বাবে দেশৰ জনগণক একো উদগনি-অনুপ্ৰেৰণাৰ দান নিদিয়া বুলি গৰিহণা নিদিবনে? সেইটো আদৰ্শহীন তেজৰ উন্মত্ততাত পৰি এই সকলে ভবাই নাই।

৮

শক্তিমন্ত ইচ্ছাৰ সংগঠন নহলে আত্মৰক্ষা নপাৰে। আত্মৰক্ষা নপৰিলে সতেজ সৃষ্টিৰ সাধনা হ'ব নোৱাৰে। সকলো কৃষ্টি-সংস্কৃতিৰ জন্মভূমি হৈছে নিজাত্মাটো। নিজাত্মাটো দুৰ্বল হলে, কৃষ্টি-সংস্কৃতিও দুৰ্বল হয়, সমাজৰ, জনগণৰ মন আকৰ্ষণ কৰিব নোৱাৰে। এই নিজত্ব ৰক্ষাৰ শক্তিমন্ত ইচ্ছা গঢ় লই গজি উঠে একমাত্ৰ আত্মৰক্ষামূলক শক্তিমন্ত সুদৃঢ় দুৰ্দম্য মনতহে। একশৰণী সেৱা-ধৰ্মৰ উৰ্ব্বৰতাই এই মন সতেজ কৰি গঢ়ি তোলে। জগদগুৰু শ্ৰীমন্ত শংকৰে অসমীয়াক এই ৰসাল সেৱা-ধৰ্মৰ বিশ্বজনীনতাকে দান দি গৈছে। কিন্তু সেইফালে অসমীয়াৰ মন গঢ় লৈ নুঠিল।

৯

চৰিত্ৰত জাতীয়তাবোধহীন লোকৰ সংখ্যা যি দেশত যিমান সৰহ, সেই দেশ সেই পৰিমাণে অধঃপতনলৈ নামি যায়। জাতীয়তাবোধ চৰিত্ৰ দেশবাসীৰ ভিতৰত সংগঠিত নহলে, সেই দেশ নাথাকে। দেশ নাথাকিলে, তাৰ ভাষা, সাহিত্য, সংস্কৃতি, সমাজ, অৰ্থনীতি, ৰাজনীতিও নাথাকে। এই সম্পদবিলাক নাথাকিলে সেই দেশৰ অস্তিত্বও নিৰ্মাণ নহয়। অসমীয়াৰ শতকৰা প্ৰায় নিৰানৈজনৰে চৰিত্ৰত এই জাতীয়তাবোধৰ দুৰ্বলতা দেখা গৈছে! সমগ্ৰভাৱে অসমত অসমীয়াই নিজ বৈশিষ্ট্যেৰে ভাৰতীয় মহা-জাতিৰ অংশ হিচাপে শক্তিশালী হৈ নিজ জন্মভূমিত বৰ্তিব লাগিলে, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী কিশোৰ-কিশোৰী, ল'ৰা-ছোৱালী, নিৰ্বিশেষে সকলোৰে প্ৰাণত প্ৰবল জাতীয় চৰিত্ৰৰ হিল্লোল উঠিব লাগিব।

১০

আত্মৰক্ষাটোৱেই জীৱৰ প্ৰাথমিক সৰ্বপ্ৰধান ধৰ্ম। সৰ্বশ্ৰেণীৰ জীৱৰ ভিতৰত উৎকৃষ্ট জীৱ মানুহৰ এই ধৰ্মজ্ঞানটো স্বতঃসিদ্ধভাৱে প্ৰবল। যি মানুহে আত্মৰক্ষাৰ এই আকাংক্ষাৰ কাৰণেই হওক, নাইবা নীচ ব্যক্তিগত স্বাৰ্থপৰতাৰ কাৰণেই হওক, কিম্বা মূৰ্খতাৰ কাৰণেই হওক, বিসৰ্জন দি আত্ম-লোপৰ অধৰ্ম গ্ৰহণ কৰিও নিজক গৌৰৱান্বিত বোধ কৰে, সি অকল অমানুহেই নহয়, সি সৃষ্টিৰ কুজীৱ। সুন্দৰৰ সৃষ্টিত তাৰ ঠাই নাই। নিকৃষ্টতকৈও নিকৃষ্ট।

১১

মোক মোৰ মনোমত দেশ গঢ়িবলৈ এনে চৰিত্ৰ লাগে, যাৰ ওচৰত সমূল পৃথিৱীৰ ঐশ্চৰ্যৰ প্ৰলোভন, সৰ্ববিশ্বৰ ৰূপ-মহিমাৰ চমকনি, প্ৰলয়ংকৰী তাণ্ডৱ-উপদ্ৰৱৰ ভয় আদি সকলো নিৰাশ হয়।

১২

হিংস্ৰ পশুৰ মুখত পৰা মানুহ এজনৰ আত্ম-ৰক্ষাৰ বাবে যিদৰে তাৰ ঐকান্তিকতাটো তাৰ আত্মৰক্ষাৰ ধ্যান-প্ৰচেষ্টাৰে কেন্দ্ৰীভূত হয়, এনেকি

তাৰ খোজৰ তলিত থকা কণ্টকভৰা অগাধ খাল-টোলৈও ছঁচ নাথাকে, কেৱল তাৰ আত্মৰক্ষাৰ বাহিৰে আন কোনো চিন্তা মনত নথকা হয়, সেইদৰে আজি চাৰিওফালে নানা শত্রুৱে বেঢ়ি ধৰা অসমীয়াই নিজ দেশত জী থাকিবলৈ হলে, আন সকলো চিন্তালৈ মন নিদি, লক্ষ্য নাৰাখি একান্তভাৱে আত্মৰক্ষাৰ সংগ্ৰামত লিপ্ত হ'ব লাগিব।

১৩

যি ৰাজ্যৰ বা ৰাষ্ট্ৰৰ গৰিষ্ঠ সংখ্যক অধিবাসীৰ বিচিত্ৰ সাহিত্য-সম্ভাৰেৰে সমৃদ্ধিশালী লিখিত আৰু কথিত ভাষাৰ সেই ৰাজ্যত ৰাষ্ট্ৰীয় মৰ্যাদা নাই, সেই ৰাজ্যত সেই ভাষা কোৱা অধিবাসীসকলৰো ৰাষ্ট্ৰীয় মৰ্যাদা নাই ; অসমৰ অসমীয়াৰ ভাগ্যত আজি সেয়ে ঘটিছে।

১৪

কাম, ক্ৰোধ, লোভ, মোহ আদি ঐন্দ্ৰিক বস্তু-বোৰৰ আতিশয্যই বিশৃংখলা ঘটাই সমাজৰ শান্তি হৰণ কৰে। এই আতিশয্যবোৰক সৈমান কৰি ৰাখিবলৈকে সামাজিক আৰু ৰাষ্ট্ৰিক বিধি-ব্যৱস্থা গ্ৰহণ কৰা হয়। তেন্তে, কলা-শিল্প চৰ্চাৰ নামত এই ৰিপুবোৰৰ আতিশয্যেৰে বৰ্তমানত দেশৰ কিছুমান ডেকা-ডেকেৰীয়ে মুকলিভাৱে চিনেমা আদিৰ জৰিয়তে যিবোৰ ক্লেদ তুলি সমাজক কলংকিত কৰি নিব ধৰিছে সেই উন্মত্ততাক সৈমান কৰিবলৈ ফলদায়ক ব্যৱস্থা নহয় কিয় ?

১৫

ধনতন্ত্ৰিতা বা কেপিটেলিজম নীতি নহয়, খকহে। কেপিটেলিজম ডাল-পাত, কিন্তু মূলটো, যাক আশ্ৰয় কৰি কেপিটেলিজম জী থাকে, সেইটো হৈছে খক। খকৰ পৰাহে কেপিটেলিজমৰ উৎপত্তি। প্ৰবৃত্তিৰ আতিশয্যৰ আন নাম খক। খকে গ্ৰাসহে কৰে, আনক জী থাকিবলৈ নিদিয়ে। খক সংযত হলে ধনতন্ত্ৰ বা কেপিটেলিজম আৰু তাৰ সংশ্লিষ্ট সকলো দুৰ্নীতি-কলুষৰ উৎপাত আপোনা-আপুনি লুপ্ত হৈ সমাজত বিৰাট শান্তি প্ৰতিষ্ঠিত হ'ব।

১৬

তুমি মোৰ দেশ মাতৃকাৰ বুকু বিদাৰি জন্মলাভ কৰা মোৰ দৰেই দেশ-মাতৃকাৰ সন্তান, গতিকে তুমি মোৰ নিজৰ ভাই। মোৰ মনত নলগা তোমাৰ গাত বহুত কথা থাকিব পাৰে। সেইবোৰ গুণ হলেও হওক দোষ হলেও হওক, তথাপি মই তোমাক ভাল পাওঁ, কাৰণ তুমি দেশ-মাতৃকাৰ গৰ্ভজাত মোৰ সহোদৰ ভাই। তোমাক ভাল নেপালে, তোমাৰ মঙ্গল চিন্তা নকৰিলে, মই মোৰ জন্মদাতৃ দেশ-মাতৃকাকো ভাল পাব নোৱাৰিম, দেশ-মাতৃকাৰ মঙ্গল চিন্তা কৰিব নোৱাৰিম। তোমাৰ প্ৰতি মোৰ ভালপোৱা, মঙ্গল চিন্তা কৰা মোৰ স্বাভাৱিক। এই স্বাভাৱিকতা প্ৰথম পদক্ষেপতে নিজ ভ্ৰাতৃৰ ওচৰত সাৰ্থক কৰিবলৈ যেতিয়া শক্তি নাপাম তেতিয়া বিশ্বমানৱতাৰ আগ্ৰহ ব্যৰ্থ হোৱা ভণ্ডামিয়ে মোক খুলি খুলি খাব।

১৭

যিবিলাক গছ-গছনিৰ মূল উপৰুৱা, তৰাং ; ধুমুহাৰ কোবত সেইবোৰহে উঘালি পৰে। যিবিলাকৰ গভীৰ মূল, সেইবোৰ গছ-গছনিয়ে আত্মৰক্ষা কৰি অটল থাকে। মানুহৰ সভ্যতা-সংস্কৃতিৰ ক্ষেত্ৰতো সেই একে কথা। যিবিলাক মানুহৰ সভ্যতা আৰু সংস্কৃতিৰ শিপাৰ আত্মিক

গভীৰতাৰ লগত সংযোগ নাই, উপকৰা, তৰাং, সেইবিলাক মানুহ আনৰ সভ্যতা-সংস্কৃতিৰ কোনত উফৰি পৰে। বৰ্তমান যুগত ভাৰতে চিনেমা, প্ৰদৰ্শানুষ্ঠান আদিৰ ভিতৰেদি যিবিলাক নিৰ্লজ্জ উলংগ ঠেও ভংগী বিলাই ভাৰতীয় সমাজৰ পৰা লজ্জাশীলতা, আবুৰ-ইজ্জতৰ মানদণ্ড অধোগামী কৰি নিব ধৰা হৈছে, আৰু আমাৰ অসমীয়া সমাজৰ পৰা অনুকূল ঠাকুৰ, স্বৰূপানন্দ, গৌড়ীয় মঠ, ৰামকৃষ্ণ মিছন, অৰবিন্দ আদিৰ প্ৰভাৱে যিদৰে শ্ৰীশংকৰ-মাধৱৰ সাংস্কৃতিক প্ৰভাৱ দোপত দোপে উচ্ছেদ কৰি নিব ধৰিছে, তালৈ চাই আধুনিকতম হিচাপে ভাৰতীয় হিচাপে ভাৰতৰ আৰু অসম হিচাপে অসমীয়াৰ সভ্যতা-সংস্কৃতিৰ শিপা আত্মিক ভূমিৰ দলৈকে বহি যোৱা নহয় যেন লাগে, হেজাৰেই তাৰ তত্ত্ব মুকলি কৰি তুলি ধৰাৰ চেষ্টা নহওক।

১৮

নিজে মিতব্যয়ী নোহোৱাটোৱে আনক শোষণ কৰাৰ আকাংক্ষা এটা মনত আনি দিয়ে। তেতিয়া সি তাৰ অমিতব্যয়ী অভাৱটো পূৰাবৰ বাবে লোভক আশ্ৰয় কৰি আনক শোষণ কৰিবলৈ আৰম্ভ কৰি সমাজত নানা প্ৰকাৰৰ দুৰ্নীতিৰ উদ্ভৱ ঘটায়। বিলাসিতাটো অমিতব্যয়িতাৰ ঘাই নিদৰ্শন।

১৯

নিজৰ ভিতৰত শক্তিৰ পুং নাথাকিলে অৰ্থাৎ নিজৰ আত্মবল নাথাকিলে, বাহিৰৰ পৰা হেজাৰ উৎসাহ-উদ্দীপনা দিয়া হওক, সি সেইবোৰ গ্ৰহণ কৰিব নোৱাৰে। দেশৰ বা সমাজৰ বা নিজৰ অতি সংকটপূৰ্ণ মুহূৰ্ত্তত্তো সি আত্মৰক্ষাৰ বাবে প্ৰয়োজনীয় অগ্ৰগামী সাহসিক দিহা লব নোৱাৰে। কাৰণ, মূলতে তাৰ সেই শক্তি নাই। শাল কাঠৰ নাও পানীত অলপ ঠেলি দিলেই সি নিজৰ ভিতৰৰ শক্তিৰে আগবাঢ়ি যায়। কাৰণ, তাৰ মূলত আগবঢ়া আত্মশক্তি আছে। কিন্তু মদাৰ কাঠৰ নাৱৰ সেই শক্তি মূলত নাই বাবে, ঠেলি থাকিলেও সি আগবাঢ়িব নোৱাৰে। আমাৰ অসমীয়াৰ নেতৃত্বৰ মূলত অগ্ৰগামী হোৱা আত্মশক্তি নাই বাবে অসমৰ আজি এই ঘোৰ দুৰৱস্থা।

২০

ধন খৰচ কৰি নিজ ভাষাৰ পুথি-কিতাপ, কাকত-আলোচনী পঢ়া আৰু ঘৰে-ঘৰে, গাঁৱে-গাঁৱে পুথিভঁৰাল পতা মানুহৰ সংখ্যা যি দেশত সৰহ, সেই দেশৰ মানুহে নিজ দেশত মৰ্যাদাপূৰ্ণ প্ৰতিষ্ঠাৰে জী থাকি আন দেশৰ লোকসকলৰ শ্ৰদ্ধা-সম্মান আকৰ্ষণ কৰিব পৰা যোগ্যতা লাভ কৰিছে বুলি সভ্য সমাজত বিবেচিত হয়।

২১

নিখুঁত জাতীয়তাবোধ নহলে কোনো দেশ আৰু তাৰ লোকসংঘই প্ৰগতিৰ পথত আগবাঢ়িব নোৱাৰে। এই জাতীয়তাবোধটো কোনো ধৰ্ম বিশেষগত, বা গোষ্ঠী বিশেষগত বা ভাষা বিশেষগত নহয়। ই সম্পূৰ্ণভাৱে দেশগত। পৃথিৱীৰ যাৱতীয় লোকসংঘই আন সকলো পৰিচিতি বৰ্জন কৰি এই দেশগত সমগ্ৰতাৰ স্বাৰ্থত সাঙোৰ খোৱাৰ নামেই প্ৰকৃত জাতীয়তা।

২২

সমগ্ৰভাৱে দেশৰ জনগণৰ মানসিক প্ৰচণ্ডতাৰ ফলতেই এটা পৰাধীন জাতিয়ে স্বাধীনতা লাভ

কৰে। সেই স্বাধীনতাটো এটা মুষ্টিমেয় সুবিধাবাদীৰ বাবে নহয়—সমগ্র জনগণৰ বাবেহে। স্বাধীনতাৰ পাছত সেই জনগণ নিষ্পেষিত হৈ থাকিব লগীয়াটোকে জাতীয় স্বাধীনতা নকয়। সেইটো জনগণক প্রতাৰণা কৰি জোকৰ দৰে চুহি বৰ্ত্তি থকা এদল সুবিধাবাদী ডকাইতৰ স্বাধীনতাহে।

২৩

দেশক আশ্রয় কৰিয়েই জীৱই বাঢে টুটে, সগৰ্বে জীয়ে, মৰে আৰু পুনৰ জীয়ে। সেই দেশৰ লটি-ঘটি হলে, জীৱবো লটি-ঘটি হয়।

২৪

পদ-মৰ্যাদা, ক্ষমতা, যশ, ধন-সম্পত্তি, ভোগ-বিলাসিতাৰ খকুৱা জন কেতিয়াও শিল্পী, কৱি, সেৱক হ'ব নোৱাৰে। তেওঁ হোৱা বুলি আগবাঢ়ি আহিলে শিল্পৰ, কৱিতাৰ, সেৱাৰ এডোখৰ বীভৎ প্রেতাত্মাৰ পিণ্ড হৈহে দেখা দিয়ে কাৰণ, তেওঁৰ সুকুমাৰ বৃত্তিসমূহৰ সম্ভাৱনাও খকে খাই পেলাইছে।

২৫

সুদৃঢ় শক্তিশালী সামূহিক জীৱনৰ সংগঠনৰ বাবেই বলবন্ত ব্যক্তিত্বৰ প্রয়োজন। ব্যক্তিত্বটো যদি সামূহিক জীৱন সংগঠন অভিমুখী নহৈ তাৰ লগত-নিৰ্লিপ্ত হৈ স্বীয় স্বাৰ্থৰ চেঁকুৰ মাৰি আগবাঢ়ি যোৱা হয়, তেন্তে সামূহিক জীৱন গঢ় লৈ উঠাৰ পথত সি এটা নিশ্চল গাঁঠি হৈ উঠে। ফলত সামূহিক সত্তাটো পৰিপুষ্টিৰ বাবে বৈ থকা ৰস-পানীৰ স্বতঃনিঃসৃত সোঁতটো তাত বন্ধ হয়। তেতিয়া সামূহিক জীৱনৰ নামত অস্বাভাৱিক স্বাৰ্থপৰতাৰফালে চাল লৈ সমাজত খেলি-মেলিৰ জঞ্জাল জন্মায়। এনে স্বাৰ্থপৰ ব্যক্তিত্বটো আকাশলজ্ঘি উধাই যোৱা হলেও, জাতিৰ পক্ষে, সমাজৰ পক্ষে, দেশৰ পক্ষে তাত গৌৰৱ-আনন্দৰ কথা নাই। তেনে ব্যক্তিত্বটো মহাবিপদৰ ধূমকেতু।

২৬

আত্মশক্তিৰ অভাৱত মানুহে মানৱীয়তা হেৰুৱাৰ কাৰণ আন বহুত থাকিলেও, যি কাৰণটো আন সকলোবিলাকতকৈ প্রবল, ভয়াবহ, বিস্ময়কৰ, ঘৃণনীয়, সেই কাৰণটো হৈছে চিত্তৰ পৰাধীনতা।

২৭

যেনেকৈ গৰীয়ানভাৱে জী থাকিব জানিব লাগে, সেইদৰে গৰীয়ান মৰণ আলিঙ্গন কৰিবলৈকো জানিব লাগে। জীয়া-মৰা দুয়োটা সমান জোখৰ বস্তু। সেই ওজনৰ য'ত ভাৱসাম্য থাকে, তাতে জীৱনৰ বিচিত্র সৌন্দৰ্যও প্রতিভাত হয়।

২৮

দেশৰ বা সমাজৰ কোনো সংকটৰ সময়ত কল্যাণ সাধিবৰ কাৰণে নানা দুৰ্নীতিৰে ব্যৱসায় কৰি লাখপতি হোৱা লোকে দিয়া দহ হেজাৰীয়া দানতকৈ, বিকলাঙ্গ মগনীয়াই কঠোৰ শ্রম কৰি আজিও দুবেলা দুমুঠি আত্মসন্তুষ্টিৰে তৃপ্তিৰে খাব-বৰৰ সুবিধা নোপোৱা লোকে দিয়া এপইচীয়া দানটো অতি মহৎ আৰু হেজাৰ গুণ কাৰ্যকৰী। এনে দানৰ তুলনা নাই।

২৯

নিজৰ ওপৰত পৰা আঘাতটো অনুভৱ কৰিব নোৱাৰিলে, আনৰ ওপৰত পৰা আঘাতৰ গুৰুত্বটো

অনুভৱ কৰিব নোৱাৰি। যিয়ে নিজৰফালে আওকাণ কৰি আনৰ ফালে চকু দিয়ে সেইটো এটা আত্মিক দুৰ্বলতাৰ লক্ষণ। সেই দুৰ্বলতাই নিজকে ৰক্ষা কৰিব নোৱাৰে, আনৰো ৰক্ষাৰ সহায়ক নহয়।

৩০

ঘৰৰ চালত বাহ লোৱা শালিকী এযুৰিয়ে কাজিয়া লাগি ওচৰৰে জোপোহাত চিকাৰৰ বাবে চুপি থকা বোন্দা মেকুৰীটোলৈ মন নকৰি খামোচা-খামুচিকৈ জটপটাই বাগৰি পৰিলে, বোন্দাই দুয়োটাৰে ওপৰত জঁপিয়াই পৰি থাপ মাৰি লৈ গৈ ভোজন কৰে। দেশবাসীৰ নিজৰ ভিতৰত পাৰস্পৰিক কাজিয়া হৈ থাকিলে চল চাই চুপি থকা শত্ৰুৰ হাতত তেনেই গতি হয়।

৩১

ব্যক্তি-স্বাধীনতাৰ দাবী যিমানদিনলৈকে থাকিব, বিৰোধৰ দাবীও তিমান দিন থাকিব। বিৰোধ যিমানদিন থাকিব বাক-বিতণ্ডা, হাই-কাজিয়া, যুদ্ধ-বিগ্ৰহো তিমানদিন থাকিব। খণ্ড ব্যক্তিত্ববিলাক বিৰাট ব্যক্তিত্বত লয়প্ৰাপ্ত হলে খণ্ডতাৰ পৰা বিৰোধ উঠি গৈও বিৰাটত্বত পৰিব। বিৰাটত্ব প্ৰসাৰণৰ সীমা নাই – অসীম। বিৰোধ কোনো অৱস্থাতেই এৰাব নোৱাৰি। গতিকে, বিৰোধক পৰাভূত কৰি ৰখা শক্তি অৰ্জনটোহে আচল কথা।

৩২

দুৰ্নীতিৰ অবাধ ৰাজত্বৰ নামেই অৰাজকতা। অৰাজকতাৰ অৰ্থই হ'ল শাসন-যন্ত্ৰৰ বিশৃঙ্খলতা। শাসন-যন্ত্ৰৰ বিশৃঙ্খলতাৰ অৰ্থই হ'ল শাসকসকলৰ অযোগ্যতা। শাসকসকলৰ অযোগ্যতাই হ'ল দেশৰ আৰু সমাজৰ ধ্বংসপ্ৰাপ্ততা।

৩৩

গাত পৌৰুষ নাথাকিলে সামান্য শত্ৰুৰ পৰাও আত্মৰক্ষা কৰিব, নোৱাৰি। বক্তাজনৰ বক্তৃতাৰ-দ্বাৰা বা লিখকজনৰ ৰচনা কবিতাৰদ্বাৰা সেই পৌৰুষ নিজ নিজ ক্ষেত্ৰত প্ৰমাণিত নহয়। কাব্য-ক্ষেত্ৰত নিজক শাহিয়াল বীৰ বুলি চিনাকি দি বাইজৰ মন আকৰ্ষণ কৰি ধন্যবাদ লাভৰ হকে অতি ভীৰু আৰু কদৰ্য মনৰ এজনেও বাহ্.বা লব পাৰে কিন্তু শত্ৰু জয় কৰি আত্মৰক্ষা কৰিব নোৱাৰে।

৩৪

জীৱনত নানা সমস্যা আহিবই। যিকোনো সমস্যাই নহওক হৃদয় দি উপলব্ধি কৰা, অন্তৰ দি বিচাৰ কৰা, প্ৰাণ দি চিন্তা কৰা—সমাধানৰ উপায় ওলাই আহিবই। যদি নাহে, তেন্তে বুজিব লাগিব তুমি সেই সমস্যা ঐকান্তিকতাৰে প্ৰাণ দি, হৃদয় দি, অন্তৰ দি উপলব্ধি কৰা নাই, চিন্তা কৰা নাই, বিচাৰ কৰা নাই।

৩৫

হয়তো মোৰ চিন্তা আৰু কৰ্ম-প্ৰবাহৰ প্ৰতি নিমাত সমৰ্থন আৰু শ্ৰদ্ধা ৰাখিও মোৰ সান্নিধ্য পৰিবৰ্জন কৰা মোৰ বন্ধুৰ সংখ্যা অশেষ। এনে বন্ধুদলৰ দ্বাৰাই মই জীৱনত সংখ্যাহীনভাৱে নিৰ্যাতিত হৈছো আৰু মোৰ দেশ-গঠন আৰু জাতি-গঠনৰ সপোন আৰু বন্ধুবাণিও, মোৰ চিন্তা আৰু কাৰ্যাৱলীক সমৰ্থন আৰু শ্ৰদ্ধা কৰা এনে-বিলাক বন্ধুৰ চিন্তা আৰু দূৰদৰ্শিতাহীন নিষ্ঠুৰ আঘাততেই ভাঙি চুৰমাৰ হৈ অসম আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যতত সমাধান বিচাৰি নোপোৱা জটিলতম পৰিণতি ঘটিল আৰু প্ৰচণ্ডতম বা-মাৰলিৰ পাকত পৰিল।

৩৬

আমাক আমিয়েই ৰক্ষা কৰিব লাগিব। আনক ৰক্ষাৰ ভাৰ দিলে আমাক আনৰ অনুগ্ৰহত সমৰ্পণ কৰি দিব লাগিব। এইটো আমাৰ জাতীয় কলঙ্ক। এনে ঘটিলে আমাৰ পক্ষে মানৱীয় অধিকাৰ নোহোৱা হ'ব। এই কলঙ্কৰ হাত সাৰি আমি নিজৰ ৰক্ষাৰ ভাৰ নিজে লব লাগিলে সেই যোগ্যতাও নিজে অৰ্জন কৰি লব লাগিব। এই যোগ্যতা অৰ্জন হয় প্ৰচণ্ড দেশাত্মবোধক চৰিত্ৰতহে।

৩৭

শুনা, শুনা, শুনা দেশৰ ভাই—
স্বস্তি ভোগৰ সময় নাই—
সুনীল সেউতী এক হৈ যোৱা
(আজি) নতুন যুগৰ ৰণ্ডালি সুৰ
দেশক, জাতিক দুৰ্বল কৰা
ক্ষুদ্ৰ স্বাৰ্থত অন্ধ হোৱা
মিছা 'য়ানা'বোৰ এৰা, এৰা, একতা
হেৰোৱা,—
বাজে, আহা, শুনি, জীৱন কৰাহি পূৰ।

৩৮

দেশ জাতি আগে বুজা ডেকাদল
দেশ জাতি আগে বুজা -
জন্মদাতৃ পালনকৰ্ত্ৰী মাতৃভূমিৰ
ধাৰটো আগতে সুজা
তাৰ পাছতো শিল্পী, কৱি,
গল্প-লিখক, ঊপন্যাসিক
যি হোৱা তুমি হবা—
মন্ত্ৰীৰ উপমন্ত্ৰীৰ নাইবা নেতা নায়কৰ
যি ভাব লোৱা লবা—।

৩৯

হায়! কেঞাবনৰ গুটিৰ দৰে দেশৰ বুকুত
হুৰাছুৰে
দিনে দিনে গজি উঠে এই যে ইমান দল,
নানা ৰঙৰ সানি আবিৰ, গৰহজমী
আইডোলজীৰ,
আইধা লগা গন্ধ বিলাই বোৱাই বিপুল চল,
যি দেখো মোৰ দেশৰ জাতিৰ—
লাউ কোমোৰা বাৰৰি তিয়ঁহ,
মাহ মুগ লাই ধান সৰিয়হ
শুকায় শিপাৰ সতে—
জাতিৰ নাড়ীৰ আইধা লাগিল,
পেটৰ কেডাল তেনেই ছিগিল
গেলি পচি হ'ল টিঘিল-ঘিল—
তথাপি গাত নাচাপে ভত—
নুবুজে একোতে।

৪০

ৰাইজক এৰি দল বান্ধি
ভগাই বটাই কলটি খোৱাৰ
পদ-ক্ষমতা মৰ্যাদাধন আৰ্জা
থকা খুন্দাত লাগি যোৱাৰ
নাচ-গীততেই গজাল মাৰি,
অলস ৰাগীৰ পাটী এৰি
মোৰ টোপনি হৰিলা পোনাকিটিহঁত
ভাগিলি যেতিয়া মুগুৰি আক।

৪১

হেৰা ধন-খকুৱা তেজ-ক্লেদ পিয়া দুৰ্নীতিৰত কাৰবাৰী
তোমাঁৰ চোহাত দীন দুখীয়াৰ
প্ৰাণ স'তে গ'ল ঘৰ-বাৰী

দুৰ্নীতি খকে দেশ জাতি যাব—
—এই জ্ঞানকণ হেৰেলা কিয় ?
ধনৰ খকে দেশ জাতি যায় এইটো নহয় মাননীয়।

৪২

দেশ যদি থাকে সকলো থাকিব,
দেশ নাথাকিলে সকলো যাব।

৪৩

হেৰা বালে বাজি হেৰা বালে বাজি
ক'লৈ যাবা, কিহৰ পিঠিত উঠি,
হাতী, ঘোঁৰা, গাধ, সকলো হেৰালা,
নিলে লুটি পুটি।

৪৪

মইতো নহওঁ ৰাজনীতিক
মই হলো সেৱাৰ প্ৰতীক—
জ্ঞান-ধ্যান আদৰ্শ মোৰ
ৰাজনীতিকৰ জুৱা-খেলত
ইন্দ্ৰজালত
জুই জ্বলোৱা ; মই হ'ব খোজো
জন-দেৱতাৰ সেৱাৰ প্ৰতীক।

৪৫

আজি মোৰ জীৱনৰ সংগ্ৰামী গতিটোৰ
মহাজীৱনৰ হকে মৃত্যুঞ্জয়ী যজ্ঞ
আজি মোৰ জাতিটোৰ ভীৰু মনোবৃত্তিক
সাহী শৌৰ্য-বীৰ্যৰে কৰা পণ আৰোগ্য।

৪৬

দেশ-মাতৃকাৰ সেৱা দেউলত
জ্বলক মঙ্গল আশাৰ বন্তি
চিৰচিন্ময়ী নাৰী-শক্তিৰ সোণৰ পৰশ লাগি,
সচকিত কৰি কৰ্মোদ্যমত
তন্দ্ৰা অলস জীৱন-তন্ত্ৰী
চূৰ্ণিত হৈ আমেজ-বিলাস নিচালে পৰক ভাগি,
দুশ্চৰিত্ৰ দুৰ্নীত দানৱহন্তা শৌৰ্য দেশৰ বুকুত
উঠক জাগি,
জ্যোতিময়ী দেশমাতৃৰ সেৱা-মণ্ডপত
জ্বলক উজ্বলি মঙ্গল অনিৰ্বাপিত আশাৰ বন্তি
চিৰচিন্ময়ী নাৰী-শক্তিৰ সোণৰ পৰশ লাগি।

৪৭

নলবাৰী, নলবাৰী,
সাহিত্য সভাৰ অধিৱেশনৰ
অবিস্মৰণীয় পয়োভৰধাৰা নলবাৰী,
জাগিছা যেতিয়া সুগুবা পুনৰ
অবিস্মৰণীয় উদ্দীপনাৰ
পয়োভৰ ভৰা সম্পদাপাৰ
কৰ্মকুশল কৃতিত্বেৰে বিভূষিত মোৰ নলবাৰী
জাগিছা যেতিয়া নুশুবা দুনাই
জ্বলি উঠা চাকি নিদিবা নুমাই
তোমাৰ প্ৰাণৰ সুপ্ত দেশৰ
ৰন্ধ্ৰে ৰন্ধ্ৰে অণুই অণুৰ।
ভাৱনা চিন্তা উপলব্ধিকতা
ঠাহ খাই থকা জড়তা,
এই জগত চেতনা ঢলেৰে
উটাই দি তাত কৰা প্ৰতিষ্ঠা
চিৰজাগ্ৰত চিৰউদ্যমী
কৰ্মদীপ্ত দেৱতা।

৪৮

এই মুহূর্ত হেৰুৱালে
জীৱনটো মোৰ মহৎ কৰাৰ
সুযোগটো যে হেৰাই যাব
হীনতা নীচতা ভীৰুতা দীনতা
ধ্বংস কৰি তপন তাৰাৰ
বীর্যশালী প্ৰচণ্ডতাৰ
বিপুল সমল মোৰ জীৱনৰ,
গোট নাখাব ।

৪৯

মাটি এৰি জীৱন নাই
জীৱন এৰি মাটি নাই,
ছায়া-কায়াহীন অদেহীৰ ভাপ, ৰঙ, ৰূপ, নাই
অথচ যেন খোজৰ ভৰত
প্ৰলয় উঠে ভিতৰখনত
অগ্নিৰাশিৰ উতল ফুটে অগ্নি-দহন পাই
তুমি কোন ? মোৰ ওপৰত কৰা উপদ্ৰৱ ?

# সংৰক্ষিণী দৰ্শন

## সংৰক্ষিণীৰ সমালোচকসকললৈ অনুৰোধ

কোনো এটা বিষয়ত আগতে কিমান চিন্তা আৰু শ্ৰমেৰে কোনে ক'ত কি কাম কৰিছে, আৰু সেই বিষয়ত কেনেভাৱে কোনে ক'ত কি কথা কৈ থৈছে, সেই সম্বন্ধে একো নজনাকৈয়ে আৰু নপঢ়াকৈয়ে, নাইবা জানিবলৈ আৰু পঢ়িবলৈ একো কষ্ট স্বীকাৰ নকৰাকৈয়ে, সেই বিষয়ত মন্তব্য আৰু সমালোচনা কৰি বাতৰি-কাকতৰ ছপা আখৰত আস্ফালনৰ ঢৌ তুলি কোনোমতে কাণে-কাণে নেতৃত্বৰ অভিমান ৰক্ষা কৰিবলৈকে উৎকট কছৰৎ কৰাটো আমাৰ ভিতৰৰ বহুতৰ এটা 'ধুৰন্ধৰী ব্যৱসায়' হৈ পৰিছে।

এই দোষৰ কাৰণেই 'সংৰক্ষিণী' সম্বন্ধে আজি এঘাৰ বছৰ আগৰ পৰাই আমি কৈ অহা কথাবিলাকৰ একো সন্ধান নিবিচৰাকৈ আৰু নপঢ়াকৈয়ে, নাইবা পঢ়িছে যদিও তাক বুজিবলৈ চেষ্টা নকৰি, মাত্ৰ ওপৰে ওপৰে বাগৰি গৈ, কোনো কোনোৱে সংৰক্ষিণী সভা, তাৰ নীতি আৰু লক্ষ্য সম্বন্ধে নানা ভুল কথা দেশৰ বুকুত অনৰ্গল প্ৰচাৰ কৰি দেশদ্ৰোহ আচৰিব ধৰিছে। কিন্তু, কোনো বিষয়ত সম্যক জ্ঞান নোহোৱাকৈ সেই বিষয়ত মন্তব্য আৰু সমালোচনা কৰিবলৈ যোৱাটো যে কিমান আত্মসন্মান হানিকৰ কাম, তাৰ মৰ্ম তেওঁলোকে বুজিবলৈ অৱহেলা কৰাটোৱেই হৈছে আমাৰ আপচোচৰ কথা।

সেইবাবে, আমি বিশেষভাৱে অনুৰোধ কৰিলোঁ, সংৰক্ষিণী সভাৰ নীতি আৰু উদ্দেশ্য সম্বন্ধে কোনোৱে কিবা কবলৈ আগবঢ়াৰ আগতে, সেই সম্বন্ধে প্ৰথমৰ পৰাই আমি কি কৈ আহিছোঁ, কি কৰি আহিছোঁ, আৰু এতিয়া কি কৈ কি কৰি আছোঁ, সেইবিলাক তন্ন তন্নকৈ পঢ়ি, বুজি বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে বিচাৰ কৰি চাইহে যেন অনুগ্ৰহকৈ যি কোনো অভিমত প্ৰকাশ কৰে। নহলে নজনা-নুবুজা বিষয় এটাৰ ওপৰত অপপ্ৰচাৰ কৰি দেশদ্ৰোহীৰ ভাও লোৱাৰ বাহিৰে আন একো নহ'ব।

এতিয়া সংৰক্ষিণী সভাৰ ওপৰত আৰোপ কৰা অভিযোগবিলাকৰ এটা এটাকৈ চুটি চুটি উত্তৰ দি সমালোচকসকলৰ ভ্ৰান্ত ধাৰণা গুচাবলৈ চেষ্টা কৰিম।

### অভিযোগবিলাক

সমালোচকসকলৰ লিখা-কোৱা অপপ্ৰচাৰবিলাক পঢ়ি-শুনি আজিলৈকে এইকেইটাকে সংৰক্ষিণী সভাৰ ওপৰত ঘাই অভিযোগ বুলি আমি বুজি পাইছোঁ।

**প্ৰথম :** সংৰক্ষিণী সভাই অসম অসমীয়াৰ বাবে বুলি চিঞৰি চিঞৰি অসমত অসমীয়াৰ আৰু অনা-অসমীয়াৰ ভিতৰত তীব্ৰ বিৰোধৰ ভাব জগাই তুলিছে ; আৰু তাৰ ফল স্বৰূপে অসমত তিনিখন ঠাইত তিনিটা স্বকীয়া বঙালী স্কুল হ'ল ; অনা-অসমীয়াৰ এটা নতুন সম্প্ৰদায় সৃষ্টি হ'ল আৰু এই

সম্প্ৰদায়টোৱে অসমৰ শাসন-কাৰ্যত আৰু চাকৰি-বাকৰি আদিত মুছলমানৰ দৰে স্বকীয়া ধৰণ লৈ থিয় হ'ল।

দ্বিতীয়ঃ সংৰক্ষিণী সভাই অসমীয়া ডেকা-সকলৰ বাবে চাকৰি লাগে, ঠিকা-কণ্ট্ৰাক্ট লাগে বুলি অসমীয়া ডেকা দলৰ গোলামি মনোবৃত্তি বৰ্দ্ধন কৰি তুলিলে।

তৃতীয়ঃ সংৰক্ষিণী সভাই জাতিৰ সকলো বিধ উন্নতিৰ ঘাই সম্বল বেহা-বেপাৰ, শ্ৰম-শিল্প আদিৰ উন্নতিৰ বাবে একো মন দিয়া নাই।

চতুৰ্থঃ সংৰক্ষিণী সভাই অসমীয়া জাতিক ভাৰতীয় মহাজাতিৰ স্বাৰ্থৰ পৰা খহাই আনি তাৰ সৰ্বনাশ সাধিব খুজিছে, ইত্যাদি নানা ধৰণৰ বিচিত্ৰ অভিযোগ।

উপৰোক্ত অভিযোগবিলাকৰ উত্তৰ স্বৰূপে সংৰক্ষিণী সভা সম্বন্ধে সেই একে কথাকে ধাঁহ পাগোলাৰ দৰে বাৰে বাৰে কৈ থাকিবলগীয়া হোৱাত আমি ভাল পোৱা নাই। কিন্তু উপায় কি?

যি হওক, সংৰক্ষিণী সভাৰ সমালোচকসকলৰ এই আটাইবিলাক মন্তব্য অকল ভ্ৰান্তিপূৰ্ণ আৰু মূল্যহীনেই নহয়, প্ৰখৰ হিংসামূলকো।

## আমাৰ উত্তৰ

প্ৰথমতঃ যিদৰে অনিবাৰ্য ঘনীভূত পাৰি-পাৰ্শ্বিকৰ সকলো অনুষ্ঠান প্ৰভাৱদ্বাৰা প্ৰাকৃতিক নিয়মেৰে তাৰ আয়ত্তাধীন আৱশ্যকীয় মাল-মছলা-বিলাক গোট খাই নিজ বৈশিষ্ট্যৰ আকাৰ-প্ৰকাৰ লৈ জীৱনযুক্ত জীৱ এটাৰ উৎপত্তি হয়, সেইদৰে প্ৰাকৃতিক নিয়মেৰেই আন সকলো জাতিৰ দৰেই অসম দেশৰ আকাশ আৰু হাৱাৰ তলত, তাৰ মাটি-পানী, গছ-গছনি, লতা-পাত, ফল-মূল, এন্ধাৰ-আলোকৰ উপাদান লৈয়েই বৈশিষ্ট্য এটাৰ সৈতে অসমত অসমীয়া জাতিটোও গঢ় লৈ উঠিছে। এই নিয়মেৰেই তাৰ ভাষা, সাহিত্য, ধৰ্ম, ইতিহাস, সমাজ, জাতীয়তা, সাজ-কাচোন, স্বভাৱ-চৰিত্ৰ, মন-শৰীৰ, জীৱিকা-নিৰ্বাহৰ প্ৰণালী, খাদ্য-অখাদ্যৰ বিচাৰ, ধৰণ-ধাৰণ ইত্যাদিও গঢ় লৈ উঠিছে, আৰু সেই নিয়মেৰে সেই প্ৰভাৱেই আবহ-মান কালৰ পৰা তাৰ পৰিবৰ্দ্ধন আৰু পৰিপুষ্টি ঘটি আহিছে। যি দৰে প্ৰাকৃতিক নিয়মেৰে গঢ় লৈ উঠা কোনো জীৱ একজাতিৰ, নাভূত-নাশ্ৰুত কোনো প্ৰাকৃতিক বিপৰ্যয়ৰ আক্ৰমণত নপৰিলে, পৃথিৱীৰ পৰা, বঙ সলায়েই হওক, বা বিশিষ্টতা হানি কৰিয়েই হওক, তাৰ উচ্ছেদ সাধিত হ'ব নোৱাৰে; সেইদৰে ভূমিকম্প বা আন তেনে কোনো প্ৰাকৃতিক বিপৰ্যয়ত পৰি অসম দেশখন ফাঁট মেলি পৃথিৱীৰ তললৈ নামি গৈ সকলো সম্পদে সৈতে তাৰ চিন-চাব নোহোৱা হৈ নাযায় মানে অসমৰ বুকুৰ পৰা অসমীয়া জাতিৰ উচ্ছেদ সাধিত হ'ব নোৱাৰে, সি জী থাকিবই।

কিন্তু জীৱৰ এই জী থকা বিষয়তো বিচিত্ৰতা আছে। কোনো জীৱ জী থাকে কেৱল জী থকাৰ দাবী সম্পূৰণ কৰিবলৈকে, তাত জীৱনৰ পূৰ্ণ বিকাশ প্ৰাপ্তিৰ বাবে আকুল আৱেগৰ প্ৰবল প্ৰপাত ওলাই অহা বজ্ৰ গাজোনৰ লেশ মাত্ৰও নাই, আছে জীৱনৰ ক্ষীণ নিদৰ্শন অলপমান, বুকুত বহল কৰি চলি থকা অলাগী স্থিতি এটা মাত্ৰ। জীৱনৰ এনে কদৰ্য নিদৰ্শনটো জগতত নথকাটোৱেই জীৱ জগতৰ পক্ষে মঙ্গলজনক। কাৰণ জীৱনৰ এনে

দৃশ্যই জীৱ-জগতক নিৰাশাৰ এন্ধাৰেৰে ছাটি পেলাই চাৰিওফালৰ পৰা তাৰ বিকাশৰ পূৰ্ণ উত্তম ৰুদ্ধ কৰে, জীৱ-জগতে নিজক সম্পূৰ্ণকৈ পাবলৈকে আগবাঢ়ি যাবলৈ একো অৱলম্বন নাপায় আৰু কোনোৰে জী থাকে জীৱনৰ পূৰ্ণ বিকাশৰ পথত অজেয় যোদ্ধাৰ দৰে। জীৱনৰ বিচিত্ৰতাক পূৰ্ণতা দিবলৈ অভিযান কৰা কাৰ্যত তাৰ উত্তমৰ শেষ নাই, উৎসাহৰ সীমা নাই, কাৰ্য-ক্ষমতাৰ বিৰাম নাই ; তাৰ জীৱনটো অনন্ত জী থকাৰ এটা পূৰ্ণ মূৰ্তি। তাৰ দিগ্বিজয়ী অভিযানৰ পথত লগ লোৱা লক্ষ লক্ষ কৌটি কৌটি ম্ৰিয়মান জীৱন তাৰ জীৱনৰ আলোকত সঞ্জীৱিত হৈ উঠি জীৱনৰ পূৰ্ণতা লাভৰ বাবে বিপুল উত্তমেৰে কৰ্মক্ষেত্ৰত সোমায়।

কিন্তু কোনো জীৱেই কেৱল জী থকাৰ বাবেই জী থকাটো জীৱ-জগতৰ পক্ষে এটা মহাভাৱ। সেই মহাভাৱৰ মাত্ৰা যিমানেই বাঢ়িব, সিমানেই জগতৰ অগ্ৰগামী গতি অচল হৈ আহিব, সিমানেই জীৱ-জগতৰ বিচিত্ৰ প্ৰৱাহ প্ৰস্ফুটিত হৈ উঠাত বাধা পৰিব। সেই বাবেই, কোনো জীৱয়ে এই অৱস্থাটোত পৰি থকাটো প্ৰাকৃতিক নিধানৰ বিপৰীত।

জীৱৰ এই অৱস্থাটো কোনো জীৱই স্ব-ইচ্ছাৰে বৰণ কৰি গ্ৰহণ নকৰে। তাৰ কৰ্মফলৰ বাবে, এই অৱস্থা লাভ কৰাটো কোনো কোনো সময়ত তাৰ পক্ষে অনিবাৰ্য হৈ উঠিলেও জাগতিক আৱৰ্তনত উঠন-পতনৰ অভিনয়ত তাৰ পাৰিপাৰ্শ্বিকটো কোনো এক মুহূৰ্তৰ বাবে তাৰ প্ৰতিকূল হৈ দেখা দিয়া মাত্ৰেই, তাৰ দৰে স্বাধীন বিশিষ্ট পাৰিপাৰ্শ্বিক এটাত গঠিত হৈ জীৱনৰ পূৰা স্ফুৰণৰ লক্ষ্যলৈ আগবঢ়া বিপৰীত প্ৰকৃতিৰ কোনো জীৱ এটাই সুবিধা পাই তাৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰি, লাহে লাহে তাৰ অস্তিত্বৰ ওপৰত নিজ অস্তিত্বৰ স্তম্ভ এটা গঢ়ি তুলিবলৈ প্ৰয়াস কৰে। এনে উদাহৰণ জীৱ-জগতত অলেখ। উদ্ভিদ্ জগতত যেনে আহত গছ, আৰু মানুহ জগতত যেনে প্ৰাচীন কালৰ আৰ্যসকল আৰু বৰ্তমান যুগৰ বগাই হওক বা ক'লাই হওক ইম্পিৰিএলিষ্ট বা সাম্ৰাজ্যবাদী নামে মানুহ শ্ৰেণী।

এই কথা, এফালে যি দৰে স্বাভাৱিকতাৰ দোহাই দি তাৰ যৌক্তিকতাটো সাব্যস্ত কৰি লবলৈ দিহা চলে, আনফালে আৰু সেইদৰে তাক অস্বাভাৱিক বুলিও ইতিকিং কৰি তাৰ বিৰুদ্ধে অভিযানৰ আয়োজন হয়। কাৰণ, জগতত প্ৰাকৃতিক বিধানৰ ধাৰাত সৃষ্ট হোৱা কোনো বস্তুৰেই অস্তিত্বটো আন কোনো বস্তুৰেই ৰুদ্ধ কৰিবৰ অধিকাৰ নাই।

যি হওক, আৱৰ্তনৰ চকাৰ তলত সাময়িকভাৱে ম্ৰিয়মান হৈ পৰি থকা কোনো জীৱৰ বৈশিষ্ট্যটো যেতিয়া পুনৰ ওপৰলৈ উঠিবলৈ চেষ্টা কৰে, তেতিয়া সি জন্ম লাভ কৰা সেই পোন প্ৰথমৰ দেশ-কাল-পাত্ৰক আশ্ৰয় কৰি তাৰ পাৰিপাৰ্শ্বিকৰ প্ৰভাৱতহে সি বাঢ়ি উঠিবলৈ বল পায়। নহলে সি নিজ বৈশিষ্ট্যৰ ভিত্তি হেৰুৱাই আন কিবা নতুন ভিত্তি এটাত থিয় হ'বলগীয়াত পৰে, অথচ সি নতুন হোৱা বাবে তাৰ গাঁথনিটোও দৃঢ় নহয় আৰু সেইবাবে তাৰ নিজ বৈশিষ্ট্যটো হেৰুৱাই আন কিবা বস্তু এটা হৈ পৰে। গতিকে যি কোনো বিপৰ্যয়ৰ বিৰুদ্ধে অচল-অটল খোপনি পুতি তাৰ নিজত্বৰ সবল স্থিতিটো ৰক্ষণ কৰিবলৈ তাত ঠাই নাই।

জীৱ এটা সম্বন্ধে যি কথা সত্য, জাতি এটা সম্বন্ধেও সেই কথা সত্য। কাৰণ ব্যক্তিগত একোটা জীৱ লৈয়েই সমষ্টিগত জাতি একোটাৰ সৃষ্টি।

অসমীয়া বা কামৰূপীও এটা প্ৰাচীন সু-সভ্য জাতি। তাৰ ভাষা আছে, সাহিত্য আছে, ধৰ্ম আছে, সমাজ আছে, ইতিহাস আছে, খেতি আছে, ধৰ্ম আছে, বেহা-বেপাৰ আছে, ৰাজনৈতিক শিক্ষা আছে, সাধনাৰ পথ আছে, সাজ-পোছাক, বাচন-বৰ্তন আছে, জীৱিকা নিৰ্ব্বাহৰ আৰু চিন্তাৰ স্বকীয়া পদ্ধতি আছে। প্ৰাকৃতিক আৱৰ্তন মতে কিছুকালৰ বাবে সম্প্ৰতি সি কৰ্মক্ষেত্ৰত উৎসাহ-উদ্যমহীন হৈ আত্ম-বিস্মৃত হলেও তাৰ যে নিজস্ব সম্পদপূৰ্ণ এটা বিশিষ্টতা আছে আৰু সেই বিশিষ্টতা-টোতেই যে তাৰ অতীতৰ গৌৰৱপূৰ্ণ জাতীয় জীৱনৰ গুৰু-গভীৰ ইতিহাসবিলাক ভৰপূৰ হৈ ভৰি আছে আৰু সেইবিলাকৰ স্মৃতিয়ে যে কালৰ চক্ৰান্তত ম্ৰিয়মান হৈ পৰি থকা অসমীয়াৰ জাতীয় চেতনাৰ স্পন্দন তুলি তাক নাপাহৰিবলৈ মুহূৰ্তে মুহূৰ্তে উদ্গনি দিবই লাগিছে আৰু সেইবাবেই যে এদিনাখন সি তাৰ আত্ম-চৈতন্যত বিৰাট ৰূপেৰে প্ৰতিষ্ঠিত হৈ তাৰ ছায়া-ঢকা পুৰণি গৌৰৱত বিশ্বজনীনতাৰ সুউজ্জ্বল জেউতি চৰোৱা বিপুল অনুপ্ৰেৰণা লৈ, মানৱ জাতিৰ সভ্যতাৰ নতুন অধ্যায় এটা খুলি জগতক চমৎকৃত কৰিবলৈকে আগবাঢ়ি যাবলৈ সাজু হৈ নোলাব, সেই কথাটো অসম্ভৱ বুলি অস্বীকাৰ কৰিব কোনে? এয়েতো সংৰক্ষিণী সভাৰ অসমীয়া জাতি-সংগঠনৰ কল্পনা আৰু সপোন। কিন্তু হলেও সি যে কেতিয়াবা বাস্তৱতাৰ মূৰ্ত হৈ মুঠিব, তাকোতো নহয় বুলি অস্বীকাৰ কৰিবলৈ কাৰো সাহ নাই।

সেইবাবেই বৰ্তমানত আত্ম-বিস্মৃত অসমীয়া জাতিয়ে প্ৰাকৃতিক বিধান মতে নিজ পাৰি-পাৰ্শ্বিকতাৰ প্ৰভাৱত গঠিত হোৱা তাৰ জাতীয় বিশিষ্টটো কেতিয়াও পাহৰিব নোৱাৰে আৰু, সেই বাবেই সি উঠি থিয় হৈ জগতত তাৰ সবল বিশিষ্টতা সি প্ৰতিষ্ঠা কৰি লবই লাগিব ; আৰু সেইবাবেই, যি পাৰিপাৰ্শ্বিকতাত, যি মাটি-পানীত, যি আকাশ-বতাহত সি গঢ় লৈ উঠিছিল, ঠিক সেই ঠাইতেই সি বাঢ়ি উঠিবলৈ তাৰ ঠাই কৰি লবই লাগিব, আৰু সেইবাবেই 'অসম অসমীয়াৰ বাবে' বুলি সংৰক্ষিণী সভাই অকল চিঞৰিয়েই ফাকা আৱাজ তুলি নিশ্চিন্ত নাথাকি তাক সাব্যস্ত কৰিবলৈও অবিশ্ৰান্ত চেষ্টা কৰি আছে।

অসমীয়া জাতিৰ পক্ষে ইয়াৰ গত্যন্তৰ নাই আৰু সেইবাবেই অসমীয়াৰ বৰ্দ্ধমান জাতীয় জীৱনৰ পক্ষে তাৰ নিজ দেশত আনৰ গড়মিল-বিলাক সমিল-মিলকৈ লৈ তাৰ পৰিপুষ্টিৰ বাবে প্ৰশস্ত পথ উলিয়াই লোৱাটো অনিবাৰ্য হৈ উঠিছে। কাৰণ পুৰণি স্মৃতি, পুৰণি বিশিষ্টতা অসমীয়া জাতিয়ে পাহৰিব নোৱাৰে। অসমীয়া জাতিৰ পূৰ্ণ বিকাশৰ বাবেই 'অসম অসমীয়াৰ বাবে'হে বুলি সাব্যস্ত কৰিব লগা হৈছে।

উদ্ভিদ জগতত যিদৰে সুমথিৰাও হাৱা-পানী পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত কেতিয়াবা নেমু হৈ পৰে, সোৱাদৰ গুণান্তৰ ঘটে, নাইবা কোনো ঠাইত নগজেই ; সেইদৰে অসমৰ বাহিৰে অসমৰ জাতীয় বিশিষ্টতাও বল লৈ বাঢ়ি উঠিব নোৱাৰে। যিদৰে, ইংলণ্ডত ইংৰাজ জাতিৰ বাহিৰে, জাপানত জাপানীৰ বাহিৰে, বঙ্গত বঙালীৰ বাহিৰে আন লোক বা জাতিয়ে নিজৰ জাতীয় বৈশিষ্ট্যটো

পূৰাভাৱে পুষ্ট কৰি লোৱা অনুকূল অৱস্থাটো পোৱা অসম্ভৱ, সেইদৰেই অসমীয়াৰ জাতীয় জীৱনৰ পক্ষে অসমৰ বাহিৰে আন ঠাইত তাৰ পূৰ্ণ বিকাশৰ পথ বন্ধ। কাৰণ যি যি উপাদানৰ সংমিশ্ৰণত তাৰ উৎপত্তি, সেই উপাদানৰ সম্বল লৈয়েই সি বিকাশ লাভ কৰিব লাগিব, আৰু সেই বিলাক উপাদান অসমৰ বাহিৰে আন ঠাইত নাই। আৰু সেই বাবেই তাৰ সম্পূৰ্ণতা লাভৰ বাবে সৰ্বপ্ৰথমে সি তাৰ নিজ ঘৰৰ নিজ সম্বলৰ ওপৰত শ্ৰদ্ধা আৰু নিৰ্ভৰ ৰাখিহে আগুৱাবলৈ চেষ্টা কৰিব লাগিব, অসমৰ বাহিৰৰ আনৰ সম্বল বা সহানুভূতি পাছৰ কথাহে। যি দৰে চীন, আমেৰিকা, ইংলণ্ড, আফ্ৰিকা আদি ভিন ভিন দেশৰ বিশিষ্ট উপাদানেৰে সম্পূৰ্ণ কৈ গঠিত হোৱা একোজন চীনা, আমেৰিকান, ইংৰাজ, আফ্ৰিকান হৈও বিশ্বজনীন হৈ উঠিব পাৰে, সেইদৰে অসমৰ বিশিষ্ট্য উপাদানেৰে সম্পূৰ্ণ স্বকীয়াকৈ গঠিত হোৱা অসীময়া এজনো বিশ্বজনীন হ'ব পাৰে।

অসমীয়াৰ জাতীয় জীৱনটোত নানা বিজাতীয় ভেজাল সোমাই তাক আত্ম-বিস্মৃতিৰ বিকৃত পথলৈ টানি নিছে। সেই বাবেই 'অসম অসমীয়াৰ বাবে' বোলা শক্তিশালী মন্ত্ৰ আঘাতেৰে সেই ভেজাল-বিলাকৰ অনিষ্টকৰ প্ৰভাৱ নষ্ট কৰি অসমীয়াৰ গাত পাহৰা স্মৃতিৰ চেতনা জগাই তুলিবলৈ কঠোৰ কৰ্তব্যৰ আদেশটো আহি সংৰক্ষিণী সভাৰ জৰিয়তে অসমীয়াৰ আগত উপস্থিত হৈছেহি। আম গছডালত তাৰ সম্পূৰ্ণ ৰস সোৱাদেৰে পৰিপক্ব আমটো পাবলৈকে আশা কৰাটোৱে স্বাভাৱিক কথা, কিন্তু নানা অগছেৰে আচ্ছাদিত কৰি তাৰ সত্তাটোকেই সমূলঞ্চে ধ্বংস কৰা বা ধ্বংস নকৰিলেও তাক চেঁপাত পেলাই হেঁচি ধৰি আধামৰা-আধা-জীয়া কৰি জীৱনৰ দুৰ্বহ বোজা বোওৱাটো অস্বাভাৱিক।

অসমৰ বৰ্তমান শিক্ষা, অৱস্থা, অৰ্থ, নেতৃত্ব, চিন্তা, পদ-মৰ্যাদা আদি সকলো বিষয়ক অভিমতত ওফন্দি পক্ষপাতযুক্ত পাতল হাৱা-পানীত ওতপ্ৰোত হৈ থকা অসমীয়া সমাজৰ আগত সংৰক্ষিণী সম্বন্ধে ওফৰাব নোৱাৰা হাজাৰ যুক্তি-কাৰণ দেখুৱাই কলেও তাৰ গভীৰতা হৃদয়ঙ্গম কৰি তাক যে মন দি পঢ়ি দকৈ চিন্তা কৰি চোৱা লোক ওলাব, সেইটো মই মুঠেই আশা কৰা নাই। তথাপি কোনোৱে পঢ়ক বা নপঢ়ক, শুনক বা নুশুনক এই ভাৱৰ পৰা সংৰক্ষিণী সম্বন্ধে মোৰ কবলগীয়া কথা-খিনি একমনে মই কৈ যাম, এই আশা কৰি যে বৰ্তমানৰ চুটি-দৃষ্টিৰ অসমীয়াই তাক নপঢ়িলেও, নুশুনিলেও বা নুবুজিলেও, বিশাল ভৱিষ্যতৰফালে দীৰ্ঘদৃষ্টি লৈ ওলাই আহিব ধৰা অসম মাতৃৰ ভৱিষ্যৎ সন্তানসকলে নিশ্চয় পঢ়িব, শুনিব, বুজিব আৰু কৰ্মক্ষেত্ৰত বিজয়-হুঙ্কাৰেৰে আগবাঢ়িব।

ব্যক্তিগত দেহৰ কোনো অঙ্গত ৰক্তবাহী শিৰা আৰু শক্তিবাহী স্নায়ুদল জড়ত্ব-প্ৰাপ্ত হৈ নিস্তেজ হ'লে যিদৰে দেহটোৰ স্বাস্থ্যধন উদ্ধাৰৰ হকে ঠিক সেইখিনিতেহে পোন প্ৰথমতে ঔষধ বা অস্ত্ৰ প্ৰয়োগ কৰিব লাগে, সমষ্টিগত বা জাতিগত দেহটো সেইদৰে, বাহিৰৰ ৰাক্ষসী ক্ষুধাৰ আক্ৰমণৰ ফল স্বৰূপে, যিটো চুকত দীনতা-নীচতা, ভীৰুতা, হীনতা দুষ্ট বতাহ জমি ঘন হৈ সেই অঞ্চলৰ লোক-সমষ্টিৰ উচ্চ আদৰ্শ, চিন্তা-ধাৰা, কৰ্ম-প্ৰবাহ বন্ধ কৰি ঘোলা কৰে, তেতিয়া ঠিক সেই চুকতেই ঔষধ আৰু অস্ত্ৰ প্ৰয়োগ কৰিব লাগে, ঠিক সেই-

খিনিতেই চেতনা সঞ্চাৰ কৰিবলৈ জৰা-ফুকা হাতুৰিৰ বক্সাম কোব বহাব লাগে, ঠিক সেই কেন্দ্ৰতেই আন্ধাৰনাশক চৈতন্য-বিজুলীৰ ব্যৱস্থা কৰিব লাগে, ঠিক সেই কেন্দ্ৰতেই, স্বাস্থ্য উদ্ধাৰক, পঙ্গুত্ব বিনাশকাৰী আৰু দূষিত ঘোলা হাৱা-পানী সংস্কাৰকাৰী, বিশুদ্ধ স্বাস্থ্যধন, প্ৰখৰ চিন্তা শক্তি, প্ৰবল কৰ্মানুৰাগ আৰু উৰ্দ্ধগামী জীৱনী শক্তিদায়ক দপ-ধনাৰ ব্যৱস্থা কৰিব লাগে।

পৰাধীন ভাৰতৰ ভিতৰত অসমীয়া জাতিৰো বাহিৰৰ পৰা অহা নানা ধৰণৰ আক্ৰমণে নিজ দেশতেই, তাৰ খিলঞ্জীয়া অস্তিত্বৰ গৌৰৱপূৰ্ণ প্ৰেৰণাটো স্মৃতিপটৰ পৰা কোবাই বহুদূৰলৈ বগৰাই লৈ গৈছে, তাৰ জাতীয় দেহৰ চাৰিওফালে পঙ্গুত্বৰ কুঁৰলিয়ে আছন্ন কৰি ৰাখি থৈছে ; তাৰ ফলত তাৰ জাতীয় আদৰ্শ, জাতীয় চিন্তাধাৰা, জাতীয় আশা-আকাঙ্ক্ষাৰ স্বৰূপকে সি দেখা নোপোৱা হৈ পৰিছে। তাৰ ঠাইত সি নিমজ্জিত হৈ পৰি আছে হীনতা, নীচতা, ভীৰুতা, দীনতাৰ ক্ষীণ দৃষ্টি আৰু উচ্চ আদৰ্শহীন প্ৰলেপত।

অসমীয়া জাতি কেতিয়াও অসম মাতৃৰ কোলাৰ পৰা লুপ্ত হৈ উঠি যাব নোৱাৰে। কাৰণ, তাৰ নিজস্ব ইতিহাসৰ স্থায়ী ধাৰা আছে, তাৰ নিজস্ব মধুৰ ভাষা আৰু গৰীয়ান সাহিত্য আছে, সমাজ আছে, নিজস্ব সভ্যতা আছে। আনৰ প্ৰৰোচনাত বা ফুচুলনি বা উপদ্ৰৱত সেও হৈ এক মুহূৰ্তৰ বাবে সি আত্মহত্যা কৰিবলৈ মন কৰিলেও, পাছ মুহূৰ্ততে অতীত বুৰঞ্জীয়ে তাৰ স্মৃতি উজ্জ্বাবি দি, ক্ষীণভাৱে হলেও গাত কিছু তত চপাই দিয়ে। কিন্তু জাতীয়-স্মৃতিৰ এই চেতনাৰ আভাসেই তাক তাৰ নিজ ৰূপত নিটোল জাতিস্মাৰ কৰি তুলিবলৈ সমৰ্থ নহ'ব, যদি সেই চেতনাত বিজুলী শিখাৰ অবিৰল স্ৰোত চলাই দি থকা এটা অনুপ্ৰেৰণা নাথাকে, যদি সেই অনুপ্ৰেৰণাৰে তাক কৰ্মপ্ৰৱণ কৰি তুলিব পৰা নহয়, যদি নিজৰ বিৰাট শক্তিৰ অনুধাৱনত তাক উন্মত্ত কৰি তুলিব পৰা নহয়। মূৰ্ছিত অসমীয়া জাতিক এইদৰে সজাগ কৰি তুলিবলৈকেই হ'ল সংৰক্ষিণী সভাৰ উদ্ভৱ।

## সংৰক্ষিণী কি ?

৩

সংৰক্ষিণী হৈছে স্বাধীন আদৰ্শানুযায়ী বাধাহীন মুক্ত গতিৰে নিজৰ বিৰাটত্ব সোঁ-শৰীৰে আদায় কৰি লৈ নিজক সম্পূৰ্ণকৈ উপলব্ধি কৰি নিজৰ ভিতৰত জগৎ শক্তিৰ পৰিপূৰ্ণ ৰূপ পৰিস্ফুট কৰি তুলিবলৈ বিপুল নিৰ্ভয় আৰু নিশ্চিন্ত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ।

৪

টোপনিত পৰি থকা কোনো এজন লোকক টোপনিৰ পৰা যিদৰে নাম ধৰি গা ঠেলি মাতিহে জগাব লাগে, দুষ্কৰ্ম্মত ৰত হৈ অধঃপতনৰফালে বাগৰি যোৱা লোক এজনক উদ্ধাৰ কৰিবলৈকে যিদৰে দিন-ৰাতি তাৰ কাণৰ কাষত তাৰ নিজ বংশ-গৌৰৱৰ, নিজ অতীত ইতিহাসৰ স্মৃতি ঢালি ঢালি তাৰ আত্ম-সন্মানৰ মলিন চেতনা ধুই পখালি পৰিশুদ্ধ কৰি তুলিব লাগে, উমৈহতীয়া স্বাৰ্থ সুবুদ্ধি ধিতিঙালি কৰি ফুৰা কোনো পৰিয়ালৰ নিষ্কৰ্মা ডেকা এজনক কামত লগাই তাৰ ভিতৰেদি পৰিয়ালটোৰ স্বাৰ্থ বুজাবলৈ যিদৰে নানা ৰকম নৰম-গৰমৰ ব্যৱস্থা কৰিব লাগে, সেইদৰে অসমীয়াৰ দৰে টোপনিৰহীয়া আত্মবিস্মৃত জাতি এটাক

নিজৰ জাতীয় চেতনাত সজাগ কৰি তুলিবলৈকে তাৰ নিজৰ নিৰ্দিষ্ট নামেৰে সদায় আহ্বান কৰি থাকিব লাগে। সেই বাবেই, অসমীয়াৰ বিশেষ নিৰ্দিষ্ট নামেৰে গাত ধৰি জাতিটোক সাৰ পোৱাই নিজ স্বৰূপত থিতি হ'বলৈকে উদগনি দিয়াৰ উদ্দেশ্যে সংগঠন কৰা সভাখনৰ নাম হ'ল অসমীয়া সংৰক্ষিণী সভা।

৫

সংৰক্ষিণী সভাই সাম্ৰাজ্যবাদ বা প্ৰাকৃতিক আৱৰ্তন-বিৱৰ্তনৰ নিয়ম আৰু পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱমতে, দেশ-কাল-পাত্ৰ ভেদে, বিশ্বজনীন মানৱ সমাজৰ নিজস্ব সত্তা সম্পন্ন ভিন ভিন সম্পদ-সম্বল লৈ গঢ় লৈ উঠা যি কোনো এটা জাতিৰ আদৰ্শৰ ওপৰত আন এটা জাতিৰ আধিপত্য চলাই তাক তাৰ আদৰ্শৰ পৰা বিচ্যুত কৰি শাসন কৰাৰ চেষ্টাটো, মনুষ্যত্বহাৰক বুলি অস্বীকাৰ কৰে। কাৰণ তাক বিশ্ব-মানৱৰ মহামিলন সঙ্ঘটিত হোৱাৰ ভৱিষ্যৎ সম্ভাৱনাৰ মূলত কুঠাৰাঘাত পৰে। সেই বাবেই, সি ভাৰতৰ ওপৰত ইংৰাজৰ, আবিছিনিয়াৰ ওপৰত ইটালিৰ আৰু আমেৰিকাৰ তামবৰণীয়া ৰেড ইণ্ডিয়ান আৰু আফ্ৰিকাৰ ক'লা নিগ্ৰোৰ ওপৰত আন যি কোনো বগা বা ক'লা জাতিৰ আধিপত্য অস্বীকাৰ কৰে। আৰু সেইদৰেই, বিশিষ্ট মাটি-পানী হাৱা-আকাশ আৰু বহুবিধ বিশেষ পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত গঢ় লৈ উঠা নিজস্ব জাতীয় জীৱনসম্পন্ন অসমীয়া জাতিৰ ওপৰত অকল সুদূৰ ইংৰাজ জাতিৰেই নহয় গাৰ সীমাত ছালে ছালে লাগি থকা বিভিন্ন জাতীয় প্ৰকৃতিসম্পন্ন বঙালী জাতিৰ কোনো প্ৰকাৰৰ প্ৰভাৱো সংৰক্ষিণী সভাই স্বীকাৰ নকৰে, যদিও অসমীয়া জাতিয়ে নিজ বিশিষ্টৰ ভিতৰত আনৰ ভাল ৰীতি-নীতি, ভাৱ-চিন্তা একীভূত কৰি গ্ৰহণ কৰাত তাৰ সহযোগ আছে। কাৰণ, নিজস্ব ধাৰা এৰি আন ধাৰাত পৰিলে অসমীয়া জাতিৰ মৃত্যু অনিবাৰ্য। মৃত্যুত বিলীন হোৱাত কৈ জীৱনত প্ৰস্ফুটিত হৈ উঠাটো জীৱ মাত্ৰৰে স্বাভাৱিক ধৰ্ম।

৬

সংৰক্ষিণী সভাৰ মূল উদ্দেশ্য আৰু নীতি হৈছে, আত্ম-সংৰক্ষণ, আত্ম সংগঠন আৰু আত্ম-সংবৰ্দ্ধন। কিন্তু এই আত্ম শব্দৰ অৰ্থটো আনে সচৰাচৰ যিভাৱে গ্ৰহণ কৰিব খোজে, সংৰক্ষিণী সভাই সেই-ভাৱে গ্ৰহণ নকৰে। সংৰক্ষিণী সভাৰমতে আত্ম শব্দৰ অৰ্থ হৈছে, জীৱন-সম্পন্ন বস্তু এটাই ক্ৰমোন্নতিৰ অগ্ৰগতিত আগবাঢ়ি যোৱাৰ লগে লগে, স্বাভাৱিক ক্ৰিয়া-পদ্ধতিৰে, তাৰ আঁতে আঁতে ওতপ্ৰোতভাৱে সংশ্লিষ্ট হৈ যি নিত্য নতুন উপাদান বা সম্পদবিলাক সৃষ্টি হৈ তাক শক্তি যোগাই থাকে, সেই সকলোবিলাক উপাদান তাৰ জীৱনৰ লগত গোট মাৰি একেটা হৈ যি এটা জীৱন্ত নিৰ্ভীক, অপৰাজেয়, অক্ষয়, অব্যয় শিখাই তাৰ অভিযানৰ পথত অনিমেষ উজ্জ্বল আলোক বিকীৰণ কৰি থাকে, তাকেই সেই বস্তুটোৰ আত্মা বুলি গ্ৰহণ কৰি আনন্দ পায়।

যি দৰে কোনো এজন ব্যক্তিৰ নিজস্ব শাৰীৰিক গঠন, ৰূপ, ভাৱ-চিন্তা, সংস্কাৰ, ৰীতি-নীতিৰে সম্মিলিত আৰু সংগঠিত হৈ উঠা সত্তা বা স্থিতি-টোৱেই হৈছে তাৰ জীৱন বা আত্মাৰ ৰূপ আৰু সেই জীৱন বা আত্মাটোৰ সংৰক্ষণ, সংগঠন, সংবৰ্দ্ধনৰ বাবে সৰ্বতোভাৱে চেষ্টা কৰাটোৱেই হৈছে তাৰ

জীৱনৰ বা আত্মাৰ ধৰ্ম। আন দেশ বা প্ৰদেশৰ আন জাতিৰ লোক আহি স্থায়ীভাৱে বাস কৰি থাকিলে, সেই লোকে ভাষা, সংস্কৃতি, জাতীয়তা আদি সম্বন্ধে সেই দেশৰ সেই জাতীয় মানুহ বুলি গণ্য হ'ব লাগিব; অৰ্থাৎ সি যেতিয়া তাৰ মূল দেশত জীয়াই থাকিবলৈ একো অৱলম্বন নাপাই আন দেশখনত আহি জীৱন ধাৰণ কৰি আছে, তেতিয়া যি দেশে তাক ৰস অমৃত দি জীয়াই থাকি বংশ বৃদ্ধি কৰিবলৈ সুবিধা দিছে, যি নৰ-সংঘৰ আশ্ৰয় আৰু সাহায্যৰ ওপৰতেই সি জী আছে, সেই দেশখনক তাৰ নিজ দেশ আৰু সেই জাতীয়তাক তাৰ নিজ জাতীয়তা বুলি গ্ৰহণ নকৰিলে, সৃষ্টি গঠনৰ মূল আলুৰ ওপৰতেই অত্যাচাৰ কৰা হয়। তাৰ ফলত সেই দেশখনত ৰঘুমলাৰ দৰে নানা ধৰণৰ গজাই লোৱা স্বাৰ্থৰ ( vested interest ) সৃষ্টি হয়, আৰু দেশৰ পৰা এক জাতীয়তাৰ ভিত্তিৰ ওপৰত, সাময়িক অযোগ্যতাৰ ওপৰত দোষাৰোপ কৰি, পুৰণি আদৰ্শ বা পুৰণি নীতি ওফৰাই আন নতুন আদৰ্শ, নতুন নীতি স্থাপন কৰিবলৈ চেষ্টা কৰা অশান্তিৰ বাহিৰেও বিভিন্ন জাতীয়তাৰ বৈষম্যমূলক ভিত্তি গঢ়ি তুলিবলৈ কৰা অশান্তি-উপদ্ৰৱৰ কেতিয়াও অন্ত নপৰে। আৰু বিভিন্ন জাতীয়তামূলক বিভিন্ন আদৰ্শৰ একাধিক ভিত্তি থাপিবলৈ যোৱা বাবে সেই দেশখনৰ বুকুত যি অনিবাৰ্য সংঘৰ্ষ হৈ থাকে, সি সেই দেশৰ নৰ-সংঘৰ সকলোবিধ উন্নতিৰ আগবাঢ়ি যোৱা গতিটো কোবাই পিছ হোঁহকাই পঠায়।

অৱশ্যে, অতি পুৰণি কালত, যেতিয়া মানুহৰ জাতীয়তাবোধটো নানা ঐশ্বৰ্য-সম্পদেৰে জীৱনৰ লগত সংশ্লিষ্ট হৈ আজিৰ দৰে এনে প্ৰবল আকাৰেৰে গঢ়ি উঠা নাছিল, তেতিয়া বাহিৰৰ পৰা আৰ্য নামে লোক-সংঘ ভাৰতবৰ্ষত সোমাই তাৰ মূল অধিবাসী দ্ৰাবিড়ীয় আৰু মঙ্গোলীয়সকলৰ অস্তিত্ব সমূলঞে ধ্বংস কৰি নিজৰ বিজয়-পতাকা তোলাটো সম্ভৱ হৈছিল সন্দেহ নাই; কিন্তু আজি প্ৰত্যেক দেশতে প্ৰবল জাতীয়তা-বোধৰ এৰাব নোৱাৰা এঠাৰে গোট বন্ধা নৰ-সংঘৰ ওচৰত সেই পুৰণি বাতিল হোৱা উদাহৰণ নাখাটে। কাৰণ আজিৰ জগতত কোনো বাহিৰৰ জাতিয়ে আন কোনো জাতিৰ ওপৰত আৰ্যটো হৈ ওলোৱাত সহজ নহয়। আৰু কোনো জাতিয়ে সেই অতি পুৰণি দ্ৰাবিড়ী বা মঙ্গোলীয় হৈ তাৰ স্বাভাৱিক ধৰ্ম আৰু চেষ্টা নকৰাটোৱেই হৈছে, অস্বাভাৱিক জীৱনৰ বা আত্মাৰ অধৰ্ম বা আত্ম-হত্যা। সেইদৰে কোনো জাতি এটাৰো, তাৰ নিজস্ব ভাষা, সাহিত্য, ভাৱ, চিন্তাধাৰা, জীৱিকা-নিৰ্বাহৰ প্ৰণালী আৰু সভ্যতাৰ আন আন অংগৰ নানা সম্পদ গোট খাই যি এটা বিশিষ্ট জাতীয় জীৱন বা জাতীয় আত্মাৰ সত্তা সৃষ্টি হৈ সেই জাতিটোক ক্ৰমে বৃহত্তৰলৈ লৈ যোৱা মূল অৱলম্বন হৈ উঠে, তাৰ সংৰক্ষণ, সংগঠন, আৰু সংবৰ্দ্ধনলৈ হেলা কৰিলে জাতীয় জীৱনৰ অধৰ্ম হয়, জাতীয় জীৱনৰ গতি অস্বাভাৱিক হয়, জাতীয় আত্মাক হত্যা কৰা হয়।

ব্যক্তিৰ যিদৰে, সি গঠিত হৈ উঠা অণু-পৰমাণু বা অঙ্গ-প্ৰত্যঙ্গবিলাক সুস্থ আৰু তাৰ সমগ্ৰ শৰীৰ আৰু আত্মাটো সম্পূৰ্ণাঙ্গকৈ পৰিপুষ্ট হৈ উঠাৰ অনুকূল নহলে ব্যক্তিৰ অস্তিত্ব থাকিব নোৱাৰে, জাতি এটাৰো সেইদৰে, তাৰ অঙ্গ-প্ৰত্যঙ্গ প্ৰত্যেক নৰ-নাৰীয়ে জাতীয় জীৱন বা জাতীয় আত্মা

সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ উদ্দেশ্যেহে একমাত্ৰ নিজৰ ভিতৰত চেতনা জগাই কাম নকৰিলে, চিন্তা নকৰিলে, জাতি এটাৰ অস্তিত্ব থাকিব নোৱাৰে বা থাকিলেও সি আৱশ্যকমতে আত্মৰক্ষা কৰি ক্ৰমোন্নতিৰ পথত আগুৱাই যাব নোৱাৰে।

আত্মবিস্মৃত, আত্ম-সন্মানৰ ৰকম-কছম মুবুজা প্ৰত্যেকজন ল'ৰা-ডেকাক আৰু প্ৰত্যেকজনী ছোৱালী-গাভৰুক তেওঁলোকৰ নিজ নিজ বৈশিষ্ট্য ৰক্ষা কৰিও, নিজ সত্তা, নিজ অস্তিত্ব, নিজ আনন্দৰ সকলোখিনি এই জাতীয় সত্তা জাতীয় আনন্দত বিলীন কৰা আনন্দৰ বাবে বলিয়া কৰি তুলিবলৈকেই সংৰক্ষিণী সভাৰ জন্ম। কাৰণ জাতীয় স্বাৰ্থত সকলো ব্যক্তিগত স্বাৰ্থ বিলীন কৰি কাম নকৰিলে জাতীয় শক্তি শক্তিশালী হৈ নুঠিলে, জাতীয় জীৱন বা জাতীয় আত্মাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনো হ'ব নোৱাৰে।

৭

সংৰক্ষিণী সভাৰ মতে, এক ধৰণৰ পাৰিপাৰ্শ্বিকতাসম্ভূত ভাষা-সংস্কৃতি, মনোবৃত্তি, চিন্তাধাৰা ভাব-প্ৰকাশক ভাষা-ভঙ্গী, সামাজিকতা, জীৱিকা-নিৰ্বাহৰ প্ৰণালী, সাজ-পোছাক, ধৰণ-ধাৰণ ইত্যাদি লৈ বাস কৰা নৰ-সমষ্টিয়ে কোনো এটা ভৌগোলিক সীমাৰ ভিতৰত যি এটা বিশেষ জাতি নামে গঠিত হৈ উঠি, সেই ভূমিখণ্ডক এখন বিশেষ দেশ বা প্ৰদেশ নামে পৰিচিত কৰায় সেই দেশ বা প্ৰদেশত সেই নিজৰ দেশত তাৰ নিজৰ অস্তিত্ব বিলীন হ'বলৈকে সেও হৈ এৰি দিয়াটোও সম্ভৱ নহয়।

ইয়াত এটা প্ৰশ্ন উঠিব পাৰে যে, বেলেগ বেলেগ ধৰ্ম-বিশ্বাসৰ বিভিন্নতা লৈ যদি এখন দেশত বিভিন্ন শ্ৰেণীৰ লোক থকাত আপত্তি নাই, তেনেহলে বিভিন্ন ভাষা-ভাষী লোকবিলাকে তেওঁলোকৰ নিজ নিজ বিভিন্নতা লৈ এখন প্ৰদেশত থাকিলে অশান্তিৰ আশংকা কৰা হয় কিয় ?

ইয়াৰ উত্তৰত কব পাৰি যে বিভিন্ন ধৰ্মবিশ্বাসৰ ভিতৰত প্ৰকৃততে অশান্তিৰ কোনো কাৰণ নাই যেহেতু সকলো ধৰ্মৰেই লক্ষ্য মাত্ৰ সুদূৰ ওপৰৰ-ফালে। আৰু ধৰ্মবিশ্বাসবিলাকৰ দেশগত কোনো বিভিন্ন সত্তাও নাই,—সকলো দেশতে সেই একে ধৰ্মবিশ্বাসৰ একোটি সত্তা। আৰু আজি যে আমি দেখিছো ভাৰতৰ হিন্দু আৰু মুছলমানৰ ঘোৰ সংঘৰ্ষ, সেইটো এই কাৰণে যে হিন্দু আৰু মুছলমান প্ৰত্যেকেই ধৰ্মবিশ্বাসৰ সেই সুউচ্চ লক্ষ্যটো তললৈ নমাই আনি দেশগত কৰি তাক দেশৰ মাটিত নিবদ্ধ কৰি লৈছে গতিকে, হিন্দুই কৈছে হিন্দুস্থান হিন্দুৰ বাবে, আৰু মুছলমানে কৈছে হিন্দুস্থান মুছলমানৰ বাবে বুলি, গতিকে, ই হিন্দু-ভাৰত নহয় মোছলেম-ভাৰতহে। সেই বাবেই হিন্দু-মুছলমান পৰস্পৰে পৰস্পৰক ভাৰতত কাহিল কৰিবলৈ ইচ্ছা কৰি অকাৰণত সংঘৰ্ষ ঘটাই আছে। ধৰ্মবিশ্বাসটোক দেশগত কৰি তাৰ লক্ষ্য ওপৰৰ পৰা নমাই দেশৰ মাটিত নিবদ্ধ কৰি নলৈ, প্ৰত্যেকে ধৰ্মবিশ্বাসৰ মূল লক্ষ্য ধিয়াই আনি বিজুলী বেগেৰে ওপৰৰ-ফালে আগবাঢ়ি গ'লেও কাৰো লগত কাৰো সংঘৰ্ষ ঘটি কোনো ধৰণৰ অশান্তিৰ সৃষ্টি হ'বৰ একো কাৰণ নাই। কাৰণ, আগবাঢ়ি যোৱাৰ বাহিৰে ইয়াত আন স্বাৰ্থৰ গোন্ধ নাই।

কিন্তু ভাষাগত বিভিন্নতাৰ লগত বিভিন্ন দেশগত সত্তা আৰু স্বাৰ্থ সংশ্লিষ্ট আছে। সেই বাবেই অসম দেশত অসমীয়া ভাষা, বঙ্গদেশত বঙলা

ভাষা, উৰিষ্যা দেশত উৰিয়া ভাষা, বিহাৰত বিহাৰী ভাষা ইত্যাদি। আৰু এই দেশগত সত্তা আৰু স্বাৰ্থ থকা বাবেই, অসমৰ অসমীয়া ভাষাৰ ভিতৰত বঙ্গভাষাৰ সত্তা থাকিলে বঙ্গৰ বঙলা ভাষাৰ ভিতৰত উৰিয়া বা বিহাৰী ভাষাৰ সত্তা থাকিলে, উৰিষ্যা বা বিহাৰৰ ভিতৰত পঞ্জাবী বা গুজৰাটী বা আন ভাষাৰ সত্তা থাকিলে, সেই দেশত সেই সেই দেশৰ লোকসংঘৰ একোটা দেশগত বিভিন্ন গজাই লোৱা স্বাৰ্থৰো সৃষ্টি হৈ উঠা বাবে সেই দেশখনৰ মূল অধিবাসীৰ লগত নানা স্বাৰ্থ-ঘটিত সংঘৰ্ষ হয়। ফলত, সেইখন দেশৰ পৰা. কালৰ প্ৰভাৱত জন্ম পোৱা জাতীয় আদৰ্শমূলক অশান্তিৰ বাহিৰেও, আন বিজাতীয় স্বাৰ্থমূলক অশান্তি অন্তৰ্হিত নহয়।

য়ুৰোপৰ চুইজাৰলেণ্ড দেশখনত তেনেহলে এশত-কৈও বেছি ভাষা-ভাষী মানুহে নিজ নিজ ভাষাৰ বিভিন্নতা লৈ সুখে-শান্তিৰে বাস কৰি এক চুইচ জাতীয়তাত আছে কেনেকৈ? তাৰ কাৰণ হৈছে, চুইজাৰলেণ্ডত যিবিলাক মানুহে ইমান ভাষাৰ বিভিন্নতা লৈ সুখে-শান্তিৰে বাস কৰি আছে, সেই মানুহবিলাকৰ ভাষাবিলাক চুইজাৰলেণ্ডৰ বাহিৰে দেশৰ দেশগত সত্তা আৰু স্বাৰ্থৰ লগত সংশ্লিষ্ট নহয়। আমাৰ অসমতো তেনেদৰৰ ভাষাৰ বিভিন্নতা আছে যেনে: খাছিয়া ভাষা, মণিপুৰী ভাষা, নগা ভাষা, গাৰো ভাষা ইত্যাদি। মণিপুৰী, খাছিয়া, নগা, গাৰো আদি ভাষাৰ বিভিন্ন সত্তা আৰু স্বাৰ্থবিলাক অসম দেশৰ বাহিৰা আন দেশগত সত্তা আৰু স্বাৰ্থৰ লগত সংশ্লিষ্ট নহয়। গতিকে এই সকল বিভিন্ন ভাষা-ভাষী স্বাৰ্থৰ লগত অসমীয়াৰ জাতীয় স্বাৰ্থৰ সংঘৰ্ষ হোৱাৰ একো কাৰণ আৰু সম্ভাৱনা নাই।

সেইদৰে অসমত স্থায়ীভাৱে বাস কৰা বঙালী-সকলৰ বিভিন্ন সত্তা আৰু স্বাৰ্থও যদি অসমৰ বাহিৰা বঙ্গদেশৰ বিভিন্ন দেশগত স্বাৰ্থৰ লগত কোনো প্ৰকাৰে সংশ্লিষ্ট নাথাকিলহেঁতেন, নাইবা, বঙ্গদেশত স্থায়ীভাৱে বাস কৰা আন ভাষা-ভাষী লোকসকলৰ সত্তা আৰু স্বাৰ্থৰো যদি বঙ্গদেশৰ বাহিৰা কোনো দেশৰ দেশগত স্বাৰ্থ আৰু সত্তাৰ লগত সংশ্ৰৱ নাথাকিলহেঁতেন তেনেহলে গজাই লোৱা স্বাৰ্থৰ লগত অসম বা বঙ্গদেশৰ মূল অধিবাসীৰ লগত কোনো ধৰণৰ জাতীয় স্বাৰ্থগত সংঘৰ্ষৰ আশঙ্কা নাথাকিলহেঁতেন। প্ৰত্যেক প্ৰদেশত, প্ৰত্যেক দেশত বিভিন্ন জাতীয়তাৰ ভিতৰত ভৱিষ্যৎ অশান্তিৰ সম্ভাৱনা ৰহিত কৰিবলৈকে যি দেশত যি কোনো জাতিৰ যিবিলাক মানুহ থাকে, তেওঁলোক জাতীয়তাৰ সকলো বিষয়তে সেই দেশৰ মানুহ হৈ পৰিব লাগে। নহলে গৃহ-শত্ৰুৰ আশঙ্কা আৰু তাৰদ্বাৰা আনৰদ্বাৰা দেশৰ স্বাৰ্থ-হৰণৰ বাট মুকলি থাকে। এয়ে সংৰক্ষিণী সভাৰ এই বিষয়ক এটা পইণ্ট।

## আমেৰিকা আৰু ভাৰত একে নহয়

৮

ভাৰতৰ প্ৰদেশবিলাকত জীৱিকা-নিৰ্বাহৰ নানা উপায় লৈ আন প্ৰদেশবিলাকৰ পৰা স্থায়ীভাৱে বসতি কৰি থকা আন ভাষা-ভাষী লোক-সকলে সেই সেই প্ৰদেশৰ প্ৰাদেশিক জাতীয় স্বাৰ্থৰ লগত নিজ নিজ স্বাৰ্থ এক কৰি লোৱাৰ আৱশ্যকতা সম্পৰ্কে যোৱা সংখ্যা 'ডেকা-অসম'ত এটা পইণ্ট কোৱা হৈছে।

বাৰু সিদিনাখন মিঃ ভূলাভাই দেশাইৰ লগত হোৱা আমাৰ কথা-বতৰাৰ আলম লৈয়েই কথাষাৰ পৰিষ্কাৰকৈ বুজাবলৈ চেষ্টা কৰা হওক। সময়ৰ নাটনি হোৱা বাবে এই গুৰুতৰ বিষয়টোৰ সম্যক আলোচনা তেখেতৰ লগত সিদিনাখন হৈ নুঠিল।

ভাৰতৰ পক্ষে আমাৰ এই মতটো কাৰ্যত পৰিণত কৰাৰ ঔচিত্য আৰু আৱশ্যকতা হৈছে দুটা গুৰুতৰ কাৰণে। প্ৰথম কাৰণটো হৈছে, ভৱিষ্যত ভাৰতৰ স্বাধীন যুক্ত-ৰাষ্ট্ৰটো আচল মাল-মছলাৰে সুদৃঢ় ভিত্তিৰ ওপৰত গঢ়ি তোলা, আৰু দ্বিতীয়টো কাৰণ হৈছে, সংখ্যা-গৰিষ্ঠ হিন্দু সমাজৰ বিশৃঙ্খল অৱস্থাটো বহু পৰিমাণে শৃঙ্খলিত কৰি তোলাৰ চেষ্টা। বাৰু আলোচনা আৰম্ভ হওক।

ভাৰতৰ প্ৰদেশবিলাকত, বিশেষকৈ অসমত, আন প্ৰদেশৰ স্থায়ী লোকসকলে অসমীয়াৰ জাতীয় স্বাৰ্থৰ লগত নিজক সাঙোৰ খুৱাই লোৱা বিষয়ক প্ৰসঙ্গত, সিদিনাখন গুৱাহাটীত আমাৰ লগত কথা-বতৰা পাতোঁতে কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী বোৰ্ডৰ প্ৰেছিডেণ্ট মিঃ ভূলাভাই দেশায়ে কৈছিল যে আমেৰিকাৰ যুক্তৰাষ্ট্ৰত জাৰ্মান, ইটালি, ফৰাচী ইংলিচ, স্পেনীয় আদি জাতিৰ লোক গোট খাই এটা মাত্ৰ আমেৰিকান নামে জাতি গঠিত হৈ উঠিছে আৰু সেই আমেৰিকাৰ জাৰ্মান, ইটালি, ফৰাচী, ইংলিচ লোকসকলেই আমেৰিকাৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ হকে তেওঁলোকৰ মূল দেশ-বিলাকৰ বিৰুদ্ধে যুদ্ধও কৰে।

অসম সম্বন্ধে সংৰক্ষিণী সভায়ো ঠিক ইয়াকেই বিচাৰে যাতে অসম দেশত অসমীয়াৰ জাতীয় স্বাৰ্থৰ বুকুত কোনো ৰকমৰ গজাই লোৱা স্বাৰ্থৰ অৰ্থাৎ ভেষ্টেড ইণ্টাৰেষ্টৰ সৃষ্টি হৈ অসমৰ ভৱিষ্যৎ অৱস্থাটো ভয়াবহ কৰি তোলা। এনেকুৱা আশঙ্কা কৰিবৰ আমাৰ কাৰণ আছে।

ভাৰত চিৰদিন এনে পৰাধীন অৱস্থাত নাথাকে। এদিন সি স্বাধীন হ'বই আৰু সেইদিন সন্নিকটত। আৰু এনে স্বাধীন ভাৰত গঢ় লৈ উঠিব প্ৰত্যেক বিশেষত্বযুক্ত সবল প্ৰদেশবিলাকৰ সংযোগত যুক্তৰাষ্ট্ৰ হৈ। তেতিয়া ভাৰতৰ যুক্তৰাষ্ট্ৰৰ উমৈহতীয়া স্বাৰ্থৰ বাহিৰেও, প্ৰতিখন প্ৰদেশৰ একোটা নিজস্ব স্বাৰ্থও নিশ্চয় থাকিব। আৰু সেই স্বাৰ্থ সৰ্বতোভাৱে সংৰক্ষণ, সংবৰ্দ্ধন আৰু অব্যাহত ৰাখিবলৈ প্ৰতিখনৰ নিজ নিজ প্ৰাদেশিক স্বাধীনতা অধিকাৰো থাকিব।

সকলোবিলাক প্ৰদেশ সমানে উন্নত সবল নহলে, ভাৰত যুক্তৰাষ্ট্ৰও সবল নহ'ব। গতিকে, বোম্বাই সবল হোৱা মানে মাদ্ৰাজ, মাদ্ৰাজ সবল হোৱা মানে পাঞ্জাব, পাঞ্জাব সবল হোৱা মানে বিহাৰ, বিহাৰ সবল হোৱা মানে বঙ্গ, আৰু বঙ্গ সবল হোৱা মানে অসম সবল হোৱা নহয়, কিন্তু, এখন প্ৰদেশ দুৰ্বল হোৱা মানে যুক্তৰাষ্ট্ৰৰ অঙ্গ এটাত বাত ব্যাধিৰ আক্ৰমণ হোৱাটো হলে সঁচা।

স্বাধীন ভাৰত যুক্তৰাষ্ট্ৰ স্থাপনৰ পাছত, প্ৰতিখন প্ৰদেশ নিজৰ নিজৰ জাতীয় দেহটো মানৰ সভ্যতাৰ জোখবাৰি অনুসাৰে বেহা-বেপাৰ, লোক-সংখ্যা, ধন-ঐশ্বৰ্য বৃদ্ধি, জাতীয় প্ৰভাৱ বিস্তাৰ আদিৰ বাবে বিশেষকৈ তৎপৰ হ'ব, আৰু কালক্ৰমত নিজৰ বিস্তৃতি লাভৰ সেই তৎপৰতা গতিটোৱে প্ৰবল আকাৰ ধাৰণ কৰি নিজ প্ৰদেশৰ সীমা অতিক্ৰম কৰিও আনৰ অধিকাৰত অনধিকাৰ প্ৰৱেশ কৰি

জাতীয় প্ৰভাৱ বিস্তাৰৰ ক্ষুধা পৰিতৃপ্তি বিচাৰি অগ্ৰসৰ হ'ব। অৱশ্যে আজিও অসমৰ দুৰ্বল অৱস্থাত, সৰ্বশক্তিমান ইংৰাজ ৰাজৰ বাহিৰেও আন সবল প্ৰদেশবিলাকৰ লোকবিলাক আহিও অসমীয়াৰ ওপৰত পালি ৰাজত্ব কৰিছে, সঁচা। কিন্তু লুণ্ঠনৰ এই ধাৰাটো গুচাবলৈকেটো আমাক পূৰ্ণ স্বৰাজ লাগে। যি হওক—বিদ্যা, বুদ্ধি, ধন, বল, জনবলত বলীয়ান বঙ্গদেশখন আমাৰ দুৰ্বল অসমৰ গাত লগা দেশ। ভৱিষ্যৎ বঙ্গৰ জাতীয় প্ৰভাৱ বিস্তাৰৰ বাবে অসমৰ দৰে সুবিধাৰ দেশ এখনো নাই। বিহাৰ আৰু উৰিষ্যা যদিও অসমৰ দৰে বঙ্গৰ গাত লগা দেশ, কিন্তু সেই দেশ দুখনৰ জনবল, ধনবল আৰু সৰ্বোপৰি নিজৰ অস্তিত্ব জীয়াই ৰাখিবলৈ একমাত্ৰ অমোঘ অস্ত্ৰ জাতীয় ভাবটো অসমীয়াতকৈ তেওঁলোকৰ বহুত বেচি আৰু বহুত প্ৰখৰ। গতিকে সেইবিলাক দেশত বঙ্গৰ দন্ত-স্ফুটনৰ পক্ষে সুবিধা নহ'ব। আত্ম-চৈতন্য-বিহীন, জাতীয় ভাবহীন, জনবল আৰু মনোবলত দুৰ্বল আৰু শ্ৰীহট্টৰ ভাববাহী অসমতেই সেই বাবেই বুভুক্ষু বঙ্গৰ ৰাক্ষসী-ক্ষুধা পৰিতৃপ্তিৰ ঘাইক্ষেত্ৰ হ'ব। অতীত আৰু বৰ্তমানৰ তেওঁ-লোকৰ অসমীয়াৰ প্ৰতি ব্যৱহাৰবিলাকেই আমাক এই অটল সিদ্ধান্তত আনি উপস্থিত কৰাইছে।

এনে অৱস্থাত, শ্ৰীহট্ট বাদ নগলেতো কথাই নাই, শ্ৰীহট্ট বাদ গ'লেও, যিসকল বঙালী লোকে মাটি-বাৰী, কাৰবাৰ, ব্যৱসায় লৈ স্থায়ীভাৱে অসমত আহি বাস কৰি আছে, তেওঁলোকে বৰ্তমানৰ দৰে যদি—অসমীয়া জাতি অসমীয়া ভাষা তেওঁলোকৰ নকল, পৰ; বঙালী জাতি, বঙ্গ দেশতহে তেওঁ-লোকৰ আচল ঘৰ আৰু অসম তেওঁলোকৰ মাত্ৰ লুণ্ঠন-ভূমিহে, অসমীয়া জাতিক সকলো পক্ষে লুণ্ঠন কৰি বঙালীৰ জাতীয় সম্পদ, জাতীয় শক্তি বৃদ্ধি কৰি তুলিবলৈহে তেওঁলোকে অসমলৈ আহিছে—এই বুলি ভাবি অসমত চিৰকাল যদি প্ৰৱাসী হৈয়ে থাকে, তেনেহ'লে, অসমৰ বুকুত লুকাই থকা এইসকল লোকেই মূল বঙ্গৰ বঙালী জাতিৰ এই কু-ষড়যন্ত্ৰৰ অগ্নিত ইন্ধন যোগাই অসমীয়াৰ ভৱিষ্যৎ জাতীয় জীৱনৰ অতীত আৰু বৰ্তমানত যিখিনি অন্যায় কৰি বাকী ৰাখিছে তাকো পুৰি শেষ কৰিবলৈ ছল নিশ্চয় বিচাৰিব। তেতিয়া অসমৰ বুকুত অশান্তিৰ ভীষণ দাবানল আজিতকৈও প্ৰবল আকাৰে জ্বলি উঠিব। মিঃ ভুলাভাই দেশাইৰ মতত যোৱাসকলৰ পৰা এটা প্ৰশ্ন উঠিব পাৰে যে, আমেৰিকাতো য়ুৰোপৰ বহুত জাতিৰ লোক-সংখ্যা লগ লাগি আমেৰিকাৰ যুক্তৰাষ্ট্ৰ গঠন কৰি সুখ-শান্তিৰে বাস কৰি আছে, তাততো এনেকুৱা হোৱা নাই, ভাৰতত হ'ব বুলি আশঙ্কা কৰা হ'ল কিয়?

ইয়াত ভাৰতৰ প্ৰাদেশিক বিবেচনাৰ হিচাপটো এৰাই মিঃ ভুলাভায়ে কথাষাৰ কৈছে। অথচ, এই হিচাপটোৰ ওপৰতেই ভাৰতৰ ভৱিষ্যৎ যুক্তৰাষ্ট্ৰ সংগঠিত হ'ব লাগিব। কিন্তু আমেৰিকাত এনে ধৰণৰ অশান্তি হোৱা নাই বুলি কোৱাটো সঁচা নহয়। য়ুৰোপৰ নানা জাতিৰ সংমিশ্ৰণত গঠিত হোৱা আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ সমষ্টিগত হিচাপে, বহুখন প্ৰদেশৰ সংমিশ্ৰণত গঠিত হোৱা ভাৰত যুক্তৰাষ্ট্ৰৰো সমষ্টিগত ভৱিষ্যত স্বাৰ্থ হানিৰ একো আশঙ্কা নহলেও, এখন প্ৰদেশৰদ্বাৰা আন এখন প্ৰদেশৰ স্বাৰ্থ হানিৰ আশঙ্কা আছে।

ভাৰতৰ দৰে আমেৰিকাত প্ৰায় ৩৫ খন প্ৰদেশ

আছে। প্ৰতিখন প্ৰদেশৰে নিজ নিজ শাসনৰ সুবিধাৰ বাবে নিজ নিজ আইন-কানুন গঠন কৰাৰ স্বাধীনতাও আছে ; আৰু আমেৰিকাৰ এই প্ৰদেশ-বিলাক গঠিত হৈছে ইউৰোপৰ নানা জাতীয় লোক-সকলক লৈ, যেনে—বেছিভাগ জাৰ্মানে গৈ বসতি কৰা ঠাইডোখৰ হ'ল জাৰ্মানপ্ৰধান প্ৰদেশ আৰু বেছিভাগ ফৰাচী, ডেনিচ, ইংলিছ, স্পেনিয়াৰ্ড আদিয়ে বাসকৰা ঠাইবিলাক হল যথাক্ৰমে ফৰাচী, ডেনিচ, ইংলিচ, স্পেনিয়াৰ্ডপ্ৰধান। আৰু এই প্ৰত্যেকখন প্ৰদেশতে লোকসংখ্যাৰ প্ৰাধান্য লৈ নিজ নিজ ভাষা, বৈশিষ্ট্য আদি নিজে নিজে নিয়ন্ত্ৰণ কৰিছে। সেই বাবে, আমেৰিকাত এখন ঠাইৰ কোনো লোক আন এখন প্ৰদেশত স্থায়ীভাৱে গৈ বসতি কৰিব লাগিলে, তেওঁ সৰ্বতোভাৱে সেই প্ৰদেশৰ লোক হৈ সেই প্ৰাদেশিক স্বাৰ্থৰ লগত নিজক সাঙোৰ খুৱাই লব লাগিব। নহলে তাত সোমাব নোৱাৰে। অথচ এনে স্থলতো, আমেৰিকাৰ এখন প্ৰদেশৰ প্ৰাদেশিক স্বাৰ্থ লৈ বহুত যুদ্ধ-বিগ্ৰহ হয়। আৰু প্ৰদেশবিলাকৰ সেই কটা-কটি, মৰা-মৰি থমাই দিব লাগে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ কেন্দ্ৰীয় গৱৰ্ণমেণ্টে।

আমেৰিকাৰ যুক্তৰাষ্ট্ৰতো হৈছে এটা জাতীয় গৱৰ্ণমেণ্ট, বাহিৰৰ একো আধিপত্য তাত নাই। তেনে স্থলতো, আমেৰিকাৰ প্ৰদেশবিলাকৰ এনে গতি-মতি। আৰু ভাৰতখনতো হৈছে বৰ্তমানত আনৰ বিজাতীয় আদৰ্শৰে শাসিত মহাদেশ। তাত এনে আশঙ্কা আৰু বেছি।

কাৰণ, ভাৰতৰ প্ৰদেশে প্ৰদেশে আন প্ৰদেশৰ এই লোকসকল যদি প্ৰাদেশিক স্বাৰ্থত লীন নহৈ প্ৰবাসী বা বিদেশী হৈয়ে থাকে, তেনেহ'লে তৃতীয় পক্ষই এওঁলোক সকলোকেই হাতত লৈ প্ৰদেশে প্ৰদেশে অমিল ঘটাই সবল যুক্ত ভাৰতৰাষ্ট্ৰ গঢ়ি তোলা প্ৰদেশবিলাকৰ চেষ্টাৰ কণকঠীয়া মাৰি থবলৈ অস্ত্ৰ বিচাৰি পাব আৰু ভাৰতৰ পূৰ্ণ স্বাধীনতা লাভৰ আশাটো সুদূৰপৰাহত হৈয়ে থাকিব।

সেই বাবেই সংৰক্ষিণী সভাই সদায় কৈ আছে যে, অকল অসমতেই নহয় সকলো প্ৰদেশতেই এই ব্যৱস্থা হওক, যে প্ৰদেশে প্ৰদেশে স্থায়ীভাৱে বাস কৰা আন প্ৰদেশৰ লোকসকল সকলো বিষয়তে সেই প্ৰদেশৰ লোক হৈ পৰক।

আমাৰ এই মতৰ সত্যতা এইখিনি কথা কলেই প্ৰমাণিত হ'ব :

সংৰক্ষিণী নীতি সম্বন্ধে বহুজন বঙালী বন্ধু আৰু মিঃ ভুলাভাই দেশাইৰ লগত হোৱা আমাৰ কথা-বতৰাৰ প্ৰসঙ্গত সিদিনাখন গুৱাহাটী উকীলখানাত, অসমতে জন্ম লাভ কৰি অসমতে তিনি পুৰুষ ধৰি থাই থকা এজন ডেকা বঙালী উকীল বন্ধুৰ লগত হোৱা একাষাৰ কথাতেই আমাৰ এই মতৰ সত্যতা প্ৰমাণিত হ'ব।

ডেকা বঙালী উকীল বন্ধুজনক মই সুধিলো— "বাৰু ভাৰতীয় ভাৰতীয় বুলি চিঞৰি তোমালোকে যে 'সংৰক্ষিণী'ক সঙ্কীৰ্ণ প্ৰাদেশিকতা বুলি দোষ দিছা, বৰ্তমানৰ কথা এৰি দিলেও ভাৰতত যুক্তৰাষ্ট্ৰ স্থাপনৰ পাছত, কেতিয়াবা যদি বঙ্গদেশৰ লগত অসমৰ প্ৰাদেশিক জাতীয়তা, অৰ্থ নৈতিক বা সমাজ-নৈতিক সংঘৰ্ষ ঘটে তেনেহ'লে তুমি অসমৰ হৈ যুঁজিবা নে বঙ্গৰ হৈ যুঁজিবা ?" ইয়াৰ উত্তৰ তেওঁ নিদি কেইআষাৰমান অৰ্থহীন কথা কলে। তাৰ পিছতেই এজন মাৰোৱাৰী ডেকা উকীল বন্ধুৱে

সুধিলোঁ মাৰোৱাৰ আৰু অসমৰ ভিতৰত এনে ধৰণৰ ভৱিষ্যৎ সংঘৰ্ষ সম্বন্ধে। মাৰোৱাৰী ডেকা উকীল বন্ধুজনে টপৰাই উত্তৰ দিলে যে, "মই মাৰোৱাৰী হ'লেও অসমৰ হৈ যুঁজিম। অসমৰ খাই মানুহ হৈছো যেতিয়া অসমৰ জাতীয় স্বাৰ্থৰ হকে নুযুঁজি কাৰ হকে যুঁজিম?" অসমীয়াৰ মনত মাৰোৱাৰী আৰু বঙালী বন্ধুসকল সম্বন্ধে এনে প্ৰভেদ।

মিঃ ভুলাভাই দেশায়ে অসমৰ প্ৰকৃত অৱস্থা বুজিব নোৱাৰে। কাৰণ তেওঁৰ দেশ বোম্বাইত অসমৰ এনে সমস্যা নাই।

৯

১৯শ সংখ্যা 'ডেকা-অসম'ত কোৱা হৈছিল যে, ভাৰতৰ পক্ষে সংৰক্ষিণী নীতিটো কাৰ্যত পৰিণত কৰাৰ ঐচিত্য আৰু আৱশ্যকতা হৈছে দুটা গুৰুতৰ কাৰণ। প্ৰথম কাৰণটো হৈছে, ভৱিষ্যৎ ভাৰতৰ স্বাধীন যুক্তৰাষ্ট্ৰটো আচল মাল-মছলাৰে সুদৃঢ় ভিত্তিৰ ওপৰত গঢ়ি তোলা, আৰু দ্বিতীয় কাৰণটো হৈছে, সংখ্যাগৰিষ্ঠ হিন্দু সমাজৰ বিশৃঙ্খল অৱস্থাটো বহু পৰিমাণে শৃঙ্খলিত কৰি তোলাৰ চেষ্টা। প্ৰথম কাৰণটোৰ কিছু কথা সেই সংখ্যাতে কোৱা হৈছে, পূৰাকৈ কোৱা হোৱা নাই।

গোটেইখন ভাৰতযে আজি হিন্দু-মুছলমান, শিখ, খ্ৰীষ্টিয়ান, সৰু জাতি, ডাঙৰ জাতি আদি নানা সাম্প্ৰদায়িক ভাৱৰ দ্বাৰা জৰ্জৰিত হৈ উঠিছে, সেইটো বিদেশী গৱৰ্ণমেণ্টৰ ভেদ-নীতিৰ আংশিক ফল বুলি নকৈ পূৰা বুলি কব নোৱাৰি। কাৰণ আমি ভাৰতীয় লোকে নিজেই সেই ভেদ-নীতিৰ জুইত সম্মতিৰ ঘিউ ঢালি তাক বেছিকৈ জ্বলাই তুলিছোঁ। গৱৰ্ণমেণ্টে বা গৱৰ্ণমেণ্টৰ প্ৰৰোচনাত উদ্বাউল হৈ উঠা আমাৰে এমুঠিমান লোকে জানিবা কলেই, তাত আমি ভাৰত সেৱকসকলে দূৰ-ভৱিষ্যতৰ পৰিণামলৈ দৃষ্টি হেৰুৱাই লক্ষ্ণৌ নগৰত ১৯১৬ চনৰ ভাৰত ব্যাপী হিন্দু-মুছলমানৰ চুক্তিটোত চহী দি সম্মতি জনালো কিয়?

তেতিয়াতে আমাৰ নেতাসকলৰ উচিত আছিল হিন্দু-মুছলমান সমস্যাৰ হিচাপ বা অঙ্কটো সামৰিব নোৱাৰাকৈ ভাৰতৰ বহল পথাৰখনত মেলি দি সাম্প্ৰদায়িকভাৱে সাবটি নলৈ, সমস্যাটো প্ৰাদেশিক জাতীয় হিচাপে লৈ সমাধান কৰিবলৈ চেষ্টা কৰাটো।

তেতিয়া, প্ৰত্যেকখন প্ৰদেশৰ লোকসকলক যদি এই ভাবৰ পৰা ভাবিবলৈ শিক্ষা দি সেইমতে মনোবৃত্তিবিলাক গঠন কৰি তুলিবলৈ চেষ্টা কৰা হ'লহেঁতেন যে মই হিন্দু নহওঁ মুছলমানো নহওঁ, শিখ নহওঁ, ব্ৰাহ্মণ নহওঁ, শূদ্ৰ নহওঁ, অন্ত্যজ নহওঁ, অস্পৃশ্য নহওঁ, কিন্তু মই পঞ্জাবী, মই বঙালী, মই মাদ্ৰাজী, মই বিহাৰী, মই অসমীয়া, মই উৰিয়া—তেনেহলে ভাৰতৰ হিন্দু-মুছলমান, স্পৃশ্যাস্পৃশ্য আদি সাম্প্ৰদায়িক ভাৱ ক্ৰমে তিৰোহিত হৈ আহিলহেঁতেন আৰু আন তৃতীয় পক্ষয়ো নিজ স্বাৰ্থসিদ্ধিৰ বাবে ধৰিবলৈ একো আলম নাপালেহেঁতেন।

বহু ঠাই বিয়পি সিঁচৰতি হৈ পৰি থকা বস্তুবিলাক কোঁচাই মেলি শৃঙ্খলিত কৰি থব লাগিলে প্ৰথমতে সীমা বন্ধা ঠাই এডোখৰতহে এই চেষ্টা আৰম্ভ কৰিব লাগিব।

সেইদৰে বিৰাট ভাৰত ভৰি থকা সাম্প্ৰদায়িক, সামাজিক, আৰ্থিক, মানসিক আদি নানা ভেদ-

ভাবৰ দুৰ্বলতাবিলাক সামৰি লব পৰাকৈ প্ৰথমতে প্ৰাদেশিক সীমাৰ ভিতৰত গুচাবলৈ চেষ্টা কৰা উচিত আছিল। আৰু এনেবিলাক বৃহৎ সমস্যা সমাধানৰ ফলদায়ক অব্যৰ্থ অঙ্কুৰ গজাবলৈ সামৰিব পৰা সীমাতহে প্ৰথমতে সুবিধা হয়। আনে এই ভুল কৰিলেও, অন্ততঃ মহাত্মা গান্ধীৰ দৰে ত্ৰিকালজ্ঞ পুৰুষ এজনে এই গুৰুতৰ বিষয়টো এইফালৰ পৰা চিন্তা কৰি চোৱাটো উচিত আছিল।

ইয়াত অৱশ্যে এটা প্ৰশ্ন উঠিব পাৰে যে, তেতিয়াহলে সাম্প্ৰদায়িকতাই প্ৰাদেশিকতাৰ ভেদ-ভাবত ৰূপান্তৰিত হ'ব আৰু তেতিয়া সেই প্ৰাদেশিকতাটো সাম্প্ৰদায়িকতাতকৈও ভীষণ আকাৰে দেখা দিব। কিন্তু এনে হ'বৰ অলপো সম্ভাৱনা নাই। কাৰণ প্ৰদেশবিলাক যদি সাম্প্ৰদায়িক ভাবৰ পৰা মুক্ত হৈ জাতীয় ভাৱত বাঢি উঠে, তেনেহলে ভাৰতৰ শক্তিশালী মুক্ত জাতীয় জীৱন সোনকালে গঢ় লৈ উঠাটো অতি সহজ হ'ব।

১১

সংৰক্ষিণী নীতি অৱলম্বনেৰে ভাৰতৰ সংখ্যা-গৰিষ্ঠ হিন্দু জাতিক দুৰ্বল কৰি ৰখা ভেদ বিভাগৰ ছিন্ন-বিচ্ছিন্ন অৱস্থাটো বহু পৰিমাণে শৃঙ্খলিত কৰি তোলা সম্বন্ধে কোৱা কথাকে পৰিষ্কাৰকৈ ইয়াত কোৱা হ'ল।

১। দেশবাসীমাত্ৰে দেশমাতৃকাকেই যদি সকলোৰে সাধাৰণ আনন্দ আৰু জীৱনীশক্তি-দায়িকা মাতৃ বুলি গ্ৰহণ কৰে, তেনেহলে এক মাতৃৰ সন্তানৰ দৰে বামুণ, কায়স্থ, কেওঁট, কলিতা আদি সকলো ভেদভাব, অস্পৃশ্যতা আদি গুচি দেশত নভগা-নিছিগা অজেয় জাতীয়-শক্তি এটাৰ উদ্ভৱ হ'ব।

২। প্ৰত্যেক প্ৰদেশতে আন প্ৰদেশৰ স্থায়ী-ভাৱে বাস কৰা লোকবিলাকৰ ভিতৰত এনেকুৱা কিছুমান সামাজিক ৰীতি-নীতি আছে, যিহৰ বাবে তেওঁলোকে স্থায়ীভাবে বাস কৰা প্ৰাদেশিক লোকৰ লগত সামাজিক সম্বন্ধ ঘটোৱাত টান পায়। যেনে অসমত বঙালী, পঞ্জাবী, বিহাৰী, বামুণ, কায়স্থ, বৈদ্য ইত্যাদি জাতিৰ লোক আছে, কিন্তু তেওঁলোকে অসমত স্থায়ীভাৱে বাস কৰিলেও অসমীয়া বামুণ বা কায়স্থৰ লগত সামাজিক সম্বন্ধ ঘটাবলৈ দুয়ো পক্ষৰ পৰাই ইচ্ছা নকৰে। গতিকে, প্ৰাদেশিক জাতীয়তা হিচাপে তেওঁলোকৰ লগত অসমীয়াৰ ব্যৱধানৰ তীব্ৰতা আৰু তিক্ততা থাকি যাবই।

কিন্তু অসমত স্থায়ীভাৱে বাস কৰা এইসকল লোকে যদি অসমৰ প্ৰাদেশিক জাতীয়তা গ্ৰহণ কৰি অসমীয়া নামে পৰিচিত হয় আৰু সেইদৰে বঙ্গত, পঞ্জাৱত, বিহাৰত, মাদ্ৰাজত, উৰিষ্যাত স্থায়ীভাৱে বাস কৰা আন প্ৰদেশৰ লোকসকলেও যদি যথাক্ৰমে বঙালী, পঞ্জাবী, বিহাৰী, মাদ্ৰাজী, উৰিয়া নামে পৰিচিত হয়, তেনেহলে এই ব্যৱধানৰ তীব্ৰতা আৰু তিক্ততাও ক্ৰমে নোহোৱা হৈ যাব।

ধৰক 'সংৰক্ষণী নীতি' মতে অসমত স্থায়ীভাৱে বাস কৰা বঙালা বৈদ্য এজন (গুৱাহাটীৰ ৰায়-বাহাদুৰ কালিচৰণ সেন, বাবু উপেন্দ্ৰনাথ সেন আদিৰ দৰে লোক) অসমীয়া জাতীয়তা গ্ৰহণ কৰি অসমীয়া বৈদ্য নাম পালে; সেইদৰে পঞ্জাৱত বা বিহাৰত স্থায়ীভাৱে বাস কৰা, তেওঁলোকৰ ভিতৰত বিয়া-বাৰু চলাব পৰা আন এজন বৈদ্যই

পঞ্জাবী বৈদ্য বা বিহাৰী বৈদ্য নামে পৰিচিত হ'ল ; এইফালে বঙ্গদেশতো তেওঁলোকৰ বিয়া-বাৰু চলাব পৰা বঙালীসকল আছেই।

এতিয়া, একে বস্তু বা একে সমাজভুক্ত প্ৰাণীয়েই, এইদৰে মাত্ৰ দেশৰ নামটো যেন হৈ দৈশিক হিচাপে নাম পোৱা অসমীয়া বৈদ্য, বঙালী বৈদ্য, পঞ্জাবী বৈদ্য, বিহাৰী বৈদ্যই পৰস্পৰে বিয়া-বাৰুৰ সংশ্ৰৱ ঘটাই থাকিলেই অসমীয়া হিন্দু, বঙালী হিন্দু, পঞ্জাবী হিন্দু, বিহাৰী হিন্দুৰ লগত সামাজিক সম্বন্ধ চলা বুলি হিন্দু-জগতৰ ভিতৰত একতা হৈ আহিল। অথচ, ইয়াৰ বাবে কোনো সমাজ-সংস্কাৰৰ একো নতুন চেষ্টাৰো আৱশ্যক নহ'ল। এইদৰে প্ৰাদেশিক নামে পৰিচিত হোৱা বামুণ, কায়স্থ, নমঃশূদ্ৰ, অন্ত্যজ আদিৰ ভিতৰতো ভাৰতৰ প্ৰদেশে প্ৰদেশে সামাজিক সম্বন্ধ ঘটিল আৰু তাৰ-দ্বাৰা বিৰাট হিন্দু-সমাজৰ ভিতৰত প্ৰাদেশিক অনৈক্যৰ কাৰণ দূৰীভূত হৈ আহিল।

# স্বৰ্গ-মৰ্ত্য ডাক বিভাগ

## পাতনি

সিদিনাখন ভাটিবেলাৰ পৰাই বতাহ-বৰষুণ, শিল-ধুমুহাই জীৱ-জগতত সৰু-ডাঙৰ দুই-চাৰিটা ভঙা-ছিঙা কৰি থৈ অলপ আঁতৰিছে মাত্ৰ।

ৰাতি কিমান কব নোৱাৰো। ঘোপমৰা এন্ধাৰ ; নিজৰ আঙুলিটোও মনিবৰ উপায় নাই। লিপা-পুচা আন্ধাৰৰ পেটত যেন সকলোবিলাক হা-হুমুনিয়াহ সামৰি লৈ এই বিচিত্ৰ বিশ্বখনেই জাহ যায় গম্ভীৰ হৈ বহি আছে। কেৱল মোৰ স্বতন্ত্ৰ অস্তিত্ব আছে বুলি ভু পাইছো এই কাৰণে যে, মোৰ প্ৰাণ তেতিয়াও মোতেই। এই বিপুল জগতখনৰ দৰে মোক পমাই পানী কৰি দিবৰ সুবিধা আন্ধাৰে তেতিয়াও পোৱা নাই।

উঃ! প্ৰকৃতিৰ আজি কি গম্ভীৰতা! কি নিস্তব্ধতা! কাণ ফাটি যাব খোজে—প্ৰাণ ছিঙি নিব খোজে।

প্ৰকৃতিৰ এই অৱস্থাটো থিয় দি বহুতপৰ চালোঁ। মনসাগৰত বিশ-বাইশ ৰকমৰ জোৱাৰ-ভাটা উঠা-নমা কৰি গুচি গ'ল। বহুত ভাবিলো, বহুত চিন্তিলো।

চকুৰ লগত আন্ধাৰৰ জেদ ক্ৰমে বাঢ়ি আহিল। আন্ধাৰে কলে, "তোক আজি কণা কৰি দিম একো চাব নিদিওঁ।"

চকুৱে কলে, "তই মোক কণা কৰি দিব নোৱাৰ, তোতকৈ মই বেছি বলবান, বেছি তেজীয়ান। কাৰণ তোৰ প্ৰাণ নাই, তই নিৰ্জীৱ ; তোৰ গতি নাই, তই জড়। তই যিখিনিত আছ সিখিনিত বাজে তোৰ সকলো অজ্ঞাত ; কিন্তু মোৰ প্ৰাণ আছে, মন আছে ; তাৰ ওপৰঞ্চি মোৰ ওপৰত এজন চলাওঁতা আছে, যাৰ বলত মই তোৰ নিচিনা হাজাৰ হাজাৰ গুণ ডাঠ আন্ধাৰকো ফুটাই চাই লব পাৰোঁ। কিন্তু সেই বুলি মুখৰ ওপৰত জ্বলি থকা এই দুটাকেই আচল বুলি ভাবি ললে তোৰ বিপদ আছে। 'মই' যদিও 'মই'য়ে, তথাপি মোৰ এই 'মই'ৰ ওপৰত আৰু একজন 'মই' আছে। সি মোতকৈ বহুত ডাঙৰ, বহুত দীঘল। মোৰ 'মই'ৰ লৰা-চৰা, অহা-যোৱা যদিও সীমাৰ ভিতৰত, তাৰ 'মই'ৰ উঠা-বহা, খোৱা-লোৱা যদিও অসীম ব্যাপী, তথাপি আমাৰ দুয়োজনৰ এনে মিল, এনে বন্ধুত্ব যে, একজনৰ লগত

একজনৰ এক মুহূৰ্ত এৰাএৰি হব খুজিলেও দুয়ো অচল হৈ পৰোঁ। কাৰণ তাৰ 'মই' আৰু মোৰ 'মই'—এই দুয়োটা মিলি এটা হৈ পৰাটোতহে এই জগতৰো পূৰ্ণতা। যেতিয়া আমাৰ এই দুয়ো 'মই'ৰ কোনো বিষয়ত অমিল হবৰ সম্ভাৱনা হব খোজে, তেতিয়াহে তোৰ নিচিনা অপদাৰ্থ এজনেও আমাক তলত পেলাবৰ কল্পনা কৰিব পাৰে। আজি এই মুহূৰ্ত পৰ্যন্ত আমি দুয়ো বৰ বন্ধুত্বৰ ওপৰতেই মিলিজুলি আছোঁ। আজি মই আচলতে বলবান। তই হাজাৰ চেষ্টা কৰিলেও, মোৰ ওচৰত তোৰ পৰাজয় অনিবাৰ্য। এই চা, তই লুকাই ৰাখিব খোজা সকলোখিনি ক্ৰমে মোৰ বুকট গোট খাব ধৰিছেহি।

আন্ধাৰে কলে, "তোৰ এই অহঙ্কাৰ সম্পূৰ্ণ অমূলক। তই মোৰ ক্ষমতাখিনি নাজান বুলিহে এনে ভিত্তিহীন কথা কবৰ সাহ কৰিছ। তোৰ যি প্ৰাণ, মন, গতি আছে বুলি তই গপত ইমান ওফন্দি উঠিছ, সেই সকলোবিলাক দেখো মোৰ সাহায্য নোলোৱাকৈ এক খোজো আগুৱাব নোৱাৰে। সম্ভৱতঃ তই জান যে সংঘৰ্ষণৰ শিলত খুন্দা নোখোৱাকৈ কোনো বস্তুই তাৰ আত্মপ্ৰকাশ কৰিব নোৱাৰে আৰু সেই সংঘৰ্ষণৰ আন্তৰিক আকুলতাখিনি আচলতে মোৰ পেটতেই প্ৰথমে জন্মলাভ কৰে। প্ৰথমৰ ঠাইখিনিত যিখিনিক সঁচা বুলি মানি লৈছ, মাজৰ বা শেষৰ ঠাইখিনিতো তাক আংশিকৰূপে সঁচা বুলি স্বীকাৰ কৰি লবই লাগিব। বাৰু, যদি ক্ষমতা আছে তেনেহলে চাই লচোন! মোৰ পেটতেই তোতকৰি লক্ষ লক্ষ গুণে জ্যোতিষ্মান কিমান কিমান গ্ৰহ-নক্ষত্ৰই তেজ, বল বিসৰ্জন দি জাহ যাব ধৰিছে; আৰু কিমান কিমান কৌটি কৌটি গ্ৰহ-নক্ষত্ৰই লাহে লাহে জন্ম লৈ ফুটি ওলাব ধৰিছে। আৰু মোৰ জ্ঞাতৰ ঠাইখিনি যে নিচেই ঠেক বুলি বিদ্ৰূপ কৰিছ, সেই জ্ঞাত আৰু অজ্ঞাতৰ দুৱাৰখনো দেখো মোৰ হাততেই! মই সেই দুৱাৰ খুলি দিলেহে দেখোন জ্ঞাত-অজ্ঞাত অহা-যোৱা কৰিব পাৰে? এইখিনি কথা কাৰো মুখত শুনা নাইনে যে, যাৰ বলত তই বলীয়ান বুলি ইমান গপ কৰিছ সেই তেজ, সেই আলোক, সেই জ্যোতি মই ফুটাই নিদিলে ফুটিব নোৱাৰে, মই ওচৰত থাকি আঙুলিয়াই নেদেখুৱালে পৰিচিত হব নোৱাৰে?"

চকুৰে উত্তৰ দিলে, "এইখিনি ক্ষমতা তোৰ আছে নে নাই তাৰ বুজ লবৰ একো আৱশ্যকতা মই অনুভৱ কৰিব নোখোজো। মাত্ৰ এইটো জানো যে, তই পৰাধীন—মই স্বাধীন। তই আন্ধাৰ—মই আলোক, তই কৰ্কশ—মই কোমল, তই নিৰস—মই সৰস, তই কদাকাৰ মই সুন্দৰ। তই ইচ্ছা কৰিও মোক তলত পেলাব নোৱাৰ, মই ইচ্ছা নকৰিও তোৰ ওপৰত উঠি বহিব পাৰোঁ; মাত্ৰ এই কাৰণেই মোতকৈ তই দুৰ্বল আৰু দুখীয়া।"

আন্ধাৰে মাত লগালে, "কিন্তু মোৰ গম্ভীৰতাও তোৰ হাতত নাই বুলি মই তোক বিদ্ৰূপ নকৰোঁ। কাৰণ বিদ্ৰূপ বুলি বস্তুটোৱেই সকলোকে আত্মমৰ্যাদাহীন আৰু মূল্য নাইকিয়া কৰে; আৰু সেই বস্তুটো বিচাৰিলে ঘাইকৈ তেনে-জনৰ পৰাহে পোৱা যায়। তই যি স্বাধীনতা আৰু পৰাধীনতাৰ কথা কৈছ—এই অনন্তময় শূন্যৰ মাজত তলেই বা কি আৰু ওপৰেই বা কি? আৰু এই অনন্ত জগতৰ ভিতৰুৱা বস্তুৰ ভিতৰত স্বাধীনেই বা কোন আৰু পৰাধীনেই বা কোন?

কিন্তু তোৰ নিচিনা উতমুৱাসকলেই ঘাইকৈ এই ভাৱত বিভোৰ হৈ কল্পনাৰ ৰাজ্যত কিমান সপোন দেখি থাকে! অথচ জগতত এইটোৱেই সকলোতকৈ সৰু বস্তু। যি সুন্দৰ আৰু সৰসতাৰ কথা কৈছ, সেইটো. ময়ো নামানি নোৱাৰোঁ। কাৰণ, বৰ্তমান জগতে নিজৰ সঙ্কীৰ্ণতাৰ সাধনাত ইমান পাতল হৈ পৰিছে যে, কোনো বস্তু এটাৰ তত্ত্বৰ তলিত যাই বহিব পৰা ক্ষমতাৰ পৰা বঞ্চিত হৈছে; মাথোন ওপৰচকুৱা অতি ক্ষুদ্ৰ মাছটোৰ দৰে বিশ্ব-সাগৰৰ ওপৰে ওপৰে ওপঙি ফুৰি সকলোবিলাক আবৰ্জনাৰ মলি চুহি শান্তি লাভ কৰি আছে। তেনেজনৰ ওচৰত তোৰ সৌন্দৰ্যৰ, তোৰ সৰসতাৰ আদৰ বেছি নহৈ নোৱাৰেও। আৰু তেনেজনৰ ওচৰত তোৰ এই গপটোও খাৰিজ হব পাৰে। যিজনে বৰষুণত বোৱা সোঁতৰ বালিকণা দেখিয়েই আনন্দত উতলি উঠে, সি প্ৰশান্ত মহাসাগৰৰ তলিত সোমাই মণি-মুক্তা বিচাৰিব কেনেকৈ?

"আৰু তই যে ইচ্ছা নকৰিও মোক তলত পেলাব পাৰ বুলি কৈছ—সেইটোৱে তলত পেলোৱা পৰিচয়টো নিদিয়ে, মোৰ ওপৰত তোৰ নিৰ্ভৰতাৰহে পৰিচয় দিয়ে। কাৰণ, মই ধৰি নাথাকিলে তই থিয় দি জগতৰ আগত বৰ মানুহ বোলাই ইমান অহঙ্কাৰো কৰিব নোৱাৰ। আজি যদি মই তোক এৰি দিওঁ তেনেহলে তই যে ক'ত পৰি ভাঙি-ছিঙি গুড়া হৈ কি হৈ ক'ত থাকিবি, তাৰ ঠিকনা নোহোৱা হ'ব।"

চকুৱে কলে, "কিন্তু মই ইচ্ছা কৰিলে 'তই' হব পাৰোঁ। তই ইচ্ছা কৰিলে 'মই' হব নোৱাৰ।"

আন্ধাৰ—সেইটো একো কথাৰ কথা নহয়। তই ইচ্ছা নকৰিলেও মোৰ পৰাই তই জন্ম লব লাগিব, আৰু মোতেই তই লীন হ'ব লাগিব।

চকু—কিন্তু মই তোক নাশ কৰিব পাৰোঁ।

আন্ধাৰ—সচা, কিন্তু তই মোক নাশ কৰিলে মই তইহে হ'ম, অৰ্থাৎ তই ডাঙৰ-দীঘল হৈ উঠা সাৰখিনি মোৰ বিনাশৰ উপাদানৰ পৰা লৈহে তয়ো জিলিকিব পাৰ। তই হবৰ কাৰণেহে মই মৰিম। আৰু মই তোক জন্ম দিলেও মোৰ এক অংশ তোত জাপি দিহে তোক শকত-আৱত কৰিব লাগিব; 'মই', 'তই' হবৰ নিমিত্তেহে তোক জন্ম দিম।

চকু—আহ তেনেহলে! হাই কাজিয়াৰ জুইকুৰা মুমাই থৈ দুয়ো দুইতে সানাসানি কৰি মিলি যাওঁ। তই মই একেটা বস্তু। ভিন্ ভিন্ বুলি টনা-আঁজোৰা কৰিব খুজিলেও সেই একেটাহে জ্বলি উঠিব।

আন্ধাৰ—তথাস্তু।

এইদৰে দুয়ো গলাগলি সানমিহলি হোৱাৰ পিছত দেখিলোঁ যে, এই ভীষণ আন্ধাৰখনে হঠাৎ অনন্তব্যাপী এখন আলোকত পৰিণত হ'ল। জগতৰ ইমূৰৰ পৰা সিমূৰলৈকে এই আলোকখনক এখন দীপ্তিময় কাকত পাত যেন দেখা গ'ল।

বহুত পৰ একমনে চাই থকাৰ পাছত দেখিলো সেই আলোকতকৈয়ো বেছি উজ্জ্বল কিছুমান ৰেখা পাতখনত ফুটি ওলাব ধৰিলে। সম্পূৰ্ণকৈ ফুটি ওলোৱাত দেখিলোঁ, সেই পাতখনৰ আলোকতকৈয়ো ৰেখাকেইটা একশ গুণ বেছি উজ্জ্বল, বেছি তেজাল।

প্ৰথমতে সেই ৰেখাকেইটাক প্ৰকৃতিৰ মনো-

মোহা এখন উজ্জ্বল দৃশ্যপট বুলিহে ভাবিছিলোঁ। কিন্তু কিছুপৰ পাছত দেখিলো সেইকেইটা কেৱল ৰেখা নহয়, আখৰ। শাৰী শাৰী উজ্জ্বল মুক্তাৰ মালাৰ নিচিনা পাতখনৰ ইমূৰৰ পৰা সিমূৰলৈকে জ্বলি আছে। আখৰবিলাক আমাৰ অসমীয়া আখৰৰ লগত মিলাত এনে ভাব হ'ল যেন কোনো অসমীয়া কলাবিদ ধুৰন্ধৰ লেখকেই সেইখিনি লেখি দিছে।

তেতিয়া উৎকণ্ঠা আৰু বেছি বাঢ়িল। ভাবিলোঁ, এইখন কি? ইমান ডাঙৰ পৃথিৱীখনত লৰি-চৰি ফুৰি ইমান ডাঙৰ-দীঘল হলোঁ, কেতিয়াও দেখোঁ এনে ঘটনা সপোনতো চকুত পৰা নাই। ভতুৱা অসমীয়াৰ দেখোঁ সদায় ঘৰৰ চুকত বহি চাউল চোবাই থাকোতেই জন্ম যায়, সিনো কেতিয়া আহি এনে আচৰিত কামটো কৰিলে? সি কেতিয়াবা ক'ৰবাত দুই-চাৰি আখৰ লেখিলেও ভোটা কলমডাল ককো-মকো কৰি ধৰি থেৰা-বেৰাকৈ অসাৰ কিছুমান লেখাত বাজে এনে মনোমোহা কৰি লেখা দেখোঁ ক'তো চকুত পৰা নাই? এইখিনিনো কোনে লেখিলে?

আৰু ভাবিলোঁ—জানোবা এইবিলাক আখৰ নহয়েই। শুনিছিলোঁ, প্ৰকৃতিদেৱী মায়াময়ী। আজিৰ এইটো ৰূপ তেওঁৰেই নেকি?

তৎক্ষণাত আহি কাণে কাণে কোনোৱাই ফুচ্-ফুচাই কৈ দিলে, "হয়, এইটো প্ৰকৃতিৰেই ৰূপ। তেওঁ জগতৰ পালনকৰ্ত্ৰী বুলি তেওঁৰ মনত এটা এনে অহঙ্কাৰ সোমাইছে যে, এই জগতখন তেওঁৰ বুকুত থাকিলে তেওঁৰ অভাৱ, অভিযোগ, দুখ, শোক আদি একোৰে কাৰণ নাথাকিব। সেইবাবে তেওঁ তেওঁৰ গৰাকীজনৰ ওপৰতো অৱহেলাৰ অস্ত্ৰাঘাত কৰি আহিছে। কিন্তু তেওঁ যে এই জগতখনৰ মাত্ৰ খোলটোৰ ওপৰতহে ৰাজত্ব কৰিছে, সাহ যিখিনি, ৰস যিখিনি, সেইখিনিৰ ওপৰতহে যে থিয় দি আছে; আৰু এই ৰস আৰু সাহত নিৰ্ভৰশীল এই জগতখন নোহোৱা হলে যে প্ৰকৃতিৰ বহা আসনখনো নোহোৱা হ'ব, সেইটো বুজি পোৱা অৱস্থাৰ পৰা তেওঁ বহুত আঁতৰি পৰিছে। আচল যি, সি আদৰ-অভ্যৰ্থনাত কেতিয়াও উতলি নুঠে। ৰং চং লগোৱা বাহিৰা আদৰ-অভ্যৰ্থনাই নকল-খিনিকহে ফুলাব পাৰে। প্ৰকৃতিয়েও বাহিৰৰ খোলটোক মোৰ মোৰ বুলি ঘঁহি-মাজি বগা-জুগা কৰি তুলিব খোজাত, সি মূৰত উঠি আজি ভাল একোকোৱ বহাইছে।

অৱশ্যে খোলটো যে একেবাৰে অৱহেলাৰ বস্তু তেনে নহয়। কাৰণ, সাৰখিনি, ৰসখিনি, বাহিৰৰ বতাহ-বৰষুণ আদি বাহিৰৰ শত্ৰুৰ হাতৰ পৰা ৰক্ষা পৰা কামত খোলটোৰ ওপৰতো নিৰ্ভৰ কৰে। কিন্তু সেই বুলি সেইটোকেই আচল বুলি বিশ্বাস কৰিলে বিপদ আছে। আম এটাৰ বাকলিটোত তাৰ 'আমত্ব' নাই। ভিতৰৰ যিখিনি সাহ, যিখিনি ৰস, সেইখিনিতহে আমৰ আচল বস্তুটো। জগতখনৰ চিনাকিটোও এই দৃশ্যমান বাকলিটো গুচাই ভিতৰৰ খিনিতহে লব লাগিব।

প্ৰকৃতিয়েও জগতখনক ডাঙৰ-দীঘল কৰিছে জননীৰূপে নহয়, শুশ্ৰূষাকাৰিণী ৰূপেহে। কিন্তু ডাঙৰ-দীঘল হোৱা যিখিনি শক্তিৰূপ ঔষধ সেইখিনি তেওঁক ভাঙি পেলাব পৰা তেওঁৰ গৰাকীজনেহে যে দিওঁতা, সেইটো বুজিবলৈ তেওঁ অলপো আজৰি লব নেখোজে।

অহঙ্কাৰীৰ পৰিণাম কি হয় তাক সকলোৱে জানে। অহঙ্কাৰ বস্তুটো ইমান উৎসাহী যে তাৰ ক্ষমতা পোৱা জনে বতাহৰ ফুল, আলোকৰ গোন্ধ,

আকাশৰ ফল ইত্যাদি আনিবলৈ মখমলেদি বন্ধোৱা খট্‌খটি বুলি শূন্যৰ ওপৰতেই জ'াপ মাৰি উঠে। শূন্যত একো লগ নাপাই ফিৰি আহি মাটিত পৰি হাড় ভাঙি গুৰি হলে, আচল কথাটো বুজি পোৱাৰফালে অলপ মন মেলি দিয়ে।

প্রকৃতিও শুশ্রূষা কৰিবৰ সময়ত জগতখনৰ এই খোলটোক মাত্র খোলাৰ ভাৱতহে শিকাইছে। খোলাই আত্মতত্ত্ব বুজি বল পাই শুশ্রূষাকাৰিণীৰ বুকুত গোৰ সোধাইছে। তাত প্রকৃতি মর্মত আঘাত পাইছে।

জগতত প্রায় দেখা যায়, নানাৰূপ ৰং-চং সহায়-সম্পদৰ ভিতৰত ভৰি ভৰক মাৰি থকাজনে তেওঁৰ মূৰৰ ওপৰত ভৰি পেলাই খোজ কাঢ়ি ফুৰিব পৰাজনকো অৱহেলা কৰি আছে, যি পর্যন্ত তেওঁ সেই বুকত সাবটি ধৰা সম্পদখিনিৰ পৰা ভাল একোপালি শিক্ষা নাপায়। পাছত যেতিয়া সেই বুকুৰ ধনে বুকুৰ তেজ চুহি ক্রমে দুর্বল কৰি তেওঁক ঘৃণনীয়তকৈও ঘৃণনীয় কৰি তোলে, তেতিয়া আন একো উপায় নাপাই তেওঁৰ মুক্তিদাতাৰ ওচৰ চাপে।

প্রকৃতিও তেওঁৰ বুকৰ জঁাউ এই জগতখনৰ পৰা যিখিনি আঘাত পাইছে, তাৰ পৰা মুক্তি পাবৰ আন একো উপায় নেদেখি গৰাকীজনৰ ওচৰ চাপিছে যাই।

প্রকৃত উদাৰ আৰু ডাঙৰজনে, আগেয়ে তেওঁক হাজাৰ অপমান-অনাদৰ কৰিলেও, বিপদৰ সময়ত দোষী আৰু দুর্বলজনক, সকলো দোষ ক্ষমা কৰি সাবটি ধৰে ; আৰু সেই দোষৰ পৰা মুক্ত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে।

গৰাকীজনেও প্রকৃতিৰ দুখত দুখী হৈ, চকু-মুখ মুচি চুমা-চাতা খাই সান্ত্বনা দি কলে, "বাৰু ভয় নাই, তোমাৰ দুখৰ কাৰণ মই আঁতৰাম।"

মই শুধিলোঁ, "প্রকৃতিয়েনো কাৰ পৰা দুখ পালে ? মই একো বুজিব পৰা নাই।"

কাণত আকৌ ফুচ্‌ফুচাই কৈ দিলে, "মূলত একেটা হলেও জগতত আহি প্রাণৰ দুটা ৰূপ হৈ পৰিছে। প্রথমটো আচল, দ্বিতীয়টো নকল। আচলটো প্রাণৰ ক্ষমতা অদ্ভুত। সি সদায় স্বাধীন, সদায় বলবান, সদায় প্রফুল্ল, সদায় শান্তিময়। সি শিল ফটায়ো সৰকি আহিব পাৰে, শূন্যতো নন্দন কানন পাতিব পাৰে, বতাহতো সোণৰ খট্‌খটি সাজিব পাৰে। নকলটো সদায় নির্ভৰশীল, সদায় নির্জীৱ, সদায় অশান্তময়। আচলটোৰফালে আগুৱাবৰ কাৰণে ই শিলৰ ৰাজআলি। ই শুই থাকিও পিছলি পৰিব পাৰে, সোণৰ নিৰাপদ আসনত বহাই থলেও বাগৰি পৰিব পাৰে। প্রথমটোত কেৱল প্রাণৰহে আটাহ-আন্দোলন, সৃষ্টিৰহে বিলাস-বিকাশ ; মুহূর্তে মুহূর্তে নতুন নতুন প্রাণময় সৌন্দর্যৰ বিচিত্র প্রকাশ। দ্বিতীয়টোৰ বিকাশো বহুত আছে ; কিন্তু সি প্রাণৰ বিকাশ, চেতনাৰ প্রকাশ, সৌন্দর্যৰ সৃষ্টি নহয়। সি পাৰে প্রাণৰ পৰিবর্তে দেহৰ, সৃষ্টিৰ পৰিবর্তে বিনাশৰ, চেতনাৰ পৰিবর্তে জড়তাৰ, সৌন্দর্যৰ পৰিবর্তে কদর্যতাৰ প্রকাশ কৰিব।"

"প্রাণৰ ৰূপ দুটা বুলি কোৱাত তোমাৰ একো আচৰিত হবৰ আৱশ্যক নাই। আচল প্রাণটো ইমান দুষ্ট যে কাকো সি সোনকালে ধৰা দিব নোখোজে। বহুত সাধ্য-সাধনা, বহুত দুখ-পৰিশ্রমৰ বলতহে তাক মাতি আনিব পাৰি। কিন্তু তাক এবাৰ আনি ওচৰত বহুৱাই লব পাৰিলে জগতত

এনে এটা কাম নাই যিটো তাৰ বলত সম্পন্ন কৰি ল'ব নোৱাৰি ; আৰু তেতিয়াই মৰ জগতেও অমৰত্ব লাভ কৰে। যি প্ৰাণে এসময়ত ধৰা দিবলৈকেও টান পাই পলাই ফুৰিছিল, সি তেতিয়া তাতেই প্ৰেমৰ ফান্দত বন্দী হৈ বহি থাকে। সেইকাৰণে জগতক নচুৱাবৰ কাৰণে প্ৰাণে তাৰ প্ৰতিবিম্বটোৰ-দ্বাৰা এটা নতুন নকল প্ৰাণ প্ৰস্তুত কৰি জগতৰ আগত ধৰে। আৰু জগতেও তাৰ জাকজমক দেখি আচলটো বুলি সাবটি ধৰি জুই জ্বলি শেষত পুৰি মৰে।

মানুহে প্ৰকৃতিৰ অন্ধ আদৰ-চেনেহত এতিয়া প্ৰাণৰ এই দ্বিতীয় ৰূপটোৰ উপাসক হৈ উঠিছে। মানুহৰ এই সাধনাৰ কোবত, প্ৰকৃতিৰ এতিয়া নিজৰ অস্তিত্বটো সামৰি লোৱা ক্ষমতাটোও হাতৰ পৰা স্খলকি পৰিবৰ সম্ভাৱনা হৈ আহিছে।

মানুহৰ আঘাতত প্ৰকৃতিৰ ঘা হোৱা শৰীৰটো গৰাকীজনে সান্ত্বনাৰ আলোকেদি ধুৱাই হাতত এখন চিঠি দি কলে, "যোৱা! তুমি এই দোভাগ নিশা এই চিঠিখন লৈ পৃথিৱীত যোৱা। তোমাৰ বুকুত মোৰ এই আদেশ-পত্ৰ গাঁথি লৈ, সঙ্কীৰ্ণতাৰ সোঁতত সাঁতুৰি আনন্দত নাচুৰি থকা জগতৰ আগত থিয় হোৱাগৈ! তোমাৰ আদৰ-চেনেহে সিহঁতক যিমান ওপৰত উঠাইছিল, মোৰ এই ৰুদ্ৰ আদেশে সিমানে তলত পেলাব। সিহঁতৰ অন্ধ দৃষ্টি মোৰ এই অগ্নি-আঘাতে খুলি দিব। বাৰু চোৱাচোন! আলোকময়ী প্ৰকৃতিয়ে বুকুত সেই আদেশ-পত্ৰ গাথি লৈ থিয় দি আছে। প্ৰত্যেক আখৰেই লক্ষ লক্ষ আগ্নেয়গিৰিৰ ভীষণ অগ্নিশিখা উগাৰিব ধৰিছে। এই অগ্নিশিখা আন একো নহয়—সেই গৰাকীজনৰ ৰোষ। সাৱধান! এই ৰোষ অৱহেলা কৰিবৰ কল্পনাও নকৰিবা : নহলে নিমিষতে ভস্ম হবা। গৰাকীজন অকল যে প্ৰকৃতিৰ ওপৰতেই গৰাকী তেনে নহয়। প্ৰকৃতিৰ আদৰুৱা পোষ্যপুত্ৰ অথচ প্ৰকৃতিক সদায় ঠেলাঠেলি কৰি থকা মানুহৰ ওপৰতো তেওঁৰ সম্পূৰ্ণ হাত। মানুহৰ যিখিনি মনুষ্যত্ব সেইখিনিৰ ওপৰত তেওঁৰ আসন।"

মই সুধিলো, "এই জগতত দেখো মানুহৰ নিচিনা লক্ষ লক্ষ প্ৰাণী আছে : সিহঁতেনো একো দোষ কৰা নাইনে? কেৱল মানুহৰ ওপৰতেই তেওঁৰ ৰোষ হ'ব লাগেনে? প্ৰকৃতিয়ে কেৱল মানুহকহে লালন-পালন কৰিছেনে? যাৱতীয় বস্তু মানেই দেখোঁ প্ৰকৃতিৰ শুশ্ৰূষাৰ তলতীয়া। প্ৰকৃতি নো সিহঁতৰ কাৰো পৰা একো দুখ পোৱা নাইনে?"

কাণৰ ওচৰত আৰু ফুচ্‌ফচালে, "সঁচা। কিন্তু বৰ্তমান হিচাপত জগতৰ সকলো বস্তুতকৈ মানুহৰ ঠাই বহুত ওপৰত। যিখিনি বুজ, যিখিনি বিবেচনা, যিখিনি হিতাহিত জ্ঞান আৰু যিখিনি বিচাৰ, সেইখিনি জগতৰ আন আন বস্তুতকৈ মানুহৰ বহুত বেছি। জগতৰ সকলো বস্তুৰ, সকলো অৱস্থাৰ লগত নিজক মিলাই চাই লবৰ চেষ্টা মানুহে কৰিব পাৰে, আনে নোৱাৰে। মানুহৰ আশা, নিৰাশা, মানুহৰ তৃপ্তি, মানুহৰ অতৃপ্তি, মানুহৰ সুখ, মানুহৰ দুখ ইত্যাদি বস্তু-বিলাক অনন্তময় ঘূৰি ফুৰি আনন্দ নাইবা নিৰানন্দ পাব পাৰে, কিন্তু আন আন বস্তুই সেইবিলাক সম্পদৰ পৰা বঞ্চিত নহলেও, সিবিলাকৰ ক্ষমতা ইমান কম আৰু জড়ভাবাপন্ন যে, বৰ্তমানত বহি থকা ঠাইডোখৰ এৰি উঠিবই নোখোজে। মানুহে বুকফটা দুখত কান্দি দুই-চাৰিটা শিলৰ প্ৰাণ গলাব

পাৰে, আৰু বুকুভৰা আনন্দৰ বিজুলী ছাটি গাত লগাই কঠিন কৰ্কশ জড়কো চেতনা-পুলকিত কৰিব পাৰে ; কিন্তু আন বস্তুবিলাকৰ এইখিনি ক্ষমতা নাই বুলি কব নোৱাৰিলেও সময়ত কাৰ্যকৰী হৈ নুঠে। মানুহে নিজৰ বাহিৰেও আনৰ অস্তিত্ব অনুভৱ কৰিব পাৰে। আন বস্তুই তাৰ নিচেই ওচৰৰ হাত-জোখা ঠাইডোখৰতে হাঁহি-কান্দন, সুখ-দুখ, আবেগ-আতুৰতাৰ যোল্ল অনা আদায় কৰিবৰ চেষ্টা কৰে। সেইবাবে অলপ দোষতেই মানুহ বেছি দোষী।"

মই সুধিলো, "তেনেহলে মানুহৰ জগতৰ আন আন বস্তুৰ লগত একো সম্বন্ধ নাই। মানুহো স্বতন্ত্ৰ, জগতো স্বতন্ত্ৰ। মানুহৰ আনন্দ, নিৰানন্দ, জগতৰ আনন্দ-নিৰানন্দ পৰস্পৰৰ ভিতৰত একো সহানুভূতি নাই। কিন্তু আমি দেখিছোঁ জগতৰ ভিতৰতেই মানুহ আৰু মানুহ লৈয়েই জগতৰো চিনাকি। জগতৰ আন আন বস্তুৰ দৰে মানুহেও এই জগতৰ পৰাই শকত আৱত হোৱা ভাগটো চুহি আনে। জগতৰ লগত তেনেহলে মানুহৰ এইখিনি ঠাইত বিভিন্নতা হ'ল কেনেকৈ ?"

ফুচ্‌ফুচোৱাজনে কলে, "এই জগতখন কল-কব্জাময় এটা যন্ত্ৰ বিশেষ। এই যাৱতীয় বস্তুমানে পৰস্পৰে পৰস্পৰৰ লগত এনে সম্বন্ধ যে ইয়াৰ এমূৰত বালিচাহী এটাৰ নিশ্বাস এটা পৰিলেও সিমূৰত তাৰ প্ৰতিধ্বনি বাজি উঠে। কিন্তু আন আন বস্তুবিলাকৰ সেই সম্বন্ধখিনি এটা প্ৰাকৃতিক নিয়মৰ অধীন। প্ৰাকৃতিক নিয়মে সেইদৰে সেই সম্বন্ধটো ৰক্ষা নকৰিলে, সেই বস্তুবিলাকে নিজে নিজে সম্বন্ধিত হবলৈ আকুল হৈ উঠিব নোৱাৰে। কিন্তু মানুহে তাৰ এনেবিধ সম্বন্ধৰ দায়িত্বটো প্ৰাকৃতিক নিয়ম অতিক্ৰম কৰিও পূৰাব পাৰে। তাৰ ওপৰঞ্চি মানুহৰ নিজৰ এটা স্বতন্ত্ৰতা আছে। তাৰ বলত সি ইচ্ছা অনুসাৰে জগতৰ লগত সম্বন্ধ স্থাপন কৰিবও পাৰে আৰু বিচ্ছিন্ন হবও পাৰে। কিন্তু আনবিলাকৰ এই ক্ষমতাখিনি নাই।"

মই কলো, "কিন্তু মানুহৰ জীৱনৰ দৈনিক ঘটনাবিলাক জানো এটা বিশ্বব্যাপী নিয়মৰ অধীন হৈ নঘটে ? তেনেহলে ইচ্ছা নকৰিলেও কিয় হঠাৎ এটা সৰ্বনাশী ঘটনা ঘটি বহুত অপকাৰ কৰি সমাজক তলৰফালে পেলাব খোজে ?"

সি কলে, "মানুহে তাৰ এই ৰহস্যখিনি নুবুজাৰ পৰাই এনেবিলাক অমঙ্গল কেতিয়াবা কেতিয়াবা হঠাৎ ঘটে। শক্তি যদিও মূলত মাত্ৰ এটা, তথাপি দেশ-কাল-পাত্ৰভেদে সি ভিন্ ভিন্ ৰূপ ধৰে। মানুহ প্ৰধানতঃ ইয়াৰ দুইবিধ শক্তিৰদ্বাৰা পৰিচালিত। এবিধ তাৰ বাহিৰৰ শক্তি, আন-বিধ তাৰ ভিতৰৰ শক্তি। কিন্তু এই দুয়ো শক্তিৰ পৰস্পৰ সহানুভূতি থাকিলেও বিৰোধো বহুত আছে। কিন্তু ক্ষমতাত হলে সীমাৰ ভিতৰত দুয়োটা সমান। যিমান দিন সীমাৰ ভিতৰত থাকে সিমান দিন পৰস্পৰে সুবিধা বিচাৰি ফুৰে, কোনে কাক তলত পেলাই কাৰ শঙ্খ বজাব পাৰে। যি সময়ত যি মুহূৰ্তত মানুহে ভিতৰৰ শক্তিৰ হাতৰ পৰা আঁতৰি পৰে, সেই মুহূৰ্ততে সুবিধা পাই বাহিৰৰ শক্তিৰ উত্তেজনাই তাক হিতাহিত জ্ঞানশূন্য কৰি পেলায়। সেইবাবে হঠাৎ অমঙ্গলো ঘটি উঠে। এই দুই শক্তিৰ সামঞ্জস্য ৰাখি খোজ পেলাই চলিব পৰা ক্ষমতা মানুহৰ আছে, আন বস্তুৰ নাই। সেইবাবে মানুহ বেছি দোষী।" তেওঁ আৰু কলে, "পঢ়া! পঢ়া! প্ৰকৃতিৰ এই ৰূপ আৰু বেছি সময় নাথাকে।

নহলে তেওঁৰ ৰুদ্ৰ ৰোষত পৰি তোমাৰ যাতনাৰ শেষ নোহোৱা হ'ব।”

মযো ভয়ত অস্থিৰ হৈ লৰালৰি কৰি পঢ়িলো, “ভ্ৰান্ত মানৱ!”

তোমালোকৰ অত্যাচাৰত মই অস্থিৰ হৈ উঠিছোঁ। তোমালোকৰ পৰা তোমালোকৰ ধাত্ৰীয়ে আজি যি যাতনা পাইছে, তাত মোৰ আশা-ভৰসা সমূলি বিনষ্ট হৈছে। তোমালোকে সদায় অজ্ঞান শিশুৰ নিচিনা ধেমালি কৰিয়েই জীৱন শেষ কৰিবানেকি? চকু মেলি চোৱাচোন। তোমালোকৰ বিহাৰ-ভূমি কিমান বহল, কিমান বিপুল। অসীম ব্যাপী তোমালোকৰ কৰ্মক্ষেত্ৰ পৰি আছে। বহুত চেষ্টা, বহুত পৰিশ্ৰম কৰি, মোৰ উৎসাহৰ ফল, আদৰৰ ধন, পিয়াহৰ ৰস ৰূপে তোমালোকক সৃজন কৰিলোঁ; কিন্তু তোমালোকে মোৰ সেই ইচ্ছা অলপ পৰিমাণে পূৰাব পাৰিলেও সম্পূৰ্ণ পৰা নাই। অৱশ্যে ইয়াত তোমালোকেই কেৱল দোষী নহয়। তথাপিতো এই কাৰণে তোমালোকক দোষী কৰিছো যে, তোমালোকেই মোৰ লীলাভূমি, বিলাসৰ ফুলনি, ধেমালিৰ ক্ষেত্ৰ। আৰু মোৰ এই ইচ্ছা বুজি পোৱা শক্তিও তোমালোকৰ আছে। আজিৰ পৰা তোমালোকক পালন আৰু শাসনৰ সম্পূৰ্ণ ভাৰ তোমালোকৰ ধাত্ৰীৰ ওপৰত নিদি মই নিজেও ললোঁ। ধাত্ৰীয়ে তোমালোকক শাসন কৰিলেও তাৰ ওপৰতো মোৰ শাসন থাকিব। এই কথা সদায় মনত কৰি চলিবা। এই দুই শাসনৰ তলত তোমালোকৰ জীৱন বৰ্ত্তমানতকৈ বহল কৰিবই লাগিব। সাৱধান! বৰ সাৱধানে চলিবা। নহলে মুহূৰ্তে মুহূৰ্তে প্ৰলয় ঘটিব। সম্ভৱতঃ তোমালোকে জানা যে, মোৰ শাসন-দণ্ডৰ অলপ ইঙ্গিত পালেই এই অনন্ত জগত ভস্ম হ'ব পাৰে। নাইবা আনন্দত উৎফুল্ল হৈ উঠিব পাৰে। * * মই আদেশ কৰিছো আজিৰ পৰা তোমালোকৰ সকলো-বিলাক কাৰ্যৰ বিৱৰণ পুঙ্খানুপুঙ্খ ৰূপে মোক জনাই থাকিবা। আলোক, আন্ধাৰ, আকাশ, বতাহ এইবিলাকেই মোৰ ডাকোৱাল।”

# নীতি

নীতি জগতৰ ভিতৰত এটা বৰ লাগতীয়াল বস্তু। এই অনন্ত বিচিত্ৰ জগতৰ নিখুঁত অস্তিত্ব নিৰ্ভৰ কৰে নীতিৰ ওপৰত। সেই ধৰ্মৰ নিত্য সৌন্দৰ্য প্ৰকাশ হোৱা বাটত প্ৰধান অৱলম্বনীয়, প্ৰধান বস্তুটিয়ে হৈছে নীতি। যিদৰে পৃথিৱীক আশ্ৰয় নকৰিলে বিধাতাৰ অপূৰ্ব কৌশলসম্ভূত বিচিত্ৰ ফল-ফুলে সুশোভিত গছ এডালিৰ অস্তিত্বটো অসম্ভৱ—সেইদৰে নীতিৰ বিয়োগত ধৰ্ময়ো মূৰ দাঙি এটি উদাৰ অনুভূতিৰ ওচৰ চাপিব নোৱাৰে। যিদৰে পৃথিৱীৰ দেশ-কাল-পাত্ৰ ভেদে আৰু চাৰিওফালৰ প্ৰাকৃতিক সম্বন্ধৰ পৰা ডাঙৰ-দীঘল হোৱা অৱস্থা অনুযায়ী সাৰুৱা আৰু নিৰস শ্ৰেণীৰ মাটি আছে

আৰু সেইদৰে সাৰুৱা মাটিত গছৰ উন্নতি আৰু নিৰস মাটিত গছৰ অৱনতি। সেইদৰে সাময়িক উপযোগী অনুসাৰে নীতিৰো উত্তম-অধম আছে আৰু সেইদৰে উত্তম নীতিত ধৰ্মৰ বিচিত্ৰতা প্ৰকাশ আৰু অধৰ্ম নীতিত * * উপদ্ৰৱত বিচিত্ৰতা প্ৰকাশৰ ব্যাঘাত।

মানুহৰ জীৱনৰ লক্ষ্য সম্বন্ধে হেজাৰ মত থাকিলেও এই দৃশ্যমান জগতৰ সকলোসোপা ভেদ-জ্ঞানৰ সমষ্টিখিনি এটা মাথোন মহামিলনতে সামৰি লবৰ চেষ্টা কৰা উদ্দেশ্যখিনি সঁচা বুলি কব পাৰোঁ। এইটো মানিব গলেই নীতিৰ অস্তিত্ব মানিব লাগিব ধুৰুপ। কিয়নো, ভেদৰ পৰা অভেদলৈ—বহুতৰ পৰা এটালৈ—সংখ্যাহীন সীমাৰ পৰা একবচনবাচক অসীমলৈ টানি নিয়াৰ প্ৰধান উপায়টো নীতি। অৱশ্যে মই ইয়াত এনে কথাটো কোৱা নাই যে এই বিষয়ত ধৰ্মটো তেনেই অকামিলা। বৰং ধৰ্মইহে সেই অভেদ্যবোধটো নিত্য কৰি তোলে যিদৰে কোনো এখন চিত্ৰ অঁকাৰ আগেয়ে মনত প্ৰথমতে এটা ভাবৰ উদয় হয় 'সৌন্দৰ্য' অথচ সেই সৌন্দৰ্য বঢ়াই তুলিবৰ কাৰণে নানা প্ৰকাৰ ৰং, নানা ৰকম পৰিমাণ, জোখ, নানা প্ৰকাৰ কল্পনা আদিৰ সহায় লোৱা হয়, নহলে চিত্ৰৰ সৌন্দৰ্য বঢ়াই তুলিব নোৱাৰি, সেইদৰে ধৰ্মৰ প্ৰধান ধৰ্ম সেই 'সৌন্দৰ্যময়' বস্তুটিৰ সৌন্দৰ্য * * লাগিলে নীতিৰ অৱলম্বন * * ধৰিবলৈ গলে, সংসাৰত নীতি আৰু ন্যায় একে বিধৰ বস্তু। ন্যায় যিদৰে বিশ্বযোগ টনকিয়াল কৰাত এটা প্ৰধান সহায়কাৰী, নীতিয়েও সেইদৰে তাত সহায় নকৰাকৈ নেৰে। অৱশ্যে সেই নীতি আৰু ন্যায়টো কোনো সাময়িক উপযুক্ততাৰ ভিতৰত বান্ধ খোৱা হ'ব নেলাগে। কাৰণ, কাল অনন্ত; তাৰ ভিতৰত অসংখ্য পৰিবৰ্তনৰ শৰাধ-সোঁৱৰা বিশ্বজগতো অনন্ত আৰু তাৰ ভিতৰত থকা আমাৰ মানুহবিধ প্ৰাণীৰ জ্ঞানশক্তিও অনন্ত। সুতৰাং সেই অনন্তৰ প্ৰধান ৰক্ষক নীতি আৰু ন্যায় কোনো ভ্ৰমৰ বশীভূত হৈ সীমাৰ ভিতৰত বান্ধ খাই থাকিব নোখোজে। সি এটা মহাঅনুভূতিৰ ভিতৰেৰে এই অনন্তৰ লগত এনে এটা সম্বন্ধ স্থাপন কৰিব খোজে,- যাৰ লগত তেনে বন্ধনটোৰ পৰা মঙ্গলৰ বাহিৰে কেতিয়াও অমঙ্গল নহয়। আৰু অনন্তৰ আৰু তাৰ কাৰ্য-প্ৰণালী সম্বন্ধে অলপো প্ৰভেদ নাথাকে।

ইয়াত এনেটো বুজিব নেলাগে যে তেনেবিধ মঙ্গল আৰু অভেদ জ্ঞানৰ অধিকাৰী হ'বলৈকে পৃথিৱীৰ বাহিৰুৱা কোনো অদৃশ্য স্বৰ্গদেশৰ কল্পনা কৰিব লাগে, অৰ্থাৎ সেই অৱস্থাটো পৃথিৱীৰ লগত কোনোদৰে সম্বন্ধ নথকা অইন এখন দেশত গৈ ভোগ কৰিব লাগে। এই দুখ-সুখময় বিচিত্ৰ পৃথিৱীতে তেনেবিধ সাধনাৰ অধিকাৰী হ'ব আৰু ভোগ কৰিব পাৰি। কাৰণ, সকলোবিধ সুখ-স্বাচ্ছন্দ্যৰ ঠাই এক মাথোন পৃথিৱীহে। কিন্তু কিছুমানে ভ্ৰমত পৰি পৃথিৱীক মাথোন অশান্তি, অমঙ্গল, অসুখ আদিৰ ভঁড়াল বুলিহে ভাবে। তেওঁলোকে কয় বোলে পৃথিৱীত সুখ নাই। ইয়াৰ প্ৰমাণ স্বৰূপে তেওঁলোকে কয় যে, "যদি পৃথিৱী সুখৰ হ'লহেতেঁন, তেন্তে প্ৰাকৃতিক, মানাসিক আধি-দৈবিক আদি কাৰণৰ পৰা ইমান অমঙ্গলৰ তলতীয়া হ'ব নেলাগিলহেঁতেন। কাৰণ, এইবোৰ দুখৰ ৎ মূল যিদৰে প্ৰকৃতিৰ ভিতৰত—আমাৰ অস্তিত্বও প্ৰকৃতিৰ ভিতৰত। প্ৰকৃতিৰ ভিতৰুৱা সকলোবোৰ বস্তুই পৰম্পৰে অভেদ্য যোগত বন্ধা।

দুখৰ মূল আৰু আমি একে। সুতৰাং নিজক নিজেৰে উৎপীড়ন কৰাতো এটা অস্বাভাৱিক কথা। সেইবাবে এই অস্বাভাৱিকতাসম্পন্ন পৃথিৱীত সুখ নিবিচাৰি তেওঁলোকে এখন মূলহীন স্বৰ্গৰ কল্পনা কৰে। সকলোবিধ সুখৰ মূল এই পৃথিৱীত পাই থকা দুখবিলাকেইহে যে আৰু এই দুখৰ ভিতৰেৰে নিৰ্লিপ্তভাৱেৰে সৰকি গৈহে যে প্ৰকৃত সুখৰ গৰাকী হ'ব পাৰি, এইটো তেওঁলোকে কেতিয়াও নেভাবে। আৰু লগে লগে এইটো বুজিবলৈকেও তেওঁলোকে চেষ্টা নকৰে যে এক মাথোন ৰক্ষামন্ত্ৰ নীতিৰ প্ৰতি আওহেলাতহে এনেবিধ অমূলক ধাৰণা।

নীতি অনন্ত জগতৰ এটা মূলমন্ত্ৰ। এই নীতি অৱলম্বন কৰিছে বাবেহে বিশ্বজগতত আজিও ইমানবোৰ বিচিত্ৰতাৰ ভুমুকনি উঠিব পাৰিছে।

একদৰে কব লাগিলে নীতি এনে এটি বস্তু যাক অৱলম্বন কৰিলে কোনো বস্তুৱে অকাল ধ্বংস হ'ব নোৱাৰে। এই বিশ্বজগতৰ প্ৰথম পাতনিৰ পৰাই সকলোবোৰ প্ৰণালী বিশ্লেষণ কৰি চালে জানিব পাৰি যে যিবোৰ পৰমাণুৰ উগ্ৰগতিৰ ওপৰত এই বিশ্বজগতৰ মোকোহা শৰীৰটোৱে ইমান বিচিত্ৰতা সামৰিব পাৰিছে তাৰো প্ৰধান অৱলম্বনীয় বস্তু নীতিহে।

বহুত মানুহে কয় বোলে ধৰ্মৰ লগত নীতিৰ সম্বন্ধ নেৰাখিলেও চলে। কাৰণ ধৰ্মবো এক মাথোন উদ্দেশ্য ৰক্ষা কৰা আৰু নীতিৰো এক মাথোন উদ্দেশ্য ৰক্ষা কৰা। বৰং নীতিৰ হিচাপত ধৰ্মটোৰ কোনো মূল্য নাই বুলি কলেই হয়। কিয়নো, নীতিৰ ফল প্ৰত্যক্ষ প্ৰমাণৰ পৰা আমি সদায় পায়েই আছোঁ কিন্তু ধৰ্মৰ ফল একো প্ৰত্যক্ষ নহয়—মাথোন অনিশ্চিত পাৰলৌকিক সুখৰ কাৰণে এটা অমূলক কল্পনা। এনেবিধ ধাৰণাৰ পৰা তেওঁলোকৰ, এইটো আমি বুজিব পাৰোঁ যে জগতৰ যিখিনি স্বতন্ত্ৰ অংশ তেওঁৰ পৰা নি জ্ঞানত জিলিকি উঠিছে, সেইখিনিৰ প্ৰভাৱতেই মুগ্ধ আৰু সন্তুষ্ট—কোনো এটা অন্তহীন অনুভূতিৰ নিত্যতাৰ লগত কেতিয়াও তেওঁলোকে চিনাকি হ'ব নোখোজে। সেইবাবে নীতিৰ অৱলম্বনত ধৰ্মৰ একো সকাম নাই বুলি তেওঁলোকে অন্তৰেৰে বিশ্বাস কৰি সঙ্কীৰ্ণতাৰ পৰিচয় দিয়ে।

ইয়াত আমি এনেটো কথা কব নোখোজো যে ধৰ্মৰ হিচাপত নীতি অলাগতীয়াল। বৰং সাংসাৰিক হিচাপত ধৰ্মতকৈ নীতি বেছি লাগতীয়াল। যিদৰে ঘৰৰ প্ৰধান ধৰ্ম আচৰণ নাইবা ৰক্ষা কৰিবলৈকে খুঁটা, খেৰ, ইকৰা, বেত আদিৰ সহায় লব লগে, সেইদৰে ধৰ্মৰ ঠাই নীতিৰ ওপৰত হলেও, তাৰ ৰক্ষাৰ কাৰণ নাই। নিজ ধৰ্ম আচৰণ কৰিবলৈকে নীতি এটা ঘাই উপাদান। ধৰ্মই পোহৰ দিয়ে, নীতিয়ে সহায় কৰে। ধৰ্মই অমৰ কৰে, নীতিয়ে তাক উপাদান যোগায়। এই বিশ্ব-জগত ৰক্ষাৰ কাৰণে ধৰ্ম এটা যেনে লাগতীয়াল বস্তু, সেইদৰে নীতিও এটা লাগতীয়াল বস্তু।

বহুতে কব পাৰে যে সৃষ্টিৰ প্ৰধান অৱলম্বনীয় প্ৰণালীটি যদি নীতি হয়, তেন্তে তাৰ প্ৰধান উপাদান প্ৰকৃতিতেই দেখোন নীতিৰ ঠাই নাই। প্ৰকৃতিৰ নিজৰ ৰক্ষাৰ বাবে ই দেখোন অনীতিৰ পূৰ্ণমাত্ৰা বৰ্তমান। জীৱন-সংগ্ৰামৰ প্ৰতিযোগিতা লৈয়ে প্ৰকৃতি সদায় ব্যস্ত। ই তাক ভক্ষণ কৰিছে, সি তাক গ্ৰাস কৰিছে, তেহে জীৱন সামৰিব পাৰিছে। সুতৰাং এনে যেন উপায়েৰে জীৱন সামৰি লোৱাটোৰ

মূল্য কি? আৰু তেনে যেন প্ৰকৃতিৰ ভিতৰত থকা আমিনো কি দৰে নীতি অৱলম্বন কৰিম! যদি প্ৰতিযোগিতাই নীতিৰ এক মাথোন মৰ্ম হয়, তেন্তে আমি মানুহে অনৈতিক বুলি তাৰ পৰা বাদ পৰো কিয়? উন্নতিৰ বাবে জীৱন সংগ্ৰাম কৰা এটা স্বাভাৱিক আইন। এনেবিধ কথাৰ উত্তৰত এক শ্ৰেণীৰ পণ্ডিতে কয় যে মানুহ নৈতিক হ'ব লাগিলে প্ৰাকৃতিক নিয়মৰ পাছে পাছে যাব নেলাগে কাৰণ প্ৰকৃতিৰ নিয়ম প্ৰতিযোগিতা আৰু পবিত্ৰ নৈতিক সত্তা যাক অৱলম্বন কৰি মানুহে পৃথিৱীতে সকলোবিধ সুখ-সম্পদৰ অধিকাৰী হ'ব পাৰে, তাৰ অস্তিত্ব এই প্ৰতিযোগিতাসম্পন্ন প্ৰকৃতিৰ উন্নত টিঙত।

কিন্তু এনেবিধ প্ৰশ্ন আৰু উত্তৰৰ কোনোটিয়েই আমাৰ বিশ্বাস ** তুলিব নোখোজে। কাৰণ এই বিশ্বজগতৰ যিফালেই সৌন্দৰ্য দেখা যায়, যাৰ বলত কবিৰ প্ৰাণত এটি নিৰ্মল, উদাৰ, অনন্ত সৃষ্টিৰ প্ৰতিবিম্ব পৰে; দাৰ্শনিকৰ প্ৰাণত এটা মহা অনুভূতিয়ে প্ৰবল উৎসাহেৰে এই বিচিত্ৰময় অনন্তৰ লগত মিলি যাব খোজে সেইটো এটা মহা সামঞ্জস্যতহে।

এই বিশ্বজগত কল্পনাপ্ৰসূত মায়া আৰু চৈতন্যৰ সামঞ্জস্যত যদি ইমানবোৰ বিচিত্ৰতাই ঠাই নেপালেহেঁতেন তেন্তে দাৰ্শনিক বুলি যাক আমি অন্তৰৰ বিচুতি মিহলি হোৱা ভক্তি ঢালি দিওঁ তেওঁ হয়তো জগতৰ কোনো এটা কোণত পৰি মাথোন 'কূপমণ্ডুক'ৰ সত্য শলাগিলেহেঁতেন। নাইবা যাক আমি বিশ্ব প্ৰেমিক কবি বুলি আমাৰ অন্তৰৰ সকলোবোৰ সবল অনুভূতি তেওঁৰ প্ৰাণত মিহলাব খোজোঁ তেওঁ হয়তো শূন্যৰ কোলাত বতাহৰ দৰে ঘূৰি ঘূৰি জগতৰ এটা মহান উদ্দেশ্য সিদ্ধ কৰিলেহেঁতেন। নাইবা যেনে ধৰ্মৰ সহায়ত এটা উদাৰ অনুভূতিৰে হৃদয় উদ্ভাসিত কৰি জগতৰ সকলোবোৰ মানুহৰ হৃদয়ৰ লগতে আপোন হৃদয় মিহলাব খোজে তেওঁৰ ওচৰতো আমাৰ আন্তৰিক ভক্তি ঢালি দিব নেপালোহেঁতেন। প্ৰকৃতি আৰু চৈতন্যৰ এই সামঞ্জস্যতহে জগতৰ ইমানবোৰ বিচিত্ৰতাই ইমান প্ৰকাৰে মানুহৰ মনত আনন্দ ওপজাব পাৰিছে! নহলে জগতৰ ইমানসোপা সুখৰ অক্ষয় ভঁৰাল মূৰ দাঙি উঠি সুখে-দুখে জৰ্জৰীয়া হোৱা মানুহৰ প্ৰাণত কেতিয়াও ইমান বিচিত্ৰ আনন্দ ঢালিব নোৱাৰিলেহেঁতেন। জগতত ইমানবোৰ সুখৰ লাস-বিলাস মাথোন এটা মহা সামঞ্জস্যতহে সম্ভৱ বুলি কব পাৰি।

জীৱজগতত বিকাশ হোৱা কাৰ্যটোৰ পৰা প্ৰতিযোগিতাৰ যিমান মূল্য আৰু উপকাৰিতা পাব পাৰি, এই ক্ষেত্ৰত সহযোগিতাৰ মূল্যটোও নিচেই কম নহয়। প্ৰতিযোগিতাৰ বলত যিদৰে জগতৰ বিচিত্ৰতা প্ৰকাশ, সহযোগিতাৰ বলতো সেইদৰে প্ৰকাশৰ জেউতি চৰি উঠে। কাৰণ প্ৰতিযোগিতা আৰু সহযোগিতাৰ সামঞ্জস্যতহে এই বিচিত্ৰশীল জগতৰ বিকাশ। মনে কৰা—আমি মানুহৰ জীৱনধাৰণৰ বাবে প্ৰতিযোগিতাৰ বৰ আৱশ্যক কিন্তু যাৰ লগত প্ৰতিযোগিতা কৰি আমাৰ জীৱন টনকিয়াল কৰিবৰ চেষ্টা কৰো, তাক যদি চাৰিওফালৰ প্ৰকৃতিয়ে সহযোগিতাৰ যোৰত উপাদানবোৰ যোগাই নিদিলেহেঁতেন, তেন্তে সি অইন এটা প্ৰাণীৰ অৰ্থাৎ বিশ্বযন্ত্ৰৰ অংশ স্বৰূপ আমি মানুহৰ বিকাশ হ'বলৈকে কিদৰে প্ৰতিযোগিতা ওপজালেহেঁতেন? নাইবা আমাৰ আসক্ত জ্ঞানসম্পন্ন আত্মাই যদি চাৰিওফালৰ সহযোগিতা নেপালেহেঁতেন, তেন্তে ইমান প্ৰশস্তি কি দৰে লাভ কৰিব পাৰিলেহেঁতেন?

ইয়াৰ প্ৰমাণ স্বৰূপ আমি উদ্ভিদ-তত্ত্বৰ ভিতৰতো বহুত জানিবলগীয়া কথা আছে।

# সভাপতিৰ অভিভাষণ

( **একবিংশ অধিৰেশন, ১৯৫০** )

**উপস্থিত ভাই-ভনীসকল !**

মোক আপোনালোকে 'অসম সাহিত্য-সভা'ৰ ২১শ অধিৰেশনৰ সভাপতি পাতি মাৰ্ঘেৰিটালৈ মাতি আনিছে। কিন্তু আপোনালোকে মোৰ পৰা কি কথা শুনিব বুলি আৰু কি বস্তু পাবলৈ আশা কৰি এই দায়িত্বপূৰ্ণ বাবলৈ মোক বাছি-বিচাৰি বুটলি আনিছে মই নাজানো। সাহিত্য কি আৰু কেনে বস্তু, বৰণ ক'লা নে বগা, সোৱাদ মিঠা নে তিতা, দেখিবলৈ মোহ লগা নে ঘিণ লগা, শুনিবলৈ কেৰ্কেৰীয়া নে সুখ লগা লৰম্ন, তাৰো মোৰ জ্ঞান নাই। মোৰ প্ৰায় গোটেইটো জীৱন দেশৰ গাঁও-ভূই, চহৰ-নগৰ, নদী-পৰ্বত, বাট-ঘাট, ঘৰ-চোতাল খলক লগাই শান্তি ভঙ্গ কৰা কথাবিলাক, লিখা-বিলাক, প্ৰচাৰবিলাক, কোনোৱে কয় বলিয়াৰ বলকনি, কোনোৱে কয় বন্দুৱাৰ ভাও, কোনোৱে কয় কাণ্ডজ্ঞানহীন মহামূৰ্খৰ চিঞৰ-বাখৰ, কোনোৱে কয় দায়িত্বহীন চেলেপুৰ অসভ্যালি, উদ্দণ্ডালি, অশিষ্টাচাৰ। কিন্তু কাৰো এই মন্তব্য-বোৰলৈ কেৰেপ নকৰি মই কেৱল দিন-ৰাতি তাকেই গাই-বজাই ফুৰিছো। টঙনীয়াই মাৰি শেষ কৰি থলেও কাউৰ-কুকুৰে নিজৰ মাত-কথা এৰিব নোৱাৰে। মোৰো তেনে অৱস্থা। মোৰ সেই বলকনি, ভাও, চিঞৰ-বাখৰ, উদ্দণ্ডালি, অসভ্যালি, অশিষ্টাচাৰবোৰৰ লগত সাহিত্যৰ কি সম্বন্ধ, সাহিত্য-মন্দিৰৰ দুৱাৰ-ডলিত থিয় হ'ব পৰা বস্তু কিবা সেইবোৰত আছে নে নাই, তাকো মই নাজানো। তেনেস্থলতো, তেনে এজনকেই যেতিয়া আপোনালোকে এই বিদ্বজ্জন পৰিশোভিত মহা সভাৰ নেতৃত্ব কৰিবলৈকে মাতি আনিছে, তেতিয়া আপোনালোকৰ প্ৰত্যেকজনকেই মোৰ লগৰেই, মোৰ শ্ৰেণীৰেই একো গৰাকী বুলি ধৰি লৈ, মোৰ সেই একে সুৰতেই গাই বিৰাট সমকণ্ঠ জগাই তুলিবলৈকে আপোনালোকক আহ্বান জনাই, সেই একেষাৰ কথাকেই আজিও মই আপোনা-লোকক সংক্ষেপতে শুনাম। কাৰণ বৰ্তমানত সেইষাৰৰ বাহিৰে আন সম্পত্তি মোৰ হাতত নাই। আশা কৰিলোঁ, সমশ্ৰেণীৰ সহানুভূতিৰে কথা কেইষাৰ অলপ মন দি শুনিয়েই নহয়, মনে-প্ৰাণে গুণি উপলব্ধি কৰি প্ৰতিক্ৰিয়াৰ ৰূপ দেখুৱাই মোক কৃতাৰ্থ কৰিব। আজি কথাৰ ফুলজাৰি ফুটোৱা বতৰটো কামৰ উন্মাদনাত গৈ শেষ হল। নহলে, জী থকা অধিকাৰৰ একো ব্যৱস্থা নাই। সেইবাবে, কথাতকৈ মোৰ ইয়াত কামৰ ইঙ্গিতহে থাকিব। ভাষাজ্ঞানৰ পৰাও মই বঞ্চিত। মনত যি উঠে নুলুকাই তাকে কৈ পেলোৱাটোৱে মোৰ স্বভাৱ। যদি মোৰ ব্যৱহৃত ভুল ভাষাৰ আঘাতে কাৰো গাত বিন্ধা দিয়ে, তাৰো বাবে ক্ষমা খুজিলো।

সাহিত্য সম্বন্ধে মোৰ জ্ঞান নহলেও,—তাৰ লগত সম্বন্ধ ঘটোৱা সৌভাগ্যৰ পৰা মই বঞ্চিত হলেও,—সাহিত্যৰ ৰূপ সম্পৰ্কে মোৰ অনুভূতিত মাজে-সময়ে কিছু উপলব্ধিয়ে দেখা দিয়া যেন মই গম পাওঁ। সেই গমটো, দ্বিৰুক্তি দোষেৰে কণ্টকিত হোৱা যেন দেখিলেও, একেষাৰ কথাকেই ৰকমাৰি প্ৰকাশ-ভঙ্গীৰ কছৰৎ দেখুওৱাৰ মতলবেৰে মই কৈ

যাম, কিন্তু আপোনালোকৰ ধৈৰ্য্যচ্যুতি ঘটাব-লৈকে নহয়, মোৰ নিজস্ব খেয়ালৰ তৃপ্তি পলুৱাব-লৈকেহে।

সাহিত্য সম্বন্ধীয় মোৰ সেই উপলব্ধিটোৱে যেন দবিয়াই ডাঠৈকে মোৰ অন্তৰত ধ্বনিবিলাক তোলে : (১) আত্মবিকাশৰ প্ৰচণ্ড চিকুৰত উদ্ভৱ হোৱা সমস্যাৱলী সমাধানৰ তৃপ্তিদায়ক চেষ্টাটোৱেই সাহিত্য, (২) সীমা-ৰেখাৰে আবদ্ধকৃত আত্মাৰ অসীমাত্মাত মিলন ঘটোৱা ৰসময় প্ৰচেষ্টাৰ আকুল আবেগত প্ৰস্ফুটিত হৈ উঠা জীৱন সৌন্দৰ্যৰ জাতিষ্কাৰ ৰূপ, (৩) জীৱনৰ লীলায়িত প্ৰতিবিম্ব, (৪) ৰহস্যময় জীৱনৰ বৈচিত্ৰ্য প্ৰকাশৰ পৰিকল্পনাপ্ৰসূত নিত্য নতুনৰ লৱন্ন বিকাশ, (৫) অপূৰ্ণতাৰ বেষ্টনী ভাঙি জীৱনক পূৰ্ণতাৰ ৰসাপ্লুত আনন্দত থিতি কৰা প্ৰয়াসৰ তেজোদ্দীপ্ত আকুলতা, (৬) দৃশ্যমান জগতৰ জটিলতাৰ লগত অদৃশ্যমান জগতৰ সমন্বয় ঘটাই আত্মানন্দ উপভোগ কৰা ৰসবীজৰ অফুৰন্ত সঁফুৰা, (৭) অসীম ধিয়াই চলা অবিশ্ৰান্ত পথত নিত্য নতুনৰ হিল্লোল তুলি উদ্দীপ্ত প্ৰেৰণাৰে মানৱ মনক ক্ৰমে বহললৈ আগ-বঢ়াই নিয়াৰ সতেজ ইঙ্গিত। আন শ্ৰেণীৰ জীৱৰ ভিতৰতো এনে কিবা সাহিত্য থাকিব পাৰে। কিন্তু মই ইয়াত কেৱল মোৰ মানৱ সাহিত্য উপলব্ধিৰ কথাহে কৈছোঁ। নাজানো, সাহিত্যাধি-কাৰী বিদ্বজ্জনৰ মনত সাহিত্য সম্বন্ধীয় মোৰ এই উপলব্ধিখিনি কেনেদৰে ব্যাখ্যাত হয়। সাহিত্য সম্বন্ধীয় মোৰ এই উপলব্ধিটো আৰু কেইবা ৰকম ভঙ্গীৰে প্ৰকাশ কৰিব পাৰি।

বাহিৰ-ভিতৰৰ সহজ অবাধ আদান-প্ৰদানতেই সৃষ্টি বিকাশৰ সম্পূৰ্ণতা আৰু আনন্দও। মূলত এটা নে দুটা সেই তৰ্ক মই ইয়াত তুলিব খোজা নাই। আজি মই মানৱীয় দৃশ্যমান জগতত থিয় দিহে এই কথা কৈছোঁ। ভিতৰ-বাহিৰৰ পাৰস্পৰিক অবাধ আৰু অবিৰল সহযোগ সহানুভূতিতেই সৃষ্টি বীজৰ সুসুপ্ত পাহিবিলাক জাগৰণ পাই বিচিত্ৰভাৱে ৰূপায়িত হৈ উঠে। বাহিৰৰ সহ-মিলনতেই ভিতৰৰ সুপ্ততাই সঞ্জীৱিত হৈ বাহিৰত বিচিত্ৰ ৰূপেৰে সৃষ্টিৰ সৌন্দৰ্য বিকীৰণ কৰে। বাহিৰ-ভিতৰৰ অন্তৰঙ্গ আদান-প্ৰদানৰ হিল্লোল নুঠিলে সৃষ্টিৰ পৰিপূৰ্ণ আনন্দই পৰিতৃপ্তি পোৱাৰ পথত আগ বাঢ়িব নোৱাৰে। বাহিৰ-ভিতৰৰ সম্মিলমিলত আকাৰমান হৈয়েই হওক, নাইবা ভাৱমান হৈয়েই হওক, ৰেখাঙ্কনত ধৰা পৰি পৰিকল্পনাৰ যি ধাৰণাটোৱে মানৱৰ ৰসপূৰ্ণ অধিকাৰত থিতি লাভ কৰে, সেয়ে সাহিত্য। সেই বাবে, বাল্মিকীৰ ৰামায়ণ; ব্যাসৰ বেদান্ত, মহাভাৰত, ভাগৱত; ত্ৰিকালজ্ঞ ঋষিসকলৰ উপনিষদচয়, বুদ্ধৰ ত্ৰিপিটক, খৃষ্টৰ বাইবেল, মহম্মদৰ কোৰাণ, মহাত্মা গান্ধীৰ সত্যাগ্ৰহ, শ্ৰীশঙ্কৰ-মাধৱৰ কীৰ্তনঘোষা নামঘোষা; চাজাহানৰ তাজমহল, অজন্তা-ইলোৰাৰ কাৰুকাৰ্য, চিত্ৰাঙ্গদা ৰাফেলৰ চিত্ৰৰাজি, নাৰদৰ সঙ্গীত, উৰ্বশীৰ নৃত্য, গন্ধৰ্বৰ বাদ্য আৰু বৈজ্ঞানিকৰ যান্ত্ৰিক বিকাশ,—সকলোবোৰ সাহিত্য কলাৰ ভিন ভিন ৰূপ, - ভিতৰ-বাহিৰৰ মিলনাবেগত পৰিস্ফুট হোৱা আত্মিক বিকাশ। ভিতৰ-বাহিৰৰ সম্মিলন প্ৰভাৱত মানৱ মনৰ নিত্য নতুন সৃষ্টিৰ আত্মানন্দ লোভী পৰিকল্পনাক ভাষা আৰু ৰং-ৰেখাঙ্কনত আবদ্ধ কৰি লৈ তাক স্থায়িত্ব দিবলৈকে কৰা সফল চেষ্টাটোৱেই মানৱ সাহিত্য। য'ত এই ক্ৰিয়াৰ উপলব্ধি নাই,—ভিতৰ আৰু

বাহিৰত পাৰস্পৰিক আদান-প্ৰদানৰ সতেজ আকুল প্ৰতিক্ৰিয়া নাই, অনুভূতি-উপলব্ধিয়ে সাৰ্থকতা বঞ্চিত হৈ ৰুদ্ধ পথত পৰি আছে, তাত নিত্য নতুন সৃষ্টিৰ বিচিত্ৰ প্ৰকাশভঙ্গীও ব্যৰ্থ হৈছে। গতিকে, সাহিত্যৰ নৱ সৃষ্টিৰ সৌন্দৰ্য আৰু সান্ত্বনাও তাত জমা নাই।

য'ত আত্মজ্ঞান, আত্মবিশ্বাস, আত্মশ্ৰদ্ধা, আত্ম-সম্মানৰ মৰ্যাদা নাই, উপলব্ধি নাই, তাত আত্ম-জাগৰণো নাই। য'ত বাহিৰৰ ধুমুহাত উদ্বেলিত হৈ উঠা জীৱনৰ সুপ্ত সাগৰ নাই, তাত নতুন সৃষ্টিৰ হিল্লোল-কলৰৱো নাই, মানৱ জীৱন বিচিত্ৰভাৱে ৰূপায়িত হৈ উঠা আকুলতাও নাই। গতিকে, নিত্য নতুনৰ ৰসময় আনন্দ লৈ ৰমক-জমক ৰূপত ফুলি উঠিবলৈ তাত ক্ষেত্ৰও নাই।

সাহিত্য বস্তুটো জীৱনৰ প্ৰতিবিম্ব। যি জীৱনৰ যেনে ৰূপ, তাৰ লিখাত তেনে প্ৰতিবিম্বই পৰে। জীৱনত আত্মজ্ঞান, আত্মবিশ্বাস, আত্ম-শ্ৰদ্ধা, আত্মমৰ্যাদাৰ অনুভূতিটো যিমানেই স্পষ্ট, প্ৰখৰ আৰু সতেজ হৈ বৰ্তিব, সেই জীৱনৰ বিৰাট উজ্জ্বল প্ৰতিবিম্ব বুকুত লৈ তিমানেই মহান সাহিত্যৰ সৃষ্টি হ'ব। সেই সাহিত্যইহে মানৱীয় মনোজগতত একচ্ছত্ৰী অধিকাৰ থাপি, মানৱৰ সকলো দুৰ্বলতা, অপূৰ্ণতা, কলুষ, ক্লেদ, গ্লানি, নীচতা, ভীৰুতা, ক্লেশ, দৈন্য ধ্বংস কৰি তাক নিখুঁত মানৱীয় ৰূপত প্ৰকৃতিস্থ কৰি তুলিব। সেয়ে বিশ্ব-মানৱীয় সাহিত্য। সাহিত্যৰ উদ্দেশ্য, মানৱক প্ৰকৃত মানৱীয় গুণত মহানভাৱে পৰিশোভিত কৰি তোলা। যি সাহিত্যৰ এই পৰিকল্পনা নাই, সি মানৱীয় সাহিত্য নহয়—অমানৱীয় কু-সাহিত্য, সাহিত্যৰ নামত মানৱত্ব ধ্বংসকাৰী কলুষ-ভৰা মনৰ বিষোদ্গাৰ। সাহিত্য সম্বন্ধে মোৰ এয়ে উপলব্ধি। নাজানো কৃতী সাহিত্য পণ্ডিতসকলৰ ধাৰণাত মোৰ এই উপলব্ধিৰ কিবা মিল আছে নে নাই। নাথাকিলেও, মোৰ তাত ভাবিবলগীয়া একো নাই। কাৰণ, সাহিত্য সম্বন্ধে মোৰ একো জ্ঞান নাই বুলি মই আগতে কৈ থৈছোঁ।

সাহিত্য বোলা বস্তুটো বৰ বিশাল। কৈ অন্ত কৰিব নোৱাৰি। যি সাহিত্যৰ বিষয়-বস্তুটো হৈছে অনন্তৰূপী বিৰাট ব্ৰহ্মাণ্ড, নিত্য নতুন সৃষ্টি-বৈচিত্ৰ্যৰ অফুৰন্ত ধল, গুহ্যতকৈও গুহ্যতম মনোজগত, তাৰ সম্বন্ধে কৈ অন্ত কৰিব যোৱাটো মোৰ দৰে সাহিত্যিকৰ ধৃষ্টতা বুলি মই জানো। সেইটো মহাবিদ্যাধাৰী মহাপণ্ডিতসকলৰ কাম। গতিকে, বিষযটো এইখিনিতে থ'পাই থৈ, অসম সাহিত্য সভাৰ লগত হাড়ে-ছিমজ্জৰে জড়িত মোৰ অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে চুটিকৈ কেইষাৰমান কৈ, মোৰ জাতিটোক সাহিত্য সৃষ্টিৰ প্ৰকৃত পথত আগুৱাই যোৱা সম্বন্ধে কিছু ইঙ্গিত দিম। ভাল পালে গ্ৰহণ কৰিব, নাপালে থেকেচা মাৰি পেলাই থব।

'অসম সাহিত্য সভা'ৰ উদ্দেশ্যৰ তৃতীয় নিয়ম—"কোনো ৰাজনৈতিক আৰু সাম্প্ৰদায়িক আন্দোলন হ'ব নোৱাৰিব"—বুলি আছে। ইয়াত 'ৰাজনৈতিক' আৰু 'সাম্প্ৰাদায়িক' শব্দ দুটাৰে কি অৰ্থ বুজোৱা হৈছে, আৰু অধীন অৱস্থাত ব্যৱহাৰ কৰা এই দুষাৰ কথা আজি স্বাধীনতাৰ দিনতো সেই একে অৰ্থতে ব্যৱহাৰ কৰাটো উচিত হ'ব নে অনুচিত হ'ব, সেইটো মই বুজা নাই। আক্ৰমণকাৰীৰ আঘাতৰ পৰা মোক আৰু মোৰ ভাষা, সংস্কৃতি, অৰ্থনীতি, সমাজনীতি আৰু পৈতৃক ঘৰ-ভেটি ৰক্ষাৰ, মুঠৰ

ওপৰত মোৰ অস্তিত্ব ৰক্ষাৰ ন্যায়-ধৰ্মসঙ্গত স্বাভাৱিক প্ৰচেষ্টাটো যদি ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বাধা-নিষেধৰ পৰ্যায়ত পৰে বুলি কোনোৱে কব খোজে, তেন্তে সেইটো ইয়াত নাখাটিব। আত্ম-ৰক্ষাটো জীৱৰ স্বাভাৱিক ধৰ্ম। য'ত জীৱৰ এই ধৰ্ম অচল, তাত আত্মাও অস্তিত্বহীন। মানুহে নিজে গঢ়া ৰীতি-নীতিৰ ওপৰত ভৰ দি যি নিয়ম-কাৰণ আৰু শব্দাৱলী যি যি অৰ্থত ব্যৱহাৰ কৰে, সেই অৰ্থবোৰে জীৱৰ আত্মৰক্ষাৰ স্বাভাৱিক ধৰ্মটোক ঢুকি নাপায়। আত্মৰক্ষাৰ ধৰ্মটো জীৱৰ লগত অহা আৰু লগত যোৱা বস্তু। এই ধৰ্মটো য'ত উজ্জ্বল হৈ চলে, তাতেই জীৱৰ জী থকাৰ চিনটোও তেজোদ্দীপ্ত হৈ জ্বলে। এই ধৰ্ম সাধনৰ বাবে জীৱে কোনো সামাজিক নিয়ম-কাৰণ, বিধি-ব্যৱস্থা, বাধা-নিষেধ নামানে। আত্মৰক্ষাতকৈ জীৱৰ আন ডাঙৰ ধৰ্ম একো নাই আৰু হ'ব নোৱাৰে। অৱশ্যে, যি জীৱৰ আত্মা বুলি বস্তু এটাৰ অস্তিত্বৰ প্ৰতি সন্মান-গৌৰৱ-জ্ঞান আছে, তাৰ ওচৰতহে এই ধৰ্মৰ মূল। যাৰ সেই জ্ঞান নাই, আত্মাটোক হাট-বজাৰৰ কিনা-বিকা বস্তুৰ দৰে ব্যৱহাৰ কৰে, সি আত্মৰক্ষাৰ এই স্বাভাৱিক ধৰ্মৰ পৰাও বঞ্চিত। যদি কোনোৱে দেখা পায়, যে তেওঁৰ আত্মস্থিতি, আত্মসন্মান আনৰদ্বাৰা আক্ৰমিত হৈছে, তেন্তে সেই আক্ৰমণ যি কোনো উপায়-কৌশলেৰে চূৰ্ণ কৰি আত্মৰক্ষা কৰিবলৈকে কোনো বাধা-নিষেধ, নিয়ম-কাৰণ নামানিবলৈকে তেওঁ তিলমানো সঙ্কুচিত হোৱা উচিত নহয়। তেনে কৰিলে, জীৱৰ স্বাভাৱিক ধৰ্মক তেওঁ কলঙ্কিত কৰা হ'ব। আজি জলজল পটপটকৈ চকুৰ আগত দেখা পোৱা গৈছে, মোৰ অস্তিত্বৰ ওপৰত চাৰিওফালৰ পৰা প্ৰচণ্ড আক্ৰমণ চলিছে, মোৰ পৈতৃক ঘৰ-ভেটিৰ ওপৰত, পিতৃ-পিতামহৰ পুণ্য স্মৃতিৰাজিৰ ওপৰত, ভাষা-সংস্কৃতি, সমাজ, অৰ্থনীতিৰ ওপৰত। যদি মই আত্মজ্ঞান আৰু আত্ম-মৰ্যাদাশীল জীৱ হওঁ, তেন্তে জীৱ ধৰ্মৰ অনুপ্ৰেৰণাত উদ্দীপিত মোৰ ওচৰত সেই আক্ৰমণ চূৰ্ণ কৰি মোৰ আত্মৰক্ষা কৰিবলৈকে কি ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বাধা-নিষেধৰ মল্য থাকিব পাৰে? সাহিত্য সভাৰ উক্ত নিয়মটোৰ অৰ্থ মই মোৰ আত্মৰক্ষামূলক স্বাভাৱিক ধৰ্ম পালনৰ প্ৰয়োজনীয়তাৰ ফালৰ পৰা গ্ৰহণ কৰিহে আলোচনাত হাত দিছোঁ। কাৰণ, আত্মৰক্ষাৰ জ্ঞান নাথাকিলে আত্মনিঃসৃত সাহিত্যও ওলাব নোৱাৰে। তাক 'ৰাজনৈতিক' বা 'সাম্প্ৰদায়িক' যিহকেই কোৱা নওহক।

আগত কৈ অহা হৈছে, সাহিত্যটো সাহিত্য-কাৰৰ জীৱনৰ প্ৰতিবিম্ব। জীৱনটোৰ যেনে ৰূপ, তেনে প্ৰতিবিম্ব লৈয়েই সাহিত্যই জন্ম লাভ কৰে। সাহিত্যকাৰৰ জীৱনটো যদি দেশক, জাতিক, মানৱ প্ৰাণীজগতক সকলো প্ৰকাৰৰ দুৰ্বলতাৰ পৰা মুক্ত কৰি সমাজত প্ৰকৃত মানৱত্বৰ বিকাশ কৰি তোলা ভাৱ, চিন্তা আৰু পৰিকল্পনাত আপ্লুত হোৱা জীৱন হয়, তেন্তে সেই সাহিত্যকাৰৰ লিখনীৰ পৰা ওলোৱা হৃদয়-নিঃসৃত সাহিত্যইহে অব্যৰ্থ অনুপ্ৰেৰণাৰে দেশক আৰু জাতিক মহত্বলৈ, বিৰাটত্বলৈ আগুৱাই নিব পাৰে। কিন্তু জীৱনটো যদি নিজ স্বাৰ্থৰ তৃপ্তিৰ হকে, দেশদ্ৰোহ, জাতি-দ্ৰোহ আৰু নানা দুৰ্নীতিৰ কলুষ-ক্লেদেৰে ভৰি থকা জীৱন হয়, তেন্তে যশোলিপ্সু মনেৰে আখৰৰ মুখত অমৰত্ব লাভ কৰাৰ উৎকট আস্ফালন লৈ কিবা এসোপা লিখি ছপা কৰি উলিয়ালেও সি

প্ৰকৃতভাৱে উৎকটেই হয়,—অকল দেশ আৰু জাতি ৰক্ষাৰেই নহয়, নিজ আত্মৰক্ষাৰ ব্যৱস্থাও সি দিব নোৱাৰে। বিৰাট দেশাত্মবোধী শ্ৰীশঙ্কৰ, শ্ৰীমাধৱ, শ্ৰীভট্টদেৱ, শ্ৰীৰাম সৰস্বতী আদি ক্ষণজন্মা মহাপুৰুষসকলে এই মনেৰেই সেই যুগৰ বিকৃত অৱনত সামাজিক বীভৎসতাত ক্ষত-বিক্ষত অসুস্থ অসমীয়া সমাজক উদ্দীপ্ত অনুপ্ৰেৰণা দি নিৰাময় কৰিছিল, সুস্থ কৰিছিল, ৰক্ষা কৰিছিল, সংগঠিত কৰিছিল, গৰীয়ান স্থিতিত প্ৰতিষ্ঠাপন কৰিছিল, যি গৌৰৱী সম্পদৰাশি কালৰ প্ৰভাৱত সাময়িকভাৱে নিস্তেজ হলেও, আজিলৈকেও আমি ভোগ কৰি আছো, আৰু তাৰেই নিজক উন্নত শ্ৰেণীৰ বুলি চিনাকি দি থাকিবলৈ বুকুত বল পাইছো। তাৰ পাছত, আজি পূৰা ৫০০ বছৰ, বাহিৰৰ বিদ্বেষী-প্ৰভাৱ আৰু মানৰ অকথ্য উপদ্ৰৱৰ ধুমুহাই সংগঠনৰ বিৰাট ভেটিটোত প্ৰকাণ্ড ফাট মেলাই সংযোগছিন্ন কৰি ডেঙাবো নোৱাৰাকৈ নোপোৱা বহল ব্যৱধান এটা আঁকি থৈছে। কোনো তেনে এজন দীপ্ত দেশাত্মবোধ জীৱনবাহী সাহিত্যিকে সেই ব্যৱধান উচ্ছেদ কৰি সেই বুনিয়াদী সংযোগ থাপিব পৰা নাই। দুৰ্নীতিৰ ক্লেদপূৰ্ণ নীচাত্মিকা মনোবৃত্তিৰ ক্ষেত্ৰত মহান সাহিত্যৰ ৰূপ প্ৰকাশক চিন্তাবীজ অঙ্কুৰিত নহয়—হোৱাবলৈ খুজিলে, সি উদ্ভট কদৰ্য হৈ ওলাই আহে। সাহিত্য জগতত তেনে বস্তুৱে মানৱৰ মন উৰ্দ্ধগামী নকৰি অধোগামী কৰে নাইবা গতি পঙ্গু কৰি পেলায়। মানৱীয় সাহিত্যৰ সৃষ্টি হয় তেতিয়া, যেতিয়া সাহিত্যকাৰজনৰ মনোজগত দেশমাতৃকাৰ, জাতি আৰু মানৱ ভ্ৰাতৃত্বৰ সেৱাৰ আসক্তিৰে উদ্ভাসিত হয়, সত্যনিষ্ঠা, সততা, পবিত্ৰতা, নিঃস্বাৰ্থতা, যশ-মান-পদ-মৰ্যাদা, নিস্পৃহতা আৰু বজ্ৰকঠোৰ নিৰ্ভীকতাৰে পৰিপ্লুত হয়।

আগত আৰু কোৱা হৈছে, বাহিৰৰ হেন্দোলনিত অন্তৰখন জিকাৰ খাই নুঠিলে, বহিৰ্জগতৰ ধুমুহাত অন্তৰ্জগত উদ্বেলিত নহলে, বাহিৰৰ প্ৰশ্নত সমাধান কিবা ওলাই আহকে বা নাহকে উত্তৰ দিয়া অৱস্থাটো অন্তৰত নঘটিলে— মূঠৰ ওপৰত বহিৰ্জগতৰ ক্ৰিয়াই অন্তৰ্জগতত প্ৰতিক্ৰিয়াৰ ঢৌ নুতুলিলে, কোনো মহান সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। সোণালী শঙ্কৰী যুগৰ পাছৰ পৰাই অসমীয়া সাহিত্যৰ এনে দৈন্যাৱস্থাৰ কাৰণো এয়ে। অসমৰ আৰু অসমীয়াৰ বুকুখনৰ ওপৰেদি তাৰ ৰাজহাড় আৰু কামিহাড়কেইডাল ঘূণীয়া কৰি নিতৌ কিমানবিলাক নতুন নতুন সমস্যাৰ ধুমুহা জাউৰিয়ে জাউৰিয়ে বজ্ৰনাদেৰে উৰি ঘূৰি ফুৰিব ধৰিছে, কিন্তু অসমীয়াৰ মনত সেইবোৰে কোনো ৰকমৰ প্ৰতিক্ৰিয়াৰ হিল্লোল তোলা নাই তেজী সমাধান প্ৰচেষ্টাৰ আভাস-ইঙ্গিত দূৰৰ কথা। কাচিৎ কেতিয়াবা দুৰ্বল স্পন্দনৰ গম পালেও, সেইটো নিচাত্মিকা মনোবৃত্তিৰ আত্মসমৰ্পণী কলঙ্ক লৈহে ওলাই অহা দেখা যায়— আত্মৰক্ষাৰ তেজোদ্দীপ্ত বীৰত্বাভিমান লৈ নহয়।

বাণ-ভগদত্ত-ভাস্কৰবৰ্মা-বভ্ৰুবাহন-ঘটোৎকচ-চিত্ৰাঙ্গদা আদি জগৎখ্যাত প্ৰাগৈতিহাসিক গৌৰৱবিলাকক বিষয়-বস্তু কৰি লৈ মহান সাহিত্য সৃষ্টি কৰাৰ কথা কব নোখোজো। কাৰণ, সেই অতি প্ৰাচীন গৌৰৱবিলাক আজিৰ অসমীয়াৰ বিস্মৃতিৰ সাগৰত সম্পূৰ্ণকৈ বুৰ গৈ শেষ হৈছে। আজিৰ অসমীয়াৰ সঁচত সেইসকল বিশ্বজিৎ গৌৰৱৰ লেশমাত্ৰও চিন নাই। কিন্তু আজি চকুৰ আগৰ কথা,

(১) বঙ্গৰ মৈমনচিঙীয়াই আহি গাঁও-ভূঁই বেঢ়ি ধৰিলে, (২) বঙ্গালীসকলে চাৰি-পাঁচ পুৰুষ ধৰি অসমীয়াৰ সহযোগেৰে অসমত প্ৰতিষ্ঠাৱান হৈ থাকিও অসমীয়াৰ লগত মিলা-প্ৰীতি ঘটোৱা শান্তিৰ প্ৰস্তাৱলৈ মন নেমেলিলে, (৩) ধৰ্মগত আৰু ভাষাগত, দুয়োটা আক্ৰমণেৰে অসমীয়াৰ অস্তিত্ব হানি কৰি অসমৰ ৰূপান্তৰ ঘটোৱা অভিসন্ধি উদ্যেমেৰে চলাই থাকিল, ( ৪ ) নিজ বঙ্গত ধৰ্মগত উন্মাদনাত পাৰস্পৰিক বিদ্বেষেৰে তেজৰ নদী বোৱাই অসমত আহি অসমীয়া হিন্দুকেইটাৰ বিৰুদ্ধে বঙ্গৰ হিন্দু-মুছলমান দুয়ো একেলগ হ'ল, (৫) পৰ্বতীয়া অসমীয়া ভাইসকলক ভৈয়ামৰ অসমীয়াৰ বিৰুদ্ধে নানা ফন্দিৰে উচটাই তুলিলে, (৬) অসমীয়া ভাষা-সংস্কৃতি, সমাজ-অৰ্থনীতি বিদ্বেষৰ খোলাখুলি অধিকাৰ অবাধভাৱে চলি থাকিল, (৭) চহৰ, গাঁও, চুকে-কোণে অসমীয়া ভাষাক বিদ্ৰূপ কৰি বঙ্গভাষাৰ স্কুলবোৰ গঢ়ি তুলি অসমক বঙ্গভাষী-প্ৰধান কৰিবলৈ যত্ন হ'ল (৮) বঙ্গালীসকলে পাছত লুকাই থাকি পৰ্বতীয়া ভাইসকলক আগত তুলি দি অসমীয়া ভাষাক অসমৰ ৰাষ্ট্ৰভাষা আৰু শিক্ষাৰ বাহন বুলি ঘোষণা কৰাত বাধা দি থাকিল, (৯) অসমীয়াক অসভ্য, বৰ্বৰ, ধৰ্ম-ভাষা-সভ্যতা-সংস্কৃতিহীন বুলি, —অসমীয়া ভীৰু কাপুৰুষ, গতিকে, অসমীয়াই অসম ৰক্ষা কৰিব নোৱাৰিব বুলি, (১০) অসমক ৰক্ষা কৰিব লাগিলে সাহিয়াল, বুদ্ধিমান, কৰ্মশীল বঙ্গালীক ( হিন্দু-মুছলমানক ) অসম এৰি দিব লাগিব বুলি, (১১) পৰ্বতীয়া অসমীয়াসকল বঙ্গ সভ্যতা-সংস্কৃতিৰ প্ৰতিহে বেছি আকৃষ্ট বুলি, (১২)তেওঁলোকে ভৈয়ামৰ অসমীয়াতকৈ বঙ্গালীকহে ভাল পায় বুলি, (১৩) অসমীয়া ভাষা শিকাতকৈ বঙ্গভাষা শিকাৰহে তেওঁলোক পক্ষপাতী বুলি, (১৪) জঙ্গলী 'বিদকুটে' অসমীয়া ভাষা (সুসভ্য) বঙ্গালীয়ে কিয় পঢ়িব বুলি, (১৫) অসম ৰাষ্ট্ৰীয় আৰু শিক্ষাৰ বাহন বঙ্গভাষাও হ'ব লাগিব বুলি, —বঙালীয়ে অসমীয়াৰ বুকুত গুৰিয়াই গুৰিয়াই চিঞৰি থাকিল ।

তাৰ পাছত, (১) ভাৰতীয় সংস্কৃতিত সাঙোৰ খোৱা এসময়ৰ শাসক মঙ্গোলীয় আহোম, কছাৰী, গাড়ো, মিকিৰ, আদিক ভৈয়ামৰ আৰ্য-সংস্কৃতি অভিমানীসকলৰ পৰা বেলেগে ফালি নি অসমীয়া বিৰোধী কৰি শ্ৰীমন্ত শঙ্কৰৰ মহৎ অসমীয়া জাতি সংগঠনৰ জীৱন্ত উদাৰ গতিটোৰ মূৰত টাঙোন মাৰি নিৰ্জীৱ অচল কৰি থোৱা হ'ল, (২) অসমীয়াৰ অন্যতম মহাপুৰুষ শ্ৰীদামোদৰদেৱৰ নিজে থপা ঘাই সত্ৰ পাটবাউসীক সামান্য মাথোন খাজানাৰ নিলামত মুছলমানে কিনি লৈছিল, ( অৱশ্যে কেইবা বছৰৰ পাছত শ্ৰীশিৱৰাম দত্তদেৱৰ চকু পৰাত মুছলমানজনক ধৰি মেলি সন্মত কৰাই উদ্ধাৰ কৰা হৈছে ; কিন্তু মুছলমানজন সন্মত নহলে ইমানদিনে পাটবাউসীত শ্ৰীদামোদৰদেৱৰ সত্ৰৰ ঠাইত হয়তো মছজিদ এটা উঠিলহেঁতেন ), (৩) চাৰি-পাঁচ পুৰুষ ধৰি অসম্ভৱত অসমীয়াৰ জাতীয় স্থিতিৰ প্ৰতি-হিংসা-বিদ্বেষ পুহি অশেষ অনিষ্ট সাধি থকাৰ স্থলতো অসমীয়াই শিৰৰ গুৰু বুলি মানি থকা আৰু অসম চৰকাৰৰ বেতনভোগী উচ্চ কৰ্মচাৰী সনাতনী হিন্দুয়েই ভাষিক, সাংস্কৃতিক আৰু আৰ্থিক ক্ষেত্ৰত, এনেকি ধৰ্ম-বিশ্বাসৰ ক্ষেত্ৰতো, অসমীয়াক সংখ্যা-লঘিষ্ঠ কৰি, তাৰ ওপৰত আধিপত্য চলাই থকাৰ মতলবেৰে, ভাষাগত

হিচাপে সংখ্যা-গৰিষ্ঠ হবলৈকে, অসমলৈ মৈমনচিঙীয়া মুছলমানৰ অবাধ আমদানি চলাই অসমৰ মাটি-বাৰী বিলাই দিয়াৰ দাবী লৈ অসম চৰকাৰৰ ওচৰলৈ পমুৱা মুছলমানৰ ডেপুটেশ্যনৰ মুখপত্ৰ হৈ গৈছিল, (৪) অসমীয়াৰ জাতীয় গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱৰ প্ৰতি স্থাপিত মধুপুৰ, ভেলাগুৰি, বৈকুণ্ঠপুৰ আদি সত্ৰবিলাক আৰু ৰাজ-লাইব্ৰেৰীত স্তূপীকৃত হৈ থকা তেৰাসকলৰ আৰু মহাকবি ৰাম সৰস্বতী, শ্ৰীচন্দ্ৰভাৰতী, মহাপণ্ডিত পুৰুযোত্তম বিদ্যাবাগীশ, পীতাম্বৰ সিদ্ধান্তবাগীশ আদিয়ে লিখা পুথি-পত্ৰবিলাকৰ সৈতে, শতকৰা ৯০ জন কোচবিহাৰৰ বিৰোধৰ স্থলতো অসমীয়াৰ জাতীয় বীৰ নৰনাৰায়ণ, চিলাৰায়ৰ কোচবিহাৰক বঙ্গৰ বুকত জাহ নিওৱা হ'ল, বঙ্গই তেৰাসকলক বঙ্গালী বুলি আৰু পুথিবিলাক বঙ্গভাষাত লিখা বুলি প্ৰচাৰ কৰিলে, (৫) বঙ্গৰ বেঙ্কবিলাকে কোটি কোটি টকা অসমীয়াৰ নিকৰি লৈ গৈ বঙ্গৰ অলেখ শ্ৰমশিল্প গঢ়ি তুলিলে।

তাৰ পাছত, ইং ১৯৪২-৪৩ চনৰ পৰা (১) বঙ্গৰ মহাদুৰ্ভিক্ষত ৩০ লাখ বঙ্গবাসী মৃত্যুৰ কৱলত পৰিল, বাকীখিনি কিছুমানক অসম মাতৃয়ে বুকুত আশ্ৰয় দি আৰু কিছুমানক ধান-চাউল যোগাই ৰক্ষা কৰিলে, (২) মুস্লিম লীগৰ অমানুষিক প্ৰত্যক্ষ সংগ্ৰামত ধ্বস্ত-বিধ্বস্ত হৈ প্ৰাণৰ ভয়ত আহি আশ্ৰয় লোৱা হেজাৰ হেজাৰ নোৱাখালীয়া, চাঁদপুৰীয়া বঙ্গবাসীক অসমীয়াই আশ্ৰয় দিলে, খুৱালে-ধুৱালে, (৩) ভাৰত খণ্ড-বিখণ্ড হ'ল, (৪) অসমৰ সীমাত, অসমৰ অস্তিত্ব ধ্বংস কৰা পৰিকল্পনাৰে সদায় কাম কৰি থকা চিৰবিৰোধী পাকিস্তানী ৰাষ্ট্ৰ এখন গঢ়ি উঠিল. (৫) জাপানৰ খেদাত ব্ৰহ্মদেশৰ পৰা পলাতক ভাৰতীয়ৰ বৰ্ণনাতীত, হৃদয়বিদাৰক শোচনীয় সোঁত অসমৰ বুকুৰ ওপৰেদি চলিল, (৬) আই. এন. এ. ৰ ইম্ফল আক্ৰমণত অসমীয়াক নিঃসহায় কৰি এৰি থৈ, অসমীয়াৰ আতঙ্ক দহ গুণ বঢ়াই বাহিৰলৈ পলোৱাৰ ধুম চলিল, (৬) পৃথিবীব্যাপী মহাযুদ্ধৰ পূৰ্বকাললৈ বোৱা ধাৰা এটা প্ৰচণ্ড দৈত্যৰ দৰে গাঁও-ভূই, চহৰ-নগৰ, বাট-ঘাট, বজাৰ-হাট, বননি-পথাৰ উচ্ছন্ন কৰি পূৰা চাৰি বছৰ চলিল। এইবোৰৰ প্ৰত্যেকটোৱে অসমৰ আৰ্থিক, সামাজিক, ভাষিক, সাংস্কৃতিক জীৱনৰ ওপৰলৈ একোটা ভীষণ পৰিবৰ্তন আনিলে।

কিন্তু বাহিৰৰ ইমানবিলাক ভীষণ উল্টা-পাল্টাৰ কোনোটো আঘাততেই অসমীয়াৰ অন্তৰত কোনো প্ৰতিক্ৰিয়াৰ উদ্ৰেক নহ'ল। অসমীয়া সাহিত্যৰ কোনো এপাততেই এইবোৰ কোনোটোৰে জীৱন্ত বৰ্ণনাৰ একো চিন ছাব ফুটি নুঠিল। হেৰ সিদিনাখন ঘটি যোৱা এইবোৰ ঘটনা আজি দহ বছৰ নৌ শেষ হওঁতেই অসমীয়াৰ স্মৃতিৰ পৰা বিলুপ্ত হ'ল। ক'ত কি ঘটনা ঘটি অসমীয়াৰ আৰ্থিক, সামাজিক, ভাষিক আৰু সাংস্কৃতিক জীৱনত কি পৰিণামৰ সৃষ্টি কৰিলে, আজি অসমীয়াৰ মনত নাই। অসমীয়াই আজি কব নোৱাৰে যে এই প্ৰত্যেকটো ঘটনাই তাৰ ৰাজহাড়ত কি প্ৰচণ্ড আঘাত দি তাৰ কণ-কঠীয়া মাৰি থোৱা গধুৰ আৰু ভয়াবহ অৱস্থা এটা তাৰ কান্ধত আনি তুলি দিছে।

সেইদৰে, আজি স্বাধীনতাৰ দিনতো, অসমীয়াৰ পৈতৃক ঘৰ-ভেটি, ভাষা-সংস্কৃতি, অৰ্থনীতি, সমাজ-নীতি সৈতে গোটেইটো অস্তিত্ব বৃটিছৰ দাসত্বৰ পৰা

মুক্ত হৈ আহি পুনৰ তাৰ প্ৰতি সহানুভূতিহীন আৰু বিদ্বেষ পৰিপোষণ কৰি থকা আন এদলৰ অধীন হবলগীয়া অৱস্থাত উপস্থিত হ'ল। তথাপিতো অসমীয়াৰ গাত চেতনা নাচাপিল, অন্তৰ্জগত জিকাৰ খাই নুঠিল, কোনো জীৱন্ত প্ৰতিক্ৰিয়া নঘটিল, প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে আত্মৰক্ষামূলক সমাধান লৈ, কোনো উচিত যত্নই হওক, নাইবা চিন্তাপূৰ্ণ লিখাই হওক, অসমীয়া সাহিত্যত ওলাই নপৰিল।

চহৰ-নগৰৰ বৰমূৰীয়া নেতা আৰু ধনীসকল, স্কুল-কলেজৰ শিক্ষক, ছাত্ৰ-ছাত্ৰীসকল, অফিচ-আদালতৰ উকীল-মোক্তাৰ, হাকাম-হাকিম, কেৰাণী-মহৰি, মণ্ডল-কাননগোসকল, গাঁও-পথাৰৰ খেতিয়ক-বনুৱাসকল, শাসনযন্ত্ৰৰ অসমীয়া চালক-সকল, এম. এল. এ.সকল, পালিয়ামেণ্টৰ অসমীয়া সদস্যসকল, যিফালেই চকু যায়, সেইফালেই যেন বিৰাট একোডোখৰ নিতত জড়পিণ্ড! গাত চেতনা নাই, তত নাই। নিজ দেশ, নিজ জন্মভূমি, নিজ জাতিৰ ভৱিষ্যতৰ প্ৰতি শোচনীয় অৱহেলা। আত্মশ্ৰদ্ধা, আত্মবিশ্বাস, আত্মচেতনাহীন শুকান শিল একোডোখৰ। ধনীসকলৰ নাই ত্যাগ দেশ-ৰক্ষাৰ হকে ধন দিবলৈ, শিক্ষিতসকলৰ নাই চেষ্টা সমাধান দিবলৈ, ছাত্ৰ-ছাত্ৰীৰ নাই উদ্যম পৈতৃক ঘৰত নিজ ভৱিষ্যৎ ৰক্ষা কৰিবলৈ। হানি-খুচি নাক-মুখ বিকৃত ৰক্তাক্ত কৰিলেও অন্তৰ জিকাৰ খাই নুঠে, গাত তত নাচাপে, আত্মৰক্ষাৰ উদ্যমৰ উমান পোৱা নাযায়। মাজে সময়ে বহু চেষ্টা আৰু আশাৰে কিছু তত চপাই তুলি ধৰিলেও, খন্তেকৰ পাচতে অবসাদ জড়তাত বহি পৰে। অৱশ্যে, কেতিয়াবা কেতিয়াবা চিএৰ-বাখৰৰ কিছু সঁহাৰি উঠে সন্দেহ নাই; কিন্তু সেইটো, নিজৰ ভিতৰৰ পৰা অদম্য উৎসাহেৰে উঠি অহা আত্মৰক্ষামূলক কৰ্মপ্ৰেৰণ স্বাধীন উৎস নহয়, আনৰ ইচ্ছাত আত্ম-সমৰ্পণ কৰা অভিসন্ধিৰ ইঙ্গিতত পৰিচালিত হোৱা কাঠ-পুতলাৰ দাসত্বপূৰ্ণ অঙ্গী-ভঙ্গী। ফলত, সকলোফালেদি তিলে তিলে অসমীয়াৰ অস্তিত্বটো লুণ্ঠিত আৰু দুৰ্বল হৈ আহিল।

দেশ আৰু জাতিৰ বিপন্নতাৰ সময়ত দেশৰ কাকতবিলাকে সমস্যাৰ সমাধান দিয়ে, দিহা-পৰামৰ্শেৰে দেশবাসীক নিৰ্ভয় দি আত্মৰক্ষাৰ সাহ-উৎসাহ যোগায়। কিন্তু দুৰ্ভগীয়া অসমীয়াৰ বৰ্তমান বাতৰি-কাকতেকেইখনো সেই একে হীনাত্মিকা অৱস্থাতেই প্ৰতিনিধিত্ব কৰিছে। দেশবাসীক আচল পৰিস্থিতিটো উপলব্ধি কৰাই আত্মৰক্ষাৰ উদ্দীপনা দিয়া কৰ্তব্যৰহিত হৈ কেৱল নিজ নিজ সুবিধাবাদত চলি আছে। কাচিৎ কেতিয়াবা কোনো কাৰণত প্ৰকৃত পথৰ সন্ধান দি শক্তিশালী একাষাৰ কলেও, মুহূৰ্তৰ পিছতেই আন একাষাৰ কৈ, নাইবা অতি প্ৰয়োজনীয় আষাৰকো নকৈ, তাক একেবাৰে নিস্তেজ নিৰুৎসাহ কৰি পেলায়। গতিকে, আত্মৰক্ষাৰ উদ্যমটোও কাহিল হৈ পৰে। অসম সাহিত্য সভায়ো মূল্যৱান চন্দ্ৰকান্ত অভিধান আৰু ইন্দ্ৰকান্ত ব্যাকৰণ সঙ্কলন কৰাই ৺শৰৎচন্দ্ৰ গোস্বামীদেৱে এৰি দিয়াৰ পাছৰ পৰাই দলাদলিৰ হেঁচা-ঠেলাত লক্ষ্যৰ পৰা পিছলি গৈ যি অৱসাদত পৰিছে, সেইটো অকল লজ্জাজনকেই নহয়, কলঙ্কজনকো। শাখাবিলাকৰ নিশ্চেষ্টতা আৰু কৰ্তব্য-বিমুখতাই যে ইয়াৰ কাৰণ, তাকো ধৰিব পাৰি।

সত্ৰীনুষ্ঠানবিলাকৰ কৰ্তব্যৰ প্ৰতি বিদ্ৰূপৰ বাণ হানি ৰামকৃষ্ণ মিছন, গৌড়ীয় মঠ, ভাৰত সেৱাশ্ৰম,

মুন্সি-মৌলবী, পাদৰি আদিয়ে পৰবৰ্তীয়া অসমীয়া-সকলৰ মাজত ধৰ্ম বিলাই তেওঁলোকক অসমীয়া-বিৰোধী কৰি তোলা কাৰ্য বিপুল উদ্যমেৰে চলি গৈছে, অথচ, শঙ্কৰী সেৱাধৰ্ম ৰক্ষক অসমীয়া ধৰ্মাচাৰ্যসকলৰ গাত তত চপা নাই।

কিন্তু কিয় এনে হ'ল? যি জাতিৰ ভিতৰত একে ৰাতিতে কপাহ ধুনি, সূতা কাটি, কাপোৰ বই, সন্তানক পিন্ধাই যুদ্ধ-ক্ষেত্ৰলৈ পঠাই ১৬ বাৰ মোগলক বিধ্বস্ত কৰা কৰ্মোদ্যমৰ নিদৰ্শন আছে, য'ত গছৰ শুকান পাত এটি এটিকৈ জুইত দি তাৰ পোহৰত সাহিত্য-সাধনা কৰাৰ অতুলনীয় কাহিনী আছে, যি জাতিৰ ভিতৰত 'দেশতকৈ মোমাই ডাঙৰ নহয়'ৰ পাষাণ বিদাৰ্ণকাৰী কঠোৰ দেশপ্ৰেমৰ চানেকি আছে, যি জাতিৰ ভিতৰত দেশৰ মঙ্গললৈ ঐকান্তিক লক্ষ্য ৰাখি স্বামীৰ কাৰণে চাওদাঙৰ হাতত তিলতিলকৈ প্ৰাণ বিসৰ্জন দিয়াৰ বিস্ময়কৰ ইতিহাস আছে, যি জাতিৰ ভিতৰত গাৰো, যৱন, ভোট, মিৰিক একটা গোটত বান্ধ খুৱাই বিৰাট জাতি-সংগঠনৰ নামধৰ্মী সত্য আছে, যি বাহিৰৰ বিজয়ী আহোম আৰু বীৰ কছাৰী জাতিয়ে নিজ নিজ উদাৰতাৰে স্থানীয় লোক আৰু বহিৰাগতক সামৰি লৈ অসম মাতৃৰ বুকুৰ মাটিত নাড়ীৰ সম্বন্ধ ঘটোৱা জীৱন্ত বুৰঞ্জী আছে, সেই জাতিটোৰ আজি কিয় এনে হ'ল? কিয় এনে কৰ্মবিমুখ হ'ল? কিয় এনে সাহ-শক্তি নোহোৱা হ'ল? কিয় এনেকৈ সাহিত্য-ব্ৰতত পাছ পৰিল? কিয়? কিয় এনে আত্মবিশ্বাসহীন হ'ল? পৰ্বত-ভৈয়ামৰ সংযোগ ছিন্ন হৈ কিয় এনে ছিটিছন হৈ পৰিল? কিয় তাৰ এনে দুৰ্দশা ঘটিল? প্ৰত্যেকজন-প্ৰত্যেকজনী অসমীয়া পুৰুষ-নাৰীয়ে নিজে নিজে দকৈ চিন্তা কৰক এই পতনৰ পৰা মুক্ত হৈ পূৰ্ব গৌৰৱত সঞ্জীৱিত হৈ আত্মৰক্ষা কৰি পৈতৃক ঘৰ-ভেটিত বীৰ-দাপেৰে বৰ্তি থকাৰ উপায় উলিয়াব নে ধ্বংসৰ মুখত গা এৰি দিব? মই যদি দেশৰ সৰ্বাধিনায়ক, অৰ্থাৎ 'ডিৰেক্টৰ' হলোহেঁতেন, তেন্তে চিন্তাশীল বৈজ্ঞানিক কেইজনমানৰ বিশ্লেষণৰ সহায়েৰে কাৰণ উলিয়াই, মোৰ দেশখনক, মোৰ জাতিটোক ৰক্ষা কৰাৰ, গৌৰৱান্বিত কৰাৰ, সুদৃঢ় ব্যৱস্থা হাতত ললোহেঁতেন। সেইটো নহ'ল বাবে, মই আজি সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা পৰ্বত-ভৈয়ামৰ অসমীয়া ৰাইজৰ ওচৰত আঠু লৈ কৰযোৰে নিবেদন জনালো, নিজক নিজে ৰক্ষা কৰিবলৈ কঠোৰ কটকটীয়া সজ্ঘবদ্ধ শক্তিৰে সাজু হৈ উঠক। আত্মশক্তিৰে আত্মৰক্ষা নকৰিলে, আন কোনেও আপোনাক ৰক্ষা নকৰে।

অসমীয়া ভাই ভনীসকল! পৰ্বত-ভৈয়ামৰ অসমীয়া ৰাইজসকল!

আজি যায় যায় যায় সকলোখিনি দেখো যায় যায়!
বহুখিনি গৈ যিখিনি বাকী ৰ'ল, সিওখিনি দেখো
যায় যায়!

তথাপিতো কিয় চেতনা নাই?
সকলোখিনি দেখো যায় যায়।
সাহিত্য-সংস্কৃতি, ভাষা-অৰ্থনীতি,
সকলো দেখো আজি উটি যায় —
তথাপিতো কিয় তত চপা নাই!
খেতি, মাটি-বাৰী, বান্ধি ধৰি কাঢ়ি,
সকলো লুটি দেখো লৈ যায়,
বুকু ধাকুৰি আয়ে কান্দে হায়! হায়!
যায় সকলো দেখো উটি হায়।
জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,

নোহোৱা হ'ল দেখো হায়! হায়!

কিহেৰে ৰাখিবি জাতিক জীয়াই?

সকলোখিনি দেখো যায় যায়!

অসমীয়া ৰাইজ! পৰ্বত-ভৈয়ামৰ অসমীয়া ভাই-ভনী! আজি আপোনাৰ পৈতৃক ঘৰ-ভেটি, ভাষা-সংস্কৃতি, সমাজ-অৰ্থনীতি, অস্তিত্ব সকলো বলিশালত। সকলো কথা জল্‌জল্ পট্‌পট্‌কৈ আপোনাৰ চকুৰ আগত পৰি আছে। নিঃসঙ্কোচ, নিৰ্ভয়েৰে আপুনি আত্মস্থ হৈ উপলব্ধি কৰক, চিন্তা কৰক, বাহিৰত আস্ফালন তোলা আপোনাক ধ্বংসকাৰী ক্ৰিয়াবোৰৰ প্ৰচণ্ড প্ৰতিক্ৰিয়া চলাৰ উপযুক্ত কৰি অন্তৰ্জগত ফৰকাল কাৰি তোলক। শেষ মুহূৰ্ত। মই যোৱা ৩০ বছৰ আগৰে পৰা আজিলৈকে যি সতৰ্কবাণী আপোনালোকক শুনাই আহিছোঁ, অথচ আপোনালোকে তালৈ কাণ দিয়া নাই, সেই কথাকে আজি নিৰপেক্ষ চিন্তাশীল অসমৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, বিশিষ্ট চছিয়েলিষ্ট নেতা পুৰুষোত্তম দাস, ত্ৰিকম দাস আদিয়েও মুক্ত কণ্ঠেৰে কবলৈ ধৰিছে। ইয়াৰ সত্যতা সম্বন্ধে দ্বিধা নকৰিব। সমগ্ৰ অসমৰ পৰ্বত-ভৈয়াম জুৰি কট্‌কটীয়া সঙ্ঘবদ্ধতাৰে আত্মৰক্ষাৰ বাবে উঠি-পৰি লাগক। নিজে নিজক ৰক্ষা নকৰিলে আনে কাকো ৰক্ষা নকৰে। পৰ্বত-ভৈয়ামৰ বহল আকাশ বিদীৰ্ণ কৰি সমকণ্ঠেৰে গাই আগ বাঢ়ক :

কৰ্মবিমুখ এলেহুৱাৰ ওফন্দনিত ভৰি থকা

ভেম-ভাণ্ডৰ আৱৰ্জনাত

কৰ্মধাৰাৰ দীপ্তশিখা জ্বলাই দে জ্বলাই দে—

কুটিলতাৰ, প্ৰতাৰণাৰ, অসততাৰ ভণ্ডামিবোৰ

ফাঁক-ফুকাৰ জঠৰতা,

নিৰ্ভীকতাৰ হাফৰ-মুখত গলাই দে গলাই দে,

তোৰ সৎ-সাহিত্য, নৃত্য-গীতৰ বিদ্যুৎ-উজ্জ্বল

ভঙ্গী ঠাতত

খোদ কুলীয়া অঙ্গবোৰত

নতুন জীৱন, নৱোৎসাহৰ প্ৰচণ্ডতম কৰ্মধাৰা

চলাই দে চলাই দে।

যি আক্ৰমণে আজি ঘৰ-ভেটি, ভাষা-সংস্কৃতি, সমাজ-অৰ্থনীতিৰ সৈতে আপোনাৰ অস্তিত্ব ধ্বংস কৰি আপোনৰ ওপৰত প্ৰভুত্ব কৰাৰ পৰিকল্পনা সফল কৰিবলৈকে দিন-ৰাতি সমান কৰি নানা ফন্দিৰে কাম কৰিব ধৰিছে, তাৰ উৎসাহৰ পৰিসীমা নাই। কিন্তু আপুনি নিষ্ক্ৰিয় জঠৰ হৈ পৰি আছে। আপুনি আক্ৰমণকাৰীৰ হাতত আত্মসমৰ্পণ কৰি পুনৰ দাসত্বত নিঃশেষ হৈ যাব নে কৰ্মপ্ৰৱণ বীৰ-দাপেৰে আত্মৰক্ষা কৰি আত্মনিয়ন্ত্ৰণ অধিকাৰৰ গৌৰৱপূৰ্ণ জীৱন লৈ পৈতৃক ভূমিত জী থাকিব? এয়ে আপোনাৰ ওচৰত মোৰ শেষ প্ৰশ্ন।

অসমবাসী মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, মাদ্ৰাজী, পঞ্জাৱী, উৰিয়া, বঙ্গালী ভাইসকলকো সনিৰ্বন্ধ নিৱেদন জনালোঁ। আপোনালোকে ভাৰতৰ বিৰাট সংগঠন, বিৰাট মঙ্গল আৰু নিৰাপত্তাৰ হকে, আৰু ভাৰতৰ অবিচ্ছিন্ন অঙ্গ অসমৰ মঙ্গল আৰু নিৰাপত্তাৰ হকে, অসমকেই আপোনালোকৰ নিজ ঘৰ কৰি লওক, অসমীয়াসকলকেই নিজৰ বুলি চামিল হৈ গৌৰৱান্বিত হওক। মই জানো, কোনো অসমবাসী মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, পঞ্জাৱী, উৰিয়া, বিহাৰীয়েই আমাৰ এই উদাৰ প্ৰস্তাৱৰ বিৰুদ্ধাচৰণ কৰা নাই আৰু নকৰে। সকলোৱে আনন্দ মনেৰে তাত সন্মতি দি, এনেকি, এই সাহিত্য সভাৰ অধিৱেশন সাফল্য-মণ্ডিত কৰিবলৈকে তেওঁলোকেই সকলো প্ৰকাৰৰ সহযোগ

দিছে। সেইবাবে এইসকললৈ মই অসম সাহিত্য সভাৰ সভাপতি হিচাপে অসমীয়া ৰাইজৰ পক্ষৰ পৰা ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। কিন্তু অসমবাসী বঙ্গালীসকলে আমাৰ এই উদাৰ প্ৰস্তাৱত কোনো প্ৰকাৰৰ সহযোগ সন্মতি দিয়া নাই। তাৰ পৰিবৰ্তে তেওঁলোকে অসমক বৃহত্তৰ বঙ্গত ৰূপান্তৰিত কৰিবলৈকে নানা মিছা প্ৰচাৰেৰে সমগ্ৰ ভাৰতক আৰু কেন্দ্ৰীয় চৰকাৰক অসমীয়াৰ বিৰুদ্ধে বিষাক্ত কৰি, এনেকি, তেওঁলোকৰ মাতৃভূমি বঙ্গত ধৰ্মোন্মাদনাৰ ফলত যি অকথ্য উপদ্ৰৱ ভোগ কৰি পৈতৃক ঘৰ-ভেটি এৰি প্ৰাণ লৈ নানাফালে পলাই গৈছে, সেই বঙ্গ-হিন্দুবিলাকেই বঙ্গভাষাগত উন্মাদনাৰে অসমত অসমীয়া ভাষা-সংস্কৃতি, অৰ্থনীতি লুণ্ঠন কৰা বিষয়ত অসমীয়াৰ বিৰুদ্ধে সেই বঙ্গ-মুছলমানৰ লগত এক গোট বান্ধি নানা অসৎ উপায় অৱলম্বন কৰিছে। সেইবাবে অসমবাসী বঙ্গালী-সকলে বৃটিছতকৈও অসমীয়াৰ প্ৰতি বেছি শত্ৰুতাচৰণ কৰিছে বুলি আত্মৰক্ষাকামী অসমীয়া সকলৰ বিশ্বাস ক্ৰমে দৃঢ় হৈ যাব ধৰিছে। কিন্তু বঙ্গালীসকলক কওঁ, তেওঁলোকে এনে অসমীয়া-বিৰোধী মতি-গতিৰে অকল তেওঁলোকৰেই নহয়, অসমৰ আৰু সমগ্ৰ ভাৰতৰো অমঙ্গল কৰিবলৈ আগ বাঢ়িছে। তেওঁলোকে যদি মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, মাদ্ৰাজী, পঞ্জাৱীসকলৰ দৰে অসমীয়াৰ লগত সদ্ভাৱেৰে নচলে, তেন্তে তাৰ পৰিণামত অসমৰ লগত ভাৰতৰো যি শান্তি-শৃঙ্খলাত আঘাত পৰিব, তাৰ বাবে একমাত্ৰ বঙ্গালীসকলেই দায়ী হ'ব। বঙ্গালীসকলে কোনো ঠাইতেই স্থানীয় লোকসকলৰ লগত মিলি শান্তি-শৃঙ্খলাৰে থাকিব নোৱাৰাটো বঙ্গালীৰ পক্ষেই অখণ্ডনীয় কলঙ্ক।

**ভাৰতৰ একত্ব সম্পাদনৰ উপায়**

যুক্ত ভাৰতৰ প্ৰদেশ, অঞ্চল বা ষ্টেটবিলাকৰ ভিতৰত পাৰস্পৰিক শান্তি-শৃঙ্খলাপূৰ্ণ অভঙ্গ একত্বেৰে ভাৰতক শক্তিশালী কৰাৰ মাত্ৰ দুটা উপায়। এটা হৈছে: প্ৰদেশ, অঞ্চল বা ষ্টেটবিলাকৰ ভাষাৰ বিভিন্নতা মচি পেলাই একমাত্ৰ হিন্দী ভাষাটোক ভাৰতবাসী মাত্ৰকৰে শিক্ষাৰ বাহন কৰি গ্ৰহণ কৰা; আৰু ভাৰতৰ অন্তৰ্ভুক্ত কোনো ঠাইতেই একমাত্ৰ ভাৰতীয়ৰ পৰিচয়ৰ বাহিৰে, ভাষা-সাহিত্যৰ নামতেই হওক, কিম্বা ধৰ্মসমাজৰ নামতেই হওক, সকলো সঙ্ঘ, পৰিষদ, সন্মিলন, অনুষ্ঠানৰ পৰা বঙ্গালী, মাৰোৱাৰী, মাৰাঠী, মাদ্ৰাজী, বিহাৰী, উৰিয়া, পঞ্জাৱী আদি প্ৰাদেশিক বা আঞ্চলিক বা ষ্টেটৰ পৰিচয়বিলাক নিৰ্মূল কৰি উঠাই দিয়া। স্বাধীন ভাৰতৰ এই নতুন লোক-গণনাও এইদৰেই হ'ব লাগে। এই অহা লোক-গণনাত ভাৰতৰ লোক-সমষ্টিৰ ভিতৰত ধৰ্মগত বা প্ৰদেশগত একো পৰিচয় থাকিব নালাগে। এই মৰ্মে আমি ভাৰত চৰকাৰলৈও লিখিছো। আৰু আনটো হৈছে: যি কোনো প্ৰদেশ, অঞ্চল বা ষ্টেটলৈকে আহি স্থায়ী হৈ বাস কৰা আন কোনো প্ৰদেশ, অঞ্চল বা ষ্টেটৰ মানুহবিলাকে সেই সেই প্ৰদেশ, অঞ্চল, বা ষ্টেটৰ স্থানীয় লোকসঙ্ঘৰ সামূহিক স্বাৰ্থৰ লগত সকলো বিষয়তে এটা হৈ মিলি যোৱা, যি কথাটো আমি যোৱা ৩০ বছৰৰ পৰা চিঞৰি কৈ আহিছো। ভাৰতৰ একত্ব আৰু মঙ্গলৰ অৰ্থে, অসমীয়াৰ পক্ষৰ পৰা, আনে নললেও, আমি এই দুটাৰ যি কোনো এটা মিলনৰ পথ লবলৈ প্ৰস্তুত আছো। মোৰ বিশ্বাস, অসমবাসী মাৰোৱাৰী, নেপালী,

হিন্দুস্থানী, পঞ্জাৱী, মাদ্ৰাজী, মাৰাঠী, উৰিয়া, বিহাৰীসকলেও তাত সন্মত আছে। কিন্তু একমাত্ৰ বঙ্গালীসকলেই সম্ভৱতঃ ইয়াৰ এটা পথো গ্ৰহণ নকৰিব। কাৰণ, মুস্লিম লীগৰ ধৰ্মোন্মাদনাৰ দৰে বঙ্গালীসকলৰ ভাষিক উন্মাদনাটো ইমান তীব্ৰ হৈ চলিছে, যে তেওঁলোকৰ মাতৃভূমি বঙ্গক যদিও ভাষা-সংস্কৃতি, ধৰ্ম-কৰ্ম, মান-ইজ্জৎ সৈতে চিৰকালৰ বাবে মুছলমানী পাকিস্তানৰ হাতত সঁপি দিছে, তথাপি ভাষিক উন্মাদনাৰে অসমক আৰু বিহাৰ-উৰিষ্যাৰ কিছু অংশক গ্ৰাস কৰি, লাগিলে হিন্দীভাষী ভাৰতৰ লগত বিচ্ছেদ হৈও, সৰ্বনায়কী ক্ষমতাৰ বৃহৎ বঙ্গ-সাম্ৰাজ্য এখন গঢ়ি তুলিবলৈ প্ৰস্তুত আছে। কিন্তু মই বঙ্গৰ, অসমৰ আৰু ভাৰতৰ মঙ্গলৰ দোহাই দি বঙ্গালীসকলৰ ওচৰত কৰযোৰে নিৱেদন জনালো, তেওঁলোকে ভাৰত-বিধ্বংসী এই মনোবৃত্তিৰ পৰা মুক্ত হৈ, যি অঞ্চলতেই বাস নকৰক, তাৰ স্থানীয় লোকসজ্ঘৰ লগত সৰ্কলো বিষয়তে মিলি গৈ ভাৰতৰ আৰু হিন্দুৰ ভিতৰত একত্ব সম্পাদন কৰি, নৱলব্ধ স্বাধীনতাক শক্তিশালী কৰাৰ শত্ৰু নহৈ সহায়ক হওক।

**অসমীয়া হিন্দু-বৌদ্ধ-ট্ৰাইবেল-মুছলমান এক**

অসম হিন্দু-প্ৰধান দেশ আৰু তাক অসমীয়াই সদায় হিন্দু-প্ৰধান কৰিয়েই ৰাখিব। সেইবাবেই, ভাৰত বৃটিছৰ অধীনত থকা সময়তেই, ৩০ বছৰ আগৰ পৰাই, বঙ্গৰ মৈমনচিঙীয়া মুছলমানৰ আমদানিৰ বিৰুদ্ধে 'সংৰক্ষিণী সভা' আৰু 'জাতীয় মহাসভা'ৰ জৰিয়তে আমি আন্দোলন চলাই আহিছোঁ। কিন্তু অসম হিন্দু-প্ৰধান হলেও, খুব লঘিষ্ঠ সংখ্যক অসমীয়া মুছলমানৰ প্ৰতি গৰিষ্ঠ সংখ্যক অসমীয়া হিন্দুই কোনো বিৰুদ্ধ মনোভাৱ কেতিয়াও পৰিপোষণ কৰা নাই। আহোম ৰাজৰ দিনৰ পৰাই অসমীয়া হিন্দু-বৌদ্ধ-মুছলমানে অসমত সদায় সম্ভাৱেৰে ভাই-বন্ধুৰ দৰে বাস কৰি আছে। সেইবাবে, বঙ্গ আদি বাহিৰৰ প্ৰভাৱ নপৰালৈকে অসমীয়া হিন্দু-মুছলমানৰ কোনো সাম্প্ৰদায়িক বিকৃতিয়ে অসমীয়া সমাজত দেখা দিয়া নাছিল আৰু বাহিৰৰ প্ৰভাৱে কিছু বিকৃত কৰিলেও, সেই পুৰণি সম্ভাৱৰ সম্বন্ধই, বঙ্গৰ দৰে ঘৃণনীয় বীভৎসভাৱে ই অসমীয়া সমাজত দেখা দিব দিয়া নাই। সেইবাবেই, অসম হিন্দু-প্ৰধান হৈও, বঙ্গৰ সেই ঘৃণনীয় বীভৎস হিন্দু-মুছলমানী সাম্প্ৰদায়িক জঘন্যতাৰ ভাবটো অসমে তাৰ ঘৰত কেতিয়াও সোমাবলৈ নিদিব। আমি অসমীয়া। হিন্দু, বৌদ্ধ, ট্ৰাইবেল, মুছলমান মিলি আমি অসমৰ অসমীয়া—ভাৰতীয় মহাজাতিৰ অন্তৰ্ভুক্ত আমি অসমীয়া জাতি। অসম অসমীয়াৰ দেশ। বিৰাট ভাৰতীয় পৰিয়ালৰ এটা পৰিয়াল অসমীয়াৰ অসম দেশখন নিজ ঘৰ, যিদৰে ভাৰতমাতাৰ বঙ্গালী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বঙ্গ, বিহাৰী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বিহাৰ।

নিজৰ এজন হৈ থাকিবলৈ আহিলে দিব,
লুণ্ঠনকাৰী শান্তিভঙ্গকাৰী হৈ আহিলে নিদিব।

বাহিৰৰ হিন্দুৱানী বা মুছলমানী উন্মাদনা অসমত সুমুৱাই, অসমলৈ বেছি সংখ্যক হিন্দুক বাহিৰৰ পৰা নানিলে অসম পাকিস্তানলৈ যাব বুলি অসমীয়া হিন্দুকেইটাক ভয় দেখুৱাই, আৰু বাহিৰৰ পৰা অসমলৈ বেছি সংখ্যক মুছলমান আমদানি নকৰিলে অসমীয়া মুছলমানকেইটাৰ ওপৰত অসমীয়া হিন্দুই উপদ্ৰৱ কৰিব বুলি কুচুলাই,

অসমীয়াৰ ভিতৰত বিভেদ, অশান্তি সৃষ্টি কৰি, বাহিৰৰ হিন্দুৱানী আৰু মুছলমানী ষড়যন্ত্ৰই অসমীয়াৰ ওপৰত আধিপত্য কৰাৰ পথ মুকলি কৰিব ; আৰ্থিক, সামাজিক, ভাষিক, সাংস্কৃতিক জীৱন লুণ্ঠন কৰি অসমীয়াক দাসত্বত বান্ধি লব, তেনে অৱস্থা, অসমীয়াই এজন জী থকালৈকে অসমত কেতিয়াও ঘটিব নিদিব। এই অভিসন্ধি লৈ যেয়ে অসমত সোমাব তাকেই অসমীয়াই অসমৰ বাহিৰ কৰি দিব। সি মুছলমান হওক, হিন্দু হওক, বৌদ্ধ, খৃষ্টান যিয়েই নহওক। অৱশ্যে, অসমীয়াই নিজৰ প্ৰয়োজনৰ পৰিমাণ ৰাখি কিবা বাঢ়ি থাকিলে, যেয়ে অসমীয়াৰ পৰিয়ালৰ নিজৰ এজন হৈ শান্তিৰে থাকিবলৈকে খোলা অন্তঃকৰণেৰে আহিব, তাক অসমীয়াই বঞ্চিত নকৰে আৰু সদায় দিয়েই আছে।

**স্বৰাষ্ট্ৰীয় আৰু পৰৰাষ্ট্ৰীয়হে, হিন্দু-মুছলমানী নহয়**

পূৱ-পাকিস্তানত হিন্দুৰ প্ৰতি যিবিলাক অমানুষিক উপদ্ৰৱ কৰা হৈছে, সেইবোৰ মুছলমানী ধৰ্মোন্মাদনাৰ নাৰকীয় কাম, অতি ঘৃণনীয়। সেইবাবে পূৱ-পাকিস্তানৰ অমানুষিকতাৰ প্ৰতি অকল ঘৃণা জনাই প্ৰতিবাদ কৰিয়েই নহয়, প্ৰতিকাৰৰ অৰ্থে সংখ্যালঘিষ্ঠসকলৰ প্ৰতি সকলো ৰকমৰ কাৰ্যকৰী সহানুভূতি দিবলৈ আমি প্ৰস্তুত আছোঁ। একমাত্ৰ এই উন্মাদী অমানুষিকতাৰ কাৰণেই পাকিস্তানৰ লেশমাত্ৰ অভিসন্ধিও আমি শান্তিপূৰ্ণ নিৰপেক্ষ অসমীয়া সমাজত সোমাবলৈ নিদিম। অসমৰ ভিতৰত যদি তেনে কোনো অভিসন্ধি আছে, সকলোখিনিকে বাহিৰ কৰি খেদি আমাৰ অসম নিৰ্মল, পবিত্ৰ, শান্তিপূৰ্ণ ৰাখিম। অসমীয়াৰ ভিতৰতো যদি তেনে কোনো অসমদ্ৰোহী, অসমীয়া সমাজদ্ৰোহী উপাদান আছে, তাকো আমি খেদি পঠাম। কিন্তু সেইটো ঘৃণনীয় হিন্দু-মুছলমানী সাম্প্ৰদায়িক ভাৱেৰে নহয়, স্বৰাষ্ট্ৰীয় পৰৰাষ্ট্ৰীয় হিচাপেহে। কাৰণ, পাকিস্তান আমাৰ পৰৰাষ্ট্ৰ—ভাৰতৰ শত্ৰু, অসমৰ শত্ৰু—সেইটো হিন্দুৱেই হওক, নাইবা মুছলমানেই হওক। অসমৰ, অসমীয়া সমাজৰ শান্তি-শৃঙ্খলা নিৰাপত্তা ভঙ্গ কৰি তাৰ লগতে ভাৰতকো বিপদগ্ৰস্ত কৰাৰ ষড়যন্ত্ৰ লৈ যেয়ে অসমত সোমাব, সেয়ে অসম আৰু ভাৰত দুয়োৰো শত্ৰু। গতিকে হিন্দুৱেই হওক, নাইবা মুছলমানেই হওক, যেয়ে অসমৰ অসমীয়া সমাজৰ শান্তি-শৃঙ্খলা নিৰাপত্তাত আঘাত কৰিব, তাৰেই অসমত ঠাই নাই।

শান্তি-শৃঙ্খলা নিৰাপত্তাকামী অসমলৈ বঙ্গৰ পৰা দুটা অভিসন্ধি আহিছে আৰু অসমত কাম কৰা বঙ্গালীপ্ৰধান কমিউনিষ্ট, ৰেডিকেলিষ্ট, ফৰৱাৰ্ড ব্লকিষ্ট, লীগ, হিন্দুসভা, চিটিজেন্‌ছ এচোছিয়েছন, বাস্তুহাৰা, ৰিফিউজীজ এচোছিয়েছন আদি অনুষ্ঠানৰ নামত সকলোবিলাকে পাৰস্পৰিক সহযোগেৰে এই দুয়োটা অভিসন্ধিৰে অসমীয়াৰ অস্তিত্ব হানি কৰি অসমত আধিপত্য কৰিবলৈকে ষড়যন্ত্ৰ কৰিছে। অভিসন্ধি দুটাৰ এটা ধৰ্ম-উন্মাদী, আৰু আনটো ভাষা-উন্মাদী। ধৰ্ম-উন্মাদী পাকিস্তানী মুছলমানৰ অভিসন্ধি হৈছে, অসমত মুছলমানৰ সংখ্যা বৃদ্ধি কৰি অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰা, আৰু ভাষা-উন্মাদী বঙ্গভাষীৰ অভিসন্ধি হৈছে, অসমত বঙ্গভাষীৰ সংখ্যা বৃদ্ধি কৰি অসমক বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্ত কৰা। এই দুয়োটা অভিসন্ধিতেই, কমিউনিষ্টৰ উপৰিও, অসম আৰু অসমীয়াৰ মৃত্যুবাণ আছে। ধৰ্ম-উন্মাদী পাকিস্তান-

পন্থী মুছলমানৰ সংখ্যা বাঢ়ি অসম পাকিস্তানত সোমালে, অসমীয়াসকলে মুছলমান ধৰ্ম গ্ৰহণ কৰি পাকিস্তানভুক্ত হৈ নাথায় মানে অসমীয়াৰ ওপৰত অকথ্য উপদ্ৰৱবিলাক চলিব, যিবিলাক আজি আমি পাকিস্তানৰ হিন্দুসকলৰ ওপৰত চলি থকা দেখিছোঁ। তেতিয়া, মুছলমান ধৰ্ম গ্ৰহণ নকৰো বুলি পূৱ-পাকিস্তানৰ বঙ্গালী হিন্দুসকলে অসমলৈ পলাই আহি সৰাৰ দৰে অসমীয়া হিন্দুৰ পলাই সাৰিবৰো ঠাই নোহোৱা হ'ব। গতিকে অসমীয়া হিন্দু হয় গোটেইখিনি মুছলমান হ'ব লাগিব, নহয় মৰি সাং হ'ব লাগিব। আৰু যদি অসমত উন্মাদী বঙ্গভাষীৰ সংখ্যা বেছি হয়, তেন্তে অসম বৃহত্তৰ বঙ্গত গৈ লীন হ'ব, বঙ্গভাষা অসমৰ ৰাষ্ট্ৰভাষা হ'ব, বঙালীয়ে অসমীয়াৰ ওপৰত ৰাজত্ব চলাব, কলিকতাৰ পৰা অসমীয়াৰ ভাগ্য নিয়ন্ত্ৰিত হব, অসমীয়া বঙ্গালীৰ গোলাম হ'ব, অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ মুকলি অধিকাৰ সঙ্কুচিত কৰা হ'ব, অসমীয়া ভাষা অসমত এটা 'দোৱান'ৰ অৱস্থা প্ৰাপ্ত হ'ব। 'অসম-সাহিত্য সভা'ও এটা বিদ্ৰূপৰ বস্তু হৈ পৰিব, (সম্ভৱতঃ এনে ভৱিষ্যৎ অনিবাৰ্য বুলি উপলব্ধি কৰি, সেই চিন্তাতেই 'সাহিত্য-সভা'খন এনে জঠৰ হৈ পৰিছে)। কাৰণ, বঙ্গালীয়ে নিজৰ বঙ্গভাষাৰ বাহিৰে আন কোনো ভাষাৰ শ্ৰীবৃদ্ধি ইচ্ছা নকৰে, আৰু ঘৃণা কৰে। এনেকি, সৰ্বভাৰতীয় হিন্দী ভাষাৰ বিৰুদ্ধ মনোবৃত্তিও বঙ্গভাষীৰ ভিতৰত প্ৰবল। যদি কোনোবাই কয়, যে অসম বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্ত হলেও, অসমত অসমীয়া ভাষা-সংস্কৃতিৰ একো সঙ্কোচন নহব, (পাকিস্তানত সংখ্যালঘিষ্ঠৰ প্ৰতি অন্যায় কৰা নহব বুলি কোৱা ধৰ্ম-উন্মাদী পাকিস্তানীৰ মিঠা কথাত ভোল যোৱাৰ দৰে, ভাষা-উন্মাদী বঙ্গভাষীৰ এনে মিঠা কথাত ভোল গৈ অসমক বঙ্গভাষী-প্ৰধান কৰা মতলবত সম্মত হোৱা দেশদ্ৰোহী অসমীয়া আছে বুলি সকলোৱে জানে) তেন্তে, তাৰ অসত্যতা, কোচ-বিহাৰৰ শতকৰা ৯০ জন কোচবিহাৰীয়ে অসমীয়া ভাষা গ্ৰহণ কৰি অসমৰ লগত সাঙোৰ খাই পুৰণি সম্বন্ধ বাহাল ৰখাৰ ইচ্ছা প্ৰকাশ কৰাৰ স্থলতো, বঙ্গভাষীৰ ষড়যন্ত্ৰত কোচবিহাৰক বলেৰে নি বঙ্গৰ অন্তৰ্ভুক্ত কৰাত, ধুবুৰীৰ স্থানীয় অসমীয়াভাষী অধিবাসীয়ে বিৰোধ কৰি থকাৰ স্থলতো, বঙ্গ-ভাষীয়ে নানা উপায়েৰে তেওঁলোকক বঙ্গভাষী কৰি তুলিবলৈ চক্ৰান্ত কৰাত, আৰু অসমীয়া ভাষা গ্ৰহণ কৰা চাহ-বনুৱা আৰু পুৰণি বঙ্গ পমুৱা-সকলক বঙ্গভাষী কৰিবলৈ অপচেষ্টা কৰাত, নিঃসন্দেহকৈ দেখা গৈছে। গতিকে, ধৰ্ম-উন্মাদী পাকিস্তানী আৰু ভাষা-উন্মাদী বঙ্গস্থানী দুয়োটা অসমীয়াৰ শত্ৰু। দুয়োটা অভিসন্ধিকেই অসমীয়াই অসমত সোমাবলৈ নিদিব, খেদি পঠিয়াব।

শেষত, অসমীয়া ৰাইজ! পৰ্বত-ভৈয়ামৰ অসমীয়া ভাই-ভনী! আজি আপোনাৰ দেশ, আপোনাৰ অস্তিত্ব কমিউনিষ্ট, পাকিস্তানিষ্ট, বেঙ্গলিষ্ট তিনিওটা শত্ৰুৰদ্বাৰা ভীষণভাৱে আক্ৰান্ত। এই আক্ৰমণত কমিউনিষ্ট জিতিলে আপুনি হ'ব মস্কোৰ অধীন, পাকিস্তানী জিতিলে আপুনি হব পাকিস্তানৰ গোলাম, আৰু বেঙ্গলিষ্ট জিতিলে আপুনি পৰিব বঙ্গৰ দাসত্বত। এই তিনিটাৰ যি কোনো এটাৰ দাসত্বত পৰিলেই অসমীয়াৰ মৃত্যু। এতিয়া আপোনালোকে স্থিৰ কৰক, এই তিনিওটা ষড়যন্ত্ৰত আত্ম-সমৰ্পণ কৰি নিশ্চিহ্ন হৈ যোৱা কলঙ্কিত সাহিত্যকে সৃষ্টি কৰিব, নে বীৰৰ দাপেৰে প্ৰকৃত অসমীয়াৰ তেজোদীপ্ত

চিনাকিৰে বিশ্বোজ্জ্বলকাৰী মহান সাহিত্যৰ সৃষ্টি কৰিব।

কিন্তু কোনোটোৱে দাসত্বত নপৰিবলৈকে অসমীয়া বদ্ধপৰিকৰ হওক। আত্মৰক্ষা কৰিবলৈকে অদম্য উৎসাহেৰে সাজু হৈ উঠক, নিৰ্ভীক বীৰ দাপেৰে আগবাঢ়ক। শই শই, হেজাৰে হেজাৰে অসমীয়া ডেকা-গাভৰু কঠোৰ নিয়মানুবৰ্তিতাৰে, সুশৃঙ্খলিত দৃঢ়তাৰে, আজি আমাৰ মাতৃভূমিৰ, ভাষা-সংস্কৃতিৰ, সমাজ-অৰ্থনীতিৰ ঘোৰ দুৰ্দিনত কঠোৰ সেৱাব্ৰতেৰে কৰ্মক্ষেত্ৰত জঁপিয়াই পৰক, যাওক এনে সেৱাব্ৰতী শৃঙ্খলিত এদল আমাৰ পৰ্বতীয়া ভাইসকলৰ ঘৰে ঘৰে, যাওক এদল থকা-মেলা খোৱা-লোৱাত, অনভিজ্ঞ, অশিক্ষিত, এন্ধাৰত পৰি থকা প্ৰত্যেকখন গাঁৱৰ চোতালে-পদূলিয়ে, যাওক এদল অসমৰ হাটে-বজাৰে, ধৰক এদলে একাগ্ৰতাৰে সাহিত্য-সেৱাত, যাওক এদল পতিত হৈ পৰি থকা মাটি কেইডুখৰিলৈ। পৰ্বতীয়া অসমীয়াসকলক নিজৰ বুকুলৈ টানি আনক, গাঁৱলীয়াসকলৰ মনত শিক্ষাৰে জাতীয় চেতনা জগাই তোলক, নিজ দেশৰ মাটিখিনিৰ লগত নিজ দেশৰ ভাই-ভনীকিটিৰ নাড়ীৰ সম্বন্ধ স্থাপন কৰি একাগ্ৰতাৰে বিৰাট সাহিত্য সৃষ্টি কৰক, হাট-বজাৰৰ বেহা-বেপাৰ হাতত লওক, মাটি কেইডুখৰিত খেতি কৰি অপৰ্যাপ্ত খাদ্য-শস্য উৎপন্ন কৰক, অসমীয়া সাহিত্যৰ বিৰাট স্ফুৰণ ঘটাই তোলাৰ পথ বিৰাটভাৱে মুকলি কৰক!

—ওঁ শান্তি—

# আসামত আকাল

আসামৰ চাৰিওফালৰ পৰা আকাল হোৱাৰ খবৰ পোৱা গৈছে। কামৰূপ, গোৱালপাৰা, শিৱসাগৰ, নগাঁও আদি জিলাৰ কোনো ঠাইত টকাত চাউল /৩ সেৰ /৪ সেৰকৈ হৈছে, তাৰ ওপৰঞ্চি দেশীয় মানুহে বুকুৰ তেজ পানী কৰি উপাৰ্জন কৰা ধান-চাউল বিদেশী মাৰোৱাৰী, বঙ্গালী ব্যৱসায়ীসকলে টকাৰ ফান্দ লগাই তেওঁলোকৰ মুখৰ পৰা কাঢ়ি নিবই লাগিছে। আন আন বস্তুৰ জুইজ্বলা দৰৰ কথা নকৰেঁই, পেটৰ ভাত মুঠিৰো আকাল হৈ পৰিছে। এনেইতো কলা-জ্বৰ, তেজহাগনি, কাঁহ, জ্বৰ ইত্যাদিৰ অত্যাচাৰত হাজাৰে হাজাৰে লোক মৃত্যুৰ আক্ৰোশত পৰি গাঁৱে গাঁৱে হাহাকাৰ লাগিছে, তাতে আৰু এই আকালৰ কৰাল মূৰ্তিয়ে দেখা দিয়াত গাঁৱে গাঁৱে মহাত্ৰাস উপস্থিত হৈছে। অৱশ্যে বাঁকুৰা, পুৰি আদি ঠাইৰ নিচিনা দুৰ্ভিক্ষ আমাৰ ইয়াত এতিয়াও হোৱা নাই; কিন্তু আজি ১০-১২ বছৰৰ পৰা অলপ অলপকৈ আক্ৰমণ কৰি দুৰ্ভিক্ষ এতিয়া আসামত যিভাৱে সবল হৈ আহিব ধৰিছে সেইটো নিতান্ত ভয়াবহ। বিহালীত ছয়-সাত সাজ খাব নাপাই বাটে-ঘাটে পৰি থকা মানুহৰ খবৰ ওলাইছে, উত্তৰ লক্ষীমপুৰৰ ৰহমবীয়া মৌজাত

দুই-তিনি সাজ খাব নোপোৱা বহুত দুখীয়া মানুহৰ বাতৰি পাইছোঁ আৰু যে ক'ত কিমান মানুহ এই আকালত পৰি আধামৰা হৈ কি দুৰৱস্থাত পৰি আছে। আমাৰ দেশ কোনো ৰাজহুৱা সমবেত আন্দোলন বিষয়ত পিছ পৰি থকা কাৰণে এতিয়াও আমাৰ কাণত পৰা নাই। কিন্তু আমি জানো, প্ৰত্যেক ঠাইতেই বহুত মানুহ দুই-তিনি দিনৰ মূৰন্ত ল'ৰা-ছোৱালী-তিৰোতা আদিৰে সৈতে এসাজ খাব নাপাই পৰি আছে, কিন্তু আন্দোলনৰদ্বাৰা কোনো প্ৰতিকাৰৰ চেষ্টাৰ গম নোপোৱাৰ নিমিত্তে সকলোৱে শুনা নাই। যি আসামত প্ৰাচীনকালৰ পৰাই আকালৰ গোন্ধ-মাত্ৰ নাছিল, সেই দেশত দুৰ্ভিক্ষৰ প্ৰবল আধিপত্য হ'ল কেনেকৈ?

আমাৰ দেশৰ যিসকল ডাঙৰ মানুহ, তেওঁলোকে আজিলৈকে দুখীয়া তৰপৰ মানুহৰ সুখ-দুখ, অভাৱ-অভিযোগত তিলমাত্ৰাও কোনো সহানুভূতি দেখুওৱা নাই। নিজৰ সুখ-সম্পদৰ কুণ্ডত ডুব গৈ নিজেই নিজৰ জীৱন সাৰ্থক কৰি নিশ্চিন্ত হৈ বহি আছে। এইফালে দেশ ভাহি য'ক, সেই কুণ্ডৰ পৰা উঠি খবৰ লবৰ তেওঁৰ আজৰি নাই; এনে অৱস্থাত আমি শুনি সুখ পালোঁ যে উত্তৰ লক্ষীমপুৰ জিলাৰ মায়ামৰা সত্ৰৰ শ্ৰীযুত নিত্যানন্দ সত্ৰাধিকাৰ গোস্বামীয়ে আকাল হৈ দুই-তিনি সাজ নাখাই থকা ৰহমৰীয়া মৌজাৰ মানুহবিলাকৰ ভিতৰত খাৰৰীয়াৰ সংখ্যা অনুপাতে দহ পূৰালৈকে ধান বিনা দামত বিলাই দিবলৈকে গাত লৈছে। কাৰ্যত পৰিণত কৰা শুনিলে আমি আৰু আনন্দ পাম। আমাৰ ডাঙৰ মানুহ-সকলে সত্ৰাধিকাৰ গোস্বামীৰ পদাঙ্ক অনুসৰণ কৰি চলিলে তেওঁলোকেও ধন্য হ'ব আৰু দেশো দুৰ্ভিক্ষ-মহামাৰীৰ পৰা ৰক্ষা পাব।

# জাতীয় জাগৰণ

কৈৱৰ্ত জাতীয় উন্নতি সভা, শালৈ জাতীয় উন্নতি সভা, হিন্দু-চুটীয়া সভা, সুত সম্মিলন, লালুং জাতীয় সভা, কোচ জাতীয় উন্নতি সভা ইত্যাদি সৰু সৰু সাম্প্ৰদায়িক সভা, ধাঁহি গাঁও উন্নতি সভা, লাহিং সভ্য, টিফুক হিত সাধিনী সভা, বৰদলনী প্ৰজা সম্মিলনী ইত্যাদি ৰায়তৰ উন্নতিজনক অনুষ্ঠান আৰু নানা ঠাইত ছাত্ৰ সভা, ছাত্ৰী সম্মিলন, শিক্ষক সন্মিলন, মণ্ডল সভা ইত্যাদি নানা সভাৰ ঢল উঠি অহাত দেশজুৰি এটা বৃহৎ জাতীয় জাগৰণৰ চিন উঠি আহিছে। দেশৰ সকলোৱে দেশৰ উন্নতি, জাতিৰ উন্নতি যে অৱশ্যে কৰ্তব্য, সেইটো বুজি পাইছে। ই দেশৰ মঙ্গলৰ চিন। কিন্তু লগে লগে সাৰ্বজনীনতাক হেঁচা মাৰি থৈ সাম্প্ৰদায়িক সঙ্কীৰ্ণতাই যদি মূৰ দাঙি উঠে তেনেহলে অমঙ্গলৰ কথা হ'ব। সকলো সভাই নিজ নিজ সম্প্ৰদায়ৰ উন্নতিৰ অৰ্থে কাৰ্যক্ষেত্ৰত নামিবৰ সময়ত জাতীয় স্বাৰ্থতকৈ সাম্প্ৰদায়িক স্বাৰ্থ যাতে বেছি নহয়, সেইফালে চকু ৰাখি কাম কৰিলে দেশৰফালে পৰম মঙ্গলকৰ হ'ব।

# নিখিল ভাৰত সাহিত্য সঙ্ঘ

এই নামে এটা সঙ্ঘ ওলাইছে, আমি বাতৰি-কাকতত পঢ়িছোঁ। এই সঙ্ঘৰ সম্পাদক অকল সম্পাদক নহয়, বোধ কৰোঁ হৰ্তাকৰ্তা হৈছে শ্ৰীজ্ঞানেন্দ্ৰ কুমাৰ কাব্যাৰ্ণৱ, বেদান্তৰত্ন এম-আই, এ-এছ-ছি বুলি কলিকতাৰ ৯৯, শোভাবাজাৰৰ ঠিকনাত থকা কোনো এজন বঙ্গালী মানুহ। এই সঙ্ঘৰ উদ্দেশ্য দিয়া হৈছে "ভাৰত-ভূমিৰ ত্ৰিশ কোটি সন্তানৰ ভিতৰত যাতে নিজ নিজ মাতৃভাষাৰ চৰ্চা প্ৰবল হয় আৰু বিস্তাৰ বেছি হয় আৰু সেই লগতে অন্যান্য প্ৰাদেশিক ভাষাৰ লগত প্ৰীতি আৰু সাধ্য ভাব বৃদ্ধি হৈ প্ৰত্যেক ভাষাৰেই যথেষ্ট পৰিপুষ্টি লাভ কৰে, সেয়ে সাহিত্য সঙ্ঘৰ একমাত্ৰ উদ্দেশ্য— এই উদ্দেশ্যেই ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাৰ উপাধি পৰীক্ষা লোৱা হয়।" উদ্দেশ্য অতি মহৎ, অতি উদাৰ, অতি ব্যাপক। কোনো ব্যৱসায়ী বুদ্ধিৰ কুটিলতাৰ প্ৰভাৱ নোহোৱাকৈ যদি এনে মহৎ উদ্দেশ্য এটা হাতত লোৱা হৈছে, তেনেহলে ভাৰতৰ পক্ষে আৰু প্ৰদেশবিলাকৰ পক্ষেও বৰ মঙ্গলৰ কথা। নিখিল ভাৰতৰ এই সাহিত্য সঙ্ঘৰ জাননী আমাৰ অসমীয়া বাতৰি-কাকতৰ বাহিৰে আন কোনো প্ৰদেশৰ কাকতত ওলাইছে যদিও আমি পঢ়া নাই। হোজা অসমীয়াৰ ওচৰত সুবিধা বুজি নিখিল ভাৰত সাহিত্য সঙ্ঘ অকল অসমতে সীমাবদ্ধ কৰি ৰখা হৈছে নেকি কব নোৱাৰোঁ। কিন্তু এনে মহৎ আৰু বৃহৎ কাম কিভাৱে কাৰদ্বাৰা পৰিচালিত হ'ব ধৰিছে তাৰ সঠিক খবৰ আমি নাজানো। মাত্ৰ বাতৰি-কাকতত পঢ়িছোঁ, সম্পাদক শ্ৰীজ্ঞানেন্দ্ৰ কুমাৰ ৰায়ৰ নাম। ইয়াত কিন্তু আমাৰ কিছুমান সন্দেহ মনত বৰকৈ সোমাইছে। প্ৰথমতঃ, এই সঙ্ঘটো কোনো দায়িত্ব-সম্পন্ন সমিতিৰদ্বাৰা পৰিচালিত হৈছে, নে একমাত্ৰ জ্ঞানেন্দ্ৰ কুমাৰ ৰায়েই সম্পাদকৰূপেই এই সঙ্ঘৰ হৰ্তা-কৰ্তা বিধাতা! দ্বিতীয়তঃ, জাননীত দিয়া মতে, প্ৰত্যেক প্ৰদেশৰে নিজ নিজ মাতৃ-ভাষাৰ সাহিত্যসেৱকসকলৰ অনুমোদন লৈ এনে মহৎ কামৰ আৰম্ভণ হৈছেনে? তৃতীয়তঃ, এই সঙ্ঘ স্থাপনৰ ভিতৰত কিবা ব্যৱসায়-বুদ্ধিৰ কুটিলতা আছেনেকি?

এইবিলাক সন্দেহ কৰিবৰ আমাৰ কাৰণ আছে। ব্যৱসায়-বুদ্ধিৰ কুটিলতা লৈ এই নিখিল ভাৰত সাহিত্য সঙ্ঘ স্থাপন নকৰা হলে, যাকে তাকে যাৰ সাহিত্যৰ লগত কোনো দিনেই ঘনিষ্ঠতা ঘটা নাই কেৱল সাহিত্যিক বোলাবলৈ মনত আপদীয়া খামখেয়ালি এটা লৈ মাত্ৰ অসংলগ্ন ভাষাৰে দুই-এক ফাকি কথা ক'ৰবাত লেখিছে বা কৈছে, তেনে লোকক এই সঙ্ঘই দায়িত্বৰ গুৰুত্ব বিবেচনা নকৰি কোনো উপাধি আদি দান নকৰিলেহেঁতেন। এই ৰকম ঘটনাৰ কথা এটা আমি জানো। গুৱাহাটীৰ মফিজুদ্দিন আহমদ পাৰ্চীপঢ়িয়া 'ইচলামী আখ্‌বাৰ' বুলি দুদিনীয়া মাহেকীয়া আলোচনী এখনিৰ কিছুদিনৰ নিমিত্তে সম্পাদক আছিল। ইয়াৰ আগেয়ে তেওঁ অসমীয়া সাহিত্য সম্বন্ধে একআষাৰ কথাও ক'তো আলোচনা বা চৰ্চা কৰা নাই। 'ইচলামী আখ্‌-বাৰ' যি দুই-চাৰি সংখ্যা মাত্ৰ তেওঁ সম্পাদন কৰিছিল, তাৰো সম্বন্ধ ভাষা আৰু সাহিত্যৰ পৰা বহু দূৰৈত। মোটৰ ওপৰত, অসমীয়া সাহিত্য ক্ষেত্ৰত তেওঁৰ কোনো প্ৰতিপত্তিয়েই আজিলৈকে

হোৱা নাই। হঠাৎ এই সঙ্ঘৰ জাননীখন ৰাতৰি-কাকতত দেখা পালে, আৰু উপাধি-লালায়িত হৈ সঙ্ঘৰ কৰ্ণধাৰ শ্ৰীজ্ঞানেন্দ্ৰ কুমাৰ ৰায়লৈ তেওঁৰ সম্পাদিত এক সংখ্যা 'ইচলামী আখ্‌বাৰ' তেওঁ পঠিয়াই দিলে, আৰু উক্ত ৰায় মহাশয়েও সেই সংখ্যা 'ইচলামী আখ্‌বাৰ'তে সাহিত্যত তেওঁৰ অদ্ভুত অগাধ জ্ঞানৰ গম পাই, তৎক্ষণাত তেওঁৰ নামে ২৫৲ টকাৰ চাৰ্টিফিকেট এখন ভিঃ পিঃ কৰি পঠিয়াই দি মৌলবী মহাশয়ক বিদ্যাবিনোদ উপাধিৰে ভূষিত কৰিলে। এইফালে তেওঁ নিখিল ভাৰত সাহিত্য সঙ্ঘ দত্ত বিদ্যাবিনোদ উপাধিটো তেওঁৰ নামৰ লগত শিপাই লবলৈ আসাম গৱৰ্ণমেণ্টৰ ওচৰত আবেদন কৰাত গৱৰ্ণমেণ্টে বিচাৰ কৰি উক্ত সঙ্ঘ সৰ্বসাধাৰণৰ আৰু গৱৰ্ণমেণ্টৰ অনুমোদনীয় নহয় বুলি তেওঁৰ 'বিদ্যাবিনোদ' উপাধিও গ্ৰহণ নকৰিলে। এই সঙ্ঘৰ হাতত এইদৰে যে আৰু কত কিমানজনে ঠগ খাইছে; সেইটো ইয়াৰ পৰাই বুজিব পাৰি।

অন্যান্য প্ৰদেশৰ মাতৃভাষাত কি ঘটিছে কব নোৱাৰো। আসামত নিৰ্দিষ্ট উপাধিৰ নিমিত্তে পাঠ্য-পুস্তকবিলাকৰ নিৰ্বাচন দেখিয়েই এই সঙ্ঘৰ ওপৰত আমাৰ শ্ৰদ্ধা নোহোৱা হৈছে। এই পুথি-বিলাক কাৰ অনুমোদন মতে কোনে নিৰ্বাচন কৰিছে কব নোৱাৰোঁ। যদি কোনো অসমীয়া সাহিত্য ধুৰন্ধৰৰ নিৰ্বাচন মতে নিৰ্দিষ্ট হৈছে, সেই সাহিত্যিকৰ নামো আমি শুনা নাই। এই পুথি-বিলাক নিৰ্বাচন কৰিবলৈ অসমীয়া সাহিত্য জগতত কোনো খোলা জাননী দিয়া হৈছিল নে তাকো আমি নাজানো। যদি গোপনে-গুপুতে কোনো সাহিত্যিকৰ অনুমোদন লৈ পুথি নিৰ্বাচন কৰা হৈছে, সিও আমাৰ অজ্ঞাত। যদি মনে মনে কোনো সাহিত্যিকৰ মতামত লৈ কিম্বা শ্ৰীজ্ঞানেন্দ্ৰ কুমাৰ ৰায়ে নিজেই এনে কৰিছে, তেনেহলে সঙ্ঘৰ কৰ্তা ৰায় মহাশয়ক আমি কৈফিয়ৎ খুজিছোঁ, ইমান গুৰু বিষয় এটিত সমূহ সাহিত্যিকৰ মতামত নোলোৱাকৈ তেওঁ কিয় এনে দায়িত্বহীন হৈ প্ৰহসন পাতিছে? যদি কোনো সাহিত্যিকৰ মত লোৱা হৈছিল, তেনেহলে তেওঁলোক কোন কোন?

ইমানখিনি কথা আমাৰ কবলগীয়া হ'ল এই বাবে যে যাতে ভৱিষ্যতে উপাধিৰ প্ৰলোভনত এই সঙ্ঘৰ মোহত পৰি কোনেও অৰ্থহানি আৰু নিজৰ মৰ্যাদা নষ্ট নকৰে। যদি কোনো অসমীয়া সাহিত্যিকৰ উপাধিৰ ওপৰত বিশেষ মোহ আছে, তেনেহলে তেওঁ অসমীয়া সাহিত্য চৰ্চা কৰক, তাত পাৰদৰ্শিতা দেখুওৱাক, তেতিয়া সমূহ অসমীয়া সাহিত্যিকে সাহিত্য-মন্দিৰত বৰণ কৰি অসম সাহিত্য সভাৰ তৰফে যোগ্যতা অনুসাৰে তেওঁক যোগ্য উপাধি দান কৰিব। গুণানুসাৰে সাহিত্যিক-সকলক উপাধি দিবৰ নিয়ম অসম সাহিত্য সভাৰ আছে। বিদেশীৰ ব্যৱসায়ী বুদ্ধিপূৰ্ণ ব্যৱসায়ী-সন্মান স্বদেশী স্বজাতীয় আন্তৰিক আচল পবিত্ৰ সন্মানৰ পদূলিতো ঠাই পাবৰ যোগ্য নহয়।

# দুজনা গুৰু

যদা যদাহি ধৰ্মস্য গ্লানির্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম ॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥

ভগৱানৰ শ্ৰীমুখৰ এই উক্তিয়েই জাগতিক বিধি। বুদ্ধ, যীশু, মহম্মদ, শঙ্কৰাচাৰ্য প্ৰভৃতি মহাপুৰুষসকলৰ অৱতাৰ যি বিধিৰ অধীন দুজনা, গুৰুৰ অৱতাৰো সেই বিধিৰেই অধীন। সৃষ্টি-পাতনিৰ দিনৰে পৰা যেতিয়াই অধৰ্ম মূৰ দাঙি উঠিছে, প্ৰাকৃতিক নিয়ম লঙ্ঘনৰ বাবে মানৱ সমাজত অপায়-অমঙ্গল, অশান্তিৰ অভ্যুদয় হৈছে তেতিয়াই এনে এটা শক্তিৰ প্ৰয়োজন হৈছে যি শক্তিয়ে বিশৃঙ্খল সমাজক শৃঙ্খলাধীন কৰিছে। অসমক যেতিয়া ঘোৰ তান্ত্ৰিকতাই ঢাকি পেলাইছিল, প্ৰকৃত শক্তিপূজা কেৱল মাথোন হিংসা-লোভমূলক পশুবলি বিধানত পৰিণত হৈছিল, সমাজৰ অণু-পৰমাণু ছিন্‌ভিন্ হৈ বেমেজালি ঘটিছিল, ভাষা-সাহিত্যৰ নামমাত্ৰ নাছিল, তেতিয়া দুজনা গুৰুৰ আবিৰ্ভাৱ। ধৰ্মনীতি, সাহিত্য আৰু সমাজৰদ্বাৰা অসমীয়া জাতিৰ একীকৰণ এই ঐশী শক্তিসম্পন্ন দুজনা গুৰুৰ পৰাই। সেই যে বছৰে বছৰে নগৰে নগৰে গাঁৱে গাঁৱে তেৰাসকলৰ তিৰোভাৱ তিথি-উৎসৱ অসমীয়াই পালন কৰে—সেইহে যি মহা-পুৰুষসকলৰ গুণত আজি অসমীয়া জাতি অসমীয়া, সিসকলৰ আদৰ্শ আৰু উপদেশ সুমৰণ কৰি বছৰৰ পৰা বছৰলৈকে ল'ৰা-বুঢ়া, সৰু-ডাঙৰ, ধনী-দুখীয়া, ব্ৰাহ্মণ-শূদ্ৰিৰ একে নামঘৰতে বহি বাদ-বিসম্বাদ পাহৰি হৃদয়ৰ মামৰ আঁতৰাই একেটা মহাপুৰুষোচিত সাম্য আৰু প্ৰীতিভাৱেৰে বান্ধ খাই আৰু নাম-কীৰ্তন কৰি ভক্তিৰ সোঁত বোৱায়।

দুজনা গুৰুৰ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্ম দাস্যভাব-মূলক। এই ধৰ্ম-প্ৰৱৰ্তনত তেৰাসকলৰ যি সূক্ষ্ম-দৰ্শিতাৰ পৰিচয় পোৱা যায় আৰু তাৰ ভিতৰেদি মানৱ ধৰ্মৰ যি প্ৰকৃত তথ্যৰ অভিব্যক্তি হৈছে তাক বুজিবলৈ শ্ৰীচৈতন্যদেৱৰ প্ৰৱৰ্তিত সখ্য ভাবমূলক বৈষ্ণৱ ধৰ্মৰ বৰ্তমান বিকৃত অৱস্থা আৰু বুদ্ধ-প্ৰদৰ্শিত মধ্যপথলৈ চাব লাগিব। শ্ৰীচৈতন্যদেৱৰ বৈষ্ণৱ ধৰ্মৰ মূল সখিত্ব—ৰাধাকৃষ্ণভাৱ। ৰাধাকৃষ্ণ-ভাৱমূলক ধৰ্ম যিমানেই ওখ হওক ই যে অনুন্নত জনসমাজক সহজে কলুষিত কৰিব পাৰে ই ধ্ৰুৱ। ইয়ালৈকে মন কৰি দুজনা গুৰুৱে দাস্যভাৱমূলক ধৰ্ম প্ৰচাৰ কৰিলে। সেই কাৰণেই শ্ৰীচৈতন্যদেৱৰ বৈষ্ণৱ সাহিত্যত যি ৰসৰ সমাৱেশ, দুজনা গুৰুৰ বৈষ্ণৱ সাহিত্যত সি ৰসৰ সমাৱেশ নাই। অসমীয়া বৈষ্ণৱ সাহিত্যত কেৱল মাথোন দাস্য আৰু বাৎসল্য ৰসৰ অভিব্যক্তি দেখা যাব; এই দুই ৰসত আকুল আবেগ যিমান, চিত্তোন্মাদকতা তিমান নাই। সেইহে আজিও অসমীয়া বৈষ্ণৱ সমাজ ঘৃণিত সমাজচ্যুত হৈ বঙ্গদেশীয় দুৰ্দশা পোৱা নাই।

দুজনা গুৰুৰ ধৰ্মপথৰ আৰু এটা বিশেষত্ব এই যে ইয়াক অকল শ্ৰীশঙ্কৰদেৱৰ বা অকল শ্ৰীমাধৱ-দেৱৰ প্ৰৱৰ্তিত পথ বুলিলে এফালহে উলুকিওৱা হয়। শ্ৰীশঙ্কৰদেৱ বিবাহিত, গৃহী আৰু শ্ৰীমাধৱ-দেৱ চিৰকুমাৰ, ব্ৰহ্মচাৰী অথচ গৃহী-যতি মিলি

একধৰ্ম পথ প্ৰদৰ্শন কৰিলে। ইয়াৰ গূঢ়াৰ্থ এনে এটা ভাবৰ ওপৰতহে বুজিব পাৰি যে অকল সংসাৰ-লিপ্ত গৃহী বা সংসাৰত্যাগী সন্ন্যাসীয়ে মানৱধৰ্ম সম্পূৰ্ণৰূপে পালন কৰিব নোৱাৰে। যি পথত এই দুই পথৰ সমন্বয় সেই পথহে প্ৰশস্ত। সংসাৰ ত্যাগীৰ নিষ্কাম-নিৰ্লিপ্ত ভাব আৰু আত্মীয়-স্বজন-বন্ধু-বান্ধৱ পৰিবেষ্টিত গৃহীৰ সমাজৰ প্ৰতি কৰ্তব্য-বোধ এই দুইৰো সমন্বয় শঙ্কৰ-মাধৱ প্ৰদৰ্শিত ধৰ্ম-পথত। এই পথত চলিব লাগিলে সন্ন্যাসীৰ যম, নিয়ম, ব্ৰহ্মচৰ্যৰ দ্বাৰা আত্মশাসন আৰু আত্ম-শোধন কৰি সংসাৰ-ক্ষেত্ৰত নামিব লাগিব। এয়েই গীতোক্ত ধৰ্ম। সংসাৰৰ সকলো কাম ভগৱানৰ, ভগৱানৰ কাম বুলি কৰা কিন্তু ফল আকাঙ্ক্ষা নকৰিবা। ইয়াকেই পৰমসাধক তুলসীদাসেও সাৰোগত কৰিছিল। "তুলসীষ্সা ধ্যান ধৰো য্যায়সা বিয়ানকা গাই। মুহসে তৃণচানা টুটে ঔৰ চেৎ ৰাখিয়ে বাছাই॥" তুলসীদাসৰ এই আত্ম-উদ্বোধন বাণীত এই নিষ্কাম ধৰ্মসূত্ৰই প্ৰতিফলিত হৈছে। এনেকুৱা দুৰ্গম দূৰাৰূঢ় পথ দুজনা গুৰুৱে অসমীয়ালৈ সহজ আৰু সৰল কৰিলে।

ধৰ্মৰ অনুৰূপ সমাজ। মহাপুৰুষীয়া বৈষ্ণৱ পন্থ যেনে উদাৰ, জাতি-কুল নিৰ্বিশেষে সকলোকে আঁকোৱালি ধৰিব পৰা, সমাজো তেনে উদাৰ আৰু মহৎ। দুজনা গুৰুৱে যি সমাজ অসমীয়াক দিলে তাত ভাব-ভেদ নাই, সাম্য ভাবহে বিৰাজমান। বৰ্তমান অসমীয়া হিন্দু সমাজত যি ভেদ-ভাব দেখা যায় সি কেৱল অন্যদেশীয় হিন্দু সমাজৰ অনুকৰণতহে। অসমীয়া হিন্দু সমাজৰ গঢ়, ৰীতি-নীতি আন হিন্দু সমাজৰ গঢ়, ৰীতি-নীতিতকৈ স্বকীয়া। আজিকালি বহুতক বঙ্গদেশীয় সমাজৰ লগত জাতিগত সম্বন্ধ দেখুৱাবৰ চেষ্টা কৰা দেখা যায় কিন্তু তেনেটো কৰাত বিদেশীয় সমাজৰ কুপ্ৰথা-কুৰীতিতো সোমায়েই তাৰ উপৰি জাতীয় গৌৰৱো হানি হয়। যি অস্পৃশ্যতাক সমাজৰ ঘৃণ্য বুলি পৰিহাৰ কৰিবৰ চেষ্টা দেখা গৈছে সেই অস্পৃশ্যতা ভাৰতৰ আন আন হিন্দু সমাজৰ মাজত যেনে উগ্ৰ অসমীয়া হিন্দু সমাজত তেনে উগ্ৰ নহয়। অসমীয়া হিন্দু সমাজ ইমান উদাৰ ইমান বহল যে তাত আভিজাত্য-দোষ নাই অথচ জাতিগত ক্ৰমোন্নতিৰ ঠাই আছে। যিবিলাক হিন্দু সমাজৰ নিম্নস্তৰৰ আৰু সেই হেতু হেয় অস্পৃশ্য বুলি ধৰা হয় সেইবিলাকেও কুআচাৰ পৰিত্যাগ কৰি মহাপুৰুষীয়া দীক্ষা গ্ৰহণ কৰি লাহে লাহে জাতীয় জখলাত উধাব পাৰিছে। অসমৰ হিন্দু সমাজ প্ৰীতি আৰু সাম্যভাবৰ ওপৰত প্ৰতিষ্ঠিত।

হিন্দুৰ ধৰ্মপুথি সংস্কৃতত লিখা। সাধাৰণৰ পক্ষে সংস্কৃত দুৰ্বোধ্য, সেই বাবে দুজনা গুৰুৱে সুৱলা অসমীয়াত ভাঙি ধৰ্মৰ মূলসূত্ৰ সাধাৰণৰ বোধগম্য কৰিলে। অসমীয়া সাহিত্যৰ গুৰি শঙ্কৰ-মাধৱে লিখা পুৰণি অসমীয়া ধৰ্মপুথি। অসমীয়া সাহিত্যৰ ওপৰত দুজনা গুৰুৰ প্ৰভাৱ বুজিব লাগিলে তেৰা-সকলে লিখা ধৰ্মপুথিবোৰ পঢ়িব লাগিব। অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতিদেৱে পুৰণি অসমীয়া সাহিত্যৰ যি গৱেষণাপূৰ্ণ বিশদ আলোচনা কৰিছে তাক পঢ়িলেই অসমীয়া সাহিত্য আৰু সমাজ দুজনা গুৰুৰ ওচৰত কি পৰিমাণে ঋণী বুজিব পৰা যায়।

অসমীয়াৰ ধৰ্ম-কৰ্ম-ভাষা আৰু সমাজৰ প্ৰত্যেক অনুষ্ঠানতেই যিসকলৰ স্মৃতি জড়িত, এনেহেন সাৰ্ব-ভৌমিক মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ উদ্দেশ্যে শত শত প্ৰণাম।

# মাধৱদেৱ

সমাজৰ সাময়িক বিশৃঙ্খলতা সৰি কৰি শৃঙ্খলতাৰ নদন-বদন গৃহস্থালি সাজিবৰ নিমিত্তে সমাজৰ অনুমোদন লৈ বৰমূৰীয়াসকলে যি সামাজিক বিধি-ব্যৱস্থা প্ৰৱৰ্তন কৰে বহুকালৰ পাছত সমাজ-দেহত জ্ঞান চৰ্চাৰ স্বাধীন উত্তাপ কমি যোৱাত, বুঢ়া সমাজে ভাপতে ভাঙি পৰা লাখুটিত ভৰ দিও সেইবিলাক জীৰ্ণ ব্যৱস্থাৰ দোহাই দি ডেকা সমাজক সেইফালে টানি নিবৰ চেষ্টা নেৰে। এই ডাকত ডেকা সমাজে নুবুজে যে তেওঁলোকে বুঢ়াক এৰি বহুদূৰ আগুৱাই আহিছে; আৰু বুঢ়া সমাজেও নুবুজে যে তেওঁলোকক এৰি ডেকা সমাজ বহুদূৰ আগুৱাই আহিছে, যে হাজাৰ ডাক দি থাকিলেও কালৰ প্ৰবল সোঁত ঠেলি ডেকা সমাজ ফিৰি আৰু বুঢ়াৰ কাষ পাবৰহি আশা নাই। কাৰণ, জগদ্বিকাশৰ সোঁতটো ডেকাৰ অভিমুখী—বুঢ়াৰ বান্ধি থোৱা হেঙাৰ চেৰাই বুঢ়াৰেই ৰূপ-ৰস-গন্ধ ইত্যাদিৰ সম্বল হাতত দি কালৰ সোঁতে ডেকাক আনি আজিৰ মুক্ত আলোকত পেলাই দিছে। ডেকাই নিজৰ স্বাধীন মৰ্যাদা ক্ষুণ্ণ কৰি, আগুৱাই যোৱাৰ পৰিৱৰ্তে, মোহৰ মত্ততা লৈ বুঢ়াৰফালে পুনৰ উভতি যাবলৈ চেষ্টা কৰিলে আগুৱাবতো নোৱাৰিবই, বৰং কালৰ সোঁতৰ বিপৰীতে যুঁজি যুঁজি নিজে ক্ষয় হৈ শূন্য এটাত গৈ পৰিণত হ'ব লাগিব। ডেকায়ো নুবুজে যে তেওঁ বুঢ়াৰেই কল্প-পৰিৱৰ্তনৰ নতুন বিকাশ, যি যি নিয়ম-প্ৰণালীৰ বেদী পাতি বহি বুঢ়াই এক সময়ত সমাজ শাসন কৰি আছিল, সেই আসন বৰ্তমানৰ প্ৰচণ্ড কোবত খুৰা ভাঙি পৰি আছে, তাত বহিবলৈ গ'লে, ডেকা বাগৰি পৰি হাত-ভৰি ভাঙি অকৰ্মণ্য হৈ পৰি থাকিব লাগিব। বুঢ়ায়ো নুবুজে, যে জীৰ্ণ বিধি-ব্যৱস্থাৰ আহ্বান মতে তেওঁৰ ঘূৰ্ণী আসনৰ তলত সেৱকৰ কৰ সোধাবলৈ ডেকাক মাতিবৰ অধিকাৰ তেওঁলোকৰ নাই। বলহীন, বীৰ্যহীন, প্ৰাণহীন বুঢ়া ব্যৱস্থাক পাছত পেলাই বলবান, বীৰ্যবান, প্ৰাণবান ডেকাৰ মুক্ত গতি আজি বহুদূৰ আগবাঢ়ি আহিছে। গতিকে বুঢ়াৰ দণ্ডবিহীন কম্পিত কথাৰ নিস্তেজ আৰ্তনাদে সতেজ ডেকাক বিচলিত কৰিব নোৱাৰে; যদি কৰে, তেনেহলে স্বাভাৱিকতাৰ সম্মান হানি হ'ব। এই স্বাভাৱিক নিয়ম ব্যৰ্থ কৰিবৰ কাৰণে সমাজত কেতিয়াবা কেতিয়াবা প্ৰবল চেষ্টাৰ উচ্ছ্বাস উঠে; অথচ কোনো কালে কৃতকাৰ্য হোৱা বুলি বুৰঞ্জীত কোনো প্ৰমাণ পোৱা নাযায়।

তথাপিতো, হিচাপৰ ব্যভিচাৰত বুঢ়াৰ ডাক শুনি ডেকাক কেতিয়াবা পাছ ফিৰি উজাব খোজা দেখা যায়। কিন্তু, যেতিয়াই তেওঁলোকে মনত মোহ-মৰম চপাই লৈ এইদৰে বুঢ়াৰ ওচৰলৈ ফিৰি চাব খুজিছে, অস্বাভাৱিকতাক বৰণ কৰি লোৱাৰ নিমিত্তে ডেকাৰ নবীন টলমল তেজত তেতিয়াই নিশ্চলতাৰ বিহ সোমাই উৎসাহ গতি সমূলি নষ্ট কৰি বিশেষ বিশাল আদৰ্শ এটাক লক্ষ্য কৰি আগুৱাই যাবৰ বাট কণ্টকাকীৰ্ণ কৰি থৈ দিছে। এনে প্ৰমাণ মানৱ সমাজৰ বুৰঞ্জীত আমি বহুত বুটলিব পাৰোঁ। অৱশ্যে বুঢ়াক যে একেবাৰে

অৱহেলা কৰিব লাগে, তেনে কথা কব খোজা নাই। বৰং ইয়াকহে জোৰ দি ক'ম, যে বুঢ়াৰ অভিজ্ঞতা, বুঢ়াৰ জ্ঞান, বুঢ়াৰ কলা-কৌশলৰ উপাদান লৈহে ডেকাৰ মনোৰম ৰাজ-প্ৰাসাদ সাজি তুলিব লাগে। কিন্তু বুঢ়াৰ উপাৰ্জিত সেই সম্পদবিলাক আনি ডেকাৰ সভ্যতাৰ মনোমত সৌধ গঢ়িবলৈ যোৱাত বুঢ়াই নিদিওঁ বুলি টনা-আঁজোৰা কৰিব নালাগে। বৰং মানৱ সভ্যতাৰ পূৰ্ণতাৰ অৰ্থে, যাৰ খোল অনা আদায় কৰি লৱলৈকে বুঢ়াই ডেকা কালৰ পৰাই জীৱনপাত পৰিশ্ৰম কৰি কৰি আজি বুঢ়া হ'ল, সেই সম্পদৰ মৰ্যাদা বঢ়াবলৈ নিজে মুবুৰ-মুঠং হৈ বুঢ়াৰ সকলোখিনি ধন ডেকাৰ হাতত সোধাই "বোপা যোৱা! মানৱ সভ্যতাৰ পূৰ্ণ-সফলতা লভিবৰ চেষ্টাত জীৱনৰ গোটেইখিনি তাপ চেঁচা কৰি এতিয়া আমি বিদায় লবৰ হ'ল, আমি আৰু তোমালোকৰ তীব্ৰ বেগত খোজত খোজ পেলাই চলিব নোৱাৰা হ'লোঁ, আমি অধিকাৰ কৰি বহি থকা ঠাইডোখৰো এতিয়া নিষ্প্ৰভ, গতিকে ডেকা সৌন্দৰ্য, ডেকা তেজ, ডেকা উৎসাহ লৈ তোমালোকে আমাৰ আসনখনো অধিকাৰ কৰা আৰু চিৰজীৱন ধৰি উপাৰ্জন কৰা আমাৰ সম্পদখিনিকো গ্ৰহণ কৰি নিজৰ মনোমত বিধি-ব্যৱস্থা গঢ়ি লৈ ভালদৰে চলাই-মিলাই সৌন্দৰ্য বঢ়াই মানৱ সভ্যতা সৌধৰ আৰু এটা উচ্চতৰ চূড়া গঢ়ি তোলা। এই লোৱা, সকলোখিনিকে আজি তোমালোকৰ হাতত সোধাই দিলো, এতিয়া বিদায়" – এই বুলি বুঢ়াই আজৰিহে লব লাগে। নহলে ডেকা-বুঢ়াৰ বিৰোধত মানৱ সভ্যতাৰ মঙ্গল-মন্দিৰত নাম-কীৰ্তনৰ পৰিৱৰ্তে ভীষণ আৰ্তনাদৰ আৰকাল উঠিব, ই নিশ্চয়। সাময়িক বুঢ়া বিধি-ব্যৱস্থা-বিলাকৰ ৰস-সৌন্দৰ্য কালৰ প্ৰবল সোঁতে উটাই নি তাক ৰূপ-ৰসবৰ্জিত জৰ্জৰীয়া কৰি থলেও, তাৰ মোহত বহুদূৰ আগুৱাই যোৱা ডেকা সমাজকো যে কেতিয়াবা বলিয়া হৈ সেইফালে ঢাল লোৱা দেখা যায়, তাৰ কাৰণ এই: কালৰ প্ৰবল বেগৰ লগে লগে ডেকা সমাজ আগুৱাবই লাগিছে, অথচ কালৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ সম্পূৰ্ণ অসঙ্গত সঙ্কীৰ্ণতাৰ সূতা কাটি বুঢ়াই ডেকাক বান্ধি তেওঁৰ ওচৰত ৰাখিবৰ চেষ্টা কৰিয়েই আছে। ডেকা যিমানেই আগুৱাই আঁতৰি গৈ আছে, বুঢ়াই সেই সাময়িক বিধানৰ নিত্যতাৰ সপক্ষে নানা যুক্তি-তৰ্ক দোহাইৰ জোৰা-ফোন্দা দিও বান্ধোনৰ সূতা ক্ৰমে বলাই, দীঘল কৰি ডেকাক ফিৰাই আনি জঠৰতাৰ জালত পেলাবৰ চেষ্টা কৰিয়েই আছে। আৰু ডেকায়ো বুঢ়াৰ টানত পৰি আগৰফালে চাই চলিব পৰা দৃষ্টি হেৰুওৱাত, নানা বিলাই-বিপত্তি ভোগ কৰিও বুঢ়াৰ ওচৰ এৰিব পৰা নাই। এনে সমাজত সভ্যতাৰ নিত্য-নতুন উন্মেষ আমি দেখা নাপাওঁ—মান্ধাতাৰ দিনৰ সেই অতি পুৰণি নিয়ম-প্ৰণালীৰ ঘুণীয়া সম্পদ লৈয়ে সমাজ ব্যস্ত আছে।

ওপৰৰ ইমানখিনি কথাৰ আৰম্ভণ মেলিবৰ কি আৱশ্যক হ'ল, এতিয়া তাৰে অলপ আভাস দিম। সমাজৰ সাময়িক বিশৃঙ্খলতাক শৃঙ্খলা দিবলৈ এই যে সামাজিক বিধি-ব্যৱস্থা প্ৰবৰ্তনৰ কথা কোৱা হ'ল, সামাজিক প্ৰয়োজনীৰ সীমা উত্তীৰ্ণ হৈ গ'লেও বহুত কাল পাছতো সেইবিলাকেই ৰীতি নাম লৈ অদম্যভাৱে সমাজক শাসন কৰিবৰ চেষ্টা কৰে, যদিও পদে পদে নতুন সমাজত অনিবাৰ্যৰূপে সোমোৱা নতুন বিধি-ব্যৱস্থাৰ লগত তাৰ খকা-খুন্দা লাগিবলৈ নেৰে।

মানুহৰ এই এটা স্বাভাৱিক মোহ যে নিজৰ হাতৰ মুঠিত থকা বস্তুটো বেয়া বুলি বুজি পালেও, সহজে সোনকালে সেইটো দলিয়াই পেলাবলৈ টান পায়। যুক্তি-তৰ্কৰতো অভাৱ নাই? গতিকে নিজ পক্ষ সমৰ্থন কৰি শকত-আৱত হবলৈ নানা অবান্তৰ যুক্তিৰ সৃষ্টি কৰে। সেইদৰে ৰীতিকো বহুদিনীয়া পুৰণি বাপ-কলীয়া সম্পত্তি বুলি সাবটি ধৰি নিশ্চল হৈ থাকে। যদিও সেই ৰীতিৰ ওপৰত মানুহৰ ভ্ৰম আৰু সন্দেহৰ ডাৱৰ পূৰ্ণ মাত্ৰাই ঢকা থাকে তথাপি নানা যুক্তিজালৰ তাপ লগাই সেই মেঘ ছিন্ন কৰি তাৰ তেজ বিকীৰণ কৰাৰ চেষ্টাত মানুহ হাবাশাস্তি হয়। অথচ সেই চেষ্টাত হাংৰা বাজি নিজৰে যে কিমান দূৰ লটিঘটি হব পাৰে, সেইটো বুজিবলৈ মানুহে তেতিয়া আজৰি লব নোখোজে।

ৰীতিক যে আমি একেবাৰেই অলাগতিয়াল বুলি এৰি থৈ দিব পৰোঁ, তেনে কথা নকওঁ। কিন্তু সেই চাৰি হাজাৰ বছৰীয়া পুৰণি ৰীতিকেই আজিৰ সমাজেও যে মোৰ বুলি মূৰ পাতি গ্ৰহণ কৰি লব তাৰ কোনো অৰ্থ নাই। বিধি-ব্যৱস্থা কেতিয়াও একে দৰে থাকিব নোৱাৰে, সাময়িক প্ৰয়োজন অনুসাৰে তাৰ লৰচৰ হয়। এই বিষয়ে বহলাই কবৰ একো সকাম নাই; জ্ঞান-বিজ্ঞানৰ মুক্ত আলোকত উদ্ভাসিত হৈ উঠা আজিৰ শিক্ষিত সমাজে এই বিষয় ভালকৈ বুজে। প্ৰাচীন বিধি-ব্যৱস্থা ৰীতি-নীতি ইত্যাদিৰ ঘুণে ধৰা গড় ধূলিসাৎ কৰি নবীন সমাজৰ সম্পূৰ্ণ উপযোগী বিধি-ব্যৱস্থাৰ প্ৰশস্ত ৰাজআলি বান্ধি দিছে মহাপুৰুষ শঙ্কৰ-মাধৱে। সেই সময়ৰ আমাৰ অসমীয়া সমাজক নানাবিধ কু-সংস্কাৰ কু-আচাৰ পোতনিৰ পৰা তুলি আনি উদাৰতাৰ স্বচ্ছ পবিত্ৰ পানীত ধুৱাই-পখলাই প্ৰভাৱান্বিত কৰিছিল মহাপুৰুষ শঙ্কৰ-মাধৱে। সেই-বাবেই আজি মহাপুৰুষৰ গুণ-গান কৰি নিজক সাৰ্থক কৰি তুলিবলৈকে আমি ইয়াত গোট খাইছোঁহি। কি হিচাপত এই কথাখিনি, আজি মূৰ দাঙি বুকু ফুলাই কবৰ সাহ কৰিছো, এতিয়া তাৰে কিছু আলোচনা কৰিম।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱৰ সম্বন্ধীয় কোনো বিষয় বেলেগ বেলেগকৈ লিখিব যোৱাতকৈ, দুয়ো মহাপুৰুষৰ সংযোগ ৰাখি চলিলেহে আলোচনা সম্পূৰ্ণ হ'ব। কাৰণ দুয়ো মহাপুৰুষ পৰস্পৰৰ জীৱন আৰু কাৰ্য-প্ৰণালীৰ লগত এনে-ভাৱে সম্বন্ধিত যে এজনৰ প্ৰভাৱ অৱহেলা কৰি আনজন তিষ্ঠিব নোৱাৰে, যদিও দুয়োৰো ব্যক্তিত্ব আৰু মহত্ত্ব সম্পূৰ্ণ স্বাধীন আৰু বিশেষ সাঁচৰ। শঙ্কৰদেৱ হৈছে মণি-মুক্তা ধনৰত্ন, ফল-মূল, পৰ্বত-পাহাৰ পৰিশোভিত সুজলা-সুফলা-শ্যামলা সুপ্ৰশস্ত, সুবিশাল এখন মহাদেশ; তাত বিচাৰিলে জীৱন-পুষ্টিৰ সকলো ৰস আৰু মানৱ সভ্যতাৰ সকলো সম্পদকেই পোৱা যায়। মাধৱদেৱ হৈছে পাহাৰ-পৰ্বত ভাঙি ওলোৱা খৰস্ৰোতা সুবিশাল নদী, যাৰ স্নিগ্ধতাৰদ্বাৰা মহাদেশ সৰসিত হৈ উঠিছে আৰু কত অৱগাহন কৰি পাপী তাপী ধন্য হয়। শঙ্কৰ-দেৱেও মাধৱদেৱৰ নিচিনা ভক্ত নাপালে ধৰ্মৰাজ্যত প্ৰচণ্ড মাৰ্তণ্ডৰ নিচিনা ইমান তাপ বিলাব নোৱাৰিলেহেঁতেন। আৰু মাধৱদেৱেও শঙ্কৰৰ নিচিনা গুৰু নাপালে সাধনাত সিদ্ধি লাভ ব্যক্তিত্ব ইমান প্ৰৱল-প্ৰখৰ কৰি তুলিব নোৱাৰিলেহেঁতেন। সেইবাবে আজি মহাপুৰুষ মাধৱদেৱৰ পবিত্ৰ স্মৃতি সুমৰণ কৰিবৰ দিনত যি দুই-চাৰি আষাৰ কথা

ক'ম তাত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱকো এৰিব নোৱাৰো।

যি যি মহাবস্তু দান কৰি নানা দুখ-দুৰ্গতিৰ ধাৰ সুজিবলৈ মহাপুৰুষে অসমীয়া সমাজক সমৰ্থবান কৰি তুলি থৈ গৈছে, তাৰ ভিতৰত যি কেইটা ঘাই বুলি বিবেচিত হয় তাৰে সংক্ষেপ আলোচনা কৰিবলৈ চেষ্টা কৰিম।

আজিকালি জ্ঞান-বিজ্ঞানৰ দিন। এই দিনত কোনো মত বিশ্বজনীনতাৰ তুলাচনীত তুলি জোখৰ সামঞ্জস্য ৰাখিব নোৱাৰিলে আজিৰ সমাজে তাক সত্য বুলি গ্ৰহণ নকৰে। গতিকে ধৰ্ম আৰু সমাজ সম্বন্ধে মহাপুৰুষসকলৰ প্ৰধান মতকেইটিৰ সপক্ষে যি যুক্তি দিয়ে তাক বিশ্বজনীনতাৰ ৰাজসভাৰ সদস্য ৰূপে বিচাৰি উলিয়াবৰ চেষ্টা কৰিম।

মহাপুৰুষসকলে ধৰ্মৰাজ্যত সোমাবলৈ নাম-ধৰ্মৰ পথকে প্ৰশস্ত বুলি দুন্দুভি বজাই প্ৰচাৰ কৰিছে। কাৰণ মানুহৰ অন্তৰাত্মাই এনেবোৰ বস্তুৰ লগত সদায় ওতপ্ৰোত হৈ থাকিব খোজে, যাৰ স্বৰূপ সদায় একেদৰে থাকে, পৰিবৰ্তনৰ বা-বতাহেও বিকৃত কৰি তুলিব নোৱাৰে। কিন্তু মানুহে দেখে জগতত কি সূক্ষ্ম কি স্থূল এনে এটি বস্তু নাই, পৰিবৰ্তনৰ স্পৰ্শত মুহূৰ্তে মুহূৰ্তে যাৰ স্বাতন্ত্ৰ্য নষ্ট হৈ থকা নাই। এটাৰ পাছত এটা তাৰ পাছত এটা, তাৰ পাছত আৰু আন এটা, গোটেই ব্ৰহ্মাণ্ড জুৰি পৰিবৰ্তনৰ ধাৰা এইদৰে বৈ আছে। গতিকে, অপৰিবৰ্তনীয় অৱস্থা এটা পাওঁ ক'ত? পাওঁ নামটোত। সেই আদি মুহূৰ্তৰ পৰাই এই বিশ্ব-ব্ৰহ্মাণ্ডত পৰিবৰ্তনৰ কিমানবিলাক জোৱাৰ-ভাটা চলি আহিছে তাৰ নিৰিখ কৰা টান; অথচ সৌৰ-জগত নামটোৰ কেতিয়াও পৰিবৰ্তন হোৱা নাই। ১৫ হাজাৰ বছৰ আগেয়ে যি বস্তুক মানুহে সৌৰ-জগত আখ্যা দি মাতিছিল আজিৰ জগতেও তাক সৌৰ-জগত বুলিয়ে অভিবাদন কৰিছে। আঠ-দহ হাজাৰ বছৰ আগেয়ে সাহিত্য, দৰ্শন, বিজ্ঞান, জ্যোতিষ, ইতিহাস ইত্যাদিৰ মূল সিদ্ধান্ত যিবিলাক আছিল, সেইবিলাকৰ পৰিমাণ হয়তো আজি কোনোফালে কিছু বহল হৈছে, কোনোফালে কিছু দীঘল হৈছে, কোনোফালে বাঢ়িছে আৰু কোনোফালে কিছু টুটিবই লাগিছে নাইবা সেইবিলাকৰ মূল সিদ্ধান্তবিলাকেই কোনো কোনো ঠাইত টেকেলি সলাই আনৰূপ ধাৰণ কৰিছে। অথচ সাহিত্য, দৰ্শন, বিজ্ঞান ইত্যাদিৰ নাম কেতিয়াও বদলি হোৱা নাই। কালিদাস, শেক্সপিয়েৰ আদি মহাকবিসকলৰ দেহ আজি ক'ত গৈ কেনেভাৱে বিকাশ হৈছে, তাৰ সঠিক খবৰ আমি নাজানো; কিন্তু আজিও তেওঁলোকৰ নাম উচ্চাৰণ কৰি আমি ভাল পাওঁ। কালিদাস-শেক্সপিয়েৰ নামে তেওঁলোকৰ বাহিৰে আন কাকো নুবুজায়। শকুন্তলা, হ্যামলেট আদি বিখ্যাত নাটক-বিলাক সমালোচকে সমালোচনাৰ হাতুৰি পিটি কিমান ৰকমৰ আকৃতি দান কৰিয়েই আছে, অথচ শকুন্তলা, হ্যামলেট নামৰ পৰিবৰ্তন আজিও হোৱা নাই আৰু আগলৈ নহয়।

অনন্ত সীমাৰ ভিতৰত নিজেই পৰিবৰ্তনশীল। কাৰণ পৰিবৰ্তনৰ সূতা ধৰি বৈচিত্ৰ্যৰ সোৱাদ লৈ নচলিলে নিজক উপলব্ধি কৰা অসম্ভৱ। যিহেতু, আত্মোপলব্ধিৰ সম্পূৰ্ণতা সাধন কৰাটোৱে সৃষ্টিৰ ঘাই লক্ষ্য।

যি বিলাক প্ৰাচীন শাস্ত্ৰৰ দোহাই দি আমাৰ মতৰ জয়শঙ্খ বজাই বীৰ-দাপত আমি আগুৱাই

যাব খোজোঁ, সেইবিলাক প্ৰাচীন বেদ উপনিষদ আদি ডাঙৰ শাস্ত্ৰয়ো এই তত্ত্ব স্বীকাৰ কৰে। ছান্দোগ্য উপনিষদত আৰুণী নামে এজন ঋষিয়ে তেওঁৰ পুতেক শ্বেতকেতুক ব্ৰহ্মজ্ঞান শিকাবৰ সময়ত কৈছিল, "হেৰা সৌম্য! যিদৰে এজোখৰ মাটিৰ জ্ঞানৰ পৰাই কুণ্ড, শৰাৱ আদি বিকাৰ ভাষা-জনিত ভিন ভিন্ বস্তুৰ জ্ঞান হয়, অথচ মাটিহে মাত্ৰ সঁচা। যিদৰে এজোখৰ সোণৰ জ্ঞানৰ পৰাই সোণৰ সকলোবিধ কুণ্ডল-মুকুটাদি বিকাৰ ভাষাজনিত ভিন ভিন্ বস্তুৰ জ্ঞান হয়, অথচ একমাত্ৰ সোণহে সত্য; যিদৰে এডোখৰ লোহৰ জ্ঞানৰ পৰাই কুঠাৰাদি বিকাৰ ভাষা-জনিত ভিন্ ভিন্ বস্তুৰ জ্ঞান হয়, লোহইহে একমাত্ৰ সঁচা; হে সৌম্য! সেইদৰে এক সৎস্বৰূপ ব্ৰহ্মৰ জ্ঞানৰ পৰাই এই বিকাৰ ভাষাজনিত জগতৰ জ্ঞান হয়। কাৰণ সেই সৎস্বৰূপ আৰু এই দৃশ্যমান জগত একেটি বস্তু।" বেদৰ ব্ৰাহ্মণ-ভাগত লেখা আছে, "মই জীৱৰূপে অনুপ্ৰবিষ্ট হৈ নাম আৰু ৰূপ ব্যক্ত কৰিম।" এইবিলাক মহাবাণীৰ পৰাই প্ৰমাণ হয়, যে ব্ৰহ্মই নিজক নিজে উপলব্ধি কৰিবৰ কাৰণে পৰিবৰ্তনৰ সোঁতত নিজেই গা এৰি দিয়ে, কেৱল তেওঁৰ নামটো অবিকৃত থাকে। সেইবাবে শঙ্কৰ-মাধৱে আন সকলো পথতকৈ নাম-ধৰ্মৰ পথকেই অতি সৰল আৰু প্ৰশস্ত বুলি প্ৰচাৰ কৰি গৈছে। আৰু সেইবাবে মাধৱদেৱে তেওঁৰ অমূল্য গ্ৰন্থ 'নাম-ঘোষা'ত আকাশ-পাতাল নিনাদিত আৰু বিমোহিত কৰি বজ্ৰগম্ভীৰ সুৰে কৈ থৈছে:

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

সৃষ্টি-বন্ধনত ব্ৰহ্মাই যদি নিজেই বান্ধ খালে তেনেহলে তেওঁৰ অংশৰূপ আমি সেই বন্ধনৰ পৰা মুক্ত হওঁ কেনেকৈ? ব্ৰহ্মৰ বাহিৰে দুটা বস্তু নাই; এই মত, দ্বৈতবাদিয়েই হ'ক বা অদ্বৈতবাদীয়েই হ'ক, স্বতঃসিদ্ধ বুলি ধৰে। সেই মূল বস্তুটো এবাৰ যদি পৰিবৰ্তনৰ চলত চলি পৰিব পাৰে, তেনেহলে সেই একেটি মাথোন বস্তুত ওতপ্ৰোত হৈ থকা আমি সেই নিয়মৰ পৰা মুক্ত হওঁ কেনেকৈ? ঘূৰি ঘূৰি কাচিত কেতিয়াবা সেই মূল ঘৰত গৈ সোমাওঁ যদিও, তথাপি তাত বহি আৰাম কৰি উশাহ লবৰ এক মুহূৰ্তও সময় নাই। যি পৰিবৰ্তনৰ পাকত পৰি মূল ঘৰত গৈ সোমোৱা হয়, সেই পৰিবৰ্তনৰ আহ্বানতেই বাহিৰ হৈ ওলাই আহি বিকাশৰ নতুন সাঁচত পুনৰ চলি পৰিব লাগে। তেনেহলে আমাৰ মুক্তি ক'ত? মুক্তি বস্তুটোৰ স্বৰূপ ইয়াতকৈ কিছু বিভিন্ন বুলি কলেও সম্প্ৰতি সেইটো আমি মানি লব খোজা নাই।

অসত্যৰ ভেটিত প্ৰতিষ্ঠিত মতৰ অনুগামী হৈ সংসাৰৰ বিচিত্ৰ ৰসৰ পৰা নিজক বঞ্চিত ৰাখি, অনিৰ্দিষ্ট মুক্তিৰফালে আটাহ পাৰি অকৰ্মণ্য হৈ সৃষ্টিৰ বাটত মথাউৰি তুলি মানৱ জীৱনৰ কলঙ্ক বঢ়াব বুলি মহাপুৰুষ শঙ্কৰ-মাধৱে বুজিছিল। সেইবাবে ভিত্তিহীন মুক্তিত নিস্পৃহ হৈ, যি কৰ্মৰ ফলত জীৱন ক্ৰমে বহলতকৈও বহলতৰ হৈ যায়, যি কৰ্মৰ বলত মানুহে পৃথিৱীত নন্দন-কানন প্ৰতিষ্ঠিত কৰি নিজে দেৱত্ব লাভ কৰি তাত বিলাস কৰে, ৰসময়ী ভক্তিৰে সৈতে সেই মহাকৰ্মত প্ৰবৃত্ত হবলৈ বাৰে বাৰে উপদেশ দিছে। কৰ্ম মানে আমি ইয়াত যাগ-যজ্ঞ পূজা-আয়োজন বুলি ধৰা নাই। কৰ্ম মানে আমি ধৰিছো যাৰ পৰিচালনাত মানৱ জীৱনৰ বহুত সুষুপ্ত অংশ সজাগ হৈ উঠি ক্ৰমে পূৰ্ণ মানৱ হৈ অহাত সহায় কৰে। দুজনা মহাপুৰুষে এই মহাসত্য অকল অসমৰ নিমিত্তে

প্ৰচাৰ কৰা নছিল, গোটেই ভাৰতৰ নিমিত্তে, গোটেই জগতৰ নিমিত্তে প্ৰচাৰ কৰিছিল। কিন্তু অসমৰ দুৰ্দিন, ভাৰতৰ দুৰ্দিন, আভিজাত্যাভিমানী সমাজ এখনৰ মলিনতাই অসমত প্ৰকাশ হোৱা সেই সত্যৰ তেজ বান্ধি ৰাখিব নোৱাৰিলেও, কিছু দিনৰ নিমিত্তে ভাৰত উদ্বোধিত কৰা প্ৰখৰ জ্যোতি ঢাকি ৰাখিছিল। কিন্তু ৰাহুৰ নিচিনা সেই আক্ৰমণ অতীত হোৱাত সেই মহাসত্যৰ জ্যোতি পুনৰ এতিয়া প্ৰখৰ হৈ ওলাব ধৰিছে। এই জ্যোতিয়ে কালত গোটেই ভাৰত উদ্ভাসিত কৰি তুলিব; এই জ্যোতিৰ আগত আন সকলোবিলাক অনুদাৰ সঙ্কীৰ্ণ মত নিষ্প্ৰভ হৈ জীৱন-মৰণ পণ কৰি মহাবীৰৰ নিচিনা কৰ্মক্ষেত্ৰত সোমাই ভাৰত-মাতৃক জগত-সভাত উচ্চ আসনত প্ৰতিষ্ঠিত কৰিবলৈ ভাৰতবাসীৰ অন্তৰত বল দিব।

মহাপুৰুষ শঙ্কৰ-মাধৱৰ এই এটা প্ৰধান শিক্ষা যে মানুহক মানুহ বুলি শ্ৰদ্ধা কৰিব লাগে, মানুহক মানুহ বুলি গ্ৰহণ কৰিব লাগে। নহলে মানুহৰ গৌৰৱ স্থিৰ নাথাকে। মহাপুৰুষসকলে বুজিছিল বিশ্বপতিৰ ৰাজ্যত উচ্চ-নীচ কোনো নাই, নিজ নিজ ঠাইত স্বতন্ত্ৰভাৱে সকলোৱে সমান। এই বিশ্ব-ৰাজ্যত কোনোৱে কাকো নীচ বুলি ঘৃণা কৰি এৰি দিবৰ নাইবা উচ্চ বুলি অভিমানত ওফন্দি উঠিবৰ কাৰো অধিকাৰ নাই। তেওঁলোকে বুজিছিল মানুহ মানুহৰ বাহিৰে আন একো নহয়। সেইবাবে তেৰালোকৰ ধৰ্ম শিক্ষাত অনুপ্ৰাণিত অসমীয়া সমাজত মানুহৰ প্ৰতি ইমান শ্ৰদ্ধা। যিবিলাক জাতিয়ে নীচ বুলি আন আন দেশৰ আন আন সমাজৰ পৰা নিন্দা, ঘৃণা, অত্যাচাৰ, উৎপীড়নৰ অস্ত্ৰাঘাত আজিলৈকেও ভোগ কৰি আহিছে সেইবিলাক জাতিয়ে মহাপুৰুষসকলৰ যুগৰ পৰাই আজিলৈকেও মুকলি মূৰীয়া হৈ সমান-ভাৱে অসমীয়া সমাজত মিলা-প্ৰীতি উঠা-বহা কৰি আহিছে। এই মিলা-প্ৰীতিত অন্যান্য সমাজৰ আন আন জাতিৰ প্ৰতি হোৱা ঘৃণা আৰু অশ্ৰদ্ধাৰ লেশ-মাত্ৰও নাই, আছে মানুহৰ প্ৰতি মানুহৰ উচিত শ্ৰদ্ধা, মানুহে মানুহক ভাই ভাই বুলি গ্ৰহণ কৰিবৰ বুকভৰা আনন্দ।

দুয়োজনা মহাপুৰুষেই মানুহক মানুহ বুলি সম্পূৰ্ণৰূপে গ্ৰহণ কৰিছিল; সেই কাৰণেই মহা-পুৰুষ দুজনাই সেই সময়ৰ সমাজৰ দৃঢ় প্ৰাচীৰ লঙ্ঘন কৰি, জাতি-ধৰ্ম নিৰ্বিশেষে আহ্, আহ্ বুলি সকলোকে বুকুত কোচাই লৈ অভয় দান দি মানুহক মানুহৰ উচিত আসনত প্ৰতিষ্ঠিত কৰিবলৈ গুৰু-গম্ভীৰ স্বৰে, "আহা, হৃদয়হীন উৎপীড়কৰ কঠোৰতাৰ পৰা ৰক্ষা কৰিবলৈ মই এই সুদৃঢ় দুৰ্গ বান্ধি তুলিছোঁ, ইয়াত আহি সোমাই মানুহৰ মৰ্যাদা ৰক্ষা কৰা"—এই বুলি জয়-শঙ্খধ্বনি কৰি মানুহক তেৰাসকলৰ অনুগামী কৰিছিল। অনুগামী-সকলেও এই হৃদয়বান উদাৰ আহ্বানত মতলীয়া হৈ দলে দলে আহি মহাপুৰুষৰ ধৰ্ম-দুৰ্গত সোমাই, অত্যাচাৰীৰ কঠোৰতাৰ পৰিবৰ্তে মানুহৰ পাব লগীয়া সম্পদ সম্পূৰ্ণ ভোগ কৰিছিল।

বৰ আশ্চৰ্য আৰু কলঙ্কৰ বিষয়, যে এনে উদাৰতাৰ উৰ্বৰ ক্ষেত্ৰ অসমীয়া সমাজতো কিছুমান অনুদাৰ ক্ষুদ্ৰ সমাজে ভাতি পুৰণি সেই গলিত গৌৰৱৰ অভিমান স্মৰণ কৰি মানুহক মানুহৰ উচিত অধিকাৰৰ পৰা বঞ্চিত কৰি ৰাখিবৰ চেষ্টাত এতিয়াও শান্তি লাভ কৰিব পৰা নাই। মানুহক মানুহ বুলি বুকত সামৰি লোৱা দূৰৰ কথা, উচ্চ-

নীচ, ডাঙৰ-সৰু আদি জাতিৰ বহু বিভাগ সৃষ্টি কৰি মানুহক নিলগতকৈও নিলগ কৰি ৰাখিবৰ চেষ্টাতেই আছে। কেতিয়াবা তেওঁলোকে মানুহৰ উচিত দাবীৰ সপক্ষে এবাৰ মাতিব খুজিলেও চাৰিওফালৰ নানা নিন্দা-বিদ্রূপৰ বাণ আহি মানুহৰ মুখ বন্ধ কৰি দিব খোজে। হায়! মহাপুৰুষ শঙ্কৰ-মাধৱদেৱ-দামোদৰৰ জন্মভূমি আৰু কৰ্মক্ষেত্ৰ এই অসম দেশখন নহয় বুলি কব খোজা-নেকি? তোমালোক তেৰাসকলৰ শিক্ষা-সাধনাৰ চেতনা পাই পুলকিত হৈ উঠা অসমীয়া জাতি নহয়-নেকি? এনেখন খেলাক তোমালোকে ধূলিৰ ধেমালি যেন পাইছা। কিন্তু জানানে এইবিলাক কৰিব গৈ তোমালোকৰ চলাচল কৰা বাটত কলঙ্কহে কিছুমান পুতিছা। আৰু সেই বাট নিৰ্বিঘ্ন আৰু নিৰাপদৰ বুলি গা-ঘেলাই তাত খোজ কাঢ়িব গলে তাত উজুটি খাই দাঁত-মুখ ভাঙি বীভৎস কিবা এবিধ হৈ পৰিবা। তেতিয়া তোমালোকক এই দুৰ্দশাৰ পৰা ৰক্ষা কৰিব লাগিব মহাপুৰুষ-সকলৰ এই মহামানৱ ধৰ্মৰ মৃত্যুঞ্জয় সঞ্জীৱনী খুৱাই।

সেই সময়ত অসমীয়া জাতিৰ ভিতৰত গুণৰ আদৰ সম্পূৰ্ণ নাছিল। ব্ৰাহ্মণ-কায়স্থাদি উচ্চ বৰ্ণৰ বাহিৰে বিদ্যাচৰ্চাৰ পবিত্ৰ মন্দিৰত সোমাবলৈ আন জাতিৰ অধিকাৰ নাছিল। কিন্তু, যি মত্ততাই প্ৰচণ্ড এটা গড় গাঁথি মানুহৰ পাবলগীয়া অধিকাৰৰ পৰা মানুহক ইমানকাল বঞ্চিত কৰি ৰাখি আহিছিল, মহাপুৰুষ শঙ্কৰ-মাধৱৰ তেজাল অস্ত্ৰৰ আঘাতত সেই গড় ভাঙি গ'ল আৰু সকলো মানুহক এক আসনত বহুৱাই সকলোকে বুজাই দিলে—এই ধনত, এই ঐশ্বৰ্যত মানুহ মাত্ৰৰে সমান অধিকাৰ আছে। তেতিয়াৰে পৰা আন আন জাতিয়েও বিদ্যা আৰু ধৰ্ম-মন্দিৰত সোমাবলৈ সোণৰ খটখটি বিচাৰি পালে। ইয়াৰ প্ৰমাণ স্বৰূপে আমি পাওঁ—মহাপুৰুষসকলৰ প্ৰধান সত্ৰ বৰপেটা আৰু কমলাবাৰীত তেৰাসকলৰে গাদীত বহি ব্ৰাহ্মণেতৰ যোগ্য লোকে ধৰ্মাচাৰ্যৰ বাব লৈ নাম-মন্ত্ৰ দি গৈছে। আজিও অসমৰ বেছি ভাগ ধৰ্মাচাৰ্যতে জাতিভেদৰ কঠোৰতা নাই।

আজি আমি গণতন্ত্ৰ বুলি সুদূৰ আমেৰিকা-য়ুৰোপৰফালে গেৰি মাৰো। কিন্তু মহাপুৰুষ-সকলে বহুত দিনৰ আগেয়েই গণতন্ত্ৰৰ পকাভেটি আমাক বান্ধি দি গৈছে। দৃষ্টিৰ অভাৱত আমাৰ ঘৰৰ নিজৰটো বিচাৰি নাপাই দূৰৰ পৰৰটোৰ-ফালে হাত মেলিছোঁ।

কি সমাজনীতি, কি ৰাজনীতি সকলো মহা-বৃক্ষৰে মূল ধৰ্ম-নীতিৰ উৰ্বৰ ক্ষেত্ৰত খুপিব নোৱাৰিলে সুন্দৰ সৰস-সুগন্ধি ফলে-ফুলে জাতিষ্কাৰ হৈ উঠি মানৱ সমাজক সম্পূৰ্ণ সফলতাত নি তুলি থৈ দিব নোৱাৰে। সেই কাৰণে মহাপুৰুষসকলে সামাজিক দায়-দোষ ইত্যাদি বিচাৰ কৰিবৰ উপযুক্ত ঠাই নিৰূপণ কৰিছিল ধৰ্মক্ষেত্ৰ কীৰ্তন ঘৰ। তাত অধিকাৰৰ গাদীত বহি চাৰিওফালে সমূহ ভকতৰে পৰিবৃত্ত হৈ দায়-দোষৰ গুৰুত্ব বুজি শাস্তিৰ বিধান কৰিছিল। এইদৰে ধৰ্মৰ পবিত্ৰ ক্ষেত্ৰত ধৰ্মৰ দোহাই দি বিচাৰ কৰাত বিচাৰ বিভ্ৰাট ঘটিবৰ মুঠেই সম্ভাৱনা নাই।

বৰ্তমান সমাজনীতি, ৰাজনীতিত ধৰ্ম-নীতিৰ বা-বতাহ নবয়, আৰু সেই কাৰণে এইবিলাক অসম্পূৰ্ণ আৰু অসত্যত প্ৰতিষ্ঠিত বুলি মাজে সময়ে হাহাকাৰ উঠে। কিন্তু মহাপুৰুষসকলে ধৰ্ম-নীতিৰ পবিত্ৰ উপাদানেৰে গণতন্ত্ৰ আৰু শাসন-

নীতিৰ সোণৰ ভেটি স্থাপন কৰি বহুত আগতে এই বিষয়ে অসমীয়া সমাজক সতৰ্ক কৰি দি গৈছে।

দুৰ্নীতিৰ পঙ্কিলতাৰ পৰা মানুহক সুনীতিৰ সৌন্দৰ্যপূৰ্ণ উপবনত আনি তোলাত মহাপুৰুষসকলে সমাজৰ পৰা এনেকি ৰাজঘৰৰ পৰাও যে কিমান লঘু-লাঞ্ছনা, কিমান দুখ-দুৰ্গতি ভোগ কৰিব লাগিছিল, তাৰ খবৰ বুৰঞ্জী-পাঠক মাত্ৰেই জানে। তথাপি তেওঁসকলে ইমান লটিঘটি সহ্য কৰিছিল কিয় আৰু কাৰ নিমিত্তে? সত্যৰ নিমিত্তে, মানুহৰ নিমিত্তে। তেওঁসকলৰ হৃদয় ইমান কোমল আছিল, অন্তৰ ইমান বহল আছিল যে মানুহৰ দুখ-বেদনাত কান্দি উঠিছিল, আৰু এই বৃহৎ মহামানৱক ঠাই দিবলৈ অন্তৰ সদায় প্ৰস্তুত আছিল। দূৰদৰ্শিতাৰ বলত তেওঁসকলে বুজিছিল যে, এনে অস্বাভাৱিকতাৰদ্বাৰা মানুহক মানুহৰ উচিত অধিকাৰৰ পৰা বঞ্চিত কৰি ৰাখিলে ভৱিষ্যতে মানুহে কলঙ্কৰ বাহিৰে আন একো সং-সম্পদ উপাৰ্জন কৰিব নোৱাৰিব। সেইবাবে, মহাপুৰুষসকলে ইমান দূৰ বিপদ-আপদ, লঘু-লাঞ্ছনাৰ ভৰ মূৰ পাতি বহন কৰিও, মানুহৰ উদ্ধাৰৰ নিমিত্তে প্ৰাণপণ কৰি যাজিছিল।

শেষত, যাৰ মহাসাহিত্য অৱলম্বন কৰি, যাৰ সংযত সুশ্ৰাব্য ভাষাক ভিত্তি কৰি, যাৰ লিখিত অমূল্য গ্ৰন্থৰাজিক কেন্দ্ৰ কৰি এই সভাৰ জন্ম, মহাপুৰুষসকলৰ ওচৰত গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিবৰ নিমিত্তে সেই অ. ভা. উ. সা. সভাৰ আহ্বানতেই আজি আমি ইমানবিলাক মানুহ ইয়াত উপস্থিত হৈছোহি। ই প্ৰকৃত মানুহৰেই কাম হৈছে, প্ৰকৃত বীৰ-পূজাৰেই আয়োজন হৈছে। সেইবাবে, মহাপুৰুষসকলৰ পবিত্ৰ স্মৃতি মনত কৰি অ. ভা. উ. সা. সভাৰ ওচৰত আমাৰো কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনাওঁ।

আহা, অসমীয়া। আহা, মহাপুৰুষে দিয়া কৰ্মযোগৰ এই মহামন্ত্ৰৰ বিজয় পতাকা হাতত লৈ এই মহাসত্যৰ শঙ্খধ্বনিৰে ই মূৰৰ পৰা সিমূৰলৈ ভাৰত নিনাদিত কৰি তোলোঁ। এই নিনাদ শুনি নিশ্চেষ্ট ভাৰতবাসীয়ে চেতনা-পুলকিত হৈ কৰ্ম ক্ষেত্ৰলৈ নামি আহক—জ্ঞানে-কৰ্মে, গৌৰৱে-সৌৰভে বিমণ্ডিত হৈ তেজাল ভাস্কৰৰ নিচিনা মানৱ সভাত ভাৰতমাতৃ বীৰদৰ্পে প্ৰতিষ্ঠিত হক। নহলে, মনত নপৰা দিনৰ পৰাই সেই মায়া-মোহৰ নিবীৰ্য শিক্ষাত অভিভূত হৈ পৰি থকা ভাৰতৰ গতি নাই। জড়পিণ্ডবৎ ভাৰতক মহাপুৰুষসকলৰ সোণৰ দণ্ডৰ পৰশত সজাগ কৰি তোলা দায়িত্ব তোমালোকৰেই।

(এই ৰচনা মাধৱদেৱৰ স্মৃতি-সভাত গুৱাহাটী কাৰ্জন হলত পাঠ কৰা হৈছিল।—লেখক

১৮৪২ শকৰ কাতি মাহৰ ২য় বছৰ ৩য় সংখ্যা 'চেতনা'ত প্ৰকাশিত)

# বৰগীত

বৰগীত অসমীয়া গীত। ই অসমীয়াৰ প্ৰাণৰ ধন। ই অসমীয়াৰ নামে-সকামে, ঘৰে-চোতালে, পথাৰে-থাথাৰে, নৈ-বিলে, ভকত-ভকতনী, বুঢ়া-বুঢ়ী,* ডেকা-গাভৰু, ল'ৰা-ছোৱালী, খৰিকটীয়া, গৰখীয়া সকলোৰে বুকৰ কলিজাৰ দৰে এটা আদৰৰ বস্তু। অসমীয়াৰ কোনোজনে বৰগীত গাব

নাজানিব পাৰে, কিন্তু বৰগীতৰ সুৰ শুনামাত্ৰকে যে অসমীয়াৰ হৃদয়ৰ আনন্দ-তন্ত্ৰী উদ্বেলিত হৈ উঠে, নিজৰ বুকতলগা মিতিৰ-কুটুম বুলি বুকৰ ভিতৰত সাবট মাৰি ধৰিবলৈ ধাউতি হয়, তাত সন্দেহ নাই।

আজিকালি বঙ্গদেশ আদিৰ পৰা অহা হাৰাৰ লগে লগে বঙ্গালী বিকৃত গীতৰ বহুল প্ৰচলন হোৱা গতিকে ইংৰাজীৰ বদ্‌হজমী চহৰবাসীসকলৰ ভিতৰত বৰগীত লোপ পাইছে, যি আছে সি সত্ৰ-বিলাকৰ ভকত আৰু গাঁৱলীয়া হোজা খেতিয়ক-সকলৰ ভিতৰত। তাতো, চহৰ বাগৰি ফুৰা চহৰৰ পঁচা কায়দা গাঁৱলৈ আমদানি কৰা অৰ্দ্ধ-শিক্ষিত বা অশিক্ষিত লোক কিছুমানৰদ্বাৰা বঙ্গালী বিকৃত পদ-সংকীৰ্তন গান সোমাইছে। কিন্তু হলেও বৰগীতলৈ অনুৰাগ কমা নাই। বহু দুৰণি বাটকুৰি বাই অহা শ্ৰান্ত-ক্লান্ত বাটৰুৱা এজন সন্ধিয়াৰ লগে লগে হঠাৎ গভীৰ বননিৰ ভিতৰৰ সুৰসুৰীয়া বাট এটিত আহি উপস্থিত হ'ল ; হেঁচা পৰি উন্নাদিহ নোহোৱা হৈ পথিক নিৰাশ হ'ল—তেতিয়া এই বৰগীতেই তেওঁৰ একমাত্ৰ শান্তিৰ সম্বল স্বৰূপে আহি কণ্ঠত থিতি হৈ পথিকক অভয় দিলে—পথিকে আনন্দত আপ্লুত হৈ বৰগীত গাব ধৰিলে। পথিক আশ্বস্ত হ'ল আৰু দুগুণ উৎসাহেৰে গন্তব্য ঠাইলৈ খোজ ললে। উত্তাল ব্ৰহ্মপুত্ৰৰ বুকত নাৱৰীয়াই ভৰা নাও লৈ খেও দিলে—ড'াৰৰ চাবে চাবে নাৱৰীয়াৰ কণ্ঠত জাগি উঠিল বৰগীত। নাৱৰীয়াই নিৰ্ভীক মনে নদীৰ খৰ সোঁত ভাঙি ভৰা নাও লৈ নিৰ্বিঘ্নে গৈ নিৰ্দিষ্ট ঠাইত উপস্থিত হ'ল।

এইদৰে গৰখীয়াই গৰু চৰাওঁতে, হালোৱাই হাল বাওঁতে, ভকতে নাম-কীৰ্তন কৰোঁতে, মগনীয়াই ভিক্ষা কৰোঁতে, মাছুৱৈয়ে মাছ মাৰোঁতে, খৰিকটীয়াই খৰি কাটোতে, বোৱনীয়ে কাপোৰ বওঁতে এই বৰগীত গাইয়েই দুখ-শ্ৰম পাহৰি নিজ নিজ কাম সমাধা কৰি আনন্দ উপভোগ কৰে। বৰগীত অসমীয়াৰ স্বৰ্গীয় সম্পদ।

ঈশ্বৰ-তত্ত্ব বিষয়ক গীততকৈ ডাঙৰ গীত নাই, এইবাবে ইয়াৰ নাম বৰগীত। শ্ৰীযুত গোপাল-কৃষ্ণ দে মহাশয়েও বৰগীতৰ এই ব্যাখ্যাকে দিছে।

অসমীয়াৰ আৰাধ্য পুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ এই বৰগীতৰ প্ৰৱৰ্তক। ধৰ্ম, সাহিত্য, সমাজ দি অসমীয়াক এটা স্বকীয়া জাতি কৰি তোলাৰ দৰে শ্ৰীশ্ৰীশঙ্কৰদেৱ প্ৰভুৱে এই সঙ্গীত দান কৰিও অসমীয়া জাতিৰ জাতীয় ভেটি সুদৃঢ় কৰি থৈছে। শ্ৰীশ্ৰীশঙ্কৰদেৱ আৱিৰ্ভাৱ হোৱাৰ আগেয়ে আসামত (পুৰণি কামৰূপত) সঙ্গীত-কলা কি ধৰণৰ আৰু কি ভাষাত আছিল তাৰ সঠিক খবৰ আজিলৈকেও আমি উলিয়াব পাৰা নাই। অৱশ্যে পুৰণি দুই-এখন পুথিত সংস্কৃতৰ দুই-এটা সঙ্গীত দেখিবলৈ পোৱা যায়। কিন্তু সি জাতীয় সঙ্গীত হিচাপে পূৰ্ণ পৰিণতি পোৱা নাছিল যদিও, তাৰ পৰা আমি অনুমান কৰিব পাৰো, সেই সময়ত আসামত বেদ-সঙ্গত সঙ্গীতেই প্ৰচলিত আছিল। পিছত শ্ৰীশ্ৰীশঙ্কৰদেৱ আৱিৰ্ভাৱ হৈ সেই বেদ-সঙ্গত আৰ্য সঙ্গীতকেই ধৰণী ধৰি জাতীয় সাহিত্যৰ লগে লগে এই জাতীয় সঙ্গীত বৰগীত অসমীয়াক দান কৰি যায়।

সঙ্গীত সূক্ষ্ম কলা-বিদ্যা। সামাজিক বা ৰাজ-নৈতিক বিপ্লৱৰ হাই-হুলস্থুলৰ সময়ত ই বাঢ়ি উঠিব নোৱাৰে। সেই সময়ত আসামত মান-মৰাণৰ ঘোৰ অত্যাচাৰ, অসমীয়া সমাজত ঘোৰ বিপ্লৱ। তথাপিতো শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ দুজনা গুৰুৰ

অসীম প্ৰতিভাৰ বলত আতাসকলৰ সহযোগত ইমান বিপ্লৱৰ সোঁত ঠেলিও—বৰগীত জীয়াই আছিল। কিন্তু তেৰাসকলৰ তিৰোধানৰ পাছত তেনে প্ৰতিভাসম্পন্ন পুৰুষ আৱিৰ্ভাৱ হৈ নুঠাত, আৰু এইফালেও, আহোমসকলে যদিও আসামত প্ৰায় ৬০০ বছৰ ৰাজত্ব কৰিছিল, ৰাজশক্তিৰ পৰাও কোনো সহায় নোপোৱাত বৰগীত বিচিত্ৰৰূপে জাতিস্মাৰ হৈ উঠি পূৰ্ণতা প্ৰাপ্ত নোৱাৰিলে। মহাপুৰুষসকলে যিভাৱে এৰি থৈ গ'ল, সেইভাৱেই বা মুখে মুখে চলি অহাৰ কাৰণে কিছু বিকৃত-ভাৱেই বৰগীত থাকি গ'ল।

তাৰ পাছত ২০ বছৰমান আগেয়ে সঙ্গীত বিদ্যা-বিশাৰদ স্বৰ্গীয় লক্ষীৰাম বৰুৱা ডাঙৰীয়াই বৰগীতৰ আলোচনা হাতত লৈছিল, কিন্তু ধাৰাবাহিক কোনো চেষ্টা নোহোৱাত আৰু বাহিৰৰ সঙ্গীতৰ প্ৰভাৱটো আহি বেছিকৈ পৰাত তাৰ আচল স্বৰূপ প্ৰকাশ হৈ নুঠিল।

প্ৰায় ন বছৰমান আগেয়ে মই ডিব্ৰুগড়ত থাকোঁতে মোৰ শ্ৰদ্ধেয় বন্ধু সঙ্গীতাধ্যাপক ডাঃ উমেশ চন্দ্ৰ দাস মহাশয়ৰ লগ লাগি বৰগীত সম্বন্ধে আলোচনা কৰিছিলো। সেই আলোচনাৰ ফলত বুজি পালো, ভাৰতৰ আন আন ঠাইৰ সুৰৰ লগত, বিশেষকৈ বঙ্গদেশৰ সুৰৰ লগত বৰগীতৰ সুৰ নিমিলে। অৰ্থাৎ বঙ্গদেশত প্ৰচলিত ভৈৰৱী, গৌৰী, শ্যাম ইত্যাদি সুৰৰ লগত বৰগীতত থকা ভৈৰৱী, গৌৰী, শ্যাম আদি সুৰ, যিভাৱে আমি আজি গাওঁ, সি নিমিলে। আৰু বৰগীতত যিবিলাক সুৰ 'ৰাগ' বুলি লিখা আছে, হিন্দু সঙ্গীত মতে সেইবিলাক 'ৰাগ' নহয় 'ৰাগিণী'। তেতিয়া আমাৰ এই সম্বন্ধে কিছু সন্দেহ উপস্থিত হ'ল। পিছত আলোচনাৰ ফলত বুজি পালো, বঙ্গদেশৰ পুৰণি সাহিত্যতো সঙ্গীতবিলাকৰ শুৰত 'ৰাগ' বুলিয়েই লিখা হৈছিল। তাৰ অলপ দিন পিছতেই মই ডিব্ৰুগড় এৰিবলগীয়া হোৱাত সেই চেষ্টা আৰু সফল হৈ নুঠিল। কিন্তু অন্তৰত প্ৰবল ইচ্ছা থাকি গ'ল যে বৰগীতৰ বৈজ্ঞানিক মূল-সূত্ৰটো উদ্ধাৰ কৰিবই লাগিব। কাৰণ বৰগীতৰ পূৰ্ণস্বৰূপ কি নাপালে, অসমীয়াৰ জাতীয়-জীৱনও অসম্পূৰ্ণ থাকিব।

তাৰ পাছত সিদিনাখন অলপতে শ্ৰদ্ধেয় বন্ধু শ্ৰীযুত গোপালকৃষ্ণ দে মহাশয়ে গুৱাহাটীৰ বঙ্গ-সাহিত্য পৰিষদত বৰগীত সম্বন্ধে বঙ্গলা ভাষাত এটি অতি উপাদেয় ৰচনা পাঠ কৰে। এই ৰচনা শুনি মোৰ আগৰ ইচ্ছা আৰু প্ৰবল হৈ উঠে। সেই সভাত সঙ্গীত বিশাৰদদ্বয় কটন কলেজৰ অধ্যাপক শ্ৰীযুত লক্ষীবাবু আৰু শ্ৰীযুত তাৰকবাবু আৰু ময়ো উপস্থিত আছিলোঁ। গোপালবাবুৰ ৰচনাৰ পাছত সভাপতিৰ অনুৰোধত মই হাৰমনিয়মেৰে 'গৌৰী' আৰু 'শ্যাম' ৰাগৰ দুটি বৰগীত গাওঁ। তেতিয়া সঙ্গীততত্ত্বজ্ঞ শ্ৰীযুত তাৰকবাবু আৰু শ্ৰীযুত লক্ষীবাবুৰ লগত আলোচনা কৰাত তেওঁলোকে কয় যে হিন্দু-সঙ্গীত মতে 'গৌৰী' আৰু 'শ্যাম' ৰাগিণীৰ লগত বৰগীতৰ এই গৌৰী আৰু শ্যাম নিমিলে। তাৰ বিভিন্নতা দেখুৱাবলৈ শ্ৰীযুত লক্ষীবাবুই ভাৰতৰ আন ঠাইত প্ৰচলিত গৌৰী আৰু শ্যাম দুটি গাই শুনায়। তেতিয়া গুৱাহাটী গৱৰ্ণমেণ্ট হাইস্কুলৰ এচিষ্টাণ্ট হেডমাষ্টৰ শ্ৰীযুত সাৰদা প্ৰসাদ গাঙ্গুলী মহাশয়ে মত প্ৰকাশ কৰে যে বৰগীতৰ সুৰ আৰু শ্ৰীযুত লক্ষীবাবুৱে গোৱা সুৰ একে নহ'ব পাৰে, কিন্তু বৰগীত শুনি মনত যি সংযত

আৰু গভীৰ ভাব উপস্থিত হ'ল, শ্ৰীযুত লক্ষীবাবুৰ সেই সুৰৰ গীত শুনি মনত যেন অলপ পাতল ভাবৰ ছায়া পৰিল। তেতিয়া শ্ৰীযুত তাৰকবাবুৱে প্ৰাকাশ কৰে, যে মনোৰাজ্যৰ ভাব পৰিবৰ্ত্তন কৰি দিয়াটোৱে সঙ্গীতৰ ঘাই কাম। বৰগীতৰ যেতিয়া এনে গুণটো বৰ্তমান, সি অৱশ্যে বৈজ্ঞানিক ভেটিৰ ওপৰতে স্থাপিত। হয়তো ভাৰতৰ আন আন ঠাইত, নানা প্ৰদেশৰ সংশ্ৰৱত নানাভাৱে পৰিৱৰ্ত্তিত হৈ আহি আজি যি এটা সুৰৰ লক্ষণ সৰ্ববাদী সম্মতৰূপে গৃহীত হৈছে, পুৰণিকালত আসামত আন ঠাইৰ লগত বিশেষভাৱে সংশ্ৰৱ ঘটাৰ ভাল সুবিধা নথকাত হিন্দু-সঙ্গীতৰ সেই আচল স্বৰূপটো অপৰিৱৰ্ত্তিতভাৱেই বৰগীতৰ ভিতৰত আছে। কিজানো আন ঠাইত প্ৰচলিত সুৰবিলাকেই বিকৃত। গতিকে, বৰগীতৰ সুৰ বিকৃত বা ভুল বুলি কোৱাটো সমাচীন নহয়। বৰগীতৰ সুৰ এতিয়া যিভাৱেই পোৱা যায়, সেইদৰেই তাক উদ্ধাৰ কৰিব লাগিব। শ্ৰীযুত তাৰকবাবুৰ এই কথা মোৰ মনত লাগে আৰু গোপালবাবুৱে জোৰ দি ইয়াক সমৰ্থন কৰে।

তেতিয়া শ্ৰীযুত গোপালবাবুৰ আগ্ৰহ আৰু মোৰ অনুৰোধত বৰগীতৰ বৰ্তমান সুৰবিলাক স্বৰলিপি কৰি উলিওৱাত সহায় কৰিব বুলি শ্ৰীযুত তাৰকবাবুৱে কয়। সেই মতে আন ঠাইত চলিত আৰু আসামত বৰগীতত চলিত একে সুৰৰ লক্ষণৰ পাৰ্থক্য বুজিবৰ বাবে তলত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ৰচিত এটা বৰগীতৰ স্বৰলিপি দিয়া হ'ল। এই বৰগীতটোৰ ৰাগিণী 'কেদাৰা'। আন ঠাইত গোৱা 'কেদাৰা'ত এই গানটো গালে কেনে শুনি তাক দেখাবৰ নিমিত্তে গীতটোৰ দ্বিতীয় স্বৰলিপি এটাও দিয়া হ'ল। বৰগীতটোৰ স্বৰলিপি মোৰ মুখৰ পৰা শুনি শ্ৰীযুত তাৰকবাবুৱে কৰা। যদি এই স্বৰলিপিয়ে অসমীয়া সঙ্গীত ৰসিকসকলক বৰগীত উদ্ধাৰৰ অৰ্থে মনত উৎসাহ দিয়ে, তেনেহলে তাৰ সকলো প্ৰশংসা শ্ৰীযুত তাৰকবাবুৰ আৰু অসমীয়াৰ পুৰণি সম্পদ উদ্ধাৰৰ এই কষ্ট স্বীকাৰৰ বাবে অসমীয়া জাতিও শ্ৰীযুত তাৰকবাবুৰ ওচৰত কৃতজ্ঞ থাকিব। শ্ৰীযুত গোপালবাবুৱে বঙ্গ সাহিত্য পৰিষদত বৰগীত ৰচনা পঢ়ি আমাক এই সম্বন্ধে সচেতন কৰি দিয়াত তেখেতৰ ওচৰতো আমি কৃতজ্ঞ।

আজিকালি হাৰমনিয়ম সকলো ঠাইতে হৈছে। তাত প্ৰতি গ্ৰামত ১২টা সুৰ আছে। যেনে— ষড়জ, কোমল ঋষভ, ঋষভ, কোমল গান্ধাৰ, গান্ধাৰ, কোমল মধ্যম, মধ্যম, পঞ্চম, কোমল ধৈবত, ধৈবত, কোমল নিষাদ আৰু নিষাদ। এইবিলাকক স্বৰলিপিত যথা ক্ৰমে স, ৰো, ৰ, গো, গ, ম, মী, পা, ধো, ধ, নো, আৰু ন, বুলি উল্লেখ কৰা হৈছে। স্বৰবিলাকৰ তলত বিন্দু থাকিলে বুজিব লাগিব সেইবিলাক উদাৰা গ্ৰামৰ, ওপৰত বিন্দু থাকিলে বুজিব লাগিব তাৰা গ্ৰামৰ। আশা কৰো এই সঙ্কেতটো মনত ৰাখিলে এই স্বৰলিপি বুজাত টান নাপায়। এইদৰে 'চেতনা'ৰ প্ৰত্যেক সংখ্যাতে একোটি বৰগীতৰ দুইবিধৰ স্বৰলিপি দি এই বিষয়ে সৰ্বসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিবৰ চেষ্টা কৰিম।

( পঞ্চম বছৰ ৭ম সংখ্যা 'চেতনা'ত প্ৰকাশিত )

# স্বৰলিপি

## কেদাৰা—তেতালা

( অসমীয়া সুৰ )

<table>
<tr><td>০|</td><td>|</td><td>|</td><td>|</td><td>১|</td><td>|</td><td>|</td><td>|</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>|</td><td>|</td></tr>
<tr><td>ধ</td><td>—</td><td>প</td><td>ধ</td><td>মা</td><td>পম</td><td>গা</td><td>ৰে</td><td>সা</td><td>ৰে</td><td>মা</td><td>—</td><td>পা</td><td>ধা</td><td>পা</td><td>মা—</td></tr>
<tr><td>পা</td><td>—</td><td>ৰে</td><td>—</td><td>প</td><td>ৰি</td><td>হ</td><td>ৰি</td><td>ক</td><td>ৰো</td><td>হো</td><td>—</td><td>কা</td><td>—</td><td>ত</td><td>বি</td></tr>
<tr><td>০|</td><td>|</td><td>|</td><td>|</td><td>১|</td><td>|</td><td>|</td><td>|</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>|</td><td>|</td></tr>
<tr><td>ধা</td><td>—</td><td>পা</td><td>ধা</td><td>মা</td><td>পামা</td><td>গা</td><td>ৰে</td><td>সা</td><td>ৰে</td><td>গা</td><td>ৰে</td><td>ৰে</td><td>—</td><td>—</td><td>—</td></tr>
<tr><td>প্ৰা</td><td>—</td><td>ণ</td><td>—</td><td>ৰা</td><td>—</td><td>থ</td><td>বি</td><td>মো</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>ৰ</td></tr>
<tr><td>০|</td><td>!</td><td>!</td><td>!</td><td>১!</td><td>!</td><td>!</td><td>!</td><td>+!</td><td>|</td><td>|</td><td>|</td><td>৩!</td><td>!</td><td>!</td><td>!</td></tr>
<tr><td>ধা</td><td>—</td><td>সা</td><td>—</td><td>ৰে</td><td>—</td><td>ৰে</td><td>ৰে</td><td>সা</td><td>—</td><td>ধা</td><td>সা</td><td>সা</td><td>ৰে</td><td>ৰে</td><td>ৰে</td></tr>
<tr><td>বি</td><td>—</td><td>ষ</td><td>য়</td><td>বি</td><td>ষ</td><td>ধ</td><td>ৰ</td><td>বি</td><td>—</td><td>যে</td><td>—</td><td>জ</td><td>ড়</td><td>জ</td><td>ড়</td></tr>
<tr><td>০!</td><td>!</td><td>!</td><td>!</td><td>১!</td><td>!</td><td>!</td><td>!</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>!</td><td>|</td></tr>
<tr><td>সা</td><td>ৰে</td><td>ৰে</td><td>ৰে</td><td>সা</td><td>ৰে</td><td>সা</td><td>ধা</td><td>পা</td><td>মা</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td></tr>
<tr><td>জী</td><td>—</td><td>ৱ</td><td>ন</td><td>না</td><td>—</td><td>ৰ</td><td>হে</td><td>থো</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>ৰ</td></tr>
<tr><td>০|</td><td>|</td><td>|</td><td>|</td><td>১|</td><td>|</td><td>|</td><td>|</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>|</td><td>|</td></tr>
<tr><td>ৰে</td><td>—</td><td>সা</td><td>ৰে</td><td>মা</td><td>—</td><td>মা</td><td>মা</td><td>ধা</td><td>সা</td><td>ধা</td><td>ধা</td><td>পা</td><td>—</td><td>মা</td><td>মা</td></tr>
<tr><td>অ</td><td>থি</td><td>ৰ</td><td>—</td><td>ধ</td><td>ন</td><td>জ</td><td>ন</td><td>জী</td><td>|</td><td>ৱ</td><td>ন</td><td>যৌ</td><td>—</td><td>ৱ</td><td>ন</td></tr>
<tr><td>০|</td><td>|</td><td>—</td><td>|</td><td>১!</td><td>|</td><td>|</td><td>|</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>|</td><td>|</td></tr>
<tr><td>সা</td><td>সা</td><td>সা</td><td>ধা</td><td>সা</td><td>—</td><td>সা</td><td></td><td>ৰে</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td></tr>
<tr><td>অ</td><td>থি</td><td>ৰ</td><td>এ</td><td>হু</td><td>—</td><td>সং</td><td>—</td><td>সা</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>ৰ</td></tr>
<tr><td>০|</td><td>|</td><td>|</td><td>|</td><td>১!</td><td>!</td><td>!</td><td>!</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩!</td><td>!</td><td>!</td><td>!</td></tr>
<tr><td>সা</td><td>ৰে</td><td>সা</td><td>ৰে</td><td>সা</td><td>ৰে</td><td>গা</td><td>—</td><td>সা</td><td>ৰে</td><td>সা</td><td>ধা</td><td>সা</td><td>—</td><td>ৰে</td><td>—</td></tr>
<tr><td>পু</td><td>—</td><td>ত্ৰ</td><td></td><td>প</td><td>ৰি</td><td>বা</td><td>ৰ</td><td>স</td><td>ব</td><td>হু</td><td>—</td><td>অ</td><td>—</td><td>সা</td><td>ৰ</td></tr>
<tr><td>০!</td><td>!</td><td>!</td><td>!</td><td>১!</td><td>|</td><td>|</td><td>|</td><td>+|</td><td>|</td><td>|</td><td>|</td><td>৩|</td><td>|</td><td>|</td><td>|</td></tr>
<tr><td>সা</td><td>সা</td><td>ৰে</td><td>ৰে</td><td>সা</td><td>ধা</td><td>পা</td><td>পা</td><td>মা</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td></tr>
<tr><td>ক</td><td>ৰ</td><td>ব</td><td>—</td><td>কা</td><td>—</td><td>হে</td><td>বি</td><td>সা</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>—</td><td>ৰে।</td></tr>
</table>

# কেদাৰা—তেতালা

( আম ঠাইত প্ৰচলিত কেদাৰাৰ ৰূপ )

| ০ | | | | ১ | | | | + | | | | ৩ | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | ৰে | সা | মা | মা | মা | মা | মা | পা | পা | পা | মী | পা | মী | পা | পা |
| পা | — | ৰে | — | প | বি | হ | বি | ক | ৰো | হো | — | কা | — | ত | বি |
| মী | প | ধা | সা | ধা | — | পা | — | মা | গা | গা | মা | ৰে | — | সা | — |
| প্ৰা | — | ণ | ৰা | খ | — | বি | — | মো | — | — | — | — | — | — | ৰ |
| পা | ধা | পা | পা | সা | — | সা | সা | সা | — | ধা | ধা | সা | ৰে | ৰে | ৰে |
| বি | ষ | য় | বি | ষ | — | ধ | ৰ | বি | — | ষে | জ | ড় | — | জ | ড় |
| সা | ৰে | সা | সা | নি | — | ধা | — | পা | — | — | — | — | — | — | — |
| জী | — | ৱ | ন | না | — | ৰ | হে | থো | — | — | — | — | — | — | ৰ |
| মা | — | — | — | মা | মা | ধা | পা | মা | গা | গা | মা | ৰে | — | সা | — |
| অ | — | থি | ৰ | ধ | ন | জ | ন | জী | — | ৱ | ন | যৌ | — | ৱ | ন |
| সা | — | — | — | সা | — | — | — | পা | — | — | — | — | — | — | — |
| অ | থি | ৰ | এ | হু | — | সং | — | সা | — | — | — | — | — | — | ৰ |
| সা | — | সা | সা | সা | — | সা | সা | নি | নি | নি | — | ধা | — | পা | — |
| পু | — | ত্ৰ | প | বি | — | বা | ৰ | স | ব | হু | — | অ | — | সা | ৰ |
| মা | মা | মা | — | পা | — | ধা | পা | মা | গা | গা | মা | ৰে | — | সা | — |
| | | | | কা | — | হে | বি | সা | — | — | — | — | — | — | ৰ |

*মী—কড়ি মাধ্যম

# চেতনা সম্বন্ধে আমাৰ কথা

( চেতনা, প্ৰথম বছৰ প্ৰথম সংখ্যা )

আজি প্ৰায় তিনি বছৰমানৰ পৰা 'চেতনা' নামেৰে ওখ খাপৰ মাহেকীয়া আলোচনী এখন উলিয়াবৰ প্ৰবল ইচ্ছা এটা আমাৰ মনত জাগি উঠে। এই ইচ্ছা প্ৰথমে অকল যে আমাৰ মনতেই খেলে তেনে নহয়, বৰ্তমান কালৰ অসমৰ সকলো ঠাইৰে আমাৰ লগৰীয়া ডেকা সাহিত্যিকসকলৰ মনতো একে সময়তে চেতনাক জন্ম দিবলৈ প্ৰবল আগ্ৰহ এটা উপস্থিত হয়। ইয়াৰ কাৰণ আন নহলেও এইটো ঠিক, যে সাহিত্যিকসকলৰ সাহিত্য চৰ্চাৰ পিয়াহ পলুৱাবৰ নিমিত্তে ওখ খাপত পেলাই লবলৈ আহল-বহল মাহেকীয়া আলোচনী বৰ্তমান কালত অসমীয়া ভাষাত নিচেই তাকৰ। যি তিনিখন আছে সিও কিছুদিন ঠিকভাৱে চলি আহি এতিয়া ওলোৱাত নিয়মৰ ব্যতিক্ৰম কৰিব ধৰিছে। গতিকে সাহিত্যিকসকলৰ মনত অসন্তোষৰ মাত্ৰা বাঢ়ি চেতনাক জনম দিবলৈ হোৱা আগ্ৰহটো অতি স্বাভাৱিক। সেই কাৰণে আমাৰ সদৌ অসমীয়া শিক্ষিত ভাইসকলৰ অনুমোদন আৰু সহানুভূতি খুজি আজি আমি চেতনাৰ ভেটি গঢ়ি তুলিলোঁ। চেতনাই নিজৰ উচিত গৌৰৱ ৰক্ষা কৰি নিয়মিত ওলাই থাকি তাৰ উদ্দেশ্য সিদ্ধি কৰিব পৰাত যদি কিবা যশ-গৌৰৱ থাকে, তেনেহলে সেই যশ-গৌৰৱৰ সম্পূৰ্ণ অধিকাৰী তেওঁলোকেহে। কাৰণ সাহিত্যৰ বজাৰত চেতনাৰ উচিত মূল্য নিৰ্দ্ধাৰিত কৰা কামত তেওঁসকলৰ আন্তৰিক চেষ্টা আৰু সহানুভূতিৰ সম্পূৰ্ণ আৱশ্যক আছে। চেতনা ক্ৰমে ডাঙৰ-দীঘল শকত আৱত আৰু ফলে-ফুলে জাতিষ্কাৰ হৈ উঠা ভিতৰুৱা আয়োজনখিনিত বিশ্ব-চেতনাৰ হাত যে সমূলি নাই তেনে নহয়। কিন্তু খণ্ড চেতনাক ঘঁহি-পিহি স্বচ্ছ শুদ্ধ কৰি নললে বিশ্ব-চেতনা প্ৰতিফলিত হবলৈ বাট বিচাৰি নাপাব বুলিহে আমাৰ ধাৰণা। কাৰণ বিশ্ব-চেতনা অতি প্ৰশস্ত হলেও কোঁচাই আনি তাক নিজৰ লগত মিতিৰালি পাতিব দিয়া দায়িত্বটো খণ্ড চেনতাৰ আছে। দুৰ্বল হলে, বিশ্ব-চেতনাৰ লগত বন্ধুত্বৰ দাবী কৰি একে শাৰীত বহি জীৱনৰ প্ৰশস্ততা বঢ়াবলৈ খণ্ড চেতনা অপাৰগ। অথচ, সকলোতকৈ খণ্ড চেতনাৰ এই দায়িত্বটোৰ জোৰ বেছি গধুৰ। চেতনাক শ্ৰীমতী সৌন্দৰ্যশালিনী কৰি তুলিবলৈ যিখিনি কাৰিকৰীৰ আৱশ্যক হ'ব সেই সকলোখিনি দিওঁতাৰ গৰাকী আমাৰ সদৌ শিক্ষিত ভাইসকল। চেতনাৰ ভবিষ্যত জীৱন তেওঁসকলৰ আন্তৰিক চেষ্টা আৰু সহানুভূতিৰ লগত ওতপ্ৰোত হৈ আছে। চেতনাই যদি উদ্দেশ্য সিদ্ধি কৰি কৰ্ম-ক্ষেত্ৰত স্থিৰ থাকিবলৈ অপাৰগ হয়, তেনেহলে তাত তেওঁলোকৰ গৌৰৱ, যদি অপাৰগ হৈ অদৃশ্য হোৱাৰ ফালে ঢাল লয়, তেনেহলে তাত তেওঁসকলৰ অগৌৰৱ। সেই কাৰণে আমাৰ শিক্ষিত ভাইসকলক আমাৰ এই নিবেদনখিনি জনাই থলোঁ।*

---

* ইয়াৰ পাচৰ 'চেতনাৰ উদ্দেশ্য' অংশটো বাদ দিয়া হৈছে, কাৰণ 'আহুতি'ত এই অংশটো প্ৰকাশ হৈছে। তাৰ পাচৰ ছোৱা প্ৰকাশ কৰা হ'ল।

### চেতনাৰ লক্ষ্য

চেতনেই হক বা অচেতনেই হক, জগতৰ সকলোবিলাক বস্তুৰ নিচিনা চেতনাৰো এটা লক্ষ্য আছে। সেই লক্ষ্যৰ সঠিক সংজ্ঞা আৰু স্বৰূপ সম্প্ৰতি আমি দিব নোৱাৰিলেও ৰাইজক নিবেদন কৰি জনাই থওঁ, যে চেতনাৰ লক্ষ্য সত্যম্ শিৱম্ সুন্দৰম্। য'ত 'সত্য' য'ত 'শিৱ' য'ত সুন্দৰৰ ৰাজ-প্ৰাসাদ তাত কৰ দিবলৈকেহে চেতনাই আয়োজন-অনুষ্ঠানবিলাক পাতিব; য'ত সত্যম্ শিৱম্ সুন্দৰম্ পুৰোহিতে যজ্ঞ-বেদীত বহি বিকাশৰ মহামন্ত্ৰ উচ্চাৰণ কৰি সৃষ্টি-স্থিতি-প্ৰলয়ৰ মহাযজ্ঞ সম্পাদন কৰি আছে, সেই যজ্ঞ সম্পাদনত সমাজ-নীতি, ৰাজনীতি, শিল্প, কৃষি, বাণিজ্য, দৰ্শন, বিজ্ঞান ইত্যাদিৰ ভিতৰেদি অনুভূতিৰ আহুতি ঢালি আনন্দ লাভ কৰাটোৱেই চেতনাৰ লক্ষ্য।

### চেতনাৰ বৰ্তমান সংখ্যাৰ আখৰ-জোঁটনি সম্বন্ধে সদাশয় পাঠকসকলৰ ওচৰত আমাৰ কৈফিয়ৎ আৰু তাৰ বাবে ক্ষমা প্ৰাৰ্থনা।

চেতনা ছপাবলৈ আমি যাৰ পৰা প্ৰেছ আনি গুৱাহাটীত পাতি লৈছো, তেওঁলোকে মাহেকীয়া নাইবা সাপ্তাহিক কোনো কাকত উলিয়াবৰ মনেৰে এই প্ৰেছ অনা নাছিল। কেৱল নিজ ঠাইৰে ব্যৱসায়ীসকলৰ বিজ্ঞাপন, চিঠি-পত্ৰ আদি ছাপা কৰিবলৈহে আনিছিল। সেই কাৰণে ছাপা কৰা যিবিলাক সাজ-সৰঞ্জাম আদি লাগে, সেইবিলাকো তেওঁসকলৰ কামৰ অনুপাতেহে আনিছিল। তেওঁসকলৰ কাৰ্যকাৰকসকলৰ দোষত ইংৰাজী, অসমীয়া, বঙ্গালী ইত্যাদি সকলো-বিলাক আখৰ যে একেলগে সানমিহলি হৈ আছিল, সেই কথা আমি কেতিয়াও জনা নাছিলোঁ। সেই কাৰণে, চেতনাৰ দৰে মাহেকীয়া আলোচনী এখন চলাবলৈ কি আখৰৰ কিমান লাগে তাৰ হিচাপ তেতিয়া আমি কৰি লব পৰা নাছিলোঁ। কিন্তু গুৱাহাটীলৈ প্ৰেছ আনি যেতিয়া দেখিলোঁ, যে চেতনা নিয়মিত উলিয়াবলৈ হলে বহু আখৰৰ আৱশ্যক আছে, তেতিয়া বহাগৰ ঠিক সাত তাৰিখে লৰা-লৰিকৈ কলিকতালৈ নোহোৱা আখৰ-বিলাকৰ অৰ্ডাৰ দি পঠালোঁ। মনত ভাবিলোঁ যে সাত-আঠ দিনৰ ভিতৰতে আখৰবিলাক আহি পাব। এই ভাবি, আগৰ পুৰণি আখৰ যিখিনি আছিল তাৰেই চেতনাৰ প্ৰবন্ধাদি গাঁথিবলৈ লগাই দিলোঁ। ভাবিলোঁ যে কথাবিলাক গাঁথি ৰাখিলে পুৰণি ক্ষয় হোৱা আৰু নোহোৱা আখৰবিলাকৰ ঠাইত নতুন আখৰ অহা মাত্ৰকে সুমাই দিব পাৰিম। কিন্তু অৰ্ডাৰ দিবৰ আজি প্ৰায় চাৰি মাহ হ'ল কলি-কতাৰ পৰা আখৰবিলাক এতিয়াও আহি পোৱা নাই। আহাৰতে উলিয়াম বুলি জাননী দিয়া চেতনা তিনিমাহ পাছতো যদি উলিয়াব নোৱাৰোঁ, তেনেহলে আমাৰ দোষ অমাৰ্জনীয় হ'ব বুলি নোহোৱা আৰু ক্ষয় হোৱা আখৰবিলাককেই কোনোমতে পঢ়িব পৰাকৈ লগ লগাই ছপাই দিলোঁ। এনে কৰাটো আমাৰ অশেষ দোষ হৈছে। কিন্তু কি কৰিম! তিনি মাহ আগেয়ে চেতনা উলিয়াব খোজা খাতা ক্ৰমে দীঘল হৈ গলে আমাৰ ওপৰত ৰাইজৰ বিশ্বাসটো পাতল হৈ পৰিব বুলি, চেতনা উলিওৱাত আৰু পলম কৰিবৰ ইচ্ছা নহ'ল। এইবিলাক কাৰণে ক্ষয় হোৱা আখৰ-বিলাকৰতো কথাই নাই, নোহোৱা যুক্ত আখৰ-বিলাকো ভাঙি ভাঙি ছাপা কৰিছোঁ। আৰু

কোনো কোনো অংশত অসমীয়া 'ৰ'ৰ ঠাইত বঙ্গালী 'ৰ' দিছোঁ। মোটৰ ওপৰত প্ৰথম সংখ্যা চেতনাত এইবিলাক দোষ নাথাকিব বুলি আমি আশা কৰিছোঁ।

**চেতনাৰ সদাশয় লিখকসকলৰ ওচৰত আমাৰ শলাগনি আৰু নিবেদন।**

যিসকলে পৰিশ্ৰম কৰি লিখি প্ৰবন্ধাদি দি চেতনাক আজি ৰাইজৰ আগত ওলাবৰ উপযুক্ত কৰি তুলিলে তেওঁসকলৰ ওচৰত আমাৰ অন্তৰৰ গভীৰ কৃতজ্ঞতা জনাই থলোঁ। বৰ্তমানত যিদৰে চেতনাক যি দৰে নিজৰ বুলি ভাবি প্ৰবন্ধাদি দি চেতনাক সহায় কৰিছে, আশাকৰোঁ ভৱিষ্যতেও তেওঁসকলে চেতনাৰফালে এই অনুগ্ৰহফেৰা দিবলৈকে কৃপণ নহ'ব। চেতনাই ঐশ্বৰ্যযুক্তা হবলৈ লিখকসকলৰ উদাৰতাৰ ওপৰতে ঘাইকৈ আশা কৰিছে।

ইংলণ্ড, আমেৰিকা আদি প্ৰধান দেশবোৰত, এনেকি, ভাৰতৰো কোনো কোনো উন্নত প্ৰদেশত আলোচনী কাকতৰ ভাল ভাল লিখকসকলক প্ৰবন্ধৰ গভীৰতা আৰু আৱশ্যকতা বুজি মূল্য দিয়াৰ ব্যৱস্থা আছে। সেইবিলাক উন্নত দেশত এইটো এটা উপাৰ্জনৰ পথ এই কথা আমাৰ শিক্ষিতসকলে ভালকৈ জানে। আমাৰ চেতনাৰ লিখকসকলৰো তেনেকৈ প্ৰবন্ধৰ মূল্য দাবী কৰিবৰ সম্পূৰ্ণ ক্ষমতা আছে। কিন্তু আমাৰ দেশৰ সাহিত্যমণ্ডলৰ বৰ্তমান গতিবিধি চাই লিখকসকলক প্ৰবন্ধৰ মূল্য দিয়া গুৰু ভাৰটো সম্প্ৰতি হাতত লবৰ আমি সম্পূৰ্ণ অপাৰগ। কিয় অপাৰগ, সেই কথা বৰ্তমান অসমীয়া সাহিত্য-জগতৰ অৱস্থা আলোচনা কৰা শিক্ষিতসকলে বুজে। সেই বাবে আমাৰ সদাশয় স্বাৰ্থত্যাগী চেতনাৰ নিয়মিত প্ৰবন্ধ লিখোতাসকলক সম্প্ৰতি এবছৰৰ চেতনা বিনামূল্যে দিবৰ ব্যৱস্থা কৰিছোঁ।

কিন্তু নিয়মিত সুলিখিত প্ৰবন্ধ লিখোতাসকলক ভৱিষ্যতে তেনেকৈ প্ৰবন্ধৰ মূল্য দিবৰ ইচ্ছা আছে, যদি চেতনা দিনক দিনে সম্পদশালিনী হৈ আহে। কিন্তু চেতনাক এইদৰে সম্পদশালিনী কৰি তোলা ভাৰটো সদাশয় গ্ৰাহকসকলৰ হাতত আংশিকভাৱে থাকিলেও, উদাৰ প্ৰবন্ধলিখকসকলৰ ওচৰত বেছি পৰিমাণে আছে। কাৰণ, আমাৰ দেশত সকলো কাকতৰ অল্পায়ুৰ ঘাই কাৰণ অকল গ্ৰাহকসকল নহয়। আমি ভু পোৱা সময়ত, আমাৰ দেশত যিকেইখন কাকত ওলাইছে সেই সকলোবিলাক কাকতকেই, নপঢ়িলেও অন্ততঃ দেশ-হিতৈষিতাত অনুপ্ৰাণিত হৈও গ্ৰাহকসকলে নিৰূপিত মূল্য দি গ্ৰহণ কৰে, এইটো সঁচা কথা। সুতৰাং কাকত অল্পায়ু হোৱাৰ কাৰণ চাঁদা দিওঁতাসকল নহয়। ইয়াৰ আন বহু কাৰণ থাকিলেও, সৰ্বপ্ৰধান কাৰণ দুটা। প্ৰথম ঃ সাময়িক ৰুচি আৰু আৱশ্যক মতে প্ৰবন্ধ ছাপা নহয়। দ্বিতীয় ঃ কাকত ওলোৱাত নিয়মিত সময়ৰ ব্যতিক্ৰম। বঙ্গালী, ইংৰাজী ইত্যাদি ভাষাৰ প্ৰথম শ্ৰেণীৰ কাকতবিলাক পঢ়ি আলোচনা কৰি থকা নানা জ্ঞান-পিপাসু আৰু নিয়মৰ মোল বুজা আমাৰ শিক্ষিতসকলৰ ওচৰত এই ব্যতিক্ৰমটো অস্বাভাৱিক আৰু অসহ্য হৈ উঠে। সেইবাবে প্ৰথমতে দেশহিতৈষিতাৰ প্ৰেৰণা পাই কাকতক উৎসাহিত কৰিবলৈ চাঁদা দি গ্ৰাহক হলেও এই ব্যতিক্ৰম নহ'বলৈ চেতনাৰ নিজৰ প্ৰেছ আনি আমি হাতত

লৈছো। কিন্তু প্ৰবন্ধ লিখকসকলক সেইদৰে হাতত লবৰ ক্ষমতা আমি এতিয়াও কৰি লব পৰা নাই। সুলিখিত প্ৰবন্ধ আদিৰে চেতনাৰ সৌষ্ঠৱ বঢ়োৱা দায়িত্বটো লিখকসকলৰ সম্পূৰ্ণ উদাৰতাৰ ওপৰত নিৰ্ভৰ কৰিছে। মাতৃভাষা সেৱক সদাশয় লিখকসকলৰ অনুগ্ৰহত এইদৰে ৰসে ৰূপে গন্ধে স্পৰ্শে সকলোফালেদি চেতনাক সৌন্দৰ্যশালিনী কৰি তুলিব পাৰিলে চেতনাৰ সকলো সম্পদৰ গৰাকী ভৱিষ্যতত তেওঁসকলেই হ'ব। সেইবাবে চেতনাৰ লিখকসকলৰ ওচৰত আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু নিবেদন জনাই থলোঁ, যেন সকলোৱে মোৰ বুলি সাবটি ধৰি ভাল ভাল প্ৰবন্ধেৰে চেতনাক সজাই তোলে।

### চেতনাৰ সদাশয় গ্ৰাহকসকল আৰু ৰাইজৰ ওচৰত আমাৰ নিবেদন আৰু কৃতজ্ঞতা প্ৰকাশ

আজি প্ৰায় তিনি বছৰ 'চেতনা' উলিয়াই মাতৃভাষা আৰু সাহিত্যৰ সেৱা কৰিম বুলি ভাবি কিমান বিপদ-আপদ অতিক্ৰম কৰি যে ৰাইজৰ আগত আমি চেতনা উলিয়াবলৈ সমৰ্থবান হৈছো, তাৰ খবৰ দেখোতাসকলে আৰু একমাত্ৰ ভগৱানে জানে। যিদৰে কোনো বস্তু এটি আদিতে জন্ম পোৱা মুহূৰ্ততে সৰ্বাঙ্গ সুন্দৰ হ'ব বুলি কোনেও আশা কৰিব নোৱাৰে, জন্মৰ পাছত নানা খাদ্যাদিৰ দ্বাৰাহে ক্ৰমে পৰিপুষ্টি লাভ কৰে; সেইদৰে চেতনায়ো নানা ত্ৰুটি আদি লৈয়ে সম্প্ৰতি জন্ম পালে। এই ত্ৰুটিবিলাক মাৰ্জনা কৰি সদাশয় গ্ৰাহকসকল আৰু ৰাইজে নিয়মিতভাৱে উপযুক্ত আহাৰ আদি যোগাই থাকিলে চেতনা ক্ৰমে ত্ৰুটি-শূন্য হৈ আহিব আৰু সকলোৰে মন যোগাবৰ উপযুক্তা হ'ব। সেইবাবে, চেতনাৰ মৰমিয়াল গ্ৰাহক আৰু ৰাইজৰ ওচৰত আমাৰ আন্তৰিক নিবেদন জনাই থলোঁ।

### চেতনাৰ গুণগ্ৰাহী পাঠক-পাঠিকাসকলৰ ওচৰত নিবেদন

বৰ্তমান জগতৰ নানাবিধ জ্ঞান-বিজ্ঞানৰ সোৱাদ পাই সচেতন হোৱা শিক্ষিত পাঠক-পাঠিকাসকলৰ উদাৰ মনৰ অনুপাতে চেতনাত আমি উপযুক্ত বস্তু যোগাব পৰিছোঁ বুলি কবৰ আমাৰ সাহ নাই। তথাপি গুণগ্ৰাহী পাঠক-পাঠিকাসকলৰ ওচৰত আমাৰ নিবেদন জনাই থওঁ, যে তেওঁসকলে চেতনাৰ প্ৰতি মৰম-চেনেহ ৰাখিলে চেতনাক ক্ৰমে তেওঁসকলৰ উপযুক্তা কৰি তুলিব পাৰিম বুলি আমাৰ বিশ্বাস আছে।

## অসমত সমাজ-সেৱক সমিতি

অসমত এটি সমাজ-সেৱক সমিতি অত্যন্ত আৱশ্যক হৈছে। এনে এটি সমিতিৰ অভাৱ আমি বহু দিনৰে পৰা উপলব্ধি কৰি আহিছোঁ; আৰু এই সমিতিৰ কৰ্তব্য-কাৰ্য যিমানেই দেশত বাঢ়িব লাগিছে, তাৰ অভাৱ সিমানেই উজ্জ্বলভাৱে আমাৰ চকুৰ আগত পৰিছে।

আমাৰ দেশৰ কৃষকসকলে প্ৰায় ধানৰ খেতিৰ ওপৰতে নিৰ্ভৰ কৰে। মাটি আৰু গৰু-ম'হৰ খাজনা

সময়ৰ গতিত দুগুণ-তিনিগুণ বাঢ়িছে, কিন্তু খেতিৰ সঁজুলি হাল-নাঙ্গল আদি সেই মান্ধাতা ৰজাৰ দিনৰ অৱস্থাতে আছে; তাৰ উন্নতি হোৱা নাই। খেতিৰ মাটিয়ে সাৰ নেপাই বছৰে বছৰে অনুৰ্বৰা হৈ গৈছে, গৰু-ম'হৰ অৱস্থা ভাল ঘাঁহ-পানীৰ অভাৱত শোক লগা হৈছে। এই কৃষক শ্ৰেণীয়েই আমাৰ দেশৰ আৰু সমাজৰ মেৰুদণ্ড। তেওঁলোকৰ অৱস্থা যিমান দুৰ্বল হয়, সিমান আমাৰ সমাজৰ কঁকাল পৰে। সেই দেখি আমাৰ কৃষক সম্প্ৰদায়ৰ যাৱতীয় অৱস্থা যাতে ভাল হয় তাৰ নিমিত্তে দেশৰ হিতাকাঙ্ক্ষীসকলে মন দিয়া উচিত। অকল ধান খেতিৰ উৎপন্নেৰে বিবিধ ৰাজকৰ আৰু গুৰুকৰ দি আজিকালিৰ হাড়ভঙ্গা দামত দৈনিক ব্যৱহাৰ্য বস্তু কিনি সংসাৰ চলোৱা অসম্ভৱ হৈ পৰিছে। সুখৰ বিষয়, এই কথা প্ৰত্যেক খেতিয়কেই লক্ষ্য কৰিছে। ধানৰ খেতিৰ ওপৰত নিৰ্ভৰ নকৰি, যিবোৰ খেতি আৰু ব্যৱসায় লুপ্ত হৈছে সেইবোৰৰ উদ্ধাৰ আৰু উন্নত ধৰণে তাৰ পৰিচালনা কৰিব লাগে। অসমৰ গৌৰৱৰ বস্তু এৰী, মুগা, পাট, কপাহ আদিৰ আদৰ আজিকালি সকলো সভ্য দেশতে হৈছে, কিন্তু এইবোৰৰ খেতি আৰু বেপাৰ ক্ৰমে বিদেশীৰ হাতলৈ গৈছে। এই লুপ্ত ৰত্নবোৰ সোনকালে উদ্ধাৰ কৰিব লাগে; কপাহ, সৰিয়হ, মৰাপাট, তিল, এৰাগুটি, কুঁহিয়াৰ, আলু, বিবিধ মাহ আদিৰ খেতি বিস্তৃত ধৰণে কৰি তাৰ বেহা-বেপাৰেৰে ধনী হবলৈ মানুহক শিক্ষা আৰু সুবিধা দিব লাগে। এইবোৰ খেতি আৰু বেপাৰ কৰাৰ প্ৰণালী যাতে গাঁৱলীয়া খেতিয়কবিলাকে সহজে জানিব পাৰে, তাৰ উপায় কৰিবলৈ খেতিৰ লাগতিয়াল সঁজুলিবোৰৰ কেনেকৈ উন্নতি কৰিব পাৰি, তাক দেখুৱাবলৈ গৰু-ম'হৰ প্ৰতিপালন আৰু উন্নতিৰ বিষয়ে চেষ্টা কৰিবলৈ এদল স্বাৰ্থত্যাগী স্বদেশপ্ৰাণ ডেকাৰ আৱশ্যক হৈছে।

আমাৰ দেশৰ প্ৰাচীন হাতৰ কামবোৰ পুনৰ উদ্ধাৰ কৰি সাময়িক উন্নতি কৰিবলৈ বাট দেখুৱাটো স্বদেশ সেৱকসকলৰ প্ৰধান কৰ্তব্য হৈছে। আমাৰ সোণাৰিৰ, কঁহাৰৰ, কমাৰৰ, কুমাৰৰ, বাঢ়ৈৰ কাম-বোৰ যাতে লুপ্ত নহয় তাৰ নিমিত্তে যত্ন কৰিবৰ আৱশ্যক হৈছে। ৰত্নগৰ্ভা অসমৰ প্ৰকাণ্ড প্ৰকাণ্ড জাৰণিবোৰৰ উৎপন্নেৰে কেনেকৈ লাগতিয়াল বস্তু নিৰ্মাণ কৰিব পাৰি আৰু তাৰ ব্যৱসায় কৰি কেনেকৈ লাভ কৰিব পাৰি, তাৰ বাট দেখুৱাই দিব লাগে। সমাজৰ এনে পৰম হিতকৰ বিবিধ কাৰ্যৰ নিমিত্তে এটি সমাজ-সেৱক সমিতি নহলেই নহয়। এই সমাজ-সেৱক সমিতিৰ একান্ত আৱশ্যকতা আৰু অসম সমাজ-সেৱাৰ বিশাল ক্ষেত্ৰৰ বিষয়ে অসম ছাত্ৰ-সম্মিলনীৰ যোৱা অধিৱেশনৰ সুযোগ্য সভাপতি শ্ৰীযুত পদ্মনাথ গোঁহাই বৰুৱা ডাঙৰীয়াই তেখেতৰ সম্ভাষণত বিশদভাৱে আলোচনা কৰিছে। তেখেতে লিখিছে:

"এইখিনিতে ছেগ বুজি এই সম্মিলনৰ ছাত্ৰ-মণ্ডলীক সিবিলাকৰ এটি বৰ লাগতিয়াল সঙ্কল্পলৈ সোঁৱৰাই দি একেষাৰে কোৱা যায়, যে social service league বা সমাজ-সেৱক সমিতি নুলি সম্মিলিত ছাত্ৰ-শক্তিৰ এটি স্ফূৰ্তি বোৱাই অসমীয়া সমাজ ক্ষেত্ৰৰ ক্ৰমোন্নতি সাধিবলৈ যি সু-প্ৰস্তাৱ চলিছে তাক সোনকালে কাৰ্যত লগাবলৈ যুগুত দিহা হওঁক যেন। মহাত্মা গোখলেৰদ্বাৰা প্ৰতিষ্ঠিত Servants of India Society ইয়াৰ আহি হোৱা বাঞ্ছনীয়। আমাৰ ছাত্ৰৰ কৰ্তব্য ভালোমান

জিলিকি আছে। তাৰ ভিতৰত ঘাই ঘাই গোটা-চেৰেক লৈ আঙুলিয়াই মাথোন দিয়া যায়, যেনে— (১) গাঁৱলীয়া স্বাস্থ্যৰ উন্নতি বিধানৰ অৰ্থে ছেগ বুজি উপকাৰ আৰু কাৰ্যৰ পটন্তৰে সৈতে সহায়তা কৰা। (২) খেতি-পথাৰ, বেহা-বেপাৰ, শ্ৰমশিল্প ইত্যাদিৰো উন্নতি সাধিবলৈ অশিক্ষিত গাঁৱলীয়া সমাজক ছল পালেই সাৰুৱা উপদেশেৰে উদগনি দিয়া।” এই কাৰ্য অত্যন্ত গুৰু। ইয়াত অকল কায়িক স্বাৰ্থত্যাগ হলেই নচলে; কোনো কোনো বিষয়ত সৰহঁীয়া ধন আৰু অধিক সময়ৰ প্ৰয়োজন। এই কাম অসম ছাত্ৰ সমাজে হাতত নললে, ই সহজে সম্পন্ন নহয়। অকল ছাত্ৰ-সম্মিলনে এই চালুকীয়া অৱস্থাতে যিবোৰ দেশ হিত-কৰ কাৰ্য সম্পন্ন কৰিছে আৰু কৰিবলৈ হাতত লৈছে, সেইবোৰৰ কেইটামান আমাৰ ভৱিষ্যত জাতীয় জীৱন মন্দিৰৰ একো একোটি স্তম্ভ হৈছে। দেশৰ পৰম হিতকৰ উপৰোক্ত স্বদেশ-সেৱাৰ ভাৰ সিবিলাকে ললে করুণাময় পৰমেশ্বৰে সিবিলাকৰ সজ উদ্দেশ্য আৰু যত্ন নিশ্চয় ফলৱতী কৰিব।

# অসমত জাতীয় সমস্যা

যি ভুল সংশোধিত হৈ ভাৰতৰ হিন্দু-মছলমানৰ ভিতৰত সদ্ভাৱ স্থাপিত হৈ দুয়ো সম্প্ৰদায়ে একেলগে একে উদ্দেশ্যে একে কৰ্মক্ষেত্ৰতে কাম কৰিবলৈ ধৰিছে, সেই ভুলটো আমাৰ অল্পপীয়া অসমীয়াৰ মাজতো লাহে লাহে সোমাব খোজাৰ গম পাই, ইয়াৰ পৰা ভৱিষ্যতে আমাৰ জাতীয়তাই আঘাত পাব বুলি আমি শঙ্কিত হ'বৰ কাৰণ আছে। যি ভুল শুধৰাবৰ নিমিত্তে বোম্বাই, মাদ্ৰাজ, বঙ্গ, পঞ্জাৱ আদি আমাতকৈ বলী দেশবিলাকেও হাবাথুৰি খাবলগীয়া হৈছিল, সেই ভুল যদি আচলতে আমাৰ দেশত সোমাইছে, তেনেহলে আমি দুৰ্বল অসমীয়া জাতিয়ে তাক কেনেকৈ কি উপায়ে যে সংশোধন কৰিব পাৰিম, সেইটোও ভাবিবৰ বিষয়। অসমীয়াৰ একমাত্ৰ ৰাজনীতি আলোচনাৰ ক্ষেত্ৰ 'আসাম এছোচিয়েচন'ত অসমীয়া সমাজৰ শীৰ্ষস্থানীয় কোনো কোনো শিক্ষিত মছলমানৰ যোগ নাই। ইয়াৰ কাৰণ কি আমি কব নোৱাৰোঁ। অসমীয়া জাতীয়তাৰ, অসমীয়াৰ হিত-অহিতৰ লগত, অসমীয়াৰ দুখ-সুখৰ লগত তেওঁলোকৰ একো সম্বন্ধ নাই বুলি ভবাটোৱে যদি ইয়াৰ একমাত্ৰ কাৰণ হয়, তেনেহলে ইয়াত আমাৰ দুখ কৰিবৰ যথেষ্ট হেতু আছে। মছলমান-সকলৰ ধৰ্মবিশ্বাস হিন্দুতকৈ বিভিন্ন হলেও জাতীয়তা তেওঁলোকৰ বেলেগ নহয়। অসমীয়া জাতীয়ত্ব অসমীয়া হিন্দু আৰু অসমীয়া মছলমানৰ সাধাৰণ সম্পত্তি। গৱৰ্ণমেণ্টৰ পৰা এক অসমীয়া জাতীয় বুলি হিন্দু আৰু মছলমান সম্প্ৰদায়ে যি দৰে সমান সুবিধা পাইছে অসমীয়া ৰাজহুৱা কামতো অসমীয়াই সেইদৰে হিন্দু-মছলমান বুলি একো ভেদ ভাবৰ সৃষ্টি কৰা নাই।

অসমীয়া জাতীয়তাক আশ্ৰয় কৰি নিজে আৰু লগে লগে জাতি উন্নত কৰি তুলিবলৈ অসমীয়া হিন্দুৰ যিমান পৰিমাণে ক্ষমতা আছে, সেই পৰিমাণে অসমীয়া মছলমানৰো আছে।

যদি কাৰো অদূৰদৰ্শিতাৰ দোষত জাতীয়তা সবল হৈ অহাৰ পৰিবৰ্তে দুৰ্বল হৈ আহিব ধৰে তেনেহলে তাত অসমীয়া হিন্দু-মছলমান সমান পৰিমাণে ক্ষতিগ্ৰস্ত হ'ব। অসমীয়া জাতিৰ সমূহ লাভ-লোকচানত অসমীয়া হিন্দু-মছলমান সমান ভাগী।

সম্প্ৰতি আমাৰ ছাত্ৰ-সম্মিলনৰ পৰা ফালি গৈ মছলমান ছাত্ৰসকলে Mahommedan Students' Conference এটা খুলিছে। যোৱা বছৰত যোৰহাটত তাৰ এটা সাধাৰণ অধিৱেশনো হৈ গৈছে। আসাম ছাত্ৰ-সম্মিলন অসমীয়া ছাত্ৰ মাত্ৰৰে সাধাৰণ কৰ্মক্ষেত্ৰ। ইয়াত হিন্দু-মছলমান বুলি কোনো ভেদ ভাৱৰ চিটা নাই। আসাম ছাত্ৰ-সম্মিলনৰ একমাত্ৰ উদ্দেশ্য জাতীয়বোধ ক্ৰমে চৰা কৰি তোলা ভেদ-ভাৱৰ গজালি উঠাটো অসমীয়া জাতিৰ পক্ষে ঘোৰ অনিষ্টকৰ। জাতিৰ এই সাধাৰণ স্বাৰ্থ নুবুজাৰ পৰাই যে এই Assamese Mahommedan Students' Conferenceৰ জন্ম হ'ল, তাত আমাৰ সন্দেহ নাই। শিক্ষাই সকলোৰে জাতীয় বোধ প্ৰখৰ কৰি তোলে। এই শিক্ষাৰ একনিষ্ঠ সেৱক অসমীয়া ছাত্ৰসকলৰ ভিতৰত এইদৰে বিৰোধৰ সৃষ্টি হৈ যদি জাতীয় বোধে আঘাত পায়, তেনেহলে শিক্ষাৰ ওপৰত কলঙ্ক পৰিব। তেওঁলোকক অনুকৰণ কৰি অসমীয়া হিন্দু ছাত্ৰসকলেও যদি Assamese Hindu Students' Conference এটা খোলে, তেনেহলে জাতীয়তা ৰক্ষাৰ নিমিত্তে সমবেত শক্তিৰ গৌৰৱ থাকে ক'ত? আশা কৰোঁ আসাম ছাত্ৰ-সম্মিলনৰ মুখিয়াল আৰু দুয়ো সম্প্ৰদায়ৰ নেতাসকলে এই ভেদ-ভাৱ পুষ্ট নোহওঁতেই এটা সুমীমাংসা কৰি দিব।

এইখিনিতে অসমীয়া মাত্ৰকে বিশেষভাৱে অসমীয়া মছলমানসকলক তেওঁলোকৰ দায়িত্ব এটাৰ কথা মনত পেলাই দিওঁ। লোকসংখ্যাৰ অনুপাতে বঙ্গদেশৰ মছলমানসকলতকৈ অসমৰ মছলমানসকল শিক্ষা সম্বন্ধে বেছি আগবঢ়া। আজিলৈকে গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও এই চাৰিখন জিলাত বঙ্গদেশীয় অশিক্ষিত মছলমান যিবিলাক আহি বসতি কৰিছে, তেওঁলোকৰ সংখ্যা দেৰ লাখমান হ'ব। এইবিলাকৰ ভিতৰত নৈতিক ধাৰণা নাই বুলিলেই হয়। এই কথা, ইবিলাকে বসতি পতা ঠাইবিলাকত ঘটি যোৱা ঘটনা-বিলাকৰ পৰা আমি জানিছোঁ। এই অশিক্ষিত মছলমানবিলাকে যদি আসামত চিৰস্থায়ী হৈ আমাৰ অসমীয়া উন্নত মছলমানসকলৰ এক সম্প্ৰদায়ভুক্ত হৈ পৰে, তেনেহলে লোকসংখ্যা অনুপাতে অসমীয়া মছলমানসকল শিক্ষা সম্বন্ধে বঙ্গালী মছলমানসকলৰ পাছত পৰি যাব। এইটো তেওঁলোকৰ পক্ষে আনন্দজনক নহ'ব। এইবিলাকৰ পৰা আসাম কাউন্সিলত Communal Representation সম্বন্ধেও অসমীয়া মছলমানসকলে আঘাত পাবৰ সম্ভৱ আছে। আসাম কাউন্সিলত বৰ্তমানে ভোটৰ যি নিয়ম হৈছে, সেইমতে ছিলট-কাছাৰৰ নিচিনাকৈ এইবিলাকেও যদি বেলেগ প্ৰতিনিধি পঠাবৰ দাবী কৰে, তেনেহলে অসমীয়া মছলমানসকল ক্ষতিগ্ৰস্ত হ'ব আৰু আমাৰ জাতীয়তাও ক্ষতিগ্ৰস্ত হ'ব।

এই জাতীয় সমস্যাৰ এইদৰে এটা সমাধান হ'ব পাৰে। এইবিলাকক যদি আমি ৰীতি-নীতি, ভাষা, শিক্ষা সকলোফালেদি অসমীয়া কৰি লব পাৰোঁ, তেনেহলে অসমীয়াৰ জাতীয়তাও সবল হ'ব

আৰু অসমীয়া মছলমানসকলৰ স্বাৰ্থও ৰক্ষা হ'ব। আমি জানো, যে এইবিলাকৰ মাজত অসমীয়া ভাষা শিক্ষা দিবৰ নিমিত্তে আসাম ভেলীৰ ভূতপূৰ্ব কমিছনাৰ কৰ্ণেল গৰ্ডন চাহেবে চেষ্টা কৰিছিল, কিন্তু নানা কাৰণত সফল হৈ নুঠিল। আসামৰ শিক্ষা বিভাগে এই বিষয়ে চেষ্টা কৰিলে সফল হ'ব পাৰে আৰু আসাম গৱৰ্ণমেণ্টেও এইদৰে এই-বিলাকৰ মুখত অসমীয়া ভাষা শিক্ষা দি এই-বিলাকক অসমীয়া কৰি তুলিব লাগে। কাৰণ এই গৱৰ্ণমেণ্ট অসমীয়াৰ সকলো স্বাৰ্থ ৰক্ষা কৰি অসমীয়া জাতিক শাসন কৰিবলৈকেহে স্থাপন কৰা হৈছে। কোনো বিদেশীক সুমাই অসমীয়াৰ জাতীয়তাত ঘুণ ধৰাবলৈ হোৱা নাই। সেই বাবে অসমীয়াৰ জাতীয়তাৰ কলেবৰ যাতে বৃদ্ধি হৈ আছে, সেই উদ্দেশ্যে এইবিলাকক সকলোফালেদি অসমীয়া কৰি তুলিবৰ নিমিত্তে আসাম গৱৰ্ণমেণ্টে সৰ্বতোভাৱে চেষ্টা কৰা উচিত। বিদেশী আহি আসামত সোমাইছে তাত আমি আপত্তি নকৰোঁ; কিন্তু আসামত চিৰস্থায়ী হৈ আসামৰ ধন-ঐশ্বৰ্য ভোগ কৰিবলৈ আহিছে যেতিয়া তেওঁলোক অসমীয়া হ'বৰ বাধ্য। ৰাজা আৰু প্ৰজাৰ স্বাৰ্থ ভিন ভিন বুলি গৱৰ্ণমেণ্টে যদি এই বিষয়ে চেষ্টা নকৰেও তথাপি হিন্দু-মছলমান নিৰ্বিশেষে সমূহ অসমীয়াই এই বিষয়ে চেষ্টা কৰা উচিত। আসাম এছোচিয়েচনেই এই জাতীয় দায়িত্বটো চপাই ললে বহুত সুবিধা হয়।

( 'চেতনা'ৰ সম্পাদকীয়, ১ম ভাগ, দ্বিতীয় সংখ্যা )

# বৰ্ত্তমান ভাৰত কাৰ ?

কোনো দেশেই কোনো দিন কোনো নিৰ্দিষ্ট শ্ৰেণী বা জাতীয় মানুহৰ চিৰকলীয়া দেশ হৈ থকা নাই। যেতিয়াই বিদেশত যি কোনো শ্ৰেণী বা জাতীয় মানুহৰ প্ৰাধান্যতা বেছি হয়, তেতিয়াই সেই দেশ, সেই শ্ৰেণী বা জাতীয় মানুহৰ নিজ দেশ হৈ পৰে। যুৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়া আদি দেশকো সেইদৰে নানা উপায়ে আদিম আদিবাসীসকলৰ অস্তিত্ব লোপ কৰি নতুন অধিবাসীৰ নিজৰ দেশ কৰি লোৱা হৈছে। পুৰণি মালিক নতুন মালিকৰ ওচৰত এতিয়া পদানত বিদেশী। মানৱ জাতি উদ্ভৱ হ'বৰ প্ৰথমৰ পৰাই ইতিহাসে এই সত্য স্বীকাৰ কৰি আহিছে। পৃথিৱীৰ আন আন দেশৰ দৰে ভাৰতো এক সময়ত অনাৰ্যসকলৰ নিজ দেশ আছিল। পাছত বিদেশী আৰ্যসকল আহি সিহঁতক খেদি অনাৰ্যৰ দেশ আৰ্যৰ কৰি ললে। তেতিয়া প্ৰাধান্য গুণে সেই দেশেই আৰ্যৰ নিজৰ হৈ উঠিল আৰু সেই দেশক আশ্ৰয় কৰি আৰ্যৰ ভিতৰত জাতীয়তা বুলি সকলোৰে সহানুভূতি-মূলক এটা সাধাৰণ সম্পত্তিৰ সৃষ্টি হ'ল। তেতিয়া সেই জাতীয়তাক কেন্দ্ৰ কৰি, নিজ দেশৰ সকলো-ফালৰ উন্নতি-অৱনতিৰ কালে সকলোৰে সমান

স্বাৰ্থ হৈ পৰাত, তাৰ সমস্যা পূৰণ কৰিবলৈ সকলোৱে সমানে যত্নৱান হ'ল। পাছত কোনো এক সময়ত একে স্বাৰ্থৰ আহ্বান মতে আৰ্য-অনাৰ্য সংমিশ্ৰণ হৈ যোৱাটোও ইতিহাসে কৈ দিয়ে। আৰ্য-অনাৰ্য দুয়োৰো স্বাৰ্থ বিভিন্ন নহৈ একে হোৱাত, দেশৰ বা জাতিৰ যি কোনো মঙ্গলজনক কাম সমাধা কৰিবৰ সময়ত, আগৰ সেই বিজাতীয় ভাৱ পৰস্পৰৰ ভিতৰত ক্ৰমে কমি আহি শেষত সঁচ নাইকিয়া হ'ল। ভাৰতৰ জাতীয়তা এইদৰে আজিলৈকেও চলি আহিছে।

প্ৰাচীন ভাৰত যাৰেই নাথাকক প্ৰাধান্যৰ-ফালেদি হিচাপ কৰি চালে, বৰ্তমান ভাৰত সমানে হিন্দু আৰু মছলমানৰ। আন সৰু সৰু যি সম্প্ৰদায়-বিলাক আছে সেইবিলাকক এই দুই প্ৰধান বিভাগৰ ভিতৰুৱা বুলিয়ে ধৰা হৈছে, যদিও কাৰ্য গতিকে সাম্প্ৰদায়িক নিৰ্বাচন-প্ৰথা প্ৰচলিত আছে।

হিন্দুৱে যিদৰে নিৰ্ভয়ে দাবী কৰিব পাৰে ভাৰত মোৰ বুলি, মছলমানেও সেইদৰে বুক ডাঠি কব পাৰে ভাৰত মোৰ বুলি। ভাৰতত উন্নতি-অৱনতিত দুয়োৰো সমান স্বাৰ্থ; গতিকে জাতীয়তাও দুয়োৰে একে।

ভাৰত সম্বন্ধে যি খাটিছে অসম সম্বন্ধেও সেই সত্য নিশ্চয় খাটিব। কাৰণ, অসম ভাৰতৰ অন্তৰ্গত এৰা এৰি নোহোৱা এটা অঙ্গ। সেই বাবে অসমত Mahommedan Students' Conferenceৰ জন্ম হোৱা সম্বন্ধে দ্বিতীয় সংখ্যা চেতনাত আমাৰ অলপ বক্তব্য প্ৰচাৰ কৰিছিলোঁ। আমাৰ সেই বক্তব্যত হিন্দু-মছলমান দুয়ো ভায়ে কোলাকুলি কৰি সম্মিলিত শক্তি আৰু উৎসাহেৰে কিভাৱে আৰু কি বাবে দেশৰ আৰু জাতীয়তাৰ পৰিপুষ্টি সাধিবলৈ চেষ্টা কৰা উচিত, তাৰেহে অলপ আলোচনা কৰিছিলো। আমাৰ কথা ভুল বুজি মছলমান ছাত্ৰ বন্ধুসকলে 'অসমীয়া' আদি কাকতত আমাৰ প্ৰতি কটাক্ষ-পাত কৰাত আমি আচৰিত হৈছোঁ।

ভাৰত যেনে হিন্দু-মছলমানৰ, অসমো তেনে হিন্দু-মছলমানৰ। অসমৰ লাভ-লোকচানত হিন্দুৰ যেনে ভাগ আছে, মছলমানৰো তেনে ভাগ আছে। গতিকে, হিন্দু-মছলমান দুয়ো একে ঘৰৰ ভাই-ককাই। দুয়োৰো দুখ সুখ, অভাৱ-অভিযোগ ইত্যাদিৰ দুয়ো সমান ভাগী। দেশক বা জাতিক কোনো আসন্ন বিপদৰ পৰা ৰক্ষা কৰি দেশৰ আৰু জাতিৰ অৱস্থা ক্ৰমে উন্নতৰ কৰি তুলিবলৈ দুয়োৰো সমান দায়িত্ব আছে। দেশৰ এই কামত হিন্দু যদি নিশ্চেষ্ট থাকে, মুছলমানে মাতি উৎসাহিত কৰি কামত লগাই দিব লাগে আৰু মছলমান যদি নিশ্চিন্ত থাকে হিন্দুয়ো সুপ্ত চেতনা জগাই দি দেশৰ আৰু জাতিৰ হিতৰ অৰ্থে চিন্তা কৰিবৰ দায়িত্ব সোঁৱৰাই দিব লাগে। কাৰণ দেশৰ এই কামত হিন্দু-মছলমান দুয়োৰে স্বাৰ্থ একে। এনে স্থলতো, গোটেইটো অসমীয়া জাতিৰে দুখ-সুখ, অভাৱ-অভিযোগ আলোচনা নকৰি তাৰ নিৰাকৰণ কৰিবলৈ চেষ্টা কৰা একমাত্ৰ ঠাই এছোচিয়েচনত; অসমীয়া জাতিৰ শীৰ্ষ স্থানীয় বহুত মছলমান ভাইৰ সংশ্ৰৱ আমি দেখা নাপাওঁ।

যি স্থলত দেশৰ ওপৰত হিন্দু-মছলমানৰ সমান অধিকাৰ; আৰু এটাৰ অভিযোগত আনটোৰ সহানুভূতিৰ আৱশ্যক, এটাৰ বিপদত আনটো সহায়কাৰী হোৱা স্বাভাৱিক, তেনেস্থলত গোটেই

পৃথিৱীৰ মোছলেম জগতৰ যুটীয়া অভিযোগ খিলাফৎ দিনত, ভাৰতৰ আন আন প্ৰদেশত হিন্দু-মছলমান একেলগে কাম কৰাতো, অসমৰ ডিব্ৰুগড়, গুৱাহাটী আদি ঠাইত হিন্দুৰ ইচ্ছা সত্বেও, খবৰ নোপোৱাত, অসমীয়া মছলমানসকলৰ খিলাফৎ আন্দোলনত হিন্দুৱে কিয় যোগ দিবলৈ নাপালে, মছলমানৰ দুখত হিন্দুৰ সংযোগ নাই, হিন্দুৰ অভিযোগত মছলমানৰ মিলন নাই, এনে ভাৱৰ অমূলক বিশ্বাসটোৱে ইয়াৰ কাৰণ নহয়নে ? এইবিলাকৰ পৰাই সমূহ আসাম ছাত্ৰ সন্মিলনৰ বাহিৰেও Mahommedan Students' Conferenceৰ জন্ম হোৱাত, অসমীয়া জাতীয়তাই আঘাত পাব বুলি আমি শঙ্কিত হৈছিলোঁ। এতিয়া তেওঁবিলাকৰ পৰা পোৱা সম্বাদৰ পৰা বুজিলোঁ, যে এনে ভয় কৰিবৰ আমাৰ কোনো কাৰণ নাই ; গতিকে আমিও নিশ্চিন্ত হলোঁ। দুই ভায়েকৰ নিজ নিজ উন্নতিৰ নিমিত্তে দুই পৰিবাৰৰ ভিতৰত বেলেগ বেলেগ ভাৱে নানা উপায়ে আলোচিত হলেও, ঘৰৰ বা বংশৰ স্বাৰ্থ আৰু গৌৰৱ ৰক্ষাৰ সময়ত দুয়ো সমানে বাজি উঠে। সেইদৰে হিন্দু-মছলমান দুয়ো ভাইৰ নিজ নিজ ধৰ্ম-বিশ্বাস আৰু সমাজ-নীতি বেলেগ বেলেগ হলেও, সমূহ জাতিৰ আৰু দেশৰ স্বাৰ্থ আৰু গৌৰৱ ৰক্ষাৰ সময়ত দুয়ো একেলগে প্ৰাণপণ কৰি বাজি উঠিব নিশ্চয়।

এইখিনিতে মছলমান শিক্ষিত আৰু ছাত্ৰ বন্ধুসকলক তেওঁলোকৰ এটা মহৎ কৰ্তব্য আমি মনত পেলাই দিওঁ।

আজি কেইবছৰমান ক্ৰমে বঙ্গদেশৰ মৈমনসিং আদি জিলাৰ পৰা যিবিলাক বঙ্গালী মছলমান আহি অসমৰ ঠায়ে ঠায়ে বসতি স্থাপন কৰিছে, তেওঁলোকক অসমীয়া ভাষাৰদ্বাৰা শিক্ষিত কৰি অসমীয়া কৰি লৈ, অসমীয়া জাতীয়তাক শক্তিশালী কৰি তুলিবৰ মহৎ কৰ্তব্য আজি অসমীয়া মছলমান ভাইসকলৰ হাতত বেছি পৰিমাণে পৰিছে। জাতীয়তাৰ আকুল আহ্বান আৰু জন্মভূমি মাতৃ-আজ্ঞাৰ বিধানে মছলমান ভাই-সকলৰ হাতত এই মহৎ কৰ্তব্য-সম্পাদনৰ ভাৰ দিছে। অসমৰ Mahommedan Student's Conferenceৰ দ্বাৰা এই কৰ্তব্য বহুত পৰিমাণে সম্পাদিত হব বুলি আমি বৰ বিশ্বাস কৰিছো।

( 'চেতনা', ১ম বছৰ, ৪ৰ্থ সংখ্যা )

## এটা জাতিৰ ব্যক্তিত্ব আন এটা জাতিৰ ব্যক্তিত্বত হজম হোৱাৰ কথা

বৰ্তমানৰ কথাতো নকওঁৱেই, মানৱ সভ্যতাৰ তুলাচনীত যি জাতিৰ অতীতৰ গৌৰৱময় কোনো ওজনেই নাই, তেনে এটা জাতিৰ ব্যক্তিত্ব আন এটা জাতিৰ প্ৰবল ব্যক্তিত্বত পৰি জাহ যাব পাৰে ; কিন্তু, কালৰ ক'লা দাগ পৰি বৰ্তমানটো কিছু অনুজ্জ্বল হলেও যি জাতিৰ অতীত বুলিবৰ এটা প্ৰাচীন সম্পদ আছে, যি জাতিৰ অতীতটো এনে কিছুমান জাতীয় ঐশ্বৰ্যৰ কেন্দ্ৰস্থল, যিবিলাকে

সেই জাতিক নিজৰ ব্যক্তিত্বত অচল-অটল স্থিৰ থাকিবলৈ অন্তৰত শক্তি দিয়ে; যি জাতিৰ গৌৰৱময় অতীতে মানৰ সভ্যতাৰ সভাত নিজৰ স্বাধীন মূল্য নিজে স্বাধীনভাৱে স্থিৰ কৰি লয়, আৰু এইদৰে জাতীয় ব্যক্তিত্ব ৰক্ষাৰ চেষ্টাত তাৰ পাৰিপাশ্বিক অৱস্থায়ো সহায় কৰে, তেনে এটা জাতি কোনো আন এটা জাতিৰ জঠৰাগ্নিত পৰি হজম হোৱাৰ খবৰ সভ্যতাৰ ইতিহাসে আজিও আমাক কোৱা নাই। আমাৰ অসমীয়া জাতিৰো এনে এটা গৌৰৱময় অতীত ইতিহাস আছে।

প্ৰাচীন বেবিলন, ইজিপ্ত, গ্ৰীচ, ৰোম আদি সভ্য জাতিবিলাকৰ পাৰিপাৰ্শ্বিকটো নানা সময়ত নানা ফালৰ পৰা বিজাতীয় আক্ৰমণৰ প্ৰৱল খকা-খুন্দাৰ আঘাতত বিকৃত হৈ ক্ৰমে জাতীয় উত্থানৰ চেষ্টাত সঙ্গত হবলৈ অপাৰগ হোৱাত, আন জাতিৰ ব্যক্তিত্বৰ হেঁচাত তল পৰি যোৱা কথা ইতিহাসত আছে; কিন্তু যি-জাতিৰ ব্যক্তিত্বটো বৰ প্ৰৱল আৰু তাক অবিকৃত ৰাখিবৰ প্ৰধান সহায়কাৰী তাৰ পাৰিপাৰ্শ্বিকটো কোনো বিজাতীয় আঘাতে আজিও বিকৃত কৰিব পাৰা নাই, তেনে জাতি এটাৰ অস্তিত্ব এইদৰে বিলুপ্ত হোৱা নিতান্ত অস্বাভাৱিক। এই কাৰণেই ইমান কালৰ পৰা নানা ফালৰ বিজাতীয় আক্ৰমণ ব্যৰ্থ কৰি ভাৰতবাসী হিন্দু সমাজ আজিও অচল-অটল হৈ নিজৰ অস্তিত্ব ঠিক ৰাখি আহিব পাৰিছে।

এই বৃহৎ ভাৰতৰ সকলো অধিবাসী এক বৃহৎ সম্মিলিত জাতিৰ অন্তৰ্ভুৰ্ক্ত হলেও, প্ৰত্যেক প্ৰদেশৰে একোটা বিশেষত্ব আছে। সেই বিশেষত্ব-বিলাকৰ ভিতৰত নিজ নিজ প্ৰদেশৰ সামাজিক ৰীতি-নীতিৰ বাহিৰেও নিজ নিজ মাতৃভাষাও এটা। সকলোফালেদি সেই বিশেষত্ববিলাক সজীৱ ৰাখি জাতীয় জীৱনৰ পূৰ্ণতা সম্পাদন কৰি ওলালেহে ভাৰতৰ বৃহৎ সম্মিলিত জাতীয়তাৰ অঙ্গও পুৰ হব। —ফুল এটাৰ সকলোবিলাক পাহি পূৰ্ণভাৱে পুষ্ট নহলে, সম্পূৰ্ণ ফুলটো আমি নাপাওঁ—(ৰবীন্দ্ৰনাথ)। এই সৰল আৰু সঁচা কথাটো বুজিয়েই, এইবাৰ আসাম ছাত্ৰ সম্মিলনৰ ৪ৰ্থ অধিবেশনৰ সভাপতি-ৰূপে, আৰু পাছতো, ভাৰতপূজ্য কৰ্মীঋষি ডাঃ ছাৰ প্ৰফুল্ল ৰায় মহাশয়ে অসমীয়া ভাষাৰ প্ৰাচীন গৌৰৱময় বিশেষত্ব সম্বন্ধে সত্য মত প্ৰচাৰ কৰি গৈছে।

অসমীয়া ভাষাৰ ঠাইত বঙ্গালী ভাষা চলাই অসমীয়া জাতিক বঙ্গালী জাতিৰ পেটত হজম কৰিব খোজা চেষ্টা আজিও চলি থকা সম্পৰ্কে গুৱাহাটীত জগতপূজ্য কবি সম্ৰাট ডাঃ ছাৰ ৰবীন্দ্ৰনাথ ঠাকুৰ মহাশয়ৰ লগতো আমাৰ বহুত আলোচনা হৈছিল। নানা তৰ্ক-বিতৰ্কৰ পাছত সাহিত্য-সম্ৰাট মহাশয়ে স্বীকাৰ কৰিলে যে, "অসমীয়া জাতিৰ ৰীতি, নীতি, ভাষা, সমাজ সম্বন্ধে মই এতিয়াও আলোচনা কৰা নাই; গতিকে এই সম্বন্ধে কোনো সুস্থিৰ মত প্ৰকাশ কৰা মই উচিত বিবেচনা নকৰোঁ। অসমীয়া জাতিটোৰ বাস্তৱতে যদি এনে স্বাধীন বিশেষত্ব আছে, তেনেহলে সেই জাতিয়ে আন জাতিৰ প্ৰভাৱত অস্তিত্ব বিলোপ হব দিয়া নিশ্চয় উচিত নহয়।" কবি-সম্ৰাট মহাশয়ে যাতে বিশেষত্ববিলাক বুজি পাব পাৰে, সেই উদ্দেশ্যে অসমীয়া ভাষাৰ পুৰণি পুথি, ইতিহাস, সামাজিক ৰীতি-নীতিৰ খবৰ ইত্যাদি বাঙ্গলা ভাষাত লিখিবলৈ গুৱাহাটীৰ বঙ্গ-সাহিত্য পৰিষদক উপদেশ দি গৈছে।

আমি আশাকৰোঁ, গুৱাহাটীৰ বঙ্গ-সাহিত্য পৰিষদে কবি-গুৰু বঙ্গ-সমাজৰ মুকুট ৰবীন্দ্ৰনাথৰ এই উপদেশ মতে, একদেশদৰ্শী বিশ্বকোষ ৰচয়িতা প্ৰাচ্য-বিদ্যামহাৰ্ণব বাবু নগেন্দ্ৰ নাথ বসু, ভাৰতৰ ৰাজনৈতিক নেতা বাবু সুৰেন্দ্ৰনাথ বানাৰ্জি আৰু অসমীয়া জাতি সম্বন্ধে সঙ্কীৰ্ণ ধাৰণা প্ৰচাৰ কৰোঁতা অন্যান্য বঙ্গালীসকলৰ নিচিনা একদৰ্শিতাৰ অন্ধকাৰত পৰি অসমীয়া জাতি সম্বন্ধে কেৱল এটা খামখেয়ালি মত প্ৰচাৰৰ খাটিৰত অনুসন্ধান কৰে ; তেহে ৰবীন্দ্ৰনাথৰ আচলকৈ বুজিব খোজা আকাঙ্ক্ষা পূৰ হব ; নহলে অযোগ্য লেখকৰ অযোগ্য অনুসন্ধানৰ ফলত অন্যান্য বঙ্গ-নেতাসকলৰ নিচিনা সাহিত্য-সম্ৰাট ৰবীন্দ্ৰনাথৰো আসাম সম্বন্ধে ভুল ধাৰণা থাকি যাব।

আসামত চাৰি-পাঁচ পুৰুষ খৰচ কৰি যিসকল বঙ্গালী ভাই আজিলৈকেও অসমত বাস কৰি আছে, তেওঁলোকে বুজিও নুবুজি, জানিও নাজানি অসমীয়া ভাষাৰ বিশেষত্বটো নষ্ট কৰি তাৰ ঠাইত বঙ্গালীভাষা চলাবৰ যি ব্যৰ্থ চেষ্টা আজিলৈকেও কৰি আহিছে, ওপৰোক্ত বঙ্গনেতা দুই মহাশয়ৰ কথা আৰু আমাৰ অনুৰোধ মতে তেওঁলোকে সেই চেষ্টা হাতত লওক। নহলে এনেবিলাক সঙ্কীৰ্ণ চেষ্টাৰ পৰা তেওঁলোক অসমীয়া জাতিৰ অশ্ৰদ্ধাৰ আঘাত সহিব লাগিব।

( এই প্ৰবন্ধৰ প্ৰথম ছোৱা 'আহুতি'ত 'জাতীয়তাৰ উত্থান-পতন' নামত প্ৰকাশ হৈছে )

# অসমীয়াৰ সঙ্কটকাল উপস্থিত

অসমীয়াৰ দিন চাৰিওফালৰ পৰা ক্ৰমে বৰ সাঙ্ঘাতিক অৱস্থাত পৰি আহিছে। অসমীয়াৰ ঘৰৰ চিৰস্থায়ী সম্পদ-ঐশ্বৰ্য অসমীয়াৰ হাত এৰা হৈ ক্ৰমে বিদেশীৰ হাতত পৰিব ধৰিছে। অসমীয়াৰ ঘৰৰ লক্ষ্মী এইদৰে গোটেইখিনি পৰৰ হাতৰ তলত পৰিলে, অসমীয়াৰ সেই অমৃতভূমিতেই পৰৰ অধীনত গালিয়ে-মাতে বিদেশীৰ মুষ্টিভিক্ষা খাই অসমীয়াই জীৱনৰ ভাৰ ক্ৰমে দুঃসহ কৰি কটাব লাগিব। অসমীয়াৰ সোণৰ পথাৰ হস্তগত কৰি বিদেশীয়ে ৰাশি ৰাশি সোণ উৎপন্ন কৰিব আৰু অসমীয়াই সেই সোণৰ ভাৰ কান্ধত লৈ বিদেশৰ ভাণ্ডাৰ ভৰোৱা চাকৰিত নিযুক্ত হৈ জীৱন চৰিতাৰ্থ কৰিব লাগিব। এনে হলে অসমীয়া জাতিৰ ধ্বংস নিচেই ওচৰত। এই বিশ্বব্যাপী উন্নত যুগত বাচি থাকিবৰ উপযোগিতা অসমীয়া জাতিৰ নাই।

আন আন সকলোবিলাক ব্যৱসায়ৰ দৰে ৰত্নগৰ্ভা অসমৰ খনিবিলাকো ক্ৰমে বিদেশীয়ে দখল কৰি লব ধৰিছে। সম্প্ৰতি আমি শুনিছো, ডিব্ৰুগড়ৰফালে অলপতে দুটা কয়লাৰ খনি দুটা বিদেশী কোম্পানীয়ে আহি অধিকাৰ কৰিছে। য'ত মাণিক আছে, চকু থকা মানুহ বিদেশীয়ে হ'ক বা স্বদেশীয়ে হ'ক তাক বাছি লবই, তাত আপত্তি কৰিবৰ আমাৰ অধিকাৰ নাই। কিন্তু অসমীয়া ইমান অন্ধ কিয়? ইমান চেতনাহীন কিয়? ইমান জঠৰ কিয়? নিজৰ ঘৰৰ সম্পদ বিদেশীয়ে আহি অধিকাৰ কৰি ৰাজত্ব বিস্তাৰ কৰিব পাৰে, অসমীয়াই নিজ বল-বুদ্ধিৰে নিজ উদ্যম শক্তিৰে

সেই সম্পদ ৰক্ষা কৰিব নোৱাৰে। ইয়াত অসমীয়াই কাকো দোষ দিবৰ বাট নাই। অসমীয়াৰ নিজৰ সম্পত্তি বিদেশীয়ে দখল কৰি লওক; পাছত সেই ক্ষেত্ৰত সোণৰ খেতি কৰি সোণ উৎপাদন কৰি বিদেশীৰ ভঁৰাল ভৰাবলৈ কুলি কাম বিচাৰি অসমীয়াই দৰখাস্ত লৈ যাব। এনে জাতি কেতিয়াও উঠিব নোৱাৰে, ইয়াৰ বিনাশ আৱশ্যম্ভাবী। কিন্তু বিনাশ হবও তো নোৱাৰে। কাৰণ প্ৰাচীন সুসভ্য জাতি এটাৰ বংশধৰ বুলি অসমীয়াৰ এটা আত্মাভিমান আছে। সেই আত্মাভিমানেই অসমীয়াক ইমানকালৰ পৰা হেঁচা-ঠেলাৰ ভিতৰতো বিনাশ হ'ব দিয়া নাই। কিন্তু, এই আত্মাভিমান এনে প্ৰবল নহয়, যে ইমান-বিলাক আলাই-আপদক চূৰ্ণ কৰি নিজৰ স্বৰূপ সম্পূৰ্ণকৈ প্ৰকাশ কৰে। কিন্তু এনেদৰে অপ্ৰবল হৈ থাকিলেতো অসমীয়াৰ নহব। আত্মাভিমানে মৰিব নিদিয়ে যেতিয়া বাচিব লাগিবই। আধা-মৰা আধা-জীয়া হৈ থাকিলে নচলিব, সম্পূৰ্ণকৈ বাচিব লাগিব। সম্পূৰ্ণকৈ বাচিব লাগিলে যি যি বস্তুৰ আৱশ্যক সেই বিলাকো অসমীয়াৰ সম্পূৰ্ণকৈ নিজৰ আয়ত্তাধীনত পৰিব লাগিব, নহলে সম্পূৰ্ণকৈ বাচা নহব। বেপাৰ, বাণিজ্য, কৃষি, শিল্প, শিক্ষা, ধৰ্ম, সকলোবিলাককেই অসমীয়াই সম্পূৰ্ণকৈ পাব লাগিব। তেহে এই সম্পূৰ্ণতাৰ শক্তিৰে পুষ্ট হৈ ৰাজ-সাজ পিন্ধি জগত-সভাৰ আগত অসমীয়া সম্পূৰ্ণ সবল হৈ ওলাব পাৰিব। ঠিক এইদৰে অসমীয়া সম্পূৰ্ণ হবই লাগিব, নহলে নহব। তেহে অসমীয়া জাতি সম্পূৰ্ণকৈ বাচি থকা বুলি সপ্ৰমাণ হ'ব, ইয়াৰ বাহিৰে জীয়া-মৰা সমান কথা।

এইদৰে সম্পূৰ্ণকৈ বাচিব লাগিলে সমূহ অসমীয়াই গোট খাই এটা জাতীয় কোম্পানী গঠিত কৰক; অসমীয়াৰ হাতে-কোচে যি ধন আছে তাক গোট খুৱাই এই কোম্পানীৰ মূলধন কৰক; সেই ধনেৰে অসমীয়াই আসামৰ বেপাৰ, বণিজ, কৃষি, শিল্প ইত্যাদি সকলো হাত কৰক। এইদৰে কৰিলে আনৰ দ্বাৰস্থ নোহোৱাকৈ যেনেকৈ অসমীয়াৰ কৰ্মক্ষেত্ৰতেই অসমীয়া বনুৱা দলৰ ভাত-মুঠি মুকলি হব, তেনেকৈ অসমীয়া মূলধনীসকলৰো মূলধনৰ পৰিমাণ ক্ৰমাৎ চৰি যাব। তেতিয়া দেখিম, অসমীয়া জাতি আজিৰ দৰে আধামৰা আধাজীয়া হৈ থকা নাই, সভ্যতাৰ নানাবিধ ঐশ্বৰ্য-সম্পদেৰে সজ্জিত হৈ সম্পূৰ্ণ জীয়াই উঠিছে। অসমীয়া জাতিৰ জীয়ামৰা সম্বন্ধে তেতিয়া সন্দেহৰ লেশমাত্ৰও নাথাকিব। জাতীয় মঙ্গলৰ অৰ্থে অসমীয়াই এইটো কাম কৰিব নোৱাৰিবনে? নিশ্চয় পাৰিব। অসমীয়াতো আত্মাভিমান নথকা জাতি নহয়। যাৰ আত্মাভিমান নাই, সিয়ে সংসাৰত তিষ্ঠিব নোৱাৰে, সিহে জগতত নীচ-হীন হৈ জীৱন শেষ কৰিব লাগে।

আমি শুনিছোঁ অসমীয়া সাউদ শ্ৰীযুত ভোলা নাথ বৰুৱা ডাঙ্গৰীয়াই তেখেতৰ গোটেইটো বেপাৰ চলাবলৈ ইংৰাজ মাৰ্টিন কোম্পানীৰ হাতত গতাই দিলে। তেখেতে কি বিবেচনা কৰি এইটো কৰিলে আমি কব নোৱাৰোঁ। বেপাৰ বণিজ সম্বন্ধে তেখেত আমাতকৈ বেছি পকা। কিন্তু হলেও, আমি ইয়াত সন্তোষ পোৱা নাই। তেখেতৰ বেপাৰটোকে কেন্দ্ৰ কৰি গোটেই আসামৰ মানুহক লগ লগাই এটা বৃহৎ কোম্পানী গঠিত কৰি বিদেশীয়ে লাখ লাখ টকা উপাৰ্জন কৰি নিয়া নিজৰ ঘৰৰ বেপাৰবিলাক হাত কৰিলে অসমীয়া

জাতিৰ পক্ষে পৰম মঙ্গলকৰ হ'লহেঁতেন। আৰু শুনিছোঁ তেখেত হেনো এতিয়া বুঢ়া হ'ল; সেই বাবে জীৱনৰ বাকী দিনকেইটা বিলাতত গৈ কটাব খুজিছে। ইয়াৰ আগেয়ে শুনিছিলোঁ, বুঢ়া বয়সত তেখেতে হেনো অসমীয়াৰ মাজত ছিলঙত আহি ঘৰ-বাৰী কৰি থাকি বেপাৰ-বণিজ সম্বন্ধে অসমীয়াক হিত মত দি চলাব। ইয়াত আমি আনন্দ পাইছিলোঁ। কাৰণ, বৰুৱা ডাঙৰীয়াৰ নিচিনা বেপাৰ-বণিজ্জত পকা এজনক অসমীয়াই নেতা স্বৰূপে পালে অসমীয়া অশেষ মঙ্গলসাধিত হ'লহেঁতেন। এতিয়াও আমি তেখেতক অনুৰোধ কৰোঁ, যদি সঁচা হয় তেনেহলে বিলাতলৈ যোৱা ভাব এৰি দি আসামত নিজৰ ঘৰত আহি তেখেত বহি লওক, বেপাৰ-বণিজ্যত পিছপৰা অসমীয়াক হিতমত দি সেই পথত আগুৱাই দি জগতময় এই প্ৰচণ্ড প্ৰতিযোগিতাৰ যুগত অসমীয়াক তিষ্ঠিব পৰা কৰক, অসমীয়াৰ লগত তেখেতৰ অস্থি-মজ্জাৰ সম্বন্ধ, এই সম্বন্ধৰ পৰা বিচ্ছেদ হব লাগিলে অসমীয়াৰ অন্তৰত বৰ ডাঙৰ আঘাত লাগিব।

অসমীয়াৰ বেপাৰ-বাণিজ্যৰ ভেটি দৃঢ় কৰি তুলিব লাগিলে অসমীয়াৰ ভিতৰত Banking System প্ৰচাৰ কৰিব লাগিব। এই Banking সম্বন্ধে অসমীয়াই একো নাজানে। বৰুৱা ডাঙৰীয়াই যদি অসমীয়াৰ মাজত আহি বেঙ্ক এটা স্থাপন কৰিবৰ চেষ্টা কৰে, তেনেহলে নিশ্চয় সফল হব। অসমীয়াই তেখেতৰ কথা নিশ্চয় শুনিব, কাৰণ তেখেতৰ ওপৰত অসমীয়াৰ যথেষ্ট শ্ৰদ্ধা আছে। একমাত্ৰ তেখেতৰ নিচিনা হিতমত বিচাৰ-বিবেচনাত পকা মানুহৰ হাততহে এনে কাম সিদ্ধ হ'ব। আমি শুনিছো, ব্যৱসায়ত আৰু এজন পকা গুৱাহাটীৰ ৰায়চাহেব শ্ৰীযুত চিদানন্দ চৌধুৰী ডাঙৰীয়াৰো এটা বেঙ্ক খুলিবৰ ইচ্ছা বহুদিনৰ পৰা আছে; যোগ্য সঙ্গী নোহোৱাত পৰা নাই। বৰুৱা ডাঙৰীয়া আৰু চৌধুৰী ডাঙৰীয়া লগ লাগি এই এটা জাতীয় কাম হাতত লৈ অসমীয়া জাতিৰ মুক্তিৰ পথ মুকলি কৰি দিলে, অসমীয়া জাতিৰ আন্তৰিক কৃতজ্ঞতা পাব।

('চেতনা', ১ম বছৰ, ৫ম সংখ্যা)

# অসমীয়াৰ ভিতৰত জাতীয় জীৱনৰ স্পন্দন

অসমীয়াৰ জাতীয় জীৱনত চাৰিওফালৰ পৰা এটা লাৰাচাৰা পৰি গৈছে। কোনো জাতিৰ পক্ষে এইটো শুভ চিন। যি জাতিৰ জীৱন আছে, সি অভাৱ অনুযায়ী স্পন্দিত নোহোৱাকৈ থাকিব নোৱাৰে। আসাম এছোচিয়েচন, অসম সাহিত্য-সম্মিলন, আসাম ছাত্ৰ-সম্মিলন, আসাম-মুছলমান ছাত্ৰ-সম্মিলন ইত্যাদি এই স্পন্দনৰ ফল। তাৰ উপৰিও সাৰ্বজনিক সভা, কামৰূপ হিত-সাধিনী সভা, শিক্ষক-সম্মিলনী, মৌজাদাৰ-কন্‌ফাৰেঞ্চ, অসম-ছাত্ৰী-সম্মিলনী, কানি নিবাৰিণী-সভা ইত্যাদিয়েও অসমীয়াৰ জাতীয় জীৱনৰ ব্যাপকতাৰ চিনাকি দিছে। ৰাজনৈতিক, সামাজিক, শিক্ষা, নৈতিক ইত্যাদি সংস্কাৰৰ চেষ্টাৰ দৰে শিল্প আৰু বাণিজ্য বিষয়েও স্থাপন আৰু সংস্কাৰৰ কিছু চেষ্টা চলিছে।

অসমীয়াৰ ঘৰুৱা শিল্পবিলাকৰ উন্নতি প্ৰচাৰ ইত্যাদিৰ ভাৰ নিজৰ হাতলৈ আনিবৰ নিমিত্তে, বেহা-বেপাৰবিলাকৰ উন্নতি আৰু বিস্তৃতিৰ নিমিত্তে 'মাজুলি কো-অপাৰেটিভ্ বেঙ্ক' ইত্যাদি স্থাপিত হৈছে। এইবিলাকে অসমীয়া জাতিক সকলোফালেদি শক্তিমন্ত কৰিব বুলি আমি বিশ্বাস কৰিছোঁ, যদি ইয়াৰ গুৰিয়ালসকলৰ কৰ্মপটুতাই সমূহ ৰাইজৰ শ্ৰদ্ধা আৰু বিশ্বাস আকৰ্ষণ কৰিব পাৰে। কিন্তু আমাৰ দেশৰ আৰু সমাজৰ চাৰিওফালৰ বৰ্তমানৰ আশাজনক অৱস্থা নফলিয়াব বুলি আমি ভাবিব নোৱাৰোঁ। কাৰণ, গেটেই অসম দেশ কৰ্ম-বিদ্যুতৰ প্ৰৱাহত আজি স্পন্দিত হৈ উঠিছে।

যি হ'ক, নানা সভা-সমিতি কৰি আন আন বিষয়ে উন্নতি কৰাৰ লগে লগে, আমাৰ খেতিয়ক সম্প্ৰদায়ৰো যাতে খেতি সম্বন্ধীয় সকলো বিষয়ে উন্নতি হয়, তাৰবাবে সকলোৰে এটা জাতীয় চেষ্টা নিশ্চয় হ'ব লাগে। কৃষিজীৱী ভাৰতবাসীৰ খেতিয়ক শ্ৰেণীয়েই হৈছে প্ৰধান শক্তি। সাংসাৰিক আৰু আন সকলো বিষয়ে তেওঁলোকৰ ভিতৰত শিক্ষাৰ প্ৰচলনতো কৰিব লাগিবই, খেতি সম্বন্ধেও তেওঁলোকক উন্নত বৈজ্ঞানিক প্ৰণালীৰ তলতীয়া কৰিব লাগিব।

আমাৰ অসমীয়া খেতিয়কবিলাকে মান্ধাতাৰ দিনৰ সেই অতি পুৰণি প্ৰথা অৱলম্বন কৰি থকাৰ নিমিত্তে খেতি সম্বন্ধে অলপো উন্নতি কৰিব পৰা নাই। বৈজ্ঞানিক প্ৰণালী ব্যৱহাৰ কৰিলে এক পুৰা মাটিত যে ১০০ (এশ) মোন শস্য উৎপন্ন কৰিব পাৰি, এই উক্ত পুৰণি প্ৰথা অৱলম্বনৰ দ্বাৰা এক পুৰা মাটিত ৪০ (চল্লিশ) মোন শস্য উৎপাদন কৰা আমাৰ অসমীয়া খেতিয়কসকলৰ ওচৰত অজ্ঞাত। গতিকে পুৰণি কালৰ দুৰ্বলতা তেওঁলোকৰ ভিতৰত আজিও ৰৈ গৈছে। এই দুৰ্বলতাৰ মূল আমাৰ খেতিয়ক শ্ৰেণীৰ ভিতৰৰ পৰা উঘালিব লাগিব, তেহে অসমীয়া জাতিও সবল হৈ উঠিব। খেতিৰ বৈজ্ঞানিক প্ৰণালীৰ উপকাৰিতা আৰু প্ৰচলন সম্বন্ধে তেওঁলোকৰ ভিতৰত শিক্ষা আৰু বৈজ্ঞানিক যন্ত্ৰাদিৰ বিস্তাৰ কৰিব লাগিব। এই দুয়োটা কাম কষ্টসাধ্য আৰু অৰ্থসাপেক্ষ। কিন্তু সমূহ অসমীয়া জাতিয়ে লগ লাগি কাম কৰিলে এই কাম যিমানেই কষ্টসাধ্য আৰু অৰ্থসাপেক্ষ হ'ক, নিশ্চয় হৈ উঠিব।

এই কামটো এনেদৰে চলিলে সম্পন্ন কৰিব পাৰি। ৰেল আৰু জাহাজৰ বাট সুচল হোৱাত, আজি কেইবছৰমান ধৰি লাখ লাখ টকাৰ ধান-চাউল ইত্যাদি অসমৰ পৰা আন ঠাইলৈ ৰপ্তানি হ'ব ধৰিছে। ইয়াত দুখীয়া খেতিয়ক শ্ৰেণীৰ অৰ্থ-সঙ্গমৰ পথ মুকলি হোৱাত আমাৰ মঙ্গল হৈছে। কিন্তু তেওঁলোকৰ উৎপাদিত শস্যৰ অনুপাতে তেওঁলোকে ধন নোপোৱাত, জাতীয় অমঙ্গল বুলি ভাবি আমি দুঃখিত হৈছো। খেতিয়ক শ্ৰেণীৰ এই ধান-চাউলৰ কাৰবাৰত এটা বিদেশী মধ্য-শ্ৰেণী (middlemen) থকাত এই শস্য বিদেশলৈ ৰপ্তানিৰ পৰা যিটো আচল লাভ হয়, তাৰ দুই ভাগৰ এভাগহে মাত্ৰ আমাৰ দুখীয়া খেতিয়ক শ্ৰেণীয়ে পায়, আনভাগ উক্ত মধ্য-শ্ৰেণীৰ বেপাৰী-বোৰে পায়। অৰ্থাৎ মাৰোৱাৰী, বঙ্গালী আদি যিবিলাক বেপাৰীয়ে গাঁৱে গাঁৱে গৈ আমাৰ খেতিয়কসকলৰ ওচৰৰ পৰা ধান মোনত ২৷৷০ টকাকৈ কিনি লয়, সেই ধানকে উক্ত বিদেশী বেপাৰী-

বিলাকে অসমৰ বাহিৰত নি মোনত ৫৷৷-৬৲ টকাকৈ বিক্ৰি কৰে। যি সকল খেতিয়কে বুকৰ তেজ পানী কৰি শস্য উৎপন্ন কৰে, শস্যৰ সেই প্ৰকৃত মালিকবিলাকে নিজ উপাৰ্জ্জিত ধনৰ আধাহে পায়, আধা বিদেশীয়ে বিদেশলৈ লৈ যায়। এই কাৰণে আমাৰ খেতিয়ক শ্ৰেণীয়ে ক্ৰমে সবল হৈ আহিব খুজিছে যদিও, বিদেশীৰ হাতত এইদৰে প্ৰবঞ্চিত হোৱাৰ কাৰণে পাৰা নাই। দুখীয়া অশিক্ষিত খেতিয়ক শ্ৰেণীক শিক্ষিত শ্ৰেণীয়ে এই চেপাৰ পৰা উদ্ধাৰ কৰিব লাগিবই। গতিকে তেওঁলোকৰ ভিতৰত সহযোগিতাৰ উপকাৰিতা ( co-operation ) প্ৰচাৰ কৰিব লাগিব। ৰাইজৰ মঙ্গলৰ কাৰণে চিন্তা আৰু চেষ্টা কৰা কথাটো আমাৰ নেতাসকলৰ আন্তৰিক হলেই এই সহযোগিতাৰ ভাব খেতিয়কবিলাকৰ ভিতৰত সংক্ৰামক কৰি তুলিব পাৰা যাব। আসামৰ সকলো ঠাইৰ খেতিয়কসকলক লগ লগাই এটা খেতিয়ক-সমিতি স্থাপন কৰিব লাগিব। নিজে হাল বাই বুকৰ তেজ পানী কৰি শস্য উৎপন্ন কৰা প্ৰত্যেক খেতিয়কেই অংশানুযায়ী ধন দিব লাগিব, আৰু ই খেতিয়কসকলৰ উমৈহতীয়া ধন-ভঁৰাল হ'ব। তেওঁলোকৰ নিজৰ এই ভৰালৰ ধনৰদ্বাৰা তেওঁলোকে নিজে উৎপন্ন কৰা শস্যবোৰ নিজে কিনি লব আৰু নিজেই বিদেশলৈ ৰপ্তানি কৰিব। এনে কৰাৰ পৰা বিদেশী মধ্য-শ্ৰেণীৰ বেপাৰীয়ে নিয়া আধা লাভটোও তেওঁলোকে নিজে পাব। আৰু আগৰ এক ভাগৰ ঠাইত দুই ভাগ লাভ পোৱাত, অতি অলপ দিনৰ ভিতৰতেই খেতিয়ক শ্ৰেণীৰ আৰ্থিক অৱস্থা উন্নত হ'ব। আৰ্থিক অৱস্থা উন্নত হলে, তেওঁলোকে অতি সহজে খেতি সম্বন্ধীয় বৈজ্ঞানিক যন্ত্ৰাদি কিনি আনি খেতিৰ আৰু দহগুণ উন্নতি কৰিব পাৰিব, আৰু সেই শস্যৰ পৰা দহগুণ ধান পাব। দেশৰ প্ৰধান শক্তি খেতিয়কসকলৰ আৰ্থিক অৱস্থা এইদৰে স্বচ্ছল হলে, অসমীয়া জাতিও শক্তিমান হৈ উঠিব। এই উদ্দেশ্যে আমাৰ খেতিয়কসকলক লগ লগাই গোটেই আসামতে এটা খেতিয়ক-সমিতি গঠন কৰিবৰ অতি আৱশ্যক হৈ উঠিছে।

( 'চেতনা', ১ম বছৰ, ৬ষ্ঠ সংখ্যা )

## স্ত্ৰী-শিক্ষা

আজিকালিৰ লিখক, বক্তা আৰু আন আন দেশ হিতৈষীসকলৰ গলাত এটা সুৰ সদায় বজা শুনা যায়—সি স্ত্ৰী-শিক্ষা। আমাক স্ত্ৰী-শিক্ষা লাগে, তাৰবাবে নানা থাপৰ স্কুল লাগে, হাইস্কুল লাগে, আমাৰ স্ত্ৰী-জাতিক স্বাধীনতা দিব লাগে ইত্যাদি কথাই আজিকালি সকলোৰে মনত খেলায় আৰু সকলোৱে তাক প্ৰকাশ কৰে। কিন্তু সেই বিষয়ে গভীৰভাৱে আমি এবাৰো ভাবি নাচাওঁ। আমাৰ স্ত্ৰী-সমাজক কেনে শিক্ষা দিয়া উচিত? ভাৰতবৰ্ষৰ বঙ্গদেশ আদিত বা পৃথিবীৰ অন্যান্য দেশত তিৰোতাক যেনে শিক্ষা দিয়া হয়, আমি আমাৰ বাই-ভনী সকলকো তেনে শিক্ষা দিয়াই উচিত বুলি আমি ভাবি লৈছোঁ কিন্তু এই শিক্ষা যে তিৰোতাৰ প্ৰতি কিমান উপযুক্ত তাক এবাৰো ভাবি

চোৱা নাই। আমি স্ত্রী-শিক্ষাৰ সম্পূর্ণ পক্ষপাতী, স্ত্রী-স্বাধীনতা আমি সমর্থন কৰোঁ। আমাৰ মতে এটি জাতিৰ উন্নতি স্ত্রী-জাতিৰ ওপৰত যি পৰিমাণে নির্ভৰ কৰে, পুৰুষৰ ওপৰত সেই পৰিমাণে নকৰে। স্ত্রী-জাতি সকলো শক্তিৰে আধাৰ স্বৰূপ। তেওঁলোকৰ স্তন্যপান কৰিবলৈ নাপালে সমাজৰ জীৱন শুকাই যাব। জন্মৰে পৰা স্ত্রী-জাতিৰ কৰুণা, দয়া আৰু অভিভাৱকত্বৰ ওপৰত আমি নির্ভৰ কৰোঁ। যি সকতে আমাক জীৱনৰ সকলো সঁজুলি দি সংসাৰ যুঁজলৈ পঠায়, যি মাতৃৰূপে, ভগ্নীৰূপে আৰু পত্নীৰূপে আমাৰ জীৱনত আনন্দ আৰু শক্তিৰ সঞ্চাৰ কৰে, সেই স্ত্রী-জাতিক সম্পূর্ণ শিক্ষা দিয়া উচিত। কিন্তু, সেই শিক্ষা কি, তাক কেনেভাৱে দিয়া উচিত তাকেহে সুধীসকলে ভাৱি চোৱা উচিত।

আমি স্ত্রী, পুৰুষ উভয়কে একে প্লেটফর্মতে তুলি চাব নেখোজোঁ। কাৰণ পুৰুষৰ স্বভাৱ আৰু জন্মগত ধর্ম, স্ত্রীৰ স্বভাৱ আৰু জন্মগত ধর্ম সম্পূর্ণ বিপৰীত। সৃষ্টি-কৌশলতো এই প্ৰভেদ উজ্জ্বলৰূপে দেখা যায়। স্ত্রী চৰিত্র ভাৱপ্ৰবল (Sentimental) এই কথাত কাৰো মুই কৰিবলৈ নাই। বহুতে Sentiment পদার্থটো ঘৃণাৰ চকুৰে চায় আৰু নাৰী চৰিত্ৰকো এই Sentimetal অর্থাৎ ভাবপ্ৰধান বুলিয়েই হেয়জ্ঞান কৰে। কিন্তু বাস্তৱতে Sentiment যে Intellect তকৈ তল থাপৰ এনে বিশ্বাস ভুল। ধর্ম জগতত ভক্তি-যোগ আৰু জ্ঞান-যোগৰ যি সম্বন্ধ, সংসাৰত Sentiment আৰু Intellect ৰ সেয়ে সম্বন্ধ। Sentimentএ মানুহৰ স্বভাৱ সৰল, বিশ্বাসী আৰু আনন্দময় কৰে, কিন্তু Intellect এ মানুহক সংশয় আৰু আশঙ্কাৰ মাজলৈ লৈ যায়। মুঠতে স্ত্রী আৰু পুৰুষৰ মানসিক বৃত্তিবিলাক সম্পূর্ণ পৃথক আৰু তেওঁলোকৰ ধর্মশক্তিও বেলেগ বেলেগভাৱে বিকশিত হয়। তিৰোতাৰ ৰাজ্যত মতাই আৰু মতাৰ ৰাজ্যত তিৰোতাই প্ৰতিপত্তি লাভ কৰিব নোৱাৰে। স্ত্রী সংসাৰৰ আনন্দ-দায়িনী শক্তি, পুৰুষ কর্ম শক্তি। স্ত্রী-পুৰুষ সমাজৰ দুটি স্বকীয়া ৰাশিৰ অঙ্গ, তেওঁলোকৰ কর্তব্যও স্বভাৱতে পৃথক। আমাৰ ভাষাত "মুনিহৰ ভাত ৰন্ধা তিৰোতাৰ গৰু ৰখা" কথাটোত গভীৰ সত্য লুকাই আছে। দুখৰ বিষয় আমি এই মূল কথা এই অকাট্য সত্য পাহৰিছোঁ। তিৰোতাক নিজ ধর্ম আৰু নিজ কর্মৰ পৰা বঞ্চিত কৰি, বর্তমানে কুফল শিক্ষা-প্ৰণালীৰ অনুগ্ৰহৰে আনি মানুহৰ ধর্ম আৰু কর্ম ৰাজ্যত উপস্থিত কৰিছোঁহি ; ফলত, আজি পৃথিৱীত প্ৰকৃত সুখ-শান্তিৰ জ্বলন্ত অভাৱ দেখা পাইছোঁ। এইখিনিতে অৱশ্যে বর্তমান স্ত্রী-শিক্ষা প্ৰণালীৰ পক্ষপাতীসকলে চকু ৰঙা কৰি প্ৰশ্ন কৰিব যে স্ত্রী-জাতিৰ সৃষ্টি কি মুনিহৰ সুখ-শান্তিৰ কাৰণেই? স্ত্রী-জাতি কি চিৰদাসত্ব শিকলিৰে বদ্ধ? তেওঁলোকক কি সুখ-শান্তি নালাগে? আমি কওঁ লাগে। তেওঁলোকৰ সুখশান্তি আছে দয়া-দাক্ষিণ্য, স্নেহ-কৰুণাত ; তেওঁলোকৰ সুখ-শান্তি স্বার্থত্যাগত, এই স্বর্গীয় দাসত্বত। দাসত্ব যদি প্ৰেমৰ পৰা উদ্ভৱ হয় সেয়ে সুখ সেয়ে পৰমানন্দ। যি দাসত্বৰ বিপক্ষে মানুহে যুদ্ধ কৰে সেই দাসত্বকে আদৰি লয়। এবিধ পশুৰ দাসত্ব আনবিধ দেৱতাৰ দাসত্ব,—এয়ে পার্থক্য। Servants of India Society আৰু জগতৰ কর্মবীৰসকলৰ জীৱনলৈ

এবাৰ লক্ষ্য কৰক, এই সভ্যতাৰ উপলব্ধি হ'ব, সিবিলাকে দেৱতাৰ দাসত্ব আলিঙ্গন কৰি লৈছে। এনে দাসত্ব তিৰোতাৰ, বিশেষকৈ ভাৰতীয় তিৰোতাৰ, হিন্দু তিৰোতাৰ। তেওঁলোকৰ প্ৰেমিক আৰু কাৰুণিক হৃদয় স্বভাৱতে পৰোপকাৰৰ কাৰণে কান্দি উঠে। এই স্বভাৱসিদ্ধ গুণৰ বিৰুদ্ধে চেষ্টা কৰিলে লাভ নাই, লোকচান আছে। সমাজৰ ক্ষতি আছে, জাতীয় আদৰ্শ নষ্ট হোৱাৰ ভয় আছে। সেই দেখিহে আমি কওঁ আমাৰ স্ত্ৰী-শিক্ষাৰ সোঁতটো যিফালে বব লাগে, সেইফালে নবই সম্পূৰ্ণ বিপৰীতফালে বৈছে। দেশ-হিতৈষী আৰু চিন্তাশীলসকলে এই বিষয় চিন্তা কৰি চাবৰ আৱশ্যক হৈছে।

('চেতনা', ১ম বছৰ, ৮ম সংখ্যা)

# অহা শাসন-সংস্কাৰত নিৰ্বাচন

অহা শাসন-সংস্কাৰত প্ৰাদেশিক মন্ত্ৰীসভাৰ সভ্যৰ নিমিত্তে অলপৰ পৰাই নিৰ্বাচন আৰম্ভ হ'ব। আগেয়ে ভোটৰ অধিকাৰ আছিল একমুঠি অভিজাত শ্ৰেণীৰ মানুহৰ ভিতৰত সীমাবদ্ধ, এতিয়া সেই সীমা ভাঙি ভোটৰ অধিকাৰ পৰিল লাখে লাখে গাঁৱলীয়া প্ৰজা-সাধাৰণৰ ভিতৰত। এয়ে উন্নত শাসন-সংস্কাৰৰ প্ৰথম স্তৰ। কিন্তু ভোটৰ অধিকাৰ এইদৰে উদাৰ হলে হ'ব কি? আমাৰ গাঁৱলীয়া প্ৰজা-সাধাৰণৰ শতকৰা ৯৯ জন বা তাতোকৈ বেছিজনেই আহিব ধৰা শাসন-সংস্কাৰৰতো কথাই নাই, বৰ্তমান শাসন-প্ৰণালী সম্বন্ধেও একো তত্ত্ব নাজানে। ভোট বা নিৰ্বাচন কি তাকো নাজানে। এনে অৱস্থাত আহিব ধৰা শাসন-সংস্কাৰত মন্ত্ৰীসভাৰ নিৰ্বাচন আমাৰ দেশত কিভাৱে সমাধা হ'ব, সেইটো কিছু ভাবিবৰ বিষয়। ভাৰতৰ আন আন প্ৰদেশত একষ্ট্ৰিমিষ্ট আৰু মড্‌ৰেট দুয়োদলৰ মানুহে গাঁৱে গাঁৱে নানা বক্তৃতা দি ফুৰি সৰু সৰু পুস্তিকা আদি বিলাই নিৰ্বাচনৰ দায়িত্ব বুজাই গাঁৱলীয়া প্ৰজা-সাধাৰণক এই বিষয়ে সচেতন কৰি তুলিবৰ চেষ্টা কৰিছে। কাৰণ, তেওঁলোকে বুজিছে, এই শাসন-সংস্কাৰ কিঞ্চিৎ হলেও, ইয়াত যোগ্যতা দেখুৱাব নোৱাৰিলে ভাৰতৰ ভৱিষ্যত ৰাজনৈতিক উন্নতিৰ প্ৰধান ক্ষেত্ৰ নষ্ট হ'ব। আমাৰ আসামত কিন্তু এই বিষয়ে বিশেষ একো চেষ্টা চলা নাই। আমাৰ ৰাজনৈতিক নেতাসকলে এইদৰে গাঁৱে গাঁৱে ফুৰি ৰ'দে-বতাহে নিজৰ নদন-বদন শৰীৰৰ কান্তি নষ্ট নকৰি বাংলা-ঘৰৰ ভিতৰত ইজী-চেয়াৰত বহিয়েই ৰাজনৈতিক জগতত উচ্চাসন লাভৰ সপোন দেখি আছে। এই শাসন-সংস্কাৰ সম্বন্ধে নানা ঠাইত সাক্ষী আনি দিবৰ সময়ত আমাৰ নেতাসকলে "আসামত প্ৰজাতন্ত্ৰ চিৰকলীয়া প্ৰথা"—"ভাৰতৰ আন আন প্ৰদেশতকৈ আসামে স্বাধীনতা হেৰুৱাবৰ অতি অলপ দিন হ'ল। গতিকে স্বায়ত্ত-শাসনৰ যোগ্যতা আসামৰ সম্পূৰ্ণ আছে"—ইত্যাদি ডাঙৰ ডাঙৰ যিবিলাক কথা কৈ আহিছিল, এইদৰে নেতাসকল নিশ্চেষ্ট থাকিলে, সেই কথাৰ মৰ্যাদা হানি হ'ব।

আসামত এই বিষয়ে যি অলপ চেষ্টা হৈছে সি

একমাত্র শ্রীযুত চন্দ্রনাথ শর্মা বি. এল. ডাঙ্গৰীয়াৰ পৰা। তেখেতে এইবাৰ দৰং, গোৱালপাৰা, নগাঁও আদি জিলাৰ নানা ঠাইত গৈ গাঁৱে-সদৰে সভা-সমিতিত বক্তৃতা আদি দি সর্বসাধাৰণক শাসন-সংস্কাৰৰ দায়িত্ব বুজাবৰ বহু চেষ্টা কৰিছে। ইয়াৰ বাহিৰে কোনো ঠাইত কোনো নেতাই এনে কাম কৰাৰ কষ্ট স্বীকাৰ কৰিছে বুলি আমি বাতৰি-কাকততো পঢ়া নাই, -আৰু কোনো মানুহৰ গুচৰতো আকাৰে-ইঙ্গিতে শুনা নাই। কিন্তু কোনো কোনো ঠাইত এই সম্বন্ধে যি কিছু ঘটিছে বুলি বাতৰি-কাকতত দুই-এক শাৰী পঢ়িছোঁ, তাৰ উদ্দেশ্য শাসন-সংস্কাৰৰ তত্ত্ব বুজাই প্রজা-সাধাৰণক এই বিষয়ে দায়িত্বশীল কৰিবৰ চেষ্টা নহয়, যিকোনো উপায়ে নিজৰ নিমিত্তে ভোট সংগ্রহ কৰাটোহে। নেতাসকলৰ এনে কামে সর্বসাধাৰণৰ শ্রদ্ধা-বিশ্বাস আকর্ষণ কৰিব নোৱাৰে। কাৰণ, ইয়াত স্বার্থৰ দুর্গন্ধ আছে; আৰু ই ইন্দ্রিয়বিশিষ্ট প্রত্যেক মানুহৰ মনতেই ঘৃণা জন্মাই সঙ্কুচিত কৰে।

শাসন-কার্যত হাত দিয়াৰ প্রথমতে বহুদিন ধৰি বুজিব লাগিব, হৃদয়ঙ্গম কৰিব লাগিব, শাসনটো কি বস্তু, শাসন কৰিব কাক, যাক শাসন কৰা হ'ব তেওঁলোকনো কোন, তেওঁলোকৰ অভাৱ কি? এই চিন্তাৰ লগত কোনো দিনেই সংস্রৱ নথকা জনৰ এই শাসনভাৰ হাতত লবৰ যোগ্যতা আছে নে নাই? যদি নাই, তেনেহলে শাসনৰ গধুৰ দায়িত্ব লব খুজিলে তেওঁৰ পক্ষে সর্বসাধাৰণৰ মনৰ ভাব কেনে হোৱা উচিত?

প্রজা-সাধাৰণৰ অভাৱ-অভিযোগমূলক অশান্তি আদিৰ শৃঙ্খলা লগাবলৈকেই ৰাজনীতিৰ জন্ম; আৰু তাৰ জন্মদাতাও প্রজাসমূহ। ৰাজনীতিৰ ওপৰত প্রজা-সাধাৰণৰ এই স্বত্ব অস্বীকাৰ কৰি আভিজাত্যৰ বাগীত বিতত হৈ দুই-চাৰিটা বৰলোকে মাত্র যেতিয়া ৰাজনীতিটো তেওঁলোকৰ ইচ্ছা আৰু ধাৰণা মতে আলোচনা কৰে, তেতিয়া প্রজা-সাধাৰণৰ সর্বব্যাপী স্বার্থৰ লগত এই নিচেই অল্পসংখ্যক বৰলোক শ্রেণীৰ স্বার্থৰ দ্বন্দ্ব উপস্থিত হয় আৰু শেষত প্রজা-সাধাৰণৰেই জিত হয়। এইদৰেই, আগেয়ে ফ্রান্স, আমেৰিকা, এতিয়া জার্মান, ৰুছীয়া, চীন আৰু সৰু সৰু বহু দেশত প্রজা-শক্তিৰ বিৰাট পুৰুষৰ আঘাত পাই ৰাজশক্তি চুৰমাৰ হৈ গৈছে।

সম্প্রতি আমাৰ ভাৰতবর্ষতো ইয়াৰ অভাৱ সোমাই জন-সাধাৰণক কিছু উদ্বেলিত কৰি তুলিছে। জন-সাধাৰণৰ এই আকাঙ্ক্ষা-ইচ্ছাৰ লগত অভিজাত শ্রেণীয়ে যদি যোগ দি কাম কৰে, তেনেহলে জন-সাধাৰণৰ লগে লগে তেওঁলোকেও পুষ্ট হৈ আহিব, আৰু যদি বিৰুদ্ধাচৰণ কৰি জন-সাধাৰণৰ উঠি অহা প্রবল উচ্ছ্বাস ৰোধ কৰিবৰ চেষ্টা কৰে, তেনেহলে জন-শক্তিয়ে হাজাৰ বাধা-বিঘিনি অতিক্রম কৰিতো নিজ মাহাত্ম্যৰ কীর্তিস্তম্ভ স্থাপন কৰিবই, অভিজাত শ্রেণীৰো অস্তিত্ব লুপ্ত হ'ব। কাৰণ পৃথিৱীত অভিজাত শ্রেণীৰ দল অতি ক্ষুদ্র; জন-সাধাৰণৰ দল অতি বিৰাট আৰু জন-সাধাৰণৰ এই শক্তি কালৰ এটা বিশেষ সংস্কৰণৰ মাহাত্ম্য।

আৰম্ভণতে ৰাজনীতি ক্ষেত্রত নিজক প্রচাৰ কৰিব খোজা আমাৰ শিক্ষিতসকলে সাৱধান হ'ব লাগিব। যাৰ নিমিত্তে ৰাজনীতি-চর্চা কৰি শাসনদণ্ড হাতত লবৰ ইচ্ছা কৰে, তেওঁলোকে সেই প্রজা-সাধাৰণৰ দুখ-দুর্গতি গুচাবলৈ অন্তৰত তেও প্রেৰণা পাব। অন্তৰৰ পৰা প্রেৰণা নাপালে

এই জগতত কোনোৱে কাৰো উপকাৰ বা হিত কৰিব নোৱাৰে; আৰু যাৰ উপকাৰ বা হিত কৰিবলৈ চেষ্টা কৰা হয়, তেওঁলোকৰ ভিতৰৰ সমদুখী এজন হলেহে এই প্ৰেৰণা আহিব পাৰে। এনে যোগ্যতা, চহৰৰ অতি উচ্চ শ্ৰেণীৰ ডাঙৰীয়া, যাৰ প্ৰজা-সাধাৰণৰ দুখ-দুৰ্গতিৰ লগত কোনো দিনেই সংশ্ৰৱ আৰু সহানুভূতি ঘটা নাই, তেনে জনতকৈ, অশিক্ষিত হজুৱা গাঁৱলীয়া জীৱনৰ লগত বিশেষভাৱে জড়িত আৰু গাঁৱলীয়া সৰ্ব-সাধাৰণৰ দুখত সমদুখী, তেনেজনৰহে বেছি বুলি ভাবি লব লাগিব।

ভাৰতৰ আন আন প্ৰদেশত আগন্তুক শাসনৰ মন্ত্ৰীসভাত বহুৱাবৰ নিমিত্তে ঠায়ে ঠায়ে জন-সাধাৰণে নানা সভা-সমিতি কৰি যোগ্য লোক এতিয়াৰ পৰা নিৰ্বাচন কৰিব ধৰিছে। তেওঁলোকৰ ভিতৰত এই সম্বন্ধে কাৰ কিমান যোগ্যতা আছে আমি নাজানো। তথাপিতো তেওঁলোকক যোগ্য বুলি ভাবি লবৰ কাৰণ আছে এই বুলি, যে, তেওঁ-লোকৰ যোগ্যতা নাথাকিলে বিপুল জন-সাধাৰণৰ প্ৰীতি-শ্ৰদ্ধা-বিশ্বাস আকৰ্ষণ কৰি এইদৰে সৰ্ব-সাধাৰণৰদ্বাৰা একমুখে তেওঁ নিৰ্বাচিত হ'ব নোৱাৰিলেহেঁতেন।

আমাৰ আসাম দেশত এইদৰে জন-সাধাৰণে সভা-সমিতি কৰি একমুখে কোনো যোগ্য লোকক নিৰ্বাচন কৰা খবৰ আজিলৈকে আমি পোৱা নাই; বাতৰি-কাকতৰ জৰিয়তে বা মানুহৰ মুখত যি কিছু খবৰ পাইছোঁ, সেইটো নিজৰ পক্ষে ভোট সংগ্ৰহ কৰিবলৈ কোনো কোনো ডাঙৰীয়াই দুই-এদিন দুই-এখন গাঁৱত সৰ্বসাধাৰণক বুজাবলৈ যোৱাটোহে। সেই কাৰণে সবল প্ৰজা-সাধাৰণৰ ফালৰ পৰা তেওঁৰ ওপৰত কিছু বিদ্ৰূপ-বৰ্ষণ হোৱা খবৰো আমি বাতৰি-কাকতত পঢ়িছোঁ। আনৰ মতামতৰ অপেক্ষা নকৰি নিজৰ যোগ্যতা নিজে দেখুৱাই ফুৰিলে এনে বিদ্ৰূপ পোৱাটো স্বাভাৱিক।

আমি খবৰ পাইছোঁ অহা সংস্কাৰত মন্ত্ৰী-সভাৰ সভ্য পদৰ নিমিত্তে আমাৰ দুয়োখন জিলাৰ সদৰ মহকুমাৰ পৰা যোগ্য-অযোগ্য দুয়োবিধ লোকে উঠি-পৰি লাগিছে। যিবিলাকে কোনো কালেই ৰাজনীতি চৰ্চা কৰা নাই, ৰাজনীতি কি বস্তু, তাক বুজা নাই, এই ক্ষেত্ৰত তেওঁলোকৰো নাম ওলাইছে। কোনো কোনো ঠাইত আৰু কলেজৰ পৰা দুই-চাৰিবাৰ ফেইল হৈ ওলাই অহা অপৰিণত বুদ্ধিৰ ল'ৰায়ো ভোট সংগ্ৰহ কৰিব ধৰিছে বুলি খবৰ ওলাইছে। এনে ল'ৰাই ভোট বিচাৰি যোৱাত ভোটদাতাৰ প্ৰশ্নৰ উত্তৰত হেনো কয় যে "মই তিনি-চাৰি বছৰ কলেজৰ politics পঢ়িছো, মই অহা সংস্কৃত মন্ত্ৰী-সভাত বহিবলৈ নিশ্চয় উপযুক্ত। মোক ভোট নিদিলে তোমালোকৰ অন্যায় হ'ব।" ইত্যাদি নানা কথা শুনি আমি ভাবিছোঁ, শাসন যন্ত্ৰটো কিছুমানে ধূলিৰ ধেমালিৰ যন্ত্ৰ যেন পাইছে, দায়িত্ববোধতকৈ হুজুগৰ সন্মান তেওঁলোকৰ মনত বেছি হৈছে। সেইবাবে আমি অনুৰোধ কৰোঁ, সৰ্বসাধাৰণে যেন ভাবি-চিন্তি যোগ্য লোকৰ পক্ষে ভোট দি শাসনৰ নিচিনা গুৰু দায়িত্বপূৰ্ণ বস্তুৰ সন্মান ৰক্ষা কৰে। নহলে, অযোগ্য লোকৰ অপৈণত অজ্ঞতাপূৰ্ণ ৰাজনৈতিক জ্ঞানৰ দ্বাৰা মন্ত্ৰীসভা কলঙ্কিত আৰু হাঁহিয়াতৰ পাত্ৰতো হবই, এই অযোগ্য লোকৰ পক্ষে ভোট দিয়া ভোট-দাতাসকলৰো কলঙ্ক বাঢ়িব। তেতিয়া দুয়ো-ফালে সপ্ৰমাণিত হ'ব, ভাৰত আৰু আসাম স্বৰাজ পাবৰ এতিয়াও উপযুক্ত হোৱা নাই।

ইয়াত যোগ্য অযোগ্য দুয়োবিধ লোকেই ওলাব, তাক বন্ধ কৰিব নোৱাৰি। কাৰণ যি ঠাইত যোগ্যতা-অযোগ্যতাৰ বাছ-বিচাৰ নাই, বিচাৰ কৰিবৰ ক্ষমতা নাই বা নিজৰ অযোগ্যতা সত্বেও যোগ্যতাৰ মৰ্যাদা ক্ষুণ্ণ কৰি লাজ বা সঙ্কোচ বোধ কৰা নহয়, সেই ঠাইত এনেকুৱা 'ভেকো-ভাওনা' হ'বই। কিন্তু আমি জন-সাধাৰণে যদি ইয়াত সাৱধান হওঁ, তেনেহলে এই ৰকম অযোগ্যতাৰ খামখেয়ালি ক্ৰমে কমি যাব আৰু যোগ্যতাৰ মৰ্যাদা উজ্জ্বল হৈ আহিব।

এই আহিব ধৰা সংস্কৃত শাসনৰ মন্ত্ৰীসভাত বহিবলৈ ওলোৱা দুই-চাৰি জনৰ লগত তেওঁলোকৰ অযোগ্যতা সম্বন্ধে কোনো কোনোৱে আলোচনা কৰাত, তেওঁলোকে হেনো কয়, যে ক্ষেত্ৰ পালেহে আমি যোগ্য নে অযোগ্য দেখুৱাব পাৰোঁ। তেওঁলোকে বোধ কৰোঁ ভাবিছে, যে একেবাৰে কাউঞ্চিল বা মন্ত্ৰীসভাত গৈ নবহিলে কোনো মানুহৰ ৰাজনৈতিক জ্ঞানৰ চিনাকি দিব নোৱাৰি, দেশৰ সৰ্ব-সাধাৰণৰ উপকাৰ কৰিব নোৱাৰি। কিন্তু আমি এইটো মোটেই বিশ্বাস নকৰো। এইদৰে কোৱাৰ পৰাই তেওঁলোকৰ অযোগ্যতা সপ্ৰমাণ হৈছে। কাৰণ ৰাজনীতি কাক বোলে, সমূহ লোকৰ উপকাৰ কি, দেশৰ অৱস্থা পৰ্যালোচনা কৰি তাৰ অভাৱ-অভিযোগবিলাক গুচাবৰ চেষ্টা, ইত্যাদি কথাৰ অৰ্থই তেওঁলোকে বুজা নাই। যিদৰে যোগ্যতাৰ সঁজুলি হাতত সম্পূৰ্ণ নোহোৱাকৈ খেতি কৰোঁ বুলি জীপাল পথাৰ অধিকাৰ কৰি গৈ বহি থাকিলেও একো ফল নধৰে, সেইদৰে ৰাজনীতি কি বস্তু তাৰ কোনো দিনেই গোন্ধ নোপোৱাকৈ দেশৰ জন-সাধাৰণৰ চিন্তাত কোনো দিন অভিভূত নোহোৱাকৈ দেশৰ, সমাজৰ গতিবিধি পুঙ্খানুপুঙ্খৰূপে পৰ্যালোচনা কৰি তাত অভিজ্ঞতা লাভ নকৰাকৈ একেবাৰে কাউঞ্চিলত গৈ সোমালে কাউঞ্চিলখনৰ অৱস্থা কি হ'ব, আৰু দেশৰে বা কিমান উপকাৰ হ'ব, সেইটো অতি সহজে বুজিব পাৰি।

কোনো কোনোৱে ভাবে যে কাউঞ্চিলত গৈ উধাই-মুধাই মিছাই-সঁচাই নিজৰ অজ্ঞতাপ্ৰসূত জ্ঞানৰদ্বাৰা গৱৰ্ণমেণ্টৰ লগত হাই-কাজিয়া কৰাটোৱেই ৰাজনৈতিক জ্ঞানৰ পূৰ্ণ বিকাশ। যি কোনো বিষয়ৰ সম্পূৰ্ণ জ্ঞান লৈ উচিত কথাত ৰাইজৰ হকে গৱৰ্ণমেণ্টৰ লগত টনা-আঁজোৰা নিশ্চয় কৰিব লাগে; কিন্তু কোনো বিষয়ত পৰিণত জ্ঞান নোহোৱাকৈ গৈ তেনে ভাওনাখন পাতিব লাগিলে ৰজা-প্ৰজা দুয়োৰো ওচৰত নিন্দাৰ পাত্ৰৰ বাহিৰে আন একো নহয়। বহুতে কব পাৰে যে, কাউঞ্চিলত গৈ তেনেকৈ হাই-হুলস্থুল কৰোঁতে কৰোঁতেই তো ৰাজনীতি শিকি মানুহ উপযুক্ত হ'ব পাৰি কিন্তু মিছা-মিছি মূৰ্খৰ দৰে হাই-হুলস্থুল কৰা ঠাই কাউঞ্চিল নহয়, তাৰ নিমিত্তে বজাৰ আছে। প্ৰথমতে ঘৰত বহিয়ে ঘৰৰ, পাছত গাঁওখনৰ, তাৰ পাছত দেশখনৰ শাসন-প্ৰণালী, আপত্তি-আসোঁৱাহ আদিচিন্তা কৰি সেই চিন্তা কাৰ্যত পৰিণত কৰিবলৈ নানা উপায় আলচি মন আৰু হৃদয় পুৰঠ কৰি লব লাগে। এনে কৰিলে কাউঞ্চিলত নগলেও আচল কাম হয়।

যি হ'ক, হাজাৰ হাক-বাধা, অনুৰোধ, উপদেশ নামানিও অযোগ্য লোক কাউঞ্চিললৈ ওলাব। কাৰণ দায়িত্বজ্ঞানহীনৰ পক্ষে কাউঞ্চিলত এটা সন্মানৰ মোহ আছে। খাতিৰৰ বলত বা আন

নানা কাৰণত যোগ্য লোক বাদ পৰি অযোগ্য লোকেও কাউঞ্চিলত গৈ বহিব পাৰে। এই কাৰণে প্ৰত্যেক জিলাৰ সকলো সমূহ ৰাইজে লগ লাগি কাউঞ্চিললৈ যাব খোজা লোকৰ পৰা এখন প্ৰতিজ্ঞা-পত্ৰ লেখাই লব লাগে যে যিজনে প্ৰতিজ্ঞা-পত্ৰত সন্মতি দি নিজ হাতে চহী দিব তেওঁকহে সমূহ প্ৰজাই ভোট দিব। সেই প্ৰতিজ্ঞা-পত্ৰত লেখা থাকিব, যে তেওঁ কাউঞ্চিললৈ গৈ সমূহ প্ৰজাৰ উপকাৰৰ নিমিত্তে উচিত কাৰ্য কৰি যোগ্যতাৰ পৰিচয় দিব। প্ৰজাৰ আৰু দেশৰ মঙ্গলজনক কোনো কাৰ্যৰ নিমিত্তে লাগিলে গৱৰ্ণমেণ্টৰ লগতো বেয়া হ'ব, আৱশ্যক হলে নিজে প্ৰাণ দিবলৈও প্ৰস্তুত হ'ব। যদি কাউঞ্চিলত গৈ প্ৰজা-সাধাৰণৰ উপকাৰ-জনক কাম নকৰি কাউঞ্চিলত গৈ নানা বিষয়ে ৰাজনৈতিক জ্ঞানত মূৰ্খৰ পৰিচয় দি নিজৰ অযোগ্যতা সপ্ৰমাণ কৰে, তেনেহলে ৰাইজক ক্ষতি পূৰণ স্বৰূপে এটা নিৰ্দিষ্ট ধন তেওঁ দিব লাগিব আৰু সমাজৰ পৰা নিৰ্দিষ্ট সময়ৰ কাৰণে সমাজচ্যুত হৈ থাকিব। কাৰণ তেওঁৰ মূৰ্খতাৰ কাৰণেই যোগ্য লোক বাদ পৰি অযোগ্য লোক কাউঞ্চিলত গৈ সোমাইছে। এনে কৰিলেহে যোগ্য লোকৰ সুবিচাৰ হ'ব আৰু অযোগ্য লোকৰো সুবিচাৰ হ'ব। আৰু লগে লগে প্ৰজা-সাধাৰণৰো ক্ষমতা বাঢ়ি আহিব।

('চেতনা', ১ম বছৰ, ১১ সংখ্যা)

# ভাৰত শাসন-সংস্কাৰ

ভাৰত শাসন-সংস্কাৰ সম্বন্ধীয় জইণ্ট কমিটিৰ ৰিপোৰ্ট সম্প্ৰতি বিলাতৰ পাৰ্লিয়ামেণ্ট মহাসভাৰ হাউচ অৱ কমঞ্চত আলোচিত হৈ মঞ্জুৰ কৰা হৈছে। ই এতিয়া হাউচ অৱ লৰ্ডছত মঞ্জুৰ হ'ব বুলি বিশ্বাস কৰিছো। তাৰ পাছতহে মণ্টেগু-চেমচ্‌ফোৰ্ডৰ ভাৰত সংস্কাৰ বিল আইনৰূপে পৰিণত হৈ ভাৰত শাসন কৰিবলৈ ব্যৱহৃত হ'ব।

জইণ্ট কমিটিৰ ৰিপোৰ্টত ভাৰত শাসনৰ তলত লিখা বিভাগকেইটি ভাৰতবাসীৰ হাতত দিবলৈ মঞ্জুৰ কৰা হৈছে। স্থানীয় স্বায়ত্ত শাসন, চিকিৎসা বিভাগ, সাধাৰণ স্বাস্থ্য, স্বাস্থ্য, জন্ম-মৃত্যুৰ হিচাপ, শিক্ষা, কৃষি, সাধাৰণ পশু-চিকিৎসা বিভাগ, দলিলাদি, জন্ম-মৃত্যু, বিবাহ ইত্যাদিৰ ৰেজিষ্ট্ৰি বিভাগ, সমবায় সমিতি, ধৰ্ম আৰু দাতব্য বিষয়ক বৃত্তি দান বিভাগ, শিল্পোন্নতি, খোৱা বস্তু আদিত মিহলি সম্বন্ধীয়, ওজন আৰু জোখ, Museum আৰু Zoological gardens.

পাব্লিক ওৱাৰ্ক ডিপাৰ্টমেণ্ট, মৎস্য ব্যৱসায় আৰু কানিৰ খেতি; আমদানি আৰু ৰপ্তানিক এৰি আন আন মাদক-দ্ৰব্য বিভাগ অকল আসামৰ বাহিৰে ভাৰতত সকলো প্ৰদেশৰে লোকৰ হাতত দিয়া হৈছে। বন-বিভাগ অকল বোম্বাইত দিয়া হৈছে। কিন্তু তাকো প্ৰাদেশিক গৱৰ্ণমেণ্টৰ কোনো বিশেষ কাম সমাধাৰ নিমিত্তে জুৰিব লাগিলে ভাৰত গৱৰ্ণমেণ্টৰ ব্যৱস্থাপনৰ অনুমোদন লব লাগিব। ইউৰোপীয় ভাৰতবাসী ইংৰাজ বৃটিছৰাজৰ

সৈনিক আৰু চাকৰিয়াসকলৰ ল'ৰাৰ শিক্ষাৰ নিমিত্তে যি শিক্ষাৰ ঠাই আছে, বাৰাণসী হিন্দু ইউনিভাৰ্চিটি, য'ত গোটেই ভাৰতৰে সম্বন্ধ আছে, ইত্যাদি চলোৱাৰ ভাৰ ভাৰত গৱৰ্ণমেণ্টৰ হাতত থাকিব। মোটৰ ওপৰত শিক্ষা সম্বন্ধীয় কিছুভাগ প্ৰাদেশিক গৱৰ্ণমেণ্ট অৰ্থাৎ ভাৰতবাসীৰ হাতত থাকিলেও তাক চলাবৰ নিয়ম-প্ৰণালী ভাৰত গৱৰ্ণমেণ্টৰ দ্বাৰা গঠিত হ'ব।

এই মতে দেখা যায়, ভাৰত শাসনৰ যিকেইটা খাই বিভাগৰ আয়-উৎপন্নৰ লগত সম্বন্ধ, সেই-কেইটা বিভাগ জইণ্ট কমিটিয়ে ভাৰতবাসীলৈ মঞ্জুৰ কৰা নাই। কেৱল যি কেইটা বিভাগত খৰচৰ প্ৰভাৱ, তাকেহে মঞ্জুৰ কৰা হৈছে। ইয়াৰদ্বাৰা এইটোকে বুজা হ'ল, যে কাৰ্যতঃ ভাৰত শাসনৰ কোনোটো বিভাগকেই ভাৰতবাসীৰ হাতত দিয়া হোৱা নাই। কাৰণ, ভাৰতবাসীয়ে মনোমত নিয়ম-প্ৰণালীৰে নিজৰ দেশ শাসন কৰিব খুজিলেও অৰ্থৰ অভাৱত তাক কাৰ্যত পৰিণত কৰিব নোৱাৰিব। যিহেতু ৰাজ্য সম্বন্ধীয় সংস্কাৰৰ সকলো কামতে প্ৰথমেই অৰ্থৰ আৱশ্যক কিন্তু অৰ্থৰ সেই ভঁৰালেই থাকিব ইংৰাজৰ হাতত। ই কেনেকুৱা সংস্কাৰ বুজা টান। এইবাবে এই সংস্কাৰত ভাৰতবাসী সন্তুষ্ট হোৱা নাই। এই ৰিপোৰ্ট আইনত পৰিণত নোহোৱাতেই ভাৰতবাসী ইমান অসন্তুষ্ট, পাছত আইনত পৰিণত হৈ শাসন-কাৰ্য আৰম্ভ কৰি দিলে ভাৰতবাসীৰ আত্মসম্ভ্ৰমত আঘাত লাগি অসন্তোষৰ মাত্ৰা কিমান দূৰ চৰিব তাৰ পৰিমাণ এতিয়া নিৰ্ণয় কৰা টান। আসামৰ ভাগ্যত যিখিনি দিবলৈ স্থিৰ কৰা হৈছে, সেইখিনিও অসমীয়াৰ পক্ষে কোনোমতে সন্তোষজনক হোৱা নাই। যি কানিয়ে অসমীয়া জাতিক উচ্ছন্ন খেদাব ধৰিছে, যি কানিয়ে অসমীয়া জাতিৰ দুৰ্বল জীৱনৰ কণ-কঠীয়া মাৰিব ধৰিছে, সেই কানিৰ শাসন-ভাৰতো অসমীয়াৰ হাতত দিয়া নহলেই, যি বিহে কানি-জৰ্জৰিত অসমীয়াৰ জীৱন আকৌ দহগুণে বিষময় কৰি তুলিব ধৰিছে, সেই মদ আৰু ভাং শাসনৰ ভাৰো অসমীয়াৰ হাতত দিয়া হোৱা নাই। বিদেশী ব্যৱসায়ীয়ে হাজাৰে হাজাৰে টকা উপাৰ্জন কৰি লৈ যোৱা অসমীয়াৰ নিজৰ মাছ-ভৰা নদী-বিল-বিলাকৰ শাসন ভাৰো অসমীয়াৰ হাতত দিয়া হোৱা নাই। অৱশ্যে বৃটিছ গৱৰ্ণমেণ্টে অসমীয়াক এইবোৰ সুকলমে শাসন কৰিবলৈ অনুপযুক্ত বুলি বিবেচনা কৰিয়েই এনে কৰিছে, সন্দেহ নাই। কিন্তু ন্যায়ৱান বৃটিছৰাজে অসমীয়াক এনেদৰে অৱহেলা কৰাত অসমীয়াই বৰ বিষম পাইছে—অসমীয়াৰ আত্ম-সম্মানত নিৰ্দয় আঘাত লাগিছে, সেই আঘাত পাই, ভাৰতৰ আন আন প্ৰদেশতকৈও অসমীয়াৰ অসন্তোষৰ মাত্ৰা বেছি হৈ উঠিছে। ভাৰতৰ যি যি প্ৰদেশবোৰে অসমীয়াতকৈ স্বাধীনতা হেৰুৱাবৰ বহুকাল হ'ল, সেই প্ৰদেশ-বোৰতকৈও নিজৰ দেশ সম্বন্ধীয় কোনো কাৰ্য চলাবলৈ অসমীয়াক যেতিয়া অনুপযুক্ত বিবেচনা কৰা হ'ল, তেতিয়া অসমীয়া জাতি স্থিৰ থাকিব নোৱাৰে, দোপে দোপে অসন্তোষৰ আগুন জ্বলিবই। এই জুই নুমাবৰ নিমিত্তে বৃটিছ গৱৰ্ণমেণ্টেই বিশেষ ব্যতিব্যস্ত হ'ব লাগিব। ভাৰতৰ আন আন প্ৰদেশৰ তুলনাত অসমীয়া জাতি ক্ষুদ্ৰ সঁচা; কিন্তু আত্মসম্মানত আঘাত লাগিলে যিমানেই ক্ষুদ্ৰ নহ'ক, সিপ্ৰবল হৈ উঠে। এই অতি সত্য কথাটো জইণ্ট কমিটিয়ে ভালদৰে গমি চোৱা নাই; সেইবাবে অসমীয়াৰ পক্ষে এনে অপমানজনক ব্যৱস্থা কৰিছে।

# শাসন-সংস্কাৰত নিৰ্বাচন

অহা শাসন-সংস্কাৰত কাউন্সিলৰ নিৰ্বাচিত সভ্য হবলৈ আসামৰ ছয়োখন জিলাৰ পৰাই যোগ্য-অযোগ্য, আধা যোগ্য আধা অযোগ্য আদি নানা শ্ৰেণীৰ লোকেই নানাৰূপে চেষ্টা কৰিব ধৰিছে। এই কেইবিধৰ কোন বিধ লোক শেষত সভ্য হৈ কাউন্সিলত গৈ বহে এতিয়াও ঠিক কৰি কব নোৱাৰি। এই কাউন্সিলৰ সভ্য পদৰ কাৰণে ভাৰতৰ আন আন প্ৰদেশতকৈ আসাম, বঙ্গদেশ, আৰু মাদ্ৰাজৰ লোকসকলৰেই বেছি ধাউতি দেখা গৈছে। এফালে এই প্ৰদেশবিলাকৰ লোকসকলে ভাবিছে, যে কাউন্সিললৈ গৈ দেশখন একেচাবে উদ্ধাৰ কৰিম, আনফালে কিন্তু কাউন্সিললৈ গলেও বৃটিছ গৱৰ্ণমেণ্টৰ ইংৰাজ কৰ্মচাৰীসকলৰ উৎপাতত দেশী সভ্যসকলে নিজৰ দেশৰ একো উপকাৰ কৰিব নোৱাৰে, গতিকে কাউন্সিললৈ কোনো দেশী মানুহেই যাব নালাগে; আৰু কোনোৱে যাব ওলালেও কোনো দেশী ভোটাৰে তেওঁৰফালে ভোট দিব নালাগে;—এই বুলি মহাত্মা গান্ধী, লালা লাজপৎ ৰায় আদি ভাৰতৰ বৰ্তমান জনপতিসকলে দেশময় উপদেশ দি ফুৰিব ধৰিছে। এই প্ৰস্তাব এইবাৰ কলিকতাত হোৱা কংগ্ৰেছৰ বিশেষ অধিৱেশনতো গৃহীত হৈছে যদিও আসাম, বঙ্গ আৰু মাদ্ৰাজৰো কিছু অংশই এই প্ৰস্তাৱৰ বিৰুদ্ধে মত দিছে। গতিকে এইবিলাক প্ৰদেশে কাউন্সিলৰ মোহ এৰিবও নোৱাৰে আৰু কাউন্সিলত গৈ দেশ-উদ্ধাৰ কৰিবৰ চেষ্টা কৰিবই; ইয়াত কোনো যুক্তি-তৰ্কৰ কোনো প্ৰভাৱেই তিষ্ঠিব নোৱাৰিব।

বাস্তৱিকে আগৰ ভাৰত-সচিব লৰ্ড মৰ্লেৰ দিনত কাউন্সিলৰ পৰিসৰ বৃদ্ধি হোৱাৰ দিনৰ পৰাই কাউন্সিলৰ কোনো দেশী সভ্যই ইচ্ছা থাকিলেও দেশৰ কোনো প্ৰকৃত হিত কৰিব পাৰিছে বুলি আমি নাজানো; ইংৰাজ জাতীয় কৰ্মচাৰীসকলে নানা ৰূপে আমাৰ দেশীয় স্বাৰ্থ চেপি থৈও ইংৰাজ গৱৰ্ণমেণ্টৰ স্বাৰ্থ পূৰণ কৰি লয়। গতিকে কাউন্সিলত গৈ দেশ উদ্ধাৰ কৰিব পাৰি বুলি যাৰ বিশ্বাস মজ্জাগত হৈ পৰিছে এক হিচাপে তেওঁলোক দেশ-অহিতকাৰীৰ দলভুক্ত। দেশ-হিতৈষিতাৰ প্ৰবল জুই বাস্তৱিকেই যদি তেওঁলোকৰ অন্তৰত জ্বলিছে, তেনেহলে কাউন্সিললৈ নগৈ বাহিৰত থাকিয়েই দেশৰ প্ৰকৃত হিত সাধন কৰিব পাৰে। এইটো অতি সঁচা কথা। কাউন্সিললৈ গলে দেশৰ হিত সাধনত একো সহায় নহয় বুলিয়েই চাৰ শঙ্কৰণ নায়াৰ, পণ্ডিত মালব্য, মান্যবৰ ফণিধৰ চলিহা আদি দেশ-নায়কসকলে কাউন্সিলৰ সভ্য-পদ ইস্তফা দিছিল।

আৰু সেইবুলিয়েই কংগ্ৰেছৰ এইবাৰ বিশেষ অধিৱেশনতো কাউন্সিললৈ যোৱা সম্বন্ধে মহাত্মা গান্ধীয়ে কৈছে যে, "In all these Councils there was an insidious poison which might demoralise their men who went to their Councils. অৰ্থাৎ প্ৰত্যেক কাউন্সিলতে এবিধ বিহ আছে, যিহে কাউন্সিললৈ যোৱা জনৰ অৱনতি ঘটায়। মহাত্মা গান্ধীৰ এই কথাত ভৰ দি কংগ্ৰেছৰ বিশেষ অধিৱেশনৰ সভাপতি লালা লাজপৎ ৰায়েও কৈছে যে,

"He knew from actual experience that many of his noble friends whose patriotism he did not dispute, whose high motives he had no reason to question; had their patriotism and nationalism poisoned by going to these Council."

অৰ্থাৎ তেওঁ তেওঁৰ একিছুমান বন্ধুক জানে, যি সকলৰ দেশহিতৈষিতা সম্বন্ধে কোনো সম্বন্ধযেই নাই, অথচ এই কাউন্সিলৰ পৰা তেওঁলোকৰ খাটি দেশহিতৈষিতা বিষাক্ত হৈ গৈছে।

কাউন্সিলৰ বাহিৰত থাকি দেশৰ প্ৰকৃত উন্নতিজনক কি কি কাম কৰিব লাগে আজিকালিৰ দিনত তাক সকলোৱে জানে। দেশত স্বাস্থ্যৰ লেশমাত্ৰও নোহোৱা হ'ল, ইনফ্লুয়েঞ্জা, মৰক, বৰ-আই আদিয়ে দেশৰ মানুহ বছৰে বছৰে, হাজাৰে হাজাৰে মাৰি শেষ কৰিবই লাগিছে, কলাজ্বৰে গাঁৱে গাঁৱে সোমাই দেশ উচ্ছন্ন কৰিয়েই আছে। খেতি-বাতিৰ সুবিধা নোহোৱাত আৰু নানা কাৰণত দেশত আকালৰ ভীষণ আক্ৰমণ আৰম্ভ হৈছে। শিক্ষাৰ অভাৱত দেশত জাতীয় ভাবৰ গুটি গজাই নাই, সেইবাবে সকলোফালেদি অসমীয়াৰ নিজত্ব ক্ৰমে লোপ পাই লাগিছে। যিহৰ প্ৰভাৱত মানুহে সভ্যতাৰ সকলোবিধ সম্পদ নিজৰ আয়ত্তাধীন কৰি লব পাৰে, সেই ধন-দৌলত গোটাই লোৱা বেহা-বেপাৰৰ সকলোখিনিয়ে বিদেশীৰ হাতত। য'ৰ পৰা পেটৰ ভাত-মুঠি উপাৰ্জন কৰি কোনোমতে নমৰি জীয়াই থকা যায়, সেই মাটিবিলাকো ক্ৰমে বিদেশীৰ হাতলৈ যাব ধৰিছে। কানি, ভাঙ, মদ ইত্যাদি বিষে অসমীয়া জাতিৰ জীৱনী-শক্তি নাশ কৰিবই লাগিছে। দেশৰ ভিতৰত এইবিলাক হাহাকাৰ, চকু নাই, চিন্তা নাই, অথচ কাউন্সিললৈ গৈ দেশ উদ্ধাৰ কৰা সপোনত দেশ মহাব্যস্ত।

গৱৰ্ণমেণ্ট আৰু প্ৰজাৰ স্বাৰ্থ যদি একে হ'ল-হেঁতেন তেনেহলে কাউন্সিললৈ গৈ প্ৰজাৰ মঙ্গলৰ হকে চেষ্টা কৰিলে গৱৰ্ণমেণ্ট, প্ৰজা আৰু কাউন্সিলৰ তিনিও ধন্য হ'লহেঁতেন। তাৰ ফলত, অশান্তি আৰ্তনাদৰ পৰিবৰ্তে সুখ-শান্তিৰ আনন্দ-জেউতিত দেশ উদ্ভাসিত হৈ উঠিলহেঁতেন। কিন্তু বৰ্তমানত প্ৰজাৰ আচল স্বাৰ্থ আৰু গৱৰ্ণমেণ্টৰ স্বাৰ্থৰ গতি পৰস্পৰৰ সম্পূৰ্ণ বিপৰীতফালে। শাসন-সংস্কাৰত প্ৰজাৰ উচিত স্বাৰ্থৰ লগত গৱৰ্ণমেণ্টৰ স্বাৰ্থৰ যদিও মিল ৰাখিবৰ কৃত্ৰিম চেষ্টা হৈছে, তথাপি আনফালে নানা নিয়ম-প্ৰণালীৰদ্বাৰা সেই সংযোগ ছিন্ন কৰা হৈছে।

দেশত ঘাইকৈ স্বাস্থ্য আৰু শিক্ষাৰ বিস্তাৰৰ নিমিত্তে গ'ল বছৰ 'কামৰূপ হিত-সাধিনী' নামে এখন সভা উচ্চ শিক্ষিত উৎসাহী ডেকা কিছুমানৰ-দ্বাৰা গঠিত হৈছিল ; কিন্তু আজি এক বছৰ হ'ল সেই সভাই সেই উদ্দেশ্যে কোনো কাম কৰা নাই। এতিয়া কাৰ্যকৰী সভাৰ দুই-চাৰিটা বৈঠক বহাই নিয়ম-প্ৰণালী কিছু গঠন কৰোঁতেই মাতৃ-পূজাৰ নিমিত্তে উঠি অহা উৎসাহ তল পৰাত আৰু উপযুক্ত কৰ্মীৰ অভাৱত 'কামৰূপ হিত-সাধিনী সভা' একৰকম মৃত্যুৰ গৰাহত পৰা বুলিয়েই শুনিছো। শুনি পালোঁ, এই 'কামৰূপ হিত-সাধিনী সভা'ৰ দুই-এজন সভ্যয়ো এই কাউন্সিলৰ সভ্যপদ প্ৰাৰ্থী হৈ নানাৰূপে চেষ্টা কৰিব ধৰিছে। অৰ্থাৎ তেওঁলোকে 'কামৰূপ হিত-সাধিনী সভা'ৰ ঘাই সভ্যৰূপে দেশৰ হকে

খাটি খাটি দেশখন নানা দুৰ্দশাৰ পৰা মুক্ত কৰি ধনে-জনে সম্পদে-সৌন্দৰ্যে ভৰপূৰ কৰি তুলিলে, এতিয়া দেশৰ হকে খাটি ঘূণীয়া কৰা শৰীৰত টাপলি মাৰিবলৈ কাউঞ্চিলত গৈ অলপ বিশ্ৰাম লবৰ সময় হ'ল। যিসকলে নিজে গঠিত কৰা নিয়ম-প্ৰণালীৰদ্বাৰা পৰিচালিত হৈ স্বাধীনভাৱে স্বাধীন উপায়ে স্বাধীন মতামত প্ৰকাশ কৰি নিজৰ আৰু নিজৰ ঘৰৰ মানুহৰ মঙ্গলৰ হকে অনুষ্ঠান কৰা সভা এটা চলাব নোৱাৰে, তেওঁ কাউঞ্চিলত গৈ আনে কৰি দিয়া নিয়ম-কাৰণৰ কটকটীয়া বান্ধোনত পৰি দেশৰ হকে স্বাধীনভাৱে কি উচিত কাৰ্য কৰিব, সেইটো আমাৰ ওচৰত এটা প্ৰহেলিকা মাত্ৰ। তেওঁলোকে কাউঞ্চিলত গৈ কৰ্মী জীৱনৰ কলঙ্ক বঢোৱাতকৈ এই 'কামৰূপ হিত-সাধিনী' সভাৰ প্ৰকৃত উদ্দেশ্যে সাধন কৰি কৰ্মীৰ পৰম গৌৰৱ লাভ নকৰে কিয় ?

দেশৰ প্ৰকৃত হিত-সাধন কৰি মান-যশ, দেশবাসীৰ শ্ৰদ্ধা-ভক্তি অৰ্জন কৰাটোৱে যদি তেওঁলোকৰ ইচ্ছা, তেনেহলে কাউঞ্চিললৈ নগৈ বাহিৰৰ পৰা প্ৰকৃত দেশৰ কাম কৰিলেহে তেওঁ-লোকৰ আশা পূৰ্ণ হ'ব। কাউঞ্চিলত গলে লৰালৰিকৈ যিকোনো বিষয়ৰ আধা পকা কিছু জ্ঞান লৈ দুই-এটা প্ৰশ্ন কৰিব, সেই প্ৰশ্নৰ ফলত গৱৰ্ণমেণ্টৰ পৰা কিবা সদুত্তৰ পাওকে বা নাপাওকে বা দেশৰ উপকাৰ কিবা হওক বা নহওক খবৰৰ কাকতত কিন্তু আৱাজ উঠিব 'বেছ, বেছ', মিঃ অমুকে কাউঞ্চিলত এই প্ৰশ্ন কৰিছে, মিঃ তমুকে কাউঞ্চিলত এইবাৰ এই প্ৰস্তাৱ কৰিছে—ইয়াৰ বাহিৰে কিন্তু দেশৰো একো হিত-সাধন নহয় আৰু প্ৰকৃত দেশ হিতৈষিতাৰ পৰা উৎপন্ন হোৱা শক্তি পাই কাউঞ্চিলৰজনৰ হৃদয়ো ক্ৰমে বহল হৈ নাহে। ইয়াতকৈ গৱৰ্ণমেণ্টে পাতি থোৱা কাউঞ্চিলৰ ফান্দত পৰি মনুষ্যত্ব সঙ্কুচিত নকৰি, গোটেই দেশজুৰি প্ৰত্যেক মানুহৰে প্ৰাণে প্ৰাণে হৃদয়ে হৃদয়ে দেশ্ হিতৈষিতাৰ প্ৰবল উচ্ছ্বাস তুলি দি দেশৰ আবাল-বৃদ্ধ-বনিতা সকলোকে দেশ হিতৈষিতাত অনুপ্ৰাণিত কৰিব পাৰিলেহে তেওঁ-লোকে দেশৰ প্ৰকৃত হিত কৰা হব ; আৰু যি ফোপোলা সন্মানৰ কাৰণে ইমান তেজ বল খৰচ কৰি তেওঁলোকে কাউঞ্চিলত গৈ সোমাইছিল, তাতকৈ হাজাৰ গুণ মূল্যৱান সাৰৱান সন্মান দেশবাসীৰ পৰা তেওঁলোকে উপাৰ্জন কৰিব। লোকমান্য তিলক, মহাত্মা গান্ধী, জননায়ক লাজপৎ ৰায় এইদৰেই আজি গোটেই ভাৰতৰ সৰ্ববাদিসম্মত নেতা হৈ পৰিছে। অথচ এওঁলোকে কোনেও কোনো প্ৰাদেশিক কাউঞ্চিলৰ সভ্য নহয়।

আসামত অসংখ্য দেশ-হিতকৰ কামৰ ভিতৰত স্বাস্থ্য-শিক্ষা আৰু বেহা-বেপাৰ সম্বন্ধীয় কাম-বিলাকেই প্ৰধান আৰু অৱশ্যে কৰ্তব্য। তাৰ ভিতৰত বেহা-বেপাৰ সম্বন্ধীয় এটা কথা আমি কওঁ। আসাম বাঁহৰ দেশ বুলিলেও বেছি কোৱা নহয়। এই বাঁহৰ পৰা অতি উৎকৃষ্ট কাকত প্ৰস্তুত হয় বুলি বৈজ্ঞানিকসকলৰদ্বাৰা প্ৰমাণিত হৈছে। ভাৰতৰ বনবিভাগৰ আগৰ ইছপেক্টৰ জেনেৰেল চাৰ ৱিলিয়াম শ্লীচে অলপতে বিলাতৰ 'টাইমচ' কাকতত বাঁহৰ পৰা প্ৰস্তুত হোৱা উৎকৃষ্ট কাকতত তেওঁ লেখিছে বুলি খবৰ দিছে। এণ্ড্ৰু ইউল কোম্পানী, বাৰ্ণচ্ কোম্পানী আদি ইংৰাজ ব্যৱসায়ীসকলে এইবাবে বঙ্গদেশৰ নানা ঠাইৰ বাঁহ প্ৰায় একচেটিয়া কৰি ললে। আসামত

এতিয়াও এইবোৰ ইংৰাজ কোম্পানীৰ সৰ্বনাশী হাত সোমোৱা নাই। এই সময়তে কাউঞ্চিললৈ যাবলৈকে হাৰাশাস্তি হৈ ফুৰা আমাৰ লোক-সকলে চেষ্টা কৰি কাকতৰ কাৰখানা এটা খুলি গোটেই আসামখন বাঁহ-ঝাৰ হাতত লবৰ চেষ্টা নকৰে কিয়? গোটেই জগতজুৰি কাকতৰ অভাৱ; গতিকে লাভ নিশ্চিত। এই সময়তে এই ব্যৱসায়টো অসমীয়াই হাতত লৈ দেশ উদ্ধাৰৰ প্ৰকৃত চেষ্টাৰ সদ্ব্যৱহাৰ নকৰে কিয়?

হাজাৰ যুক্তি-তৰ্কৰ জাল ভেদ কৰিও, হাজাৰ উপৰোধ-অনুৰোধৰ বেৰা ভাঙিও লোক কাউঞ্চিললৈ ওলাবই। কাৰণ শিক্ষাৰ প্ৰখৰ তাপ পাই আমাৰ দেশৰ জীৱনী-শক্তি এতিয়াও সম্পূৰ্ণ কৈ উদ্বোধিত হৈ উঠা নাই। যি হ'ক যোগ্য লোকসকলকো চেৰ পেলাই নিজে গৈ কাউঞ্চিল চেম্বাৰ্চত জিলিকিবলৈ নানা ঠাইৰ পৰাই খনুৰাম, তনুৰাম, পনুৰাম আদি নানা তৰহৰ লোক ওলাইছে। যি নোহোৱাকৈ ৰাখিব নোৱাৰি তাক দেশৰ হকে সমাজৰ হকে ভালকৈ হবলৈ চেষ্টা কৰিবই লাগিব। সেইবাবে তনুৰাম-পনুৰামক ঠেলা মাৰি যাতে যোগ্য লোকসকল কাউঞ্চিলত গৈ সোমাব পাৰে, সকলো ভোটদাতাই তাৰে চেষ্টা কৰিবই লাগিব। যোগ্য ব্যক্তি কোন,- সেই সম্বন্ধে কাকো কৈ দিব নালাগে। ভোটদাতাসকলে নিজ নিজ ঠাইৰ যোগ্য লোকসকলক অৱশ্যে চিনি পায়।

এইখিনিতে এটা কথা কৈ থোৱা অপ্ৰাসঙ্গিক নহ'ব। ভাৰতৰ আন আন প্ৰদেশৰ লগত আসামেও শাসন-সংস্কাৰৰ সমান সুবিধা পোৱাৰ মূলত শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া আৰু শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা প্ৰধান। বৰদলৈ ডাঙৰীয়াই নিজৰ নানা ক্ষতি স্বীকাৰ কৰি বিলাতত গৈ আন্দোলন নকৰিলে আসামে অন্যান্য প্ৰদেশে এক শাৰীৰ এই শাসন-সংস্কাৰ নাপালে-হেঁতেন। এই কথা লোকমান্য তিলক, মিঃ পেটেল আদি যি সকলে শাসন-সংস্কাৰ লৈ বৰদলৈৰ লগত একেলগে বিলাতত গৈ আন্দোলন কৰিছিল, তেওঁলোকেও স্বীকাৰ কৰিছে। এইফালে শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা ডাঙৰীয়ায়ো শাসন-সংস্কাৰৰ আন্দোলন কৰিবলৈ বৰদলৈ ডাঙৰীয়াক বিলাতলৈ পঠাবলৈ সকলোকে উৎসাহিত কৰি নানাফালে নিজৰ হানি কৰি আসামৰ ইমূৰৰ পৰা সিমূৰলৈ ঘৰে ঘৰে ঘূৰি বিলাতলৈ যোৱা খৰচ আদি নোগোটালেহেঁতেন, তেনেহলে বৰদলৈ ডাঙৰীয়াও বিলাতলৈ যাব নোৱাৰিলেহেঁতেন। গতিকে, আমাৰ এই শাসন-সংস্কাৰৰ নিমিত্তে সকলো অসমীয়াই আমাৰ গুণগ্ৰাহিতা আৰু দুয়োজনৰ ওচৰত কৃতজ্ঞতা দেখাব লাগে। সেই বাবে এই দুয়োজনেই যিঠাইৰ পৰাই কাউঞ্চিললৈ ওলাই, তাতেই তেওঁলোকৰ সপক্ষে সকলোৱে সহায় কৰিব লাগে আৰু কোনো প্ৰতিবাদী হৈ ওলাব নালাগে। তেওঁলোক উপযুক্ত লোক নহলে এই কথা আমি নকলোহেঁতেন, কিন্তু তেওঁলোকৰ উপযুক্ততা সম্বন্ধে আসামত কাৰো মতভেদ নাই।

('চেতনা', ২য় বছৰ, ১ম সংখ্যা)

# ভাৰতক কিহৰ স্বাধীনতা লাগে

একে পাৰিপাৰ্শ্বিক অৱস্থাৰ গোটেইখিনি ঠাই জুৰি বাস কৰা একে শ্ৰেণীৰ একে ভাৱৰ মানুহ লৈ যিদৰে এটা জাতি গঠিত হয়, সেইদৰে সেই জাতিৰ আত্মশক্তিৰ অনুশীলনৰদ্বাৰা এটা কাল্‌চাৰ উদ্ভূত হয়। এই কাল্‌চাৰক আশ্ৰয় কৰিয়েই প্ৰত্যেক জাতিয়ে নিজ নিজ আত্মবিশ্বাস, আত্মমৰ্যাদা, আত্মসম্ভ্ৰম ৰক্ষা কৰি গৌৰৱান্বিত হয়। এইদৰেই এৰিয়ান, মঙ্গোলিয়ান, টিউটনিক, কেলটিক ইত্যাদি কাল্‌চাৰৰ উদ্ভৱ হৈছে। এই প্ৰত্যেক কাল্‌চাৰৰ লক্ষ্য আৰু গতি যদিও একমাত্ৰ সত্যম্ শিৱম্ সুন্দৰম্‌ৰ ফালে, তথাপি প্ৰত্যেক ঠাইৰ প্ৰত্যেক জাতিৰ জীৱন একেদৰৰ পাৰিপাৰ্শ্বিক অৱস্থাৰদ্বাৰা বিশেষভাৱে প্ৰতিপালিত হোৱাত তাৰ গঢ়-গতি, ধৰণ-ব্যৱস্থা সম্পূৰ্ণ বেলেগ। এই কালচাৰ প্ৰত্যেক জাতিৰে অস্থি-মজ্জা ভেদ কৰি আত্মপ্ৰভাৱেৰে প্ৰভাৱান্বিত। গতিকে, এই কাল্‌চাৰক অৱলম্বন কৰিয়েই প্ৰত্যেক জাতি জীয়াই থাকি নিজ নিজ অস্তিত্ব আগুৰি ৰাখে। কিন্তু যি কোনো দৈৱিক কাৰণত এক জাতিয়ে আন এক জাতিৰ ওপৰত যি কোনো বিষয়ে প্ৰভুত্ব চলাব ধৰিলেই প্ৰভু জাতিৰ কাল্‌চাৰে অধীন জাতিৰ কাল্‌চাৰক সম্পূৰ্ণকৈ নষ্ট কৰি তাৰ প্ৰভাৱ বিস্তাৰ কৰাত ব্যস্ত হৈ উঠে। তেতিয়া, বিজাতীয় কালচাৰৰ বানত নিজৰ কাল্‌চাৰৰ সোণৰ ভূমি ভাহি যায় আৰু নিজৰ শিক্ষা, সাধনা সকলোফালেদি বিজাতীয় প্ৰভাৱৰদ্বাৰা আচ্ছন্ন হৈ পৰাৰ লগে লগে বিজিত জাতিৰ জাতীয় আদৰ্শ আৰু জাতীয় জীৱনো খীণাই শুকাই যাব ধৰে। তেতিয়া বিজিত জাতিৰ দুৰ্দশাও অন্ত নোহোৱা হয়—আত্মবিশ্বাস, আত্মমৰ্যাদা, আত্মশক্তি সকলো লোপ পায়। কাৰণ, যি কাল্‌চাৰ, যি শিক্ষা, যি, সাধনাৰদ্বাৰা অতুল সম্পদ, অতুল ঐশ্বৰ্যৰ পুষ্টিকৰ উপাদানৰদ্বাৰা জাতি এটা পুষ্ট সৱল হৈ আছিল, সেই কাল্‌চাৰ, সেই শিক্ষা, সেই সাধনাৰ সুধা-পাত্ৰ বিজাতীয় শিক্ষাৰ প্ৰভাৱ পৰি বিষাক্ত হৈ উঠিছে।

এইবাবেই, কোনো জাতিয়ে বিজাতীয় কাল্‌চাৰৰ ভিতৰেদিয়ে আত্মবিস্তাৰ কৰিব নোৱাৰে। কাৰণ জাতীয় কাল্‌চাৰৰ লগত সামঞ্জস্য ৰাখি গঠিত হোৱা জাতীয় জীৱনৰ পাকস্থলীত বিজাতীয় কাল্‌চাৰৰ গুৰু-খাদ্য গৰ-হজমা হয়। ফলত নানা ৰোগত আক্ৰান্ত হৈ জাতীয় জীৱন ক্ৰমে ক্ষয় পাই আহে। কিন্তু বিজাতীয় প্ৰভাৱৰ দ্বাৰা জাতীয় জীৱন গম নোপোৱাকৈ মনে মনে এইদৰে শোষিত হৈ থাকিলেও, হাজাৰ বান-বৰষুণৰ ভিতৰেদিও আত্মশক্তিৰে উদ্ভূত হোৱা কাল্‌চাৰৰ প্ৰতি জাতিৰ নজৰ পৰে। তেতিয়া, জাতীয় কাল্‌চাৰৰ লগত নিজৰ আত্মগত চৌম্বিক সম্বন্ধ বিচাৰি পাই তাৰফালে জাতিৰ শ্ৰদ্ধা ক্ৰমে বাঢ়ি আহে আৰু বিজাতীয় বন্ধনৰ পৰা জাতীয় জীৱন উদ্ধাৰ কৰি জাতীয় কাল্‌চাৰৰ আলোকত নিজক উচিত মতে উপলব্ধি কৰিবলৈ গোটেই জাতিৰে অন্তৰত এটা প্ৰৱল আকুলতাৰ উজান উঠে। এই আকুলতাই ক্ৰমে জাতিক নিজৰ

জীৱন বলি দিও জাতীয় কাল্চাৰে জাতীয় ভাষাক ৰক্ষা কৰিবৰ কাৰণে উত্তেজিত কৰে আৰু শেষত সি কৃতকাৰ্যও হয়। এই কাৰণেই গোটেই ভাৰত জুৰি আজি জাতীয় কাল্চাৰ, জাতীয় সভ্যতা, জাতীয়-সাধনা ৰক্ষা কৰাত ভাৰতবাসীৰ এটা বৃহৎ-সমবেত আন্দোলন উঠিছে ই স্বাভাৱিক।

পৃথিৱীত আজিলৈকে ৰাষ্ট্ৰ-বিপ্লৱ, ধৰ্ম-বিপ্লৱ, সাহিত্য-দৰ্শন-বিজ্ঞান বিপ্লৱ, সামাজিক বিপ্লৱ যিবিলাক হৈ গৈছে, এই সকলোবিলাক জাতিয়ে জনাকৈয়ে হ'ক বা নজনাকৈয়ে হ'ক, এই নিজ নিজ জাতীয় কাল্চাৰক প্ৰাধান্য দিবৰ চেষ্টাতেই সংঘটিত হৈছে। আদিৰ পৰা আজিলৈকে মানৱ সমাজৰ বুৰঞ্জীবিলাক ঘুটি চালে আমি এই সত্যকে উপলব্ধি কৰোঁ। এয়ে মানৱ সমাজৰ সকলো বিপ্লবৰ আচল কাৰণ।

কিন্তু জাতীয় শিক্ষা-সাধনা উদ্ধাৰৰ চেষ্টা কোনোফালেই সফল হৈ নুঠে যেতিয়ালৈকে ব্যৱহাৰিক জগতত জাতিয়ে সম্পূৰ্ণ স্বাধীনতা নাপায়। কাৰণ আত্মশক্তি স্বয়ম্ভু হলেও তাক সম্পূৰ্ণ কৈ বিকাশ হৈ ওলোৱাত ব্যৱহাৰিক জগতৰ শাসন-প্ৰণালীয়ে বহুত সহায় কৰে, আৰু জাতীয় নিয়ম-প্ৰণালী, জাতীয় আদৰ্শ আগত ৰাখি ব্যৱহাৰিক জগত শাসিত নহয় মানে জাতীয় কাল্চাৰ, জাতীয় সভ্যতা কেতিয়াও উজ্জ্বল হৈ আহিব নোৱাৰে। গতিকে, জাতিৰ ওচৰত ব্যৱহাৰিক জগতৰ পথ কণ্টকাকীৰ্ণ হৈ থাকিলে আত্মবিস্তাৰৰ চহল গতি বন্ধ থাকে। সেইবাবে আত্মপ্ৰতিষ্ঠানৰ কোনো সুযোগ নঘটে। ব্যৱহাৰিক জগত আৰু ৰাজনৈতিক জগত একে। সেইবাবে ৰাজনৈতিক জগতত ভাৰতে সম্পূৰ্ণ স্বাধীনতা বিচাৰিছে। কিন্তু এই ৰাজনৈতিক স্বাধীনতাই ভাৰতৰ চৰম লক্ষ্য নহয়, ভাৰতৰ জাতীয় কাল্চাৰ উদ্ধাৰ কৰি আত্ম-প্ৰচাৰ কৰিবলৈ এই ৰাজনৈতিক স্বাধীনতা এটা উপায় মাথোন।

আন আন জাতিৰ কাল্চাৰতকৈ ভাৰতীয় কাল্চাৰৰ এটা বিশেষত্ব আছে। সেই বিশেষত্বটো হৈছে ত্যাগৰ ভিতৰেদি আত্মবলিৰ মহৎ অনুষ্ঠানেদি আত্ম-প্ৰতিষ্ঠা কৰা। এই বিশেষত্বটো ভাৰতবাসীৰ কি সামাজিক জীৱন, কি ধৰ্মজীৱন সকলোতে বিশেষভাৱে প্ৰতিষ্ঠিত আছে। এই বিশেষত্বটো ৰক্ষা কৰাৰ পথ সম্পূৰ্ণ আধ্যাত্মিক। সকলোফালেদি আধ্যাত্মিক হব নোৱাৰিলে ভাৰতবাসীয়ে এই বিশেষত্বটো অৰ্থাৎ আত্মবলিৰদ্বাৰা আত্মপ্ৰতিষ্ঠা কৰা নহব। জীৱন বলি দি মহাজীৱন লাভ কৰাৰ নামেই হৈছে ভাৰতীয় সভ্যতা, ভাৰতীয় শিক্ষা, ভাৰতীয় সাধনা, ভাৰতীয় কাল্চাৰ। গতিকে ভাৰতে এই বৃহৎ-জীৱন লাভৰ নিমিত্তে আত্মপ্ৰতিষ্ঠা কৰিবৰ নিমিত্তে আত্মবলি দিবই লাগিব, যিমানেই প্ৰৱল হ'ক সকলো বাধা-বিঘিনি অতিক্ৰম কৰিবই লাগিব; ভাৰতবাসীৰ এই চেষ্টাত হাজাৰ অন্তৰায় আহক আত্মবলিসম্ভূত আত্মশক্তিৰদ্বাৰা সকলো শত্ৰু নিপাত কৰি আত্মপ্ৰতিষ্ঠা কৰিবই লাগিব।

এইখিনি কিছু পৰিমাণে হৃদয়ঙ্গম কৰিব পাৰি আজি গোটেই ভাৰতব্যাপী ৰাজনৈতিক স্বাধীনতাৰ নিমিত্তে ব্যাকুল হৈ উঠা দেখা গৈছে যদিও, সম্পূৰ্ণ কৈ উপলব্ধি কৰিব পৰা নাই। আত্ম-প্ৰতিষ্ঠাৰ নিমিত্তে এই আকুলতা সম্পূৰ্ণ কৈ উপলব্ধি কৰিলে আজি দেখিলোঁহেঁতেন এই বিপুল ভাৰত-ব্যাপী কেৱল আত্মবলিৰেই বান উঠিছে। ভাৰত-

বাসীয়ে ধন, প্ৰাণ, জীৱন সকলো পাৰ্থিব সম্পদ বলি দি সকলো বন্ধন ছিন্ন কৰি আত্মপ্ৰসাৰৰ অভিযান খুলি দিছে।

এই আত্মপ্ৰতিষ্ঠাৰ কাৰণেই ৰাজনৈতিক কৃত্ৰিম বন্ধন ছিন্ন কৰিবৰ নিমিত্তে গোটেই ভাৰত আজি জাগি উঠিছে আৰু ভাৰতবাসীয়ে এই বন্ধনৰ পৰা মুক্ত হবই লাগিব, নহলে ভাৰতৰ জাতীয় জীৱন তৃপ্ত হৈ আত্মপ্ৰতিষ্ঠা হৈ উঠিব। ফলত, ভাৰত-ব্যাপী অশান্তিৰ কেতিয়াও শান্তি নহব।

('চেতনা', ২য় বছৰ, ৪ৰ্থ সংখ্যা)

# নন-ক'অপাৰেচন আৰু ক'অপাৰেচন

অন্যায়, অবিচাৰ, অত্যাচাৰ উৎপীড়নৰ প্ৰৱলতা ঠেকাই ন্যায়-সুবিচাৰ বাঢিবৰ বাট মুকলি কৰি দিবৰ নিমিত্তে কৰা আয়োজনৰ সাধাৰণ নাম নন ক'অপাৰেচন। কিন্তু এই অন্যায় অবিচাৰ অত্যাচাৰ উৎপীড়ন ভাৰতৰ ৰাজনৈতিক জগতত আমোলাতন্ত্ৰক আশ্ৰয় কৰি উধাইছে বুলিয়েই আমোলাতন্ত্ৰই মুখ্য হৈ উঠিছে। আৰু সেইবাবে নন-ক'অপাৰেচন মানে আমোলাতন্ত্ৰৰ বিৰুদ্ধে বুলিয়েই ঘাইকৈ সৰ্বসাধাৰণে বুজে। এই কাৰণেই আমোলাতন্ত্ৰৰ অনুদাৰ কুটিলতাৰ ছিটা পৰি বিষাক্ত হোৱা বৰ্তমান ভাৰতীয় গৱৰ্ণমেণ্টৰ সংশ্ৰৱ সকলোফালেদি এৰি দিবৰ নিমিত্তে আজি ভাৰত-বাসীয়ে উত্তেজিত হৈ উঠিছে। কিন্তু এই অন্যায়-অত্যাচাৰৰ ঠাইত ন্যায়-সুবিচাৰৰ আসন প্ৰতিষ্ঠিত কৰিব লাগিলে সত্যানুৰাগ, নিৰ্ভয়তা, ন্যায়নিষ্ঠতা, একতা, উদাৰতা ইত্যাদিৰ সৎ সম্বলৰদ্বাৰা সামাজিক জীৱন ঐশ্বৰ্যশালী কৰি তুলিব লাগিব; নহলে সকলো চেষ্টা ব্যৰ্থ হব। এই সৎগুণবিলাক সমাজত উপাৰ্জন কৰি লব লাগিলে লাগিব ভাৰত-বাসীৰ সামাজিক জীৱনত ক'অপাৰেচনৰ প্ৰৱল প্ৰচলন। ক'অপাৰেচনৰ সাধাৰণ অৰ্থ আন কোনো থাকিলেও—যিদৰে আমোলাতন্ত্ৰক মুখ্য কৰি অনুষ্ঠান কৰাৰ নিমিত্তেই নন-ক'অপাৰেচন বুলিলেই আমোলাতন্ত্ৰ শাসনৰ সংশ্ৰৱ ত্যাগ বুজায়, সেইদৰে ভাৰতবাসীৰ জাতীয় জীৱনত পৰস্পৰে সম্বন্ধিত আৰু সহায় কৰা। একফালে যিদৰে নন-ক'অপাৰেচনৰদ্বাৰা অন্যায়-অত্যাচাৰক দূৰ কৰি দিবৰ চেষ্টা চলিছে, আনফালে সেইদৰে সেই চেষ্টা সম্পূৰ্ণ সাৰ্থক কৰি তুলিবলৈকে ভাৰতবাসীৰ জাতীয় জীৱনত ক'অপাৰেচনৰ প্ৰৱল ঢৌ তুলিব লাগিব। নন-ক'অপাৰেচন আৰু ক'অপাৰেচন এই দুটি বিৰুদ্ধ গতি দুয়োফালে সমানে চলিব লাগিব। তাৰ ফলত, একফালে নন-ক'অপাৰেচনৰ বলত যিদৰে অন্যায়-উৎপীড়ন দূৰতো বিদূৰ হব, আনফালে সেইদৰে ক'অপাৰেচনৰ প্ৰভাৱত সমাজত ন্যায়পৰতা, সত্যনিষ্ঠতা, ধৰ্মানুৰাগ ইত্যাদি প্ৰতিষ্ঠিত হব। তেতিয়া ভাৰতবাসীৰ আত্মপ্ৰতিষ্ঠা সম্পূৰ্ণ হৈ উঠিবৰ সুযোগ পাব। এই ক'অপাৰেচনৰদ্বাৰা সমাজ সংশোধিত হৈ বলবান হৈ উঠিলে নন-ক'অপাৰেচনদ্বাৰা অন্যায়-অত্যাচাৰক ঠেলি নিয়া টান হব। তেতিয়া নন-ক'অপাৰেচনৰ আচল উদ্দেশ্য যদি অন্যায়-উৎপীড়ন নষ্ট কৰি ন্যায়-সত্যৰ-

দ্বাৰা সামাজিক জীৱন প্ৰভাৱান্বিত কৰি তোলাই হয় তেনেহলে সামাজিক জীৱনতো সময়ত নন-ক'অপাৰেচন চলাবৰ আৱশ্যক হৈ উঠিব পাৰে। কাৰণ সামাজিক জীৱনতো অন্যায়-অত্যাচাৰৰ প্ৰভাৱ বহুত আছে। গতিকে ৰাজনৈতিক জগতত নন-ক'অপাৰেচনৰ লগে লগে সামাজিক জীৱনতো ক'অপাৰেচনৰ ধুমুহা বোৱাব লাগিব। তেতিয়া ভাৰতবাসীয়ে সৰু-ডাঙৰ উচ্চ-নীচ, ধনী-নিৰ্ধনী, ৰজা-প্ৰজা সকলোৱে সকলো বিৰোধ পাহৰি গৈ আত্মপ্ৰতিষ্ঠা হবৰ মাহেন্দ্ৰ-ক্ষণ বিচাৰি পাব।

( 'চেতনা', ২য় বছৰ, ৪ৰ্থ সংখ্যা )

# অসমীয়া জমিদাৰৰ দেশ আৰু জাতিদ্ৰোহিতা

যোৱা অক্টোবৰ মাহত ভাৰতৰ বৰলাট লৰ্ড চেমচ্‌ফোৰ্ড আসাম-ভ্ৰমণ উপলক্ষে আহোতে, গোৱালপাৰাৰ জমিদাৰ কিছুমানে আমিনৰ্গাৱত আহি, আসামৰ অঙ্গছেদ কৰি নি গোৱালপাৰা জিলা বঙ্গদেশৰ জঠৰানলনত আহুতি দিব লাগে বুলি বৰলাটৰ ওচৰত দেশদ্ৰোহিতা আৰু জাতি-দ্ৰোহিতামূলক অভিনন্দন এখন দিয়াৰ খবৰ আমি পাইছো যদিও, তাত কি কথা আছিল সেইটো আমি দেখাও নাই পঢ়াও নাই; কিন্তু সেই অভিনন্দনৰ উত্তৰ স্বৰূপে জমিদাৰসকলৰ আত্ম-মৰ্যাদাৰ পৰিমাণ ওজন কৰি বৰলাটে কোৱা কথাখিনি আমিও পঢ়িছো আৰু গোটেই ভাৰত-বাসীয়ে পঢ়িছে। বৰলাটৰ এই কথাখিনি পঢ়ি ভাৰতৰ আন আন প্ৰদেশৰ মানুহে গোৱালপাৰাৰ জমিদাৰসকল সম্বন্ধে কি ধাৰণা কৰি লৈছে কব নোৱাৰো, কিন্তু আমাৰ যি ধাৰণা হৈছে সেই সম্বন্ধে আমি একেবাৰে নিঃসন্দেহ।

বৰলাট বাহাদুৰৰ উত্তৰৰ পৰা আমি বুজিছো দুই বা চাৰি জন মাত্ৰ জমিদাৰৰ বাহিৰে গোৱাল-পাৰাৰ লক্ষ লক্ষ অসমীয়া প্ৰজাৰ মত সম্পূৰ্ণ বিপৰীত। তেনেহলে এই লক্ষ লক্ষ প্ৰজাৰ মতৰ বিৰুদ্ধে ইমান এটা দেশদ্ৰোহিতা জাতিদ্ৰোহিতাৰ কাম দুই বা চাৰিজন মাত্ৰ জমিদাৰে কৰিবলৈ সাহ কৰি আগবাঢ়িবৰ তেওঁলোকৰ কি ক্ষমতা আছে আমি বুজা নাই। আজি গোটেই পৃথিবীজুৰি প্ৰজা-তন্ত্ৰৰ দিন, প্ৰজা-প্ৰাধান্যৰ যুগ। লোকমতৰ বিৰুদ্ধবাদীক অশিক্ষিত, অন্‌কাল্‌চাৰ্ড (uncul-tured) বা 'অপ্‌-টু-ডেট' (up-to-date) নহয় বুলি মানুহ মাত্ৰেই আজি মুক্ত কণ্ঠে স্বীকাৰ কৰে। এনে গৌৰৱময় যুগকো কলঙ্কিত কৰিবলৈ যি চেষ্টা কৰে সেই জমিদাৰসকলক আমি কি বুলি সম্বোধন কৰিম সেইটো আমি মনতে ঠিক কৰি লৈছো।

লোকমত তাচ্ছিল্য কৰা এই গোৱালপৰীয়া জমিদাৰসকলে নিজৰ সৌভাগ্য আৰু স্বাৰ্থতে মাত্ৰ অভিভূত হৈ পৰি থকাৰ নিমিত্তে এতিয়াও বুজি উঠা নাই চাৰিওফালে প্ৰজাশক্তিৰ কি বিপুল উত্থান হৈ আহিছে; কিন্তু এদিন তেওঁলোকৰ এই খাম-খেয়ালিৰ ৰাগী এৰি চকু মেলি জমিদাৰ-সকলে দেখিব, যে তেওঁলোকৰ প্ৰতি প্ৰজা-সাধাৰণৰ শ্ৰদ্ধা সম্পূৰ্ণ কমি গৈছে, জনশক্তি বৰ

প্ৰবল হৈ উঠিছে, সেই শক্তিৰ আঘাতত তেওঁলোকৰ আজিৰ ব্যক্তিগত মাহাত্ম্য চূৰ্ণ হবৰ যোল অনা সম্ভৱ হৈ আহিছে, মুহূৰ্তে মুহূৰ্তে জমিদাৰসকলৰ আভিজাত্যৰ আসন বাগৰি ভাঙি-গুড়ি হওঁ হওঁ হৈছে। এই কথা একেবাৰে ঠিক।

ইয়াৰ কেইবছৰমান আগেয়েও কেইবাখন দৰখাস্ত দি মাতৃভূমিৰ অঙ্গচ্ছেদ কৰিবৰ নিমিত্তে জমিদাৰসকলে গৱৰ্ণমেণ্টৰ ওচৰত আবেদন কৰিছিল। তাৰে এখন দৰখাস্তৰ কপি এটা আমাৰ হাতত পৰিছিল। তাত অন্যান্য অবান্তৰ বহুত কথাৰ লগত এই কথাও লেখা আছিল, যে অসমীয়া সমাজৰ লগত গোৱালপাৰাবাসী অসমীয়া মানুহৰ কোনো সামাজিক সংশ্ৰৱ নাই। আমিনগাঁৱৰ আবেদনখনতো এই কথাষাৰ আছিল নে নাই আমি কব নোৱাৰো। সেই দৰখাস্তৰ প্ৰধান মুখিয়াল আছিল গৌৰীপুৰৰ ৰাজাবাহাদুৰ শ্ৰীযুত প্ৰভাত চন্দ্ৰ বৰুৱা। এওঁৰ সামাজিক সম্বন্ধ কামৰূপী কায়স্থ সমাজৰ লগত বিশেষভাৱে জড়িত। আমি জানো কোনোৱে নিজৰ জাতীয়তা আৰু সম্বন্ধ লুকাই গৌৰৱ বঢ়াবৰ ইচ্ছা কৰা মাত্ৰেই দুয়োফালে আত্ম-সন্মানৰ মৰ্যাদা নষ্ট হয়। সেইবাবে, এই সম্বন্ধ অস্বীকাৰ কৰি নিজৰ লগে লগে গোটেই কায়স্থ সমাজৰো আত্ম-সন্মানত আঘাত কৰাত কামৰূপী কায়স্থ সমাজ উক্ত ৰাজা বাহাদুৰৰ ওপৰত অসন্তুষ্ট হয়। আৰু যোৱা চৈত্ৰ মাহত ৰাজা বাহাদুৰ চিকাৰ উপলক্ষে সৰভোগলৈ অহাত তেওঁৰ ইচ্ছা আৰু কায়স্থ সমাজৰো সন্মতি মতে কামৰূপী কায়স্থ সমাজৰ কেইজনমান মুখিয়াল সভ্যই সৰভোগত গৈ ৰাজা বাহাদুৰৰ লগত—তেওঁ কিয় এই চিৰকলীয়া সম্বন্ধটো অস্বীকাৰ কৰি সত্যৰ অপলাপ কৰি আত্ম-মৰ্যাদা ক্ষুণ্ণ কৰিছে, সেই বিষয়ে কিছু আলোচনা কৰে। সেই আলোচনাত আমিও আছিলোঁ। ইয়াত ৰাজাবাহাদুৰে নানা কথা কৈ কায়স্থ সমাজৰ ওচৰত নিজৰ দোষ প্ৰক্ষালন কৰিবৰ চেষ্টা কৰে; কিন্তু নোৱাৰি শেষত ভুল স্বীকাৰ কৰে। আৰু ৰাজাবাহাদুৰৰ সন্মতি লৈ যোৱা কাতি মাহত নলবাৰীত এখন ৰাজহুৱা সভা পাতিবলৈ ঠিক কৰা হয়। সেই সভাত ৰাজাবাহাদুৰ নিজে উপস্থিত থাকি তেওঁৰ প্ৰতি সকলোৰে পুনৰ সদ্ভাব স্থাপিত কৰিবলৈ চেষ্টা কৰিব বুলি স্বীকাৰ কৰে। আমি খবৰ পাইছোঁ চিকাৰৰ পৰা ফিৰি গৈ ৰাজাবাহাদুৰে সেই অঞ্চলৰ তেওঁৰ আয়ত্তাধীনেৰে কায়স্থসকলক মাতি এই সম্বন্ধে মত সোধে। তাত সেই কায়স্থসকলে কামৰূপীয়া কায়স্থ সমাজৰ প্ৰতি নানা ঘৃণাৰ ভাব প্ৰকাশ কৰি কয়, যে কামৰূপীয়া কায়স্থ সমাজৰ লগত তেওঁলোকৰ কোনো সম্বন্ধ নাই। কাৰণ, কামৰূপীয়া কায়স্থই হেনো অৱস্থাৰ ফেৰত পৰিলে মান-ইজ্জত হানি কৰি পৰপ্ৰত্যাশী পৰান্নভোজী নহৈ চাহ-বাগিচাত গৈ কোদাল মাৰিও স্বাধীনভাৱে জীৱিকা চলাই আত্মমৰ্যাদা, আত্মসন্মান আৰু আত্মনিৰ্ভৰতাৰ স্পষ্ট প্ৰমাণ দিয়ে। গতিকে ৰাজাবাহাদুৰে কামৰূপীয়া কায়স্থসকলৰ লগত সকলো সম্বন্ধ এৰি দিব লাগে। উক্ত কায়স্থসকলৰ এই মৰ্যাদাহীন কথাত ৰাজা বাহাদুৰে প্ৰতিবাদ কৰাৰ খবৰো পাইছোঁ, অৱশ্যে এইটো ৰাজাবাহাদুৰৰ মহানুভৱতা।

উক্ত যি কায়স্থসকলে কামৰূপীয়া কায়স্থ সমাজৰ প্ৰতি এনে মৰ্যাদাবিহীন মন্তব্য প্ৰকাশ কৰিছিল, তেওঁলোকৰ বেছি ভাগ কামৰূপৰেই

মানুহ, কামৰূপীয়া কায়স্থৰ লগত তেওঁলোকৰ অস্থি মজ্জাগত সম্বন্ধ। কম-বেছি দুই-চাৰি পুৰুষ আগেয়ে তেওঁলোকে সেই অঞ্চলত্তে বিয়া-বাৰু কৰাই কিম্বা ঘৰজীয়া স্বৰূপে থাকি পৰপ্ৰত্যাশী পৰান্নভোজী হৈ কোনোমতে পেট প্ৰৱৰ্তাই থাকি আত্মমৰ্যাদা সম্পূৰ্ণৰূপে পাহৰিছে। এনেলোকৰ পক্ষে আত্ম-সম্মানসম্পন্ন আত্মনিৰ্ভৰ কামৰূপীয়া কায়স্থ সমাজৰ মূল্য বুজি উঠা টান। গতিকে তেওঁলোকক দোষ দিব নাযাওঁ। কিন্তু এই লোকসকলে নিজৰ আত্মমৰ্যাদা উপাৰ্জন কৰি নিজ জাতীয়তাৰফালে শ্ৰদ্ধাবান হৈ কেতিয়া মানুহ বুলি পৰিচিত হব; এই ভাবিয়ে আমি কিছু ব্যস্ত হৈছোঁ। কিন্তু ব্যস্ত হৈ নিষ্ক্ৰিয় হৈ থাকিলে নহব। এওঁলোকক আত্ম-সম্মান শিকাবই লাগিব। কিন্তু কোনো হৃদয়বান উপায়েৰে তেওঁলোকক আত্মসম্মান শিকাব খুজিলে ফল নধৰিব। কাৰণ এইবিলাক মানুহৰ আত্ম-মৰ্যাদা লোপ পোৱাৰ লগে লগে হৃদয়ো সঙ্কুচিত হৈ গৈছে। সঙ্কুচিত হৃদয়ত উদাৰ ব্যৱহাৰে একো সুফল উৎপাদন কৰিব নোৱাৰিব। গতিকে, আত্মসম্মানসম্পন্ন কামৰূপীয়া কায়স্থ সমাজক আমি কওঁ, তেওঁলোকে ৰাজাবাহাদুৰ সমন্বিতে এই লোকবিলাকক সমাজচ্যুত কৰি ৰাখক। তেতিয়া এই বিলাক মানুহৰ চৈতন্য উদয় হ'ব আৰু আত্ম-মৰ্যাদা বুজিবলৈ সুবিধা হ'ব। ৰাজাবাহাদুৰৰ পৰা অসমীয়া মানুহে কোনো উপকাৰ পোৱা নাই তেনে নহয়, ইটো আমি শতবাৰ স্বীকাৰ কৰোঁ। কিন্তু ৰাজাবাহাদুৰৰ সেই উপকাৰ অসমীয়া মানুহে জাতীয়তাৰ লগত বিচ্ছিন্ন হোৱা অনুগ্ৰহৰ ভিতৰেদি নাপাই জাতীয়তাৰ লগত বিশেষভাবে সম্বন্ধিত দাবীৰ ভিতৰেদি পাব খোজে।

('চেতনা', ২য় বছৰ, ৪ৰ্থ সংখ্যা)

# ভাৰতৰ মুক্তি কোনে দিব পাৰে

যিকোনো বিষয়ত যিকোনো জাতি বা লোক যেতিয়ালৈকে নিজৰ মুক্তিৰ ভাৰ আনৰ ওপৰত দি নিশ্চিন্ত থাকে, তেতিয়ালৈকে সি মুক্ত নহয়, বন্ধনৰ পিতনিত পৰি সি আত্মশক্তিৰ মহাঅভিশাপ ভোগ কৰিয়ে থাকে। এই কথা আমি আমাৰ সামাজিক আৰু দৈনিক জীৱনতো উপলব্ধি কৰো। এজনে স্বাধীনভাৱে জীৱিকা উপাৰ্জন কৰিব নোৱাৰি পেটৰ ভাতমুঠিৰ নিমিত্তেও পৰৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰি থাকিলে যেনেকৈ তাৰ দুৰ্গতিৰ শেষ নাইকিয়া হয়, তেনেকৈ ভাৰতেও আত্মশক্তিত অবিশ্বাসী হৈ নিজৰ নানা বন্ধন মানি ললে কেতিয়াও মুকলি নহব। যি মানুহ বা জাতিয়ে নিজ শক্তিৰে নিজৰ সৌভাগ্যৰ পথ খুলি লব নোৱাৰে, সেই জাতি বা মানুহৰ মানুহৰূপে জীয়াই থাকিবলৈ কোনো ক্ষমতা আৰু স্বত্ব নাই এনে লোক বা জাতিৰ পক্ষে পৃথিৱীত বাস কৰিবৰ অধিকাৰ নাই। আৰু যি মানুহ বা জাতিয়ে নিজ বল নিজ বীৰ্যত শক্তিশালী হৈ উঠিব পাৰে, জীয়াই থাকিবৰ স্বত্ব আৰু পৃথিৱীৰ ওপৰত বাস কৰিবৰ অধিকাৰ সেই মানুহ বা জাতিৰহে।

ভাৰতেও জীয়াই থাকিবৰ স্বত্ব দাবী কৰিব লাগিলে নিজ শক্তিৰ বলতেই সেই স্বত্ব সাব্যস্ত

কৰি লব লাগিব। ভাৰতীয় জাতি আৰু ভাৰতীয় জীৱনৰ লগত কোনো বিষয়ে সংলগ্ন নথকা কোনো জাতি বা সম্প্ৰদায়ে ভাৰতবাসীক এই স্বত্ব কোনো-মতে দিব নোৱাৰে। ই ভাৰতবাসীৰ সম্পূৰ্ণ নিজৰ ওপৰত নিৰ্ভৰ কৰিছে।

ভাৰতৰ বহুত আত্মবিশ্বাসহীন লোকে বহুত দিনৰ পৰাই আশা কৰি আছিল, যে বৃটিছ জাতিৰ মহানুভৱতাৰ দ্বাৰা এই স্বত্ব ভাৰতে উপাৰ্জন কৰি লব পাৰিব। বিশেষকৈ বিলাতৰ উদাৰ শ্ৰমজীৱীদলৰ অন্যতম নেতা কৰ্ণেল ৱেজউডে একাষাৰ কথাতেই তেওঁলোকৰ আশাত কুঠাৰাঘাত কৰি দিছে। কৰ্ণেল ৱেজউডে কৈছে, "Indians in their struggle must realy on themselves and not on sympathy from other countries." অৰ্থাৎ ভাৰতৰ মুক্তিৰ বিষয়ে ভাৰতবাসীয়ে নিজৰ আত্মশক্তিৰ ওপৰত বিশ্বাস কৰি থিয় হ'ব লাগিব, আন কোনো দেশৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিলে নহ'ব। ভাৰতৰ মুক্তিত ভাৰতবাসীয়ে নিজৰ বাহিৰে আন কোনো জাতিয়ে সহায় কৰিব নোৱাৰে আৰু নকৰিব। কাৰণ বেয়াৰ বাহিৰে ভাৰতৰ মুক্তিৰ লগত আন কোনো জাতিৰেই ভালৰ সম্বন্ধ নাই। এই কথা ভাৰতবাসীয়ে বুজিবই লাগিব, হৃদয়ঙ্গম কৰিবই লাগিব, সেইমতে কাৰ্য কৰিবই লাগিব, নহলে ভাৰতৰ মুক্তি নাই।

( 'চেতনা', ২য় বছৰ, ৪ৰ্থ সংখ্যা )

# অসমত নন-ক'অপাৰেচন

কাউঞ্চিল ইলেকচন লৈয়ে সম্প্ৰতি গোটেই ভাৰতত নন-ক'অপাৰেচনৰ প্ৰথম দফা সমাধা হৈ গ'ল। নন-ক'পাৰেটৰসকলৰদ্বাৰা আসামতো এই সম্বন্ধে আন্দোলন চলোৱা হৈছিল। আসামৰ আন আন জিলাত এই সম্বন্ধে কিমান কৃতকাৰ্য হৈছে কব নোৱাৰোঁ, কিন্তু কামৰূপ জিলাত প্ৰায় ২৮ হাজাৰ ভোটাৰৰ ভিতৰত কেৱল প্ৰায় এঁকৈশ শইহে এই নিৰ্বাচনত ভোট দিছে। এই হিচাপ মতে শতকৰা নিচেই অলপ বেছি আঠ জন ভোটাৰে মাত্ৰ ভোট দিছে; বাকী ৯২ জনে, কাউঞ্চিললৈ প্ৰতিনিধি পঠাব নালাগে বুলিয়ে ভোট নিদিলে। ভাৰতৰ আন আন দেশৰ ইলেকচনৰ আমি যি খবৰ পাইছোঁ তাৰ বেছিভাগ ঠাইৰে ভোট দিয়াৰ সংখ্যা কামৰূপতকৈ বহুত বেছি। গতিকে কাউঞ্চিল বৰ্জনকাৰীসকলৰ চেষ্টা কামৰূপত সকলো ঠাইতকৈ ফলৱতী হৈছে। যি কোনো কাৰণেই হ'ক, কামৰূপত ভোট দিয়াৰ সংখ্যা ইমান কম হোৱাৰ মূলত কিন্তু দুয়োটি কথাই সঁচা। কাউঞ্চিল বৰ্জন কথাটো আৱশ্যকীয়তো হয়েই, কাউঞ্চিললৈ যাব ওলোৱা লোককেইজনো দেশৰ প্ৰতিনিধি হ'বলৈ সম্পৰ্ণ অনুপযুক্ত। কিয় অনুপ-যুক্ত সেই সম্বন্ধে কাকো কব নালাগে। সকলোৱে জানে। গতিকে শতকৰা মাত্ৰ আঠ জনৰ মত লৈ যিসকলে এতিয়া ৰি-ফৰ্মড্ কাউঞ্চিলত গৈ সোমাই শাসন-কাৰ্যত যোগ দিব তেওঁলোক বাকী ৯২ জনে মনোনীত নকৰাৰ নিমিত্তে বাইজৰ প্ৰতিনিধি

কেতিয়াও হ'ব নোৱাৰে ; আৰু ইমান লোকৰ মত অৱজ্ঞা কৰি কাউন্সিলৰজনে শাসন-কাৰ্যত যি মত দিব তাৰ নিমিত্তে গোটেই ৰাইজ কেতিয়াও দায়ী নহ'ব। কাৰণ প্ৰজাতন্ত্ৰমূলক গৱৰ্ণমেণ্ট এনে নহয়। এই কাৰণেই বঙ্গদেশৰ মুখাৰ্জী, ৰায়-বাহাদুৰ জে. চি. ঘোষ ইত্যাদিয়ে শতকৰা ৬৬ জনৰ ভিতৰত ৫০ জনৰ ভোট নাপালে কাউন্সিললৈ নাযাওঁ বুলি অঙ্গীকাৰ কৰিছে।

আসামৰ কোনো ঠাঁইত এইদৰে কোনোৱে অঙ্গীকাৰ কৰিছে নে নাই কব নোৱাৰো, কেৱল বৰপেটাৰ শ্ৰীযুত লোহিত চন্দ্ৰ নায়ক বি. এল, এই সম্বন্ধে প্ৰশ্ন কৰাত আমাৰ আগত তেওঁ স্বীকাৰ কৰিছিল, যে নিৰ্বাচিত হোৱাৰ পাছতে তেওঁ কাউন্সিলৰ পদ ইস্তফা দিব। এওঁ শতকৰা প্ৰায় বাৰ জনৰ মাত্ৰ ভোট পাইছে। এই কাৰণেই তেওঁ ইস্তফা দিয়াৰ কথা কৈছিল নেকি কব নোৱাৰোঁ। কিন্তু নিবাচনৰ খবৰ ওলোৱাৰ দিনা শ্ৰীযুত লোহিত চন্দ্ৰ নায়কে তেওঁৰ নিৰ্বাচিত হোৱা খবৰ শুনামাত্ৰে কি পোছাক পিন্ধি কাউন্সিললৈ যাব লাগে, এই কথা সুধি সুধি উপস্থিত বহুতক ব্যতিব্যস্ত কৰি তুলিছিল, আৰু নিজেও হায়ৰাণ হৈছিল। নিৰ্বাচনৰ খবৰ ওলোৱা মাত্ৰেই আন সকলো বিষয়তকৈ কাউন্সিললৈ পিন্ধি যোৱা পোছাকৰ আঁতি-গুৰি বিচাৰি যিজন লোক ইমান ব্যস্ত হয়, সেইজন লোকে শতকৰা বাৰ জনৰ ভোট পোৱাৰতো কথাই নাই, হাজাৰ কৰা এজনৰ ভোট পালেও নাইবা মোটেই এজনৰ নাপালেও কাউন্সিললৈ যোৱা পোছাকটো অন্ততঃ এবাৰ পিন্ধি যে জীৱন ধন্য কৰিব সেই বিষয়ে আমাৰ তিলমাত্ৰও সন্দেহ নাই। আসামৰ কোনো কোনো ঠাইত কোনো কোনো লোক অপ্ৰতিযোগী হৈয়ো নিৰ্বাচিত হৈছে। এইসকল লোক দেশৰ প্ৰজা-সাধাৰণৰ প্ৰতিনিধি হৈ কাউন্সিলত গৈ কেনেকৈ কাম কৰিব আমি বুজা নাই।

( 'চেতনা', ২য় বছৰ, ৪ৰ্থ সংখ্যা )

## জাতীয় শিক্ষা

মহাত্মা গান্ধীৰ নন-ক'অপাৰেচন জন্ম হোৱাৰ বহু বছৰ আগৰ পৰাই ভাৰতবাসীয়ে হৃদয়ঙ্গম কৰিছে, বিজাতীয়ে জীৱননাশী, আত্ম-কলুষিত কৰা বৰ্তমান শিক্ষা-প্ৰণালীয়ে ভাৰতবাসীৰ সকলো-ফালেদি কি সৰ্বনাশ কৰিছে। গতিকে নন-ক'-অপাৰেচনৰ মতানুৱৰ্তী নহৈও জাতীয় শিক্ষা-প্ৰণালীৰে জাতীয় জীৱন সৱল কৰি তোলা প্ৰত্যেক দেশহিতৈষী লোকৰে কৰ্তব্য। যিসকলে ইয়াৰ বিৰুদ্ধাচৰণ কৰি বৰ্তমান শিক্ষা-প্ৰণালীত উচ্চ-শিক্ষা পায়ো বুঢ়ী মাকক মাৰা-ধৰা কৰি অত্যাচাৰ কৰাকেই শিক্ষাৰ চৰম উদ্দেশ্য আৰু নৈতিক চৰিত্ৰৰ নিটোল বিকাশ বুলি ভাবি বৰ্তমান শিক্ষা-প্ৰণালী সৰ্বান্তঃকৰণে অনুমোদন কৰে তেওঁ-লোক আমাৰ জাতীয় কলঙ্ক। এই কথা ইয়াৰ আগেয়ে বহুবাৰ বহু মনীষীয়ে আলোচনা কৰি বৰ্তমান শিক্ষা-প্ৰণালীৰ ঠাইত ভাৰতবাসীৰ জাতীয় শিক্ষা-প্ৰণালীৰ প্ৰচলন কৰিবৰ চেষ্টা কৰিছিল। কিন্তু গোটেই ভাৰতৰ সমবেত জাতীয় দৃষ্টি এই-

ফালে নপৰাত সেই চেষ্টা ইমান দিনে ফলৱতী হৈ উঠা নাছিল। কিন্তু ভাৰতৰ সৌভাগ্যক্ৰমে মহাত্মা গান্ধীৰ আত্মবলৰ প্ৰভাৱত গোটেই ভাৰতত ঠায়ে ঠায়ে জাতীয় শিক্ষাৰ নিমিত্তে জাতীয় শিক্ষালয় স্থাপন হ'ব লাগিছে।

আমাৰ আসামতো জাতীয় বিদ্যালয় লাগে। কিন্তু আন আন দেশৰ দৰে আসামত স্বাৰ্থত্যাগী লোকৰ সংখ্যা সম্প্ৰতি নাই; জাতীয় বিদ্যালয় চলাবৰ নিমিত্তে মুক্ত হস্তে অৰ্থদান আৰু আত্মদান কোনে দিব? অথচ জাতীয় শিক্ষালয় স্থাপনৰ অনিবাৰ্য আৱশ্যক হৈ উঠিছে। নহলে ভাৰত-বাসীৰ আত্মজীৱন এইদৰে নষ্ট হৈয়ে থাকিব। সেইবাবে আমাৰ ডেকা ছাত্ৰসকলক অনুৰোধ কৰোঁ, তেওঁলোকে এই জাতীয় বিদ্যালয়ৰ উদ্দেশ্যে এটি 'ভিক্ষা-ফাণ্ড' খোলক। ঘৰে ঘৰে গাঁৱে গাঁৱে ভিক্ষা কৰি যি পোৱা যায় সেই অৰ্থ সেই ফাণ্ডত জমা হ'ক। ডেকা, উৎসাহী, স্বাৰ্থত্যাগৰ সম্পূৰ্ণ লায়ক ছাত্ৰসকলে এই ত্যাগৰ দৃষ্টান্ত নেদেখুৱালে আসামত ত্যাগীৰ সঁচ নজন্মিব। এইদৰে চেষ্টা কৰিলে, আমাৰ বিশ্বাস, এক বছৰৰ ভিতৰতে এই ফাণ্ডত এক লাখ টকাৰ কম নুঠিব আৰু তেতিয়া জাতীয় বিদ্যালয় স্থাপনৰ নিমিত্তে কোনো চিন্তা নাথাকিব।

# স্বৰাজ (১)

স্বৰাজ অৰ্থাৎ জাতীয় শাসন কেৱল জাতীয় কৰ্তৃত্বতেই সম্ভৱ। জাতীয় ধৰ্ম, জাতীয় আশা, জাতীয় আকাঙ্ক্ষা, জাতীয় ভাৱ, জাতীয় আদৰ্শ ইত্যাদিৰ ভিতৰেদি স্বাধীনভাৱে জাতীয় জীৱনৰ গতি নিৰ্দেশ কৰাকেই জাতীয় কৰ্তত্ব বোলে। জাতীয় জীৱনৰ এই গতি-নিৰ্দেশ কৰা ভাৰ জাতীয় কৰ্তৃত্বৰ ওপৰত নাথাকি আনৰ ওপৰত, যাৰ লগত জাতীয় জীৱনৰ কোনোফালেদিয়ে কোনো সংস্পৰ্শ নাই, তাৰ ওপৰত থাকিলে তাক জাতীয় কৰ্তৃত্ব বা জাতীয় শাসন নোবোলে। কাৰণ, জাতীয় আদৰ্শ, জাতীয় ধৰ্ম, জাতীয় আশা-আকাঙ্ক্ষাৰ মৰ্যাদা জাতীয় অভিভাৱকৰ বাহিৰে আনে বুজিব নোৱাৰে; গতিকে জাতীয় মৰ্যাদা ৰক্ষা কৰিবলৈ কোনো বিধি-ব্যৱস্থাও দিব নোৱাৰে, অথচ সকলো ফালেদি এই জাতীয় মৰ্যাদা ৰক্ষা কৰি জাতীয় জীৱনৰ গৌৰৱ বঢ়োৱাটোৱেই সকলো জাতিৰ স্বাভাৱিক কথা।

প্ৰত্যেক মানুহে বা প্ৰত্যেক জাতিয়ে নিজে নিজৰ ভাগ্য নিৰ্দেশ কৰাটো এটা জাগতিক নিয়ম। ইয়াৰ ব্যতিক্ৰম হলেই জগতৰ লগত কোনো সম্বন্ধ নাথাকি জাগতিক নিয়মৰ বাহিৰা হৈ পৰে। এই জাগতিক নিয়ম মানি যিজনে বা যি জাতিয়ে চলে, সেই মানুহ বা সেই জাতি সেই পৰিমাণে উন্নত আৰু ভাগ্যৱান; যি এই নিয়ম ব্যৰ্থ কৰি নিজৰ বা জাতিৰ ভাগ্য নিৰূপণ কৰিব খোজে, সেইজন বা সেই জাতি সেই পৰিমাণে অনুন্নত আৰু দুৰ্ভগীয়া।

আজি ১৭০ বছৰ এইদৰে পৰ-পীড়নত জাতীয় জীৱন ক্ষুণ্ণ হৈ থকা ভাৰতবাসীয়ে আজি এই কথা বুজিছে, সেই বাবেই আজি গোটেই ভাৰত জুৰি স্বৰাজ স্থাপনৰ প্ৰবল চেষ্টা চলিছে।

ভাৰতে আজি জাতি-ধৰ্ম নিৰ্বিশেষে বুজিছে। মোৰ সুখ, মোৰ দুখ, মোৰ আশা, মোৰ আকাঙ্ক্ষা, জাতীয় উন্নতি, জাতীয় অৱনতি সকলো মোৰ

নিজৰ ওপৰতেই নির্ভৰ কৰিছে, তাৰতৰ মুক্তিৰ কাৰণে ভাৰত নিজেই দায়ী। কাৰণ মানৱ উন্নতিৰ যিবিলাক সম্বল অনিবার্যৰূপে আৱশ্যক, সেই সকলোবিলাক বস্তু ভাৰতৰ নিজৰেই আছে, তাৰ নিমিত্তে ভাৰতে আনৰ ওচৰত হাত পাতি খুজি ফুৰিব নালাগে। সেই নিজস্ব সম্পদ লৈয়ে ভাৰতে উঠিব, ভাৰতে নিজ সভ্যতাৰ পকা ভেটি গঢ়ি লব।

বিদেশীৰ পদানত হৱৰ দিনৰে পৰা ভাৰতে এই তত্ত্ব নুবুজি কেৱল যে বিদেশীয় বিজাতীয় ৰংচঙৰ ঠুনুকা ঠানি ধৰি মানৱ উন্নতিৰ ওপৰলৈ উধাব খুজিছিল সেইটো ভাৰতৰ পৰম দুর্ভাগ্য আছিল; আৰু সেই কাৰণে হাজাৰ চেষ্টা কৰিও, বিতাজীয় ধৰণে মুক্তিৰ মহাবাণী উচ্চাৰণ কৰিলেও, জাতি-ধর্ম নির্বিশেষে সকলোৰে অন্তৰত একেলগে তাৰ মন্ত্ৰ-শক্তি জাগি উঠা নাছিল। আজি ভাৰতে এই তত্ত্ব বুজিছে, হৃদয়ঙ্গম কৰিছে, আন্তৰিকতাৰ সৈতে বিশ্বাস কৰিছে; গতিকে ভাৰতৰ পৰম সৌভাগ্য। সেই কাৰণে আজি এই ত্রিশ কৌটি ভাৰতবাসীৰ জাতি-ধর্ম নির্বিশেষে অন্তৰে অন্তৰে হৃদয়ে হৃদয়ে এই একে কথা, একে উৎসাহ, একে চেষ্টা—নিজৰ জাতীয় আদর্শৰ দ্বাৰা শাসিত হ'বলৈকে ভাৰতত স্বৰাজ স্থাপনৰ বিৰাট আন্দোলন। ভাৰতৰ মুক্তি অনিবার্য। কাৰণ ভাৰতে আজি পৰনির্ভৰতা এৰি নিজৰ ওপৰত নির্ভৰ কৰিছে, পৰৰ উপদেশ আওকাণ কৰি নিজৰ বিবেকৰ বাণী শুনিছে, ভাৰতক আৰু কোনো পার্থিৱ শক্তিয়েই ঠেকাই ৰাখিব নোৱাৰে—ভাৰত উঠিবই, আগবাঢ়িবই।

ভাৰতৰ এই মহাঅভিযানৰ আয়োজন অকল ভাৰতৰ মুক্তিৰ নিমিত্তে নহয়, লগে লগে গোটেই মানৱ সমাজৰ মুক্তিৰ নিমিত্তে। গতিকে, যিয়ে ভাৰতৰ এই চেষ্টাত আগ ভেটিব খোজে সি ভাৰত-বিদ্রোহী, ভাৰতৰ জাতীয়তাৰ বিদ্রোহী, এই ত্রিশ কৌটি ভাৰতবাসীৰ বিদ্রোহী আৰু লগে লগে গোটেই মানৱ সমাজৰ শত্রু, মনুষ্যত্বৰ শত্রু।

বহুতে ভাৰতৰ এই মুক্তিৰ আন্দোলন অন্তৰ খুলি বিশ্বাস আৰু গ্ৰহণ কৰিব পৰা নাই। কিন্তু তেওঁলোকে এইটো সঠিকভাৱে বুজা উচিত, যে ভাৰতৰ এই স্পন্দনত বিশ্বচেতনাৰ হাত আছে, আজি ভাৰতে যি বাণী শুনি মুক্তিৰ নিমিত্তে ইমান আকুল হৈ উঠিছে, সি ভগৱানৰ বাণী।

('চেতনা', ২য় বছৰ, ৬ষ্ঠ সংখ্যা)

# অসমত নন-ক'অপাৰেচন

আসামৰ ছয়োখন জিলাৰ ভিতৰত কামৰূপ, দৰং, নগাঁও, আৰু শিৱসাগৰত নন-ক'অপাৰেচনৰ কার্য কিছু চলিছে। কামৰূপত এই সম্বন্ধে বর্তমান মাঘত গাঁও, ভূঁই, মহকুমা আৰু সদৰত ১৯ খন সভা হৈ গৈছে, প্রত্যেক সভাতে ৩-৪-৫ হাজাৰতকৈ মানুহ উপস্থিত আছিল আৰু গুৱাহাটীৰ পৰা শ্রীযুত তৰুণৰাম ফুকন, শ্রীযুত নবীনচন্দ্র বৰদলৈ, শ্রীযুত চন্দ্রনাথ শর্মা আদি আৰু অন্যান্য নেতাসকল উপস্থিত থাকি এই স্বৰাজ লাভৰ চেষ্টাত যোগ দিবলৈ সকলোকে উৎসাহিত কৰিছিল। প্রত্যেক ঠাইৰে স্থানীয় নেতাসকলে দেশৰ হকে কিছু স্বার্থত্যাগ কৰি এইদৰে চেষ্টা কৰিলে স্বৰাজ লাভত

পলম নহব বুলি বিশ্বাস কৰোঁ। কামৰূপৰ গুৱাহাটী আৰু বৰপেটাত দুটি জাতীয় বিদ্যালয়ো খোলা হৈছে। এই দুটি বিদ্যালয় যাতে স্থায়ী হৈ স্বৰাজ লাভত সহায় কৰে তাৰ বাবে স্থানীয় নেতাসকল দায়ী। ইয়াত কোনো আইনজীৱীয়ে আইনৰ ব্যৱসায় এৰি দিয়া নাই, কেৱল শ্ৰীযুত নবীন্দ্ৰচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই অহা এপ্ৰিলৰ পৰা এৰি দি নন-ক'অপাৰেচনৰ কাৰ্যত ফুৰিব বুলি স্থিৰ কৰিছে। টিহু চাৰ্কলৰ চব্ ডিপুটি কলেক্টৰ শ্ৰীযুত হৰিপ্ৰসাদ দাস ডাঙৰীয়াই তেওঁৰ পদ ইস্তফা দিছে। তেওঁৰ ইচ্ছা গোলামি বন্ধনৰ পৰা মুক্ত হৈ নিৰ্বিঘ্নে দেশৰ হিতত জীৱন নিয়োগ কৰি মানৱাত্মাৰ মৰ্যাদা ৰক্ষা কৰা। উদ্দেশ্য অতি মহৎ, সেইবাবে তেওঁক আমি অশেষ ধন্যবাদ জনাইছো আৰু তেওঁৰ এই মহৎ ইচ্ছা-পূৰণত শক্তি দিবলৈ ভগৱানক খাটিছোঁ। দৰঙত শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা, শ্ৰীযুত কুমদৰাম বৰা আৰু শ্ৰীযুত টপেশ্বৰ শৰ্মা বি. এল. তিনিজনে ওকালতি এৰি দিছে। শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা ডাঙৰীয়াই ন-ক'অপাৰেচনৰ সম্বন্ধ নাথাকিলেও স্বাধীনভাৱে প্ৰচাৰৰ নিমিত্তে আসামৰ নানা ঠাইত সভা-সমিতি কৰি ফুৰিছে আৰু শ্ৰীযুত কুমুদৰাম বৰা আৰু টপেশ্বৰ শৰ্মা ডাঙৰীয়াই মঙ্গলদৈত পঞ্চায়েৎ আদালত খুলি মোকৰ্দমা মাট-মিটৰ চেষ্টা কৰিছে। মঙ্গলদৈৰ পি ডব্লিউ ডিৰ কেৰাণী শ্ৰীযুত লোকনাথ গোস্বামীয়ে চাকৰি ইস্তফা দি এখন জাতীয় বিদ্যালয় খুলিছে। শিৱসাগৰ জিলাত কোনো উকীলে ওকালতি এৰা নাই; কিন্তু যোৰহাটত জাতীয় বিদ্যালয় খোলা হৈছে আৰু শ্ৰীযুত বিপিনচন্দ্ৰ বৰুৱা বি. এ. ই শিক্ষা বিভাগৰ চাকৰি ইস্তফা দি স্বাধীন-ভাৱে শাক-পাচলিৰ দোকান দিছে। এখেতৰ চাকৰি ত্যাগত নন-ক'অপাৰেচনৰ সম্বন্ধ নাথাকিলেও, স্বাধীনভাৱে জীৱিকা উপাৰ্জনৰ চেষ্টাটোও নন-ক'-অপাৰেচনৰ এটা আচল কথা। নগাঁৱৰ শ্ৰীযুত কণকচন্দ্ৰ শৰ্মা কাব্যতীৰ্থই স্থাপন কৰা বহা হাইস্কুল জাতীয় বিদ্যালয়ত পৰিণত হৈছে। গোৱালপাৰা আৰু লক্ষীমপুৰ জিলা এই সম্বন্ধে একেবাৰে নিমাত। বোধ কৰোঁ, গোৱালপাৰা জিলা জমিদাৰ-প্ৰধান আৰু লক্ষীমপুৰ জিলা ফ্ৰন্টিয়াৰৰ একেবাৰে লগালগি বুলি গোটেই ভাৰতত স্বৰাজ স্থাপনৰ এই আন্দোলনে একো আঘাত কৰিব পৰা নাই।

শুনিছো, যোৰহাট আদি ঠাইত কিছুমান নেতৃত্বাভিমানী লোকে ভাৰতৰ মুক্তিৰ নিমিত্তে কৰা এই আন্দোলনৰ বিৰুদ্ধাচৰণ কৰিছে। বৰ্তমান শিক্ষা-প্ৰণালীত আত্ম-শক্তি লোপ পোৱাৰ কাৰণেই যে এনে হৈছে তাক আমি বুজিছোঁ।

# স্বৰাজ (২)

আন সকলো কথাৰ দৰে স্বৰাজ আৰু তাক লাভ কৰা উপায় সম্বন্ধেও ভাৰতৰ লোকৰ দুই মত বা বেলেগ ধাৰণা আছে। এই দুই বা তাতোকৈ বেছি মত বা ধাৰণাৰ কোনটো সঁচা বা কোনটো মিছা থিৰাংকৈ কিছু কব নোৱাৰিলেও ভাৰতৰ জাতীয় জীৱনৰ জাতীয় আদৰ্শৰ উপযোগী হৈ

স্বাভাৱিকভাৱে উদ্ভৱ হোৱা যুক্তিৰ যন্ত্ৰত পেলাই বিশ্লেষণ কৰি চালে ভাৰতৰ পক্ষে কেৱল এটাহে সঁচা হৈ উঠে, যি সঁচাটো মহাত্মা গান্ধীয়ে আজি পাঁচ বছৰে নানাভাৱে দেশবাসীক বুজাবলৈ চেষ্টা কৰি আছে।

স্বৰাজৰ প্ৰকৃত স্বৰূপটোৰ অস্পষ্টতা সম্বন্ধে নাম থকা দেশকৰ্মী কিছুমানৰ ভিতৰত আজিও দুই-এক আষাৰ কথা শুনা যায়। যিসকলে স্বৰাজ সংজ্ঞাৰ স্পষ্ট ধাৰণা লৈ কংগ্ৰেছে অনুমোদন কৰা মহাত্মাৰ কাৰ্য-তালিকা মতে এক মনে এক প্ৰাণে কাম কৰি নিৰৱে চলি থকা দেখা গৈছে, তেওঁলোকে স্বৰাজৰ প্ৰকৃত অৱস্থা, আচল স্বৰূপ বুজি পাইছে। ভাৰতীয় আদৰ্শৰ মহত্বৰ ওপৰত তেওঁলোকৰ শ্ৰদ্ধা আছে। তেওঁলোক ভাৰতৰ ভুঁইফুটা আদৰ্শৰেই পৰিচিত হৈ ভাৰতীয়ভাৱেই জগতত তিষ্ঠিব খোজে। ভাৰতীয় আৰু আন, এনে দৰৰ মিহলি বস্তু ( heterogeneous ) হৈ তেওঁলোকে ভাৰতৰ নিখুঁত জীৱন কলুষিত কৰিবলৈ ইচ্ছা নকৰে। তেওঁলোকৰ ইচ্ছা আবহমান কালৰ পৰা চলি অহা ভাৰতীয় সভ্যতাৰ যি বিপুল ধাৰা মাজতে বিজাতীয়তাৰ শিথিল মথাউৰি পৰি ক্ষীণভাৱে বৈ আছে, আৰু সেইবাবে বিজাতীয় সভ্যতাৰ ঢল পৰি সামাজিক জীৱনত সাংনিক চৰোৱা বাবে ভাৰতীয়ই নিজ মহৎ আদৰ্শৰ আঁত হেৰুৱাই ক্ৰমে নিজৰ ওচৰতে নিজে অচিনাকি আৰু কিম্ভূতকিমাকাৰ হৈ গৈছে; তেনে আদৰ্শহীন দুৰ্বল অৱস্থাৰ পৰা তুলি আনি ভাৰতীয়ক নিজৰ শকত সুস্থ ভেটিত তুলি জাতীয় জীৱন জাতীয়ভাৱে বাঢ়িবলৈ সুবিধা দিয়া।

আন যি এদলৰ ওচৰত স্বৰাজৰ আচল আদৰ্শটো আজিও ধুঁৱলি-কুঁৱলি হৈ আছে, বা তাৰ অৰ্থ আনদৰে বুজি লৈছে, অথচ সেই স্বৰাজৰ নিমিত্তেই নিজ মতে দেহেকেহে কৰ্ম কৰি চলিছে আৰু কংগ্ৰেছে দিয়া গঠন-কাৰ্যৰ ওপৰত বিশ্ৰাম একেবাৰে এৰি দি যি বিদেশী, যি ভাৰতৰ জাতীয় জীৱনত অন্তৰঙ্গভাৱে খাপ নোখোৱা, অথচ আজি ১৫০ বছৰৰো ওপৰ পৰাধীনতাৰ আদব-কায়দাৰ ভিতৰেদি ধাৰাসাৰে পাই অহাগুণে তাকেই নিজৰ ঘৰৰ, দেশৰ জাতিৰ বুলি ভ্ৰম কৰি সেই শ্ৰেণীৰ বিদেশীৰ প্ৰণালীৰেই লক্ষ্যত গৈ উঠিব পাৰিব বুলি ভাবি চেষ্টা কৰিছে, তেওঁলোক ভাৰতীয় হলেও, ভাৰতৰ হাৱা-পানী শাক-ভাতেৰে তেওঁলোকৰ জীৱন বৰ্দ্ধিত হলেও, বিজাতীয় বিদেশীয় ৰুচিৰ যি উপাদান তেওঁলোকৰ পাকস্থলীত পৰিপাক হৈছে, তাৰ ওজন পৰিমাণো নিচেই কম নহয়। এইদৰে তেওঁলোকৰ শাৰীৰিক আৰু মানসিক গঠনত অপৰিচিত উপাদানৰ অংশ থকাত তেওঁলোকৰ ভাব-চিন্তাও ভাৰতৰ মাটি ফাটি ওলোৱা নিখুঁত ধাৰাৰ লগত কিছু অমিল দেখা যায়। গতিকে ভাৰতীয় স্বৰাজৰ প্ৰকৃত স্বৰূপ আনদৰে এওঁলোকে গ্ৰহণ কৰাত আচৰিত হবলগীয়া কোনো কথা নাই।

এইবাবেই, এওঁলোকৰ কাৰ্য-প্ৰণালীৰ একো নিৰ্দিষ্টতা নাই, সুখী-দুখী নিৰ্বিশেষে সমূহ ৰাইজক সমানে সন্তোষ-সান্ত্বনা দিব পৰা বা আগুৰি ধৰিব পৰা কোনো নিয়মবদ্ধতা নাই। এই দলৰ কাৰ্য-প্ৰণালীৰ গাঁথনি গভীৰ নোহোৱা গুণে অসংযত উশৃঙ্খলতাই মাজে-সময়ে নিজৰ ভিতৰতেই বিভ্ৰাট ঘটাই মখা ভাঙি দিব খোজে। গতিকে, জাতীয় মুক্তিৰ নিমিত্তে প্ৰাণপণে দৃঢ়প্ৰতিজ্ঞ হৈ

চলি যোৱা সংযত সুশৃঙ্খল অভিযানৰ যি এটা অমোঘ শক্তি, সেইটোৰ অভাৱ ইয়াত স্পষ্ট দেখা গৈছে।

মহাত্মা গান্ধীৰ নির্দেশ অনুসাৰে কংগ্রেছে ভাৰতীয়ৰ আগত স্বৰাজৰ যি এটা ভাব উপস্থিত কৰিছে, সেই স্বৰাজৰ আদর্শ শান্তিপূর্ণ, প্রেমপূর্ণ। তাত ধনী বা ক্ষমতাশালীৰ আস্ফালন-উৎপীড়ন নাই, আনৰ ভাল-বেয়ালৈ চিন্তা নকৰি মাত্র নিজৰ স্বার্থ দুৰভিসন্ধি পূৰাবৰ অর্থে বুদ্ধিৰ কুটিলতা নাই। দুখীয়া-নিচলাই আনৰ দুর্ব্যৱহাৰত হৃদয়ভেদী হাহাকাৰেদি থিয় কৰা নিৰাশপূর্ণ ভীষণ দৃশ্য নাই। উচ-নীচ নির্বিশেষে সকলোৱে সকলোৰে সম্পদত সন্তুষ্ট আৰু পৰস্পৰে পৰস্পৰৰ দুখত সহানুভূতিপূর্ণ হৃদয় এখনৰ অধিকাৰী হ'বলৈ ইয়াত যথেষ্ট সুবিধা আছে।

কিন্তু এনেখন নিৰুপদ্রৱ স্বৰাজ গঢ়ি তুলিব লাগিলে জীৱনটোক সুখ-অভিলাষৰ ৰংচং লৈ, ক'তো খুন্দা-খতি নোখোৱাকৈ, আলটোলকৈ সৰ-কাই লৈ যাব খুজিলে নহ'ব, তাৰ নিমিত্তে লাগিব কষ্ট-সহিষ্ণুতা, ভোগ-বিলাসিতা, বর্জন, সহৃদয়তা, কঠোৰ সাধনা। এনেখন স্বাধীনতাৰ স্বর্গভূমি উদ্ধাৰ কৰি লব লাগিলে দুখৰ কণ্টক, কর্মৰ কঠোৰতা, শ্রমৰ বিফলতা বুক পাতি লৈ ধীৰ-স্থিৰ-ভাৱে লক্ষ্য ধিয়াই চলিব লাগিব—কোনোফালে ভ্রূক্ষেপ কৰিবৰ আজৰি নাই। জগতৰ সকলো জাতিয়ে এইদৰে মৃত্যুক দুখ-যন্ত্রণাক-মহানন্দে বৰণ কৰি লৈয়ে স্বাধীনতা ধন উপার্জন কৰি লৈছে। যি ব্যক্তি বা জাতিয়ে স্বাধীনতাৰ নিমিত্তে জীৱন-দান দিবলৈ ভয় কৰে বা নাজানে, সি স্বাধীনতা ৰক্ষা কৰিব নাজানে, স্বাধীনতা তাৰ বিড়ম্বনা।

সেইবাবে মহাত্মা গান্ধীয়ে ভাৰতবাসীক আহ্বান কৰিছে, আহা ভাই! এই দুখৰ জীৱন, ঘৃণিত গোলামি জীৱন ওৰ কৰিবলৈ আমি দুখ-ভোগ কৰিবলৈ শিকোঁ, মৃত্যুৰ ভিতৰেদি অমৃতৰ ওচৰ চাপোঁ। কাৰণ স্বৰাজটো আমাৰ সাধনাৰ অতি মনোৰম বস্তু। জীৱনপাত কৰা পৰিশ্রমৰ মূল্য দিব নোৱাৰিলে কোনো মনোৰম বস্তু আয়ত্তাধীনলৈ আনিব নোৱাৰি। আমি যদি পৰিশ্রম নকৰাকৈয়ে, তাৰ বাবে দুখ-যন্ত্রণা ভোগ নকৰাকৈয়ে স্বৰাজৰ আশা কৰি আনৰ অনুগ্রহৰফালে নিৰীহ চকুৰে চাই থাকোঁ, তেনেহলে পাম ক'ত? আৰু পালেও, সি আমাৰ আশা-আকাঙ্ক্ষা তৃপ্ত কৰিব নোৱাৰা নিৰস বা অঙ্গহীনভাৱেহে পাম। কাৰণ, সি আমাৰ নিজ যোগ্যতাৰ দ্বাৰা উপার্জন কৰা মনোমত বস্তু নহয়, আনৰ অনুগ্রহৰ ভিতৰেদি সৰি পৰা এটা সাহ নোহোৱা বিস্বাদ বস্তু। তাত আমাৰ ভোক-পিয়াহ নকমে।

মহাত্মাৰ বাণীৰ এই তত্ত্ব কংগ্রেছ কর্মীৰ কিছুমানে হৃদয়ঙ্গম কৰি মহাত্মাই দিয়া গঠনকার্যত সম্পূর্ণ আস্থা ৰাখি সেইমতে দেশত কর্ম আৰম্ভ কৰিছে, কিছুমানে ইয়াৰ গভীৰতা ধৰিব নোৱাৰি পাতল ক্ষেত্রত বক্তৃতামঞ্চত পাতলভাৱে থিয় হৈ গঠন-কার্যত নানা বিভ্রাট ঘটাইছে। এওঁলোকৰ মতে কর্মৰ কঠোৰতাতকৈ বক্তৃতামঞ্চৰ বাহোৱা বেছি ৰুচিকৰ। কিন্তু সেই বুলি এওঁলোকক দোষ দিলে নহ'ব। কাৰণ আজি প্রায় দুই শতাব্দী ধৰি পৰাধীনতাৰ তিতা লাগি ভাৰতীয়ৰ জীৱন-মন, ভাব-চিন্তাৰ ভিতৰত যি বিকাৰ সোমাইছে, সেইটো আমাৰ সকলোৰে ভিতৰত একে।

কিন্তু হলেও, ভাৰতীয় চিন্তা-সভ্যতাৰ ধাৰণাৰ ভিতৰেদি মানি চালে, মহাত্মাই দেখুৱা বাটেৰেই ভাৰতৰ মুক্তিৰ আলোকস্পষ্টকৈ আমি দেখা পাওঁ। কাৰণ, ভিতৰৰ পৰা বা গোড়ৰ পৰা দৃঢ়তা গঢ়ি নুঠিলে হাজাৰ বিসম্বাদৰ আগতো সাহ কৰি নিজৰ বুলি দাবী কৰি নিৰ্ভয়ে থিয় দিলে সি দৃঢ় আৰু সুৰক্ষিত নহয়। সেইবাবে গঠনকাৰ্যৰ দ্বাৰা আমাৰ নিজৰ দুৰ্বলতাবিলাক,—যিবিলাকক আশ্ৰয় কৰিয়েই জাতীয় পৰাধীনতা খুপি বহিবৰ সুবিধা পাইছে, —গুচাই আমি আত্মৰক্ষাৰ উপযোগী হ'ব লাগিব।

কিন্তু মহাত্মাৰ মত আৰু কাৰ্য-তালিকাৰ পৰা ফালি গৈ গোট হোৱা স্বৰাজী দলৰ কাৰ্য-প্ৰণালী যি দেখিছো, সি আগত, ডাল-পাতত। দুই-চাৰিটা কোবত বা ঘাত দুই-এটা পাত সৰি পৰিব পাৰে বা দুই-এডাল ঠানি-ঠুনা খহি পৰিব পাৰে, কিন্তু যি পৰাধীনতাৰ শাসন গছজুপিয়ে নানা জাতিৰ, নানা ধৰ্মৰ সাৰ পৰি উৰ্বৰ হোৱা ভাৰতৰ মাটিৰ পৰা ৰস টানি লৈ তাৰ জীৱনী-শক্তি সদায় বঢ়ায়ে আছে, তাত তিলমানো তাৰ প্ৰভাৱ নৰজে। সি পুনৰ সেই আজিৰ দৰেই ডাল-পাত ফুলাব, আজিৰ দৰেই ফুল-ফল যোগাই সমূহ ৰাইজৰ ঘাই স্বাৰ্থৰ লগত সংশ্ৰৱ নথকা আমাৰ ভিতৰতেই এদল আমোলাতন্ত্ৰী গঢ়ি তুলিব।

সেইবাবে মহাত্মাৰ স্বৰাজ আৰু জাতীয় দলৰ স্বৰাজ আদৰ্শৰ তেল-পানীৰ নিচিনা মিল নোহোৱা দুটি বেলেগ বস্তু। আৰু সেইবাবে স্বৰাজী দলৰ স্বৰাজ ভাৰতীয় সভ্যতাৰ শান্তিপূৰ্ণ আদৰ্শানুযায়ী নহয়।

এই দুই মতৰ বিভিন্নতা সিদিনাখন মহাত্মাই পৰিষ্কাৰভাৱে কৈ দিছে। মহাত্মাই কৈছে: স্বৰাজী দলৰ প্ৰণালীয়ে ভাৰতৰ প্ৰতি বৃটিছ জাতিৰ সহানুভূতি আকৰ্ষণ কৰি স্বৰাজৰ কাৰণে বৃটিছ পাৰ্লিয়ামেণ্টৰ অনুগ্ৰহলৈ হাত পাতিছে। পৰিবৰ্তন বিৰোধী অসহযোগী দলে তাক ভাৰতৰ প্ৰজা-সঙ্ঘৰ নিজ শক্তিৰদ্বাৰা লাভ কৰিব খুজিছে। স্বৰাজ লাভৰ এই দুই প্ৰণালীয়ে দুয়ো দলৰ সম্পূৰ্ণ বেলেগ মত দেখুওৱাইছে। এদলে কাউঞ্চিলৰ ভিতৰেদি দেশবাসীক ৰাজনৈতিক শিক্ষা দিবলৈ ইচ্ছা কৰে, আন দলে ৰাইজৰ ভিতৰত কাম কৰি সাক্ষাৎভাৱে শিক্ষা দি ৰাইজক দেশ শাসন-কাৰ্যত যোগ্য কৰিব খোজে। এদলে ৰাইজৰ মঙ্গলৰ নিমিত্তে গৱৰ্ণমেণ্টৰ অনুগ্ৰহলৈ চায়, আন দলে দেখুওৱাব খোজে, যে পৃথিৱীত বৰ ভাল আৰ্হিৰ গৱৰ্ণমেণ্টো জাতীয় শক্তি বৰ্দ্ধনৰ কাৰণে উপযোগী নহয়। এদলে ৰাইজক শিক্ষা দিছে। একমাত্ৰ গঠন-কাৰ্যৰ দ্বাৰাহে আমি স্বৰাজ লাভ কৰিব পাৰিম বুলি, আন দলে কয় নোৱাৰিম বুলি।

এই অতি সৰল সত্যটো স্বৰাজী দলৰ মনত লগাব নোৱাৰা বাবে মহাত্মাই দুখো প্ৰকাশ কৰিছে। যি হ'ক, আমি নিৰাশ হ'বলগীয়া মানুহ নহওঁ। স্বৰাজী দলৰ একগুৱামি মতৰ দুৰ্বলতা অতি শীঘ্ৰে নিজে বুজি পাই পুনৰ মহাত্মাৰ গঠন-কাৰ্যত আহি লাগি মুক্তি বিচাৰিব বুলি আমাৰ বিশ্বাস আছে। কাৰণ সত্য মাত্ৰ এটা।

('চেতনা', ৫ম বছৰ, ১১ সংখ্যা)

## স্বৰাজ (৩)

যিদৰে ভাৰত ভাৰত, সেইদৰে স্বৰাজ স্বৰাজ। যিদৰে ভাৰত ভাৰতৰ নিমিত্তে—আন একোৰে নিমিত্তে নহয়, সেইদৰে স্বৰাজ মানৱ মাত্ৰৰে নিমিত্তে, আন কোনো জন্তুৰ নিমিত্তে নহয়। কাৰণ হিংসা-দ্বেষ, স্বাৰ্থ-লোভ, কুটিলতা-নৃশংসতাৰ আক্ৰমণৰ পৰা ৰক্ষা কৰি শান্তিৰ নিৰুপদ্ৰৱ অৱস্থাত থৈ মানৱ সমষ্টিক আত্মানন্দ লভিবৰ সুযোগ দিয়াটোৱে স্বৰাজ সাধনা। স্বৰাজ আন্দোলন সম্প্ৰতি যদিও ভাৰততেই আৱদ্ধ যেন দেখা গৈছে, ই আন নামে জগতৰ আন আন দলিত প্ৰপীড়িত জাতিৰ ভিতৰতো চলি আছে। কেৱল নামৰ বিভিন্নতা। ৰুছিয়াত যি বলছেভিক মতৰ প্ৰতিষ্ঠা হৈছে, সিও স্বৰাজ সাধনাৰে চেষ্টা; চীন, বুলগেৰীয়া, আয়ৰ্লণ্ড, জাৰ্মানী আদি দেশত যিবিলাক আন্দোলনে মূৰ দাঙি উঠিছে সিও মানৱৰ আচল আদৰ্শৰ হিচাপত অস্পষ্ট হলেও, বুদ্ধি-সাধনাৰ প্ৰাচুৰ্য অনুসাৰে, জাতীয় হিচাপে স্বৰাজ প্ৰতিষ্ঠাৰে প্ৰাণ-পণ চেষ্টা। সেইবাবে স্বৰাজ বুলিলে অকল ভাৰতৰে স্বৰাজ নহয়, হিংসা-দ্বেষ-স্বাৰ্থৰ সংঘৰ্ষণত ৰক্তপাত হোৱা পৃথিৱীৰ গোটেই মানৱ-সমষ্টিৰ স্বৰাজ সাধনাহে। এই কথা বহুবাৰ কৈছোঁ। তথাপি যে স্বৰাজ আন্দোলনৰ স্পষ্ট ব্যাখ্যা আৰু সংজ্ঞা আজি অকল ভাৰততেই পুঞ্জীভূত হৈ উঠিছে, তাৰ কাৰণ ভাৰতৰ সাধনাই প্ৰকৃত মানৱ সাধনা, ভাৰতৰ আশা-আকাঙ্ক্ষাই মানৱৰ প্ৰকৃত আশা-আকাঙ্ক্ষা, ভাৰতৰ সুখ-দুখ, অভাৱ-অভিযোগেই মানৱ সমষ্টিৰ অন্তঃস্থলীৰ মৰ্ম বেদনাৰ গূঢ় কথা।

কাৰণ, ভাৰতৰ নিচিনা অৱনত লাঞ্ছিত জাতি পৃথিৱীত নাই। অৱনত মানৱ উন্নত হৈ মানৱৰ প্ৰকৃত মৰ্যাদা ৰক্ষা কৰিবৰ নিমিত্তে মানৱ মনত যি আৱেগ যি বেদনাৰ হেন্দোলনি উঠিব পাৰে, তাৰ সকলোখিনি ভাৰতৰ মনোজগতৰ ভিতৰেদি আহি আজি প্ৰকাশ পাইছে। সেইবাবে ভাৰতৰ স্বৰাজ মানৱ জাতিৰ স্বৰাজ।

কিন্তু এই স্বৰাজ সম্পূৰ্ণ ব্যৰ্থ হ'ব, যদি তাক সাধনা কৰা প্ৰণালী সম্বন্ধে আমি আওকাণ কৰোঁ, যদি স্বদেশীয় শান্তিপূৰ্ণ অহিংস আদৰ্শ এৰি পৰদেশীয় সহিংস আদৰ্শ গ্ৰহণ কৰোঁ। তেতিয়া স্বৰাজৰ নিমিত্তে সাধনা নহৈ মানৱ জাতিৰ প্ৰকৃত স্বাৰ্থৰ বহিৰ্ভূত পৰৰাজৰ নিমিত্তেহে মানৱ-সমাজত বিশৃঙ্খল ঘটোৱা হয়।

('চেতনা', ৪ৰ্থ বছৰ, ১০ম সংখ্যা)

## ভাৰতৰ মুক্তি কাৰ হাতত

সকলো সমাজতে সকলো দেশতে মানুহৰ মানসিক আৰু বাহ্যিক অৱস্থা লৈ তিনি শ্ৰেণীত ভাগ কৰা হৈছে। উত্তম, মধ্যম আৰু অধম। এই তিনিও শ্ৰেণীৰ পৰাই সমাজে মুখ্য বা গৌণভাৱে উপকাৰ বা অপকাৰ লাভ কৰে। উত্তম শ্ৰেণী যি, সি জ্ঞান যুক্তিৰদ্বাৰা নিজৰ আত্মিক উন্নতি লাভ কৰি দেশ হিত-ব্ৰতত ব্ৰতী হয়; গতিকে এই শ্ৰেণীৰ পৰা সমাজ বা জাতিয়ে অনিবাৰ্যৰূপে উন্নতি লাভ কৰে। অধম শ্ৰেণী যি, সি ভাৱ-প্ৰৱণতাৰ (sentiment) দ্বাৰা অনুপ্ৰাণিত হয়

আৰু সেই ভাবৰ শক্তিতেই নিজেও শক্তিমান হৈ সেই শক্তিৰেই সমাজ, দেশ, জাতিৰ সাময়িক কোনো হিতজনক কামত আত্মসমৰ্পণ কৰি সমাজ বা জাতিৰ অশেষ কল্যাণ সাধন কৰে। কিন্তু যি মধ্যম শ্ৰেণী সি জ্ঞান-যুক্তিৰেও সম্পূৰ্ণ পৰিচালিত নহয় আৰু ভাৱপ্ৰৱণতাৰ দ্বাৰাও অনুপ্ৰাণিত হৈ সমাজ-হিতত আত্ম-নিয়োগ কৰিবলৈ অক্ষম। তেওঁৰ নাই জ্ঞান-যুক্তিৰ প্ৰখৰতা, যাৰদ্বাৰা যুক্তি-বিচাৰৰ সহায়েৰে হৃদয় বলশালী কৰিব অথবা জাতীয় হিতৰ প্ৰৱল আৱেগ, যাৰদ্বাৰা দেশৰ দুৰ্দশা, জাতীয় অৱনতি উপলব্ধি কৰি দেশ হিত-ব্ৰতত অনুপ্ৰাণিত হ'ব পাৰে। গতিকে, ভাৰতে এই মধ্যম আত্মপৰিচয়হীন শ্ৰেণীৰ পৰা মুক্তিৰ কোনোবিধ সহায়ে আশা কৰিব নোৱাৰে। উত্তম আৰু অধম শ্ৰেণীয়েই ভাৰতৰ মুক্তিৰ প্ৰধান মালিক। গতিকে, ভাৰতৰ মুক্তি-প্ৰয়াসীসকলে মধ্যম শ্ৰেণীৰ খোঁটাসি এৰি উত্তম বা অধম শ্ৰেণীৰ দল বৃদ্ধি কৰিব লাগিব। তেহে ভাৰতৰ মুক্তি অনিবাৰ্য হৈ উঠিব।

অৱশ্যে অধম শ্ৰেণীক কৌটিকলীয়া কুসংস্কাৰ মতে ঘৃণনীয় বুলি তাৰ শ্ৰেণীভুক্ত হ'বলৈ শিক্ষিতা-ভিমানীসকলে কিছু আপত্তি কৰিব পাৰে। তেনেহলে দেশাত্মবোধ আৰু জ্ঞান-যুক্তিসম্পন্ন উত্তম শ্ৰেণীৰ ভিতৰলৈ আহিলেই এই অভিমানৰ সম্পূৰ্ণ মৰ্যাদা ৰক্ষা হয়। নহ'লে, দেশাত্মবোধৰ লগতে মনুষ্যত্বহীন হৈ যাব ধৰা মধ্যম শ্ৰেণীৰ পীৰাত বহিয়েই শিক্ষা আৰু সভ্যতাভিমানীৰ সন্মান লাভ কৰি থাকিব খুজিলে সত্যক আশ্ৰয় কৰা হয় কিদৰে ?

( 'চেতনা', ২য় বছৰ, ৮ম সংখ্যা )

# মনুষ্যত্ব আৰু ভাৰতীয় সাধনা

অন্তৰ্গত সাধনাৰ মহত্ত্বৰদ্বাৰা সকলোবিধ সাংসাৰিক সৰুসুৰা কৃত্ৰিম উৎসাহবিলাক এৰি থৈ পৰম শ্ৰেয়ৰ উদ্দেশ্যে মানৱাত্মাক আগুৱাই যাবলৈ পথ পৰিষ্কাৰ কৰি দিয়াটোৱেইতো মানুহয় মনুষ্যত্ব। এই দায়িত্ব মানুহে গা-পাতি গ্ৰহণ কৰি সিদ্ধিৰ সাৰ্থকতা লভিব পাৰে বুলিয়েই মানুহক মানুহ কয়। সেই কাৰণেই, কোনো কাৰণবশতঃ, ব্যক্তি-গত হিচাপেই হ'ক বা জাতিগত হিচাপেই হ'ক, কোনোৱে মনুষ্যত্বৰ উচ্চ আদৰ্শৰ পৰা পিছলি পৰি সমাজত বা দেশত কোনো বিভ্ৰাট ঘটাই মনুষ্যত্বৰ উচিত সন্মান হানি কৰিলে, জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱে একেলগে উঠি-পৰি প্ৰতিবাদ কৰি মানুহৰ উচিত গৌৰৱ ৰক্ষা কৰিবলৈ সাজু হয়। এই কাৰণেই, পঞ্জাৱৰ হত্যা-কাণ্ড, খিলাফৎ সমস্যা, চান্দপুৰৰ কুলি অত্যাচাৰ লৈ আজি গোটেই ভাৰতবৰ্ষ তোলপাৰ। কাৰণ, বৈচিত্ৰ্যৰফালৰ পৰা ব্যৱহাৰিক হিচাপে পৰস্পৰৰ ভিতৰত কিছু তাৰতম্য থাকিলেও সকলো মানুহ এক আত্মগত বিৰাট পুৰুষৰে মহান ইচ্ছাত ওতপ্ৰোত। এই মহান্ সংযোগ ৰক্ষাৰ কাৰণেই সকলোৰে একোটা ব্যক্তিগত স্বাধীনতা আৰু আত্মসন্মান আছে, সেই সন্মান পৰস্পৰে শ্ৰদ্ধা কৰি চলিবলৈ মানুহ ধৰ্মতঃ,

ন্যায়তঃ বাধ্য। সকলো মানুহেই বা জাতিয়েই নিজ নিজ আদৰ্শ অনুসৰি মানৱত্বাৰ প্ৰসাৰ বৃদ্ধি কৰিবলৈ অধিকাৰী, সেই অধিকাৰত হস্তক্ষেপ কৰি মানুহৰ প্ৰতি শ্ৰদ্ধা কমাবলৈ কাৰো ক্ষমতা নাই। নীচতা আৰু হীনতাৰ হুতাশনৰদ্বাৰা আনৰ সকলো সৎ উদ্দেশ্য পুৰি ছাই কৰি জগতৰ সমষ্টিগত সংশ্ৰৱহীন কেৱল নিজ স্বাৰ্থকে বৰ কৰি বঢ়াই বৰ্ণী কৰি তুলিবৰ নিমিত্তে কাৰো ওপৰত অমানুষিক উৎপীড়ন, পাশৱিক অত্যাচাৰ কৰিবৰ কাৰো ক্ষমতা নাই। এই উচ্চ আদৰ্শৰ আচল সংজ্ঞাটি মনুষ্যত্বৰ দৃঢ় পবিত্ৰ ভেটিত থিয় কৰি নাচাই তাৰ বাহিৰা কোনো পঙ্কিল ভূমিত থৈ মানৱত্মাৰ মাহাত্ম্য প্ৰচাৰ কৰিব খুজিলে মানুহৰ মৰ্যাদা নষ্টতো হবই—মনুষ্যত্বৰ আদৰ্শও পশুত্বৰ পেঁকত পোত যাব আৰু মানুহ উচ্চ আদৰ্শৰ পৰা বঞ্চিত হ'ব। ফলত জগতখন প্ৰকৃত মানৱৰ লীলাভূমি গুচি মানৱাকৃতি অসংখ্য পশুৰ বাসভূমি কৰি সৰ্বনিয়ন্তাৰ সদ ইচ্ছাত কলঙ্ক সনা হ'ব আৰু অশান্তি-আৰ্তনাদৰ আধিপত্য পৃথিৱীৰ পৰা কেতিয়াও লুপ্ত নহ'ব।

পাৰিপাৰ্শ্বিক অৱস্থা অনুকূল হোৱাৰ কাৰণে, মানুহৰ উচিত কাৰ্য কৰি মনুষ্যত্বৰ সম্মান ৰক্ষা কৰিবৰ প্ৰকৃত সাধনা প্ৰথমে ভাৰততেই কাৰ্যকৰী হৈ উঠে। এই সাধনা ভাৰতত যি পৰিমাণে সাৰ্থক হৈছে, পৃথিৱীৰ আন কোনো দেশতে হোৱা নাই। ভাৰতে অকল মানুহৰ ভিতৰতে এই একত্বৰ মহামন্ত্ৰ কাৰ্যকৰী কৰি তুলিবলৈ চেষ্টা কৰা নাই— এনে শিক্ষা ভাৰতীয় সাধনাৰ ঘোৰ বিৰোধী। মানুহৰ এই স্বজাত্যৰ সীমা অতিক্ৰম কৰি ভাৰতীয় সাধনাই পশু, পক্ষী, কীট, পতঙ্গ, মাটি-পানী, আকাশ, আলোক ইত্যাদি বিষম জাতীয় বস্তু-বোৰকো সামৰি লৈ সেইবিলাকৰ লগত আত্ম-সংযোগ কৰিবৰ চেষ্টা কৰিছে। সেইকাৰণে আনৰ সুখ-দুখ, অভাৱ-অভিযোগ, সুবিধা-অসুবিধাৰ লগত ভাৰতৰ আৰু ভাৰতীয় শিক্ষা সাধনাৰদ্বাৰা সচেতন হৈ উঠা ভাৰতবাসীৰ আত্মগত অনুভৱতা বৰ্তমান। আৰু সেই কাৰণেই নীচতা সংকীৰ্ণতাৰ ছিটা লৈ নিজে কলঙ্কিত হৈ মানৱ সমাজকো কলঙ্কিত কৰিবলৈ আৰু মানৱত্মাৰ সন্মানহানিজনক অত্যাচাৰ-উৎপীড়নৰদ্বাৰা শান্তিৰ জগত অশান্তি-ময় কৰি তুলিবলৈ ভাৰতীয় শিক্ষা, ভাৰতীয় সাধনা অক্ষম। সেই কাৰণেই ভাৰতীয় সাধনা একফালে অতি কঠোৰ আৰু একফালে অতি ৰসময়, অতি পবিত্ৰ। বৈচিত্ৰ্যৰ ভিতৰত আত্মগত সংযোগ ৰাখি একত্বৰ মহাবাণী সাৰ্থক কৰি তোলাটোৱেই ভাৰতীয় সাধনা। এয়ে ভাৰতৰ আধ্যাত্মিক শিক্ষা।

জগতময় শান্তিৰ ৰাজ্য গঢ়ি তুলিবলৈ চেষ্টা কৰাৰ অৰ্থই হৈছে ভাৰতীয় শিক্ষাৰ দ্বাৰা অনু-প্ৰাণিত হোৱা। আৰু এই শিক্ষা-সাধনাত মানৱ সমাজ অনুপ্ৰাণিত হোৱাৰ অৰ্থই হৈছে জগতত চিৰ-শান্তি স্থাপিত হোৱা। এই সাধনাৰদ্বাৰা জগতময় অনুপ্ৰাণিত হৈ জগতত শান্তিৰ ৰাজ্য স্থাপন কৰিবই লাগিব।

কাৰণ সকলো বিৰোধ আলিঙ্গন কৰি সাম্য-মৈত্ৰীৰ এক সূত্ৰত গাঁঠি লৈ জগতত শান্তিক চিৰস্থায়ী আমোল দিয়াটোৱেই মানুহৰ দায়িত্ব আৰু মনুষ্যত্ব। এই দায়িত্বৰ পৰা মানুহ যিমানেই নিলগ হৈ থাকিব সিমানেই পৃথিৱীত অত্যাচাৰ-উৎপীড়ন, অশান্তি-আৰ্তনাদৰ আধিপত্য মুগুচিব। সেইবাবেই আজি মহাত্মা গান্ধীৰ সত্যাগ্ৰহ, জুলুম-

বিহীন সহযোগিতা বর্জন আন্দোলনৰ দ্বাৰা পৃথিৱীময় অনুপ্ৰাণিত কৰি স্বৰাজ বা ধর্মৰাজ্য স্থাপনৰ চেষ্টা অকল ভাৰতৰ নিমিত্তে নহয়, গোটেই মানৱ জগতৰ নিমিত্তে। এই চেষ্টাত যিসকলে মন-প্ৰাণ ঢালি যোগ দিছে, তেওঁলোকে ধর্মপ্ৰাণ আৰু মনুষ্যত্বৰ আচল সংজ্ঞা বুজিছে, উপলব্ধি কৰিছে; যিসকলে যোগ নিদি নানা ৰকমে ইয়াৰ বিৰুদ্ধাচৰণ কৰি ইয়াক টিপি মাৰিবৰ চেষ্টা কৰিছে, তেওঁলোকে মানুহৰ স্বধর্ম আৰু মনুষ্যত্বৰ মর্যাদা বুজা নাই। সেইবাবে তেওঁলোক ঘৃণনীয় নহয়, কৃপাৰ পাত্ৰ। কিন্তু হাজাৰো বাধা-বিঘিনি ঘটক, এই আন্দোলন সার্থক হ'বই। ই মনুষ্যত্বৰ উচিত গৌৰৱ ৰক্ষা কৰিবই। কাৰণ ই অধর্মৰ বিৰুদ্ধে ধর্মৰ, অন্যায়ৰ বিৰুদ্ধে ন্যায়ৰ, ঘৃণাৰ বিৰুদ্ধে প্ৰেমৰ, অসাম্যৰ বিৰোধৰ বিৰুদ্ধে সাম্য-মৈত্ৰীৰ, দেহ-সর্বস্বৰ বিপক্ষে আত্মাৰ বৃহৎ অভিযান। ইয়াৰ জন্ম অৱশ্যম্ভাৱী।

এই একত্বৰ মহাবাণী ইউৰোপেও শুনিছে, বুজিছে আৰু বিৰোধ-ভঞ্জনৰ নিমিত্তে সামর্থ্য-সাধনা অনুযায়ী চেষ্টাও কৰিছে। কিন্তু সেই চেষ্টাৰ ফলত বিৰোধ ক্ৰমে পকা হৈহে যাব ধৰিছে। কাৰণ এই মহাবাণীৰ ধ্বনি ভাৰতে যেনে ৰস-মধুৰভাৱে শুনিছে, গ্ৰহণ কৰিছে, ইউৰোপে সেইভাৱে পৰা নাই। গতিকে দেহ-সর্বস্ব ইউৰোপে ইয়াৰ মাহাত্ম্য আচলমতে উপলব্ধি কৰিব নোৱাৰি আচল পথ এৰি অবাটেদি ইয়াক সার্থকতা দিব খোজাত ইউৰোপ আজি ভয়ঙ্কৰ, বীভৎস, পাশৱিক নানা অশ্ৰাব্য ঘটনাৰ লীলাভূমি হৈ উঠিছে। শাসননীতি, ধর্মনীতিৰ অক্ষয় দণ্ডৰ ওপৰত ভৰ দি চলিবই লাগিব। কাৰণ ধৰ্ম-নীতিৰে চিৰস্থায়ী উর্বৰ ভূমিৰ সাৰ নাপালে কোনো নীতি কোনো শিক্ষাই জীৱনী-শক্তি-সম্পন্ন শস্য উৎপাদন কৰিব নোৱাৰে। ফলত জীৱন-ৰসৰ অভাৱ পাই সমাজ-দেহ ক্ৰমে খীণাই শুকাই দুর্বল হৈ পৰে। ই স্বতঃসিদ্ধ কথা—ইয়াত কোনো তর্ক-বিতর্কৰ ঠাই নাই।

কিন্তু বর্তমানত ৰাজনীতি বা শাসননীতিৰ এই মহৎ সংজ্ঞা সঙ্কুচিত হৈ অতি ঠেক, অতি ক্ষুদ্ৰ হৈ পৰিছে। বর্তমান ৰাজনীতি মানেই 'ডিপ্লমেচি' বা 'পলিচী', য'ত হৃদয় আৰু অনুভূতিৰ লেশমাত্ৰও সংযোগ নাই। ই যেন প্ৰকাণ্ড জড়পিণ্ড, যেন কিবা এটা কর্কশ বস্তু, তাৰ সংস্পর্শত মানুহৰ হৃদয়ৰ গুপ্ত প্ৰদেশৰ সুপ্ত আকাঙ্ক্ষাবিলাক সজাগ হৈ উঠে বৰং যাৰ গাত পৰে তাক সকলোফালেদি পঙ্গু কৰি তাৰ জীৱনী-শক্তি আৰু আত্মস্ফুৰণৰ মুক্ত-গতি নাশ কৰে। বৰ্তমান সভ্যতাই কয়, যিজন যিমান পৰিমাণে 'মুখত এক, পেটত এক' আৰু 'মতলবী' হৈ নানা ছল-ছলনা, কল-কৌশলৰদ্বাৰা নিজ স্বার্থৰ দাবী সমর্থন আৰু সাব্যস্ত কৰিব পাৰে; সিজন সিমান পৰিমাণে ডাঙৰ ৰাজনীতিবিদ পণ্ডিত। এই কাৰণেই বর্তমান শাসননীতি বিশ্বমানৱৰ সমষ্টিগত স্বাৰ্থৰ অনুমোদিত নোহোৱাত পৃথিৱী জুৰি কেৱল অশান্তিৰ আন্দোলনেই সাৰ হৈছে।

এই ৰাজনীতি বা শাসননীতি প্লাৱনত ভাৰত-ভূমিও ভাহি গৈছে, ভাৰতবাসীও এই নীতিতেই শিক্ষিত, অনুপ্ৰাণিত হৈ ইয়াৰ সূত্ৰ অৱলম্বন কৰিয়েই ভাৰতত ৰাজনীতিৰ চর্চা কৰিছে। ফলত সেই হৃদয়হীন, অনুভূতিহীন, ধর্ম-জ্ঞানহীন ৰাজনীতি ভাৰততো প্ৰতিষ্ঠিত হৈ ভাৰতৰ বিশ্বমৈত্ৰীৰ আদর্শ খর্ব কৰি তুলিছে আৰু সেই আৱৰ্জনা বস্তুৰ

পৰা ভাৰতৰ আত্মপুৰুষৰ স্বৰূপ বাঢ়ি উলিওৱাটো টান হৈ পৰিছে। কিন্তু হ'লেও আশাৰ কথা কেৱল এইটোৱে আছে, যে এই হৃদয়হীন মানুহৰ মৰ্যাদাক্ষুণ্নকাৰী, ন্যায়ক নিৰ্বাসন দি স্বাৰ্থ নীচতাক আমোল দিয়া শাসননীতি ভাৰতৰ নিজৰ বস্তু নহয়। ভাৰতৰ পক্ষে বিজাতীয়। কাৰণ ভাৰতীয় সভ্যতাৰ শাসননীতি বিভাগত ডিপ্লমেচি বা পলিচী বুলি কোনো বস্তু নাই, আৰু ভাৰতীয় সভ্যতাৰ গ্ৰহণীয় নহয় কাৰণেই, বিশ্ব-মানৱ মৈত্ৰীৰো গ্ৰহণীয় নহয়। ইয়াৰ পৰিচালনাত ভাৰতীয় সমাজৰ প্ৰাণশক্তিত কোনো ৰকম স্পন্দন নুঠে আৰু আত্মপ্ৰসাৰত বাধা ঘটে। গতিকে হাজাৰ আমোল পালেও ভাৰতৰ পাক-স্থলীৰ পক্ষে ই বিষম।

এই ভাৰত বিৰোধী ৰাজনীতি বা শাসন-নীতিয়ে ইংৰাজী শিক্ষাৰ লগে লগে ভাৰতভূমিত বিশেষভাৱে প্ৰতিপত্তি পায়। প্ৰথমে ইংৰাজী ধৰণে বিচাৰৰ পক্ষপাতী ওকালতি ব্যৱসায়ৰ পৰা। যেতিয়াৰ পৰা এই ওকালতি ব্যৱসায় আহি ভাৰতত সোমাল, তেতিয়াৰ পৰা ভাৰতৰ আধ্যাত্মিকতা, ভাৰতৰ ধৰ্মবিচাৰ পদ্ধতিৰ ক্ৰমে বনবাস হ'বলৈ আৰম্ভ কৰিলে। আজি ১৭০ বছৰে নিজ বিচাৰ-পদ্ধতিৰ লগত ভাৰতৰ কোনো সংস্পৰ্শ নথকাত, ভাৰতৰ ন্যায়-শাসন, ধৰ্মবিচাৰৰ প্ৰণালী ভাৰতবাসীয়ে প্ৰায় পাহৰা যেন হ'ল, আৰু এই বিজাতীয় শাসন-প্ৰণালীকে ভাৰতে নিজৰ বুলি আলিঙ্গন কৰি ধৰিলে। কিন্তু ভাৰতৰ আত্মা অজৰ-অমৰ অবিকৃত অবিনাশী কাৰণে, বিজাতীয় পদ্ধতি এৰি দি মাজে-সময়ে কেতিয়াবা নিজ পদ্ধতিক আলিঙ্গন কৰি ধৰিবলৈ কিছু আকুল হৈয়ো যে নোৱাৰে, তাৰ কাৰণ, ইয়াৰ শিপা ভাৰতীয় সমাজ-দেহৰ সকলো অঙ্গতে বিশেষভাৱে সোমাই গৈছে।

মানৱ সভ্যতাৰ বিচাৰ-পদ্ধতিৰ উদ্দেশ্যই হৈছে ন্যায়-ধৰ্ম-জ্ঞানৰদ্বাৰা বিচাৰ কৰি সকলো লোকৰে মনোৰঞ্জনৰদ্বাৰা বিচাৰ কৰি সকলো লোকৰে মনোৰঞ্জন কৰি সমাজত শান্তিৰ প্ৰভাৱ বিস্তাৰ কৰা। তাত বিচাৰৰ কট-তৰ্ক কূটনীতিৰ কোনো কথাই নাই। কূট-তৰ্ক কূটনীতিৰ আৱশ্যক হয় তেতিয়াই, যেতিয়াই সঁচাক মিছা, মিছাক সঁচা কৰি দেখুৱাবৰ বা সপ্ৰমাণ কৰিবৰ আগ্ৰহ জন্মে। এনে কূট-তৰ্ক বা কূটনীতিয়ে ধৰ্মৰ পবিত্ৰতা নষ্ট কৰিয়ে সদায় নিজৰ আধিপত্যৰদ্বাৰা সমাজত ধৰ্মৰ প্ৰভাৱ নোহোৱা কৰে আৰু সমাজত অশান্তিৰ ঢল ঢালি দিয়ে। ধৰ্ম-প্ৰভাৱহীনতাসম্ভূত এই অশান্তিৰ চিন আমি কেতিয়া পাওঁ, যেতিয়া সমাজত হাই-হুলুস্থুলজনিত নানা প্ৰকাৰৰ মামলা-মোকৰ্দমাৰ বেছি উজান উঠে; আৰু এই কট প্ৰণালীৰে সেইবোৰ মীমাংসিত হোৱাৰ কাৰণে সমাজত মামলা-মোকৰ্দমাৰ সংখ্যা কম হোৱাৰ ঠাইত ক্ৰমে বাঢ়িহে যায়। এই সম্বন্ধে ১৯১৪ চনৰ মে' মাহৰ Asiatic Review নামে কাকতত এজন নামজলা ইংৰাজ লেখকে লেখিছে :

"It is well-known and thoroughly understood among our continental neighbours that the greatest encouragement to litigation is uncertainty. When that condition prevails, a reference to a court of law assumes the attractive character of a gambling

transaction. The worst possible cause has a chance of winning. The increase of litigation in India is a tortuous feature. In 1877 the tribunals of British India had to deals with 1,400,000 suits, in 1901 the total numder of suits was 2,200,000. Nor are these large figures due to litigants receiving encouragement in the shape of facility and cheapness of procedure. On the contrary, fees are inordinately high ; but the fact does not counter balance the fascination of a game in which everyone hopes to win."

অৰ্থাৎ আমাৰ ওচৰ-চুবুৰীয়া জাতিবিলাকৰ ভিতৰত এইটো জনা কথা যে মোকৰ্দমাৰ ফলাফল অনিশ্চিতৰ বাবে অৰ্থাৎ ন্যায়-অন্যায় বা সঁচা-মিছাৰ ওপৰত নিৰ্ভৰ নকৰাৰ নিমিত্তে ইমান বৃদ্ধি হৈছে। ভাৰতৰ আদালতবিলাকত দাখিল হোৱা মোকৰ্দমাৰ লেখ কৰিলে দেখা যায়, বছৰে বছৰে মোকৰ্দমাৰ সংখ্যা বাঢ়িহে আহিছে। ই নিশ্চয় সুলক্ষণ নহয়। ১৮৭৭ খৃঃত ইংৰাজাধীন ভাৰতৰ আইনী আদালতবোৰত ১৪ লাখ মোকৰ্দকাৰ বিচাৰ হয়। ১৯০১ খৃঃত এই সংখ্যা ২২ লাখলৈ উঠে। এই বৃদ্ধিৰ কাৰণ মোকৰ্দমা কৰা খৰচ আৰু তদবিৰৰ বাট সুচল হোৱাটো নহয়। বৰং মোকৰ্দমাৰ খৰচ অস্বাভাৱিকৰূপে বাঢ়িছেহে। কিন্তু হ'লে হ'ব কি? মোকৰ্দমা জিতাৰ নিছা খৰচতকৈও চৰিছে। কাৰণ মোকৰ্দমা যে জুৱা। আৰু এই জুৱাত অপৰাধী-নিৰপৰাধী হুয়ো জিতিবৰ আশা কৰে।

সঁচাক মিছা, মিছাক সঁচা, ন্যায়ক অন্যায়, অন্যায়ক ন্যায় সপ্ৰমাণ কৰিবলৈ নানা কূট তৰ্ক, কূটনীতিৰ অৱতাৰণা কৰি পেটৰ ভাত উপাৰ্জন কৰাৰ বাহিৰে ওকালতি ব্যৱসায়ৰ সামাজিক জীৱনত একো আৱশ্যকতা নাই। ই ন্যায় ধৰ্মৰ প্ৰভাৱ নষ্ট কৰি শান্তিৰ পৰিবৰ্তে সমাজত অশান্তিৰ তপত হাৱা বলায়, ধৰ্মৰ পৰিবৰ্তে অধৰ্মৰ আৰু পাপৰ প্ৰতাপ বৃদ্ধি কৰে। লগে লগে সমাজত নৈতিক ভাৱ নোহোৱা হয় আৰু কল্পনাৰো অতীত নানা প্ৰকাৰৰ নতুত নতুন মাল্‌লী-মোকৰ্দমা সৃষ্টি কৰি সমাজক ধ্বংসৰফালে টানি নিয়ে। এই কাৰণেই বিখ্যাত ইংৰাজ লেখকজনে Asiatic Review ত আকৌ লিখিছে :

"With the elaboration of judiciary, penalogy and penitentiary crimes are steadily on the increase in our society, and the learned profession of law thrives on the same. Suits which can be satisfactorily settled in one week by arbitration drag on far years through a series of lower and higher courts encompassing the financial ruin of the parties."

অৰ্থাৎ বিচাৰবিধি, দণ্ডবিধি আৰু প্ৰায়শ্চিত্ত-বিধিৰ উৎকৰ্ষ হোৱাৰ লগে লগে আমাৰ সমাজত পাপকাৰ্য্যবিলাক বৃদ্বিহে হৈ গৈছে, আৰু এই দায়-জগৰ-পাপৰ নিমিত্তেই বিস্তাৰন্ত ওকালতি ব্যৱসায় দিনক দিনে ঠন ধৰি উঠিছে। মধ্যস্থ

বিচাৰত যি বিবাদৰ সপ্তাহ কালতে সন্তোষজনক মীমাংসা হ'ব পাৰে, সেই মোকৰ্দমা ওকালতি ব্যৱসায়ৰ মেৰ-চক্ৰত পৰি, নিম্ন, মধ্য, উচ্চ নামধাৰী নানা কিচিমৰ আদালত পেৰাত পৰি বছৰৰ পাছত বছৰ ঘূৰি ঘূৰি শেষত উভয় পক্ষৰ ভিঠাচন কৰিহে ক্ষান্ত হয়।

এইদৰে, যদিও আন আন কাৰণো আছে, যাইকৈ ওকালতি ব্যৱসায়ে সমাজৰ চিত্তৰ পৱিত্ৰতা নষ্ট কৰি সমাজক ক্ৰমে অৱনতিৰ তললৈ টানি নিছে। অৱনত সমাজৰ পক্ষে ওকালতি ব্যৱসায় ব্যৱসায়ীজন সমাজৰ মুখিয়াল হোৱাত আৰু ধৰ্ম-জ্ঞানহীন এই ব্যৱসায়ৰ পৰা সহানুভূতি পোৱাত, সমাজত নিৰ্ভয়ে নানা পাপ কাৰ্যৰ অনুষ্ঠান ক্ৰমে বাঢ়িহে গৈছে। এনে সমাজৰ ভিতৰে বাহিৰে কোনো মঙ্গল, কোনো স্বাধীনতা নাই; সকলো-ফালে পৰাধীন পৰমুখাপেক্ষী। বৰ্তমান ভাৰত আজি এনে অৱস্থাত।

আজি ভাৰতৰ আধ্যাত্মিক আৰু ব্যৱহাৰিক জীৱন পৰিশুদ্ধ কৰি তাৰ প্ৰভাৱৰদ্বাৰা গোটেই জগতকে প্ৰভাৱান্বিত কৰি পৃথিৱীময় শান্তি স্থাপনৰ উদ্দেশ্যে ভাৰতত স্বৰাজ্য প্ৰতিষ্ঠাৰ চেষ্টা চলিছে, এই পৱিত্ৰ চেষ্টাত ভঙা প্ৰতিবন্ধক হ'ব বুলিয়েই ভাৰত জাতীয় মহা-সভাই ভাৰতীয় ওকালতি ব্যৱসায়ীসকলক ওকালতি এৰি দিব কৈছে; কিন্তু আজিলৈকে হাজাৰ কৰা ৫ জন বা ৪ জনৰ ভিতৰত ২-১ জনে চিৰকাললৈ এৰি দিছে, ২-১ জনে ২-১ মাহৰ নিমিত্তে এৰি স্বৰাজৰ কাম কৰি পুনৰ ওকালতিত লাগিব আৰু বাকী সমস্তই মোটেই এৰি দিয়া নাই—সমাজত অশান্তি ঘটাই মামলা-মোকৰ্দমা লগাই পেট পোহাতেই ব্যস্ত আছে। কেৱল এই কৰিয়ে এৰা নাই, ২-১ মাহৰ ওকালতি এৰি স্বৰাজৰ কামত লাগি পুনৰ গৈ ওকালতি ব্যৱসায় লব খোজা উকীলসকলে, ভৱিষ্যতে তেওঁলোকৰ ধৰ্ম-নীতিবিহীন ব্যৱসায়ৰ সপক্ষে সমৰ্থন কৰিবলৈ আৰু মোটেই এৰি নিদিয়া উকীল সকলে তেওঁলোকৰ ধৰ্ম-নীতিজ্ঞান হীনতাৰ পক্ষপাতী হবলৈ নানা Vakils Conference, Lawyers' Association আদি পাতি, ওকালতিটো ধৰ্ম ন্যায়ৰ ব্যৱসায়, ইয়াৰ আমদানি স্বৰ্গৰ পৰা হৈছে, ইত্যাদি অসঙ্গত যুক্তিবিলাকেৰে ইয়াক লোক-সমাজত সমৰ্থিত কৰাব খুজিছে, অথচ এই শ্ৰেণীয়েই তেওঁলোকৰ কূটবুদ্ধিসম্পন্ন বাক-শক্তিৰদ্বাৰা আজিও ভাৰতীয় সমাজত ঘাই মুখিয়াল হৈয়ে আছে।

ওকালতি ব্যৱসায়ৰ প্ৰতিপত্তিটো এইদৰে সমাজত যদি সদায় থাকিয়েই যায় তেনেহলে স্বৰাজ বা ধৰ্মৰাজ্য ভাৰতত স্থাপন হব কেনেকৈ, এই সম্বন্ধে প্ৰত্যেক ভাৰতবাসীয়ে গভীৰভাৱে চিন্তা কৰিব লগাত পৰিছে। হাজাৰ বিঘিনি অতিক্ৰম কৰি ভাৰতত স্বৰাজ্য স্থাপনৰ পাছতো যদি এই ওকালতি ব্যৱসায়টোৱে সমাজত প্ৰতিপত্তি পায়ে থাকে, তেনেহলেও স্বৰাজ্য স্থাপনৰ আচল উদ্দেশ্য যে পণ্ড হব, এইটো আমি নিশ্চয়কৈ কব পাৰোঁ। ভাৰতৰ জাতীয় স্বাধীনতাৰ নিমিত্তে, মানৱৰ মনুষ্যত্বৰ গৌৰৱ বঢ়াবৰ নিমিত্তে, ধৰ্ম ন্যায়ৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবৰ নিমিত্তে এই অনৈতিক ব্যৱসায়টো অকল ভাৰতৰ পৰা নহয়, গোটেই পৃথিৱীৰ পৰাই উঠি যাব লাগে।

('চেতনা', ২য় বছৰ, ১০ম সংখ্যা)

# অসমীয়াৰ জাতীয় স্বাৰ্থবোধ

বহুতে সন্দেহ কৰে, বৰ্তমান অসমীয়া জাতিটো অতীতৰ সেই গৌৰৱপূৰ্ণ অসমীয়াৰ বংশধৰ নহয় নেকি? সুদূৰ অতীতত অসমীয়া জাতিৰ ভাগ্যত কালৰ এনে কোনো এটা শাপগ্ৰস্ত মুহূৰ্তৰ আঘাত পৰিছিল নেকি, যি আঘাতত অসমীয়া জাতিৰ সৌভাগ্য চূৰ্ণ-বিচূৰ্ণ হ'ল, লগে লগে গৌৰৱপূৰ্ণ সভ্যতাৰ সকলো সম্পদে সৈতে অসমীয়া জাতিটো অসমদেশৰ পৰা সঁচ নোহোৱাকৈ একেবাৰে লুপ্তও হ'ল, আৰু ঠিক সেই মুহূৰ্ততে সেই ঠাই অদূৰদৰ্শী কিছুমান মানুহে অধিকাৰ কৰি আহি অসমীয়া বুলি পৰিচয় দিলে? নিচেই মনিব নোৱাৰা সময়ৰ ব্যৱধানত এই মহাপৰিবৰ্তন হোৱাত, কোনো মানুহৰ স্থূল দৃষ্টিয়ে এই ইতিহাস লিপিবদ্ধ কৰি ৰাখিব নোৱাৰিলে? এনে সন্দেহ কৰিবৰ কাৰণ একেবাৰে অমূলক নহয়। দূৰদৰ্শিতা, জাতীয়-বোধ, জাতীয়-স্বাৰ্থ ৰক্ষাত জীৱন পণ কৰা ইত্যাদি যি-বিলাক সুগুণ মানৱ সভ্যতাৰ ঘাই অঙ্গ, সেই-বিলাক ভাব বা গুণ অসমীয়া জাতিৰ নোহোৱা নহলেও, বৰ দুৰ্বল। এনে দুৰ্বলতাই জাতীয়-বোধ উদ্দীপ্ত কৰি জাতীয়তাক শক্তিমান কৰি তুলিবতো নোৱাৰেই, মানৱ সভ্যতাৰ বৰ্তমান তুলাচনীতো কোনো গধুৰ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰে। জাতীয়তা ৰক্ষাৰ এইবিলাক প্ৰবল ভাৱত পৰি-চালিত হৈ বিদেশীয়ে যেতিয়া অসমীয়াৰ ঘৰৰ অতুল ঐশ্বৰ্যৰ ওপৰত বহি লৈ নিজৰ আধিপত্যৰ সুদৃঢ় দুৰ্গ সাজি লয়, তেতিয়াহে অসমীয়াৰ নামমাত্ৰ চেতনা চাপে। তেতিয়াও চেতনা সম্পূৰ্ণ নহাত শৰীৰৰ সকলো তৎপৰতাৰে বিদেশীৰ সেই দুৰ্গত কোনো আঘাত কৰিব খুজিলেও, বিদেশীক একো চক খুৱাব নোৱাৰে। কাৰণ, তেতিয়াও সম্পত্তিৰ ভূমি ফুটা মালিকৰ ভয় আক্ৰোশ অতিক্ৰম কৰি বিদেশীৰ অধিকাৰে এটা স্থায়িত্ব পাইছে।

এইদৰে সকলো কথাতে জোঁৰ পুৰি গৈ হাতত লাগিলেহে অসমীয়াৰ অলপ চেতনা চাপে। এইবাৰ তেজপুৰত ছাত্ৰ-সন্মিলনৰ সভাপতিৰ অভি-ভাষণত ডাঃ ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায় মহাশয়েও এই বিষয়ে বহুত ‥। (অসম্পূৰ্ণ)

('চেতনা', পুহ, ৫ম সংখ্যা, ১ম ভাগ)

# অসমত অৰাজকতা

আগেয়ে যেতিয়া বৰ্তমান বৃটিছ শাসনৰ নিচিনা শৃঙ্খলিত শাসন-প্ৰণালী আমাৰ দেশত নাছিল, তেতিয়া আসামৰ অধিবাসীসকলক, নানা সময়ত নানাফালৰ পৰা মোৱামৰীয়া, মান, কছাৰী আদি পাৰ্বত্য জাতিবিলাকে হঠাৎ আহি আক্ৰমণ কৰি নানা বিষয়ে অপমান-অত্যাচাৰ কৰা কাহিনী আসাম বুৰঞ্জীত আছে। কিন্তু আজিৰ সুসভ্য বৃটিছ ৰাজৰ উন্নত শাসনৰ দিনত তেনে ঘটনা বুৰঞ্জীত ঠাই পালে, বৃটিছ গৱৰ্ণমেণ্টৰ গৌৰৱত নিশ্চয় কলঙ্কৰ ছিটা পৰিব।

আজি কিছুমান বছৰৰ পৰা বঙ্গদেশৰ মৈমন-সিংহ আদি জিলাৰ পৰা নিচেই নীচ শ্ৰেণীৰ যি লাখ লাখ মানুহ আহি গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও জিলাত আহি বসতি পাতি লৈছে, স্থানীয় অসমীয়া মানুহ বিশেষকৈ অবলা তিৰোতা-বিলাকৰ ওপৰত সিহঁতৰ নানা ৰূপে অত্যাচাৰৰ কথা আমি অসংখ্য শুনিব ধৰিছোঁ। যি ঠাইতেই এই নীচ প্ৰকৃতিৰ মানুহবিলাক বহিছে, সেই ঠাইতে কোনো অসমীয়া তিৰোতা অকলে, এনেকি দুই-চাৰিজন গলেও ইগাঁও সিগাঁও কৰিব নোৱাৰে, ঘাট-পথাৰলৈ যোৱা-অহা কৰিব নোৱাৰে। এনে তিৰোতা দেখা পালেই এই নৰপশুবোৰে অবলা জাতিক নানা ৰকমে উৎপীড়িত কৰি জাতি-ধৰ্ম নষ্ট কৰি সিহঁতৰ পশু-প্ৰবৃত্তি চৰিতাৰ্থ কৰে। এনে বিষয়ৰ মোকৰ্দমা উক্ত চাৰিখন জিলাৰ চাৰিখন প্ৰকাশ্য আদালতত বহুতো হৈ গৈছে। কিন্তু তথাপি অসমীয়াৰ চেতনা নাই। যাক হিন্দুৰ প্ৰাতঃ-নমস্য ঋষিসকলে ধৰ্মশাস্ত্ৰতো দেৱীৰ আখ্যা দি পূজা কৰি গৈছে, সেই অন্তেষপুৰবাসিনী দেৱী-ৰূপিনী অবলা জাতিৰ ইমান অন্নমাননতো অসমীয়া পুৰুষ সজাগ হোৱা নাই। এই কাৰণেই আমি কব খোজো আজিৰ অসমীয়া সেই আগৰ অসমীয়া বীৰ জাতিৰ বংশধৰ নহয়, আজিৰ অসমীয়াৰ শিৰত পূৰ্ব-পুৰুষৰ উষ্ণ শোণিত নাই, আজিৰ অসমীয়াই দেৱীৰূপা তিৰোতা জাতিৰ লঘু-লাঞ্ছনা চকুৰে চায়ো থিৰ থাকিব পাৰে, কাণেৰে শুনিও মস্তিষ্ক তপত নহয়।

বহুদিন হ'ল আজি সুসভ্য বৃটিছ-শাসন পাই মান-মৰাণৰ সেই অমানুষিক অত্যাচাৰৰ ভীষণ কাহিনী-বোৰ অসমীয়া মানুহৰ স্মৃতিত লোপ পাইছিল; এতিয়া পুনৰ সেই স্মৃতিবোৰ ক্ৰমে সজাগ হৈ আহিব ধৰিছে। ইয়াৰ শেষ পৰিণাম কিভাৱে স্থিৰ হ'ব, এতিয়াও আমি ভাবি পোৱা নাই। আগেয়ে নাছিল একো বিপদ, নাছিল একো উপদ্ৰৱ, নাছিল একো ভয়, অসমীয়াৰ দেশত অসমীয়া তিৰোতা, অসমীয়া ছোৱালীয়ে অকলে অকলে ইগাঁও, সিগাঁও ইভূঁইৰ পৰা সিভূঁই, ইঘাটৰ পৰা সিঘাটলৈ অহা-যোৱা কৰি নিৰ্বিঘ্নে নিজৰ নিজৰ কাম সম্পন্ন কৰি মহাসুখে দিন কটাইছিল। এতিয়া হঠাৎ ক'ৰ পৰা এই নৰপশুবোৰ আহি ওলাল, অসমীয়াৰ শান্তিৰ ঘৰত অশান্তিৰ জুই জ্বলিল, অসমীয়াৰ অমৃতময় দেশত বিষৰ বায়ু বলিল।

এই নৰপশুবোৰৰ অত্যাচাৰ ঠেকাবৰ কি অসমীয়াৰ কোনো উপায় নাই? নিশ্চয় আছে। ইয়াৰ উপায় একমাত্ৰ অসমীয়াৰ হাততেই আছে। অসমীয়া পূৰ্বপুৰুষৰ তেজবীৰ্য অসমীয়াৰ শিৰত আজি অচল—আত্মসম্ৰমৰ তাপত গলাই সেই উত্তপ্ত তেজ, সেই উষ্ণ বীৰ্য, অসমীয়াৰ শিৰে শিৰে খৰতৰ বেগে বোৱাব লাগিব; অসমীয়াই হৃদয়ে হৃদয়ে, অন্তৰে অন্তৰে বুজিব লাগিব নৰপশুৰ হাতত এইদৰে অত্যাচাৰিত উৎপীড়িত হ'বলগীয়া জাতি অসমীয়া নহয়; তাক মষিমূৰ কৰিব পৰা শক্তি অসমীয়াৰ আছে। তেতিয়া—একমাত্ৰ তেতিয়াহে অসমীয়াই এই পশুদলৰ অত্যাচাৰৰ পৰা মান-মৰ্যাদা ৰক্ষা কৰিব পাৰিব।

এই বিষয়ে অসমীয়া মানুহে দুইফালৰ পৰা দুই সহায় পাব পাৰে। একফালৰ পৰা গৱৰ্ণমেণ্টৰ আৰু আনফালৰ পৰা সমূহ অসমীয়া জাতিৰ। গৱৰ্ণমেণ্টৰ ওচৰত আমি সহায় প্ৰাৰ্থনা কৰিব পাৰোঁ এই কাৰণে, যে গৱৰ্ণমেণ্টেই প্ৰজাৰ

সকলো প্ৰকাৰ অশান্তিৰ মূল উচ্ছেদ কৰাৰ গৰাকী। আসাম গৱৰ্ণমেণ্টে অসমীয়াক এইদৰে সহায় কৰিব পাৰে। প্ৰথম—এতিয়াৰ পৰা আৰু মৈমনসিং জিলা আদিৰ পৰা এই শ্ৰেণীৰ মানুহক আসামত আহি বসতি স্থাপন কৰিবলৈ বন্ধ কৰি দিয়ক। দ্বিতীয়—আগেয়ে যিবিলাক এই শ্ৰেণীৰ লোক আহি অসমীয়াৰ গাঁৱে, ভূঁয়ে অশান্তি মিলাব ধৰিছে; সিহঁতৰ এই পশু-প্ৰবৃত্তি নিবৃত্তি কৰিবলৈ কেৱল সিহঁতৰ নিমিত্তেই criminal আইনৰ এটা বিশেষ কঠোৰ ধাৰা নিৰ্দিষ্ট কৰক। আমি জানো, এই নীচাশয় মানুহবিলাক বঙ্গদেশৰ এক বিশেষ শ্ৰেণীৰ দাগী লোক। শুনিছোঁ, ইহঁতক শাসন কৰিবৰ নিমিত্তে বেঙ্গল গৱৰ্ণমেণ্টৰো কিছু কঠোৰ নিয়ম আছে। ইয়াত গৱৰ্ণমেণ্টে কব পাৰে যে, দেশী আৰু বিদেশী আমি নাজানো, সকলোৱে গৱৰ্ণমেণ্টৰ প্ৰজা। দেশীৰ পক্ষে যি আইন, বিদেশীৰ পক্ষেও সেই আইন। আৰু আসামত ইমানবিলাক পতিত মাটি আছে, সেই-বিলাকত বিদেশৰ যেনেকুৱা শ্ৰেণীৰ লোকেই আহি বসবাস কৰি আবাদ নকৰক, তাত গৱৰ্ণমেণ্টৰ লাভৰ বাহিৰে লোকচান নাই। গতিকে গৱৰ্ণ-মেণ্টে তাত হস্তক্ষেপ কৰিব কিয়? আসাম দেশো এই শাসন-প্ৰণালীৰ বাহিৰা নহয়। সৰ্বতোভাৱে অসমীয়াৰ স্বাৰ্থ সুবিধা ৰক্ষা কৰিব লাগে বুলিয়েই দেশখনৰ নামো হৈছে 'অসম'। প্ৰত্যেক দেশ বা প্ৰদেশৰে শাসন-প্ৰণালী জটিল কৰি তোলা গৱৰ্ণ-মেণ্টৰ উদ্দেশ্য নহয়—ক্ৰমে সৰল কৰি লৈ যোৱাহে। অসমীয়াৰ এই আন্তৰিক অনুৰোধ ৰক্ষা কৰি গৱৰ্ণমেণ্টে এতিয়াই এই সম্বন্ধে সচেতন হ'ব লাগিব; নহলে ইয়াৰ পৰা যি অশান্তি উথিত হ'ব তাক দমন কৰিবলৈ গৱৰ্ণমেণ্টে বিশেষ বেগ পাব লাগিব।

সমূহ অসমীয়া জাতিয়ে এই বিষয়ে অসমীয়াক এইদৰে সহায় কৰিব পাৰে। গোটেই অসমীয়া জাতিয়ে লগ লাগি এটা কোম্পানী গঠিত কৰি আসামত যিমানবিলাক পতিত মাটি আছে, সেই সকলোবিলাক মাটি গৱৰ্ণমেণ্টৰ পৰা এটা বিশেষ বন্দোৱস্ত মতে এই কোম্পানীৰ নামে পাট্টা কৰি লওক। অসমীয়াৰ স্বাৰ্থ নিৰীহ অসমীয়া অবলা তিৰোতা জাতিৰ মান-মৰ্যাদা এইবিলাক বিদেশী নৰপশুবোৰৰ হাতৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে গৱৰ্ণমেণ্টেও এই প্ৰস্তাৱত নিশ্চয় সম্মতি দিব। কাৰণ অসমীয়াৰ সকলো সুখ-সুবিধা ৰক্ষা কৰাটোৱে আসাম গৱৰ্ণমেণ্টৰ কাৰ্য। এই কাৰ্য-সমূহ অসমীয়া জাতিয়ে অতি শীঘ্ৰে সমাধা কৰক। নহলে যি অন্তেষপুৰৰ গৌৰৱ ৰক্ষাৰ নিমিত্তে মানুহে জীৱনকে তুচ্ছ জ্ঞান কৰে, যি নাৰী জাতিৰ মান-মৰ্যাদা ৰক্ষা কৰাটো হিন্দু ধৰ্মৰ প্ৰধান অঙ্গ, আৰু এই উদ্দেশ্যে লক্ষ লক্ষ হিন্দুৰ জীৱন-মৃত্যুৰ আলিঙ্গনত পৰাৰ লাখ লাখ কাহিনী হিন্দুৰ ইতিহাসত এতিয়াও সজীৱ হৈ আছে, সেই মহৎ গৌৰৱ ৰক্ষা কৰিবলৈ অপৰাগ হলে অসমীয়া হিন্দুৰ কলঙ্কৰ সীমা নোহোৱা হ'ব। আৰু পতিত জাতি বুলি সেই অতীত ইতিহাসে অসমীয়াক বিদ্ৰূপ কৰিব।

এই বিষয়ে এছোচিয়েচনে বৰ ডাঙৰ আন্দো-লনতো চলাব লাগিবই, কাউঞ্চিলৰ মেম্বৰসকলেও কাউঞ্চিলত এই বিষয়ে তোলপাৰ লগাব লাগিব; বাতৰি-কাকত, আলোচনী আদিৰ সম্পাদকসকলেও এই বিষয়ে গভীৰ আলোচনা কৰিব লাগিব। অকল

এইখিনি কৰিলেই নহ'ব, অসমৰ গাঁৱে-ভূঁঞে নগৰে-চহৰে এনেকি নিৰক্ষৰ অসমীয়া সৰ্বসাধাৰণেও এই কথা মুখে মুখে আলোচনা কৰিব লাগিব, অন্তৰে অন্তৰে অনুভৱ কৰিব লাগিব, কাৰণ এই কথাটো হৈছে অসমীয়া সমূহ জাতিৰ মান-মৰ্যাদা লোপ হোৱা আৰু উদ্ধাৰ হোৱাৰ কথা।

('চেতনা', পুহ, ৫ম সংখ্যা, ১ম ভাগ)

# বৰ্তমান যুগত ভাৰতীয়ই পোৱা অমূল্য সম্পদ কি?

বৰ্তমান যুগটোৰ আমি কি নামকৰণ কৰিম, সেইটো সঠিককৈ ভাবি ঠিক কৰাত কিছু টান পৰে। কাৰণ কুৰি শতিকাৰ যুগ বুলি যিটো আমি কোৱাই-মেলাই লেখাই-পঢ়াই আজি ব্যৱহাৰ কৰি চালোঁ, সেইটো হৈছে ইংৰাজে ঠিক কৰি দিয়া ইংৰাজৰ যুগ বা হিচাপহে। তাৰ আগত আমাৰ দেশত যদিও নানা সময়ত নানাজন প্ৰতিপত্তিশালী ৰজা বা দেশ শাসকৰ শাসন-কালৰ আৰম্ভণিৰ পৰা গণনা কৰি ভাৰতৰ প্ৰদেশে প্ৰদেশে ভিন ভিন দেশীয় শক, শতাব্দী, সন ইত্যাদি চলিছিল, জাতি-ধৰ্ম-বৰ্ণ-নিৰ্বিশেষে ইয়াৰ কোনোটোৱে সমগ্ৰ ভাৰততে প্ৰতিপত্তি চলাব নোৱাৰিছিল। পঞ্জাৱত চলিছিল এটা, গুজৰাট, সৌৰাষ্ট্ৰত চলিছিল আন এটা, মাদ্ৰাজ বঙ্গত চলিছিল আৰু এটা, কামৰূপ বা অসমত চলিছিল আৰু আন এটা তাৰ ওপৰত মছলমান ৰাজত্বৰ দিনত ৰাজকীয় হিচাপে হিজ্ৰাও চলিছিল।

এইদৰে জাতীয় ভাব আৰু সভ্যতাসূচক এটা মাত্ৰ ঐতিহাসিক যুগ গোটেই ভাৰততে সমানে নচলাত এক অখণ্ড ভাৰত গঠিত হৈ উঠাত আজি ইমান যুগে বাধাও আছিল, অৱশ্যে আজি ইংৰাজৰ দিনত যদিও ভাৰতব্যাপী ইংৰাজী চন চলিছে, তথাপি এই চন ভাৰতীয়ৰ জাতীয় আৰু জাতীয় ইতিহাস-দ্যোতক নোহোৱা গতিকে ই ভাৰতৰ জাতীয় যুগৰ শাৰীত ঠাই পোৱাত আপত্তি আছে গতিকে, ইয়াৰ আলম লৈ জাতীয় ইতিহাসো গঢ়ি তোলাত অসুবিধা হৈছে। আৰু সেইবাবে এক ভাৰত হলেও প্ৰদেশে প্ৰদেশে, ধৰ্মই ধৰ্মই, জাতিয়ে জাতিয়ে, নানা বিৰোধ-বিবাদৰ বিষে ভাৰতীয় জাতীয়তা জৰ্জৰিত কৰিছে। সেইবাবে জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সমগ্ৰ ভাৰততে বিশেষ প্ৰতিপত্তিলৈ চাই বৰ্তমান ভাৰতীয় যুগৰ নাম গান্ধীযুগ বা মহাত্মাযুগ দিব পাৰি। এই যুগৰ পৰাই সকলো-ফালেদি ভাৰতৰ জাতীয় উত্থানৰ আচল যুগ আৰম্ভ হ'ল বুলি কলে একো দোষ নহব। অৱশ্যে আমাৰ আগৰ পুৰণি অতি গৌৰৱজনক ইতিহাসৰ অমূল্য যুগবিলাকলৈ আমি অৱহেলা কৰাৰ কথা কোৱা নাই। কিন্তু সেইবিলাক ইমান পুৰণি যে, তাত অতি গৌৰৱপূৰ্ণ ঐতিহাসিক অসংখ্য উপাদান-বিলাক থাকিলেও তাত জীৱন্ত আৰু হাতে-হাকুটিৰে লাগ পোৱা প্ৰেৰণাৰ অণু-পৰমাণুবোৰে আজিৰ দোপত দোপে নতুন জীৱন নতুন চেতনা লৈ নতুনকৈ গঢ়ি উঠিব খোজা ভাৰতীয়ৰ জাতীয় জীৱন গঠনত উপাদানৰ সম্পূৰ্ণ যোগান দিব নোৱাৰিব বুলিও হয়তো সন্দেহ হব পাৰে।

এক সময়ত ইউৰোপতো প্ৰদেশে প্ৰদেশে ভেনে

আছিল। পাছত খৃষ্টধৰ্মত গোটেই ইউৰোপ দীক্ষিত হোৱাৰ সময়ৰ পৰা তাত সকলো জাতি সকলো প্ৰদেশৰ ভিতৰতে খৃষ্টাব্দ চলিছে। তাৰদ্বাৰা, যদিও ইউৰোপত ৰাজনৈতিক বা আত্মৰক্ষা বিষয়ত বহুত বিবাদ-বিৰোধো হৈ আছে; তথাপি সমগ্ৰ ইউৰোপৰ ভিতৰতে ইতিহাসৰ এটা যৌগিক সম্বন্ধও স্থাপিত হৈছে। সেইদৰে প্ৰাচীন মিছৰ, পাৰস্য, তুৰকী, আফগানিস্থান আদি দেশতো মছলমান ধৰ্মৰ লগে লগে হিজ্‌ৰা প্ৰচলিত হোৱাত, তাতো সকলোৰে ভিতৰত এটা ঐতিহাসিক সম্বন্ধৰ প্ৰেৰণাই কাম কৰিছে। যি কোনো যুগ এটাৰ সাধাৰণ ব্যৱহাৰ সকলো জাতিৰ সকলো ধৰ্মাৱলম্বীৰ ভিতৰত যি এটা বুৰঞ্জীমূলক সম্বন্ধ স্থাপিত কৰে, দেশে দেশে জাতিয়ে জাতিয়ে অশান্তিৰ কড়া-সাজটো সলাই শান্তিৰ কোমল পিন্ধন পিন্ধাবৰ পক্ষে সেইটো কম আৱশ্যকীয় বস্তু নহয়। সেইবাবে ভাৰতত সাৰ্বজনীনতালৈ চাই ভাৰতৰ বৰ্তমান যুগটোক মহাত্মাযুগ বা গান্ধীযুগ বুলি কলেই সমীচীন হ'ব যেন লাগে।

যি হ'ক, বৰ্তমান যুগক মহাত্মাযুগেই কোৱা হ'ক, এই যুগটো যে ভাৰতীয়ৰ বহুকালৰ সাধনা সৰকি অহা এটা অমূল্য বস্তু তাক অস্বীকাৰ কৰিবৰ কাৰো উপায় নাই। আৰু এই যুগত ভাৰতীয়ই যি বিশেষ সম্পদ এটা লাভ কৰিছে, আন কোনো যুগতে এনে বিশেষ সম্পদ বিশেষভাৱে ভাৰতীয়ৰ হাতত পৰিছেহি বুলিও কোনোৱে কব নোৱাৰে। অৱশ্যে ইয়াৰ আগৰ যুগবিলাকত শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, বুদ্ধদেৱ আদি অৱতাৰসকলে, আৰু তাৰ পাছতো ৰামানুজ, নানক, শ্ৰীশ্ৰীশঙ্কৰদেৱ, কবিৰ, শ্ৰীচৈতন্য আদি মহাপুৰুষসকলে ভাৰতৰ আৰ্য-অনাৰ্য সকলোৰে মুক্তিৰ নিমিত্তে এনে মহৎ সম্পদবিলাক ভাৰতীয়ৰ হাতত গতাই দিবলৈ চেষ্টা কৰিছিল, আৰু কিছু পৰিমাণে এই চেষ্টা সফলো হৈছিল, কিন্তু সেই সেই কালত নৰ-সমষ্টিৰ ভিতৰত নাৰায়ণৰ বৃহৎ চেতনা আজিৰ দৰে এনে বৃহৎভাৱে জাগি মুঠাৰ বাবে সেই মহৎ সম্পদবিলাক ভাৰতীয়ই জাতীয় সম্পদ হিচাপে সামৰি লবলৈ সমৰ্থ হোৱা নাছিল, আৰু সেইবিলাক শিক্ষা আদৰ্শ উপদেশাৱলী অতি পুৰণি হৈ কেৱল শাস্ত্ৰগত কল্পনাৰ বস্তু হৈ থকা গতিকে সেইবিলাকে ইমান যুগৰ পাছৰ আজিৰ আমাক চাক্ষুষ দৰ্শনৰ হাতে হাতে পোৱা জীৱন্ত অনুপ্ৰেৰণা দিয়াতো টান পাইছে। কিন্তু আজিৰ এই গান্ধী যুগত মহাত্মা গান্ধীয়ে হাজাৰ হাজাৰ বছৰ বিদেশী বিধৰ্মীৰ আৰু নিজৰ সঙ্কীৰ্ণতাৰ পিটনিত পিট খোৱা ভাৰতভূমিত চেতনাৰ যি প্ৰবল উৎস খুলি দিলে, সি ভাৰতৰ শিল, চেতনাহীন পৰ্বত-পাহাৰবোৰ, ঘোলা নদী-নালাবিলাক আৰু উত্তমহীন সাগৰ উপত্যকাসমূহ, সকলোকে সমানে ভেদ কৰি এনে বিশৃঙ্খল আৰু অসমতল ভাৰত-ভূমিক এখন বৃহৎ সমতল সৰস ভূমি হৈ উঠিবৰ সুবিধা কৰি দিলে। মহাত্মাৰ মন্থনত পৰি জল-স্থল সান-মিহলি হৈ ভাৰতভূমি সম্প্ৰতি যদিও কেৱল আৱৰ্তনত ঘূৰাটোহে আমাৰ চকুত পৰিছে, কিন্তু অলপ কিছুদিন পাছত এই ঘূৰণি থিৰ হৈ যেতিয়া গোট মাৰিব, তেতিয়া আমাৰ অতি প্ৰাচীন ভাৰতীয় সভ্যতাৰ হেৰোৱা অমূল্য মণি-মুক্তাবোৰ তাৰ ওপৰত জকমকাই ভাহি উঠিব আৰু তেতিয়া সেইবোৰকে আমি বুটলি লৈ তাৰেই বিশ্বভেদি ভাৰতীয় গৌৰৱৰ বিজয়স্তম্ভ গাঁথি তুলিবৰ সুবিধা পাম। আৰু এই স্তম্ভকে

কেন্দ্ৰ কৰি সেই সৰস সমতল ভূমিত যিবিলাক সুগন্ধি সুস্বাদু ফল-ফুল-মূলৰ গছ-গছনিবোৰ গজি মনোৰম অমৰাবতী এখন গঢ়ি তুলিব, তেতিয়া ভাৰতৰ সেই প্ৰাচীন গৌৰৱৰ সকলোখিনি আহি তাতে ভৰ দিব আৰু পুৰণিকালৰ দৰে বিশ্ববাসী মানেই সেই গৌৰৱ পদত অঞ্জলি দি ধন্য হবলৈ আকুল হৈ লৰি আহিব।

যি হ'ক, আজিৰ মহাত্মাযুগ বা গান্ধীযুগত লাঞ্ছিত উৎপীড়িত ভাৰতীয়ই পৃথিৱীবাসী বিৰাট নৰসঙ্ঘই সমষ্টি হিচাপে বুজি পালে যে মানুহ মানুহেই. তাৰ ভিতৰত আত্ম-পুৰুষ বুলি যি এজন সৰ্বশক্তিমান জাতীয় বিৰাট পুৰুষ আছে, তাৰ শক্তি অসীম। সাধনাৰদ্বাৰা তাক জাগ্ৰত কৰি তুলিব পাৰিলে দুৰ্বলৰ ওপৰত সবলৰ, নিৰ্ধনীৰ ওপৰত ধনীৰ কোনোবিধ অমানুষিক অত্যাচাৰেই মূৰ দাঙি উঠি বিশ্ব-নিয়ন্তাৰ সদ-ইচ্ছাত কলঙ্কৰ গুং ফুটাবৰ সাহ কৰিব নোৱাৰে। মানুহৰ অন্তৰস্থিত আত্ম-পুৰুষ এইদৰে সজাগ হৈ উঠিলে তাৰ ওচৰত জীৱন-মৰণৰ মূল্য একে সমান; সুখী-দুখী বুলি অৱস্থা অনুভৱতা একে ধৰণৰ হৈ উঠে। পাপ উৎপীড়ন তেতিয়া চকুৰ পচাৰতে তেওঁৰ ইচ্ছাত বিলীন হৈ যায় আৰু সকলো অধৰ্ম, সকলো অন্যায়, সকলো অবিচাৰৰ তেজ মূলতে ভস্ম হয়। তেতিয়া এই আত্মতেজৰ বলেৰে কোনো জাতিয়েই হ'ক বা কোনো ব্যক্তিয়েই হ'ক, নিজৰ আত্ম-নিয়ন্ত্ৰণৰ মহামূল্য মাণিক্যটো যোল অনাই আদায় কৰি লয়। আজি বৰ্তমান যুগত ভাৰতীয়ই আৰু জগতৰ পতিত লাঞ্ছিত জাতি মাত্ৰেই মহাত্মা গান্ধীৰ ভিতৰেদি এই অমূল্য সম্পদৰ সম্পূৰ্ণখিনি নহলেও অন্ততঃ আধা আধি লাভ কৰি পূৰ্ণ মনুষ্যত্বৰ বিশাল-তাত গৈ সোমাবলৈ মৰো-জীওঁকৈ কঁকালত অক্ষয় বৰ্ম-বান্ধি আগবাঢ়ি ওলাইছে। পৃথিৱীৰ কোন পাৰ্থিব শক্তিৰ কি সাধ্য যে ভাৰতৰ এই মহাঅভিযানত আলি লগাই দি লক্ষ্য পণ্ড কৰিবলৈ কিবা সুবিধা পায়!

('চেতনা'ৰ সম্পাদকীয়)

# বৃটিছ পণ্য-বৰ্জন

দিল্লীৰ কংগ্ৰেছৰ বিশেষ অধিৱেশনত বৃটিছ পণ্য-বৰ্জন সম্বন্ধীয় এটি কমিটি গঠিত হৈছিল। এই কমিটিৰ কাৰ্য আছিল, বিদেশৰ, বিশেষকৈ বৃটিছ সাম্ৰাজ্যৰ কি কি বস্তু লাহে লাহে এৰি ভাৰততে তাক তৈয়াৰ কৰি লব পাৰে তাক বিচাৰ কৰি, তাৰ এটা তালিকা, হৈ যোৱা ককোনাদাৰ কংগ্ৰেছত তাৰ বিচাৰো হৈছে। তাত কৈছে, "কাপোৰ সম্বন্ধে বৃটিছ-পণ্য সম্পূৰ্ণৰূপে বৰ্জন কৰিব পাৰি, খাদৰ আৰু দেশী কলৰ তৈয়াৰী কাপোৰেই ভাৰতীয়ৰ উৰা-পিন্ধাৰ পক্ষে যথেষ্ট। আৰু চামৰাৰ তৈয়াৰী বস্তু, চাইকেল, মটৰ-কাৰ, নানা বিলাসী খাদ্য, চকি, মেজ আদি ঘৰৰ সঁজুলি, কাচৰ বাচন, মণিহাৰী বস্তু আদি ইংৰাজসকলৰ তৈয়াৰী ২৭ ৰকমৰ বস্তু সোনকালে এৰিব লাগে। মদ, ফটিকা, ধপাত আৰু বিলাসিতাৰ আন কিছুমান বস্তু তৎক্ষণাৎ এৰি পেলাব লাগে।"

ভাৰতীয়ৰ ইহকাল-পৰকালৰ একমাত্ৰ মঙ্গল কামনা কৰোঁতা কংগ্ৰেছৰ এই উপদেশ ভাৰতীয়ই

মন দি শুনিবনে ? কাৰণ ঘৃণনীয় গোলামি ভাব ভাৰতীয়ৰ চৈধ্য পুৰুষৰ ভিতৰেদি আহি, তাৰ আজিৰ সন্তানসকলত সেই গোলামি জন্ম— স্বাভাৱিক হৈ বৰ্তিছে—আত্মসন্মানৰ সম্পূৰ্ণ স্বৰূপ ভাৰতীয়ই চিনি নোপোৱাতো হৈছেই, কোনোৱে চিনাই দিলেও নিচিনাত পৰিছে—আকল-স্বৰমতৰ ভাৰতীয়ই কাণ-মূৰ খাইছে, গতিকে সিহঁতৰ মুক্তিৰ নিমিত্তে দিয়া মহৎ উপদেশ গোলাম-জন্মা ভাৰতীয়ই শুনিব কিহেদি ? সেইবাবে দুই বছৰৰ আগৰ খদ্দৰৰ দোকান-পোহাৰবিলাক আজি বিদেশী কাপোৰেৰে ভৰি গৈছে, খদ্দৰৰ ঠাইত বিদেশী কাপোৰৰ গোলামি নিচান লগাই ভাৰতীয়ৰ গোলামি চেহেৰাবিলাকেৰে বাট-পথবিলাক ভৰি উঠিছে। তাক দেখি স্বাধীন দেশৰ ইংৰাজসকলে বিদ্ৰূপ বৰষি হাঁহিছে। তাত গোলামৰ সন্তান গোলাম ভাৰতীয়ৰ লাজৰ নোম এডালো শিঁয়ৰি উঠা নাই, কাৰণ, ভাৰত গোলাম, চিৰগোলাম, গতিকে গোলাম আৰু মৰা-শ এক বস্তু।

কিন্তু আনফালে ভাৰত—জাতীয় মহাসভা কংগ্ৰেছৰ এই কাৰ্যৰ খবৰ শুনি পাই আত্ম-সম্ভ্ৰমী বৃটিছ জাতিৰ গা লৰি উঠিছে। কাৰণ, তেওঁলোক স্বাধীন আৰু জীৱিত জাতি। স্বাধীন আৰু জীৱিত জাতিৰ গাত বা স্বাৰ্থত হাত পৰিলে সি মূৰ দাঙি উঠি আত্ম-ৰক্ষাৰ বাবে সজাগ হোৱা অভ্যাসটো স্বাভাৱিক সেইবাবে ব্যক্তিগতভাৱে লৰ্ড ইঞ্চকেপ আদিয়ে কংগ্ৰেছৰ এই বৃটিছ পণ্য-বৰ্জনৰ চেষ্টাতো ভ্ৰমাত্মক বুলি আৰু ট্ৰানচভাল আদি ইংৰাজ উপনিৱেশত সমাজগতভাৱেও এচিয়া-বাসীৰ লগত কোনো প্ৰকাৰৰ বেপাৰ-বাণিজ্য সম্বন্ধে কোনো লেনা-দেনা নাৰাখোঁ বুলি ঠিক কৰি একতাবদ্ধ হৈ আত্ম-ৰক্ষাৰ বাবে প্ৰস্তুত হৈছে। গোলাম জাতিৰ গাত লাথি মাৰি এডোখৰ এক্কৰাই দিলেও তাৰ তত নাচাপে, কাৰণ সি মৰা ; স্বাধীন জাতিয়ে তাৰ কোনো স্বাৰ্থত কোনোৱে নজৰ দিয়া বুলি খবৰ পালেও চকি উঠে, কাৰণ সি জীৱিত, তাৰ জীৱন আছে, প্ৰাণ আছে। গোলাম আৰু স্বাধীন জাতিৰ এয়ে প্ৰভেদ ! ভাৰত আজি এনে গোলাম জাতি। গোলাম আৰু স্বাধীন জাতি ইয়াকেই বোলে।

অথচ, এই ঘৃণিত প্ৰভেদখিনি চকুত ধৰি মুখৰ আগত স্পষ্টকৈ দেখুৱাই দি মৰা গাত চেতনা সঞ্চাৰ কৰিব খোজাতো ভাৰতীয়ই এইফালে কাণ নিদিয়ে।

এই দুখতেই এইবাৰ ককোনাদাত নিখিল ভাৰত খদ্দৰ প্ৰদৰ্শনীৰ সভাপতিৰ অভিভাষণত আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায় মহাশয়ে কৈছে, আমাৰ মনৰ (গোলামি) অৱস্থাৰ পৰিবৰ্তন নোহোৱালৈকে আমি কোনোৰকম মুক্তিৰ আশাকে কৰিব নোৱাৰো। মানসিক জড়তা এৰিব লাগিব— (দেশৰ স্বাৰ্থতকৈ নিজৰ হেয় ভোগ-বিলাসত মত্ত হোৱা) এয়ে মনৰ গোলামি বৃত্তি, ইয়াক এৰিব লাগিব। হায় ! ভাৰতৰ সেই মনুষ্যত্ব কোন দিনা আহিব ?

# জাতীয় ভাষা

জাতীয় চুক্তিৰ যি এখন খচৰা লিখি লালা লাজপৎ ৰায় আৰু ডাঃ আনচাৰীয়ে ভাৰতীয় ৰাইজৰ ওচৰত আলোচনাৰ নিমিত্তে উপস্থিত কৰিছে, তাত হিন্দুস্থানী ভাষাক ভাৰতৰ জাতীয় ভাষা হব লাগে বুলি কোৱা হৈছে আৰু দেৱনাগেৰী আৰু উৰ্দু দুয়োবিধ আখৰতে তাক লেখিব পাৰা যাব বুলি লেখা গৈছে।

স্বৰাজ-তন্ত্ৰৰ তলত হিন্দুস্থানী ভাৰতৰ ৰাজনৈতিক জাতীয় ভাষা আৰু দেৱনাগেৰী জাতীয় আখৰ হব লাগে বুলি যি মত প্ৰকাশ কৰা হৈছে, তাক আমি সৰ্বান্তঃকৰণে অনুমোদন কৰো। কাৰণ ভাৰতৰ ৩১ কোটি মানুহৰ ভিতৰত ২৬ কোটি মানুহেই হিন্দুস্থানী ভাষা জানে বা বুজে। ৩১ জনৰ ভিতৰত ২৬ জনৰ বোধগম্য যি ভাষা, সি নিশ্চয় জাতীয় ভাষা হব লাগে। দেৱনাগেৰী আখৰো ভাৰতৰ নিজা আখৰ; প্ৰায় সকলো প্ৰাদেশিক আখৰৰে মাতৃ-স্বৰূপা। কোনো কোনো প্ৰদেশত ভাষা বিভিন্ন হলেও দেৱনাগেৰী আখৰতেই তাক লিখা হয়। ভাৰতৰ সকলো প্ৰদেশৰে দেৱনাগৰী আখৰৰ লগত নিজা ভাবৰ এনে এটা বিশেষ পৰিচয় আছে, যাৰদ্বাৰা তাক ভাৰতৰ জাতীয় আখৰ কৰি লোৱাত কাৰো একো আপত্তি থাকিব নোৱাৰে। কিন্তু উৰ্দু আখৰক ভাৰতৰ জাতীয় আখৰ কৰি লোৱাত সকলো প্ৰদেশৰে একো আপত্তি নাই বুলি কব নোৱাৰো। কাৰণ, উৰ্দু আখৰতো ভাৰতৰ ঘৰত উদ্ভৱ হোৱা নিজা আখৰ নহয়, সুদূৰ আৰবী বা ফাৰ্চী তাৰ মূল বা হুবহু আকৃতি। মোগল আদি মুছলমানসকলে আহি যেতিয়া ভাৰত জয় কৰি সম্ৰাট হৈ ৰহে, তেতিয়া তেওঁলোকৰ লগত এই আখৰো ভাৰতত আহি সোমায়; আৰু বহু দিন তেওঁলোকৰ হাতত ৰাজক্ষমতা থকাত, যদিও উৰ্দু ভাষাটো আৰবী বা ফাৰ্চী আৰু ভাৰতীয় ভাষাৰ সান-মিহলিতে গজি উঠিল, তেতিয়াও সেই আৰবী আখৰেই উৰ্দু ভাষাৰ ধৰণী হৈ থাকিল। ৰাজ-কৰ্মলাভৰ আশাত বা চলাবৰ সুবিধাৰ কাৰণে দুই-চাৰিজন হিন্দুই সেই আখৰৰ উৰ্দু বা ফাৰ্চী ভাষা পঢ়িছিল যদিও, হিন্দুই তাক ঘৰুৱা জাতীয় ভাষাৰূপে গ্ৰহণ বা ব্যৱহাৰ কৰা নাছিল, দেৱনাগেৰী আখৰেই আছিল ভাৰতীয়ৰ জাতীয় আখৰ।

যি অলপ সংখ্যক মোগল আহি ভাৰতত সোমাইছিল, তেওঁলোকৰ ৰাজ-ক্ষমতাৰ চেষ্টাত লক্ষ লক্ষ, কোটি-কোটি হিন্দু মুছলমান হৈ গৈছে যদিও, দেৱনাগেৰী আখৰহে তেওঁলোকৰ মূল আখৰ, উৰ্দু আখৰ নহয়। গতিকে তেওঁলোকৰ জাতীয় আখৰ উৰ্দু বুলি ধৰি লোৱাটো ভুল।

মুছলমানসকলৰ হাতত এক সময়ত ভাৰতৰ ৰাজ-ক্ষমতা আছিল; এই অভিমানটোকেই যদি উৰ্দু আখৰ ভাৰতৰ জাতীয় আখৰ কৰিব লগীয়া মতটোৰ মূল বুলি ধৰি লোৱা হয়, তেনেহলে ভাৰতবাসী খৃষ্টিয়ানসকলেও তো সংখ্যাত কম হলেও, ইংৰাজী আখৰটো ভাৰতৰ জাতীয় আখৰ হব লাগে বুলি দাবি কৰিব পাৰে। কাৰণ, ভাৰতৰ শাসন-দণ্ড আজি খৃষ্টিয়ানৰ হাতত।

যদি কোৱা হয় যে ভাৰতৰ বৰ্তমান খৃষ্টিয়ান বিলাক দেশীয় খৃষ্টিয়ান, বিলাতৰ মূল বগা খৃষ্টিয়ান নহয়; গতিকে তেওঁলোকৰ জাতীয় যি দেশীয় আখৰ সেয়েহে, ইংৰাজী আখৰ হ'ব নোৱাৰে। তেনেহলে ভাৰতৰ বৰ্তমান মুছলমান-সকলৰ ভিতৰত সিফালৰ পৰা অহা মূল মুছলমান অতি কমহে, সাতজনৰ ভিতৰত ছয়জনেই দেশীয় মুছলমান। গতিকে তেওঁলোকৰ জাতীয় আখৰ দেৱনাগেৰী নহৈ উৰ্দু হ'ব পাৰে কেনেকৈ? ইয়াত দেশীয় খৃষ্টিয়ানসকলৰ সম্বন্ধে পক্ষপাতিতা দোষ সোমোৱা নাইনে? স্বৰাজৰ মূল আদৰ্শই হৈছে ভাৰতীয়ৰ অতি ক্ষুদ্ৰ অংশবিলাকৰ সম্বন্ধেও যাতে অবিচাৰ আৰু অসন্তোষৰ তিলমানো কাৰণ নাথাকে তাৰ ব্যৱস্থা কৰা; কিন্তু এনে পক্ষপাতমূলক ব্যৱস্থা হলে, ভাৰতত বৰ্তমান যি ভাবে খৃষ্টিয়ানৰ সংখ্যা বাঢ়ি যাব ধৰিছে, এইদৰে বাঢ়ি যেতিয়া লক্ষৰ পৰা কৌটিত পৰিব তেতিয়া এই পক্ষপাতিতাৰ দুৰ্বলতাকে নজীৰ ধৰি ভাৰতৰ জাতীয় জীৱনত এটা অশান্তিৰ ধুমুহা উঠা সম্ভৱ বুলি চিন্তাশীল দূৰদৰ্শীসকলে এটা অনুমান কৰি লব নোৱাৰেনে?

যদি কোৱা হয়, মুছলমানসকলৰ সম্বন্ধে যি ব্যৱস্থা, খৃষ্টিয়ান বা আন সম্বন্ধে সেই ব্যৱস্থা লোৱাত অন্তৰায় আছে। মুছলমান ভাৰতত কম হলেও তেওঁলোকৰ ঔৰসত ভাৰতত যিমান মুছলমানৰ জন্ম হৈছে, তাৰ সংখ্যাও নিচেই কম নহয়। কিন্তু সেইদৰে ইউৰোপৰ বগা খৃষ্টিয়ানৰ ঔৰসত তো অসংখ্য ভাৰতীয় খৃষ্টিয়ানৰ জন্ম হৈ ইউৰেচিয়ান সম্প্ৰদায় এটাৰ সৃষ্টি হৈছে।

খাচীয়া, নাগা, ৰাভা, চাণ্ডাল আদি পৰ্বতীয়া জাতিৰ যি বিলাকক খৃষ্টিয়ান কৰা হৈছে, তেওঁলোকৰ আগৰ কোনো লিখিত ভাষা বা আখৰ নথকাত ইংৰাজী আখৰকেই তেওঁ-লোকৰ জাতীয় আখৰ কৰি লোৱা হৈছে। ইংৰাজ-সকলৰ উদ্‌গনিত এই ইউৰেচিয়ানসকলে দেশীয় এই খৃষ্টিয়ানসকলৰ যোগ লৈ ইংৰাজী আখৰক ভাৰতৰ স্বৰাজ-তন্ত্ৰৰ জাতীয় আখৰ হব লাগে বুলি ভৱিষ্যতে দাবী কৰিব নোৱাৰিব বুলি কোনে কব পাৰে?

আৰু ভাৰতীয়ৰ জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলোৰে এটা মাত্ৰ ৰাজনৈতিক কাৰ্য-সাধনৰ নিমিত্তে এইদৰে দুটা আখৰ প্ৰচলন কৰিবৰ ব্যৱস্থা হলে জাতীয় জীৱনত সামঞ্জস্য আৰু শান্তি ৰক্ষা হ'ব কেনেকৈ?

তাৰ ওপৰঞ্চি এনে পক্ষপাতমূলক ব্যৱস্থাত আন ৰকমৰ অশান্তিৰো উদ্ভৱ হ'ব পাৰে।

নন-ক'অপাৰেচনৰ আগেয়ে মহাত্মা গান্ধীয়ে ভাৰতৰ জাতীয় ভাষা হিন্দুস্থানী হ'ব লাগে বুলি দেশবাসীৰ ওচৰত যি আলোচনা উত্থাপন কৰিছিল তাত বঙ্গদেশৰ পৰা চিঞৰ-বাখৰ উঠিছিল যে বঙ্গালী ভাষাও ভাৰতৰ জাতীয় ভাষা হবৰ উপযুক্ত। তেতিয়া যুক্তিৰ ওচৰত আৰ্তনাদ আস্ফা-লন কৰি হাৰি বঙ্গদেশক মহাত্মাৰ মতকে মানি লৈ দেশত শান্তি দিছিল। আজি নিখিল ভাৰত কংগ্ৰেছ নিৰ্দিষ্ট চব-কমিটিৰ দ্বাৰা দেৱনাগেৰী আৰু উৰ্দু আখৰ জাতীয় আখৰ হ'ব লাগে বুলি মত প্ৰকাশ কৰা হৈছে, এইফালে মুৰ্চিদাবাদৰ চিংৰী গোড়াত বহা নিখিল ভাৰত সাহিত্য-সম্মিলনৰ (All India Literary Conference) দ্বিতীয় অধিৱেশনত বঙ্গদেশৰ ভাৰতীয় ভাষাবিদ্

বাবু মন্মথ নাথ ভট্টাচাৰ্যই গেড়ি মাৰি কৈছে যে বঙ্গালী আখৰেই নিখিল ভাৰতৰ জাতীয় আখৰ হ'ব লাগে। তেওঁ যুক্তি দিছে—বঙ্গালী আখৰ সৰল, স্পষ্ট আৰু সম্পূৰ্ণ। উক্ত আখৰক ভাৰতৰ জাতীয় আখৰ কৰিবলৈ কৰা জেদৰ পৰাই যে বঙ্গালীসকলৰো ব্যক্তিত্ব ৰক্ষাৰ জেদ বাটি এনে শান্তি ভঙ্গকাৰী কথা ওলাইছে, তাক আমি ভাবি লব পাৰোঁ। এইদৰে জাতীয় ভাষা বা আখৰৰ বহুত প্ৰাদেশিক বিশিষ্টতা আছে। সেইবিলাক বিশিষ্টতায়ো যদি এইদৰে আৰকাল কৰি উঠে, তেনেহলে জাতীয় জীৱন গঠনৰ অনুষ্ঠানত বেমেজালি ঘটিব পাৰে বুলি আমি কিয় শঙ্কা কৰিব নোৱাৰিম?

এইবিলাক নানা কাৰণে পক্ষপাতিতা বা জেদৰ মুদা মাৰিবলৈ অকল দেৱনাগৰী আখৰকেই ভাৰতৰ জাতীয় আখৰ কৰিবলৈ আমি সম্পূৰ্ণ মত দিওঁ।

('চেতনা', ৫ম বছৰ, ৬ষ্ঠ সংখ্যা)

# জগতব্যাপী শান্তিৰ প্ৰথম খোপ

হিন্দুৰ প্ৰাচীন ত্ৰিকালজ্ঞ ঋষিসকলে কামিনী আৰু কাঞ্চনকে অশান্তিৰ এটা ঘাই কাৰণ বুলি নিৰ্দেশ কৰি গৈছে। কামিনী অশান্তিৰ কাৰণ হ'ক নহ'ক একো নকওঁ, কিন্তু কাঞ্চন যে মানৱ-সমাজত অশান্তিৰ এটা ঘাই সৰঞ্জাম, সি যে মানুহক হীন আৰু নীচ কৰে, তাৰ প্ৰমাণ আমি পদে পদে পাওঁ।

আজি আমি দেখিছোঁ, জগতৰ এই জুই লগা প্ৰতিযোগিতাৰ মূল কাৰণেই হৈছে কাঞ্চন; হিংসা, ৰক্তপাত আদি বিভীষিকাৰ আচল কেন্দ্ৰই হৈছে কাঞ্চন; পৃথিৱীত যিমান ৰকমৰ অৰ্থ হয়, তাৰ সকলোবিলাক অলপ নহয় অলপ এই কাঞ্চনৰ গাত আঁউজিয়ে ঘটে।

আন সৰু-সুৰা কাৰণ কিছু থাকিলেও চীন, বেবিলন, গ্ৰীক, ৰোম আদি প্ৰাচীন সভ্যতাৰ প্ৰখৰ উত্তাপত জড়তা সোমাই তাক ধ্বংস কৰাৰ মূলতো এই কাঞ্চনেই। হেৰ সিদিনা হৈ যোৱা ইউৰোপৰ সৰ্বনাশী সমৰৰো আচল গুৰি কাঞ্চনেই। আজি ইমান শ বছৰ ভাৰত বাৰে বাৰে বিদেশীৰ তলত পৰাধীন হৈ থকাৰ গুৰিও এই কাঞ্চনেই।

নানা সময়ৰ নানা ঘটনাৰ অৱশ্যম্ভাৱী ফল দেখি আৰু সাধনাৰ ভিতৰেদি ত্ৰিকালজ্ঞ ঋষিসকলে যি সত্য উপলব্ধি কৰি, সমাজক সত্বস্থ কৰি লৈ, সামাজিক আৰু ৰাজনৈতিক জীৱনত আধ্যাত্মিকতা প্ৰতিষ্ঠিত কৰিবৰ চেষ্টা কৰিছিল, সেই মহৎ চেষ্টা যদি সফল হৈ উঠিলহেঁতেন তেনেহলে ভাৰতৰ প্ৰাচীন ৰজাসকলে সেই উচ্চ-নীতি এৰি দি ভাৰতত ইমান ধন-সোণৰ ভঁৰাল নোগোটালেহেঁতেন, আৰু সেই ধন-সোণৰ প্ৰলোভনত পৰি জাকে জাকে বিদেশৰ পৰা কাকতি ফৰিং অহাদি আহি ভাৰতৰ ওপৰত জঁপিয়াই পৰি ভাৰতৰ নিৰ্বীৰ্যতাৰ অনুচিত ইতিহাস এখনো নুখুলিলেহেঁতেন।

ভাৰতীয়সকলে পৰশুৰামৰ নিঃক্ষত্ৰিয় কৰা কাহিনী খুলি আৰু জনক ৰজাৰ ভিতৰেদি

আধ্যাত্মিকতা আৰু বাস্তৱতা, পশুবল আৰু আধ্যাত্মিক বলৰ সামঞ্জস্য ৰাখি ভাৰতত চিৰশান্তি স্থাপিব খুজিছিল, কিন্তু আধ্যাত্মিকতাৰ নিৰীহ শাসন তল পেলাই মূৰ দাঙি উঠা ৰাজ চক্ৰৱৰ্তী-সকলৰ ভোগ-বিলাসে তাক কৰিব নিদিলে।

ভোগ-বিলাসৰ সেৱাকেই মানুহৰ মুখপাত কৰি ললে মানুহ স্বাৰ্থপৰ হয়, আনৰ মঙ্গললৈ আওকাণ কৰি নিজৰ শাৰীৰিক সম্ভোগটোকেই বুকৰ জীউ কৰি মূৰত তুলি লৈ তাৰ ভৰ খাই মানুহ দুৰ্বল হয়, অকৰ্মা হয়, আত্ম-মৰ্যাদা লোপ পায়, আত্ম ৰক্ষাৰো থূম হেৰুৱাই নীচ, ভীৰু, দীন-হীন হৈ পৰে; পৰস্পৰৰ ভিতৰত সকলোৰে উমৈহতীয়া মঙ্গললৈ মন কৰি চলা উদ্যোগ কমি যোৱাত নিজৰ ভিতৰত অমিলে আহি দেখা দিয়ে। সকলোৱে বৃহৎ জাতীয় স্বাৰ্থৰ আঁত হেৰুৱাই ক্ষুদ্ৰ স্বাৰ্থৰ জেওৰাৰ ভিতৰতেই পেৰাৰ বলধৰ দৰে ঘূৰিব ধৰে। সেই অৱসৰতে আনৰ হানি কৰি ভোগ-বিলাসৰ জুই জ্বলা পিয়াহ পলুৱাবলৈ ছল চাই থকা আন কোনো ব্যক্তিয়ে বা জাতিয়ে তাৰ ওপৰত জঁপিয়াই পৰি তাৰ স্বাৰ্থ সাৰি লয়। এইদৰে এক পক্ষ কাঞ্চনৰ জুইত পৰি ছাই হয়, আন পক্ষ ছাই হ'বলৈকে জ্বলিবলৈ ধৰে। এই কাঞ্চনে পৰকো শত্ৰু কৰায় আৰু নিজকো নিজৰ শত্ৰু কৰি তোলে। গতিকে ব্যক্তিগত, সমাজগত, জাতিগত, সকলো জীৱনতে অশান্তিৰ আৰকাল উঠে।

জগতময় শান্তিৰ বিপৰীত এই কাঞ্চনৰ অপ-কাৰিতা জাতিৰ পক্ষে যেনে, ব্যক্তিৰ পক্ষেও তেনে। কোনো লোকৰ ধন বৃদ্ধিৰ লগে লগে নিজৰো ভোগ-পিয়াহৰ মাত্ৰা বাঢ়ি যায়; সেই পিয়াহ পলুৱাবলৈ নানা অনাৱশ্যকীয় অভাৱৰ সৃষ্টি কৰে; আনৰ ওপৰত অনাহক উৎপীড়ন কৰিবলৈ সুবিধা বিচাৰে, আনৰ সুখ-দুখতকৈ নিজৰ সুখ-দুখকেই ডাঙৰ কৰি তোলে; এইদৰে সি নিজে ঘোৰ স্বাৰ্থপৰ আৰু নীচ হ'বলৈ ধৰে; আৰু আনফালে তাৰ এনে হৃদয়হীনতাই আৰু স্বাৰ্থপৰতাই আন ওচৰ-চুবুৰীয়া সৰ্বসাধাৰণক তাৰ বিদ্ৰোহী কৰি তোলে। কিন্তু বিদ্ৰোহৰ এই ঢালটো তাক সংশোধন কৰাৰ পক্ষে নগৈ নিজে নীচ হৈ তাৰ প্ৰতিশোধ লোৱাৰফালে যায়, আৰু চুৰ কৰি, ডকা দি, মাৰি কাটি তাৰ ধন বা বস্তু আনি সৰ্বনাশ কৰিবলৈ বিচাৰে। এইদৰে দুয়ো পক্ষ নীচ হৈ যোৱাত জাতিৰ বা সমাজৰ অৱস্থা অতি শোচনীয় হৈ উঠে আৰু তৰ্কিব নোৱাৰাকৈ ধ্বংসৰফালে আগবাঢ়ে। দেশত এই-দৰে হিতাহিত বিবেচনা, জ্ঞান-বিবেকৰ প্ৰতিপত্তি নোহোৱা হৈ জাতিয়ে, সমাজে, ব্যক্তিয়ে জীৱনৰ উচ্চ আদৰ্শ হেৰুৱায় আৰু অশান্তিৰ আলিতে ঘূৰপাক খাই পৰি আধামৰা আধাজীয়া হয়। এই সকলোবোৰৰ মূলতেই ভাৰতৰ মূল সভ্যতাই কাঞ্চন-সৰ্বস্ব সভ্যতাৰ সঁচ মাৰিবলৈ আধ্যাত্মিক সভ্যতা প্ৰতিষ্ঠা কৰাৰ চেষ্টাত মন-প্ৰাণ ঢালি দিছিল, লগে লগে নিঃস্বাৰ্থভাৱে দেশৰ মঙ্গল সাধন কৰাটোকেই জীৱনৰ মূল উদ্দেশ্য বুলি ঘোষণা কৰি গৈছে। যি সময়ত পুৰণি ভাৰতে সামাজক এইদৰে আধ্যাত্মিকতাক থাপি তুলিবৰ দিহা কৰিছিল, সেই কালত আদান-প্ৰদানটো ধন বা কাঞ্চনৰ ওপৰত নাথাকি, সকলোৰে ঘৰে-দুৱাৰে আপোনা-আপুনি হৈ উঠা স্বভাৱজ বস্তুৰ ওপৰত আছিল। সেইবাবে, সেই কালত চোৰ-ডকাইতৰ হিংসা-প্ৰতিশোধৰ ভীষণ ভাবৰ ভয় নাছিল, আৰু সেই-বাবে, ধন ৰক্ষাৰ নিমিত্তে দুৱাৰত বা বাকচত তালা-চাবিৰ ব্যৱহাৰো নাছিল।

ভাৰতীয় প্ৰাচীন সভ্যতাৰ এই মহৎ আদৰ্শ নানা সময়ৰ বিজাতীয় সভ্যতাৰ খঁহনি খাই কিছু খৰ্ব হলেও, আজিও তাৰ কিছু চিন-চাব বৰ্তমান জড়সৰ্বস্ব সভ্যতাৰ বিষাক্ত বতাহে একেবাৰে দূষিত কৰিব নোৱাৰা গাঁওবিলাকত পোৱা যায়। তাত টকা কড়িৰ বৰ লেঠা নাই, বস্তুৰে বস্তুৰে সাল-সলনি কৰি পৰস্পৰৰ অভাৱ পূৰণ কৰি লোৱা হয়। এঘৰত যদি তামোল-পাণ থাকে ধান নাই, তেনেহলে আন এঘৰে ধান দি তামোল-পাণ নিয়ে। এঘৰত যদি শাক-পাচলি নাই, তেল-খাৰ থাকে, আন ঘৰে তাক শাক-পাচলি দি তেল-খাৰ নিয়ে। এইদৰে নিৰুপদ্ৰৱে নিৰ্দ্বন্দ্বে পৰস্পৰৰ আদান-প্ৰদানত সকলোৱে মহাসুখে মহাশান্তিৰে থাকে। টকাৰ ঝন-ঝননি, সোণৰ জিলিকিনি নোহোৱাত ভোগ-বিলাসৰ নানা অমূলক অভাৱবিলাকো তাত আবিৰ্ভূত হৈ নুঠে আৰু অভাৱ পূৰণৰ বাবে নানা কল-কৌশলৰ শৰণাগত হৈ জীৱনো নিৰস নকৰে।

কাঞ্চন বা ধন-সোণেই মানুহৰ সভ্যতাৰ কেন্দ্ৰ হলে তাৰ চাকচিক্যই মানুহৰ মনত তাৰ প্ৰতি মোহ জন্মায় আৰু তাক খৰচ নকৰি জমা কৰি পুঁজি কৰিবলৈ কয়; কাৰণ পৃথিৱীত তাৰ পৰিমাণ অতি কম আৰু তাক উপাৰ্জন কৰাত মানুহৰ কঠোৰ পৰিশ্ৰমো হয়; গতিকে হাতত পৰিলেই খৰচ কৰি শেষ কৰিব নোখোজে; আৰু আদান-প্ৰদান কৰি নানা বিজাতীয় অচিনাকি ভোগ-বিলাসৰ বয়-বস্তু গোটাবলৈ পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ অভিযান কৰাত সহায় কৰে। কাৰণ, সি পচি-গেলি যোৱা বস্তু নহয়। শতাব্দীৰ পাছত শতাব্দী চলিলেও সি সম্পূৰ্ণভাৱে বিকৃত নহয়। কিন্তু শাক-পাচলি, ধান-মাহ, গাখীৰ-ঘিউ, আদি দৈনিক জীৱনৰ অতি আৱশ্যকীয় বস্তুবোৰৰ পৰিমাণ অপৰ্যাপ্ত আৰু অতি সহজতে সি জন্মে। সেইদৰে বেছি দিন সাঁচিও ৰাখিব নোৱাৰি, আৰু সালসলনিৰ নিমিত্তে অতি দূৰ-দূৰণিলৈ পঠাবও নোৱাৰি; কাৰণ, সি গেলি-পচি যায়। গতিকে, তাৰ প্ৰতি মানুহৰ স্থায়ী মোহ নজন্মে। এজনৰ ঘৰত কোনো বস্তু বেছি হলেই, পচি-গেলি যোৱাতকৈ তাৰ ওচৰ-চুবুৰীয়া আন এজনক দি হৃদয়ৰ সহানুভূতিমূলক মহৎ ভাবৰ অনুশীলন কৰিবৰ সুবিধা গুচে।

ভাৰতৰ এই প্ৰাচীন সভ্যতাৰ আদৰ্শ যে জগতত শান্তি স্থাপন কৰিবৰ পক্ষে কিমান উপযোগী, তাক এক আষাৰে বৰ্ণাব নোৱাৰি।

আজি জগতৰ গোটেইফালে পৃথিৱীত চিৰ-শান্তি স্থাপনৰ বাবে ব্যাকুল হোৱা দেখা গৈছে; সেই উদ্দেশ্যে নানা সভা সমিতি-অনুষ্ঠানো কৰা হৈছে কিন্তু যেতিয়াকৈকে তেওঁলোকৰ মূৰৰ পৰা বৰ্তমানৰ এই তলি ফুটাই তললৈ যোৱা অতি গধুৰ জটিল সভ্যতাৰ পাছ এৰি ভাৰতৰ প্ৰাচীন সভ্যতাৰ মহান আদৰ্শৰ অনুগমন নকৰিব, তেতিয়ালৈকে এই মহাশান্তি স্থাপনৰ চেষ্টা সফল হোৱাৰ আশা ক'ত?

('চেতনা', ৫ম বছৰ, ৫ম সংখ্যা, সম্পাদকীয়)

# অসমীয়া লোকৰ সংখ্যা

১৯১০ চনৰ চেঞ্চাচত অসমত আচল অসমীয়াৰ সংখ্যা আছিল ১৫ ( পোন্ধৰ ) লক্ষ, ১৯২১ চনৰ চেঞ্চাচত হ'ল ১৭ লক্ষ। হিচাপমতে এই দহ বছৰৰ ভিতৰত যিমান বাঢ়িব লাগিছিল সিমান নাবাঢ়িল, মাত্র ২ লক্ষহে বাঢ়িল ! কালা-আজাৰ, মেলেৰিয়া জ্বৰ, হাগনি আদি মহামাৰীবিলাক আহি অসমৰ সাৰুৱা মাটিত স্থায়ীভাৱে বহি লৈছে; তাৰ উপদ্ৰৱত অসমীয়া মানুহ বাঢ়িব কেনেকৈ ? মানুহ কমাৰ লগে লগে জাতীয়-শক্তিৰ অঙ্গ-বিলাকো আনে হস্তগত কৰিব ধৰিছে। এইফালে নানাফালৰ পৰা বিদেশীবিলাক আহি অসমদেশ ভৰি পৰাত খোৱা-লোৱা বয়-বস্তুৰ নাটনি পৰি আহিছে। নগাঁৱত সুদূৰ জাপানৰ পৰাও বেপাৰী আহি সোমাই লাখ লাখ টকাৰ পটাৰ কাৰবাৰ কৰিছে। অসমীয়াই ইমান ডাঙৰকৈ নোৱাৰিলেও নিজৰ ঘৰৰ বস্তুৰ ওপৰত কম পৰিমাণেও কাৰ্য চলাবলৈ মন দিয়া নাই।

বঙ্গদেশ আদিত জাতীয় ক্ষয় নিবাৰণ কৰিবৰ কাৰণে সেৱক-সমিতি বুলি গাঁৱে গাঁৱে স্বাস্থ্যৰক্ষাৰ উপকাৰিতা আৰু প্ৰণালী শিক্ষাদি মেলেৰিয়া আদি মহামাৰীবিলাকৰ মূল তুলি পেলাবৰ দিহা কৰিছে, বেকাৰ-সমস্যা সমাধানৰ মিমিত্তে লাগি-পৰি বাজিছে। আমাৰ যিসকল ডাঙৰীয়াই ৰাজনীতিৰ নামত আধামৰা হয়, অথচ, সমাজৰ নেতৃত্বাভিমানো এৰি দিব নোখোজে তেওঁলোকে লগ লাগি নিজ উপায়ৰ এই সমাজ-সেৱাৰ ভাৰ লৈ কালা-আজাৰ, মেলেৰিয়া গ্ৰাসৰ পৰা, বিদেশীৰ অযথা আক্ৰমণৰ পৰা হাজাৰ হাজাৰ নিৰক্ষৰ ৰাইজক ৰক্ষা কৰিবৰ চেষ্টা নকৰে কিয় ?

# হিন্দুৰাজ আৰু মুছলমানৰাজ

ভাৰতৰ ঘাই সম্প্ৰদায় হিন্দু আৰু মুছলমানৰ ভাৰতত ভৱিষ্যতে হিন্দুৰাজ হ'বনে মুছলমানৰাজ হ'ব, এই লৈ এটা অশান্তিৰ সৃষ্টি হৈছে। মুছলমান-সকলে কয় যে, ভাৰতে স্বৰাজ লাভ কৰিলে হিন্দুৰাজহে হ'ব, কাৰণ, ভাৰতত হিন্দুৰ সংখ্যা বেছি, আৰু বিদ্যা-বুদ্ধি, ধন-সম্পদ সম্বন্ধত হিন্দু গহীন। গতিকে, ভাৰতে স্বৰাজ লাভ কৰিলে ৰাজনৈতিক ক্ষমতাৰ সকলোখিনি আহি হিন্দুৰ হাততে পৰিব ; তেতিয়া মুছলমানৰ সংখ্যা আৰু বিদ্যা-বুদ্ধি কম গুণে হিন্দুহে মুছলমানক শাসন কৰিব, মুছলমান হিন্দুৰ তলতীয়া হ'ব। সেইবাবে মুছলমানবিলাকে ব্যক্তিগতভাৱেও আৰু সভা-সমিতি কৰিও ঠায়ে ঠায়ে ভাৰতে স্বৰাজ লাভ কৰাৰ বিৰুদ্ধে মতামত প্ৰকাশ কৰিছে। সুখৰ বিষয় মুছলমানৰ সমগ্ৰ সম্প্ৰদায়ে এই মতত যোগ দিয়া নাই, যদিও হিন্দুক ঠেলি থৈ তেওঁলোকেও ভাৰতৰ সৰ্বেসৰ্বা হৈ উঠিবৰ দুৰাশা এটা অন্তৰত গোপনভাৱে পোষণ কৰে আৰু মাজে-সময়ে কাৰ্য গতিকে কোনো ঘটনাক উপলক্ষ্য কৰি ফুটিও উঠে।

হিন্দুৰ পক্ষৰ পৰাও এনে ভাব উঠা দেখা যায়।

হিন্দুৱে ভাবে, ভাৰত হিন্দুস্থান, হিন্দুৰ আদিম বসতি। গতিকে ভাৰতত হিন্দুৱে সকলোফালে সৰ্বেসৰ্বা হ'ব লাগে। কিন্তু হলেও, হিন্দুৰ এই ভাব মুছলমানৰ নিচিনা তিমান তীব্ৰ নহয়, আৰু এই সমস্যা তিমান গভীৰভাৱে ভাবিবৰ হিন্দুৰ কোনো কাৰণো নাই। কাৰণ, 'যোগ্য-ভোগ্যা বসুন্ধৰা' বুলি কথাটো ধৰ্মবিশ্বাসৰ লগত হিন্দুৰ মজ্জাগত। যোগ্যতা নোহোৱাকৈ কোনো বিষয়ত অনধিকাৰ প্ৰবেশ হিন্দুৰ নীতি-বিৰুদ্ধ। আৰু আনৰ অযোগ্যতাকো হিন্দুৱে লাই নিদিয়ে। যেতিয়া হিন্দুৱে দেখে যে কোনো যোগ্যতাই ঠাই নাপাই অনাদৃত হৈ পৰি আছে, তেতিয়া হিন্দুৱে বুক খুলি বাহু মেলি তাক আঁকোৱালি নিজৰ কৰি লয়। এইদৰেই দ্ৰাবিড়, শক, হুন, গ্ৰীক, বৌদ্ধ আদিক হিন্দুৱে নিজৰ কৰি লৈছে। হিন্দুৰ এই যোগ্যতাক বৰি লোৱাৰ ভিতৰত বৰ্তমান সঙ্কীৰ্ণ জাতীয়তাৰ লেশমাত্ৰও আভাস নাই, আছে মানৱ-ভ্ৰাতৃত্ব, বিশ্ব-প্ৰেমিকতা। গতিকে, ভাৰতৰ হিন্দুৰাজ আৰু মুছলমানৰাজ সম্বন্ধে ভাবিবৰ হিন্দুৰ অৱসৰ নাই। হিন্দুৱে যদি মুছলমানক দেখে যে ভাৰতৰ এই ৩২ কোটি অধিবাসীৰ জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোকে সমানে শাসন কৰিব পৰা ভাৰতৰ বাকী ২৬ কোটি অধিবাসীৰ ওপৰত সৰ্বেসৰ্বা হৈ উঠাৰ এটা দুঃস্বপ্ন দেখিছে আৰু তেতিয়া হিন্দুই হ'ক, পাৰ্চীয়েই হ'ক, শিখেই হ'ক, বা এইবিলাকৰ মিহলি এটা দলেই হ'ক, যোগ্যতা অনুসাৰে ভাৰতৰ শাসনদণ্ড হাতত লবই আৰু সকলো ভাৰতবাসীয়ে তাত সহায়ো কৰিব। তাত সাম্প্ৰদায়িক জনসংখ্যাৰ পৰিমাণ বিচাৰ নহ'ব। কাৰণ, হাজাৰ মূৰ্খ পুত্ৰতকৈ এজন জ্ঞানী পুত্ৰক ভাৰতমাতাই মোৰ বুলি বুকত চপাই লব।

এইবাবেই, জনসংখ্যাৰ অনুপাতে সাম্প্ৰদায়িক নিৰ্বাচনৰ প্ৰথা কৰি অলীক বন্ধন এটা ঘটাব খোজা শ্ৰীযুত চিত্তৰঞ্জন দাশৰ হিন্দু-মুছলমানৰ পেক্ট আমি কোনোফালৰ পৰাই সমৰ্থন কৰিব নোৱাৰো। ইয়াত যোগ্যতাৰ, জ্ঞান-বিদ্যাৰ বিচাৰ নাই, আছে মূৰ্খতাৰ, অজ্ঞতাৰ জন-সংখ্যাৰ অনুচিত অনুপাতৰ বিচাৰ। এনে হিচাপৰফালৰ পৰাই যদি ভাৰতৰ ৰাজনৈতিক ক্ষমতা লাভৰ যোগ্যতা বিচাৰ কৰা হয়, তেন্তে সি হিন্দুৰাজেই হ'ক, মুছলমানৰাজেই হ'ক বা খৃষ্টিয়ান ৰাজেই হ'ক, ভাৰতৰ কোনো শ্ৰেণীৰ কোনো সম্প্ৰদায়ৰে সি বাঞ্ছনীয় নহ'ব।

এই কথাৰ সাৰৱত্তা বুজিয়েই নিখিল ভাৰত খৃষ্টিয়ান সম্প্ৰদায়েও লোকেল বোৰ্ড, মিউনিচিপালিটি আৰু কাউঞ্চিলত সাম্প্ৰদায়িক নিৰ্বাচন প্ৰথা উঠাই দিবলৈ প্ৰস্তাৱ কৰিছে। কিন্তু মুছলমানসকলে সেইটো বুজা নাই। যোগ্যতাৰ পৰিমাণতকৈ মূৰ্খতা আৰু খামখেয়ালিৰ পৰিমাণকে তেওঁলোকে ডাঙৰ বুলি ধৰিছে।

হিন্দুৰাজ আৰু মুছলমানৰাজৰ কথাটো তীব্ৰ-ভাৱে মুছলমানৰফালৰ পৰাই উঠিছে। হিন্দুৱে কোনো দিন তেনে অনুচিত কথা ক'তো এষাৰ কোৱা নাই। সেইবাবে আমি মুছলমান ভাইসকলক কওঁ, তেওঁলোকে আনধৰ্মী অজ্ঞ মানুহবোৰক নানা ছল-চক্ৰান্ত কৰি মুছলমান কৰি মূৰ্খৰ সংখ্যা বঢ়াবলৈ যি অজস্ৰ টকা খৰচ কৰিব ধৰিছে সেই টকা, বৰ্তমানত যিবিলাক অজ্ঞ অশিক্ষিত মুছলমান আছে, যিবিলাকক ঘাইকৈ সাম্প্ৰদায়িক হাই-কাজিয়া লগাই দেশত অশান্তি ঘটোৱাৰ মূল কাৰণ বুলি সকলোৱে কয়, সেইবোৰ লোকক ভাৰতৰ সমবেত জাতীয় ভাব-উদ্বোধক শিক্ষাৰে শিক্ষিত

কৰি তুলিবলৈ খৰচ কৰক। তেতিয়া সেই ধন সং কামত লাগিব, দেশত অশান্তিৰ মূল মৰিব, ভাৰতবাসীৰ মনৰ লগত ভাই ভাই সম্বন্ধ স্থাপন কৰিবলৈ হৃদয়ত প্ৰেৰণা পাব। তেতিয়াহে মুছলমানে ভাৰতৰ ৰাজনৈতিক অধিকাৰত ক্ষমতাশালী হৈ উঠিব লাগে বুলি প্ৰস্তাৱ কৰিলে সকলোৱে কাণ পাতি শুনিব।

( 'চেতনা', ৫ম বছৰ, ১০ম সংখ্যা, সম্পাদকীয় )

## দন্দুৱাদ্ৰোহ সংশোধনৰ প্ৰস্তাৱৰ বিষয়ে

আমাৰ নৱম সংখ্যা 'চেতনা'ত দিয়া 'দন্দুৱাদ্ৰোহ'ৰ সংশোধনৰ প্ৰস্তাৱৰ প্ৰতিবাদ স্বৰূপে চেতনাত ছপাবলৈ শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই আমালৈ এখন চিঠি পঠিয়াই দিছে। লগতে সেই বিষয়ে কেইটিমান প্ৰশ্নও আমাক সুধি পঠাইছে। গতিকে অতি সংক্ষেপে আমাৰ উত্তৰ তেখেতক জনাবলৈ আমি বাধ্য।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই অনেক লোকৰ ঘৰৰ পৰা বুৰঞ্জীবিলাক নি ভস্ম কৰাৰ পাছতো যি দুই-এখন বুৰঞ্জী আধাঢ়খৰীয়াভাৱে দেশত ৰৈ গ'ল তাকে অৱলম্বন কৰি ১৭৫১ শকত স্বৰ্গীয় হলিৰাম ঢেকিয়াল ফুকনে বঙ্গভাষাৰে এখনি আসাম বুৰঞ্জী কলিকতাত ছপায়।

ইংৰাজী ১৮৪১ চনত ৰবিনচন চাহাবেও ইংৰাজী ভাষাত এখন আসামৰ বুৰঞ্জী প্ৰকাশ কৰে। কিন্তু এই দুয়োখন বুৰঞ্জী যি কোনো কাৰণতেই হ'ক আমাৰ হাতত পৰা নাই। হলিৰাম ঢেকিয়াল ফুকনৰ সুযোগ্য পুত্ৰ স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনে তেখেতৰ পিতৃৰ বুৰঞ্জীকে আশ্ৰয় কৰি এখন নতুন বুৰঞ্জী প্ৰকাশ কৰিবলৈ মন কৰে। কিন্তু এই কাম শেষ নৌহওঁতেই তেখেতৰ মৃত্যু হোৱাত সি সেইভাৱেই পৰি থাকে। আনন্দৰাম ঢেকিয়াল ফুকনে গোটোৱা বস্তু-বাহানিকে লৈ স্বৰ্গীয় গুণাভিৰাম বৰুৱাই যিখনি বুৰঞ্জী লিখে সেইখন আমাৰ হাতত আছে।

পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ ৰাজত্বকালত তেওঁৰে অনুমতিক্ৰমে ৺কাশীনাথ তামুলী ফুকনে যিখন আসাম বুৰঞ্জী লিখে তাক আসাম গৱৰ্ণমেণ্টে ছপাইছে আৰু সি আমাৰ হাতত আছে। পুৰন্দৰ সিংহৰ ৰাজত্বকাল এই বুৰঞ্জীৰ শেষত দিয়া নামাৱলীৰ ফৰ্দমতে ১৭৩৯ শক, ইং ১৮১৭ চন।

এই সকলোবিলাক বুৰঞ্জী আৰু নানা অপ্ৰকাশিত ঘটনাৱলীৰ সম্বল লৈ গেইট চাহাবে যিখন আসাম বুৰঞ্জী ইংৰাজীত লিখে, সিও আমাৰ হাতত আছে।

শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়াৰ বুৰঞ্জী সম্বন্ধে প্ৰতিকূল মত প্ৰচাৰ কৰা কথা সৰ্বসাধাৰণৰ পৰা আমি বহুত শুনিছোঁ। গতিকে সেইখন বুৰঞ্জীৰ উল্লেখ নকৰাই ভাল।

এতিয়া আমি অপ্ৰকাশিত বুৰঞ্জী যদি কোনো আছে বাদ দি, ৺কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী, ৺গুণাভিৰাম বৰুৱাৰ বুৰঞ্জী আৰু গেইট চাহাবৰ বুৰঞ্জীৰ সহায় নাপালে সম্প্ৰতি আচল ঘটনা নিৰ্ণয় কৰিবলৈ সম্বল নাপাওঁ। কাশীনাথ তামুলী

ফুকনৰ ছপা হোৱা বুৰঞ্জীৰ ৬২ পৃষ্ঠাত আমি পাওঁ যে “গেন্ধেলা ৰাজখোৱাই কলীয়া ভোমোৰা তৃতিয় নামে বৰফুকন হ'ল, হৰতাদি দুন্দিয়া মাৰি কামৰূপ চাফ কৰাত স্বৰ্গদেৱে দিয়া তৃতীয় নামে এওঁকে প্ৰতাপবল্লভো বুলিছিলে।”

গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীৰ ১৬৭ পৃষ্ঠাত আছে যে ঃ

“কলীয়া ভোমোৰা বৰফুকনে বুদ্ধি আৰু পৰাক্ৰমেৰে এই দন্দুৱাবিদ্ৰোহ নিবাৰণ কৰি কামৰূপ পৰিষ্কাৰ কৰাত স্বৰ্গদেৱে সন্তোষ পাই তেওঁক প্ৰতাপবল্লভ নাম দিলে”।

গেইট চাহাবৰ History of Assamৰ ২১৫ পৃষ্ঠাত আছে ঃ

“For his successful conduct of these operations (অৰ্থাৎ দন্দুৱাদ্ৰোহকে নিৰ্দেশ কৰিছে) the Barphukan (কলীয়া ভোমোৰা) was rewarded with the little Protap-Ballav.”

এইদৰে বুৰঞ্জীৰ পৰা আমি পাওঁ কলীয়া ভোমোৰাৰ দিনতহে দন্দুৱাদ্ৰোহ প্ৰকাশ্যভাৱে ফুটি ওলায় আৰু শেষত কলীয়া ভোমোৰাইহে নানা উপায় অৱলম্বন কৰি তাক নিবাৰণ কৰে। অৱশ্যে বুৰঞ্জীত ইয়াকো পাওঁ যে দুন্দুৱাদোহৰ সূত্ৰপাত হয় গৌৰীনাথ সিংহ ৰজাৰ দিনত। সেই সময়ত গুৱাহাটীৰ বৰফুকন আছিল বদনচন্দ্ৰ। গৌৰীনাথ সিংহ বৰ অত্যাচাৰী আৰু নিৰ্বোধ ৰজা আছিল। সেই অনুপাতে বদনচন্দ্ৰও তেনে আছিল। কিন্তু দৰঙৰ কৃষ্ণনাৰায়ণ ৰজাৰ সৈতে কামৰূপীয়া প্ৰজা আৰু আহোম ৰজাৰ প্ৰকাশ্য সংঘৰ্ষ ঘটে কমলেশ্বৰ ৰজাৰ দিনত। সেই সময়ত গুৱাহাটীত কলীয়া ভোমোৰা বৰফুকন আছিল আৰু সেই দন্দুৱাদ্ৰোহ সংঘৰ্ষণৰ প্ৰধান নায়ক তেওঁহে আছিল। গতিকে তেওঁ মূল কাৰণ নহলেও, দন্দুৱাদ্ৰোহৰ কথা উঠিলে কলীয়া ভোমোৰাতহে সকলোৰে চকু পৰে।

ইং ১৯০৫ চনত ছাপা হোৱা শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াই ‘পদুম কুঁৱৰী’ নামে যিখনি ঐতিহাসিক উপন্যাস লিখে, তাৰ ২৮ পৃষ্ঠাত আছে ঃ

“কলীয়া ভোমোৰা বৰফুকনৰ কামৰূপীয়া প্ৰজাবিলাকৰ প্ৰতি এনেহে বিদ্বেষ ভাব আছিল যে গধূলি সিহঁতক তেওঁ গুৱাহাটী নগৰৰ ভিতৰত থাকিবলৈ নিদিছিল।”

এইদৰে এই দন্দুৱাদ্ৰোহত কলীয়া ভোমোৰা বিশেষভাৱে লিপ্ত থকা কথাটোহে ফুটি ওলায়।

যি হ'ক, আজিলৈকে আসাম বুৰঞ্জী সম্পূৰ্ণৰূপে উদ্ধাৰ হৈ ওলাইছে বুলি আমি নাভাবো। আৰু বহুত মূল্যবান সত্যকালৰ চেঁপাত পৰি অপ্ৰকাশিত হৈ থাকিব পাৰে বুলি আমাৰ বিশ্বাস। বৰবৰুৱা ডাঙৰীয়াই বহুদিনৰে পৰা ‘আহোমৰ দিন’ নামে বৃহৎ বুৰঞ্জী সঙ্কলন কৰিবৰ চেষ্টা কৰিছে বুলি আমি শুনিছো। আশা কৰোঁ, তাত এই সম্বন্ধে তেখেতে উচিত তথ্য নিৰ্ণয় কৰিবৰ দিহা কৰিব।

# সংশোধনৰ প্ৰস্তাৱ

কৃতী ঔপন্যাসিক শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াৰ 'দন্দুৱাদ্ৰোহ' নামে বুৰঞ্জীমূলক উপন্যাসৰ ১ম দফা ৪ৰ্থ বছৰৰ 'চেতনা'ৰ ৮ম সংখ্যাত প্ৰকাশ হৈ যোৱাৰ পাছত দুই-এজন নামজ্বলা সাহিত্যিকে দুই-এটা ভুল ধৰি বৰদলৈ ডাঙৰীয়ালৈ আৰু আমালৈ চিঠি লিখিছে। কিন্তু ভুল-চুকে যি ছাপা হৈ গ'ল তাক সংশোধন কৰিবৰ সময় এতিয়া নাই। 'দন্দুৱাদ্ৰোহ' কিতাপৰ আকাৰে ছাপা হ'ব ধৰিছে। যি ভুল আছে তাক তাতে সংশোধন কৰি প্ৰকাশ কৰা হ'ব।

কৃতী সাহিত্যিক কবি শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই শ্ৰীযুত বৰদলৈ ডাঙৰীয়ালৈ লিখিছে যে "দন্দুৱাদ্ৰোহটো কলীয়া ভোমোৰা বৰফুকন আৰু কামৰূপীয়া প্ৰজাৰ সংঘৰ্ষণ কেতিয়াও নহয়। এই দ্ৰোহৰ সূত্ৰপাতৰ সময়ত গুৱাহাটীত তেওঁ (বৰফুকন) নাছিল। সেই সময়ত বৰফুকনৰ বিষয় বদনচন্দ্ৰইহে পাইছিল।"

কিন্তু বুৰঞ্জীয়ে আমাক কলীয়া ভোমোৰাৰ কথাহে কয়। বদনচন্দ্ৰৰ কথা নকয়। আমি জানো শ্ৰীযুত বৰদলৈ ডাঙৰীয়া আসামত এজন নামজ্বলা ঔপন্যাসিক; উপন্যাসৰ আকাৰে ৰসাল কৰি উলিয়াই লুপ্ত বুৰঞ্জী উদ্ধাৰ কৰাৰ বাহিৰে তেখেতৰ আনৰ মনত কষ্ট দিবৰ উদ্দেশ্য নাই।

অতীতত নানাজনৰ ভাল-বেয়া কাৰ্যৰ ফলস্বৰূপে নানাভাৱে বুৰঞ্জী গঠিত হৈ আহিছে, তাকে বৰ্তমান কালত ভাল-বেয়াৰ বিভাগত পেলাই যোগ-বিয়োগ কৰি বুৰঞ্জীৰ সত্য গোপন কৰাটো সমীচীন নহয় বুলি আমি ভাবো। আশা কৰো এই সম্বন্ধে সৎ-সংযমভাৱে বহুল আলোচনা হৈ প্ৰকৃত সত্য নিৰ্দ্ধাৰিত হ'ব।

('চেতনা', সম্পাদকীয়)

# হিন্দুৰ উন্নতিৰ অন্তৰায় কোন ?

বিশ্বজনীনতা সম্বন্ধে কোনোফালৰ পৰা তৰ্ক-আপত্তি উঠিব নোৱাৰা সমাজৰ আৰু দেশৰ বিভাগ কিছুমানত সৰু-ডাঙৰ সকলো শ্ৰেণীৰ লোকৰে সমান স্বাৰ্থ অনুভৱতা আৰু দায়িত্ব ৰাখি একযোগে মানৱ জাতিৰ উচ্চতম লক্ষ্য ধিয়াই শান্তি-সুখেৰে জীৱন-নিৰ্বাহ কৰাটোকেই যদি উন্নতিৰ এটা অৱস্থা বুলি ধৰি লব লাগে, কালৰ প্ৰভাৱত আপোনা-আপুনি উঠি অহা লোক সঙ্ঘৰ হ'বলগীয়া আশা-আকাঙ্ক্ষাবিলাক চাৰিওফালৰ জগতৰ আশা-আকাঙ্ক্ষাৰ লগত সামঞ্জস্য ৰাখি তাৰ এটা সুমীমাংসা কৰিব লগীয়াটোহে যদি সমাজ-নেতাসকলৰ অৱশ্য-কৰ্তব্য হৈ উঠে, তেনেহলে বৰ্তমান হিন্দু সমাজৰ স্থিতিশীলতা আৰু ক্ষয়-প্ৰাপ্ততা সম্বন্ধে আমি কাৰ ঘাৰত দোষৰ ভাৰ চপাই থম ?

ক্ষয়-ৰোগত অঙ্গ-প্ৰত্যঙ্গবিলাক খহি গৈ হিন্দু জাতিৰ বৃহৎ দেহটো সৰু আৰু শীৰ্ণ হৈ যোৱাৰ

কাৰণে, চাৰিওফালৰ অনিষ্টকৰ উপাদানবিলাকে আহি নানা উপদ্ৰৱ কৰিবলৈ সুবিধা পোৱাটো হিন্দু জাতিৰ কলঙ্কৰ কথা বুলি উপলব্ধি কৰি, ক্ষত-বিলাক মেৰামত কৰি সঙ্ঘবদ্ধ হৈ আত্মৰক্ষা কৰিবলৈ আৰু মান-ইজ্জত বচাবলৈ উদাৰ সংজ্ঞা এটা লৈ কিছুমানে হিন্দু-সংগঠন আৰু হিন্দু-সভা গঠন কৰিলে, তাত ব্ৰাহ্মণ পণ্ডিতসকলে বাধা জন্মাবলৈ উঠি-পৰি লাগিল। মান্ধাতাৰ দিনৰ অতি পুৰণি, পচা, আজিৰ সমাজৰ লগত খাপ নোখোৱা ব্যৱস্থাটো উলিয়ালে—শূদ্ৰৰ বেদত অধিকাৰ নাই। কাশীৰ হিন্দু-সভাৰ অধিৱেশনত চমাৰ জাতীয় লোক দুজনক বক্তৃতা মঞ্চত উঠি হাজাৰ হাজাৰ বছৰ ধৰি মানুহৰ জন্মগত অধিকাৰৰ পৰা বঞ্চিত কৰি ৰখা অমানুষিক অত্যাচাৰৰ অভিযোগৰ দুখাৰ কথা হিন্দু সমাজক শুনাবলৈ অধিকাৰ দিলে—ব্ৰাহ্মণ পণ্ডিত সমাজে লাগি পৰি তাত প্ৰতিবাদ কৰিলে। আন সামাজিক অধিকাৰৰ কথা নহয়, দেশৰ এই ঘোৰ দুৰ্দিনৰ সময়ত জাতীয় সমস্যাৰ পাৰ বিচাৰিবলৈ দুদিনৰ নিমিত্তে সাজি তোলা এটা বক্তৃতা-মঞ্চত উঠি ন্যায়সঙ্গত অভিযোগ কৰাটোও তেওঁলোকৰ সহ্য নহ'ল। ত্ৰিবাঙ্কুৰৰ ভাইকমত চাৰি-পাঁচ হাজাৰ বছৰৰ পৰা সবল উচ্চ জাতিয়ে কাঢ়ি ৰখা মানুহৰ ন্যায্য অধিকাৰ উদ্ধাৰ কৰিবলৈ কৰা দুৰ্বল অস্পৃশ্য জাতিৰ সত্যাগ্ৰহত ব্ৰাহ্মণ আদি উচ্চ জাতিয়ে নানাভাৱে বিঘিনি জন্মাবলৈ লাগিল। কাৰণ ধৰ্ম-কাৰ্য সম্পাদনৰ নিমিত্তে হ'লেও, ব্ৰাহ্মণে খোজ কঢ়া বাটৰ ব্ৰাহ্মণৰ পদধূলিবিলাকৰ ওপৰত শূদ্ৰ অস্পৃশ্যৰ খোজ পৰাটো মহাপাপ। এই সত্যাগ্ৰহত মানুহৰ আত্মসম্মানৰ মৰ্যাদা ৰাখিবলৈ হিন্দু-সভাক অনুৰোধ কৰা সত্ত্বেও, প্ৰধানভাৱে ব্ৰাহ্মণসকলেই গুৰিয়াল হৈ চলোৱা হিন্দু সভাৰ নোমডালো তাত নলৰিল। মহাত্মাই পণ্ডিত মালব্যক ভাইকমৰ কাজিয়াখন মীমাংসা কৰি দিবলৈ অনুৰোধ কৰিও একো ফল নাপালে। মালব্যজী তালৈ নগ'ল। তেখেতক অৱশ্যে শাৰীৰিক অসুস্থতাই তালৈ যোৱাত বাধা দিছে বুলি শুনিছো; কিন্তু হ'লেও, সত্যাগ্ৰহী অস্পৃশ্যসকলক এবাৰ সহানুভূতিৰ কথা আৰু উপদেশেওতো দি পঠাব পাৰিলেহেঁতেন! হেৰ সিদিনাখন হৈ যোৱা বঙ্গদেশৰ চিৰাজগঞ্জৰ হিন্দু-সভাৰ অধিৱেশনত উদাৰচেতা কিছুমান হিন্দুৱে, হিন্দু সমাজৰ অনুদাৰতাৰ কাৰণে মুছলমান বা খৃষ্টিয়ান সমাজলৈ আকৰ্ষিত হোৱা অনাচৰণীয় লোক কিছুমানৰ লগত জলযোগ কৰাত, বঙ্গৰ ব্ৰাহ্মণ সমাজে সেই লোকসকলক সমাজ-বহিৰ্ভূত কৰি ৰাখিবলৈ বাট বিচাৰিলে। সকলো দেশতে সকলো ধৰ্মী লোকৰ উপাসনা, ধৰ্ম-কাৰ্য সম্পাদনৰ নিমিত্তে নিৰ্দিষ্ট গিৰ্জা, মছজিদ বা বিহাৰ আছে। লণ্ডনত হিন্দুবিলাকৰ এই দৰৰ কোনো মন্দিৰ বা মঠ নাই, অথচ নানা কাৰ্য উপলক্ষে তাত গৈ হিন্দু বহুত থাকে। হিন্দুৰ এই অভাৱটো গুচাবলৈ লণ্ডনত হিন্দুৰ ধৰ্মশালা বা ধৰ্ম-মন্দিৰ স্থাপিবলৈ এজন সহৃদয় লোকে ভাৰতৰ হিন্দু জাতিৰ ওচৰত-আবেদন কৰিলে। সেই আবেদনত সহানুভূতি-পূৰ্ণ উত্তৰ পোৱা দেখি বঙ্গৰ ব্ৰহ্মণ সমাজ এনে মহৎ সংকল্প এটাৰ বিৰুদ্ধে থিয় দিলে। ক'লে, ভাৰত-ভূমিৰ বাহিৰে সাগৰ পাৰ হৈ গৈ হিন্দু ধৰ্মৰ কোনো প্ৰতিষ্ঠান খোলাটো হিন্দু-শাস্ত্ৰ নিষিদ্ধ।

ব্ৰাহ্মণসকলৰ মুখেদি প্ৰচাৰ হোৱা এনে অনুদাৰ ব্যৱস্থা বা মতবিলাকে আজি

হাজাৰ হাজাৰ বছৰ ধৰি দেশাচাৰ আৰু লোকাচাৰবিলাক এনে জটিলভাৱে গাঁথি দিছে, যে সেই জালত ব্ৰাহ্মনেতৰ জাতিবিলাকো, যিসকলে ব্ৰাহ্মণৰ এনে হীন-ডেটি শাসনৰ হান-বিলাক মৰ্মে মৰ্মে অনুভৱ কৰি তাৰ বিৰুদ্ধে অভিযোগ কৰে, তেওঁলোকো বান্ধ খাই পৰিছে। বঙ্গদেশৰ পাবনাৰ উচ্চ জাতীয় বুলি অভিমান কৰা উকীলসকলেও তেওঁলোকৰ লগৰীয়া, সম-ব্যৱসায়ী, সমশিক্ষিত, একে সাজ পিন্ধি একে উকীলখানাতে বহি একেখন এজলাছতে ওকালতি কৰা সৰু জাতি বুলি অৱজ্ঞিত হোৱা উকীলসকল নিজ নিজ ঘৰত বা সমাজত নহয়, সকলো উকীলৰে সমানে চাঁদা তুলি সাজি তোলা উকীলখানাত একেলগে বহা বা চাহ-তামোল এডোখৰ খোৱা অধিকাৰখিনিও নিদিবলৈ সভা কৰি প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই উচ্চাভি-মানী উকীল সকলোৱে ব্ৰাহ্মণ নহয়, তাৰ ভিতৰত কায়স্থ, বৈদ্য আদি নানা জাতিবিলাকো আছে। কামৰূপৰ প্ৰসিদ্ধ হাজো দেৱালয়তো এনে নিদাৰুণ কথা এটা আমাৰ চকুত পৰিছে। তাত চাৰি-পাঁচ শ ঘৰমান নমঃশূদ্ৰ লোক আছে। এই লোকসকল ৺মাধৱ দেৱালয়ৰ সেৱাইত। যি এটা পৰিষদৰদ্বাৰা ৺মাধৱ দেৱালয়ৰ ৰক্ষণাবেক্ষণ হয়, তাৰ সভ্য হবলৈ আৰু সেই সভ্য নিৰ্বাচনত ভোট দিবলৈ তেওঁলোকৰ অধিকাৰো আছে। কিন্তু মন্দিৰত সোমাই ৺মাধৱ বিগ্ৰহ দৰ্শন কৰা অধিকাৰখিনি এওঁলোকৰ নাই। অথচ অনাৰ্য-বৌদ্ধ-ভোট-খৃষ্টিয়ান চাহাবসকল সোমাই মাধৱ দৰ্শন কৰিবলৈ নিৰ্বিবাদ বাট খোলা আছে। নমঃশূদ্ৰ এই হিন্দু লোকসকলে অলপতে মানুহৰ এই ন্যায্য অধিকাৰ লবলৈ আগুৱাই যোৱাত ব্ৰাহ্মণসকলৰ লগত লগ লাগি স্পৃশ্য শূদ্ৰ জাতিবিলাকে এওঁলোকক মাৰপিট কৰি খেদি দিয়ে।

আসামত শ্ৰীশ্ৰী শঙ্কৰদেৱ পুৰুষে ভাগৱতী ধৰ্ম প্ৰচাৰ কৰি হিন্দু সমাজৰ এনে সঙ্কীৰ্ণতা গুচাইছিল, কিন্তু মাজতে ব্ৰাহ্মণসকলৰ অভিমানে শ্ৰীশঙ্কৰদেৱৰ এনে উদাৰ ব্যৱস্থাত বান্ধ বহাই ব্ৰাহ্মণৰ সেই চিৰকলীয়া আভিজাত্যাভিমান বাহাল ৰাখিবলৈকে যৎপৰোনাস্তি চেষ্টা কৰিলে। তাত শ্ৰীশঙ্কৰৰ উদাৰ মতাৱলম্বী লোক ব্ৰাহ্মণেতৰসকলেও মোহাবিষ্ট হৈ যোগ দি এতিয়া এনেভাৱে নিজ ধৰ্ম-কৰ্মৰ ব্যভিচাৰ ঘটাইছে।

কিন্তু আসামত শ্ৰীশঙ্কৰদেৱে গঠন কৰা অসমীয়া সমাজৰ পক্ষে এনেবিলাক বৈষম্য অতি অস্বা-ভাৱিক। যি শঙ্কৰদেৱে গাৰো, যবন, ভোট, মিৰি আদি অনাৰ্যসকলকো শুদ্ধ ভাগৱতী ধৰ্মৰ ভক্তি-দাস কৰি হিন্দুৰ সমাজ-দেহত শক্তিবীৰ্য সঞ্চাৰ কৰিছিল, সেই ধৰ্ম-নীতিৰ মৰ্যাদা আমি আজিৰ অসমীয়া সমাজে এইদৰে সঙ্কোচ কৰি অসমীয়া হিন্দু সমাজক দুৰ্বল কৰাটোত অসমীয়া সমাজে ঘোৰ প্ৰতিবাদ কৰিবৰ সময় আহিছে।

# নতুন অসমীয়া

ভাৰতীয় সভ্যতা আৰু ইউৰোপীয় সভ্যতাৰ ভিতৰত এয়ে পাৰ্থক্য, যে ভাৰতীয় সভ্যতাই সকলোকে ভিতৰফালৰ পৰা নিজৰ কৰি লব পাৰে আৰু ইউৰোপীয় সভ্যতাই কাকো নিজৰ কৰি লব খুজিলেও সি বাহিৰৰ প্ৰয়োজনৰ খাটিৰতহে। সেইবাবে ইংৰাজ জাতিয়ে আহি ইমান দিন ভাৰতত আধিপত্য চলাই থকাতো ভাৰত বাসীয়ে তেওঁলোকক নিজৰ বুলি গ্ৰহণ কৰিব পৰা নাই আৰু ইংৰাজেও ভাৰতবাসীৰ নিজৰ হৈ যাব পৰা নাই।

ভাৰতীয় এই শিক্ষা-সভ্যতাৰ গুণেই, আগেয়ে ভাৰতৰ কোনো প্ৰদেশৰ মানুহ আন কোনো প্ৰদেশত গৈ চিৰস্থায়ী বসতি পাতি ললে, সেই প্ৰদেশৰ মানুহে তেওঁক ভাষা, ৰীতি-নীতি ইত্যাদিৰে সম্পূৰ্ণকৈ নিজৰ কৰি লৈছিল আৰু তেওঁ পূৰ্বৰ প্ৰাদেশিক ভাব এৰি দি এইদৰে সেই প্ৰদেশৰ নিজৰ হৈ পৰিছিল। ই আগৰ কথা; যেতিয়া ভাৰতবাসীৰ নিজৰ সভ্যতাৰ আদৰ্শ কোনো বিজাতীয় বিহৰ হাৱা লাগি বিকৃত হোৱা নাছিল। কিন্তু আজি দুই-তিনি শ বছৰৰ ইংৰাজী সভ্যতাৰ আৱৰ্জনাৰ তলত পৰি ভাৰতীয় সভ্যতাৰ সেই মহৎ আদৰ্শৰ প্ৰভাব নষ্ট হৈছে। সেই কাৰণে, ভাৰতৰ এক প্ৰদেশৰ মানুহক, আন প্ৰদেশৰ মানুহে নিজৰ কৰি লব পৰা হজম শক্তিও লোপ পাইছে। আৰু এক প্ৰদেশৰ লোকে আন এক প্ৰদেশত চিৰদিন বাস কৰি থাকিলেও সেই প্ৰদেশৰ নিজৰ লোক হৈ যোৱা উদাৰ ভাৱ তেওঁলোকৰ ভিতৰত নোহোৱা হৈছে। এই কাৰণে বিখ্যাত মাহেকীয়া বঙ্গালী আলোচনী 'প্ৰবাসী'ৰ আঘোণৰ সংখ্যাৰ বিবিধ প্ৰসঙ্গ বিভাগত সম্পাদক মহাশয়ে দুখ প্ৰকাশ কৰা দেখা পালোঁ। কিন্তু কিছু ম্লান হৈ পৰিলেও, ভাৰতৰ আন আন প্ৰদেশতকৈ আসামত ভাৰতীয় সভ্যতাৰ এই আদৰ্শ এতিয়াও প্ৰবল আছে। কাৰণ আন আন প্ৰদেশৰ তুলনাত ইংৰাজী সভ্যতাৰ প্ৰভাব আসামত প্ৰচলিত হবৰ বহুত কম দিন হৈছে। গতিকে ভাৰতীয় সভ্যতাৰ আদৰ্শ অসমীয়া জাতিৰ ভিতৰৰ পৰা সমূলি লোপ পোৱা নাই।

এই কাৰণে আসামত বহু কাল বাস কৰি থকা ভাৰতৰ আন আন প্ৰদেশৰ লোকসকলক ভাষা, ৰীতি-নীতি ইত্যাদিৰে অসমীয়াই সম্পূৰ্ণ অসমীয়া কৰি লব খুজিছে। অসমীয়াৰ এই চেষ্টাত এই লোকসকলে সন্মতি দি 'অসমীয়া' হৈ গলে তেওঁলোকৰ উদাৰতা প্ৰকাশ পাব আৰু অসন্মত হ'লে সঙ্কীৰ্ণতা সপ্ৰমাণিত হ'ব। আমি অসমীয়াই সেইবাবে অনুৰোধ কৰিছোঁ, কি বঙ্গালী, কি পঞ্জাবী, কি মাৰোৱাৰী, কি হিন্দুস্থানী সকলোৱে তেওঁলোকৰ মাতৃভাষা অসমীয়া কৰি লওক; ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদি অসমীয়া সমাজৰ লগত খাপ খুৱাই লওক; আৰু নিজক অসমীয়া বুলি পৰিচয় দি অসমীয়া হৈ যাওক।

এতিয়াৰ পৰা আমি ভাৰতৰ আন আন প্ৰদেশৰ আসামবাসী লোকসকলক 'নতুন-অসমীয়া' বুলি মাতিম। কিছু দিন পাছত যেতিয়া তেওঁলোকে অসমীয়া জাতিৰ লগত সম্পূৰ্ণকৈ মিহলি হৈ যাব, তেতিয়া তেওঁলোকক ঘৰৰ অসমীয়া বুলি একে শাৰীত ধৰি লম। আমাৰ এই উদাৰ মতত এইসকলৰ কোনোৱে একো আপত্তি নুতুলিব বুলি আমি দৃঢ় বিশ্বাস কৰিছোঁ।

# চীনৰ ধ্বংস

বৰ্তমান তৰুণ চীনৰ যুদ্ধ-বিদ্যালৈ আৰু ভৌতিক উন্নতিলৈ যেনে ব্যাকুলতা দেখা গৈছে, তাত ধ্বংসৰ ছায়া ফট-ফটীয়াকৈ দেখা যায়। অৱশ্যে এইটো স্বীকাৰ নকৰি নোৱাৰি যে গাঁৱলীয়া চীন আজিও এই দোষৰ পৰা বহু আঁতৰত আছে। আজি যদি চীনত যুদ্ধ-বিদ্যা আৰু বিজ্ঞানৰ বাহিৰে কোনোবাই অন্য বিষয়ে উপদেশ দিবলৈ যায়, তেন্তে তাক নানাভাৱে ঠাট্টা-বিদ্রূপ কৰি তাৰ কথা উৰুৱাই দিব। সৈনিক শাসনৰ তলত, এনেকি, কানি ৰাক্ষসীয়ে আকৌ আগতকৈ বেছি ভয়ঙ্কৰ মূৰ্তি ধৰি চীনত দেখা দিছে। আজি চীনত জোৰ যাৰ মুলুক তাৰ। চীনে শক্তিদেৱীৰ একান্ত সাধক হৈ দিনে ৰাতি কেৱল শক্তিমন্ত্ৰকে মূল-মন্ত্ৰ কৰি জপিব ধৰিছে।

যেতিয়া চীনৰ জন-সাধাৰণৰ সামাজিক ৰীতি-নীতি হঠাৎ আৰু অজ্ঞানতাৰ কাৰণে প্ৰজাতন্ত্ৰৰ পিনে ঢাল খালে তেতিয়া সেনাপতিবিলাকেই শক্তি আৰু ক্ষমতাৰ বলত ৰাজ অধিকাৰ লাভ কৰিলে। কিন্তু জাপানৰ আজিকালি ভাব ভালৰ পিনে আহিব ধৰিছে। ১৯১৬ চনত জাপানত যি যুদ্ধ-বিদ্যা আৰু ভৌতিক উন্নতিৰ কাৰণে তীব্ৰ ব্যাকুলতা আছিল, আজিকালি তাৰ অনেক গুণে কমি আহিছে। যুদ্ধ-বিদ্যা আৰু ভৌতিক উন্নতিৰ তীব্ৰ প্ৰতিযোগিতাই ইউৰোপত যি ধ্বংসৰ লীলা দেখুৱালে তাৰ পৰা জাপানে বহু উপদেশ পালে। বিশেষকৈ ঐশ্বৰিক দূত স্বৰূপ ভূমিকম্পই জাপানক যি চমক খুৱালে, তাৰ পৰা জাপানে হাড়ে হাড়ে বুজিলে, যে এই সংসাৰৰ সাৰ্থকতা কেৱল ৰণ-কৌশল আৰু বৈজ্ঞানিক উন্নতিতেই নহয়, ইয়াৰ আৰু এফাল আছে, আৰু সিয়েই হৈছে আধ্যাত্মিকতা। নিজৰ আধ্যাত্মিকতাক সমূলি বিনাশ কৰি পৃথিৱী জয় কৰিলে যে একো লাভ নাই। যীচুখৃষ্টৰ এই বাণী জাপানে এতিয়াহে বুজি পালে। এই কাৰণেই এইবাৰ কবি ৰবীন্দ্ৰনাথ ঠাকুৰে জাপানলৈ আহি যেতিয়া ঠিক আত্মা সম্বন্ধে আঠ বছৰৰ আগেয়ে দিয়া উপদেশকে দিলে, তেতিয়া জাপানে তেওঁক আগৰবাৰৰ দৰে ইতিকিং কৰি উৰুৱাই নিদি তেওঁৰ উপদেশ বাণী এইবাৰ অতি মনোযোগেৰে শুনি সুন্দৰকৈ হৃদয়ঙ্গম কৰিছে।

আগেয়ে জাপানৰ যেনেকুৱা ৰণ-বিজ্ঞানৰ উন্মত্ততা আছিল, আজিকালি তেনেকুৱা উন্মততাই তৰুণ চীনক আগুৰি ধৰিছে। এই উন্মত্ততাৰ কাৰণে প্ৰধানকৈ জাপানেই চীনৰ ওচৰত দায়ী। কাৰণ, ১৯১৫ চনত ইউৰোপৰ যুদ্ধকে চেলু ধৰি যেতিয়া জাপানে চীনক ২১টা চৰ্তত বান্ধিবলৈ ধৰিছিল, তেতিয়া চীনে মৰ্মান্তিক লাজ পাই নিজকে নিজে বৰকৈ ধিক্কাৰ দিলে; আৰু এই ধিক্কাৰৰ ফলতেই আজি চীন যুদ্ধ-বিদ্যা আৰু ভৌতিক উন্নতিৰ কাৰণে পাগলৰ নিচিনা হৈছে। যুদ্ধ-বিদ্যাৰ উন্নতি নকৰিলে কোৰিয়াৰ নিচিনা চীনো যে জাপান সাম্ৰাজ্যৰ এটা অংশ বিশেষ হ'ব, এইটোহে চীনে ভাবি-চিন্তি স্থিৰ কৰিলে। কিন্তু যুদ্ধ-বিদ্যাতকৈও যে চীনৰ এপাট ডাঙৰ অস্ত্ৰ

আছে, চীনে তাৰ বিষয় সমূলি পাহৰিলে। জাপানতকৈ চীনৰ যে নৈতিক বল বেছি আৰু এই নৈতিক বল যে জাপানে কেতিয়াও পৰাজয় কৰিব নোৱাৰে, সেই সম্বন্ধে চীনে ভাবি চোৱা নাই। পৃথিৱীৰ আন আন দেশৰ পিনে চাই 'জোৰ যাৰ মুলুক তাৰ' ইয়াকে মূলমন্ত্ৰ কৰি আজি তৰুণ চীনে যুদ্ধ-বিছা শিকাত আৰু ভৌতিক উন্নতি কৰাত হুৰ হুৰকৈ লাগি গৈছে ; আন কথা তাৰ কাণত নোসোমোৱাত পৰিছে। এনেকি, বিদেশী বস্তু বিসর্জন কৰিব আৰু বিদেশীৰ সৈতে অহিংস অসহযোগ কৰি চীনে জাপান আৰু ইউৰোপক যিভাবে জব্দ কৰিছিল, সেই অভিজ্ঞতাকো চীনে চীন সাগৰত বুৰাই দি যুদ্ধ-বিছা আৰু বিজ্ঞান-চৰ্চাত লাগি গৈছে।

যদিও ৰবীন্দ্ৰনাথ ঠাকুৰে চীনৰ এই মহাসঙ্কটৰ সময়ত চীনৰ মহা ভ্ৰম ফট-ফটীয়াকৈ দেখুৱাই দি আত্মাৰ বাণী আৰু অনাত্মাৰ গ্লানি শুনাবলৈ তেওঁৰ বীণাত ঝঙ্কাৰ দিছিল, তথাপি তৰুণ চীনৰ কাণত সেই ঝঙ্কাৰ অলপো নালাগিল। কাৰণ, আজি তৰুণ চীন শক্তিমন্ত্ৰত দীক্ষিত হৈ শক্তি-সাধনাত সমস্ত আত্মাকে অৰ্পি দিছে। কোনে জানে কালৰ কৰালতাৰ কি কামনা ?

( 'চেতনা', ৬ষ্ঠ বছৰ, ১ম সংখ্যা )

# পাৰ্লিয়ামেণ্টৰ লৰ্ড সভাত ভাৰত সম্বন্ধে মতামত

লৰ্ড চেম্‌চফোৰ্ড : ভাৰতৰ বিদ্ৰোহীসকলৰ আন্দোলন মষিমূৰ কৰিবলৈ ভাৰত গৱৰ্মেণ্টে যি কোনো আৱশ্যকীয় কাৰ্য কৰে আৰু আইন চলায়, তাক পাৰ্লিয়ামেণ্টে সমৰ্থন কৰিব বুলি এইজনা ভাৰতবাসীৰ লোণ খোৱা লৰ্ডে ঘোষণা কৰে। কোৱা বাহুল্য, অহিংস-নীতি ধৰি শান্তিপূৰ্ণ উপায়েৰে ভাৰতৰ মুক্তি বিচৰা সকলোকে বিদ্ৰোহী আখ্যা দিছে।

লৰ্ড ওৱেষ্টন : এওঁৰ মতে, যাৰ নিমিত্তে নতুন শাসন-পদ্ধতি কৰা হৈছে, সিবিলাকে সম্ভাৱেৰে যিমান দূৰ ইয়াৰ বাবে কাম কৰা নাই, ই সিমান দূৰ আশাতীতভাৱে নিষ্ফল হোৱা নাই। ভাৰতত এনে ধৰণৰ বিশ্বাস দিনকে দিনে বাঢ়ি গৈছে, যে ভাৰতৰ পক্ষে ইংলণ্ডৰ আৰু দৰকাৰ নাই আৰু ই এতিয়া নিজে নিজে চলিব পাৰে। ভাৰত গৱৰ্ণমেণ্টে সৰু-সুৰা কথাত বেছি সময় দি অথচ ডাঙৰ আৰু নিতান্ত দৰকাৰী কথাত চকু মুদি আছে বুলি আমাৰ কিছুমান অফিচাৰৰ ভিতৰত দিনক দিনে অবিশ্বাস বাঢ়ি গৈছে। ভাৰত সম্বন্ধে পাৰ্লিয়ামেণ্টে যি শাসন-পদ্ধতি স্থিৰ কৰি দিছে, তাক সৰ্বতোভাৱে আৱশ্যকীয় কাৰ্যত পৰিণত কৰা হ'ব বুলি যদি ভাৰত গৱৰ্ণমেণ্টে বেচ ফট-ফটীয়াকৈ দেখুৱাব পাৰে, তেন্তে ভাৰতত শান্তি আৰু প্ৰকৃত উন্নতিৰ অৰ্থে আটাইতকৈ ভাল কাম কৰা হ'ব। ভাৰতত যি দলৰ সাধাৰণ জ্ঞান আছে, সেই দলে যাতে তেওঁলোকক দিয়া দায়িত্ব চলাবলৈ সমৰ্থবান হয়, আৰু যাতে তেওঁলোকে কৰ্তব্য কাৰ্য কৰিবলৈ আয়োজন কৰে, সেই বিষয়ে আমি পাৰ্যমানে সহায় কৰা আমাৰ কৰ্তব্য।

লৰ্ড ইঞ্চস্কেপঃ জাৰ্মান যুদ্ধৰ আগেয়ে ইংৰাজৰ যুৱকবিলাকে ভাৰতত যিমান দৰমহা পাইছিল, এতিয়া অৱশ্যে তাতকৈ বেছি পায়। খোৱা-লোৱা, ঘৰ ভাড়া, চৰকাৰৰ দৰমহা, কাপোৰ-কানি, ৰেলৰ ভাড়া, ভাৰতত থকা ইংৰাজবিলাকৰ যোৱা ১০-১৫ বছৰৰ ভিতৰত বহুত খৰচ বাঢ়িছে। তেওঁ মুক্ত কণ্ঠে স্বীকাৰ কৰে যে পেনিনছুলাৰ আৰু ওৰিয়েণ্টাল ষ্টীম— ন্যাভিগ্যাচন কোম্পানীৰ অহা-যোৱা কৰা জাহাজ ভাড়াও জাৰ্মান যুদ্ধৰ আগতকৈ বেছি হৈছে। চিভিল চাৰ্ভিছত থকা ইংৰাজতকৈ ভাৰতত ডাঙৰ ডাঙৰ চহৰত থকা ইংৰাজবোৰৰ অৱস্থা সম্পূৰ্ণ বিভিন্ন আৰু বহুত বেছি মনোহৰ। চিভিল চাৰ্ভিছত থকা ইংৰাজবিলাকক প্ৰায়েই হাবি-জঙ্গলে বহুদিনলৈকে পঠোৱা হয়। তাত জীৱনৰ সুখ-শান্তি অত্যন্ত দুৰ্লভ, কাচিতহে ইংৰাজ সঙ্গী মিলে। বিজুলী পোহৰ আৰু বিজুলী-পাঙ্খাৰ নাম-গোন্ধো তাত নাই। ভাল ৰাস্তা থকা ঠাই অতি অলপ। ভাল জিনিচ-পত্ৰ পোৱা টান আৰু কেতিয়াবা মিলিলেও তাৰ দাম বেহা-বেপাৰ থকা চহৰতকৈ বহুগুণ চৰা। তেওঁলোকৰ স্ত্ৰীসকলে যিমান দুখ-কষ্ট সহ্য কৰিব লগাত পৰে, তাক কেৱল ইংৰাজৰ স্ত্ৰী দেখিহে সহ্য কৰিছে। এই ইংৰাজৰ স্ত্ৰীসকলে নিজৰ স্বাস্থ্য হানি হোৱা, চেহেৰা মাটি হোৱা, ল'ৰা-ছোৱালীবোৰ বহু দিন গৰমত থকাত দিনকে দিনে লেৰেলা চেপেটা পৰি যোৱা চাই থাকিব, আৰু চহৰত ল'ৰা-ছোৱালীৰ নাইবা স্বামীৰ বিৰহ-বিচ্ছেদৰ জ্বালা-যন্ত্ৰণা সহ্য কৰিব লগাত পৰে। আমালোকৰ ভিতৰত যিবিলাকে ২০ বছৰ ভাৰতৰ ভৈয়ামত কাল কটাইছে, কেৱল তেওঁলোকেহে জানে যে বছৰৰ ভিতৰত আঠ মাহ ৮৫°-১০০° ডিগ্ৰী গৰমত ভাৰতৰ নিচিনা দেশত দীঘলীয়া দিন কটোৱাটো কি কষ্টকৰ। ভাৰতৰ যি কমিটিত তেওঁ যোৱা বছৰ সভাপতি আছিল, সেই কমিটিয়ে যদিও গৱৰ্ণমেণ্টৰ বহু খৰচ কমাই দিছে, তথাপি ইংৰাজ কৰ্মচাৰীসকলৰ পাওনা কমাই দিয়া নাই। এতিয়া ভাৰতৰ বাজেট (অৰ্থ) মজবট হৈছে আৰু লাগতিয়াল খৰচ কৰিও ভবিষ্যতলৈ জমা থাকিব। ভাৰতলৈ যিবিলাক ইংৰাজ কৰ্মচাৰী গৈছে, তেওঁ-লোকৰ সৰ্বতোভাৱে শলাগ লব লাগে। ভাৰত গৱৰ্ণমেণ্টৰ সকলো বিভাগৰে ইংৰাজ কৰ্মচাৰীসকলৰ নিচিনা ৰাজভক্ত, কাৰ্য-তৎপৰ, কৰ্মঠ, কঠোৰ পৰিশ্ৰমী আৰু কৰ্তব্যজ্ঞান থকা কৰ্মচাৰী ক'ৰবাত আছে বুলি তেওঁৰ অভিজ্ঞতাৰ পৰা হেনো নাজানে। তেওঁলোকে (নামতহে কামত নোহোৱা) শাসন সংস্কাৰ অতি সন্তোষেৰেই গ্ৰহণ কৰিছে। আমি যদি তেওঁলোকৰ সৈতে বিবেচনা কৰি ব্যৱহাৰ নকৰোঁ, তেন্তে আমি আৰু তেওঁ-লোকক ৰাখিব নোৱাৰিম, অতি উচ্চ শ্ৰেণীৰ আৰু উৎকৃষ্ট মগজুসম্পন্ন পুৰুষ কেৱল চিভিল চাৰ্ভিছতে নহয়, অন্যান্য বিভাগতো ভাৰতলৈ পঠাবলৈ নাপাম। যদি ভাৰতবৰ্ষৰ শাসন উন্নত কৰা মহান আৰু নিস্বাৰ্থ কাম কৰিবলৈ আচল খাটি পুৰুষ ৰাখিব লগা হয়, তেন্তে তেওঁ লৰ্ড লীৰে সৈতে একমত হৈ কয় যে, তেওঁলোকৰ পাওনা আৰু বেছিকৈ বঢ়াই দিবৰ ঠিক সময় হৈছে।

ভাৰতবৰ্ষে আপোনা-আপুনি ৰাস্তা, ৰেল, খাল, স্বাস্থ্য আদি বিষয়ত উন্নত হোৱাত কিছু সময় অৱশ্যে লাগিব আৰু অসংখ্য বোবা মানুহৰ অসংখ্য জাতি আৰু ধৰ্মৰ সুবিধা কৰি নিজকে

নিজে শাসন কৰিবলৈ সমৰ্থবান হোৱাত বহুকাল লাগিব। যদি চিভিল চাৰ্ভিছৰ ক্ষমতা কমাই দিয়া যায়, তেন্তে ভাৰতৰ কি দুৰ্দশাই নঘটিব! নৰহত্যা, মৰা-মৰি, চুৰি-ডকাইটিয়ে সমস্ত দেশ বেৰি পেলাব। লৰ্ড মৰ্লীয়ে সঁচাকৈয়ে কৈছিল যে ভাৰতৰ মানুহবোৰে নিজকে নিজে গল কটা-কটি কৰি মৰিব।

লৰ্ড ছিডন হাম: এওঁ লা কমিটিয়ে কৰিব দিয়া কামবোৰ কাৰ্যত পৰিণত কৰিবলৈ ধৰে। লৰ্ড হাৰিছে কৈছিল যে হিন্দু আৰু মুছল মানৰ সিংহ আৰু ভেৰাৰ পোৱালিৰ নিচিনা ভাৱটো এটা ভুৱা মাত্ৰ। তেওঁলোকে ভাৰতৰ মানুহবোৰক চিৰাচিৰি কৈ দিব লাগে যে সিহঁতে বাহিৰৰ আক্ৰমণ আৰু ভিতৰৰ বিবাদ দমন কৰি নিজকে নিজে ৰক্ষা কৰিবলৈ আৰু শাসন কৰিবলৈ অসমৰ্থ। লৰ্ড হাৰিচে সদাগৰ-বিলাকৰ স্বাৰ্থ সম্বন্ধে ভবা নাই। কেৱল তেওঁলোকে যদি তেওঁলোকৰ কৰ্তব্য কামত অৱহেলা কৰে, তেন্তে ভাৰতীয় জনসাধাৰণ অশান্তি মৰা-মৰি আৰু হাই-কাজিয়াত পৰিব বুলিহে তেওঁ চিন্তিত।

স্বৰাজপন্থীসকলে এতিয়া স্বৰাজ পাতক। লেবাৰ পাৰ্টিৰ নিজৰ অৱস্থাই টলো টপো। আৰু ৰক্ষণশীল বা উদাৰ দলৰ সহায় নললে নিজৰ অস্তিত্বকে ৰক্ষা কৰা টান। পৰে কেতিয়াও পৰত নিমিওে নমৰে। আপোন হাত জগন্নাথ, পৰত আশ বনত বাস। কাউঞ্চিলত সোমাই দিগদাৰি দিলে ইংৰাজে স্বৰাজ দিব, আমি মজা মাৰিম, ই স্বাভাৱিক নীতি-বিৰুদ্ধ। নিজে কষ্ট কৰি আৰ্জি নললে কেতিয়াও নাপায়, ই ধ্ৰুব-সত্য। এয়ে মহাত্মা গান্ধীয়ে ভাৰতীয়ক দেখুৱা আচল পথ।

('চেতনা', ৬ষ্ঠ বছৰ, ১ম সংখ্যা।)

# আমেৰিকা আৰু জাপানৰ কথা

জাপানী মানুহক আমেৰিকাৰ যুক্ত ৰাজ্যৰ পৰা বাহিৰ কৰি দিয়াটো, আৰু এই সম্বন্ধে কোনো বন্দৱস্তৰ আদান-প্ৰদান চলিব নোৱাৰাটো আমেৰিকা গৱৰ্ণমেণ্টে স্থিৰ সিদ্ধান্ত বুলি ধৰি লৈছে। কিন্তু জাপানী গৱৰ্ণমেণ্টে এই সমস্যাটোৰ একো মীমাংসাই হোৱা নাই বুলি ভাবিছে আৰু নতুন বৈদেশিক মন্ত্ৰী বেৰণ চিধেহাৰাই সেইভাৱেৰে এখন চিঠিও পঠিয়াইছে।

জাপানৰ আটাইতকৈ মজা হৈছে এইটোৱে যে আমেৰিকাৰ এই কাৰ্য নিন্দা কৰাত জাপানৰ ইমান ৰাজনৈতিক দলৰ ভিতৰত আৰু পাৰ্লিয়ামেণ্টৰ দুয়ো ঘৰত সকলোৰে একমত; কাৰো কোনো মতৰ অমিল নাই। এনে একতা যেন সমগ্ৰ জাপানখনেই এজন মূৰ্তিমন্ত পুৰুষহে। এই কথাত জাপানৰ জন-সাধাৰণ ইমান অসন্তুষ্ট হৈছে যে কেইটামান জাপানীয়ে লাজতে আত্মহত্যা কৰিছে আৰু এই জাতীয় অপমানৰ প্ৰতিশোধ লবলৈ গোটেই জাপান জাতিটোকে আহ্বান কৰিছে। ক্ৰুদ্ধ জাপানৰ গোৰ-গোৰাণি প্ৰশান্ত মহাসাগৰৰ প্ৰকাণ্ড ঢৌৰ আস্ফালন ভেদ কৰিও দিগ্‌ দিগন্ত বিয়াপি পৰিছে।

জাপানে পহিলা জুলাইকে জাতীয় অপমানৰ সোঁৱৰণিৰ দিন বুলি স্থিৰ কৰিছে। জাপানৰ ইমুৰৰ পৰা সিমুৰলৈকে নগৰে নগৰে গাঁৱে গাঁৱে গোটেই দেশময় কেৱল এই সম্বন্ধেহে সভা-সমিতি আৰু মেল-দৰবাৰ হৈছে। ডাঙৰ ডাঙৰ আখৰেৰে কাকতত লিখি তলত লিখা দৰে সকলো জাপানীকে জাননী দিছে ঃ

১। তোমাৰ জীৱনৰ চাল-চলন এনেদৰে সজাই দিয়া যাতে পহিলা জুলাই চিৰকাললৈকে মনত থাকে। আমেৰিকাৰ সকলো বস্তুকেই ঘৃণা কৰা, কিন্তু আমেৰিকাৰ মানুহলৈ দয়ালু হ'বা।

২। সকলো বিলাসিতাকেই বিসৰ্জন দিয়া।

৩। নিজৰ স্বাৰ্থৰ বাবে জাতীয় সন্মান কেতিয়াও নাপাহৰিবা।

৪। আমেৰিকান গিৰ্জাঘৰত কেতিয়াও নোসোমাবা। যেনে কথা তেনে কাৰ্য। চাবি ঘুৰাই দিওঁতেই বিশাল কাৰখানা হুৰহুৰাই চলিব ধৰিলে। কাৰণ, জাপানী হৈছে স্বাধীন জাতি, পৰাধীনতাই জাপানী জাতিৰ বীৰ-ৰক্ত কলুষিত কৰা নাই।

কিছুমান উগ্ৰতেজী জাপানীয়ে আমেৰিকাৰ বিৰুদ্ধে এনেদৰে আন্দোলন চলাব ধৰিছে যে, আমেৰিকা আৰু জাপানৰ ভিতৰত বন্ধুতা থকাই টান হৈ পৰিছে। আমেৰিকাৰ ৰাজদূত থকা টোকিওত এজন জাপানীয়ে আমেৰিকাৰ জাতীয় পতাকা কাটি দলিয়াই পেলাইছে। আমেৰিকা গৱৰ্ণমেণ্টে জাপানৰ প্ৰতি তেনেকুৱা অসদ্ভাৱ দেখুৱালে এজন জাপানীয়ে ইয়াকোহামাত থকা আমেৰিকাৰ কনচ্‌লি জেনেৰালক হত্যা কৰিব বুলি ভয় দেখুৱাইছে। যদিও এই ৰকমৰ বিশৃঙ্খল আমেৰিকাৰ বিৰুদ্ধে জাপানত বহুত হৰ ধৰিছে, তথাপি জাপান গৱৰ্ণমেণ্টে আমেৰিকাৰ পক্ষে পাৰ্যমানে সদ্ভাৱ দেখুৱাই আছে। ভৱিষ্যত কালৰ হাতত।

অলপতে হৈ যোৱা ভূমিকম্পে জাপানৰ অসংখ্য ঘৰ-বাৰী, নৰ-নাৰী আৰু টকা-কড়ি ধ্বংস কৰিছে। এই ভূমিকম্পে জাপানীৰ যিমান ক্ষতি কৰিছে আৰু যিদৰে কঁকাল ভাঙিছে, কোনো ডাঙৰ যুদ্ধয়ো জাপানৰ সিমান ক্ষতি কৰিব, কঁকাল ভাঙিব নোৱাৰিলেহেঁতেন। এই সুযোগতে আমেৰিকাই জাপানক সহায় কৰা দূৰৈত থাওক হেঁচি হেঁচি খালত পেলাবলৈহে চেষ্টা কৰিছে। বিপদতহে বন্ধুৰ চিন। একে চোঙতে দুটা বাঘ থাকিব নোৱাৰাদি আগৰে পৰা অন্তৰে অন্তৰে জাপান আৰু আমেৰিকাৰ ভিতৰত অৰিয়া-অৰি ভাব আছিল।

আজি আমেৰিকাই বিপদত পৰা দেখি জাপানক ঠেকত পেলাব খুজিছে সঁচা, কিন্তু সুবিধা পালে জাপানেও ইয়াৰ প্ৰতিশোধ নলৈ নেৰে। ভৱিষ্যত বিপদৰ আশঙ্কা কৰিয়েই আজি জাপানে ওচৰ-চুবুৰীয়া চীন আৰু ৰুছিয়াৰ লগত পূৰ্বৰ বন্ধুত্ব আৰু বেছি সুদৃঢ় কৰিবলৈ যো-জা কৰিছে। এনেকি, সুদূৰ জাৰ্মানীৰ লগতো মিতালি পাতিব খুজিছে। এইবোৰ লক্ষণ দেখি আকৌ এখন মহাৰণৰ আশঙ্কা হয়। সিবাৰ জাৰ্মান যুদ্ধৰ ধাকা ভাৰতৰ ভালকৈ মনত আছে ; ইবাৰ হ'ব ঘৰৰ কাষতে যুদ্ধ। সিবাৰ লাগিছিল বগাই-বগাই, ইবাৰ বগাই-ক'লাই। এই যুদ্ধ যদি ঘটে, তেনেহলে তাৰ ঢাকা ভাৰতত যে কিভাৱে লাগিব, তাক এতিয়াই কিছু অনুমান কৰি থৈ দিব পাৰি।

('চেতনা', ৬ষ্ঠ বছৰ, ১ম সংখ্যা)

# মহৎ লোক সম্বন্ধে মহৎ কথা

### গান্ধীৰ পৰীক্ষা আৰু জয়

ৰোমা ৰোলাঁই লিখা গান্ধী নামে কিতাপৰ আলোচনা কৰোঁতে আৰ. এম. লভেটে 'নিউ ৰিপাব্লিক' কাকতত লিখিছে ঃ

কাৰলাইলৰ মতে বীৰেই যে জগতৰ ইতিহাসৰ এটা উদ্ধাৰন শক্তি, আৰু এটা জাতিয়ে এজনা মহাপুৰুষক কেনেকৈ গ্ৰহণ কৰে, সেয়ে যে সেই জাতিৰ জীৱনৰ ভিতৰত আটাইতকৈ বেছি দৰকাৰী ঘটনা—এইটো গান্ধীৰ উত্থানৰ পৰা বুজা যায়। গান্ধীক দেখা পালে আগৰ দিনত বীৰ আৰু ঈশ্বৰৰ দূতসকলে কিভাৱে আত্ম-শাসন কৰিছিল সেই কথা মনত পৰে। আধুনিক মহৎ লোকৰ চৰিত্ৰ যিদৰে মান্যবৰ ওৱেলছে 'ৰিচাৰ্চ মাগ্নিফিচেণ্ট' পত্ৰিকাত বৰ্ণনা কৰিছে, গান্ধীক দেখা পালে সেই কথাও মনত পৰে। গান্ধীৰ গৱেষণাৰ মূল ভেটি নিজে উদ্ভাৱন কৰা নীতি। সত্যাগ্ৰহ, সত্য, সৎ স্বভাৱ, অহিংসা, ইন্দ্ৰিয়-দমন, নিৰ্ভয়, নিতান্ত দৰকাৰী বস্তু গ্ৰহণ আৰু ব্যৱহাৰ, এইবোৰ গুণেৰে নীতি গঠন কৰিছে। এইবোৰেই আহমেদাবাদৰ সত্যাগ্ৰহ আশ্ৰমৰ নিয়ম। গান্ধীয়ে যে কেৱল তেখেতৰ নিজৰ আৰু শিষ্যবৰ্গৰহে চৰিত্ৰৰ উন্নতিৰ নিমিত্তে চেষ্টা কৰিছে তেনে নহয়, কেবা শ বছৰ পৰৰ অধীনত থকাত অধঃপাতে যোৱা গোটেই জাতিটোকে পবিত্ৰতা, আত্মসন্মান আৰু বীৰত্ব শিকাবলৈ অহোপুৰুষাৰ্থ কৰিছে। তেখেতে কেৱল নিজৰ আত্মাৰ মুক্তিৰ নিমিত্তেহে যে চেষ্টা কৰিছে তেনে নহয়, ত্ৰিশ কোটি মানুহৰ আত্মাৰ মুক্তিৰ নিমিত্তেও যাৰ পৰ নাই যত্ন কৰিছে। তেখেতে দুয়োটা কামতে একে উপায় ত্যাগ আৰু কষ্ট-সহিষ্ণুতাকে নিযুক্ত কৰিছে। ভাৰতীয়বিলাকে যেতিয়ালৈকে জাতৰ গোলামি আৰু অজাতৰ অস্পৃশ্যতাৰ অভিশাপ ৰক্ষা কৰি থাকিব, বৃটিছৰ পৰা স্বাধীনতা দাবী কৰিবলৈ তেওঁলোকৰ তেতিয়ালৈকে কোনো স্বত্ব নাই বুলি তেওঁলোকক তেখেতে দেখুৱাই দিছে।

যেতিয়া চৌৰী-চৌৰাৰ গোলমালে তেখেতৰ সঙ্গীবোৰ আইন অমান্য কৰিবলৈ ঠিক প্ৰস্তুত হোৱা নাই বুলি দেখুৱাই দিলে, তেতিয়া ১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত আইন অমান্য আৰম্ভ কৰাৰ আদেশ তেখেতে যে ৰদ কৰিলে, সেয়েই তেখেতৰ নেতৃত্বৰ অগ্নি-পৰীক্ষা আৰু জয়। ৰাজনৈতিক আস্থাৰ পূৰণ কৰিব নোৱাৰা ক্ষতি নকৰাকৈ তেখেতে কেনেকৈ তেখেতৰ কাৰ্য-পদ্ধতি বদলাব? আৰু যি যুদ্ধৰ ঘোষণা আগেয়ে বৰলাটক জনোৱা হৈছে তাকেই বা কেনেকৈ উঠাই লব? ই যুদ্ধ আৰম্ভ কৰাৰ ঠিক আগখিনিতে সৈন্য সমাবেশৰ কাৰ্য বন্ধ কৰাৰ দৰে হৈছে। তথাপি কোনো ইউৰোপীয় গৱৰ্ণমেণ্টে সাহ কৰিব নোৱাৰা কাম গান্ধীয়ে কৰিছে। চয়তানে তেনে কৰিবলৈ হাক দিছিল; অহঙ্কাৰৰ বাণীয়েই চয়তানৰ বাণী। কিন্তু গান্ধীয়ে সেই আদেশ ওলোটাই দিলে। সেইদৰে গান্ধীৰ ভাৰতৰো অগ্নি-পৰীক্ষা আৰু জয় হৈছিল যেতিয়া তেখেতক ধৰা আৰু শাস্তি দিয়াৰ বাতৰি বিদ্ৰোহ আৰু ৰক্তাৰক্তিৰে গ্ৰহণ নকৰি ধীৰ আৰু ধৰ্মৰ গম্ভীৰতাৰে গ্ৰহণ কৰিছিল।

বোলাঁই লিখা কিতাপৰ যিখিনিত তেওঁ গান্ধী আৰু তেওঁৰ দেশীয় ডাঙৰ মানুহ ৰবীন্দ্ৰনাথ ঠাকুৰৰ মাজত মধ্যস্থতা কৰিছে, সেইখিনি আটাইতকৈ পঢ়িবলৈ সোৱাদ লাগে। গান্ধীৰ শিষ্যসকলৰ ওপৰত তেখেতৰ যি প্ৰাচুৰ্ভাৱ আছে, আৰু শিষ্য-সকলে তেখেতক যিদৰে অন্ধৰ দৰে অনুসৰণ কৰে, তাক ৰবি ঠাকুৰে ভয় কৰে। ঠাকুৰে জাতীয়তা ভয় কৰে, কাৰণ ই বাহ্যিক ৰাজনৈতিক স্বাধীনতাৰ নামত প্ৰকৃত আত্মাৰ স্বাধীনতা ধ্বংস কৰে। ঠাকুৰে আৰু ভয় কৰে, যে যদি গান্ধীৰ কাৰ্য-পদ্ধতি সফল হয়, তেন্তে ভাৰত সমগ্ৰ পৃথিৱীৰ পৰা আলাগ হ'ব। সমগ্ৰ পৃথিৱীৰ জাগৰণৰ লগত ভাৰতৰ জাগৰণো বান্ধ খাই আছে। যি জাতিয়ে নিজতে নিজে আবদ্ধ থাকিবলৈ চেষ্টা কৰে, সেই জাতিয়ে বৰ্তমান নতুন যুগৰ আধ্যাত্মিকতাত আঘাত দিয়ে। ইয়াৰ প্ৰত্যুত্তৰত গান্ধীয়ে কয় যে তেখেতৰ অসহযোগ প্ৰধানতঃ বৃটিছ-শাসনৰ বিৰুদ্ধে কৰা নাই, আচলতে ভৌতিক সভ্যতাৰ বিৰুদ্ধে আৰু ই য'তে ত'তে দুৰ্বলক শোষণ কৰাৰ বিৰুদ্ধেহে কৰা হৈছে। সেই হিচাপে ভাৰতে পৃথিৱীৰ উদ্ধাৰৰ বাবেহে যত্ন কৰিছে।

গান্ধীয়ে সোগৰত দিয়া ধৰ্মোপদেশত লেখিছে যে "মোৰ সুচিন্তিত অভিমত হৈছে, যি সভ্যতাই ভৌতিক উন্নতিকে জীৱনৰ লক্ষ্য বুলি স্থিৰ কৰিছে, যি সভ্যতাই জনসাধাৰণক সিহঁতৰ প্ৰকৃত মঙ্গলৰ অদৰকাৰী বয়-বস্তু তৈয়াৰ কৰিবলৈ অধঃপাতে নিয়া পৰিশ্ৰম কৰিবৰ নিমিত্তে বাধ্য কৰে, আৰু যি সভ্যতাই ধ্বংসকাৰী আত্ম-বিনোদনৰ উপকৰণ স্বৰূপ হৈছে, সেই ভৌতিক সভ্যতাৰ যাঁততহে ভাৰত গুড়া হ'ব ধৰিছে, ইংৰাজৰ হাতত নহয়।

গান্ধীৰ বিশ্বাস, কেৱল ভাৰতৰ গৃহ-শিল্প উদ্ধাৰৰ কাৰণে নহয়, গ্ৰেট-বৃটনৰ কৰ্মীবিলাককো, তেওঁলোকৰ প্ৰাণৰ পৰিবৰ্তে শোষণকাৰ্যৰ পৰা খালাচ দিবলৈকে ভাৰতক বৃটিছৰ আৰ্থিক আধিপত্যৰ পৰা নিশ্চয় মুক্ত কৰিব লাগিব। নিজে শিল্পৰ কল-কাৰখানা পাতিবলৈ ভাৰতক মুক্ত কৰা গান্ধীৰ আকাঙ্ক্ষা নহয়। ভাৰতত মাঞ্চেষ্টাৰৰ কল-কাৰখানা পতাতকৈ মাঞ্চেষ্টাৰে তৈয়াৰ কৰা বয়-বস্তু কিনি লোৱা ভাল। কল-কাৰখানা মহাপাপ; কাৰণ ই জাতিবিলাকক গোলাম কৰে, আৰু অৰ্থটো হৈছে লিঙ্গ দোষৰ দৰে এটা বিষময় বস্তু। এই মনোভাৱেই গান্ধীক তেখেতৰ লগৰ জাতীয় দলৰ দলপতিসকলৰ ওপৰত আসন দি ৰাস্কিন, মৰিচ, টলষ্টয় আৰু ঠাকুৰৰ নিচিনা জীৱনৰ প্ৰকৃত তত্ত্বৰ ঈশ্বৰ-দূতসকলৰ একে শাৰীতে বহুৱাইছে।

গান্ধীয়ে কয়, তেখেত যে ৰাজনীতিত নিযুক্ত হৈছে তাৰ কাৰণ, ৰাজনীতিয়ে ভাৰতক সাপে মেৰোৱাদি মেৰিয়াই আছে। পৃথিৱী উদ্ধাৰ কৰাত সহায় কৰাৰ আগেয়ে ভাৰতে নিজে জীৱন ধাৰণ কৰিবলৈ শিকিব লাগিব।

জাৰ্মানীৰো যদি এজনা গান্ধী থাকিলহেঁতেন!

জাপানী প্ৰফেছৰ কানা কোগীয়ে কয়ঃ যেতিয়া ফ্ৰান্সে পাশৱিক শক্তিৰে জাৰ্মানীৰ ৰূঢ় প্ৰদেশ অধিকাৰ কৰি বহিছিল তেতিয়া জাৰ্মান জাতিয়ে সত্যাগ্ৰহ কৰোঁতে যিমান দুখ-কষ্ট আলাই-আথানি সহ্য কৰিছিল আৰু যিমান মহৎ স্বাৰ্থ ত্যাগ কৰিছিল, সেই সময়ত যদি তেওঁলোকৰ নেতা ডাক্তৰ কুনোৰ পৰিবৰ্তে মহাত্মা গান্ধী থাকিল-হেঁতেন, তেনেহলে সমগ্ৰ মনুষ্য জাতিৰ ইতিহাসতে

নঘটা ঘটনা এটা ঘটি গোটেই জগতকে চমক লগালে-হেঁতেন। জাৰ্মান জাতিৰ সত্যাগ্ৰহ বিফল হোৱাৰ মূল কাৰণ হৈছে—জাৰ্মান জাতি আৰু তেওঁলোকৰ নেতা সকলে সত্যাগ্ৰহৰ আচল তত্ব বুজি পোৱা নাছিল, কিন্তু মহাত্মা গান্ধীয়ে এই তত্ব বেছিকৈ হৃদয়ঙ্গম কৰিছে।

যি জাতি আৰু যাৰ নেতাসকলৰ অন্তৰাত্মা সাংসাৰিক লাভ-লোকচান লৈয়ে ব্যস্ত পাৰ্থিব সুখ-সম্পদৰ নিমিত্তেই সদায় লালায়িত, সেই জাতি আৰু তাৰ নেতা সকলে কেতিয়াও সত্যাগ্ৰহ সুচাৰুৰূপে চলাব নোৱাৰে। জাৰ্মান জাতি আৰু তাৰ নেতাসকলৰ এইফেৰা দোষেই আছিল। কিন্তু মহাত্মা গান্ধীয়ে এইটো বেছকৈ বুজিছে যে সত্যাগ্ৰহ আন্দোলন কেৱল মাথোন সত্যৰ জয় আৰু অসমৰ পৰাজয়ৰ নিমিত্তেহে প্ৰধান অস্ত্ৰ। ই সাংসাৰিক লাভ-লোকচান আৰু পাৰ্থিব সুখ সম্পদৰ নিমিত্তে অস্ত্ৰ নহয়। ঈশ্বৰত আৰু তেওঁৰ অসীম ন্যায়পৰায়ণতাত মহাত্মা গান্ধীৰ অগাধ বিশ্বাস থকাটো তেখেতৰ প্ৰত্যেক কাৰ্য-কলাপ দেখিলেই বুজা যায়। সত্যাগ্ৰহ আন্দোলন চলাওঁতা নেতাৰ এই বিশ্বাস নাথাকিলে তেওঁ কেতিয়াও সত্যাগ্ৰহ আন্দোলন সফল কৰিব নোৱাৰে।

## গান্ধীতত্ব

ইংৰাজে ভাৰতত খৃষ্ট-জগতৰ সম্মিলিত ৰণ-বলতকৈও প্ৰবল আৰু মেছিন-গান্ আদি মাৰাত্মক অস্ত্ৰয়ো বলে নোৱাৰা এটা মহাশক্তিৰ লগত যুঁজিব-লগীয়া হৈছে। এটা প্ৰতিদ্বন্দ্বী আত্ম-বলৰ এটা দুৰ্জয় প্ৰকাশ ; আৰু ই ইমান সহজ আৰু মুক্ত যে তাক শাসন-যন্ত্ৰৰ মেৰ-পেচে ঢুকি নাপায় আৰু দুৰ্দান্ত পশুবলেও তাৰ আগত পৰাজয় মানে। আদিম খৃষ্টানবিলাকে যি বিশ্বাসৰ বলত হাঁহি হাঁহি নিৰ্যাতন, নিৰ্বাসন আৰু মৃত্যু-দণ্ড বৰণ কৰি লৈছিল, ইও তেনে বিধৰে এটা শক্তি। শাসনকৰ্তা-সকলে, বিশেষকৈ উপনিবেশৰ কৰ্মচাৰীসকলে এই শক্তিটো বুজিবলৈ বৰ টান পাইছে, অথচ তাৰ এটা ব্যৱস্থা গ্ৰহণ কৰিবও নোৱাৰিছে।

ভাৰতত মহাত্মা গান্ধীৰ নেতৃত্বত প্ৰবলৰ বিৰুদ্ধে দুৰ্বলৰ একমাত্ৰ অস্ত্ৰ, কৌশল-পূৰ্ণ নিষ্ক্ৰিয় প্ৰতিৰোধে (passive resistance) এটা অভিনৱ আকাৰ লৈছে। মনো-জগতত তেওঁ এটা অলৌকিক কাম কৰিছে। কিছু পৰিমাণে অস্থিৰ দুৰ্বল আৰু সংস্কাৰৰ কুঁৱলিয়ে ঢাকি থোৱা মনৰ মানুহক তেওঁ-শক্তিৰফালে কেন্দ্ৰীভূত কৰি আনিছে। সাধাৰণ নেতাসকলৰ বাট এৰি ৰাজনৈতিক জ্ঞানতকৈও ডাঙৰ নীতিৰ অনুসৰণ কৰি তেওঁ জন-সমূহৰ পুৰণি নিয়ম-নীতিৰ একো সলনি কৰা নাই, বৰং সেই প্ৰাচীন ভেঁটিতহে তেওঁৰ আন্দোলন প্ৰতিষ্ঠিত কৰিছে। প্ৰাচ্য দেশৰ এনে সাৰ্বজনীন আন্দোলনৰ দৰে ভাৰতৰ জাতীয়-যুদ্ধত হিংসা আৰু বাহ্যিক স্বাধীনতাৰ আড়ম্বৰ নাই, আছে মাথোন আন্তৰিক নৱজাগৰণ আৰু শান্তিময় বিৰোধ। অলপ আগতে ইংৰাজৰ অন্যায়ৰ বিৰুদ্ধে আকালী বিলাকৰ জাতীয় প্ৰচেষ্টাৰ বিস্ময়কৰ কাহিনী 'নেছন' কাকতত প্ৰকাশ হৈছে। ভাৰতৰ ৰণদক্ষ জাটবিলাকে নিৰীহ নিৰস্ত্ৰভাৱে তেওঁলোকৰ ধৰ্মক্ষেত্ৰ হাত কৰিবলৈ গৈ শান্তি-সম্পদ ৰক্ষা

কৰোঁতা ইংৰাজসকলৰ বন্দুকৰ গুলীত শই শই প্ৰাণ দিয়াৰ বাতৰি আমি প্ৰকাশ কৰিছোঁ।

আৰু মন কৰিবলগীয়া কথা: সত্যাগ্ৰহী-বিলাকৰ ভিতৰত জাতীয় একতাৰ বিৰোধী জাতিভেদ প্ৰথাক দমন কৰিবৰ চেষ্টা হৈছে। কিছুমান বছৰৰ পৰাই জাতিভেদৰ তীক্ষ্ণ ধাৰ লাহে লাহে ভোটা পৰি আহিছে, কিন্তু তথাপি অস্পৃশ্যতাই সমান সমানভাৱেই ভাৰতৰ গণতন্ত্ৰৰ পতাকাক উপহাস কৰি আছিল। অস্পৃশ্য ভাৰতৰ নিম্ন-জাতি। তেওঁলোকৰ ভিতৰত হীন আৰু মূৰ্খ মানুহো আছে আৰু শিক্ষিত কামিলা মানুহো আছে; কিন্তু তথাপি তেওঁলোকে হিন্দু সমাজৰ অন্যায়-বিধি নিষেধ মানি চলিব লাগে। তেওঁ-লোকে হয় কোনো বিশেষ বাটেদিয়েই যাব নোৱাৰে, নহয় কোনো এবিধ কামেই কৰিব নোৱাৰে, নতুবা কিবা এবিধ হীন কামেই কৰিবলৈ বাধ্য হয়। উচ্চ জাতিবিলাকৰ লগত তেওঁলোকৰ সামাজিক আদান-প্ৰদানতো নায়েই, বৰং তেওঁ-লোকক স্পৰ্শ কৰাও নিষিদ্ধ। গান্ধীয়ে সদায় এই ব্যৱহাৰৰ বিপক্ষে কৈ আহিছে, যদিও সেইমত কামত পৰিণত হলে ৰুছিয়াত হোৱাৰ দৰে এটা সমাজ-বিপ্লৱ হ'বৰ সম্ভৱ।

এই কামৰ সূচনা আৰম্ভ হৈছে, আৰু কাৰ্যতঃ ইংৰাজে পুৰণি মতৰফালেই ভিৰ দিছে। তেওঁ-লোকে মুখত জাতি-ভেদৰ বিপৰীত মত প্ৰকাশ কৰিলেও, ইংৰাজ-শাসনত জাতিভেদ হলে সমান-ভাৱেই আছে। হিন্দু সমাজৰ অস্পৃশ্যতা গুচাবলৈ উচ্চ জাতিৰ সত্যাগ্ৰহীসকল প্ৰতিজ্ঞাৱদ্ধ হৈ বহুত পুৰণি সংস্কাৰ ভাঙিবলৈ ধৰিছে, আৰু তাৰ ফলাফল মিঃ এন্দ্ৰুজৰ চিঠিত 'মাঞ্চেষ্টাৰ গাৰ্জেন' আৰু নিউ-ইয়ৰ্কৰ 'ৱৰ্ল্ড' কাকতত প্ৰকাশ হৈছে।

উচ্চ জাতিৰ হিন্দুসকলে অস্পৃশ্য জাতি-বিলাকক লগত লৈ ভাইকমৰ মন্দিৰলৈ যোৱা ৰাজবাটত উঠিবলৈ চেষ্টা কৰিছিল। তাতে পুলিচে তেওঁলোকক ধৰে। তেওঁলোকে অস্পৃশ্যতাৰ হেঙাৰ ভাঙিব খোজা বুলি দোষ স্বীকাৰ কৰে, আৰু ছমাহলৈ ফাটেক খাটে।

দ্বিতীয় দলে তৎক্ষণাত তেওঁলোকৰ ঠাই লয় আৰু কাৰাবৰণ কৰে। কিন্তু দলে দলে যেতিয়া মানুহ আহি দণ্ডগ্ৰহণ কৰিবলৈ ধৰিলে, তেতিয়া ৰজাঘৰে হঠাৎ কাৰ্য-পদ্ধতি সলাই পেলালে। বাটটোত এখন ডাঠ বেৰ দি তাত পুলিচ প্ৰহৰী ৰাখি সেইপিনে কোনেও সৰকিব নোৱাৰাৰ ব্যৱস্থা কৰিলে। ইয়াৰ উত্তৰ স্বৰূপে সত্যাগ্ৰহীসকলে নিৰাহাৰব্ৰত আৰম্ভ কৰিলে। দিনৰ শেষত ছজন সত্যাগ্ৰহী মূৰ্ছা গ'ল। গোটেই দিন তেওঁলোকে পানী এটোপাও মুখত নিদিয়াকৈ ৰ'দত পৰি পৰি আছিল। এই বাতৰি চাৰিওফালে জনাজাত হোৱাত গান্ধীৰ পৰা বাতৰি আহিল যে, নিৰাহাৰ-ব্ৰত এৰি শান্তভাৱে ধৰি নিয়ালৈ বাট চাই বহি বা থিয় দি থাকিব লাগে; আৰু এতিয়ালৈকে সেইমতে কাম চলিব লাগিছে। পুলিচে পহৰা দিব লাগিছে আৰু সত্যাগ্ৰহীসকলে ধৰা দিব লাগিছে। এতিয়াই সত্যাগ্ৰহীসকলৰ সহিষ্ণুতাই অকল ভাইকমৰ নহয়, গোটেই ভাৰতৰে লোক-সকলৰ সহানুভূতি আকৰ্ষণ কৰিছে।

আমেৰিকাৰ দাস-ব্যৱসায়ৰ বিৰুদ্ধে হোৱা যুদ্ধত যদি দাস-দাসী ৰখা অভিজাত বংশীসকলে যোগ দি কৃষ্ণকায় স্বদেশী ভাইবিলাক ৰক্ষা কৰিবলৈ কাৰাদণ্ড নাইবা মৃত্যুদণ্ড বৰণ কৰিলেহেতেঁন, তেনেহলে সেই আন্দোলনো ভাৰতৰ এই

আন্দোলনৰ দৰে হ'লহেঁতেন। কিন্তু ভাৰতবৰ্ষৰ সমাজ আৰু অৰ্থনীতিৰ গুৰিত ধৰ্মৰ ভেটি থকাৰ নিমিত্তে তেওঁলোকৰ জাতীয় প্ৰচেষ্টা আৰু বেছি মনত লগা হৈ উঠিছে। বৈদেশিক প্ৰাধান্য আৰু চাবুকৰ পীড়নৰ ভয়তো সাম্য আৰু বিশ্ব শান্তিৰ ফুল ফুলি ঠন ধৰা দেখি আৰু শক্তিপ্ৰধান দেশতো ইয়াক জঁয় পৰি যোৱা দেখি মাজে মাজে বোধ হয় যে জাতিৰ প্ৰকৃত গৌৰৱ বিফলতা (?) আৰু সুদীৰ্ঘ সহন ক্ষমতা।

### তিলক আৰু দেশৰ যুৱক দল

কৰাচিত হোৱা লোকমান্য তিলকৰ চতুৰ্থ বাৰ্ষিক অধিৱেশনত অধ্যাপক ভাস্বানিয়ে দিয়া বক্তৃতাৰ সাৰাংশঃ কিছুলোকে তেখেতক এজনা পণ্ডিত বুলিছে। মোৰ মাননীয় বন্ধু এজনে তিলকৰ সংযত মনৰ বিষয়ে উনুকিয়াইছে। কিন্তু তেখেতৰ মন কেৱল সংযতেই নাছিল, তাতোকৈ বেছি আছিল। তেখেতৰ মন তেজস্বীও আছিল। তিলক এজন বৰ ডাঙৰ পণ্ডিত আছিল। তেখেতৰ 'গীতাৰ ব্যাখ্যা' আৰু 'আৰ্যসকলৰ উত্তৰ মেৰুত বাস'—এই দুখন পুথিয়ে তেখেতৰ বুদ্ধিৰ বল দেখুৱায়। তেখেতৰ বক্তৃতা মই কলিকতাত শুনিছোঁ। এই বক্তৃতাৰ পৰা তেখেতৰ তেজস্বী ৰাজনৈতিক মনৰ আভাস পোৱা গৈছিল। তিলকৰ বিষয়ে ভাবোঁতে কেতিয়াবা আৰু এজনা জগদ্বিখ্যাত পুৰুষৰ কথাই মই ভাবোঁ। তেওঁ লেনিন। সেই পুৰুষজনক কোনোৱে কোনোৱে বিকৃতভাৱে বৰ্ণাইছে। মই তেওঁক অতি সন্মান কৰোঁ। গভীৰ ভক্তিৰে এই সমাজৰ আগত মই তেওঁক প্ৰণাম কৰোঁ। লেনিনৰ নিচিনা তিলকে শান্তভাৱে বক্তৃতা দিছিল আৰু বক্তৃতাত মনৰ তেজ দেখুৱাইছিল। লেনিনৰ নিচিনা তিলকক জনসাধাৰণে মৰম আৰু ভক্তি কৰিছিল। ইয়াৰ গুপ্ত কাৰণ কেৱল পাণ্ডিত্য, বিবেচনা শক্তি নাইবা ফটফটীয়া আৰু সতেজ গৱেষণাই নহয়। মোৰ বিশ্বাস যিহক বাৰ্ণাৰ্ড শ্বই জীৱনী-শক্তি বোলে, তেওঁৰ সেই বিশ্ব-শক্তি আছিল। এই শক্তিয়ে তাৰ ইচ্ছা কাৰ্যত পৰিণত কৰিবলৈ সময়ে সময়ে কোনো কোনো মানুহক হাতত লয়। মোৰ বিশ্বাস, এই বিশ্ব-শক্তিয়ে ভাৰতৰ উন্নতি আৰু উদ্ধাৰৰ নিমিত্তে তিলককে উপকৰণ স্বৰূপে হাতত লৈছিল। মোৰ বিশ্বাস, বৰ্তমান ভাৰতৰ স্বৰাজ যুঁৱত তিলক আমাৰ প্ৰথম প্ৰধান সেনাপতি বুলি সোঁৱৰা হ'ব।

আমোলাতন্ত্ৰে ভাৰত এতিয়াও স্বৰাজৰ উপযুক্ত হোৱা নাই বুলি কয় যে বহুত দোষ আছে, সেইটো মই স্বীকাৰ কৰো। সেইবোৰ অস্বীকাৰ কৰিলে মোৰ পক্ষে সত্য অস্বীকাৰ কৰা হব। তিলক জনসাধাৰণৰ দোষবোৰৰ বিষয়ে অৱগত আছিল আৰু সকলোবোৰ বিষয়ে যুঁজিছিল।

স্বৰাজ আমাৰ জন্মগত অধিকাৰ। ইয়াত ওজৰ-আপত্তি দেখুৱাটোত আমোলাতন্ত্ৰৰ দস্তুৰ আছে বুলি মোৰ বিশ্বাস। আমোলাতন্ত্ৰে কয়, আমি অনুপযুক্ত। মই সোধো এটা জাতিয়ে আন এটা জাতিৰ ওপৰত বহি থকাটো উচিতনে? অনন্ত ন্যায়পৰায়ণতা আমাৰ স্বৰাজ দাবিৰ পক্ষে আছে। কোনো জাতিয়ে যিমানেই মহান বা মনস্বী নহওক, আন জাতিৰ ওপৰত আধিপত্য কৰাটো ন্যায়সঙ্গত নহয়। স্বৰাজৰ পক্ষে যে আৰু এটা ওখ খাপ আছে সেইটো তিলকে পাহৰা নাছিল। জন্মস্বত্বৰ বাহিৰেও এটা আৰু উচ্চ

ধৰণৰ কাৰণ আছে। জাতিয়ে জাতিয়ে আজিকালি ঘৃণা কৰা কৰি কৰে, কাৰণ স্বত্বৰ ওপৰ থাপলৈ তেওঁলোকে নাচায়। ঘৃণাৰ ভিতৰত যুদ্ধ আৰু মৰামৰিৰ বীজ নিহিত আছে। জাতিবিলাকৰ গভীৰ অশান্তি মোৰ বিবেচনা মতে, এক কথাতে কলে, স্বত্বা-স্বত্বিৰ সংঘৰ্ষ মাথোন। তিলকে 'স্বৰাজ আমাৰ কেৱল জন্মগত স্বত্বই নহয়, ধৰ্মও বুলি যেতিয়া কৈছিল, তেতিয়া তেখেতে ওপৰ থাপলৈ চাইহে কথাষাৰ কৈছিল।

এটা চিৰস্মৰণীয় বক্তৃতাত তেখেতে কৈছিল, "স্বৰাজ আমাৰ জন্মগত স্বত্ব বুলি মই কৈছিলো, কিন্তু সেইটো ইংৰাজী ভাবৰহে। মই আৰু এখাপ ওপৰলৈ গৈ কওঁ যে স্বৰাজেই আমাৰ ধৰ্ম।" বাস্তৱিকতেই স্বৰাজ আমাৰ ধৰ্ম। কাৰণ, শৃঙ্খলাবদ্ধ ভাৱতে অন্য জাতিৰ অধীনত থকা ভাৰতে, তাৰ মনুষ্যত্ব বিকাশ কৰিব নোৱাৰে আৰু জাতিৰ প্ৰতি তাৰ কৰ্তব্য কাম কৰিব নোৱাৰে। কেৱল স্বাধীন জাতিহে ঈশ্বৰদত্ত উদ্দেশ্য লৈ গতি কৰিব পাৰে। কাজেই, স্বৰাজ-কেই আমাৰ ধৰ্ম, আৰু ইয়াৰ আহ্বান আমাৰ পক্ষে ফটফটীয়া। আমি আমাৰ ভাৰতৰ ইজ্জৎ অৱশ্যে ৰক্ষা কৰিবই লাগিব।

হে যুৱকসকল! এই কৰ্তব্য কাম তোমালোকৰ আগতে পৰি আছে। আজিৰ আহ্বান এয়েই। তিলকেই ভাৰতৰ সম্মানৰ ঘাই অভিভাবক আছিল। তোমালোক যুৱক আৰু কাম কৰিবলৈ ব্যাকুল। মাতৃৰ ইজ্জৎ ৰক্ষা কৰা। তোমালোকৰ সাজ-পাৰত, খোৱা-লোৱাত, পঢ়া-শুনাত আৰু আটাইতকৈ তোমালোকৰ সৈনিক আকাঙ্ক্ষা আৰু তোমালোকৰ মাতৃৰ ইজ্জৎ ৰক্ষা কৰা। আমাৰ যুৱকসকলক দিবলৈ ভাৰতৰ ইজ্জতৰ বাহিৰে আন একো ভাল মন্ত্ৰ মই নাজানো। বিশুদ্ধতা, আন্তৰিকতা আৰু সত্য কেৱল বাহিৰতে নহয়, ইয়াক ভিতৰৰ পৰা সৰ্বদায় ৰক্ষা কৰা। স্বৰাজ তোমাৰ মুখতহে, কিন্তু স্বাৰ্থ তোমাৰ অন্তৰত —এনেকুৱাও হ'ব পাৰে।

মই আমাৰ যুৱকসকলৰ বাহ্যিক আৰু নিৰ্জীৱ ভাব নিবিচাৰো, কিন্তু অন্তৰৰ অতি গভীৰ হৃদয়ৰ ভাবহে বিচাৰো। যেয়ে ভাৰতীয় আদৰ্শ মতে কাম কৰে, সেয়েহে ভাৰতৰ ইজ্জৎ ৰক্ষা কৰে। এই ভাৰতীয় আদৰ্শ সকলো ধৰ্মৰ মাজত সত্যৰ আদৰ্শ, সকলো হিংসা আৰু যুঁজৰ মাজত প্ৰেমৰ আদৰ্শ, সকলো জাতি, সকলো বৰ্ণ আৰু ধৰ্মৰ মাজত একাত্মাৰ আদৰ্শ।

যুৱকসকল! মই অনুৰোধ কৰো, তোমালোকে এই আদৰ্শ সাৰোগত কৰা। তাৰ পিছত গাঁৱে গাঁৱে গৈ, য'ত তোমালোকৰ নিমিত্তে হাজাৰে হাজাৰে মানুহ অপেক্ষা কৰি আছে, তেওঁলোকক এই আদৰ্শৰ কথা কোৱাগৈ। তেওঁলোকক কোৱাগৈ যাতে তেওঁলোকে সকলো দুখ-যন্ত্ৰণা সহ্য কৰিও ভাৰতৰ ইজ্জৎ ৰক্ষা কৰে। যোৱা, যোৱা, আমাৰ আশা-ভৰসাৰ স্থলসকল! তোমালোকৰ অন্তৰত এতিয়াও যৌৱনৰ তেজ আছে। যোৱা, সৰল গাঁৱলীয়া লোকসকলে তোমালোকক বাট চাই আছে। যোৱা, ভাৰতক মন্ত্ৰমুগ্ধ কৰাগৈ।

('চেতনা', ৬ষ্ঠ বছৰ, ১ম সংখ্যা)

# মহাত্মাৰ কথা

### উত্তেজনা লাগে

মহাত্মা গান্ধীয়ে এজন ত্যাগী উকীলৰ পৰা পোৱা এখন চিঠিৰ উত্তৰত লিখিছে যে যদিও উকীলজনে কৈছে বৰ্তমান 'স্কীমত' মানুহক উত্তেজনা দিব পৰা শক্তি নাই, তথাপি মই কওঁ, যে তাত যথাৰ্থ উত্তেজনা দিয়া শক্তি আছে। অৱশ্যে উত্তেজনা মানে উকীলজনে কি অৰ্থ বুজিছে কব নোৱাৰো। কিন্তু কাম কৰিবলৈ হলে এই স্কীমত উত্তেজনা আছে। এখন গাঁৱলৈ গৈ যঁতৰ চলাই চলাই অস্পৃশ্যতাৰ বিৰুদ্ধে বক্তৃতা দিয়াগৈ। ল'ৰাবিলাকে যঁতৰৰ লগে লগে নাচিব আৰু গাঁৱলীয়া মানুহবোৰক সৰু জাতিবোৰক আলিঙ্গন কৰিবলৈ ভালকৈ বুজাব নোৱাৰিলে, শিল দলিয়াই সিহঁতৰ মাজৰ পৰা তোমাক খেদিবলৈ চাব। এনে উত্তেজনা প্ৰাণ দিয়া সঞ্জীৱনী শক্তি। কিন্তু এবিধ আকৌ খন্তেকীয়া উত্তেজনা আছে। এইবিধ খন্তেকৰ কাৰণে জ্বলি উঠি নুমাই যায়। এনেবিধ উত্তেজনাই ভাৰতৰ স্বৰাজ আনিব নোৱাৰে। এনেবিধ উত্তেজনাই মানুহক অন্ধলা কৰে। এনে উত্তেজনা কেৱল যুঁজাৰু মানুহৰ কাৰণেহে। কিন্তু ভাৰতৰ সমস্যা সিমান সহজ নহয়। আমি বৰ্তমান যুঁজাৰু নহওঁ। আমি অস্ত্ৰ-শস্ত্ৰ-শূন্য জাতি। ইপিনে আকৌ ইংৰাজবিলাকেও আমাক কেৱল বলেৰে শাসন কৰা নাই, সিহঁতৰ প্ৰলোভনকাৰী শক্তিও আছে। সিহঁতে মুহূৰ্ততে বগাক ক'লা কৰিব পাৰে। আমি শৃঙ্খলাবদ্ধ হৈ ভালমতে আন্দোলন কৰা দেখিলেই আৰু আমাৰ উদ্দেশ্যৰ পৰা এখোজ পিছ হেঁাহকা নেদেখিলেই তেওঁলোকে আপোনা-আপুনি শাসনভাৰ আমাৰ হাতত গতাই দিব, আৰু টান দেখিলেই নাম লব।

সত্যাগ্ৰহ পিছৰ বিধৰ উত্তেজনা নহয়। বৰং এনেবিধ উত্তেজনাত ই লোপহে পায়। ইয়াৰ কাৰণে নিৰস্ত্ৰ বীৰত্ব লাগে, ইয়াত অপৰাজেয় সাহস লাগে। ভাইকম আৰু তাৰকেশ্বৰতহে এনে সত্যাগ্ৰহৰ আদৰ্শ দেখুৱাইছে।

সত্যাগ্ৰহত ভাৰতৰ সৰ্বসাধাৰণে বিশ্বাস হেৰুৱা নাই, কেৱল আমি নেতাবোৰেহে হেৰুৱাইছো। বৰ্তমান সময়ত কৰ্মীসকলে ততাতৈয়াকৈ কামৰ পৰা মেলানি মাগি কাম এৰি পেলাইছে কিয়? এয়ে তেওঁলোকৰ আচল মুখাখন উলিয়াই দিয়া নাইনে? ইমান দিনে তেওঁলোকে মুখা পিন্ধি আচল কাম নকৰি কেৱল ধেমালি হিচাপে কাল কটোৱা নাছিলনে? বাস্তৱতে এনে ভাবে বিসৰ্জন দিয়াত উদ্দেশ্যৰ কাৰণে উপকাৰ হৈছে। আমি এতিয়া জানিব পাৰিম আমি আমাৰ উদ্দেশ্যৰ পৰা কিমান দূৰৈত। মুঠৰ ওপৰত এনে নিৰাশাৰ চিঠি নেলেখি আচল কামতহে লাগি যোৱা যুগুত। তেতিয়া হলে নিৰাশাত আকুল হব নালাগিব আৰু উদ্দেশ্যবো আমি কাষ চাপিব পাৰিম। কামত অটল বিশ্বাসেই উদ্দেশ্যৰ সফলতাৰ মূল কাৰণ।

### জাতীয় শিক্ষা সম্বন্ধে

আহমেদাবাদত অলপতে জাতীয় স্কুলৰ শিক্ষক-সকলৰ যি সম্মেলন হৈ গ'ল, তাত মহাত্মা গান্ধীয়ে

তলত লিখা দৰে তেখেতৰ অভিমত প্ৰকাশ কৰিছিল : জাতীয় শিক্ষা সম্বন্ধে গুজৰাটে যিমান কাম কৰিছে, তাত গুজৰাটে, এনেকি সমগ্ৰ ভাৰতেও লাজ কৰিবৰ একো কাৰণ নাই। গুজৰাটৰ জাতীয় স্কুলবোৰত আজিও প্ৰায় ৩০০০০ ছাত্ৰই শিক্ষা কৰে, ৬০০ শিক্ষকে শিক্ষকতা কৰে আৰু প্ৰায় ৮৷৷০ লাখ টকা খৰচ হৈছে। অসহযোগৰ মতত ভেটি কৰি এটি বিশ্ববিদ্যালয় স্থাপিত হৈছে। যি স্কুলত বোৱা-কটা শিক্ষা নহয়, অস্পৃশ্য জাতিৰ ল'ৰা-ছোৱালীক সাদৰে গ্ৰহণ কৰা নহয়, আৰু হিন্দু-মুছলমানৰ ভিতৰত সম্ভাৱ বঢ়োৱা নহয়, সেই স্কুল জাতীয় স্কুলেই নহয়। কেৱল মাত্ৰ চৰকাৰৰ হাত নাথাকিলেই যে জাতীয় স্কুল হ'ল এনে নহয়। পাঠ্য পুস্তকবোৰ এনে হ'ব লাগে, যাতে সকলো ছাত্ৰই, এনেকি দুখীয়া ছাত্ৰয়ো অনায়াসে কিনি লব পাৰে। কিতাপৰ অতিৰিক্ত বোজাই ছাত্ৰৰ গৰহজমী কৰে আৰু শিক্ষকক যন্ত্ৰত পৰিণত কৰে। ছাত্ৰৰ সংখ্যালৈ মন নকৰি এই আদৰ্শ আগত ৰাখি জাতীয় স্কুলবোৰ চলাব লাগে।

### বিচ্ছিন্ন মহাৰাষ্ট্ৰ সম্বন্ধে

সম্প্ৰতি মহাৰাষ্ট্ৰীবিলাকৰ অসহযোগ সম্বন্ধে দুটা দল হৈছে। এটা দলে অসহযোগ অদল-বদল কৰিছে আৰু আন দলে আগৰদৰে অসহযোগ ঠিকঠাককৈ মুঠা মাৰি ধৰি আছে। বিশেষতঃ কেলকাৰৰ দলে আৰু তেওঁলোকে চলোৱা বাতৰিকাকতবোৰে মহাত্মাজীক আৰু অসহযোগ আন্দোলনক অতি কঠোৰভাৱে ক্ৰমাগত আক্ৰমণ কৰি আহিছে। অলপতে লোকমান্য তিলকৰ চতুৰ্থ বাৰ্ষিক অধিৱেশন হৈ গ'ল। ভাৰতৰ প্ৰায় সকলো নগৰে নগৰে এই অধিৱেশন অতি সমাৰোহেৰে সুসম্পন্ন হৈ গ'ল। এই সুযোগতে মহাত্মা গান্ধীয়ে 'ইয়ং ইণ্ডিয়া' কাকতত মহাৰাষ্ট্ৰৰ সম্বন্ধে তেওঁৰ মনোভাৱ প্ৰকাশ কৰিছে। ১৯২০ চনৰ যিদিনা ৰাতিৰ পৰা ভাৰতৰ কপালৰ পৰা তিলক মোচা যায়, সেই দিনা ৰাতিৰ পৰা মহাত্মাজীৰ মহাৰাষ্ট্ৰীয়বিলাকৰ সম্বন্ধে সদায় মনত আশঙ্কা। কাৰণ যদিও মহাত্মাজীৰ লগত লোকমান্য তিলকৰ বহুত বিষয়ে নিমিলিছিল, তথাপি পৰস্পৰে কোন কেনে বেছকৈ বুজিছিল আৰু জানিছিল। কিন্তু বৰ্তমানে মহাৰাষ্ট্ৰৰ ডাঙৰ ৰাজনৈতিক নেতাসকলৰ ভিতৰত বহুতে মহাত্মাজীক সম্পূৰ্ণ বিশ্বাস নকৰে। আগেয়ে লোকমান্য তিলকক জয় কৰিলেই সমগ্ৰ মহাৰাষ্ট্ৰক জয় কৰা হ'লহেঁতেন, কিন্তু এতিয়া 'তোৰো ডাঢ়ি পকা মোৰো ডাঢ়ি পকা, কাকো কেৱে নোবোলে ককা'—মহাৰাষ্ট্ৰৰ এনে অৱস্থা হৈছে। যি দৰে ডুবি জাহাজেৰে আগুৰি ধৰি থকা আৰু আকাশীজাহাজৰ পৰা বোমা মৰা—এই দুয়ো কাৰ্য একে সময়তে একে শত্ৰুৰ বিৰুদ্ধে খটাব পাৰি ; সেইদৰে এক দলে কাউঞ্চিলত সোমাই চৰকাৰৰ সমস্ত প্ৰস্তাৱ নাকচ কৰি আৰু আন দলে গাঁৱে ভূঞে নগৰে-চহৰে সকলো ঠাইতে গৈ অসহযোগ প্ৰচাৰ কৰি দ্বৈত-শাসন ধ্বংস কৰি স্বৰাজ স্থাপন কৰিব পাৰিব ; কাজেই দুয়ো দলৰ মিলন সম্ভৱ বুলি যদিও বহু বন্ধু-বান্ধৱে মহাত্মাজীক জনাইছিল, তথাপি তেখেতৰ মতে মিলন সম্ভৱ নহয়। এবাৰ ৰাইজক কাউঞ্চিললৈ যাবৰ নিমিত্তে ভোট দিবলৈ কৈ আকৌ সেই ৰাইজকে অসহযোগ কৰিবলৈ

কোৱাটো যুক্তিসঙ্গত নহয়। যি দলে অসহযোগ অদল-বদল কৰিব খোজে, সেই দলক যাতে প্ৰেমেৰে জয় কৰি অসহযোগ যেনে আছে তেনে ৰখা দললৈ টানি নিব পাৰি, সেইভাৱে কাৰ্য চলাবলৈ মহাত্মাজীয়ে মহাৰাষ্ট্ৰীয়সকলক উপদেশ দিছে।

**বলছেভিজ্‌ম্ অৰাজকতা নে শৃঙ্খলতা**

আমেৰিকাৰ পৰা দুজন ভদ্ৰলোকে মহাত্মালৈ এখন চিঠি লেখিছে। তেওঁলোকৰ মতে মহাত্মাই ভাৰতবৰ্ষত ধৰ্মৰ নাম লৈ নাস্তিকতা আৰু দুৰ্নীতি-পূৰ্ণ বলছেভিজ্‌ম্‌হে প্ৰচাৰ কৰিছে; আৰু হিন্দু-মুছলমানৰ মিলন অবৈধ; ই পৃথিৱীৰ অশান্তিৰ কাৰণ হ'ব পাৰে। যিহেতু মুছলমানে বলছেভিক ৰুছিয়াৰ সহায়ত এচিয়াত প্ৰাধান্য বিচাৰিছে।

মহাত্মাই কৈছে, বলছেভিজ্‌ম্‌ৰ অৰ্থ সন্দেহ-জনক। কিছুমানে কয়, ই তেনেই হীন আন্দোলন; আৰু কিছুমানে কয় ইয়েই পৃথিৱীৰ সকলো পদানত জনসঙ্ঘৰ মুক্তিৰ পথ। তাৰ কোনটো অৰ্থ মই গ্ৰহণ কৰিম? মুঠতে ইয়াকে কব পাৰোঁ, মোৰ মতত নিৰীশ্বৰবাদিতাৰ চেকাতো নায়েই, বৰং ঈশ্বৰৰ নামতেই ইয়াৰ শক্তি, আৰু আৰাধনাই মোৰ প্ৰধান বল। মোৰ মত জন-শক্তিৰ উদ্বোধক। ইয়াত শৃঙ্খলাৰ প্ৰাবল্য ইমান বেছি যে মোৰ কৰ্মঠ সহকাৰী কিছুমানেই টান পাইছে।

মুছলমানৰ লগত মোৰ যোগৰ কাৰণে মই-গৌৰৱ অনুভৱ কৰোঁ। ইচলামত নাস্তিকতা নাই; আনকি, ইচলামৰ প্ৰবল শক্ৰবিলাকেও ইয়াৰ বিৰুদ্ধে এনে কথা কব পৰা নাই। যদি বল-ছেভিজ্‌ম্ নিৰীশ্বৰবাদী হয়, তেন্তে তাৰ লগত ইচ্‌লামৰ মিলন অতি স্বাভাৱিক নহবৰ কাৰণ কি? দুয়ো একে ভাৰত-মাতৃৰ সন্তান, একে সুখ-দুখ আশা-নিৰাশাৰ সমভাগী। আমাৰ বিৰোধহে আচৰিত কথা, মিলন নহয়। তেন্তে আমাৰ মিলনে কেনেকৈ পৃথিৱীৰ শান্তি নষ্ট কৰিব মই ক'ব নোৱাৰো। পৃথিৱীৰ ভয় হৈছে এই বাঢ়ি যোৱা দায়িত্বহীন সাম্ৰাজ্য-গৰ্বৰ পৰা; যি ভাৰতক পদানত কৰি জগতৰ দুৰ্বল জাতিৰ স্থিতি আৰু বৃদ্ধিৰ কাল স্বৰূপ হৈ উঠিছে। এই সাম্ৰাজ্য-লিপ্সাহে নাস্তিক ভাবাপন্ন। ঈশ্বৰৰ নামত ইয়েই অধৰ্ম কৰি বৰ্বৰতা, ডায়েৰিবাদ (Dyerism), ওডায়াৰী (O' Dwyerism) আদিক ন্যায় ধৰ্ম আৰু যুক্তিৰ সাজ পিন্ধাইছে। দুখৰ বিষয় যে সৰহভাগ ইংৰাজেই নাজানে যে তেওঁলোকৰ নামত কলঙ্ক পৰিব লাগিছে। আৰু দুখৰ কথা যে ইংৰাজসকলৰ নামতে যে ভাৰতত অত্যাচাৰ হব লাগিছে আৰু আফ্ৰিকাবাসীসকলৰ ধ্বংস আৰম্ভ হৈছে, এই কথা তেওঁলোকে নাজানে, বৰং আচল কথাৰ বিপৰীত বুজিহে প্ৰভাবিত হৈ আছে। জাৰ্মানীৰ পৰাজয়ে যদিও জাৰ্মান-ভীতি গুচাইছে, তথাপি মিত্ৰ-শক্তিৰ জয়লাভে নতুন ভয়ৰ জন্ম দিছে। সেই দেখি মই ভাবো, হিন্দু-মুছলমান মিলন স্থায়ী সত্যৰ ভেটিত প্ৰতিষ্ঠিত হৈ উভয়ে ন্যায্য প্ৰাপ্য উদাৰভাৱে ভোগ কৰিব। আৰু তেতিয়াহে ই কঠোৰ সাম্ৰাজ্য-গৰ্বক মানৱ প্ৰেমৰ পৰশমণিৰে সোণ কৰিব পাৰিব। ই ভাৰতলৈ আৰু জগতলৈ শান্তি-আশীষ কামনা কৰে। অহিংসা আৰু সত্যৰ সহায়েৰে আমি ভাৰতত স্বৰাজ প্ৰতিষ্ঠা কৰিম। আমাৰ যঁতৰত আড়ম্বহীনতা, আত্ম-নিৰ্ভৰতা আৰু আত্ম-দমনৰ ভাব নিহিত আছে। যদি এনে আন্দোলনেই

জগতৰ অশান্তিৰ কাৰণ হয়, তেন্তে কব লাগিব ঈশ্বৰ নায়েই ; নতুবা তেওঁ টোপনিত লাল-কাল দিছে।

### যঁতৰত সূতা কটা সম্বন্ধে

ৰাষ্ট্ৰীয় স্ত্ৰী-সভাৰ মহিলাসকলক গান্ধীয়ে সূতা কটাত হেলা কৰা দেখি বেয়া বুলিছে। তেওঁ কৈছে যে যদি কোনোবাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা প্ৰকাশ কৰিবলগীয়া হয়, তেন্তে তেওঁৰ মতে চলিব লাগে। ভাৰতৰ কল্যাণৰ কাৰণে আত্ম-নিবেদন সকলোৰে অনুকৰণীয় হ'ব লাগে। দাদা-ভাই নৌৰজীৰ মতে এক কৌটি ভাৰতৰ প্ৰজাই কোনোমতে এসাজ মাৰি এসাজ খাই থাকে। মহাত্মা গান্ধীয়ে কয়, যে এই অন্নহীন মানুহবিলাকক প্ৰত্যেকে নিতৌ অন্ততঃ আধা ঘণ্টাকৈ সূতা কাটিও বহুত সহায় কৰিব পাৰে।

এখন পাৰ্চী সভাত এই কথাকে তেওঁ আৰু বহলাই কৈছে যে অৰ্থ নৈতিক হিচাপত অৰ্থনীতিজ্ঞসকলে যঁতৰক বৰ মূল্যবান বুলি নকলেও, আৰু যঁতৰ চলাই তেওঁ ভুল কাম কৰিলেও, ই যে ভাৰতত স্বদেশী সূতাৰ যোগান দিয়াৰ বাট দেখুৱাব ই নিশ্চয়। ছাৰ দীনশ্ব ৱাচাই কৈছিল, যে প্ৰত্যেক ভাৰতৰ মানুহক গড়ে ১৩ গজ কাপোৰ লাগে, আৰু তাৰ ৯'১ গজহে ইয়াত বোৱা হয়। সকলোৱে যঁতৰ ললে অৱশ্যে ৪ গজৰ ঘাটিখিনি পূৰাব পৰা হয়। যদি ধনী আৰু মজলীয়া তৰপৰ মানুহে সূতা কাটিব ধৰে, তেন্তে দুখীয়াবিলাকেও তাকে কৰিব। বোম্বাইৰ প্ৰাদেশিক ৰাষ্ট্ৰ পৰিষদৰ সভ্যসকলক তেওঁ দেখুৱাই দিছে যে কংগ্ৰেছত সূতা-কটা প্ৰস্তাৱটো বহুসংখ্যক ওপৰঞ্চি ভোটৰ বলত গৃহীত হৈছে। এই প্ৰস্তাৱ থকালৈকে তেওঁলোকে ইয়াৰ সাফল্যত সন্দিহান হোৱা অনুচিত। যিবিলাকৰ বিশ্বাস সূতা কাটি স্বৰাজ আনিব নোৱাৰে, তেওঁলোকে কংগ্ৰেছত নথকাই ভাল। সূতা কটা প্ৰস্তাৱত তেওঁলোকৰ ব্যক্তিগত বিৰাগ থাকিলেও তেওঁ তাক মানি চলিবলৈ কয়।

### প্ৰশংসাৰ জ্বালাত অস্থিৰ

মহাত্মাই বাৰে বাৰে কব লাগিছে যে তেওঁ প্ৰশংসাৰ জ্বালাত অস্থিৰ হৈছে। তেওঁ আড়ম্বৰ-হীন কৰ্ম্মহে বিচাৰে। বৰ সংযত হলেও পাৰ্চী সভাত আবেগপূৰ্ণভাৱে তেওঁ বৰ মৰ্ম্মস্পৰ্শী বক্তৃতা দিছে। যমুনা দাস দ্বাৰকা দাসে তেওঁক মহাত্মা নোবোলাৰ কাৰণে কথাত বাধা দিয়া দেখি তেওঁ কৈছে, যে তেনে ব্যৱহাৰে অকল যমুনা দাস দ্বাৰকা দাসকে নহয় স্বয়ং তেওঁকো অপমান দিছে। এজনক সম্মান দেখুৱাব লাগিলে তেওঁৰ মনৰ মতে চলাটোৱেই নিয়ম। মুখত মহাত্মাজী বুলি দেখুৱাই তেওঁলোকে মূল নীতি অহিংস-ব্ৰত ভঙ্গ কৰিছে। তেওঁ কৈছে, "মোক মহাত্মা বিশেষণ নিদিবলৈ মই আকৌ সকলোকে প্ৰকাশ্যভাৱে খাটিলোহেঁতেন। মোৰ আশ্ৰমত মোক মহাত্মা বোলা সম্পূৰ্ণ নিষিদ্ধ। মতৰ অনৈক্য যেয়ে সহিব নোৱাৰে, তেওঁলোক স্বৰাজ্য পাবৰ অযোগ্য। ই এটা বেমাৰ, আৰু মই তাক গুচাব খোজোঁ। কিন্তু মোৰদ্বাৰা সি আৰু নহ'ল, কাৰণ মই মহাত্মা নহয়, সামান্য মানুহহে।"

তেতিয়া দুজন মানুহে উঠি যমুনা দাস দ্বাৰকা দাসক মহা আনন্দ-ধ্বনিৰ মাজত ক্ষমা খুজিলে।

মহাত্মাই কৈছে, "আমাৰ বিপক্ষৰ মতাৱলম্বী সকলোকে প্ৰেমৰ চকুৰে চোৱাটোও অসহযোগৰ

এটা প্ৰধান অঙ্গ। বৰ শত্ৰুতচাৰণ কৰা সত্ত্বেও আমি ডায়াৰ আৰু ওডায়াৰক পুতৌ কৰিব লাগে। এই ক্ষমা-প্ৰাৰ্থনাই মোৰ দুখক আনন্দত পৰিণত কৰিছে।"

## ইংৰাজসকললৈ

ইংৰাজবিলাকক তেওঁ ইংৰাজীতে কৈছে, বিদ্বেষ ভাৱেৰে তেওঁ কাকো মনত দুখ দিয়া নাই। যদি কেতিয়াবা দিছেও, তেন্তে তাৰ গুৰিত আছে অসীম প্ৰেম, যিহে তেওঁক ইংৰাজৰ বৰ্তমান নীতিৰ অদূৰদৰ্শিতা দেখুৱাই দিবলৈ অনুপ্ৰাণিত কৰিছে। আজি যদি তেওঁলোকে সেই কথা নুশুনে তেন্তে তেওঁলোকৰ নামত অজ্ঞাতে তেওঁলোকৰ দেশবাসীয়ে কৰা কামৰ কাৰণে সকলোৱে অনুতাপ কৰিব লাগিব। তেওঁ কৰ্তব্য-পাশত বন্দী হৈহে আজি তেওঁলোকৰ চকু মুকলি কৰিবলৈ ভয়ানক মূৰ্তি ধৰিবলগীয়া হৈছে।

## কংগ্ৰেছৰ নীতি সম্বন্ধে

"মই স্থিৰ কৰিছো, বেলগাঁও কংগ্ৰেছত বা আন ঠাইত মই একো আপত্তি নুলিয়াওঁ; কাৰণ, ইয়াৰদ্বাৰা আকৌ দল-খেল হব পাৰে। পণ্ডিত মতিলাল নেহৰুৰ আগত কৈছোৱেই যে মই আৰু সম্পূৰ্ণৰূপে পৰাজয় স্বীকাৰ কৰিম। দেশৰ ঐক্য-ভাব ছিন-ভিন হৈছে, আমি সকলোৱে ঘৃণা বা ক্ৰোধ পৰিহাৰ কৰি মিল হবলৈ কঠোৰ চেষ্টা কৰিব লাগে, তেহে দেশৰ আৰু জগতৰ মঙ্গলৰ আশা কৰিব পাৰি। মই কোনো দলত নাথাকো। মোৰ ভিতৰত যদি স্বাৰ্থৰ ভাব এতিয়াও আছে, তেন্তে আপোনালোকে প্ৰাৰ্থনা কৰক, সি যেন তেনেই নাইকিয়া হয়।"

## সূতা কটা আৰু দেশৰ কাম

মান্দবীৰ (Mandavi) কংগ্ৰেছ কমিটিৰ সভাত মহাত্মাই কৈছে: কংগ্ৰেছত দুয়ো দলে যুঁজ নকৰি এক যোগ হব লাগে। তেওঁ নিজেও যুঁজ কৰা নাই। বৰং পৰাজয়হে মানিছে। ভাৰতৰ দুৰ্ভাগ্য যে এনেকুৱা আত্মনাশী মতভেদ হৈছে। মহাত্মাই পণ্ডিত মতিলাল নেহেৰুলৈ লিখিছে, যে তেওঁ এই যুঁজত যোগ দিয়ক ছাৰি অস্ত্ৰ ত্যাগহে কৰিছে। তেওঁ সকলোকে খাটিছে, যেন তেওঁ-লোকে স্বৰাজ্যৰ প্ৰাণস্বৰূপ সূতা কটা, হিন্দু-মুছলমান মিলন আৰু অস্পৃশ্যতা বৰ্জন সদায় আচৰণ কৰে। খদ্দৰ নোহোৱাকৈ বোম্বাইৰ শিক্ষিত মানুহলৈ স্বৰাজ সম্ভৱ হব পাৰে, কিন্তু খেতিয়কসকললৈ নহব। কপাহৰ ৰপ্তানিয়ে তেওঁলোকৰ সৰ্বনাশ কৰিব। মন্দিৰ আৰু মছজিদত হিন্দু-মুছলমানৰ যুদ্ধ কাপুৰুষৰ কাম, তাত বীৰত্ব নাই। তেওঁ ঈশ্বৰৰ নামত সকলোকে সূতা কাটি দেশ-সেৱা কৰিবলৈ কৈছে।

## স্বৰাজ্য দল সম্বন্ধে

স্বৰাজ্য-দল সম্বন্ধে মহাত্মাই এজন বন্ধুৰ আগত কৈছে, "স্বৰাজ্য-দলৰ কৰ্মীসকলে কেৱল কাউন্সিলৰ ভিতৰেদি কাম কৰিব খোজে। এই বিষয়ত তেওঁলোকক নিজ মতে চলিবলৈ দিয়াই উচিত। মোৰ আশা, যেন তেওঁলোকে তাত পাৰ্যমানে কৰ্তব্য পালন কৰিব পাৰে। মই সম্পূৰ্ণৰূপে সত্যাগ্ৰহ মতাৱলম্বী। মই তেওঁলোকৰ কামত কোনো হকা-বধা নকৰোঁ, যদিও পৰিবৰ্তনবিৰোধী দলে মোৰ পৰা তেনেকুৱা কাম বিচাৰে, কংগ্ৰেছৰ বাহিৰ হলেও তেওঁলোকক সহায় কৰিম; ভিতৰত

থাকিলেও সহায় কৰিম। মই সত্যাগ্ৰহৰ অলৌকিক মহিমা বিস্তাৰ কৰিব খোজোঁ। এসময়ত নহয় এসময়ত মোৰ কথাৰ সত্যতা প্ৰমাণিত হব।" ইয়াত ছুতলীয়া কথ: বা চাতুৰি নাই। মই এনে এটা সময় আনিব খোজো, যেতিয়া তেওঁলোকে যেন বুজিব পাৰে যে মোৰ পৰা আৰু পাবলগীয়া একো বাকী নাই।"

এইখিনি কথাৰ পৰা বুজিব পাৰি মহাত্মা কিমান মহৎ। জাতীয় একতাৰ হকে মহাত্মাই নিজৰ গাই-গুটীয়া স্বাধীন মতকো এইদৰে এৰি দিছে। ইয়াত মহাত্মাৰ অকল মহত্ত্বই প্ৰকাশ হোৱা নাই, বৰ্তমান কালত জগতত শান্তি স্থাপন কৰিবৰ একমাত্ৰ তেৱেঁই যে সৰ্বশ্ৰেষ্ঠ অধিকাৰী, সিও স্পষ্টভাৱে প্ৰকাশ পাইছে। বঙ্গ আৰু মধ্য-প্ৰদেশৰ দ্বৈত শাসন স্বৰাজ্য দলৰ প্ৰতাপত অস্ত হ'ল, এতিয়া তেওঁলোক কোন পথে চলিব ?

( 'চেতনা', ৬ষ্ঠ বছৰ, ১ম সংখ্যা )

# মহাত্মাৰ বাণী

**মহাসমস্যা**

নাগপুৰৰ পৰা এজন হিন্দুৱে মহাত্মালৈ কিছুমান কথা সুধি এখন চিঠি দিয়ে। তাত লিখিছে :

মই হিন্দু-মুছলমান ঐক্যত সম্পূৰ্ণ বিশ্বাস কৰোঁ। আপুনি বিশ্বাস কৰিব যে মোৰ ভিতৰত একো জাতি-বিদ্বেষ নাই। কিন্তু নাগপুৰ আৰু অইন অইন ঠাইৰ ঘটনাই এতিয়া মোৰ মত সলাব খুজিছে। ডাঃ মুঞ্জে আৰু কেইজনমান সাহিয়াল মানুহ নোহোৱা হলে ইবাৰ নাগপুৰত যে আৰু কি অত্যাচাৰ হ'লহেঁতেন তাক কবই নালাগে। অৱশ্যে প্ৰতিদান নাই সঁচা, কিন্তু প্ৰেমৰ দান হবলৈ হলে সি স্বতঃপ্ৰবৃত্ত হ'ব লাগে। কিন্তু হিন্দুৰ ত্যাগ বা দানটো হৈছে অনিচ্ছাকৃত। মোৰ মনেৰে হিন্দুৱে বৃটিছ শাসন এৰাই মুছলমানৰ দাসহে হব খুজিছে। আপুনিয়ে এবাৰ লিখিছিল যে কাপুৰুষতাতকৈ হিংসাই ভাল আৰু কৈছিল যে দ্বন্দ্ব লগাই দিয়াত মুছলমানেহে পটু। এই কথা সঁচা নহলে নাগপুৰত ইমান কম সংখ্যক মুছলমানে কাজিয়া কৰিব কেতিয়াও নোৱাৰে। আচল কথা হৈছে শান্ত হিন্দু এজনক কোনেও ভয় নকৰে আৰু সম্মানো নকৰে। হিন্দুবিলাক কিন্তু ইমান দুৰ্বল যে এই জাতিৰ মুখত অহিংসা শব্দটো অলপো নোশোভে।

এওঁলোকক অহিংসাৰ উপদেশ দিয়া মানে দুৰ্ভিক্ষ-পীড়িতক মিতাহাৰী হবলৈ শিকোৱাহে। এইবোৰ কথা ভাবি চালে আপুনি স্বীকাৰ নকৰিবনে যে প্ৰকৃত একতাৰ বাবে হিন্দুৰ ভিতৰত মনুষ্যত্বৰ দৰকাৰ ; অৱশ্যে মুছলমান তিৰোতাৰ সতীত্ব নাশ কৰি প্ৰতিফল নিদিব পাৰে, কিন্তু অন্যায়কাৰীক শিকলি দিয়াটো নিতান্ত প্ৰয়োজন। অন্ততঃ আত্মৰক্ষাৰ বাবে হিংসাও দৰকাৰ।

এই চিঠিৰ উত্তৰত মহাত্মাই লিখিছে :

"লিখকৰ যুক্তিবোৰ নিৰ্দোষ। কিন্তু মোৰ বৰ্তমান অৱস্থাটো বৰ দুখ লগা। মই খিলাফৎ

আন্দোলনত মুখ্য আছিলোঁ, আৰু প্ৰতিদানৰ আশা নৰখাকৈ দানৰ পক্ষে বহুত বাৰ কৈছোঁ। সেই বাবে বৰ্তমান জাতীয় সমস্যাত বহুতে মোত উপদেশ সুধিছে। এতিয়া লিখকৰ কথা হৈছে, হিন্দুৰ দিবলৈ কিবা আছে নে নাই। আৰু হাতত বহুত থাকিলেহে প্ৰতিদানৰ আশা নকৰাকৈ দান সম্ভৱ।" কিন্তু এতিয়া কথা হৈছে যে হিন্দুক সাহিয়াল কৰা যায় কেনেকৈ? লিখকৰ মতে দুৰ্বলৰ বাবে জগতত ঠাই নাই; বোধ হয় দুৰ্বল মানে দুৰ্বল দেহৰ মানুহৰ কথা কৈছে। যদি সেয়ে হয়, তেনেহলে ধাৰণাটো ভুল; কাৰণ মানুহতকৈও সবল জন্তু থকা সত্ত্বেও মানুহ আজিলৈকে বাচি আছে। সেই বাবে কলে কব পাৰি যে দুৰ্বল মানুহৰ মানুহ-সমাজত ঠাই নাই।

সকলো ধৰ্মৰে মূল-নীতি হৈছে অহিংসা। অৱশ্যে এইটো কাপুৰুষতাৰ ঢাকনী হ'ব নালাগে। এতিয়া মীমাংসাত উপনীত হবলৈ হলে সাধাৰণ মানুহৰ কথা এৰি দিব লাগিব। ভাবিব লাগিব, যি সকলে এইবোৰৰ পাছত থাকি কাম কৰে সেই সকলৰ কথাহে। মই যুঁজ মুঠেই ভাল নাপাওঁ, কিন্তু যদি মই আৰু মোৰ মহাকায় ভাই সৌকৎ আলিয়ে দেখোঁ, যে আমাৰ একতাৰ একো আশা নাই, তেনেহলে মই তেওঁক যুঁজলৈ আহ্বান কৰিম। মই জানো যে মোক তেওঁ মোহাৰি পেলাব, কিন্তু সিদিনাই হিন্দুধৰ্ম স্বাধীন হ'ব। যদি তেওঁ অসুৰৰ নিচিনা বল থকা সত্ত্বেও তেওঁক মাৰিব দিয়ে, তেন্তে সিদিনাই মুছলমান স্বাধীন হ'ব। আমি দুয়োৰে দুয়ো দলৰ কামৰ বাবে প্ৰায়শ্চিত্ত কৰিম। কিন্তু মই আটাইতকৈ ঘৃণা কৰোঁ দুয়ো দলৰ গুণ্ডাৰ মাজত যুঁজ। মই লাঠিৰ ব্যৱহাৰত আপত্তি নকৰোঁ; কিন্তু তাৰ পৰা হিন্দুৰ ভীৰুতা গ'লেও সময়ত দুয়ো দলেই নিজ নিজ গুণ্ডাৰ দাস হৈ পৰিব। তাৰমানে হৈছে Military (যুঁজাৰু) প্ৰাধান্য। আমাৰ ধৰ্ম কেতবোৰ গুণ্ডাৰ কৰায়ত্ত হোৱা কথা ভাবিলেই মোৰ মন বেজাৰেৰে ভৰি যায়। যেতিয়াই ৰোম সাম্ৰাজ্য সৈন্যৰদ্বাৰা চালিত হবলৈ ধৰিলে, তেতিয়াই তাৰ পতন আৰম্ভ হ'ল। সেই কাৰণে মই অন্ততঃ চিন্তাশক্তিযুক্ত হিন্দুসকলক কওঁ যে মন্দিৰ আৰু নিজৰ ল'ৰা-তিৰোতাৰ ৰক্ষাৰ বাবে যেন কেতিয়াও গুণ্ডাৰ আশ্ৰয় নলয়। ডাঃ মুঞ্জেৰ বা মোৰ পক্ষে অকলে মন্দিৰ ৰক্ষা কৰোঁতে মৰাটো এটা মহিয়ামময় মৰণ বুলি ভাবিম। ই হৈছে মানসিক সাহ।

কিন্তু তাৰ আগেয়ে আমি নাগপুৰৰ ঘটনাৰ সকলো কথা জানিব লাগিব। দিল্লীৰ কথা জানিবলৈও মই বহুত লেখা লেখি কৰিছোঁ। আৰু দৰকাৰ হলে অকলে বা লগ লাগি মীমাংসা কৰি দিম বুলিও স্বীকাৰ কৰিছো। কিন্তু এতিয়ালৈকে বিশেষ একো খবৰ পোৱা নাই। মই জানো দুয়ো দলৰে কেতবোৰ কৰ্তব্যজ্ঞানহীন মানুহৰ পৰাই এই কাণ্ডবোৰ ঘটিব লাগিছে আৰু ভিতৰুৱাকৈ পতা কথা-বাৰ্তা কিছুমানৰ পৰাই ইয়াৰ বিস্তৃতি ঘটিছে। মই গুৰিৰ কথা বাহিৰ কৰিবলৈ কোনো চেষ্টাকেই বাদ নিদিম। এই সমস্যাৰ সিদ্ধান্ত কৰাত স্বৰাজ্য দলৰ ওচৰত মোৰ ঘাটি মনাৰ এটা প্ৰধান কাৰণ।

### নৱজীৱনলৈ মহাত্মাৰ চিঠি

নৱজীৱনৰ পাঠকসকলক সম্বোধন কৰি লিখা এখন চিঠিত মহাত্মাই লেখিছে যে তেখেতে অৰ্থ বা গৌৰৱৰ বাবে সম্পাদকৰ ভাৰ লোৱা নাই।

তেখেতে প্ৰতি সপ্তাহে তেখেতৰ প্ৰাণ পাঠকৰ আগত ঢালি দিব খোজে আৰু প্ৰত্যেক কথাকে ঈশ্বৰক সাক্ষী কৰি লিখে। অনেক সময়ত মহাত্মাই বহুত কটু কথা কৈছে, কিন্তু যিটো বিশ্বাস কৰিছে সেইটোহে লিখিছে।

এনেকুৱা মহাত্মাৰ হাতত পৃথিবীৰ সকলো কাকত পৰিলে সংসাৰৰ দুখ-দুৰ্গতি আৰু কিমান দিন থাকে ?

( 'চেতনা', ৬ষ্ঠ বছৰ, ২য় সংখ্যা )

# নিবনুৱা সমস্যা

প্ৰতি বছৰে প্ৰায় ১৬০০কৈ বিশ্ববিদ্যালয়ৰ উপাধিধাৰী ওলায়, কিন্তু তেওঁলোকৰ পৰা আমি কি কাম পাওঁ আৰু তেওঁলোকেই বা জীৱনৰ কি লক্ষ্য ধৰি আগবাঢ়ে ? সাধাৰণতঃ দেখা যায় কিছুমানে চাকৰি বিচাৰি হাৰাশাস্তি হয় আৰু বাকীবোৰে আইন পঢ়িবলৈ যায়। এই দুটাৰ বাহিৰে উচ্চ শিক্ষিতবিলাকৰ কাৰণে আন বাট নাই। এই অৱস্থাৰ কাৰণে দায়ী আমাৰ শিক্ষা-পদ্ধতি। স্কুলীয়া শিক্ষাত যদি শিল্প-শিক্ষাৰ ব্যৱস্থা থাকিলহেঁতেন, তেনেহলে 'নিবনুৱা সমস্যা' ইমান প্ৰবল হৈ উঠিব নোৱাৰে। এই ভুলৰ কাৰণেই বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষিতবিলাক গৌণভাৱে সমাজৰ বিশেষ একো কামত লগা নাই। আমাৰ নিচিনা এনে দুখীয়া দেশত ল'ৰাৰ পঢ়াৰ খৰচ যোগাবলৈ অভিভাৱকসকল যথাৰ্থতে সৰ্বস্বান্ত হব লগাত পৰে। কাৰো মাটি বেচিব লগাত পৰে, কোনোৱে ধাৰ কৰে, কোনোৱে অলঙ্কাৰ বেচে। ইমান ত্যাগ স্বীকাৰ কৰে কেৱল ল'ৰাই ভবিষ্যতে উপাৰ্জন কৰি সুখে-স্বচ্ছন্দে দিন নিয়াব পাৰে বুলি, কিন্তু কামত হয় তাৰ ওলোটাটো। উচ্চ শিক্ষিতসকলে ছাত্ৰ-জীৱন শেষ কৰি কোনোৱে দুকুৰি ডেৰকুৰি টকা দৰমহা পালেই বহুত বুলি সন্তুষ্ট হৈ থাকিব লগাত পৰে। বহুতে একো নাপায় ; ইয়াৰ প্ৰধান কাৰণ এই যে, আমাৰ অনৰ্থকাৰী বিদ্যাই ছাত্ৰক নিজৰ ওপৰত থিয় দিবলৈ একো শক্তি নিদিয়ে বা দিব নোৱাৰে। স্কুলৰ শিক্ষা কৰিবলৈ আজিকালি বহুতে আগবাঢ়ে, কিন্তু তাৰ দৰ্মহা ইমান কম যে আজিকালিৰ দিনত সি যথেষ্ট নহয়। অভাৱৰ প্ৰৱল তাড়নাত কেইজন মানুহে শিক্ষাৰ গধুৰ দায়িত্ব অক্ষুণ্ণ ৰাখি কাম কৰিব পাৰে ? শিক্ষকৰ অৱস্থা স্বচ্ছল নহয় মানে আমাৰ শিক্ষা এনে আধামৰা আধাজীয়া হৈ থাকিবই।

সুখৰ বিষয় শিক্ষিতসকলৰ নিবনুৱা সমস্যাই বহুতৰ দৃষ্টি আকৰ্ষণ কৰিছে। ঠায়ে ঠায়ে অৰ্থকৰী বিদ্যা শিক্ষাৰ আয়োজন হব লাগিছে, নানাৰকম শিল্প বিষয়ক পুথি উলিয়াই মানুহক একোটা বাট দেখুৱাই দিবৰ চেষ্টা চলিছে। কিন্তু অলপ দকৈ ভাবি চালে দেখা যায় যে এইটো প্ৰকৃততে অৰ্থ-নৈতিক সমস্যা উৎপন আৰু ভগনৰ অসামঞ্জস্যতাই ইয়াৰ ঘাই কাৰণ।

ভগন কমাই উৎপন বঢ়াই এই অৱস্থা গুচাব নোৱাৰিলে আন উপায়ে সমাধা কৰা টান।

জন্মৰ সংখ্যা কমাবলৈ যিমান কৃত্রিম উপায় বহুতে লয় সেইটো আমি কোনো মতেই সমর্থন কৰিব নোৱাৰোঁ। কিন্তু জাকে জাকে ল'ৰা-ছোৱালী ওপজাই দৰিদ্র দেশৰ দাৰিদ্র্য বৃদ্ধি কৰা অবিবেচনামূলক বিয়া কৰোৱাটোও আমি অনুচিত বুলি ভাবোঁ। বিয়া যেন জন্ম-মৃত্যুৰ দৰে এটা আমাৰ প্রাকৃতিক বিধান। কিন্তু মানুহে ভাবি নাচায় যে এনে বিধৰ বিয়াই নিৰপৰাধ সতি-সন্তান-বিলাকক পুৰুষানুক্রমে দুখ-দুর্দশাত জুবুৰিয়াই থয়। বিয়াৰ যিবিলাক গুণ আছে সকলোবোৰৰ পূর্ণ বিকাশ হয় যদি পোহপালৰ উপযুক্ত উপায় থাকে, কিন্তু সেয়ে নহলে সি বিহহে হয়। পোহপাল, এই কথাযাৰৰ ওপৰতে বিয়াৰ ইহকাল-পৰকাল নির্ভৰ কৰা যেন বুলি ভাবিব লাগে। আমি বিয়াক ভাবৰ আবেগতে স্বর্গীয় বস্তু কৰি থৈছোঁ। কিন্তু তাৰ সকলোতকৈ মূল্য অর্থ নৈতিক পিঠিটোৰ পিনে মুঠেই নাচাওঁ। এই ভুলেই আমাক দাৰিদ্র্য, নিস্তেজ আৰু অধম জাতি কৰি ধ্বংসৰ মুখলৈ গতিয়াই আনিছে। প্রত্যেক ডেকাৰ বিয়াৰ কাব্যময় ভাবটোতকৈ গদ্যময় অর্থ নৈতিক ভাবটোৰ ফালেহে চকু দিব লাগে। বিবাহিত জীৱনৰ সন্তান-কামনা এটা প্রধান অঙ্গ, কিন্তু উপযুক্ত ব্যৱস্থা নথকাকৈ কিছুমানে নিঃসহায় প্রাণীক সংসাৰৰ দাৰিদ্র্যৰ মাজলৈ নমাই অনাৰ কি সকাম তাক ভাবি চোৱা উচিত। বিয়াৰ বিষয়ে যেতিয়ালৈকে এইফেৰা বিবেচনা নহয়, তেতিয়ালৈকে একোতে আমাৰ দাৰিদ্র্য নুগুচে। আজিকালি বহুত মানুহে দুখ কৰে বোলে ল'ৰা-ছোৱালীবোৰে মাক-বাপেকক আগৰ দৰে ভয়-ভক্তি নকৰে। কিন্তু তেওঁলোকে যদি ভালকৈ ভাবি চায়, তেন্তে দেখা পাব সন্তানক উচিতভাৱে প্রতিপালন কৰিব নোৱাৰাতেই সন্তানৰ মনৰ ওপৰত পিতা-মাতাৰ ভক্তিৰ সিংহাসন বিচলিত হৈছে।

( 'চেতনা', ৬ষ্ঠ বছৰ, ৪র্থ সংখ্যা )

# অসমীয়াৰ বেকাৰ-সমস্যা

বেকাৰ বুলি শব্দটো অসমীয়াত নাই। এনে-দৰৰ সমস্যা আগেয়ে আসামত সৃষ্টি হোৱা নাছিল। গতিকে এনে ভাৱ প্রকাশক শব্দও অসমীয়াত ব্যৱহাৰ কৰিবৰ আৱশ্যক নাছিল। কিন্তু বর্তমান সভ্যতাৰ ৰাক্ষসী ক্ষুধাৰ হুতাশন আহি অসমীয়াৰ ঘৰৰ শাক-ভাতখিনি লোলজিভাখন লগাই দিয়াৰ কাৰণে, বিদেশী বেকাৰ শব্দটোও আহি অসমীয়াৰ মাজত সোমাইছে। এই সম্বন্ধে প্রত্যেক স্বদেশ স্বজাতি হিতৈষীয়ে গা-লাগি চিন্তা কৰিবৰ সময় আহিছে।

আজি কেইবছৰমানৰ পৰা অসমীয়াৰ মজলীয়া শ্রেণীৰ ভদ্র সন্তান সকল বি. এ, আই. এ; মেট্রিকত উত্তীর্ণ হৈ বা কম শিক্ষিত ডেকাসকল যি পৰিমাণে ওলাব ধৰিছে. সেই পৰিমাণে চাকৰি নিমিলাত নিষ্কর্মা হৈ অনাই-বনাই ফুৰা চকুত পৰিছে। আইন পঢ়ি উকীল হৈ স্বচ্ছল জীৱিকা নির্বাহ কৰা পথো প্রায় বন্ধ হৈ আহিছে। যি পৰিমাণে উকীল হৈ ওলাব ধৰিছে, এই অকণমান শান্তিপ্রিয় আমাৰ দেশখনত সেই পৰিমাণে

মোকৰ্দমা নিমিলে। আৰু মিলিলেও দুই-এজন নাম থকা উকীলৰ বাহিৰে সকলোৰে মাহেকীয়া আয় প্ৰায় ৬০-৭০ টকাৰ বেছি নহয়। এই সামান্য আয়েৰে চহৰত থাকি ল'ৰা-তিৰোতা পুহি নিৰুদ্বেগে থকা-টান। চাকৰিৰ বজাৰতো সকলোৱে দিনৌ দেখিয়েই আছো। ২৫ টকীয়া এটা চাকৰিৰ কাৰণে বি এ, আই. এ, মেট্ৰিক শই-শই-দৰখাস্ত দিয়ে। আসামত এম. এৰ সংখ্যা কম বুলি তেওঁ-লোক এতিয়াও এইভাঁৱে ধৰা পৰা নাই; কিন্তু দেশৰ হাৱা-পানীৰ অৱস্থা চাই কিছুদিন পাছত এওঁ-লোকো যে তেনে হব আমি বুজি পাইছোঁ। এই লোকসকলৰ অন্ন-সংস্থানৰ নিনিত্তে সমাজত যে অতি সোনকালে এটা বিপ্লৱ উপস্থিত হবৰ সম্ভাৱনা হৈ আহিছে তাক নুই কৰিব কোনে? অথচ এই সমস্যাৰ এটা মীমাংসা কৰিবই লাগিব।

মূলধন আৰু ব্যৱসায়-বুদ্ধিৰ অভাৱত লক্ষপতি ক্ৰোড়পতি বিদেশী মহাজনসকলৰ টকাৰ ধাৰত আৰু ক্ষমতাত পোত গৈ থকা জাতীয় ভাবহীন আমাৰ গাঁৱলীয়া ভাইসকলৰ সহানুভূতি পাই ব্যৱসায় ক্ষেত্ৰত এই সমস্যাৰ সুমীমাংসা নহব। তেনে হবলৈ হয়তো আৰু এক শতাব্দীও বেছি লাগিব পাৰে। কিন্তু এই সমস্যা ক্ৰমে যিমান তীব্ৰ হৈ আহিছে, অতি শীঘ্ৰে তাৰ এটা দিহা নকৰিলে অসমীয়াৰ সামাজিক অৱস্থা আৰু ভীষণ হৈ উঠিব।

এই সমস্যাৰ এটা সুমীমাংসা হ'ব পাৰে কৃষি-ক্ষেত্ৰত। কিন্তু আজি কিছুমান বছৰৰ পৰা বিদেশী খেতিয়কসকলে আহি আসামৰ ভাল ভাল সাৰুৱা মাটিবিলাক যি পৰিমাণে নোহোৱা কৰিব ধৰিছে, আৰু পাঁচ বছৰমান পাছত এই সমলেদিও অসমীয়াৰ অন্ন-সমস্যা মীমাংসা কৰা টান হ'ব। কিন্তু এই কৃষি পথৰ বাহিৰে অসমীয়াৰ আৰু আন বাট নাই। অসমীয়া কৃষি-জীৱী জাতি; কৃষিৰ বাহিৰে অন্ন-সংস্থানৰ অসমীয়াৰ আন উপায় নাই। সেইবাবে নিশ্চেষ্ট অসমীয়া জাতি সচেতন হৈ অতি শীঘ্ৰে সকলো ৰাইজ মিলি দেশজুৰি আন্দোলন কৰক যাতে বছৰে বছৰে এইদৰে বিদেশীয়ে আহি আসামত মাটি লোৱা বন্ধ হয়। ভাত-কাপোৰৰ নিচিনা অসমীয়াৰ এই আন্দোলনটোও অতি আৱশ্যকীয় হৈ উঠিছে।

বঙ্গদেশত মজলীয়া শ্ৰেণীৰ গৃহস্থৰ ভদ্ৰ সন্তান-সকলৰ বেকাৰ বা অন্ন-সমস্যা সমাধান কৰিবলৈ তাৰ সমাজ-নেতাসকলে বঙ্গদেশত মাটি নাপাই বিহাৰত গৈ কৃষি উপনিবেশৰ বন্দোৱস্ত কৰিছে। বিহাৰৰো শিক্ষামন্ত্ৰী ছাৰ ফকৰুদ্দিনে সেই খণ্ডৰ কৰ্মহীন ভদ্ৰ সন্তানসকলৰ অন্ন-সংস্থান কৰি দিবলৈ এটা কৃষি উপনিবেশ স্থাপন কৰিছে। তাত খালি মাটি আছে বুলিয়ে বঙ্গ আৰু বিহাৰ দুয়ো দেশে সুবিধা পাইছে। কিন্তু আসামৰ গোটেইখিনি খেতিৰ উপযোগী মাটি যদি এইদৰে বিদেশীয়ে আহি দখল কৰে, তেনেহলে পেটৰ ভাতৰ নিমিত্তে আসাম-সন্তানসকলে বঙ্গদেশৰ নিচিনা কাৰ মুখৰ-ফালে চাব, বা বিহাৰৰ নিচিনা ক'ত খেতিৰ মাটি পাব?

এই সম্বন্ধে আমাৰ কাউঞ্চিলৰসকলেও যদি কিবা কৰিব পাৰে তাৰ যৎপৰোনাস্তি চেষ্টা নিশ্চয় কৰিব লাগে।

# ভাৰতৰ ক্ৰম-দৈন্য

George Russel-এ সম্পাদন কৰা British Statesman নামে পত্ৰিকাত লিখিছে ঃ

ভাৰতৰ দ্বৈতশাসন ক্ৰমে লোপ পাব ধৰা যেন দেখা যায়। বঙ্গদেশত সঙ্কট উপস্থিত হৈছে আৰু অনিশ্চিত কাললৈকে কাউন্সিল বন্ধ ৰাখিছে। Round Table-ৰ এজন সংবাদদাতাৰ পৰা এই সম্বন্ধে বৃটিছ কাকতবোৰৰ সংবাদতকৈ ভালকৈ ভাৰতৰ অশান্তিৰ মূল কাৰণ জানিব পাৰি। বৃটিছ কাকতবোৰৰ মতে ইয়াৰ কাৰণ হৈছে উত্তেজনাকাৰীসকল। কিন্তু আগত কোৱা সংবাদ-দাতাৰ পৰা জানিব পাৰি যে সঁচাকৈয়ে অশান্তিৰ বহুত কাৰণ আছে, আৰু দেশখন অতি দৰিদ্ৰ। দেশৰ আৰ্থিক অৱস্থা উন্নত কৰিবলৈ কোনো যত্ন হোৱা নাই আৰু ভাৰতৰ শান্তি ৰক্ষাতকৈও ভাৰত-বাসীক শাসন কৰিবলৈ এই বিপুল সৈন্য-বাহিনী অজস্ৰ ধন খৰচ কৰি ৰখা হৈছে। দিল্লীত চৰকাৰে নতুন ঘৰ সাজোঁতে অসংখ্য টকা ভাঙিব লাগিছে, অথচ শিক্ষা, চিকিৎসা, শিল্পবিদ্যা আৰু ৰেল-বিভাগ বৰ বেয়াকৈ পৰিচালিত হৈছে। ডাচ্ আৰু ফ্ৰেঞ্চ্ অধিকাৰবোৰত আগেয়ে আৰ্থিক অৱস্থাৰকালে. চকু দিয়া হয়। অথচ (বৃটিছ) ভাৰতত দিনে দিনে দেশ দুখীয়া হৈ যোৱা সত্বেও প্ৰধান চিন্তা হৈছে শাসন-প্ৰণালীত পৰিবৰ্তনৰ বিষয়। Indian Civil Service-ৰ বিৰুদ্ধে অভিযোগ হৈছে যে তেওঁলোকে কাম ন্যায় মতে কৰে সঁচা, কিন্তু বেছিভাগেই দেশৰ আৰ্থিক অৱস্থাত অনভিজ্ঞ। আৰু সেই বাবে কৃষি বা শিল্প বিষয়ত তেওঁলোক কোনো পৰামৰ্শ দিবলৈ অনুপযুক্ত, অথচ দেশৰ দাৰিদ্ৰ্য গুচাবলৈ আৰ্থিক অৱস্থা উন্নত কৰাৰ বাহিৰে অইন একো উপায়েই নাই। সকলোতকৈ বেছি ঘৃণাৰ কাৰণ হৈছে যে অতি উচ্চ শিক্ষিত ভাৰতবাসীকো তেওঁলোকৰ ব্যৱহাৰে ক্ষুণ্ণ কৰি তোলে। শাসন-প্ৰণালীত পৰিবৰ্তন ঘটাব পাৰে, আৰ্থিক অৱস্থাৰ কথাও ভাবিব পাৰে, কিন্তু কোন শক্তিয়ে বা কোন ৰাজনৈতিক পুৰুষে ভাৰতবাসীৰ এই মানসিক পৰিবৰ্তনৰ দিহা কৰিব ?

('চেতনা' ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা)

# পঞ্জাবত শিখবিলাকৰ অৱস্থা

পঞ্জাবৰ বীৰ জাতি শিখবিলাকৰ ধৰ্মস্থান সংস্কাৰ উপলক্ষে চৰকাৰৰ লগত আজি প্ৰায় দুবছৰেও যি ভীষণ নিৰুপদ্ৰৱ যুদ্ধ চলিছে, তাৰ ফলত চৰকাৰৰ হাতত বীৰ শিখ জাতিয়ে দলে দলে যিমান নিৰ্যাতন-লাঞ্ছনা-যন্ত্ৰণা ভোগ কৰিছে, অথচ তথাপি তেওঁলোকে 'উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন' মন্ত্ৰকে সাৰোগত কৰি এই যুদ্ধত আজিলৈকে ক্ষান্ত হোৱা নাই। তাক দেখি

গোটেই জগত বিস্মিত হৈ শেষ ফলাফল স্থিৰ চকুৰে চাই আছে। সেই যুদ্ধৰ বৰ্তমান গতি-গতি কি সকলোৱে জানিবলৈ অৱশ্যে উৎসুক আছে। তাকে জগতবাসীক জনাবলৈ তলত লিখা বিৱৰণটো প্ৰকাশ কৰা হ'ল।

কেন্দ্ৰ শিখ-সঙ্ঘৰ সভাপতি মঙ্গল সিংহই কাউঞ্চিল অব ষ্টেট, লেজিছলেটিভ এচেমব্লী আৰু পঞ্জাৱ লেজিছলেটিভ কাউঞ্চিলৰ সকলো মেম্বৰলৈকে এখন চিঠি লৈখি পঞ্জাৱী শিখবিলাকৰ বৰ্তমান অৱস্থা জনাইছে। চিঠিখনৰ সাৰমৰ্ম তলত দিয়া হ'ল ঃ

## শিখসকলৰ ত্যাগ

এতিয়া বেলেগ বেলেগ আইন-সভাবিলাকত ৰাজনৈতিক অৱস্থা বিষয়ক আলোচনাই ঠাই পাইছে আৰু মই আশা কৰো যে আপোনাসকলে পঞ্জাৱ গৱৰ্ণমেণ্টৰ গুৰুদ্বাৰ সংস্কাৰ-আন্দোলনৰ বিৰুদ্ধে প্ৰচলন কৰা ঘোৰ দমননীতিৰ গুৰুত্ব আৰু গভীৰতা ভালকৈ অনুভৱ কৰিছে। ১৯২০ চনত ইয়াৰ জন্মৰ দিনৰে পৰা পঞ্জাৱৰ ৰাজবিষয়াসকলে শিখসকলৰ এই সংস্কাৰ-আন্দোলন ধ্বংস কৰিবলৈ বাৰে বাৰে মন বান্ধি চেষ্টা কৰিব লাগিছে, আৰু এই উদ্দেশ্যেই গৱৰ্ণমেণ্টেই অনেকবাৰ তাক নিখুঁত ধৰ্ম সম্পৰ্কীয় বুলি আৰু তেওঁলোকৰো তাত সহানুভূতি আছে বুলি ছল কৰি কৈ থাকি, এই আন্দোলনত যোগ দিয়াৰ পৰা—বিশেষকৈ গাঁৱবিলাকত ৰাইজক ভয় খুৱাবলৈকেই ভয় দেখুৱা আৰু দমন কৰা আক্ৰমণ নিয়মিতৰূপে চলাই আহিছে। এই চলি অহা দমন-নীতি, গৱৰ্ণমেণ্টৰ শিখ সম্প্ৰদায়লৈ স্পষ্ট বিৰুদ্ধ ভাৱ, আৰু নাভা ৰাজ্যৰ ৰাজ-কৰ্মচাৰীবিলাকৰ নিৰুপক্ৰৰ শিখ-সকলৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰৰ ফলস্বৰূপে শিখ-বিলাকৰ কঠোৰতা আৰু দুঃখ-কষ্ট ভোগৰ হিয়া ফাটি যোৱা কথাবিলাকে লগ লাগি ৰজা-প্ৰজা উভয়ৰে অমঙ্গলজনক এটা ভীষণ অৱস্থা সৃষ্টি কৰি তুলিছে। দুখ-দুৰ্গতি ভোগ কুলাই-পাচিয়ে নধৰা হৈছে, আৰু অলপ বেছি হলেই কথা বিষম হৈ উঠিব পাৰে। মই ইয়ালৈ আপোনাসকলক একান্ত-ভাৱে মনোযোগ দিবলৈ প্ৰাৰ্থনা কৰোঁ। আপোনা-সকলে শিখবিলাকৰ কঠোৰতাৰ বিষয়ে অনেক কথা শুনি আহিব পায়, কিন্তু শিখবিলাকৰ সংস্কাৰ-আন্দোলনৰ বিষয়ে পঞ্জাৱৰ অৱস্থাটো সম্পূৰ্ণৰূপে জনাটো আপোনাসকলৰ নিতান্ত আৱশ্যক হৈছে। সেই কাৰণে মই আপোনাসকলে জানিবৰ নিমিত্তে আদিৰ পৰা সকলো কথা চমুকৈ জানিবলৈ দিলোঁ।

গুৰুদ্বাৰবিলাকৰ সংস্কাৰ আৰু তাত অবাধ গতিত শিখসকলৰ মানত সদায় তেওঁলোকৰ জাতীয় জীৱনৰ লগত বিজড়িত আৰু সেইবিলাক পন্থীয় শাসনৰ তললৈ আনিবলৈ তেওঁলোকে কোনো ৰকমৰ ত্যাগৰে ত্ৰুটি নকৰে। শিখ বুৰঞ্জীৰ সৰহ ভাগতেই হয় মন্দিৰ স্থাপনা নাইবা সেইবিলাকৰ নানাৰকমৰ আক্ৰমণৰ পৰা ৰক্ষা কৰাৰ কথা আছে। গুৰুসকলৰ দিনত গুৰুদ্বাৰবিলাক গুৰুৱে নিজে নিৰ্বাচিত কৰা স্থানীয় 'সংগট' বা মছন্দৰদ্বাৰা পৰিচালিত হৈছিল। কিন্তু যেতিয়া মছন্দবিলাক কুপথগামী হ'ল তেতিয়া গুৰু গোবিন্দ সিংহই এই নিয়ম উঠাই দিয়ে। এই সুপ্ৰথাটো দশম গুৰুজনৰ পাছত স্বয়ং-পালিত হ'বলৈ ধৰিলে আৰু স্থানীয় ধৰ্মসভাৰদ্বাৰা মন্দিৰবিলাক শাসিত হ'বলৈ ধৰিলে। গুৰুদ্বাৰবিলাকৰ মেনেজাৰ বা মহন্ত-

বিলাক বাইজৰ সম্পূৰ্ণ মতানুৱৰ্তী কৰি ৰখা হৈছিল। আৰু কোনো মহন্তই কেতিয়াবা অসদাচাৰী হৈ উঠিলে বা আন কোনো প্ৰকাৰে উচ্চ কাৰ্যৰ নিমিত্তে অনুপযুক্ত হলে সংগটে তেওঁক গুচাই তেওঁৰ ঠাইত আন এজনক নিযুক্ত কৰিছিল।

## নতুন আইন

সংগটে এইদৰে মহন্ত পৰিবৰ্তন কৰা অলেখ উদাহৰণ আছে। এই সুনিয়মে গুৰুদ্বাৰবিলাক ব্যাভিচাৰৰ হাতৰ পৰা ৰক্ষা কৰিছিল। কিন্তু বৃটিছ গৱৰ্ণমেণ্ট প্ৰতিষ্ঠিত হ'বৰ দিনৰে পৰা এই অৱস্থা পৰিবৰ্তিত হ'ল। নতুন আইনে মহন্ত-বিলাকক নিজ সম্পত্তিৰ গৰাকীৰ দৰে স্বাধীন কৰি তুলিলে। পাছত সংশোধিত হৈ এই আইনে, এই সম্পত্তিৰ অসদব্যৱহাৰ হলে, এই বিষয়ত সম্পৰ্ক থকা দুজন বা ততোধিক লোকে এডভোকেট জেনেৰেল বা কলেক্টাৰৰ অনুমতি লৈ এই বিষয়ে কোনো আইন-আদালতৰ আশ্ৰয় লব পৰা কৰিলে; কিন্তু এই আশ্ৰয় পাবলৈ ধন-সম্পত্তিৰে প্ৰভুত্বশালী প্ৰভুৰ সপক্ষে থকা ইমান বাধা-বিঘিনি অতিক্ৰম কৰিব লাগে, আৰু ইয়াৰ গোটেই কাৰ্যবিধি ইমান ব্যয়সাধ্য আৰু দীঘলীয়া, যে নিৰ্ধনী ধৰ্ম সমষ্টি আৰু কোনো গাইগুটীয়া মানুহৰ পক্ষে কাচিতহে জয়লাভ কৰাটো সম্ভৱ হ'ব পাৰে। মহন্তবিলাকে সেইদেখি অবাধে গুৰুদ্বাৰ সম্পত্তি বেচি পেলাবলৈ আৰু তাৰ উৎপন্নৰে পানভোজনত খৰচ কৰি ইচ্ছা-মতে জীৱন চলাবলৈ ধৰিলে। অনেক সময়ত কৰ্তৃপক্ষৰ অৱমাননাৰ নিমিত্তে তেওঁলোকে গুৰুদ্বাৰ সম্পত্তি নামজাৰি কৰাই লৈ তাৰ পূৰা অধিকাৰী হৈ উঠে। তেওঁলোকে লাহে লাহে উৎপন-ভগন আৰু জায়গীৰৰ বিষয়েই যে সংগটবিলাকৰ শাসন নমনা হ'ল এনে নহয়, শিখবিলাকৰ পৰ্বোৎসৱবিলাকৰ বিষয়েও গণিতা নকৰা হ'ল, আৰু লাহে লাহে তেওঁলোকৰ চকুৰ আগতে গুৰুদ্বাৰবিলাক অন্যায়-অধৰ্মৰ আড্ডা হৈ উঠিল, আৰু তাৰ একো উপায় যুগতি নোহোৱাত পৰিল। তেওঁলোকে প্ৰায় একুৰি পাঁচ বছৰ কাল আইন মতে চেষ্টা কৰি চালে কিন্তু একো উপায় নেপালে। ৰাজকৰ্মচাৰীসকলে প্ৰতিনিধি পঠাই তদন্ত কৰিছিল, কিন্তু সিও মিছা হ'ল। এইদৰে গৱৰ্ণমেণ্টৰকালৰ পৰা নিৰাশ হৈ শিখবিলাকে ৰাইজৰ মতানুসাৰে নৈতিক বলেৰে গুৰুদ্বাৰবিলাক সংস্কাৰ কৰিবলৈকে স্থিৰ কৰিলে। এই উপায়ে অনেক দূৰ কৃতকাৰ্য হৈছিল। আৰু মহন্তবিলাকে নিজৰ অৱস্থা বিষম যেন দেখি 'পন্থ'ৰ মতে চলিবলৈকো মত কৰিছিল; কিন্তু তেতিয়া গৱৰ্ণমেণ্টে মহন্তবিলাকক সহায় কৰিবলৈহে আগবাঢ়িল। এই যুঁজত গৱৰ্ণমেণ্টৰ পৰা সহায় আৰু উৎসাহ পাম বুলি আশা টোপালি থকা শিখ-বিলাক গৱৰ্ণমেণ্টে এই অত্যাচাৰী মহন্তবিলাকৰ হকে যুঁজিবলৈ ওলোৱা দেখি বিচুৰ্তি হ'ল। এই-দৰেই মহন্ত আৰু শিখৰ ভিতৰত লগা যুঁজখন গৱৰ্ণমেণ্ট আৰু শিখৰ যুঁজত পৰিণত হৈ পৰিল।

ৰাজকৰ্মচাৰীসকলৰ সংস্কাৰকসকলৰ প্ৰতি বিপৰীত ভাবত উৎসাহিত হৈ কোনো কোনো মহন্তই অস্ত্ৰ-শস্ত্ৰ গোটাই আকালীবিলাকক হত্যা কৰিবলৈকেও বদমাছবিলাক নিযুক্ত কৰিলে। প্ৰথমবাৰ আক্ৰমণ আৰম্ভ হ'ল। ১৯২০ চনৰ ডিচেম্বৰ আৰু তাৰণ-তাৰণ নামে ঠাইত দুজন নিৰুপদ্ৰৱ আকালীক হত্যা কৰা হ'ল আৰু বহুত খুন হ'ল। ১৯২১ চনৰ ফেব্ৰুৱাৰীত নানা কানা-

চাহাবৰ মহন্তই হুকুৰি দহজন আকালীক নিষ্ঠুৰ-ভাৱে পুৰি মাৰিলে। শিখসকলে গৱৰ্ণমেণ্ট পক্ষৰ পৰা ন্যায় বিচাৰ পাম বুলি আশা কৰিছিল, কিন্তু তাৰ ওলোটাটোহে পালে; বহুত শিখ আৰু সংস্কাৰক গ্ৰেপ্তাৰ কৰাহে হ'ল। সৰ্বমুঠ তিনিশজন গ্ৰেপ্তাৰ আৰু বন্দী কৰা হ'ল।

১৯২১ চনত নৱেম্বৰ মাহত গৱৰ্ণমেণ্টে শিখ স্বৰ্ণ-মন্দিৰত ছাবি-কাঠি হাত কৰি লয়। এয়ে শিখসকলৰ মন বৰ আন্দোলিত কৰি তুলিলে। এই উপলক্ষ্যে আঢ়ৈশ গ্ৰেপ্তাৰ কৰাৰ পাছত গৱৰ্ণমেণ্টে ভুল বুজিব পাৰি ছাবি-কাঠি ঘূৰাই দিয়ে, আৰু এই বাবে বন্দী হোৱাবিলাকক খালাচ দি দিয়ে। শিখসকলে পূৰ্বৰে পৰা আইন মতেই কথাৰ যেমেজালি ভাঙিবলৈ চেষ্টা কৰি আছিল। কিন্তু গৱৰ্ণমেণ্টৰ দলন-নীতিয়ে সকলো নষ্ট কৰি পেলালে। ঠিক এনেতে ১৯২২ চনত গুৰুদ্বাৰ সম্পৰ্কে এটা উপায় ভবা-চিন্তা কৰি থাকোঁতেই আকালী আন্দোলন ভঙ্গ কৰিবৰ নিমিত্তে গৱৰ্ণমেণ্টে দুহেজাৰ কৰ্মী গ্ৰেপ্তাৰ কৰে।

সেই বছৰতেই আগষ্ট মাহত গুৰুদ্বাৰত স্বাধীন-ভাৱে উপাসনা কৰিব পৰাটো দেখুৱাবলৈ দলে দলে গৈ থকা শিখ-জাঠাবিলাকক গুৰুকাবাগত গৱৰ্ণমেণ্টে আকৌ আক্ৰমণ কৰে। তেওঁলোকৰ ডেৰ হাজাৰ লোকক অজ্ঞান হৈ পৰাকৈ মাৰপিট কৰে আৰু বহুতক নিষ্ঠুৰভাৱে আঘাত লগায়। পাঁচ হেজাৰ সাতশ মানুহ গ্ৰেপ্তাৰ কৰে। এই 'গুৰুকাবাগ মৰ্চা' বুলি জনাজাত হোৱা কাণ্ডটোত মোটৰ ওপৰত দুহেজাৰ এশ মানুহ গ্ৰেপ্তাৰ হয়।

দমন আক্ৰমণ

ইয়াৰ পাছত ১৯২৩ চনত প্ৰচলিত দমনৰ পাল আছিল। শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক কমিটি আৰু এছ-এ-ডি সভাক ফৌজদাৰী দণ্ডবিধি মতে বে-আইনী ঘোষণা কৰা হ'ল। শিখ নেতাসকলক ধৰি ধৰি নি ফাটেকত ভৰোৱা হ'ল। গৱৰ্ণমেণ্টৰ হুকুম মতে গুৰুদ্বাৰৰ মাটি-বাৰীবিলাক দিবলৈ বন্ধ কৰা হ'ল। শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক কমিটি আৰু এছ-এ-ডি সভাৰ মনি-অৰ্ডাৰ, চিঠি-পত্ৰ আৰু আন আন ডাকঘৰীয়া বস্তু বন্ধ কৰা হ'ল। যেয়ে এই সংস্কাৰ-আন্দোলনত সহায় কৰিছিল তাকে দণ্ডবিধান কৰা হ'ল। শিৰোমণি গুৰুদ্বাৰ কমিটিৰ ঘোষণা-পত্ৰবিলাক সাধাৰণ বাতৰি কাকতত প্ৰকাশ কৰিবলৈ মানা কৰা হ'ল, আৰু যিবিলাক শিখ কাকতে পন্থৰ বিষয়ে ভালকৈ লেখে তাক বাছি বাছি দণ্ড দিয়া হ'ল। অকল 'আকা-লীটে পৰদেশী' (?) বোলা কাকতখনৰে একুৰি চাৰিজন সম্পাদকক যোৱা পাঁচ বছৰৰ ভিতৰত জেললৈ পঠাইছে।

যোৱা ১৮ মাহ জৈটোত গণ্ডগোল চলিব লাগিছে। দিনে দিনে একুৰি পাঁচজন, একুৰি পাঁচ-জনকৈ দলে দলে জাঠা গৈ গৈ আঠ হেজাৰ মানুহৰ প্ৰত্যেকেই অকথ্য দুখ-কষ্ট ভোগ কৰিছে। তেওঁ-লোকক ধৰি নি বাৰেল বোলা এখন ঠাইত হেদেলি-ভেদেলি কৈ এৰি দিয়া হ'ল। দলেপতি পাঁচশ জনকৈ আৰু কানাডাৰ পৰা অহা এদলত ছাপন্নজন আৰু এদলত একষষ্ঠি জনকৈ দুটা দল হৈ সাত হেজাৰ এশ সোতৰজন শিখ জেললৈ যায়, আৰু এইবিলাক মানুহক একো বিচাৰ-বিধান লোহাৰাকৈ ধৰি ৰখা হয়। তেওঁলোকক বলেৰে ক্ষমা-প্ৰাৰ্থনা কৰাবলৈ বুলি নানাৰকম অসহ্য আৰু অমানুষিক শাস্তি দিয়া হৈছে বুলি শুনা গৈছে। তদুপৰি তেওঁলোকক তাত একেবাৰে অস্বাস্থ্যকৰ

ঠাইত ৰখা হৈছে। কুব্যৱহাৰ আৰু অস্বাস্থ্যকৰ অৱস্থাৰ নিমিত্তে নাভা জেলত এতিয়ালৈকে এশ পঁয়ষষ্ঠিজন মানুহে ইহলীলা সম্বৰণ কৰিছে, আৰু অনেক মানুহে নাভাৰ কৰ্মচাৰীসকলৰ কঠোৰ ব্যৱহাৰৰ দাগ লৈ লৈ অমৃতসৰত ওলাইছেগৈ। জৈটোৰ গোলমালৰ ফলাফল শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক কমিটিয়ে প্ৰকাশ কৰা তলত দিয়া ঘোষণা-পত্ৰই সুন্দৰকৈ ব্যাখ্যা কৰি দেখুৱাইছে :

"শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক কমিটিয়ে জাঠা অখণ্ড পাঠৰ বিষয়ে, ইয়াৰ অৱস্থা ঘোষণা-পত্ৰৰ দ্বাৰা আৰু শ্ৰীআকাল টখত চাহিবত জাঠা-বিলাকক দিয়া উপদেশত বাৰে বাৰে আৰু স্পষ্টকৈ জনোৱা হৈছে। কিন্তু বহুতে ভুল বুজা কাৰণে আকৌ ইয়াক ভালকৈ জনোৱা হ'ল।

জাঠা দলবিলাক পঠিওৱাৰ একমাত্ৰ উদ্দেশ্য হৈছে একো বাধা-বাধি নোহোৱাকৈ শিখসকলে গুৰুদ্বাৰত ধৰ্ম সম্পৰ্কীয় উদ্দেশ্যেৰে গোট খাবলৈ আৰু উপাসনা কৰিবলৈ অধিকাৰ স্থাপন কৰা। শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক কমিটিয়ে অনেকবাৰ খোলাখুলিকৈ কৈ আহিছে যে তেওঁলোকৰ ইয়াৰ বাহিৰে আন উদ্দেশ্য নহয়, আৰু তেওঁলোকে তীৰ্থ-যাত্ৰা আৰু অখণ্ড পাঠৰ ভাও ধৰি গুৰুদ্বাৰ পৰিচালক নাভা ৰাজৰ পদচ্যুতিৰ বাবে প্ৰচাৰ-কাৰ্য চলোৱাৰ ঠাই কৰিব খোজা নাই। এশ এবাৰ ভক্তিভাৱে আৰু উৎসাহেৰে সৈতে অখণ্ড পাঠ হৈ এটালৈহে জাঠাবিলাক তাত থাকিবৰ কোনো আৱশ্যক নকৰে। এই কাৰ্য হৈ এটালে জৈটোলৈ জাঠা পঠোৱাৰ বাধা-বাধি আৰু আন ৰকমৰ সকলো কাৰ্য নোহোৱা হ'ব।"

ভাইকেৰুত পাঁচ হেজাৰ দুশ বাৰষষ্ঠিজন গ্ৰেপ্তাৰ কৰা হৈছে। দিনে দিনে পঁচিশজনকৈ গুৰুৰ ৰন্ধনশালাৰ নিমিত্তে গুৰুৰ বাগিচাৰ পৰা অবাধে গছ কাটিবলৈ গৈ গৈ এই সময় চলাব লাগিছে।

শিখৰ এনে দৰৰ ত্যাগলৈ চকু দিলে দেখা যায় মুঠতে ত্ৰিশ হেজাৰ গ্ৰেপ্তাৰ হৈছে, চাৰিশ মৰিছে, দুহেজাৰ মাৰপিট খাই খুনী হৈছে। আৰু অৱসৰ লোৱা চিপাহীবিলাকৰ পেঞ্চন বন্ধ কৰা সৈতে মুঠতে পোন্ধৰ লাখ টকা জৰিমনা হৈছে। শিখ-বিলাকৰ চিভিল আৰু সামাজিক বাহুলিৰ পথ বন্ধ কৰি দিয়া হৈছে। এইদৰে কেওপিনে কোনোদিন মানুহে শুনা উগ্ৰ ধৰণৰ দমন-নীতি চলোৱা হৈছে।

শিখবিলাকৰ অৱস্থা যে কেনে সঙ্কটাপন্ন হৈ উঠিছে সেই বিষয়ে মই বঢ়াই কব নালাগে; ই প্ৰজাৰ প্ৰতিনিধিসকলৰ হাতৰ পৰা উপযুক্ত গুণ দিব পৰা ঔষধ বিচাৰিছে। মই আশা কৰোঁ আপোনাসকলে এই বিষয়ে ভালকৈ মনোযোগ দিব। কোনো কথা জানিব খুজিলে মই জনাবলৈ আৰু ব্যক্তিগতভাৱে সকলো কথা ভাঙি-পাতি কবলৈ পালে সুখী হম।

# পুৰণি পুথি আৰু লিখক

কোচবিহাৰ ৰাজ-পুথিভঁৰালত বহুত পুৰণি অসমীয়া ভাষাৰ সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি জীৰ্ণ অৱস্থাত পৰি আছে। তাৰে কেইখন-মান পুথি, আৰু যিমান দূৰ সম্ভৱ তাৰ লিখকৰ পৰিচয় দিবলৈ আগবাঢ়িলোঁ। ভুল-ভ্ৰান্তি পাঠক-পাঠিকাসকলে সংশোধন কৰি চিৰকৃতজ্ঞ কৰে যেন।

পুথিভঁৰালত বহুত পুথি আছে। তাৰে

যিবোৰ এতিয়াও প্ৰকাশ হোৱা নাই বুলি আমি ভাবিছোঁ তাৰেহে কথা লিখিম। প্ৰথম—কিৰাট পৰ্ব। এইখনৰ লিখক কবি শেখৰ। এই পুথিখন কোচবিহাৰৰ মহাৰাজ ৺বীৰ নাৰায়ণৰ দিনত ৰচিত। মহাৰাজ ৺বীৰ নাৰায়ণে ১৬২১ খৃষ্টাব্দৰ পৰা ১৬২৫ খৃষ্টাব্দলৈ কোচবিহাৰত ৰাজত্ব কৰিছিল। এতেকে এই গ্ৰন্থ প্ৰায় ৩০০ বছৰ আগৰ। লিখকে এঠাইত লিখিছে :

বিহাৰক ৰাজপুৰী নামে অম্ৰাৱতী।
বীৰ নাৰায়ণ দেৱ যাৰ অধিপতি ॥
মধুৰ মধুৰ মহা ভাৰত ভাৰতী।
বোলা ৰাম কৃষ্ণ কৰি শেখৰ বদতি ॥

বঙ্গ-সাহিত্য পৰিষৎ পত্ৰিকাৰ অষ্টাদশ ভাগত মাননীয় শ্ৰীযুত অম্বিকাচৰণ গুপ্ত মহাশয়ে 'কোচ-বিহাৰৰ ভাষা আৰু সাহিত্য' নামক প্ৰবন্ধত কবি শেখৰৰ ওপৰত লিখা পদ চাৰি পাঁতিৰ শেষৰ পাঁতিক আশ্ৰয় কৰি লিখিছে যে কবি শেখৰ উপাধিধাৰী ৰামকৃষ্ণ নামক কবিয়ে কিৰাট-পৰ্ব লিখিছে। কিন্তু আমাৰ বিবেচনাত সেইটো ঠিক নহয়। কথাটো এনেহেন হলেহে ভাল হয় যেন অনুমান হয় যে, 'কবি শেখৰ বদতি ৰামকৃষ্ণ বোলা।'

আমি যিমান দূৰ জানিছোঁ কবিবৰ কবি শেখৰ আমাৰ গৌৰীপুৰৰ স্বনামধন্য ৰাজা বাহাদুৰৰ পূৰ্ব-পুৰুষ। কথিত আছে মহাৰাজ বীৰনাৰায়ণে পূৰ্বাঞ্চলৰ পৰা (বৰ্তমান কামৰূপ আৰু গোৱাল-পাৰা আদিৰফালৰ পৰা) ব্ৰাহ্মণ, কায়স্থ আদি পণ্ডিত আৰু সুকবিসকলক নি নিজৰ ৰাজসভাত ৰাখি বৃত্তি-বিধান দি গ্ৰন্থ ৰচনা কৰাইছিল। গৌৰী-পুৰৰ ৰাজপৰিয়ালৰ বংশাৱলীত এতিয়াও সুপণ্ডিত আৰু সুকবি কবি শেখৰৰ নাম জ্বলি আছে। আৰু এওঁ কোচবিহাৰৰ ৰাজসভাৰ কবি থকা কথাও আছে।

গ্ৰন্থৰ ভাষা প্ৰাঞ্জল, ছন্দ নিখুঁত, ভাব গভীৰ, অলঙ্কাৰ আৰু উপমা মনমোহা। পাঠকসকলৰ কৌতুহল গুচাবৰ বাবে তলত কেইফাকিমান পদ তুলি দিয়া হ'ল।

অন্তেষপুৰত ৰাজৰাণী।
বেশ কৰে গুনি মনোমোহিনী ॥
মল্লিকা মালাই কবৰী সাজ।
নীল গিৰি যেন গঙ্গাৰ মাজ ॥

* * *

খঞ্জন গঞ্জন চাৰু চঞ্চল।
লোচন যুগলে লেপি কজ্জল ॥
যেন কামবাণে গেড়ল (?) দিয়া।
ভূৰু শৰাসনে থুইল জুৰিয়া ॥
তথাপি তৰুণ তস্কৰ ডৰে।
উপৰে হেম ঘণ্টা ধ্বনি কৰে ॥
উৰুৰ শোভা কহিতে নাপাৰি।
যেন ৰাম ৰম্ভা মাগিছে হাৰি ॥
চৰণ কমল মনক লোভা।
মত্ত গজ জিনি চৰণ শোভা ॥
তাত ৰুনু ঝুনু নূপুৰ বাজে।
জগত জিনিতে মদন সাজে ॥
বীৰ নাৰায়ণ নৃপতি মণি।
কবি শেখৰৰ মধুৰ বাণী ॥

এনে ধৰণৰ বহুত গ্ৰন্থ উক্ত পুথিভঁৰালত পৰি আছে। তাৰে দুখন-এখনৰ সংক্ষেপ পৰিচয় দিবলৈ যত্ন কৰিম।

('চেতনা', ৬ষ্ঠ বছৰ, ৭ম সংখ্যা)

# আমি যুঁজিব লগীয়া শত্ৰু শক্তি

অনেকে ভাৱতত ব্ৰিটিছ শাসনৰ উদ্দেশ্য প্ৰকৃততে কি তাক বুজিব নোৱাৰি ইংৰাজ আমোলাসকলৰ কথাতে কৈ থয় যে ভাৰতৰ আৰ্থিক, মানসিক আৰু বাস্তৱ উন্নতি কৰা আৰু ভাৰতক শিকাই-বুজাই প্ৰজাতন্ত্ৰ শাসনৰ উপযোগী কৰি স্বায়ত্ত শাসন দিয়াটোৱেই বৃটিছ গৱৰ্ণমেণ্টৰ একমাত্ৰ লক্ষ্য। এনেকুৱা মুখত অমৃত যেন টোপৰ ভিতৰত লুকুৱাই ৰখা বৃটিছৰ আচল স্বাৰ্থৰ বিলাতী ধনী মহাজনসকলৰ প্ৰভুত্ব বিস্তাৰ কৰা বৰণীটো অনেকেই মানিবই নোৱাৰে, আৰু সেইবিলাক মানুহে নিজে, যি এই বৰণী গিলেইনে, আনকো গিলিবলৈ উপদেশ দিবলৈ পাছ নোহোঁহকে। তাহানি গ্ৰীক সাম্ৰাজ্য গঠন কৰাৰ দিনৰ পৰা বুৰঞ্জীয়ে প্ৰমাণ কৰি আহিছে সাম্ৰাজ্য গঠনৰ এটা প্ৰধান উদ্দেশ্য, জেতাদলৰ বাণিজ্য ব্যৱসায় প্ৰসাৰিত কৰি তলতীয়া জাতিবিলাকৰ ধন-বল চুচি-বাছি অনা। তেতিয়াৰ পৰা সকলো যুদ্ধৰে দেখাই বা লুকাই বাণিজ্য ব্যৱসায় বিস্তাৰ কৰাটোৱে একোটা প্ৰধান কাৰণ হৈ আহিছে। গত মহাযুদ্ধৰ প্ৰধান কাৰণো এইটোৱেই। কল-কাৰখানাবদ্বাৰা প্ৰচুৰ পৰিমাণে বস্তু উৎপন্ন হোৱাত সেইবিলাক বেচিবলৈ বজাৰ বিচৰাটোৱেই পাশ্চাত্য জাতিবিলাকৰ আৰু জাপানৰ সাম্ৰাজ্য নীতিৰ প্ৰধান লক্ষ্য হৈ উঠিছে। অকল বেহা-বেপাৰ, কল-কাৰখানা আৰু নানাবিধ শিল্পজাত বস্তুৰ ওপৰতে তিষ্ঠি থকা ইংলণ্ডৰ নিমিত্তে ভাৰত অন্ন-বস্ত্ৰদাত্ৰী, জীৱনদাত্ৰী, আশ্ৰয়স্বৰূপিনী কামধেনু। এই কামধেনুক ইংৰাজে যে সততকাই এৰি দিব সেই কথা বেগেতে হৈ উঠিছে। বিলাতী ধনী মহাজনসকলৰ ভৰণ পোষণতেই বৃটিছ পাৰ্লিয়ামেণ্ট চলিব লাগিছে। সেই কাৰণে ভাৰতৰ প্ৰধান প্ৰতিপক্ষ হৈছে এই বৃটিছ ধনী মহাজন-বিলাক। এই কথাকেই অৱসৰপ্ৰাপ্ত চিভিলিয়ান ইংৰাজ Bernerd Houghton চাহাবে কৈছে। তেওঁৰ মতৰ সাৰাংশ তলত দিয়া হ'ল :

ৰাজকৰ্মচাৰী আৰু সৈনিক কৰ্মচাৰীবিলাক ভাৰতৰ আচল যুঁজিবলগীয়া প্ৰতিপক্ষ নহয়। হাউছ অৱ কমন্সলৈ প্ৰতিনিধি পঠিয়াই আৰু মৰ্নিংপ'ষ্টৰ নিচিনা কাগজৰ যোগে তেওঁলোকে বিশেষ প্ৰভুত্ব দেখুৱাইছে সঁচা, কিন্তু বৃটেইনে ইংলণ্ডৰ মধ্যবিত্ত শ্ৰেণীৰ কিছুমান মানুহক ভাল ভাল কাম-কাজ দিয়েই সন্তুষ্ট হোৱা নাই, ভাৰতৰ দৈনন্দিন জীৱনৰ আৱশ্যকীয় সকলো বিভাগকো ইংৰাজ ধনী মহাজনসকলে কিনি ৰাখিছে; সেইবাবে ইংৰাজ ৰাজকৰ্মচাৰীবিলাক ভাৰতৰ আচল যুঁজিবলগীয়া ভেটা নহয়, ভাৰতে আচলকৈ যুঁজিব লাগিব ইংলণ্ডৰ ধনী মহাজনবিলাকৰ লগতহে। ইয়ে প্ৰজাতন্ত্ৰৰ ভাও ধৰি ইংলণ্ড শাসন কৰিছে আৰু ইংলণ্ডৰ হাতেদি ভাৰত শাসন কৰিছে।

ভাৰতত ৰেইলৱে, জাহাজ, বেহা-বেপাৰ আদি চলাৰ পৰা ডাঙৰ ডাঙৰ ঠাইবিলাকত চাহ আৰু অন্যান্য খেতিও, ইম্পিৰিয়েল বেঙ্ক আৰু আন আন ধাৰ দিয়া বেঙ্কত বিলাতী ধনীবিলাকে বেছি বেছি সুদ লৈ অজস্ৰ টকা লগাইছে। বিলাতী কাপোৰ-কানি, কল-যন্ত্ৰ আৰু সকলো ৰকমৰ ধাতু-নিৰ্মিত

বস্তু বেচিবৰ নিমিত্তে ভাৰতেই প্ৰধান হাট। ভাৰতে ইংলণ্ডক মৰাপাট, কপাহ, শস্য, চাল, চাহ, তেল আৰু কাঠ আদি কেঁচামাল যোগাই আছে। ইংলণ্ডৰ তুশ দহ কোটি টকাৰ বেহা-বেপাৰে সমুদায় বৃটিছ ৰাজ্যৰ ভিতৰত ভাৰতক প্ৰথম শ্ৰেণীৰ হাট কৰি তুলিছে আৰু এই সম্বন্ধে ভাৰত পৃথিৱীৰ সকলো দেশৰ ভিতৰত দ্বিতীয় স্থানীয় হৈ উঠিছে। সেই কাৰণে বৃটিছ মহাজনবিলাকৰ পক্ষে ভাৰত সকলোতকৈ আপুৰুগীয়া দেশ। তেওঁলোকে ভাৰতত কেঁচামালৰ অজস্ৰ খনি দেখা পাইছে আৰু টকা খটাবলৈ বিশেষ প্ৰভুত্বৰে সৈতে আহল-বহল ঠাই পাইছে, ভাৰতত তেওঁলোকে অনেক সুবিধা-সুযোগেৰে সৈতে অসংখ্য হাট-বজাৰ পাইছে, অলপ খৰচতে পোহ যোৱা চাকৰ-নাকৰ আৰু বন্ধুৱা পাইছে। তেওঁলোকে গৱৰ্ণমেণ্টক নিজৰ জেপৰ ভিতৰতে লৈ আছে। অৰ্থলোভী ধনী মহাজনক ইয়াতকৈ আৰু কি লাগিছে? ভাৰত প্ৰকৃততে ধনী মহাজনবিলাকৰ নিমিত্তে স্বৰ্ণদ্বীপ, ধনৰ গছ আৰু স্বৰ্গ। বৃটিছৰ কুবেৰ-নীতিয়ে এনেখন ভাৰতক এবাৰ হাতৰ মুঠিত পাই মুকলি কৰি এৰি দিব বুলি কোনোবাই ভাবিব পাৰেনে? সকলো বুৰঞ্জীয়ে একমুখে একমাত্ৰ উত্তৰ দিয়ে, 'নিদিয়ে'।

....মৃত্যু যেনেকৈ সঠিক, সেইদৰে ভাৰতক হাতত ৰাখিবলৈ বিলাতী কুবেৰবিলাকে যে সৰ্বশেষলৈকে যুঁজিব আৰু যিমানেই খৰচ হ'ক লাগিলে, যিমানেই বে-আইনী হ'ক লাগিলে আৰু যিমানেই নিষ্ঠুৰতা হক লাগিলে সকলো ৰকমৰ উপায়কে এই উদ্দেশ্যে অৱলম্বন কৰিবলৈ তেওঁ-লোকে যে পাছ নোহঁহকে সেইটোও সঠিক। বৃটিছ গৱৰ্ণমেণ্টে মেছোপটামিয়াৰ তেলক্ষেত্ৰ লাভ কৰিবৰ নিমিত্তেই তুশ পঁচিশ কোটি টকা ভঙা নাইনে? ৰাছিয়াৰ ধনী মহাজনৰ বিৰোধ, ৰাষ্ট্ৰ-বিপ্লৱ দমন কৰিবৰ নিমিত্তে চেষ্টা কৰোতে তেৰশ কোটি টকা ভঙা নাইনে? বৃটেইনৰ শাসক সম্প্ৰদায়ে ইটালীৰ মুছলিনী, হালেৰীৰ অকথ্য হত্যা আৰু ভাৰতৰ জেনেৰেল ডায়াৰক সহৃদয় সহানুভূতি জনোৱা নাইনে? এওঁলোকে জেনেৰেল ডায়াৰৰ অমৃতসৰৰ হত্যাকাণ্ড আৰু ৰুছিয়াৰ খাৰ-পিঙ্কিৰলৈ নেপাই মৰা কাণ্ডবিলাক প্ৰশংসা কৰা নাছিলনে? এই বিলাক কথাই প্ৰমাণ কৰে যে ভাৰতে স্বাধীনতাৰ যুঁজত ক্ষেমা-খেমা বা মৰম-চেনেহ পাবলৈ আশা কৰিব নোৱাৰে। ভাৰতীয়সকলে তেওঁলোকৰ লক্ষ্যৰফালে যিমানেই ওচৰ চাপি যাব সিমানেই তেওঁলোকৰ বিৰুদ্ধে অৱলম্বন কৰা উপায়ো বেছি কঠোৰ হৈ গৈ থাকিব।

অকল ৰাজকীয় আৰু শিল্প ব্যৱসায়ী ধনী-সকলেই ভাৰতক আগভেটা কৰা সিংহ নহয়, ইংলণ্ডৰ গোটেই ধনী সম্প্ৰদায়েই। অলপমান তেওঁলোকৰ স্বাৰ্থৰ ব্যাঘাত হোৱা যেন দেখিলেই ধনী মহাজনসকলে বন্ধুৱাবিলাকৰ বিৰুদ্ধে যুঁজিবলৈ একমুখ হৈ ওলায়। ইউৰোপত এনে হোৱাটোলৈ মন কৰক; ৰুছিয়াৰ বাহিৰে প্ৰত্যেক দেশতে আইন ৰক্ষাৰ মুখা পিন্ধি গৱৰ্ণমেণ্টে কমিউনিষ্ট-সকলৰ বিৰুদ্ধে আক্ৰমণ চলাইছে। ইজিপ্টত চুদান ছিণ্ডিকেটৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ বন্ধুৱা দলৰ সহায়ত উদাৰনৈতিক আৰু ৰক্ষণশীল দলে ইজিপ্তৰ নতুন শক্তি ধ্বংস কৰিলে। ইউৰোপীয় ৰাজনৈতিক কেম্ব্ৰুলান জাৰ্মানীতো বুদ্ধি-সন্ধিয়ে তেনে কামকে কৰিছে। অৱশেষত মিঃ বল্ডুইনৰ, বৃটিছ বন্ধুৱা দলৰ বিৰুদ্ধে বৃটিছ ধনী মহাজনসকলক এক মুখে

সভ্যৱন্ধতা কৰা মন্ত্ৰী সভালৈ মন কৰক। ইজিপ্টত যেনে কথা ভাৰততো সেয়ে। ৰাজকীয় আৰু শিল্প-ব্যৱসায়ী ধনীসকলে বাকী প্ৰভুত্বশালী ধনী-সকলৰ পৰা ধাৰ নিছিগা সহায়-সাৰথি পায়ে থাকিব।

এই প্ৰভুত্বশালী জাতিটোৱে ভাৰতৰ পৰা সুপ্ৰচুৰ পৰিমাণে লাভ কৰা টকাৰেই বন্ধুৱা দলৰ নেতাসকলক ভেটি খুৱাই তেওঁলোকৰ ফলীয়া কৰি লয়। এইটো উপায় অকল ইংলণ্ডতে নহয়, ফৰাচী দেশতো আৰু যুদ্ধৰ আগতে জাৰ্মানী দেশতো এই উপায়কে উপযুক্ত ভাবি চলোৱা হৈছিল। এতিয়া-লৈকে এই উপায়েই কৃতকাৰ্য হৈ আহিছে বুলি বন্ধুৱা নেতাৰ সাম্ৰাজ্য-নীতিয়ে ঠিৰাংকৈ দেখুৱাই দিয়ে। ভাৰতক স্বৰাজ দি দিয়া, আৰু তুমি দেখিবা যে বৃটিছ ধনী মহাজনী (Capitalism) ৰ ভেটিয়েই টলং-ভটং কৰিছে। ভাৰতৰ স্বৰাজ শাসনৰ তলত ইয়াৰ সুযোগ-সুবিধাৰ প্ৰভুত্ব সিংহাসনৰ পৰা খহি পৰিব আৰু সামান্য লাভ আৰু সুবিধাকেই বাধ্য হৈ গ্ৰহণ কৰিব লাগিব। তেতিয়া হলে ইয়াৰ ক্ষমতাৰ বৰ-খুঁটাটোৱে ভাগি চুৰমাৰ হ'ব। ভাৰত সঁচাকৈয়ে বৃটিছ কুবেৰসকলৰ পক্ষে পতিতপাৱন। তেওঁলোকৰ নিমিত্তে ভাৰতত আধিপত্য কেৱল কেই হেজাৰমান ইংৰাজৰ নিমিত্তে লাভজনক চাকৰি দিয়াটোৱেই নহয়, ই তেওঁলোকৰ জীৱন-মৰণ সমস্যা।

ভাৰতে এই মূল সত্য কথাটো জানি লোৱা উচিত। তেওঁলোকে ইমান কষ্ট ভোগ কৰি কাৰ বিপক্ষে যুঁজিব লাগিছে তাক জানিবই লাগিব। এই কথা নজনাকৈ তেওঁলোকৰ গোৱা-বোৱা সকলো খোলাকটিৰ ভাল।

এই কথা দেখিবলৈ পায়েই বৰ্ত্তমান ভাৰতীয় ৰাজনীতিজ্ঞসকলে জপৰা বুঢ়া বৃটিছ গৱৰ্ণমেণ্টক চিধাচিধি আক্ৰমণ কৰাটোতকৈও জাপৰী বৃটিছ বাণিজ্য-নীতিৰ বিপক্ষে যুঁজ চলোৱাটোহে তেওঁলোকৰ কাৰ্য-তালিকাৰ প্ৰথম ক্ষেত্ৰ কৰি লৈছে। সেয়েহে বিলাতী বৰ্জনত ইমান বিশেষত্ব দিয়া হৈছে আৰু এই কেপিটেলিজিম বা ধনী-মহাজনীৰ হাতৰ পৰা ভৱিষ্যতলৈকো ভাৰতক বচাবৰ অভিপ্ৰায়ে স্বতন্ত্ৰতাৰ প্ৰতিমূৰ্তি স্বৰূপ যঁতৰক মহাত্মা গান্ধী, আচাৰ্য ৰায় প্ৰভৃতি মহৎ লোকসকলে ইমান বিশেষত্ব দিছে।

('চেতনা', ৬ষ্ঠ বছৰ, ৭ম সংখ্যা)

# আত্ম-প্ৰতিষ্ঠা আৰু আত্ম-অধিকাৰ

ধৰ্ম আৰু ব্যৱহাৰিক দুয়ো জগতৰ সকলো বিভাগতে জীৱনৰ গতি নিজগালকৈ চলাই ৰাখিবলৈকে জীৱনৰ উম থকা যিবিলাক নিয়ম-নীতি অনিবাৰ্য আৱশ্যক ভাবি মানুহে আচৰণ কৰে, সেই সকলোবিলাকতে ব্যক্তিগতভাৱেই হ'ক বা জাতিগতভাৱেই হ'ক, মানুহৰ এটা নিখুঁত প্ৰভাৱ সনাসনিভাৱে বৈ থকা দেখা পালে, তাতে সেই মানুহৰ বা সেই জাতিৰ আত্ম-প্ৰতিষ্ঠা আছে বুলি আমি বুজি লওঁ। এই বিভাগবিলাকৰ গতি-গোত্ৰবোৰ বিন্দু বিন্দুকৈ কাদি-ছিৰি বিশ্লেষণ

কৰি চাই জীৱনৰ স্বাভাৱিক অনুৰাগ-আকাঙ্ক্ষাৰ লগত মিল ৰাখি মানুহক পৰিপূৰ্ণতাৰ ওচৰ চাপি যাবলৈ সুযোগ কৰি দিয়াত, ব্যক্তিগতভাৱেই হ'ক, বা জাতিগতভাৱেই হ'ক, অধিকাৰৰ বাটটো যাৰ জেং-জাবৰ হীন সল-সলীয়া পৰি থকা দেখোঁ, তাতে সেই ব্যক্তিৰ বা জাতিৰ নিঃছিদ্ৰ আত্ম-অধিকাৰ এটা আছে বুলি আমি ডাঠি কৈ এই বিষয়ে আৰু তৰ্ক উঠাৰ মুৰ মাৰি থওঁ। এই বাবেই, জগতৰ যি বিলাক জাতিৰ এই অধিকাৰ আজি নিখুঁত হৈ থকা আমি দেখি আছোঁ, তাকেই আমি স্বাধীন বা স্বৰাজী জাতি বুলি সম্ভাষণ কৰি সুখ পাইছোঁ।

এনে ব্যক্তিৰ বা জাতিৰ জীৱন বা মৰণ ইচ্ছাধীন। ইচ্ছা কৰিলে এনে ব্যক্তিয়ে বা জাতিয়ে নিজ আত্ম-সম্মানটো সকলো অপায়-অমঙ্গলৰ পৰা নিকিল-কিলীয়া কৰি বচাই ৰাখিবলৈকে আনৰ অন্যায় বা হীন আক্ৰমণৰ আঁচোৰবিলাকত সম্মোহনীৰ মালিছ সানি প্ৰতি বিন্দু তেজতে মনুষ্যত্বৰ একোটা প্ৰকান্দ তেজাল সুৰুয ফুলাব পাৰে—নিজৰ সাতাম-পুৰুষীয়া টপা ভেটিটোত জীৱন-স্তম্ভৰ আকাশলঙ্ঘী চূড়া গাঁথি তাৰ মুৰত জাতিৰ বা ব্যক্তিৰ বিজয়-পতাকা উৰুৱাই জগতক চমক খুৱাব পাৰে—নাইবা নিজ অস্তিত্ব ৰক্ষা কৰিবলৈকে হাতত লৈ বীৰদৰ্পে আগবঢ়া সেই হাতিয়াৰখন মুঠিৰ পৰা খহি পৰাৰ লগে লগেই ছাই-মাটিও হৈ যাবওপাৰে। এনে স্বাধীন বা স্বৰাজী ব্যক্তি বা জাতিয়ে ইচ্ছা কৰিলে সাগৰৰ তলি নোহোৱা দ-তলিত নিজ হাতৰ সুন্দৰ সঁফুৰাটো পেলাই দিও শান্তি পাব পাৰে, নাইবা সেই সম্পদৰ পৰশ-পাথৰটোৰে নিজ ঘৰৰ বা নিজ দেশৰ প্ৰতিটো অণু-পৰমাণুতে সোণ ফুলাই স্বৰ্গোদ্যান এখনৰ ভুঁইফুটা অধিকাৰ এজনো হৈ উঠিব পাৰে। তাত কাৰো বাধা নাখাটে; আনৰ হীন কটাক্ষ সোমাই নিখুঁত বস্তু কলুষিত কৰিবলৈ ঘাট-পথ তাত নাই। স্বাধীন বা স্বৰাজী ব্যক্তি বা জাতিৰ জীৱন বা মৰণ এই দৰে নিজৰ ইচ্ছাধীন। আৰু এই ইচ্ছাধীনৰ কামখিনি পৰিপাটিকৈ সম্পন্ন কৰা জাতি বা ব্যক্তিকেই আত্ম-প্ৰতিষ্ঠ আৰু আত্মাধিকাৰী বুলি আমি কওঁ।

স্বাধীন বা স্বৰাজী জাতিয়ে বা ব্যক্তিয়ে জীয়াই থাকিব যেনেকৈ জানে, মৰিবলৈকেও তেনেকৈ জানে। জীৱলৈ বা মৰিবলৈ তেওঁলোকক উপদেশ দিব বা শিকাব নালাগে। তেওঁলোক মৃত্যুৰ ভয়তো বিচলিত নহয়, আৰু জীৱনৰ দলদোপতো আত্মহাৰা হৈ মুঠে। জীৱন-মৰণৰ তুলাচনীখন তেওঁলোকৰ মনত সমান জোখত চলে।

মানুহক এনে অধিকাৰ লাগে। ব্যক্তিগত-ভাৱেই হ'ক বা জাতিগতভাৱেই হ'ক, ইচ্ছা কৰি মৰিম বা ইচ্ছা কৰি বাচিম—এই বিধৰ এটা গধুৰ অধিকাৰ মানুহক লাগে। নহলে মানুহ সম্পূৰ্ণ হৈ ফুলি উঠিব নোৱাৰে—সঙ্কোচনৰ জঠৰ শিলত থুন্দা খাই মানুহৰ বাঢ়নী বেগ ভোটা হয়, নাইবা সম্পূৰ্ণকৈ নাই-নুই হৈ যোৱা এই দুয়োটা অধিকাৰ একে শ্ৰেণীৰ।

ভাৰতৰ আমিও মানুহ; কিন্তু এই অধিকাৰ-খিনি আমি বহুত কালৰ পৰা হেৰুৱাই আহিছোঁ— এই অধিকাৰৰ লগত এতিয়া আমাৰ চিনা-পৰিচয় জনা-শুনাও নোহোৱা হৈছে, এনেকি, এনে এটা অধিকাৰ মানুহৰ থাকিব পাৰে বুলি ধাৰণাও আজি আমাৰ নাই। আমি জীৱও নাজানো, মৰিবও নাজানো।

এই অধিকাৰ ভাৰতীয়ৰ আগেয়ে আছিল। বহু শতাব্দী আগতে যেতিয়া ভাৰতৰ আকাশ-বিলাক গৌৰৱ তপনৰ উজ্জ্বল কিৰণতে কেৱল উদ্ভাসিত হৈ আছিল, ঢাকি ধৰিবৰলৈ নিবীৰ্যতাৰ ক'লা মেঘ এনে এডোখৰো তাত নাছিল, মলিকঁহ নোহোৱা বতাহবিলাকে ভাৰতীয়ৰ জয়গান বিলাক বুকত তুলি লৈ চন্দ্ৰলোক, সূৰ্যলোক, বিষ্ণুলোক, বৈকুণ্ঠলোক, ব্ৰহ্মালোক শিৱলোক আদি লোকবিলাকত নি শুনাইছিল, আজিৰ দৰে নানা উপদ্ৰৱৰ খচনি খাই ঘোলা হৈ বতাহৰ গতি-খিনি ইমান গধুৰ হৈ উঠা নাছিল। গাঁও-ভুঁইবিলাকে আনন্দৰ পৰিচ্ছন্ন ৰেখা এডালে মাথোন সাঙুৰি ধৰি নিৰানন্দক ওচৰ চাপিব দিয়া নাছিল, তেতিয়া ভাৰতত এই অধিকাৰ সকলোৰে এটা হাতৰ বস্তু আছিল। তেতিয়া ভাৰতৰ এই অধিকাৰৰ আসনৰ আগত জগতৰ আন সকলো-বিলাক অধিকাৰে মূৰ দোঁৱাই নমস্কাৰ কৰি ধন্য হৈছিল। ভাৰতেও নিজ সভ্যতাৰ জগতোজ্জ্বল কণিকাবিলাক সকলোকে বিলাই দি জগতত নৰ-নাৰায়ণৰ বিগ্ৰহ প্ৰতিষ্ঠা কৰি মানুহৰ প্ৰতি মানুহৰ কৰ্তব্য সমাপন কৰিছিল। তেতিয়াই ভাৰতৰ কণ্ঠৰ পৰা গভীৰ নিৰ্ঘোষেৰে মহামন্ত্ৰ ওলাই আহিছিল 'আত্মবৎ সৰ্ব ভূতেষু'—তেতিয়াই ভাৰতৰ ৰক্ত মাংস, মেদ-মজ্জাত ওতপ্ৰোতভাৱে সোমাই পৰিছিল অক্ষয় অব্যয় অচ্ছেদ্য আৰু অবিনাশ আত্মা।

সেই গৌৰৱৰ যুগত ভাৰতীয়ই আত্ম-সন্মানৰ হানি হোৱাতকৈ মৃত্যুকে শ্ৰেয় বুলি গ্ৰহণ কৰিছিল। চুলি এডালৰ সমানো আত্ম-সন্মানত আঘাত লাগিলে জীৱন বলি দিও তাক ৰক্ষা কৰিছিল। তেতিয়া ভাৰতত ভীমৰ দৰে মৰিও নমৰা বীৰ আছিল, অৰ্জুনৰ দৰে সব্যসাচী যুঁজাৰু আছিল, যুধিষ্ঠিৰৰ দৰে সত্যপ্ৰাণ ৰজা আছিল, ভীষ্মৰ দৰে ইচ্ছামৃত্যু জিতেন্দ্ৰিয় আছিল, জনাৰ দৰে বীৰ-প্ৰসৱিনী মাক আছিল, সাবিত্ৰী-জয়মতীৰ দৰে সতী আছিল, মহাৰাণা প্ৰতাপ সিংহৰ দৰে কঠোৰপ্ৰতিজ্ঞ অতি তেজা যোদ্ধা আছিল।

তাৰ পৰিৱৰ্তে আজি ভাৰতত দেখোঁ—খাব নাপাই অস্থি-কঙ্কাল-সাৰ হোৱা জঁকা কিছুমান, মৃত্যুৰ ভয়ত পাছ হুঁহকি আহি নিজৰ আই-ভনী, বাপ-ভাইৰ, তিৰোতা-ছলিৰ, ধন-সম্পত্তিৰ, ধৰ্ম-বিগ্ৰহৰ মান-ইজ্জৎ হানি হবলৈকে এৰি দি পলাই যোৱা, নাইবা শাস্তিৰ ভয়ত স্বাধীনতা লাভৰ স্বাভাৱিক আৰু উচিত আকাঙ্ক্ষাকো চেঁপি থৈ সেই মতে কাম নকৰি ঘৰৰ চুকত সোমাই থকা নিবীৰ্য কাপুৰুষ কিছুমান।

কিন্তু ভাৰতক এনে কৰিলে কিহে? ভাৰতৰ বুকত কিহে এনে বিমঙ্গলৰ বিহ আনি ঢালি দিলে? ভাৰতৰ এই আত্ম-প্ৰতিষ্ঠা আৰু আত্মা বিকাৰ কিহত লোপ হ'ল? ইয়াত দৈৱ-দুৰ্বিপাকৰ কিবা কথা আছেনেকি? নাইবা 'আপুনি আপোন শত্ৰু, আপুনি আপোন বন্ধু, আপুনি আপোন ৰাখে মাৰে' এনে কিবা এটা বিজ্ঞান আছে? দৈৱৰ কিবা প্ৰভাৱ থাকিলে সি অকল ভাৰতকহে খোৱা কৰি থলে, আন দেশক, আন জাতিক এৰি দিলে এনে কথা হ'ল কিয়? পৃথিৱীৰ আন বহুত জাতিও তো ভাৰতৰ নিচিনা এইদৰে এদিন পৰাধীন হৈছিল। সেইবিলাক জাতি আজি স্বাধীন হৈ উঠিল, ভাৰত আজিও পৰাধীন হৈ থকাৰ কাৰণ কি? দুৰ্দৈৱৰ কোপ আৰু

আক্ৰমণৰ হেঁচা আন জাতিৰ ওপৰতকৈ ভাৰতৰ ওপৰত বেছি পৰাৰ কাৰণ, ভাৰতে দৈৱ-শক্তিৰ বিৰুদ্ধে কিবা এনে এটা মহাপাপ কৰিছিল, যি পাপৰ দুৰ্বহ বোজা দলিয়াই পেলাই ভাৰত আজিও কঁকাল দাঙি থিয় হৈ উঠিব পৰা নাই।

ভাৰতৰ এই অধঃপতনৰ কাৰণটো কিবা মহাপাপ এটা বুলিয়ে যদি আমাৰ বিচাৰত উঠে তেনেহলে সেই মহাপাপৰ স্বৰূপ বুজিবলৈ আমি আন আন জাতিৰ পৰাধীনতা আৰু স্বাধীনতাৰ মাজৰ সন্ধিস্থলখিনিৰ প্ৰকৃত অৱস্থাও বুজি ল'ব লাগিল; যি যি দোষত সেইবিলাক জাতি পৰাধীন হৈছিল, আৰু যি যি গুণেৰে পুনৰ স্বাধীনতা আজি লৈছিল তাক স্পষ্টকৈ বাছি-উলিয়াই আমি চাই ল'ব লাগিল।

এইদৰে আমি চালে দেখা পাওঁ, সেই সময়ত স্বাধীনতা লাভৰ নিমিত্তে সেইবিলাক জাতিৰ ভিতৰত যি এটা অদম্য মহাস্পন্দন উঠি আছিছিল, সেই স্পন্দনত স্পন্দিত নোহোৱাকৈ থাকোঁ বুলি সেই জাতিৰ কোনো এজনো থাকিব পৰা নাছিল। খোৱা-লোৱা, উঠা-বহা, ফুৰা-চকা, সকলো কামতে, গাঁও-ভূঁই, ঘৰ-চোতাল, বাট-ঘাট সকলো ঠাইতে জাতীয় মুক্তিৰ বতাহ এচাটিৰ উদ্যম, উলাহপূৰ্ণ এটা মন আৰু ধ্বনিহে কেৱল শুনা গৈছিল, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী, ডেকেৰী-বুঢ়ী সকলোৰে অন্তৰত জাতীয় মুক্তিৰ বাবে আত্মবলিৰ উদ্দাম আকাঙ্ক্ষা এটাই মূৰ দাঙি উঠিছিল, ধনী-দুখীয়া, জমিদাৰ-ৰায়ত, ডাঙৰ জাত-সৰু জাত, শিক্ষিত-অশিক্ষিত সকলোৱে এক-জোট হৈ মৰিম নহয় বাচিম বুলি দৃঢ়-প্ৰতিজ্ঞ হৈ বুকপাতি থিয় হৈ উঠিছিল। সম্পূৰ্ণকৈ বাচিব লাগিব নোৱাৰিলে সম্পূৰ্ণকৈ মৰিম লাগিব। মৰা-বাচা এনে মজলীয়া সান-মিহলি সৰু ভাব এটাই সেই জাতিৰ অন্তৰত তেতিয়া খুপিবলৈ ঠাই পোৱা নাছিল। জাতীয় মুক্তি-কামী স্বাধীনতা-কামী জাতি বা লোকক এনে অৱস্থাটো লাগে। নহলে স্বাধীনতা ধন উদ্ধাৰ নহয়।

কিন্তু ভাৰতত আজি এনে ভাৱৰ সঁচ একেৰিও আমি মনি উলিয়াব পাৰোঁনে? পৃথিৱীৰ আন বহুত জাতি ভাৰতৰ দৰে ইমান দিন পৰাধীন হৈ নাথাকিও স্বাধীন আকাঙ্ক্ষা তালি-তুলি ৰাখি স্বাধীন হৈ উঠিল, ভাৰতক আজি গণিব নোৱাৰা ইমান শ বছৰৰ গধুৰ অধীনতাৰ দুঃসহ বেদনায়ো তত চপাই দিব নোৱাৰিলে। অতি-ক্ষুদ্ৰ ফিলি-পাইন নামে দ্বীপখনিৰ অসভ্য ৫০ হাজাৰ মাত্ৰ লোক আমেৰিকাৰ অধীনত ২৬ বছৰ মাত্ৰ থাকিয়ে আজি স্বাধীন হৈ থাকিল। প্ৰাচীন সভ্যতাৰ অক্ষয় নিদৰ্শন এটা লৈ ভাৰতৰ এই ৩১ কোটি লোকে আজি প্ৰায় দুই শ বছৰ ইংৰাজৰ অধীনত থাকিও পৰাধীনতাৰ যন্ত্ৰণা অসহ্য বুলি অনুভৱ কৰি স্বাধীন হৈ উঠিবলৈ একজোট নহ'ল অথচ এই একজোট হীনতাকেই ভাৰতৰ স্বাধীনতা লাভৰ পৰিপন্থী বুলি ইংৰাজসকলে আজিও কৈ আছে আৰু একমাত্ৰ এই কাৰণকেই ভাৰতৰ স্বৰাজ লাভৰ অযোগ্যতাৰ নিদৰ্শন বুলি আজিলৈকেও দেখুৱাই আছে।

ইমানতো ভাৰতীয়ৰ সংজ্ঞা লভাৰ সম্ভৱ হৈ উঠা নাই—তাৰ কাৰণ কি? কাৰণ আছে। সেই কাৰণ দেখুৱাব লাগিলে ভাৰতৰ সেই অতি পুৰণি লোকাচাৰ আৰু পুতি-গন্ধময় স্বাৰ্থভৰা বিধানৰ ভাঙোঁ ভাঙোঁ হৈ থকা টেকেলিটো

পৌৰোহিত্যৰ বুকুৰ পৰা কাঢ়ি আনি এক্কে কোবে ভাঙি তাৰ ভিতৰৰ পৰা সত্যৰ আচল মুকুতাখিনি বাছি উলিয়াই সমাজৰ শিৰত তুলি ল'ব লাগিব। সেই মুকুতাৰ পোহৰত যাজক-যজমান, ৰজা-প্ৰজা, ধনী-দৰিদ্ৰ গোসাঁই-ভকত, শিক্ষিত-অশিক্ষিত, সৰু জাত-বৰ জাত সকলোৱে সমানে জিলিকি উঠিব, আৰু সেই জিলিকনিৰ আঠা পৰি ভাৰতীয়ৰ জাতি ভেদ, সম্প্ৰদায় ভেদ, হিংসা ভেদ, স্বাৰ্থভেদ আদি সকলো ভেদৰ অসমান ফাকবিলাক যোৰা খাই সমান হ'ব। তেতিয়া ভাৰতৰ স্বৰাজ লাভৰ অৰ্থে সকলোৰে ভিতৰত সমানভাৱে স্পন্দন উঠিব, সেই স্পন্দনত মুক্তিৰ বাটত আগুৱাই যাবলৈ এজনো পাছ হুঁহকি থাকিব নোৱাৰিব।

ব্ৰাহ্মণৰ নিৰ্বিকাৰ প্ৰভাৱটো ভূতহৈ উঠি যেতিয়া পৌৰোহিত্যৰ গলত লম্ভি পৰিল, তেতিয়াই ভাৰতৰ সৌভাগত ক'লা দাগ এটা পৰিল; সেই দাগটো পৌৰোহিত্যৰ উপদ্ৰৱত ক্ৰমে দহৈ বহি গৈ ভাৰতৰ কপালত মজ্জাগত এডোখৰ ঘা কৰি পেলালে। আজি ইমান হাজাৰ বছৰেও সেই ঘা শুকোৱা নাই। সেই ঘা ক্ৰমে মগজত সোমাই ভাৰতৰ মস্তিষ্ক-বিভ্ৰাট ঘটাইছে, সেই বুদ্ধিৰে ভাৰতীয়ই মুক্তিৰ আচল পন্থা বাছি তুলি ধৰিব পৰা নাই। মাজে-সময়ে দুই-এজন মহাপুৰুষে ফুটি উঠি মুক্তিৰ আচল বাণী এবাৰ কাণত শুনালেও ভাৰতৰ বিভ্ৰংশ কাণে তাক ধৰি ৰাখিব নোৱাৰে, সি কাণৰ ওচৰত গৈয়ে পুনৰ ফিৰি যায়। সেই বাবেই মুক্তি-মন্ত্ৰৰ ঘাই পুৰোহিত মহাত্মাৰ বাণী আজি ভাৰতত ব্যৰ্থ হোৱা বুলি দুই-এবাৰ কথা কোৱা মাজে-সময়ে কাণত পৰে। বতাহৰ হেন্দোলনিত চঞ্চল হৈ উঠা পানীত-সূৰুযৰ স্থিৰ প্ৰতিবিম্ব নপৰাৰ দৰে পৌৰোহিত্যৰ দূষিত প্ৰভাৱত মজি পৰা ভাৰতৰ চিত্ততো মহাত্মাৰ বাণী ভালকৈ খুপিব পৰা নাই। নোৱাৰাটো অসম্ভৱ নহয়। আচল এৰি নকল ধৰি সমাজ-শাসনৰ দণ্ডডাল হাতত ধৰি ৰাজগিৰি কৰা পৌৰোহিত্যৰ নকল প্ৰভাৱ ভাৰতীয় সামাজিক আৰু ধৰ্ম-জীৱনৰ আঁহে আঁহে এনে সংক্ৰামকভাৱে সোমাই গৈছে যে মুক্তিৰ পথত ৰাজনীতিৰ ক্ষেত্ৰতো ভাৰতীয়ই তাক এৰিব পৰা নাই। পৌৰোহিত্যই যিদৰে যুক্তি-তৰ্কৰ সাঁফৰত নিজ অভিমানটো এৰিব নোৱাৰি নিজৰ পক্ষে যুঁজিয়েই আছে, সেইদৰে এই ক্ষেত্ৰৰ লোকসকলেও নিজ মত নিজ পন্থা ভুল বুলি বুজি পায়ো নিজৰ দুৰ্বলতাৰ অনুৰোধ আওকাণ কৰি এৰি আহি আনে দেখুওৱা আচল পথ ধৰিবলৈ সত যোৱা নাই। সেইবাবেই আজি দেখিছোঁ বাৰ বাৰ শতবাৰ খুন্দা-গটা খায়ো মডাৰেট বা লিবাৰেল ৰাজনীতিকসকলে ফিৰি আহি প্ৰকৃত পন্থা ধৰিব লাগে বুলি উচিত বিবেচনা কৰা নাই; ব্ৰাহ্মণ বা অভিজাতসকলে আগ্নেয়গিৰিৰ দৰে স্বভাৱতে উঠি অহা লাঞ্ছিত নৰ-নাৰায়ণ দল ঠেকাই ৰাখিবলৈ নিজৰ দুৰ্বলতা বুজিও পাৰ্যমানে চেষ্টা কৰিয়ে আছে।

পৌৰোহিত্যৰ এই প্ৰভাৱ ভাৰতৰ ব্যক্তিগত, পৰিয়ালগত সকলো ঠাইতে বিশেষভাৱে প্ৰতিষ্ঠিত হৈ আছে। এনেকি, ভাৰতৰ মুছলমান খৃষ্টিয়ান আৰু ধৰ্মহীন পৰ্বতীয়া জাতিবিলাকেও পৌৰোহিত্যৰ এই প্ৰভাৱৰ হাত সাৰিব পৰা নাই। এনে এটা অসাৰ অভিমান যি জাতিৰ বা যি দেশৰ সকলো শ্ৰেণীৰ ভিতৰত এনেদৰে সংক্ৰামক হৈ আছে, সেই জাতিৰ ওচৰত জাতীয় মুক্তিৰ অৰ্থ কি, আৰু

জাতীয় একতাৰে বা আদৰ কি? অথচ ভাৰত মুক্ত হবই লাগিব। তেনেহলে উপায় কি? প্ৰথমতে ভাৰতৰ সকলো শ্ৰেণীৰ ভিতৰতে জাতীয় মুক্তিৰ বাবে তীব্ৰ আকাঙ্ক্ষা এটা জগাই তুলিবলৈকে পৌৰোহিত্যৰ ফোপোলা অভিমানৰ আসন-খন ভাঙি গুৰি কৰি দিব লাগিব। তেতিয়াহে আমাৰ ওপৰত অনুচিত শাসন চলাই আমাক বাঢ়িব নিদিয়া যিকোনো শক্তিৰ বিৰুদ্ধেই বিদ্ৰোহ কৰিবলৈ আমি বুকত বল পাম।*

('চেতনা', ৬ষ্ঠ বছৰ, ১১শ সংখ্যা, সম্পাদকীয় আলোচনা)

# অসম মুছলমান ছাত্ৰ-সন্মিলন

অসম মুছলমান ছাত্ৰ-সন্মিলন প্ৰথম বাৰ্ষিক অধিৱেশন এইবাৰ গুৱাহাটীত হৈ গ'ল। সভাপতিৰ অভিভাষণ নানা লাগতিয়াল আলোচনা পূৰ্ণ যদিও, হিন্দু-মুছলমানৰ মিলন সম্বন্ধে তাত কোনো আলোচনা নথকাত অসম্পূৰ্ণ হৈ গ'ল। বোধ কৰোঁ সভাপতি মহাশয়ে এই বিষয়টো বৰ লাগতিয়াল বুলি বিবেচনা নকৰিলে। যি হ'ক সভাপতি মহাশয়ে, অসমীয়া জনসাধাৰণৰ ভিতৰত প্ৰাথমিক শিক্ষা প্ৰচাৰ, অসমৰ নিমিত্তে স্বকীয়া বিশ্ববিদ্যালয় এটিৰ উদ্ভৱ নোহোৱালৈকে কলিকতা ইউনিভাৰ্চিটিত উপযুক্ত অসমীয়া প্ৰতিনিধি নিয়োগ, স্ত্ৰী-শিক্ষাৰ প্ৰচলন, বাণিজ্য, কৃষি আদি শিক্ষাৰ-ফালে অসমীয়া ছাত্ৰসকলৰ মনোযোগ আকৰ্ষণ ইত্যাদি দেশৰ মঙ্গলজনক আলোচনাও কৰিছে। এইবিলাক লাগতিয়াল বিষয়ৰ আলোচনা এইবাৰ বৰপেটাৰ আসাম এচোচিয়েছনতো হৈ গৈছে, আৰু প্ৰস্তাৱবিলাক সাধাৰণ সভাত গৃহীত হৈছে। কিন্তু 'অসম-মুছলমান ছাত্ৰ-সন্মিলনৰ' সভাপতি মহাশয়ে ই বিলাকৰ বাহিৰেও বৰ বিশেষ আৱশ্যকীয় বিষয়ৰ কথা একাষাৰ কৈছে যে, "বঙ্গদেশৰ পৰা উঠি আহি যিবোৰ মুছলমানে আমাৰ নগাঁও, দৰং, কামৰূপ, গোৱালপাৰা আদি জিলাত বসতি স্থাপন কৰিছেহি, শীঘ্ৰেই হওক, বা পলমেই হওক, তেওঁলোকে আমাৰ লগত মিলিব। কিন্তু এই কাম শীঘ্ৰে হ'বলৈ হলে, অসমীয়া ভাষাৰ প্ৰতি তেওঁলোকৰ ভিতৰত অসমীয়া ভাষা থকা মোক্তাব স্কুল খুলিব লাগে। এনে কৰিলে সহজে তেওঁলোকে আমাৰ ভাষা আৰু ৰীতি-নীতি শিকিব পাৰিব। আনফালে অতীজৰ সুপ্ৰসিদ্ধ মোগল আৰু আহোমৰ দৰে যিবিলাকে চিৰস্থায়ীভাৱে এই দেশত বসতি কৰে, সিবিলাকে সেই দেশৰ ভাষা লোৱা উচিত।" ভাৰতৰ এয়ে এটা বিশেষত্ব, যে অতীজত যিকোনো জাতিয়ে ভাৰত জয় কৰি শাসন কৰিছেহি, সেই জাতিয়েই আগৰ মাতৃভাষা পাহৰি গৈ ভাৰতীয় ভাষাকেই মাতৃ-ভাষা ৰূপে গ্ৰহণ কৰিছে। ভাৰতৰ এই বিশেষত্বৰ পৰাই মোগল আৰু আহোমৰ মাতৃভাষা উৰ্দু আৰু অসমীয়া হ'ল। কিন্তু, উক্ত মুছলমানবিলাক বঙ্গদেশৰ পৰা জেতাৰূপে অসমত আহি সোমোৱা নাই। সিবিলাক আহিছে বঙ্গদেশৰ জমিদাৰ-সকলৰ উৎপীড়ন সহিব নোৱাৰি, অসমৰ মুকলি পথাৰত নিৰুদ্বেগ আৰু নিৰ্বিঘ্নে পেটৰ ভাত মুকলি কৰিবলৈ। গতিকে এই বিলাক মুছলমানে কৃতজ্ঞ-

* এই প্ৰবন্ধৰ অংশ-বিশেষ 'আহুতি'ত প্ৰকাশ হৈছে।

তাৰ মূল্য স্বৰূপে অতি সহজেই সোনকালে অসমীয়া জাতিৰ লগত মিলি যাব বুলি বিশ্বাস হৈছে। কিন্তু লগে লগে এটি আশঙ্কাও আছিছে। এই মুছলমানবিলাকৰ ভিতৰত ধৰ্মপ্ৰচাৰ বা ইচলামিক ধৰ্মভাৱ সজাগ ৰাখিবৰ নিমিত্তে বঙ্গদেশৰ পৰা বঙ্গালী মৌলবীসকল সোমাইছেহি। বঙ্গালী ভাষাৰ ভিতৰেদি যদি এইবিলাকৰ ধৰ্মভাৱ সজাগ ৰাখিবৰ চেষ্টা হৈ থাকে, আৰু অসম মুছলমান ছাত্ৰ-সন্মিলনৰ সভাপতি মহাশয়ে কোৱাৰ দৰে এই বিলাকৰ ভিতৰত অসমীয়া ভাষা থকা মোক্তাব স্কুল স্থাপন কৰাত যদি পলম হয়, তেনেহলে এই বিলাক মানুহ সোনকালে অসমীয়া হৈ যোৱাটো কিছু টান হব পাৰে। কাৰণ বঙ্গালী ভাষাৰ ভিতৰেদি শিক্ষা আৰু ভাৱত আগুৱাই গৈ এই বিলাকৰ জাতীয় ভাষাৰ ভেটিত বঙ্গালী ভাষাই পকা হৈ বহি গ'লে ; অসমীয়া ভাষাক ইবিলাকৰ মাতৃভাষাৰ পদত বহুৱাটো টান হব। এইদৰেই, খৃষ্টিয়ান মিছনেৰীসকলৰ প্ৰভাৱত যিবিলাক অসমৰ পাৰ্বত্য জাতিয়ে আজি শিক্ষা-সভ্যতাৰ কিছু আলোক পাইছে, সেই বিলাকে নিজ নিজ পাৰ্বত্য ভাষা ইংৰাজী আখৰেৰে শিক্ষা কৰাত আৰু ৰীতি-নীতি, চলন-ফুৰণ, সাজ-পোছাক ইত্যাদি সম্বন্ধেও সুদূৰ ইংৰাজসকলক অনুকৰণ কৰাত তাকেই এই বিলাকে জাতীয় আখৰ, অসমীয়া ভাষা, অসমীয়া ৰীতি-নীতি এই বিলাকৰ বিশ্বাসত বিজাতীয় বিশ্বাসী হৈ পৰিছে। এই কাৰণে এই মুছলমানবিলাকৰ ভিতৰত অতি শীঘ্ৰে অসমীয়া ভাষা থকা মোক্তাব স্কুল স্থাপন কৰি, অসমীয়া ভাষাৰ প্ৰতি প্ৰীতি জন্মাবলৈ সমূহ অসমীয়া মুছলমান ভাইসকলক আমি অনুৰোধ কৰোঁ। এই চেষ্টাত গোটেই অসমীয়া জাতিৰে সহায় পাবৰ উদ্দেশ্যে Assamese Hindu-Moslem League এটা স্থাপন কৰাটোও আমি বাঞ্ছনীয় বিবেচনা কৰোঁ।

# অসমত সঙ্গীত-চৰ্চা সম্পৰ্কে

এইবাৰ গুৱাহাটীৰ বঙালি বিহু-উৎসৱৰ সঙ্গীত প্ৰতিযোগিতাৰ বিচাৰক এজনৰ ৰাব আমাৰ ওপৰত পৰিছিল। তাত দুয়োদিন উপস্থিত থাকি সঙ্গীত-প্ৰতিযোগীসকলৰ কণ্ঠ আৰু তাঁৰ-যন্ত্ৰৰ সঙ্গীত সম্বন্ধে যি পালোঁ, তাকে লৈহে দু-একাষাৰ ক'ম। আমাৰ অভিপ্ৰায় আৰু এই বিষয়ত আমাৰ সামান্য অভিজ্ঞতাখিনি তেওঁলোকে লবলৈ ইচ্ছা কৰিলে, জানোচা এই বিষয়ত আগ-বাঢ়িবলৈ কিছু সুবিধা পায়।

সঙ্গীতৰ প্ৰধান কথা হৈছে স্বৰ আৰু তাল অৰ্থাৎ ছন্দজ্ঞান। স্বৰ বা সুৰ আৰু তাল, দুয়োটাৰ সন্মিলনত সঙ্গীতৰ সম্পূৰ্ণ আৰু মনোহৰ মূৰ্তিটো সজাগ হয়, অব্যক্ত বিমল আনন্দৰ শ্ৰোতাৰ হৃদয় মন পৰিপূৰিত হয়। অকল শ্ৰোতাৰে নহয়, গায়ক বাদকৰো। আৰু তেতিয়াহে সঙ্গীতৰ বিমোহিনী শক্তিটো পূৰ্ণ-ৰসত পৰিস্ফুট হৈ সাৰ্থক উঠে।

মূল স্বৰ বা সুৰ সাতটা। সঙ্গীত-শাস্ত্ৰ মতে তাৰ

নাম দিয়া হৈছে—স্বৰ ( ষড়্জ ) ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত, নিষাদ। ইয়াৰ ভিতৰত ঋষভ, গান্ধাৰ, ধৈৱত, নিষাদ, এই চাৰিটাৰ একোটা কোমল আৰু মধ্যমৰ এটা কড়া অৰ্থাৎ তীব্ৰ অৱস্থাৰ পাঁচটা সুৰো আছে। স্বৰ (ষড়জ) আৰু পঞ্চমৰ দ্বিতীয় অৱস্থাৰ সুৰ নাই। মূল সুৰ সাতটা আৰু মূলৰ আন অৱস্থাৰ সুৰ পাঁচটা, মুঠ ১২টা সুৰ লৈয়েই সঙ্গীত জগতৰ সীমাহীন ৰাগ-ৰাগিণী, সুৰ-সঞ্চয়ৰ সৃষ্টি আৰু আজিলৈকেও এই বিষয়ত বিশেষ অভিজ্ঞ সঙ্গীত-বিশাৰদ লোকে এই ১২ টা সুৰৰ আশ্ৰয় লৈয়েই নতুন নতুন সুৰ, নতুন নতুন ৰাগিণীৰ সৃষ্টি কৰি আছে।

এই ১২টা সুৰকেই নানাভাৱে প্ৰয়োগ কৰি নানা ৰাগিণীৰ নানা মূৰ্তি বা ঠাট গঢ়ি তোলা হয়। বিশেষ ৰাগিণীৰ আৱশ্যকীয় প্ৰকৃত সুৰবিলাক বগাই বগাই নিৰ্দিষ্ট পথেৰে যেতিয়া কোনো এটা ৰাগিণী জাগি উঠে, তেতিয়াহে সেই ৰাগিণীটোৰ মূৰ্তিটোও পৰিপূৰ্ণ হয় আৰু শ্ৰোতা-গায়কৰো হৃদয় মনত ভৰপূৰ আনন্দৰ হিল্লোল চলে।

এই সুৰ-জ্ঞান আয়ত্তলৈ আনিব লাগিলে এই বিষয়ত কঠোৰ সাধনাৰ আশ্ৰয় নললে উপায় নাই। প্ৰত্যেকেটো সুৰৰ আচল ৰূপৰ লগত নিবিড়ভাৱে পৰিচিত হোৱাটো নিশ্চয় সাধনা সাপেক্ষ। কায়-মনোবাক্যে সাধনা কৰি সুৰকেইটিৰ প্ৰকৃত স্বৰূপৰ লগত চিনা-জনা হৈ লব নোৱাৰিলে, অকল ৰাগিণী বিশেষৰ মূৰ্তি প্ৰকাশ কৰা নহয়, যি কোনো মধুৰ মনমোহা সুৰ উলিওৱাও গায়কৰ পক্ষে অসম্ভৱ। ফলত, তেওঁৰ সঙ্গীত মনোহাৰী মধুৰতাৰ পৰা বঞ্চিত হয়।

আৰোহণ-অৱৰোহণ বা উঠা-নমাৰ পদ্ধতিৰে নানা সুৰৰ ৰেখা আঁকি বিশেষ বিশেষ ৰাগিণীৰ বিশেষ বিশেষ মূৰ্তি গঢ়ি তোলাটো সঙ্গীত-জগতত স্বতঃসিদ্ধ নীতি। এই ১২টা সুৰ সম্পূৰ্ণ কৈ নিজৰ আয়ত্তাধীন নহলে বিচিত্ৰ ৰাগিণীৰ নানা বিশেষত্ব বা মূৰ্তি প্ৰস্ফুটিত কৰি তোলা একেবাৰে অসম্ভৱ। ফলত, সঙ্গীতৰ মনোহাৰিত্ব জমি নুঠে।

সঙ্গীতৰ অৰ্থাৎ প্ৰত্যেক বিশেষ ৰাগিণীৰ ১ম অস্থায়ী, ২য় অন্তৰা, ৩য় সঞ্চাৰা, ৪ৰ্থ আভোগ নামে চাৰিটা বিভাগ আছে। এটাৰ পাছত এটাকৈ এই ৪টা বিভাগ সম্পুৰ্ণ কৈ প্ৰকাশ কৰাটোতেই ৰাগিণীটোৰ সম্পুৰ্ণতা। যি কোনো ৰাগিণী এটা নিৰ্দিষ্ট উঠা-নমা বা আৰোহণ-অৱৰোহণৰ গতি ধৰি নিৰ্দিষ্ট সুৰকেইটাৰে আঁকি তুলিব নোৱাৰিলে, সেই ৰাগিণীটোৰ সম্পূৰ্ণ মূৰ্তি গঢ়ি তোলা টান।

কোনো বিশেষ ৰাগিণীৰ বা গীত এটাৰ অন্তৰাটো বিশেষ সুৰ কেইটিমান অৱলম্বন কৰি বিশেষ এটা গতি ধৰি চলা যায়। অস্থায়ীৰ এই গতিটোৱে অন্তৰা, সঞ্চাৰী, আভোগ এই বিভাগ তিনিটাৰ গতিও নিয়ন্ত্ৰণ কৰে। অৰ্থাৎ অস্থায়ীৰ গতিটোৰ যি এটা বিশেষত্ব আছে, তাৰ লগত খাপ খোৱা সেই ৰাগিণীটোৰ অন্তৰা, সঞ্চাৰী, আভোগৰো গতিৰ একোটা বিশেষত্ব বা ৰূপ আছে। সেই বাবেই এটা ৰাগিণীৰ অস্থায়ী গতি আৰু সুৰৰ লগত আন এটা ৰাগিণীৰ অন্তৰা বা সঞ্চাৰী বা আভোগৰ গতি আৰু সুৰ মিলালে সি অস্বাভাৱিক কঠোৰ হয় আৰু সেইবাবে শ্ৰোতাৰ মনতো আনন্দ-ৰসৰ উদ্ৰেক নহয়। অৱশ্যে এই পদ্ধতিৰেই বহুত সুশ্ৰাব্য মিশ্ৰ ৰাগিণী বা সুৰৰ সৃষ্টি হৈছে সঁচা কিন্তু এই মিশ্ৰ সুৰটোতো মূল ৰাগিণীটোৰ গতিৰ লগত চাৰিওটা বিভাগৰ গতিৰ

খাপ খুৱাই বা সামঞ্জস্য ৰাখি সুৰটো শ্ৰুতিমধুৰ কৰিবৰ এটা ব্যৱস্থা আছে। এই ব্যৱস্থাটো নাথাকিলে গায়কে সুৰৰ হাজাৰ কছৰৎ কৰক, সি শ্ৰুতিকটুৰ হ'বই আৰু শ্ৰোতাৰ মনতো বিৰাগ উৎপাদন কৰিবই।

বিশেষ বিশেষ ৰাগিণীৰ এই বিশেষ গতিটোকেই সঙ্গীত-জগতত বিশেষ ৰাগিণীৰ ঠাট্ বা মূৰ্তি-প্ৰকাশভঙ্গী বা ৰাগিণী-অঙ্কন, বা ৰূপ ইত্যাদি নানা নামে অভিহিত কৰা হয়।

এই সম্পৰ্কে এই সৰু প্ৰবন্ধটোত বহলাই কোৱা অসম্ভৱ। আমি 'সুৰাঙ্কন সিন্ধু' নামে এখন পুথি লিখিব ধৰিছোঁ। তাৰ দ্বিতীয় ভাগত এই বিষয়ে চিত্ৰ আঁকি বোধগম্য আৰু উজু কৰি দিবৰ চেষ্টা কৰা হৈছে।

আগত কোৱা হৈছে, ৰাগিণীৰ এই গতিয়ে বিশেষ বিশেষ সুৰ বগাই বগাই নিজ মূৰ্তি প্ৰকাশ কৰে। সেইবাবেই কোনো বিশেষ ৰাগিণী এটাৰ নিৰ্দিষ্ট বা স্বাভাৱিক সুৰ আৰু গতিত আন ৰাগিণীৰ সুৰ আৰু গতি লগ লাগিলে ৰাগিণীটোৰ সৌন্দৰ্য আৰু মূৰ্তি বা ৰূপ নষ্ট হোৱা বাবে সঙ্গীতটোও পূৰ্ণ অৱয়বত ভৰপূৰ হৈ নুঠে। ফলত, শ্ৰোতা বিৰক্ত হয়। সঙ্গীতক তাৰ পূৰ্ণতাত এইদৰে সাৰ্থক কৰি তোলাটো সম্পূৰ্ণকৈ নিৰ্ভৰ কৰে এই সুৰ আয়ত্তাধীনৰ ওপৰত।

সুৰ-তানৰ এই তত্ত্ব আৰু অনিবাৰ্য আৱশ্যকতা-খিনি অৱহেলা কৰাৰ কাৰণেই আমাৰ 'বৰ-গীত'ৰো আজি এনে দুৰ্দশা। আমাৰ এনেবিধ লোকৰ হাতত লটিঘটি হৈ থকা বাবেই 'বৰগীত'ৰ মনোহাৰী প্ৰকৃত মূৰ্তিৰ লগত আজি অসমীয়াৰ চিনা-পৰিচয় নোহোৱা হৈছে। নিজ নিজ ইচ্ছা অনুসাৰে যিয়ে যেনেকৈ পাৰে তাকে ব্যৱহাৰ কৰি চলাইছে। খৰজৰ ঠাইত গান্ধাৰ দিছে, কোমলৰ ঠাইত কড়া দিছে। বাদীক সম্বাদী কৰিছে, সম্বাদীক অনুবাদী কৰিছে।

**তাল**

তাল অৰ্থাৎ কোনো সুশ্ৰাব্য শব্দ ওলোৱা যন্ত্ৰ বা বস্তুত আঘাতেৰে সুৰটোৰ গাত নানা ছন্দ, নানা ভঙ্গীৰ ৰেখা কাটি, সমগ্ৰ সঙ্গীতটোত ছন্দ বা বিভাগ-বৈচিত্ৰ্যৰ সমাৱেশ কৰি, মহাসামঞ্জস্যৰ হিল্লোল তোলা ক্ৰিয়াটো সঙ্গীতৰ এবিব নোৱাৰা অঙ্গ। এই তালক অগ্ৰাহ্য কৰি চলিলে সঙ্গীতৰ মৰ্যাদা আৰু ৰস ক্ষুণ্ণ হয়।

বহুতে তাল আৰু মাত্ৰাৰ একো বিভিন্নতা নাৰাখি বৰ ভুল কৰে, সঙ্গীতৰ বিচিত্ৰ ৰসত মাত্ৰাৰ 'একঘায়া' লানি নিছিগা কুঠাৰ মাৰি ৰস ভঙ্গ কৰে। মাত্ৰাকেই তেওঁলোকে তাল বুলি ভাবে। এইখিনি তেওঁলোকে নুবুজে যে, তালত ছন্দ-ভঙ্গীৰ বিচিত্ৰ লীলাৰ অবাধ হিল্লোলত সঙ্গীতত আত্মহাৰা ৰসৰ সমাৱেশ হয়, আৰু কেৱলমাত্ৰ মাত্ৰাই তালৰ এই গভীৰতাৰ ওচৰকে চাপিব নোৱাৰে, যদিও মাত্ৰাৰ সমাৱেশতেই তালৰ গঠন।

সঙ্গীত প্ৰতিযোগিতাত তালৰ এই মাহাত্ম্যৰ-ফালে শ্ৰীযুত সুৰেন্দ্ৰনাথ উজীৰ, শ্ৰীযুত শশীকান্ত গোস্বামী আদি দুজনমানে এই সম্বন্ধে সামান্য মনোযোগ ৰাখি আমাক আনন্দ দিছে যদিও, তেওঁলোকৰো এই বিষয়ত আগবাঢ়িবলৈ অসীম বাট আছে। ইয়াতে সন্তুষ্ট নহৈ তেওঁলোকে এই বিষয়ে মন-প্ৰাণ ঢালি চৰ্চা কৰিলে ভৱিষ্যতে অসমত সঙ্গীতৰ গভীৰতা স্থাপন কৰিবলৈ সক্ষম হ'ব বুলি আমি বিশ্বাস কৰোঁ।

এতিয়া আমাৰ ইচ্ছা, আমাৰ অসমীয়া সক সক ল'ৰা-ছোৱালীবিলাকে এতিয়াৰ পৰা সুৰ আৰু তাল-জ্ঞানৰ এই আৱশ্যকতা বুজি যদি সঙ্গীত-চৰ্চা কৰিবলৈ আৰম্ভ কৰে, তেনেহ'লে অহা বছৰৰ বিহু-সম্মিলনীত ইয়াতকৈও উন্নত ধৰণৰ সঙ্গীত প্ৰতিযোগিতা দেখা পাম।

( 'তিনিদিনীয়া বাতৰি', ২ আহাৰ, ১৮৫৪ শক )

# ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা

জীৱনৰ স্বতঃ-নিসৃত ক্ৰিয়াৰ সন্দৰ্ভত সঙ্গীতৰ প্ৰভাৱ সম্বন্ধে কিছু কব লগা হলেই, তাৰ বাধা-শৃংখলাৰ শিলাকীৰ্ণ হিমগিৰি ফটাই মুক্তিৰ গঙ্গা বোওৱা গুহ্য আকুলতাক সাফল্য দিয়া বিষয়ত লয়িক-ছান্দিক-তালিক-মাত্ৰিক ৰূপৰ সম্ভেদী চিন্তাটোও অনিবাৰ্যভাৱে আহি মনত পৰে আৰু সেই সম্বন্ধে খুব চমুকৈ হলেও, তুষাৰ কবলগীয়া হয়। কাৰণ আন সকলো বস্তুৰ দৰে সঙ্গীতৰো দুটা প্ৰভাৱ আছে। এটাৰ প্ৰভাৱে জীৱনক মোহা-প্লুত কৰি পতনৰ তলিলৈকে টানি নমাই দিয়ে, আৰু এটা প্ৰভাৱে প্ৰেৰণাৰ আলোকেৰে উদ্ভাসিত কৰি জীৱনক মুক্তিৰ চিৰোজ্জ্বল নন্দনলৈকে আগুৱাই দিয়ে।

সঙ্গীত হৈছে আত্মা-নিঃসৃত ৰসধাৰা,—মনো-জগতৰ স্বতঃস্ফুট পৃৰিকল্পনাক মুকলি কৰা উচ্ছল আনন্দৰ জীৱন-জুৰি। সৃষ্টিকলা বৈচিত্ৰ্যৰ পোন মুহূৰ্তৰ ঘুন্নুক-ঘানাকটোৱেই সঙ্গীতৰ প্ৰথম ৰূপ, আৰু ই লয়-ছন্দ-তাল-মাত্ৰাত দোলন তুলি তুলি ওলাই আহি আহিয়েই জীৱন-বিকাশৰ অনন্ত পথত আগবাঢ়ি আহি আছে। গতিকে, লয়িক-ছান্দিক-তালিক-মাত্ৰিক সমন্বয়-সমলয়ৰ সচ্ছল জীৱন্ত সমষ্টিটো সঙ্গীতৰ লগত নিবিড়ভাৱে ওতপ্ৰোত।

কিন্তু মনোজগতৰ যিডোখৰ ঠাই বা যিটো চকু এই সমন্বয়-বঞ্চিত হৈ পৰি আছে, অৰ্থাৎ লয়-ছন্দ-তাল-মাত্ৰাৰ লাস্যৰত লৱনু ভঙ্গীটোৱে খোপ পাতি বহি লবলৈকে ঠাই বিচাৰি নোপোৱা হৈছে, তাত সঙ্গীতৰ মনোৰম গৰিমাময় প্ৰভাৱটো ম্লান হৈ তাৰ গ্লানিময় প্ৰভাৱটো বৰ্তে। কাৰণ, আত্মিক বৈচিত্ৰ্যৰ আনন্দ-পল্লৱিত হৈ উঠা নিমজ ৰসধাৰাৰ স্পৰ্শ নথকা বাবে লয়িক-ছান্দিক সাৱলীল গতিৰ পথ তাত ৰুদ্ধ হৈ পৰিছে। এই-বাবেই সঙ্গীতৰ অভিযান কোনো ঠাইত সাৰ্থক হয়, আৰু কোনো ঠাইত ব্যৰ্থ হয়, নাইবা তাৰ উন্মেষেই নঘটে। দৰ্শন, বিজ্ঞান, সাহিত্য, কলা, শিল্প, সংস্কৃতি, সভ্যতা আৰু যান্ত্ৰিক-মান্ত্ৰিক সকলো ক্ষেত্ৰতে সঙ্গীতৰ এই পৰিণাম ঘটে।

সাঙ্গীতিক সমন্বয়ৰ সঙ্গতিহীন আহ্বানত সৃষ্টি-আনন্দৰ সমৰ্থন নাথাকে। নৱোন্মেষী জীৱনাঙ্কুৰৰ আকুলতা তাত ম্ৰিয়মান। য'ত সঙ্গীতৰ এই ৰূপগতি স্তব্ধ হয়, তাত জীৱন্মুক্তিৰ প্ৰস্ফুৰণতো খিল পৰে। তেতিয়া, সঙ্গীতৰ নামত যি দুন্দুভি-কেই বজোৱা নহওক কিয়, সেই খিল আৰু খুলি নপৰে যেতিয়ালৈকে সঙ্গীতৰ নিখুঁত সামঞ্জস্যিক প্ৰভাৱটো তাত বৰ্তি নুঠে। তেতিয়া সঙ্গীত জীৱ-মুক্তিৰ পৰিৱৰ্তে জীৱনঘাতী মোহময় ৰূপেৰে তেনে

আপচু অঞ্চলবোৰত প্ৰভাৱ বিস্তাৰ কৰাত লাগি যায়। তেতিয়া, আজিৰ ব্যৱসায়ী-বুদ্ধিৰ জঘন্যতাই শ্ৰীকৃষ্ণ, মহাত্মা গান্ধী আদিৰ নাম-মোহৰ মদৰ বটলত, বিড়ি-চিগাৰেটৰ ঠোঁহাত আৰু ভেজাল খাদ্যৰ টিনত লগাই লৈ দুষ্প্ৰবৃত্তিৰ সেৱক হৈ উঠাৰ দৰে, সঙ্গীতকো মদ-বেশ্যা-বিলাসৰ আড্ডা আৰু কলা-শিল্পৰ নামত চলা কোনো কোনো কথাছবি বা আন অনুষ্ঠান আদিত সুমুৱাই লৈ তাৰ কদৰ্য প্ৰভাৱটোৰ উপাসক হৈ উঠা হয়,—সঙ্গীতৰ নিখুঁত নিৰ্মল প্ৰভাৱটো থেকেচি থৈ তাত উন্মাদনাৰ আছুকাল বৰ্তাই, জীৱনক মোহাচ্ছন্ন কৰি তাক লুপ্তিৰ মুখলৈকে চোঁচোৰাই টানি নিয়া হয়। কিন্তু, সঙ্গীতৰ যি প্ৰভাৱটোৱে জীৱনত অনুপ্ৰেৰণাৰ বিজুলী মাৰি আগত জয়ৰ অনমনীয় নিচান তুলি দি মুক্তিৰ মহাস্বাদলৈকে অবিশ্ৰান্ত খোজেৰে আগুৱাই নিয়ে, ভাৰতৰ জাতীয় স্বাধীনতা-সংগ্ৰামৰ স্মৃতি টানি আনি তাৰে কথাহে এবাৰ কব খুজিছোঁ।

ভাৰতৰ স্বাধীনতা-সংগ্ৰামত সঙ্গীতৰ প্ৰভাৱ অবৰ্ণনীয়। বৃটিছোত্তৰ যুগত মোগল অধিকাৰ উচ্ছেদৰ হকে চলোৱা সংগ্ৰামৰ সংগঠনত ৰাণা প্ৰতাপৰ ৰাজপুতনাত 'চাৰণ-গীত', শিৱাজীৰ মহা-ৰাষ্ট্ৰত 'হৰ হৰ জয় মহাদেউ', শিখসকলৰ পঞ্চনদ বা পঞ্জাৱত 'সৎ-চিৎ-আকাল' আদি ৰণ-হুঙ্কাৰবিলাকৰ বাহিৰে, এনেকি অসমে ১৬ বাৰ মোগল আক্ৰমণ বিধ্বস্ত কৰাৰ কালতো, ৰণোচ্ছ্বাস উদ্দীপক সক্ৰিয় সংগ্ৰামমুখী কিবা জাতীয় সঙ্গীত কোনো ৰূপত অসমীয়া ভাষাত আছিল নে নাই নাজানো। এনেকি, ১৮৫৭ চনৰ চিপাহী-বিদ্ৰোহ নাম দিয়া ভাৰতৰ প্ৰথম জাতীয় স্বাধীনতাৰ সংগ্ৰামতো সাহিত্যৰ ৰূপত থিতি হ'ব পৰাকৈ পৰ-দাসত্বৰ বিৰুদ্ধে অন্তৰৰ জুই-প্ৰকাশক সাঙ্গীতিক উদ্দীপনা কিবা আছিল নে নাই, তাৰো সন্ধান নাপাওঁ। কিন্তু ভাৰতৰ জাতীয় স্বাধীনতাৰ যুদ্ধত দেশাত্মা-বোধ উদ্দীপক যি সংগ্ৰামমুখী জাতীয় সাঙ্গীতিক সাহিত্য-সম্পদটো আজি আমি পাইছোঁ, সেইটো সম্ভৱতঃ আধুনিক কালৰ জন্মকোষতহে উৎপাদিত বস্তু, ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছৰ লগতে তাৰ জন্ম, বৃটিছ-অধিকাৰ উচ্ছেদ কৰি জাতীয়ভাৱে ভাৰত স্বাধীন হৈ উঠাৰ সক্ৰিয় সংগ্ৰামমুখী অস্ত্ৰ। গতিকে, ভাৰতে স্বাধীনতা লাভ কৰা বিষয়ত এই দেশাত্মাবোধ উদ্দীপক ৰণমুখী সাঙ্গীতিক অস্ত্ৰপাটে সক্ৰিয়ভাৱে কম শক্তি যোগোৱা নাই।

ভাৰতৰ অন্যান্য ঠাই কিছুমানৰ কথা নাজানো, কিন্তু এই দেশাত্মবোধক সঙ্গীতৰ, সেই সময়ত নিষ্ক্ৰিয়ভাৱে হলেও, সাহিত্যৰ ৰূপলৈ সংগ্ৰামমুখী উন্মেষ ঘটে পোনতে সম্ভৱতঃ অসম আৰু বঙ্গতেই। অসমত শ্ৰীৰাধানাথ ফুকনৰ 'কিয়নো পাহৰা, অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন', লক্ষ্মীনাথ বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ', 'আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হম', চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমা সুষমা কামৰূপা জয়তু জননী ধৰিত্ৰী দুহিতা', তৰুণৰাম ফুকনৰ 'আই মোৰ অসম, নিছলী, দুখুনী অসম, আমাৰ দেশ', হেমচন্দ্ৰ গোস্বামীৰ 'অযোগ্য সন্তান আমি, স্বৰ্গীয় জনমভূমি' আদি সঙ্গীতৰ, আৰু বঙ্গৰ বঙ্কিম চট্টোপাধ্যায়ৰ আনন্দ-মঠ উপন্যাসৰ 'বন্দেমাতৰম্', হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ 'বাজৰে শিঙ্গা বাজ এই ৰবে, সবাই জাগ্ৰত এ বিপুল ভবে, সবাই জাগ্ৰত মানেৰ গৌৰবে, ভাৰত শুধু ঘুমায়ে

ৰয়,' ৰজনীকান্তৰ 'দীনেৰ দীন সবে দীন, ভাৰত হয়ে ৰইল পৰাধীন'—আদি সঙ্গীতত। এইবোৰ সঙ্গীতত দেশাত্মাবোধ-জ্ঞাপক সক্ৰিয় সংগ্ৰামমুখী ৰূপ নাথাকিলেও, নাইবা সেই সময়ত সেই ৰূপত বহলকৈ জনসাধাৰণৰ মন ভালৈ আকৃষ্ট হৈ নপৰিলেও, অদূৰ ভৱিষ্যতত সক্ৰিয়তা জন্মাবলৈকে দেশবাসীৰ মনোৰাজ্যত এইবোৰ সঙ্গীতে সাৰুৱা পলস পেলাই থয়, যাতে সুবিধা বতৰত তাত মুখামুখিকৈ সক্ৰিয় ৰণোন্মাদী শস্য গজি উঠে। এই সুবিধাৰ বতৰ পায়েই বঙ্কিমচন্দ্ৰৰ 'বন্দে মাতৰম্'ক বঙ্গ-ভঙ্গ আন্দোলনৰ সময়ৰ পৰা বঙ্গত আৰু লক্ষ্মীনাথৰ 'অ' মোৰ আপোনাৰ দেশ'ক অসহযোগ আন্দোলনৰ সময়ৰ পৰা অসমীয়া জনসাধাৰণে জাতীয় সঙ্গীত ৰূপে গ্ৰহণ কৰে, আৰু এই সময়ৰ পৰাই অসমীয়া ভাষাত আৰু বঙ্গালী ভাষাত জাতীয় সঙ্গীতে সাহিত্যৰ আকাৰ লৈ সক্ৰিয় সংগ্ৰামমুখী তেজেৰে দুয়ো ঠাইত দেখা দিয়ে।

অসমত সক্ৰিয় সংগ্ৰামমুখী সঙ্গীতৰ ঢৌটো আহি পৰে পোনতে বঙ্গৰ পৰা লৰ্ড কাৰ্জনৰ বঙ্গ-ভঙ্গই জন্ম দিয়া স্বদেশী আন্দোলনটোৰ জৰিয়তে ইংৰাজী ১৯০৫ চনত। এই ঢৌত বিশেষকৈ গুৱাহাটীত তেতিয়াৰ ছাত্ৰ-শক্তিৰ একাংশ উদ্বেলিত হৈ উঠে আৰু পুলিচৰ ভয়কো আগ্ৰাহ্য কৰাৰ সাহসেৰে মুখে মুখে সংগ্ৰামমুখী গীত কিছুমান চলে। তেতিয়া মই ছাত্ৰ আছিলোঁ, আৰু এই গীতবোৰ গাই ফুৰাত ময়েই নেতৃত্ব কৰিছিলোঁ। এই সময়তে বজৰ বৰিছালৰ পৰা পুলিচৰ টোকোনৰ কোবত ভঙা মূৰটোত বেণ্ডেজ বান্ধি এজন,—নামটো পাহৰি গৈছোঁ, বঙালী ডেকা গুৱাহাটীলৈ আহি কোনো কোনোৰ ঘৰৰ ভিতৰ মহলাত বৈঠক বহুৱাই হাৰমোনিয়মেৰে—'নীতি বন্ধন কৰোনা লংঘন, ৰাজধৰ্ম সাৰ প্ৰজাৰ পালন। হইয়ে ৰক্ষক, হয়নো ভক্ষক অবিচাৰে ৰাজ্য থাকেনা কখন।'—'মায়েৰ দেওয়া মোটা কাপড়, মাথায় তুলে নে ৰে ভাই! দীন দুঃখিনী মা যে আমাৰ, তাৰ বেশী আৰ সাধ্য নাই' —আদি স্বদেশ-আন্দোলনৰ গুৰুত্বজ্ঞাপক গীতবোৰ গাই উপস্থিত শ্ৰোতাবিলাকৰ মন বিচলিত কৰি তোলে। আমি কেইজনমান ছাত্ৰই তেওঁৰ সকলোকেইটা বৈঠকতে এই গীতবোৰ শুনো আৰু আমাৰ মন তাত উদ্বেলিত হৈ উঠে। মই তেতিয়া শাৰীৰিক ব্যায়ামত পকা হৈ উঠা ছাত্ৰ।

এই ১৯০৫ চনতেই কলিকতাত নৃত্য-গীতত শিক্ষা পোৱা মণিপুৰী সুন্দৰী ১৬ বছৰীয়া গায়ক নাচনী প্ৰভাৱতীয়ে তেওঁৰ ওস্তাদৰ লগত গুৱাহাটীলৈ আহি ঘৰৰ ভিতৰৰ মজলিছবোৰত 'কপায়ে মেদিনী, কৰ জয়ধ্বনি, জাগিয়া উঠুক মৃত প্ৰাণ। আলস্য জড়তা, নিৰাশা ভীৰুতা দূৰে কৰিবে পলায়ন।'—'চলৰে চলৰে ও ভাই, জীৱন আহবে চল। পৰে থেকে ভাই সুখ কি আছে, লাগুক জীবন দেশেৰ কাজে—জীবন দিলে জীবন পাবে, হবে জীবন সফল। ও ভাই চল চল চল।' —ইত্যাদি তেজ উতলা গীতবোৰ গাই আৰু গীতৰ তালে তালে অপূৰ্ব ভঙ্গিমাৰে নাচি নাচি গুৱাহাটীৰ বিশেষকৈ ডেকা-ছাত্ৰদলক উৰাউল কৰি তোলে। প্ৰভাৱতীৰ এই নৃত্য-গীতত গুৱাহাটীৰ ছাত্ৰ-সমাজৰ আমি একাংশ, অৰ্থাৎ মই, শ্ৰীবিষ্ণু মেধি, শ্ৰীকালীৰাম বৰ্মন, শ্ৰীসিদ্ধিৰাম দাস, শ্ৰীত্ৰিগুণা বৰুৱা, ৺কুমুদ বৰা, ৺পুষ্প উজীৰ, ৺গণেশ ব্ৰহ্ম, ৺পীতাম্বৰ চক্ৰবৰ্তী, ৺বঙ্কিম বৰা, ৺বাসেক মহন্ত,

৺বিনন্দ বৰুৱা আদি তেতিয়া গৰম হৈ উঠো, আৰু এই গীতবোৰ বাটে বাটে শোভাযাত্ৰা কৰি গাই গাই স্বদেশী আন্দোলনৰ প্ৰচাৰত লাগি যাওঁ। সেই সময়ত গুৱাহাটী নগৰৰ পুলিচ-কৰ্তা আছিল ৺বীৰেশ্বৰ সেন। তেওঁৰ পুতেক ৺কেশৱ সেনো আছিল আমাৰ লগত, আৰু তেওঁ নিজেও আছিল এজন স্বদেশী ভক্ত। গতিকে গীতবোৰ গাই শোভাযাত্ৰা কৰাত পুলিচৰ পৰা আমি একো অসুবিধা পোৱা নাছিলোঁ। ইয়াৰ সম্ভৱতঃ এমাহ-মানৰ পাছতে সমাজমূলক স্বদেশী যাত্ৰাৰ দল এটা লৈ বঙ্গৰ বৰিছালৰ মুকুন্দ দাস গুৱাহাটীলৈ আহে, আৰু প্ৰকাশ্যে ৰাজহুৱাকৈ কেইবা ঠাইতো আতুৰক সেৱা কৰা আৰ্হি দেখুৱাই অভিনয় কৰে, আৰু আগতে প্ৰভাৱতীয়ে গাই যোৱা গীতবিলাকেই গাই শুনাই আমাৰ ছাত্ৰ এদলৰ গৰমটো আৰু তীব্ৰ কৰি তোলে। সম্ভৱতঃ সেই গীতবিলাকো প্ৰভাৱতীয়ে মুকুন্দ দাসৰ অভিনয়ৰ পৰাই কলিকতাত শুনি শিকি লৈছিল। মুকুন্দ দাসৰ অভিনয়ৰ পাছতেই আমি কেইজনমানে সেৱা সংঘ এটা গঠন কৰি আতুৰক সেৱা কৰা কাৰ্যত লাগি যাওঁ। এইটো ইং ১৯০৫ চনৰ কথা। এই সময়ৰ পৰাই বঙ্গৰ পৰা উজাই অহা দেশ-সেৱাৰ সংগ্ৰামমুখী সাঙ্গীতিক প্ৰভাৱে আমাৰ কেইজনমানক উতলা কৰি তোলে আৰু তেতিয়াৰ পৰাই আমাৰ অসমীয়া ভাষাতো সংগ্ৰামমুখী সঙ্গীতে সক্ৰিয় ৰূপ লয়।

ইং ১৯০৬ চনত 'বন্দিনী-ভাৰত' নামৰ সৰু নাটিকা এখন মই আৰু ৺বিনন্দ বৰুৱাই আলোচনা কৰি লিখি উলিয়াওঁ, আৰু আমি কেইজনমানে পাৰ্ট লৈ সৰস্বতী পূজা উপলক্ষে গুৱাহাটী কলেজিয়েট হাইস্কুলত অভিনয় কৰি দেখুৱাওঁ। স্কুল-কলেজৰ প্ৰায়বোৰ ছাত্ৰ-শিক্ষক, বাহিৰৰ আন ভদ্ৰলোক দুই-চাৰিজন আৰু পুলিচো সেই অভিনয়ত উপস্থিত আছিল, আৰু কিছুপৰ সকলোৱে তন্ময়ভাবে সেই অভিনয় চাইছিল। এই অভিনয়ত আমাৰ স্বদেশী সেনাদলে বৃটিছক আক্ৰমণ কৰিবলৈকে সাজ-সজ্জা লৈ সাজুহৈ আগবাঢ়ি যোৱা দৃশ্যত তলৰ গীতটো গাইছিল :

যায় যাব প্ৰাণ, আন ধৰি আন,
কান্দত তুমাই ল'
বাধা জট ভাঙি বুকু দাঙি দাঙি
নিকিল্ কিলীয়া হ'—
তই ভাই নিকিলকিলীয়া হ'।
যাৰ য'ত আছে দা-কুঠাৰ-যাঠি
হাতে হাতে তুলি ল',
নকৰিবি ভয়, নাই সংশয়,
বুকুত সাহস ল'
তই ভাই বুকুত সাহস ল'।

গীতটো গোৱা হোৱাৰ পাছতেই পুলিচে আমাৰ অভিনয়ত বাধা দিলে আৰু নাটিকাখনৰ পাণ্ডুলিপিখন লৈ গ'ল। তাক আৰু ঘূৰাই পোৱা নহ'ল। সম্ভৱতঃ এইটোৱেই অসমীয়া ভাষাত স্বাধীনতাৰ আন্দোলনত প্ৰথম ৰণমুখী সঙ্গীত। এই গীতটো গুৱাহাটীত ছাত্ৰসকলে তেতিয়া মুখে মুখে গাই ফুৰিছিল।

ইং ১৯১০ চনত মোৰ ৰচিত অমিত্ৰাক্ষৰ ছন্দৰ 'কল্যাণময়ী' নাটকত কল্যাণময়ীৰ নাৰী-বাহিনীয়ে মিৰজুমলাৰ অসম আক্ৰমণ চূৰ্ণ কৰিবলৈকে সাজু হোৱা তলৰ গীতটো গাইছিল :

মাতিছে মাতিছে মিলন শংখে
মৃত্যু ভৰোৱা মাভৈবে,—

বলা আগুৱাই শত্ৰু-দম্ভ
চূৰ্ণিত কৰা দাপেৰে—
আন চিন্তা দলিয়াই থৈ
হাতত অগ্নি অশনি লৈ
নিওঁ লয় কৰি জীৱন আমাৰ
মহাজীৱনৰ জয়ৰে।

সম্ভৱতঃ এইটোও অসমীয়া ভাষাত শত্ৰুৰ বিৰুদ্ধে গোৱা দ্বিতীয় সক্ৰিয় সংগ্ৰামমুখী সঙ্গীত। উক্ত গীত দুটি, নাটক দুখন পুথিৰ আকাৰত বা কোনো ৰাজহুৱা কাকত-আলোচনীত প্ৰকাশ হোৱা নাই বাবে পুৰাকৈ দিয়া হ'ল। 'কল্যাণময়ী' নাটকখন বৰপেটা আৰু হাজোত ১৯১২-১৩ চনত অভিনীত হৈছিল।

তাৰ পাছত এই স্বাধীনতা সংগ্ৰামমুখী সাঙ্গীতিক প্ৰেৰণাৰেই যথাক্ৰমে ১৯১৫ চনৰ পৰা ১৯২১ চনৰ ভিতৰত তলত উল্লেখ কৰা সমৰমুখী সঙ্গীতকেইটা ৰচিত আৰু গোৱা হয়।

'বলা ভাই! আগুৱাই—
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।'
—ইত্যাদি।

'এই তো নহয় হাঁহি-তামাচাৰ
ভাগৰ জুৰোৱা গান,
ই যে জীৱন-মৰণ একাকাৰ কৰা
অগ্নি-বীণাৰ তান।' ইত্যাদি।

'জাগ ডেকা তেজ! জাগ আজি জাগ,
আগ্নেয়গিৰি উগাৰি জাগ।' ইত্যাদি।

'ভাই! দিনতো সমূলি নাই,
অত কাল গ'ল ভাবোঁতে ভাবোঁতে
ফল দেখোঁ একো নাই।' ইত্যাদি।

'এইহে তোমাৰ বাণী ভাৰত, এইহে
তোমাৰ দান,
তোমাৰ হকে জীৱন-ধাৰণ, তোমাৰ
হকে প্ৰাণ।' ইত্যাদি।

'আজি দুশতাব্দী কাল—
তন্দ্ৰা-অলস ভাৰত আত্মা জাগিছে
নিজঞ্জাল।' ইত্যাদি।

'একফালে আছে শত ৰোষাগ্নি
মাটিৰ ভাপেৰে গঢ়া,
আনফালে আছে একেটি অস্ত্ৰ
আত্ম-বলেৰে ভৰা।' ইত্যাদি।

'আহিলে আহক তাড়নাৰ ধল
বুকু পাতি সহি কৰিম বিফল,
বঞ্চিত হব ৰাজ-তিলকেৰে
জননীৰ কপাল।' ইত্যাদি।

'তোৰ জননী যে দাসী,
তথাপি তোৰ নাই নে চেতন
হায়ৰে ভাৰতবাসী।' ইত্যাদি।

উক্ত আটাইকেইটা গীত সাময়িক আলোচনীত ছপা হৈ গৈছে। সেইবাবে সকলোকেইটা গীতকে পুৰাকৈ উল্লেখ নকৰি প্ৰত্যেকটোৰ মাত্ৰ আৰম্ভণি-খিনিহে উল্লেখ কৰা হ'ল। এই গীতকেইটা অসহযোগ-সংগ্ৰাম-প্ৰস্তুতিৰ আৰম্ভণিতে গুৱাহাটীৰ ৰাজহুৱা সভাবোৰত আৰু শোভাযাত্ৰাত গোৱা হৈছিল। সভাবোৰত গাইছিলোঁ মই নিজে, আৰু শোভাযাত্ৰাবোৰত গোৱা হৈছিল দলে-বলে। শোভাযাত্ৰাত গোৱা দলবলত আছিল বৰ্তমান অসমৰ চিকিৎসা বিভাগৰ ডাইৰেক্টৰ শ্ৰীউমেশচন্দ্ৰ বৰদলৈ, জোনাব মহিবুদ্দিন আহমদ, মই আৰু স্বেচ্ছাসেৱক দল আদি। তেতিয়া তেওঁলোকো ছাত্ৰ আছিল। কোনো কোনোটো শোভাযাত্ৰাত

এই গীতবিলাক গোৱাত যোগ দিছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদিয়ে।

তাৰ পাছতে অসহযোগ-সংগ্ৰাম পকা হৈ উঠিল। মহাত্মা গান্ধী আহি দাবানল জ্বলাই দিলে। নেতা-স্বেচ্ছাসেৱকসকলৰ জেল-ভৰ্ত্তিৰ জাউৰি উঠিল। হেজাৰ হেজাৰ দেশ-কৰ্মী জেলত সোমাল। ময়ো সোমালোঁ। তেতিয়া ১৯২১ চন। জেলতো এই সংগ্ৰামমুখী সঙ্গীতকেই মুখে মুখে ৰচনা কৰা হ'ল। জেলত মুখ-ৰচিত এই সঙ্গীতবিলাক পুথিৰ আকাৰত প্ৰকাশ নহলেও, সাময়িক আলোচনীত প্ৰকাশ হোৱা বাবে সম্পূৰ্ণকৈ নিদি মাত্ৰ আৰম্ভণিটো তলত উল্লেখ কৰিলোঁ :

'জাগ জাগ জাগ ভাৰত-সন্তান
হিন্দু-মুছলমান জাগ—
মুক্তি-শঙ্খ বাজে-গাজে ভেদি
লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালা বাগ।'
—ইত্যাদি

'তই ভাঙিব লাগিব শিল,—
নোৱাৰোঁ বুলিলে নহব হে ভাই
টিলতে পৰিব টিল।'—ইত্যাদি

'ধৰ ঝাড়ু ধৰ ভাই, আৰু চাবৰ সময় নাই
চাই থাকোঁতে মুখত কেৱল ভৰিব
কাজল ছাই।'—ইত্যাদি

'আৰু কি দেখাবি ভয় কাৰাগাৰ
আৰু কি দেখাবি ভয়,
তোৰ ৰঙা চকু ৰঙা যিমানে কৰিবি,
সিমানেই মোৰ জয়, কাৰাগাৰ
সিমানেই মোৰ জয়।'—ইত্যাদি

'এইটো নহয় জেল দিয়া ভাই
এইটো নহয় জেল দিয়া,
দুখ-ধাৰাৰে ধূলি-মলি
ধুই নিয়া ভাই ধুই নিয়া।'—ইত্যাদি

মই জেলৰ পৰা ওলাই অহাৰ পাছত যেতিয়া এই গীতবোৰ ফুকনটোলত কংগ্ৰেছ-কৰ্মীসকলৰ উপস্থিতিত গোৱা হৈছিল, তেতিয়া দেশভক্ত ফুকনে বহাৰ পৰা থিয় দি উঠি গোৱাৰ তালে তালে নাচিছিল।

হিন্দী সঙ্গীত—'হামাৰা সোণেকি হিন্দুস্থান, তুহুঁ মেৰা দিলকা ৰৌছন তুহু হামাৰা জান।'-টোৱেও সেই সময়ত আমাক অনুপ্ৰেৰণা দিছিল। এই চনতেই কংগ্ৰেছৰ অসহযোগ-সংগ্ৰামৰ বাণী আৰু কৰ্মধাৰা গাঁৱে গাঁৱে জন-ৰাইজৰ অন্তৰত বদ্ধমূল হৈ বহি যায়, আৰু ৰাইজে তলত লিখা গীতবিলাক মুখে মুখে ৰচনা কৰি কৰি গাঁৱে গাঁৱে ফুৰে নাম ধৰি ধৰি :

'গান্ধীৰ সূতা কাটোঁ,
শালাকাঠিত আঁৰ লাগ্‌ছে ভলেণ্টাৰক
মাতোঁ,—
ঐ বাপু ভলেণ্টাৰ বহি কৰাহ্‌ কি ?
শালাকাঠিত আঁৰ লাগ্‌ছে, আঁৰ ভাঙি দি
ভলেণ্টাৰে বুলে মই আঁৰ ভঙবা নোক,
গান্ধী বাজাৰ পাছে পাছে সূতা কাটি ফুৰোঁ।'
—ইত্যাদি

'পথাৰোৰ মাজে মাজে গান্ধীৰ গাড়ী যায়,
ৰেলৰ আলিত থিয়া দিলে গান্ধীক দেখা
পায়।' ইত্যাদি

'পাটৰ মুগাৰ বিলাতী কাপোৰ
ভলেণ্টাৰে নিলে,—
গান্ধীৰ আজ্ঞা ভলেণ্টাৰে
জুই লগাই দিলে।'—ইত্যাদি
'পাটৰ কাপোৰ বিলাতী
মুগাৰ কাপোৰ বিলাতী
চমজে দি নবীন দলেক মাতি।'
—ইত্যাদি
'পাটৰ মুগাৰ বিলাতী কাপোৰ
জাপাত নথবি ভৰে,
ফুকনোক উইলে দি নবীনক উইলে দি
চতলোত জুই দি পুৰে।'—ইত্যাদি
'গান্ধী আহে আহে
আজি আহে, কালি আহে
কিয় গান্ধী নাহে।
শুখে গেল কলৰে প'লি।'—ইত্যাদি
'ইও ব'লে সিও ব'লে
গান্ধীক চাবা যাওঁ,
লগৰীয়া গান্ধীক চাবা যাওঁ—
বেলৰ আলিত থিয়া হৈ
গান্ধীক দেখা পাওঁ
গান্ধীক নয়ন ভৰি চাওঁ।'—ইত্যাদি
'ঘুণ ঘুণ যঁতৰে মাতে
ঘুণ ঘুণ যঁতৰে মাতে
চৌকৎ আলি, মহম্মদ আলি
গান্ধী সূতা কাটে।'—ইত্যাদি

এইবিলাক গীত কংগ্ৰেছৰ সক্ৰিয় সংগ্ৰামশীল সাঙ্গীতিক বাণীত নিবন্ধৰ গাঁৱলীয়া ৰাইজৰ মনৰ পৰা স্বতঃস্ফূৰ্ট হৈ ওলাইছিল। জেলত আমাৰ লগত জেল খোৱা ছুজন বিহাৰী কনিষ্টবলৰ মুখত শুনা—'চৰখা চালা চালাকৰ লেঙ্গে স্বৰাজ লেঙ্গে'—আদি গীতেও আমাক অনুপ্ৰেৰণা দিছিল।

১৯২৮ চনৰ পৰা কেইবছৰমান হিন্দী—'ঝাণ্ডা উচা ৰহে হামাৰা'—গীতটোৱে কংগ্ৰেছৰ পতাকা উত্তোলন উৎসৱত সমবেতভাৱে গীত হৈ ৰাইজৰ সংগ্ৰামমুখী গতিটো তেজাল কৰি ৰাখিছিল।

ইংৰাজী ১৯৩০ চনত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ তলত দিয়া বলিষ্ঠ গীতকেইটায়ো স্বাধীনতাৰ সংগ্ৰামত নতুন তেজাল ধাৰা ঢালি দিয়ে:

'ডেকা গাভৰুৰ দল!
বীৰ বীৰাঙ্গনা দল!
নতুন তেজেৰে ৰাঙলী ৰূপহী
কৰহি ধৰণী তল।
খোজৰ ভৰত কঁপক ধৰণী,
তৰুণ চকুত জ্বলক অগনি,
শত সহস্ৰ মৃত্যু নেওচি
ব'ল আগুৱাই ব'ল।'—ইত্যাদি
'আমাৰ বিষম পণ
পূৰ্ণ স্বাধীনতা লভিম লভিম
আগত থৈ মৰণ।'—ইত্যাদি
'নীল আকাশত জোনৰ দৰে
ভাৰতৰ পতাকা উৰ,—
প্ৰতি ঘৰে ঘৰে অতি পয়োভৰে
বিজয় নিচান উৰ।'—ইত্যাদি

ইং ১৯৪০ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা, মৰিবলৈ ভয় নাই', 'সাজু হবৰে হ'ল ডেকা ল'ৰা, সাজু হবৰে হ'ল' আদি গীতেও স্বাধীনতা-সংগ্ৰামত জীৱন্ত ভূমিকা গ্ৰহণ কৰিছিল। শ্ৰীদৈৱ

চন্দ্ৰ তালুকদাৰৰ 'ব'ল ব'ল তৰুণ দল, টলমল টলমল—যৌৱন চঞ্চল ভগত কৰিব, দেশ কৰ জলমল।' শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ 'শিকলি মুকলি হ'ল, দুৱাৰ মুকলি হ'ল,—আগুৱাই ব'ল, আগুৱাই ব'ল মুক্তিৰ সেনাদল।' শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাৰ 'অ' অসমীয়া ডেকাদল, আজি তোৰ তেজাল বদন মলিন কিয় হ'ল?' আদি সঙ্গীতে, আৰু কেইবাজনো নতুন-পুৰণি লিখকৰ দেশাত্মবোধক গীতে স্বাধীনতা সংগ্ৰামত দেশবাসীক বিপুল শক্তি যোগাইছিল।

১৯৪২ চনৰ ভয়াময়াত নেতাজী সুভাষচন্দ্ৰ বসুৱে ছিঙ্গাপুৰত গঠন কৰা ভাৰতীয় জাতীয় ফৌজৰ ৰণগীত—'কদম কদম বঢ়ায়ে যা, খুছিছে গীত গাইয়ে যায়'— গীতটোৱেও স্বাধীনতা-সংগ্ৰামত মহিমাময় প্ৰভাৱ বৰ্তাইছিল। এইদৰেই নিৰস্ত্ৰ ভাৰতবাসীৰ স্বাধীনতা সংগ্ৰামমুখী সক্ৰিয় সঙ্গীত-বোৰে এটা বিশেষ সাহিত্য-সম্পদ সৃষ্টি কৰি তুলিছে। এই সম্পদটোত এই বীৰৰ জাতিটোৰ মুক্তি-আকুল প্ৰচেষ্টাত গৌৰৱময় ঐতিহ্য-বস্তু স্তূপাকাৰ হৈ সোমাই আছে।

('অসমবাণী', ১৭ জানুৱাৰী, ১৯৫৮ চন)

# ডাক্তৰ দাদাক স্মৰণ কৰি

ডাঃ হৰিকৃষ্ণ দাস গ'ল। আমাৰ সকলোৰে শ্ৰদ্ধাস্পদ ডাক্তৰ দাদাই আমাক এৰি গুচি গ'ল। অসমৰ জন-সমুদ্ৰত জীৱনভৰ মানৱতাৰ সন্ধান বিচাৰি অনাড়ম্বৰ নীৰৱ-সেৱাৰ শান্তিদায়ক উৰ্মি তুলি থকা ডাক্তৰ দাদা, সৃষ্টিৰ ৰহস্যময় কোনোবা কিবা অঙ্কুৰ এটাত প্ৰস্ফুটিত হৈ উঠিবলৈকে বয়সৰ পৰিপক্ব ৮৩ বছৰ শেষ কৰি থৈ আমাৰ আগৰ পৰা অন্তৰ্হিত হ'ল। ডাক্তৰ দাদা ভাৰতীয় সভ্যতা-সংস্কৃতিৰে পুৰিপুষ্ট মানৱ-সেৱাধৰ্মী মহাপুৰুষীয়া পন্থী আছিল। মহাপুৰুষীয়া মানৱ-সেৱাপন্থীয়ে, মানৱাত্মাৰ অমৰত্ব আৰু মানৱ-সেৱাৰ আনন্দ-উচ্ছল পথেৰে সি মহত্তৰ পৰা মহত্তলৈ ধাৱমান হৈ অনন্ত কাল লৈ থাকি নানান ৰূপেৰে নিজক বিকাশ কৰি ভগৱৎ প্ৰাপ্তিৰ অবিচ্ছিন্ন আত্মানন্দ লাভ কৰি থকা শাশ্বত সত্যটো নিৰ্বিবাদে বিশ্বাস কৰে। ডাক্তৰ দাদা আছিল এই নিস্পৃহ মহাপুৰুষীয়া মানৱ সেৱাধৰ্মী। সেইবাবে, এই বিশ্বাসেৰে ধাতু মজ্জায়িত আমাবো, ডাক্তৰ দাদাৰ বিয়োগত, ইয়াৰ বাহিৰে আন ধাৰণা আৰু ধৰ্ম-বিশ্বাস পৰিপোষণ কৰি নিৰাশাবাদত পৰিলিপ্ত হ'বলৈকে পথ নাই। কাৰণ, মানৱ জীৱনৰ অনন্তগামী ছন্দায়িত গতি-টোৱেই মানৱ-সেৱাধৰ্মী মহাপুৰুষীয়াৰ অবিনশ্বৰ ছাব-মোহৰ পৰা চিৰন্তন নিৰ্দেশ।

ডাক্তৰ দাদা গ'ল, কিন্তু থৈ গ'ল আমাৰ বাবে তেওঁ শৰণীয়া কস্তুৰীবাই আশ্ৰমত তেওঁৰ নিস্পৃহ নীৰৱ সেৱাদৰ্শৰ জীৱন্ত সেৱানুষ্ঠান 'গ্ৰাম-সেৱিকা বিদ্যালয়' আৰু চানমাৰী আশ্ৰমত 'গ্ৰাম-সেৱক বিদ্যালয়।' তেওঁৰে নিড়াম্বৰ সেৱাৰ আদৰ্শেৰে গঢ় লৈ উঠা উচ্চ-শিক্ষিতা চিৰকুমাৰী বিদুষী দুহিতা শ্ৰীমতী অমলপ্ৰভা (সৰুমণি), নিজ পুত্ৰতুল্য একনিষ্ঠ সৰ্বোদয় কৰ্মী শ্ৰীমান খগেশ্বৰ তুঞা আৰু চুগণ্ডামাম নিঃস্বাৰ্থ মানৱ-সেৱক-সেহিকাৰ তত্ত্বাৱধানত

অনুষ্ঠান দুটা এৰি গ'ল। ডাক্তৰ দাদাৰ প্ৰতিষ্ঠিত আন একাধিক সেৱানুষ্ঠানৰ পৰিচালনা কাৰ্যত নিৰাশ হৈ, এই সেৱানুষ্ঠান দুটা তেওঁ নিজৰ খৰচত নিজ তত্বাৱধানত পৰিচালনা কৰি থাকি, সেৱাৰ সময়ত, নিজৰ বিশ্বাস-ভাজন সেৱাব্ৰতা দুহিতাৰ তত্বাৱধানত ৰাখি থৈ যোৱাটোকে তেওঁ উচিত বুলি ভাবিলে। এই দুয়োটা সেৱানুষ্ঠান জীৱন্তভাৱে কৰ্মানুৰত ৰখাৰ কাৰণে তেওঁ নিজে সকলো খৰচ বহন কৰিছিল।

ডাক্তৰ দাদা আজন্ম মানৱ-সেৱাস্পৃহ। এই স্পৃহা তেওঁ উত্তৰাধীকাৰী সূত্ৰে লাভ কৰিছিল নিখুঁত মহাপুৰুষীয়াপন্থী পৰম বৈষ্ণৱ ভগবৎ প্ৰেমিক তেওঁৰ পিতাক ৺জুৰোৰাম দাস উকীলৰ পৰা। সেইবাবে ছাত্ৰাৱস্থা পাৰ হৈ কৰ্মময় সাংসাৰিক ক্ষেত্ৰত সোমাই পৰা মুহূৰ্তৰ পৰাই তেওঁৰ জীৱনত সক্ৰিয়ভাৱে সামাজিক সৰু-বৰ, ধনী-নিৰ্ধনী, অস্পৃশ্যতা, জাত-পাত বিচাৰ ভেদাভেদৰ অস্বস্তিকৰ আপচু টিলাবোৰ ভাঙি-ভেঁাহৰাই মানৱতাৰ স্বচ্ছ ফল্গুধাৰাটোৱেই নীৰৱ অথচ প্ৰচণ্ড গতিৰে বৈ আছিল তেওঁৰ গোটেইটো জীৱন বুৰাই। সেই-বাবেই তেওঁৰ ঘৰখনেই আছিল জাতি-বৰ্ণ-নিৰ্বিশেষে নিগৃহীত নিৰাশ্ৰয় ল'ৰা-ছোৱালীৰ আশ্ৰয় আৰু সান্ত্বনাৰ স্থল। সেইবাবেই তেওঁ শতাধিক এনে নিগৃহীত-নিগৃহীতা আৰু নিৰাশ্ৰয়-নিৰাশ্ৰয়াৰ পিতা, আতা, দেউতা। সেইবাবেই তেওঁ, তেওঁৰ চাকৰি জীৱনতো আৰু পেন্সন পোৱাৰ পাছতো মানৱত্ব বিনাশকাৰী সাম্ৰাজ্যবাদী শোষক বৃটিছ শাসন-নীতিৰ বিৰুদ্ধে সৎ সাহসেৰে ফেৰ পাতি থিয় দিব পাৰিছিল। সেইবাবে তেওঁ বৃটিছ গৱৰ্ণমেণ্ট প্ৰদত্ত ১৬ হেজাৰ টকা আৰু নিজৰো বহুখিনি ধন আৰু মাটি-সম্পত্তি বৃটিছৰ অমানৱীয় শোষণ মুক্তকাৰী কংগ্ৰেছৰ সংগঠনৰ বাবে অকাতৰে দান কৰি এগৰাকী উচ্চ স্তৰৰ কংগ্ৰেছ কৰ্মী হ'ব পৰিছিল—আৰু সেইবাবেই তেওঁ সাংগঠনিক নৈতিকতা ৰক্ষাত কঠোৰ আছিল আৰু তাত ব্যতিক্ৰম দেখিলে নিজৰ প্ৰদত্ত ধন-মাটি সকলো অবিকল্প মনেৰে থেকেচা মাৰি এৰি থৈ নিজাভাৱে সেৱানুষ্ঠান প্ৰতিষ্ঠা কৰি মানৱ-সেৱাৰ স্পৃহা পৰিতৃপ্ত কৰিবলৈ যত্ন কৰিছিল, আৰু এই আদৰ্শ থিয়ায়েই তেওঁ ৭০ বছৰীয়া বুঢ়াকালতো একাধিক বাৰ জেল খাটিব পাৰিছিল। এনেজন আছিল আমাৰ ডাক্তৰ দাদা ৺হৰিকৃষ্ণ দাস।

ডাক্তৰ দাদাই নিজ পৰিচয়ৰ সন্মান কঠোৰভাৱে ৰক্ষা কৰিছিল আৰু তাক লঘু কৰা কোনোফালৰ অপচেষ্টা সহ্য নকৰিছিল। কামৰূপী মাত-কথাক ব্যঙ্গ কৰাৰ প্ৰত্যুত্তৰত পণ্ডিত ৺তাৰানাথ চক্ৰৱৰ্ত্তী কাব্যবিনোদৰ সম্পাদকতাত যি মাহেকীয়া 'আসাম-বান্ধৱ' ওলাইছিল, তাত প্ৰসিদ্ধ ভাষাতত্ত্ব ব্যাকৰণবিদ সাহিত্যিক ৺কালিৰাম মেধি, সাহিত্যিক গ্ৰন্থকাৰ ৺ভাৰতচন্দ্ৰ দাস আৰু ডিব্ৰুগড়-বাসী প্ৰসিদ্ধ চাহ-খেতিয়ক ব্যৱসায়ী ৺গঙ্গাৰাম চৌধুৰীৰ লৈতে সমভাৱে তেওঁৰো অৰ্থ-সাহায্য কৰিছিল আৰু ৰাজকাৰ্যত সম্পাদকৰ লৈতে মেধি আৰু দাস ডাঙৰীয়াদ্বয় আন ঠাইলৈ বদলি হৈ যোৱাৰ পাছত আৰু ৺গঙ্গাৰাম চৌধুৰীয়েও হেলা কটাত, 'আসাম-বান্ধৱ'ৰ কাৰ্যালয়টো ডাক্তৰ দাদাই তেওঁৰ নিজ ঘৰলৈকে আনি লৈ নিজৰ সম্পাদকতাত নিজে গোটেইখিনি খৰচ বহন কৰি কাকতখন কেইবাবছৰো চলাই আত্ম-পৰিচয়ৰ সন্মান অক্ষুণ্ণ ৰাখিছিল। মনো দুবছৰ ডিব্ৰুগড়ত 'আসাম-

বান্দৱ'ৰ সহকাৰী সম্পাদক আছিলোঁ৷ আৰু তাৰবাবে মোৰ পাৰিশ্ৰমিকখিনিও ডাক্তৰ দাদাই নিজৰ পৰাই দিছিল। এই আত্ম-পৰিচয়ৰ প্ৰতি সন্মানৰ বাবেই তেওঁ নিজৰ বৰপেটীয়া মাত-কথা মৃত্যুৰ দিনলৈকে ৰাখি চলিছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনত মই আৰু কৰ্মবীৰ ৺চন্দ্ৰনাথ শৰ্মাই কটন কলেজৰ বাহিৰত চাৰিওকাষে ঘূৰি ঘূৰি বক্তৃতা দি কংগ্ৰেছৰ স্কুল-কলেজ বৰ্জন কৰা প্ৰোগ্ৰামটো সফল কৰি তুলিবলৈকে ছাত্ৰসকলক আহ্বান জনাওঁ। প্ৰায় ৫০০শ মান ছাত্ৰ ওলাই আহে। তেওঁলোকক লৈ আমি কংগ্ৰেছৰ জয় গাই গাই গোটেইখন গুৱাহাটী খলক লগাই তোলোঁ। ক্ৰমে সন্ধিয়া হৈ আহিল। চিন্তা হ'ল এই ছাত্ৰসকলক ৰখা হয় ক'ত? মনত পৰিল বৰপেটীয়া পাৰাত ডাক্তৰ দাদাৰ ডাঙৰ টিনৰ পকা ঘৰটো খালি আছে আৰু সেইটো ৺ডাঃ জ্যোতিষচন্দ্ৰ দাসৰ অগ্ৰজ শ্ৰীগৰ্গৰাম দাসৰ তত্বাৱধানত আছে। তৎক্ষণাৎ তেওঁৰ অনুমতি লৈ ছাত্ৰ-দলক ঘৰটোত নি সুমুৱাই দিলোঁ আৰু কলেজ হোষ্টেলৰ পৰা নি নিজ কাপোৰ-কানি, বিছনা-পত্ৰ, বাকচ, কিতাপ সকলো তালৈকে লৈ আহিবলৈ ছাত্ৰসকলক পঠাই দিলোঁ। তেতিয়াতে ডাক্তৰ দাদালৈ টেলিগ্ৰামেৰে অনুমতি খুজিলোঁ। ডাক্তৰ দাদায়ো পলম নকৰি তপতে তপতে টেলিগ্ৰামেৰে অনুমতি দি পঠালে। কিন্তু কলে, ঘৰটো যাতে নষ্ট নহয়। তাৰ পিছদিনাখন মই সকলো কথা বহলাই ডাক্তৰ দাদালৈ পৰিস্থিতিটো জনোৱাত ছাত্ৰসকলৰ খোৱা খৰচৰ বাবে ১০০্ টকা মোলৈ মণিঅৰ্ডাৰ কৰি পঠাই দিলে। ছাত্ৰসকলক তাত সাত-আঠ দিনমান ৰাখি প্ৰোগ্ৰাম দি কংগ্ৰেছৰ প্ৰচাৰ আৰু সংগঠন কৰিবলৈকে নিজ নিজ ঠাইলৈকে পঠোৱা হ'ল। এমাহমান পাছত ডাক্তৰ দাদাই তেওঁৰ কাৰ্যস্থলী ডিব্ৰুগড় বেৰী-হোৱাইটৰ পৰা ছুটী লৈ আহিল আৰু দেখিলে যে তেওঁৰ ঘৰটোৰ বহুখিনিত ভগা-ছিগা হৈছে। কিন্তু তেওঁ নিৰ্বিকাৰ মনেৰে হাঁহি মাৰি ল'ৰাৰ কাম বুলি কৈ মিস্ত্ৰি মাতি আনি ভগা-ছিগাবোৰ মেৰামত কৰিবলৈ দিলে।

ডাক্তৰ দাদাই সংগঠনমূলক কামৰ বাহিৰে পাৰ্লিয়ামেণ্টৰী ৰাজনীতি ভাল নাপাইছিল। ১৯২৯ চনত এবাৰ তেওঁ গুৱাহাটী মিউনিচি-পালিটিৰ কমিচনাৰ নিৰ্বাচনত থিয় হয়। মই কলোঁ—ডাক্তৰ দাদা দেখোন পাৰ্লিয়ামেণ্টৰী ৰাজনীতিলৈ গ'ল। তেওঁ কলে, "কি কোৰৱা হে! লক্ষী-বাধিকাই নেৰে। দিয়া! মই কেনভাচ নকৰু, হাৰু যোদি হাৰিম—আৰ দুঠ্।"

১৯৩০ চনত লোণ-আইন ভঙ্গ সত্যাগ্ৰহ। গুৱাহাটী কংগ্ৰেছ কমিটিয়ে সত্যাগ্ৰহী সংগঠন কৰিবলৈকে মোক একনায়কত্বৰ ভাৰ দিয়ে। মই বহুত চেষ্টা কৰিও সত্যাগ্ৰহী সংগ্ৰহ কৰিবলৈকে অপাৰগ হওঁ। এই সময়তে ভাৰতৰ অন্যান্য কিছুমান ঠাইত একনিষ্ঠ কংগ্ৰেছ কৰ্মী এদলে স্থিৰ কৰে যে তেওঁলোকে এই সত্যাগ্ৰহত ঘৰৰ পৰা বাহিৰ হৈ ভাৰত স্বাধীন নোহোৱালৈকে সত্যাগ্ৰহ সংগ্ৰামকে চলাই থাকিব—ঘৰলৈকে কেতিয়াও ফিৰি নাহিব। জুবিলী পাৰ্কৰ এখন ৰাজহুৱা সভাত ময়ো এই পতিজ্ঞা কৰোঁ। তাকে শুনি ডাক্তৰ দাদাই মোৰ ঘৰলৈকে আহি, সকলো দায়িত্ব আৰু কৰ্তব্যতকৈ নিজৰ আশ্ৰিত পৰিয়ালৰ নিশ্চিন্ততা আৰু নিৰাপদতাৰ প্ৰতি দায়িত্ব আৰু

কৰ্ত্তব্য আগ বুলি মোক আৰু মোৰ পৰিবাৰক বহুত যুক্তিৰে বুজালে। কাৰণ, ডাক্তৰ দাদাই জানে—মই কি কঠোৰ পৰিশ্ৰমেৰে জীৱিকা-নিৰ্বাহ কৰোঁ আৰু মোৰ অভাৱত মোৰ আশ্ৰিত পৰিবাৰ আৰু কেঁচুৱা সন্তান দুটিৰ কি গতি হ'ব। মই ডাক্তৰ দাদাৰ যুক্তিপূৰ্ণ উপদেশত নিৰস্ত হলোঁ। মোৰ সন্তান ৰেণু-অম্বু তেতিয়া কেঁচুৱা।

১৯৩৯ চনত ৺ৰামদেৱ শৰ্মাই তেওঁৰ পাণ-বজাৰৰ মাটিৰ পৰা মোৰ ওপৰত কৰা উচ্ছেদৰ মোকৰ্দমাত এক তৰফা ডিক্ৰী পাই মোৰ ঘৰটো ২৫০৲ টকাত নিলামত দিয়ে। মই তেতিয়া সংৰক্ষিণী সভাৰ এদল কৰ্মী গঠন কৰি নগাঁৱত বানপানী ৰিলিফ দিয়াত চূৰ্তি নোহোৱাকৈ ব্যস্ত। মোৰ ঘৰ নিলামৰ তাৰিখ সম্বন্ধেও মোৰ ইয়াদ নাছিল। কাৰণ, যি হয় হ'ব। মোৰতো টকা নাই—এই বুলি। মোৰ ঘৰ নিলামৰ তাৰিখৰ আগদিনা ভাঠিবেলা এজন মানুহে আহি মোৰ পৰিবাৰৰ হাতত ডাক্তৰ দাদাৰ চহীৰে মোৰ নামৰ এখন ২৫০৲ টকাৰ চেক্ দি যায়। মই গধূলি ঘৰলৈ অহাত পৰিবাৰে চেকখন মোৰ হাতত দিয়ে। মই চাই একো বুজি নাপাই চেক্‌খন লৈ ডাক্তৰ দাদাৰ ঘৰলৈ যাওঁ আৰু তেওঁক চেক্‌খনৰ কথা সোধো কিয় দিলে বুলি। তেওঁ মোক কলে, "যাৱা, যাৱা, সুধৱা নালগে—নিলামোৰ পেৰে ঘৰটো খালাচ কৰা যাই—কালি ১০টা বাজাতে তোমাৰ ঘৰ নিলাম হ'ব।" মোৰ তেতিয়াহে ইয়াদ চাপিল। এনে আছিল ডাক্তৰ দাদাৰ প্ৰকৃত বিপদগ্ৰস্তৰ প্ৰতি লক্ষ্য ৰাখি তাক ৰক্ষা কৰা উদাৰ মন। মই পাছদিনা গৈ আদালতত টকা জমা দি ঘৰটো নিলামৰ পৰা খালাচ কৰিলোঁ। এনে ঋণ অপৰিশোধ্য যদিও, তেওঁৰ প্ৰতিষ্ঠাপিত অসম-সেৱক প্ৰেছত মোৰ অৰুণা প্ৰেছৰ কিছুমান সৰঞ্জাম দি পৰিশোধ কৰিছিলোঁ।

ডাক্তৰ দাদাৰ বহু সবল অৰ্থ-সাহাৰ্য্যৰ বহুজনে অপব্যৱহাৰ কৰিছিল। এই লৈ প্ৰসঙ্গক্ৰমে কেতিয়াবা কথা উঠিলে নিৰ্বিকাৰভাৱে তেওঁ কৈছিল, "দিয়াহে অম্বিকা, সিখিনিদি কিমেন দিন খাবো।" লগতে ৰবীন্দ্ৰনাথৰ গীত এধাৰ গাইছিল—'অল্প লইয়া থাকি, তায়, যাহা যায় তাহা যায়, কণা টুকু যদি হাৰায়, তা লয়ে প্ৰাণ কৰে হায়! হায়!'

ডাক্তৰ দাদা ৰবি ঠাকুৰৰ ভাৱৰাশিৰ ভক্ত আছিল। কিন্তু তেওঁৰ আড়ম্বৰী চাল-চলনটো ভাল নাপাইছিল। এই কথা কথা-প্ৰসঙ্গত কেইবাবাৰো মোৰ আগত তেওঁ প্ৰকাশ কৰিছিল। ডাক্তৰ দাদা সৰ্বতোভাৱে মহাত্মা গান্ধীৰ আদৰ্শ-ভক্ত আছিল।

ডাক্তৰ দাদাৰ বিয়োগত আজি এনে বহুত কথাই মনত পৰিছে। সেইবোৰকে স্মৰণ কৰি আজি আদ্য-শ্ৰাদ্ধৰ দিনা তেওঁৰ মহৎ আত্মাৰ উদ্দেশ্যে মূৰ দোঁৱালোঁ।

('জনমবাণী', ১২ ডিচেম্বৰ, ১৯৫৮ চন)

# মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য

কমলাকান্ত ভট্টাচাৰ্যক, তেখেতৰ মৃত্যুত মৱেই পোনপ্ৰথমে মোৰ সম্পাদিত 'ডেকা-অসম'ত মহৰ্ষি বুলি উল্লেখ কৰিছিলোঁ। স্বভাৱ কৱি, স্বভাৱ দাৰ্শনিক, স্বভাৱ সৰ্ব-মঙ্গলকামী, ব্ৰহ্মোপাঠক, সদানন্দ, ভাৱ-বিভোৰ মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যক বুজিবলৈ হলে মানৱীয় মানসৰ উদি নোহোৱা তলিৰ সম্যক উপলব্ধি থকা মন হ'ব লাগিব, নহলে তেওঁক বুজা নাযাব। কি এটা ঐকান্তিক ভাৱৰ আদৰ্শাপ্লুত সোঁতৰ প্ৰভা তেখেতৰ গোটেইটো জীৱনত প্ৰৱাহিত আছিল ভাবি আচৰিত হ'ব লাগে।

তেখেতক স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ লগত গুৱাহাটীলৈ অহা জাহাজৰ ওপৰত ১৯০৪ চনত যদিও প্ৰথমতে দেখা পাইছিলোঁ, ইং ১৯১২ চনলৈকে তেখেতক পাহৰি আছিলোঁ। ১৯১০ চনত তেখেতে যেতিয়া বৰপেটা সত্ৰত গৈ মঠৰ চোতালত সত্ৰীয়া সমূহ সম্বন্ধিতে গোটেই বৰপেটা ৰাইজৰ সভাত, যেতিয়া আমাৰ সামাজিক দোষ-ত্ৰুটিবিলাক বিশ্লেষণ কৰি বক্তৃতা দিয়ে, সেই বক্তৃতা শুনি মই তেখেতৰ প্ৰতি আকৰ্ষিত হওঁ। কিন্তু তেখেতৰ লগত মোৰ ঘনিষ্ঠভাৱে সম্বন্ধ ঘটে ইং ১৯১৯ চনৰ পৰাহে। তেখেত গৌৰীপুৰৰ ৰাজা প্ৰভাতচন্দ্ৰ বাহাদুৰৰ লগত ভোটান আৰু দাৰ্জিলিঙত হাতী-ধৰা কাৰবাৰ কৰি বহুত ক্ষতিগ্ৰস্ত হৈ ১৯১৭-১৯১৮ চনত তেখেতৰ সৰু সৰু ল'ৰা-ছোৱালী তৰুণ, স্নেহলতা, প্ৰভাত, ঊষা আদিৰ লগতে তেখেতৰ সৰু ভায়েক স্বৰ্গীয় সৰ্বেশ্বৰ ভট্টাচাৰ্য আৰু পৰিয়ালটো লৈ আহি গুৱাহাটীৰ উজান-বজাৰত থিতি হয়। মৱো সেই সময়তে ডিব্ৰুগড়ৰ পৰা আহি গুৱাহাটীত এখন প্ৰেছ থাপনা কৰি তাৰ পৰা এখন আলোচনী উলিয়াবলৈ ঘূৰি ফুৰোঁ। তেখেতক লগ পাওঁ। তেখেতে মোৰ সংকল্প শুনি শেষ নোহোৱা উৎসাহ দিয়ে কিন্তু তেখেতৰতো টকা নাই, মোক কি সহায় কৰিব? কিন্তু কথাৰে বৰ উৎসাহ দিয়ে যিটো মই এই সম্পৰ্কত গুৱাহাটীৰ কোনো এজন ধনী-মানীৰ পৰা পোৱা নাছিলোঁ।

ইয়াৰ ভিতৰতে মই বহু চেষ্টা কৰি কলিকতালৈ গৈ আৰু গুৱাহাটীতো নানা চেষ্টাৰ মাজেদি ইং ১৯১৮ চনৰ শেষ ভাগত গুৱাহাটীত অৰুণা প্ৰেছ স্থাপন কৰোঁ আৰু তাৰ পৰা 'চেতনা' কাকত মাহেকীয়া আলোচনী উলিয়াওঁ। 'চেতনা'ৰ তেখেত নিয়মিত লিখক আছিল। তেখেতৰ লিখা— 'বাট কাটোতে কাটোতে দেখো নাইকিয়াই হৈ গ'ল?' আদি লিখাবিলাক গভীৰ চিন্তা-সোঁতত ঐশ্বৰ্যশালী।

ইয়াৰ ভিতৰতে তেখেতৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটিৰ আৰু তেখেতৰ ভায়েকৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটা লৈ আৰ্থিক সঙ্কটত পৰে আৰু উজানবজাৰৰ পৰা গৈ পাণবজাৰৰ শ্ৰীধৰ বড়াৰ ঘৰত ভাড়াটীয়া হৈ থাকে। সেই সময়ত মৱেই তেখেতৰ গোটেই পৰিয়ালটোকে প্ৰায় আঠ মাহমান পোহ-পাল দিব লগাত পৰেঁ। কৃষ্ণ পোদ্দাৰৰ দোকানৰ পৰা তেখেতে কিনা বয়-বস্তুৰ

মূল্য দি হয়েই বাকী মাৰি দিওঁ। সেই সময়ত মোৰ প্ৰেছৰ কাৰবাৰ ডাঙৰ হৈ উঠিছিল। মোৰ অৱস্থা স্বচ্ছল আছিল। মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য ভাব-বিভোৰ, দাৰ্শনিক আৰু প্ৰখৰ দেশ-প্ৰেমিক আছিল। অসমীয়াৰ পুৰণি ঐতিহ্যৰ লগত বৰ্তমান অসমীয়াৰ শোচনীয় দুৰৱস্থা তুলনা কৰি মনত যি আঘাত পাইছিল তেনে আঘাত পোৱা লোক আমাৰ মাজত আন কাকো দেখা নাই। তাৰে কিছু আভাস তেখেতৰ কবিতা 'চিন্তানল'ত পোৱা যায়।

# গান্ধীজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ

আজি দহ বছৰীয়া স্বাধীনতা উৎসৱৰ আগ-দলিত, যি ক্ষণজন্মা আত্মবলী ব্যক্তিত্বই পদানত ভাৰতৰ জাতীয় স্বাধীনতা আৰু তাক ৰক্ষা কৰা, পৰিপালন কৰা নিষ্কলুষ সেৱা-ধৰ্মৰ জীৱন্ত আদৰ্শ সাক্ষাৎভাৱে ভাৰতবাসীৰ হাতত তুলি দি গ'ল অথচ আমাৰ জাতীয় চৰিত্ৰৰ দুৰ্বলতাই সেই মহান আদৰ্শ নিষ্প্ৰভ কৰি মুমাই থৈ পৰস্পৰক দুৰন্তভাৱে নিজ নিজ স্বাৰ্থখৰৰ পৰিচৰ্চাত ৰাপ বহুওৱাৰ ফালেহে আগুৱাই লৈ যাব ধৰিলে, সেই মহান ব্যক্তিত্বৰ পুণ্য স্মৃতি স্মৰণ কৰি এষাৰ কব খুজিছোঁ।

আমাৰ মহাভাৰত, ৰামায়ণ, পুৰাণ আদি মহাকাব্যৰাশিত ঠাহ খাই পৰি থকা সুদূৰ অতীতৰ বীৰত্ব-কাহিনীবোৰৰ উপৰিও, সমসাময়িক দেখা-শুনা কাষ-পাঁজৰৰ সীমালঙ্ঘী ফুট দি উঠা শৌৰ্য্য-বীৰ্যৰ মহিমাবোৰে সকৰে পৰা মোৰ মন আকৰ্ষণ কৰি আহিছে। সেইবাবে ইংৰাজী ওঠৰ শতিকাৰ শেষ আৰু উনৈশ শতিকাৰ আগ ভাগৰ সেই বলকান-যুদ্ধৰ আনোৱাৰ বে', বুৰৰ যুদ্ধৰ জেনেৰেল বোথা, ৰুছ-জাপান যুদ্ধৰ জেনেৰেল ওকুমা আদিৰ বীৰত্বব্যঞ্জক বিৱৰণবোৰ উৎফুল্ল তন্ময়তাৰে পঢ়ি-শুনি ভাল পাইছিলোঁ। এইসকলৰ বীৰত্ব সংস্থাপনৰ সম্বল আছিল সেই প্ৰাক্-সভ্যতাৰ যুগৰ পৰাই একাদিক্ৰমে চলি অহা ৰক্তপাতী প্ৰণালী। গতিকে সেই প্ৰণালীৰে জয়স্তম্ভ গঢ়া বীৰত্বৰ প্ৰশংসামুখৰ মোহত স্বাভাৱিকত্ব পোৱা মোৰ মনৰ পক্ষে সেই সময়ত তাৰফালে আকৃষ্ট হোৱাৰ বাহিৰে আন পথ নাছিল। কিন্তু ১৯১১-১২ চনত পূৰ্ব আফ্ৰিকাত ভাৰতীয় নাগৰিকত্ব সাব্যস্ত কৰি লোৱাৰ হকে জেনেৰেল স্মাটছৰ বিৰুদ্ধে চলোৱা মহাত্মা গান্ধীৰ অশ্ৰুতপূৰ্ব নিষ্ক্ৰিয় প্ৰতিৰোধৰ (Passive resistance) অভাৱনীয় সাফল্যই দাপ্তি ধৰা আশ্চৰ্য নিদৰ্শনে মোৰ সেই পুৰণি মোহত প্ৰচণ্ড-ঢকা মাৰি তাৰ সাঁফ লৰাই দিলে। দৃশ্যমান তেজ-মঙহৰ বীভৎস সংঘৰ্ষৰ পথ এৰি তাৰ আঁৰত লুকাই থকা অন্তঃশত্ৰুৰ যি দুৰ্দান্ত অভিব্যক্তিটোৱেই ঘাইকৈ পৈশাচিক ৰক্তপাতী নৰক সৃষ্টিৰ মূল, সেই মৌলিক শত্ৰু কুপ্ৰবৃত্তিটোৰ বিৰুদ্ধে নিষ্কামী আত্মিক-শক্তিৰ কালজয়ী-সাফল্য—"মানুহজন নহয়, তেওঁৰ প্ৰবৃত্তিৰ কু ফালটোহে ঘৃণনীয়"—অমোঘ বাণীৰ বিশ্বজিৎ জয়বাৰ্তা। হিংসা-হিংসিৰ নাৰকীয় ৰক্তপাতী সংগ্ৰামত লুতুৰি-পুতুৰি হৈ শান্তিৰ আলোক ৰঞ্চিত অন্ধতাত পৰি থকা মানৱ-

জগতলৈ মহাত্মা গান্ধীৰ কি বিস্ময়কৰ বিপ্লৱী অৱদান! চিন্তা কৰি মই অভিভূত হৈ পৰিলোঁ।

তেতিয়াৰে পৰা নিষ্ক্ৰিয় প্ৰতিৰোধ-সংগ্ৰামী এই আচৰিত বীৰ পুৰুষজনৰফালে মোৰ শ্ৰদ্ধা দোঁ খাই হালি পৰিল আৰু দিনক দিনে তেওঁৰ কাৰ্য-প্ৰণালীৰ প্ৰতি মোৰ ঔৎসুক্য বাঢ়ি গ'ল। তেওঁ পুৰুষজন নো দেখনে-শুৱনে কেনে, ডাঙৰ-দীঘল কিমান, বগা নে ক'লা সাক্ষাৎভাৱে চাবলৈ আকুল আগ্ৰহ এটাই মোৰ মনত থিতি ললে। অৱশ্যে বাতৰি-কাকতত ছপা হোৱা ফটোত তেওঁক দেখা পাইছিলোঁ কিন্তু তাত মনত তৃপ্তি নজন্মিল।

যেতিয়া তেওঁ অভিজাতৰ সুখ-আয়াসলৈ নেওচা দি সামান্য খেতিয়ক-বনুৱাৰ সাজেৰে খোজ কাঢ়ি কাঢ়ি আৰু সৰ্বসাধাৰণৰ সৈতে একেলগে ৰেলৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰি, দুঃস্থ-নিপীড়িত-সকলৰ গাঁৱে-গাঁৱে ঘূৰি খবৰ-বাতৰি লৈ তেওঁলোকৰ দুখ-কষ্টৰ লগত নিজক মিলাই দিয়া, অসহযোগ, বিদেশী বৰ্জন, যঁতৰ-সংস্থাপন, সত্যাগ্ৰহ আদি নতুন নতুন আন্দোলনবিলাকৰ ভিতৰেদি তেওঁৰ আত্মিক ৰূপৰ সৌন্দৰ্যবোৰ এটাৰ পিছত এটাকৈ মুকুলিত হৈ আহি ভাৰতৰ বিশাল মনোৰাজ্যত নতুন চিন্তাৰ নিৰ্ভীক, নিবিড় আলোড়ন তুলি বৰ্ণ-শ্ৰেণী নিৰ্বিশেষে বিৰাটজনসংঘক নিজ আলিঙ্গনলৈ আকৰ্ষণ কৰি লবলৈ ধৰিলে তেতিয়া আজিৰ বাস্তৱবাদী বিজ্ঞানৰ অন্তৰালত কদৰ্থত দোদুল্যমান হৈ থকা ভাৰতীয়ৰ অৱতাৰ-বাদত অচল বিশ্বাস স্থাপন কৰি লবলৈ প্ৰত্যক্ষ সুবিধা হ'ল। যুগে যুগে উৎপীড়িত আত্মাৰ মুক্তি-ব্যাকুল ত্ৰাহি ত্ৰাহি আৰ্তনাদৰ আহ্বানতেই বিশেষ মুহূৰ্ত এটাত বিশেষ ব্যক্তি এজনত ঐশ্বিক শক্তি মূৰ্ত হৈ প্ৰতিভাত হয় আৰু নিষ্পেষিতক মুক্তি দিয়ে। এই শাশ্বত সত্যতেই শ্ৰীকৃষ্ণ, শ্ৰীৰাম, বুদ্ধ, যীচুখ্ৰীষ্ট, মহম্মদ আদি ব্যক্তি বা প্ৰতীক অৱতাৰী সাঁচত মূৰ্ত হৈ আহি আমাৰ সেৱা হৈ উঠিছে। মহাত্মা গান্ধীও তাৰে এটা অবিসম্বাদী জীৱন্ত নিদৰ্শন।

পূব আফ্ৰিকাত নিষ্ক্ৰিয় প্ৰতিৰোধেৰে জেনেৰেল স্মাট্ছক জয় কৰি তাত ভাৰতীয়ৰ ন্যায়সঙ্গত অধিকাৰ সাব্যস্ত কৰি থাপি থৈ, এই অমোঘ অস্ত্ৰৰে বৃটিছৰ পদানত নিজ মাতৃভূমি ভাৰতৰো মুক্তি ঘটাবলৈ তেওঁ ১৯১৪ চনত ভাৰতলৈ আহে আৰু ১৯২১ চনৰ আগভাগত বিহাৰৰ চম্পাৰণ আৰু খৈদা অঞ্চলত খেতিয়ক-বনুৱা জনসঙ্ঘৰ পক্ষে থিয় দি এই আত্মবলী নিষ্ক্ৰিয় প্ৰতিৰোধ-অস্ত্ৰ প্ৰয়োগেৰেই বৃটিছ সাম্ৰাজ্যবাদী, আৰু দেশীয় সামন্তবাদীৰ যুটীয়া শক্তিৰ বিৰুদ্ধে সংগ্ৰাম চলাই জয়ী হয়, দাসত্ব-বন্ধন জৰ্জৰিত ভাৰতৰ বিৰাট নৰ-নাৰায়ণক মুক্তিৰ মাদকতাৰে নতুন পথৰ নিশ্চিত সন্ধান দিয়ে।

১৯২০ চন। অহিংস অসহযোগ সংগ্ৰাম আৰু বিদেশী বস্ত্ৰ দাহনৰ মন্ত্ৰবাণী লৈ মহাত্মা গান্ধীৰ পোন প্ৰথম অসমলৈ আগমন। মই তেতিয়া 'চেতনা'ৰ সম্পাদক আৰু গুৱাহাটী নগৰ কংগ্ৰেছ কমিটিৰ চেক্ৰেটাৰী। গান্ধী-অভ্যৰ্থনা আৰু গান্ধী-দৰ্শনৰ বাবে তেতিয়া গুৱাহাটীত উৎসাহ-আনন্দৰ কি সমাৰোহ, কি উথল-মাথল! সমগ্ৰ অসমৰ পৰা আহি গোট খোৱা কংগ্ৰেছ কৰ্মীদলৰ তৎপৰতাত গুৱাহাটী নগৰৰ বাট-ঘাট, ঘৰ-চোতাল কৰ্মমুখৰিত। উৎসাহ-উদ্দীপনাৰ সীমা নাই। গান্ধী-অভ্যৰ্থনাৰ বাবে বাট-পথ সাৰি-পুচি-পৰিষ্কাৰ

কৰি তুলিবলৈ খদ্দৰৰ চোলা-চুৰিয়া আৰু গান্ধী-টুপি পিন্ধি বাঁহৰ দীঘল নালৰ মূৰত বন্ধা বাঢ়নী-বিলাক কান্ধত লৈ শৃঙ্খলিতভাৱে উজানবজাৰৰ কংগ্ৰেছ কাৰ্যালয়ৰ পৰা পাণবজাৰৰ মাজেদি স্বেচ্ছাসেৱক দলৰ ফুকনটোললৈ উদ্দীপনাপূৰ্ণ শোভা-যাত্ৰা। সেৱাদৰ্শৰ কি অপূৰ্ব দৃশ্য!

আহি পালে মহাত্মা গান্ধীয় অসম। ফুকন-বৰদলৈক আগত লৈ আমি অভ্যৰ্থনা-সমিতিয়ে হেজাৰ হেজাৰ উপস্থিত জনগণৰ আকাশ ফালি উৰা জয়ধ্বনিৰ মাজেদি লৈ আহিলোঁ মহাত্মা গান্ধীক পাণ্ডুৰ পৰা ভৰলুমুখৰ ফুকন-টোললৈ। দেখিলোঁ ক্ষীণ, চুটি-চাপৰ মিঠা বৰণীয়া মানুহজন। লগত শকত-আৱত ডাঙৰ-দীঘল প্ৰকাণ্ড দেহধাৰী মৌলানা মহম্মদ আলি আৰু গান্ধীৰ দৰেই চুটি-চাপৰ কিন্তু শকত-আৱত মৌলানা আজাদ চোভানী। গধূলিৰ ঠিক আগতে বিদেশী-বস্ত্ৰৰ দাহন-যজ্ঞ। সম্পাদন কৰিব মহাত্মা গান্ধীয়ে নিজ হাতেৰে। দাহনৰ আগমুহূৰ্ত্তলৈকে নানাকালৰ পৰা আহি থকা নানা ধৰণৰ পাট, উল, কপাহী, বিদেশী বস্ত্ৰবোৰৰ দ'মবিলাক ফুকন-টোলত গোট খাই পৰ্বতাকাৰ হৈ উঠিছে। আহি পালে দাহনৰ সময়। উপস্থিত প্ৰায় কুৰি হেজাৰ নৰ-নাৰীৰ গোটেটো নিস্পন্দ ঔৎসুক্যৰে অপেক্ষা কৰি আছে দাহন-যজ্ঞৰ সম্পাদন চাবলৈ। নামিল মহাত্মা গান্ধী মঞ্চৰ পৰা খৰতৰ খোজেৰে হাতত প্ৰজ্বলিত জুইৰ জোঁৰ লৈ। কি সেই অপূৰ্ব দৃশ্য! যেন ত্ৰিশূলধাৰীয়ে পাপৰ স্তূপ ভস্ম কৰি পেলাবলৈ নিজে সৌশৰীৰে আহি তাত সমবেত নৰ-সমুদ্ৰত চাৰিওফালে ছিন্ন কৰি বিৰাট জয়ধ্বনিৰ বজ্ৰ শব্দ। দিলে মহাত্মা গান্ধীয়ে হাতৰ প্ৰজ্বলিত জোঁৰৰ জুই-কুৰা সেই পৰ্বতাকাৰ বিদেশী-বস্ত্ৰ স্তূপৰ চাৰিওফালে লগাই। উঠিল জুই বিপুল হাত-চাপৰিৰ মাজত দপদপকৈ চাৰিওফালে পোহৰ কৰি। কি বিস্ময়কৰ হৈ পৰিছিল সেই দৃশ্য! মনত কৰি আজিও অভিভূত হৈ পৰো।

সেইদিনাখনেই সন্ধিয়া কৰ্মবীৰ বৰদলৈৰ ঘৰত মহাত্মা গান্ধীৰ অভ্যৰ্থনাৰ আয়োজন। গ'লো আমি সকলো তালৈকে। বৰদলৈৰ ঘৰৰ ওপৰ তালাত হৈছিল অভ্যৰ্থনা। শৃঙ্খলা ৰক্ষাৰ বাবে বিশিষ্ট কংগ্ৰেছ-কৰ্মীসকলৰ বাহিৰে স্বেচ্ছাসেৱক বা আন কাকো তালৈ যাবলৈ দিয়া নহৈছিল। মহাত্মা গান্ধী, মৌলনাদ্বয়, মহম্মদ আলি, চোভানী আৰু আটাইকেইজন কংগ্ৰেছ-নেতা লেপেটা কাঢ়ি বহিছিল। বৰদলৈয়ে মুখ্য কংগ্ৰেছ-নেতা আৰু কংগ্ৰেছ-কৰ্মীসকলক এজন এজনকৈ মহাত্মাৰ ওচৰত পৰিচয় কৰালে। মোক পৰিচয় কৰালে বৰদলৈয়ে:

"He is our rising national poet. He had predicted the efficacy of soul-force in the battle of freedom in his beautiful national songs few years before."

মহাত্মা গান্ধীয়ে তেওঁৰ স্বাভাৱিক সৰল জ্যোতিময় হাঁহিৰ নিৰ্মালিৰে হাত দাঙি মোক আশীৰ্বাদ দিলে। জীৱন্ত অৱতাৰী পুৰুষৰ প্ৰত্যক্ষ সান্নিধ্যত মোৰ অভাবিত আকস্মিক পৰিচয়ত সেই সময়ত মোৰ মনৰ অৱস্থাটো কেনে হৈ উঠিছিল, আজিও চিন্তা কৰি মই তাক ধৰি লব পৰা নাই।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছলৈ দ্বিতীয়বাৰ অসমলৈ অহাৰ পিছত ১৯৩৪ ত তৃতীয়বাৰ মহাত্মা আহে

অসমলৈ হৰিজন কাৰ্য উপলক্ষে। উজনি অসম প্ৰথমতে ভ্ৰমণ কৰি গুৱাহাটীলৈ আহি থাকে ডাঃ হৰিকৃষ্ণ দাসৰ ভৱনত। তাতো মই তেওঁৰ দৰ্শন লাভ কৰি মোৰ আন্দোলনৰ ঔচিত্য বুজাই কথা হওঁ। অসমত থকা বিশেষকৈ বঙালী নেতা কেইজনমানে মহাত্মা গান্ধী, পণ্ডিত মালব্য, সৰোজিনী নাইডু, লালা লাজপৎ ৰায়, ৰাজেন্দ্ৰ প্ৰসাদ, জৱহৰলাল, ভুলাভাই আদি ভাৰত নেতা-সকল যেতিয়াই অসমলৈ আহিছে তেতিয়াই মোৰ সংৰক্ষিণী আন্দোলনৰ বিৰুদ্ধে তেওঁলোকৰ আগত গোচৰ দিছে। ময়ো এই প্ৰত্যেকজন ভাৰত নেতাৰ আগত এই বঙালী নেতাকেইজনৰ স্বৰূপ ফঁহিয়াই সংৰক্ষিণী আন্দোলনৰ প্ৰকৃত মৰ্ম বুজাই দিছোঁ আৰু প্ৰত্যেকজনেই সংৰক্ষিণী আন্দোলনত সমৰ্থন দিছে। এইবাৰো মহাত্মা গান্ধীয়ে মোৰ অনুৰোধ মতে সকলো অসমবাসীক স্থানীয় অসমীয়াৰ সুখ-দুখ, অভাৱ-অভিযোগৰ সমভাগী হৈ, অসমীয়াৰ সমূহীয়া স্বাৰ্থৰ লগত নিজ স্বাৰ্থ মিলাই লৈ শান্তিৰে বাস কৰি থাকিবলৈ ৰাজহুৱা সভা-বোৰত উপদেশ দি গ'ল। মোৰ সংৰক্ষিণী আন্দোলনৰ প্ৰয়োজনীয়তা, ঔচিত্য আৰু সত্যতা প্ৰতিষ্ঠিত হ'ল।

১৯৪৬ চনত বিৰাটভাৱে গণ-প্ৰাৰ্থনাৰ কাৰ্যসূচী লৈ মহাত্মা গান্ধী ভাৰত ভ্ৰমণত বাহিৰ হয়। অসমলৈ আহি এইবাৰ তেওঁ শৰণীয়া আশ্ৰমত থাকে। এই চতুৰ্থ বাৰেই তেওঁৰ শেষ অসম-ভ্ৰমণ। তাতে গৈ মই মহাত্মাৰ দৰ্শন লাভ কৰোঁ আৰু দুবাৰ কথা কওঁ। তাতো তেওঁ মোৰ আন্দোলনক আশীৰ্বাদ দিয়ে।

এই ভাৰত-ভ্ৰমণত, প্ৰত্যেক ঠাইৰ জনসভাত তেওঁৰ নিজস্ব প্ৰাৰ্থনা-সঙ্গীতৰ উপৰিও, প্ৰত্যেক প্ৰদেশৰ নিজ নিজ ভাষাৰে প্ৰাৰ্থনা-সঙ্গীত গাবলগীয়া সূচীটোৱে আছিল থাই। গুৱাহাটীৰ জনসভাত অসমীয়া ভাষাৰ এই সঙ্গীতটো গাবলৈ মই লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দ্বাৰা আহুত হৈছিলোঁ। সিদিনা জুবিলী পাৰ্কত মহাত্মা গান্ধীৰ বাবে সাজি তোলা মঞ্চ আগুৰি নৰ-নাৰীৰ বিৰাট সমাগম। লোকে লোকাৰণ্য। ক'তো সন্ধি নাই। গাওঁবিলাকৰ পৰাও শই শই পুৰুষ-মহিলা আহি ভৰি পৰিছে। মহাত্মাৰ নিজ প্ৰাৰ্থনা-সঙ্গীতৰ পাছত মঞ্চলৈ মই আহুত হলোঁ অসমীয়া প্ৰাৰ্থনা-সঙ্গীত গাবলৈ। মই গৈ মঞ্চত উঠি মাইকৰ আগত বহি হাত-চাপৰি বজাই সুৰ লগাই গাবলৈ আৰম্ভ কৰিলোঁ পৱিত্ৰ কীৰ্তনৰ হৃদয়স্পৰ্শী ঘোষা 'নৰ হৰি! এ ৰাম! নিস্তাৰিয়া নিও নাৰায়ণ! কুকুৰ চণ্ডালৰ নিবিচাৰি কুল দাতাত চোৰত যেন দৃষ্টি সমতুল।' সেই অসমীয়া প্ৰাৰ্থনা-সঙ্গীতত বিপুল জনতাৰ কি হৃদয়স্পৰ্শী উৎসাহৰ উন্মাদনা! মোৰ হাতৰ চাপৰিৰ লগে লগে তালে তালে বিপুল জনতাই একেলগে হাত দাণ্ডি দাণ্ডি চাপৰি বজাই জুবিলী পাৰ্কৰ ভিতৰ-বাহিৰ প্ৰকম্পিত কৰি যি এটা বিৰাট উৎসাহৰ আলোড়ন সৃষ্টি কৰিছিল তাত মই নজনাকৈয়ে মোৰ চকুৰ পৰা গিৰ গিৰকৈ চকুলো বৰবলৈ ধৰিলে।

এই ঘোষাটো দেৱনাগেৰী আখৰেৰে মোৰ ছোৱালী শ্ৰীমতী শুচিব্ৰতাৰ হতুৱাই লিখাই আগতেই মাহাত্মাক দিয়া হৈছিল। দেৱনাগেৰী-আখৰেৰে পঢ়ি মহাত্মাই ঘোষাটোৰ গোটেইখিনি মৰ্ম বুজি লৈছিল আৰু মোৰ গোৱা হোৱাৰ পাছত শ্ৰীশঙ্কৰদেৱৰ প্ৰতি শ্ৰদ্ধা জনাই ঘোষাটোৰ অৰ্থ জনসাধাৰণক বুজাই দিছিল।

# বিশ্ব-নাট্য

## ( ৰূপক )

( সক-সুৰা, চুটি-চাপৰ, অলপ-অচৰপ )

**সক-সুৰা**

সৌ—ৱা দূৰত অস্পষ্ট কিবা কিবা এটা
দেখা গৈছে নহয় ?

**চুটি-চাপৰ**

কোনফালে ! কোনফালে ! মই কিবা
কিবা এটা শুনি পোৱা যেন পাওঁ।

**অলপ-অচৰপ**

কি ! কি !—মই কিবা এটা গোন্ধ
পোৱা যেন পাইছোঁ।

**সক-সুৰা**

বাক ৰবাচোন, অলপ থিৰ হৈ মন দি চাওঁ। ( কিছুপৰ টলকা মাৰি সেই দূৰৰ উদ্দেশ্যে মন দি থাকি ) ভাই, ক্রমে মোৰ মনটো কেনে কেনে লাগি আহিছে যেন।

**অলপ-অচৰপ**

মোৰো মনতো যেন কিহে লাৰি চাৰি
আকুল কৰি তুলিব ধৰিছে

**চুটি-চাপৰ**

মোৰ মনটোত কি এটা আহি বহা বহা
যেন পাইছোঁ।

পুৱতি নিশাৰ
শীতল বায়ু এছাটি।

আহিছে আহিছে আলোক আহিছে।

**সকলোৱে**

কি, কি, কি আহিছে ?

পুৱতি নিশাৰ শীতল বায়ু
আলোক, আলোক,—আলোক আহিছে

**সক-সুৰা**

কি সুন্দৰ ! নাম শুনিলেও মন থিৰ হয়।

( বুঢ়াদেউৰ প্ৰৱেশ )

কি ! মোৰ ৰাজ্যত আজি কোন এনে প্ৰবলৰ অনধিকাৰ প্ৰৱেশ ? মোৰ ইমান কালৰ পুৰণি সিংহাসনত মোক খেদি আজি
কোন বীৰৰ বহিবৰ চেষ্টা ?

**পুৱতি নিশাৰ শীতল বায়ু**

এইটো যুগ-যুগান্তৰৰ ৰীতি। তোমাৰ ৰীতি,
তোমাৰ বিধি একেবাৰে চিৰস্থায়ী
বুলি ভাবি বিপদত পৰিব খোজা কিয় ?

**বুঢ়াদেউ !**

তেন্তে মই কি ইমান দুৰ্ব্বল, যে
মোৰ বিধি-ব্যৱস্থা চিৰস্থায়ী নহয় ? মোৰ দুৰ্ব্বল হাতেৰে দণ্ড ধৰি ইমান কাল শাসন কৰা বুলি মই নিশ্চয় নাভাবোঁ।

**পুঃ নিঃ শীঃ বায়ু**

নাভাবিলে হব কি ? এইটোৱে জগতৰ
চিৰন্তন ৰীতি ! বুঢ়া দেউ ! যোৱা এতিয়া

তুমি জিৰণি লৈ নৱ-কুমাৰক বিধি-ব্যৱস্থা
গঢ়িবলৈ পঠাই দিয়া।

বুঢ়াদেউ

কি সাধ্য সি কেঁচুৱাৰ এই বিপুল ভাৰ বহন কৰিবলৈ।

পুঃ লিঃ স্ত্রীঃ বায়ু

জগতৰ বিকাশৰ ভাৰ ক্ৰমে যিমান গধুৰ হৈ আহিছে, কেঁচুৱাৰ টলমল-সৰল শক্তিয়ে এই বিপুলতা ধাৰণ নকৰিলে বুঢ়াৰ মামৰে ধৰা জটিল শক্তিৰ ঘাৰত উঠি পাৰ হব গলে, বুঢ়াও পৰিব আৰু বিকাশৰ গতিও ভঙ্গ হ'ব।

বুঢ়াদেউ

জটিলতাই সৌন্দৰ্যৰ মূল-সূত্ৰ।

পুঃ লিঃ স্ত্রীঃ বাঃ

সৰলতাৰ ৰহণ নাসানিলে জটিলতাৰ সৌন্দৰ্য ক'ত?

বুঢ়াদেউ

তথাপিতো, বুঢ়াৰ বিধি-ব্যৱস্থাৰ ভেটিৰ ওপৰত থিয় হৈয়ে ডেকাই নতুন বিধি-ব্যৱস্থা গঢ়ি লব।

পুঃ লিঃ স্ত্রীঃ বাঃ

নিশ্চয়, বুঢ়াৰ সেই ভগ্ন মলিন অট্টালিকাৰ ওপৰতেই ডেকা শিল্পীয়ে নিজৰ মনোমত ৰহণ সানি সৌন্দৰ্য বঢ়াই তুলিব। কিন্তু সেই দায়িত্বটো ডেকাৰ। কাৰণ বুঢ়াই বিদায় লোৱাৰ পাছত সেই সম্পত্তিৰ সম্পূৰ্ণ অধিকাৰী হ'ব ডেকা।

বুঢ়াদেউ

তথাপিতো, বুঢ়াৰ উপাৰ্জিত সম্পত্তিৰ ওপৰত এটা আকৰ্ষণ নাথাকিব কিয়?

পুঃ লিঃ স্ত্রীঃ বাঃ

নিশ্চয়; কিন্তু বুঢ়াৰ সেই আকৰ্ষণ সেই আসক্তি ডেকাৰ আনন্দ ডেকাৰ সাৰ্থকতাৰ ওচৰত বিসৰ্জন দিব লাগিব। তেহে সেই আকৰ্ষণ সঁচা হৈ উঠিব। বাৰু এতিয়া যোৱা—ময়ো যাবৰ হ'ল—

(প্ৰস্থান)

বুঢ়াদেউ

লাহে লাহে সময়ো চাপি আহিল। আগৰ দৰে বুক ফুলাই সাহ কৰি বাদ-বিসম্বাদ কৰিবৰ ক্ষমতাও-ক্ৰমে কমি আহিছে। বাৰু যাওঁ; এবাৰ শিষ্যসকলৰো মতামত লওঁ।

(প্ৰস্থান)

সৰু-সুৰা

ভাই, বুঢ়াদেউৰ আজি বৰ খং। সেই ক'লী-বেতডাল লৈ আমাক চাৰিওফালে বিচাৰি ফুৰিছে। তেওঁৰ পঢ়াশালিত তেওঁ নোহোৱাত হেনো কোনোৱা এজন ধুনীয়া ডেকাই আহি শিকাই আমাক বেয়া কৰি থৈ গ'ল।

চুটি-চাপৰ

তাত আমাৰ কি জগৰ হ'ল?

সৰু-সুৰা

তেওঁৰ শিকোৱা কথা আমি কাণেৰে শুনিছিলোঁ কিয়?

চুটি-চাপৰ

তেনেহলে আমি কাণত সোপা দি থাকিব লাগিছিল।

সৰু-সুৰা

সেয়েতো – আৰু কি ?

অলপ-অচৰপ

ভাই মোৰ ভয় লাগিছে। বুঢ়াদেউৱে
পালে জানো আজি কি কৰে।

চুটি-চাপৰ

আৰু কি কৰিব ! মই হলে আৰু
বুঢ়াদেউৰ ওচৰকে নাচাপো।

সৰু-সুৰা

ময়ো আৰু বুঢ়াদেউৰ পঢ়াশালিত নপঢ়োঁ।

অলপ-অচৰপ

মই হলে নোযোৱাকৈ নোৱাৰিম।
বুঢ়াদেউৰ ওচৰত মোৰ বাপ-কালৰ সম্পত্তি
প্ৰায় গোটেইখিনি আছে।

চুটি-চাপৰ

কি বাপ-কালৰ সম্পত্তি আছে বুঢ়াদেউৰ
ওচৰত তোৰ !

অলপ-অচৰপ

মৃত-কৰ্ম কৰা মন্ত্ৰৰ আধাখিনি বুঢ়াদেউৰ
পৰা শিকিবৰ এতিয়া মোৰ বাকী আছে।
সেইয়ে আমাৰ বাপতি-সাহোন। সেইখিনি
নহলে পেটৰ ভাতমুঠিকে উলিয়াম কেনেকৈ ?

চুটি-চাপৰ

তই তেনেহলে যা। আমি নাযাওঁ বুলি যে বুঢ়াদেউক
আমি অশ্ৰদ্ধা-অভক্তি কৰিছোঁ তেনে নহয়।
শ্ৰদ্ধা-ভক্তিৰ লগত অন্ধ বাধ্য-বাধকতাৰ
একো সম্বন্ধ নাই।

অলপ অচৰপ

যাওঁ মই--( প্ৰস্থান )

চুটি-চাপৰ

বুঢ়াদেউৰ ওচৰত ইমানকাল শিকিলোঁ,
মনৰ অস্পষ্ট আকুলতা এটা তথাপি
মুগুচিল।

সৰু-সুৰা

বৰং বেছিহে হৈ আহিছে। বুঢ়াদেউক
এৰি হলেও, এই আকুলতাৰ গতিয়ে যিমান
দূৰলৈকে লৈ যায় সিমান দূৰলৈকে যাম।

( দুয়োৰো গীত )

নাই যদিও 'আছে'ৰ মলয়
দূৰ-বিদূৰে চলে।—
সেই বাবেহে আমাত 'আছে'ৰ
আকুল শিখা জ্বলে।
এইখিনিতে নহয়, জানো
এইখিনিতে নহয়, শুনো,
ক'ত ক'ত ক'ত ?
হৃদয় পাথৰ
কাৰ পৰশত গলে ?

পুৰতি নিশাৰ পশ্চিমাকাশ।
মানুহৰ স্বাধীন চিন্তা আৰু মুক্ত বুদ্ধিৰ
ওচৰত একদেশদৰ্শিতামূলক কোনো
শিক্ষাই প্ৰতিপত্তি লভিব নোৱাৰে, তাক
যিমানেই যুক্তিসঙ্গত আৰু শৃঙ্খলিত
কৰিবৰ চেষ্টা নহ'ক। সাম্প্ৰদায়িকতাৰ
জালেদি তাক বান্ধি ৰাখিবৰ যিমানেই
চেষ্টা নহ'ক, এককালেদি সি ওলাই বাহিৰ
হ'বই। কাৰণ সি স্বাধীন-চিন্তা, মুক্ত-বুদ্ধি—
তাৰ গতি অবাধ।

চুটী-চাপৰ

ঠিক, ঠিক,—কথা কেইষাৰ কৈ ক্ৰমে
সৌন্না আঁতৰ হৈ যাব ধৰিছে নহয়! ঠিক
আমাৰো তাকেই অনুসৰণ কৰ।

(বেগেৰে দুয়োৰো প্ৰস্থান)

পুৰতি ভোঁটাৰ

গীত।

কোন অজানাৰ
উদাস বাঁহীৰ
সুৰৰ দোলাত উঠি,
কোন নীলিমৰ
সুনীল পটত
ধীৰে উঠোঁ ফুটি।
কোন প্ৰেমিকৰ
চকুৰ লগত
চকু মিলাই মিলাই,
মুগ্ধ কৰোঁ
নিখিল জগত
হাঁহি বিলাই বিলাই।

ফুটিল পুৱাৰ আলোকৰ

গীত।

আন্ধাৰ আলোক মথন কৰি
হাঁহিৰ সুধা তুলি—
কোনে আমাক দিলে গঢ়ি
কোনে কৰ খুলি

মুক্ত আকাশ

আছে, আছে, সকলো আছে। সুখ আছে, দুখ আছে, উৎসাহ আছে, অৱসাদ আছে, পৰিত্ৰতাৰ পানীত পৰিশুদ্ধ হবৰ কাৰণেই পাপ আছে— অসমীৰ আনন্দত আত্মহাৰা হবৰ কাৰণেই পুণ্য আছে। গোটেই জগত ঢাকি-ঢাকি দিবলৈকেই সম্পদ আছে, মঙ্গল আছে, উচ্চ চিন্তা আছে— জগত-ভৰা স্নেহ, দয়া, প্ৰীতি প্ৰেম মাতি আনিবলৈ কঠোৰতা আছে, অপ্ৰীতি আছে, অপ্ৰেম আছে, দাৰিদ্ৰ্য দুৰ্ভিক্ষৰ অত্যাচাৰত মুক্ত-হস্তে বিলাই দি ৰক্ষা কৰিবলৈ সম্পদ আছে, ঐশ্বৰ্য আছে। হিংসা, ঘৃণা নাশ কৰি সম-প্ৰাণতাৰ সুন্দৰ বিমোহন জগত সৃষ্টি কৰিবলৈ সাম্য আছে, মৈত্ৰী আছে। আতুৰক, বিপদগ্ৰস্তক সেৱা কৰি ৰক্ষা কৰিবলৈকেই প্ৰাণ আছে, জীৱন আছে। সংকীৰ্ণতাৰ হেঙাৰ ভাঙি বাহিৰ হৈ আহিবলৈ উদাৰতা আছে, জ্ঞান আছে, আলোক আছে। নিখিল জগত! ব'লা একেলগে ব'লা—ক্ৰমে আগুৱাই ব'লা। একে ঠাইতে জড় হৈ বৈ থকাটো জগতৰ ৰীতি নহয়, জীৱনৰ ধৰ্ম নহয়। সকলোৱে প্ৰাণৰ লগত নিজৰ প্ৰাণ সম্বন্ধ কৰি আগুৱাই থাকা—দেখিবা, তোমাৰ প্ৰাণ কিমানখিনি তেতিয়া আনন্দত ভৰি উঠে। তোমাৰ নিমিত্তে মোৰ বুকত উন্মুক্ত

পুৰতি চৰাইৰ

গীত।

কাৰ গন্ধে
আকুল কৰি
সজাগ কৰে প্ৰাণ;
কাৰ ছন্দে
মোহিত কৰি
বজায় কিহৰ গান?
কাৰ কাননত
কি কাৰণে
তোলোঁ কলৰব;
কাৰ আকাশত
খণে খণে
জাগে মহোৎসৱ?

**নিখিল জগতৰ**

১ম সুৰ—প্ৰাণ, প্ৰাণ, প্ৰাণ আছে।
২য় সুৰ—জীৱন, জীৱন, জীৱন আছে।
৩য় সুৰ—জগত আছে, জগত আছে।
৪ৰ্থ সুৰ—সৃষ্টি আছে, সৃষ্টি আছে।
৫ম সুৰ—বিকাশ আছে, বিনাশ আছে,
উন্নতি আছে, অৱনতি আছে।
৬ষ্ঠ সুৰ—আশা আছে, নিৰাশা আছে, উঠন
আছে, পতন আঁছে।
৭ম সুৰ—সফলতা আছে, বিফলতা আছে,
কামনা আছে, সাধনা আছে।

বিশাল বাট সদায় পৰি আছে। কিন্তু সাৱধান, তাল নাভাঙিবা। সকলোৱে একেলগে একে খোজে তালত তাল ৰাখি মানত মান ৰাখি ক্ৰমে আগুৱাই থাকা। বাটত কেতিয়াও অমিলৰ চিন কাটি নাযাবা; তেনেহলে তোমাৰ সকলো সাধনা নিস্ফল হ'ব। লগ ভাঙি তাল ভাগি আগুৱাব খুজিলে বল পাবা ক'ত? পৰস্পৰৰ আদান-প্ৰদানতহে শক্তি বাঢ়ি থাকে। এই কথা মনত ৰাখি আগুৱাই থাকা—বাট অনন্ত, অসীম।

# মই লিখো কিয়?

জনপ্ৰিয় 'অসম বাতৰি'ৰ সৰবৰহী সম্পাদকে 'মই কিয় লিখো?' বোলা প্ৰশ্ন এটা তুলি তাৰ উত্তৰ স্বৰূপে প্ৰবন্ধ এটা লিখিবলৈ মোক অনুৰোধ কৰিছে। সৰ্বপ্ৰিয় 'অসম বাতৰি'ৰ ফালৰ পৰা এই প্ৰশ্নটো অতি সমীচীন হৈছে সন্দেহ নাই। চৰায়ে নানা সুৱদী সুৰেৰে কিয় গীত গায়, নদীয়ে উদাত্ত বেগেৰে বৈ গৈ কিয় সাগৰত পৰে, জুৰিটিয়ে নানা বাধা-বিঘিনি চেৰাই কুল কুল কৈ ধ্বনি তুলি পৰ্বতৰ পৰা নামি আহি কিয় নদীৰ বুকুত পৰি মিলি যায়, প্ৰেমিকে প্ৰেমিকাৰ বাবে কিয় উৰাউল হয়, উদ্ভিদ জগতখন কিয় সেউজীয়া গছ-লতাই কিয় ফুল-ফল দিয়ে, সুখ-দুখে মানৱ মন কিয় চিৰাচিৰ কৰে, মানুহে মানুহে কিয় কটাকটি মৰামৰি হয়, সাগৰ কিয় দ, চন্দ্ৰ-সূৰ্যই কিয় চাৰিওফালে জোনাক-ৰ'দ ঢালে, মেঘ-বৰষুণ-বতাহ-ধুমুহা-বিজুলীয়ে মানুহক কিয় সুখ দিয়ে, দুখ দিয়ে আনন্দ দিয়ে, নিৰানন্দ দিয়ে, নীলাকাশখনে চৰাচৰ-খনক কিয় আগুৰি আছে, ইত্যাদি যাৱতীয় প্ৰশ্নৰ যেনে শেষ উত্তৰ নাই, 'মই লিখো কিয়?'টোও তেনে এটা প্ৰশ্ন বুলি ভাবো। গতিকে, থুপুৰাই এই প্ৰশ্নৰ সম্যক সমিধান দিয়াটো মোৰ পক্ষে টান কথা। তথাপি, উপলব্ধি কৰিব পৰা যেন লাগে, যাৱতীয় এই সকলোবোৰ এক পৰম অসীমাত্মাই নিজ সৃষ্ট সসীমাত্মাৰ দুৱাৰেদি বিনন্দীয়া বৈচিত্ৰ্যেৰে নিজক নিজে উপলব্ধিৰ আনন্দ উপভোগ কৰাৰ স্বতঃস্ফূৰ্ত নিৰৱচ্ছিন্ন লানি নিছিগা চিৰন্তন প্ৰণালী।

এই জানিয়ে বাস্তৱ জগতৰ সসীমাত্মাৰ ভিতৰত পাৰম্পৰিক বিৰোধৰ সৃষ্টি কৰে অৰ্থাৎ, সসীমাত্মাই অসীমাত্মাৰ সান্নিধ্য বিচাৰি আগবাঢ়ি যোৱা গতিৰ আকুলতাত অন্তৰায় উপস্থিত কৰে। তাতেই এটা বেদনাৰ সৃষ্টি হয়। কোৱা, লিখা, গোৱা, অঁকা আদিবোৰ, পৰ্বত বগাই নামি অহা জুৰিটি নাইবা ছিলদল ভাঙি বৈ অহা নৈখনিৰ দৰে, এই বেদনাৰে, অৰ্থাৎ বাস্তৱবদ্ধ সসীম আত্মাই অসীমাত্মাৰ সন্ধান ধিয়াই আগবাঢ়ি যোৱা ধ্যানৰ আকুলতাৰে বাটত লগ পোৱা বাধাসমূহৰ সন্মুখীন হৈ আশা-নিৰাশাৰ যি ধুমুহনিত পৰে, এই বেদনাৰে সেইবোৰ আত্ম-প্ৰকাশ। এই বেদনা অতি মধুৰ, অতি আনন্দকৰ। এই আনন্দকেই মানুহে বক্তৃতাত কয়, আখৰত লিখে, সুৰত গায়, চিত্ৰ আঁকে, শিলত খোদে, মূৰ্তি মন্দিৰত সাজে। গতিকে, লিখা, কোৱা, অঁকা, খোদা, সজা আদি সকলোবিলাক আত্ম-প্ৰকাশৰ আনন্দকৰ বেদনাৰেই মূৰ্ত্ত বিকাশ। এই বেদনা প্ৰকাশেৰেই সসীমাত্মাই অপাৰ শান্তি লাভ কৰে।

### আত্মিক বেদনা

কিবা উদ্দেশ্যৰেই হওক, বা নিঃউদ্দেশ্যৰেই হওক, এই সকলোবোৰৰ মূল উৎস হ'ল হৈছে স্বপ্ৰকাশৰ আত্মিক বেদনা। ইয়াত বাস্তৱীয় লাভ-লোকচান, যশ-প্ৰশংসা, নিন্দা-গৰিহণালৈ ভ্ৰূক্ষেপৰ কথা নাই, কিন্তু, বিৰাটাত্মাৰ অমৃত সন্ধানত পথৰ অস্বস্তিসমূহ নিৰাশ কৰি আত্মবেদনা প্ৰকাশৰ আনন্দত বিভোৰ হৈ গৈ থকা গতিৰ কথা আছে। অৱশ্যে এই আনন্দৰ সন্ধান নোপোৱা, নাইবা সন্ধান পাবলৈ নাবাজ হোৱা বক্তা, লিখক, চিত্ৰকৰ, গায়ক, খোদক বহুত আছে। সেইসকলৰ আপচু আবৰ্জনাও এইবোৰত অপৰ্যাপ্ত। সেইবাবেই কালৰ গতিৰ লগে লগে নানা সঙ্কটৰ প্ৰভাৱ ক্ৰমে বাঢ়িয়েই চলিছে, লাঘৱ হোৱা নাই। এই কথা মই মোৰ নিজ উপলব্ধিৰ পন্থৰ পৰাহে কব খুজিছো।

আনসকলৰ পন্থৰ পৰা এইটো হয় নে নহয়, মই নাজানো, কিন্তু নহবও পাৰে। কিন্তু মোৰ দৃঢ় বিশ্বাস, কৰাতকৈ লিখা আৰু কোৱাৰ মাত্ৰা অতিপাত বাঢ়ি যোৱাৰ বাবেই এনে ঘটিছে।

জীৱনত এই বেদনা নাজাগিলে অসীমাত্মাৰ বিৰাট সান্নিধ্য লাভ কৰা আকুলতাৰ জ্যোতিৰ্ম্ময় পুলক অন্তৰত পোৱা নাযায়। এই পুলক অনিৰ্বচনীয় চেতনাময়, চিৰজাগ্ৰত। এই জাগৰণেই আত্মাৰ সসীমতাক অসীমাত্মাৰ অতল অমৰ মহা-সমুদ্ৰত অৱগাহন কৰাই জ্যোতিষ্মান কৰে। এই জ্যোতিৰ আলোকতেই বিৰাটৰফালে ধাৱমান হোৱা সসীম জীৱনে লিখে, কথা কয়, অৰ্থাৎ নিলিখি, নকৈ নোৱাৰে, আত্ম-প্ৰকাশৰ বেদনাৰ সাৰ্থকতাত আনন্দাপ্লুত হবলৈকে। তেতিয়া এইবিলাকেই শাশ্বত ৰূপ পৰিগ্ৰহণৰে বেদ, ত্ৰিপিটক, বাইবেল, কোৰাণ, অজন্তা, আলোড়, তাজমহল আদিৰ দৰে মানৱ সমাজৰ স্থায়ী সম্পদ হৈ উঠে।

কিন্তু মোৰ ক্ষেত্ৰত এইটো বহুকালৰ পৰাই নাখাটে। সেইবাবে, 'অসম বাতৰি'য়ে মোক 'মই কিয় লিখো?' বোলা প্ৰশ্নটোৰ পৰিবৰ্ত্তে 'মই কিয় কৰো' বোলা প্ৰশ্ন এটা কৰা হলেই মই ভাল পালোহেঁতেন। আন সকলে যিয়েই নকওক, মই নিজে অনুভৱ কৰো, লিখাতকৈ কৰাৰ প্ৰতি আসক্তি মোৰ তীব্ৰ, আৰু মোৰ লিখাতকৈ তাৰ পৰিমাণো সৰহ। জীৱনত মই সাহিত্য সাধনাতকৈ

কৰ্ম সাধনাৰ আনন্দহে উপভোগ কৰি আহিছো সাৰ্থকতা বা ব্যৰ্থতালৈ ভ্ৰূক্ষেপ নকৰি। সাহিত্য-সৃষ্টিৰ সাধনাত মই কিবা একাৰাৰ লিখা বুলি মোৰ মনত নপৰে। যি সামান্যখিনি লিখিছো, সেইটো মোৰ কৰ্মসাধনাৰ সহায়ক হিচাপেহে। তাত কিবা সাহিত্য আছে বুলি মই গম নাপাওঁ। আনসকলে সাহিত্য-সাধনাৰ দুৱাৰেদি সচ্চিদানন্দময় বিৰাট আত্মাৰ সৌন্দৰ্য্য বিচাৰে। সেই প্ৰয়াস মই কৰ্ম-সাধনাৰ দুৱাৰেদিহে কৰো। সেই বাবেই হয়তো মোৰ লিখাত কোনো প্ৰকাৰৰ ৰস নাই, আৰু কোনেও মন দি নপঢ়েও, আৰু সমালোচনাৰ শ্ৰমো স্বীকাৰ নকৰে। যি নহওক, আনে যি কি নাভাবক, মই ভাবো, মোৰ লিখাত সাহিত্য-ৰস নাথাকিলে, কৰ্মৰ উন্মাদনা আছে। তাতেই মই পৰম আনন্দ উপভোগ কৰো। কাৰণ, মই সাহিত্য ৰসবাদী নহলেও কৰ্ম ৰসবাদী। সেই বাবেই সম্ভৱতঃ সম্ভৱ-অসম্ভৱ আৰু সাৰ্থকতা-ব্যৰ্থতাৰ চিন্তা পৰিহাৰ কৰি নানা পৰিকল্পনাৰে নানা আঁচনি আজিলৈকে আঁকি থকাটো মোৰ এটা দুৰাৰোগ্য ৰোগ হৈ পৰিছে।

### জীৱনৰ সাৰ্থকতা

সসীম জীৱনৰ খন্তেকীয়া বেদনাক অসীমৰ ৰূপত উপলব্ধি কৰিব পাৰিলেহে মানুহৰ জী থকাটো সাৰ্থক হয় বুলি মই ভাবো। নহ'লে জীৱনৰ গতিশীলতা ৰুদ্ধ হৈ পৰে। জীৱন তেতিয়া, ব্যক্তিকেন্দ্ৰিক বেদনাৰ গভীৰ পঙ্কত নিমজ্জিত সজীৱতাৰ বেগ ৰহিত, স্থবিৰতা আৰু জড়ত্বত পৰি হেৰাই যায়। মোৰ তেজৰ সোঁতত কৰ্ম-প্ৰেৰণাৰ যি উগ্ৰতা অনুভৱ কৰো, সেই প্ৰেৰণাৰ উগ্ৰতাৰ বাবেই হয়তো মই মাথোন প্ৰচণ্ড বেগেৰে, খৰধাতি পৰ্বতীয়া জলপ্ৰপাতৰ দৰে অজান ভৱিষ্যতৰ মহাসমুদ্ৰ অভিমুখে আগুৱাই যোৱাৰ সপোনহে দেখো। সেইবাবেই জীৱনত ব্যক্তিগত দুখ-বেদনা, দাৰিদ্ৰ্য-দুৰ্গতিৰ খন্তেকীয়া আঘাতে কেতিয়াবা মোক মুহ্যমান কৰিলেও, আচ্ছন্ন ৰাতুল কৰিব পৰা নাই বুলি মই ভাবো।

যদি কোনোবাই বিচাৰে, তাৰ সন্ধান মোৰ 'তুমি' আৰু 'বীণা' কাব্য দুখনত পাব। জীৱনটোক মই কৰ্ম, চিন্তা, আবেগ, অনুভূতি সকলোফালৰ পৰাই সক্ৰিয়তাৰেই অনন্তগামী কৰি ৰাখিবলৈ আকাঙ্ক্ষা কৰো। মোৰ এই সচেতন সক্ৰিয় প্ৰচেষ্টাৰ ফলতেই জীৱনটোক অসীমৰ সৈতে অবিচ্ছিন্ন বুলি গ্ৰহণ কৰি মই অপাৰ আনন্দ পাওঁ। ব্যক্তিৰ জীৱনক মই অসীম অভিমুখে বিকীৰ্ণিত কেন্দ্ৰ বুলি গণ্য কৰো। মাথোন অনুভূতিৰ পৰিসৰতহে যে মই এই কথা ভাবো তেনে নহয়। বাস্তৱ ক্ষেত্ৰতো ব্যক্তিৰ জীৱনক অভিমুখে বোৱাই নিয়াৰ অবলম্বন স্বৰূপে সামাজিক আৰু দৈশিক জীৱনৰ অস্তিত্ব মই স্বীকাৰ কৰো। সেই বাবেই মোৰ 'তুমি' আৰু 'বীণা' কাব্যৰ অতীন্দ্ৰিয় অনুভূতিক জগতৰ পৰা মোৰ মন, প্ৰাণ, হৃদয় দেশ-সেৱাৰ কৰ্মক্ষেত্ৰলৈ উভতি আহিছে।

বহুতৰ মতে, মোৰ জীৱনত 'তুমি' আৰু 'বীণা'ৰ কাব্য-জগতৰ লৈতে বৰ্তমানত চলি থকা মোৰ কঠোৰ দাৰিদ্ৰ্যব্ৰতী জনসেৱকৰ দৈনন্দিন জীৱনৰ সঙ্গতি নাই। কিন্তু মই নিজে একো বিসঙ্গতি থকা বুলি নাভাবো। মই নিজৰ মতে কবলৈ হলে, মোৰ 'তুমি' আৰু 'বীণা'ও এক ৰকম উন্মেষধৰ্মী হৈছে। জলপ্ৰপাতৰ সোঁতে যি গৈ সাগৰত পৰি নিজক সাগৰৰে ধাৰা এটি বুলি

ভাবিবলৈ শিকিলে, আগুৱাই যোৱাৰ পথত সি যি অপ্ৰতিহত শক্তি এটা আহৰণ কৰিব পাৰে, সেই শক্তিয়েই তাক অনন্ত কাললৈ পৰিচালিত কৰি লৈ গৈ সাগৰৰ পৰা মহাসাগৰ, মহাসাগৰৰ পৰা অপাৰ জলধিৰ বুকুলৈ আগুৱাই লৈ যাব পাৰে। মোৰ জীৱনতো 'তুমি' আৰু 'বীণা'ৰ ছন্দৰ আঘাতে জীৱনটোক অসীম ৰূপত বুজি লোৱাত সহায় কৰিছে যেন পাওঁ। সেই কাৰণেই সম্ভৱতঃ মোৰ নিজৰ পক্ষৰ পৰা 'তুমি' আৰু 'বীণা'কো জীৱনৰ অসীম ৰূপ আৱিষ্কাৰৰ মাজেৰে অনন্ত কালৰ বাবে গতিশীল জীৱনৰ পথ মুকলি কৰি লোৱাৰ মন্ত্ৰধ্বনি বুলি কোৱাটোহে ভাল হ'ব বুলি মই ভাবো।

'তুমি' আৰু 'বীণা' ৰচনাৰ আগডোখৰ বয়সৰ পৰাই মোৰ ভিতৰত জনসেৱা আৰু স্বদেশানুৰাগৰ যি এটা কেঁচা ক্ষীণ প্ৰৱাহ বৈ আছিল সেই প্ৰৱাহৰ বেগে মোক 'লিখা'তকৈ 'কৰা'ৰ ফালেৰে সদায় পৰিচালিত কৰিছিল। ইং ১৯০৪ চনত 'বন্দিনী ভাৰত মাতা' নামেৰে এখন সৰু নাটক লিখি উলিয়াই সৰস্বতী পূজাৰ দিনা গুৱাহাটীৰ কলেজিয়েট স্কুলত অভিনয় কৰিছিলো। সেই নাটকখনৰ পাণ্ডুলিপি অভিনয় শেষ হোৱা মাত্ৰেই পুলিচে লৈ গৈ নষ্ট কৰি পেলাইছিল। সেই নাটকখন ৰচনা কৰাৰ উদ্দেশ্য আছিল, বৃটিছ-শাসনৰ বিৰুদ্ধে দেশবাসীৰ মনত তীব্ৰ বিক্ষোভ সৃষ্টি কৰা। তাৰ পিছত গুৱাহাটীত 'এনাৰ্কিষ্ট দল' গঠন কৰা সন্দেহৰ চেকা লৈ যেতিয়া বৰপেটাত অন্তৰীণ আছিলো, তেতিয়া ইং ১৯০৮ চনত কেইবাটা উদ্দেশ্য আগত ৰাখি কাম কৰিছিলো। (১) বৰপেটাৰ দুখীয়া ছাত্ৰসকলক শিক্ষাত অৰ্থ-সাহায্য দিবলৈকে 'পুওৰ ফণ্ড', (২) ডেকাদলৰ শাৰীৰিক চৰ্চাৰ বাবে 'লাঠি খেলা' আৰু 'শঙ্কৰদেৱ চাৰ্কাচ পাৰ্টি' গঠন, (৩) সমাজ-সেৱাৰ বাবে 'গৰীব সমাজ' গঠন, (৪) তাৰ অৰ্দ্ধ-আক্ষৰী, অনাক্ষৰী, লোকসকলক লৈ 'সনাতন সঙ্গীত সমাজ' নাম দি এটি মুকলি মঞ্চাভিনয়ৰ যাত্ৰাৰ দল খুলিছিলো। অনাক্ষৰী লোকসকলক আক্ষৰী কৰিবলৈকেও এই সংগঠনৰ জৰিয়তে চেষ্টা কৰিছিলো।

### নাটকৰ কথা

যাত্ৰা দলৰ অভিনয়ৰ বাবে পৌৰাণিক ঘটনা লৈ 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ' নামৰ নাটক দুখন লিখি গীত, বাদ্য, নৃত্য, অভিনয় মই নিজেই শিকাইছিলো। তাৰে 'জয়দ্ৰথ বধ' নাটকখন অসম চৰকাৰৰ প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত ছপা হৈ ওলাইছে। বুৰঞ্জীমূলক 'কল্যাণময়ী' নাটক লিখি উলিয়াই সেই সময়ৰ কলেজীয়া ছাত্ৰ-সকলৰ দ্বাৰা অভিনয় কৰাইছিলো। 'ভক্ত গৌৰৱ' নাটকখন লোপ পালে। 'কল্যাণময়ী' নাটকৰ কেইটিমান দৃশ্য 'আৱাহন'ত প্ৰকাশ হৈছিল আৰু তাৰে এটা দৃশ্য 'হিজ মাষ্টাৰ্চ ভয়জ' কোম্পানীয়ে গ্ৰামোফ'নত ৰেকৰ্ড কৰিছিল। কোম্পানীয়ে কৈছিল, সেই সময়ৰ সকলো অসমীয়া ৰেকৰ্ডতকৈ এইখন ৰেকৰ্ডৰ বিক্ৰী বহুত বেছি হৈছিল। বেপাৰী, পোহাৰী, খৰিকটীয়া, খেতিয়ক, কৰ্মচাৰী আৰু মুষ্টিভিক্ষাৰপৰা পোৱা ধনেৰে গঠিত 'পুওৰ ফণ্ড'ৰ পইচাৰে পঢ়াশালি আৰু হাইস্কুলত পঢ়া বহু কেইজন দুখীয়া ছাত্ৰক সহায় কৰা হৈছিল। এই 'পুওৰ ফণ্ড'ৰ গঠনত মোৰ উৎসাহী সহযোগী আছিল বৰপেটাৰ চিন্তাশীল সাহিত্যিক 'পুৰী ভ্ৰমণ'ৰ লিখক শ্ৰীপ্ৰাণেশ্বৰ দাস। এই 'ফণ্ড'ৰ

টকাও ভঁৰালীৰ হাতত জমা আছিল। মই বৰপেটা এৰি অহাৰ পাছত আৰু প্ৰাণেশ্বৰ দাসেও কলিকতালৈ পঢ়িবলৈ যোৱাৰ পাছত এই 'ফণ্ড' লুপ্ত হয়। 'লাঠি খেলা শিক্ষা' আৰু 'শঙ্কৰদেৱ চাৰ্কাচ' দল সংগঠনেৰে ডেকাসকলৰ শাৰীৰিক শক্তি আৰু সাহস চৰ্চাৰ দিহা কৰা হৈছিল। 'গৰীৱ সমাজ' গঠনেৰে সমাজ-সেৱাৰ কাম চলোৱা হৈছিল। এই সকলবে কিছুমানে বৰপেটা-সত্ৰৰ দৌলৎসৱ আৰু অন্যান্য উৎসৱ উপলক্ষে মাতৃ-সেৱাৰ কাম আজিলৈকে চলাই আছে।

উক্ত সকলো সংগঠনৰ উদ্দেশ্য আছিল—(১) বৰপেটাৰ পৰা বঙ্গালী ভাষাৰ অভিনয় নিৰ্মূল কৰা, (২) গাঁৱে-ভূঞে সোমাই অসমীয়াৰ ওপৰত নানাভাৱে উপদ্ৰৱ কৰা মৈমনচিঙীয়াবিলাকৰ কু-কৰ্মৰ বিৰুদ্ধে থিয় হবলৈকে শক্তি আৰু সাহস উপাৰ্জন কৰা, (৩) বৰপেটাৰ কাঠমিস্ত্ৰি, নাও-বৈচা, সৰু সৰু দোকানী, খেতিয়ক আৰু বাটে-বজাৰে ঘূৰি এনেয়ে অ'ত ত'ত মেল মাৰি কাজিয়া-পেছাল লগাই থকা যি সকলে দিনৰ কামৰ শেষত ঠায়ে ঠায়ে গাজা-ভাং খাই অলস-ভাৱে অযথা সময় কটাই কটাইছিল, সেইবিলাকক গাজা-ভাঙৰ খোলাৰ পৰা আঁতৰাই আনি অভিনয়, গীত-বাদ্য আৰু সমাজ-সেৱাৰ নিচাত লগোৱা।

উক্ত নাটকসমূহ ৰচনাৰ ক্ষেত্ৰতো সাহিত্য-সৃষ্টি কৰা মোৰ উদ্দেশ্য নাছিল,—আছিল দেশ-সেৱাৰ আকাঙ্ক্ষা। মোৰ ৰচনাৱলীৰ সংখ্যা তাকৰ; কিন্তু কৰ্ম-গঠনৰ পৰিকল্পনা আৰু লগে লগে তাক ৰূপ দিয়া প্ৰচেষ্টাৰ সংখ্যা বেছি। 'তুমি', 'বীণা' আৰু 'অনুভূতি'ত থকা কেইটামান কবিতাৰ বাদে, মোৰ ৰচনাৰ প্ৰায় আটাইখিনিয়েই প্ৰত্যক্ষভাৱে উদ্দেশ্যমূলক।

### জেল-জীৱন

স্বাধীনতাৰ অসহযোগ সংগ্ৰামৰ সম্পৰ্কত জেলৰ নিৰ্মম শাস্তিসমূহ অকাতৰে গ্ৰহণ কৰিও জেল কৰ্তৃপক্ষৰ বিৰুদ্ধে কয়েদীসকলক সচেতন কৰি শিল ভঙা, পাইখানা ঝাড়ু দিয়া, নিৰ্জন কাৰাবাস, ডাণ্ডাবেড়ী, ক্ৰচ বাৰ, থিয়-পোৱা, হাত-বেড়ী, মৰাপাটৰ থলীয়াৰ জায়গা চোলা পিন্ধা, পেনেল ডায়েট,—মুঠৰ ওপৰত জেল-আইনত থকা আটাইবিলাক শাস্তি বহন কৰাৰ সময়ত ঘি-কেইটা জেল-সঙ্গীত মুখে-মুখে ৰচনা কৰি জেলৰ অমানুষিক নিৰ্মমতাৰ প্ৰতি প্ৰত্যাহ্বান জনাইছিলো সেই গীতবোৰ সহকৰ্মী আৰু আন কয়েদীসকলক জেলতে শিকোৱাৰ সময়তো, সেই গীতবোৰৰ প্ৰভাৱেৰে অসহযোগী কয়েদীসকলৰ মনত দেশ-প্ৰেমৰ উষ্মা আৰু স্বাধীনতা লাভৰ দৃঢ়তা তীব্ৰতৰ কৰি তোলাৰ কথাহে চিন্তা কৰিছিলো। অৱশ্যে মোৰ নিজৰফালৰ পৰা সেই গীতবোৰৰ প্ৰতি শাৰী কথা আৰু প্ৰতিটো শব্দ মুক্তভাৱে উচ্চাৰণ কৰি অধিক শক্তিৱান হৈ কঠোৰ জেল-জীৱন-যাপনৰ বাবে মই সামৰ্থ্য আহৰণ কৰিছিলো।

কবিতা ক্ষেত্ৰৰ কথা বাদ দিলে মোৰ 'চেতনা' আৰু 'ডেকা-অসম'ৰ সম্পাদকীয় প্ৰবন্ধসমূহতেই মোৰ অধিকখিনি চিন্তা-চৰ্চা লিপিবদ্ধ হৈ আছে। 'ডেক-ডেকেৰীৰ বেদ'তো আছে ভিন্ ভিন্ পৰি-স্থিতিৰ আহ্বানত সেই একেটা উদ্দেশ্যৰেই পৰি-চালনা কৰা এই দুখন আলোচনী আৰু কাকতত দেশ, কাল আৰু সমাজগত বিষয়, সমস্যা সম্পৰ্কে চিন্তা-চৰ্চা কৰিবলগীয়া হৈছিল। সেইবিলাক সম-সাময়িক বিষয়ক কথাৰ অৱলম্বনেতেই, সেই সম্পৰ্কত মোৰ মনত উদয় হোৱা সাৰ্বজনীন জাগতিক চিন্তা আৰু মনোভাৱো মই প্ৰকাশ কৰিছিলো।

তথাপি, সেইবোৰ ৰচনাৰ অধিক ভাগেই বিবিধ উদ্দেশ্যমূলক চিন্তা-প্ৰণোদিত আছিল। কবিতাৰ ক্ষেত্ৰত, বিশেষকৈ ইং ১৯৪৭ চনৰ পিছত বেছিভাগ কবিতা বা পদ্য মই উদ্দেশ্যমূলক ৰূপেই লিখিছোঁ। 'স্থাপন কৰ—স্থাপন কৰ', 'বেদনাৰ উল্কা' আৰু সম্প্ৰতি প্ৰকাশ হোৱা 'দেশেই ভগৱান' আদি পুথিত সেইবোৰ লিখাৰ উদ্দেশ্য মুকলিকৈ কোৱা হৈছে। এই উদ্দেশ্য হৈছে একমাত্ৰ নিজস্ব ভাষা, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি, সমাজনীতিৰ ক্ষেত্ৰত মোৰ দেশখনক নিখুঁতকৈ ৰক্ষা কৰা,—মোৰ দেশবাসীৰ মনত প্ৰচণ্ড দেশপ্ৰেমৰ হিল্লোল তুলি দেশৰক্ষাৰ বাবে সকলোকে যোগ্য বীৰ কৰি তেলো।

'তুমি', 'বীণা' আৰু 'অনুভূতি'ৰ কোনো কোনো কবিতাত সৃষ্টি-বৈচিত্ৰ্য আৰু বিশ্বজাগতিক বিবিধ সৌন্দৰ্য্যৰাশিক অখণ্ড-অনন্তৰ প্ৰতিফলন ৰূপে দৰ্শন কৰি তাৰ মাধুৰ্য্যত ব্যাকুল হোৱা অনুভূতি প্ৰকাশ পাইছে, আৰু সেই ব্যাকুলতাৰ মাজেদি নিগৰি আছিয়েই মানৱ-জীৱন, মানৱ-সমাজ আৰু মোৰ নিজৰ দেশকো নিজৰ সৈতে অভিন্ন বুলি গ্ৰহণ কৰিবলৈ মই সক্ষম হৈছো বুলি মই ভাবো। সেইবাবেই আজি মোৰ জীৱনৰ বিজুলি বেলিকা মোৰ বাবে একমাত্ৰ 'দেশেই ভগবান' বুলি প্ৰতিভাত হৈছে।

মোৰ মতে, আচলতে সাহিত্য মাত্ৰেই উদ্দেশ্য-মূলক। কোনো বিশিষ্ট কেন্দ্ৰত অচল-অটল খোপনি পুতি অসীমিত বৈচিত্ৰ্য সৃষ্টি কৰিব পৰাটোৱে সাহিত্যিকৰ সাৰ্থকতা। মোৰ মতে সাহিত্যিক মাত্ৰকৰে জীৱন-দৰ্শন একোটা থকা বাঞ্ছনীয়, আৰু তেওঁ লিখা আৰু কৰা দুয়োটাতেই তেওঁৰ নিখুঁত জীৱন প্ৰতিচ্ছবি প্ৰতিফলিত হ'ব লাগে। আৰু সেই দৰ্শনৰ অনুগামী হ'ব য'ত এইটো নাথাকে, তাত লিখা বা কৰাৰ একো অৰ্থ নাথাকে। মোৰ নিজৰ জীৱনত এই কথা কিমান পৰিমাণে ৰক্ষিত হৈছে, সেইটো নিৰ্ণয় কৰাৰ ভাৰ সুবিজ্ঞ সমালোচকসকলৰ হাতত। মোৰ মতে, মোৰ লিখা বা কৰা দুয়োটাৰে উদ্দেশ্য মাত্ৰ একেটা। সেইটো হৈছে, মানৱ-জীৱনৰ কেন্দ্ৰত অটল-অচৰ থাকি বিপুল বিশ্বৰ অনন্ত সমাৰোহৰ সৈতে আত্মাৰ সংযোগ অবিচ্ছিন্ন ৰাখি বিকাশৰ ব্যাপক ক্ষেত্ৰত জীৱন-ধাৰাকে অসীমমুখীকৈ চিৰপ্ৰবহমান কৰি ৰখা। তাকে কৰিবলৈ যাওঁতেই, মোৰ নিজ দেশ, নিজ জাতি, নিজ সমাজক সেই মহাযাত্ৰাৰ অনুকূল কৰি গঢ় দি তোলাৰ প্ৰচেষ্টাত মোৰ লিখা আৰু কৰা দুয়োটাৰেই ওতপ্ৰোত সংযোগ ঘটি গৈছে বুলি মই অনুভৱ কৰো।

অনুপ্ৰেৰণা

ডঃ কাকতি, ডঃ সন্দিকৈ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, লক্ষ্মীকান্ত বৰুৱা, হলিৰাম ডেকা আদি মোৰ হিতাকাঙ্ক্ষী মৰমী বন্ধুসকলে কবিতা লিখাত মন পুতি লাগিবলৈকে মোক সদায় সকীয়াই আছিল, আৰু অৱহেলা কৰাত প্ৰায় কেইজনেই মোক 'নষ্ট ল'ৰা' বুলি তিৰস্কাৰ কৰিছিল। ডঃ কাকতিয়ে প্ৰায় ছেদ নপৰাকৈয়ে মোক কৈ আছিল কবিতা লিখিবলৈ, আৰু সেই কবিতাবোৰ তেওঁ ভাল ইংৰাজীত তৰ্জমা কৰি, এনেকি, তেওঁৰ নিজ খৰচেৰে ছপাই হলেও, নোবেল প্ৰাইজৰ প্ৰতিদ্বন্দ্বিতাৰ বাবে পঠাই দিব বুলি কৈছিল। এইটো মোৰ পক্ষে কম এটা লোভনীয় কথা নাছিল। কিন্তু মই সেইকালে মন দিদি সংৰক্ষিণীৰ আকৰ্ষণত সেই দৰ্শনৰ পাছে পাছে খেদাতে উত্ৰাৱল

হৈ থাকিলো। এইবাবে মোৰ লগত ডঃ কাকতিৰ মাজে-সময়ে মনোৰম সংঘৰ্ষও ঘটিছিল। ডঃ কাকতিয়ে যে মোৰ 'সংৰক্ষিণী'ৰ পাছে পাছে খেদাটোকৰিয়া পাইছিল, তেনে নহয়,—প্ৰশংসাহে কৰিছিল, আৰু সংৰক্ষিণী সংক্ৰান্তত মই লিখা কথাবিলাকে সমগ্ৰ ভাৰতত প্ৰচাৰ কৰিবলৈ আৰু নেতাসকললৈ পঠাবলৈ ইংৰাজীত অনুবাদ কৰি দি মোক উৎসাহহে দিছিল। কিন্তু কৱিতা লিখিবলৈকে মোৰ ওপৰত কৰা তেওঁৰ দাবীটো অতি প্ৰবল আছিল। ডঃ কাকতিৰ মোৰ প্ৰতি মৰমী সত্তাৰ মই সৰ্বান্তঃকৰণেৰে মানি উৎসাহিত হৈও মই তেওঁক কৈছিলো, নিজৰ ভাষা, সংস্কৃতি, সমাজ, অৰ্থনীতি, ৰাজনীতিৰ স্থিতি দেশখনৰ সৈতে আনৰ হাতত বিধ্বস্ত হবলৈ এৰি দি, মই এজনে অকলৈ নোবেল প্ৰাইজৰ প্ৰতিদ্বন্দ্বিতাত জয়ী হৈ কিছুমান টকা পুৰস্কাৰ পালেওনো মই কি সুখ পাম? মোৰ কি সন্মান বাঢ়িব? সমগ্ৰভাৱে দেশখন আৰু জাতিটোৰ সন্মান বাঢ়িলেহে মোৰো সন্মান বাঢ়িব। দেশখনৰ সুখ-শান্তিতেহে মোৰো সুখ-শান্তি। নিজ দেশ আৰু নিজ জাতিৰ সুখ-শান্তি আৰু সন্মানৰ বিনিময়ত মোৰ ব্যক্তিগত সন্মান, সুখ-শান্তি মোক নালাগে। গতিকে, কৱিতা সাধনালৈ পিছ দি মই 'সংৰক্ষিণী'ৰ সাধনাত মন-প্ৰাণ সমৰ্পণ কৰাকেই শ্ৰেয় বুলি ভাবিলো।

অসম আৰু অসমীয়াৰ ওপৰত বৰ্তমানত উজ্জ্বল হোৱা পৰিণামৰ *প্ৰতিচ্ছবি আৰু সপোন* মোৰ মনত স্বদেশ আন্দোলনৰ সেই ইং ১৯০৪ চনতে মই অনুমান কৰিছিলো। এনে পৰিণামৰ পৰা পৰিত্ৰাণ পোৱাৰ উদ্দেশ্যৰেই পৰিস্থিতিবিলাকৰ লগত সঙ্গতি ৰক্ষা কৰা চিন্তাধাৰাৰে এটাৰ পাছত এটাকে লানি নিছিগাকৈ: (১) এনাৰ্কিষ্ট দল গঠন, (২) বৰপেটাত নানা সংগঠন, (৩) অৰুণা প্ৰেছ স্থাপন, (৪) 'চেতনা' আৰু 'ডেকা অসম' প্ৰকাশ, (৫) সংৰক্ষিণী সভা স্থাপন, (৬) জাতীয় মহাসভা স্থাপন, (৭) শিক্ষা প্ৰচাৰ সমিতি স্থাপন, (৮) স্বদেশী কিনক সংঘ স্থাপন, (৯) শুদ্ধি আন্দোলন, (১০) লাজপৎ ৰায় অনাথ আশ্ৰম, (১১) অসম ব্যায়াম সংঘ, (১২) অসম সংস্কৃতি সঙ্গম, (১৩) স্বাধীন পঞ্চায়েৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি, (১৪) মায়াবিনী কেমিকো ৱৰ্কছ, (১৫) বৈদ্য অমৰ ঔষধালয়, (১৬) উচ্চাঙ্গ সঙ্গীত শিক্ষাৰ বাবে কামৰূপ সঙ্গীত বিদ্যালয়, (১৭) সাহিত্য প্ৰকাশ ভৱন লিমিটেড, (১৮) ডেকা-ডেকেৰীৰ বেদ, (১৯) ভাষা আন্দোলন, (২০) মৈমনচিঙীয়া আৰু (২১) ভগনীয়া প্ৰতিৰোধ আন্দোলন, (২২) শ্ৰীহট্টবাদ, (২৩) গ্ৰুপিং বিৰোধ, (২৪) অসমৰ ভৱিষ্যৎ সকলৰ বাবে মাটি সংৰক্ষণৰ আইন প্ৰণয়ণ, (২৫) অসমৰ সকলো ক্ষেত্ৰতে থলুৱা লোকৰ অধিকাৰ প্ৰতিস্থাপন, আৰু সৰ্ব শেষত শেষ উপায় স্বৰূপে (২৬) ভাৰত ঐক্য সাধন সমাজ সংগঠনৰ আঁচনি লৈ মোৰ বাৰ্দ্ধক্যক শক্তি-সামৰ্থ্য লৈ আজিলৈকে চিন্তা-চৰ্চা কৰি আছোঁ। এই সকলোবিলাক একেডাল শিকলিৰ দৰে একেটা কেন্দ্ৰীয় দৈশিক স্বাৰ্থত সংশ্লিষ্ট।

**অসম আৰু অসমীয়া**

মোৰ এই সকলো সংগঠন আৰু কৰ্ম-পৰিচালনাৰ মাত্ৰ একেটা লক্ষ্য অসম আৰু অসমীয়া জাতিক *নিজ দেশত নিজস্ব* ৰূপত, *নিজস্ব অধিকাৰত* শক্তিশালীকৈ প্ৰতিষ্ঠা কৰা। কাৰণ, মোৰ সু-চিন্তিত বিশ্বাস, অসমীয়া জাতিৰ শক্তিশালী অস্তিত্বৰ অধিকাৰ অসমত প্ৰতিষ্ঠিত নহলে, মহা-

ভাৰতৰো বিপদ, আৰু ভাৰতৰ লগতে আন্তৰ্জাতিক বিপদো অপৰিহাৰ্য। সেইবাবে, মহাভাৰতীয় জাতীয়তাত আৰু আন্তৰ্জাতিক মহামানবীয়তাত কোনো প্ৰকাৰৰ গুৰু আঘাত নপৰাকৈ, কোনোটোৰ লগত কোনোটোৰ পাৰস্পৰিক বিৰোধ উপস্থিত হ'ব নোৱাৰাকৈ 'সংৰক্ষিণী দৰ্শন' লিখি, আঁচনি আঁকি, কৰ্ম-পদ্ধতি গঢ়ি মই সকলো কথা কৈ, লিখি আৰু কৰি আহিছোঁ। এই 'সংৰক্ষিণী দৰ্শন' মই 'ডেকা অসম'ত প্ৰকাশ কৰিছোঁ। তাকে পুথিৰ আকাৰত প্ৰকাশ কৰিবলৈ বৈ আছোঁ। গতিকে, মোৰ লিখা আৰু কৰা একেলগে গলাগলিকৈ চলি আছে। ইয়াৰ বাহিৰে মই আনদৰে চিন্তা কৰিব নোৱাৰো, লিখিব নোৱাৰো, কৰিব নোৱাৰো। কিন্তু মোৰ দেশবাসীয়ে উচিত সময়ত মোৰ এইবোৰ আৰ্তনাদলৈ কাণ নিদিলে। বিৰোধহে কৰিলে। এইষাৰ কথা মই কাৰো ওপৰত অভিযোগ তুলি কোৱা নাই। সঁচা কথাকে কৈছো।

সন্দেহ নাই, মোৰ ওপৰোক্ত সকলোবিলাক কৰ্মধাৰাই ব্যৰ্থ হৈছে। এই সম্বন্ধে মই সচেতন। কিন্তু তাত মোৰ কোনো অভিযোগ আৰু অনুতাপ নাই। দেশ আৰু জাতিৰ প্ৰতি কৰ্তব্যৰ কঠোৰ আদেশ পালনৰ বাবেই মই কৈ গৈছোঁ, লিখি গৈছো। প্ৰচণ্ডভাৱে মই আশাবাদী যদিও, ফলাফললৈ বেছি মন দিয়া নাই। মই বৈষ্ণৱ— শ্ৰীমন্ত শঙ্কৰদেৱৰ এক শৰণপন্থী। সৰ্বময় ভগৱানৰ অপাৰ মহিমাৰ মই একান্ত সেৱক।

( 'অসম বাতৰি', ২ মাৰ্চ, ১৯৬৬ )

---

# ‘গীতৰ শৰাই’ত সংযোগ হবলগীয়া অতিৰিক্ত গীত

( ইতিমধ্যে এই ৰচনাৱলীত ‘গীতৰ শৰাই’ নামেৰে অম্বিকাগিৰী ৰায়চৌধুৰীৰ চৈধ্যটা গীত প্ৰকাশ হৈছে। উল্লেখযোগ্য যে উক্ত গীতকেইটা হাতেলিখা পাণ্ডুলিপিত ‘বেণু’ নামেৰে নামকৰণ কৰা হৈছিল। দৰাচলতে আধ্যাত্মিক ভাবৰ গীতসমূহ ‘বেণু’ নামেৰে কবিয়ে অভিহিত কৰিছিল। —সম্পাদক )

## প্ৰভু, যিমানে উধাই যাওঁ

প্ৰভু, যিমানে উৰ্ধাই যাওঁ
মোৰ হিয়াৰ তেজেৰে বোলাব তোমাৰ
পদখনি যেন পাওঁ।
তুমি যদি ফুৰা সান্ধ্য-গগনখনি
আলোড়ি ফাকুৱা খেলি
কৰিবা মোক তয়ু পদ-বিভঙ্গত
ভাঙি উৰি ফুৰা ধূলি ;
ভুৱনে ভুৱনে উৰি উৰি যেন
তয়ু গুণ-গান গাওঁ।
নিবিড় নিশাত সুনীল আকাশত
তৰা খটোৱা পাটী পাৰি,
ক্লান্ত কোমল তয়ু অঙ্গ ঢালি ৰবা
নিঢালে ভাগৰ মাৰি।
গন্ধ-গীতিকাময় তোমাৰ গৌৰৱ
চন্দন উৰি চাৰিফালে,
কিবা মহোৎসৱ মণ্ডিত অঞ্জলি
ৰঙা চৰণত ঢালে।
আপোন পাহৰি তেতিয়া যেন তয়ু
জয় জয় জয় গাওঁ।
যিমানে উধাই যাওঁ।
( ১৯২২, গুৱাহাটী )

## তয়ু শান্তি শীতল প্ৰেম পৰশেৰে

তয়ু শান্তি শীতল প্ৰেম পৰশেৰে
জনকোৱা মোৰ পৰাণ বীণ
মোক বিৰহানলত পুৰি মাৰা কিয়
মই যে তোমাৰ সেৱক দীন।
তয়ু মঙ্গলময় পুণ্য-পৰশ
দিয়া জীৱনত বুলাই
সি মোৰ কামনা বাসনা বেদনা
দিয়ক সকলো জ্বলাই।
তয়ু প্ৰেম-হিল্লোলী চৰণ ছায়াত
দিয়া মোক এখনি থান
মই তয়ু পদ সেৱি তাতে কৰি থাকোঁ
চৰণ অমৃত পান।

## নিতাল নিশাৰ আজি বাজে কি গহীন গান

নিতাল নিশাৰ আজি বাজে কি গহীন গান
উৰি যাব খোজে মোৰ আকুল উদাস প্ৰাণ
সুৱাগী তাৰকা জাকে
ধৰণীৰ ফাঁকে ফাঁকে
ঢালি দি অমৃত, ঢাকে
দুঃখ শোক যতমান।
উৰি যা মুগুধ মন
ভাঙি সেই শূন্য খন
লভি সেই শান্তি ধন
উঠক উজ্বলি প্ৰাণ।
( ১৯১৭, গুৱাহাটী )

## কিয় শূন্য হ’বনো জীৱন

কিয় শূন্য হ’বনো জীৱন
তুমি পুণ্য তুলিকা বুলাই বুলাই
কৰি দিছা দেখোঁ পূৰণ ?
তুমি পূৰ্ণ বিৰাজ কৰিছা

মোৰ বেথা বিধ্নিত হৃদয়ত তুমি
ধূলাই ধূলাই জ্বলিছা।
মোৰ চিন্তা ৰহণে ৰঙোৱা
ভক্তি নীৰেৰে ধুওৱা
স্বৰ্গ মৰ্ত্য বন্দিত তয়ু
মঙ্গলময় চৰণ।
আজি দিয়া দিয়া দিয়া জ্বলাই
মোৰ অন্ধাভিমান আছে যি এফেৰি
সিও যক আজি পলাই।
তয়ু বিশ্বজয়িনী ইচ্ছা
বুৰাই বিপুল বিশ্ব
জীৱনৰ ফাঁক দিয়াহি পূৰাই
ওপচক মহা মিলন।
( ১৯২০, গুৱাহাটী )

## তোমাৰ সঙ্গীত শুনিছোঁ কাণেৰে

তোমাৰ সঙ্গীত শুনিছোঁ কাণেৰে
নাপাওঁ কিয়নো দেখা—
নেদেখা তুলিৰে পৰাণ পটত
আঁকিছোঁ বিৰহ ৰেখা—।
এইদৰে আৰু ক'ত দিন মোক
কৰিবা বঞ্চিত কোৱা ?
জীৱনৰ মোৰ জীৰ্ণ গান কিটি
সঁপি দিলোঁ এই লোৱা।

## মঙ্গল মলয়া ছাটি

মঙ্গল মলয়া ছাটি
মঙ্গল মধু জেউতি
হিয়াত দিয়া ভৰাই হেৰা প্ৰেমময়!
কৰ্তব্যৰ সামৰণি
নিদিবা হিয়াত সানি
যুগমীয়া কৰ্তব্যহে দিয়া প্ৰেমময়!
মঙ্গলৰ মহা-বীণ
ভুলত পৰিলে ক্ষীণ
তুনাই জোকাৰ তুলি দিবা প্ৰেমময়!

আজলি হিয়াৰ পৰা
মঙ্গল পিছলি পৰা
দেখা যদি কেতিয়াবা—হেৰা প্ৰেমময়,
তুলি তালি চেনেহেৰে
বান্ধি প্ৰেমৰ ডোলেৰে
খাপত ভৰাই দিবা হেৰা প্ৰেমময়!
( ১৯১৩, বৰপেটা )

## তুমি হৃদয় ৰঞ্জন

তুমি হৃদয় ৰঞ্জন
বিশ্ব বিমোহন
বসন্ত পঞ্চম স্বৰলা,
হেৰা মহা শান্তি
উজলোৱা কান্তি
প্ৰাণ-পান্তি তুৱা জুৰুলা।
যত উদ্ভণ্ডালি
যত বেমেজালি
সোৰোপালি য'ক আঁতৰি—
জ্বলি প্ৰেম-বন্তি
উচটাই তন্ত্ৰী
সপ্তমত তোলা জোকাৰি
শুদ্ধ মূল হিয়া
পাপ এলেন্দ্ৰুৱা
নিয়া নিয়া নিয়া আঁজুৰি।
অছেদ্য বান্ধোন
মৈত্ৰীৰ সন্ধান
বিশ্ব-হিত ধ্যানভৈৰৱী—
হেৰা নিখুঁত সুন্দৰ
বিশ্ব পুৰন্দৰ
মঙ্গল অমৃত পূৰৱী।
প্ৰেমৰ সঙ্গীত
গাঁথি অন্তৰত
উপচোৱা জ্ঞান জাহ্নবী।

আজি মহা মিলনৰ
মহা আৱাহন
প্ৰাণে প্ৰাণে মহা মিলন
বিশ্বৰ আঁচল
ভৰি উপচক
মিলনৰ মহা গাজন।
ভাই ভাই আজি
বিশ্ব হিয়া জুৰি
হ'ক যুগমীয়া মিলন। ( ১৯১৩, বৰপেটা )

## সত্যময় প্ৰেমময়

সত্যময় প্ৰেমময়
দয়া কৰা দয়াময়!
তযু কৰুণা উদ্ভাসিত
পুণ্য ভৰা চকুত
উপজোৱা অমৃত
বিশ্বপতি তত্ত্বময়।
তযু চুম্বন সুবিমল
নিশ্বাস নিৰমল
পৰশ সুশীতল
দিয়া দিয়া মনোময়।
( ১৯১৩, বৰপেটা )

## নাটনি পৰিছে অন্তৰৰ প্ৰেম

নাটনি পৰিছে অন্তৰৰ প্ৰেম
কিহেৰে দিমনো আঁজলি?
মিঠা মিঠা কথা নপৰে মনত
কিদৰে মাতোনোঁ নাথ বুলি?
নাই হৃদয়ত কবিতাৰ ৰেণু,
নাবাজে নিচেই ভাব ভৰা বেণু,
কিনো গীত গাম কি সুৰ শুনাম
কোৱাচোন কোৱা খুলি?
কি দিলেনো তযু তুষ্ট হব মন
কি কৰিলে হব শীতল জীৱন?
নাই একো ধন, আছে অন্ধ মন
প্ৰেম-ভক্তি-হীন সমূলি।
বাসনাই চেঁপি জীৰ্ণ কৰা মন
তাৰে হয় যদি হেঁপাহ পূৰণ
লোৱা নাথ লোৱা, ততালিকে লোৱা
তাকে মহাধন বুলি।
( ১৯১৩, বৰপেটা )

## আজি মঙ্গল-মন্দিৰ মোহি বাজে সুমধুৰ সৰস সংগীত

আজি মঙ্গল মন্দিৰ মোহি বাজে সুমধুৰ সৰস সঙ্গীত
মহামিলনৰ মধুৰ জোঁকাৰ
জনকাই জগতৰ স্তব্ধ তাঁৰ
উপচালে লক্ষ জীৱনৰ পাৰ
নিমাত নিতাল নিৰজন চিত।
মোহে বান্ধি থোৱা উলাহ উদাৰ
ভাঙি আজি সেই হেজাৰ হেঙাৰ
কিনো আনন্দত বিশ্ব যায় মাৰ
এয়েনে বাণীৰ বিশ্ব-জয়ী গীত?
লক্ষ জনমৰ হেঁপাহ ঢালি ঢালি
দিওঁ আহা আমি প্ৰেম পুষ্পাঞ্জলি
ভাগৰুৱা এই মুগ্ধ মন ফালি
আহক নামি নামি উদাৰ সঙ্গীত।
( ১৯১৭, গুৱাহাটী )

## প্ৰাণৰ মাধুৰী বুটলি বুটলি

প্ৰাণৰ মাধুৰী বুটলি বুটলি
দিওঁ আহা প্ৰেম আঁজলি
ভকতি তেলেৰে প্ৰদীপ জ্বলাই;
উঠক বিশ্ব উজ্বলি।
বিলোৱা জননী কৰুণাৰ ৰেণু
বজোৱা জগত বিমোহিনী বেণু
সজাগি উঠক স্তব্ধ জগত মোহৰ ঢাকনী ফালি।
তুমিয়েতো আই তেতিয়াৰ পৰা
একেৰাহে আছা উজ্বলাই ধৰা
আজিও কৰাহি কৰুণা আমাক
দিয়া প্ৰেম-বিন্দু ঢালি।

## আজি শুনি কি ৰাগিণী আপোন পাহৰি

আজি শুনি কি ৰাগিণী আপোন পাহৰি
কান্দে পৰাণ অজলা—
দীৰ্ঘ বিৰহৰ প্ৰান্ত বুৰাই
বাজি উঠে সুৰ সুৰলা।
প্ৰাণৰ যিমান উগ্ৰ হেঁপাহ
লক্ষ্যহীন এই জীৱন প্ৰৱাহ
কি কাৰণে আজি
হৰ্ষ সাজে সাজি
বিশ্ব কৰি তোলে উজ্বলা।

## মৃদু লয়লাসে নামে মিচিকনি মাৰি

মৃদু লয়লাসে নামে মিচিকনি মাৰি
পৰাণত গাঁথি ৰাগিণী অতুল
কল্পনাৰ সোঁত কোকানলে ঢালি
কোনে কৰে মোৰ অন্তৰ আকুল।
কি অমৃতভৰা পাৰিজাত ৰেণু
কি আনন্দভৰা বিমোহিনী বেণু
কৰিছে কাতৰ
কলিজা গীতৰ
নাপাওঁ বিচাৰি তৃপিতিৰ কূল।
কি প্ৰেম মণ্ডিত সঙ্গীত সুৰ
জনকাই মোৰ অন্তৰপুৰ
নানা ভঙ্গী কৰি
সুৰ ধৰি ধৰি
দিছে আহি ই হিয়াৰ আঁচল।
তুমিয়েনে সেই প্ৰেমিক উদাৰ
বজাইছা ধৰি ব্ৰহ্মাণ্ডৰ তাঁৰ
তাৰ উলাহত
চলিছে জগত
বিৰাট বিশাল অনন্তৰ মূল।
অন্তৰৰ মোৰ উদ্‌ভ্ৰান্ত বাসনা
বান্ধি চেঁপি থোৱা সিমান যাতনা
তোমাৰ কাষত
সান্ত্বনা পাব
কান্দি উঠে নিতে হৈ বিয়াকুল।

## বিশ্বৰ দুৱাৰ সুলকিছে আজি

বিশ্বৰ দুৱাৰ সুলকিছে আজি
বলিছে বেগাই পূৰ্ণ পৰিমল
কোন আছা হেৰা শান্ত পথিক
লোৱাহি সামৰি সাধনাৰ ফল।
মঙ্গল বাতৰি বিয়পি জগত
সুমধুৰ সুৰে বাজিছে মুখত
খুলি দিয়া আজি হিয়াৰ কপাট
সোমা'ক শান্তি আঁতৰাই মল।
আছা কত জন মোৰ দৰে কোৱা
জীৱনৰ পূৰ্ণ পথ তুলি যোৱা
লোৱাহি এছাটি মঙ্গল মলয়া
আশীৰ্বাদ ভৰা অমৃত কোমল।

## মোৰ কল্পনামণ্ডিত হিয়াৰ তলিত

মোৰ কল্পনামণ্ডিত হিয়াৰ তলিত
আঁকি দিয়া তযু মাধুৰী ৰসাল—
মোৰ কোকোহা অন্তৰ ভৰত পাপৰ
থিতি হোৱা আহি হেৰা বিশ্বপাল।
মোৰ তোমাৰে স্বজিত ভোমোৰা পৰাণ
গুঞ্জৰি গুঞ্জৰি গায় কিনো গান
তযু চৰণ পদ্মত ফুলে যি অমৃত
দিয়া তাৰেই মধুৰ টোপাল।
আসক্তি ভৰা বাণৰ খোঁচনি
দিনে পৰাণত উজাৰে পোৰণি
দিয়া তব এটি শান্ত পৰশ
শান্তি ঢালে যেন অন্তহীন কাল।

## তযু নিবিড় নিৰ্মল সুনীল কুন্তল

তযু নিবিড় নিৰ্মল সুনীল কুন্তল
ঢালে যি কিৰণ বিয়পি গগন,
তাৰ ছায়াতেই ৰাখা নিচুকাই
মোৰ উদাস চঞ্চল দগ্‌ধ জীৱন।
মোৰ কৌটি জনমৰ বাসনা মত্তজীয়া
তীব্ৰ দগ্‌ধ সোঁৱৰে হুমুনিয়া;
তযু বিৰাট ওঁঠ দুটি— অমৃত পৰে ফুটি
স্নেহৰ চুমা এটি হাঁহি হাঁহি দিয়া।

## নিমাত নিশাত আজি

নিমাত নিশাত আজি
নিমাত ৰাগিণী বাজি
হিয়াত ঢালে ভাব সুমধুৰ।
কাৰনো হৃদয়ত
সুদূৰ সিপাৰত
সজাগে বিৰহ প্ৰেম ভৰপূৰ।
বিহীন গুণ-গান এলাগী জীৱন
বিশ্বত কোন মোৰ আছেনো আপোন।
কাৰনো মোৰ সতে আছে কি মিলন?
ঢালে হিয়াত কেনে শান্তি জুৰ।

## তুমিয়ে যিমান বিশ্বৰ মাধুৰী

তুমিয়ে যিমান বিশ্বৰ মাধুৰী
বিলাসিছা মহা সুখেৰে—
নিজ সুখ হেতু নিজৰ মুখতে
চুমিছা বিৰাট মুখেৰে।
তুমিয়ে ভকতি ৰসাল নিৰ্মল
তুমিয়ে উপাস্য শান্ত-সুবিমল
তুমিয়ে পুত্ৰ, তুমিয়ে মাতৃ
প্ৰাণময় প্ৰেম স্নেহেৰে।
তুমিয়ে বাসন্তী মালতীৰ ৰেণু,
তুমিয়ে ভোমোৰা বাই প্ৰেম বেণু,
তুমিয়ে প্ৰেম, তুমিয়ে পাত্ৰ,
ঢালিছা আকুল প্ৰাণেৰে।

## মঙ্গল বাৰ্তাৰে আজি কোনেনো শুনাব মোক

মঙ্গল বাতৰি আজি কোনেনো শুনাব মোক
উটুৱাব অন্তৰৰ কোনে শ্ৰান্ত দগ্ধ শোক?
শান্তিৰ বিচনিখনি
কোনেনো হিয়াত আনি
ঢালি মধুৰ জুৰণি
পলুৱাব তপ্ত ভোক?
সুধাময় সুগোন্ধত
পমি যোৱা নন্দনত
কি সুখেৰে বিলাসো কোনেনো বুজাব মোক?

কি ৰস কি ৰূপ ভৰা—
অমৃত উপচি পৰা,
লীলাক্ষেত্ৰ সিজনৰ জানানে কোনোবা হেৰা?

নোকোৱা নালাগে বাৰু
নোসোধো কাকোকে আৰু
পোৱা যদি কবা তাক শ্ৰান্ত মই চিন্তি তাক।

## উপচে ভৈৰৱী আজি কি ৰাগীত মতলীয়া

উপচে ভৈৰৱী আজি কি ৰাগীত মতলীয়া
বিশ্বৰ বাগৰি পাৰ বিয়াকুল কৰে হিয়া।
প্ৰাণৰ যিমান পৰিশ্ৰান্ত ঢউ
বিৰহ সামৰি সজাগে আকউ
হিয়াৰ চুকত কল্পনা গুপুত
ফুলে জাতিস্কাৰ ৰ-ৰহীয়া
জাতীয় অমৰ সঙ্গীত গৌৰৱ
বিলাইছে হেনো অমৃত সৌৰভ
সেইবাবে আজি বিশ্ব হিয়া ৰাজি
বেমেজালি কৰে নাইকিয়া।

## জীৱন কুঞ্জত আজি

জীৱন কুঞ্জত আজি
কোনেনো ফুলালে ফুল
কেনেনো সুগন্ধত
মন-প্ৰাণ বিয়াকুল।

বিৰিঙি মোহ ঢাকনী
আহে কি মধুৰ ৰাগিণী
কাৰ পিনে নিয়ে টানি
বাসনাৰ ভাঙি ভুল।

## অনন্তৰ যত অন্তৰ সাধনা

অনন্তৰ যত অন্তৰ সাধনা
কোৱা নাথ হয়নে তুমি—
বিশ্বৰ যিমান তপস্যাৰ
ওপজোৱা অমৰ ভূমি
তুমিয়ে অসীম অসীমেই তুমি
কাৰণৰ মহা কাৰণ
তুমিয়ে সৃষ্টি তুমিয়ে প্ৰলয়
পাপ-পুণ্যামৃত ধাৰণ।
কিয় তেন্তে নাথ সুখ-দুঃখ ভোগ
চঞ্চল বেগ মনৰ,
তুমি যেনে স্থিৰ অচল গম্ভীৰ
( মোৰ ) কিয়নো নহয় অন্তৰ ?

## বিশ্ব বিয়াকুলি বাগৰে সৌৰভ

বিশ্ব বিয়াকুলি বাগৰে সৌৰভ
সজাগে চঞ্চল সুপ্ত পৰাণ।
কি মহা উৎসৱ মিলন গৌৰৱ
আগুৰি অন্তৰ-বাজে কি তান ?

লক্ষ পৰাণীৰ জোকাৰ গম্ভীৰ
উৰি আহে কেনে আগুৰি অম্বৰ
মৃত্যুঞ্জয়ী গীত গাইছে জগতে
—উলাহি উঠক মিলনৰ গান।

## নাজানো কি হেঁপাহৰ চঞ্চল ভৈৰৱী আজি

নাজানো কি হেঁপাহৰ চঞ্চল ভৈৰৱী আজি,
মৃদু মন্দ লয়লাসে বাজি উঠে হিয়া ৰাজি।
সৌন্দৰ্যৰ অন্তহীন ৰিণিকি ৰিণিকি ৰেখা,
উজলিছে চিকিমিকি পলে পলে পাওঁ দেখা।

অনন্তৰ অচিনাকি কোনোৱা দেশত গৈ,
উদ্‌ভ্ৰান্ত অন্তৰে মোৰ গায় গীত বৈ বৈ।
দেখিছোঁ আগতে কিন্তু নাপাওঁ সন্ধেদ হেৰা,
শান্ত শীতল কিম্বা দগ্ধ মৰু শিখা ফেৰা।

## আজি বিয়াপি অন্তৰ সুখ বসন্তৰ

আজি বিয়াপি অন্তৰ সুখ বসন্তৰ
বাজিছে সঙ্গীত সুমধুৰ
প্ৰাণৰ ভিতৰেদি অন্তহীন ভেদি
বেগেৰে বৈ যায় বহুদূৰ।

সমুখত লৈ দীপ্ত সুখ ৰবি
জীৱন জগতৰ ভাব ভৰা ছবি
চৰালে ৰহণ, বিশ্ব বিমোহন
বান্ধি আঁকে আঁকে প্ৰেম সুৰ।

আহা আহা আমি সকলো পাহৰি
বিশ্ব ৰচোঁতাৰ চৰণত পৰি
সৰল হিয়া ফালি প্ৰেমৰ আঁজলি
ঢালোঁ পৰক আহা হিয়া জুৰ।

# SONGS OF THE CELE

( Translated from his original Assamese by an eminent Scholar )

# NOTE

All but the tenth and eleventh poems were composed in prison-cells when the author was incarcerated twice in connection with the fight for Swaraj. The tenth and eleventh were composed and sung as opening songs in the Gauhati Session of the Indian National Congress held at Pandu Nagar in 1926.

The author has the credit of having hold the oldest and the longest active political life in Assam without any break. His political career goes back to 1904, when there was an all India movement in connection with the partition of Bengal. He has never failed to respond to the cause of his country.

He has made his mark as a poet and musician too in Assamese literature.

**The Publisher**

DEDICATED

TO

PANDIT JAWAHARLAL NEHRU

THE SPIRIT OF YOUNG INDIA INCARNATE

FIGHTING SELFLESS, BOLD, VIGOROUS.

THE CAUSE OF

THE NATIONAL FREEDOM OF FORTY

CRORES OF INDIANS.

# SONGS OF THE CELL

## ONE

Mine is not a song of laughter and
revelry, cooling weary limbs ;
Mine is a stroke on the hard of fire
that unifies the dead and the quick.

My song is an endless heat
coming out of
a hundred burning losses, insults,
humiliations ;

It is the fiery vapour
oozing out from imprisoned energy
of the soul.

Mine is a song of gods and demons
sung over the churning of the ocean
for nectar ;

It is a song over the drinking of
*Kalakuta Poison*,
to attain the position
of a death-conqueror.

It is the outpouring
of the generous blood
towards the worshipping
of the Mother's feet ;

It is the healing word
that unites
quarrelling brothers at a breath.

It is the self-denying sentiment
that blows away meanness,
cowardice, helplessness ;

It is the common seal
that impresses with one form,
one colour, one expression.

It is the voice of withered humanity
under mountain-load of insults ;

It is the voice of pride incarnate
that contemns the vanity of oppressors.

It is the deep, grave stroke
that awakens the sleeping life ;

It is the song of the ordered march
to reclaim the lost possessions
of humanity.

It is the terrible history
of the humiliation of God in men ;

It is the heart-swelling desire
to die for the rescue of life.

It is the wailing of pain
wrung out when free-life is enchained,

It is the haunting determination
that laughs to scorn the humiliators of
mankind.

It is the great flood of *Shravana*
washing away the blood
of a hundred wounds ;

It is the voice of the Mother
calling children
to immolate their lives
to realise the vastness of life.

## TWO

Awake, awake, Hindoos and Moslems,
children of Mother India ;
The conch-shell of deliverance
sounds piercing through the plains
of Jalianwalabag,
painted red with the heart-blood of
a million brothers.

Awake, men and women
trodden under iron-heels of
blood-thirsty demons.
Awake, old and young,
Awake, men whose life is heavy
under weight of slavery ;
Awake, men sorrow-stricken,
diseased, miserable ;
Awake, also men gay, frolicsome,
wrapt in thoughts ;

Awake, national self-respect,
besmirched under the mud-deposits
of two hundred years.

Come, soul-stirring messages of truth
sung in ancient times in the Vedas,
the Bhagavata, the Gita and the Koran,
awakening a world-conquering power
in the hearts of Indians.

Come, stern self-control of Bhisma,
true to pledge of honour ;
Come, great renunciation
of the lion of the Sakya race
in search of truth.

Come, spirit of *Satyagraha*
that of yore inspired saint Mansur
and devotee Prahlada.

Come, self-immolation of Dadhichi,
for the preservation of his land and
his race

Come, spirit of Sankaradev, Nanak
and Kavir,
to bind with one thread of love and
service both the brothers, the Hindoo
and the Musalman :
that they may mix their blood
once and again
at the feet of Mother India,
typified by the plains of
Jalianwalabag.

## THREE

Torpid through two hundred years
the soul of India wakens
throbbing with new vitality.

The days of tyranny are numbered
of fear, trepidation, hatred, jealousy.

March forward, O child of India,
the paths are cleared of barriers.

There are a hundred thunders on
the enemy's side
flashing through the clay-pots of flesh ;
On our side there's one tiny rod of defence
charged with the forces of the soul.

Come it will, let it come,
the avalanche of oppressions.

We shall meet them,
make them harmless.
fronting them with expanded breasts

Then shall become painted the
fore-head of Mother India
with the Tilak-mark of Swaraj.

## FOUR

No more time is there to spare.
So long a period has been wasted
in fruitless pondering.

The yon great uproar you have heard,
echoing through hills and woodlands,
is the shaking of the three worlds
by the ordered footsteps of
heroic souls with uplifted heads.

Some stand up falling,
others fall down dead,
still others live after death :
Yet there is no fear,
no misapprehension, no languor,
no weariness.

Why is there such a curious game
of life and death ?

Haven't you understood ?
or having understood,
haven't you yet
thoroughly grasped the meaning ?

There is the great conch-shell
blowing intoxicated
with the maddening breath of
universal life ;
can one's life instinct
with all the prestige of the living
remain inactive before such a sound ?

It is the god incarnate
of universal humanity,
calling with the ambrosia of death
in his hands :
"March on with heroic steps'
triumphing over all obstacles ;
there's no occasion for fear,
there's no ground for trepidation.

If you can drink of the nectar
having paid the price of death,
then you will swim
into the full tide of life ;
then you will get deliverance ;
then you will get honour ;
then you will recover life ;
then you will conquer death.

Then through eternity
there will be lightning play of full life ;
down-trodden you will not lie,
tyranny and oppression
for ever vanishing."

## FIVE

Hold the broom-stick,
hold the duster,
there is no time to stare.
The golden house
and the golden courtyard
of seven generations lie buried
under mountain heaps of refuses ;
and as you are looking on,
your mouth has got
filled with ashes and black-soots.

Hated, humiliated,
you have slaved
in others' causes so long ;
you have offered at others' feet
in poverty and debts ;
now is come the time
to turn a sweeper
to your people,
whose breath is suffocated
with the stench of malice and
jealousy, vanity, selfishness,
caste-hatred and
a hundred other vices.

Dressed as a knight
in search of mighty deeds,
hold the broom-stick,
make your people's life clean ;
sweeping, washing, purifying
every creek and corner.

Make them fit for a seat
in the assembly of nations.

## SIX

Stones thou wouldst have to break,
it won't do to say thou canstn't ;
once at ease
thou wouldst crave for greater ease.

'Tis with limbs broken and maimed,
with blood
sent gushing through the mouth,
with a heart
languid to exhaustion
that thou wilt see
the fetters unloosed.

Stones thou wilt have to break
standing, falling, gasping ;
then only
will the heart of the stones burst,
and the heavenly *Suradhani*
flow in rapid streams.

The accumulated filth
and dirt of a hundred ages,
the costly prestige
earned by a thousand acts of slavery,
she will wash away,
and you will see the black
and the white unite.

## SEVEN

What more horrors would you show
O prison-cell,
what more horrors can you show ;
the redder you make your red eyes
the greater is my triumph.

Your heart is made of the blood
and rheum of seven demons ;
how many terrible shapes of monsters
have you not assumed to frighten me.

I only fixed my look at them,
and lo ! they vanished
like nightmares scared ;
what more horrors can you show ?

Your attendant spirits :
Bhutas, Pretas, Yakshas
rushed fee-faw-fumming
every moment to terrify me ;
they also kept their distance
before my conquering look
and shouted victory to me.

O prison-cell,
what more horrors can you show.

## EIGHT

This is not the prison-cell,
O brother, this is not the jail ;
this is the great washing of the
filth and dirt with sweltering agonies.

This is the great burning-off
by the fire of oppression
of pretended patriotism
full of selfishness and feint ;
of vaunt of knowledge and of services
to fellow-men.

How many games of hide and seek
do we not play at
with patriotism ?
How many topics of noman's lands
do we not discuss masqueraded
as lovers of the land of our birth ?

God and men
are one without distinction.
Turning our back on God
we but heighten the importance of men
Do ye, therefore,
wash your heart and soul
with tears of humiliation.

## NINE

March on, brother,
march on towards that land
which is high, elevated, beautiful ;
where worthy longings of the senses
are satisfied ;
which is washed white
with the radiance of love,
being free from meanness,
malice, jealousy.

That is the land of our dream,
that is the destination of our March.

Trample under foot
all thoughts of self,
awaken with each pulsation
the god incarnate
of a successes.

With the sound of the conch-shell
vitalising a sleeping world,
waken into
full bloom a million flowers of life.

Inspire them with energy of the soul.

Take up in your hands
the flag-staff of soul-force,
pledge life or death.
So lead them on,
so lead them on.

## TEN

Whose bidding is it
that the whole of India
has emptied itself here to-day ?
There's light and colour,
there's gaiety and frolic,
not a trace of sadness
is to be seen anywhere.
There's gentle laughter on every face.

Is it a festival
in honour of some god ?

or is it a Roman triumph
after victory in some battle ?
or is it to celebrate
the liberation of your life
that such grand preparations
have been made ?

Has the shadow vanished
from your walls of serfs and slaves ?
Has the mark of bondage
disappeared from your person ?
Is your body pure and clean ?
Does life flow on in your limbs ?

Is the foundation of
your freedom well laid ?

If so, why is there amongst you
so much fraction and split ?
Where's hugging and kissing
among brothers ?
Or is all feeling crushed by bondage ?

Let go all divisions, all vanities,
sing thirty crores of brothers,
sing victory to Mother India,
let heaven and earth resound
with the cry of her liberation
or what use is there for you
to hold on to life ?

## ELEVEN

In what verse
shall I sing your welcome,
O You image of God in man,
You image of the Vast
in this assembled host ?

My tongue's fettered,
my heart's enslaved
I have no flowers,
no incense to lay at your feet.

In distant past,
the *Pandavas* performed a
*Rajasuya*
and held the seven isles
under one sway.
Thousands of kings
flocked from all the quarters
and paid tribute in glowing verses.

On this soil hallowed by their feet,
the same verses
do not flow from my lips
trembling with slavish fear.

The *Rajasuya* to-day
is no longer held.

There's no Overlord to perform it ;
there are no subject kings
to pay tribute,
nor does the holder of
*Panchajanya*
descend again in person
in this tainted age of *Kali*.

To-day the sound of the
*Panchajanya*
make itself heard
in the united voice of the people.

This day we are holding a
*Prajāsūya*

Let us rise high
above all obstacles,
and carry it to a successful close
that our voice
may be heard through the world.

Let my frozen tongue be loosed again,
singing homage to God in men..

Let, O, let our mother
awake in splendour and triumph.

Let her voice rejoice
the land of men and the land of gods,

Let her voice be echoed
through the regions of planets.
the regions of stars.

## TWELVE

O Charioteer,
Churning my life-stream
of birth and death,

What nectar
dost thou hope to get ?

Tell me,
why is thy face
lighted with smile ;

And what for
this passionate longingness
in thy heart ?

Why hast thou tossed me to and fro ?

O Charioteer :
A thousand tales
of creation and destruction
in all their majesty
are revealed
in a single look of thine.

Do what thou desirest
Thou art my only guide.

## THIRTEEN

As I rise up,
Let me paint thy feet
with my heart's blood.

When thou frolicst
in the evening sky
spraying *Abir* all around,
make me the whirling dust
to thy feet,
so that I might roam
from pole to pole, star to star
singing thy praise.

When thou reclinest
thy weary limbs
on the starry carpet
of the blue sky,
when melodious music
floats round thee
in thanksgiving and panegyric,
Let me then utterly lose myself
in singing thy hymn and prayer.

## FOURTEEN

The life
tormented by thunder-like
sufferings, sorrows, and despairs,
lights the Flame
that shines
above the great dance of Rudra,
the conqueror of time.

This is the fire of life
that turns to ashes
the fetters and bondages,
that limit the free energy of creation.

This is the fire
that consumes weariness
and inspires mankind
on the path of restless efforts.

Freed from insults,
humiliations and vexations,
the life that shines brighter
than jewels and pearls ;

The life
which purges out envy, timidity,
cowardice, jealousy,
is the life full, sublime, and serene.

This life
weeds out the roots of oppression
and establishes the kingdom of joy
and harmony in this universe.

## FIFTEEN

What for is the sky and earth,
What for is this universe ?

There is no answer
to this riddle eternal.

O man, march towards infinity
with all your might and dignity.

In this bounded world
reason and logic are crippled,
Fame and fortnne of mankind
totter away.

The accumulated wisdom of centuries
whirling round this limited space,
turns blind and futile.

Hence this hobbling in human life,
And rise and fall its eternal history.

The little advance it makes today,
is lost in to-morrow's defeat.
Yet alas ! you strive not
to break the barrier.

This vision of breaking the barrier
is not a myth ;
it is not telling a rosary of idle
thoughts in the little hollow
of the earth.

O man ! if you could march
in all your glory and strengh
and establish your rule
in the other planets,
only then and then only
human achievements
will be truly glorious.

And in earth,
life will be ampler and richer,
spreading upto infinity for ever.

The putrid wisdom of humanity
will be freed and boundless,
transcending the prison walls
of limited space.

O man,
clinging to this rotten earth,
Why do you deny the great
growing tide of life.

# The Final Goal Of Man And Lasting Peace

In the quest for achieving lasting peace
among the human race on the surface of the earth
*Presented to*
All Thinkers, Philosophers, Statesmen and
Scientists of the world

Written and published in Assamese in 1914-16
by
**Ambikagiri Raychowdhury**

*Translated into English in 1960*
by
**Prof. M. N. Bora**

# The Expansion of Man

The following lines are a rendering by Dr. Banikanta Kakati of Ambikagiri Raychowdhury's lyric "Manavayatan" originally published in 1928 in Lakshminath Bezbaroa's leading monthly *BANHI* and the English rendering in 1938 in his *SONGS OF THE CELL.*

What for is the sky and earth,
What for is this universe ?

There is no answer
to this riddle eternal.

O man, march towards infinity
with all your might and dignity.

In this bounded world
reason and logic are crippled,
Fame and fortune of mankind totter
away.

The accumulated wisdom of centuries
whirling round this limited space,
turns blind and futile.

Hence this hobbling in human life,
And rise and fall its eternal history.

The little advance it makes today,
is lost in to-morrow's defeat.
Yet alas ! you strive not
to break the barrier.

This vision of breaking the barrier
is not a myth ;
it is not a telling a rosary of idle
thoughts in this little hollow
of the earth.

O man ! if you could march
in all your glory and strength
and established your rule
in the other planets,
only then and then only
human achievements
will be truly glorious.

And in earth,
life will be ampler and richer,
spreading upto infinity for ever.

The putrid wisdom of humanity
will be freed and boundless,
transcending the prison walls
of limited space.

O man !
clinging to this rotten earth,
Why do you deny the great
growing tide of life ?

# The Final Goal Of Man And Lasting Peace

The world today is heading towards a wanton destruction. Man grows restless when there is no war in the world. He finds life in the clattering sounds of swords and shields. At the root of this lies a spirit of selfishness and competition. Selfishness and competitive spirit are not evil incarnate, when we view them from a loftier standpoint. If they are not shrunken within the narrow frontiers of a finite world and are extended to a world infinite, perhaps there will be very little to say against them. Yet, man has wasted away his energy against them in order to establish peace in the world. This is nothing but a blind man groping in darkness.

Even if the entire mankind attempts to destroy the last traces of selfishness and competitive spirit, an attitude of non-selfshness and non-competitive spirit shall not come to stay in the world. Because, the world has an intrinsic urge for progress. Without selfishness and competitive spirit there can be no progress. After all, selfishness and competitive spirit are but impulses of human mind. When there will be no impulses, the stream of creation is bound to stagnate. Where there is creation there lies impulse—where there is no impulse there can be no creation.

This visible and tangible world may be a closed world, yet, if it does not pull down the frontiers in a dialectical process, this selfishness and competition must remain. In the finite world their existence and current shall remain uninterrupted. A thing which properly belongs to an infinite world cannot be confined within the narrow frontiers of the finite world in its elemental characteristics. If such an attempt is made, anarchy is the natural corollary.

But we are not familiar with this dimension of selfishness and competitive spirit. Because we have never attempted to grasp the totality, which is the native abode of these impulses. We have a tendency to quench the flaming desire of our heart with the help of these impulses. In other words, we confine an eternal value within the narrow bonds of a temporal and spatial world. The pulls are greater in proportion than the pushes. As a result, they rebound at ourselves spelling a terrific disaster. Even if we gain something, that comes laden with pain and repentence, sorrow and vehemence. If selfishness and competitive spirits are to move in the natural way, they must cross layer after layer of the finite world. Why then should we try to emasculate these within the four walls of a finite world ? All our unhappiness is due to this perverted attempt of mankind.

From the dawn of human understanding man is aware that there is a thing called soul and that this soul is indomitable : man has also realized that the fulfilment of this soul is possible only in the world of eternity. Yet, man has tried to keep this eternal quality of soul within the grasp of his palms. The longing and yearning of human soul have never been intensely felt by mankind at any period of history. No doubt, mankind has vainly attempted to give a direction to this soul by tall objects, yet man has crabbed and

